# ব্যৱসায় সংগঠন






পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি।
ডিব্ৰুগড় বিশ্ববিদ্যালয়

ভাৰত চৰকাৰৰ আঞ্চলিক ভাষাত পাঠ্যপুথি প্ৰণয়ন আঁচনিৰ
অধীনত, অসম ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন সমন্বয়
সমিতিৰ তত্ত্বাৱধানত, ডিব্ৰুগড় বিশ্ববিদ্যালয়
পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰদ্বাৰা
প্ৰস্তুত আৰু উক্ত সমিতিৰহৈ
সচিৱৰদ্বাৰা প্ৰকাশিত,
১৯৭৫ চন।



প্ৰথম প্ৰকাশ ঃ ১৯৭৫
মূল্য ঃ ৩৩·০০ টকা

সচিৱ
পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি
ডিব্ৰুগড় বিশ্ববিদ্যালয়

Printed at the SREE SARASWATI PRESS.
Dighali Pukhuri Par, Gauhati—1



# ব্যৱসায় সংগঠন

( স্নাতক মহলাৰ পাঠ্য )

লেখকসকল ঃ

১। শ্ৰীপূৰ্ণ বৰগোঁহাই—গড়গাওঁ মহাবিদ্যালয়
২। ,, সুশীল বৰঠাকুৰ—চন্দ্ৰকমল বেজবৰুৱা মহাবিদ্যালয়
৩। ,, এ, আৰ, মুজিবুৰ ৰহমান—জগন্নাথ বৰুৱা মহাবিদ্যালয়
৪। ,, দুলাল ভট্টাচাৰ্য্য—জগন্নাথ বৰুৱা মহাবিদ্যালয়
৫। ,, হেম বৰুৱা—ডেৰগাওঁ কমল দুৱৰা মহাবিদ্যালয়
৬। ,, দুৰ্গেশ্বৰ হাজৰিকা—মৰিয়নি মহাবিদ্যালয়

পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি
ডিব্ৰুগড় বিশ্ববিদ্যালয়

প্ৰণয়ন প্ৰশাখাৰ সদস্যসকল ঃ

ড° ছি, ডি, মিশ্ৰ ( সভাপতি )

| | |
|---|---|
| অধ্যক্ষ তনু কোঁৱৰ (সদস্য) | অধ্যাপক অনিল কুমাৰ শৰ্মা (সদস্য) |
| ড° আৰ, মেহৰোট্ৰা „ | „ অনিলচন্দ্ৰ শৰ্মা „ |
| ড° নিৰ্মল কুমাৰ বসু „ | „ প্ৰাণেশ্বৰ পাঠক „ |
| অধ্যাপক এছ, আহমদ „ | „ মহম্মদ চাকি „ |

**BYAVASHAYA SANGGATHAN—A** Text book on Commerce for the two-year Degree Course of the Dibrugarh University, produced by the *University Co-ordination Committee, for production of Textbooks in the Regional Language, Dibrugarh University,* under the scheme sponsored by the *Ministry of Education and social Welfare, Government of India* for production of literature in Indian Languages for use as media of instruction at the university level, and under the guidance of the *State Co-ordination Commitee for-production of Textbooks in the Regional Language, Assamese.*

1st. Edition—1975
Price—Rs. 33·00

Published by the *Secretary,* University Co-ordination Committee for production of Textbooks in the Regional Language, Dibrugarh University, Dibrugarh, Assam.

# আমাৰ একেষাৰ

ভাৰত চৰকাৰে ১৯৬৮-৬৯ চনত বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সংক্ৰান্তত গ্ৰহণ কৰা গুৰুত্বপূৰ্ণ সিদ্ধান্ত অনুসৰি ভাৰতৰ আঞ্চলিক ভাষাসমূহে যি মৰ্য্যাদা লাভ কৰে, তাৰে গইনা লৈ অসমতো অসমীয়া ভাষাই বিশ্ববিদ্যালয়ৰ মাধ্যম হোৱাৰ সুযোগ পায় আৰু ১৯৭২ চনৰ প্ৰাক্-স্নাতক পাঠ্যক্ৰম অসমীয়া মাধ্যমত আৰম্ভ হয়। যোৱা দুবছৰ অসমীয়া, মাধ্যমত শিক্ষা গ্ৰহণ কৰাৰ পিছত এই বছৰৰপৰা স্নাতক পাঠ্যক্ৰমো অসমীয়া মাধ্যমত আৰম্ভ কৰিবলৈ বিশ্ববিদ্যালয়ৰ শিক্ষা পৰিষদে সিদ্ধান্ত গ্ৰহণ কৰে আৰু অতি তাকৰীয়া সময়ৰ ভিতৰতে উক্ত পাঠ্যক্ৰমৰ পাঠ্যপুথি প্ৰণয়ন কৰিবলৈ বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিক নিৰ্দেশ দিয়ে। এই সমিতিয়েও যৎপৰোনাস্তি চেষ্টা কৰি স্নাতক পাঠ্যক্ৰমৰ ( অনাৰ্ছ আৰু পাছ ) পাঠ্যপুথিসমূহ যুগুত কৰাৰ দায়িত্ব গ্ৰহণ কৰে। এই **"ব্যৱসায় সংগঠন"** নামৰ গ্ৰন্থখনি উক্ত প্ৰচেষ্টাৰে ফল।

বাণিজ্য বিষয়ৰ এই পুথিখনি ৰচনা কৰিছে শ্ৰীপূৰ্ণ বৰগোঁহাই, সুশীল বৰঠাকুৰ, এ, আৰ, মুজিবুৰ ৰহমান, দুলাল ভট্টাচাৰ্য্য, হেম বৰুৱা আৰু দুৰ্গেশ্বৰ হাজৰিকাই। পুথিখনি পুনৰীক্ষণ কৰিছে অধ্যাপক অমৰেন্দ্ৰ নাথ ঠাকুৰে।

কেইবছৰমান আগলৈকে অসমীয়া ভাষাৰে বিশ্ববিদ্যালয়ৰ

পাঠ্যপুথি ৰচনা হোৱাটো অসম্ভৱ বুলি ধাৰণা কৰা এচাম নিৰাশাবাদী লোক আছিল ; কিন্তু সেই চাম লোকে আজি সেই ধাৰণা সলনি কৰিবলৈ বাধ্য হৈছে। প্ৰাক্-স্নাতক পাঠ্যক্ৰমৰ সকলো বিষয়ৰে পুথি যুগুত কৰাৰ পিছত আমি স্নাতক পৰ্য্যায়ৰ প্ৰায় ডেৰশখন পুথি প্ৰকাশ কৰাৰ আঁচনি হাতত লৈছো। সঁচাকথা নানান বহুমুখী কাৰণত এই আঁচনি কাৰ্য্যকৰী কৰাটো বৰ টান কাম। স্নাতক পাঠ্যক্ৰমৰ উপযোগীকৈ উচ্চ মানবিশিষ্ট পুথি ৰচনা কৰিবলৈ প্ৰয়োজনীয় পাৰিভাষিক শব্দৰ অভাৱ এতিয়াও দূৰ হোৱা নাই। আন-পিনে অসমীয়া ভাষাত অন্যান্য আনুষংগিক প্ৰসংগ পুথিৰো অভাৱ। তত্ৰাচ লেখকসকলে অসুবিধাবোৰ অতিক্ৰম কৰি অশেষ যত্নেৰে এই পাঠ্য পুথিসমূহ যুগুত কৰিছে। প্ৰাথমিক প্ৰচেষ্টাত অনেক ভুল-ক্ৰটী থাকি যোৱাটো স্বাভাৱিক। সদাশয়, সুবিজ্ঞ, বিদ্বান ব্যক্তিসকলৰপৰা প্ৰয়োজনীয় পৰামৰ্শ আৰু সহযোগিতা লাভ কৰিবলৈ সক্ষম হ'লে আমি এই জাতীয় কৰ্তব্য সমাপন কৰাত অধিক মনোযোগ দি উন্নত সংস্কৰণ উলিয়াবলৈ সক্ষম হ'ম

আমাৰ এই প্ৰচেষ্টাত নানান ধৰণেৰে আদেশ, উপদেশ, পৰামৰ্শ আৰু সহযোগিতা আগবঢ়োৱা বাবে ভাৰত চৰকাৰৰ কেন্দ্ৰীয় শিক্ষা আৰু সমাজ কল্যাণ মন্ত্ৰীদপ্তৰ, অসম ৰাজ্যিক সমন্বয় সমিতিৰ কৰ্মকৰ্তাসকল, ডিব্ৰুগড় বিশ্ববিদ্যালয় সমন্বয় সমিতিৰ সভাপতি, মাননীয় উপাচাৰ্য্য শ্ৰীযুত জিতেন্দ্ৰ নাথ দাস,



সমন্বয় সমিতিৰ মাননীয় সদস্যসকল, পুথিৰ লেখক, পুনৰীক্ষক, আৰু সহযোগী সহকৰ্মীসকললৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

শ্ৰীলীলা গগৈ

সচিব
পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি
ডিব্ৰুগড় বিশ্ববিদ্যালয়

৮।৯।৭৫
ডিব্ৰুগড় বিশ্ববিদ্যালয়

# সূচীপত্ৰ

বিষয় | পৃষ্ঠা

দ্বাদশ অধ্যায়



---

# প্ৰথম অধ্যায়

## ব্যৱসায়িক কাৰ্য্যাৱলীৰ প্ৰকৃতি

## (Nature of Business Activities)

সংসাৰ বহুৰূপী। এই বহুৰূপী সংসাৰত সকলোৱেই পৰিবৰ্তনশীল। পৃথিৱীত সকলো প্ৰাণীয়ে ভূমিষ্ঠ হোৱাৰপৰা অন্তিম অৱস্থালৈকে খাই লৈ জীয়াই থাকে। জীয়াই থাকিবৰ বাবে কোনো প্ৰাণীয়ে মাতৃ গৰ্ভৰপৰা আৱশ্যকীয় সামগ্ৰী সমূহ লগত লৈ নাহে। মাত্ৰ কিছুমান শাৰীৰিক আৰু মানসিক প্ৰকৃতি জন্মগত গুণ হিচাপে লগত লৈ আহে। খাই লৈ জীয়াই থাকিবৰ বাবে আৱশ্যক হোৱা অন্যান্য সকলো সামগ্ৰী প্ৰকৃতিৰ বুকুতে লুকাই থাকে; কিন্তু পৃথিৱীত প্ৰাণীবিলাকে নিজৰ জন্মগত গুণৰদ্বাৰা প্ৰকৃতিৰ বুকুত লুকাই থকা আৱশ্যকীয় সম্পদসমূহৰ সন্ধেদ বিচাৰি পায় আৰু স্বকীয় বুদ্ধি বৃত্তিৰ দ্বাৰাই তাক সংগ্ৰহ কৰি নিজৰ অভাৱ দূৰ কৰি পৃথিৱীত জীয়াই থাকে। এটি কথা মন কৰিবলগীয়া যে, পৃথিৱীত সকলো প্ৰাণীয়ে খাই লৈ জীয়াই থকাটো ধৰ্ম; কিন্তু মানুহ জাতিৰ গুণ গৰিমা, কাৰ্য্য-কলাপ পৃথিৱীৰ অন্য জীৱ-জন্তুৰ লগত সম্পূৰ্ণ পৃথক। মানুহ জাতিৰ গুণ-গৰিমা বিকাশ হয়। সেইবাবে মানুহ জাতিৰ পৃথিৱীত জীয়াই থকাৰ ধাণ্ডা, খাই লৈ অভাৱ দূৰ কৰা পদ্ধতি, কাৰ্য্য-কলাপৰ নিয়মাৱলী আদি অন্য প্ৰাণীৰপৰা সম্পূৰ্ণ পৃথক। সেইবাবে বিজ্ঞসকলে মানুহ-জাতিক পৃথিৱীত জীয়াই থকা প্ৰাণীসমূহৰ ভিতৰত শ্ৰেষ্ঠ জীৱ হিচাপে আখ্যা দিয়ে। কবিৰ ভাষাতো সেইবাবেই কয় মানুহেই দেৱ, মানুহেই সেৱ, মানুহেই পৰাৎপৰ।

পৃথিৱীত সৰ্বশ্ৰেষ্ঠ প্ৰাণী হিচাপে মানুহে বিভিন্ন চিন্তা কৰে আৰু

বেলেগ কাৰ্য্যাৱলীত ব্যস্ত থাকিব লাগে। ব্যাপক অৰ্থত মানুহে কাৰ্য্যসূচীত ব্যস্ত থকাকেই ( State of being busy ) ব্যৱসায়ত ব্ৰতী থকা বোলে। আমি ইয়াত যি ব্যৱসায়ৰ কথা আলোচনা কৰিব খুজিছোঁ সেই ব্যৱসায়কো অৱশ্যে কাৰ্য্যত ব্যস্ত থকাকে বুজায়; কিন্তু ব্যৱসায়িক কাৰ্য্যাৱলীৰ ধাৰা অৰ্থনৈতিক সংক্ৰান্ত। আজি পৃথিৱীত মানুহ-জাতিৰ দৈনন্দিন অভাৱ পূৰাবৰ বাবে বিভিন্ন প্ৰতিষ্ঠানে বেলেগ বেলেগ কাৰ্য্যসূচীত ব্যস্ত থাকিব লগা হৈছে। কিছুমানে প্ৰকৃতিৰ বুকুত গুপুতে লুকুৱাই ৰখা সম্পদ ৰাজিৰ সন্তেদ বিচৰাত ব্যস্ত; কিছুমান প্ৰতিষ্ঠানে প্ৰকৃতিদত্ত সামগ্ৰী সমূহক নানা-পদ্ধতিৰে ব্যৱহাৰৰ উপযোগী কৰাত ব্যস্ত; কিছুমান প্ৰতিষ্ঠানে সেই প্ৰস্তুত কৰা সামগ্ৰীসমূহ চাহিদাৰ অনুপাতে নানা ঠাইলৈ পঠিওৱা কাৰ্য্যত ব্ৰতী হৈছে আৰু কিছুমান প্ৰতিষ্ঠানে আকৌ সেৱা কৰ্ম যোগান কাৰ্য্যত ব্যস্ত থাকিব লগা হৈছে। এইদৰে প্ৰকৃতিদত্ত সম্পদৰাজি উৎঘাটন কৰি তাক পুনৰ নানা কাৰ্য্য-কলাপৰদ্বাৰা ব্যৱহাৰৰ উপযোগী কৰি মানৱ সমাজৰ চাহিদাৰ অনুপাতে আকৌ সেই প্ৰস্তুত কৰা দ্ৰব্যসমূহ বিতৰণ কৰা আৰু আৱশ্যক অনুপাতে মানৱ জাতিৰ বাবে অন্যান্য সেৱাকৰ্ম যোগান ধৰা কাৰ্য্য-কলাপকে সাধাৰণতে ব্যৱসায়িক কাৰ্য্য-কলাপ বোলা হয়। এই ব্যৱসায়িক কাৰ্য্যত ব্যস্ত থকাকে ব্যৱসায় বোলা হয়।

আকৌ কিছুমান অভিজ্ঞলোকে কয় যে বস্তু উৎপাদন কৰিবৰ বাবে নানা ধৰণৰ কাৰিগৰী পদ্ধতি অৱলম্বন কৰিব লগা হয়। কেৱল উৎপাদন কৰিলেই সমাজৰ চাহিদা পূৰ নহয়; উৎপাদিত দ্ৰব্যসমূহ চাহিদাৰ অনুপাতে বিভিন্ন শ্ৰেণী গ্ৰাহকৰ মাজত বিতৰণ কৰিলেহে সমাজৰ চাহিদা পূৰ হয়; কিন্তু এই বিতৰণ কাৰ্য্যও সহজ নহয়। সমাজৰ মাজত চাহিদা অনুপাতে বস্ত সৰবৰাহ কৰিবৰ বাবেও নানান



অনুসন্ধান কাৰ্য্যত ব্যস্ত থাকিব লগা হয়। এই সকলো কাৰ্য্যাৱলীকে ব্যৱসায় বোলা হয় আৰু যিসকল এই ব্যৱসায়িক কাৰ্য্য-কলাপত ব্ৰতী হয়, তেখেত সকলকে ব্যৱসায়ী হিচাপে পৰিগণিত কৰা হয়।

এতিয়া দেখা গ'ল যে, বস্তু নিজেই উৎপাদন কৰি নাইবা অন্য উৎপাদকৰপৰা উৎপাদিত দ্ৰব্যসমূহ ক্ৰয় কৰি পুনৰ সেই বস্তুবিলাক বিক্ৰী কৰিবৰ বাবে যিবিলাক কাৰ্য্যাৱলী হাতত লোৱা হয় আৰু সমাজৰ আৱশ্যক অনুযায়ী সেৱা কৰ্ম যোগান ধৰিবৰ অৰ্থেও যি পন্থা অৱলম্বন কৰিব লগা হয়, সেই সকলোবিলাক কাৰ্য্যকেই ব্যৱসায়িক কাৰ্য্য-কলাপ বোলা হয়। গতিকে ব্যৱসায়ৰ এই সংজ্ঞাৰপৰা দেখা যায় যে ব্যৱসায়ৰ কিছুমান স্বভাৱগত বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্য-সমূহ তলত আলোচনা কৰা হ'ল।

(১) **বস্তু ক্ৰয় কৰা বা উৎপাদন কৰা ঃ**—মূলতে দেখা যায় যে, বস্তু কিনা-বেচা কাৰ্য্যাই ব্যৱসায়। গতিকে বস্তু বা সেৱা কৰ্ম বিক্ৰী কৰাৰ আগত বিক্ৰেতাই নিজৰ তত্ত্বাৱধানত জমা ৰাখিব লাগিব। অৰ্থাৎ বিক্ৰী কৰাৰ অগেতে বিক্ৰেতাই নিজেই উৎপাদন কৰিব লাগিব নাইবা অন্য উৎপাদকৰপৰা ক্ৰয় কৰি পুনৰ বিক্ৰী কৰিব লাগিব। বিক্ৰেতাই বিক্ৰী কৰিবৰ বাবে উৎপাদন কৰি উপযোগী দ্ৰব্য প্ৰস্তুত কৰা কাৰ্য্যক শিল্প বোলা হয়। যদি বিক্ৰেতাই অন্য শিল্প প্ৰতিষ্ঠানৰ পৰা উৎপাদিত বস্তু ক্ৰয় কৰি পুনৰ বিক্ৰী কৰি লাভাংশ ভোগ কৰে তেন্তে তেওঁৰ সেই কাৰ্য্যক বাণিজ্যৰূপে অভিহিত কৰা হয়। গতিকে ব্যৱসায়িক কাৰ্য্যাৱলীক সদায় দুটা ভাগত বিভক্ত কৰা হয়। তাৰে এটাক শিল্প আৰু আনটোক বাণিজ্য বোলা হয়। এই দুটি ব্যৱসায়ৰ প্ৰধান বৈশিষ্ট্য।

(২) **কিনা বেচা ব্যৱস্থা ঃ**—বেচা-কিনা ব্যৱস্থাই ব্যৱসায়ৰ ভিত্তি। ব্যৱসায়ত বিক্ৰীৰ ব্যৱস্থা থাকিবই লাগিব। এই ব্যৱস্থা নহলে ক্ৰয়

কাৰ্য্যকো ব্যৱসায়ত অন্তৰ্ভুক্ত কৰিব নোৱাৰি। ভোগকাৰীয়ে নিজৰ ভোগৰ বাবে বস্তু ক্রয় কৰে। পুনৰ বিক্রী কৰিবৰ বাবে নহয়। তেনে কাৰ্য্যক ব্যৱসায়ৰ ভিতৰত ধৰা নহয়। যেনে মহাজনৰপৰা পিন্ধিবৰ কাৰণে কিনা কাপোৰ-কাণি আৰু পণ্য দ্রব্য ক্রয় কৰিলে তাক ব্যৱসায় কাৰ্য্যত ধৰা নহয়; কিন্তু মহাজনে কাপোৰ কলৰপৰা পুনৰ বিক্রী কৰিবলৈ কাপোৰ ক্রয় কৰা কাৰ্য্যক ব্যৱসায়ৰ ভিতৰত ধৰা হয়; ঠিক সেইদৰে মহাজনে শিল্প প্রতিষ্ঠানৰপৰা উৎপাদিত পণ্যদ্রব্য পুনৰ বিক্রী কৰিবৰ বাবে ক্রয় কৰি অনা কাৰ্য্যকো ব্যৱসায়ৰ ভিত্তিত ধৰা হয়। কিয়নো গ্রাহকে ভোগ কৰিবলৈ ক্রয় কৰিলে পুনৰ তাক বিক্রীৰ ব্যৱস্থা নকৰে; কিন্তু ব্যৱসায়ীয়ে বস্তু ক্রয় কৰিলে তাক পুনৰ বিক্রীৰ ব্যৱস্থা কৰে।

ঘৰত ব্যৱহাৰ কৰিবৰ কাৰণে কিছুলোকে এড়ি, মুগা আৰু পাতপলু পুহি তাৰপৰা সূতা কাটি কাপোৰ তৈয়াৰ কৰি লয়। এই শিল্প কাৰ্য্যক তেতিয়া ব্যৱসায়ৰ ভিতৰত ধৰা নহয়। কাপোৰ আৰু সূতা আদি বিক্রী কৰিবৰ বাবে যেতিয়া এই ঘৰুৱা শিল্প কাৰ্য্য হাতত লয়, তাক তেতিয়া ব্যৱসায়ৰ ভিতৰত ধৰা হয়। ঠিক সেইদৰে ঘৰত খাবৰ বাবেও মিঠাই জিলাপী আদি প্রস্তুত কৰা হয়; কিন্তু এই মিঠাই কৰা কাৰ্য্যক ব্যৱসায়ৰ ভিতৰত ধৰা নহয়; কিন্তু বিক্রীৰ উদ্দেশ্যে যেতিয়া মিঠাইৱালাই মিঠাই জিলাপী তৈয়াৰ কৰে, তেতিয়া সেই কাৰ্য্য ব্যৱসায়ৰ ভিতৰত পৰে। এইদৰে ক্রয় কৰি পুনৰ বিক্রীৰ ব্যৱস্থা থাকিলেহে কিনা বেচা কাৰ্য্যাৱলীক ব্যৱসায়ৰ ভিতৰত ধৰা হয়।

(৩) **পাৰস্পৰিক স্থবিধা ঃ**—পাৰস্পৰিক সুবিধা ব্যৱসায়ৰ অন্য এটি মন কৰিবলগীয়া বৈশিষ্ট্য। ব্যৱসায়ত বিক্রীৰ ব্যৱস্থা সদায় আছে; বিক্রী ব্যৱস্থাৰপৰা ক্রেতা আৰু বিক্রেতা অর্থাৎ দুয়ো পক্ষই পৰস্পৰে উপকৃত হয়। বিক্রেতাই তেওঁ পাৰিশ্রমিক হিচাপে এটি



মুনাফা পায় আৰু গ্রাহকে নিজৰ অভাৱ পূৰণ কৰি তৃপ্তি লাভ কৰে। গতিকে যিবিলাক ক্রয় বিক্রয় কাৰ্য্যৰপৰা পাৰস্পৰিক সুবিধা পোৱা যায়, সেইবিলাক ক্রয়-বিক্রয় কাৰ্য্যকহে ব্যৱসায়ত ধৰা হয়।

(৪) **বিক্রীৰ সম্ভাৰ ঃ**—এইটোও এটা ব্যৱসায়ৰ প্রধান বৈশিষ্ট্য, বিক্রীৰ উদ্দেশ্যে প্রথমে পণ্যদ্রব্য বা সেৱা কৰ্মৰ সম্ভাৰ হিচাপে লোৱা হয়। পণ্যদ্রব্য বুলিলে স্থাৱৰ আৰু অস্থাৱৰ বহুতো সম্পদকে বুজায়। অস্থাৱৰ সম্পদৰ ভিতৰত সৰু ডাঙৰ নানা ধৰণৰ তৈয়াৰী বস্তুকে বুজায়। স্থাৱৰ সম্পদৰ ভিতৰত ঘৰ-বাৰী, গুদাম ঘৰ আদি সম্পদকে ধৰা হয়। এই স্থাৱৰ আৰু অস্থাৱৰ সম্পদৰ উপৰিও মানুহৰ সেৱা-কাৰ্য্যাৱলীকো ব্যৱসায়ৰ সম্ভাৰ ৰূপে ধৰা হয়। বিক্রী সম্ভাৰৰ ভিতৰত আকৌ কিছুমান ভোগ্য-পণ্য হিচাপে আৰু কিছুমানক উৎপাদকীয় পণ্য হিচাপে ৰখা হয়। ঠিক সেৱা কাৰ্য্যৰো দুটি ধাৰা আছে। কিছুমান সেৱা কাৰ্য্যক উৎপাদনৰ সহায়কৰূপে ব্যৱহাৰ কৰা হয় আৰু কিছুমান সেৱাকাৰ্য্য ভোগকাৰীৰ চাহিদা পূৰণাৰ্থে ব্যৱহাৰ কৰা হয়। যিবিলাক প্রতিষ্ঠান মানুহৰ সেৱা কৰ্মত ব্রতী থাকে সেইবিলাক প্রতিষ্ঠানৰ ভিতৰত পৰিবহণ সংস্থা, যোগাযোগৰ সংস্থা, বীমা-সংস্থা, প্রমোদ সংস্থা আদিয়েই প্রধান। পৌনঃপুনিক বিক্রীৰ ব্যৱস্থা—পৌনঃপুনিক বিক্রীৰ ব্যৱসায়ৰ অন্য এটি লক্ষণ। বাস কৰিবৰ বাবে কেৱল ঘৰ নির্মাণ কৰি তাক বিক্রী কৰিলে ব্যৱসায় বুলি কোৱা নহয়; যদি ব্যৱসায় হিচাপে এটি গৃহ নির্মাণ প্রতিষ্ঠানে ঘৰ নির্মাণ কৰি বাৰে বাৰে বিক্রী কৰে, তেন্তে গৃহ নির্মাণ প্রতিষ্ঠানৰ সেই কাৰ্য্যক ব্যৱসায়ৰ ভিতৰত অন্তৰ্ভুক্ত কৰা হয়।

**ব্যৱসায়ৰ অভিপ্রায় আৰু উদ্দেশ্য ( Motives and objectives of business ঃ**—মানৱ জাতিয়ে পৃথিৱীত শ্রেষ্ঠ প্রাণী হিচাপে জীয়াই থকাতো জন্মগত অভিপ্রায়। এই অভিপ্রায় সিদ্ধি কৰাটোৱেই মানুহৰ

উদ্দেশ্য ; কিন্তু পৃথিৱীৰ বিভিন্ন অঞ্চলৰ প্ৰাকৃতিক আৰু সামাজিক পৰিবেশৰ প্ৰভাৱ একে নহয়। বেলেগ বেলেগ অঞ্চলৰ পৰিবেশৰ তাৰতম্য আছে। কিয়নো পৃথিৱীৰ বিভিন্ন অঞ্চলৰ ভৌগোলিক অৱস্থিতি, ভূ-গঠন, জলবায়ু, ভূ-প্ৰকৃতি আৰু বিভিন্ন অঞ্চলত বাস কৰা মানৱ জাতিৰ বুদ্ধি বৃত্তি একে নহয়, আৰু বেলেগ বেলেগ দেশৰ শাসন প্ৰণালীও একে নহয়। গতিকে প্ৰাকৃতিক আৰু সামাজিক পৰিবেশে মানুহৰ ওপৰত বেলেগ বেলেগ ধৰণে প্ৰভাৱ বিস্তাৰ কৰে। এই প্ৰভাৱ অনুসৰি মানুহে নানা ধৰণৰ সমাজ অনুমোদিত কাৰ্য্যাৱলী হাতত লৈ উদ্দেশ্য সিদ্ধি কৰে। পৰিবেশৰ লগত খাপ খুৱাই মানুহে কৃষি কাৰ্য্য, শিল্প কাৰ্য্য, পশু-পালন মৎস্য শিল্প নাইবা অন্যান্য বাণিজ্যিক কাৰ্য্য-কলাপত ব্যস্ত থাকি নিজৰ জীৱিকা অৰ্জন কৰে। এইদৰে সমাজ অনুমোদিত কৰ্মধাৰাত ব্যস্ত থাকি কাম্যবস্তু লাভ কৰি তৃপ্তি লভিলেই মানুহৰ অভিপ্ৰায় সিদ্ধি হয়। গতিকে দেখা যায় যে ব্যৱসায় মানুহৰ জীৱিকাৰ এটি প্ৰধান উপায়। ব্যৱসায়ত ব্যৱসায়ীসকলো তেওঁ-বিলাকৰ কৰ্মৰ ফল স্বৰূপে এটি মুনাফা অৰ্জন কৰে। এই মুনাফাৰ পৰাই তেওঁবিলাকৰ দৈনন্দিন আৱশ্যকীয় সকলো সামগ্ৰী সংগ্ৰহ কৰি চাহিদা পূৰ কৰে। সেইবাবে দেখা যায় যে মুনাফা অৰ্জন কৰাটোৱেই ব্যৱসায়ৰ অভিপ্ৰায় আৰু তাক সিদ্ধি কৰাটোৱেই হ'ল ব্যৱসায়ৰ প্ৰধান উদ্দেশ্য ; কিয়নো মোক্ষলাভৰবাবে নাইবা সমাজৰ সহানুভূতিৰ বাবে কোনেও ব্যৱসায় নকৰে। মুনাফা অৰ্জন কৰা উদ্দেশ্য নহলে ব্যৱসায় হ'ব নোৱাৰে। কৃষকে কৃষিজাত দ্ৰব্য উৎপাদন কৰিবলৈহে কৃষিকাৰ্য্য হাতত লয়। কৃষিজাত দ্ৰব্য উৎপাদন কৰাটোৱেই কৃষকৰ লক্ষ্য আৰু ধৰ্ম। সেইদৰে প্ৰত্যেক ব্যৱসায়িক কাৰ্য্যাৱলীত মুনাফা অৰ্জন কৰাটোৱেই প্ৰধান উদ্দেশ্য আৰু ধৰ্ম ; কিন্তু ব্যৱসায় জগতত মুনাফা অৰ্জ'ন কৰা নানা ধৰণৰ অসৎ উপায়ো আছে। গ্ৰাহকক



ঠগ কৰি, পণ্য সম্ভাৰ ভেজাল কৰি, বিক্ৰী মূল্য বৃদ্ধি কৰি, শ্ৰমিকক শোষণ কৰি আৰু গ্ৰাহকক প্ৰতাৰণা কৰিও মুনাফা অৰ্জ'ন কৰিব পাৰি ; কিন্তু এইবিলাক সমাজ অনুমোদিত ব্যৱসায়িক কাৰ্য্য-কলাপ নহয়, বৰং এইবিলাক সমাজ বিৰোধী কাৰ্য্যহে। গতিকে অসৎ উপায় অৱলম্বন কৰি মুনাফা অৰ্জ'ন কৰাটো ব্যৱসায়ৰ উদ্দেশ্য নহয়। সেইবাবে ব্যৱসায় জগতৰ প্ৰতি বিশেষ অভিজ্ঞতা থকা ব্যক্তি আৰ-উইকে ( urwick ) কৈছিল যে, মানুহে কেৱল অন্নমুঠিৰ কাৰণেই সংসাৰত বাচি নাথাকে। ঠিক সেইদৰে মুনাফা অৰ্জ'নৰ বাবেই ব্যৱসায় প্ৰতিষ্ঠা নহয় ; কিন্তু অন্যহাতে দেখা যায় যে মানুহে পৃথিৱীত যদিও কেৱল ভাতমুঠিৰবাবে বাচি নাথাকে, তথাপিতো ভাত নাথালে আকৌ মানুহ জীয়াই থাকিব নোৱাৰে। ঠিক সেইদৰে ব্যৱসায় ক্ষেত্ৰতো দেখা যায় যে, মুনাফা অৰ্জ'ন মুখ্য উদ্দেশ্য নহলেও, মুনাফা অৰ্জ'ন নহলে ব্যৱসায় টিকি থাকিব নোৱাৰে।

গতিকে দেখা যায় যে, সমাজ অনুমোদিত পন্থা অৱলম্বন কৰি চাহিদা অনুপাতে আৱশ্যকীয় সামগ্ৰী আৰু সেৱাকৰ্ম যোগান ধৰি সমাজৰ অভাৱ পূৰ কৰি গ্ৰাহকক তৃপ্তি দিয়াই হ'ল ব্যৱসায়ৰ প্ৰধান উদ্দেশ্য। কৃষকৰ কৃষিয়েই জীৱিকাৰ প্ৰধান উপায়। কৃষি কাৰ্য্যই কৃষকৰ ধৰ্ম। কৃষকে কৃষি কাৰ্য্যৰ ফলস্বৰূপে কৃষিজাত দ্ৰব্য লাভ কৰে আৰু এই উৎপাদিত বস্তুৰ পৰাই তেওঁবিলাকৰ অন্যান্য দৈনন্দিন আৱশ্যকীয় সামগ্ৰীসমূহ সংগ্ৰহ কৰি লয়। সেইদৰে ব্যৱসায়ীসকলে তেওঁবিলাকৰ ব্যৱসায়িক কাৰ্য্যাৱলীৰ ফলস্বৰূপে মুনাফা অৰ্জন কৰাটো তেওঁবিলাকৰ বিশেষ ধৰ্ম।

সৰ্বশেষত আমি এইটোকে দেখা পাওঁ যে ব্যৱসায়ত মুখ্য উদ্দেশ্য সিদ্ধি কৰিবলৈ যাওঁতে কিছুমান উপাদানৰ সহযোগিতাৰ আৱশ্যক হয়। কেঁচামাল যোগান ধৰোঁতা শ্ৰমিক মালিক আৰু ব্যৱস্থাপকৰ যৌথ

প্ৰচেষ্টাৰ ফলতে আৱশ্যকীয় সামগ্ৰীসমূহ উৎপাদন কৰা হয় আৰু চাহিদাৰ অনুপাতে গ্ৰাহকৰ মাজত বিতৰণ কৰি অভাৱ দূৰ কৰি গ্ৰাহকক তৃপ্তি দিয়া হয়। এই উপাদান কেইটিৰ ব্যতিক্ৰম ঘটিলেই ব্যৱসায়িক কাৰ্য্যত ব্যতিক্ৰম ঘটে, গতিকে মুনাফা অৰ্জন কৰাটোও সম্ভৱ হয়। সেইবাবে দেখা যায় যে, ব্যৱসায়ৰ মূল উদ্দেশ্য সিদ্ধি কৰিবলৈ যাওঁতে ব্যৱসায়ত ওতঃপ্ৰোতভাৱে জড়িত থকা অন্য কিছুমান আৱশ্যকীয় উপাদানৰ দাবীও পূৰণ কৰিব লাগে। যেনে শ্ৰমিকৰ দাবী, মালিকৰ দাবী ব্যৱস্থাপক আৰু কেঁচামাল যোগান ধৰোঁতাৰ দাবী পূৰণ কৰিব লগা হয়, এইটো ব্যৱসায়ৰ গৌণ উদ্দেশ্য।

**ব্যৱসায়ৰ ব্যক্তিগত আৰু সামাজিক দিশ—(Social and Individual aspects of business) ঃ** ব্যৱসায়ৰ উদ্দেশ্যৰ ফালৰপৰা চালে ব্যৱসায়ৰ দুটি দিশ পৰিলক্ষিত হয়। তাৰে এটি সামাজিক দিশ আৰু আনটি ব্যক্তিগত দিশ। যি ব্যক্তিয়ে বা ব্যক্তি সমষ্টিয়ে পৰোক্ষ ভাৱে ব্যৱসায়ত জড়িত থাকে তেওঁক বা তেওঁবিলাকক ব্যৱসায়ৰ মালিক স্বৰূপে পৰিগণিত কৰা হয়। এটি ব্যৱসায়ৰ মালিকে তেওঁৰ ব্যক্তিগত সম্পত্তি হিচাপে বিবেচনা কৰি তাক স্বেচ্ছাই পৰিচালনা কৰি অধিক মুনাফা অৰ্জন কৰাটোৱেই হৈছে ব্যৱসায়ৰ ব্যক্তিগত দিশ। মুনাফা অৰ্জন কৰাটোৱেই হৈছে ব্যক্তিগত দিশৰ প্ৰধান লক্ষণ। আগেয়ে আলোচনা কৰি অহা হৈছে যে, মুনাফা অৰ্জন কৰাটোৱেই ব্যৱসায়ৰ মূল উদ্দেশ্য। গতিকে ব্যৱসায়ৰ মালিক হিচাপে মুনাফা অৰ্জন কৰাটো বাঞ্ছা নকৰে, তেন্তে ব্যৱসায়ৰ উন্নতি নাই। মালিকৰ ব্যক্তিগত স্বাৰ্থ জড়িত থকাৰ বাবেই আজি ব্যৱসায় জগতত বৃহৎ ব্যৱসায় প্ৰতিষ্ঠানবিলাক গঢ়ি উঠিছে। অধিক মুনাফা অৰ্জন কৰাটো কেৱল মালিকৰেই আকাংক্ষা নহয়; ব্যৱসায়ৰ লগত পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে জড়িত থকা অন্যান্য উপাদানবিলাক আৰু গ্ৰাহকহিচাপে



সমাজেও ব্যক্তিগত হিচাপে ব্যৱসায়ৰপৰা লাভৱান হয়; কিন্তু মুনাফা অৰ্জন এনে এটা লোভনীয় বস্তু যে অলপ লাভত কোনো ব্যক্তিয়ে সুখী নহয় আৰু অধিক লাভৰ বাবে সদায় প্ৰচেষ্টা চলায়। সমাজ অনুমোদিত ব্যৱসায়িক কাৰ্য্যাৱলীদ্বাৰা অধিক মুনাফা অৰ্জন কৰাটো কোনো দোষণীয় নহয়; কিন্তু অধিক লাভ অৰ্জন কৰিবৰ কাৰণে সমাজ বিৰোধী বহুতো সহজ পথ আছে। যেহেতু ব্যৱসায়ৰ ব্যক্তিগত দিশত মালিকে ব্যৱসায়ক নিজৰ একচেতিয়া সম্পত্তি হিচাপে বিবেচনা কৰি অধিক মুনাফা অৰ্জন কৰাটো প্ৰধান লক্ষ্য। মুনাফা অৰ্জনেই ব্যক্তিগত ফালৰপৰা ব্যৱসায়ীসকলৰ প্ৰধান লক্ষ্য হলেও অসৎ পথ অৱলম্বন কৰি মুনাফা বৃদ্ধি কৰাটো এটা সমাজ বিৰোধী কাৰ্য্য। বিশেষকৈ ধনতান্ত্ৰিক অৰ্থনীতি ব্যৱসায়ৰ ব্যক্তিগত দিশটিত বেছি অনুপ্ৰেৰণা পায়।

প্ৰকৃতিৰ বুকুত মানুহৰ আৱশ্যকীয়সকলো সম্পদ আছে; কিন্তু সম্পদৰাজি মৌ বাহৰ দৰে একে ঠাইতে থুপ খাই থকা নাই। মানুহৰ নানা কৌশল আৰু প্ৰচেষ্টাৰদ্বাৰা সেই সম্পদ ৰাজি উৎঘাটন কৰি তাক নানা উপায়ে ব্যৱহাৰৰ উপযোগী কৰি অভাৱ পূৰ কৰি আহিছে। গতিকে দেখা যায় যে, ব্যৱসায় প্ৰতিষ্ঠানবিলাক কেৱল মাত্ৰ এটি বা দুটি উপাদানৰ সহায়ত গঢ়ি উঠিব নোৱাৰে। কিছুমান অপৰিহাৰ্য্য উপাদানৰ সমন্বয় আৰু সমূহীয়া প্ৰচেষ্টাৰ ফলতহে ব্যৱসায় প্ৰতিষ্ঠান-বিলাক গঢ়ি উঠে। সেই সহযোগী আৰু সমন্বয় থকা উপাদানবিলাকৰ ভিতৰত (১) কেঁচামাল (২) শ্ৰমিক (৩) মূলধন আৰু (৪) সংগঠনেই প্ৰধান। এজন ব্যৱসায়ীয়ে তেওঁৰ নিজৰ বুলিবলৈ কেৱল মূলধন আৰু তেওঁৰ ব্যৱসায়ৰ প্ৰতি থকা অভিজ্ঞতাহে যোগাব পাৰে। অৱশ্যে তেওঁৰ যিবিলাক ব্যৱসায়িক অভিজ্ঞতা সেইখিনি তেওঁৰ জন্মগত গুণ হ'লেও মাতৃগৰ্ভতে সেই গুণৰাশি বিকাশ হৈ অহা নাই। তেওঁ এজন

ব্যক্তি হিচাপে এখন সমাজত থাকি সামাজিক পৰিবেশৰ তত্ত্বাৱধানতহে সেই ব্যৱসায়িক বুদ্ধি বৃত্তিসমূহ বিকাশ কৰিবলৈ সমৰ্থ হয়। কিয়নো ব্যক্তিৰ সমষ্টিয়েই সমাজ আৰু সমাজ থকাৰ বাবেই ব্যক্তি জীয়াই থাকিব পাৰে। গতিকে ব্যৱসায়িক দিশৰপৰা চালেও দেখা যায় যে, এজন ব্যৱসায়ী তেওঁৰ ব্যৱসায়িক অভিজ্ঞতাৰ ফালৰপৰাই সমাজৰ ওচৰত ঋণী ; যেহেতু এজন ব্যক্তি হিচাপে সমাজত থাকি তেওঁৰ ব্যৱসায়িক বুদ্ধি বৃত্তিবিলাকৰ বিকাশ সাধন কৰে। আকৌ দেখা যায় যে অন্যান্য যিবিলাক অপৰিহাৰ্য্য উপাদান সেইবিলাকো মালিকৰ ব্যক্তিগত সম্পত্তি নহয়। এইবিলাক সমাজৰ সমূহীয়া সম্পদ। এই সমূহীয়া উপাদানবিলাকৰ সহযোগ লোৱাৰ কাৰণেও ব্যৱসায় প্ৰতিষ্ঠানবিলাক সমাজৰ ওচৰত চিৰ ঋণী। এই সমাজৰ প্ৰতি ঋণী হৈ পৰাৰ বাবে এটি ব্যৱসায় প্ৰতিষ্ঠানৰ সমাজৰ বিভিন্ন শ্ৰেণী গ্ৰাহকৰ প্ৰতি আৰু অন্যান্য সংযোগ আৰু সমন্বয় থকা উপাদানবিলাকৰ প্ৰতি ব্যৱসায়িক দায়িত্ব গঢ়ি উঠে। এই দায়িত্ব পালন কৰিব নোৱাৰিলে কোনো ব্যৱসায় প্ৰতিষ্ঠানেই টিকি থাকিব নোৱাৰে।

পৰিবেশেও শিল্প আৰু বাণিজ্যৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। বিশেষকৈ ব্যৱসায়িক কাৰ্য্য-কলাপবিলাকৰ ওপৰত ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিবেশৰ প্ৰভাৱ অপৰিহাৰ্য্য। এখন দেশত অপৰ্য্যাপ্ত পৰিমাণে কেঁচামালৰ যোগান থাকিলে বা মূলধনৰ পৰিমাণ বেছি হলেই ব্যৱসায় প্ৰতিষ্ঠান গঢ়ি উঠিব নোৱাৰে, যদিহে দেশখনৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰভাৱ ব্যৱসায়ৰ অনুকূল নয়। এখন দেশৰ চৰকাৰে সেই দেশৰ আইন শৃংখলা বজাই ৰাখি সামাজিক নিৰাপত্তা দিব পাৰিলেহে সেই দেশৰ ব্যৱসায়িক কাৰ্য্য কলাপৰ বাবে অনুকূল পৰিবেশ সৃষ্টি হয়। ঠিক সেইদৰে এখন দেশৰ চৰকাৰে দেশৰ পৰিবহণ ব্যৱস্থা যোগাযোগৰ অৱস্থা, পুঁজিৰ ব্যৱস্থা আৰু অন্যান্য আনুষংগিক ব্যৱস্থা-



সমূহ টনকিয়াল কৰি দিলেহে ব্যৱসায় প্ৰতিষ্ঠানবিলাকে সমাজ অনুমোদিত কাৰ্য্যাৱলী হাতত লৈ ব্যৱসায়ত উন্নতি কৰিব পাৰে। গতিকে অনুকূল ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিবেশ সৃষ্টি কৰি সুবিধা কৰি দিয়াৰ বাবে ব্যৱসায় প্ৰতিষ্ঠানবিলাকে চৰকাৰৰ ওচৰতো সদায় ঋণী হৈ থাকে। এই ঋণ পৰিশোধ কৰিবৰ বাবেই সমাজৰ প্ৰতি ব্যৱসায়ীৰ দায়িত্ব আহি পৰে। সেই কাৰণে ব্যৱসায় প্ৰতিষ্ঠানবিলাকে মুনাফা অৰ্জন কৰাৰ উপৰিও সমাজ অনুমোদিত কাৰ্য্যাৱলী হাতত লৈ সামাজিক দায়িত্ব পালনত বাধ্য হৈ থাকে।

**বাণিজ্যিক কাৰ্য্যাৱলীৰ শ্ৰেণী বিভাগ—( Classification of business activities )**

আমি আলোচনা কৰি আহিছো যে মানুহৰ আৱশ্যকীয় সামগ্ৰীসমূহ প্ৰকৃতিৰ বুকুত ব্যৱহাৰ কৰিব পৰাকৈ প্ৰস্তুত হৈ নাথাকে। প্ৰকৃতিদত্ত সম্পদৰাজিক মানুহৰ কাৰ্য্য-কলাপৰ দ্বাৰাইহে ব্যৱহাৰৰ উপযোগী কৰি লোৱা হয়। আকৌ দেখা যায় যে, কেৱল ব্যৱহাৰৰ উপযোগী হলেই সমাজৰ চাহিদা পূৰ নহয়· প্ৰস্তুত সামগ্ৰীসমূহ পুনৰ চাহিদাৰ অনুপাতে বিভিন্ন শ্ৰেণী গ্ৰাহকৰ মাজত বিতৰণ কৰিব লাগে। গতিকে দেখা যায় যে ব্যৱসায়িক কাৰ্য্যাৱলী একে প্ৰকাৰ নহয়। বিভিন্ন প্ৰকাৰৰ ব্যৱসায়িক কাৰ্য্য-কলাপৰ যোগেদিহে প্ৰকৃত ব্যৱসায়িক প্ৰতিষ্ঠান সৃষ্টি কৰিব পাৰি। সেইকাৰণে প্ৰকৃতি অনুযায়ী ব্যৱসায়িক কাৰ্য্যাৱলীক দুটা ভাগত ভাগ কৰা যায় ; তাৰে এটি ভাগক শিল্প আৰু আনটি ভাগক বাণিজ্য বোলা হয়। এতিয়া এই দুটি ভাগক তলত আলোচনা কৰা হল।

**শিল্প ( Industry ) :—**মানুহে পৃথিৱীত একো বস্তু সৃষ্টিও কৰিব নোৱাৰে আৰু ধ্বংসও কৰিব নোৱাৰে। সেই বাবে উৎপাদন কৰা বুলিলে বস্তু সৃষ্টি কৰা নুবুজায়। উৎপাদন বুলিলে প্ৰকৃতি দত্ত সম্পদ

বিলাকক মানুহৰ বুদ্ধি কৌশলৰদ্বাৰা আকাৰ পৰিবৰ্তন কৰি, স্থান সালসলনি কৰি নাইবা ভৱিষ্যতলৈ সাঁচি ৰাখি ব্যৱহাৰৰ উপযোগিতা বঢ়োৱাকহে বুজায়। গতিকে যি কাৰ্য্যৰদ্বাৰা প্ৰকৃতি দত্ত সম্পদ বিলাকৰ ব্যৱহাৰৰ উপযোগী কৰা হয়, তাকে শিল্প বোলা হয়। একে জাতীয় সামগ্ৰীসমূহে মানুহৰ চাহিদা পূৰাব নোৱাৰে। গতিকে অভাৱ অনুসৰি অন্ন, বস্ত্ৰ আৰু বাসস্থানৰ বাবে হৰেক ৰকমৰ বস্তু সৃষ্টি কৰিব লাগে। সেই কাৰণে শিল্প সংক্ৰান্ত কাৰ্য্য সমূহো বেলেগ বেলেগ পদ্ধতিত সমাধা কৰিব লাগে। এই তাৰতম্য থকাৰ বাবেই শিল্প কাৰ্য্যক আকৌ কেইবাটিও শ্ৰেণীত ভাগ কৰা হয়। যেনে—

(ক) পণ্য উৎপাদিত শিল্প ( Manufacturing industry. )
(খ) নিৰ্মাণ শিল্প ( Constructive industry ).
(গ) নিষ্কাষণ শিল্প ( Extractive industry )
(ঘ) প্ৰজনন শিল্প, ( Genetic industry. )

**(১) পণ্য উৎপাদিত শিল্প—( Manufacturing industry. )**

আমি আগেয়ে আলোচনা কৰি আহিছোঁ যে মানুহে নানা পদ্ধতিৰে প্ৰকৃতি দত্ত সম্পদ ৰাজিৰপৰা আকাৰ পৰিবৰ্তন কৰি ব্যৱহাৰৰ উপযোগী কৰি লয়। গতিকে যি শিল্প প্ৰতিষ্ঠানত এইদৰে প্ৰকৃতি দত্ত সম্পদসমূহৰ আকাৰ পৰিবৰ্তন কৰি ব্যৱহাৰৰ উপযোগী কৰা হয়, সেই শিল্পকে পণ্য উৎপাদিত শিল্প বোলা হয়। বৰ্তমানে ব্যৱসায় জগতত এই শ্ৰেণীৰ শিল্পই প্ৰধান। যি কেন্দ্ৰত যন্ত্ৰ-পাতিৰ সহায়ত শ্ৰমিক আৰু অন্যান্য উপাদান সমূহৰ সহযোগত এই শিল্পই পণ্য উৎপাদন কৰে, তাক কাৰখানা (factory) বোলা হয়। কেঁচামাল বা অধঃ নিৰ্মিত বস্তুৰপৰা এই কাৰখানা বিলাকত বিভিন্ন প্ৰক্ৰিয়াৰ যোগেদি নানা ধৰণৰ দৈনন্দিন আৱশ্যক হোৱা পণ্য সম্ভাৰ প্ৰস্তুত কৰা হয়। ব্যৱহাৰৰ উপযোগী কৰিবলৈ যাওঁতে বিভিন্ন প্ৰক্ৰিয়াৰ সহায় ল'ব লগা হয়। গতিকে উৎপাদনৰ বিভিন্ন প্ৰক্ৰিয়া অনুযায়ী এই পণ্য উৎপাদিত শিল্প শ্ৰেণীক আকৌ তলত দিয়াৰ দৰে ভাগ কৰিছে। যেনে—



(ক) **বিশ্লেষণমূলক শিল্প ( Analytical industry )** ঃ—এই প্ৰকাৰৰ শিল্পত আচল মূল বস্তুটোক ভাগ ভাগ কৰি ব্যৱহাৰৰ উপযোগী কৰা হয়। উদাহৰণ স্বৰূপে তেল শোধনাগাৰ এই শ্ৰেণী শিল্পৰ ভিতৰত পৰে। শোধনাগাৰত আচল খাৰুৱা তেলৰপৰা বিভিন্ন প্ৰক্ৰিয়াৰ সহায়ত বিশ্লেষণ কৰি কেৰাচিন, পেট্ৰোলিয়াম, ডিজেল, লুব্ৰিকেন তাৰ আদি বেলেগ বেলেগ প্ৰকাৰৰ শোধিত তেল বাহিৰ কৰি নানা ধৰণৰ ব্যৱহাৰৰ উপযোগী কৰা হয়।

(খ) **যৌগিক শিল্প (Synthetical Industry )** ঃ—এই ধৰণৰ শিল্পত আকৌ দুটা বা ততোধিক মূল বস্তু সংযোগ কৰি এটি নতুন বস্তু প্ৰস্তুত কৰা হয়। যেনে—সাৰ কাৰখানাত প্ৰস্তুত কৰা সাৰ, চাবোন ফেক্টৰীত প্ৰস্তুত কৰা চাবোন আৰু অন্যান্য প্ৰস্তুত বস্তুৰ ভিতৰত চিমেণ্ট, ঔষধ আদি এই শ্ৰেণী শিল্পৰ ভিতৰুৱা।

(গ) **পৰ্য্যায়যুক্ত শিল্প ( Process industry )** ঃ—এই প্ৰকাৰৰ শিল্প প্ৰতিষ্ঠানবিলাকত কেঁচামালবিলাক বিভিন্ন পৰ্য্যায়ত বিভিন্ন প্ৰক্ৰিয়াৰদ্বাৰা বিশ্লেষণ কৰি বা সংযোগ কৰি এটি নতুন বস্তু উৎপাদন কৰা হয়। যেনে—লো-তীখা বা গিলাছ তৈয়াৰী শিল্প আদি এই পৰ্য্যায়ৰ শিল্প।

(ঘ) **সংযোজন শিল্প (Assembiry industy )** ঃ— এই প্ৰকাৰৰ শিল্পত কিছুমান প্ৰস্তুত কৰা বস্তু সংযোগ কৰি পুনৰ এটি নতুন বস্তু প্ৰস্তুত কৰা হয়। যেনে—মটৰ গাড়ী, বাইচাইকেল ইত্যাদি।

(২) **নিৰ্মাণ শিল্প ( Constructive industry )** ঃ—স্থাপত্য আৰু পূত বিদ্যাৰ সহায়ত যি প্ৰক্ৰিয়াৰদ্বাৰা এটি নতুন বস্তু নিৰ্মাণ কৰে,

তাক নিৰ্মাণ শিল্প বোলা হয়। যেনে—পকাঘৰ, অট্টালিকা আৰু পকা দলং আদি নিৰ্মাণ কৰা শিল্পক এই শ্ৰেণীৰ ভিতৰত ধৰা হয়।

(৩) **নিষ্কাষণ শিল্প ( Extractive industry )** ঃ—ভূ-গৰ্ভৰপৰা খনিজ সম্পদ উত্তোলন কৰা, পানীৰপৰা মাছ তোলা আদি প্ৰক্ৰিয়াক নিষ্কাষণ শিল্প বোলা হয়। এই শিল্পত উত্তোলন কৰা পণ্যসমূহক কেঁচা মাল বা উৎপাদক জাতীয় সম্ভাৰ হিচাপে ব্যৱহাৰ কৰা হয়।

(৪) **প্ৰজনন শিল্প ( Genetic industry )** ঃ—পশু পালন কৰা, পলু পোহা, শস্যৰ বীজ আদি ৰখা প্ৰক্ৰিয়াক এই শ্ৰেণী শিল্পৰ ভিতৰত ধৰা হয়। অৱশ্যে খাবৰ বাবে পশু বা মুৰ্গী পালন কৰা প্ৰক্ৰিয়াক প্ৰজনন পদ্ধতিত ধৰা হয়। যি শিল্পত ইয়াৰ সামগ্ৰীসমূহ পুনৰ নতুন বস্তু উৎপন্ন কৰিবৰ বাবে ব্যৱহাৰ কৰা হয়, সেই শিল্পকহে প্ৰজনন শিল্পৰ ভিতৰত ধৰা হয়।

**বাণিজ্য** ঃ—ব্যৱসায়িক কাৰ্য্যাৱলীৰ আনটি ভাগ হৈছে বাণিজ্য। সংক্ষেপে ক'বলৈ গলে বেচা-কিনা কাৰ্য্যকেই বাণিজ্য বোলা হয়। ওপৰত আলোচনা কৰি অহা বিভিন্ন শিল্প প্ৰতিষ্ঠান সমূহত মানুহৰ আৱশ্যকীয় সামগ্ৰীসমূহ প্ৰস্তুত কৰে। এই শিল্পকেন্দ্ৰবিলাকত পণ্য সম্ভাৰ প্ৰস্তুত কৰিলেই সমাজৰ চাহিদা পূৰ নহয়। উৎপাদিত পণ্যসমূহ পুনৰ গ্ৰাহকৰ চাহিদাৰ অনুপাতে সৰবৰাহ কৰিলেহে গ্ৰাহক তথা উৎপাদকৰ উদ্দেশ্য সিদ্ধি হয়। এই খিনিতে মধ্যস্থতা কৰে ব্যৱসায়ী সকলে। ব্যৱসায়ী শ্ৰেণীয়ে উৎপাদকৰপৰা উৎপাদিত পণ্য সম্ভাৰ ক্ৰয় কৰি পুনৰ গ্ৰাহকক বিক্ৰী কৰে। এই উৎপাদক আৰু গ্ৰাহকৰ মাজত ব্যৱসায়ীসকলে কৰা ক্ৰয়-বিক্ৰয় কাৰ্য্যকে বাণিজ্য বোলা হয়; কিন্তু ব্যৱসায়ীসকলৰ এই বেচা-কিনা কাৰ্য্যাৱলী নিচেই সহজ নহয়। কিয়নো গ্ৰাহকসকলক একে অঞ্চলতে পোৱা নাযায়, নাইবা গ্ৰাহকৰ প্ৰয়োজন অনুসাৰে সকলো বস্তু একেটা উৎপাদন কেন্দ্ৰতে পোৱা



নহয়। বিভিন্ন শ্ৰেণী গ্ৰাহক বিভিন্ন অঞ্চলত বাস কৰে আৰু উৎপাদন কেন্দ্ৰও পৃথিৱীৰ বিভিন্ন অঞ্চলত প্ৰতিষ্ঠা হয়। গতিকে এটা কেন্দ্ৰৰপৰা পণ্য সম্ভাৰ ক্ৰয় কৰি এটা অঞ্চলত বাস কৰা গ্ৰাহকক বিক্ৰী কৰিবলৈ যাওঁতে ব্যৱসায়ী সকলে বহুতো বাধাৰ সন্মুখীন হয়। এই বাধাবিলাক অতিক্ৰম কৰিবলৈ যাওঁতে কিনা-বেচা কাৰ্য্যৰ উপৰিও অন্যান্য বহুতো আনুষংগিক কাৰ্য্যাৱলী সমাধা কৰিব লাগে। সেই আনুষংগিক কাৰ্য্যাৱলীৰ ভিতৰত পৰিবহণ আৰু যোগাযোগৰ ব্যৱস্থা, বিত্তীয় ব্যৱস্থা, বীমাৰ ব্যৱস্থা, পণ্যসম্ভাৰ মজুত কৰা ব্যৱস্থা আৰু বিজ্ঞাপনৰ ব্যৱস্থাই প্ৰধান। গতিকে বাণিজ্য বুলিলে কেৱল কিনা-বেচা কাৰ্য্যকে নুবুজায়, কিনা-বেচা কাৰ্য্যৰ উপৰিও ওপৰত উল্লেখ কৰা ব্যৱসায়ৰ আনুষংগিক সকলো কাৰ্য্যক বাণিজ্যিক কাৰ্য্যাৱলীৰ ভিতৰত ধৰা হয়।

**ব্যৱসায় ( Trade )** ঃ—বাণিজ্য জগতত এফালেদি উৎপাদনীয় আৰু ভোগ্য সামগ্ৰীসমূহ ক্ৰয় কৰি অন্য হাতেদি সেই কিনা সামগ্ৰীসমূহ চাহিদাৰ অনুপাতে বিভিন্ন অঞ্চলত আৱশ্যক অনুযায়ী বিক্ৰী কৰা হয়। এই ক্ৰয়-বিক্ৰয় কাৰ্য্যই হৈছে বাণিজ্যৰ উৎস আৰু এই কৰ্য্যকেই সাধাৰণতে বাণিজ্য বোলা হয়।

বাণিজ্যিক কৰ্মধাৰাৰ ভিতৰত এই কিনা-বেচা কাৰ্য্যই মূল। গতিকে এই কিনা বেচা কাৰ্য্যকেই Trade বা ব্যৱসায় বোলা হয়। ব্যৱসায় বাণিজ্যৰ এটি প্ৰধান অংশ। এই মূল কাৰ্য্যখিনি সমাধা কৰিবৰ অৰ্থে অন্যান্য আনুষংগিক ব্যৱসায়িক কাৰ্য্যাবলী হাতত ল'ব লগা হয়।

**বাণিজ্যিক প্ৰতিষ্ঠানবিলাকৰ শ্ৰেণী বিভাগ ( Classifcation of business Enterprises** ঃ—অভাৱৰ সীমা নাই। ই সীমাহীন গতিত আগুৱাই যায়। এটি নেদেখা আৰু নজনা নতুন বস্তু যদি গ্ৰাহকৰ আগত প্ৰকাশ কৰি দিয়া হয়, তাৰ বাবেও নতুন অভাৱ

সৃষ্টি হয় মানুহৰ অভাৱ কেৱল এটি বস্তুৰ বাবে নহয়। অন্ন, বস্ত্র আৰু বাসস্থান মানুহৰ মৌলিক বস্তু। এই তিনিটা মৌলিক বস্তুৰ বাবেই মানুহৰ বিভিন্ন কালৰপৰা নানা প্ৰকাৰৰ অভাৱ-বিলাক আহি পৰে। বিভিন্ন শ্ৰেণীৰ অভাৱ পূৰাবৰ বাবেই মানুহে বিভিন্ন ধৰণৰ কাৰ্য্যাৱলী হাতত লব লগা হয়। সেই বাবে পৃথিৱীত বিভিন্ন ধৰণৰ বাণিজ্যিক প্ৰতিষ্ঠানবিলাক গঢ়ি উঠিছে। সেই বাণিজ্যিক প্ৰতিষ্ঠানবিলাকৰ বৈশিষ্ট্য অনুযায়ী তিনিটা ভাগত ভগোৱা যায়। বজৰুৱা সংস্থা ( Marketing Enterprises ), অৰ্থ সংস্থানকাৰী প্ৰতিষ্ঠান ( Financial Enterprises ) আৰু সেৱা কৰ্মৰত প্ৰতিষ্ঠান ( Service Enterprises )। পণ্য সম্ভাৰ বিক্ৰী কাৰ্য্যত জড়িত থকা প্ৰতিষ্ঠান সমূহক বজৰুৱা বা বিপণি সংস্থা বোলা হয়। থাওকীয়া আৰু খুচুৰা বিক্ৰীৰ প্ৰতিষ্ঠানসমূহ; আন্তঃ আৰু বহিঃ বাণিজ্য আমদানি আৰু ৰপ্তানি সংস্থা, পৰোক্ষ আৰু প্ৰত্যেক্ষ ভাৱে ক্ৰয় বিক্ৰয় কাৰ্য্যত নিযুক্ত থকা প্ৰতিনিধিবিলাক আৰু বিক্ৰী সংক্ৰান্তৰ পৰিপূৰক কাৰ্য্যত নিযুক্ত থকা প্ৰতিষ্ঠানসমূহক বজৰুৱা সংস্থা বা বিপণি সংস্থা নামে জনা যায়। বেংক্, ছেয়াৰ বজাৰ, বিনিয়োগকাৰী ট্ৰাষ্টৰ দৰে যিবিলাক প্ৰতিষ্ঠানে অৰ্থ সংস্থানৰ ব্যৱস্থা কৰে সেইবিলাকক অৰ্থ সংস্থানকাৰী প্ৰতিষ্ঠান বোলা হয়। এই বিলাকৰ উপৰিও ব্যৱসায়ী তথা সৰ্বসাধাৰণ গ্ৰাহকৰ চাহিদা পূৰাবৰ বাবে ব্যৱসায়িক প্ৰতিষ্ঠানৰ দৰে কিছুমান সেৱা কৰ্মৰ প্ৰতিষ্ঠান প্ৰতিষ্ঠা হয়; কিন্তু অন্য পণ্য দ্ৰব্যৰ দৰে এই সেৱা, কৰ্ম বহু ক্ষেত্ৰত দৃশ্যমান নহয় আৰু ভৱিষ্যতলৈ সংৰক্ষণ কৰিব নোৱাৰি। গতিকে সেৱা প্ৰতিষ্ঠানসমূহ অন্যান্য প্ৰতিষ্ঠানৰপৰা সম্পূৰ্ণ পৃথক ধৰণৰ। পৰিবহণ সংস্থা, বীমা সংস্থা, আমোদ প্ৰমোদ সংস্থা আদি এই শ্ৰেণী বাণিজ্যিক প্ৰতিষ্ঠানৰ ভিতৰত ধৰা হয়।



এতিয়া দেখা গ'ল যে, ব্যৱসায়িক কাৰ্য্যাৱলীক বিশেষকৈ দুটা শ্ৰেণীত ভগোৱা হয়। তাৰে এটাক শিল্প আৰু আনটোক বাণিজ্য বোলা হয়। এই শিল্প আৰু বাণিজ্যিক কাৰ্য্যাৱলীৰ বৈশিষ্ট্যসমূহ একে নহয়। গতিকে বিভিন্ন ধৰণৰ ব্যৱসায়িক কাৰ্যাৱলী সমাপন কৰিবৰ বাবে বিভিন্ন ধৰণৰ শিল্প আৰু বাণিজ্যিক প্ৰতিষ্ঠানসমূহ প্ৰতিষ্ঠিত হয়। সেইবাবে, ব্যৱসায়িক প্ৰতিষ্ঠান বুলিলে শিল্প প্ৰতিষ্ঠান আৰু বাণিজ্যিক প্ৰতিষ্ঠান এই দুয়ো বিধকে বুজায়। শিল্প প্ৰতিষ্ঠান আৰু বাণিজ্যিক প্ৰতিষ্ঠানবিলাক তলত দিয়াৰ দৰে ভাগ কৰা হয়। যেনে—

**শিল্প প্ৰতিষ্ঠান—**

(ক) পণ্য-উৎপাদিত শিল্প
- (১) বিশ্লেষণ শিল্প
- (২) যৌগিক শিল্প
- (৩) পৰ্য্যায়যুক্ত শিল্প
- (৪) সংযোজন শিল্প

(খ) নিৰ্মাণ শিল্প, (গ) নিষ্কাষণ শিল্প, (ঘ) প্ৰজনন শিল্প,

**বাণিজ্যিক প্ৰতিষ্ঠান—**

**(ক) বজৰুৱা সংস্থা—**

(১) থাওকীয়া আৰু খুচুৰা ক্ৰয়-বিক্ৰয় সংস্থা।
(২) নিয়ন্ত্ৰিত পণ্য বজাৰ।
(৩) আমদানি আৰু ৰপ্তানি সংস্থা।
(৪) বিজ্ঞাপন সংস্থা।
(৫) মজুতকাৰী সংস্থা, ইত্যাদি।

**(খ) অৰ্থ সংস্থানকাৰী সংস্থা—**

(১) বেংক্সমূহ।

(২) বিনিয়োগকাৰী প্ৰতিষ্ঠান ট্ৰাষ্ট্।

(৩) অংশ বজাৰ ইত্যাদি।

**(গ) সেৱা প্ৰতিষ্ঠানসমূহ—**

(ক) পৰিবহণ সংস্থা ঃ

(খ) বীমা সংস্থা ঃ

(গ) যোগাযোগ সংস্থা ঃ

(ঘ) আমোদ-প্ৰমোদ সংস্থা ঃ যেনে — চিনেমা হল, নাট্য মন্দিৰ ইত্যাদি।

(ঙ) থকা মেলা ব্যৱস্থাকাৰী সংস্থা ঃ যেনে—হোটেল, ৰেষ্টোৰাঁ ইত্যাদি।

## ব্যৱসায় সংগঠন প্ৰকৃতি আৰু তাৎপৰ্য্য

**( Business Organisation )**

আমি অৰ্থ বিজ্ঞানত আলোচনা কৰি আহিছোঁ যে উৎপাদনৰ চাৰিটি উপাদান আছে। সংগঠনো ( Organisation ) উৎপাদনৰ এটি অপৰিহাৰ্য্য উপাদান। এই সংগঠনৰদ্বাৰাই উৎপাদনৰ অন্যবিলাক উপাদানৰ একত্ৰীকৰণ সাধিত হয় ; কিন্তু বাণিজ্য বিজ্ঞানৰ মতে সংগঠনৰ অৰ্থ পৃথকৰূপে ব্যৱহৃত হয়। বাণিজ্য বিজ্ঞানৰ মতে উৎপাদনৰ বিভিন্ন উপাদানসমূহৰ সংযোজনৰদ্বাৰা প্ৰতিষ্ঠান গঠনহে হয় ; কিন্তু সংগঠন নহয়। সমূহীয়া প্ৰচেষ্টাৰদ্বাৰা কোনো নিৰ্ধাৰিত উদ্দেশ্যে সাধনৰ অৰ্থে কাৰ্য্য সমাপনৰ সু-সংবদ্ধ ব্যৱস্থাকে সংগঠন বোলা হয়।

এটা ব্যৱসায় প্ৰতিষ্ঠানত বিভিন্ন ধৰণৰ কাৰ্য্য সমাধা কৰিব লাগে।



এই কাৰ্য্যসমূহ বিভিন্ন বিভাগৰ বেলেগ বেলেগ শাখাত বিভিন্ন শ্ৰেণীৰ কৰ্মী শ্ৰেণীৰ হাতত আৱশ্যক অনুসৰি বিভক্ত কৰা হয়। কিয়নো এটা প্ৰতিষ্ঠানৰ কাৰ্য্যাৱলী একে নহয় আৰু প্ৰতিষ্ঠান এটিৰ যাৱতীয় সকলোবিলাক কাম একেজন মাথোন কৰ্মীয়ে অকলশৰে সমাধা কৰিব নোৱাৰে। বেলেগ বেলেগ কামৰ বাবে বেলেগ বেলেগ অৰ্হতা থকা কৰ্মীৰ প্ৰয়োজন হয়। ব্যৱসায় প্ৰতিষ্ঠানৰ সকলোবিলাক কাৰ্য্য কৰ্মীসকলৰ দক্ষতা আৰু অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি বিভাজন নকৰিলে এটি প্ৰতিষ্ঠানৰ ভৱিষ্যৎ উন্নতি কামনা কৰিব নোৱাৰি। গতিকে ব্যৱসায় প্ৰতিষ্ঠানবিলাকৰ কাৰ্য্যৰ বিভাজন আৰু বেলেগ বেলেগ কামৰ সমন্বয় অত্যন্ত প্ৰয়োজন। এই কাৰ্য্য বিভাজন আৰু কামৰ সমন্বয়ৰ সংগত ব্যৱস্থাকে ব্যৱসায়ত সংগঠন বোলা হয়।

এই সংগঠন কাৰ্য্য ব্যৱসায়ৰ এটি অপৰিহাৰ্য্য অংগ। এটি ব্যৱসায় প্ৰতিষ্ঠানৰ উন্নতি নিৰ্ভৰ কৰে সেই প্ৰতিষ্ঠানটিৰ ব্যৱস্থাপনাৰ ওপৰত ; কিন্তু সংগঠন ভাল নহলে ব্যৱস্থাপনাও ভাল নহয়। গতিকে সংগঠনেই হ'ল ব্যৱসায়ৰ মূল ভিত্তি। সকলোবিলাক ব্যৱসায় প্ৰতিষ্ঠানেই নিজৰ লক্ষ্যত উপনীত হ'বলৈ সদায় যত্ন কৰে ; কিন্তু এটি প্ৰতিষ্ঠানে এদিনতে বা এজনৰ চেষ্টাতেই সুঠ সবল প্ৰতিষ্ঠান হিচাপে গঢ়ি উঠিব নোৱাৰে আৰু লক্ষ্যতো উপনীত হ'ব নোৱাৰে। সমষ্টিগত প্ৰচেষ্টাৰ ফল স্বৰূপেহে উন্নতিৰ চৰম পথত উপনীত হ'ব পাৰে। উদাহৰণ স্বৰূপে দেখা যায় যে, দুজন ব্যক্তিয়ে যদি এখন চাহৰ হোটেল খোলে, তেন্তে তেওঁবিলাক দুয়োৰ মাজত কামৰ সুন্দৰ সমন্বয় থাকিব লাগিব। একেটা কামকে যদি দুয়োজনে কৰে তেন্তে কামৰ খেলিমেলি সৃষ্টি হ'ব আৰু এটা কামো সুচাৰুৰূপে সমাধা নহয় ; কিন্তু তেওঁবিলাকৰ কাৰ্য্যৰ সমন্বয় নিৰ্ভৰ কৰে তেওঁবিলাকৰ সংগঠনৰ ওপৰত। ঠিক সেইদৰে প্ৰত্যেকটি ব্যৱসায় প্ৰতিষ্ঠানৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে সংগঠনৰ ওপৰত।

**সবল সংগঠনৰ পদ্ধতি আৰু তত্ত্ব ( Process and Principles Organisation )** ঃ—ব্যৱসায় জগতত বিভিন্ন ধৰণৰ ব্যৱসায় প্ৰতিষ্ঠান আছে। এই প্ৰতিষ্ঠানবিলাকৰ কৰ্মধাৰা একে নহয়। বেলেগ বেলেগ প্ৰতিষ্ঠানৰ কাৰ্য্য সূচীও বেলেগ বেলেগ। সেই বাবে ব্যৱসায় প্ৰতিষ্ঠান বিলাকৰ সংগঠনৰ পদ্ধতিও একে নহয়। সাধাৰণতে ব্যৱসায় প্ৰতিষ্ঠান বিলাকৰ সাংগঠনিক কাৰ্য্যসূচীক চাৰিটি ভাগত ভগোৱা হয়। তলত সেই পদ্ধতি কেইটি আলোচনা কৰা হ'ল।

(১) **কাৰ্য্য নিৰ্ণয় ( Determination of activities** ঃ—প্ৰত্যেক প্ৰতিষ্ঠানৰ কাৰ্য্যাৱলী একে নহয়। বেলেগ বেলেগ প্ৰতিষ্ঠানৰ কাৰ্য্যসূচীৰ ভিতৰত তাৰতম্য দেখা যায়। এটি শিল্প প্ৰতিষ্ঠানৰ কাৰ্য্যাৱলী এটি বাণিজ্যিক প্ৰতিষ্ঠানৰ কাৰ্য্যাৱলীৰ লগত একে নহয়। এটি প্ৰজনন শিল্প বা নিষ্কাষণ শিল্পৰ কাৰ্য্যাৱলীৰ লগত এটি অৰ্থ সংস্থান প্ৰতিষ্ঠান বা এটি খুচুৰা বিক্ৰী সংস্থাৰ কাৰ্য্যাৱলীৰ লগত একে নহয়। গতিকে ব্যৱসায় প্ৰতিষ্ঠান এটি গঠন কৰাৰ লগে লগে তাৰ উদ্দেশ্যে আৰু লক্ষ্য অনুসৰি সকলোবিলাক কাৰ্য্য নিৰ্ধাৰণ কৰাই হৈছে সংগঠনৰ প্ৰথম পদক্ষেপ।

(২) **কাৰ্য্যৰ বিভাজন ( Departmentetion of Work )** ঃ—ব্যৱসায় প্ৰতিষ্ঠান সমূহৰ কিছুমান যাৱতীয় কাম আছে। কিছুমান কামৰ প্ৰায় সাদৃশ্য দেখা যায়। এই সাদৃশ্যৰ ওপৰত ভিত্তি কৰি সমস্ত কাৰ্য্যাৱলীক বিভিন্ন পৰ্য্যায়ত বিভক্ত কৰা হয়। কাৰ্য্যৰ সাদৃশ্য থাকিলেও এটি শিল্প বা বাণিজ্যিক প্ৰতিষ্ঠানৰ কাৰ্য্যাৱলীক সেই প্ৰতিষ্ঠানটিৰ উৎপাদিত পণ্য সামগ্ৰী আৰু আঞ্চলিক অৱস্থিতিৰ ওপৰত ভিত্তি কৰিহে এই কৰ্ম বিভাজনৰ পদ্ধতি অৱলম্বন কৰা হয়।

(৩) **কাৰ্য্য ন্যস্ত কৰা ( Allocation of duty )** ঃ—সংগঠনৰ আন এটি পদ্ধতি হৈছে কৰ্মীসকলৰ ওপৰত কাৰ্য্যভাৰ ন্যস্ত কৰা একেজন কৰ্মীয়ে সকলো বিধৰ কামৰ বাবে পৈণত নহয়। কামৰ দক্ষতা থাকিলেও এজনৰদ্বাৰা সকলো কাম সমাধা কৰাটো সম্ভৱপৰ নহয়। গতিকে দক্ষতা অনুসৰি বিভিন্ন শ্ৰেণীৰ কৰ্মীৰ মাজত কৰ্তব্য পালনৰ দায়িত্ব ন্যস্ত কৰাটো সংগঠনৰ অন্য এটি পদ্ধতি।



(৪) **ক্ষমতা প্ৰদান ( Delegation of authority )** ঃ—সংগঠনৰ কিছুমান কাৰ্য্যত সমস্যাৰ সন্মুখীন হ'বলগা হয়। এই সমস্যাবিলাক সমাধা নকৰিলে কোনো প্ৰতিষ্ঠানেই উন্নতি কৰিব নোৱাৰে। কৰ্তব্যৰ প্ৰতি দায়িত্ব আৰু সেই দায়িত্ব পালনৰ ক্ষমতা থাকিলেহে সমস্যাবিলাক সমাধা কৰিব পাৰে। গতিকে কৰ্মীসকলৰ ভিতৰত কৰ্তব্য পালন কৰা, কৰ্তব্যৰ প্ৰতি দায়িত্ব অৰ্পণ কৰা আৰু সেই দায়িত্ব পালনৰ ক্ষমতা প্ৰদান কৰাটো সংগঠনৰ অন্য এটি পদ্ধতি।

**সংগঠনৰ মূলতত্ত্ব ( Principles of Organisation )** ঃ—সৎ উপায়ে সমাজ অনুমোদিত কাৰ্য্য পন্থাৰে ব্যৱসায়িক কাৰ্য্য সমূহ সমাধা কৰি এটি মুনাফা অৰ্জন কৰাই ব্যৱসায়ৰ অভিপ্ৰায় আৰু ইয়াক সিদ্ধি কৰাই ব্যৱসায়ৰ উদ্দেশ্য। গতিকে প্ৰত্যেক ব্যৱসায় প্ৰতিষ্ঠানৰ সংগঠন কাৰ্য্যত কিছুমান মৌলিক নীতি আছে। সেই নীতি অনুযায়ী সংগঠন কাৰ্য্যত আগ বাঢ়িলেহে ব্যৱসায়ৰ উদ্দেশ্য সিদ্ধি হয়। সাধাৰণতে তলত উল্লেখ কৰা বিলাকেই সংগঠন সংক্ৰান্তৰ মৌলিক নীতি।

১। **উদ্দেশ্যত উপনীত হোৱা** ঃ—ব্যৱসায় প্ৰতিষ্ঠানবিলাকৰ যি অভিপ্ৰায়, তাক সিদ্ধি কৰাই হৈছে সংগঠনৰ প্ৰধান উদ্দেশ্য। গতিকে উদ্দেশ্য সিদ্ধি কৰাটো প্ৰতিষ্ঠানৰ মূল তত্ত্ব। ব্যক্তিগত উদ্দেশ্যক নেওচা দি প্ৰতিষ্ঠানৰ সমূহীয়া উদ্দেশ্য সিদ্ধি কৰিবৰ বাবে যেতিয়া কৰ্মীসকল ব্যস্ত থাকে, তেতিয়া প্ৰতিষ্ঠান এটিৰ উন্নতি অনিবাৰ্য্য ; কিন্তু কৰ্মী

বৃন্দৰ মাজত সংগঠনৰদ্বাৰা এই সমূহীয়া স্বাৰ্থৰ ভাৱধাৰা জগাই তুলিব পাৰি। গতিকে সাংগঠনিক কাৰ্য্যত প্ৰতিষ্ঠান এটিৰ মূল উদ্দেশ্যৰ কথা সদায় মনত ৰখা উচিত।

২। **কাৰ্য্য নিৰূপণ** ঃ—সৰু সৰু ব্যৱসায় প্ৰতিষ্ঠানবিলাকৰ মালিকেই সকলো কাম সমাধা কৰে আৰু চৌপাশে তত্বাৱধান লয়। সেইবিলাক প্ৰতিষ্ঠানত কোন কৰ্মীয়ে কেনে ধৰণৰ কাম কৰিব লাগে তাক নিৰ্ধাৰণ কৰাৰ কোনো প্ৰয়োজন নাই; কিন্তু বৃহৎ প্ৰতিষ্ঠানবিলাকত ব্যৱস্থাপকে নাইবা সংগঠকে অকলেই সকলোবিলাক কাৰ্য্য সমাধা কৰিব নোৱাৰে। এনেবিলাক প্ৰতিষ্ঠানৰ কামৰ বিভাজন কৰাটো অত্যন্ত আৱশ্যক; কিন্তু বৃহৎ প্ৰতিষ্ঠান সমূহৰ বিভিন্ন কাৰ্য্যাৱলীৰ ভিতৰত কিছুমান সাদৃশ্য দেখা যায়। এই বৈশিষ্ট্যগত সাদৃশ্যৰ ওপৰত ভিত্তি কৰি কামবিলাক নিৰূপণ নকৰিলে সুকলমে বিভাজন কৰিব নোৱাৰি। গতিকে কাৰ্য্য নিৰূপণ কৰাটো সংগঠনৰ অন্য এটি লক্ষণ।

৩। **কামৰ আবেক্ষণ** ঃ—কৰ্ম বিভাজনৰ পাচত এটি প্ৰতিষ্ঠানত নিয়োগ কৰা বিভিন্ন কৰ্মীৰ মাজত দক্ষতা অনুসৰি বেলেগ বেলেগ কামৰ দায়িত্ব দিয়া হয়। প্ৰত্যেক কৰ্মীয়ে প্ৰতিষ্ঠানৰ উদ্দেশ্য আগত ৰাখি নিজৰ দায়িত্ব আৰু কৰ্তব্য পালন কৰাটো ধৰ্ম। যিহেতু এটি প্ৰতিষ্ঠানৰ প্ৰায়বিলাক বেলেগ বেলেগ কামৰ সামঞ্জস্য আছে, আৰু এই সামঞ্জস্যৰ ওপৰত সমন্বয় ৰাখি কৰ্মীসকলক কাম সমাপন কৰিবৰ বাবে নিৰ্দেশ দিয়া হয়। গতিকে প্ৰত্যেকটি কামৰ ওপৰত আবেক্ষণৰ (Supervision) একান্ত প্ৰয়োজন হয়। সবল সংগঠন হলেহে কামৰ ওপৰত আৱেক্ষণৰ ব্যৱস্থা কৰিব পৰা হয়। গতিকে সংগঠন কাৰ্য্যত ইয়াৰ প্ৰতি লক্ষ্য ৰাখিহে সংগঠকে সংগঠন কাৰ্য্যত আগ বাঢ়ে।

৪। **দায়িত্ব আৰু ক্ষমতাৰ সমতা** ঃ—ক্ষমতা নহলে দায়িত্ব পালন



কৰাটোও সম্ভৱ নহয়। গতিকে কামৰ দায়িত্বৰ অনুপাতে উপযুক্ত ক্ষমতাও কৰ্মীসকলক দিয়া হয়।

৫। **আদেশৰ সংগতি** ঃ—কৰ্মীসকলৰ ভিতৰত কামৰ প্ৰতি বা দায়িত্ব পালনৰ প্ৰতি দ্বিধা বোধ হলে খেলি-মেলিৰ সৃষ্টি হয়। লগে লগে কাৰ্য্য দক্ষতাও হ্ৰাস পায়। গতিকে এই অসুবিধা দূৰ কৰিবৰ অৰ্থে কামৰ দায়িত্ব বুজি এজন ব্যক্তিৰ ওপৰত আদেশ দিয়াৰ ক্ষমতাও ন্যস্ত কৰিব লাগে।

৬। **ক্ষমতাৰ যোগাযোগ** ঃ—প্ৰত্যেক ব্যৱসায় প্ৰতিষ্ঠানৰ বিভিন্ন বিভাগৰ উপবিভাগ আছে। এই ভাগবিলাক পৰিচালনা আৰু প্ৰশাসনৰ সুবিধাৰ্থে কৰা হয়। এই বিভাগ আৰু উপ-বিভাগবিলাকৰ এটিৰ লগত আনটিৰ সম্বন্ধ আছে। সেইবাবে প্ৰত্যেকটি ভাগ উপ-বিভাগৰ প্ৰধান কাৰ্য্যালয়ৰ লগত ক্ষমতাৰ যোগসূত্ৰ থকা উচিত।

**স্থায়ীশীলতা** ঃ--এটি প্ৰতিষ্ঠানৰ স্থায়িত্ব প্ৰতিষ্ঠাপকৰ আয়ুসৰ ওপৰত নিৰ্ভৰ নকৰে। প্ৰতিষ্ঠানৰ স্থায়িত্ব জন সম্পৰ্কৰ ওপৰতহে নিৰ্ভৰ কৰে। গতিকে প্ৰত্যেক ব্যৱসায় প্ৰতিষ্ঠানে জন সম্পৰ্ক ৰখাটো মূল নীতি।

—×—

# দ্বিতীয় অধ্যায়

## সংগঠন ( Organisation )

সংজ্ঞা ( **Definition** ) ঃ—'সংগঠন' শব্দটোৰ সংজ্ঞা ভিন্ ভিন্ পণ্ডিতে ভিন ভিন ধৰণেৰে আগবঢ়াইছে। তলত সেইবিলাক ব্যাখ্যা কৰা হ'ল।

মিলওৱাৰ্ডৰ ( G. E. Milward ) মতে সংগঠন বুলিলে কৰ্মচাৰী আৰু কাৰ্য্যাৱলীৰ মাজত সম্ভাৱ আৰু প্ৰীতিমূলক পাৰস্পৰিক সম্পৰ্ককে বুজায়।

হেনিৰ ( Mr. Haney ) মতে সংগঠন মানে কোনো এটা সমূহীয়া অথবা ততোধিক উদ্দেশ্য সাধনৰ কাৰণে বিশেষ উপাদানসমূহৰ ( Specialised Parts ) সম্ভাৱ আৰু প্ৰীতিমূলক সমন্বয়।

মূনি ( Mooney ) আৰু ৰিলীৰ ( Reiley ) মতে সংগঠনৰ অৰ্থ হৈছে কোনো এক সমূহীয়া উদ্দেশ্য সাধনৰ উদ্দেশ্যে গঠিত হোৱা প্ৰতিটো জন সন্থা ( Human Association )।

মেক্‌ফাৰলেণ্ডৰ ( Mr. Mecferland ) মতে সংগঠন হ'ল কোনো এক উদ্দেশ্য সাধনৰ বাবে সেৱা আগবঢ়োৱা জনসাধাৰণৰ চিনাক্ত কৰিব পৰা সমষ্টি ( Identifiable group of People )।

চাৰ আয়ান হেমিল্‌টনৰ ( Sir Ian Hamilton ) মতে সংগঠন হ'ল যিদৰে কলিজা, মস্তিষ্ক আৰু হাত ভৰিৰদ্বাৰা মানৱ দেহা গঠিত হয়, ঠিক সেইদৰে অসংখ্য উপাদানৰদ্বাৰা কোনো এক শৃংখলাবদ্ধ সন্থা গঠন কৰাৰ কলা বা বিজ্ঞান।

ছেল্‌ডনৰ ( Sheldon ) মতে সংগঠন হ'ল সমন্বয় আৰু সহযোগৰ মাজেদি কোনো এক বিশেষ উদ্দেশ্য সাধনৰ কাৰণে কোনো ব্যক্তি বা



জন সমষ্টিক তেওঁলোকৰ কৰ্তব্য আৰোপ কৰাৰ পদ্ধতি ( Process of assigning duties )।

কোনো এক ব্যৱসায় সংগঠনৰ কাৰ্য্য-কলাপ নিয়াৰিকৈ চলাবৰ কাৰণে জনশক্তি ( Manpower ), পৰিচালনা ( Management ), যন্ত্ৰ, আহিলা-পাতি ( Materials ) আৰু ধনৰ আৱশ্যক হয়। প্ৰকৃততে ব্যৱসায় সংগঠনৰ আকৃতি যিমানেই ডাঙৰ নহওক, তেওঁলোকে নিজ নিজ সংগঠনত নিয়োগ কৰা কৰ্মচাৰী, যন্ত্ৰ, আহিলা-পাতি আৰু মুদ্ৰাৰ উপকাৰিতাখিনি বিক্ৰী কৰে। এখন ব্যৱসায় সংগঠনে এই সম্পত্তিবোৰক কিমানখিনি দক্ষতাৰে ব্যৱহাৰ কৰিব পাৰিছে সেইটো বহুলাংশে সেই ব্যৱসায়ৰ লাভৰ দ্বাৰা ( Profit ) নিৰ্ধাৰিত কৰা হয়। সংগঠনে এই সম্পত্তিবিলাকৰ কাৰ্য্যকাৰীতা ( effectiveness ) আৰু উৎপাদিকা শক্তি ( Productivity ) বৃদ্ধি কৰে।

সেয়েহে চমুকৈ ক'বলৈ গ'লে সংগঠন মানে কোনো এটা সমূহীয়া উদ্দেশ্য বা ততোধিক উদ্দেশ্য সৰ্বাধিক দক্ষতাৰে আৰু মিতব্যয়িতাৰে সাধন কৰিবৰ কাৰণে পৰিচালনা, মূলধন, যন্ত্ৰ-পাতি, সৰঞ্জাম আদি বিভিন্ন উপাদানসমূহৰ পাৰস্পৰিক সম্পৰ্কৰ এটা প্ৰীতিমূলক সমন্বয় (harmonious adjustment )।

সংগঠনৰ আৱশ্যকতা ( **Need and significance of organisation** ) ঃ যি কোনো ব্যৱসায়ৰ মূল বস্তুটোৱেই হ'ল সংগঠন। ব্যৱসায়ৰ সৰ্বাংগীণ উন্নতি নিৰ্ভৰ কৰে সেই ব্যৱসায়ৰ সংগঠনৰ ওপৰত। সকলো ৰকমৰ ব্যৱসায়তেই সুকলমে, শৃংখলাবদ্ধভাৱে আৰু মিতব্যয়িতাৰে কাম-কাজ চলাই সৰ্বাধিক দক্ষতা অৰ্জন কৰিবৰ কাৰণে একোটা সুনিপুন সংগঠনৰ আৱশ্যক।

ব্যৱসায়ৰ দক্ষতাৰ মাপকাঠি হ'ল সেই ব্যৱসায়ৰ আৰ্থিক লাভ। সংগঠনৰ দক্ষতা অনুযায়ী ব্যৱসায়ৰ লাভ-লোকচান আদিৰো হেৰ-ফেৰ

হোৱা দেখা যায়। কোনো এটা নির্দিষ্ট ঠাইত একে বস্তুৰ ব্যৱসায় কৰা দুটা ব্যৱসায়ৰ মূলধন, সম্পত্তি, কৰ্মচাৰী একে পৰিমাণৰ থাকিলেও দুয়োটা ব্যৱসায়ৰ লাভৰ পৰিমাণ সাধাৰণতে সমান হোৱা পৰিলক্ষিত নহয়। অৰ্থাৎ ব্যৱসায়সমূহৰ সকলোবিলাক উপাদান একে পৰিমাণৰ হোৱা সত্বেও সংগঠনৰ দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰি লাভৰ পৰিমাণ বৃদ্ধি বা হ্রাস পায়। সেয়েহে দুয়োটা ব্যৱসায়ৰ ভিতৰত যিটোৰ লাভৰ পৰিমাণ আনটোতকৈ তুলনামূলকভাৱে বেছি সেইটো ব্যৱসায়ৰ সংগঠনৰ দক্ষতা বেছি বুলি কোৱা হয়। কেইটামান বাস্তৱ উদাহৰণ বিশ্লেষণ কৰি চালেই সংগঠনৰ আৱশ্যকতা সম্পৰ্কে ভালদৰে বুজিব পাৰি।

যেতিয়া দুজন বা ততোধিক ব্যক্তিক এটা সমূহীয়া উদ্দেশ্য সাধনৰ অৰ্থে কাম কৰিবলৈ দিয়া হয়, তেনে ক্ষেত্ৰত তেওঁলোক আটাইকেইজনেই এক মতৰ মাজেদি কাম কৰাটো প্ৰয়োজনীয়। সেই উদ্দেশ্যে প্ৰতিজন ব্যক্তিৰ কাৰ্য্যপন্থা এনে হোৱা উচিত যাতে প্ৰত্যেকজনেই তেওঁলোকৰ সমূহীয়া উদ্দেশ্য সাধনত পাৰ্য্যমানে বৰঙণি যোগাব পাৰে। যিবিলাক ক্ষেত্ৰত প্ৰতিজন ব্যক্তিৰ কাম-কাজ অন্যান্য সকলো ব্যক্তিৰ কামৰ ওপৰত পৰস্পৰ নিৰ্ভৰশীল তেনে ক্ষেত্ৰত এই বিষয়টো অতিশয় গুৰুত্বপূৰ্ণ।

উদাহৰণস্বৰূপে ধৰি লোৱা হ'ল যে দুজন মানুহে এখন সৰু দোকান চলাই আছে। সেই ক্ষেত্ৰত তেওঁলোক দুয়োজনেই যদি দক্ষতা, মিত-ব্যয়িতা আৰু লাভজনকভাৱে দোকানখন চলাবলৈ বিচাৰে তেনেহ'লে তেওঁলোক দুয়োজন ব্যক্তিয়েই এনেদৰে কাম কৰি যাব লাগিব যাতে সময়, স্থান আৰু কাৰ্য্য পন্থাৰ দিশৰপৰা তেওঁলোকৰ কাম অৰ্থপূৰ্ণ হ'ব। দোকানখনৰ সকলোবিলাক কাম কাজ চলাবৰ সময়ত দুয়োজন মানুহ উপস্থিত থকাটো অতি আৱশ্যকীয় বিষয় নহয়। খালী হোৱা মজুত মাল ( Depleted stock ) পূৰাবৰ কাৰণে দুয়োজন মানুহেই



একেটা বস্তু ক্ৰয় কৰি মজুত মাল বঢ়োৱাটোও প্ৰয়োজনীয় নহয়। তেওঁলোকে দুয়োজনেই যি ধৰণেৰেই কাম নকৰক ব্যৱসায়ত মজুত মালৰ পৰিমাণ কম-বেছি সদায়েই হ'ব। সেয়েহে তেওঁলোকে পূৰ্ব-পৰিকল্পিত আঁচনি অনুযায়ী নিজ নিজ কাম-কাজ চলাই যোৱাটো বেছিকৈ যুক্তিসংগত হ'ব—যেনে, এজনে কোনো এক প্ৰকাৰ বস্তু ক্ৰয় কৰিব পাৰে আৰু আনজনে দ্বিতীয় প্ৰকাৰ কোনো বস্তু ক্ৰয় কৰিব পাৰে। মুঠতে ক'বলৈ গ'লে তেওঁলোক দুয়োজনৰ কামৰ মাজত সমন্বয় থাকিব লাগিব। গতিকে গঠনমূলক সম্পৰ্কৰ ( structural relationship ) ওপৰত ভিত্তি কৰি তেওঁলোকৰ কাৰ্য্য-কলাপৰ সমন্বয় স্থাপন কৰাটোৱেই হ'ল সংগঠনৰ কৰ্তব্য। সেয়েহে এখন প্ৰতিষ্ঠান ব্যৱসায়িক, শিক্ষামূলক, সাংস্কৃতিক অথবা চৰকাৰী যি ধৰণেৰেই নহওক, এই গঠনমূলক সম্পৰ্ক বা সংগঠন অবিহনে প্ৰতিষ্ঠানৰ কাৰ্য্য-কলাপ সুচাৰুৰূপে চলিব নোৱাৰে। ইয়াতেই সংগঠনৰ আৱশ্যকতাখিনি পৰিষ্কাৰভাৱে ফুটি উঠে।

যি কোনো ধৰণৰ ব্যৱসায়ৰ কাৰণেই একোটা দক্ষ সংগঠনৰ অতিশয় প্ৰয়োজন। ইয়াৰ অবিহনে ব্যৱসায় কৃতকাৰ্য্য হ'ব নোৱাৰে। গোটেই ব্যৱসায়ৰ কাম-কাজ চলোৱাটো মাত্ৰ এজন ব্যক্তিৰ পক্ষে সম্ভৱপৰ হ'ব নোৱাৰে। যেতিয়া ব্যৱসায়ত কাম-কাজবিলাক বিশেষীকৰণ ( Specialisation ) আৰু শ্ৰেণী বিভাগ ( Division of work ) কৰা হয়, তেতিয়াই বৃহৎ আকাৰৰ উৎপাদনৰ মিতব্যয়িতা ( economics of large scale production ) আহৰণ কৰা হয়। প্ৰকৃত জ্ঞান থকা ভিন্ ভিন্ বিভাগৰ মানুহক সেই অনুযায়ী সংশ্লিষ্ট কাম ভাগ কৰি দিব লাগে। এইদৰেই সংগঠনৰ পৰিসৰ আৰু আৱশ্যকতা বৃদ্ধি পায়।

**সংগঠনৰ মৌলিক নীতি ( Principles of Organisation ) :** প্ৰকৃততে সংগঠন হ'ল কাম কৰি থকা কোনো এক যন্ত্ৰৰ দৰে। বান্ধ

যন্ত্ৰৰ দৰে সংগঠনেও নিয়ম অনুযায়ী কাম কৰিব নোৱাৰে যদিহে এই যন্ত্ৰক পদ্ধতিমূলকভাৱে কাৰ্য্যত লগোৱা নহয়। সেয়েহে সুসংবদ্ধ আৰু পদ্ধতিমূলকভাৱে কাম চলাবলৈ হ'লে এখন সংগঠন সদায়েই কিছুমান মৌলিক নীতিৰ ওপৰত ভিত্তি কৰি থাকিব লাগিব। এই মৌলিক নীতিসমূহ ভালদৰে মানি চলিলে যি কোনো ব্যৱসায়ৰ এখন সংগঠন ক্ৰমান্বয়ে দক্ষ সংগঠনত পৰিণত হ'ব।

উৰউইক্‌ৰ ( Mr. Urwick ) মতে এখন সংগঠনৰ মৌলিক নীতি-সমূহ তলত দিয়াৰ দৰে :--

**(১) উদ্দেশ্যৰ নীতি ( Principles of Objectives ) :** ইয়াৰ দ্বাৰা সংগঠনৰ উদ্দেশ্য প্ৰকাশ্যভাৱে অথবা অপ্ৰকাশ্যভাৱে নিৰ্ধাৰণ কৰা হয়। উৰউইকৰ মতে শুদ্ধ উদ্দেশ্য নোহোৱাকৈ সংগঠন কোনো ধৰণেই যুক্তিসংগত হ'ব নোৱাৰে। সেই গতিকে যিজন মানুহৰ যিবিলাক বিভাগত সবিশেষ জ্ঞান থাকে তেওঁক সেই সংশ্লিষ্ট বিভাগৰ কামত নিয়োগ কৰিব লাগে।

**(২) দায়িত্বৰ নীতি ( Responsibility ) :**—এই নীতি অনুযায়ী দায়িত্ব আৰু কৰ্তৃত্ব ( Authority ) দুয়োটাই সমানভাৱে আৰোপ কৰিব লাগে। অৰ্থাৎ যি কৰ্তৃপক্ষক যিটো কাম কৰিবলৈ দিয়া হয় সেই কৰ্তৃপক্ষক সংশ্লিষ্ট কৰ্তৃত্বও দিয়া উচিত। উপযুক্ত কৰ্তৃত্বৰ অবিহনে দায়িত্ব পালন কৰাটো সম্ভৱ হ'ব নোৱাৰে।

**(৩) বিশেষীকৰণৰ নীতি ( Principles of Specialisation ) :**—এই নীতি অনুযায়ী সংগঠনত লিপ্ত থকা কৰ্মচাৰীসকলক বিশেষীকৰণ অনুযায়ী কামবিলাক ভাগ কৰি দিব লাগে। এজন ব্যক্তিক কোনো এটা নিৰ্দিষ্ট কামতহে লাগি থাকিবলৈ দিয়া হয়। ইয়াৰ ফলত মানুহজনে সেই নিৰ্দিষ্ট কামত বিশেষ অভিজ্ঞতা আৰু জ্ঞান আহৰণ কৰিবলৈ সুবিধা পায়।



**(৪) স্পষ্টতাৰ নীতি ( Principle of Definiteness ) :**—এই নীতি অনুযায়ী সংগঠনৰ প্ৰত্যেকজন ব্যক্তিয়ে সংগঠনত তেওঁৰ নিজৰ স্থান, কামৰ পৰিধি সম্পৰ্কে স্পষ্টভাৱে জানি থোৱা দৰকাৰ।

**(৫) সমন্বয়ৰ নীতি ( Principle of Co-ordination ) :**—এই নীতি অনুযায়ী বিভিন্ন বিভাগৰ ( department ) মাজত সমন্বয় স্থাপন কৰি সংগঠনৰ মুখ্য উদ্দেশ্য সাধন কৰা হয়।

**(৬) সমতাৰ নীতি ( Principle of Balance ) :**—যি কোনো সংগঠনৰ বিভিন্ন বিভাগৰ মাজৰ সদায় সমতা বা ভাৰসাম্য ৰক্ষা কৰি সমগ্ৰ সংগঠনৰ স্বাৰ্থ ৰক্ষা কৰাটোও আন এটা মৌলিক নীতি।

**(৭) নিয়ন্ত্ৰণ নীতি ( Principle of the Span of control :**—এই নীতি অনুযায়ী পৰিচালনা বা নিয়ন্ত্ৰণৰ দায়িত্বত থকা ব্যক্তিসকলক এটা গ্ৰহণযোগ্য বা যুক্তিসংগত আকাৰৰ দায়িত্ব ভাৰ দিয়া উচিত। কোনো ব্যক্তিয়েই অতিমাত্ৰা দায়িত্ব বহন কৰিব নোৱাৰে। সেয়েহে সংগঠনৰ কাৰ্য্য পন্থা, আকাৰ আৰু উৎপাদন ক্ষমতা অনুসৰি নিয়ন্ত্ৰণৰ পৰিধি কম বেছি হ'ব পাৰে ?

**(৮) অনুক্ৰমৰ নীতি ( Principle of Continuity ) :**—এনে ধৰণৰ নীতিসমূহে সংগঠনৰ পুনৰ্গঠন ( re-organisation ) আৰু প্ৰসাৰৰ ( expansion ) বাবে আৱশ্যকীয় চৰ্তসমূহ বান্ধি দিয়ে। পুনৰ্গঠন আৰু সম্প্ৰসাৰণ যাতে একে লেঠাৰীয়ে কৰি যাব পাৰি তাৰ ব্যৱস্থাও ৰখা হয়।

**(৯) যোগাযোগৰ নীতি (Principle of Correspondence) :**—এই নীতি অনুযায়ী কৰ্তৃত্ব আৰু কৰ্তৃপক্ষৰ মাজত যোগাযোগৰদ্বাৰা সম্পৰ্ক স্থাপন কৰা হয়।

**(১০) নমনীয়তাৰ নীতি ( Principle of Flexibility ) :**—সংগঠনৰ পৰিসৰ প্ৰয়োজন অনুসৰি হ্ৰাস বা বৃদ্ধি কৰিবপৰা হ'ব লাগে।

তেনে কৰিবলৈ যাওঁতে লক্ষ্য ৰাখিব লাগে যাতে কোনো কৰ্মচাৰী কৰ্মচ্যুত নহয়।

**সংগঠন পদ্ধতি ত ব্যৱহৃত মাপকাঠি ( Criteria used in the Organisational Process )** :—আমেৰিকাৰ পৰিচালনা সন্থাই ( The American Management Association ) প্ৰায় চল্লিছখন যৌথ মূলধনী ব্যৱসায়ত অনুসন্ধান চলাই এনে এটা সিদ্ধান্তত উপনীত হয় যে সংগঠন পদ্ধতিত সাধাৰণতে নটা মাপকাঠি ( criteria ) ব্যৱহাৰ কৰা হয়। তলত সেইবোৰ আলোচনা কৰা হ'ল।

(১) **ফলোৎপাদক ( Effectiveness )** :—ফলোৎপাদকতা সাধাৰণতে প্ৰতিষ্ঠান, সমাজ আৰু অব্যক্তিগত উদ্দেশ্যসমূহ সাধন কৰি অৰ্জন কৰা হয়।

(২) **দক্ষতা ( Efficiency )** :—প্ৰতিষ্ঠানৰ লগত জড়িত থকা ব্যক্তিসকলৰ গাইগুটীয়া উদ্দেশ্য সাধন কৰি দক্ষতা অৰ্জন কৰা হয়।

(৩) **কৰ্মবিভাজন ( Division of work )** : ইয়াৰদ্বাৰা প্ৰতিষ্ঠানৰ কামবিলাকৰ ধৰণ অনুযায়ী আটাইতকৈ ক্ষুদ্ৰতম ভাগত কাম-কাজবিলাক বিভাজন কৰি লোৱা হয়।

(৪) **শাসনৰ বান্ধ ( Chain of command )** :—ইয়াৰদ্বাৰা প্ৰতিষ্ঠানৰ আটাইতকৈ উৰ্ধতম কৰ্তৃপক্ষপৰা নিম্নতম কৰ্তৃপক্ষলৈকে তেওঁলোকৰ নিজ নিজ দায়িত্ব আৰু ক্ষমতা সুস্পষ্ট ভাবে নিৰ্ধাৰণ কৰা হয়।

(৫) **কাৰ্য্যকৰী দায়িত্ব আৰু কৰ্তৃত্ব ( Functional Definition with the Authority and Responsibility** :—ইয়াৰদ্বাৰা প্ৰতিজন ব্যক্তিক লিখিতভাৱে কোনো এক নিৰ্দিষ্ট দায়িত্ব অৰ্পণ কৰা হয়। ইয়াৰ উপৰিও সেই দায়িত্ব পালন কৰিবৰ কাৰণে তেওঁলোকক সংশ্লিষ্ট ক্ষমতা দিয়া হয়।



(৬) **সংস্পৰ্শৰ উপায় ( Channel of contact )** :—ইয়াৰদ্বাৰা মধ্যৱৰ্তী ক্ষেত্ৰত ( Intermediate Levels ) একাষৰীয়া ( Leteral ) আৰু অনুৰূপ সংস্পৰ্শৰ উপায় উদঘাটন কৰা হয়। এই ক্ষেত্ৰত শীৰ্ষ কোণীয় সংস্পৰ্শৰ ( Vertical Contact ) বিষয়ে মনোযোগ দিয়া নহয়।

(৭) **স্থিতি বা সমতা ( Balance )** :—এই নিয়ম অনুযায়ী প্ৰতিষ্ঠানৰ বিভিন্ন বিভাগৰ (Departments) মাজত আনুপাতিকভাৱে ক্ষমতা অৰ্পণ কৰা হয়, অৰ্থাৎ বিভাগসমূহৰ যোগ্যতা আৰু সেইবিলাকক আৰোপ কৰা ক্ষমতাৰ মাজত সমতা ৰক্ষা কৰা হয়।

(৮) **নিয়ন্ত্ৰণ ( Control )** :—নিয়ন্ত্ৰণৰ ভিতৰত বহুতো দায়িত্ব অন্তৰ্ভুক্ত থাকে ; যেনে—মানবিশিষ্ট ( Standard ) কৰ্মফলৰ সৈতে ( Actual ) কৰ্মফলৰ তুলনামূলক অধ্যয়ন কৰা, শাসনৰ ঐক্য ( Integration of Command), আৰু ৰঙা-ফিটাৰ মেৰপাক দূৰ কৰা ( red tape ) ইত্যাদি।

(৯) **স্থায়ীত্ব ( Perpetuation )** : প্ৰতিষ্ঠানটো ভৱিষ্যতে যাতে আৱশ্যক অনুযায়ী ক্ষমতা আৰু দায়িত্বৰ পৰিসৰ বৃদ্ধি কৰিব পাৰি তাৰ বাবেও বিশেষ দৃষ্টি ৰাখিব লাগে। ইয়াৰ ফলত প্ৰতিষ্ঠানৰ স্থায়ীত্ব সৃষ্টি কৰা হয়।

**সুস্থ সংগঠনৰ আৱশ্যকতা আৰু উপকাৰিতা ( Importance and Benefits of sound organisation )** : সুস্থ সংগঠনৰ আৱশ্যকতাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। এন্‌ড্ৰু কাৰ্‌নেগিয়ে (Andrew carnegie ) কোৱা কথা এষাৰতেই সুস্থ সংগঠনৰ আৱশ্যকতা পৰিস্ফুট হৈ উঠিছে। তেওঁ কৈছিল—"আমাৰ কাৰখানালৈ যোৱা, আমাৰ ব্যৱসায়লৈ যোৱা, আমাৰ পৰিবহণৰ উৎস আৰু ধনবিলাকো লৈ যোৱা, আমাক একোৱেই দি নাথাবা, মাথোন সংগঠন দি যাবা, চাৰি বছৰৰ

ভিতৰত আমি আমাক প্ৰতিষ্ঠিত কৰিম।" [Take away our factories, take away our trade, our avenues of transportation, our money, leave us nothing but our organisation, and in four years, we shall have established ourselves ."] ইয়াৰ আৱশ্যকতা তলত উল্লেখ কৰা উপকাৰিতাসমূহত নিহিত হৈ আছে।

(১) লনছ্‌বিউৰী ফিছৰ মতে (Lounsbury Fish) সংগঠনৰ অৰ্থ তালিকা (Chart) নহয়—ইয়াতকৈ অনেক বহল। সংগঠন হ'ল এটা যন্ত্ৰৰ দৰে—যাৰদ্বাৰা ব্যৱসায়ৰ পৰিচালনা, সমন্বয় আৰু নিয়ন্ত্ৰণ কাৰ্য্য সম্পন্ন কৰা হয়। সংগঠন হ'ল ব্যৱসায়ৰ মূল ভেটি (Foundation)। ইয়াৰদ্বাৰাই মানুহৰ প্ৰচেষ্টাবিলাকক ফলপ্ৰসূ আৰু উৎপাদনমূলক হোৱাত ব্যৱস্থা লোৱা হয়।

(২) বিভিন্ন ব্যক্তিক তেওঁলোকৰ কৰ্তব্য আৰু দায়িত্ব বন্টন কৰি দিয়াৰ ফলত সুস্থ সংগঠনে কৰ্মচাৰীসকলে সম্পাদন কৰিবলগীয়া দায়িত্ব আৰু কৰ্তব্যৰ নিৰ্দিষ্ট সীমা বান্ধি দিয়ে।

(৩) বিভিন্ন ব্যক্তিক তেওঁলোকৰ কৰ্তব্য আৰু দায়িত্ব বিতৰণ কৰি দিয়াৰ ফলত তেওঁলোকে নিজ নিজ দায়িত্বসমূহ এৰাই চলাত বাধাৰ সৃষ্টি হয়। ইয়াৰ ফলস্বৰূপে কাম-কাজ সম্পাদনৰ নিশ্চয়তা সংগঠনে আনি দিয়ে।

(৪) সংগঠনে পৰিচালনীয় দক্ষতা (managerial efficiency) বৃদ্ধি কৰে। ইয়াৰ বাদেও কাম-কাজ সম্পাদনত অনাৱশ্যকীয় পলম, সন্দেহ আৰু পাৰস্পৰিক ভুল বুজাবুজি আদি সংগঠনে দূৰ কৰি ৰাখে।

(৫) বিভিন্ন কাৰ্য্য-কলাপ, মানুহ আৰু মুদ্ৰাৰ ওপৰত আনুপাতিক ভাৱে গুৰুত্ব আৰোপ কৰি সংগঠনে জনশক্তি, মন্ত্ৰশক্তি আদিৰ প্ৰয়োগৰ পৰা সৰ্বোৎকৃষ্ট ফল (optimum result) লাভ কৰে।



(৬) সংগঠনে গঠনমূলক সম্পৰ্কৰ (structural relationship) সংযোজন ঘটাই বিভিন্ন বিভাগৰ কাম-কাজৰ মাজত সমন্বয় স্থাপন কৰে।

(৭) এটা সুস্থ সংগঠনে যি কোনো ধৰণৰ অসাধুতা, দুৰ্নীতি আৰু অসদুপায় আদি নহ'বলৈ পাৰ্যমানে বাধা জন্মায়।

(৮) সুস্থ সংগঠনে ব্যৱসায়ৰ বিভিন্ন ধৰণৰ কাম-কাজৰ দীৰ্ঘতম অভিজ্ঞতাৰদ্বাৰা প্ৰশিক্ষণ, অভিজ্ঞ পৰিচালক তৈয়াৰ কৰাত বৰঙণি যোগায়।

(৯) এই অনুসৰি সংগঠনৰ মৌলিক নীতি সমূহৰ উন্নতি সাধন কৰি ব্যৱসায় প্ৰতিষ্ঠানৰ ক্ৰমবিকাশ আৰু সম্প্ৰসাৰণৰ প্ৰতি সহায় কৰা হয়। বৃহৎ বৃহৎ আকাৰৰ ব্যৱসায় প্ৰতিষ্ঠানসমূহ সেই সেই প্ৰতিষ্ঠানৰ সাংগঠনিক ক্ষমতাৰ (organisational Ability) ফল।

(১০) এখন সংগঠনত একত্ৰীকৰণ (Assemling), পূৰ্ণতা (Integration) আৰু সকলোবিলাক কাম-কাজৰ সমন্বয়ৰ যোগেদি সংযোজন পথ (connecting link) স্থাপন কৰা হয়। ইয়াৰ লগে লগে সংগঠনত যোগাযোগৰ মাধ্যম আদিৰ দ্ৰুত উন্নতি সাধন হয়।

**সুস্থ সংগঠনৰ অত্যাৱশ্যকীয় গুণসমূহ (Essential Tests of a sound organisation) :** এখন সুস্থ সংগঠনৰ অত্যাৱশ্যকীয় গুণাগুণসমূহ তলত আলোচনা কৰা হ'ল।

**(১) উদ্দেশ্য সাধন (Realisation of objectives) :** কোনো প্ৰতিষ্ঠানৰ উদ্দেশ্য ইয়াৰ সংগঠনৰদ্বাৰা সমাধা কৰা হয়। সেই গতিকে প্ৰতিষ্ঠানৰ পৰিচালকসকলে তেওঁলোকৰ কৰ্মচাৰীক প্ৰতিষ্ঠানৰ উদ্দেশ্য সম্বন্ধে সদায়েই সজাগ কৰি ৰাখিব লাগে, যিহেতু কেতিয়াবা স্বাৰ্থজড়িত লোকৰ ব্যক্তিগত উদ্দেশ্য সাধন কৰিবলৈ যাওঁতে প্ৰতিষ্ঠানটোৰ সমূহীয়া উদ্দেশ্যৰ পৰা আঁতৰি অহা ও দেখা যায়। প্ৰতিষ্ঠানৰ সমূহীয়া উদ্দেশ্যৰ পৰা আঁতৰি অহাটো সংগঠনৰ কাৰণে অতিশয় বিপদ-

জনক। সেয়েহে প্ৰতিষ্ঠানৰ সমূহীয়া উদ্দেশ্যৰ প্ৰতি সংগঠনে সদায় মনোযোগ দিয়াটো অতি প্ৰয়োজনীয়।

**(২) কাৰ্য্য-কলাপ নিৰ্ধাৰণ (Determination of Activities) ঃ** এখন সৰু ব্যৱসায়ত মালিকজনেই ব্যৱসায়ৰ সকলো কাম পৰিচালনা কৰিব পাৰে ; কিন্তু বৃহৎ আকাৰৰ ব্যৱসায়ৰ ক্ষেত্ৰত সেইটো সম্ভৱপৰ হ'ব নোৱাৰে। বৃহৎ আকাৰৰ ব্যৱসায়ত এজন, দুজন, আনকি তিনিজন মানুহৰ পক্ষেও ব্যৱসায়ৰ সকলো কাম সমাধা কৰাটো সম্ভৱপৰ নহ'ব পাৰে। তেনেবিলাক ক্ষেত্ৰত অধিক উৎপাদন কৰিবলৈ আৰু কৰ্মচাৰীসকলৰ কাৰ্য্যপন্থা অধিক ফলপ্ৰসূ কৰিবলৈ প্ৰতিষ্ঠানত বিশেষীকৰণ ( Specialisation ) আৰু কৰ্মবিভাজনৰ ( Division of work ) আৱশ্যক হয়। সেই গতিকে প্ৰতিষ্ঠানৰ প্ৰত্যেকজন ব্যক্তিৰ কাৰ্য্যভাৰ সুনিৰ্দিষ্টভাৱে নিৰ্ধাৰণ কৰিব লাগে।

**(৩) কাৰ্য্যসমূহৰ সমষ্টি ( Grouping of Activities ) ঃ—** প্ৰতিষ্ঠানৰ বিভিন্ন কাৰ্য্যপন্থা নিৰ্ধাৰণৰ পাছত বিভিন্ন বিভাগত ( departments ) কাম-কাজসমূহ সমষ্টি কৰি ভাগ কৰি লোৱা হয়। এনে কৰিবলৈ যাওঁতে বিভিন্ন ভিত্তি ( bases ) অনুসৰণ কৰা হয়। এই ভিত্তি কামৰ ওপৰতো হ'ব পাৰে যেনে, ক্ৰয়, বিক্ৰয়, উৎপাদন ইত্যাদি, অথবা গৌণ ভিত্তি ( Secondary Basis ) অনুযায়ী যেনে, ভৌগোলিক অঞ্চল, গ্ৰাহকৰ শ্ৰেণী, সৰঞ্জাম ইত্যাদি।

**(৪) স্পষ্টতা ( Definiteness ) ঃ—** সবাতোকৈ কম পৰিশ্ৰমৰ দ্বাৰা সৰ্বাধিক কৰ্মফল লাভ কৰিবৰ কাৰণে প্ৰত্যেকজন কৰ্মীয়ে তেওঁৰ নিজৰ স্থান ( position ), উদ্দেশ্য আৰু সংগঠনত তেওঁৰ দায়িত্বখিনিৰ সম্পৰ্কে স্পষ্ট হ'ব লাগিব।

**(৫) মিতব্যয়িতা আৰু মান নিৰ্ধাৰণ ( Economy and Standardisation ) ঃ—** প্ৰত্যেকখন সংগঠনেই যিমান দূৰ সম্ভৱ অপচয়ৰ ( wastage ) পৰিমাণ কমাই ব্যয় ( cost ) আৰু সময়ৰ ক্ষেত্ৰত মিতব্যয়িতা অনা প্ৰয়োজন ; কিন্তু উৎপাদন ব্যয় ( cost ) আৰু সময়ৰ ক্ষেত্ৰত মিতব্যয়িতা সম্ভৱপৰ হ'ব পাৰে, যদিহে সেই সংগঠনত পৰিমাণ, গুণাগুণ, উৎপাদন ব্যয়, সময় আৰু দক্ষতাৰ বাবে ইয়াৰ কাৰ্য্যক্ৰমৰ ( Routine ) একোটা মান নিৰ্ধাৰণ কৰা হয়।



**(৬) ক্ষমতাৰ প্ৰতিনিধিত্ব ( Delegation of Authority ঃ—** দায়িত্ব নিৰ্ধাৰণ কাৰ্য্য সদায় ক্ষমতাৰ প্ৰতিনিধিত্বৰ ওপৰত নিৰ্ভৰ কৰে। কৰ্তৃপক্ষই একমাত্ৰ কাম কৰাৰ আৰু আদেশ দিয়াৰ বাবে ক্ষমতাপ্ৰাপ্ত থাকে। ক্ষমতাহীন প্ৰতিনিধিত্ব খালী কলহৰ দৰে। ই মানুহক ক্ষমতাহীন কৰে, সেয়েহে ই সুস্থ সংগঠন আৰু সবল নেতৃত্বৰ পক্ষে অতি বিপদজনক। যিবিলাক ক্ষেত্ৰত কোনো সমস্যাৰ উদ্ভৱ হয় আৰু সেই সন্দৰ্ভত কোনো সিদ্ধান্ত লবলগীয়া হয় তেনে অৱস্থাত ক্ষমতা প্ৰয়োগ কৰিব লাগে।

**(৭) সমন্বয় ( Co-ordination ) ঃ—** সমন্বয় মানে বিভিন্ন কাৰ্য্য-ভাৰসমূহ শৃংখলাবদ্ধভাৱে বিতৰণ কৰি সেইবিলাকৰ মাজত একতা সূত্ৰ স্থাপন কৰা। সংগঠনৰ পৰিচালনা এনে হ'ব লাগে যাতে ইয়াৰ-দ্বাৰা সমন্বয় স্থাপন কৰিব পাৰি। সমন্বয় হ'ল সুস্থ আৰু ঘনিষ্ঠ সহযোগৰ ফল। সমন্বয় থাকিলে মূল উদ্দেশ্যৰ ফালে কোনো সংগঠনে অতি সহজেই আগবাঢ়ি যাব পাৰে।

**(৮) নিয়ন্ত্ৰণ ( Control ) ঃ—** নিয়ন্ত্ৰণ মানে কোনো কাৰ্য্য পূৰ্বৰ আঁচনি অনুযায়ী হৈছেনে নাই সেইটো পৰীক্ষা কৰা। মানৱ জাতিৰ সকলো ধৰণৰ কাৰ্য্য-কলাপেই নিয়ন্ত্ৰণ অতি আৱশ্যকীয়। নিয়ন্ত্ৰণে পৰিদৰ্শকৰ সীমাৰেখা ( Line of Supervision ) নিৰ্ধাৰণ কৰে। সকলো সংগঠনতেই এই নিয়ন্ত্ৰণ খুব কট্‌কটীয়া হোৱাটো প্ৰয়োজন। এই নিয়ন্ত্ৰণ এনে হ'ব লাগে যাতে সকলোবিলাকত বিভাগৰ (Depert-

ments ) কাম কাজৰ মাজত পাৰস্পৰিক ভাৰসাম্য ৰজাই ৰাখিব পাৰি।

(৯) **সামৰ্থ্য অনুযায়ী দায়িত্ব ( Fixed Responsibilities according to Ability )** :—কৌশল, অভিজ্ঞতা আৰু সামৰ্থ্যৰ ওপৰত ভিত্তি কৰি কৰ্মচাৰীক কাৰ্য্যভাৰ অৰ্পণ কৰাটো এখন সুস্থ সংগঠনৰ মৌলিক নীতি। প্ৰত্যেকজন ব্যক্তিক তেওঁৰ সামৰ্থ্য অনুযায়ী দায়িত্বভাৰ নিৰ্দিষ্ট কৰি দিব লাগে। কাৰ্য্যভাৰৰ নিৰ্দিষ্ট সীমা বান্ধি দিয়াৰ ফলত কামৰ প্ৰতি হেঁপাহ, কাম সম্পাদনৰ নিশ্চয়তা আৰু তুলনামূলকভাৱে কৰ্মচাৰীসকলৰ কাৰিকৰী দক্ষতা বৃদ্ধি পায়।

(১০) **শাসনৰ একতা ( Unity of Command )** :—কাম-কাজৰ একতা সাধন কৰিবলৈ হ'লে শাসনৰ একতাৰ আৱশ্যক হয়। অৰ্থাৎ এজন কৰ্মচাৰীয়ে আৱশ্যকীয় নিৰ্দেশ ( order ) তেওঁৰ ভাৰপ্ৰাপ্ত বিষয়াৰপৰা পাব লাগে। ইয়াৰ ফলত এটা নিৰ্দিষ্ট একতা স্থাপন হয়। ইয়াৰ অবিহনে কৰ্তৃপক্ষ, আইন-কানুন আৰু এখন সুস্থ সংগঠনত বিভিন্ন দিশৰপৰা একতা স্থাপন হ'ব নোৱাৰে।

(১১) **নমনীয়তা আৰু অনুক্ৰম ( Flexibility and Continuity)** :—সংগঠন নমনীয় হ'ব লাগে অৰ্থাৎ ভবিষ্যতে যাতে প্ৰয়োজন হ'লে সংগঠনৰ প্ৰসাৰণ বা বৃদ্ধি কৰিব পাৰি তাৰ ব্যৱস্থা থাকিব লাগে। সেয়েহে সংগঠকসকলে আজি বা কালিলৈৰ কাৰণে ভিত্তি নিৰ্মাণ কৰিব নালাগে, কিন্তু ভবিষ্যতৰ স্থায়ীত্ব আৰু অনুক্ৰম ৰাখিব পৰাকৈ নিৰ্মাণ কৰিব লাগে।

(১২) **ব্যক্তিত্ব আৰোপণ ( Personification )** :—ইয়াৰ অৰ্থ হ'ল এয়ে যে প্ৰত্যেকজন কৰ্মচাৰীয়েই সদ্‌গুণ আৰু ব্যক্তিত্বৰ একোটা উদাহৰণস্বৰূপ হ'ব লাগে। কোনো সংগঠনে দৃঢ়তা আৰু যান্ত্ৰিক পদ্ধতিৰ ( Mechanistic device ) বিলোপ সাধন কৰি তাত ব্যক্তিত্ব আৰোপ কৰিব পাৰে। ব্যক্তিত্ব আৰোপৰদ্বাৰা কোনো সংগঠনে নমনীয়তা আৰু অনুক্ৰম স্থাপন কৰিব পাৰে। যি সকল ব্যক্তিয়ে সংগঠনৰ কাৰণে কাম কৰে তেওঁলোকৰ মনত এনে এটা ভাৱ সৃষ্টি কৰিব লাগে যাতে তেওঁলোক প্ৰত্যেকেই এটা মানৱীয় পাৰিপাৰ্শ্বিকতাৰ মাজত কাম কৰি আছে, সেই কথা তেওঁলোকে অনুভব কৰিব-পৰা হ'ব লাগে।



(১৩) **উজু কৰণ ( Simplification )** : সংগঠনৰ সংবিধান খন সদায় সহজ হ'ব যাতে ইয়াৰ মূল উদ্দেশ্যসমূহ অতি বেছি কাৰ্য্যকৰীতাৰে আৰু মিতব্যয়িতাৰে সম্পন্ন কৰিব পাৰি। ইয়াৰ ফলত কাম কাজত মিতব্যয়িতা হয়, ওপৰঞ্চি ব্যয় ( Overhead costs ) হ্ৰাস পায়, আৰু অনুন্নত যোগাযোগ ব্যৱস্থাৰপৰা উদ্ভৱ হোৱা অসুবিধাসমূহ হ্ৰাস পায়।

(১৪) **কাৰ্য্যকাৰণভাব আৰু দৃঢ়বিশ্বাস ( The principles of Causation and Conviction )** : কাৰ্য্যকাৰণ ভাবৰ নীতি অনুযায়ী ব্যক্তিসকলৰ এটি সংগঠিত দলৰ ( organised group ) উৎপাদনমূলক কাম-কাজসমূহ তেওঁলোকৰ ব্যক্তিগত কাম-কাজসমূহৰ মুঠ ফলতকৈ অধিক শ্ৰেষ্ঠ। মানুহৰ সংগঠিত কাৰ্য্য-কলাপৰদ্বাৰা এই নীতি স্থাপন কৰাটো প্ৰত্যেকখন সংগঠনৰ কাৰণে খুব দৰকাৰী। এই নীতিৰ অবিহনে কোনো সংগঠন স্থাপন কৰাৰ কোনো সুফল নাই। কাৰ্য্যকাৰণ ভাব নীতি প্ৰয়োগ কৰিবৰ কাৰণে কৰ্মচাৰীসকলৰ মনত দৃঢ়বিশ্বাস সৃষ্টি কৰি ল'ব লাগে। সেয়েহে এখন সংগঠনে এই দুয়োটা গুণৰ যথাযথ মূল্যাংকণ কৰা উচিত।

(১৫) **গঠনমূলক একতা আৰু সামৰ্থ্য, নেতৃত্বৰ সুযোগৰ ভাৰসাম্য ( Structural Unity and Balance between Capacities and Leadership Opportuunities )** : গঠনমূলক একতাৰ অৰ্থ হ'ল এয়ে যে কোনো কাৰ্য্য বা বিভাগক অনা কাৰ্য্য বা বিভাগৰ

ক্ষতিসাধন কৰি অতিমাত্ৰা দায়িত্ব দিয়াটো অনুচিত। তদুপৰি এখন সুস্থ সংগঠনে ব্যক্তিগত সামৰ্থ্য, স্পৃহা আৰু নেতৃত্বৰ সুযোগ আদি বিবেচনা কৰি কৰ্মচাৰীসকলক কাৰ্য্যভাৰ অৰ্পণ কৰিব লাগে। প্ৰত্যেক জন ব্যক্তিকে এনে কাৰ্য্যভাৰ দিব লাগে যাতে তেওঁ নিজৰ দায়িত্বখিনি নিয়াৰিকৈ চলাই নিয়াৰ বাদেও সংগঠনৰ সমূহীয়া উদ্দেশ্য সাধনৰ ক্ষেত্ৰতো বৰঙণি যোগাব পাৰে। সেই গতিকে কৰ্মচাৰীসকলৰ ব্যক্তিগত সামৰ্থ্য, স্পৃহা আৰু নেতৃত্বৰ সুযোগ সুবিধাৰ মাজত ভাৰসাম্য বজাই ৰাখিব লাগে।

**সংগঠনৰ বিভিন্ন অৱস্থান ( Different Aspects of Organisation )** ঃ সংগঠনে ব্যৱসায়ৰ গঠনমূলক আৰু কাৰ্য্যকৰী দিশত মনোযোগ দিয়ে। তদুপৰি বিভিন্ন উপাদানসমূহক ( factors ) সেই বিলাকৰ কাম-কাজৰ সৈতে প্ৰয়োজনীয় সমন্বয় স্থাপন কৰে। সংগঠনে অন্যান্য সকলোবিলাক কাম-কাজৰ বাদেও ব্যৱসায়ৰ বিভিন্ন অৱস্থান-সমূহৰ ( Aspects ) ফালেও দৃষ্টি ৰাখে।

এই অৱস্থানসমূহ হ'ল নিশ্চল ( Static ) বা গঠনমূলক ( Struclural ), গতিশীল ( Dynamic ) আৰু কাৰ্য্যকৰী ( Operating )। নিশ্চল বা গঠনমূলক অৱস্থান অনুসৰি নক্সা ( Design ) তৈয়াৰ কৰা হয়, সমগ্ৰ কাম-কাজক বিভিন্ন দল ( Groups ) আৰু শ্ৰেণীৰ ( Sections ) মাজত ভাগ কৰি দিয়ে আৰু কৰ্মচাৰীসকলক নিৰ্বাচিত কৰি তেওঁলোকক প্ৰশিক্ষণ দিয়ে। যিহেতু সংগঠনৰ সমগ্ৰ কাম-কাজ এজন ব্যক্তিৰ কাৰণে যথেষ্ট বেছি, সেয়েহে মিতব্যয়িতা আৰু দক্ষতাৰে কাম-কাজ সম্পন্ন কৰিবলৈ বিশেষীকৰণৰ ( Specialition ) প্ৰয়োজন হয়। গঠনমূলক অৱস্থানৰদ্বাৰা কামৰ এনে বিভাজনৰ ভিত্তি নিৰ্ধাৰণ কৰা হয়, বিভিন্ন ব্যক্তিক তেওঁলোকৰ কাৰ্য্যভাৰ অৰ্পণ কৰে আৰু সেইবিলাক সম্পন্ন কৰে।



গতিশীল আৰু কাৰ্য্যকৰী অৱস্থানৰদ্বাৰা ব্যক্তিসকলৰ স্বভাৱ ( nature ), মনোভাৱ ( attitude ), মনৰ আবেগ ( Emotions ), অনুভূতি ( Sentiment ), ইচ্ছা আৰু অনিচ্ছা, কৌশল আৰু অভিজ্ঞতাৰ ফালে বিশেষকৈ গুৰুত্ব আৰোপ কৰা হয়। ইয়াৰ দ্বাৰা প্ৰতিষ্ঠানৰ পৰিবৰ্তন আদিৰ ফালেও দৃষ্টি ৰখা হয়। এখন প্ৰতিষ্ঠানৰ কাম-কাজ আদি ইয়াৰ মূল উদ্দেশ্যৰপৰাই সৃষ্টি হয়। সেই গতিকে সকলো ব্যক্তিৰ মনোযোগ সদায় প্ৰতিষ্ঠানৰ সমূহীয়া উদ্দেশ্যৰ পিনে আকৰ্ষিত কৰিব লাগে যিহেতু তেতিয়াহে ইয়াৰ সমূহীয়া স্বাৰ্থ ৰক্ষা হ'ব। প্ৰথমতে কামবিলাক বিভাজন কৰাৰ পাছত প্ৰতিষ্ঠানৰ কৰ্মচাৰীসকলৰ সহযোগ আৰু সমন্বয়ৰ জৰিয়তে সেইবিলাকক পৰস্পৰ সংযোগ সাধন কৰা হয়। গঠনমূলক অৱস্থানে তুলনামূলকভাৱে কাম-কাজ সম্পন্ন কৰিবলৈ যান্ত্ৰিক পথ ( machanistic way ) দেখুৱাই দিয়ে, কিন্তু গতিশীল আৰু কাৰ্য্যকৰী অৱস্থানে সংগঠনক মৃত সঞ্জীৱনী শক্তি ( Life-giving force ) প্ৰদান কৰে। এখন সংগঠনৰ গঠন পদ্ধতি মাথোন কৰ্তব্য, দায়িত্ব আৰু কৰ্তৃত্বৰ সম্পৰ্ক হ'ব নালাগে। ইয়াৰ গঠন পদ্ধতি মানুহৰ পাৰস্পৰিক সম্পৰ্কৰ ভিত্তিত গঢ়ি তুলিব লাগে যাতে তেওঁলোকৰ কাৰ্য্য কলাপে উৎপাদিকা আৰু সৃজন কৰিবপৰা শক্তি বৃদ্ধি কৰে।

এখন সংগঠনৰ কৃতকাৰ্য্যতা সংগঠনখনৰ ইয়াৰ মূল উদ্দেশ্যটো কিমান কম ব্যয়ত সাধন কৰা হ'ল তাৰদ্বাৰা নিৰ্ধাৰণ কৰা হয়। ব্যৱসায়ৰ কৰ্মচাৰীসকলৰ সিদ্ধান্ত ( Decision ) আৰু কাৰ্য্য-কলাপৰ সফলতাৰ ওপৰত ব্যৱসায়ৰ সংগঠনৰ সফলতা নিৰ্ভৰ কৰে। সেই গতিকে গতিশীল ( dynamic ) আৰু কাৰ্য্যকৰী ( operating ) অৱস্থানমতে সংগঠনত বিভিন্ন কাৰ্য্যপন্থা আৰু কৰ্মচাৰীসকলৰ মাজত এটা সদ্ভাৱপূৰ্ণ পাৰস্পৰিক সম্পৰ্ক স্থাপন কৰিব লাগে। সংগঠনৰ মৌলিক অৱস্থানৰ ভিতৰত কাম-কাজ, মানুহ, কৰ্মস্থান (work place)

আৰু সম্পৰ্কও ( relationship ) অন্তৰ্ভুক্ত হৈ আছে। ব্যৱসায়ৰ পৰিচালনা ( management ) বিভাগৰ কাৰণে এইবিলাক বিষয়ত চকু দিয়াটো অতি আৱশ্যক। ব্যৱসায় সংগঠনৰ এই ভিন্ ভিন্ অৱস্থানসমূহ ( aspects ) আয়ত্ত কৰিবৰ উদ্দেশ্যে পৰিচালকসকলে কৰা কাম-কাজবিলাক তলত সংক্ষেপে উল্লেখ কৰা হ'ল ঃ

(১) ব্যৱসায়ৰ মূল উদ্দেশ্য আৰু বহল নীতিসমূহক ( Policies ) কাৰ্য্যক্ষম কৰি ৰাখে।

(২) ব্যৱসায়ৰ অৱস্থান ( Location ), ব্যয় ( Lay-out ) আদিৰ বিষয়ে সিদ্ধান্ত গ্ৰহণ কৰে।

(৩) ব্যৱসায় আৰম্ভ কৰিবৰ কাৰণে আৱশ্যকীয় ধন সংগ্ৰহ কৰি মূলধন বৃদ্ধি কৰে।

(৪) যন্ত্ৰ-পাতি, কল-কব্জা, আচবাব, সৰঞ্জাম আদি ক্ৰয় কৰি আনি ব্যৱসায়ত প্ৰয়োগ কৰে।

(৫) কৰ্মীসকলক বিভিন্ন ৰকমৰ কাম-কাজ সম্পাদন কৰিবৰ কাৰণে নিযুক্তি দিয়ে।

(৬) সমগ্ৰ কাম-কাজক বিভিন্ন বিভাগ ( Departments ) আৰু শ্ৰেণীত ( Sections ) ভাগ কৰে।

(৭) কৰ্তব্য আৰু দায়িত্ববিলাক বিভিন্ন বিভাগ আৰু কৰ্মচাৰীৰ মাজত ভগাই দিয়ে।

(৮) কৰ্তৃত্ব ( Authority ) আৰু দায়িত্বৰ সীমা বান্ধি দিয়ে আৰু ক্ষমতাৰ প্ৰতিনিধিত্বৰ ( Delegation of Authority ) দায়িত্ব নিৰ্ধাৰণ কৰে।

(৯) ভূমি অধিগ্ৰহণ কৰে আৰু গৃহ নিৰ্মাণ কাৰ্য্য আদি তদাৰক কৰে। ইয়াৰ উপৰিও ব্যৱসায়ৰ উদ্দেশ্যে উপযোগী ঘৰ ভাৰা লোৱাৰ বন্দবস্ত কৰে।



(১০) সংগঠনত সহযোগ, সমন্বয় আৰু নিয়ন্ত্ৰণৰ উপায় উদ্ভাৱন কৰে। ব্যৱসায়ৰ মূল উদ্দেশ্য সাধনৰ কাৰণে বিভিন্ন স্তৰৰ ( grades ) কৰ্মচাৰীসকলৰ মাজত দলগত সংহতিৰ ( team spirit ) ভাব জগাই তোলে।

**সংগঠনৰ গঠন ( Framework or structure of organisation )** ঃ কোনো এখন সংগঠনৰ গঠন প্ৰক্ৰিয়াৰদ্বাৰা ইয়াৰ বিভিন্ন ব্যক্তি আৰু দলৰ ( groups ) মাজত সম্পৰ্ক স্থাপন কৰা হয়। কোনো অভিপ্ৰায়ৰ সাফল্যৰ উপায় হ'ল সংগঠন। এই ক্ষেত্ৰত সংগঠনৰ গঠন প্ৰক্ৰিয়াও এক গুৰুত্বপূৰ্ণ উপায় বুলি পৰিগণিত হৈছে। সেয়েহে এখন সুস্থ গঠন প্ৰক্ৰিয়া অতি অপৰিহাৰ্য্য। ভুল গঠন প্ৰক্ৰিয়াৰ-দ্বাৰা এখন ভাল ব্যৱসায়ৰ অবলুপ্তি হৈ যাব পাৰে। সেই গতিকে পৰিচালনা কৰ্তৃপক্ষই চেষ্টা কৰিব লাগে যাতে ব্যৱসায় প্ৰতিষ্ঠানত আটাইতকৈ ভালকৈ খাপ খাবপৰা গঠন প্ৰক্ৰিয়া সৃষ্টি কৰিব পাৰি ; কিন্তু সুস্থ সম্পৰ্কৰ এটা গঠন প্ৰক্ৰিয়া স্থাপন কৰিবলৈ হলে কিছুমান উপাদানৰ ( factors ) বিষয়ে বিশেষভাৱে বিবেচনা কৰিব লাগে। এলবাৰ্ট উইক্‌ছবাৰ্গৰ (Albert k. Wickesberg) মতে সেই উপাদান-সমূহ তলত দিয়াৰ দৰে ঃ

(১) **উদ্দেশ্যৰ ধৰণ ( Nature of the objective )** ঃ এখন প্ৰতিষ্ঠানৰ উদ্দেশ্য অনুযায়ী যথাযথ তেওঁলোকক নিযুক্তি দিয়া হয়। সেইদৰে ব্যৱসায় প্ৰতিষ্ঠানৰ উদ্দেশ্যই সংগঠনৰ গঠন প্ৰণালীৰ ভিত্তি ( basis ) নিৰ্ধাৰণ কৰে। উদাহৰণস্বৰূপে, এখন তীখা কাৰখানাৰ সংগঠনৰ গঠন প্ৰক্ৰিয়াৰ সৈতে এখন চৰকাৰী সংগঠন বা ধৰ্মীয় সংগঠনৰ গঠন প্ৰক্ৰিয়া কেতিয়াও একে হ'ব নোৱাৰে।

(২) **ফলপ্ৰদ কাম-কাজ ( Operative Activities )** ঃ এখন সংগঠনত এজন ব্যক্তিয়ে গ্ৰাহকৰ ওচৰত বিক্ৰী কাৰ্য্য সম্পাদন কৰাত

নিহিত থাকিব পাৰে। আন এজন ব্যক্তিয়ে হয়তো মটৰ গাড়ী আহৰণ কৰাত জড়িত থাকিব পাৰে আৰু তৃতীয় এজন ব্যক্তিয়ে হয়তো বজাৰৰ তথ্য (market data) আহৰণ কৰাত ব্যস্ত হৈ থাকিব পাৰে। এইদৰে বিভিন্ন ব্যক্তিক অৰ্পণ কৰা ফলপ্ৰদ কাৰ্য্যসমূহ আৰু সেইবিলাকৰ মাজৰ সম্পৰ্কই ব্যৱসায় সংগঠনৰ গঠন প্ৰক্ৰিয়াৰ ওপৰত বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰে।

(৩) **স্তৰৰ অনুক্ৰম ( Sequence of steps )ঃ** শিল্প বিজ্ঞানৰ ধৰণেও কেতিয়াবা সম্পাদন কৰিবলগীয়া কাৰ্য্যসমূহৰ অনুক্ৰম নিৰ্ধাৰণ কৰে। ইয়াৰ বাদেও মানৱীয় সম্পৰ্কও ( human relationship ) স্তৰৰ অনুক্ৰম অনুযায়ী নিয়ন্ত্ৰণ কৰিব লাগে। স্তৰৰ এই অনুক্ৰমেও ব্যৱসায় প্ৰতিষ্ঠান সংগঠনৰ গঠন প্ৰক্ৰিয়াৰ ওপৰত বিশেষ ভাৱে প্ৰভাৱ বিস্তাৰ কৰে।

(৪) **পৰিচালনা সম্পৰ্কীয় কাম-কাজ ( Managerial functions )ঃ** এখন বিভাগৰ পৰিচালনা সম্পৰ্কীয় কাম-কাজসমূহ আন বিভাগৰ ( Department ) কাম-কাজৰ সৈতে একে নহবও পাৰে। বিভিন্ন পৰিচালনা বিভাগৰ মাজত পাৰস্পৰিক সম্পৰ্ক সৰ্বাধিক উন্নত কৰিবলৈ গঠন প্ৰণালী এনে হ'ব লাগে যাতে ইয়াৰদ্বাৰা সংগঠনৰ মূল উদ্দেশ্যসমূহ তলতীয়া ( Subordinates ) কৰ্মচাৰীসকলে সাধন কৰিব পাৰে।

(৫) **সামাজিক প্ৰয়োজনসমূহ (Social needds)ঃ** ব্যক্তিসকলৰ সামাজিক প্ৰয়োজনসমূহ যেনেঃ—স্থান ( status ), স্বীকৃতি, আত্মীয় ভাৱ, স্বকীয় প্ৰতিভা বিকাশৰ সুযোগ আদি লাভ কৰিবৰ কাৰণে তেওঁলোকক সমাজত যথাযথ গুৰুত্ব ( weight ) দিব লাগে। এখন সংগঠনৰ গঠন প্ৰক্ৰিয়াই ব্যক্তিসকলৰ এই সামাজিক প্ৰয়োজনীয়তাসমূহ কেতিয়াও নুই কৰিব নোৱাৰে।



(৬) **আকাৰ আৰু কাৰ্য্যক্ষেত্ৰ ( Size and scope )ঃ** এখন ব্যৱসায় প্ৰতিষ্ঠান যিমানেই সৰু আকাৰৰ হয় সিমানেই কৰ্মচাৰীসকলৰ সম্পৰ্ক অনিয়মিত ( Informal ) হোৱা দেখা যায়; কিন্তু এখন বৃহৎ আকাৰৰ সংগঠনত ইয়াৰ ঠিক বিপৰীতহে দেখা যায়। গতিকে এখন সংগঠনৰ আকৃতি আৰু কাৰ্য্য-ক্ষেত্ৰই ইয়াৰ গঠন প্ৰক্ৰিয়াৰ ওপৰত বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰে।

(৭) **কৌশলৰ সীমাৱদ্ধতা ( Skill Limitation )ঃ** এখন সংগঠনৰ ভিন্ ভিন্ কৰ্মচাৰীৰ কৌশল আৰু সামৰ্থ্যও ভিন্ ভিন্। এই ব্যক্তিগত সামৰ্থ্যৰ পাৰ্থক্যৰ ভিত্তিত তেওঁলোকক আৰোপ কৰিবলগীয়া কাৰ্য্যাভাৰৰ সীমা নিৰ্ধাৰণ কৰা হয়। সেই গতিকে মানুহৰ কৌশল আৰু সামৰ্থ্যৰ সীমাবদ্ধতাৰ ওপৰত নিৰ্ভৰ কৰি সংগঠনৰ গঠন প্ৰক্ৰিয়াৰো সমন্বয় কৰিবলগীয়া হয়।

সেই গতিকে সংগঠনৰ গঠন প্ৰক্ৰিয়া সদায় ব্যৱসায়ৰ আৱশ্যকতাৰ ওপৰত নিৰ্ভৰ কৰে। ব্যৱসায়ৰ প্ৰয়োজনীয়তাৰ ( needs ) সৈতে ইয়াৰ গঠন প্ৰক্ৰিয়াক পৰস্পৰ সম্বন্ধযুক্ত কৰিবলৈ ড্ৰাকাৰে (Drucker) তিনি প্ৰকাৰৰ বিশ্লেষণ ( analysis ) আগবঢ়াইছে। যেনেঃ— কাৰ্য্য-কলাপৰ বিশ্লেষণ ( activities analysis ), সিদ্ধান্ত বিশ্লেষণ ( decision analysis ), সম্পৰ্ক বিশ্লেষণ ( relation analysis )। এখন সংগঠনে কেনে ধৰণৰ গঠন প্ৰক্ৰিয়া বিচাৰে এইবিলাক বিশ্লেষণৰ-দ্বাৰা সেই কথা জানিব পাৰি।

কাৰ্য্য-কলাপ বিশ্লেষণৰদ্বাৰা ব্যৱসায়ৰ মূল কাৰ্য্য-কলাপৰ বিষয়ে জ্ঞান আহৰণ কৰিব পাৰি। এই কাৰ্য্য-কলাপসমূহেই ব্যৱসায়ৰ অন্তঃস্থল আৰু অন্যান্য সকলো কাৰ্য্য-কলাপ ইয়াৰ ওপৰত ভিত্তি কৰি চলি থাকে। উদাহৰণস্বৰূপে এটা কাগজৰ শিল্পত ( Pulp and paper manufacturing industry ) বন পৰিচালনা কাৰ্য্যও ( Long range

forest management ) ইয়াৰ মৌলিক কাৰ্য্য-কলাপৰ অন্তঃস্থল হ'ব পাৰে।

সিদ্ধান্ত বিশ্লেষণৰ দ্বাৰা ( decisions analysis ) পৰিচালকসকলৰ আৱশ্যকীয় সিদ্ধান্তসমূহৰ চৰিত্ৰ ( nature ), কি কি ক্ষেত্ৰত সিদ্ধান্ত ল'ব লাগে, সেইবোৰৰ দীৰ্ঘম্যাদী প্ৰভাৱ (Long-run impact) আৰু দ্বিতীয় বোজা ( financial burden ) আদি অধ্যয়ন কৰা হয়। সংগঠনৰ গঠন প্ৰক্ৰিয়াৰ সীমা ( Levels of the organisation structure ) নিৰ্ধাৰণ কৰিবৰ কাৰণে এনে ধৰণৰ বিশ্লেষণৰ প্ৰয়োজন হয়।

সম্পৰ্ক বিশ্লেষণৰ ( Relation Analysis ) দ্বাৰা এখন সংগঠনত প্ৰয়োজনীয় বিভিন্ন শ্ৰেণীৰ পাৰস্পৰিক সম্পৰ্কৰ বিষয়ে নিৰীক্ষণ কৰা হয়। এই ধৰণৰ সম্পৰ্কবিলাক শীৰ্ষকোণীয়া ( vertical ), একাষৰীয়া ( Lateral ) আৰু চতুৰ্ভুজী (Diagonal) হ'ব পাৰে। গঠন প্ৰক্ৰিয়াৰ এনে সম্পৰ্কবিলাক পৰিষ্কাৰভাবে উল্লেখ কৰা থাকিলে সুকলমে কাম-কাজ আদি সম্পাদন কৰাত কোনো মতানৈক্য হোৱাৰ আশংকা নাথাকে। সেই গতিকে সম্পৰ্ক বিশ্লেষণ কাৰ্য্যৰ ভিতৰত বহুতো ভিন্নমুখী কাৰ্য্য-কলাপ অন্তৰ্ভুক্ত হৈ আছে। এই বিলাক সম্পৰ্ক শীৰ্ষ-কোণীয়া, একাষৰীয়া আৰু চতুৰ্ভুজী হ'ব পাৰে। গঠন প্ৰক্ৰিয়াই এই কথা মন কৰিব লাগে যাতে ব্যৱসায়ৰ দক্ষতা বৃদ্ধি কৰাৰ ক্ষেত্ৰত এই ধৰণৰ জটিলতাৰ সম্পৰ্কসমূহে বৰঙণি যোগাব পাৰে।

এই সম্পৰ্কসমূহৰ বাবেও গঠন প্ৰক্ৰিয়াই প্ৰতিনিধিত্ব (delegation), নিয়ন্ত্ৰণৰ কাল ( Span of Control ), কেন্দ্ৰীভূতকৰণ ( centralisation ), বিকেন্দ্ৰীকৰণ ( Decentralisation ), নিয়মিত আৰু অনিয়মিত সম্পৰ্কও ( formal and informal relationship ) বাদ দিব নোৱাৰে।

সেয়েহে ব্যৱসায়ৰ দক্ষতা আৰু সুস্থ গঠন প্ৰক্ৰিয়া স্থাপন কৰিবৰ কাৰণে পৰিচালনাৰ দৰ্শনত ( Philosophy of management ) বিভিন্ন ধৰণৰ উপাদান অন্তৰ্ভুক্ত হৈ আছে। এখন কাৰখানাৰ গঠন প্ৰক্ৰিয়াৰ ( organisation structure ) এটা চমু উদাহৰণ সিপিঠিত দাঙি ধৰা হ'ল।



**সাংগঠনিক সম্পৰ্কৰ প্ৰকাৰ ( Organisational Relationship )** ঃ—এখন সংগঠনত বিভিন্ন প্ৰকাৰৰ সম্পৰ্ক থাকিব পাৰে। সংগঠনৰ গঠন প্ৰক্ৰিয়াৰ কাম কাজ সম্পৰ্কে সঠিক আভাস ল'বলৈ হলে এই সাংগঠনিক সম্পৰ্কসমূহৰ বিষয়ে সবিশেষ জ্ঞান থকা দৰকাৰ।

(১) **প্ৰত্যক্ষ ( Direct )** ঃ—উৰ্ধ্বতন বিষয়া ( Superior ) আৰু নিম্ন শ্ৰেণীৰ বিষয়াৰ মাজৰ পাৰস্পৰিক সম্পৰ্কই হৈছে প্ৰত্যক্ষ সম্পৰ্ক ( Direct Relationship )। এই সম্পৰ্ক দুটা পদ্ধতিত স্থাপন কৰা হয়। প্ৰথমতে, এজন উচ্চ ক্ষমতাপ্ৰাপ্ত বিষয়াই তেওঁৰ অধীনত থকা বিষয়াসকলক তেওঁলোকৰ কৰ্তব্য আৰু দায়িত্ববিলাক অৰ্পণ কৰি দিয়ে আৰু এই নিম্ন বৰ্গৰ বিষয়াসকলে তেওঁলোকৰ কৰ্তব্য সম্পাদনৰ বিষয়ে উচ্চতম বিষয়াজনক হিচাপ-নিকাচ দিবলগীয়া হয়। দ্বিতীয়তে, যেতিয়া কৰ্তব্য আৰু দায়িত্ব অৰ্পণ কৰা হয় তেতিয়া সেই নিম্নতম বিষয়াসকলক সংশ্লিষ্ট কামবোৰৰ ক্ষমতাৰ প্ৰতিনিধিত্ব ( delegation of authority ) দিয়াও বুজায়। পৰিচালক ( manager ) আৰু উপ-পৰিচালক ( Deputy manager ), মুখ্য হিচাপ ৰক্ষক ( Chief accountant ) আৰু সহকাৰী হিচাপৰক্ষক ( assistant accountant ), কাৰিকৰ ( foreman ) আৰু শ্ৰমিকৰ মাজৰ সম্পৰ্কবিলাক এনে ধৰণৰ প্ৰত্যক্ষ সম্পৰ্কৰ উদাহৰণ। লাইন সংগঠনে ( Line organisation ) বিষয়াৰ মাজত প্ৰত্যক্ষ সম্পৰ্ক স্থাপন কৰে।

(২) **একাষৰীয়া ( Lateral )** ঃ—একেধৰণৰ ক্ষমতা আৰু দায়িত্বত থকা দুজন সমপৰ্যায়ৰ প্ৰশাসনীয় বিষয়াৰ মাজৰ কাৰ্য্যকৰী সম্পৰ্কক একাষৰীয়া সম্পৰ্ক বোলে। দুজন উপ-পৰিচালক অথবা ক্ৰয়, বিক্ৰয় আদি বিভিন্ন বিভাগীয় পৰিচালকৰ মাজৰ সম্পৰ্কক একাষৰীয়া সম্পৰ্ক বুলিব পাৰি। এনে ধৰণৰ প্ৰশাসন বিষয়াসকলে তেওঁলোকৰ নিজ নিজ বিভাগৰ কাৰ্য-কলাপৰ দায়িত্বত থাকে, কিন্তু তেওঁলোক আন কোনো বিভাগৰ প্ৰশাসন বিষয়াৰ তলতীয়া নহয়। প্ৰশাসনৰ সুস্থ পৰিচালনা, কাৰ্য্যফল আদি তেওঁলোকৰ মাজত সহযোগ আৰু সমন্বয়ৰ ওপৰত নিৰ্ভৰ কৰে। এইটো অনিয়মিত সম্পৰ্কৰ ( Informal Relationship ) এটা উদাহৰণ আৰু ইয়াক 'অথালি পথালি সম্পৰ্ক' বুলিও ( cross-wise relationship ) কোৱা হয়। এনে ধৰণৰ সম্পৰ্কই যদিও দ্ৰুত যোগাযোগৰ পথ উলিয়াই দিয়ে, তথাপিতো ই জটিল পৰিস্থিতিৰ সৃষ্টি কৰিব পাৰে, এনে পৰিস্থিতিক দ্ৰাক্ষালতা ( grapevine ) বুলিও কোৱা হয়। এনে পৰিস্থিতিয়ে নিয়মিত সংগঠনৰ ( formal organisation ) আবিষ্কাৰ কৰে।



(৩) **কাৰ্য্যকৰী (Functional)** ঃ—সংগঠনৰ বিভিন্ন কাৰ্য্যকলাপৰ বিশেষ জ্ঞান থকা প্ৰশাসন বিষয়াসকলৰ যোগেদি এই প্ৰকাৰৰ কাৰ্য্যকৰী সম্পৰ্ক প্ৰতিষ্ঠা কৰা হয়। এনে বিশিষ্ট প্ৰশাসন বিষয়াসকলে শ্ৰেণীযুক্ত নীতি ( Second policy ) নিৰ্ধাৰণ কৰাত সহায় কৰে, সংগঠনৰ যি কোনো পৰ্য্যায়ত বিশেষীকৰণ সম্পৰ্কত ( Specialisation ) উপযুক্ত উপদেশ আগবঢ়াব পাৰে। উদাহৰণস্বৰূপে, এজন নিয়োগ পৰিচালকে ( Personnel Manager ) নিয়োগ নীতি নিৰ্ধাৰণ কৰিবৰ সময়ত কাৰ্য্যকৰী সম্পৰ্ক বজাই ৰাখে। তেওঁ নিয়োগ নীতি নিৰ্ধাৰণ কৰোঁতে তেওঁৰ বিভাগীয় সহকৰ্মীক আৰু নিম্ন খাপৰ কৰ্মচাৰীসকলকো আৱশ্যকীয় উপদেশ আদি দি থাকে। তদুপৰি সংগঠনৰ বিভিন্ন পৰ্য্যায়ত সঠিক পদ্ধতিত সেই নীতিসমূহ কাৰ্য্যকৰী কৰাৰ কাৰণে তেওঁ সম্পূৰ্ণভাবে দায়ী থাকিব। মুখ্য হিচাপৰক্ষক, আইন বিষয়া ( Law officer ), বিজ্ঞাপন পৰিচালক সকলেও ( Publicity manager এনে ধৰণৰ কাৰ্য্যকৰী ব্যৱস্থা স্থাপন কৰিব পাৰে।

(৪) **কৰ্মচাৰী ( Staff )** ঃ—এজন প্ৰশাসন বিষয়াৰ লগত এজন ব্যক্তিগত সহায়ক ( Personal Assistant ) নিয়োগ কৰিলে এনে ধৰণৰ সম্পৰ্ক স্থাপন হয়। তেওঁৰ নিযুক্তিৰ চৰ্ত আৰু ম্যাদ সাধাৰণ বা বিশেষ ৰকমৰ হ'ব পাৰে ; কিন্তু তেওঁৰ দায়িত্বসমূহ সম্পূৰ্ণ স্পষ্ট ভাবে উল্লেখ কৰা থাকে। তেওঁৰ কোনো ক্ষমতা ( Authority ) নাথাকে। প্ৰকৃত অৰ্থত ক'বলৈ গ'লে কৰ্মচাৰীজনে যিজনে প্ৰশাসন বিষয়াক সেৱা আগবঢ়ায় সেই বিষয়াজনৰ ব্যক্তিত্বৰ সম্প্ৰসাৰণেই হ'ল এনে ধৰণৰ সম্পৰ্ক।

এই চাৰি বিধৰ সম্পৰ্কৰ ভিতৰত প্ৰত্যক্ষ আৰু একাষৰীয়া সম্পৰ্কই সংগঠনৰ গঠন প্ৰণালীৰ মূল উৎস স্থাপন কৰে। প্ৰত্যক্ষ সম্পৰ্কবিলাক সদায় শীৰ্ষকোণীয়া ( vertical ) আৰু একাষৰীয়া সম্পৰ্কবিলাক সদায় সমান্তৰাল ( Horizontal )। কৰ্মচাৰীৰ সম্পৰ্ক সদায়েই প্ৰত্যক্ষভাৱে উৰ্ধ্বতম বিষয়াৰ তলত থাকে। সিপিঠিত দিয়া চিত্ৰৰপৰা বিভিন্ন ধৰণৰ সম্পৰ্কসমূহ ( relationship ) সহজেই বুজিব পাৰি।





**নিয়মিত আৰু অনিয়মিত সংগঠন ( Formal and Informal Organisation ) :** প্ৰকৃত অৰ্থত সংগঠনে সম্পৰ্ক আদিহে বুজায়—যেনে, বিভিন্ন মানুহ, কাম, বিভাগ আদিৰ সম্পৰ্ক। এখন সংগঠনৰ গঠন প্ৰক্ৰিয়াত কৰ্মচাৰীসকলৰ স্থানৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা সম্পৰ্ক (১) নিয়মীয়া আৰু (২) অনিয়মীয়া হ'ব পাৰে।

(১) **নিয়মিত সংগঠন ( Formal Organisation ) :** কৰ্তব্য, ক্ষমতা আৰু দায়িত্বৰ স্পষ্ট সংজ্ঞাৰপৰা এনে সংগঠনৰ উৎপত্তি হয়। সংগঠন চিত্ৰত ( Organisation Chart ) কৰ্মচাৰীৰ স্থান আদিৰ কাৰ্য্যালয় সম্পৰ্কীয় ( Official relationship ) সম্পৰ্কক নিয়ামিত সংগঠন ( Formal Organisation ) বুলিব পাৰি। নিয়মিত সংগঠনৰ সুবিধা এয়েই যে এনে সংগঠনে ব্যক্তি সমষ্টিৰ বা সন্থাৰ কাৰ্য্য-কলাপৰ এটা সীমা বান্ধি দিয়ে। ইয়াত আদেশ আৰু বাধ্যতা আদি কোনো বিশেষ নীতিৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠে, আৰু দুজন বা ততোধিক ব্যক্তিৰ কাৰ্য্যসমূহৰ সচেতনভাৱে সমন্বয় সৃষ্টি কৰা হয় যাতে ইয়াৰ দ্বাৰা সংগঠনৰ সমূহীয়া উদ্দেশ্যও সাধন হয়। সেয়েহে স্বতন্ত্ৰতাৰ সীমা বান্ধি দিয়াৰ ফলত কামৰ স্বাধীনতা ( Freedom of work ) স্থাপন কৰা হয়। গতিকে ইয়াৰ ফলস্বৰূপে কৰ্তব্য আৰু দায়িত্ব অমান্য কৰাৰ কোনো সম্ভাৱনা নাথাকে ; কিন্তু নিয়মিত সংগঠনো সম্পূৰ্ণ দোষমুক্ত নহয়। নিয়মিত সংগঠন স্থাপন হ'বৰ কাৰণে কেইটিমান চৰ্ত পূৰণ হ'ব লাগে। যেনে—কৰ্মচাৰীসকলে যদি ইজনে সিজনৰ লগত যোগাযোগ সাধন কৰিবপৰা অৱস্থাত থাক, তেওঁলোকৰ যদি কামৰ প্ৰতি স্পৃহা থাকে আৰু সংগঠনৰ সমূহীয়া উদ্দেশ্যক তেওঁলোকে যদি প্ৰধান কাৰ্য্য বুলি ভাবে ; কিন্তু এনেবিলাক চৰ্তপূৰণ হোৱা সাধাৰণতে খুব কমহে দেখা যায়। ইয়াৰ উপৰিও নিয়মিত সংগঠন বা সম্পৰ্ক কমবেছি পৰিমাণে এটা যান্ত্ৰিক সম্পৰ্কৰ দৰে।



(২) **অনিয়মিত সংগঠন ( Informal Organisation ) :** অনিয়মিত সংগঠন মানে কোনো নিৰ্দিষ্ট কাৰ্য্য-কলাপৰ ব্যাখ্যা নোহোৱাকৈ নিয়মিত সংগঠনৰ উপৰিও যি সংগঠনে পদ্ধতি নিৰ্ধাৰণ আৰু নিয়ন্ত্ৰণ কৰে। এইটো এটা বেচৰকাৰী ( non-official ) সম্পৰ্ক যাক সংগঠন চিত্ৰত দেখুওৱা নহয়। বিশেষকৈ ব্যক্তিগত আবেগ ( emotions ), ইচ্ছা ( interests ) আৰু অনুভূতিৰ যোগেদি অনিয়মিত সংগঠনৰ সুবিধা এয়েই যে সমূহীয়া উদ্দেশ্য সাধনৰ অৰ্থে ই পৰস্পৰ সহযোগ, সামাজিক প্ৰয়োজন আৰু ব্যক্তিগত সন্তুষ্টিৰ নিশ্চয়তা দিয়ে। সাধাৰণতে দেখা যায় যে, ব্যক্তিগত ভাবধাৰা আদি নিয়মিত সংগঠনৰ সমূহীয়া অৰ্থৰ সৈতে একে নহয় আৰু ইয়াৰ ফলত অনিয়মিত সংগঠন বা সম্পৰ্কৰ সৃষ্টি হয়। বন্ধুত্ব, আত্মীয়তা আৰু অন্যান্য যিবিলাক ব্যক্তিগত সম্পৰ্কৰদ্বাৰা কোনো ব্যক্তিসমূহৰ সন্থা বা সমষ্টিৰ সৃষ্টি হয় তেনেবিলাক অৱস্থাৰ ওপৰত ভিত্তি কৰি অনিয়মিত সংগঠন গঢ়ি উঠে।

যেতিয়া এজন কাৰিকৰে ( foreman ) অন্য এটা শাখাৰ কাৰিকৰ জনক কোনো সামগ্ৰী অতি সোনকালে যোগান ধৰিবৰ কাৰণে অনুৰোধ কৰে তেতিয়া ইয়াক অনিয়মিত সম্পৰ্ক বোলে, কিয়নো প্ৰকৃততে তেওঁ গুদাম ৰখীয়াজনক ( Store keeper ) এই বিষয়ে অনুৰোধ কৰিব পাৰিলেহেঁতেন। ঠিক সেইদৰে যদি এজন প্ৰশাসন বিষয়াই অন্য এজন বিষয়াৰ দায়িত্বত থকা কোনো সমস্যা তেওঁ নিজে সমাধা কৰে তেতিয়া তেওঁ সম্পৰ্কত অনিয়মিত সম্পৰ্ক বোলে। আকৌ, যদি এখন প্ৰতিষ্ঠানৰ কৰ্মীসকলে প্ৰয়োজনীয় উপদেশ আদি ল'বৰ কাৰণে সাধাৰণ পৰিচালকৰ পৰিবৰ্তে উপ পৰিচালকৰ কাষ চাপে, তেতিয়া তেনে সম্পৰ্কক অনিয়মিত সম্পৰ্ক বোলে। নিয়মিত সম্পৰ্কৰ লগে লগে অনিয়মিত সম্পৰ্কও ক্ৰমান্বয়ে গঢ়ি উঠে আৰু কোনোটোৱেই

আনটোতকৈ কম প্ৰয়োজনীয় নহয় ; কিন্তু যদি অনিয়মিত সম্পৰ্কৰ এই মিলা-প্ৰীতিৰ ঠাইত মতানৈক্য আৰু সংঘাতৰ সৃষ্টি হয়, তেনেহলে সংগঠনৰ কাম-কাজসমূহ সুস্থভাৱে সম্পন্ন কৰিব নোৱাৰি।

এজন পৰিচালকে এই অনিয়মিত সম্পৰ্কক কামত প্ৰয়োগ কৰিব লাগে আৰু ইয়াৰ ফলস্বৰূপে উচ্চ মনোভাৱ ( high morale ) আৰু দলগত সংহতিৰ ( team spirit ) ভাব কৰ্মচাৰীসকলৰ মাজত গঢ়ি উঠে ; কিন্তু অনিয়মিত সম্পৰ্কৰ দোষ হ'ল এয়ে যে এনে সম্পৰ্কই কাম-কাজ আদি দক্ষতাৰে সম্পাদন কৰাত সহায় কৰিব পাৰে বা বাধাও জন্মাব পাৰে। অনিয়মিত সংগঠনক স্বীকৃতি নিদিয়াকৈ আৰু ইয়াৰ যুক্তিযুক্ত ব্যৱহাৰ নকৰাকৈ কোনো পৰিচালনাই কাৰ্য্যকৰী আৰু দ্ৰুত হ'ব নোৱাৰে। অনিয়মিত সংগঠনে সম্পাদন কৰা কাম-কাজসমূহ তলত উল্লেখ কৰা হ'ল ঃ

(ক) যোগাযোগ সাধনত গুৰুত্বসহকাৰে কাম কৰা।

(খ) সামাজিক প্ৰয়োজন আৰু সন্তুষ্টিৰ কাৰণে দল গঠন কৰা ( to form groups )।

(গ) স্বভাৱ-চৰিত্ৰৰ এটা নিৰ্দিষ্ট মান বজাই ৰখা ( to enforce and maintain certain standards of conduct )।

(ঘ) কৰ্মজ্ঞান আহৰণ কৰি কৰ্মচাৰীসকলক প্ৰশিক্ষণ দিয়া।

**পৰিচালনা সংজ্ঞা ( Management Definition )** ঃ পৰিচালনাৰ সংজ্ঞাটো এটা কাৰ্য্যকৰী সংজ্ঞা ( functional concept )। ইয়াৰ অৰ্থ খুব বহল আৰু সুদূৰ প্ৰসাৰী। সেয়েহে কম কথাত থূলমূলকৈ ইয়াৰ সংজ্ঞা দিয়াটো জটিল হৈ পৰে। যি কি নহওক, পৰিচালনাৰ সংজ্ঞাৰ এটা পটভূমি ( back ground ) অধ্যয়ন কৰিবলৈ হ'লে এই সম্পৰ্কে কেইজনমান অভিজ্ঞ পণ্ডিতে আগবঢ়োৱা সংজ্ঞা জনাটো দৰকাৰ। কেইটামান সংজ্ঞা সিপিঠিত দিয়া হ'ল।



এলমূৰ পিটাৰছন্ ( Elmore Peterson ) আৰু গ্ৰছ্‌ভেনৰ প্লমেনৰ ( Grosvenor Plowman ) মতে পৰিচালনাৰ অৰ্থ হ'ল কোনো নিৰ্দিষ্ট ব্যক্তিসমষ্টিৰ উদ্দেশ্য আদি নিৰ্ধাৰণ, স্পষ্টিকৰণ আৰু কাৰ্য্যকৰী কৰাৰ এটা কৌশল ( technique )।

সমাজ বিজ্ঞানৰ বিশ্বকোষ ( Encyclopaedia of Social Sciences ) অনুসৰি, কোনো এটা নিৰ্দিষ্ট উদ্দেশ্য কাৰ্য্যকৰী কৰা আৰু পৰিদৰ্শন কৰাৰ এটা পদ্ধতি ( Process )।

ৰালফ্ ডেভিছৰ মতে ( Ralph C. Davis ) পৰিচালনা মানে যি কোনো ক্ষেত্ৰত কাৰ্য্যকৰী নেতৃত্বৰ ( executive Leadership ) কাম বিলাক।

ডি. এছ. কিম্বালৰ ( D. S. Kimball ) মতে প্ৰতিষ্ঠানক উদ্‌গণি যোগোৱা, বিত্ত যোগান, সকলোবিলাক প্ৰধান নীতিসমূহ ( policies ) নিৰ্ধাৰণ, আৱশ্যকীয় সা-সৰঞ্জাম সংগ্ৰহ কৰা, সংগঠনৰ গঠন প্ৰণালীৰ দক্ষতা বৃদ্ধি কৰা আৰু মুখ্য বিষয়াসকলক নিৰ্বাচন কৰাৰ কাম আৰু কৰ্তব্যই হৈছে পৰিচালনা।

অধ্যাপক জন এফ্ মিৰ (prof. John F. Mee) মতে নিয়োগকৰ্তা আৰু কৰ্মচাৰীৰ সৰ্বাধিক উন্নতি আৰু সুখ অৰ্জনৰ বাবে আৰু জনসাধাৰণক যথাসাধ্য সেৱা আগবঢ়াবৰ কাৰণে আটাইতকৈ কম প্ৰচেষ্টাত সৰ্বাধিক ফল লাভ কৰাৰ কৌশলটোৱেই হ'ল পৰিচালনা।

উপৰোক্ত সংজ্ঞাবিলাকৰপৰা এইটো স্পষ্ট বুজিব পাৰি যে পৰিকল্পনা, নীতি আৰু উদ্দেশ্য নিৰ্ধাৰণ, মানুহ, মূলধন সংগ্ৰহ, কেঁচামাল আৰু যন্ত্ৰ-পাতি আহৰণ ইত্যাদি বিভিন্ন কাম-কাজৰ যোগফলেই হ'ল পৰিচালনা। পৰিচালনাই এই সকলোবিলাক কামত গতিশক্তি প্ৰয়োগ কৰে আৰু আকাংক্ষিত কাম-কাজৰ সম্পাদনৰ কাৰণে কৰ্মচাৰীসকলক বাস্তৱিকতে উদ্‌গণি ( incentive ) যোগায় আৰু কৰ্মচাৰীসকলক মানসিক সন্তুষ্টি প্ৰদান কৰে।

**পৰিচালনাৰ প্ৰয়োজনীয়তা ( Importance of Mamagement ) :**—পৰিচালনাৰ প্ৰয়োজনীয়তা এইখিনিতে নিহিত হৈ আছে যে—পৰিচালনাই বিভিন্ন উপাদান আৰু মানুহৰ কাৰ্য্যক্ষমতাৰ সংযোগ সাধন কৰি ; কৰ্তব্য, দায়িত্ব, নেতৃত্ব, নিয়ন্ত্ৰণৰ বিতৰণ কৰি এটা সংগঠনক সম্পূৰ্ণ কৰি তোলে। সেয়েহে পৰিচালনা হৈছে মানুহৰ কাৰ্য্য-কলাপ নিয়ন্ত্ৰণ কৰাৰ এটা কৌশল আৰু কলা ( art )। পৰিচালনাৰ প্ৰয়োজনীয়তা তলত দিয়াৰ দৰে উল্লেখ কৰিব পাৰি।

(১) সুস্থ পৰিচালনাই সংগঠনক জীৱন্ত শক্তি ( Life giving force ) দান কৰি ভাল ব্যৱসায় প্ৰতিষ্ঠান হিচাপে গঢ়ি তোলে।

(২) এটা ব্যৱসায়ত সাতোটা উপাদান আছে, যেনে, মানুহ, কেঁচামাল, মুদ্ৰা, যন্ত্ৰ, পদ্ধতি, বজাৰ আৰু পৰিচালনা। এই আটাইবোৰ উপাদানৰ শীৰ্ষত সদায় পৰিচালনাই কাম কৰে। পৰিচালনাই ব্যৱসায়ৰ অন্যান্য সকলোবিলাক উপাদানক নিয়ন্ত্ৰণ কৰে।

(৩) যিদৰে কোনো এক উদ্দেশ্য সাধনৰ কাৰণে মানুহৰ মনটোৱে সমগ্ৰ মানৱদেহক নিয়ন্ত্ৰণ কৰে ঠিক সেইদৰে পৰিচালনাই সমগ্ৰ সংগঠনক নিয়ন্ত্ৰণ কৰে।

(৪) কোনো কামৰ সুস্থ সম্পাদনৰ কাৰণে পৰিচালনাই সংগঠনক নতুন ভাবধাৰা, দৃষ্টি ( vision ) প্ৰদান কৰে।

(৫) এটা সুস্থ পৰিচালনাই কৰ্মচাৰীসকলক আৱশ্যকীয় আহিলাপাতিৰ যোগান ধৰে, কৰ্মবিৰতিৰ ( leisure ) ব্যৱস্থা কৰে আৰু কৰ্মীসকলৰ জীৱন নিৰ্বাহৰ মানদণ্ড বৃদ্ধি কৰে।

(৬) এটা সুস্থ পৰিচালনা সদায় নেতৃত্বৰ কাৰ্য্য-ক্ষেত্ৰৰ পৰিধিৰ ওপৰত নিৰ্ভৰ কৰে। সেয়েহে কোনো এটা সৰ্বোৎকৃষ্টভাবে সম্পাদন কৰাৰ ক্ষেত্ৰত পৰিচালনাই আহিলা ( tool ) হিচাপে কাম কৰে আৰু উৎপাদন ব্যয় কমাই সৰ্বমুঠ উৎপাদন বৃদ্ধি কৰে।



(৭) এটা সুস্থ পৰিচালনাই ব্যৱসায়ত সংগঠনৰ মূলনীতি (Principles of Organisation ) প্ৰয়োগ কৰে আৰু প্ৰশাসনীয় নেতৃত্বৰ কাৰণে উপযুক্ত ব্যক্তি তৈয়াৰ কৰে। পৰিচালনাই ইয়াৰ উপৰিও উদ্দেশ্য আৰু উপায়, কাৰ্য্যক্ৰম আৰু ফলাফলৰ মাজত ভাৰসাম্য ( equilibrium ) বজাই ৰাখে।

(৮) মিশ্ৰ অৰ্থনীতিত ( mixed economy ) পৰিচালনা হ'ল এটা অতি ক্ষমতাসম্পন্ন উপাদান। পৰিচালনাই মিশ্ৰ অৰ্থনীতিত এখন দেশৰ সৰ্বমুঠ উৎপাদন বৃদ্ধি কৰি উৎপাদন ব্যয় পাৰ্য্যমানে কমাই দেশৰ অৰ্থনীতিৰ সামগ্ৰিক দক্ষতা বৃদ্ধি কৰাত সহায় কৰে।

(৯) পৰিচালনাই কাম-কাজৰ বিভিন্ন দিশত বিশেষভাবে মনোযোগ দি সেই বিলাকৰ কেৰোণসমূহ দূৰ কৰে। ইয়াৰ উপৰিও আটাতকৈ কম প্ৰচেষ্টাত সৰ্বাধিক সুফল লাভ কৰাত পৰিচালনাই বিশেষ ভূমিকা গ্ৰহণ কৰে। ইয়াৰ ফলস্বৰূপে পৰিচালনাই সংগঠনত এটা দলগত সংহতিৰ ( team spirit ) মনোভাব সৃষ্টি কৰে।

(১০) ব্যৱসায়ৰ সমস্যা আদি সমাধান কৰাৰ ক্ষেত্ৰত পৰিচালনাই সংগঠনৰ বন্ধু, দাৰ্শনিক আৰু পথ প্ৰদৰ্শক হিচাপে ( friend, philosopher and guide ) কাম কৰে। ব্যৱসায়ৰ সমস্যা আদি সমাধান কৰোঁতে সিদ্ধান্ত গ্ৰহণকাৰীৰূপে ( decision maker ) পৰিচালনাই শৃংখলাবদ্ধতা আৰু বিজ্ঞানসম্মত দৃষ্টিভংগীৰ সংযোজন ঘটায়।

(১১) সমাজ এখনত সুস্থ পৰিচালনাৰ প্ৰভাৱ সদায়েই সুদূৰ-প্ৰসাৰী। ব্যৱসায় হৈছে সমাজৰ সম্পদ সৃষ্টিকাৰী উপাদান। পৰিচালনাই ব্যৱসায়ৰ এই শক্তি সদায় স্থিৰভাৱে বজাই ৰাখিবলৈ বিচাৰে। ইয়াৰ বাদেও পৰিচালনাই ব্যৱসায়ৰ লাভৰ পৰিমাণ ক্ৰমান্বয়ে বৃদ্ধি কৰি ব্যৱসায়ৰ সম্পদ ( Resources ) বঢ়োৱাত সহায় কৰে।

উপৰোক্ত আলোচনাখিনিৰপৰা বুজা যায় যে, এখন সংগঠন-

শিক্ষামূলক, ধৰ্মীয় বা ব্যৱসায়িক যি কোনো ৰকমৰেই নহওক, সুস্থ পৰিচালনা এই বিলাকৰ কাৰণে অতি অপৰিহাৰ্য্য উপাদান। সুস্থ পৰিচালনা নহ'লে যি কোনো প্ৰতিষ্ঠানেই বালিৰে সজা ঘৰৰ দৰে। কিয়নো, সুস্থ পৰিচালনা নোহোৱাকৈ কোনো এটা সংগঠন বেছি দিন তিষ্ঠি থাকিব নোৱাৰে। সেয়েহে আমি ক'ব পাৰোঁ যে সংগঠন আদিৰ সুস্থ পৰিচালনাৰ ওপৰত বৰ্তমানৰ সমাজৰ কল্যাণাদি বহুল পৰিমাণে নিৰ্ভৰ কৰে।

সুস্থ পৰিচালনা সম্পৰ্কে অধ্যাপক ভি, এল, শ্ৰীবাস্তৱে ( Prof V.L. Srivastava ) কৈছে যে ঃ

"destined to play its decisive role in the world of to day, where technological advances are making possible the use of resources on a scale never before known to humanity which is on the road of a global struggle surrounded by atomic and nuclear and diabolical weapons ; and where the intellectual qualifications, which raise men above been more assiduously exercised than in perfecting the art of war."

**পৰিচালনাৰ মূলনীতি ( Principles of Management ) ঃ** পৰিচালনাৰ মূলনীতি আদি সদায়েই পৰিবৰ্তনশীল। এই মূলনীতিসমূহ কি পৰিমাণে পৰিবৰ্তন হ'ব সেই কথা নিৰ্ভৰ কৰে প্ৰতিষ্ঠানটো কেনেকুৱা পাৰিপাৰ্শ্বিক অৱস্থাত পৰিচালিত হৈছে তাৰ ওপৰত। বৰ্তমানৰ পৰিচালনাৰ পিতা ( father of modern management )

* Industrial Management and Business Administration (1965) P. 21.



ফৰাছী শিল্পপতি হেন্ৰী ফেয়লে ( Henri Fayol ) আগবঢ়োৱা পৰিচালনাৰ মূলনীতিসমূহ তলত আলোচনা কৰা হ'ল।

(১) **কৰ্ম বিভাজন ( Division of work ) ঃ** এই নীতিয়ে বিশেষীকৰণৰ ( Specialisation ) সৃষ্টি কৰে। বৰ্তমান যিবিলাক শিল্প প্ৰতিষ্ঠানত বৃহদাকাৰৰ উৎপাদন ব্যৱস্থা প্ৰচলিত তেনেবিলাক শিল্প প্ৰতিষ্ঠানত কৰ্মী এজনৰ বিশেষীকৰণ আৰু স্পৃহা ( aptitude ) অনুযায়ী তেওঁক তেনে কামৰ দায়িত্ব অৰ্পণ কৰা হয়। এই নীতি কাৰিকৰী আৰু সাধাৰণ কাম-কাজতো প্ৰয়োগ কৰিব পাৰি। এই নীতিৰ সুবিধাসমূহ সাৰ্বজনীনভাৱে অনুমোদিত হৈছে যদিও ইয়াৰ ত্ৰুটীসমূহ দক্ষ পৰিচালনাই আৱশ্যকমতে বাদ দিব লাগিব।

(২) **কৰ্তৃত্ব আৰু দায়িত্ব (Authority and Responsibility) ঃ** এই চৰ্তসমূহ পাৰস্পৰিকভাৱে জড়িত হৈ থাকে। এজন পৰিচালকে উপযুক্ত কাম সম্পাদন কৰিবলৈ হলে তেওঁক সেই অনুযায়ী কৰ্তৃত্বও দিব লাগিব। আধুনিক পৰিচালনাত দায়িত্ববিহীন কৰ্তৃত্ব আৰু কৰ্তৃত্ববিহীন দায়িত্ব অৰ্পণ সম্পূৰ্ণৰূপে অৰ্থহীন। প্ৰতিষ্ঠানৰ উদ্দেশ্য সাধনৰ অৰ্থে এজন পৰিচালকৰ বা প্ৰশাসন বিষয়াৰ সংশ্লিষ্ট কৰ্তৃত্ব আৰু দায়িত্ব দুয়োটাৰেই আৱশ্যক, যিহেতু প্ৰয়োজনীয় কৰ্তৃত্ব নোহোৱাকৈ দায়িত্বভাৰ সম্পাদন কৰিব নোৱাৰি।

(৩) **নিয়মানুবৰ্তিতা ( Discipline ) ঃ** নিয়মানুবৰ্তিতাৰ সংজ্ঞা কম কথাৰে মত প্ৰকাশ কৰাটো খুব জটিল কাম। ব্যৱসায় প্ৰতিষ্ঠানত ব্যৱসায়াজনে বা কৰ্মচাৰীসকলে মানি চলিব লগা নিয়ম-নীতিৰ ওপৰতে নিয়মানুবৰ্তিতাৰ আৱশ্যকতা নিৰ্ভৰ কৰে। ব্যৱসায় সংগঠনত কিছুমান নীতি মানি চলাটো একোৱেই নহয় মাথোঁ নিয়মানুবৰ্তিতাকহে বুজায়। এই নীতি সংগঠনৰ সকলো ক্ষেত্ৰতে প্ৰযোজ্য। যেনে ঃ— এজন সাধাৰণ শ্ৰমিকৰপৰা আৰম্ভ কৰি উচ্চপদস্থ প্ৰশাসন বিষয়ালৈকে এই নীতি প্ৰযোজ্য। প্ৰত্যেকজন ব্যক্তিয়েই যদি নিয়মানুবৰ্তিতা মানি চলে, তেনেহলে তাত সুস্থ পৰিদৰ্শন, শ্ৰমিক, পৰিচালক আৰু যুক্তিসংগত চুক্তি আদি দক্ষতাৰে প্ৰয়োগ কৰিব পাৰি।

(৪) **কেন্দ্ৰীভূতকৰণ ( Centralisation )** ঃ তলতীয়া কৰ্মচাৰীৰ ( Subordinate ) গুৰুত্ব বৃদ্ধি কৰা মানে হ'ল বিকেন্দ্ৰীকৰণ ( decentralisation ) আৰু তলতীয়া কৰ্মচাৰীৰ প্ৰয়োজনীয়তা হ্ৰাস কৰাটোৱেই হ'ল কেন্দ্ৰীভূতকৰণ। প্ৰশাসনৰ বিভিন্ন বিভাগৰ (facalties) পৰা সৰ্বোৎকৃষ্ট ফলাফল ( maximum benefit ) আহৰণ কৰাৰ ক্ষেত্ৰত কেন্দ্ৰীভূতকৰণৰ নীতি অতি গুৰুত্বপূৰ্ণ।

(৫) **দৰমহা বা পাৰিশ্ৰমিক ( Remuneration )** ঃ কৰ্মচাৰীসকলে প্ৰতিষ্ঠানক আগবঢ়োৱা সেৱাৰ (Services) বাবদ তেওঁলোকক যি ধন দিয়া হয় তাকে দৰমহা বোলে। দৰমহা আৰু মজুৰি যদি সঠিক মতে ( fair ) দিয়া নহয়, তেনেহলে কৰ্মীসকলৰপৰা ন্যায্য কৰ্তব্যও আদায় কৰিব নোৱাৰি। সেয়েহে, কৰ্মচাৰীক দিয়া দৰ্মহা বা মজুৰি নিয়োগকৰ্তা আৰু কৰ্মচাৰীসকলৰ উভয়ৰ কাৰণে ন্যায্য ( fair ) হ'ব লাগিব।

(৬) **পোনপটীয়া সম্পৰ্ক (Scalar Chain)** ঃ এই সম্পৰ্কৰ নীতি অনুযায়ী কৰ্তৃত্বত থকা উচ্চতম বিষয়াৰপৰা আৰম্ভ কৰি নিম্নতম বিষয়াসকলৰ মাজৰ পাৰস্পৰিক সম্পৰ্ক স্থাপন কৰাটোকে বুজায়। যোগাযোগ ( Communication ) ৰক্ষা কৰাৰ উদ্দেশ্যে এনে সম্পৰ্ক বজাই ৰাখিব লাগে। এনে ব্যৱস্থাত দ্ৰুত কৰ্ম সম্পাদন কৰিব পাৰি।

(৭) **আদেশ ( Order )** ঃ এই নীতি অনুযায়ী উপযুক্ত কামত উপযুক্ত ব্যক্তিক নিয়োগ কৰিব লাগে। যদি আদেশ সকলো সময়ত মানি চলা হয় তেনেহলে সফল সংগঠন আৰু প্ৰশিক্ষণ সহজেই কাৰ্য্যকৰী কৰিব পাৰি।

(৮) **নিৰপেক্ষতা ( Equity )** ঃ দয়া আৰু সুবিচাৰৰ (justice) সংযোজনাৰ ফলতেই নিৰপেক্ষতাৰ উদ্ভৱ হয়। নিৰপেক্ষতাৰ নীতি মাথোঁ তেনেবিলাক ব্যক্তিয়ে সফলতাৰে সম্পাদন কৰিব পাৰে যিসকল ব্যক্তিৰ সম্ভাৱ, অভিজ্ঞতা আৰু সৎ স্বভাৱ থাকে। এই সমস্যা যদি সফলতাৰে সমাধা কৰিব পাৰি তেনেহলে প্ৰীতিমূলক সম্পৰ্ক স্থাপন কৰিব পাৰি। এখন প্ৰতিষ্ঠানৰ কাম-কাজৰ সফলতা নিৰ্ভৰ কৰে নিৰপেক্ষতাৰ নীতিৰ ওপৰত।



(৯) **কৰ্মচাৰীসকলৰ কাৰ্য্য-কালৰ স্থায়িত্ব ( Stability of Tenure of personnel )** ঃ প্ৰত্যেকজন কৰ্মচাৰীৰে কাৰ্য্যকালৰ নিৰাপত্তা থকা আৱশ্যক। যদি কৰ্মচাৰীসকলে জানে যে তেওঁ মাত্ৰ এখন ঠাইতহে কাম কৰিব লাগে তেনেহলে তেওঁৰ কামৰ প্ৰতি নতুন আগ্ৰহ আৰু উৎসাহ স্থাপন হয়। তেওঁ সৰ্বাত্মক সুফলতাৰ কাৰণে আগ্ৰহান্বিত হয়। যদি কৰ্মচাৰীজনৰ কামৰ নিৰাপত্তা নাথাকে, তেনেহলে তেওঁ সদায়েই নতুন কোনো প্ৰতিষ্ঠানত নিযুক্তি বিচাৰি থাকে। ইয়াৰ ফলস্বৰূপে তেওঁৰ কামৰ দক্ষতা ( Efficiency ) হ্ৰাস পায়।

(১০) **পৰিচালনাৰ একতা ( Unity of Direction )** ঃ পৰিচালনাৰ একতাৰ নীতি সদায়েই কোনো সন্থা বা প্ৰতিষ্ঠানৰ কাৰ্য্য-কলাপৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠে। এই নীতি অনুসৰি কোনো ব্যক্তিৰ ব্যক্তিগত কাম-কাজৰ ওপৰত বেছিকৈ নিৰ্ভৰ কৰা নহয়। এই নীতিমতে পূৰ্বপৰিকল্পিত আঁচনি অনুযায়ী কাম সফল হৈছেনে নাই সেই কথা বিচাৰ কৰা হয়। যদি আঁচনি অনুযায়ী সফলতা অৰ্জন কৰা নহয় তেনেহলে সেই সম্পৰ্কে অনুসন্ধান চলাই উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰা হয়। আন কথাত ক'বলৈ গ'লে, প্ৰতিষ্ঠানৰ কাম-কাজ সফলতাৰে সম্পন্ন কৰিবলৈ হ'লে পৰিচালনাৰ একতা অতি প্ৰয়োজনীয়।

(১১) **আগভাগ ( Initiative )** ঃ কোনো এটা আঁচনি আগবঢ়োৱাৰ আৰু কাৰ্য্যকৰী কৰাৰ স্বাধীনতাকে আগভাগ ( initiative ) লোৱা বোলে। এই আগভাগ লোৱাৰ নীতিয়ে মানুহৰ কামৰ প্ৰতি স্পৃহা আৰু উৎসাহ বৃদ্ধি কৰে। শ্ৰমিকসকলক নিজ নিজ কাম কৰিবৰ

কাৰণে সুস্থ পৰিচালনাই সদায় উৎসাহ যোগায় আৰু ইয়াৰ ফলত পৰিচালনাই কামত আগভাগ ( initiative ) গ্ৰহণ কৰে। ফেয়লৰ মতে ( Fayol ) প্ৰত্যেকজন ব্যৱসায়ীয়ে তেওঁৰ কৰ্মচাৰীসকলৰ কামত আগভাগ ল'ব লাগে আৰু ইয়াৰ ফলস্বৰূপে কৰ্মচাৰীসকলৰ কামৰ দক্ষতা বৃদ্ধি পায়।

(১২) **সাধাৰণ উদ্দেশ্য সংৰক্ষণ ( Subordination of Industrial Interest to general Interest )** ঃ এখন ব্যৱসায় প্ৰতিষ্ঠানত ব্যক্তিগত উদ্দেশ্যতকৈ সদায় প্ৰতিষ্ঠানৰ সমূহীয়া উদ্দেশ্য সাধনৰ ফালে অধিক মনোযোগ দিব লাগে। ইয়াৰদ্বাৰা প্ৰতিষ্ঠানত বিভিন্ন শ্ৰমিক সকলৰ মাজৰ বিবাদ বা সংঘৰ্ষ আদি পৰিহাৰ কৰি সমূহীয়া একতা ৰক্ষা কৰা হয়। প্ৰতিষ্ঠানত তিনি প্ৰকাৰে সমূহীয়া উদ্দেশ্য ৰক্ষা কৰা হয়ঃ (ক) পৰিদৰ্শকসকলৰদ্বাৰা ভাল উদাহৰণ দেখুওৱা, (খ) ন্যায্য আৰু যুক্তিযুক্ত চুক্তি, আৰু (গ) ক্ৰমান্বয়ে একে লেঠাৰিয়ে পৰিদৰ্শন চলোৱা।

(১৩) **সহযোগৰ শক্তি ( Espirit de corps )** ঃ এই নীতি অনুসৰি কোৱা হয় যে সহযোগেই শক্তি ( Union of strength )। পৰিচালনাই সদায় চাব লাগে যাতে কৰ্মীসকলৰ সহযোগৰ মাধ্যমেদি ব্যৱসায়ৰ সকলো কাম-কাজ চলি থাকে। পৰিচালনাই চাব লাগে যাতে কৰ্মচাৰীসকলৰ মাজত সদ্ভাৱ আৰু সম্প্ৰীতিৰ মনোভাব সদায়েই বজাই থাকে কিয়নো, সহযোগৰ যোগেদিয়েই প্ৰধান শক্তি অৰ্জন কৰা হয়। এই নীতি অনুযায়ী 'বিভাজন আৰু শাসন' নীতিক ( Divide and rule ) বৰ্জন কৰা হয়। ইয়াৰ উপৰিও সংগঠনত যাতে কৰ্মচাৰীসকলৰ মাজত কোনো ধৰণৰ ভুল বুজাবুজি, ব্যক্তিগত বা দলীয় ৰাজনীতি আদিয়ে গা কৰিব নোৱাৰে সেই ফালেও চকু ৰাখিব লাগে।

**পৰিচালনাৰ কাৰ্য্য (Functions of Management)** ঃ কোনো এখন প্ৰতিষ্ঠানত পৰিচালনাৰ কাম-কাজসমূহ তলত বৰ্ণনা কৰা হ'ল।



(১) **পৰিকল্পনা ( Planning )** ঃ পৰিকল্পনাৰ কাৰ্য্য অনুযায়ী পৰিচালনাৰ উদ্দেশ্যসমূহ সাধন কৰিবৰ কাৰণে ভৱিষ্যৎ কাৰ্য্যপন্থা গ্ৰহণ কৰিব লাগে। পৰিকল্পনা মানে কোনো নিৰ্দিষ্ট অৱস্থাত কোনো নিৰ্দিষ্ট কাৰ্য্য সম্পন্ন কৰিবৰ কাৰণে উপযুক্ত আঁচনি গ্ৰহণ কৰা। জৰ্জ টেৰীৰ ( George R. Terry ) মতে পৰিকল্পনা মানে বৰ্তমানৰ কাম-কাজসমূহ ভৱিষ্যতৰ কোনো উদ্দেশ্য সাধনৰ বাবে সেই অনুসাৰে সমন্বয় ( adjustment ) সৃষ্টি কৰা। ই এটা সচেতনমূলক গৱেষণা যাৰদ্বাৰা কাম-কাজবিলাক অতি সূক্ষ্মভাৱে আৰু সুকলমে সম্পাদন কৰিব পাৰি। কোনো কাম সমাপন কৰাৰ আগেয়ে কোনো ব্যক্তিয়ে বা ব্যক্তি সমষ্টিয়ে যি কাম কৰিব লাগিব আৰু কি দৰে কামটো কৰিব পৰিকল্পনাই সেই কথা নিৰ্ধাৰণ কৰে। কাম কৰাৰ আগত সেই সম্পৰ্কে চিন্তা কৰিবলৈ আৰু কামটো এটা শৃংখলাবদ্ধ আৰু কৌশলপূৰ্ণ পদ্ধতিত সম্পন্ন কৰিবলৈ আগলি বতৰা ( forecasts ) দিয়া হয়। সেয়েহে, এখন প্ৰতিষ্ঠান ব্যৱসায়িক বা চৰকাৰী যি ৰকমৰেই নহওক সকলোবিলাক সংগঠনতেই পৰিকল্পনাৰ প্ৰয়োজনীয়তা অতি বেছি।

(২) **পৰিচালন ( Direction )** ঃ পৰিচালকে নিৰ্দেশ দি পৰিচালনা নকৰালৈকে সংগঠনে কাম নকৰে। পৰিচালনা মানে তলতীয়া কৰ্মচাৰীক উপদেশ দি পৰিদৰ্শন কাৰ্য্য চলোৱা। জৰ্জ টেৰীয়ে কৈছে যে পৰিচালনা মানে কাম কৰিবলৈ আগবাঢ়ি যোৱা ( moving to action ) আৰু ব্যক্তি সমষ্টিক কামৰ বাবে উৎসাহ যোগোৱা।

(৩) **অভিপ্ৰায় (Motivation)** ঃ—যি কোন ব্যৱসায় প্ৰতিষ্ঠানৰ কাম-কাজ সুচাৰুৰূপে চলিবলৈ হলে জনসাধাৰণো ইয়াৰ এটা গুৰুত্বপূৰ্ণ উপাদান। ব্যৱসায়ৰ কাৰ্য্য-কলাপ নিয়াৰিকৈ চলাবলৈ সকলোবিলাক প্ৰাকৃতিক সম্পদৰ ( physical resources ) সম্পূৰ্ণ উপযোগিতাৰ

প্ৰয়োগ সম্পৰ্কে ব্যক্তিসকলেই নিশ্চয়তা দিয়ে। অভিপ্ৰায়ৰ যোগেদি মানুহৰ কাম-কাজসমূহ বিশ্লেষণ কৰা হয় আৰু পিছত মানুহৰ কাৰ্য্য-কলাপত অভিপ্ৰায় প্ৰয়োগ কৰা হয়। ই, এফ, এল ব্ৰেচৰ মতে (E. F. L. Brech) অভিপ্ৰায় হ'ল উদগণি যোগোৱাৰ পদ্ধতি (Inspirational process) আৰু এই পদ্ধতিয়ে দলৰ সভ্যসকলৰ ব্যক্তিত্বক প্ৰয়োগ কৰিবলৈ, দলৰ প্ৰতি আনুগত্য (Loyalty) আগ-বঢ়াবলৈ, তেওঁলোকে গ্ৰহণ কৰা কামখিনি নিয়মমতে সমাপন কৰিবলৈ আৰু দলে (team) গ্ৰহণ কৰা কাৰ্য্যাভাৰত বিশেষভাবে কাৰ্য্যকৰী ভূমিকা গ্ৰহণ কৰিবলৈ প্ৰত্যেকজন ব্যক্তিক উদ্‌গণি দিয়ে।

(৪) **সংগঠন** (**Organisation**) ঃ—ছেলডনৰ (Sheldon) মতে সংগঠন হৈছে--সমন্বয় আৰু সহযোগৰ মাজেদি কোনো এক বিশেষ উদ্দেশ্য সাধনৰ কাৰণে কোনো ব্যক্তি বা জনসমষ্টিক তেওঁলোকৰ কৰ্তব্য আৰোপ কৰাৰ পদ্ধতি (process of assigning duties)।

কোনো এক ব্যৱসায় সংগঠনৰ কাৰ্য্য-কলাপ নিয়াৰিকৈ চলাবৰ কাৰণে জনশক্তি (manpower), পৰিচালনা (management), যন্ত্ৰ, আহিলা-পাতি (materials) আৰু মূলধনৰ আৱশ্যক হয়। প্ৰকৃততে ব্যৱসায় সংগঠনৰ আকাৰ যিমানেই ডাঙৰ নহওক, তেওঁলোকে নিজ নিজ সংগঠনত নিয়োগ কৰা কৰ্মচাৰী, যন্ত্ৰ, আহিলা-পাতিখিনিৰ উপকাৰিতা বিক্ৰী কৰে। এখন ব্যৱসায় সংগঠনে এই সম্পত্তিবোৰক কিমানখিনি দক্ষতাৰে ব্যৱহাৰ কৰিব পাৰিছে সেইটো বহুলাংশে ব্যৱসায়ৰ লাভৰ দ্বাৰা (profit) নিৰ্ধাৰিত কৰা হয় সংগঠনে এই সম্পত্তিবিলাকৰ কাৰ্য্যকৰীতা (effectiveness) আৰু উৎপাদিকা শক্তি (producvity) বৃদ্ধি কৰে। কোনো এটা সমূহীয়া উদ্দেশ্য বা ততোধিক উদ্দেশ্য সৰ্বাধিক দক্ষতাৰে আৰু মিতব্যয়িতাৰে সাধন কৰিবৰ



কাৰণে মূলধন, পৰিচালনা, যন্ত্ৰ-পাতি, সৰঞ্জাম আদি বিভিন্ন উপাদান-সমূহৰ পাৰস্পৰিক সম্পৰ্কৰ এটা প্ৰীতিমূলক সমন্বয় (harmonious adjustment) এই সংগঠনেই স্থাপন কৰে।

(৫) **সমন্বয়** (**Co-ordination**) ঃ—পৰিচালনে (Direction) সংগঠনক কোনো এক নিৰ্দিষ্ট কামৰ ফালে আগবঢ়াই দিয়ে। বৃহদাকাৰ সংগঠনত অৱশ্যে বিভিন্ন ধৰণৰ কাম-কাজ আৰু ভিন্ন জ্ঞান সম্পন্ন ব্যক্তিক কামত নিয়োগ কৰা হয়। সমন্বয়ৰদ্বাৰা এখন প্ৰতিষ্ঠানত বিভিন্ন ব্যক্তিৰ কাৰ্য্য-কলাপৰ সংমিশ্ৰণ ঘটোৱা হয় আৰু তেওঁলোকৰদ্বাৰা সম্পাদিত হোৱা কামবিলাকৰ তুলনামূলক বিচাৰ কৰা হয়। মুনি (Mooney) আৰু ৰিলিৰ (Reiley) মতে সমন্বয় মানে বিভিন্ন ব্যক্তিক তেওঁলোকৰ অভিজ্ঞতা, কৌশল আৰু স্পৃহা অনুযায়ী কামত নিয়োগ কৰি চোৱা হয় যাতে কৰ্মচাৰীসকলে তেওঁলোকৰ মাজত দলগত সংহতি ৰক্ষা কৰি কাম কৰিছেনে নাই ["Balancing and Keeping together the team by ensuring a suitable allocation of tasks to the various members and seeing that the tasks are performed with one harmoney among the members."]

(৬) **নিয়ন্ত্ৰণ** (**Control**) ঃ—মানুহ আৰু যন্ত্ৰ দুয়োবিধৰেই ভুল হোৱাটো স্বাভাৱিক ; কিন্তু কোনো আঁচনি বাস্তৱত ৰূপায়িত কৰিবলৈ যাওঁতে চাব লাগে যাতে ভুল-চুক আদি খুব কম হৈছে। এই উদ্দেশ্য সংগঠনত নিয়ন্ত্ৰণৰ অতি মাত্ৰাই প্ৰয়োজন। নিয়ন্ত্ৰণে ভ্ৰান্তিমূলক আঁচনি আদি সংশোধিত কৰে, সাংগঠনিক ক্ৰটীসমূহ দূৰ কৰে, আৰু অন্যান্য ভুল-ক্ৰটী দূৰ কৰে। নিয়ন্ত্ৰণৰদ্বাৰা অন্যান্য বহুতো দায়িত্ব পালন কৰা হয়। যেনে ঃ—মানবিশিষ্ট কৰ্মফলৰ (Standard Activity) সৈতে প্ৰকৃত (Actual) কৰ্মফলৰ তুলনামূলক অধ্যয়ন কৰা,

শাসনৰ ঐক্য ( Unity of Command ) বজাই ৰখা আৰু ৰঙাফিটাৰ মেৰপাক ( red-tapism ) দূৰ কৰা। নিয়ন্ত্ৰণ সন্দৰ্ভত হেনৰী ফেয়লে ( Henry-Fayol ) কৈছে যে,—"Control consists in conformity with the plan adopted, the instructions issued and principles established. It has for object to point out our weaknesses and errors in order to rectify then and prevent recurrence."

———

# তৃতীয় অধ্যায়

## ব্যৱসায় সংঘৰ আকাৰ

## ( Size of Business Units )

ব্যৱসায়ত মূলধন খটুৱাই সৰহ পৰিমাণৰ আয় কৰাটোৱেই হ'ল ব্যৱসায় সংঘ স্থাপন কৰাৰ মূল উদ্দেশ্য। সেয়েহে উৎপাদকসকলে তেওঁলোকৰ সকলো পৰিশ্ৰমৰ বিনিময়ত ইয়াৰ বহুল প্ৰচাৰৰ কাৰণে যত্ন কৰে। কম খৰচত অধিক উৎপাদন কৰিব পাৰিলেই ব্যৱসায়ৰ সুনাম বাঢ়ে। কম খৰচত অধিক উৎপাদন কৰিবলৈ এটা নিৰ্দিষ্ট ব্যৱসায় আকাৰৰ প্ৰয়োজন হয় ; কিন্তু বৰ্তমান যুগত ব্যৱসায়ৰ পৰিসৰ বাঢ়ি অহাৰ লগে লগে নিৰ্দিষ্ট কোনো আকাৰৰ ওপৰত নিৰ্ভৰ কৰি ব্যৱসায় স্থাপন কৰিব নোৱাৰে। আকাৰ সৰ্বসাধাৰণতে নিৰ্ভৰ কৰে মূলধন খটুৱাই তাৰ ওপৰত কৰা আয় ( Returns )।

ব্যৱসায়ৰ আকাৰসমূহ বিভিন্ন ধৰণৰ হ'ব পাৰে। যেনে—সৰু, মধ্যমীয়া আৰু ডাঙৰ। পৃথিৱীৰ বিভিন্ন দেশত এনে ধৰণৰ বেলেগ বেলেগ আকাৰসমূহ ব্যৱসায়ত দেখিবলৈ পোৱা যায়। আনকি, নিজ দেশৰ ভিতৰতো এনে ধৰণৰ বিভিন্ন আকাৰৰ ব্যৱসায়সমূহ দেখিবলৈ পোৱা যায়। ইয়াৰ মূল বৈশিষ্ট্য হ'ল—বিভিন্ন দেশত ব্যৱসায়সমূহে পোৱা সুযোগ বা সুবিধা। গৌণ কাৰণবোৰ আলোচনাৰপৰা বিৰত ৰাখি কবলৈ গলে সুযোগ-সুবিধাৰ ওপৰত নিৰ্ভৰ কৰিয়েই ব্যৱসায় ডাঙৰ-সৰু হ'ব পাৰে।

প্ৰত্যেক ব্যৱসায় প্ৰতিষ্ঠানৰ এটা সীমিত আকাৰৰ প্ৰয়োজন। সীমিত আকাৰ বা মিতব্যয়ী আকাৰ নিৰ্ভৰ কৰে বহুতো কাৰণৰ

ওপৰত। যেনে—বজাৰ, শ্ৰমিক, ঔদ্যোগিক সা-সঁজুলি, পৰিচালক-সকলৰ দক্ষতা, ইত্যাদি। এইখিনিতে এইটোও মন কৰিবলগীয়া যে গতিশীল পৃথিৱীত কোনো বস্তুৱেই স্থিৰ অৱস্থাত থাকিব নোৱাৰে। ঔদ্যোগিক উন্নয়ন বা অন্যান্য যিকোনো উন্নতিয়ে ব্যৱসায় পৰিসৰতো আঘাত কৰিব পাৰে। পৰিবৰ্তনৰ লগত খাপ খুৱাই ব্যৱসায়ীসকলে কম খৰচত অধিক উৎপাদন কৰি সৰহ পৰিমাণৰ আয় পাবৰ কাৰণে সময়ত বিভিন্ন আকাৰৰ ওপৰত নিৰ্ভৰ কৰি ব্যৱসায় পৰিচালনা বা ব্যৱসায় সংঘসমূহ স্থাপন কৰা দেখা যায়।

এনে ধৰণৰ আকাৰসমূহকে মিতব্যয়ী আকাৰ বা কাম্য আকাৰ ( optimum size ) হিচাপে অভিহিত কৰা হয় ; কিন্তু সময়ৰ লগে লগে এনে ধৰণৰ কাম্য আকাৰৰো পৰিবৰ্তন আহিব পাৰে। সেয়েহে ব্যৱসায়ীসকলৰ মাজত কেনে ধৰণৰ কাম্য আকাৰ গঠন কৰিব পাৰি তাৰ কাৰণে বহুতো পৰীক্ষা কৰা হৈছে, যিটো আজিও তেওঁ-লোকৰ মাজত এটা প্ৰশ্ন হিচাপেই থিয় হৈ আছে। এই বিষয়ত দেখা যায়—অৰ্থনীতিবিদ্‌সকলেও কোনো মত দাঙি ধৰিব পৰা নাই। কিছু ক্ষেত্ৰত দেখা যায়—যেতিয়া কোনো এটা নতুন ব্যৱসায় স্থাপন কৰে তেতিয়া সেই ব্যৱসায়ে অৱশ্যে তেওঁলোকৰ কাম্য আকাৰ ধাৰণ কৰিব পাৰে ; কিন্তু পুৰণা ব্যৱসায়ীসকলৰ বহুতো অসুবিধা হোৱা দেখা যায়। সেয়েহে ব্যৱসায়ী জগতত বিভিন্ন ধৰণৰ আকাৰৰ পৰিসৰ দেখা পোৱা যায়।

ব্যৱসায়ৰ আকাৰ নিৰ্ধাৰণ কৰাৰ আগে আগে ব্যৱসায়ৰ বিষয়ে সম্পূৰ্ণ জ্ঞান আহৰণ কৰা উচিত। ব্যৱসায় বুলিলে কি বুজায় আৰু কেনে ধৰণৰ—অৱশ্যে দেখা যায় অৰ্থনীতিবিদ্‌সকলৰ মাজতো ব্যৱসায়ৰ সংজ্ঞা লৈ মতানৈক্য আছে। ব্যৱসায়ৰ সংজ্ঞা তিনি ধৰণে দিয়া হৈছে। যেনে :—(১) সংস্থাপন ( Plant ), (২) ব্যৱসায় প্ৰতিস্থাপন ( Firm ), (৩) শিল্প-প্ৰতিষ্ঠান ( Industry )। প্ৰত্যেকটোৰ বিষয়ে সুকিয়াকৈ আলোচনা কৰিলে দেখা যায়,—



**সংস্থাপন ( Plant )** : য'ত কোনো বস্তু উৎপাদন কৰা হয় বা উৎপাদিত দ্ৰব্যসমূহ বিতৰণৰ কাৰণে যি ব্যৱস্থা লোৱা বা গ্ৰহণ কৰাৰ অৰ্থে যেনে ধৰণৰ অনুষ্ঠান গঠন কৰা হয়, তাক সংস্থাপন বোলা হয়। যেনে :—দোকান (shop), গুদাম ঘৰ (ware house), উৎপাদন কক্ষ (factory) ইত্যাদি। কেতিয়াবা নিজে বস্তু উৎপাদন কৰি বিতৰণ কৰালৈকে যি কাৰ্য্য সম্পাদন কৰে তাকো সংস্থাপন প্ৰতিষ্ঠানৰ ভিতৰত ধৰিব পাৰি।

**ব্যৱসায় প্ৰতিষ্ঠান ( Firm )** : সংস্থাপনসমূহ পৰিচালনা কৰিবৰ কাৰণে যিবিলাক প্ৰতিষ্ঠান স্থাপন কৰা হয় তাক ব্যৱসায় প্ৰতিষ্ঠান বুলি কোৱা হয়। সৰ্বসাধাৰণতে সংস্থাপন ( Plant ) সমূহ পৰিচালনা কৰিবৰ কাৰণেই ব্যৱসায় প্ৰতিষ্ঠান গঠনৰ মূল উদ্দেশ্য। এনে ধৰণৰ প্ৰতিষ্ঠানে নিজৰ বৰিয়াকৈ মাটি-বাৰী, ঘৰ, যন্ত্ৰ-পাতি আদি সা-সৰঞ্জাম সংগ্ৰহ কৰি এটা বা ততোধিক সংস্থাপন প্ৰতিষ্ঠা কৰি ব্যৱসায়সমূহৰ পৰিচালনাৰ দায়িত্ব বহন কৰে। কেতিয়াবা একেখন ব্যৱসায় প্ৰতিষ্ঠানৰ তলতে দ্ৰব্যসমূহ উৎপাদন কৰাবপৰা বিতৰণ কৰা কাৰ্য্যলৈকে সম্পাদন কৰে। আকৌ কেতিয়াবা কোনো ব্যৱসায় প্ৰতিষ্ঠানৰ পৰিচালনা বিভিন্ন সংস্থাপনসমূহে একে ধৰণৰ কাৰ্য্য সম্পাদন কৰিব পাৰে। যাক শীৰ্ষ বিন্দুলৈকে ( Vertically ) কৰা কাৰ্য্য আৰু সমান্তৰাল ( Horizontally ) কৰা কাৰ্য্য বুলি কোৱা হয়।

**শিল্প প্ৰতিষ্ঠান বা উদ্যোগ ( Industry )** : একে ধৰণৰ ব্যৱসায় প্ৰতিষ্ঠান ( firm ) বা সংস্থাপন ( establishment ) সমষ্টিয়েই হ'ল শিল্প প্ৰতিষ্ঠান বা উদ্যোগ। উদাহৰণ স্বৰূপে কপাহৰ শিল্প উদ্যোগ, চেনিৰ শিল্প উদ্যোগ, লো-তীখাৰ শিল্প উদ্যোগ ইত্যাদি। সেয়েহে

সংগঠন বুলিলে কোনো এটা নিৰ্দিষ্ট সংগঠনকে নুবুজায়। ব্যৱসায়ৰ আকাৰো বেলেগ হ'ব পাৰে। ই নিৰ্ভৰ কৰে সংস্থাপন, ব্যৱসায় প্ৰতিষ্ঠান আৰু উদ্যোগৰ ওপৰত ; কিন্তু, ব্যৱসায় আকাৰে ব্যৱসায়ৰ উন্নতিৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। নিয়মীয়া বা আৱশ্যকীয় আকাৰে ব্যৱসায়ৰ আয় বঢ়োৱাত সহায় কৰে। তাৰ ওপৰত নিৰ্ভৰ কৰি এটা জাতি আৰু এটা জাতিৰ ওপৰত নিৰ্ভৰ কৰি এখন দেশ উন্নতিৰ জখলাত দোপতদোপে আগবাঢ়ি যাব পাৰে। আন হাতেদি ই দেশৰ জাতীয় আয় ( National income ) বঢ়োৱাতো সহায় কৰে, যি কাৰণত দেশৰ জনসাধাৰণৰ জীয়াই থকাৰ মানদণ্ড উচ্চ হ'ব পাৰে।

**পৰিমাণৰ উপায়** ( **Measures of size** ) ঃ ব্যৱসায় প্ৰতিষ্ঠান-সমূহ বিভিন্ন আকাৰৰ। সৰু, ডাঙৰ, মধ্যমীয়া আদি দেখিবলৈ পোৱা যায় ; কিন্তু ব্যৱসায়ৰ আয় বঢ়াৰ কাৰণে কোনো এটা মানৰ প্ৰয়োজন হয়, যিটো বাছি উলিয়াবলৈ বৰ কঠিন। তদুপৰি অৱস্থা অনুযায়ী ব্যৱসায়ৰ কাৰ্য্যপন্থা বেলেগ বেলেগ হ'ব পাৰে। সেয়েহে প্ৰতিষ্ঠানৰ মান নিৰ্ণয় কৰিবলৈ যাওঁতে তাৰ আকাৰৰ তাৰতম্য হোৱা দেখা যায়।

উদাহৰণ স্বৰূপে যিবিলাক প্ৰতিষ্ঠানত সৰহ পৰিমাণৰ মূলধনৰ আৱশ্যক হয়, যেনে—লো, তীখা, শিল্প, ৰেল-জাহাজ আদি ডাঙৰ ডাঙৰ আকাৰত গঠন কৰা হয়। মূলধন খটুৱা অনুযায়ী ইয়াৰ উৎপাদন বা কাৰ্য্যপন্থা বহুল ভাবে প্ৰসাৰিত। সেয়েহে এনে ধৰণৰ প্ৰতিষ্ঠান ডাঙৰ আকাৰত গঠন কৰা হয়।

আকৌ এনে কিছুমান প্ৰতিষ্ঠান গঠন কৰিবলগীয়া হয়, যি উৎপাদিত দ্ৰব্যৰ বজাৰ সীমিত বা উৎপাদনৰ খৰচ বা যোগাযোগৰ খৰচ বেছি হ'ব পাৰে, তেন্তে প্ৰতিষ্ঠানসমূহ সচৰাচৰ সৰু আকাৰত গঠন কৰা হয়।



কেতিয়াবা মধ্যমীয়া ব্যৱসায় প্ৰতিষ্ঠানতো লাভ হোৱা দেখা যায়। উদাহৰণ স্বৰূপে চাউল, আটা উৎপাদনৰ কাৰণে ব্যৱহাৰ কৰা মিলসমূহৰ ব্যৱসায়।

উপৰোক্ত আলোচনাৰপৰা বুজা গ'ল যে তলত দিয়া যি কোনো এটা বা ততোধিক কাৰণৰ ওপৰত নিৰ্ভৰ কৰি ব্যৱসায়ৰ মান নিৰ্ণয় কৰি পৰিমাণৰ জোখ লব পাৰি।

(১) **মূলধন নিয়োগ** ( **Capital Investment** ) ঃ ব্যৱসায় প্ৰতিষ্ঠানৰ আকাৰ নিৰ্ণয় কৰাত মূলধন নিয়োগে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। সৰহ পৰিমাণৰ মূলধন নিয়োগে ব্যৱসায়ৰ ডাঙৰ আকাৰ বুজায় ; কিন্তু দেখা যায়, এনে ধৰণৰ নিয়োগ নীতিয়ে ব্যৱসায় আকাৰৰ ক্ষেত্ৰত অসুবিধাৰ সৃষ্টি কৰিব পাৰে, যদিহে তাৰ কোনো সত্য প্ৰমাণ নাথাকে। সেয়েহে মূলধনৰ নিয়োগে ব্যৱসায় প্ৰতিষ্ঠানৰ কোনো আকাৰৰ মান নিৰ্ণয় কৰিব নোৱাৰে।

(২) **উৎপাদন ক্ষমতা** ( **Volume of output** ) ঃ একে ধৰণৰ উদ্যোগসমূহ যেনে কয়লা, চেনি ইত্যাদি উৎপাদনৰ ক্ষেত্ৰত আকাৰ নিৰ্ণয় কৰাত সহায় কৰে। অৱশ্যে, একেটা কলতে ( Mill ) বিভিন্ন ধৰণৰ সামগ্ৰী উৎপাদন হলে আকাৰ নিৰ্ণয় কৰাত অসুবিধা হয়, যেনে ঃ কপাহৰ মিল বা কল।

(৩) **সংস্থাপন শক্তি** ( **Plant Capacity** ) ঃ যন্ত্ৰৰ সংস্থাপন শক্তিয়ে ব্যৱসায়ৰ আকাৰ নিৰ্ণয় কৰাত সহায় কৰে। উদাহৰণ স্বৰূপে কপাহ শিল্পত ব্যৱহাৰ কৰা আহিলা-পাতিৰ সংস্থাই কপাহ উৎপাদন কৰা শক্তি প্ৰমাণ কৰিব পাৰে।

(৪) **দ্ৰব্য-মূল্য** (**Volume of products**) ঃ বস্তুৰ মূল্যৰ ওপৰত ভিত্তি কৰি আকাৰ নিৰ্ণয় কৰিব পাৰি ; কিন্তু সকলো সময়তে প্ৰযোজ্য নহয়। বস্তুৰ মূল্য উঠা-নমা কৰিলে ই সঠিক বিৱৰণ দিব নোৱাৰে।

বিশেষতঃ বজাৰ মন্দা বা তেজী হলে মূল্যৰ ওপৰত নির্ভৰ কৰি ব্যৱসায়ৰ আকাৰ নির্ণয় কৰিব নোৱাৰি।

(৫) **শ্রমিক নিয়োগ নীতি ( Number of wage earners employed )** ঃ শ্রমিক নিয়োগ নীতিৰ জৰিয়তেও ব্যৱসায়ৰ আকাৰ নির্ণয় কৰিব পাৰি ; কিন্তু এই নীতি প্রযোজ্য হয় একে ধৰণৰ শিল্প উদ্যোগসমূহত য'ত একে ধৰণৰ উৎপাদন কার্য্য কৰা হয়। নহলে এই নীতিয়ে ভুল পথে পৰিচালিত কৰিব পাৰে।

(৬) **কেঁচামালৰ চাহিদা** ঃ কেঁচামালৰ ব্যৱহাৰেও আকাৰৰ মান নির্ণয় কৰাত সহায় কৰে অৱশ্যে, এই ক্ষেত্রতো ব্যৱসায় প্রতিষ্ঠান একে ধৰণৰ হ'ব লাগে।

(৭) **শক্তিৰ ব্যৱহাৰ** ঃ—উৎপাদিত শিল্প উদ্যোগসমূহত ব্যৱহাৰ কৰা শক্তিৰ ওপৰত নির্ভৰ কৰিও ব্যৱসায় প্রতিষ্ঠানৰ আকাৰ নির্ণয় কৰিব পাৰি। কেৱল ব্যৱসায়ীসকলৰ বুদ্ধি-বৃত্তিৰ ওপৰত নির্ভৰ কৰিয়েই ব্যৱসায়ী প্রতিষ্ঠানৰ মান বা আকাৰ নির্ণয় কৰিব নোৱাৰি। ই হ'ল কিছুমান মিতব্যয়ী আৰু অমিতব্যয়ী কাৰণৰ সংমিশ্রণ। তেনে ধৰণৰ কাৰণসমূহ তলত দিয়া হ'ল।

(১) **দ্রব্যৰ চাহিদা আৰু শ্রেণী বিভাগ ( The nature and the demand of the product )** ঃ—ব্যৱসায়ৰ আকাৰ দ্রব্যৰ চাহিদাৰ ওপৰত নির্ভৰ কৰিও নির্ণয় কৰা যায়। সাধাৰণতে সোনকালে নষ্ট হোৱা বস্তু আৰু দূৰ-দূৰণিলৈ কঢ়িয়াই নিব নোৱাৰা বস্তু যেনে—বৰফ কম পৰিমাণৰ আৱশ্যকীয় দ্রব্য, সঘনে চাহিদা পৰিবর্তন হৈ থাকিবপৰা দ্রব্য, আকৌ কল-কাৰখানা ব্যৱহাৰ নকৰি হাতেৰে তৈয়াৰ কৰা দ্রব্য যেনে—হাতেৰে তৈয়াৰ কৰা চুৰট, সোণ-ৰূপৰ অলংকাৰ তৈয়াৰ কৰা আদি ক্ষেত্রত সৰু আকাৰৰ ব্যৱসায় প্রতিষ্ঠানৰ আৱশ্যক হয়। আন হাতেদি অধিক উৎপাদন বা চাহিদা



বেছি হোৱা দ্রব্যৰ ক্ষেত্রত যেনে কল-কাৰখানা, জাহাজ আদি নির্মাণ কার্য্যৰ ক্ষেত্রত ডাঙৰ আকাৰৰ শিল্প উদ্যোগৰ প্রয়োজন হয়।

(২) **মূলধন আৱশ্যক ( Capital requirements )** ঃ—যিবিলাক শিল্প উদ্যোগত অধিক পৰিমাণৰ মূলধন সম্পাদনৰ আৱশ্যক হয়, তেনে ধৰণৰ ব্যৱসায়ত সাধাৰণতে ডাঙৰ আকৃতি আৱশ্যক হয়। আকৌ যিবিলাক শিল্প উদ্যোগত মূলধন সম্পাদনৰ কম পৰিমাণৰ আৱশ্যক, কিন্তু সেই তুলনাত শ্রমিকৰ সংখ্যা বেছি প্রয়োজন হয় তেতিয়া ব্যৱসায়ৰ আকাৰ সৰু কৰা হয়।

(৩) **উৎপাদন নীতি** ঃ—যেতিয়া হ্রাসমান ব্যয় নীতি ( Law of deminishing return ) উৎপাদনত কার্য্যকৰী কৰা হয়, তেতিয়া সৰহ পৰিমাণৰ উৎপাদনৰ ক্ষেত্রত অধিক ব্যয় বহন কৰিবলগীয় হয়। আকৌ উৎপাদনৰ ক্ষেত্রত বর্ধিত উৎপাদনৰ নীতি গ্রহণ কৰিলে উৎপাদন বাঢ়ি যোৱাৰ লগে লগে উৎপাদন খৰচ কমি যাব। গতিকে দেখা গ'ল প্রথম নীতি প্রয়োগৰ ক্ষেত্রত ব্যৱসায় প্রতিষ্ঠানৰ আকাৰ সৰু হ'ব আৰু দ্বিতীয় নীতি প্রয়োগৰ ক্ষেত্রত আকাৰ ক্রমান্বয়ে ডাঙৰ কৰিব পাৰি,— যদিহে বস্তুৰ চাহিদা সেই অনুপাতে বাঢ়ি যায়।

(8) **ব্যৱসায়ীসকলৰ পার্গভালি আৰু দক্ষতা ( Efficiency and of the enterpreneur )** ঃ পৰিচালক আৰু ব্যৱসায়ীসকলৰ দক্ষতা বা কর্মক্ষমতাৰ বিভিন্ন পদ্ধতিৰ প্রচলনৰ ওপৰত ব্যৱসায়ৰ আকাৰ সৰু বা ডাঙৰ কৰাত বহুখিনি নির্ভৰ কৰে। ব্যৱসায় বাঢ়ি যোৱাৰ লগে লগে প্রত্যেক বিভাগৰ মাজত সমন্বয় ঘটোৱা বৰ কষ্টকৰ। ব্যৱসায় সম্বন্ধীয় কোনো এটা বিষয় মীমাংসা কৰিবলৈ হলে পৰিচালক বা ব্যৱসায়ীসকলে সম্পূর্ণ দায়িত্ব বহন কৰিবলগীয়া হয়। আনহাতে এটা বিষয়ৰ লগত আন এটা বিষয়ৰ ওতঃপ্রোতভাৱে জড়িত থাকিব পাৰে।

এই কাৰ্য্য নিয়াৰিকৈ কৰাটো অতি কঠিন। কিয়নো ইয়াৰ অলপ তাৰতম্যই বস্তুৰ মূল্য বঢ়াবও পাৰে। এনে ক্ষেত্ৰত পৰিচালকসকলে সকলো দায়িত্ব বহন কৰি ভাল ধৰণে মীমাংসাৰ বিষয় বিবেচনা কৰি ব্যৱসায়ৰ আকাৰ ডাঙৰ বা সৰু কৰিব লাগে।

(৫) **পৰিবহণ খৰচ** ঃ—কেঁচামাল সংগ্ৰহ আৰু উৎপাদিত দ্ৰব্য বিতৰণ কাৰ্য্যত যদি পৰিবহণ খৰচ বেছি ভৰিব লগীয়া হয়, তেনে ক্ষেত্ৰত ব্যৱসায় প্ৰতিষ্ঠানসমূহ সৰু আকাৰত গঠন কৰাটো নিতান্ত দৰকাৰ। নহলে ই দ্ৰব্যৰ মূল্য বঢ়াব পাৰে।

(৬) **বজাৰ** ঃ—দ্ৰব্যৰ চাহিদা বা বজাৰৰ ওপৰতো নিৰ্ভৰ কৰি ব্যৱসায়ৰ আকাৰ নিৰ্ণয় কৰিব পাৰি। যেনে ঃ—সীমিত বজাৰ বা কোনো অঞ্চল বিশেষে দ্ৰব্যৰ চাহিদা লৈ ব্যৱসায়ৰ আকাৰ সৰু হোৱা উচিত, আৰু দ্ৰব্যৰ বজাৰ দেশীয় বা বৈদেশিক হলে বস্তুৰ চাহিদা অনুযায়ী আকাৰ ডাঙৰ হোৱা উচিত।

(৭) **বিপদ ( Risk )** ঃ ব্যৱসায়ৰ আকাৰ সৰু বা ডাঙৰ কৰাত ব্যৱসায়ৰ বিপদ অনুযায়ীও আকাৰ গঠন কৰিব পাৰি। সাধাৰণতে যিবিলাক ব্যৱসায়ত বিপদৰ সম্ভাৱনা খুব বেছি হয়, তেনে ধৰণৰ ব্যাৱসায়সমূহৰ আকাৰ ডাঙৰ হোৱা উচিত।

(৮) **চৰকাৰী নীতি** ঃ ব্যৱসায়ৰ আকাৰ বাঢ়ি অহাৰ লগে লগে চৰকাৰৰ ফালৰপৰাও নীতি-নিয়মৰ কঠোৰতা আহি পৰে। আকৌ ব্যৱসায়ত সৰহ পৰিমাণৰ মূলধন খটুৱাই আকাৰ ডাঙৰ কৰিবলৈ হলে চৰকাৰৰপৰা অনুমতিৰ আৱশ্যক হয়। আনহাতেদি চৰকাৰে ব্যৱসায়ত যি কৰ নীতি গ্ৰহণ কৰিছে তাৰ হাত সাৰিবৰ কাৰণেও ব্যৱসায়ীসকলে ব্যৱসায়ৰ আকাৰ সৰু কৰা দেখা যায়।

(৯) **সোনকালে কৰা গঠন আৰু গোট ( Concentration and early start )** ঃ ভাৰতবৰ্ষত অৱস্থিত ব'ম্বে চহৰৰ কপাহৰ কলৰ



আকাৰ অন্যান্য ঠাইৰ তুলনাত ডাঙৰ। ইয়াৰ কাৰণ, বম্বে চহৰত কপাহ শিল্পৰ আৰম্ভণি আগতীয়া আৰু একে ঠাইতেই বহুতো শিল্প উদ্যোগ গোট খাই আছে। এনে ধৰণৰ পৰিস্থিতিয়ে ব্যৱসায় প্ৰতিষ্ঠান-সমূহ বহল কৰাত যথেষ্ট সহায় কৰে।

ব্যৱসায় সংগঠনৰ দক্ষতা বহুত পৰিমাণে ব্যৱসায়ৰ আকাৰৰ ওপৰত নিৰ্ভৰ কৰে। কোনো উদ্যোগৰ অন্তৰ্ভুক্ত পামবিলাকৰ আকাৰ যদিও অতি সৰু বা বেছি ডাঙৰ হয়, তেতিয়া সেই ব্যৱসায়ৰ লাভৰ পৰিমাণ কম হয় আৰু সংগঠন দক্ষতা নিম্ন স্তৰৰ হয় ; কিন্তু এই পামবিলাকৰ আকাৰ সৰ্বাত্মক অৰ্থনৈতিক মিতব্যয়িতা আদায় কৰি সৰ্বোচ্চ লাভ কৰিব পৰা আয়তনৰ সমান হয়, ( অতি সৰু বা ডাঙৰ নহয় ) তাকে পামৰ প্ৰকাম্য আকাৰ ( optimum size ) বোলা হয়। সেয়েহে এনে একোখন পামক প্ৰকাম্য পাম (optimum firm) বোলা হয়। প্ৰকাম্য পামৰ বৈশিষ্ট্য মন কৰিবলগীয়া ; কিয়নো এনে পামত উৎপাদনৰ বিভিন্ন উৎপাদনবিলাকৰ উৎকৃষ্টতম সংযোজন হোৱাৰ কাৰণে উৎপাদন ব্যয় নিম্নতম হয়। অৰ্থাৎ নিম্নতম সম্ভাব্য উৎপাদন ব্যয়ত এনে পামে উৎপাদন কৰিব পাৰে। গতিকে প্ৰকাম্য পামৰ গড় উৎপাদন ব্যয় একক প্ৰতি নিম্নতম হয়। অন্যথাই এনে পামৰ আকাৰ বৃদ্ধি আৰু সংকোচনৰদ্বাৰা উৎপাদনৰ ব্যয় বৃদ্ধি হয় আৰু সেই কাৰণে সম্ভাব্য সৰ্বোচ্চ লাভ আদায়ৰপৰা বঞ্চিত হয়। প্ৰকাম্য পামেহে সম্ভাব্য সৰ্বোচ্চ লাভ আদায় কৰিব পাৰে।

প্ৰকাম্য পামৰ আকাৰ উৎপাদনৰ কৌশল, বজাৰ সংগঠনৰ কৌশল, মূলধন আদি উৎপাদনৰ প্ৰয়োগ আৰু ব্যৱসায় পৰিচালনা ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে। গতিকে প্ৰকাম্য পাম বুলিলে কোনো এক নিৰ্দিষ্ট আকাৰৰ পামক নুবুজায়। অন্যহাতে নিৰ্দিষ্ট সময়ত, নিৰ্দিষ্ট উৎপাদনসমূহৰ আটাইতকৈ দক্ষ প্ৰয়োগেৰে নিম্নতম উৎপাদনৰ

ব্যয়ত উৎপাদন কৰা পামকহে বুজোৱা হয়। প্ৰকাম্য পামৰ ধাৰণা আপেক্ষিক আৰু গতিশীল। উৎপাদন কৌশল আৰু সাংগঠনিক দক্ষতাৰ সলনি হলে প্ৰকাম্য পামৰ আকাৰ সলনি হ'ব। উৎপাদন বিষয়সমূহৰ উন্নয়নৰ লগে লগে প্ৰকাম্য পামৰ আকাৰ বৃদ্ধি হ'ব আৰু ইহঁতৰ অধোগতিয়ে প্ৰকাম্য পামৰ আকাৰ সংকোচন কৰিব। উপৰোক্ত বিষয়বিলাকৰ আপেক্ষিক তাৰতম্যৰ কাৰণে একোটা উদ্যোগতে বিভিন্ন আকাৰৰ প্ৰকাম্য পাম থাকিব পাৰে। অৰ্থাৎ, বিভিন্ন পামে বেলেগ বেলেগ উৎপাদন বিন্দুৰ প্ৰকাম্য আকাৰ পাব পাৰে।

মুঠতে কবলৈ গলে প্ৰকাম্য পামেই হল উৎকৃষ্টতম পাম যাৰ প্ৰতি একক গড় উৎপাদন ব্যয় (Average cost) অন্যবিলাক পামৰ তুলনাত নিয়তম।

প্ৰকাম্য পামৰ লগত অধ্যাপক পিগুৰ (Pigou ভাৰসাম্য পামৰ (Equilibrium Firm) পাৰ্থক্য লক্ষ্যণীয়। যেতিয়া কোনো এটা উদ্যোগ ভাৰসাম্য অৱস্থাত থাকে অৰ্থাৎ উদ্যোগটোৰ পামৰ সংখ্যা বৃদ্ধি বা কম হোৱাৰ কোনো লক্ষণ দেখা নাযায় বা পামবিলাকৰ উৎপাদনৰ পৰিমাণ বৃদ্ধি বা সংকোচন হোৱাৰ লক্ষণ দেখা নাযায়, সেই উদ্যোগৰ অন্তৰ্ভুক্ত পামবিলাককেই ভাৰসাম্য পাম বোলা হয়। এনে অৱস্থাত ব্যক্তিগত পামে দাম আৰু প্ৰান্তীয় উৎপাদন ব্যয়ৰ সমতা লাভ কৰে আৰু উদ্যোগটোৱে দাম=গড় উৎপাদন ব্যয়=প্ৰান্তীয় উৎপাদন ব্যয়ৰ সমতা লাভ কৰে ; কিন্তু উৎপাদনৰ আয়তনৰ সলনি হলে, গড় উৎপাদন ব্যয়ৰ সলনি হয়, কিন্তু যি উৎপাদনৰ আয়তনত সম্ভাব্য নিয়তম উৎপাদন ব্যয় উপলব্ধি কৰে তাক প্ৰকাম্য উৎপাদন আয়তন আৰু এনে আয়তনৰ পামকহে প্ৰকাম্য পাম বোলা হয়। অৰ্থাৎ, আয়তনৰ মিতব্যয়িতা প্ৰকাম্য পামে আতাইতকৈ বেছি আদায় কৰিব পাৰে। গতিকে দেখা গ'ল যে ভাৰসাম্য (Equilibrium) পাম হ'ল এটা



বিশ্লেষণৰ উপায় যাৰদ্বাৰা এটা উদ্যোগৰ ভাৰসাম্য অৱস্থা বিশ্লেষণ কৰিব পাৰি। অন্যহাতে প্ৰকাম্য পামে সেই ভাৰসাম্য অৱস্থাটোকে বুজায়, যাক বিশুদ্ধ প্ৰতিযোগিতাত সকলো পামেই বাস্তৱ ৰূপায়ণৰ প্ৰচেষ্টাত থাকে। ই হ'ল আদৰ্শ ব্যৱসায়িক পামৰ আকাৰ। অন্যহাতে ভাৰসাম্য পামৰ সূত্ৰ অনুযায়ী ইয়াৰদ্বাৰা ব্যৱসায়ত পৰীক্ষা নিৰীক্ষা কৰাহে হ'ব। সেইটো অৱস্থা কোনো ব্যৱসায়ী সংগঠনে কৰিবলৈ নিবিচাৰে। সেয়েহে ভাৰসাম্য পামৰ আকাৰ গ্ৰহণ কৰাটো একেবাৰেই অসম্ভৱ। সেয়েহে প্ৰকাম্য পামৰ বাহিৰে অন্য কোনো পামেই সংগঠনৰ উপযুক্ততা পাব নোৱাৰে।

**প্ৰতিনিধি পাম (Representative Firm) :**—প্ৰতিনিধি পামৰ ধাৰণাটো অৰ্থনীতিবিদ্ 'আলফ্ৰেদ মাছে'লে উদ্ভাৱন কৰে। মাছে'লৰ মতে যিখন পাম সাধাৰণ দক্ষতাৰে পৰিচালিত, যাৰ ব্যহ্যিক আৰু আভ্যন্তৰীণ মিতব্যয়িতা আদায় কৰাৰ সুবিধা আছে আৰু ব্যৱসায়ত দিন টিকি থাকি সাধাৰণভাৱে কৃতকাৰ্য্য হৈছে সেইখনেই প্ৰতিনিধি পাম। প্ৰতিনিধি পাম খুউব ভাল ভাৱে বা বৰ বেয়াকৈ পৰিচালনা কৰা পাম নহয় ই বৰ পুৰণি বা নতুন নহয়, আৰু সাধাৰণভাবে বৃহৎ আকাৰৰ উৎপাদনৰ মিতব্যয়িতা আদায় কৰিব পাৰে।

প্ৰকৃতপক্ষে প্ৰতিনিধি পাম এটা ব্যাহ্যিক ধাৰণা আৰু সেই কাৰণেই কোনো এটা উদ্যোগত প্ৰতিনিধি পাম এখন চিনাক্ত কৰা সম্ভৱপৰ নহয়। 'পিগু ৰবিনছন্' আদি অৰ্থনীতিবিদ্‌সকলে এই ধাৰণাক অবাস্তৱ আৰু অদৰকাৰী ধাৰণা বুলি অভিহিত কৰিছে। অন্যহাতে প্ৰকাম্য পাম এটা বাস্তৱ ধাৰণা য'ত সকলো ফালৰপৰাই তাক উপলব্ধি কৰিব পাৰি।

**কাম্যপাম নিৰ্ধাৰণৰ উপাদান (Forces determining optimum or Best Size) :** অৰ্থনীতিবিদ্ ৰবিনছনে প্ৰকাম্য পাম নিৰ্ধাৰণৰ কাৰণে পাঁচোটা উপাদান দাঙি ধৰিছে। যেনে :

(ক) ঔদ্যোগিক বা প্ৰকাম্য কাৰিকৰী কৌশল ( optimum technical unit )।

(খ) পৰিচালনা দক্ষতাৰ প্ৰকাম্য ( optimum managerial unit )।

(গ) বিত্তীয় প্ৰকাম্য ( optimum financial unit )।

(ঘ) বজাৰৰ প্ৰকাম্য ( optimum marketing unit )।

(ঙ) সম্ভাব্য বিপদৰ প্ৰকাম্য ( optimum risk unit )।

প্ৰকাম্য পাম পাবলৈ হলে উপৰোক্ত উপাদানসমূহৰ সম পৰিমাণৰ কাৰ্য্য পৰিচালিত হ'ব লাগিব। তেহে কোনো এখন ব্যৱসায় প্ৰতিষ্ঠানে প্ৰকাম্য অৱস্থান পাব। ৰবিনছনৰ মতে যেনেকৈ দুফালে দুটা দল গোট খাই জৰীটনা খেলত সমতা লাভ কৰিলে খেলখন 'ড্ৰ' বা সমতা স্থাপন হয়, ঠিক তেনেকৈ প্ৰকাম্য পামৰ কাৰ্য্য আকাৰ পাবলৈ ইয়াৰ লগত জড়িত সকলো উপাদানে সমানে কাৰ্য্য পৰিচালিত কৰিব লাগিব। তেহে ই বিচৰা ধৰণে কাম্য আকাৰ পাব পাৰিব ; কিন্তু কাৰ্য্য ক্ষেত্ৰত সকলো উপাদানৰ কাৰ্য্য সমানে পোৱাটো বৰ কঠিন। বাস্তৱ ক্ষেত্ৰত তেনে কাৰ্য্য কেতিয়াবাহে হোৱা দেখা যায়। তলত প্ৰত্যেক প্ৰকাম্যৰ বিষয়ে আলোচনা কৰা হৈছে।

(ক) **প্ৰকাম্য কাৰিকৰী কৌশল** ঃ—নতুন আবিষ্কাৰ প্ৰয়োগ আৰু শ্ৰম বিভাগৰ জৰিয়তে কোনো এটা প্ৰতিষ্ঠানে প্ৰকাম্য কাৰিকৰী কৌশল পাব পাৰে। কাৰিকৰী কৌশলৰ প্ৰয়োগ নীতিয়ে মানুহৰ শ্ৰম কমাই আনে। আনহাতেদি এজন ব্যক্তিয়ে একে সময়তে বহু কাম কৰিব পাৰে। তদুপৰি শ্ৰম বিভাজন হোৱাত ক্ষমতা বাঢ়িব পাৰে। সময়ৰ প্ৰয়োজন কমি যায় য'ত বেছি উৎপাদন কৰিবলৈ সক্ষম হয়। কিয়নো, নতুন কাৰিকৰী কৌশলৰ প্ৰয়োগে ব্যৱসায় প্ৰতিষ্ঠান ডাঙৰ আকাৰত ৰূপান্তৰ কৰে আৰু কম খৰচত অধিক



উৎপাদন কৰাত সহায় কৰে। উৎপাদনৰ লগে লগে নিৰ্ধাৰিত উৎপাদন খৰচ সমানুপাতে বাঢ়ি যাব নোৱাৰে। এনে ধৰণে উৎপাদন বঢ়াই গলে এটা অৱস্থাৰ স্থিতি হ'ব য'ত নেকি উৎপাদনৰ মিতব্যয়িতা পাব পাৰে আৰু সেইটোৱেই হ'ব কাম্য কাৰিকৰী কৌশল।

(খ) **পৰিচালনা দক্ষতাৰ প্ৰকাম্য** ঃ—পৰিচালনাৰ কাৰ্য্যত শ্ৰম বিভাজন আৰু সংযোজনদ্বাৰা সৰ্বোচ্চ মিতব্যয়িতা আদায় কৰিব পৰা অৱস্থাকে পৰিচালনা দক্ষতা প্ৰকাম্য বুলিব পাৰি। পাম এখনৰ আয়তন বৃদ্ধিৰ লগে লগেই কাৰিকৰী দিশৰ উপৰিও পৰিচালনাৰ দিশত মিতব্যয়িতা লাভ কৰি খৰচ কমোৱাৰ সুযোগ পাব পাৰে। কাৰণ পামখনৰ আয়তন বা আকাৰ বৃদ্ধিৰ কাৰণে প্ৰশাসনৰ ক্ষেত্ৰত শ্ৰম বিভাজন আৰু বিশেষজ্ঞৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিব পাৰে। অন্যহাতে, যিহেতু পাম এখনৰ আকাৰ বৃদ্ধিৰ সমানুপাতে পৰিচালক নিয়োগ কৰিব নালাগে, য'ত পামখনৰ আয়তন বাঢ়ি পৰিচালকৰ প্ৰকাম্য আদায় কৰিব পাৰি। যিহেতু, এনে অৱস্থাত প্ৰতি একক গড় উৎপাদনৰ ব্যয় কমি যাব, কিন্তু পামখনৰ এটা নিৰ্দিষ্ট আয়তন পোৱাৰ পাছতো যদি ডাঙৰ কৰা হয়, তেতিয়া দক্ষ পৰিচালনাত বাধাগ্ৰস্ত হয় আৰু প্ৰতি একক গড় উৎপাদন ব্যয় বৃদ্ধি হ'ব পাৰে। গতিকে যিটো আকাৰত পৰিচালনাৰ গড় উৎপাদন ব্যয় নিম্নতম হয় তাকেই পৰিচালনা দক্ষতাৰ প্ৰকাম্য বুলিব পাৰি।

(গ) **বিত্তীয় প্ৰকাম্য** ঃ—ব্যৱসায়ৰ আকাৰ বৃদ্ধিৰ লগে লগে বিভিন্ন বিত্তীয় অনুষ্ঠান আৰু জনসাধাৰণৰ পৰা সহজে বিত্ত যোগান পোৱা যায়। ই ব্যৱসায়ত উন্নত ধৰণে সৰহ পৰিমাণৰ উৎপাদন কৰাত সহায় কৰে। এনে স্থলত প্ৰতি এককৰ বিত্তীয় ব্যয় হ্ৰাস হোৱাৰ কাৰণে বিত্তীয় মিতব্যয়িতা এনে এটা স্তৰলৈকে পোৱা যায় য'ত বিত্তীয় ব্যয় সৰ্বনিম্ন হয়। এই অৱস্থাকেই বিত্তীয় প্ৰকাম্য আকাৰ

বুলিব পাৰি। পাম এখনে এই অৱস্থা পোৱাৰ পাছতো যদি আকাৰ বৃদ্ধি কৰে তেতিয়া এফালে বিত্তীয় ব্যয় বৃদ্ধি হয় আৰু অন্যফালে লাভ অংশ ক্ৰমান্বয়ে কমি যাব পাৰে।

(ঘ) **বজাৰৰ প্ৰকাম্য ঃ**—বজাৰৰ প্ৰকাম্য অৱস্থা বৃহৎ আকাৰত কিনা-বেচা কৰাৰপৰা উদ্ভৱ হোৱা মিতব্যয়িতা আৰু মিতব্যয়িতাৰপৰা নিৰ্ণয় কৰিব পৰা যায়। প্ৰথম বৃহৎ পামে তুলনামূলকভাৱে কম মূল্যত আৱশ্যকীয় উপাদানসমূহ ক্ৰয় কৰিব পাৰে। সেইদৰে বিক্ৰীৰ ক্ষেত্ৰতো বিশেষজ্ঞ নিয়োগ কৰি আৰু বিজ্ঞাপনৰ প্ৰসাৰতা নিয়োগ কৰি সুদক্ষ ভাবে বজাৰ সংগঠন কৰি চাহিদা নিজৰ অনুকূলে আনিব পাৰে। একে-লগে সৰহ পৰিমাণৰ ক্ৰয় কৰিও পৰিবহণৰ ব্যয় কমাব পাৰে। কাৰিকৰী প্ৰকাম্য আৰু পৰিচালনাৰ প্ৰকাম্য অৱস্থা পোৱাৰ পাছতো পাম এখনৰ আকাৰ বৃদ্ধি কৰি বজাৰ প্ৰকাম্য আদায় কৰিব পাৰি। বিশুদ্ধ প্ৰতিযোগিতাত ক্ৰয়-বিক্ৰয় মিতব্যয়িতাৰ লগত বৃহৎ পৰিমাণৰ উৎপাদন পৰিচালনা কৰাৰ অমিতব্যয়িতা সমতাত যেতিয়া উপনীত হোৱা যায়, তেতিয়াই বজাৰৰ প্ৰকাম্যৰ ভাৰসাম্য অৱস্থাত উপনীত হোৱা বুলি কব পাৰি।

বজাৰ প্ৰকাম্য আকাৰ উপলব্ধি কৰাৰ ক্ষেত্ৰত দুটা অসুবিধা দেখা যায়।

(১) বৃহৎ পামৰ ক্ৰটীৰ সম্ভাব্য লোকচান সৰু পামতকৈ খুব বেছি হ'ব পাৰে। পামখন যিমানে ডাঙৰ হয় সিমানে এই ক্ৰটী মোচন কৰা বেছি অসুবিধাজনক হৈ পৰে।

(২) দ্বিতীয়তে ডাঙৰ পামে কেঁচামাল আদি অধিক পৰিমাণে ক্ৰয় কৰাত সময় উপযোগী ব্যৱহাৰ নহ'লে কম দামত বিক্ৰী কৰিবলৈ বাধ্য হৈ লোকচানৰ সম্মুখীন হ'ব লাগে।

(ঙ) **সম্ভাব্য বিপদৰ প্ৰকাম্য ( Optimuw risk Limit ) ঃ**



ব্যৱসায় প্ৰধানকৈ ভৱিষ্যতৰ চাহিদাৰ অনুধাৱনৰ ওপৰত নিৰ্ভৰ কৰে। এই কথা উৎপাদনৰ ক্ষেত্ৰত বিশেষভাৱে প্ৰযোজ্য, গতিকে এখন পামে বিভিন্ন সিদ্ধান্তৰ লগতে অনিশ্চয়তাৰ সন্মুখীন হয় আৰু এই নিশ্চয়তা বহন কৰিব লগিয়াত পাৰে। উদ্যোগকাৰীৰ ৰুচি, আয়, কাৰিকৰী কৌশলৰ উন্নয়ন আৰু উৎপাদন সংগঠনৰ নতুন কৌশলৰ উদ্ভাৱন আৰু প্ৰয়োগ নীতিয়ে বজাৰৰ চাহিদা আৰু ব্যয়ৰ পৰিস্থিতি সাল-সলনি ঘটাব পাৰে। ইয়াৰপৰা লাভ-লোকচান দুয়োটাই হ'ব পাৰে। ব্যৱসায়ীয়ে এই বিপদৰ দায়িত্ব বহন কৰাটো প্ৰধান কৰ্তব্য। এনে পৰিস্থিতিৰ সন্মুখীন হ'ব পৰা ক্ষমতা সংগঠকৰ কাৰণে অতি আৱশ্যকীয়। ইয়াৰ উপৰিও বিশেষ জ্ঞান আৰু ভাৱধাৰা, নিজৰ সিদ্ধান্তত বিশ্বাস, দৃঢ়তা আৰু পৰিস্থিতিত খাপ খুৱাই কাম কৰিব পৰা গুণ ব্যৱসায়ীৰ কাৰণে অতি আৱশ্যকীয়। এই ক্ষেত্ৰত সৰু পাম এখনে যিমান সহজে পৰিস্থিতিৰ সন্মুখীন হৈ খাপ খুৱাই লব পাৰে, বৃহৎ একোখন পামে সেই অনুপাতে লব পৰা দেখা নাযায়। গতিকে পাম এখনে আয় বৃদ্ধিৰ লগে লগে বাঢ়ি যোৱা এই বিপদ সংকুল অনিশ্চয়তাই পামখনৰ আকাৰ বৃদ্ধিত বাধাৰ সৃষ্টি কৰে আৰু সৰু প্ৰকাম্য তিষ্ঠি থাকিব পৰা পামৰ আকাৰ সৃষ্টি কৰে।

বিশুদ্ধ প্ৰতিযোগিতাত পামবিলাক প্ৰকাম্য আকাৰৰ হোৱাৰ সম্ভাৱনা বেছি। কাৰণ, প্ৰতিযোগিতাই দামৰ ওপৰত নিম্নমুখী হেঁচা দি দক্ষ পামৰ উৎপাদন ব্যয়ৰ সমান কৰে। এনে অৱস্থাত সকলো-বিলাক পাম নিজা প্ৰকাম্য আকাৰ হ'বলৈ বাধ্য হয়; কিন্তু প্ৰকৃতপক্ষে বাস্তৱ অপূৰ্ণ প্ৰতিযোগিতাত প্ৰকাম্য পাম দেখা নাযায়; যদিও পাম-বিলাকে দক্ষতা বৃদ্ধি কৰি প্ৰায়ে উৎপাদন ব্যয় হ্ৰাস কৰাৰ প্ৰচেষ্টাত থকা দেখা যায়। যেতিয়া উৎপাদন বৃদ্ধিৰ লগে লগে উৎপাদন ব্যয় কমোৱাৰ প্ৰচেষ্টাত ফলপ্ৰসূ নহয়, তেতিয়াই পামে প্ৰকাম্য আকাৰ

অতিক্রম কৰাৰ অৱস্থাত উপনীত হৈছে বুলি ধৰিব পৰা যায়। আন হাতে উৎপাদন বৃদ্ধিৰ লগে লগে প্ৰতি একক গড় উৎপাদন ব্যয় বৃদ্ধি হলে প্ৰকাম্য আকাৰ অতিক্ৰম কৰিছে বুলি ধৰিব পাৰি।

**প্ৰকাম্য আপোচ মীমাংসা ( Reconciliation of optima ) ঃ** পামৰ বিভিন্ন প্ৰকাম্যবিলাকৰ মাজত সংঘাত ঘটিব পাৰে। কোনো এখন পামে কাৰিকৰী বা পৰিচালনাৰ ক্ষেত্ৰত প্ৰকাম্য অৱস্থাত উপনীত নহলেও অন্যবিলাকত যেনে—সম্ভাব্য বিপদ, প্ৰকাম্য অৱস্থাত উপনীত হ'ব পাৰে। এনে স্থলত বিভিন্ন প্ৰকাম্যৰ মাজত সংঘাট আৰম্ভ হয়। গতিকে পামখনৰ প্ৰকৃত প্ৰকাম্য আকাৰ নিৰ্ধাৰণ কৰিবলৈ হলে এই সংঘাটসমূহৰ আপোচ কৰিবলগীয়া হয়। এইদৰে আপোচ কৰিবলৈ হলে, ব্যৱসায়ী এজনে বিভিন্ন উৎপাদনৰ পৰিমাণত দীৰ্ঘম্যাদী গড় উৎপাদন ব্যয় নিৰ্ণয় কৰি লৈ যিটো উৎপাদন পৰিমাণত গড় উৎপাদন ব্যয় নিম্নতম হয়, সেই পৰিমাণৰ উৎপাদন কৰিব পৰা পামখনৰ আকাৰ নিৰ্ধাৰণ কৰিলেই এই আপোচ মীমাংসা হ'ব পাৰে। তলত বিভিন্ন প্ৰকাম্যৰ আপোচ মীমাংসাৰ উপায় সম্বন্ধে আলোচনা কৰা হ'ল।

(ক) কাৰিকৰী প্ৰকাম্য আৰু পৰিচালনা প্ৰকাম্য আপোচ যেতিয়া কাৰিকৰী প্ৰকাম্য পৰিচালনা প্ৰকাম্যতকৈ ডাঙৰ হয়, তেতিয়া,—

(১) থিয় বা শীৰ্ষবিন্দু সম্বন্ধীয় বিভাজন—এনে অৱস্থাত পৰিচালনা দক্ষতাৰ বৃদ্ধিৰ কাৰণে শীৰ্ষবিন্দু সম্বন্ধীয় বিভাজন কৰি, অৰ্থাৎ একোটা পৰ্য্যায়ত একোজন বিশেষজ্ঞ নিয়োগ কৰি তেওঁৰ ওপৰত দায়িত্ব দি আপোচ কৰিব পাৰি। তেনে কৰিবৰ কাৰণে পামখন কেবাটাও বিভাগত ভাগ কৰি এই কাৰ্য্য কৰিব পাৰি।

(২) আকৌ, পামখন কেবাটাও ভাগত সংগঠন কৰি প্ৰতিটো ভাগৰ ওপৰত বেলেগ পৰিচালক নিয়োগ কৰি, এটাইকেইটা বিভাগৰ সমন্বয়ৰ কাৰণে কেন্দ্ৰীয় পৰিচালক নিয়োগ কৰি আপোচ মীমাংসা কৰিব পাৰি। উদাহৰণ স্বৰূপে ক্ৰয় বিভাগ, উৎপাদন বিভাগ, বিত্ত বিভাগ আদিৰ ক্ষেত্ৰত বিভিন্ন পৰিচালক নিয়োগ কৰি সকলো বিভাগৰ ওপৰত সমন্বয় ৰাখি কেন্দ্ৰীয় পৰিচালক নিয়োগ।



(৩) উৎপাদিত দ্ৰব্যৰ বিভিন্ন ৰকমৰ প্ৰচেষ্টা কমাই আনি কেইটামান নিৰ্দিষ্ট দ্ৰব্যৰ ওপৰত মনোযোগ দি কাৰিকৰী একক হ্ৰাস কৰা। ইয়াৰদ্বাৰা বহুত ধৰণৰ দ্ৰব্য উৎপাদন কৰা ডাঙৰ এককবিলাকৰ বাধা দূৰ কৰিব পাৰি।

(খ) কাৰিকৰী প্ৰকাম্য, পৰিচালনাৰ প্ৰকাম্যতকৈ সৰু হলে,—

(১) পূৰ্বৰ এটা কাৰখানাৰ সলনি কেবাটাও কাৰখানা প্ৰতিষ্ঠা কৰি এনে ধৰণৰ সংঘাট আপোচ কৰিব পাৰি।

(২) একে ধৰণৰ অন্য এটা দ্ৰব্যৰ উৎপাদন কৰি বা পূৰ্বৰ উৎপাদিত দ্ৰব্যৰ নতুন ধৰণৰ দ্ৰব্য উৎপাদন কৰিও আপোচ মীমাংসা কৰিব পাৰি। ইয়াৰদ্বাৰা পৰিচালনা দক্ষতা বৃদ্ধি পায়।

(৩) **শীৰ্ষবিন্দু সম্বন্ধীয় সংযোজনৰদ্বাৰা ঃ** অৰ্থাৎ উৎপাদিত দ্ৰব্যটোৰ উৎপাদনত ব্যৱহৃত কেঁচামাল উৎপাদন কৰি এনে ধৰণৰ সংঘাট আপোচ কৰিব পাৰি। যেনে, চেনি উৎপাদনৰ ক্ষেত্ৰত কুঁহিয়াৰৰ উৎপাদন কাৰ্য্য।

আপোচ মীমাংসা অত্যন্ত জটিল আৰু এই ক্ষেত্ৰত পৰিচালকৰ যথেষ্ট অভিজ্ঞতা আৰু ধৈৰ্য্যৰ আৱশ্যক হয়।

**আকাৰ গঠনৰ লক্ষ্য ঃ** আমি আগতেই ব্যৱসায় প্ৰতিষ্ঠানৰ সৰু মধ্যমীয়া আৰু ডাঙৰ আদি বিভিন্ন আকাৰৰ বিষয়ে বিশদ আলোচনা কৰি আহিছোঁ; কিন্তু এই বিভিন্ন আকাৰসমূহৰ সংগঠন পৰিচালনা সম্বন্ধ আৰু বিত্তৰ নিখুঁত ব্যৱহাৰ এক মন কৰিবলগীয়া বিষয় বস্তু।

ভাৰতবৰ্ষৰ প্ৰতিষ্ঠিত শিল্প উদ্যোগৰ আকাৰ ডঃ এছ, কে. বাছুৰ মতে তিনি ভাগত ভগাব পাৰি। যেনে—সংগঠিত আকাৰ, অৰ্থাৎ

ডাঙৰ ব্যৱসায়, অসংগঠিত আকাৰ, মধ্যমীয়া ব্যৱসায় (কপাহ উদ্যোগ) আৰু ইয়াৰ বাহিৰে যিবিলাক প্ৰতিষ্ঠান স্থাপন কৰা হৈছে সেইবিলাকক সৰু আকাৰত ধৰা হয়।

বাস্তৱ ক্ষেত্ৰত এই সূত্ৰই আকাৰ নিৰ্ণয় কৰাত কোনো অৰিহণা যোগোৱা দেখা নাযায়। প্ৰকৃত পক্ষে কবলৈ গলে ব্যৱসায় আকাৰ নিৰ্ণয় কৰাৰ ক্ষেত্ৰত কেইটামান বিশেষ বিষয়ৰ ওপৰত মন দিব লাগে। উদাহৰণ স্বৰূপে মূলধন নিয়োগ, শ্ৰমিকৰ সংখ্যা, শক্তিৰ প্ৰচলন, উৎপাদন ক্ষমতা ইত্যাদি।

**সৰু আকাৰৰ উদ্যোগ :** ভাৰতবৰ্ষত ৰাজ্যিক চৰকাৰৰ ব্যৱসায় প্ৰতিষ্ঠানত ধাৰ দিয়া ভিত্তিৰ ওপৰত নিৰ্ভৰ কৰি কবলৈ গলে, যিবিলাক প্ৰতিষ্ঠানৰ মূলধন ৫ লক্ষৰ কম, য'ত ১০০ জন শ্ৰমিকতকৈ সৰহ সংখ্যক শ্ৰমিক নিয়োগ কৰা নহয়, তেনে উদ্যোগসমূহ সৰু আকাৰত অন্তৰ্ভুক্ত কৰা হয়। অৱশ্যে, বৰ্তমান যুগত যিবিলাক উদ্যোগে শক্তি ব্যৱহাৰ কৰি ১০০ জন শ্ৰমিকতকৈ কম সংখ্যাৰ লোক নিয়োগৰদ্বাৰা কাৰ্য্য কৰোৱাকে সৰু আকাৰৰ উদ্যোগ হিচাপে ধৰা হয়। তদুপৰি ইয়াৰ আন বৈশিষ্ট্যসমূহ হ'ল, সৰু সৰু চহৰীয়া শিল্প, ডাঙৰ উদ্যোগক সহায় কৰিবৰ কাৰণে কৰা শিল্প, সময় উপযোগী উৎপাদিত শিল্প এজনীয়া বা অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠান ইত্যাদি, য'ত নিজৰ বা বন্ধু-বান্ধৱৰ সহায়-সহযোগৰ ওপৰত ভিত্তি কৰি স্থাপন কৰা হয়। এনে ধৰণৰ ব্যৱসায় প্ৰতিষ্ঠানসমূহ নিজ বুদ্ধি-বৃত্তিৰ ওপৰত স্থাপিত হোৱাত কাৰিকৰী নিয়োগৰ ক্ষেত্ৰত এটা সীমিত অৱস্থাৰ সৃষ্টি হয়। তদুপৰি হিচাপ ৰখা বা পৰীক্ষা কৰা ক্ষেত্ৰতো কোনো নিয়ম পালনৰ বিশেষ আৱশ্যক নকৰে। এনে প্ৰতিষ্ঠানসমূহৰ নিজা বা ভাৰা দিয়া ঘৰত স্থাপন কৰা দেখা যায়।

**মধ্যমীয়া আকাৰৰ উদ্যোগ :** ব'ম্বেৰ ৰাজ্যিক বিত্তীয় গঠিত সভাৰ



মতে যিবিলাক ব্যৱসায় প্ৰতিষ্ঠানত ৫ লক্ষৰ অধিক মূলধন আৰু ২০ লক্ষতকৈ কম ভিত্তিত নিয়োগ কৰি স্থাপন কৰা হয়, তাকে মধ্যমীয়া আকাৰৰ উদ্যোগ হিচাপে ধৰা হয়। এই প্ৰতিষ্ঠানৰ বৈশিষ্ট্য হ'ল, যে এনে ধৰণৰ ব্যৱসায়সমূহ সাধাৰণতে নিজা যৌথ কাৰবাৰৰ আকাৰত গঠন কৰা হয়। তদুপৰি এনে প্ৰতিষ্ঠানে বিত্ত যোগানৰ ক্ষেত্ৰত বেংকসমূহৰপৰাও হ্ৰসম্যাদী ঋণ গ্ৰহণ কৰা দেখা যায়। আনহাতেদি এনে প্ৰতিষ্ঠানসমূহ ভাৰাদিয়া ঘৰবিলাকতেই প্ৰতিষ্ঠা কৰা হয়। বৰ্তমান যুগত অৱশ্যে ঋণ দিয়াৰ ক্ষেত্ৰত ৰাজ্যিক বিত্তীয় গঠিত সভাই বহুখিনি সহায় কৰি ইয়াৰ বহুল প্ৰচাৰৰ কাৰণে যত্ন কৰিছে।

**ডাঙৰ আকাৰৰ উদ্যোগ :** ওপৰত আলোচনা কৰা কাৰ্য্য অনুযায়ী দেখা গ'ল যে যিবিলাক উদ্যোগত ২০ লক্ষৰ অধিক মূলধন সম্পত্তি নিয়োগ কৰা হয়, তেনে উদ্যোগসমূহ ডাঙৰ আকাৰৰ উদ্যোগৰ ভিতৰত ধৰা হয়। উদাহৰণ স্বৰূপে সাধাৰণ যৌথ মূলধনকাৰী কাৰবাৰসমূহ। এনে প্ৰতিষ্ঠানে মূলধন সংগ্ৰহৰ ক্ষেত্ৰত জনসাধাৰণৰ সহায় আৰু বেংক্ আদি বিত্তীয় অনুষ্ঠানসমূহৰপৰা পোৱা সহায় বিশেষ উল্লেখযোগ্য। এই প্ৰতিষ্ঠানসমূহে নিজৰ ববিয়াকৈ মাটি-বাৰী, ঘৰ-দুৱাৰ নিৰ্মাণ কৰি স্থাপন কৰা দেখা যায়।

ডাঙৰ আকাৰৰ শিল্প উদ্যোগসমূহৰ বিকাশৰ ক্ষেত্ৰত শিল্প বিপ্লৱৰ ভূমিকা বিশেষ গুৰুত্বপূৰ্ণ, কিয়নো বৰ্তমান দেখা যায়, শক্তি নিয়োগৰ ক্ষেত্ৰত মানুহৰ সলনি যন্ত্ৰৰ নিয়োগ নীতি। নতুন নতুন আবিষ্কাৰৰ উদ্যোগসমূহ যন্ত্ৰ শিল্পত পৰিণত হ'ল, য'ত মূলধনৰ আৱশ্যক বেছি হৈ পৰিল। চাৰজাণ্ট্ ফ্ল'ৰেন্সৰ মতে যন্ত্ৰ-শিল্প নিয়োগৰ ক্ষেত্ৰত অধিক উৎপাদন পাব পাৰি, যদিহে তাক ডাঙৰ আকাৰত গঠন কৰা হয়, আৰু য'ত সম্পূৰ্ণ দক্ষতা আদায় কৰিব পাৰি। তদুপৰি ডাঙৰ আকাৰৰ শিল্প উদ্যোগ প্ৰতিষ্ঠান স্থাপনৰদ্বাৰা বহু ধৰণৰ মিতব্যয়িতা পাব পাৰি। যেনে—

(১) **উৎপাদন মিতব্যয়িতা** (ক) **অধিক কাৰবাৰ ঃ** উৎপাদক বা পাইকাৰী ব্যৱসায়ীসকলৰপৰা একেলগে বহু পৰিমাণৰ কাম, কম খৰচত বেচা মাল সংগ্ৰহ।

**(খ) ভাৰাৰ মিতব্যয়িতা ঃ** নাও বা জাহাজত একে সময়তে সৰহ পৰিমাণৰ বোজাই কৰি বস্তু কঢ়িওৱাৰ ক্ষেত্ৰত ভাৰা কম পৰা দেখা যায়।

(গ) **বিশেষত্বৰ মিতব্যয়িতা ঃ** ডাঙৰ আকাৰৰ উদ্যোগসমূহে উৎপাদন বা কাৰবাৰৰ ক্ষেত্ৰত কোনো এটা বিশেষত্বৰ মিতব্যয়িতা অধিকাৰ কৰিব পাৰে যেনে—

(১) **শ্ৰম বিভাজন ঃ** ডাঙৰ প্ৰতিষ্ঠানে শ্ৰম বিভাজনৰ পূৰ্ণ সুযোগ আদায় কৰিব পাৰে। ব্যক্তিৰ বিশেষত্ব উৎপাদন কাৰ্য্যত সহায়ক হয়।

(২) **বিশেষ যন্ত্ৰ শিল্পৰ নিয়োগ ঃ** আধুনিক বিশেষ ধৰণৰ যন্ত্ৰ-শিল্প নিয়োগ কৰি, ডাঙৰ আকাৰৰ উদ্যোগসমূহে উৎপাদন খৰচ কমাব পাৰে।

(ঘ) **গৱেষণা আৰু উন্নয়ন ( Research and development ) ঃ** ডাঙৰ আকাৰৰ উদ্যোগসমূহত ব্যৱসায়ৰ উন্নয়নৰ কাৰণে কোনো গৱেষণা বিভাগ স্থাপন কৰিব পাৰি। যিটো সৰু আকাৰৰ ব্যৱসায় প্ৰতিষ্ঠানৰ এটা খৰচী বিভাগত পৰিণত হ'ব। গতিকে, ডাঙৰ আকৃতিৰ ব্যৱসায়ে আধুনিক গৱেষণাগাৰ স্থাপন কৰি বস্তুৰ উৎপাদনৰ সালসলনি কৰি খৰচ কমাব পাৰে।

(ঙ) **নষ্ট হোৱা বস্তুৰ সদ্ ব্যৱহাৰ ঃ** ডাঙৰ আকাৰৰ ব্যৱসায় প্ৰতিষ্ঠানে তেওঁবিলাকৰ বাহি বা অব্যৱহৃত হৈ পৰি থকা বস্তুসমূহৰ আৱশ্যকীয় আনুষংগিক দ্ৰব্য ( by products ) প্ৰস্তুত কৰিব পাৰে; কিন্তু সৰু আকাৰৰ ক্ষেত্ৰত এনে কাৰ্য্য সম্ভৱপৰ নহয়।

(চ) **সময়মতে কৰা মেৰামতি ঃ** ডাঙৰ আকাৰৰ ব্যৱসায়ী প্ৰতিষ্ঠানে তেওঁবিলাকৰ নিজৰ বৰিয়াকৈ মেৰামতি কৰিবৰ কাৰণে সুবিধা ৰাখিব পাৰে। য'ত খৰচ কম হয় আৰু সময় কম লাগে; কিন্তু সৰু আকাৰৰ প্ৰতিষ্ঠানত ই এটা বিশেষ খৰচী কাৰ্য্য।



(ছ) **মিতব্যয়িতাৰ উৎপাদন মাত্ৰা বা আয়তন ঃ** উৎপাদন বঢ়োৱাৰ সমানুপাতে উৎপাদিত খৰচ বাঢ়ি যোৱা দেখা নাযায়। মজিয়া ( floor ) বাঢ়ি গলেও এটা ঘৰত এখন ছালৰ প্ৰয়োজন হয়। সেইদৰে, এখন দুমহলীয়া মানুহ কঢ়িওৱা বাছত দুজন চালক আৰু দুজন পৰিচালকৰ প্ৰয়োজন নহয়। সেয়েহে ডাঙৰ আকাৰৰ প্ৰতিষ্ঠানে সৰহ পৰিমাণৰ বস্তু একেলগে কম মূল্যত কিনি কম দামত বিক্ৰী কৰিব পাৰে।

ওপৰত আলোচনা কৰা মিতব্যয়িতাৰপৰা দেখা গ'ল যে এখন ডাঙৰ আকৃতিৰ পামে সৰু আকৃতিৰ পামতকৈ বস্তু কম খৰচত উৎপাদন কৰিব পাৰে। আমি জানো যে গড় উৎপাদনৰ খৰচ কেতিয়াও একে থাকিব নোৱাৰে। বস্তুৰ উৎপাদন বঢ়াৰ লগে লগে উৎপাদিত খৰচ কমি যায়। সাধাৰণতে প্ৰত্যেক পামৰে দুবিধ খৰচ থাকিব পাৰে। যেনে—স্থিৰ ( fixed ) আৰু পৰিবৰ্তনীয় ( variable )। স্থিৰ খৰচ হয় মূলধন সমন্বিত যন্ত্ৰ, সুত আৰু নিগাজী শ্ৰমিকক দিয়া দৰমহা বা মজুৰি। এনে ধৰণৰ খৰচসমূহ এবছৰৰ লগত পিছৰ বছৰৰ প্ৰায়ে মিল থকা দেখা যায়। আন হাতেদি পৰিবৰ্তনীয় খৰচসমূহ, যেনে— কেঁচামাল সংগ্ৰহ, দিন হাজিৰা, মজুৰি আদিৰ ক্ষেত্ৰত পৰিবৰ্তন হৈ থকা দেখা যায়। যিটোৱে বস্তুৰ উৎপাদন খৰচ বঢ়োৱা আৰু কমোৱা কৰিব পাৰে; কিন্তু স্থিৰ খৰচসমূহে সিমান বেছি ধৰণে ব্যৱসায়ত আঘাত হানিব নোৱাৰে। গতিকে দেখা গ'ল ডাঙৰ আকাৰৰ ব্যৱসায় প্ৰতিষ্ঠানসমূহে বস্তু উৎপাদনৰ ক্ষেত্ৰত প্ৰতি একক উৎপাদনত মিত-ব্যয়িতা পাব পাৰে।

(২) **পৰিচালনা মিতব্যয়িতা (Economics in Managements)ঃ**

(ক) **শিক্ষিত লোকৰ নিয়োগ ঃ** বৰ্তমান শিল্প বিজ্ঞানৰ যুগত ব্যৱসায় এক জটিল প্ৰতিষ্ঠান। ব্যৱসায়ত শিল্প বিজ্ঞানৰ প্ৰচলনৰ কাৰণে বিশেষ ব্যক্তিৰ প্ৰয়োজন হয়। যিটো কেৱল ডাঙৰ ব্যৱসায় প্ৰতিষ্ঠানৰ ক্ষেত্ৰতহে সম্ভৱপৰ হ'ব পাৰে। ব্যৱসায় বঢ়াৰ লগে লগে পৰিকল্পনাৰ প্ৰয়োজন, য'ত প্ৰতিভাৱানলোকৰ প্ৰয়োজন হয় আৰু প্ৰতিষ্ঠানৰ ক্ষেত্ৰত খুব খৰচী হৈ পৰে। এতেকে এনে কাৰ্য্যত ডাঙৰ পামসমূহে কৃতকাৰ্য্যতা লাভ কৰিব পাৰে।

(খ) **নিম্নতম স্থিৰ খৰচ (Lower overhead) ঃ** দ্ৰব্য উৎপাদনৰ সমানুপাতে স্থিৰ খৰচসমূহে প্ৰতি একক বস্তুৰ উৎপাদিত খৰচ বঢ়াব নোৱাৰে। যেনে বেছি বস্তু বিক্ৰীৰ ক্ষেত্ৰত বেছি বিক্ৰী দৰৰ প্ৰয়োজন নহয়।

(গ) **প্ৰাপ্তিষ্ঠানৰ মিতব্যয়িতা ঃ** ডাঙৰ আকৃতিৰ পামে প্ৰতিষ্ঠানৰ মিতব্যয়িতা পাব পাৰে। ব্যক্তিৰ উপযুক্ততাৰ ওপৰত নিৰ্ভৰ কৰি নিয়োগ কৰাত সুবিধা হয়। সেয়েহে কাৰ্য্য অনুযায়ী সামৰ্থ্যৱানলোকক নিয়োগ কৰাত ব্যৱসায়ৰ উপযুক্ততা আহৰণ কৰিব পাৰি।

(ঘ) **যান্ত্ৰিক পদ্ধতিৰ ব্যৱহাৰ ঃ** ডাঙৰ আকৃতিৰ পামসমূহে পৰিচালনাৰ সুবিধা আৰু কম সময়ত নিৰ্ভুল কাৰ্য্য সমাধানৰ কাৰণে হিচাপ গণনা আদি কাৰ্য্যত যান্ত্ৰিক পদ্ধতি ব্যৱহাৰ কৰিব পাৰে।

(৩) **বিত্তীয় প্ৰশাসনৰ মিতব্যয়িতা ( Economics in Financial Administration ) ঃ**

(ক) **কম হাৰত মূলধন সংগ্ৰহ ঃ** ডাঙৰ আকৃতিৰ পামসমূহৰ নিশ্চয়তা থকাৰ কাৰণে কম হাৰত মূলধন সংগ্ৰহ কৰিব পাৰে। যিহেতু কীৰ্তি কাৰবাৰত বিত্তীয় অনুষ্ঠানসমূহে অংশ বা ঋণ-পত্ৰ ক্ৰয় কৰিবলৈ ইচ্ছুক।



(খ) **পুনৰ নিয়োগ আয় ঃ** ডাঙৰ আকৃতিৰ পামসমূহৰ আয় বা লভ্যাংশ বেছি। গতিকে তাৰ কিছু অংশ মুলধনত পুনৰ নিয়োগ কৰি ব্যৱসায়ৰ প্ৰসাৰতা লাভ কৰিব পাৰে।

(গ) **মন্দা অৱস্থাত জীয়াই থকা ঃ** দেশৰ ব্যৱসায়ৰ অৱস্থা মন্দা বা বেয়া হলে ডাঙৰ পামসমূহৰ সৰু পামতকৈ জীয়াই ৰখাৰ সুবিধা বেছি। দেখা যায় ব্যৱসায়ৰ মন্দা অৱস্থাত কাম বেছি পৰিমাণে সৰু ডাঙৰ সকলো উদ্যোগ প্ৰতিষ্ঠানেই লোকচানৰ সন্মুখীন হয়; কিন্তু বহুত দিন ব্যাপি তেনে এটা অৱস্থাৰ পৰিস্থিতি সৰু আকৃতিৰ পামসমূহত জাগি উঠাৰ সম্ভাৱনা বেছি; কিন্তু ডাঙৰ আকৃতিৰ ব্যৱসায়সমূহে তেজী বজাৰৰ অৱস্থাৰ সময়ত অধিক আহৰণে পুনৰ স্থাপন কৰাত সহায় কৰে।

(ঘ) **আদায় কৰিব নোৱাৰা ধাৰৰ মাত্ৰা কম ঃ** ডাঙৰ আকাৰৰ পামসমূহৰ আদায় কৰিব নোৱাৰা ধাৰৰ মাত্ৰা কম। কিয়নো এনে ব্যৱসায় যদি একচেটিয়া হয়, গ্ৰাহকসকল ধাৰ পৰিশোধ কৰিবলৈ বাধ্য হয়।

(ঙ) **ব্যৱসায়িক নিৰাপত্তা ঃ** ডাঙৰ আকৃতিৰ ব্যৱসায়সমূহৰ লাভ-লোকচানৰ ক্ষেত্ৰত ব্যৱসায়িক নিৰাপত্তা খুব বেছি। কিয়নো এনে প্ৰতিষ্ঠানসমূহে বিভিন্ন বস্তু উৎপাদন কৰিবলৈ সক্ষম হয়। প্ৰতিষ্ঠানৰ এটা দ্ৰব্যৰ লোকচান আন এটা দ্ৰব্যই পূৰণ কৰিব পাৰে। আন হাতেদি অকৃতকাৰ্য্য দ্ৰব্যসমূহ বাদ দিয়ো ব্যৱসায় চলাব পাৰি।

(৪) **বজাৰৰ মিতব্যয়িতা ( Economics of Marketing ) ঃ**

(ক) **বিক্ৰী মিতব্যয়িতা ঃ** একে সময়তে অধিক বিক্ৰী কৰি বিক্ৰীৰ খৰচ কমাব পাৰে। উদাহৰণ স্বৰূপে প্ৰতি একক পৰিবহণ খৰচ কমাব পাৰি, যদিহে সৰহ পৰিমাণৰ বস্তু একে সময়তে ক্ৰয় কৰি পৰিবহণ কৰা হয়।

**(খ) বিজ্ঞাপন ঃ** দ্ৰব্যৰ বিজ্ঞাপন খৰচেও প্ৰতি উৎপাদন খৰচ বঢ়াব পাৰে। এনে ধৰণৰ খৰচসমূহে সৰু আকৃতিৰ পামৰ তুলনাত ডাঙৰ আকৃতিৰ কাৰণে বেছি সুবিধাজনক হ'ব পাৰে।

**(গ) খৰ কাৰ্য্য ঃ** ডাঙৰ আকৃতিৰ প্ৰতিষ্ঠানসমূহে দ্ৰব্য যোগানৰ আদেশ গ্ৰহণ সোনকালে বা খৰটকীয়াকৈ লব পাৰে। যি কাৰ্য্যৰ কাৰণে ব্যৱসায়ৰ সুনাম বঢ়োৱাত সহায়ক হয়।

**(ঘ) ব্যৱসায়িক বিপদৰ মিতব্যয়িতা ঃ** বিভিন্ন বস্তুৰ চাহিদা অনুযায়ী ডাঙৰ প্ৰতিষ্ঠানসমূহে বেলেগ বেলেগ কেঁচামাল সংগ্ৰহ কৰি উৎপাদিত দ্ৰব্য প্ৰস্তুত কৰিবলৈ সক্ষম হয়। আনহাতে বস্তুৰ চাহিদা বজাই ৰাখি দ্ৰব্য উৎপাদনৰ মিতব্যয়িতাৰ সুযোগ গ্ৰহণ কৰিব পাৰে।

ডাঙৰ আকৃতিৰ পামসমূহৰ কেৱল সুবিধাই যে আছে এনে নহয়। ইয়াৰ অসুবিধাও বহুখিনি দেখিবলৈ পোৱা যায়। ব্যৱসায়ৰ প্ৰসাৰতা বাঢ়ি যোৱাৰ লগে লগে ই এক জটিলতাত পৰিণত হয়। বিশেষতঃ শৃংখলাবদ্ধতা আৰু সমপদস্থ ব্যক্তিৰ মাজত পৰিচালনা কৰা কাৰ্য্য বৰ কঠিন হৈ পৰে। ব্যৱসায় সাধাৰণতে দুটা কাৰ্য্যৰ ওপৰত নিৰ্ভৰশীল। যেনে কোনো বিষয়ৰ মীমাংসা আৰু তাক কাৰ্য্যত পৰিণত কৰা। ব্যৱসায়ৰ আকৃতি ডাঙৰ হলে তাৰ সম্বন্ধ ৰক্ষা আৰু তদাৰক কৰা অসুবিধা। এইটো সত্য যে, এজন ব্যক্তিৰ চিন্তাধাৰা দুজন বা ততোধিকৰ ব্যক্তিৰ লগত তুলনা নহয় ; কিন্তু আমাৰ এযাৰ কথা আছে যে অধিক বাঢ়ৈত গুৰ ধমনা হয়। বিভাগীয় ব্যক্তিসকলে তেওঁলোকৰ নিজ কাৰ্য্য সুন্দৰভাৱেই পৰিচালনা কৰিব পাৰে, কিন্তু যেতিয়া আনৰ লগত সম্বন্ধ ৰাখি কাম কৰিবলগীয়া হয়, তেতিয়া ই খেলিমেলিৰ সৃষ্টি কৰিব পাৰে। যি কাৰণত এটা বিভাগৰ লোকচানে আন এটা বিভাগত আঘাত হানিব পাৰে। গতিকে আলোচনাৰপৰা দেখা গ'ল ডাঙৰ আকৃতিৰ প্ৰতিষ্ঠানসমূহত সমপদস্থ ব্যক্তিৰ মাজত সমন্বয়ৰ অভাৱত ব্যৱসায়সমূহ খুব বেছি পৰিমাণৰ লোকচানৰ সন্মুখীন হ'ব লগা হয়।



ডাঙৰ ব্যৱসায় প্ৰতিষ্ঠানসমূহত সাধাৰণতে বিভাগীয় মূৰব্বীৰ সংখ্যা বেছি হয়, য'ত কোনো জনে নিজে দায়িত্ব বহন নকৰি উচ্চ পৰ্য্যায়ৰ দায়িত্ব এৰি দিয়া দেখা যায়। আকৌ প্ৰতি বিভাগৰ মাজত অৰিয়া-অৰি ভাবো পৰিলক্ষিত হয়। যাৰ ফলত কোনো এটা উপায় কাৰ্য্যত খটুৱাবলৈ যাওঁতে বহুতো সময়ৰ প্ৰয়োজন হয়। এনে ক্ষেত্ৰত ডাঙৰ আকৃতিৰ পামৰ দক্ষতা বঢ়াতকৈ কমাহে দেখা যায়। তদুপৰি মীমাংসা কৰোঁতে যথেষ্ট সময়ৰ প্ৰয়োজন, পৰিচালনাৰ দায়িত্ব বেছি গুৰুতৰ হয়, পামখনৰ অৱস্থা সোলোক-ঢোলোক আৰু বজাৰৰ লগত খাপ খুৱাই চাহিদা পূৰণ কৰাত অসুবিধা আহি পৰে যি কাৰ্য্যৰ জৰিয়তে ব্যৱসায়ৰ সুনাম দিনক দিনে কমি যায়।

**ডাঙৰ আকাৰ পামৰ অসুবিধা ঃ** প্ৰকাম্য আকাৰ পোৱাৰ অৱস্থালৈকে ডাঙৰ আকাৰৰ পামসমূহে তেওঁলোকৰ ব্যৱসায় বহলাই গৈ থাকে। যি অৱস্থাত এনে ধৰণৰ পামসমূহে বহুতো বাধা অতিক্ৰম কৰিবলগীয়া হয়। দেখা যায় এই অসুবিধাৰ কাৰণে কিছুমান ব্যৱসায় সৰু বা মধ্যমীয়া আকাৰৰ গঠন কৰাবলৈ বাধ্য কৰাই নাইবা তেওঁলোকে বহুতো উপায় অবলম্বন কৰি অসুবিধা দূৰ কৰি ব্যৱসায়ৰ আকাৰ ডাঙৰ কৰাৰ কাৰণে যত্নপৰ হ'ব পাৰে। উদাহৰণ স্বৰূপে—

**(১) পৰিচালনাৰ বাধা (Managerial obstacles) ঃ** প্ৰতিজন ব্যক্তিৰ কাম কৰিব পৰা এটা সীমিত শক্তি আছে। যেতিয়া বহুতো ব্যক্তিক লৈ কোনো এটা প্ৰতিষ্ঠান গঠন কৰা হয়, তেতিয়া প্ৰতিষ্ঠাপক-সকলৰ কাৰণে ব্যৱসায় পৰিচালনা কৰা আৰু ব্যক্তিসকলৰ মাজত সমন্বয় ৰক্ষা কৰা বৰ কঠিন হৈ পৰে। য'ত অৰ্থনীতিবিদ্ ৰবিনছনৰ মতে প্ৰতিটো কাৰ্য্য সমাধা কৰোঁতে এজনৰ লগত আলোচনা, দ্বিতীয়

জনলৈ দিয়া নির্দেশ, তৃতীয় জনৰ অনুমতি, চতুর্থ জনৰ সন্মতি আদিৰ ক্ষেত্ৰত বহুতো সময়ৰ আৱশ্যক হয়। এইটোৱে ব্যৱসায়ৰ অমিতব্যয়িতা প্ৰকাশ কৰে। আকৌ ব্যক্তি তদাৰকৰ মাজত বাধাৰ সৃষ্টি কৰে; নিয়োগ আৰু নিয়োগীৰ মাজত প্ৰভেদ আনে।

সৰু আকৃতিৰ ব্যৱসায়সমূহত এনে ধৰণৰ অসুবিধা দেখা নাযায়। নিয়োগকৰ্তা আৰু নিয়োগী (শ্ৰমিক) সকলৰ মাজত বুজা-বুজি অৱস্থাৰ সৃষ্টি কৰিব পাৰি। আনহাতেদি গ্ৰাহকৰ ৰুচি অনুযায়ী বস্তুৰ যোগান ধৰিব পাৰি।

**(২) বজাৰৰ বাধা ( Market obstacles ) :** এনে ধৰণৰ বাধা সাধাৰণতে ভৌগোলিক অৱস্থা আৰু মনোবিজ্ঞান সম্বন্ধীয়। যেতিয়া কোনো এটা বস্তুৰ চাহিদা নিজৰ অঞ্চলৰ ভিতৰত পৰে তেতিয়া ডাঙৰ আকৃতিৰ ব্যৱসায়ৰ কোনো প্ৰয়োজন নহয়। আকৌ যেতিয়া বস্তুৰ অনা-নিয়া বা কেঁচামাল সংগ্ৰহ কাৰ্য্যত পৰিবহণ খৰচ বেছি হয় তেতিয়াও ডাঙৰ আকৃতিৰ ব্যৱসায়ৰ সালসলনি আৰু আকৃতিৰ গঠন বেছি ফলপ্ৰসূ হয়।

মনোবিজ্ঞান অধ্যয়ন কৰিলেও দেখা যায়, প্ৰতিজন লোকৰ ৰুচি, অভ্যাস আৰু ইচ্ছা কেতিয়াও একে হ'ব নোৱাৰে। একোখন পামৰ পৰা একে ধৰণৰ বস্তু প্ৰতি গ্ৰাহকে কেতিয়াও ক্ৰয় নকৰে। গ্ৰাহকৰ ক্ষেত্ৰত কোনোবাই হয়তো সুলেখা পেনৰ ব্যৱহাৰ, কোনোবাই পাৰকাৰ পেনৰ ব্যৱহাৰ আৰু কোনোবাই হয়তো পাইলট্ পেন বিচাৰিব পাৰে। সেইফালৰপৰা কবলৈ গলে এনে অৱস্থাত একে ধৰণৰ বস্তু উৎপাদন বা যোগান ধৰা উচিত নহয়।

ভৌগোলিক অসুবিধাসমূহ শাখা-প্ৰশাখা খুলি হাত-সাৰিব পাৰি; কিন্তু সেই ক্ষেত্ৰতো তেওঁলোকে ব্যৱসায়ৰ কেন্দ্ৰীয় পৰিচালনা মিতব্যয়ী-তাৰপৰা বঞ্চিত হ'ব লগা হয়।



মনোবিজ্ঞান সম্বন্ধীয় বাধাসমূহৰ হাত-সাৰিবলৈ বিভিন্ন ধৰণৰ বস্তু উৎপাদন কৰিব লাগিব; কিন্তু সেইসমূহো সৰু সৰু আকাৰত কৰিব লগীয়া হয়। কিয়নো মানুহৰ ইচ্ছা বেলেগ বেলেগ পামে উৎপাদন কৰা দ্ৰব্যৰ প্ৰতি বেলেগ হ'ব পাৰে।

**(৩) বিত্তীয় বাধা (Financial Obstacles) :** ডাঙৰ আকৃতিৰ পামসমূহত বিত্তীয় যোগান এটা জটিল প্ৰশ্ন; কিন্তু সৰু আকাৰ পামৰ তেনে কোনো বাধাৰ সম্মুখীন হ'বলগীয়া নহয়।

**(৪) খৰচ বঢ়াৰ বাধা ( Obstacles of Increasing Cost ) :** ব্যৱসায় প্ৰতিষ্ঠানৰ প্ৰান্তীয় খৰচে আকাৰৰ সীমা নিৰ্ধাৰণত সহায়ক হয়। কিয়নো, প্ৰান্তীয় উৎপাদন ব্যয় প্ৰান্তীয় উৎপাদন আয়তকৈ বাঢ়ি গলে ব্যৱসায়ৰ লোকচান হয়।

**(৫) উৎপাদনৰ উপাদনসমূহৰ বৰ্ধিত বাধা ( Obstacles to the increase of factors of Production ) :** ব্যৱসায় প্ৰতিষ্ঠান আকাৰৰ লগত সমন্বয় ৰক্ষা কৰি বা আকৃতি ডাঙৰ হৈ যোৱাৰ লগে লগে উৎপাদনৰ উপাদানসমূহ বঢ়াই যাব নোৱাৰি। সেয়েহে নিৰ্দিষ্ট উৎপাদনৰ লগত পৰিবৰ্তনীয় উপাদানৰ সমন্বয় ঘটাবলৈ যাওঁতে উৎপাদিত খৰচ বাঢ়ি যাব পাৰে।

**(৬) বিপদৰ অনিশ্চয়তা ( Obstacles to increased risk ) :** ব্যৱসায়ৰ আকৃতি বাঢ়ি যোৱাৰ লগে লগে তাৰ বিপদ বা অনিশ্চয়তা আহিব পাৰে। সেই ক্ষেত্ৰতো ইয়াৰ আকৃতি বঢ়োৱাৰ এটা সীমা ৰাখিবলগীয়া হয়।

তদুপৰি ডাঙৰ আকৃতিৰ প্ৰতিষ্ঠানসমূহে নিয়াৰিকৈ হিচাপ-পত্ৰ ৰাখিব লাগে আৰু লগতে ব্যৱসায়ৰ উন্নতিমূলক বহু কাৰ্য্য সম্পাদন কৰিবলগীয়া হৈ পৰে; কিন্তু সৰু আকৃতিৰ ব্যৱসায়ৰ ক্ষেত্ৰত ই এটা নৈমিত্তিক কাৰ্য্য। গতিকে সেই ফালৰপৰা চালেও দেখা যাব যে

ডাঙৰ আকৃতিৰ ব্যৱসায় প্ৰতিষ্ঠানসমূহ উৎপাদনৰ ক্ষেত্ৰত বহুত সংঘাট অতিক্ৰম কৰিবলগীয়া হয়।

উপৰোক্ত আলোচনাৰপৰা দেখা গ'ল যে ব্যৱসায়ৰ আকৃতি সৰুৱেই হওক বা ডাঙৰেই হওক প্ৰতি আকাৰৰে যি কোনো ধৰণৰ সুবিধা বা অসুবিধা থাকিব পাৰে। এতেকে এইবিলাক কাৰ্য্যত পৰিণত কৰি ব্যৱসায় পৰিচালনা কৰাৰ ক্ষেত্ৰত পৰিচালকসকলৰ দক্ষতা আৰু ঔদ্যোগিক পাৰিবাৰিক অৱস্থাৰ ওপৰত একোখন দেশৰ ব্যৱসায় বিশেষভাৱে নিৰ্ভৰশীল।

**ব্যৱসায় সম্প্ৰসাৰণ (Business Expansion)ঃ** ব্যৱসায়ৰ সম্প্ৰসাৰণ দুটা ধৰণে হ'ব পাৰে। যেনে—

(১) আভ্যন্তৰীণ সম্প্ৰসাৰণ (Internal Expansion)।

(২) বাহ্যিক সম্প্ৰসাৰণ (External Expansion)।

**আভ্যন্তৰীণ সম্প্ৰসাৰণঃ** কোনো ব্যৱসায়িক ঔদ্যোগিক প্ৰতিষ্ঠানৰ ব্যৱহৃত যন্ত্ৰ-পাতি, কলাকুশলীপূৰ্ণ ব্যৱহাৰৰ সাধন কৰি আৰু বিভিন্ন বিভাগৰ মাজত সমন্বয় ঘটাই উৎপাদন ক্ষমতা বৃদ্ধি কৰা কাৰ্য্যকে আভ্যন্তৰীণ সম্প্ৰসাৰণ কৰা বুজায়। এনে ক্ষেত্ৰত নতুন অৰ্থৰ নিয়োগ বিশেষ প্ৰয়োজন নহয়। উদাহৰণ স্বৰূপে কপাহ শিল্পৰ ক্ষেত্ৰত আৰম্ভণিতে হয়তো ১০,০০০ হেজাৰ টাকুৰী উৎপন্ন কৰিবলৈ সক্ষম হ'ব পাৰে ; কিন্তু কিছু বছৰৰ পিছত নিয়োজিত মূলধন আৰু যন্ত্ৰ-পাতি উল্লেখযোগ্য পৰিবৰ্তন নকৰাকৈ আভ্যন্তৰীণ সম্প্ৰসাৰণৰ ফলত হয়তো ১,০০,০০০ লক্ষ টাকুৰী উৎপন্ন কৰিবলৈ সক্ষম হ'ব।

**বাহ্যিক সম্প্ৰসাৰণঃ** বিভিন্ন প্ৰতিষ্ঠানৰ মাজত মূলধন আৰু মাজত মূলধন আধুনিক সা-সৰঞ্জাম নিয়োগ কৰি একে ধৰণৰ উদ্যোগৰ মাজত সমন্বয় ঘটাই এটা নতুন উদ্যোগ স্থাপন কৰি ব্যৱসায়ৰ সম্প্ৰসাৰণ কৰা কাৰ্য্যকে বাহ্যিক সম্প্ৰসাৰণ বোলা হয় ; কিন্তু এই ক্ষেত্ৰত



পৰিচালনাৰ দায়িত্ব একেটা অনুষ্ঠানৰ মাজত হ'ব লাগিব। ই এটা সম্পূৰ্ণ নতুন ব্যৱসায়িক সন্মিলনত পৰিণত হ'ব, য'ৰপৰা ব্যৱসায়ৰ সম্পূৰ্ণ সুযোগ আৰু উৎপাদনৰ মিতব্যয়িতা আদায় কৰিব পাৰে। এনে ধৰণৰ সন্মিলন বহু ধৰণৰ হ'ব পাৰে। যেনে—

**(ক) সমান্তৰাল সন্মিলন (Horizontal Integration)ঃ** যেতিয়া একে ধৰণৰ ব্যৱসায়িক এককসমূহে তেওঁলোকৰ মাজত সমন্বয় ঘটাই একোটা গোট তৈয়াৰ কৰে তাকে সমান্তৰাল সন্মিলন বোলা হয়। উদাহৰণ স্বৰূপে দুটা বা ততোধিক মৰাপাট শিল্প উদ্যোগে উৎপাদিত দ্ৰব্যৰ সন্মিলন বা গোট তৈয়াৰ কৰি উৎপান কাৰ্য্য কৰে তেনে ধৰণৰ গোটসমূহকে সমান্তৰাল সন্মিলন বোলা হয়। এনে ধৰণৰ সন্মিলনসমূহৰ মূল উদ্দেশ্য হ'ল পৰিচালনাৰ মিতব্যয়িতা, বজাৰ, বিত্ত আৰু একচেটিয়া ব্যৱসায়ৰ লভ্যাংশ ভোগ কৰা।

**(খ) থিয় বা শীৰ্ষবিন্দু সম্বন্ধীয় সন্মিলন (Vertical Integration)ঃ** বিভিন্ন উদ্যোগসমূহে একোটা উৎপাদিত দ্ৰব্য পাবৰ কাৰণে কোনো গোট বা সন্মিলন স্থাপন কৰা কাৰ্য্যকে থিয় বা শীৰ্ষবিন্দু সম্বন্ধীয় সন্মিলন বোলা হয়। এই ক্ষেত্ৰত কেঁচামাল সংগ্ৰহ কৰাৰপৰা উৎপাদিত দ্ৰব্য পোৱালৈকে যিবিলাক কাৰ্য্য কৰা হয় একোটা গোটৰ মাজত তাকে এনে ধৰণৰ সন্মিলন বুজায়। উদাহৰণ-স্বৰূপে লো-তীখা শিল্পৰ ক্ষেত্ৰত কয়লা, লোৰ আকৰ আৰু বিভিন্ন আৱশ্যকীয় কেঁচামাল সংগ্ৰহ কৰা কাৰ্য্যৰপৰা উৎপাদিত লোহাৰ কাৰ্য্য কৰাবলৈকে শীৰ্ষবিন্দু (Vertical) সম্বন্ধীয় সন্মিলন বোলা হয়।

আকৌ শীৰ্ষবিন্দু সম্বন্ধীয় সন্মিলন কাৰ্য্য পিছত আৰু আগত সংযোজক আৰু বজাৰ।

পিছৰ সন্মিলন হ'ল কেঁচামালৰ যোগান কাৰ্য্য। যেনে—লোৰ উৎপাদনৰ কাৰণে আৱশ্যকীয় লোৰ আকৰ।

আগৰ সন্মিলন হ'ল উৎপাদিত দ্ৰব্যৰ লগত সমন্বিত আগৰ কাৰ্য্য, যেনে—সূতা উৎপাদন কৰা কাৰ্য্যৰ লগত কাপোৰৰ উৎপাদন কাৰ্য্য।

সংযোজক সন্মিলন হ'ল উৎপাদনত সহায় কৰিবৰ কাৰণে আৱশ্যকীয় সহায় কাৰ্য্য, যেনে—একে ব্যৱসায়ৰ ভিতৰতে যন্ত্ৰ-পাতিৰ মেৰামতি কাৰ্য্য সম্পাদন কৰা।

বজাৰ সন্মিলনে বুজায় নিজৰ তত্বাৱধানৰ যোগেদি বস্তুৰ বিতৰণৰ কাৰ্য। এনে ক্ষেত্ৰত বাহিৰা কোনো প্ৰতিষ্ঠানৰ সহায় নোলোৱাকৈ কৰা কাৰ্য্য, যেনে—উৎপাদিত দ্ৰব্যৰ বিতৰণৰ কাৰণে খুচুৰা ব্যৱসায় প্ৰতিষ্ঠান স্থাপন কৰাৰ কাৰ্য্যলৈকে।

শীৰ্ষবিন্দু সম্বন্ধীয় সন্মিলনত কাৰিকৰী মিতব্যয়িতা পাব পাৰি। উৎপাদনৰ বিপদ কম হয় আৰু মধ্যস্থতাকাৰীক লাভ লোৱাৰপৰা বঞ্চিত কৰিব পাৰি।

(গ) **একাষৰ সন্মিলন ( Lateral Integration )** ঃ এনে ধৰণৰ সন্মিলন হ'ল কোনো এক কেঁচা মালৰ একোটা প্ৰতিষ্ঠানৰপৰা উৎপন্ন কৰা বিভিন্ন ধৰণৰ সামগ্ৰী, যেনে—চামৰা উদ্যোগ শিল্পৰ ক্ষেত্ৰত উৎপন্ন কৰা জোটা, চেণ্ডেল, বেগ, ইত্যাদি। আকৌ এনে ধৰণৰ সন্মিলন বিভিন্ন কেঁচামাল সংগ্ৰহ কৰি কোনো এটা বস্তু উৎপাদন কৰা কাৰ্য্যো হ'ব পাৰে। উদাহৰণ স্বৰূপে মাছ ধৰিবৰ কাৰণে আৱশ্যকীয় বৰশী, জৰী, পুঙা আদি উপাদানসমূহ। সেয়েহে এনে ধৰণৰ সন্মিলনক দুটা ভাগত ভগোৱা হৈছে। যেনে এটাৰপৰা বিভিন্নটালৈ বিয়পিপৰা আৰু এটা বস্তুলৈ বিয়পি পৰা।

একাষৰীয়া সন্মিলনসমূহ ব্যৱসায়ত উপকৰা আয়। বা লভ্যাংশ বঢ়াবৰ কাৰণে আৰু কোনো এটা দ্ৰব্যৰ একচেটিয়া ব্যৱসায় স্থাপনৰ উদ্দেশ্যে কৰা দেখা যায়।



(ঘ) **আঞ্চলিক সন্মিলন ( Territorial Integration )** ঃ আঞ্চলিক সন্মিলন সাধাৰণতে অঞ্চল বিশেষে বা নতুন শাখা স্থাপন কৰি ব্যৱসায় কৰা কাৰ্য্যকে বুজায়। এনে ধৰণৰ সন্মিলনসমূহ হ'ল যেনে—ইলেকট্ৰিক কোম্পানী বা বাছৰ কাৰ্য্যনিৰ্বাহক কাৰ্য্য ইত্যাদি। আঞ্চলিক সন্মিলনৰ মূল উদ্দেশ্য হ'ল স্থানীয় বজাৰৰ ওপৰত নিজ প্ৰভাৱ পোলোৱা আৰু পৰিবহণ ব্যয় কম কৰোৱা।

(ঙ) **ঘূৰণীয়া সন্মিলন ( Circular Integration )** ঃ বিভিন্ন উদ্যোগসমূহৰ মাজত একোটা পৰিচালনাৰ ভিতৰত কৰা সন্মিলন বা গোটকে ঘূৰণীয়া সন্মিলন বোলা হয়। যেনে—কপাহ শিল্প, চেনি শিল্প, গোথা শিল্প আদি বিভিন্ন উদ্যোগসমূহৰ মাজত কৰা একোটা গোট। দেশৰ ঔদ্যোগিক শক্তিৰ প্ৰাধান্য বঢ়াবৰ কাৰণে আৰু ইটোৰ লগত সিটোৰ আৱশ্যকীয় সহায় কাৰ্য্যৰ কাৰণে এনে ধৰণৰ সন্মিলনৰ আৱশ্যক অনুভৱ কৰা হয়। ভাৰতবৰ্ষত আগতে একোটা পৰিচালনা কমিটীৰ ( Managing Agency ) তলত থকা উদ্যোগসমূহ।

ওপৰৰ আলোচনাৰপৰা দেখা গ'ল যে প্ৰত্যেক ব্যৱসায়িক প্ৰতিষ্ঠানে যি কোনো এটা ধৰণৰ জৰিয়তে ব্যৱসায় একীভূত কৰা দেখা যায়। কিয়নো ব্যৱসায়ৰ উন্নতিৰ লগত ইয়াৰ আপেক্ষিক এটা সম্বন্ধ আছে। অৱশ্যে প্ৰত্যেক একীভূতৰ ক্ষেত্ৰত একে ধৰণে কৰা দেখা নাযায়। লাভ লোৱাই হ'ল ব্যৱসায়ৰ মূল উদ্দেশ্য। ব্যৱসায়ৰ আকাৰ বাঢ়ি যোৱাৰ লগে লগে লভ্যাংশ বাঢ়ি যাব পাৰে। এই আশাবাদী মনোভাৱৰ ওপৰতে ভিত্তি কৰি ব্যৱসায়ৰ আকাৰ বঢ়োৱা হয়। আকৌ সম্প্ৰসাৰণৰ ক্ষেত্ৰত মিতব্যয়িতা আৰু সামাজিক উপকাৰিতাও দেখা যায়। যদি বস্তুৰ চাহিদা আৰু দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰি ব্যৱসায়ৰ আকৃতি বঢ়োৱা হয় তেনে ধৰণৰ সম্প্ৰসাৰণ গোটেই সমাজৰ উপকাৰত আহে, আৰু যদি কেৱল লাভ লোৱাৰ উদ্দেশ্যত সম্প্ৰসাৰণ কৰা হয়

তেনে কাৰ্য্যই সমাজৰ কোনো হিত সাধন কৰিব নোৱাৰে। সেই ক্ষেত্ৰত প্ৰতিযোগিতাৰ মিতব্যয়িতা পাব নোৱাৰে। তদুপৰি জন-সাধাৰণৰ উপকাৰৰ কাৰণে এটা সমাজ কল্যাণকামী দেশত এনে ধৰণৰ প্ৰতিযোগিতাৰ মিতব্যয়িতা পাবলৈ ব্যৱসায়ৰ আকৃতি বঢ়োৱাটো উচিত; কিন্তু সম্প্ৰসাৰণ বা একীভূতকৰণ নিৰ্ভৰ কৰে বিত্ত নিয়োগৰ ওপৰত। প্ৰকৃত অৰ্থত কবলৈ গলে ই জনসাধাৰণৰ হিতৰ কাৰণেই হওক বা অন্য কোনো কাৰণতেই হওক, এটি সময়ত ইয়াৰ সম্প্ৰসাৰণ সন্তৰপৰ নহয় যিটো ব্যৱসায়ী গোষ্ঠীয়ে মন কৰা উচিত।

**ডাঙৰ আকাৰ উদ্যোগৰ সামাজিক অনিষ্ট ( Social evils of Large scale industries ) ঃ** ডাঙৰ আকাৰৰ ব্যৱসায়সমূহ গঠন কৰা হয় কেৱল খৰচ আৰু মিতব্যয়িতাৰ ওপৰত নিৰ্ভৰ কৰি। সেয়েহে তেওঁলোকে জনসাধাৰণৰ হিত সাধনৰ কাৰণে ব্যৱসায় স্থাপন কৰা উচিত। এনে ব্যৱসায়ৰ যদিও বহুখিনি সুবিধা দেখা যায়, তথাপি ইয়াৰ সামাজিক অনিষ্ট বহুখিনি হ'ব পাৰে। সমাজৰ অনিষ্ট তলত দিয়া ধৰণে হ'ব পাৰে।

(১) শ্ৰমিকক শোষণ কৰা। আকৃতি ডাঙৰ হোৱাৰ লগে লগে নিয়োগকৰ্তা আৰু নিয়োগী বা মালিক শ্ৰমিকৰ মাজত বহুখিনি পাৰ্থক্য আহি পৰে। ইজনৰ পৰা সিজনৰ সম্বন্ধ দূৰ হৈ পৰে।

(২) শ্ৰমিকৰ অস্বাস্থ্যকৰ পৰিবেশত জীয়াই থকাৰ অৱস্থা।

(৩) একচেটিয়া কাৰবাৰ।

(৪) কেঁচামাল উৎপাদন কৰা কাৰবাৰী আৰু উদ্যোগকাৰীয়ে কৰা শোষণ।

(৫) গ্ৰাহকক কৰা শোষণ।

(৬) অৰ্থ শক্তিৰ গোট তৈয়াৰ কৰি জনসাধাৰণক বঞ্চিত কৰা আৰু কিছুমান লোকে সেই অৰ্থ ভোগ কৰা।

(৭) আয়ৰ ( Income ) অসমতা।



(৮) অধিক লাভৰ বেপাৰৰ ভয়াবহতা আৰু অধিক মূলধন নিয়োগ।

(৯) সৰু সৰু কাৰবাৰী আৰু শিল্পীসকলৰ পতন।

(১০) মূলধনৰ তীব্ৰতা, কিন্তু বেকাৰৰ সংখ্যা বঢ়া।

(১১) যান্ত্ৰিক ব্যৱহাৰৰ কাৰণে কাম-কাজত অহা নিৰাপত্তা।

(১২) দক্ষতাৰ অভাৱ আৰু অকৃতকাৰ্যতাৰ কাৰণে সঘনে দুৰ্ঘটনা হোৱা।

(১৩) সঘনে ধৰ্মঘট আৰু ব্যৱসায় বন্ধ হোৱাৰ সম্ভাৱনা।

(১৪) আমোলাতন্ত্ৰৰ অভাৱ।

**ভাৰতীয় উদ্যোগসমূহৰ আকাৰ ( Size Pattern of Indian Industries ) ঃ** ভাৰতবৰ্ষত অৱস্থিত উদ্যোগসমূহৰ প্ৰকৃত আকাৰৰ সত্যতা পাবলৈ বৰ কঠিন। সহজে বুজিব পৰা ব্যৱসায়ৰ আকাৰৰ অভাৱ আৰু অসম্পূৰ্ণ; কিন্তু আমাৰ দেশত সৰু, মধ্যমীয়া আৰু ডাঙৰ আকাৰৰ উদ্যোগ দেখিবলৈ পোৱা যায়।

দেশৰ অৰ্থনীতিত অৱশ্যে তিনিও ধৰণৰ উদ্যোগৰ আকাৰ গঠনৰ নিৰ্দেশ আছে। সেইবিলাক হ'ল কুটীৰ শিল্প আৰু সৰু আকাৰৰ উদ্যোগ, মধ্যমীয়া আকাৰ আৰু ডাঙৰ আকাৰ। যিবিলাক উদ্যোগৰ মূলধন ৫ লক্ষৰ কম আৰু সেই অনুপাতে শ্ৰমিকৰ সংখ্যা, তেনে ধৰণৰ উদ্যোগসমূহ আৰু আকাৰ বা ঘৰুৱা শিল্পৰ ভিতৰত ধৰা হয়। অৱশ্যে কুটীৰ শিল্পৰ ব্যৱহাৰ আৰু আকাৰৰ উদ্যোগৰ লগত কিছু পাৰ্থক্য দেখা যায়। কিয়নো কুটীৰ শিল্প এখন ঘৰৰ লোকসকলক লৈ তৈয়াৰ কৰা যি কোনো বস্তুৰ বিষয়ে কোৱা হয়।

মধ্যমীয়া আকাৰৰ ব্যৱসায় হ'ল যিবিলাক ব্যৱসায়ত ৫ লক্ষৰ অধিক মূলধন নিয়োগ কৰা হয়, কিন্তু ২০ লক্ষৰ কম।

ডাঙৰ আকাৰৰ ব্যৱসায় হ'ল, ২০ লক্ষ্য বা ততোধিক মূলধন

খটুৱাই কোনো উদ্যোগ স্থাপন কৰা কাৰ্য্য। দেশৰ অৰ্থনীতিত এনে ধৰণৰ বেলেগ বেলেগ উদ্যোগসমূহে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছে। প্ৰত্যেক আকাৰৰ উদ্যোগসমূহৰ একোটা নিজা কাৰ্য্য-পন্থা আছে। সেয়েহে দেশৰ অৰ্থনীতিৰ কাৰণে প্ৰতিটো উদ্যোগৰ নিজা আকাৰৰ স্বকীয় কাৰ্য্যৰপৰা আঁতৰাই নিয়াটো যুক্তিসংগত নহয়। আমাৰ দেশত এফালে কপাহৰ মিলৰ ব্যৱহাৰ থাকিলেও হাতে বোৱা কাপোৰৰ ব্যৱসায় পোৱা যায়। সেইদৰে ডাঙৰ ডাঙৰ যৌথ মূলধনকাৰী কাৰবাৰৰ লগে লগে এজনীয়া ব্যৱসায়ৰ পৰিসৰো কম দেখা যায়।

বৰ্তমান শিল্প নীতিয়ে ডাঙৰ আকৃতিৰ উদ্যোগ স্থাপন কৰাত বেছি সহায় কৰিছে। কিয়নো, দিনক দিনে এনে ধৰণৰ উদ্যোগসমূহ স্থাপন কৰাত বেছি গুৰুত্ব দিয়া দেখা গৈছে। অৱশ্যে' কবলৈ গলে শিল্প-নীতিৰ উন্নতিৰ ক্ষেত্ৰত পশ্চিমীয়া উন্নত দেশবিলাকৰ তুলনাত ভাৰতবৰ্ষ এতিয়াও বহুখিনি পিছপৰি আছে। সেই ভাৰতীয় অৰ্থ-নীতিত যুগ-যুগান্তৰপৰা গাৱঁলীয়া বা ঘৰুৱা শিল্প আৰু হস্ত-শিল্পৰ প্ৰভাৱ মন কৰিবলগীয়া। আনহাতেদি ভাৰতীয় ঔদ্যোগিক অৰ্থনীতিত ইয়াৰ বহুল প্ৰচলন এতিয়াও চলি আছে। ১৯৫৬ চনৰ ঔদ্যোগিক প্ৰস্তাৱ অনুযায়ী ভাৰতবৰ্ষত অৱস্থিত ডাঙৰ আকাৰ উদ্যোগসমূহৰ উৎপাদনৰ পৰিমাণ নিৰ্ধাৰণ কৰি সৰু উদ্যোগসমূহক আৱশ্যকীয় বিত্তীয় সহায়ৰ যোগেদি প্ৰতিপালনৰ দিহা কৰা হৈছে। তদুপৰি কাৰ্ড কমিটীয়ে দিয়া প্ৰতিবেদনতো কোৱা হৈছে যে ডাঙৰ আকাৰ উদ্যোগ স্থাপনে শিল্প-বিজ্ঞানৰ বহুল প্ৰচলন কৰিলে, ই দেশৰ অৰ্থনীতিত বেছি সহায়ক হ'ব নোৱাৰে। প্ৰতিবেদন দাঙি ধৰা মতে দেশৰ খৰটকীয়া উন্নতিৰ ক্ষেত্ৰত সৰু আকাৰ উদ্যোগসমূহৰ স্থাপন কাৰ্য্যত বেছি গুৰুত্ব আৰোপ কৰা হৈছে। কিয়নো, ই দেশৰ অৰ্থনীতিৰ উন্নতিৰ লগে লগে মানুহক শক্তি হিচাপে নিয়োগ কৰি বেকাৰৰ অৱসান ঘটাব পাৰে।



দেশৰ বিভিন্ন অঞ্চলত শিল্প-সম্পদসমূহ স্থাপন কৰি অঞ্চল বিশেষে উন্নতি সাধন কৰাৰ উপৰিও অন্যান্য বহুতো সুবিধা আদায় কৰিব পাৰি। যেনে ঠাইৰ উন্নতি, পানী যোগান, নাও-জাহাজ, আলি-পদূলি আদিৰ বহুল প্ৰচলন কৰি দেশৰ উন্নতি সাধন কৰিব পাৰি।

আমাৰ দেশত পঞ্চবাৰ্ষিক পৰিকল্পনাবিলাকত সৰু আকাৰৰ উদ্যোগসমূহত ঔদ্যোগিক বিত্তীয় সাহায্য দি তাৰ উন্নতিৰ অৰ্থে বহুতো টকা নিৰ্ধাৰণ কৰা হৈছে। এনে ধৰণৰ বেছিভাগ উদ্যোগেই এজনীয়া ব্যৱসায়ী ভিত্তিৰ ওপৰত স্থাপিত। আকৌ, অংশীদাৰী ব্যৱসায়সমূহ নিজা সাধাৰণ কোম্পানীত পৰিবৰ্তন কৰি চৰকাৰে আগবঢ়োৱা মধ্যমীয়া আকাৰৰ ব্যৱসায়ত দিয়া সুবিধাসমূহ আদায় কৰা দেখা যায়। এই ধৰণৰ উদ্যোগৰ পৰিসৰো দিনক দিনে বাঢ়ি যাবলৈ ধৰিছে।

সেয়েহে ঔদ্যোগিক অৰ্থনীতিৰ উন্নতিত সৰু আৰু মধ্যমীয়া আকাৰৰ উদ্যোগসমূহে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। এনে ধৰণৰ উদ্যোগ-সমূহৰ বহুল প্ৰচলন কেৱল ভাৰতবৰ্ষতেই নহয়; পৃথিৱীৰ উন্নত দেশ-বোৰতো ইয়াৰ অস্তিত্ব বিশেষভাবে মন কৰিবলগীয়া। গ্ৰেটবৃটেইনৰ নিচিনা দেশ য'ত প্ৰথম শিল্প বিপ্লৱৰ উদ্ভৱ হৈছিল, তাত সৰু সৰু উদ্যোগসমূহে ডাঙৰ উদ্যোগৰ লগতে সমানে উন্নতি কৰি আহিছে। লাংকাছায়াৰ আৰু ইয়ৰ্কছায়াৰত ডাঙৰ কপাহৰ মিলবিলাক অৱস্থিত; আকৌ অন্যহাতেদি সৰু সৰু কাৰবাৰীসকলেও ঘৰ ভাৰা কৰি কাপোৰ উৎপাদনৰ কাম চলাই থকা দেখা যায়। ছেফিল্ড্ মহানগৰী ডাঙৰ শিল্প উদ্যোগৰ কাৰণে পৃথিৱীৰ ভিতৰতে বিখ্যাত; অথচ, দেখা যায়, তাতো ছুৰি, কেচি আদিৰ উৎপাদন কাৰ্য্য পূৰ্ণোদমে চলিছে।

এটা জাতিৰ স্থিতি অৱস্থা তেওঁলোকৰ সৰু সৰু কাৰবাৰৰ জৰিয়তেও দেখুৱাবপাৰে আৰু অন্য অৰ্থত কবলৈ গলে তেওঁলোকহে দেশৰ একোজন মূল্যৱান নাগৰিক। কিয়নো মানুহৰ দক্ষতা আধুনিক সা-সৰঞ্জামে

বহুখিনি বঢ়াব পাৰে ; কিন্তু এটা সৰু কাৰবাৰত য'ত বিজ্ঞানসন্মত সঁজুলিৰ প্ৰচলন নাই তেনে উদ্যোগত নিজৰ দক্ষতাৰ জৰিয়তে বস্তু উৎপাদন কৰাটোহে আচল কথা।

ভাৰতবৰ্ষত বিভিন্ন ধৰণৰ ডাঙৰ আকাৰৰ শিল্প উদ্যোগৰ প্ৰচলন আছে। যেনে, মৰাপাট, কপাহ, লো-তীখা, আকাশীজান, জাহাজ নিৰ্মাণ, ইত্যাদি। দেশৰ শিল্প পৰিকল্পনাৰ ক্ষেত্ৰত ডাঙৰ আকাৰৰ উদ্যোগসমূহে অৰ্থনীতিৰ উন্নতিৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাইছে। কাৰণ, বস্তুৰ উৎপাদন বস্তুৰ চাহিদাৰ ওপৰত নিৰ্ভৰ কৰি হ্ৰাস বা বৰ্ধিত কৰিব পাৰি। আকৌ উৎপাদিত খৰচৰ ফালে মন কৰিলে দেখা যায় ই মিতব্যয়ী আৰু অন্যহাতে গ্ৰাহকৰ ৰুচি অনুযায়ী বস্তু যোগান ধৰাটো ইয়াৰ এটা ডাঙৰ বৈশিষ্ট্য।

ডাঙৰ, সৰু আৰু মধ্যমীয়া আকৃতিৰ উদ্যোগসমূহে আমাৰ দেশৰ কিছু উন্নতিৰ পৰিবৰ্তন সাধন কৰিছে, যিটো ভাৰতীয় অৰ্থনীতিত এই উদ্যোগসমূহৰ ভূমিকা নুই কৰিব নোৱাৰি। নিপুণ লোকে বাছি উলিওৱা বিচাৰ আৰু সংজ্ঞাৰপৰা ইয়াৰ গুৰুত্ব কিমান সেই কথা অনুভৱ কৰিব পাৰি। জাতীয় আয় সমিতিয়ে বাছি উলিওৱা দেশৰ আয় ৯০০ কোটি টকাৰ অধিক কোটিৰ আৰু সৰু আকৃতিৰ উদ্যোগসমূহৰ-পৰা পোৱা হৈছে। আনহাতে ডাঙৰ উদ্যোগসমূহৰপৰা ৫০০ কোটি টকাৰ অধিক। তদুপৰি ২০ নিযুত লোকে সৰু আকাৰৰ উদ্যোগত নিয়োজিত হৈ জীৱিকা নিৰ্বাহ কৰিছে। আকৌ হাতেবোৱা কাপোৰ শিল্প আৰু ডাঙৰ উদ্যোগসমূহতো ৫০ লক্ষৰ অধিকলোক নিয়োজিত হৈ আছে। এইটো কেৱল ভাৰতবৰ্ষতে নহয়, পৃথিৱীৰ অন্যান্য উন্নত দেশবিলাকতো যেনে—আমেৰিকা, গ্ৰেট-বৃটেইন, জাৰ্মানী, জাপান, আদি দেশসমূহতো সৰু আকাৰৰ উদ্যোগসমূহৰ ভূমিকা মন কৰিব-লগীয়া। আমেৰিকা মহাদেশৰ শতকৰা ৫০ ভাগৰ অধিক ব্যৱসায়



সৰু আকাৰত অৱস্থিত। গ্ৰেট বৃটেইনৰ শতকৰা ২০ জন লোক নিয়োগ আৰু শতকৰা ১৯ ভাগ উৎপন্ন সৰু আকাৰৰ উদ্যোগৰপৰা হোৱা দেখা যায়। য'ত নিয়োগ সংখ্যা ৫ জনৰপৰা ৩০ জনৰ ভিতৰত। জাপানত সৰু সৰু উদ্যোগসমূহে উন্নতিৰ শীৰ্ষ বিন্দুত উপনীত হ'ব পাৰিছে। সেই দেশৰ শিল্পত নিয়োজিত লোকৰ অধিক সংখ্যক লোক সৰু আকাৰৰ উদ্যোগসমূহত নিয়োজিত হৈ আছে। এনে ধৰণৰ উদ্যোগসমূহত শ্ৰমিকসকলে নিজ দক্ষতা প্ৰকাশ কৰি বস্তু উৎপাদন কৰিব পাৰে। অন্য হাতেদি চৰকাৰে জাপানৰ দুখীয়া আৰু মধ্যবিত্ত পৰিয়ালৰ লোকসকলে যাতে নিয়োগৰ ক্ষেত্ৰত সুবিধা পায় তাৰ কাৰণে উদ্যোগসমূহ স্থাপনৰ ক্ষেত্ৰত বিশেষ চকু ৰখা হৈছে। সেইফালৰপৰা ইয়াৰ নৈতিক আৰু সামাজিক গুৰুত্ব মন কৰিবলগীয়া। তেওঁলোকে জনসাধাৰণৰ গুণ আৰু প্ৰতিভা বিকাশৰ ক্ষেত্ৰত সম্পূৰ্ণ সহযোগ আগবঢ়ায়। আকৌ, দেশৰ বাণিজ্যিক অৱস্থা ভাল আৰু বেয়াৰ সময়তো উদ্যোগসমূহে নিয়োগৰ ক্ষেত্ৰত কম-বেছি পৰিমাণে নিবনুৱা সমস্যা বৃদ্ধি কৰি দেশৰ অৰ্থনৈতিক ক্ষেত্ৰত এটা জটিল অৱস্থাৰ সৃষ্টি কৰা দেখা যায়। ডাঙৰ উদ্যোগসমূহত সঘনে হৈ থকা শ্ৰমিক আৰু পৰিচালনাৰ মাজৰ গণ্ডগোল দূৰ কৰা, অতিৰিক্ত জনতা দূৰ কৰা, গোট খোৱা লেতেৰা জীৱন দূৰ কৰা আৰু সামাজিক নিৰাপত্তাৰ বিশেষ প্ৰয়োজন ; কিন্তু সৰু আকাৰৰ উদ্যোগৰ ক্ষেত্ৰত এনে অৱস্থাৰ প্ৰয়োজন নহয়। আকৌ অৰ্থনীতিবিদ্ ৰবিন্ছনে কৈছে— ডাঙৰ আকৃতিৰ পামৰ ক্ষেত্ৰত কোনো এটা বিষয় মীমাংসা কৰোঁতে বহুতো সময়ৰ আৱশ্যক হয়। কিয়নো বিষয়টোৰ ওপৰত এজনৰ লগত আলোচনা, দ্বিতীয় জনলৈ প্ৰেৰণ কৰা, তৃতীয় জনৰ অনুমতি আৰু চতুৰ্থ জনৰ সন্মতিৰ প্ৰয়োজন। সেয়ে যি কোনো কাৰণত ব্যৱসায়ত অমিতব্যয়িতা আহিব পাৰে, বিশেষকৈ পৰিচালনা, বজাৰ

সংগঠন, বিত্তীয় নিয়োগ, উৎপাদন খৰচ আৰু বিপদৰ সময়ত এনে ধৰণৰ অৱস্থাই বাধাৰ সৃষ্টি কৰিব পাৰে, ব্যক্তি পৰিদৰ্শন, নিয়োগকৰ্তা আৰু নিয়োগীৰ মাজত হোৱা কোনো মীমাংসাৰ আলোচনা, উৎপাদক আৰু গ্ৰাহকৰ মাজত হোৱা ৰুচি আৰু আদৰ্শৰ মিলৰ ক্ষেত্ৰত ; কিন্তু এনে ধৰণৰ ব্যৱসায়ৰ খেলিমেলি বা বাধা সৰু আৰু মধ্যমীয়া আকাৰৰ উদ্যোগসমূহত দেখা নাযায়। অন্যহাতে সৰু আকাৰৰ উদ্যোগসমূহে তেওঁলোকৰ উৎপাদিত বস্তুৰ গৌৰৱ অনুভৱ কৰিব পাৰে, যিহেতু শ্ৰমিক, গ্ৰাহক আৰু পৰিচালনাৰ মাজত এটা ভাল বুজাবুজি অৱস্থা সৃষ্টি কৰি লব পাৰে।

ওপৰৰ আলোচনাৰপৰা বুজা গ'ল যে সৰু আৰু মধ্যমীয়া আকাৰৰ উদ্যোগসমূহে অৰ্থনৈতিক উন্নতিৰ সম্পূৰ্ণ সুযোগ আদায় কৰিব পাৰিছে। ই দেশৰ জাতীয় আয় বঢ়োৱাৰ উপৰিও ডাঙৰ উদ্যোগসমূহক সহায় কৰিছে। এনে ধৰণৰ উদ্যোগসমূহ ডাঙৰ আকাৰৰ উদ্যোগৰ সহায়ক। সৰু আকাৰৰ উদ্যোগসমূহত উৎপাদিত সৰু সৰু যন্ত্ৰ-পাতি, সা-সৰঞ্জাম, কেঁচামাল আদি ডাঙৰ উদ্যোগসমূহৰ কাৰণে আৱশ্যকীয়। অন্য হাতেদি ডাঙৰ উদ্যোগত এনে ধৰণৰ বস্তুবোৰ উৎপাদন কৰিলে উৎপাদিত খৰচ খুব বাঢ়ি যাব পাৰে, য'ত উৎপাদন কাৰ্য্যত অমিতব্যয়িতা আহিব পাৰে। গতিকে ডাঙৰ উদ্যোগে প্ৰতিযোগিতামূলক মূল্যত সৰু আৰু মধ্যমীয়া উদ্যোগৰপৰা আৱশ্যকীয় দ্ৰব্য সংগ্ৰহ কৰিব পাৰে। যি ক্ষেত্ৰত প্ৰতিযোগিতামূলক দৰত ডাঙৰ আকাৰৰ উদ্যোগসমূহে দীৰ্ঘ দিন ধৰি কম খৰচত দ্ৰব্যসমূহ উৎপাদন কৰিব পাৰে। শিল্প উদ্যোগত উন্নত দেশসমূহে এনে ধৰণৰ বস্তু ডাঙৰ আকাৰৰ উদ্যোগৰ জৰিয়তে উৎপাদন নকৰায় সৰু আকাৰৰ উদ্যোগসমূহৰ জৰিয়তে কৰায়। উদাহৰণ-স্বৰূপে ছুইজাৰলেণ্ডৰ ডাঙৰ ডাঙৰ ঘড়ী শিল্প কাৰখানাসমূহে সৰু সৰু যন্ত্ৰ-পাতিসমূহ সৰু আৰু মধ্যমীয়া আকাৰৰ উদ্যোগসমূহৰ জৰিয়তে



উৎপাদন কৰায়। সেইদৰে জাপানতো দেখা যায় ডাঙৰ আকাৰৰ উদ্যোগৰ আৱশ্যকীয় সা-সৰঞ্জাম সৰু আৰু কুটীৰ শিল্পবিলাকৰদ্বাৰা উৎপন্ন কৰা হয়। ভাৰতবৰ্ষ যদিও শিল্প উদ্যোগৰ ক্ষেত্ৰত উন্নতি সম্পূৰ্ণৰূপে কৰিব পৰা নাই, তথাপি কবলৈ গলে উন্নত দেশসমূহক অনুসৰণ কৰি সৰু আৰু ডাঙৰ আকাৰ উদ্যোগৰ জৰিয়তে সমানে উৎপাদন কাৰ্য্য কৰিলে দেশখন বহুখিনি উন্নতিত আগবাঢ়ি যাব পাৰিব।

ওপৰত উনুকিওৱা আলোচনাৰপৰা দেখা গ'ল যে ভাৰতবৰ্ষৰ নিচিনা এখন দেশত ( শিল্প উদ্যোগত পিছ পৰি থকা ) দেশৰ উপযোগিতা আৰু উন্নতিলৈ লক্ষ্য ৰাখি ডাঙৰ আকাৰৰ উদ্যোগসমূহৰ লগতে সৰু আৰু মধ্যমীয়া আকাৰৰ উদ্যোগসমূহৰ উন্নতি নিতান্ত আৱশ্যকীয়।

**প্ৰতিষ্ঠানৰ স্থান ( Plant Location ) :** ব্যৱসায়ৰ স্থান নিৰ্ণয় কৰাটো ব্যৱসায়ীসকলৰ এটা প্ৰথম প্ৰধান কাম। যদিও স্থান নিৰ্বাচনৰ কাৰণে বহুখিনি উপাদান লক্ষ্য কৰিবলগীয়া হয়, তথাপি কবলৈ গলে উৎপাদিত কাৰখানা বাছি উলিওৱা এটা হঠাতে পোৱা সুযোগ। ব্যৱসায় প্ৰতিষ্ঠান স্থাপনৰ ক্ষেত্ৰত দেখা যায় যে কোনো এটুকুৰা ঠাইত ব্যৱসায় এটা স্থাপন কৰি লোৱাৰ পিছত, সেই ঠাইত সেই ব্যৱসায়ে যথেষ্ট কৃতকাৰ্য্যতাৰে সৈতে চলাব পাৰিছে, য'ত স্থান বাছি লোৱাৰ কোনো কৃতকাৰ্য্যতা ব্যৱসায়ীসকলৰ হয়তো দেখা নাযায়। আকৌ, যেতিয়া কোনো এটা বস্তুৰ ভাল চাহিদা আছে সেই ক্ষেত্ৰতো স্থান নিৰ্ণয়ৰ কোনো প্ৰয়োজন নকৰে, কেৱল প্ৰচাৰ কাৰ্য্য আৰু বিক্ৰী দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰিয়েই ব্যৱসায়ত কৃতকাৰ্য্যতা লাভ কৰিব পাৰি। তেনে কাৰ্য্যত হয়তো কিছু গ্ৰাহক অসন্তুষ্ট হ'ব পাৰে ; যদিহে বস্তুৰ মূল্য বেছি কৰা হয়। তদুপৰি ব্যৱসায়ত পৰিচালনাৰ সুবিধা আৰু অসুবিধাৰ ওপৰত উৎপাদনৰ মিতব্যয়িতা আৰু বিতৰণ কাৰ্য্যত কিছু সংঘাট সৃষ্টি কৰিব পাৰে। এক কথাত কবলৈ গ'লে স্থান নিৰ্ণয়

ক্ষেত্ৰত বিশেষভাবে মন কৰিবলগীয়া যে জনসাধাৰণৰ সুযোগ সুবিধালৈ লক্ষ্য ৰাখি উৎপাদকসকলে কম খৰচত বস্তু উৎপাদন কৰাই মূল উদ্দেশ্য হ'ব লাগে।

**ব্যৱসায়ৰ স্থান নিৰ্ণয়ৰ উপায়ঃ** কোনো প্ৰতিষ্ঠান লভ্যাংশ লৈ ব্যৱসায় স্থাপন কৰিবলৈ তলত দিয়া উপায়ৰ ওপৰত নিৰ্ভৰ কৰি স্থান নিৰ্ণয় কৰা দেখা যায়।

কিনা কাৰ্য্যত (Buying)

(১) কেঁচামালৰ ওচৰ বা কাষৰ অৱস্থিতি।

(২) কেঁচামালৰ সুলভ।

উৎপাদন কাৰ্য্যত (Manufacturing)ঃ

(১) কাৰ্য্যক্ষম শ্ৰমিকৰ সান্নিধ্য।

(২) সহজ লভ্য শক্তিৰ ওচৰ সম্বন্ধ।

(৩) ওচৰত অৱস্থিত মেৰামতি কৰা কাৰখানা।

(৪) বেংক আৰু বিত্তীয় অনুষ্ঠানৰ যোগান।

(৫) সহজ লভ্য পৰিবহণ আৰু যাতায়ত।

(৬) ব্যৱসায় প্ৰতিষ্ঠান কম খৰচত ডাঙৰ কৰিব পৰা সুবিধা আৰু সামৰ্থ্য।

(৭) চৰকাৰী সহায় আৰু ব্যৱস্থা।

(৮) পৰিচালনাৰ অৱস্থা আৰু শিক্ষা।

(৯) উপযোগী মাটি, জলবায়ু আদি।

(১০) আৱশ্যক অনুযায়ী জুই নিৰ্বাপক ব্যৱস্থা অন্যান্য উদ্যোগৰ লগত যোগ (Association with other Industries)

(১) পৰিপূৰক উদ্যোগ।

(২) প্ৰতিযোগী উদ্যোগ।

(৩) সোনকালে স্থাপন কৰা উদ্যোগৰ দৰ'।



বিক্ৰী কাৰ্য্যত (Selling)ঃ

(১) ওচৰ সম্বন্ধীয় আৰু সহজ লভ্য বজাৰ।

(২) জনসংখ্যা

(৩) পৰিবৰ্তিত দ্ৰব্য।

কিনা কাৰ্য্যতঃ

**কেঁচামালৰ ওচৰ বা কাষৰ অৱস্থিতি ঃ—**কেঁচামাল সংগ্ৰহ কৰা কাৰ্য্যত ভৰিব লগীয়া খৰচে স্থান নিৰ্ণয়ৰ ক্ষেত্ৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। ব্যৱসায়ৰ ধৰণ লৈ কেঁচামালৰ অৱস্থিতিৰ গুৰুত্ব নিৰ্ভৰ কৰে। কিয়নো কেঁচামাল যোগানৰ ক্ষেত্ৰত দুটা কথা বিশেষভাৱে মন কৰিবলগীয়া। প্ৰথমতে, কোনো পৰিবহণৰ ওপৰত নিৰ্ভৰ কৰি যেতিয়াই আৱশ্যক তেতিয়াই কম মূল্যত যোগান ধৰাৰ প্ৰতিশ্ৰুতি, আৰু দ্বিতীয়তে, যদি সৰহ পৰিমাণৰ কেঁচামাল কঢ়িওৱাৰ ক্ষেত্ৰত অধিক পৰিবহণ ব্যয় বহন কৰিবলগীয়া হয়, তেতিয়া ই উৎপাদন খৰচ বঢ়াই তুলিব। যি কাৰণত উৎপাদিত দ্ৰব্যৰ ওপৰত অধিক লাভ কৰিব নোৱাৰি। উদাহৰণ স্বৰূপে চিমেণ্ট কাৰখানাসমূহ সাধাৰণতে কেঁচা মালৰ ওপৰত অৱস্থিত হ'ব লাগে। নহলে ইয়াত পৰিবহণ ব্যয় অধিক বহন কৰিবলগীয়া হ'ব। গতিকে দেখা গ'ল স্থান নিৰ্ণয়ৰ ক্ষেত্ৰত কেঁচা-মালৰ ওচৰ সম্বন্ধ বিশেষ গুৰুত্বপূৰ্ণ বিষয় বস্তু। সেয়েহে ব'ম্বেৰ কপাহ শিল্প, কলিকতাৰ মৰাপাট শিল্প, জামছেদপুৰৰ লো-তীখা শিল্পই কেঁচা-মালৰ ওচৰ সম্বন্ধ হোৱাত ব্যৱসায় কাৰ্য্যত যথেষ্ট উন্নতি লাভ কৰিব পাৰিছে।

কেঁচা-মালৰ সুচলতা কেৱল অধিক পৰিমাণৰ কেঁচা-মালৰ ওচৰ সম্বন্ধ হলেই নহ'ব, তাক সহজে আহৰণ কৰিব পৰাৰ সুবিধা থাকিব লাগিব। যদি কোনো এটুকুৰা অঞ্চলত অৱস্থিত কেঁচা-মাল সংগ্ৰহ কৰা অৱস্থাত নাই, তেনে বস্তু মানুহৰ কাৰ্য্যত লগাব পৰা নাযায়। গতিকে তাৰ অৱস্থিতিয়ে কোনো কাৰ্য্যত আহিব নোৱাৰে। তদুপৰি শ্ৰমিকসকলক

উপযোগী আহাৰ পানীৰ যোগান, উপযুক্ত পৰিবহণ ব্যৱস্থা, সাৰুৱা মাটি আৰু বিশুদ্ধ বায়ুৰ বিশেষ প্ৰয়োজন।

**উৎপাদন কাৰ্য্যত শ্ৰমিকৰ যোগান ঃ** বিভিন্ন ধৰণৰ কাৰ্য্য বিশেষতঃ উৎপাদনৰ কাৰণে নিপুণ আৰু অনিপুণ শ্ৰমিকৰ যোগান বিশেষ প্ৰয়োজন। য'ত পটু বা নিপুণ শ্ৰমিকৰ বিশেষভাবে আৱশ্যক হয় তেনে কাৰ্য্যত কৰলৈ গলে শ্ৰমিকৰ যোগান আতাইতকৈ গুৰুত্বপূৰ্ণ বিষয়। শিল্প কাৰ্যাত নিপুণ শ্ৰমিকৰ যোগান থকাত ভাৰতবৰ্ষত অৱস্থিত ব'ম্বে, জামছেদপুৰ, মাদ্ৰাজ, কাণপুৰ, নাগপুৰ আৰু অহমদাবাদ আদি অঞ্চলসমূহে শিল্প উদ্যোগত উন্নতি লাভ কৰিব পাৰিছে।

**শক্তিৰ যোগান ঃ** ঔদ্যোগিক উন্নতিৰ ক্ষেত্ৰত আৰু স্থান নিৰ্ণয় কাৰ্য্যত শক্তিৰ যোগান এটা অপৰিহাৰ্য্য অংগ স্বৰূপ। কিয়নো শিল্প উদ্যোগ চলাবৰ কাৰণে শক্তিৰ যোগানৰ প্ৰয়োজন খুব বেছি। অৱশ্যে বৰ্তমান যুগত পানীৰদ্বাৰা তৈয়াৰী শক্তি আৰু বৈদ্যুতিক শক্তি যোগানৰ যোগাযোগৰ পৰিসৰ বাঢ়ি অহাৰ লগে লগে ঔদ্যোগিক অঞ্চলসমূহৰ স্থান নিৰ্ণয় কাৰ্য্যৰ শক্তিয়ে বিশেষ অসুবিধাৰ সৃষ্টি কৰা দেখা নাযায়।

**মেৰামতিৰ সুযোগ ঃ** সৰু আকাৰৰ উদ্যোগসমূহৰ ক্ষেত্ৰত মেৰামতিৰ সুযোগ এটা বিশেষ গুৰুতৰ বিষয়। ব্যৱসায় সম্বন্ধীয় কোনো আদেশৰ ক্ষেত্ৰত সময়মতে বস্তুৰ যোগান ধৰাটো ব্যৱসায় উন্নতিৰ এটা প্ৰধান কাম। নহলে তেওঁলোকৰ সন্মান হানি হোৱাৰ উপৰিও ব্যৱসায়ত লোকচান হোৱাৰ সম্ভাৱনা খুব বেছি ; কিন্তু ডাঙৰ আকাৰৰ পামসমূহৰ নিজা মেৰামতিৰ কাৰখানা থাকিব পাৰে।

**বেংক আৰু ঋণ যোগানৰ সুবিধা ঃ** ব্যৱসায় প্ৰতিষ্ঠানৰ উন্নতি কৰিবলৈ হলে তাত যথেষ্ট পৰিমাণৰ টকা খটুৱাবৰ আৱশ্যক হয়। সাধাৰণতে এনে ধৰণৰ বিত্তীয় সাহায্য দিবৰ কাৰণে বেংক আৰু বিভিন্ন বিত্তীয় অনুষ্ঠান আছে। সেয়েহে সৰু আকাৰৰ উদ্যোগ স্থাপন কোনো



বেংক প্ৰতিষ্ঠানৰ ওচৰত অৱস্থিত হোৱা উচিত। অৱশ্যে ডাঙৰ আকাৰৰ ব্যৱসায়সমূহৰ ক্ষেত্ৰত ইয়াৰ প্ৰয়োগ নহয়। কিয়নো ডাঙৰ আকাৰৰ উদ্যোগসমূহে ঋণ সংগ্ৰহ কৰিবলৈ বহুতো সুবিধা পাব পাৰে। তদুপৰি ঋণ সংগ্ৰহৰ বিশেষ সুবিধা থাকিলে কেঁচামাল সংগ্ৰহ আৰু শ্ৰমিক সংগ্ৰহ ক্ষেত্ৰত ভৌগোলিক মিতব্যয়িতা পাব পাৰি। আওহতীয়া অঞ্চলত সুতৰ হাৰ কম হলেও চহৰ অঞ্চলত ইয়াৰ যোগানৰ সুবিধা বেছি। য'ত ঔদ্যোগিক বিকাশৰ সুবিধা পাব পাৰি।

**পৰিবহণ আৰু যাতায়ত ঃ** পৰিবহণ খৰচে বস্তুৰ উৎপাদন কাৰ্য্যত যথেষ্ট প্ৰভাৱ পেলাব পাৰে। সেয়েহে স্থান নিৰ্ণয়ৰ ক্ষেত্ৰত ই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা দেখা যায়। পৰিবহণ বা যাতায়তৰ আৱশ্যক হয় কেঁচামাল সংগ্ৰহ কাৰ্য্যত আৰু উৎপাদিত দ্ৰব্য বিতৰণৰ কাৰ্য্যত। কোনো এডোখৰ স্থান নিৰ্ণয় কৰাৰ লগে লগে তাৰ লগত সম্বন্ধিত ৰেল, জাহাজ, মটৰ, উৰা-জাহাজ আদিৰ যোগাযোগৰ সুবিধাৰ প্ৰতিও লক্ষ্য ৰাখিব লাগে। নিয়মীয়া খৰচ বহন কৰি এনে ধৰণৰ পৰিবহণ আৰু যাতায়তৰ সুবিধা থকা অঞ্চল বিশেষে উদ্যোগসমূহ স্থাপন কৰা দেখা যায়।

**পৰিচালনাৰ অৱস্থা আৰু শিক্ষা ঃ** ব্যৱসায়ৰ পৰিসৰ উন্নত ধৰণে বহলাবলৈ বা নতুন কোনো উদ্যোগ প্ৰতিষ্ঠা কৰিবলৈ গৱেষণা আৰু আধুনিক উপায় অৱলম্বনৰ বিশেষ প্ৰয়োজন। তদুপৰি ব্যৱসায়ত লভ্যাংশ পাবৰ কাৰণে শিক্ষিত লোকৰ নিয়োগ বিশেষ আৱশ্যক। তাৰ কাৰণে শিক্ষা অনুষ্ঠান আৰু গৱেষণাগাৰৰ প্ৰয়োজন হয়। এনে ধৰণৰ সুবিধাসমূহে ব্যৱসায়ৰ উন্নতিত সহায় কৰে।

**কম খৰচত চলাব পৰা সুবিধা আৰু সামৰ্থ্য ঃ** ব্যৱসায় প্ৰতিষ্ঠান কম খৰচত আৰু কম সময়ৰ ভিতৰত উৎপাদন কৰিব পৰাটো গঠন প্ৰণালীৰ বিশেষ পাৰদৰ্শিতাৰ নিদৰ্শন। ব্যৱসায়ৰ কাৰ্য্য বা উৎপাদন

কাৰ্য্য বন্ধ নকৰাকৈ আৱশ্যক অনুযায়ী পুনৰ গঠন আৰু সংযোজনাৰ সামৰ্থ্য থাকিব লাগে। কাৰখানা তৈয়াৰ কৰাৰ ক্ষেত্ৰত কম খৰচত মাটি সংগ্ৰহৰ ব্যৱস্থা হ'ব লাগে।

**চৰকাৰী ব্যৱস্থা ঃ** ব্যৱসায়ৰ উন্নতিৰ ক্ষেত্ৰত চৰকাৰী সহায় আৰু আৱশ্যক অনুযায়ী ব্যৱস্থা লোৱাৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰে। ব্যৱসায়ৰ ওপৰত ৰাজনৈতিক দৃঢ়তা নাথাকিলে ব্যৱসায় ধ্বংসপ্ৰাপ্ত হোৱাৰ সম্ভাৱনা থাকিব পাৰে।

**উপযোগী মাটি, জলবায়ু আদি ঃ** ব্যৱসায় স্থাপনৰ ক্ষেত্ৰত মাটি আৰু জলবায়ুৱে অতীজৰপৰাই প্ৰভাৱ পেলাই আহিছে। ঔদ্যোগিক বিকাশত জলবায়ুৰ অৱস্থান মনকৰিবলগীয়া। চেঁচা জলবায়ু শিল্প উদ্যোগত কাম কৰা শ্ৰমিকৰ কাৰণে বিশেষ প্ৰয়োজন। আকৌ, গৰম জলবায়ু শ্ৰমিকৰ কাৰণে অনুপযোগী, যিহেতু বেছি পৰিশ্ৰম কৰিবলৈ সক্ষম নহয়। শ্ৰমিক থাকিবৰ কাৰণে ঘৰ-দুৱাৰ নিৰ্মাণ কাৰ্য্যৰ কাৰণে মাটিৰো বিশেষ প্ৰয়োজন। তদুপৰি ডাঙৰ পৰ্বতৰ অৱস্থিতিয়ে ঔদ্যোগিক উন্নয়নত বাধা দিয়ে ; কিন্তু ডাঙৰ নদীৰ অৱস্থিতিয়ে যদিহে তাত নাও, জাহাজ চলাচলৰ সুবিধা হয় ঔদ্যোগিক উন্নতিৰ ক্ষেত্ৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব পাৰে।

**জুই নিৰ্বাপক ব্যৱস্থা ঃ** ব্যৱসায় প্ৰতিষ্ঠানত জুই যি কোনো কাৰণতে লাগিব পাৰে। ভিতৰত লগা জুই হয়তো নুমুৱাবৰ সুবিধা হ'ব পাৰে ; কিন্তু বাহিৰৰপৰা লগা জুই বিশেষ বিপদজনক। সেই কাৰণে কাৰখানা লোকচানৰ হাত সাৰিবৰ কাৰণে নিজা জুই নিৰ্বাপক ব্যৱস্থাৰ বিশেষ প্ৰয়োজন।

**অন্যান্য উদ্যোগৰ লগত যোগ ঃ** কিছুমান উৎপাদনকাৰীয়ে উদ্যোগ স্থাপনৰ ক্ষেত্ৰত স্থান নিৰ্ণয় কৰোঁতে দেখা যায় অন্য উদ্যোগৰ কাষত স্থাপন কৰিবলৈ বিচৰা। সাধাৰণতে যিবিলাক উদ্যোগে কেঁচামাল



উৎপন্ন কৰি নিজৰ উৎপাদন কাৰ্য্যত ব্যৱহাৰ কৰে। ইয়াৰ মূল উদ্দেশ্য হ'ল সকলো উদ্যোগ একে ঠাইতে কেন্দ্ৰীভূত কৰি স্থাপন কৰা আৰু তাৰ সুবিধাসমূহ আদায় কৰা। অৱশ্যে আকৌ হয়তো ব্যৱসায়ী প্ৰতিষ্ঠানৰ মাজত হোৱা প্ৰতিযোগিতাই ব্যৱসায় বিকেন্দ্ৰীভূত কৰাতো সহায় কৰে। তলত দিয়া কাৰণ সমূহৰ কাৰণেই উদ্যোগ প্ৰতিষ্ঠান একে ঠাইতে স্থাপন কৰা হয়।

(ক) কেঁচামাল সংগ্ৰহ কাৰ্য্যত অকলশৰীয়াকৈ কোনো এটা উদ্যোগ স্থাপন কৰিলে যি সুবিধা পাব পাৰিব, একেলগে বহুতো উদ্যোগ স্থাপন কৰিলে বেছি সুবিধা পায়।

(খ) উদ্যোগৰ কেন্দ্ৰীভূত বিশেষত যদি একে ধৰণৰ হয়, প্ৰতি-যোগিতা আহি পৰে, বস্তুৰ উৎপাদন ভাল হয় আৰু শ্ৰমিকৰ দক্ষতা বঢ়াত সহায় কৰে। যি কাৰণত তেওঁলোকৰ চাহিদা বাঢ়ি যোৱাৰ সুবিধা হয়।

(গ) কেন্দ্ৰীভূত উদ্যোগৰ কাষত, ইয়াৰ লগত সম্বন্ধিত উদ্যোগ-সমূহেও উন্নতি কৰিবলৈ সুবিধা পায়। কিয়নো কাৰখানাৰ মেৰামতি আদি কাৰ্য্যৰ কাৰণে মেৰামতিৰ দোকান আৰু যন্ত্ৰ পাতিৰ দোকান বহুল প্ৰচাৰৰ সুবিধা হয়।

(ঘ) অঞ্চল বিশেষে উদ্যোগৰ উন্নতিৰ ক্ষেত্ৰত বেংকেও বিলৰ বাট্টা সম্বন্ধীয় কাৰ্য্যত সহায় কৰাৰ সুবিধা আছে।

(ঙ) কোনো এক অঞ্চলত উৎপন্ন হোৱা দ্ৰব্যই সেই ঠাইত উৎপাদিত দ্ৰব্যৰ চাহিদা নিৰ্ণয় কৰিব পাৰে। কিয়নো, অঞ্চলৰ নামৰ কাৰণেই বস্তুৰ চাহিদা থাকিব পাৰে। অন্যহাতে ই সেই অঞ্চলৰ ব্যৱসায়ী-সকলৰো সন্মান বঢ়োৱাত সহায় কৰে।

**সোনকালে স্থাপন কৰা উদ্যোগৰ দৰ ঃ** সচৰাচৰ দেখা যায় যে যি ঠাইত কোনো উদ্যোগ আগতীয়াকৈ স্থাপন কৰি ঔদ্যোগিক বিকাশ

সাধনত উন্নতি লাভ কৰিব পাৰিলে পিছত স্থাপন হোৱা উদ্যোগসমূহে তাৰ সুফল ভোগ কৰিবলৈ পায়। কোনো এক অঞ্চলত উদ্যোগৰ ক্ৰম বিকাশ বা উন্নতিৰ লগত পিছৰ উদ্যোগ স্থাপনত সেই গুণৰ অধিকাৰী হোৱাত সহায় কৰে। সেয়েহে কবলৈ গলে আগতে স্থাপন কৰি জনসাধাৰণৰ মাজত পৰিচিত অঞ্চলসমূহ স্থান নিৰ্ণয়ৰ কাৰণে বিশেষ প্ৰশস্ত। ই অন্যহাতে নতুন উদ্যোগ স্থাপনৰ প্ৰচাৰ কাৰ্য্যৰ খৰচৰ মিতব্যয়িতা আনিব পাৰে।

## বিক্ৰী কাৰ্য্য

**ওচৰ সম্বন্ধীয় আৰু সহজ লভ্য বজাৰঃ** কেঁচামালৰ কাষত অৱস্থিত উদ্যোগে যেনেকৈ প্ৰসাৰতা লাভ কৰাত সুবিধা পায়, ঠিক তেনেকৈ উৎপাদিত দ্ৰব্য বিক্ৰীৰ কাৰণে সহজলভ্য বজাৰৰ ওচৰ স্থান নিৰ্ণয়ৰ কাৰণে বিশেষ প্ৰশস্ত। কিয়নো, গ্ৰাহকৰ ওচৰ সম্বন্ধই বিক্ৰী বঢ়োৱাত সহায়ক হয়। তদুপৰি গ্ৰাহকসকলৰ নাৰী নক্ষত্ৰ লক্ষ্য ৰাখি অৰ্থাৎ ৰুচি অনুযায়ী উৎপাদনকাৰীয়ে বস্তু উৎপাদন কৰিবলৈ সক্ষম হয়। কেতিয়াবা দেখা যায়, উদ্যোগৰ কেন্দ্ৰীভূত অৱস্থাৰ অৱস্থিতিয়ে গ্ৰাহকসকলক সেইফালে আকৰ্ষণ কৰে।

**জনসাধাৰণৰ ইচ্ছাঃ** সাধাৰণতে দেখা যায় উন্নতিৰ ক্ষেত্ৰত গ্ৰাহকৰ ৰুচি অনুযায়ী বস্তুৰ যোগান কাৰ্য্যৰ ওপৰত। আকৌ বস্তুৰ বস্তুৰ নিৰ্ভৰ কৰে সেই অঞ্চলত বাস কৰা জনসাধাৰণৰ আৰ্থিক অৱস্থা আৰু বস্তু ব্যৱহাৰ কৰা ধৰণ বা কাৰ্য্যৰ ওপৰত। দৈনিক জীৱনত জীয়াই থাকিবৰ কাৰণে বা বিশেষ লাগতীয়াল হিচাপে যিবিলাক বস্তুৰ ব্যৱহাৰ হয় আৰু যেনে ধৰণৰ বস্তুৰ প্ৰতি গ্ৰাহকৰ আকৰ্ষণে প্ৰৱল, তেনে ধৰণৰ বস্তুৰ যোগান বিশেষভাৱে মন কৰিবলগীয়া।



**পৰিবৰ্তিত দ্ৰব্যঃ** সাধাৰণতে সঘনে পৰিবৰ্তিত দ্ৰব্য বা ব্যৱহাৰৰ অনুপযোগী হোৱা দ্ৰব্যৰ প্ৰতি জনসাধাৰণ আকৃষ্ট হোৱা দেখা নাযায়। সেয়েহে বস্তুৰ উপযোগিতা অনুযায়ী যোগান ধৰা উৎপাদকসকলৰ বিশেষ কৰ্তব্য।

**কাৰখানাৰ স্থান (Factory Sites)ঃ** গাওঁ, নগৰ আৰু নগৰৰ দাঁতি কাষৰৰ ঠাই, এই তিনি অঞ্চলৰ আপেক্ষিক সুবিধাসমূহ কাৰখানাৰ স্থান নিৰ্ণয়ৰ ক্ষেত্ৰত মন কৰিবলগীয়া। গাওঁ অঞ্চলত সাধাৰণতে মাটিৰ মূল্য কম। গতিকে কাৰখানা বহল কৰিবৰ সুবিধা বেছি। এনে অঞ্চলত কাৰখানাত জুই লগাৰ বিপদ খুব কম। সেয়েহে একতলা ঘৰত ব্যৱসায় চলাব পাৰি। আকৌ সুত, ভাৰা আৰু কৰৰ হেঁচা বা বোজা কম। শ্ৰমিকৰ সংখ্যা বেছি আৰু তেওঁলোক স্বাস্থ্যৱান হোৱাৰ বাবে সহজে যি কোনো কাম কৰিব পাৰে; কিন্তু গাঁৱলীয়া অঞ্চলত বিশেষ নিপুণ, শ্ৰমিকৰ অভাৱ দেখা যায় আৰু মেৰামতি কৰাৰ কাৰণেও মেৰামতি কাৰখানাৰ অভাৱ।

নগৰসমূহত যথেষ্ট দক্ষতাসম্পন্ন শ্ৰমিক পোৱা যায়। সেই অনুপাতে তেওঁলোকৰ মজুৰি খুব বেছি। তিৰোতা শ্ৰমিকৰ কাৰণে নগৰ অঞ্চলত অৱস্থিতি কাৰখানা বিশেষ সুবিধাজনক। কাষত অৱস্থিত মেৰামতি কাৰখানাৰ সুবিধা থকাৰ কাৰণে নগৰ অঞ্চল সৰু সৰু কাৰখানা স্থাপনৰ কাৰণে বিশেষ প্ৰশস্ত; কিন্তু মাটিৰ মূল্য, ভাৰা, কৰ আৰু সুত আদিত বেছি ভৰিবলগীয়া হয়। সাধাৰণতে গাওঁ অঞ্চল ডাঙৰ আকাৰৰ কাৰখানা উদ্যোগ আৰু নগৰ বা চহৰ অঞ্চল সৰু আকাৰৰ কাৰখানা উদ্যোগৰ কাৰণে বিশেষ উপযোগী। অৱশ্যে বৰ্তমান যুগত ডাঙৰ নগৰৰ দাঁতি-কাষৰৰ, অঞ্চলসমূহত কাৰখানা উদ্যোগ স্থাপন কৰা দেখা যায়। দাঁতি কাষৰ অঞ্চল নগৰ আৰু গাঁৱৰ মাজত অৱস্থিত হোৱাত গাৱঁত পোৱা আৰু চহৰত পোৱা দুয়োটা সুবিধাৰ সদ্ব্যৱহাৰ কৰিব পাৰিছে।

**বিকেন্দ্ৰীভূত আৰু বিক্ষেপণ (Decentralisation and Dispersal)ঃ** স্থান নিৰ্ণয়ৰ নিদৰ্শন সকলো সময়তে বা সদায় একে হ'ব নোৱাৰে। মানুহে পৰিবৰ্তন কৰাতকৈও প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰিও স্থান নিৰ্ণয় কৰিবলগীয়া হয়। উদাহৰণস্বৰূপে কপাহৰ শিল্প; কিন্তু বৰ্তমান যুগত তাৰ আমূল পৰিবৰ্তন সাধন কৰি জলবায়ুৰ ওপৰত নিৰ্ভৰ কৰি উদ্যোগ স্থাপন কৰা দেখা নাযায়। সেই কথা স্বীকাৰ কৰিব লাগিব যে উৎপাদকসকলে প্ৰকৃতিৰ অৱদানৰ ওপৰত নিৰ্ভৰ কৰি উদ্যোগ স্থাপন কৰিলে বেছি লাভৱান হ'ব পাৰিব; কিন্তু বৰ্তমান যুগত দেখা যায় বহুতো উদ্যোগপতিয়ে আগৰ উদ্যোগৰ চালুকীয়া শাখা হিচাপে কিছু দূৰত নতুন উদ্যোগ স্থাপন কৰি উদ্যোগৰ বিকেন্দ্ৰীকৰণ কৰিছে। আনহাতে কবলৈ গলে একেডোখৰ ঠাইতে উদ্যোগৰ হেঁচা-টেপাৰ হাত সাৰিবৰ কাৰণে উদ্যোগসমূহৰ নিজা শাখা হিচাপে দূৰণিত বেলেগে স্থাপন কৰা দেখা যায়। উদ্যোগৰ বিক্ষেপণ সাৰ্বজনীন নিদৰ্শন। ভাৰতবৰ্ষতো সকলো অঞ্চল বিশেষে উদ্যোগ স্থাপনত সমানে উন্নতি কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে।

**আঞ্চলিক উন্নতিঃ** আমাৰ দেশত পঞ্চ বাৰ্ষিক পৰিকল্পনাৰ জৰিয়তে ফিছ্‌কেল কমিশ্যনৰ উপদেশ অনুযায়ী দেশখনৰ সকলো অঞ্চলতে সমানে ঔদ্যোগিক উন্নতিৰ কাৰণে পৰিকল্পনা কৰা হৈছে। সেয়েহে দ্বিতীয় পঞ্চ বাৰ্ষিক পৰিকল্পনাতে হাতত লোৱা কাৰ্য্যঃ

(ক) ঔদ্যোগিক বিকাশত পিছ পৰি থকা অঞ্চলত শক্তি, পানী যোগান পৰিবহণ আৰু যাতায়াতৰ যোগান ধৰা।

(খ) গাঁৱলীয়া কুটীৰ আৰু ঘৰুৱা শিল্পৰ উন্নতি সাধন কৰা।

(গ) দেশৰ ঔদ্যোগিক উন্নতিৰ সমতা সকলো ঠাইতে ৰাখিবৰ কাৰণে সাধাৰণ আৰু নিজা যৌথ কাৰবাৰী ব্যৱসায়সমূহৰ স্থান নিৰ্ণয়।



স্থান নিৰ্ণয়ৰ ক্ষেত্ৰত মিতব্যয়িতা আৰু কেঁচা মালৰ ওচৰ সম্বন্ধ বিশেষ গুৰুত্বপূৰ্ণ বিষয়, আৰু গ্ৰাহকৰ দৈনিক লাগতিয়াল বস্তুৰ ক্ষেত্ৰত আঞ্চলিক উদ্যোগৰ উন্নতি মন কৰিবলগীয়া। উদাহৰণস্বৰূপে ৰাজস্থান, উৰিষ্যা, অসম আৰু পঞ্জাবত কপাহ শিল্পৰ আৱশ্যক। চেনি শিল্পৰ ক্ষেত্ৰত অন্ধ্ৰ, বিহাৰ, তামিলনাডু, মহীশুৰ মহাৰাষ্ট্ৰ আদি। লো-শিল্প ক্ষেত্ৰত অসম, কেৰালা, মধ্যপ্ৰদেশ আদি। বৰ্তমান সময়ত অনুমতি দিয়াৰ ক্ষেত্ৰত চৰকাৰে তেনে নীতি গ্ৰহণ কৰিছে।

নতুন নতুন কেঁচামালৰ চাহিদাই ঔদ্যোগিক উন্নতিৰ ক্ষেত্ৰত যথেষ্ট বৰঙণি যোগায়। যেনেকৈ কুঁহিয়াৰ উৎপন্ন হোৱা অঞ্চলত চেনি শিল্পৰ উপৰিও কাগজৰ শিল্প গঠন কৰাৰ সুবিধা আছে। চৰকাৰী সহায় সহযোগত গাঁৱলীয়া ঘৰুৱা শিল্পই বৰ্তমান গোটেই দেশতে প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছে। সেই দেশৰ প্ৰত্যেক গাওঁ আৰু সৰু সৰু চহৰবিলাকত ঔদ্যোগিক ভূ-সম্পত্তি গঠন কৰা হৈছে।

দেশৰ প্ৰত্যেক অংশৰ ঔদ্যোগিক বিকাশৰ কাৰণে তৃতীয় পৰিকল্পনাত বিশেষকৈ ডাঙৰ ডাঙৰ উদ্যোগসমূহ স্থাপনৰ কাৰণে বহুতো সুযোগ আগবঢ়োৱা হৈছে। চতুৰ্থ পৰিকল্পনাতো ঠিক একে ধৰণৰ উন্নতিৰ ওপৰত বিশেষ চকু দিয়া হৈছে। নিজা কাৰবাৰী ব্যৱসায়সমূহ স্থাপনৰ কাৰণে চৰকাৰে অনুমতি দিওঁতে অঞ্চল বিশেষে উন্নতিৰ ওপৰত নিৰ্ভৰ কৰিহে স্থাপন কৰিবলৈ দিয়া দেখা গৈছে। এই সূত্ৰৰ ওপৰত নিৰ্ভৰ কৰিয়েই দেশৰ গুৰুত্বপূৰ্ণ উদ্যোগ, যেনে—কপাহ শিল্প, চেনি শিল্প, চিমেণ্ট শিল্প আৰু কাগজ শিল্পৰ ক্ষেত্ৰত সকলো গুৰুত্বপূৰ্ণ অঞ্চলত স্থাপন কৰাত অনুমতি দিয়া দেখা গৈছে। যাতে কোনো এক অঞ্চলত থুপ খাই থাকিব নোৱাৰে।

**প্ৰকাম্য স্থানঃ**—ব্যৱসায়ৰ প্ৰকাম্য পোৱাৰ দৰে স্থানৰ প্ৰকাম্য এক গুৰুত্বপূৰ্ণ বিষয়, যিটোৱে প্ৰতি উৎপাদিত খৰচ কমাব পাৰে।

আৰু গ্ৰাহকক কম মূল্যত বস্তু বিক্ৰী কৰিব পাৰে। ব্যৱসায়ৰ বিভিন্ন ধৰণৰ খৰচৰ ওপৰতে এখন পামৰ প্ৰকাম্য নিৰ্ভৰ কৰে যেনে—কেঁচামাল সংগ্ৰহত বহন কৰা ভাৰা, বৈদ্যুতিক খৰচ, পানী আৰু বিজুলী, সংস্থাপন খৰচ, ঘৰ সজা, শ্ৰমিকৰ খৰচ আৰু উৎপাদিত দ্ৰব্য বিতৰণৰ কাৰণে দ্ৰব্য পৰিবহণ ব্যয়। ব্যৱসায়ীসকলে স্থানৰ প্ৰকাম্য পাবলৈ হলে এই সকলো খৰচ ফঁহিয়াই চাব লাগে যাতে উৎপাদিত খৰচ কম হয়।

— × —

# চতুৰ্থ অধ্যায়

## ব্যৱসায় সংগঠন আৰু পৰিচালনা

উৎপাদন আৰু বিতৰণ ব্যৱস্থা বিভিন্ন সংগঠনৰদ্বাৰা সম্পন্ন কৰা হয়। এই সংগঠনবিলাকৰ গঠন আৰু মালিকীস্বত্বও বেলেগ বেলেগ। যি ব্যক্তিয়ে ব্যৱসায় কৰে তেওঁ সংগঠনৰ বিষয়ে জ্ঞান থাকিলেহে তেওঁৰ প্ৰয়োজনীয়তা পূৰণ কৰিব পাৰিব। গতিকে এইটো এটা বৰ গুৰুত্বপূৰ্ণ বিষয়। ব্যৱসায়ৰ মূল চাৰিটা সংগঠন আছে। যেনে—এক স্বত্বাধিকাৰী বা ব্যক্তিগত ব্যৱসায় প্ৰতিষ্ঠান; অংশীদাৰী বা যুটীয়া ব্যৱসায়; জইন্ট ষ্টক্ কোম্পানী বা যৌথ ব্যৱসায় প্ৰতিষ্ঠান আৰু সমবায় প্ৰতিষ্ঠান। ব্যৱসায় এই চাৰিটা সংগঠনৰ ভিতৰত যেই কোনো এটা আহিঁতেই প্ৰতিষ্ঠা কৰিব পাৰি। ব্যৱসায় সংগঠনৰ নিৰ্বাচন কেইটামান উপাদানৰ ওপৰত নিৰ্ভৰ কৰিহে কৰা হয়। তাৰ প্ৰধান প্ৰধান উপাদানবিলাক তলত দিয়া হ'ল।

(১) প্ৰবৰ্তকসকল আৰু তেওঁলোকৰ বিভিন্ন সংগঠনৰ ওপৰত ধাৰণা।

(২) আৰম্ভ কৰিব লগা ব্যৱসায়ৰ আকৃতি আৰু প্ৰকৃতি।

(৩) মূলধনৰ পৰিমাণ আৰু সংগ্ৰহৰ সুবিধা।

(৪) ব্যৱসায়টোৰ ম্যাদ কিমান।

(৫) ব্যৱসায়টোৰ লগত কাৰিকৰী ব্যৱস্থা জড়িত আছেনেকি।

(৬) উৎপাদিত আৰু বিক্ৰী দ্ৰব্যৰ প্ৰকাৰ (Type of Product)।

(৭) উৎপাদনৰ পৰিমাণ আৰু বিধি।

(৮) বজাৰ ব্যৱস্থা।

(৯) ব্যৱসায়টোৱে প্ৰতিযোগিতাৰ সন্মুখীন হ'ব লাগিবনেকি।

(১০) লাভ বিতৰণৰ ব্যৱস্থা আৰু ব্যৱসায়ৰ দায়িত্ব।

(১১) চৰকাৰৰ আইনৰ প্ৰভাৱ।

প্ৰত্যেকটো সংগঠনৰ বিষয়ে বিশদভাৱে তলত বিৱৰণ দিয়া হ'ল।

**একস্বত্বাধিকাৰী বা ব্যক্তিগত কাৰবাৰ।**

একস্বত্বাধিকাৰী বা ব্যক্তিগত কাৰবাৰ এক অবিহিত ব্যৱসায় সংগঠন। এই ব্যৱসায়ত এজন মাত্ৰ ব্যক্তিয়ে তেওঁৰ নিজৰ ভূমি, শ্ৰমিক আৰু মূলধনৰ সহায়ত স্বাধীনভাৱে উৎপাদন কাৰ্য্য কৰে বা যেতিয়া এজন মানুহে নিজৰ মূলধন, ভূমি আৰু বুদ্ধিৰে আৱশ্যকীয় শ্ৰমিকৰদ্বাৰা ব্যৱসায়ত থকা অনিশ্চিত বিপদৰ সন্মুখীন হয় তেনে ব্যৱসায় প্ৰতিষ্ঠানক একস্বত্বাধিকাৰী বা ব্যক্তিগত ব্যৱসায় সংগঠন বোলে। ব্যৱসায় ইতিহাসত এইটোৱেই একেবাৰে পুৰণি ব্যৱসায় সংগঠন। কাৰবাৰৰ সকলো লাভ-লোকচান একেজন মানুহে বহন কৰে। ব্যক্তিগত ব্যৱসায় প্ৰতিষ্ঠানত মালিকীস্বত্ব, পৰিচালনা আৰু দায়িত্ব একেজন ব্যক্তিৰ ওপৰতেই থাকে।

**ব্যক্তিগত কাৰবাৰৰ বিশেষত্ব আৰু গঠন ঃ** ব্যক্তিগত ব্যৱসায়ত একেজন মানুহেই সৰ্বেসৰ্বা। তেওঁ ব্যৱসায়ৰ মালিক, সংগঠক আৰু পৰিচালক। ব্যৱসায়ত তেওঁক সহায় কৰিবৰ বাবে অৱশ্যে অন্য মানুহ নিয়োগ কৰিব পাৰে। এজনতকৈ অধিক মানুহে মালিকীস্বত্ব বহন কৰিলে সেই প্ৰতিষ্ঠান অন্য সংগঠনত পৰিণত হয়। ব্যক্তিগত ব্যৱসায় বুলিলেই ব্যৱসায়ৰ সকলো সা-সম্পত্তিৰ গৰাকী মাত্ৰ এজন ব্যক্তি। তেওঁ ইচ্ছা অনুযায়ী ব্যৱসায়ৰ সা-সম্পত্তি ব্যৱহাৰ কৰিব পাৰে।

ব্যক্তিগত ব্যৱসায় প্ৰতিষ্ঠান গঠন সম্পৰ্কে কোনো আইন সন্মত নিয়ম নাই। এই বিষয়ে চৰকাৰে কোনো আইন বান্ধি দিয়া নাই। যেই কোনো প্ৰাপ্তবয়স্ক সুস্থিৰ জ্ঞানৰ ব্যক্তিয়ে এনে প্ৰতিষ্ঠান গঠন কৰিব পাৰে। ভাৰতীয় কন্‌ট্ৰেক্ট আইনৰ ১১ ধাৰা অনুযায়ী চুক্তি নামাত চহী কৰিবৰ কাৰণে সাবালক সুস্থ মনৰ ব্যক্তি হ'ব লাগিব।



এনে প্ৰতিষ্ঠান স্থাপন কৰোঁতে এটা কথা মন কৰিব লাগিব যে এই বিষয়ে আইনসংগত অধিকাৰ আছেনে নাই। যদি ব্যৱসায় আৰম্ভ কৰিবলৈ কোনো অনুজ্ঞা পত্ৰ আদিৰ প্ৰয়োজন হয় তেন্তে তেনে ব্যৱস্থা-সমূহ কৰি লব লাগিব। সাধাৰণতে এই ব্যৱসায়ৰ আকাৰ সৰু হয়। মূলধন কম হ'লেও এই ব্যৱসায় আৰম্ভ কৰিব পাৰি। মুঠৰ ওপৰত এনে ব্যৱসায়ত প্ৰথম লেন-দেনৰপৰাই প্ৰতিষ্ঠানটো আৰম্ভ হয়। উদাহৰণ স্বৰূপে এজন মানুহৰ মূলধনেৰে আৰম্ভ কৰা ডাঙৰ দোকান, পান দোকান, চিকিৎসা আদি ব্যৱসায়সমূহ এই সংগঠনৰ ভিতৰত পৰে।

**দায়িত্ব ( Liabilities ) ঃ** ব্যক্তিগত ব্যৱসায়ত মালিকৰ দায়িত্ব অসীম ( unlimited )। এই কাৰবাৰৰ বেলেগ সত্তা নাই ; অৰ্থাৎ মালিক আৰু কাৰবাৰ অভিন্ন। ব্যৱসায়ৰ মালিকৰ ব্যৱসায়ৰ সংক্ৰান্তত ঋণ আৰু লোকচানৰ পৰিমাণ মূলধনতকৈ বেছি হ'লে সেই অতিৰিক্ত অংশ তেওঁৰ ব্যক্তিগত সম্পত্তিৰপৰা বহন কৰিব লাগিব। উদাহৰণস্বৰূপে এটা ব্যৱসায় প্ৰতিষ্ঠানৰ সা-সম্পত্তি মূলধনলৈ পৰিমাণ হ'ল ৫০,০০০'০১ পঞ্চাশ হাজাৰ টকা ; কিন্তু ব্যৱসায়ৰ নামত দেনা আছে ৬০,০০০'০০ ষাঠি হাজাৰ টকা। ব্যৱসায়ীজনৰ সা-সম্পত্তিৰ পৰিমাণ দেনাতকৈ ১০,০০০'০০ দহ হাজাৰ টকাৰ কম হয়। এই ১০,০০০'০০ টকা ধাৰ দিওঁতাসকলে ( creditors ) ব্যৱসায়ীজনৰ ব্যক্তিগত সম্পত্তিৰপৰা আদায় কৰিব পাৰিব। ব্যৱসায়ৰসকলো দায়িত্বৰ বোজা যেনেকৈ তেওঁ অকলে বহন কৰে সেইদৰেই লাভৰ সকলো অংশ তেওঁ অকলেই ভোগ কৰে। তেওঁ ব্যৱসায়ৰ নামত বা ব্যক্তিগত নামত লোৱা ঋণৰ কোনো পাৰ্থক্য নাই। গতিকে দেখা গ'ল যে এক স্বত্বাধিকাৰী ব্যৱসায়ৰ দায়িত্ব অসীম।

**মূলধন ঃ** ব্যক্তিগত ব্যৱসায় প্ৰতিষ্ঠান স্থাপন কৰোঁতে কোনো

আইন ব্যৱস্থাৰ পালন কৰিব নলগাৰ বাবে বিশেষ খৰচ পাতি নহয়। তদুপৰি এই ব্যৱসায়ৰ পৰিসৰ সাধাৰণতে সৰু হোৱাৰ বাবে অধিক মূলধনৰ প্ৰয়োজন নহয়। ব্যৱসায়ত দুই প্ৰকাৰৰ মূলধনৰ আৱশ্যক হয়। ঘৰ-দুৱাৰ, আচবাব আদিৰ বাবে কিছু পুঁজিৰ আৱশ্যক। এই পুঁজি সাধাৰণ খুচুৰা ব্যৱসায়ত কম পৰিমাণৰ আৰু বৃহৎ পাইকাৰী ব্যৱসায়ত কাৰ্য্যালয় গুদামঘৰ আৰু আৱশ্যকীয় নানা সৰঞ্জামৰ বাবে সৰহ পৰিমাণৰ টকাৰ প্ৰয়োজন। এনে প্ৰকাৰৰ খৰচক স্থায়ী মূলধন বোলে। আন হাতেদি দৈনিক খৰচ, সম্ভাৰ আৰু কেঁচা সামগ্ৰী ক্ৰয় কৰিবৰ বাবে যি ধনৰ প্ৰয়োজন সেই টকাক চলতি বা প্ৰয়োগ মূলধন Circulating or working capital ) বোলে। ব্যক্তিগত ব্যৱসায়ত মালিকৰ সঞ্চিত টকাৰে বা তেওঁৰ বন্ধু-বান্ধৱ সকলৰপৰা ঋণ লৈ ব্যৱসায় কৰিব পাৰে। কোনো কোনো ক্ষেত্ৰত ব্যৱসায়ৰ সম্পত্তিৰ জামিনত বেংকৰপৰাও ঋণ লৈ কাৰবাৰ কৰিব পাৰি। মুঠৰ ওপৰত এক স্বত্বাধিকাৰী ব্যৱসায়ৰ বাবে কম পৰিমাণৰ মূলধনেৰে কাৰবাৰ আৰম্ভ কৰিব পাৰি।

**পৰিচালনা ( Management ) ঃ** ব্যক্তিগত ব্যৱসায়ৰ পৰিচালনাৰ সকলো দায়িত্ব মালিকৰ ওপৰতেই থাকে। কাৰবাৰৰ মালিকেই পৰিচালনাৰ নীতি-নিয়ম নিৰ্ধাৰণ কৰি ব্যৱসায় চলায়। সাধাৰণতে কাৰ্য্যদক্ষ আৰু চতুৰ ব্যক্তিয়েই এনে ব্যৱসায় সুচাৰুভাৱে পৰিচালনা কৰিব পাৰে। নিজে নিজৰ পৰিচালক হোৱাৰ বাবে কাৰবাৰত দোষবোৰ বাছি উলিয়াই তাৰ প্ৰতিকাৰ কৰিব পাৰে। এজন মানুহে পৰিচালনা কৰাৰ কাৰণে ব্যৱসায়ৰ কৃতকাৰ্য্যতাৰ গোপন কথা, সময়ৰ সদ্ব্যৱহাৰ উপযুক্ত সিদ্ধান্ত আদিৰ সুন্দৰ ব্যৱস্থা কৰিব পাৰে। সদৌ শেষত আমি ক'ব পাৰোঁ যে, ব্যক্তিগত কাৰবাৰেই পৃথিৱীৰ ভিতৰত উত্তম ব্যৱসায় সংগঠন যদি মালিকজন কাৰ্য্যদক্ষ হয়।



**ব্যক্তিগত ব্যৱসায়ৰ নিয়ন্ত্ৰণ আৰু লাভ বিতৰণ ( Control and Distribution of Profit) ঃ** ব্যৱসায়ৰ মালিকৰ কাৰবাৰৰ ওপৰতেই সম্পূৰ্ণ নিয়ন্ত্ৰণ থাকে। তেওঁ নিজৰ নামত ক্ৰয়-বিক্ৰয় চুক্তি আদি সকলোবিলাক সম্পন্ন কৰে। ব্যৱসায়ৰ সকলোবিলাক কথাৰ সংক্ৰান্তত তেৱেঁই সৰ্বোচ্চ বিচাৰক ( Supreme judge )। তেওঁ ইচ্ছানুযায়ী ব্যৱসায়ৰ স্থান পৰিবৰ্তন আৰু পৰিসৰ বৃদ্ধি কৰিব পাৰে। ব্যৱসায়ৰ সকলোবিলাক খৰচ-পাতি কৰি থকা সকলোবিলাক লাভেই তেওঁৰ বাকচলৈ যায়; কিন্তু তেওঁৰ কামৰ বাবে লাভৰ বা পাৰিশ্ৰমিকৰ কোনো নিশ্চয়তা নাই। সকলোখিনি তেওঁৰ দক্ষতাৰ ওপৰতেই নিৰ্ভৰ কৰে।

ব্যক্তিগত ব্যৱসায়ৰ অৱস্থিতি আৰু স্থায়িত্ব মালিকৰ ইচ্ছাৰ ওপৰতেই নিৰ্ভৰ কৰে; কিন্তু কেতিয়াবা বাপেকৰপৰা পুতেকলৈ বয়সানুক্ৰমে ব্যৱসায় প্ৰতিষ্ঠান চলি থাকিব পাৰে, যদিও আইনৰ চকুত ব্যৱসায়ৰ মালিকৰ অৱসৰ বা মৃত্যুত কাৰবাৰ বন্ধহৈ যায়।

## ব্যক্তিগত কাৰবাৰৰ সুবিধা আৰু অসুবিধাসমূহ

**(১) গঠন সুবিধা ঃ** এনে প্ৰকাৰৰ ব্যৱসায় আৰম্ভ কৰা আৰু চলোৱা সহজ। যেই কোনো ব্যক্তিয়েই এনে ধৰণৰ কাৰবাৰ আৰম্ভ কৰিবলৈ ইচ্ছা কৰিলে তেওঁ আইনৰ কোনো বাধা-বিঘিনি নোহোৱাকৈ অৰ্থাৎ পঞ্জীয়ন নকৰাকৈ ব্যৱসায় আৰম্ভ কৰিব পাৰে।

**(২) সামান্য খৰচ ঃ** কোনো কোনো ব্যৱসায়ত অনুজ্ঞা পত্ৰৰ খৰচৰ বাবে কোনো খৰচৰ প্ৰয়োজন নাই। অন্যবিলাক সংগঠনৰ তুলনাত এই সংগঠনৰ গঠন খৰচ অতি সামান্য।

**(৩) অসীম দায়িত্বৰ সুবিধা ঃ** ব্যৱসায়ৰ দায়িত্ব অসীম হোৱাৰ বাবে মালিকে ব্যৱসায় পৰিচালনা কৰোঁতে বৰ সাৱধানতাৰে চলিব

লগা হয়। দেনা অসীম হোৱাৰ কাৰণে কাৰবাৰৰ মালিকে সহজে ঋণ ল'ব পাৰে। যেহেতু এনে ঋণৰ বাবে ব্যৱসায় আৰু ব্যক্তিগত দুয়োটা সম্পত্তি জামিন থাকে।

**(৪) মালিকৰ ব্যক্তিগত সম্পৰ্ক প্ৰত্যক্ষ আৰু তত্ত্বাৱধান লোৱাৰ সুবিধা ঃ** সাধাৰণতে কাৰবাৰৰ মালিকে ব্যক্তিগত মনযোগেৰে প্ৰত্যক্ষ তত্ত্বাৱধান লব পাৰে। তেওঁ কৰ্মীসকলৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি তুলিব পাৰে।

(৫) ব্যৱসায়ৰ মালিকে সকলো ক্ষেত্ৰতে তৎপৰতা ৰখাৰ বাবে মিত-ব্যয়িতা বেছি হয় আৰু যিমানদূৰ সম্ভৱ অপচয় কম হয়। ইয়াৰ ফলত উৎপাদিত দ্ৰব্যৰ সুবিধামতে মূল্য হ্ৰাস পায়।

(৬) এই সংগঠনৰ মালিকৰ ব্যৱসায়ৰ ওপৰত সম্পূৰ্ণ নিয়ন্ত্ৰণ থকাৰ বাবে আৰু সকলো বিষয়তে সৰ্বোচ্চ সিদ্ধান্তকাৰী হোৱাৰ বাবে তেওঁৰ কাৰ্য্যত আনৰপৰা কোনো বাধা নাহে। তেওঁ নিজৰ ইচ্ছানুযায়ী ব্যৱসায় পৰিবৰ্তন আৰু বিভিন্ন সমস্যাবোৰৰ সম্পৰ্কত অতি শীঘ্ৰে লব পাৰে।

(৭) প্ৰত্যেক ব্যক্তিৰে উন্নতি কৰা কিছুমান গোপন কথা আছে। ব্যৱসায়ত তেনে গোপন কথা নোহোৱা নহয়। এই তথ্যবিলাক গোপন কৰি ৰাখিব নোৱাৰিলে আধুনিক ব্যৱসায়ত উন্নতি কৰিব নোৱাৰি। গতিকে ব্যৱসায়ত এজন মালিক থাকিলেও ব্যৱসায়ৰ গুৰুত্বপূৰ্ণ কথাবিলাক গোপন কৰি ৰাখিব পাৰি।

(৮) ব্যক্তিগত ব্যৱসায় সাধাৰণতে সৰু আকাৰৰ। সেই কাৰণে মালিক আৰু গ্ৰাহকৰ ব্যক্তিগত সম্বন্ধ হোৱাৰ বাবে গ্ৰাহকৰ ৰুচি আৰু সম্ভৱ অনুযায়ী ব্যৱসায়ৰ সেৱা আগবঢ়াব পাৰে।

(৯) নিজৰ লাভৰ বাবে এজন মানুহে যথেষ্ট কষ্ট স্বীকাৰ কৰিব পাৰে। এনে ক্ষেত্ৰত তেওঁৰ কাৰ্য্যদক্ষতাও অনেক বৃদ্ধি পায়।



## প্ৰতিষ্ঠানৰ অসুবিধাবোৰ

**( Disadvantage of trading concern )**

(১) এই ব্যৱসায় প্ৰতিষ্ঠানবিলাকৰ অসুবিধা বহুতো। আধুনিক অৰ্থনীতিবিদ্‌সকলৰ মতে ব্যক্তিগত ব্যৱসায় প্ৰতিষ্ঠানবিলাক সমাজ-বিৰোধী। এইবোৰ প্ৰতিষ্ঠান পুঁজিপতি সমাজৰ প্ৰধান আহিলা বুলি পৰিগণিত।

(২) যেতিয়ালৈকে এই ব্যৱসায় মালিকৰ ক্ষমতাৰ ভিতৰত থাকে তেতিয়ালৈকে সুন্দৰভাৱে ব্যৱসায় চলাই থাকিব পাৰে। এজন মানুহৰ ক্ষমতা ( capacity ) সীমিত। গতিকে ব্যৱসায়ৰ পৰিসৰ বৃদ্ধিহৈ যোৱাৰ লগে লগেই এজন মানুহে এই ব্যৱসায়টো চলাব নোৱাৰা হয় বা নানা অসুবিধাৰ সন্মুখীন হ'ব লগা হয়।

(৩) ব্যৱসায়ৰ উন্নতি বহুপৰিমাণে নিৰ্ভৰ কৰে ইয়াৰ পুঁজিৰ ওপৰত। এজন মানুহে ব্যৱসায়ৰ সকলো আৱশ্যকীয় পুঁজি যোগান ধৰাটো অসম্ভৱ। গতিকে মূলধনৰ অসুবিধাটোৱেই হ'ল ঘাই অসুবিধা। মালিকে সীমাবদ্ধ পৰিমাণ মূলধনেৰে কল-কাৰখানা, ঘৰ-দুৱাৰৰ সৈতে এটা বৃহৎ আকাৰৰ কাৰবাৰ প্ৰতিষ্ঠা কৰা কথাটো চিন্তা কৰিব নোৱাৰে। আন হাতেদি পুঁজিৰ অভাৱত ব্যৱসায়ৰ অৱস্থা টনকিয়াল কৰা দূৰৈৰ কথা ইয়াক চলাই নিয়াও কঠিন হয়। পুঁজিৰ অভাৱ দূৰ কৰা কাৰ্য্যও মালিকজন সদায় ব্যস্ত থকাৰ কাৰণে ব্যৱসায় পৰিচালনাত ভালকৈ চকু দিব নোৱাৰাৰ ফলত ব্যৱসায় ধ্বংস হয়।

(৪) কাচিৎহে এজন ব্যক্তি ব্যৱসায় চলোৱাত সকলোবিলাক গুণৰ অধিকাৰী হ'ব পাৰে। গতিকে কোনো কোনো ক্ষেত্ৰত মালিকৰ দূৰদৰ্শিতাৰ অভাৱত ব্যৱসায় ধ্বংস হোৱা দেখা যায়। কেৱল পুঁজিৰ দ্বাৰাই এই ব্যৱসায় পৰিচালনা কৰাটো অসম্ভৱ।

(৫) ব্যক্তিগত ব্যৱসায়ৰ দেনা অপৰিসীম। গতিকে কেতিয়াবা কাৰবাৰত লোকচান কৰি নিজৰ পৈতৃক সম্পদো হেৰুৱাব লগাত পৰে। ব্যৱসায়ৰ এই অনিশ্চিত বিপদৰবাবে ব্যৱসায়ীসকলক বহু-সময়ত সংকুচিত কৰি পেলায় আৰু সংকোচন ব্যৱসায় সম্প্ৰসাৰণৰ ক্ষেত্ৰত বাধা স্বৰূপ হৈ পৰে।

(৬) এই কাৰবাৰত স্থায়িত্বৰ কোনো নিশ্চয়তা নাই। যেই কোনো মুহূৰ্ততে মালিকৰ অক্ষমতাৰ বাবে পৰিসমাপ্তি হ'ব পাৰে। তদুপৰি ব্যক্তিগত প্ৰতিষ্ঠান অনুপযুক্ত ব্যক্তিৰ হাতলৈ যায়, যাৰ বাবে ব্যৱসায় অতি সোনকালে লুপ্ত হয়।

একস্বত্বাধিকাৰী ব্যৱসায়ত কৃতকাৰ্য্যতা লাভ কৰিবলৈ হ'লে সাধাৰণতে তলত উল্লেখ কৰা কথাকেইটালৈ চকু দিয়াৰ বিশেষ প্ৰয়োজন।

(১) সমাজ কল্যাণলৈ লক্ষ্য কৰি গ্ৰাহকৰ ৰুচি অভিৰুচিৰ প্ৰতি চকু দিয়াটো প্ৰত্যেক ব্যৱসায়ীৰ কৰ্তব্য। গ্ৰাহকক সন্তোষ দিব পাৰিলেহে বিক্ৰীও বেছি হয়। মুঠৰ ওপৰত মালিক বা তেওঁৰ কৰ্মচাৰীসকল পটু বিক্ৰীদাৰ হ'ব লাগিব। মালিক আৰু কৰ্মচাৰীৰ মাজত সদায় সদ্‌ভাৱ থাকিব লাগিব তেহে ব্যৱসায়ৰ উন্নতি হ'ব।

(২) ব্যৱসায়ৰ কাৰণে অধ্যৱসায় আৰু উদ্যমৰ অতি লাগতিয়াল গুণ। উদ্যোগী ব্যক্তিয়ে সকলোতে কৃতকাৰ্য্যতা লাভ কৰিব পাৰে। গতিকে মালিকজন উদ্যোগী হলেহে ব্যক্তিগত ব্যৱসায় জীয়াই থাকিব পাৰে।

(৩) বিভিন্ন পৰিস্থিতিত পৰিবৰ্তনশীল বজাৰৰ লগত খাপখুৱাই ব্যৱসায় চলোৱাটো একান্ত প্ৰয়োজন। বহুত সময়ত নীতি আৰু কৰ্মপন্থাৰ সলনি নকৰাৰ কাৰণে ব্যৱসায়ত অগ্ৰগতি লাভ কৰা দেখা নাযায়। তদুপৰি অপচয় বন্ধ কৰি দক্ষতা বৃদ্ধিৰ বাবে চোকা দৃষ্টি ৰাখিব লাগিব। মূলধন ঋণলৈ যথেমধে বিনিয়োগ কৰিলে ব্যৱসায় ধ্বংস হোৱাৰ সম্ভাৱনা বেছি।



ওপৰত উল্লেখ কৰা সকলোবিলাক কথা ব্যক্তিগত ব্যৱসায়ত ভালকৈ পালন কৰিব পাৰি। ইয়াৰ বাবে ব্যৱসায়ীজন যথেষ্ট পৰিশ্ৰমী হ'ব লাগিব আৰু অকলেই সকলোবিলাক নিয়াৰিকৈ চলাব পাৰিলে এই ব্যৱসায়ত কৃতকাৰ্য্য হোৱাটো নিশ্চিত।

**অংশীদাৰী বা যুটীয়া ব্যৱসায় (Partnership Business or firm) ঃ** ব্যক্তিগত ব্যৱসায়ত গৰাকীজন উপযুক্ত ব্যৱসায়ী হলে লাভৰ পৰিমাণো বেছি হয়; কিন্তু এইটো এটা স্বতঃসিদ্ধ কথা যে সকলোবিলাক মানুহেই সকলোবিলাক বিষয়ত সমানে পাকৈত হ'ব নোৱাৰে। সকলোবিলাক মানুহ সমানে পটু হোৱা হলে ব্যক্তিগত কাৰবাৰৰ কাৰণে অসুবিধা নাথাকিলেহেঁতেন। এজনৰ হয়তো ব্যৱসায়ত বিনিয়োগ কৰিবলৈ যথেষ্ঠ ধন আছে; কিন্তু ব্যৱসায়ৰ বাবে যিখিনি বুদ্ধি-বৃত্তিৰ প্ৰয়োজন সেইখিনি নাথাকিব পাৰে। আকৌ আন এজনৰ হয়তো ব্যৱসায়িক বুদ্ধি-বৃত্তি সকলোখিনিয়েই আছে; কিন্তু তেওঁৰ মূলধনৰ অভাৱ। সেয়েহে ব্যক্তিগত ব্যৱসায়ীৰ কাৰণে যিটো সম্ভৱ নহয়, সেইটো কেবাজনে একগোট হ'লে সম্ভৱ হ'ব পাৰে। এইদৰে বিভিন্ন ক্ষমতা সম্পন্ন ব্যক্তি গোট-খাই একেলগ হৈ কৰা ব্যৱসায়েই হ'ল অংশীদাৰী ব্যৱসায়। বজাৰৰ চাহিদা পূৰণৰ বাবে দ্ৰব্য উৎপাদন কৰিবলৈ সৰহীয়াকৈ মূলধনৰ আৱশ্যক হোৱাত, ব্যৱসায়ৰ নিয়ন্ত্ৰণ আৰু তত্ত্বাৱধান সুচাৰুৰূপে কৰিবলৈ মালিকৰ মাজত কৰ্মৰ বিভাজন কৰিবলৈ আৰু অনিশ্চিত ব্যৱসায়ৰ বিপদ কেবাজনৰ মাজত ভগাই লবৰ বাবেই অংশীদাৰী ব্যৱসায় সংগঠনৰ উৎপত্তি হৈছে। ব্যৱসায় সম্প্ৰসাৰণ কৰিবলৈ আৰু ব্যক্তিগত ব্যৱসায়ীক বিভিন্ন বোজাৰপৰা উপসম দিবলৈ এই সংগঠনেই সহজ উপায়। তথাপিও অংশীদাৰী ব্যৱসায় সংগঠন বিপদৰপৰা মুক্ত বুলি ক'ব নোৱাৰি। এই ব্যৱসায়ৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে অংশীদাৰসকলৰ পৰস্পৰ বিশ্বাস

আৰু আস্থাৰ ওপৰত। এজন অংশীদাৰ অন্য এজন অংশীদাৰৰ প্ৰতিনিধি আৰু তেওঁলোকৰ উন্নতিৰ বাবে এজন আনজনৰ ওপৰত নিৰ্ভৰশীল। গতিকেই অংশীদাৰী ব্যৱসায়ত অংশীদাৰ নিৰ্বাচন কৰাৰ সময়ত সাৱধান হ'ব লাগে। যেতিয়াই অংশীদাৰৰ কথা ভবা হয় লৰালৰি কৰাৰ কোনো প্ৰয়োজন নাই তেওঁক পৰীক্ষা-নিৰীক্ষা কৰাৰ পাছতহে বিবেচনা কৰিব লাগে। অংশীদাৰ নিৰ্বাচন কৰা আৰু ঘৰৰ ঘৈণী নিৰ্বাচন কৰা প্ৰায় একেই কথা। খৰখেদাকৈ বিয়া-বাৰু কৰি পাছত অনুতাপ কৰিব লাগে। এই দুয়োটা ক্ষেত্ৰত সম্পূৰ্ণ জ্ঞানেৰে দ্বিতীয়বাৰ চিন্তা কৰি লোৱাৰ প্ৰয়োজন হয়।

**অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠানৰ অৰ্থ (Meaning of the Partnership business)** ঃ চুক্তিনামাত চহী কৰিবপৰা সাবালক সুস্থ মনৰ কেইজনমান ব্যক্তি একগোটহৈ একে উদ্দেশ্যৰেই আইন সংগত ব্যৱসায় কৰি লাভৰ অংশ ভগাই লবৰ বাবে সন্মত হৈ ব্যৱসায় কৰাকে অংশীদাৰী ব্যৱসায় সংগঠন বোলে। ১৯৩২ চনৰ ভাৰতীয় অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠানৰ অধিনিয়মৰ ৪নং ধাৰা অনুযায়ী অংশীদাৰী ব্যৱসায় হ'ল কেইৰাজনো মানুহে একেলগে নাইবা সকলোৰে হৈ এজনে কৰা লাভৰ অংশ ভগাই ল'বলৈ কৰা চুক্তি। "The relation between person who have agreed to share profits of a business carried on by all or any of then acting for all." এই সংজ্ঞাৰপৰা অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠান কৰিবলৈ হ'লে তলত উল্লেখ কৰা মূল কথাকেইটালৈ লক্ষ্য কৰিব লাগিব।

(১) অংশীদাৰী ব্যৱসায় অংশীদাৰসকলৰ ভিতৰতে চুক্তিৰ পৰাহে উৎপত্তি হয়। অংশীদাৰ কেইজনৰ ভিতৰত এটা পাৰস্পৰিক সম্বন্ধ থাকিব লাগিব আৰু এই সম্বন্ধৰ বাবে তেওঁলোকে লিখিতভাৱে নাইবা মৌলিকভাৱে হ'লেও যুটীয়া সিদ্ধান্তৰ চুক্তি তৈয়াৰ কৰিব লাগিব। এই



ব্যৱসায় যৌথ কাৰবাৰ হিন্দু পৰিয়ালৰ দৰে মৰ্যাদাৰপৰা উৎপত্তি হ'ব নোৱাৰে।

(২) চুক্তি স্বাক্ষৰিত হ'বলৈ হ'লে অন্ততঃ দুজন ব্যক্তিৰ প্ৰয়োজন। ১৯৫৬ চনৰ ভাৰতীয় কোম্পানী আইনৰ ১১ ধাৰা অনুযায়ী অংশীদাৰী গঠনত কমেও দুজন ব্যক্তিৰ আৱশ্যক আৰু বেংক ব্যৱসায় কৰিবলৈ হ'লে ২০ জনতকৈ অধিক লোক হ'লে নোৱাৰিব।

(৩) তৃতীয়তে যেই কোনো ব্যৱসায়ৰ বাবেহে চুক্তি কৰিব লাগিব। অংশীদাৰী কাৰবাৰে ব্যৱসায়কহে বুজায় ব্যৱসায় নহ'লে অংশীদাৰী সংগঠনো হ'ব নোৱাৰে।

(৪) চতুৰ্থতে ব্যৱসায়টো কেৱল লাভৰ উদ্দেশ্যতহে কৰিব লাগিব আৰু সকলো অংশীদাৰৰ ভিতৰত লাভ বিতৰণ কৰিব লাগিব। গতিকে লোক হিতৈষী কাৰ্য্যত ব্যৱসায় থাকিলেও অংশীদাৰী ব্যৱসায় হ'ব নোৱাৰে। যদিও লাভ বিতৰণ ব্যৱস্থা এক উল্লেখযোগ্য কথা, তথাপিও লাভৰ অংশ গ্ৰহণ কৰা সকলোৱেই অংশীদাৰ হ'ব নোৱাৰে। অংশীদাৰী ব্যৱসায়ৰ ব্যৱস্থাপকে লাভৰ অংশ পালেও তেওঁ ব্যৱসায়ৰ কৰ্মীহে, অংশীদাৰ নহয়। সেইদৰে ব্যৱসায় লাভৰ অংশৰ বিনিময়ত টকা ঋণ ল'লে টকা ধাৰে দিয়াজন ঋণদাতাহে হয়, অংশীদাৰ হ'ব নোৱাৰে।

(৫) পঞ্চমতে অংশীদাৰসকল মালিক আৰু প্ৰতিনিধি দুয়োটা হ'ব লাগিব। অংশীদাৰৰ প্ৰতিনিধিত্ব আৰু নিজৰ বাবে মালিক হ'ব লাগিব। ব্যৱসায়টো সকলো কেইজন মানুহে একেলগ হৈয়ো কৰিব পাৰে নাইবা সকলোৰে হৈ এজনেও কৰিব পাৰে।

ব্যৱসায়িক ভাষাত যিবিলাক ব্যক্তি অন্যৰ লগত লগ হৈ কাৰবাৰ আৰম্ভ কৰে তেওঁলোকক ব্যক্তিগত হিচাপে অংশীদাৰ আৰু সমূহীয়াকৈ ব্যৱসায় সন্থা (a firm) বোলে আৰু যি নামত ব্যৱসায়টো

চলোৱা হয় সেইটোৱেই সন্থাটোৱ নাম হয়। অংশীদাৰসকলক বুজাবলৈহে ব্যৱসায় সন্থা শব্দটো ব্যৱহাৰ কৰা হয় আৰু অংশীদাৰ-সকলৰ বাবে এই নামৰ কোনো বিধি সন্মত অস্তিত্ব নাই ( No legal existance )। কেৱল ব্যক্তিগত মানুহহে অংশীদাৰ হ'ব পাৰে ব্যৱসায় সন্থা হ'ব নোৱাৰে। প্ৰত্যেকজন মানুহেই ব্যৱসায়ৰ নামত নিয়মীয়া সকলোবিলাক কাম, যেনে—ব্যৱসায় সন্থাৰ কিনা-বেচা, নিয়োগ কৰা, টকা ধাৰে লোৱা আৰু হস্তান্তৰযোগ্য দলিল প্ৰেৰণ অন্য অংশীদাৰ প্ৰতিনিধি হিচাপে কৰিব পাৰে। অংশীদাৰৰ এনেবিলাক কামক ব্যৱসায়ৰ কাম বুলি বিবেচনা কৰা হয় আৰু অংশীদাৰৰ এনেবিলাক ক্ষমতাক মৌলিক ক্ষমতা বুলি ধৰি সকলো অংশীদাৰক সামৰি লব পাৰে। অৱশ্যে এজন অংশীদাৰে মৌখিক চুক্তিত তলত দিয়াবিলাক কাম কৰিব নোৱাৰে।

(১) ব্যৱসায়ৰ বিবাদৰ কথা মীমাংসাৰ বাবে দিব নোৱাৰে।

(২) তেওঁ নিজৰ নামত ব্যৱসায়ৰ বেংকৰ হিচাপ খুলিব নোৱাৰে।

(৩) ব্যৱসায়ৰদ্বাৰা কোনো দাবী মকামিলা কৰিব নোৱাৰিব ( compromise )

(৪) ব্যৱসায়ৰ কোনো গোচৰ তেওঁ তুলি ল'ব নোৱাৰে।

(৫) ব্যৱসায় প্ৰতিষ্ঠানৰ কোনো গোচৰৰ দেনা তেওঁ স্বীকাৰ কৰিব নোৱাৰিব।

(৬) ।ব্যৱসায় প্ৰতিষ্ঠানৰ বাবে কোনো অস্থাৱৰ সম্পত্তি লব নোৱাৰিব।

(৭) ব্যৱসায় প্ৰতিষ্ঠানৰ বাবে কোনো অস্থাৱৰ সম্পত্তি হস্তান্তৰ কৰিব নোৱাৰিব।

(৮) ব্যৱসায় প্ৰতিষ্ঠানত অন্য অংশীদাৰ সোমাব নোৱাৰিব।



কোনো এজন অংশীদাৰেই যদি তেওঁ ক্ষমতাৰ ভিতৰত কোনো অৱহেলা কৰে তেন্তে তেওঁৰ লগতে সকলো সমানে আৰ্থিক দায়িত্বত পৰিব। যদি ৰাজহুৱা জাননী নিদিয়াকৈয়ে কোনো এজন অংশীদাৰ অৱসৰ হয়, তেতিয়া অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠানে কৰা কামৰ বাবে সেই অৱসৰ হোৱা অংশীদাৰজনো অন্য অংশীদাৰৰ লগতে জগৰীয়া হ'ব। সকলোবিলাক গুৰুত্বপূৰ্ণ বিষয়, যেনে ব্যৱসায়ৰ নীতি নিৰ্ধাৰণ আদি বিষয়ত সকলো অংশীদাৰেই একমতহৈ কাম কৰিব লাগে। যদিও সাধাৰণ কামত সৰহ সংখ্যক অংশীদাৰৰ মতামতেই শাসন কৰিব পাৰে। কোনো অংশীদাৰেই ব্যৱসায় প্ৰতিষ্ঠানৰ লগত প্ৰতিযোগিতা কৰিব নোৱাৰিব আৰু যেই কোনো প্ৰকাৰেই ফাৰ্মৰ লগত বেচা কিনা কৰি লাভ কৰিব নোৱাৰিব। অংশীদাৰী ব্যৱসায়ত অংশীদাৰীসকলৰ স্বাৰ্থ সৰ্বসন্মতিক্ৰমেহে হস্তান্তৰ কৰিব পাৰি।

অংশীদাৰী ব্যৱসায়ৰ চুক্তি পত্ৰত উল্লেখ নাথাকিলে অংশীদাৰৰ মৃত্যু, দেৱলীয়া, অৱসৰ আদিত এই ব্যৱসায়ৰ অন্ত পৰে। এইখিনিতে এটা কথা মন কৰিবলগীয়া যে অংশীদাৰী ব্যৱসায়ৰ স্থিতি আৰু উন্নতি অংশীদাৰসকলৰ পৰস্পৰৰ প্ৰতি থকা বিশ্বাস আৰু আনুগত্যৰ ওপৰত নিৰ্ভৰ কৰে।

## অংশীদাৰী ব্যৱসায়ৰ বিশেষত্ব

(১) অংশীদাৰীসকলে কাৰবাৰটোৰপৰা নিজকে পৃথক কৰি ৰাখিব নোৱাৰে। অংশীদাৰ আৰু ফাৰ্মৰ মাজত কোনো বিধিসন্মত পাৰ্থক্য নাই। সেই কাৰণেই প্ৰত্যেক অংশীদাৰেই ব্যৱসায়ৰ নামত নিজেই ব্যৱসায় চলাব পাৰে বা ব্যৱসায়ৰ অংশীদাৰ আৰু ফাৰ্মৰ মাজত এই পাৰস্পৰিক সম্বন্ধ থকা কাৰণেই এজন অংশীদাৰৰ মৃত্যু বা অন্য

অসুবিধাত গোটেই কাৰবাৰটো অচল হৈ যায়। ব্যৱসায় প্ৰতিষ্ঠানৰ ঋণ থাকিলে ঋণদাতাসকলে ( creditors ) অংশীদাৰৰ ওপৰত গাই-গুটীয়া বা যুটীয়াভাৱে গোচৰ তৰিব পাৰে। তদুপৰি ব্যক্তিগত সম্পত্তি নিলাম কৰি সেই ঋণ আদায় কৰিব পাৰে। আইন অনুযায়ী অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠান গঠনত জইন্ট্ ষ্টক্ কোম্পানীৰ দৰে পৃথক "আইন সংগত বৃত্তি ( Legal entity ) বুলি পৰিগণিত হয়।

(২) সাধাৰণ নিয়মমতে অংশীদাৰী ব্যৱসায়ত প্ৰত্যেকজন অংশীদাৰৰ দেনা অপৰিসীম। প্ৰত্যেকজন অংশীদাৰ ব্যক্তিগতভাৱে আৰু সমূহীয়াভাৱে অংশীদাৰী ব্যৱসায়ৰ দেনাৰ বাবে দায়ী হ'ব। অৱশ্যে সীমিত দায়িত্বৰ অংশীদাৰী ব্যৱসায়ত ভুক্ত কৰিব পাৰি। তেনে অংশীদাৰী ব্যৱসায়ক সীমাবদ্ধ দায়িত্বৰ যুটীয়া ব্যৱসায় বোলে ( Limited partnership ); কিন্তু ব্যৱসায়টোৰ আটাইকেইজন সীমিত অংশীদাৰ হ'ব নোৱাৰে। কমেও এজন অসীম দায়িত্বৰ অংশীদাৰ থাকিব লাগিব। আন হাতেদি ২০ জন (বিশ) অংশীদাৰৰ মাজত যদি সীমাবদ্ধ দায়িত্বৰ অংশীদাৰ থাকে তেনে ব্যৱসায় প্ৰতিষ্ঠানক সীমাবদ্ধ দায়িত্বৰ অংশীদাৰী ব্যৱসায় সন্থা বোলে।

(৩) প্ৰত্যেক অংশীদাৰী কাৰবাৰত অতি কমেও দুজন অংশীদাৰ লাগিব আৰু সৰ্বমুঠ ২০ জনতকৈ অধিক অংশিদাৰ হ'ব নোৱাৰিব। গতিকে অংশীদাৰৰ সংখ্যা ইয়াতকৈ বেছি হলেও ব্যৱসায়টো আইন সংগত নহ'ব আৰু অংশীদাৰসকলে তেওঁলোকৰ সা-সুবিধাৰপৰা বঞ্চিত হ'ব।

(৪) অংশীদাৰসকল ব্যৱসায়ৰপৰা আঁতৰি যাবলৈ হ'লে অন্য অংশীদাৰসকলৰ অনুমতি ল'ব লাগিব আৰু আটাইকেইজন অংশীদাৰৰ সন্মতি নাথাকিলে কোনো নতুন ব্যক্তিক অংশীদাৰ হিচাপে ভুক্ত কৰিব নোৱাৰে।



(৫) অংশীদাৰী ব্যৱসায়ৰ মূল ভিত্তি হৈছে অংশীদাৰসকলৰ ভিতৰত থকা আস্থা। ব্যৱসায় সম্পৰ্কীয় প্ৰত্যেকটো কথা ইজনে সিজনক খোলাখুলিভাৱে জনোৱাটো অতি আৱশ্যকীয়।

অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠান ব্যক্তিগত কাৰবাৰ আৰু যৌথ কাৰবাৰ এই দুয়োবিধৰ মাজতে। অংশীদাৰী ব্যৱসায়ত ব্যক্তিগত কাৰবাৰৰ সীমাবদ্ধতা নাই। যদিও যৌথ কাৰবাৰৰ দৰে সকলো উৎভৈনদীও নহয়। এই ব্যৱসায়ত ব্যক্তিগত কাৰবাৰৰ অসুবিধা-বিলাকো ভোগ কৰিব লগীয়া নহয়।

**অংশীদাৰৰ শ্ৰেণীবিভাগ ( Classes of Partnership ) ঃ** অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠানৰ লগত সাধাৰণভাৱে ব্যৱসায়ত লিপ্ত থাকি কিনা বেচা, ধাৰ পৰিশোধ কৰা আদি লেন্‌দেন্ সুচাৰুৰূপে চলি থাকিলে ব্যৱসায় প্ৰতিষ্ঠানৰ অংশীদাৰ কোন এই বিষয়ে বিচাৰ কৰাৰ আৱশ্যক নকৰে ; কিন্তু যেতিয়াই কোনো লেন্‌দেন্ কৰা ব্যক্তিৰ দাবী পূৰণ কৰিব নোৱাৰা হয় তেতিয়াই সেই প্ৰতিষ্ঠানৰ অংশীদাৰ কোন আছে বিচাৰ কৰিব লগা হয়। দাবীকাৰীয়ে কোন কোন অংশীদাৰ আছে আৰু তেওঁলোকৰ দায়িত্বৰ সীমা কেনে তাকো জানিবলৈ বিচাৰে। অংশীদাৰী ব্যৱসায়ত বহু প্ৰকাৰৰ অংশীদাৰ আছে তাকে জনাৰ বাবেই এই বিচাৰৰ প্ৰয়োজন। যিবিলাক অংশীদাৰে কাৰবাৰটোৰ দৈনন্দিন কাম-কাজৰ লগত ওতঃপ্ৰোতভাৱে জড়িত থাকি ব্যৱসায় পৰিচালনা কৰে, তেনে অংশীদাৰক সক্ৰিয় অংশীদাৰ (Active Partner) বোলে। যিবিলাক ব্যক্তি বাস্তৱিকতে অংশীদাৰ বুলি নাজানে। এওঁলোকে ব্যৱসায় পৰিচালনাত ভাগ নলয়। তেওঁলোকক সুপ্ত বা নিষ্ক্ৰীয় বা গোপন অংশীদাৰ বোলে। যিবিলাক তৃতীয় পক্ষই এওঁলোকক অংশীদাৰ বুলি নাজানিও ব্যৱসায়লৈ ঋণ আগবঢ়াই শেষত তেওঁলোকৰ এই অংশীদাৰবিলাকক চিনি পায় আৰু তেওঁলোক ঋণৰ বাবে

দায়ী হয়। তৃতীয়তে ব্যৱসায় প্ৰতিষ্ঠানৰ কিছুমান অংশীদাৰ আছে যিবিলাকৰ নাম মাত্ৰ ব্যৱসায়ত অংশীদাৰ হিচাপে ব্যৱহাৰ কৰা হয়; কিন্তু আচলতে তেওঁলোক অংশীদাৰ নহয় আৰু ব্যৱসায়ৰ কোনো লাভৰ অংশও এওঁলোকে নাপায়। তেনে লোকক নাম মাত্ৰ অংশীদাৰ বোলে ( Nominal Partner )। এনে অংশীদাৰে ব্যৱসায়ৰ সকলো কামৰ কাৰণে দায়ী হয়। তদুপৰি কিছুমান অংশীদাৰ আছে যিবিলাকে এনে চুক্তিত সোমায় যে তেওঁ লাভৰ এটা অংশহে ল'ব কিন্তু লোকচানৰ কাৰণে দায়ী নহয়। তেনে অংশীদাৰক লাভৰ অংশীদাৰ বুলি কোৱা হয়। এনে অংশীদাৰে নিয়ম অনুসৰি কোনো অংশ গ্ৰহণ নকৰে; কিন্তু তৃতীয় পক্ষৰ লগত ব্যৱসায় কৰা সকলো কামৰ কাৰণে জগৰীয়া হয়। যদি কোনো লোকে নিজৰ কামৰদ্বাৰা আন কাৰোবাৰ মনত বিশ্বাস জন্মায় যে তেওঁ কোনো ব্যৱসায়ৰ অংশীদাৰ আৰু তেনে বিশ্বাসত ভিত্তি কৰি যদি ব্যৱসায়লৈ কোনো ঋণ আগবঢ়ায় বা কোনো ব্যৱসায় চুক্তিত আৱদ্ধ হয় তেনে অৱস্থাত সেই ব্যক্তিজন ব্যৱসায়ৰ অংশীদাৰ নোহোৱালৈ উক্ত চুক্তি বা ঋণৰ বাবে ব্যৱসায়ৰ অংশীদাৰ বুলি আইনমতে গণ্য হয়। এনে লোকক স্ব-স্বীকৃত অংশীদাৰ বোলে। উদাহৰণ স্বৰূপে ক, খ আৰু গই কোনো এটা ব্যৱসায়ত লাভৰ বাবে এনে চুক্তি কৰিছিল যে গই ব্যৱসায়ত মূলধন যোগান ধৰিব আৰু পৰিচালনা কৰিব নোৱাৰিব; আৰু তেওঁ কোনো লাভৰ অংশও নাপাব; কিন্তু অংশীদাৰ হিচাপে ব্যৱসায়লৈ টকা ধাৰে দিব। এনে ক্ষেত্ৰত গক অংশীদাৰ হিচাপে ধৰি অন্য লোকে যদি সেই ব্যৱসায়লৈ ঋণ দিয়ে তেন্তে গই সেই টকাৰ কাৰণে জগৰীয়া হ'ব। কোনো কোনো ক্ষেত্ৰত এজন অংশীদাৰৰ মৃত্যুৰ পাছত ব্যৱসায়টো নতুনকৈ গঠন কৰালৈকে মৃতকৰ উত্তৰাধিকাৰীজনক ব্যৱসায়ৰ অংশীদাৰ হিচাপে গণ্য কৰা হয়। তেওঁ মৃত ব্যক্তিৰ স্থান লোৱাৰ বাবে



ব্যৱসায়টোৰ অংশীদাৰ হিচাপে দায়িত্ব লব লগা হয়। এনে অংশীদাৰক অৰ্দ্ধ অংশীদাৰ বোলে।

কোনো অংশীদাৰ যদি ব্যৱসায়ৰপৰা গুচি যায় আৰু অন্যবিলাক অংশীদাৰে ব্যৱসায়টো চলায় থাকে, তেনে অংশীদাৰক অৱসৰপ্ৰাপ্ত অংশীদাৰ বোলে। এনে অংশীদাৰে তেওঁৰ অৱসৰ লোৱাৰ আগতে তৃতীয় পক্ষৰ লগত হোৱা ব্যৱসায়ৰ ঋণৰ বাবে দায়ী হ'ব। যদিও তেওঁ অৱসৰ লোৱাৰ জাননী দিয়ে তথাপিও তেওঁ অংশীদাৰ হৈ থাকোঁতে শেষ নোহোৱা লেন্‌দেনৰ বাবে তৃতীয় পক্ষৰ ওচৰত দায়ী হ'ব। গতিকে তেওঁ দায়িত্বৰপৰা হাত সাৰিবলৈ হলে সকলোবিলাক ঋণদাতাকো অৱসৰ লোৱাৰ জাননী দিব লাগে। ঋণদাতা আৰু তেওঁ ব্যৱসায়ৰ অংশীদাৰসকলৰ সন্মতি থাকিলে তেওঁ দায়িত্বৰপৰা অব্যাহতি পাব পাৰে। অংশীদাৰী ব্যৱসায়ৰপৰা আঁতৰি যোৱা অংশীদাৰে কিছুমান চৰ্ত অনুসৰি বেলেগ ব্যৱসায় কৰিব পাৰে।

কেতিয়াবা সকলোবিলাক অংশীদাৰৰ সন্মতি সাপেক্ষে বা আগৰ চৰ্ত অনুযায়ী নতুন অংশীদাৰ ভৰ্তি কৰিব পাৰে। এনে অংশীদাৰে পুৰণা অংশীদাৰসকলক ব্যৱসায়ৰ সুনামৰ বাবে। কিছু টকা পৰিশোধ কৰিব লাগে। নতুন অংশীদাৰে তেওঁৰ অন্তৰ্ভুক্তিৰ আগতে হোৱা লেন্‌দেন্‌বিলাকৰ বাবে দায়ী হ'ব লাগে। ঋণদাতা সকলে সন্মতি দিলে তেওঁ ইচ্ছা কৰিলে দায়ী হ'ব পাৰে। কোনো এটা নিৰ্দিষ্ট সময়ৰ ব্যৱসায়ৰ বাবে যদি নতুন অংশীদাৰে সুনামৰ বাবে টকা দিয়ে সেই সময় শেষ নহওঁতেই ব্যৱসায় কিবা কাৰণত অন্ত পৰিলে সেই টকা নিয়মীয়া অনুপাতত ঘূৰাই পাব।

সাধাৰণতে নাবালকক অংশীদাৰী ব্যৱসায়ত অংশীদাৰ হিচাপে গণ্য কৰা নহয়। অংশীদাৰী ব্যৱসায় চুক্তিৰপৰাহে উৎপত্তি হয়;

গতিকে নাবালকে চুক্তি কৰিব নোৱাৰাৰ বাবে এই ব্যৱসায়ৰ সভা ভৰ্তি হ'ব নোৱাৰে। সাধাৰণতে এজন ব্যক্তি ১৮ বছৰলৈকে ল'ৰা হৈয়ে থাকে। যদি চৰকাৰে কোনো অভিভাৱক নিয়োগ কৰে তেন্তে এজন ব্যক্তি ২১ বছৰ বয়সলৈকে নাবালক হৈয়ে থাকে। চলি থকা অংশীদাৰী ব্যৱসায়ত নাবালকৰ তেওঁৰ সুবিধাৰ বাবে সকলো অংশীদাৰৰে সন্মতি লৈ ভৰ্তি কৰিব পাৰি। নাবালকক ব্যৱসায়ত ভৰ্তি কৰিলে ব্যৱসায়ৰ অন্যবিলাক অংশীদাৰৰ লগত তেওঁক ধৰা নহয়। গতিকে ব্যৱসায়ৰ ঋণৰ বাবে তেওঁ ব্যক্তিগতভাৱে দায়ী নহয়, কেৱল তেওঁৰ অংশীদাৰী ব্যৱসায়ৰ অংশ বা লাভৰ অংশহে সেই ঋণৰ বাবে দায়ী হ'ব। নাবালকক দেউলীয়া বুলি বিবেচনা কৰিব নোৱাৰিব। তেওঁ অংশীদাৰী ব্যৱসায়ৰ হিচাপৰ বহী আদি পৰিদৰ্শন কৰিব পাৰে আৰু তেওঁৰ হিচাপৰ অংশৰ বাবে মোকৰ্দমা কৰিব পাৰে। নাবালক সাবালক হোৱাৰ লগে লগেই তেওঁ ইচ্ছানুযায়ী সম্পূৰ্ণ অংশীদাৰ হ'ব পাৰে। নাইবা তেওঁ সেই ব্যৱসায়ৰপৰা আঁতৰি যাব পাৰে। তেওঁ সাবালক হোৱাৰ ৬ মাহৰ ভিতৰতেই ৰাজহুৱা জাননী দি তেওঁৰ ইচ্ছা প্ৰকাশ কৰিব লাগিব। যদি তেওঁ সেই সময় ছোৱাৰ ভিতৰত ৰাজহুৱা জাননী নিদিয়ে তেন্তে তেওঁক অংশীদাৰ নিৰ্বাচিত বুলি বিবেচনা কৰা হয়। এই সময়ৰ পাছত তেওঁ সৰ্বতো প্ৰকাৰে অংশীদাৰ হয়।

অংশীদাৰী ব্যৱসায়ৰ বিভিন্ন প্ৰকাৰৰ অংশীদাৰৰপৰা আমি অংশীদাৰী ব্যৱসায়ক সংক্ষেপতে দুটা ভাগত ভাগ কৰিব পাৰোঁ। এটা হ'ল সাধাৰণ অংশীদাৰী আনটো হ'ল সীমিত অংশীদাৰী ব্যৱসায়। সাধাৰণ অংশীদাৰী ব্যৱসায়ক দুটা ভাগত ভাগ কৰিব পাৰি। (১) ইচ্ছাধীন অংশীদাৰী কাৰবাৰ। ( Partnership at wills )। (২) বিশেষ অংশীদাৰী কাৰবাৰ ( Particular Partnership )। ইচ্ছাধীন অংশীদাৰী ব্যৱসায়ত অংশীদাৰীসকলে নিজৰ ইচ্ছানুযায়ী



ব্যৱসায় অন্ত পেলাব পাৰে। বিশেষ অংশীদাৰী ব্যৱসায় কোনো এটা বিশেষ কাৰণে আৰম্ভ কৰা হয় আৰু এই বিশেষ কামটো শেষ হলেই অংশীদাৰী কাৰবাৰো অন্ত পৰে।

**অংশীদাৰৰ ব্যৱসায়ৰ চুক্তিপত্ৰ ( Partnership Deed ) ঃ** অংশীদাৰী ব্যৱসায় কৰিবৰ বাবে একেলগ হোৱা ব্যক্তি কেইজনৰ ভিতৰত এখন চুক্তি থাকিব লাগিব। তেওঁলোকে বিশেষ কোনো আইনৰ সহায় নললেও হয়; কিন্তু তেওঁলোকৰ ভিতৰত এটা পাৰস্পৰিক বুজাবুজিৰ কাৰণে কিছুমান চৰ্ত মানিব লাগিব। সম্পত্তিৰ অবিহনে এই ব্যৱসায় গঠন হ'ব নোৱাৰে। এই চুক্তি লিখিত নহলেও মৌখিকভাৱেও হ'ব পাৰে। এই চৰ্তবিলাকক অংশীদাৰী চুক্তিপত্ৰ ( Partnership Deed ) বোলা হয়।

অৱশ্যে অংশীদাৰী কাৰবাৰৰ চুক্তিপত্ৰখন লিখিত হোৱাটো বাঞ্ছনীয়। কাৰণ অংশীদাৰসকলৰ ভিতৰত পাছত মতানৈক্য বা মতভেদ হলে এই পত্ৰক উল্লেখ কৰিয়েই নিষ্পত্তি কৰিব পাৰি। ভাৰতীয় ষ্টাম্প আইন অনুযায়ী আৱশ্যকীয় টিকট লগাই এই পত্ৰ প্ৰস্তুত কৰিব লাগে। অংশীদাৰী চুক্তিপত্ৰ কোম্পানীৰ স্মৃতি পত্ৰৰদৰে ৰাজহুৱা দলিল নহয়। ই কেৱল ব্যৱসায়ত তৃতীয় ব্যক্তিকহে সামৰি লয়। সাধাৰণতে অংশীদাৰী চুক্তি পত্ৰত তলত উল্লেখ কৰা চৰ্তবোৰ অন্তৰ্ভুক্ত কৰা থাকে।

(১) অংশীদাৰী ব্যৱসায় আৰু ইয়াৰ অংশীদাৰসকলৰ নাম আৰু ঠিকনা।

(২) ব্যৱসায়ৰ প্ৰকৃতি আৰু ম্যাদ।

(৩) অংশীদাৰী ব্যৱসায়ৰ মূলধন আৰু বিভিন্ন অংশীদাৰৰ মূলধনৰ অৱদান।

(৪) লাভ লোকচান বিতৰণৰ নিয়ম আৰু নিৰিখ।

(৫) বিভিন্ন অংশীদাৰী ব্যৱসায়ৰপৰা উলিয়াবপৰা টকাৰ নিৰিখ ( drawing )।

(৬) মূলধন আৰু আহৰণৰ ওপৰত দিয়া সুতৰ হাৰ।

(৭) নতুন অংশীদাৰ ভৰ্তি কৰাৰ নিয়ম প্ৰণালী।

(৮) যদি কোনো অংশীদাৰৰ দৰমহা, কমিছন আদি দিয়াৰ ব্যৱস্থা আছে তেন্তে তাৰ নিৰিখ।

(৯) ব্যৱসায় পৰিচালনা কৰিবৰ বাবে অংশীদাৰসকলৰ মাজত কামৰ বিতৰণ।

(১০) অংশীদাৰ মৃত্যুত বা অৱসৰ গ্ৰহণ কৰাৰ পাছত ব্যৱসায়টো অব্যাহত ৰখা হ'বনে অন্ত পেলোৱা হ'ব।

(১১) ব্যৱসায়ৰ পৰিসমাপ্তি ঘটিলে অংশীদাৰৰ ভিতৰত কেনেকৈ সম্পত্তি ভাগ বিতৰণ হ'ব।

(১২) সুনাম ( good will ) নিৰূপণৰ উপায় আৰু ইয়াৰ বিতৰণ।

(১৩) অংশীদাৰৰ মাজত বিবাদ বা প্ৰভেদ সৃষ্টি হলে কেনেকৈ কাৰ জৰিয়তে মীমাংসা কৰা হ'ব।

(১৪) বিশেষ বিশেষ ব্যৱসায়ৰ বাবে অন্যান্য কোনো ব্যৱস্থাৰ আৱশ্যক হ'লে তেনে চৰ্ত বিলাক।

**চুক্তিপত্ৰৰ অবৰ্তমানত ভাৰতীয় অংশীদাৰী আইনৰ ব্যৱস্থা ঃ** চুক্তিপত্ৰ অবিহনেও অংশীদাৰী কাৰবাৰ গঠন কৰিব পাৰি। অংশীদাৰী চুক্তিপত্ৰ নাথাকিলে তলত উল্লেখ কৰা কথাখিনিৰ প্ৰতি অংশীদাৰ-সকলে লক্ষ্য কৰা উচিত।

(১) সকলো অংশীদাৰৰ লাভ-লোকচানৰ ভাগ সমান হ'ব লাগিব।

(২) প্ৰত্যেকৰে ব্যৱসায় পৰিচালনা কৰাত অধিকাৰ থাকিব।

(৩) সকলোৱে সমানে কামত মনোনিবেশ কৰিব লাগিব।

(৪) নতুন অংশীদাৰ অন্তৰ্ভুক্তিৰ কাৰণে সকলোৰে সন্মতি থাকিব লাগিব।



(৫) অংশীদাৰসকলৰ ভিতৰত মত বিৰোধ হলে সংখ্যা গৰিষ্ঠৰ মতেই প্ৰাধান্য লাভ কৰিব।

(৬) এজন অংশীদাৰৰ মৃত্যুত ব্যৱসায়ৰ অৱসান ঘটিব।

**অংশীদাৰী ব্যৱসায়ৰ পঞ্জীয়নকৰণ (Registration of Partnership) ঃ** ১৯৩২ চনৰ ভাৰতীয় অংশীদাৰী আইনৰ ৫৮ নং ধাৰাৰ অংশীদাৰী ব্যৱসায় পঞ্জীভুক্ত কৰাৰ ব্যৱস্থা দিয়া আছে। অৱশ্যে পঞ্জীয়নকৰণ অংশীদাৰী ব্যৱসায়ৰ বাবে বাধ্যতামূলক নহয়। পঞ্জীভুক্ত ব্যৱসায় প্ৰতিষ্ঠানৰ বহুখিনি সা-সুবিধাৰ অধিকাৰী হয়।

কোনো অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠান পঞ্জীভুক্ত কৰিবলৈ হ'লে আৱশ্যকীয় মাচুলেৰে সৈতে অনুমোদিত ফৰ্মত তলত দিয়া বিৱৰণখিনি লিখি অংশীদাৰী প্ৰতিষ্ঠানৰ পঞ্জীয়কলৈ পঠাব লাগে। পঞ্জীয়কলৈ পঠোৱা বিৱৰণখিনি হ'ল। (১) প্ৰতিষ্ঠানৰ নাম। (২) প্ৰতিষ্ঠানটোৰ কৰ্মস্থলী। (৩) অন্য ব্যৱসায় কৰা ঠাইৰ নাম। (৪) অংশীদাৰ-সকলে ব্যৱসায়ত যোগ দিয়াৰ তাৰিখ। (৫) অংশীদাৰৰ নাম আৰু ঠিকনা। প্ৰতিষ্ঠানৰ ম্যাদ। এই সকলো বিৱৰণ লিখি সকলো অংশীদাৰে চহী কৰি পঞ্জীয়কলৈ পঠাব লাগে। সাধাৰণতে ৰজা বা চৰকাৰে ব্যৱহাৰ কৰা যেনে সম্রাট, সম্রাজ্ঞী, ৰাষ্ট্ৰপতি আদি শব্দ-বিলাক ব্যৱসায় প্ৰতিষ্ঠানৰ নামৰ আগত ব্যৱহাৰ কৰিব নোৱাৰিব। যদিহে উপৰোক্ত তথ্য বিলাকত পঞ্জীয়ক সন্তুষ্ট হয় তেন্তে প্ৰতিষ্ঠানটো পঞ্জীভুক্ত কৰিব। পঞ্জীভুক্ত হোৱাৰ পাছত প্ৰয়োজন হলে প্ৰতিষ্ঠানৰ নাম ঠিকনা আদি পৰিবৰ্তন কৰিব পাৰি। অৱশ্যে পৰিবৰ্তন কৰাৰ লগে লগে পঞ্জীয়কক এই বিষয়ে জনোৱা উচিত।

অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠান পঞ্জীভুক্ত নকৰিলে কিছুমানে অধিকাৰৰ-পৰা বঞ্চিত হয়। সেই অধিকাৰবিলাকৰ বিৱৰণ তলত উল্লেখ কৰা হ'ল।

(১) পঞ্জীকৰণ নকৰা প্ৰতিষ্ঠানৰ অংশীদাৰীসকলে প্ৰতিষ্ঠানখনৰ বিৰুদ্ধে নাইবা অন্য কোনো অংশীদাৰৰ বিৰুদ্ধে গোচৰ দিয়াৰ অধিকাৰ নাই।

(২) পঞ্জীকৰণ নকৰা ব্যৱসায় প্ৰতিষ্ঠানে তৃতীয় পক্ষৰ বিৰুদ্ধে অধিকাৰ সাব্যস্ত কৰাৰ কাৰণে আইনৰ সহায় লব নোৱাৰিব।

(৩) পঞ্জীকৰণ নকৰা প্ৰতিষ্ঠানৰ কোনো চুক্তিৰপৰা উদ্ভৱ হোৱা দাবীক গ্ৰাহ্য কৰা নহয়।

পঞ্জীকৰণ নকৰাৰপৰা অৱশ্যে তলত দিয়া কাৰণসমূহত একো অসুবিধা নহয়।

(১) তৃতীয়পক্ষই প্ৰতিষ্ঠানটো আৰু আন অংশীদাৰৰ বিৰুদ্ধে কৰিব খোজা গোচৰৰ অধিকাৰ।

(২) প্ৰতিষ্ঠানটো ভংগ কৰিবৰ বাবে কোনো অংশীদাৰে কৰিব খোজা মোকৰ্দমা বা ম্যাদ শেষ হোৱা প্ৰতিষ্ঠানৰপৰা সম্পত্তি আদায় কৰিব পৰা অধিকাৰ।

(৩) দেউলীয়া হোৱা অংশীদাৰৰ সম্পত্তিৰ ওপৰত থকা চৰকাৰী তত্ত্বাৱধায়কৰ বা সম্পত্তিৰক্ষী বিষয়াৰ আদালতৰ অধিকাৰ।

(৪) ভাৰতবৰ্ষত নথকা কোনো অংশীদাৰী প্ৰতিষ্ঠান বা অংশীদাৰসকলৰ অধিকাৰ।

(৫) ১০০ টকাৰ তলৰ মোকৰ্দমাৰ অধিকাৰ।

**অংশীদাৰী ব্যৱসায়ৰ পৰিসমাপ্তি ( Dissolution of Partnership ) ঃ** অংশীদাৰী ব্যৱসায়ৰ অংশীদাৰসকলে ইচ্ছা কৰিলে বা তেওঁলোকে হাতত লোৱা কাম শেষ কৰাৰ লগে লগেই ব্যৱসায়ৰ অন্ত পেলাব পাৰে। তলত উল্লেখ কৰা যেই কোনো কাৰণতেই এই কাৰবাৰৰ পৰিসমাপ্তি ঘটিব পাৰে।

**(১) অংশীদাৰসকলৰ পাৰস্পৰিক সন্মতি সাপেক্ষে বা চুক্তিপত্ৰৰ অনুযায়ী ঃ** অংশীদাৰী ব্যৱসায়ৰ সকলো কেইজন অংশীদাৰৰ সৰ্ব সন্মতিক্ৰমে হোৱা চুক্তিৰদ্বাৰা ব্যৱসায় ভংগ কৰিব পাৰে।



**(২) বাধ্যতামূলকভাৱে ঃ** (ক) যেতিয়া অংশীদাৰী ব্যৱসায়ত অংশীদাৰীসকল দেউলীয়া বুলি ঘোষণা কৰা হয়। (খ) যেতিয়া কোনো এক বিশেষ কাৰণত কাৰবাৰটো চলাই থকাটো আইনমতে যুক্তিসংগত নহয়, তেনেক্ষেত্ৰত ব্যৱসায় বাধ্যতামূলকভাৱে ভংগ কৰা হয়।

**(৩) যেই কোনো এজন অংশীদাৰে দিয়া জাননী অনুযায়ী ঃ** যেতিয়া ব্যৱসায়টো অংশীদাৰসকলৰ ইচ্ছানুযায়ী চলে তেনে ক্ষেত্ৰত কোনো এজন অংশীদাৰে বাকী অংশীদাৰলৈ ব্যৱসায়ৰ ম্যাদ অন্ত-পেলোৱাৰ বাবে তেওঁৰ ইচ্ছা প্ৰকাশ কৰি জাননী দিলে ব্যৱসায় ভংগ কৰিব পাৰে।

(৪) ব্যৱসায়টো যদি নিৰ্দিষ্ট সময়ৰ বাবে কোনো এটা বিশেষ কাৰবাৰৰ বাবে প্ৰতিষ্ঠা কৰা হয় তেন্তে সেই সময় আৰু কাৰবাৰ শেষ হ'লেই ব্যৱসায় ভংগ কৰা হয়।

(৫) কোনো অংশীদাৰৰ মৃত্যু, অৱসৰ বা দেউলীয়া বুলি ঘোষণা কৰিলে ব্যৱসায় পৰিসমাপ্তি ঘটে।

(৬) আদালতৰ আদেশ অনুযায়ী ঃ যদি ওপৰত উল্লিখিত কাৰণসমূহৰদ্বাৰা এই ব্যৱসায় ভংগ কৰিব নোৱাৰি, তেতিয়া কোনো এজন অংশীদাৰে আদালতত গোচৰ উত্থাপন কৰিলে, আদালতে নিম্নোক্ত কাৰণত অংশীদাৰী কাৰবাৰ ভংগ কৰিব পাৰে।

(ক) যেতিয়া কোনো অংশীদাৰৰ মগজৰ বিকৃতি ঘটে। অংশীদাৰৰ মগজৰ বিকৃতিত অংশীদাৰী কাৰবাৰ চলি থাকে। গতিকে সেই অসুস্থ অংশীদাৰে বা তেওঁৰ অভিভাৱকে নাইবা কোনো এজন অংশীদাৰে আদালতত গোচৰ দিলে আদালতে ব্যৱসায় অন্ত পেলোৱাৰ আদেশ দিব পাৰে।

(খ) যেতিয়া কোনো অংশীদাৰ স্থায়ীভাৱে তেওঁৰ কাম-কাজ কৰিবলৈ অসমৰ্থ হয়, তেতিয়া আদালতে অন্য অংশীদাৰৰ আপত্তিত ব্যৱসায় অন্ত পেলোৱাৰ আদেশ দিব পাৰে।

(গ) যেতিয়া কোনো এজন অংশীদাৰৰ অসৎ আচৰণৰ বাবে গোটেই ব্যৱসায়টো অনিষ্ট হ'ব লগা অৱস্থা হয়, তেনে ক্ষেত্ৰত কোনো অংশীদাৰৰ আপত্তিত আদালতে ব্যৱসায় ভংগৰ আদেশ দিব পাৰে।

(ঘ) যেতিয়া কোনো এজন অংশীদাৰে সঘনে অংশীদাৰী চুক্তিপত্ৰ অৱমাননা কৰে আৰু অন্য অংশীদাৰে ব্যৱসায় চলোৱাত অসুবিধা পায়, তেতিয়া কোনো অংশীদাৰৰ আপত্তিত এই ব্যৱসায় ভংগ কৰাৰ আদেশ আদালতে দিয়ে।

(ঙ) যেতিয়া কোনো অংশীদাৰে তেওঁৰ অংশ বাকী অংশীদাৰৰ অনুমতি নোলোৱাকৈ তৃতীয় পক্ষলৈ বদলি কৰে, তেনে ক্ষেত্ৰত ভংগ কৰা হয়।

(চ) যেতিয়া ব্যৱসায়টো লাভজনক ভাৱে চলোৱাৰ অৱস্থা নাই বুলি আদালতে মানি লয়, তেনে ক্ষেত্ৰতেই ভংগ কৰাৰ আদেশ দিব পাৰে।

অংশীদাৰী ব্যৱসায় পৰিসমাপ্তি ঘটোৱাৰ পাছত হিচাপৰ ব্যৱস্থা। অংশীদাৰী ব্যৱসায় ভংগ হোৱাৰ পাছতে তলত দিয়া নিয়মানুযায়ী হিচাপ মীমাংসা কৰা হয়।

**(১) ক্ষতিৰ পৰিবেশ ঃ** ব্যৱসায়ৰ লোকচান বা মূলধনৰ ঘাটি হ'লে, বিতৰণ নকৰা লাভ হাতত থাকিলে প্ৰথমতে লোকচান পৰিশোধ আৰু মূলধনৰ ঘাটি পূৰাবৰ বাবে প্ৰয়োগ কৰিব লাগে। যদি লাভৰ টকাই যথেষ্ট নহয়, তেন্তে মূলধনৰপৰা ক্ষতিপূৰণ কৰিব লাগিব। তথাপিও যদি লোকচান থাকে তেন্তে অংশীদাৰসকলে নিজৰ ব্যক্তিগত সম্পত্তিৰপৰা অংশ অনুযায়ী ক্ষতিপূৰণ কৰিব লাগিব।



**(২) সম্পত্তিৰ বিতৰণ ঃ** ব্যৱসায়ৰ সম্পত্তিবিলাক প্ৰথমতে তৃতীয় পক্ষক ব্যৱসায়ে দিব লগা ঋণ পৰিশোধৰ বাবে প্ৰয়োগ কৰিব লাগিব। ইয়াৰ পাছত সম্পত্তিৰ অংশ থাকিলে অংশীদাৰক যদি অগ্ৰীম দিয়া থাকে, তেন্তে সেই টকা পৰিশোধ কৰাৰ বাবে প্ৰয়োগ কৰিব লাগিব। ইয়াৰ পাছতো যদি অৱশিষ্ট থাকে তেন্তে মূলধনৰ বাবে প্ৰতিজন অংশীদাৰক অংশ অনুযায়ী পৰিশোধ কৰিব পাৰিব।

**(৩) ব্যৱসায়ৰ ঋণ আৰু ব্যক্তিগত ঋণ পৰিশোধ ( Payments of Firm Debts and Private Debts ) ঃ** অংশীদাৰী ব্যৱসায়ৰ ঋণদাতবিলাকক প্ৰথমতে ব্যৱসায়ৰ সম্পত্তিৰপৰা পৰিশোধ কৰিব লাগিব আৰু সেইদৰেই ব্যক্তিগত ঋণদাতাবিলাকক ব্যক্তিগত সম্পত্তিৰপৰা পৰিশোধ কৰিব লাগিব। এই দুয়ো ক্ষেত্ৰতে যদি অৱশিষ্ট থাকে তেন্তে অন্য ঋণদাতাই ইয়াৰ অংশ পাব পাৰিব।

**অংশীদাৰী ব্যৱসায়ৰ সুবিধা অসুবিধাবিলাক ( Advantages and disadvantages of Partnership firm ) ঃ**

**সুবিধা ঃ** সাধাৰণতে অংশীদাৰী ব্যৱসায় প্ৰতিষ্ঠানে ব্যক্তিগত ব্যৱসায় প্ৰতিষ্ঠানৰ কিছুমান বিশেষত্ব লাভ কৰি সকলোবিলাক সুবিধা লাভ কৰে।

(১) দুই বা ততোধিক ব্যক্তি লগ লাগি অংশীদাৰী ব্যৱসায় আৰম্ভ কৰিব পাৰে। এই ব্যৱসায় গঠন কৰিবৰ বাবে বিশেষ কোনো নথীপত্ৰ তৈয়াৰ কৰিব নালাগে। গতিকে ইয়াৰ গঠন সহজ।

(২) অংশীদাৰী ব্যৱসায়ত এজনতকৈ অংশীদাৰ বেছি হোৱাৰ বাবে মূলধন সমূহীয়াকৈ গোটাব পাৰি। গতিকে বৃহৎ আকাৰৰ শিল্প প্ৰতিষ্ঠান কৰি মিতব্যয়িতা লাভ কৰিব পাৰি। তদুপৰি এই ব্যৱসায়ত ঋণ লোৱাৰ সুবিধাও বেছি কাৰণ কেইবাজন অংশীদাৰৰ ব্যক্তিগত সম্পত্তি জামিন হিচাপে থাকে।

(৩) নিপুণতা আৰু বিচাৰ শক্তিৰ সমন্বয় ঃ অংশীদাৰী ব্যৱসায়ত বিভিন্ন ব্যক্তিৰ নিপুণতা, পৰিচালনাৰ ক্ষমতা আৰু বিচাৰ শক্তিৰ সমন্বয় হয় বাবে ব্যৱসায়ৰ শ্ৰীবৃদ্ধি বেছি হয়। প্ৰতিজন অংশীদাৰে বেলেগ বেলেগ কৰ্মৰবাবে নিয়োগ হ'ব পাৰে। এজনে কিনা-বেচাৰ বাবে, এজনে হিচাপ পত্ৰ ৰাখিবৰ বাবে আৰু যদি তৃতীয় জন থাকে তেন্তে তেওঁ উৎপাদনৰ তত্ত্বাৱধান ল'ব পাৰে। কোনো গুৰুত্বপূৰ্ণ বিষয়ত সকলো কেইজন একেলগে বহি নিৰ্ধাৰণ কৰিব পাৰে।

(৪) অংশীদাৰসকল কেৱল ব্যৱসায়ৰ পৰিচালকেই নহয়, ব্যৱসায়ৰ মালিকো আৰু ইয়াৰ লাভৰ অংশও পায়, গতিকে তেওঁলোকে ব্যৱসায়ত বেছি যত্ন লয়।

(৫) অংশীদাৰী ব্যৱসায়ত অংশীদাৰ কম হোৱাৰ বাবে আৰু তেওঁলোকে ব্যক্তিগতভাৱে ব্যৱসায় পৰিচালনা কৰাৰ বাবে তেওঁলোকে ব্যৱসায়ত নিয়োজিত কৰ্মীসকলৰ আৰু গ্ৰাহকৰ লগত এটা সুসম্বন্ধ স্থাপন কৰিব পাৰে যি সম্বন্ধই ব্যৱসায়ৰ শ্ৰীবৃদ্ধিত সহায় কৰে।

(৬) তিনিজন বা ততোধিক অংশীদাৰ থাকিলে গৰিষ্ঠ সংখ্যকে লঘিষ্ঠ সংখ্যকক শোষণ কৰাৰ সুবিধা হয় ; কিন্তু অংশীদাৰী ব্যৱসায়ৰ আইন অনুযায়ী সৰ্বসন্মতি অনুযায়ীহে ব্যৱসায়ৰ কামত আগবাঢ়িব পাৰি। অংশীদাৰসকলৰ ভিতৰত বৰ বেছি মতৰ প্ৰাৰ্থক্য হ'লে ব্যৱসায় অন্ত কৰিবৰ বাবে আদালতক গোচৰ দিব পাৰে।

(৭) সকলো অংশীদাৰৰ সুবিধা অনুযায়ী সৰ্বসন্মতিক্ৰমে ব্যৱসায় সাল-সলনি কৰিব পাৰে। সময়ৰ লগত খাপখুৱাই চলাবলৈ এই ব্যৱসায় নিত্যান্ত সুবিধাজনক।

(৮) এই ব্যৱসায় সংগঠন চৰকাৰৰ অনুশাসনৰপৰা তুলনামূলকভাৱে বহুতখিনি মুক্ত। গতিকে এই ব্যৱসায় ইচ্ছানুযায়ী আগবঢ়াই নিব পাৰে।



**অসুবিধাসমূহ ঃ** (১) ব্যৱসায়ত সদায় বিপদ-বিঘিনি আছেই। লাভৰ উদ্দেশ্যেই ব্যৱসায় প্ৰতিষ্ঠা কৰা হয় ; কিন্তু কেতিয়াবা শেষত লাভৰ পৰিবৰ্তে লোকচানহে হোৱা দেখা যায়। দুৰ্ভাগ্যবশতঃ সাধাৰণ অংশীদাৰী ব্যৱসায়ত অংশীদাৰসকলৰ দেনা অপৰিসীম। অংশীদাৰসকলে মূলধন হেৰুৱাৰ পাছতো কেতিয়াবা ব্যক্তিগত সা-সম্পত্তি হেৰুৱাব লগাত পৰে। গতিকে অংশীদাৰসকলে মুক্তভাৱে আৰু একাগ্ৰতাৰে কাম কৰাত অসুবিধা পায়।

(২) এজনতকৈ বেছি অংশীদাৰ থকাৰ বাবে সহজে আৰু কম সময়ত ব্যৱসায়ৰ কাম কৰাটো সম্ভৱপৰ নহয়। বিভিন্ন অংশীদাৰৰ বিভিন্ন মত হোৱাৰ কাৰণে কেতিয়াবা অলপ সময়ৰ কাম কেইবা-দিনতো হৈ নুঠে।

(৩) অংশীদাৰৰ সংখ্যা সীমিত হোৱাৰ কাৰণে বেছি মূলধনৰ আৱশ্যক হ'লে অসুবিধাত পৰিব লগাত পৰে। ফলত ব্যৱসায়ৰ পৰিসৰ বৃদ্ধি কৰাত ই বাধাৰ সৃষ্টি কৰে।

(৪) অংশীদাৰী কাৰবাৰত অংশীদাৰসকলৰ মিলা-প্ৰীতি আৰু বিশ্বাসৰ ওপৰতেই ব্যৱসায়ৰ উন্নতি নিৰ্ভৰ কৰে। কেইবাজনো অংশীদাৰ হোৱাৰ কাৰণে কেতিয়াবা মতভেদ হ'লেই ব্যৱসায়টো অনিষ্ট কৰাত সহায় কৰে। ব্যৱসায় বাণিজ্যৰ ইতিহাসত বহুতো অংশীদাৰী কাৰবাৰৰ অকাল মৃত্যুৰ কাৰণো এইটোৱেই।

(৫) অংশীদাৰী ব্যৱসায়ৰ ম্যাদৰ কোনো স্থিৰতা নাই। কাৰবাৰটো সুদৃঢ় ভেটিৰ ওপৰত প্ৰতিষ্ঠিত নহয়। এজন অংশীদাৰৰ মৃত্যু, মগজৰ বিকৃতি বা তেওঁ দেউলীয়া হ'লে কাৰবাৰটো ঠিতাতে শেষ হ'ব পাৰে।

**অংশীদাৰসকলৰ ক্ষমতা বা অধিকাৰ ( Rights of Partner ) ঃ** অংশীদাৰী ব্যৱসায়ত অংশীদাৰসকলৰ প্ৰধান অধিকাৰ আৰু দায়িত্ব

সাধাৰণতে অংশীদাৰী চুক্তি-পত্ৰত উল্লেখ থাকে। চুক্তি-পত্ৰৰ অবিহনে ব্যৱসায়ৰ সাধাৰণ কাৰ্য্য প্ৰণালীৰ যোগেদি অংশীদাৰসকলৰ অধিকাৰ নিৰূপণ কৰা হয়। যেতিয়া চুক্তি-পত্ৰ আৰু ব্যৱসায় কৰাৰ কোনো অভিজ্ঞতা নাথাকে তেনে অৱস্থাত ভাৰতীয় অংশীদাৰী আইন অনুযায়ী অংশীদাৰসকলৰ অধিকাৰ আৰু দায়িত্ব নিৰূপণ কৰা হয়।

অংশীদাৰসকলে নিম্নোল্লেখিত স্বত্ববোৰ আইনসন্মতভাৱে লাভকৰে।

(১) সকলো অংশীদাৰে ব্যৱসায়ৰ লাভৰ অংশ সমানে ভোগ কৰিব পাৰে আৰু লোকচান হ'লে তাকো সমানে বহন কৰিব লাগে। অংশীদাৰসকলে আগবঢ়োৱা মূলধনৰ উপৰিও অগ্ৰীম টকা ব্যৱসায়লৈ দিলে সেই অগ্ৰীম টকাৰ ওপৰত শতকৰা ৬ টকা হাৰত সুত পাব; কিন্তু এই সুত কেৱল লাভৰ পৰাহে দিব লাগিব।

(২) প্ৰত্যেক অংশীদৰেই ব্যৱসায়ৰ পৰিচালনাত অংশ লোৱাৰ অধিকাৰ থাকে; কিন্তু এই পৰিচালনাৰ বাবদ তেওঁলোকে কোনো পাৰিশ্ৰমিক লব নোৱাৰিব।

(৩) প্ৰত্যেকজন অংশাদাৰেই ব্যৱসায়ৰ হিচাপ পত্ৰৰ বহীবোৰ পৰিদৰ্শন কৰিব পাৰে বা তেনে কোনো হিচাপ পত্ৰৰ নকল গ্ৰহণ কৰিব পাৰে।

(৪) ব্যৱসায় সম্পৰ্কীয় সকলো বিষয়ত প্ৰত্যেক অংশীদাৰে নিজৰ মত প্ৰকাশ কৰিব পাৰে। সাধাৰণ কামৰ বাবে গৰিষ্ঠ সংখ্যক অংশীদাৰৰ মতামতহে গ্ৰহণীয় হ'ব; কিন্তু ব্যৱসায়ৰ সালসলনি কৰিবলৈ হ'লে সৰ্বসন্মতিক্ৰমে কৰিব লাগিব।

(৫) কোনো অংশীদাৰে ব্যৱসায়ৰ কাৰণে নিজৰ টকা বাদ কৰিলে বা ব্যৱসায়ৰ লেন্‌দেনৰ বাবে লোকচান ভৰিব লগা হ'লে সেই টকা ব্যৱসায়ে ক্ষতিপূৰণ দিব। অৱশ্যে তেনে কামত ব্যৱসায়ৰ প্ৰত্যক্ষ উপকাৰৰ বাবেহে হ'ব লাগিব।



**অংশীদাৰসকলৰ কৰ্তব্য ( Duties ) ঃ** (১) সকলো অংশীদাৰেই লোকচান হলে সমান ভাৱে বহন কৰিব লাগিব।

(২) অংশীদাৰসকল সাধু আৰু বিশ্বাসী হ'ব লাগিব। ব্যৱসায় সংক্ৰান্ত সকলো কথা ই'জনে সিজনক খোলা-খুলি ভাৱে জনোৱাটো বাঞ্ছনীয়।

(৩) সকলো অংশীদাৰকে সুবিধাৰ কাৰণে ব্যৱসায়ে পৰিচালনা কৰিব লাগে।

(৪) কোনো অংশীদাৰেই ব্যৱসায়ৰ বস্তু কিনা-বেচা কৰি কমিছন লৈ নিজৰ কোনো লাভ কৰিব নোৱাৰিব। এনে ঋণ ব্যৱসায়ৰ পুঁজিত জমা দিব লাগিব।

(৫) কোনো অংশীদাৰেই ব্যৱসায়ৰ সন্মতিত বা নামত ব্যৱসায় কৰি নিজা কোনো লাভ কৰিব নোৱাৰে আৰু তেনে লাভ কৰিলে সমুদায় লাভ ব্যৱসায়ত জমা দিব লাগিব।

(৬) সকলো অংশীদাৰৰ অনুমতি নোলোৱাকৈ কোনো অংশীদাৰেই ব্যৱসায়ৰ লগত প্ৰতিযোগিতা চলাই কোনো ব্যৱসায় কৰিব নোৱাৰিব।

(৭) কোনো অংশীদাৰে ব্যৱসায় পৰিচালনা কৰোঁতে প্ৰতাৰণা কৰি ব্যৱসায়ৰ লোকচান কৰিলে সেই লোকচান নিজে বহন কৰিব লাগিব।

**অংশীদাৰী ব্যৱসায়ত অংশীদাৰৰ তৃতীয় পক্ষৰ লগত দায়িত্ব ( Liabilities to third Parties ) ঃ** অংশীদাৰসকলৰ বাহিৰা লোকৰ লগত থকা দায়িত্ব তলত আলোচনা কৰা হ'ল।

(১) প্ৰত্যেকজন অংশীদাৰেই একেলগে বা এজন এজনকৈ ব্যৱসায়ৰ ঋণৰ বাবে দায়ী হ'ব। ঋণদাতাই কোনো এজন বা সকলো কেইজন অংশীদাৰৰ ওপৰত মোকৰ্দমা দিব পাৰিব, যদি ব্যৱসায়ৰ

সম্পত্তিয়ে ঋণদাতাৰ ঋণ পূৰাবলৈ যথেষ্ট নহয় আৰু অংশীদাৰসকলৰ ব্যক্তিগত সম্পত্তিও ঋণদাতাৰ ঋণ পৰিশোধৰ বাবে ব্যৱহাৰ কৰিব পাৰি।

(২) আনকি অৱসৰ লোৱা অংশীদাৰেও তেওঁ অংশীদাৰ হৈ থকা অৱস্থাত হোৱা ঋণৰ বাবে দায়ী হয়, যদিহে তেওঁ কোনো লিখিত জাননী ঋণদাতাসকলক দিয়া নাই।

(৩) প্ৰতিজন অংশীদাৰেই ব্যৱসায়ৰ প্ৰতি দিন হিচাপে তৃতীয় পক্ষৰপৰা টকা যদি অসৎ ব্যৱহাৰ কৰে (Misapplies) তেন্তে ব্যৱসায়ে সেই তৃতীয় পক্ষক অংশীদাৰজনে অনা টকা পৰিশোধ কৰিব লাগিব।

(৪) কোনো ব্যক্তিয়ে যদি নিজকে অংশীদাৰ বুলি অংশীদাৰৰ দৰে দায়িত্বত সোমাই স্ব-স্বীকৃত অংশীদাৰৰ সূত্ৰত আবদ্ধ হয়, তেন্তে তেওঁক অংশীদাৰ বুলি বিবেচনা কৰা হ'ব।

অংশীদাৰী ব্যৱসায়ত কৃতকাৰ্য্যতা লাভ কৰিবলৈ হলে অংশীদাৰসকলৰ ভিতৰত বুজাবুজি আৰু পৰম আস্থা থকাটো একান্ত প্ৰয়োজন। গতিকে অংশীদাৰ নিৰ্বাচন কৰোঁতে এই কথা সদায় মনত ৰাখিব লাগে। কোনো মতৰ অমিল হলে অংশীদাৰসকলৰ ভিতৰত খোলা-খুলি ভাৱে আলোচনা কৰি প্ৰকৃত সিদ্ধান্তলৈ আহিব লাগে। যিজন অংশীদাৰ পৰিচালনৰ ক্ষেত্ৰত পাৰ্গত তেওঁক পৰিচালনাত, যিজন হিচাপ পত্ৰত পাৰ্গত তেওঁক সেই কামত নিয়োগ কৰিব লাগে। প্ৰতিজন অংশীদাৰেই নিজৰ উন্নতিৰ কাৰণে যেনেকৈ কামত আগবাঢ়ে সেইদৰেই ব্যৱসায়ৰ কামতো অগ্ৰসৰ হ'ব লাগে। অন্য অংশীদাৰৰ অজ্ঞতাত কোনো অংশীদাৰেই ব্যক্তিগতভাৱে ব্যৱসায়ৰপৰা লাভ কৰিবলৈ চাব নালাগিব। সকলো অংশীদাৰেই অংশীদাৰী ব্যৱসায়ৰ চুক্তি পত্ৰক সন্মান কৰি নিজৰ কৰ্তব্য কৰিব লাগিব। যুগ পৰিবৰ্তনৰ লগত খাপ-খুৱাই ব্যৱসায়ৰ নীতি পৰিবৰ্তন কৰিব লাগিব, তেতিয়াহে অংশীদাৰী ব্যৱসায়ত কৃতকাৰ্য্যতা লাভ কৰিব পাৰি।



**জইণ্ট ষ্টক কোম্পানী বা যৌথ কাৰবাৰ ( Joint Stock Company ) :** এখন দেশৰ শিল্প বাণিজ্যৰ উন্নতিৰ কাৰণে উপযুক্ত প্ৰতিষ্ঠানৰ প্ৰয়োজন। শিল্প বাণিজ্য গতিশীল, গতিকে প্ৰতিষ্ঠান বিলাকো গতিশীল হোৱাটো অপৰিহাৰ্য্য। পৃথিৱীত শিল্প বিপ্লৱৰ ( Industrial Revolution ) আগলৈকে বাণিজ্যিক প্ৰতিষ্ঠানবিলাক ব্যক্তিগত বা অংশীদাৰী ভিত্তিতহে সংগঠিত হৈছিল। এই দুয়োটা ব্যৱসায় সংগঠনে বৰ্তমান যুগৰ বৃহত্তৰ ব্যৱসায়ৰ আৱশ্যকতা পূৰণ কৰিব নোৱাৰে। এই ব্যৱসায় সংগঠনবিলাক অসীম দেনাযুক্ত, তাকৰীয়া মূলধনেৰে আৰু অস্থায়ীভাবে পৰিচালনা কৰিব লগাৰ বাবে বহুতো অসুবিধাৰ সন্মুখীন হ'ব লগা হয়। গতিকেই সৰহীয়া উৎপাদন আৰু বিতৰণৰ বাবে যৌথ ব্যৱসায় প্ৰতিষ্ঠানৰ প্ৰয়োজন। পোন প্ৰথমেই শিল্প বিপ্লৱৰ লগে লগেই ইংলণ্ডত যৌথ ব্যৱসায় প্ৰতিষ্ঠা কৰা হৈছিল। ইংলণ্ডৰ চনদপ্ৰাপ্ত ইষ্ট্ ইণ্ডিয়া কোম্পানীয়ে ভাৰতবৰ্ষত বহুত দিন ধৰি ব্যৱসায় কৰিছিল। মুঠৰ ওপৰত ব্যক্তিগত কাৰবাৰ আৰু অংশীদাৰী ব্যৱসায়ৰ অসুবিধাসমূহ দূৰ কৰিবৰ বাবেই যৌথ ব্যৱসায়ৰ উৎপত্তি। যৌথ ব্যৱসায় প্ৰতিষ্ঠান বুলিলে সাধাৰণতে বহুতলোকে স্বেচ্ছাই একেলগ হৈ লাভৰ অংশৰ কাৰণে কোনো ব্যৱসায় কৰাকেই বুজায়। এই ব্যৱসায়ৰ প্ৰত্যেক সদস্যৰ ব্যক্তিগত বৰঙণিৰে শকত মূলধনৰ ব্যৱস্থা কৰা হয়, আৰু প্ৰত্যেকজন সদস্যই মূলধনৰ একো অংশৰ অংশীদাৰী হিচাপে পৰিগণিত হয়। যৌথ কোম্পানীৰ মুল বৈশিষ্ট্য হ'ল ইয়াৰ অংশীদাৰসকলৰ দেনা সীমিত। পৃথিৱীৰ ব্যৱসায় ইতিহাসত যৌথ ব্যৱসায়ৰ ক্ষিপ্ৰ সম্প্ৰসাৰণৰ প্ৰধান কাৰণ হ'ল সীমিত দেনাৰ ব্যৱস্থা। ব্যক্তিগত ব্যৱসায় বা অংশীদাৰী ব্যৱসায় সংগঠনৰ যোগেদি কোনো বৃহৎ আকাৰৰ কাৰবাৰ পৰিচালনা কৰা সম্ভৱপৰ নহয়। এই ব্যৱসায় প্ৰতিষ্ঠানৰ সভ্যসকলে তেওঁলোকৰ অংশসমূহ তৃতীয় পক্ষলৈ হস্তান্তৰ কৰিব পাৰে।

ভাৰতবৰ্ষৰ যৌথ কাৰবাৰসমূহ ইংলণ্ডৰ যৌথ কাৰবাৰৰ আহিত প্ৰতিষ্ঠা কৰা হৈছে। গতিকে ভাৰতবৰ্ষৰ যৌথ ব্যৱসায়সমূহৰ গঠন আৰু কম বেছি পৰিমাণে আইন-কানুনবিলাক ইংলণ্ডৰ যৌথ কোম্পানীৰ নিচিনাই। ভাৰতবৰ্ষত ১৮৫৫, ১৮৬০, ১৮৬৬, ১৮৮০ আৰু ১৯১৫ চনত যৌথ কোম্পানীৰ বিভিন্ন আইন প্ৰৱৰ্তন কৰা হৈছিল। ইয়াৰ পাছত কোম্পানীৰ আইন বহুল ভাৱে সংশোধন কৰা হৈছে। ১৯৭৫ চনৰপৰাই সংশোধন আইনবিলাক বলবৎ কৰা হয়। দ্বিতীয় মহাসমৰৰ পাছত দেশৰ সামূহিক স্বাৰ্থৰ লগত খাপ খোৱাকৈ আইন প্ৰণয়ন কৰিবৰ বাবে কেইবাখনো সমিতি নিয়োগ কৰা হৈছিল। এই সমিতিবিলাকৰ প্ৰতিবেদন অনুসৰি কোম্পানী আইন সংশোধন কৰা হৈয়েই আছে। ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পাছত ১৯৫০ চনৰপৰা কোম্পানী আইন সংশোধনৰ গতি বেছি হৈ পৰিছে। সকলোবিলাক সমিতিৰ প্ৰতিবেদনৰ পৰিপ্ৰেক্ষিতত যুগৰ অৰ্থনীতিৰ লগত খাপ খুৱাই পুৰণি কোম্পানী আইন বাতিল কৰি ১৯৫৬ চনত নতুনকৈ এখন কোম্পানী আইন প্ৰণয়ন কৰা হয়; কিন্তু পাঁচ বছৰ নৌ হওঁতেই ১৯৬০ চনত ১৯৫৬ চনৰ আইনখন সংশোধন কৰিব লগাত পৰে। এই সংশোধিত আইনে ১৯৫৬ চনৰ আইনৰ ২১৮টা ধাৰা সংশোধন কৰে। ১৯৬০ চনৰ পাছতো কোম্পানী আইন সংশোধন কৰা হৈছে। বৰ্তমান ভাৰতীয় কোম্পানীবোৰ ১৯৫৬ চনৰ সংশোধিত আইনৰ বিধি অনুযায়ী গঠিত আৰু পৰিচালিত হৈ আছে।

**জইণ্ট ষ্টক কোম্পানীৰ সংজ্ঞা ঃ** যৌথ ব্যৱসায় প্ৰতিষ্ঠান নিজা চাব মোহৰ থকা এটা সমষ্টিগত অনুষ্ঠান। এই অনুষ্ঠানত কিছুমান মানুহে একেলগে ব্যৱসায় কৰে আৰু ইয়াৰ মূলধন সকলোবিলাক সভাই সমূহীয়া ভাৱে যোগান ধৰে। ১৯৫৬ চনৰ কোম্পানী আইনৰ ৩(১)ক ধাৰা অনুসৰি কোম্পানী শব্দৰ অৰ্থ এই আইনৰদ্বাৰা গঠিত আৰু



পঞ্জীয়ন কৰা বা এটা বিদ্যমান কোম্পানী "(A company formed and registered under this act or an existing company Sec 3(1)(a) ). ইংলণ্ডৰ মাননীয় বিচাৰপতি লিণ্ডলেই (Lindley) কোম্পানীৰ সংজ্ঞা এনেদৰে দিছে—An association of many persons who contribute money or money's worth to a common stock and comply it for a common purpose. The common stock so contribute is denoted in money and is the capital of the company. The persons who contribute it or to whom it belongs are members. The proportion of capital to which each member is entitled is his share", যদি কেইজনমান ব্যক্তি এটা সংস্থাত মিলিত হৈ অৰ্থ বা অৰ্থৰ সমমূল্যৰ সম্পদ প্ৰদান কৰি মূলধন গঠন কৰি এটা সাধাৰণ উদ্দেশ্যত উক্ত পুঁজি বিনিয়োগ কৰে, তেন্তে উক্ত সংস্থাক যৌথ মূলধনী ব্যৱসায় বোলে। এনেদৰে যৌথ মূলধনৰ বাবদ যি অংশ দিয়া হয় তাক টকাৰে প্ৰকাশ কৰা হয় আৰু এয়েই কোম্পানীৰ মূলধন। যি এনেভাৱে বৰঙণি দিয়ে তেওঁলোকেই ইয়াৰ সদস্য। প্ৰত্যেক সদস্যই যি অনুপাতত মূলধনৰ অধিকাৰী হয়, সেয়েই তেওঁলোকৰ অংশ। কোম্পানীৰ মালিকসকলক অংশীদাৰ বুলি কোৱা হয়। অংশীদাৰসকলে কোম্পানীৰ মূলধন শক্তি আৰু সামৰ্থ্য অনুযায়ী কিনি লয়। অংশীদাৰসকলে তেওঁলোকৰ নিৰ্বাচিত প্ৰতিনিধিৰদ্বাৰাই কোম্পানী পৰিচালনা কৰে। যেতিয়াই কোম্পানী পঞ্জীয়ন কৰা হয়, তেতিয়াই এক নতুন বৈধ ব্যক্তিৰ জন্ম হয়। কোম্পানীৰ অংশীদাৰসকল কোম্পানী নহয়। যৌথ কোম্পানীয়ে নিজে বেলেগ সত্তা লাভ কৰে। এই ব্যৱসায় প্ৰতিষ্ঠানে সম্পদ আহৰণ কৰা, বিতৰণ কৰা আৰু সকলো প্ৰকাৰৰ চুক্তি সম্পাদন কৰাৰ ক্ষমতা

পায়। কোম্পানী এটা স্বেচ্ছামূলক স্বায়ত্বশাসিত আৰু চিৰন্তন অস্তিত্ব-সম্পন্ন প্ৰতিষ্ঠান। কোম্পানীৰ পুঁজিক সম মূল্যৰ অংশত বিভক্ত কৰা হয়।

## যৌথ কোম্পানীৰ প্ৰধান বৈশিষ্ট্যসমূহ

(১) **গঠন ঃ** প্ৰথমতে কেইজনমান ব্যক্তিয়ে এই ব্যৱসায় গঠনৰ বাবে প্ৰস্তুতি চলাই আৰু এওঁলোকক প্ৰৱৰ্তক (promoter) বোলে। প্ৰৱৰ্তকসকলে প্ৰাৰম্ভিক কথাখিনি শেষ কৰি বাইজৰ মাজত অংশ বিক্ৰী কৰি মূলধন গোটায়। অৱশ্যে কোম্পানীয়ে আইনগত স্বীকৃতি নোপোৱালৈকে প্ৰৱৰ্তকসকলে ৰাজহুৱাভাৱে অংশ বিক্ৰী কৰিব নোৱাৰে। কোম্পানী হিচাপে স্বীকৃতি পাবলৈ বহুতো বিধি ব্যৱস্থা কৰিব লগা হয়। অন্য প্ৰকাৰৰ অৰ্থাৎ ব্যক্তিগত বা অংশীদাৰী ব্যৱসায়ৰ দৰে সহজে এই ব্যৱসায় প্ৰতিষ্ঠান গঠন কৰিব নোৱাৰি।

(২) **নিজসত্তা ঃ** কোম্পানী হিচাপে আইনত স্বীকৃতি পোৱাৰ পাছত এই ব্যৱসায় প্ৰতিষ্ঠানে পৃথক সত্তা লাভ কৰে। এই প্ৰতিষ্ঠানত অংশীদাৰসকলৰ অৱসৰ দেউলীয়া বা মৃত্যুত একো ক্ষতি কৰিব নোৱাৰে। যিবিলাক অংশীদাৰৰদ্বাৰা এই ব্যৱসায় গঠিত হয় তাতকৈ কোম্পানীটো এটা বেলেগ ব্যক্তি হয়। কোম্পানীটোক মানুহৰদৰেই ব্যৱহাৰ কৰা হয়। গতিকে ই সম্পত্তিৰ মালিক হ'ব পাৰে, ঋণ ল'ব পাৰে, বেংকত হিচাপ ৰাখিব পাৰে, মানুহ নিয়োগ কৰিব পাৰে, চুক্তিত আৱদ্ধ হ'ব পাৰে আৰু ব্যক্তিগত মানুহৰ দৰেই গোচৰ দিব পাৰে। অংশীদাৰসকল কোম্পানীৰ মালিক আৰু ঋণ-দাতা হ'ব পাৰে। গতিকে ইয়াৰ এটা বেলেগ সত্তা আছে। কোনো এজন অংশীদাৰে কোম্পানীৰ গোটেই অংশ ক্ৰয় কৰিলেও তেওঁক কোম্পানীৰ কামৰ বাবে দায়ী কৰিব নোৱাৰি। সদস্যসকল কোম্পানী প্ৰতিনিধি নহয়, গতিকে তেওঁলোকৰ কামৰদ্বাৰা কোম্পানীক দায়ী কৰিব নোৱাৰি।



আইনৰ দৃষ্টিত কোম্পানী এটা অদৃশ্য নিৰাকাৰ কৃত্ৰিম ব্যক্তি। কোম্পানীয়ে বাস্তৱ ব্যক্তি এজনৰ দৰে কিছুমান সুবিধা পায় ; কিন্তু স্বাভাৱিক ব্যক্তিৰ দৰে কিছুমান অধিকাৰ কোম্পানীৰ নাই—যেনে ঃ—কোম্পানীয়ে বিয়া কৰাব, শপত ল'ব আৰু অংশীদাৰী ব্যৱসায়ৰ অংশীদাৰ হ'ব নোৱাৰে। দোষৰ শাস্তিৰূপে ইয়াক ফাটেক দিব নোৱাৰি কিন্তু ভাঙি দিব পাৰি।

(৩) **মালিকীস্বত্বৰ হস্তান্তৰ ঃ** কোম্পানীৰ মূলধন অংশত বিভক্ত কৰি অংশীদাৰসকলে বিক্ৰী দান হস্তান্তৰ কৰিব পাৰে। অন্য সদস্যৰ সন্মতি নোলোৱাকৈয়েই অংশীদাৰসকলে অংশ হস্তান্তৰ কৰে। সেই-কাৰণে কোম্পানীৰ গৰাকী সলনি হৈ থাকে। এই পৰিবৰ্তনে কোম্পা-নীক একো অসুবিধাত নেপেলায়।

(৪) **সীমিত দেনা ঃ** সীমিত দেনাই কোম্পানীৰ প্ৰধান বৈশিষ্ট্য। এজন সদস্যই কোম্পানীৰ লোকচানৰ বাবে তেওঁ মূলধনৰ অংশৰ সমানহে স্বায়ী হ'ব। যদি অংশৰ বাবদ কোনো টকা অনাদায় হৈ থাকে তেন্তে অংশীদাৰে সেই অনাদায় টকাহে পৰিশোধ কৰিব লাগিব, তাতকৈ বেছি নহয়। কোম্পানীৰ ঋণদাতাসকলেও কোম্পানীৰ সম্পত্তিৰপৰাহে তেওঁলোকৰ দাবী পূৰণ কৰিব পাৰিব।

(৫) **স্থায়ী ব্যৱসায় ঃ** অংশীদাৰী ব্যৱসায়ত কোনো অংশীদাৰৰ মৃত্যু বা অক্ষমতাত অন্ত পৰে ; কিন্তু অংশীদাৰসকলতকৈ কোম্পানী বেলেগ সত্তা হোৱা বাবে টেনিছনৰ নিজৰাৰ দৰে অংশীদাৰ আহে আৰু যায় ; কিন্তু কোম্পানী অনন্ত দিনলৈ চলি থাকে। কোম্পানীৰ জীৱন কাল ইয়াৰ স্মাৰক পত্ৰইহে নিৰ্ধাৰণ কৰে।

(৬) **নিজা চাব মোহৰ ঃ** কোম্পানীৰ নিজা চাব মোহৰ থাকে। ইয়াৰ সকলো কাগজ পত্ৰত এই চাব মোহৰ মাৰি দিয়া হয়, ইয়াক সংকায় মোহৰ (Common Seal) বোলে। কোম্পানীৰ শাসকীয় চহীত সংকায় মোহৰে কাম কৰে। এই মোহৰত কোম্পানীৰ নামটো খোদিত কৰা হয়। কোম্পানীৰ মোহৰ নথকা নথী-পত্ৰ আইন মতে বলবৎ হ'ব নোৱাৰে।

(৭) **সীমিত উদ্দেশ্য ঃ** কোম্পানীয়ে ইয়াৰ চনদ স্মাৰক পত্ৰই দিয়া অধিকাৰতকৈ বেছি কাম কৰিব নোৱাৰে। গতিকে ইয়াৰ কাৰ্য্য সীমিত। কোনো কোনো ক্ষেত্ৰত কোম্পানীয়ে কৰ্তব্য পালন কৰোঁতে অসুবিধা নাপাবলৈ স্মাৰক পত্ৰৰো যথেষ্ট অধিকাৰ থাকে ; কিন্তু এবাৰ যদি স্মাৰক পত্ৰত লিখা হয় তেন্তে তাৰ বাহিৰে একো কৰিব নোৱাৰে যেতিয়ালৈকে স্মাৰক পত্ৰ সালসলনি কৰা নহয়।

(৮) **লাভৰ বাবে স্বেচ্ছাই একত্ৰিত হোৱা ঃ** কোম্পানী হ'ল অংশীদাৰসকল স্বেচ্ছাই একত্ৰিত হৈ লাভৰ বাবে ব্যৱসায় কৰা। ৰাইজৰ সুবিধাৰ বাবে ব্যৱসায় কৰি যি লাভ হয় অংশীদাৰসকলৰ মাজত সেই লাভ বিতৰণ কৰা হয়, ৰাইজৰ নীতি বিৰোধী আৰু নথকা কোনো কাম কৰিবলৈ কোম্পানী গঠন হ'ব নোৱাৰে।

(৯) **বিনিয়োগৰ সুবিধা ঃ** কোম্পানীয়ে সকলো শ্ৰেণীৰ মানুহকে বিনিয়োগৰ সুবিধা দিয়ে। কোম্পানীৰ মূলধন সৰু সৰু অংশত ভাগ হোৱাত আৰু অংশবোৰ বিভিন্ন ধৰণৰ হোৱাত সকলো অৱস্থাত ধনী দুখীয়া সকলোৰে বিভিন্ন ঠাইৰ লোকে কোম্পানীত ধন বিনিয়োগ কৰি লাভৰ অংশ পাব পাৰে।

(১০) **পৰিচালনা ঃ** কোম্পানী এটা কৃত্ৰিম ব্যক্তি হোৱাৰ বাবে ইয়াক কিছুমান স্বাভাৱিক ব্যক্তিৰ নিৰ্বাচিত সঞ্চালকৰদ্বাৰাই পৰিচালনা কৰা হয়। অংশীদাৰসকলেই কোম্পানীৰ মালিক যদিও তেওঁলোকে



প্ৰত্যক্ষভাৱে ব্যৱসায় পৰিচালনা কৰিব নোৱাৰে। সঞ্চালকসকলে কোম্পানীৰ কামবোৰ প্ৰতিনিধি আৰু ন্যায়ৰক্ষী হিচাপে সম্পাদন কৰে।

**যৌথ ব্যৱসায় আৰু অংশীদাৰী ব্যৱসায় ঃ** ওপৰৰ সংজ্ঞা অনুসৰি কোম্পানীৰ উপৰিও অন্য বহুত ব্যৱসায় কৰা সংগঠন আছে যদিও সেইবিলাক কোম্পানীতকৈ বহুতো পাৰ্থক্য—

(ক) কোম্পানী আৰু অংশীদাৰী ব্যৱসায়ৰ পাৰ্থক্য তলত দিয়া হ'ল—

(১) আইন অনুযায়ী কোম্পানীৰ গঠনত আইনগত নিজা সত্তা আছে। ই এটা কৃত্ৰিম ব্যক্তি হিচাপে গণ্য হয়। এই সত্তাটো ইয়াৰ সভ্যৰপৰা পৃথক ; কিন্তু অংশীদাৰী ব্যৱসায়ক অংশীদাৰসকলৰপৰা পৃথক কৰিব নোৱাৰি। অংশীদাৰী ব্যৱসায় বুলিলে সকলো অংশীদাৰকে একেলগে বুজায়। ই অংশীদাৰ সকলতকৈ পৃথক নহয়।

(২) দ্বিতীয়তে কোম্পানীত অংশীদাৰসকলৰ দেনা সীমিত ; কিন্তু অংশীদাৰী ব্যৱসায়ত অংশীদাৰসকলৰপৰা দেনা অপৰিসীম। অংশীদাৰী ব্যৱসায়ৰ ঋণদাতাসকল ব্যক্তিগত অংশীদাৰৰো ঋণদাতা। ব্যৱসায়ৰ বিপক্ষে কোনো ৰায় পালে এই অংশীদাৰসকলক একেলগে বা এজন এজনকৈ খটুৱাব পাৰি ; কোম্পানীৰ ক্ষেত্ৰত কেৱল কোম্পানীৰ ওচৰতহে ওজৰ-আপত্তি কৰিব পাৰি। অংশীদাৰসকলৰ ওচৰত একো কৰিব নোৱাৰি।

(৩) কোম্পানীৰ সম্পত্তিবিলাক অংশীদাৰসকলৰ সম্পত্তি নহয় ; কিন্তু অংশীদাৰী ব্যৱসায়ৰ সম্পত্তিবিলাক অংশীদাৰসকলৰ সম্পত্তিহে। কোম্পানীৰ নিজৰ নামত থকা সম্পত্তিবিলাক ইচ্ছানুযায়ী ব্যৱহাৰ কৰিব পাৰে।

(৪) অংশীদাৰী কাৰবাৰত অংশীদাৰৰ মুঠ সংখ্যা বিছতকৈ (২০) ওপৰ হ'ব নোৱাৰিব। বেংক সম্পৰ্কীয় কাম-কাজত অংশীদাৰৰ সংখ্যা দহৰ (১০) ওপৰ হ'ব নোৱাৰিব; কিন্তু যৌথ কোম্পানীত সৰ্বোচ্চ সদস্যৰ সংখ্যাৰ কোনো ধৰাবন্ধা নিয়ম নাই। ব্যক্তিগত কোম্পানীৰ ক্ষেত্ৰত সৰ্বোচ্চ সদস্যৰ সংখ্যা ৫০ জনতকৈ বেছি হ'ব নোৱাৰিব।

(৫) কোম্পানীয়ে ইয়াৰ স্মাৰক পত্ৰত থকা উদ্দেশ্যৰ বাহিৰে অন্য কাম-কাজ কৰিব নোৱাৰিব। অংশীদাৰী ব্যৱসায়ত অৱশ্যে অন্য কোনো ধৰা বন্ধা নিয়ম নাই।

(৫) কোম্পানীয়ে ইয়াৰ স্মাৰক পত্ৰত থকা উদ্দেশ্যৰ বাহিৰে অন্য কাম-কাজ কৰিব নোৱাৰিব। অংশীদাৰী ব্যৱসায়ত অৱশ্যে অন্য কোনো ধৰা বন্ধা নিয়ম নাই।

(৬) অংশীদাৰী ব্যৱসায়ত এজন অংশীদাৰে ব্যৱসায়ৰ লগত চুক্তি কৰিব নোৱাৰে; কিন্তু কোম্পানীৰ ক্ষেত্ৰত এজন সদস্যই কোম্পানীৰ লগত চুক্তি কৰিব পাৰে।

(৭) অংশীদাৰী ব্যৱসায়ত অংশীদাৰে তেওঁৰ অংশ হস্তান্তৰ কৰি অংশ গ্ৰহণকাৰীক অন্য অংশীদাৰ সন্মতি নোলোৱাকৈ অংশীদাৰ কৰিব নোৱাৰে; কিন্তু কোম্পানীৰ অংশবিলাক কোনো বাধা-বিঘিনি নোহোৱাকৈ হস্তান্তৰ কৰিব পাৰি।

(৮) যৌথ কোম্পানী এটা স্থায়ী ব্যৱসায় সংগঠন। কোনো অংশীদাৰৰ অৱসৰ, দেউলীয়া বা মৃত্যুত এই ব্যৱসায় বন্ধ নহয়; কিন্তু অংশীদাৰী ব্যৱসায়ত অংশীদাৰৰ মৃত্যুত ব্যৱসায় অন্ত পৰে।

(৯) অংশীদাৰী ব্যৱসায়ত প্ৰতিজন অংশীদাৰেই ব্যৱসায় প্ৰতিষ্ঠানৰ প্ৰতিনিধি হিচাপে পৰিগণিত; কিন্তু যৌথ কোম্পানীত



সদস্যসকলে ব্যৱসায় প্ৰতিষ্ঠানৰ প্ৰতিনিধি হিচাপে নাম কৰিব নোৱাৰে। অংশীদাৰী ব্যৱসায়ত অংশীদাৰে ব্যৱসায়ৰ সম্পত্তি বেচা-কিনা কৰিব পাৰে, কোনো দায়িত্ব ল'ব পাৰে, কোম্পানীৰ সদস্যসকলৰ তেনে কোনো ক্ষমতা নাই।

(১০) আইনৰ ধাৰা অনুযায়ীহে কোম্পানীৰ পৰিসমাপ্তি কৰিব পাৰি; কিন্তু চুক্তি অনুযায়ী ব্যৱসায় যেই কোনো সময়তে পৰিসমাপ্তি কৰিব পাৰি।

(খ) **সমবায় সমিতি ঃ** সমবায় সমিতিবিলাকে যদিও ব্যৱসায় কৰি লাভ কৰিব পাৰে, তথাপিও এই সমিতিবিলাক কোম্পানীৰ আইনৰদ্বাৰা পৰিচালিত নহয়; কিন্তু সমবায় সমিতিবিলাক নিজা আইনৰদ্বাৰাহে পৰিচালিত হয়। সমবায় সমিতি গঠন কৰিবলৈ সৰ্বনিম্ন দহ জন ব্যক্তিৰ প্ৰয়োজন। ইয়াৰ উপবিধি কোম্পানীৰ স্মাৰক পত্ৰৰ দৰেই প্ৰস্তুত কৰা আৰু এই সমিতিবিলাক ১৯১২ চনৰ সমবায় সমিতি আইন অনুযায়ী পঞ্জীয়ন কৰিব লাগে। কোম্পানীৰ দৰেই সমবায় সমিতিবিলাকৰ নিজা চাব-মোহৰ আৰু সত্তা থাকে।

(গ) **বীমা, বেংকিং আৰু ইলেক্‌ট্ৰিক যোগান কোম্পানী ঃ** এই কোম্পানীবিলাক যদিও কোম্পানী আইনৰ অনুযায়ী গঠন কৰা হয় তথাপিও বিশেষ বিশেষ আইনৰ ব্যৱস্থা অনুযায়ীহে কাম চলায়। উদাহৰণ স্বৰূপে ১৯৩৮ চনৰ বীমা আইন, ১৯৪৯ চনৰ ইলেক্‌ট্ৰিক যোগান আইনৰ অধীনত এই কোম্পানীবিলাক গঠন কৰা হয়। ১৯৫৬ চনৰ কোম্পানী আইনৰ ৬১৬ নং ধাৰাত স্পষ্টভাৱে উল্লেখ কৰা হৈছে যে বীমা, বেংকিং আৰু ইলেক্‌ট্ৰিক আদি অন্য কোম্পানীবিলাকক বিশেষ আইনে পৰিচালনা কৰিলেও সেই বিশেষ আইনবিলাকত নথকা ব্যৱস্থাবিলাকৰ বাবে কোম্পানী আইনেই পৰিচালনা কৰিব।

**(ঘ) চনদ প্ৰাপ্ত কোম্পানী ঃ** ৰজাৰ বিশেষ চনদৰদ্বাৰা এই কোম্পানীবিলাক গঠন কৰা হয়। ৰাজকীয় চনদৰদ্বাৰা গঠন হোৱা কোম্পানীবলাকৰ পৰিসৰ বৰ বেছি। সাধাৰণ ব্যক্তিয়ে যেনে ধৰণে নিজৰ সম্পত্তিক ব্যৱহাৰ কৰে, চুক্তি কৰে, সেইদৰেই এই কোম্পানী-বিলাকে কাম কৰে। অৱশ্যে এই কোম্পানীবিলাকৰ কাৰ্য্য ইয়াৰ চনদৰ অনুযায়ীয়েই পৰিচালনা হয়। পূৰ্ব-ভাৰত কোম্পানী ( ইষ্ট ইণ্ডিয়া ) এনে প্ৰকাৰৰ কোম্পানী।

**(ঙ) আইন অনুযায়ী গঠন কৰা কোম্পানী ঃ** এই কোম্পানী-বিলাকক লোকসভা বা বিধানসভাৰ বিশেষ আইনৰদ্বাৰা গঠন কৰা হয়। ভাৰতবৰ্ষৰ ৰিজাৰ্ভ বেংক্, শিল্প বিত্ত নিগম, ৰাজ্যিক বিত্ত নিগম, দামোদৰ উপত্যকা উন্নয়ন নিগম আদি কোম্পানীবিলাক বিশেষ আইনৰদ্বাৰাই প্ৰতিষ্ঠা কৰা হৈছে। কোম্পানী আইন অনুযায়ী প্ৰতিষ্ঠা কৰা কোম্পানীবিলাকৰ আহিৰেই এই কোম্পানীবিলাক গঠন কৰা হয়। এই কোম্পানীবিলাকৰ অধিকাৰ আইনত উল্লেখ কৰা থাকে যদিও কোম্পানী আইনত গঠন কৰা কোম্পানীতকৈ এই কোম্পানী-বিলাকক বিশেষ ক্ষমতা দিয়া হৈছে। এই কোম্পানীবিলাকৰ নিজা সত্তা থাকে আৰু নিজৰ নামত মোহৰ মাৰিব পাৰে।

**যৌথ কাৰবাৰৰ শ্ৰেণীবিভাগ ( Kinds of Joint stock company ) ঃ** ১৯৫৬ চনৰ কোম্পানী আইন অনুযায়ী আমাৰ দেশৰ কোম্পানীবিলাক নিম্নোল্লেখিত শ্ৰেণীত ভাগ কৰিছে।

(১) সীমিত জামিন প্ৰাপ্ত যৌথ কোম্পানী
(২) সীমিত দেনা যৌথ কোম্পানী
(৩) অপৰিসীম দেনাৰ যৌথ কোম্পানী
(৪) চৰকাৰী যৌথ কোম্পানী



চনদপ্ৰাপ্ত কোম্পানী সাধাৰণ কোম্পানী
পঞ্জীভুক্ত কোম্পানী
সংসদৰ বিধান মতে গঠিত কোম্পানী
১৯৫৬ চনৰ আগৰেপৰা থকা কোম্পানীসমূহ
নতুনকৈ গঠিত কোম্পানী অৰ্থাৎ ১৯৫৬ চনৰ আইন অনুযায়ী
(১) সীমিত জামিন প্ৰাপ্ত কোম্পানী
(২) অপৰিসীম দেনাৰ কোম্পানী
(৩) অংশক্ৰমে সীমাবদ্ধ কোম্পানী
(৪) চৰকাৰী কোম্পানী
ঘৰুৱা বা গণ্ডীবদ্ধ কোম্পানী
ৰাজহুৱা কোম্পানী
ঘৰুৱা বা ৰাজহুৱা কোম্পানী
ঘৰুৱা বা ৰাজহুৱা কোম্পানী

**(১) সীমিত জামিন প্ৰাপ্ত যৌথ কোম্পানী ঃ** এই কোম্পানীত অংশীদাৰসকলে নিজে কিনা অংশ পত্ৰৰ অনাদায়ী অংশৰ বাহিৰেও কোম্পানী ঋণৰ বাবে নিৰ্দিষ্ট পৰিমাণৰ জামিন লৈ কোম্পানীক ঋণ মুক্ত কৰে। এই জামিনৰ টকা সকলো সদস্যৰ সমান। এই কোম্পানী লাভৰ বাবে স্থাপন কৰা নহয়। সাধাৰণতে শিল্প, সংস্কৃতি আৰু ধৰ্মৰ উন্নতিৰ বাবে এনে ধৰণৰ যৌথ কোম্পানী গঠন কৰা হয়। এনে কোম্পানীত মূলধন থাকিবও পাৰে আৰু নাথাকিবও পাৰে। মূলধন থাকিলে ঘৰুৱা আৰু ৰাজহুৱা দুয়ো প্ৰকাৰৰ কোম্পানীত ইয়াক প্ৰতিষ্ঠা কৰিব পাৰি।

**(২) অপৰিসীম দেনাৰ যৌথ কোম্পানী ঃ** এই শ্ৰেণীৰ যৌথ কোম্পানী সাধাৰণতে বৰ কম সংখ্যাৰহে স্থাপন কৰা হয়। এনে ধৰণৰ কোম্পানীত অংশীদাৰসকলৰ দেনা অংশীদাৰী কাৰবাৰৰ দৰে অপৰিসীম, এই কোম্পানী কেতিয়াবা মূলধন নোহোৱাকৈ আৰম্ভ কৰে। এনে কোম্পানী ঘৰুৱা আৰু ৰাজহুৱা দুয়ো প্ৰকাৰৰ পদ্ধতিত গঠন হ'ব পাৰে।

**(৩) সীমিত দেনাৰ যৌথ কোম্পানী ঃ** কোম্পানী আইনত স্থাপন কৰা কোম্পানীবিলাকৰ ভিতৰত এই শ্ৰেণীৰ কোম্পানীয়েই উল্লেখযোগ্য আৰু সংখ্যাৰ ফালৰপৰা বেছি। এই কোম্পানীত প্ৰত্যেক অংশীদাৰে কিনা অংশৰ ভিতৰতেই তেওঁলোকৰ দেনা সীমাবদ্ধ। সীমিত দেনাৰ যৌথ কোম্পানী ঘৰুৱা আৰু ৰাজহুৱা দুয়ো প্ৰকাৰেই হ'ব পাৰে।

**(৪) চৰকাৰী যৌথ কোম্পানী ঃ** ভাৰতীয় কোম্পানী আইনক ৬১৭ নং ধাৰা অনুযায়ী এবিধ নতুন সীমিত দেনাৰ কোম্পানীৰ ব্যৱস্থা কৰা হৈছে। যেতিয়া কোনো এটা কোম্পানীৰ মূলধনৰ শতকৰা ৫০ ভাগতকৈও অধিক কেন্দ্ৰীয় চৰকাৰ বা ৰাজ্য চৰকাৰে কিনি লয়। তেনে কোম্পানীকে চৰকাৰী যৌথ কোম্পানী বোলে।



ঘৰুৱা কোম্পানীত ( Private Company ) অংশীদাৰৰ সংখ্যা দুজনৰ কম বা পঞ্চাশজনৰ বেছি হ'ব নোৱাৰে। এই বিধ কোম্পানীত কোনো অনুষ্ঠান পত্ৰৰ প্ৰয়োজন নাই আৰু ইয়াৰ অংশ হস্তান্তৰ কৰিব নোৱাৰে; কিন্তু ৰাজহুৱা কোম্পানী সাতজন বা তাতকৈ অধিক লোকেও গঠন কৰিব পাৰে আৰু ইয়াৰ অংশবোৰ হস্তান্তৰ কৰিব পাৰে।

**যৌথ কোম্পানীৰ আৰম্ভণি ( Formation of a Company ) ঃ** ব্যৱসায় কৰি লাভ কৰিবৰ বাবে যৌথ কোম্পানী সংস্থাপন কৰা হয়। কোম্পানী সংস্থাপন মানে কোম্পানী হিচাপে আইনত স্বীকৃতি পোৱা। ব্যৱসায় প্ৰতিষ্ঠান হিচাপে এটা কোম্পানীয়ে কাম আৰম্ভ কৰিবলৈ তিনিটা স্তৰৰ মাজেদি আগবাঢ়িব লাগে। যেনে (ক) প্ৰৱৰ্তন; (খ) পঞ্জীয়ন কৰণ; (গ) ব্যৱসায় আৰম্ভণি।

**(ক) প্ৰৱৰ্তন ঃ** যেতিয়া কেইজনমান উদ্যোগী ব্যক্তিয়ে কোনো এটা ব্যৱসায় কৰি লাভৱান হ'ব বুলি বিবেচনা কৰি এটা কোম্পানী প্ৰতিষ্ঠা কৰিবৰ বাবে কামত আগবাঢ়ে সেই অৱস্থাক প্ৰৱৰ্তন স্তৰ বুলি কোৱা হয়। এই ব্যক্তি কেইজনক প্ৰৱৰ্তক মণ্ডলী বুলি কয়। প্ৰৱৰ্তক শব্দৰ অৰ্থ কোনো আইনতেই ব্যাখ্যা কৰা নাই, গতিকে ইয়াক ব্যাখ্যা কৰিবলৈও অসুবিধা। ন্যায়াধীশ চি. ককবাৰ্ণৰ ( Cockburn ) মতে যি ব্যক্তিয়ে কোনো আঁচনিৰ জৰিয়তে সংস্থাপন কৰে আৰু কোম্পানী সংস্থাপন কৰিবৰ বাবে বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰে তেওঁকেই প্ৰৱৰ্তক বোলে। মুঠৰ ওপৰত প্ৰৱৰ্তকসকলে ব্যৱসায় আৰম্ভ কৰিবৰ বাবে মূলধন আৰু প্ৰস্তুত আৰু অন্যান্য সকলো কাম সম্পন্ন কৰে। প্ৰৱৰ্তকৰ বিভিন্ন কৰ্তব্যবিলাক তলত উল্লেখ কৰা হ'ল।

(১) কোনো এটা কোম্পানী আৰম্ভ কৰিবলৈ লাভজনক ব্যৱসায় আবিষ্কাৰ কৰি ইয়াৰ বাবে বিভিন্ন ব্যৱস্থা লোৱা।

(২) যদি কোনো ব্যক্তিগত সম্পত্তি কোম্পানীৰ বাবে ক্রয় কৰিবলগীয়া হয়, তেন্তে সেই বিষয়ে দৰ-দাম কৰি বেঁচোতাৰ লগত চুক্তি কৰা।

(৩) ক্রয় কৰিবলগা ব্যৱসায়ৰ সম্পত্তিৰ ওপৰত বিত্তধাৰী ব্যক্তিৰ যেনে হিচাপৰক্ষক আৰু মূল্য নিৰূপণৰপৰা প্রতিবেদন যোগাৰ কৰা।

(৪) কোম্পানীৰ স্মাৰকপত্র আৰু অন্তৰ্বিধি পত্রত স্বাক্ষৰ কৰি প্রথম সঞ্চালক হিচাপে কাম কৰিবলৈ কেইজনমান ব্যক্তি বাছি লোৱা।

(৫) (ক) কোম্পানীটোৰ নাম, পঞ্জীয়কৰ কাৰ্য্যালয় আৰু উদ্দেশ্য আদি নিৰ্ধাৰণ কৰা, (খ) মূলধনৰ পৰিমাণ আৰু ইয়াৰ আৰ্হি স্থিৰ কৰা। (গ) যদি উপক্রম দাতা থাকে তেন্তে সেই ফাৰ্মৰ লগত চুক্তি কৰা।

(৬) বেংক্, হিচাপ পৰীক্ষক, দালাল আৰু বিধি পৰামৰ্শ দাতা আদি বাছি লোৱা।

(৭) কোম্পানীৰ স্মাৰকপত্র আৰু অন্তৰ্বিধি প্রস্তুত কৰি ছপা কৰা।

(৮) কোম্পানী পঞ্জীয়নকৰণৰ বাবে আৱশ্যকীয় মাচুল দি পঞ্জীভুক্ত কৰি পঞ্জীয়ন প্রমাণ পত্র গ্রহণ কৰা।

(৯) সম্পত্তি বিক্রীকাৰী, উপক্রমদাতা আৰু পৰিচালক অভিকৰ্তাৰ লগত প্রাৰম্ভিক চুক্তি কৰা।

(১০) ব্যৱসায়ৰ অনুষ্ঠান পত্র প্রস্তুত কৰি বিতৰণ আৰু বিজ্ঞাপনৰ ব্যৱস্থা কৰা।

(১১) মূলধন বিতৰণৰ ব্যৱস্থা কৰা।

(১২) প্রাৰম্ভিক খৰচ পাতি কৰা।

প্রৱৰ্তকসকলে এইবিলাক কাম সম্পন্ন কৰাৰ বাবদ কোম্পানীৰপৰা



পাৰিশ্রমিক গ্রহণ কৰে। এই পাৰিশ্রমিক বিভিন্ন ধৰণৰ হ'ব পাৰে যেনেঃ তেওঁ গোটোৱা সম্পত্তিৰ কিনা মূল্যৰ ওপৰত কমিচন দিয়া, তেওঁলোকে ক্রয় কৰা সম্পত্তিবিলাক কোম্পানীক বেছি দামত বিক্রী কৰি লাভ দিব পাৰে। তৃতীয়তে কোম্পানীয়ে কোনো এটা নিৰ্দিষ্ট পৰিমাণৰ টকা প্রৱৰ্তকক পাৰিশ্রমিক দিব পাৰে। তদুপৰি প্রৱৰ্তকসকলক পৰিচালক অভিকৰ্তা হিচাপে নিয়োগ কৰি তেওঁলোকক পাৰিশ্রমিক দিয়া হয়।

**(২) পঞ্জীয়ন কৰণ ঃ** পঞ্জীয়নকৰণৰদ্বাৰাই কোম্পানী আৰম্ভ হয়। যেতিয়াই যৌথ কোম্পানীৰ পঞ্জীয়কৰপৰা কোম্পানী অন্তৰ্ভুক্ত কৰণৰ প্রমাণ পত্র পোৱা হয় তেতিয়াৰ পৰাহে আইনমতে কোম্পানী সংস্থাপন কৰা বুলিব পাৰি। প্রৱৰ্তকসকলে সকলোবিলাক প্রাৰম্ভিক কাৰ্য্য সম্পন্ন কৰি বিভিন্ন বিষয় আলোচনা কৰি তলত উল্লেখ কৰা কথা কেইটাৰ বিষয়ে আগবাঢ়ে।

(ক) মূলধন বিতৰণৰ বাবে কেন্দ্রীয় চৰকাৰৰপৰা অনুমোদন লোৱা বৰ্তমান অৱস্থাত এটা কোম্পানীয়ে কেন্দ্রীয় চৰকাৰৰ সন্মতি নোহোৱাকৈ ২৫,০০০০ ( পঁচিশ লাখ ) টকালৈকে মূলধন গোটোৱাৰ ব্যৱস্থা কৰিব পাৰে ; কিন্তু মূলধনৰ পৰিমাণ ২৫ লাখতকৈ বেছি হ'লে কেন্দ্রীয় চৰকাৰৰ ওচৰত আবেদন কৰি সন্মতি ল'ব লাগে। এই আবেদন পত্র মূলধন বিতৰণৰ নিয়ন্ত্রণকাৰী ; কিন্তু মন্ত্রণালয় অৰ্থনৈতিক বিভাগ নতুন দিল্লীলৈ ৫০ টকাৰ ট্রেজাৰী ৰচিদৰ আৰু অনুষ্ঠান পত্রৰ এখন নকলৰ সৈতে পঠাব লাগে। ইয়াৰ পাছত যদি কোনো শিল্প স্থাপনৰ বাবে মূলধন গোটোৱা হৈছে তেন্তে ১৯৫১ চনৰ শিল্প উন্নয়ন আৰু বিনিয়োগ আইন অনুযায়ী অনুজ্ঞা পত্র ( Licence ) ল'ব লাগে।

তৃতীয়তে সকলোবিলাক বিষয়ৰ এখন বিবৃতি প্রস্তুত কৰি নাম,

পঞ্জীয়ন-কাৰ্য্যালয়ৰ ঠিকনা, মূলধনৰ পৰিমাণ আৰু ইয়াৰ বিভাজন কোনো ব্যৱসায় ক্ৰয় কৰিলে তাৰ হিচাপৰ বিৱৰণ, সঞ্চালকৰ সংখ্যা, নাম আৰু অৰ্হতা, পৰিচালকৰ অভিজ্ঞতা, সচিব, ধন ভঁড়ালী আৰু অন্যান্য বিষয়াসকলৰ নাম আৰু নিয়োগৰ চৰ্তাৱলী ইত্যাদিৰে বিবৃতিখন প্ৰস্তুত কৰা হয়।

চতুৰ্থতে কোম্পানীৰ নামটোত কিবা আপত্তি থাকিলে পঞ্জীয়কৰ-পৰা নিৰূপণ কৰি ল'ব লাগে। তদুপৰি প্ৰাৰম্ভিক চুক্তি বিৱৰণ, অনুষ্ঠান পত্ৰৰ প্ৰস্তুত, বেংক্ দালাল, হিচাপ পৰীক্ষক, উপক্ৰম দাঁতা আদি বিশেষ ব্যক্তিৰ নিয়োগ কৰি কোম্পানীৰ স্মাৰক পত্ৰ আৰু অন্তনিয়ম ছপা কৰিব লাগে। পঞ্জীয়কে কোম্পানীৰ ব্যৱসায় সম্পৰ্কীয় নথী-পত্ৰসমূহৰ একো আসোঁৱাহ নাপালে এখন নিৰ্দেশ পত্ৰ দিব। এই নিৰ্দেশ পত্ৰখনকে অন্তৰ্ভুক্তকৰণৰ প্ৰমাণ পত্ৰ বোলে।

**(৩) ব্যৱসায় আৰম্ভ:** ঘৰুৱা বা গণ্ডীবদ্ধ কোম্পানী হ'লে অন্তৰ্ভুক্তিকৰণ প্ৰমাণ পত্ৰ পোৱাৰ লগে লগেই ব্যৱসায় আৰম্ভ কৰিব পাৰে; কিন্তু অন্য কোম্পানীবিলাকে ব্যৱসায় আৰম্ভ কৰিব নোৱাৰে। ১৯৫৬ চনৰ কোম্পানী আইনৰ ১৪৯ ধাৰা অনুযায়ী ৰাজহুৱা কোম্পানীবিলাকে ব্যৱসায় আৰম্ভ কৰাৰ আগতে কিছুমান আৱশ্যকীয় ব্যৱস্থা কৰিব লাগে। যেনে, যিবিলাক কোম্পানীয়ে অনুষ্ঠান পত্ৰ বিতৰণ কৰি ৰাইজক অংশ ক্ৰয় কৰিবৰ বাবে আহ্বান জনাই সেই কোম্পানীবিলাকে ব্যৱসায় কৰা আৰু ঋণ লোৱা কাম আৰম্ভ কৰিব নোৱাৰে, যেতিয়ালৈকে তলত উল্লেখ কৰা ব্যৱস্থাসমূহ সম্পূৰ্ণ নকৰে।

(ক) নগদ টকা দিয়া অংশবিলাকৰ সৰ্ব নিম্ন বৰঙণি নাপালে।

(খ) প্ৰতিজন সঞ্চালকে দিব লগা আবেদন আৰু বিলিকৰণৰ মূল্য যেতিয়ালৈকে পৰিশোধ নকৰে এই ব্যৱস্থাবিলাকৰ বিষয়



কোম্পানীৰ সচিবে বা অন্য কোনো এজন বিচাৰকে আইনমতে নিৰ্দিষ্ট আহিত কোম্পানীৰ পঞ্জীয়কৰ ওচৰত ঘোষণা দিব লাগে।

(২) যিবিলাক কোম্পানীয়ে অনুষ্ঠান পত্ৰ বিতৰণ নকৰে সেইবিলাক কোম্পানীয়েও তলত উল্লেখ কৰা চৰ্তবিলাক সম্পূৰ্ণ নকৰালৈকে ব্যৱসায় আৰম্ভ কৰিব নোৱাৰে।

(ক) কোম্পানীয়ে অনুষ্ঠান পত্ৰৰ পৰিবৰ্তে এখন বিতৰণ পত্ৰ পঞ্জীয়কৰ ওচৰত দাখিল নকৰিলে।

(খ) প্ৰত্যেক সঞ্চালকে অংশ পত্ৰৰ বাবদ দিব লগা আবেদন আৰু বিলিকৰণ মূল্য পৰিশোধ নকৰিলে।

(গ) কোম্পানীৰ সচিব বা কোনো এজন সঞ্চালকে পঞ্জীয়কৰ ওচৰত সঞ্চালকসকলে আবেদন আৰু বিলিকৰণৰ মূল্য পৰিশোধ কৰিলে বুলি ঘোষণা পত্ৰ নিদিলে।

এই সকলোখিনি কাম নিয়াৰিকৈ সম্পাদন কৰাৰ পাছত সাধাৰণ বা ৰাজহুৱা যৌথ কোম্পানীবিলাকক পঞ্জীয়কে ব্যৱসায় আৰম্ভ কৰিবলৈ নিৰ্দেশ পত্ৰ দিয়ে। এই নিৰ্দেশ পত্ৰ খনকে ব্যৱসায় আৰম্ভণিৰ প্ৰমাণ পত্ৰ বোলে। ইয়াৰ পাছৰপৰাই কাৰবাৰটোৱে সক্ৰিয় ভাৱে কামত আগবাঢ়িব পাৰিব।

**গণ্ডীবদ্ধ বা ঘৰুৱা কোম্পানী আৰু ৰাজহুৱা কোম্পানী:** ১৯৫৬ চনৰ ভাৰতীয় কোম্পানী আইনৰ তিনি ধাৰা মতে গণ্ডীবদ্ধ কোম্পানীৰ বিতৰণ তলত উল্লেখ কৰা হয়।

(১) অংশীদাৰসকলে সীমাবদ্ধভাৱেহে তেওঁলোকৰ অংশ পত্ৰ হস্তান্তৰ কৰিব পাৰে।

(২) অংশীদাৰসকলৰ সৰ্বমুঠ সংখ্যা ৫০ জনতে সীমাবদ্ধ, অৱশ্যে এই সংখ্যাৰ ভিতৰত কোম্পানীত নিযুক্ত থকা লোকসকল নপৰে। ইয়াৰ সৰ্বনিম্ন সদস্যৰ সংখ্যা হ'ল দুজন।

(৩) জনসাধাৰণক কোম্পানীৰ অংশ আৰু ঋণ পত্ৰ কিনাৰ বাবে আমন্ত্ৰণ জনোৱা নহয়।

অন্যহাতেদি ৰাজহুৱা কোম্পানীবিলাকৰ অংশীদাৰসকলে অংশ পত্ৰ নিজৰ ইচ্ছানুযায়ী হস্তান্তৰ কৰিব পাৰে। এই কোম্পানীত সৰ্বনিম্ন সদস্যৰ সংখ্যা ৭ জন আৰু সৰ্বমুঠ সংখ্যাৰ কোনো সীমা নাই। ৰাজহুৱা যৌথ কোম্পানীবিলাকত জনসাধাৰণক কোম্পানীৰ অংশ পত্ৰ আৰু ঋণপত্ৰ কিনিবৰ বাবে আমন্ত্ৰণ জনোৱা হয়।

**যৌথ কোম্পানীৰ স্মাৰক লিপি ঃ** এই দলিল খনেই কোম্পানীৰ আটাইতকৈ গুৰুত্বপূৰ্ণ নথী। আচলতে এই খনেই কোম্পানীৰ চনদ। ব্যৱসায়টোৰ স্মাৰক পত্ৰখন সংবিধান স্বৰূপ। ইয়াৰ দফাবোৰ সহজে পৰিবৰ্তন কৰিব নোৱাৰি। দফা পৰিবৰ্তনৰ বাবে চৰকাৰৰ বিশেষ অনুমতিৰ প্ৰয়োজন। গতিকে স্মাৰক পত্ৰ প্ৰস্তুত কৰোঁতেই সকলোবিলাক কথা বিবেচনা কৰিব লাগে যাতে ইয়াক ভৱিষ্যতে পৰিবৰ্তন কৰিবলগীয়া নহয়। স্মাৰক পত্ৰত ব্যৱসায়ৰ কাম-কাজ আৰু নিম্নোক্ত দফা কেইটা সন্নিৱিষ্ট কৰা থাকে।

(১) কোম্পানীৰ নাম যদি ৰাজহুৱা কোম্পানী হয় তেন্তে নামৰ শেষত 'সীমিত' শব্দটো থাকিব লাগে আৰু ঘৰুৱা কোম্পানী হ'লে 'ঘৰুৱা পৰিসীমিত' এই শব্দটো লিখিত হ'ব লাগে। আইনতো সাধাৰণতে কোম্পানীৰ নাম বাছি লোৱাত কিছুমান বাধা আৰোপ কৰা আছে। সাধাৰণতে ওচৰা ওচৰি একে নামৰ কোম্পানী পঞ্জীয়ন কৰা নহয়। কেন্দ্ৰীয় চৰকাৰৰ মতৰ সাপেক্ষেহে নাম দিয়া হয়। কোম্পানীৰ নাম পৰিবৰ্তন কৰিবলৈ হ'লে প্ৰথমতে বিশেষ প্ৰস্তাৱ লৈ কেন্দ্ৰীয় চৰকাৰৰপৰা লিখিত অনুমোদন ল'ব লাগিব। তেতিয়াহে নাম সাল-সলনি কৰিব পাৰে।

(২) কোম্পানীৰ পঞ্জীয়ন কাৰ্য্যালয় থকা ৰাজ্যখনৰ নাম উল্লেখ



কৰিব লাগে। প্ৰত্যেক কোম্পানীৰেই কোনো নিৰ্দিষ্ট নগৰ বা গাঁৱত আৰম্ভণিৰপৰা পঞ্জীয়ন কাৰ্য্যালয় থাকিব লাগে। এই উল্লিখিত ঠাইখনতেই কোম্পানীৰ প্ৰধান কাৰ্য্যালয় থাকে। কোম্পানীৰ পঞ্জীয়ন কাৰ্য্যালয় যদি একেখন ৰাজ্যৰে এখন ঠাইৰপৰা আন এখন ঠাইলৈ স্থানান্তৰ কৰা হয় তেন্তে কোম্পানীয়ে বিশেষ প্ৰস্তাৱ গ্ৰহণ কৰি ৩০ দিনৰ ভিতৰত পঞ্জীয়কক স্থানান্তৰৰ কথা জনাব লাগিব। এখন ৰাজ্যৰপৰা অন্য এখন ৰাজ্যলৈ স্থানান্তৰ কৰিবলৈ হ'লে বিশেষ প্ৰস্তাৱৰ উপৰিও চৰকাৰৰ সন্মতি ল'ব লাগিব। চৰকাৰৰ সমৰ্থন পোৱাৰ আগতে চৰকাৰ সন্তুষ্ট হ'ব লাগিব যে স্থানান্তৰৰ বিষয়ে কোম্পানীৰ ঋণদাতা আৰু ঋণ পত্ৰ গ্ৰহণকাৰীক আৰু পঞ্জীয়কক আৰু অন্যান্য ব্যক্তিক জাননী দিয়া হৈছে। আদালতৰ এলেকা বুজিবৰ কাৰণেই স্মাৰক পত্ৰত কোম্পানীৰ পঞ্জীয়ন কাৰ্য্যালয় কোন ঠাইত প্ৰতিষ্ঠিত সেই কথা উল্লেখ থাকিব লাগিব।

(৩) **কোম্পানীৰ উদ্দেশ্য ঃ** স্মাৰক পত্ৰত কোম্পানীৰ মূল উদ্দেশ্যসমূহ লিপিবদ্ধ কৰিব লাগে। সাধাৰণতে উদ্দেশ্যসমূহৰ সম্পূৰ্ণ বিৱৰণ লিখা হয়। এটা কোম্পানী কোনো এটা নিৰ্দিষ্ট উদ্দেশ্যতহে গঠিত হয় আৰু এই উদ্দেশ্যটো স্মাৰক পত্ৰত উল্লেখ থাকে। কোম্পানীয়ে আইন-মতে স্মাৰক পত্ৰত থকা উদ্দেশ্যৰ বাহিৰে অন্য কোনো কাম কৰিব নোৱাৰে। গতিকে স্মাৰক পত্ৰৰ এইটোৱেই গুৰুত্বপূৰ্ণ বিষয়। সেয়েহে এই পত্ৰখন প্ৰস্তুত কৰোঁতে বৰ সাৱধান হ'ব লাগে। পাছত এই দফাৰ সালসলনি কৰাটো কঠিন হোৱাৰ বাবে প্ৰৱৰ্তকে তেওঁলোকৰ ব্যৱসায় সম্বন্ধীয় সকলো কাৰ্য্যকে ইয়াত অন্তৰ্ভুক্ত কৰে। প্ৰধান ব্যৱসায়ৰ লগত জৰিত থকা আন কাৰ্য্যবোৰৰো বিৱৰণ দিব লাগে। কোম্পানীৰ উদ্দেশ্যবিলাক বৈধ হ'ব লাগিব। যিবিলাক ৰাজহুৱা স্বাৰ্থৰ ক্ষতি কাৰক কাম সেইবিলাক ইয়াত উল্লেখ কৰিব

নোৱাৰিব। বেপেৰুৱা কোম্পানীৰ বাহিৰে আন সকলো কোম্পানীয়ে যিবোৰ ৰাজ্যত কোম্পানীৰ উদ্দেশ্যসমূহ কাৰ্য্যকৰী হ'ব সেইবোৰ ৰাজহুৱা নাম দিব লাগিব। ১৯৫৬ চনৰপৰা কোম্পানীৰ আনুষংগিক উদ্দেশ্যসমূহ লিপিবদ্ধ কৰাটো বাধ্যতামূলক কৰা হৈছে। গতিকে স্মাৰকলিপি প্ৰস্তুত কৰোঁতে উদ্দেশ্যসমূহ দুভাগকৈ দিব লাগে। —মূল উদ্দেশ্য আৰু আনুষংগিক উদ্দেশ্য—।

(৪) **দায়িত্বৰ দফা ঃ** কোম্পানীৰ অংশীদাৰসকলৰ দায়িত্ব সীমিত নে অপৰিসীমিত তাকো লিপিবদ্ধ কৰিব লাগে। প্ৰতিশ্ৰুত দায়ীত্ব হ'লে প্ৰতিজন অংশীদাৰে নিজা কিনা অংশৰ বাহিৰে আন কিমান টকাৰ প্ৰতিশ্ৰুতি দিয়ে তাকো উল্লেখ কৰিব লাগে। সীমিত দেনা কোম্পানীত সঞ্চালক আৰু অন্যান্য বিষয়াসকলৰ দেনা স্মাৰক পত্ৰত অপৰিসীম বুলি দিয়া থাকিবও পাৰে। যদি সঞ্চালক বা অন্য বিষয়াসকলৰ দেনা অপৰিসীম হয় তেনে ক্ষেত্ৰত তেওঁলোকক নিৰ্বাচন কৰাৰ সময়ত এই বিষয়ে উপযুক্ত জাননী দিব লাগে।

(৫) **মূলধনৰ দফা ঃ** কোম্পানীটো কিমান মূলধন লৈ পঞ্জীয়ন কৰিব আৰু সেই মূলধনক কেনে ধৰণৰ অংশত বিভক্ত কৰি প্ৰতিটো অংশৰ মূল্য কিমান পৰিমাণৰ হ'ব এই কথা ইয়াত উল্লেখ থাকিব লাগে। কোম্পানী আইনত কিমান মূলধনেৰে কোম্পানী পঞ্জীয়ন কৰিব পাৰিব বা অংশবিলাকৰ মূল্য কিমান হ'ব তাৰ কোনো সীমা দিয়া নাই। সাধাৰণতে ঘৰুৱা কোম্পানীৰ অংশবিলাকৰ মূল্য ৰাজহুৱা কোম্পানীতকৈ বেছি হয়।

(৬) **সন্মিলিত দফা ঃ** এই দফাত স্মাৰক লিপিত স্বাক্ষৰ কৰা ব্যক্তি কেইজনে ইয়াৰ যোগেদি ব্যক্ত কৰিব যে তেওঁলোকে কোম্পনীটো প্ৰতিষ্ঠা কৰিবলৈ ইচ্ছুক আৰু তেওঁলোকৰ নামৰ বিপৰীতে থকা অংশলৈ মূল্য পৰিশোধ কৰিব। এই দফাক দুটা অংশত ভাগ কৰি প্ৰথম



অংশত প্ৰবৰ্তকসকলে কোম্পানী এটা প্ৰতিষ্ঠা কৰিবলৈ ইচ্ছা কৰি সেই কোম্পানীৰ কিছু অংশ পত্ৰ লয় বুলি ঘোষণা কৰে। দ্বিতীয় অংশত প্ৰকৃত অংশ গ্ৰহণকাৰীৰ বাবে প্ৰবৰ্তকসকলে দিয়ে। ইয়াত প্ৰবৰ্তকসকলে ঘৰুৱা বা ৰাজহুৱা কোন বিধৰ কোম্পানী গঠন কৰিব, তাক উল্লেখ কৰিব নালাগে।

প্ৰতিজন স্বাক্ষৰকাৰীয়েই তেওঁলোকৰ সম্পূৰ্ণ নাম, ঠিকনা আৰু তেওঁৰ বৃত্তিৰ কথা উল্লেখ কৰিব লাগে। চহী কৰোঁতে তাৰিখ দিয়া উচিত। চহী কৰোঁতে এজন সাক্ষীৰ সাক্ষাতত কৰিব লাগে। ঘৰুৱা কোম্পানীৰ ক্ষেত্ৰত দুজন আৰু ৰাজহুৱা কোম্পানীৰ ক্ষেত্ৰত সাতজন ব্যক্তিয়ে স্মাৰক পত্ৰত চহী কৰিব লাগে। প্ৰতিজনৰ নামৰ বিপক্ষে অংশ উল্লেখ কৰিব লাগে আৰু শেষত সকলোৱে লোৱা মুঠ অংশ যোগ কৰি দেখুৱাব লাগে। অংশৰ সংখ্যা আখৰ আৰু সংখ্যা দুয়োটাকে লিখাটো বাঞ্ছনীয়। স্মাৰক পত্ৰত উল্লেখ কৰা অংশৰ বাবে প্ৰতিজন স্বাক্ষৰকাৰীয়েই দায়ীত্ববদ্ধ হয়, কোম্পানীৰ পৰিসম্পত্তিত কোনো স্বাক্ষৰকাৰীৰ অংশ বিলি নকৰিলেও তেওঁৰ নামৰ বিপৰীতে থকা অংশৰ বাবে সম্পূৰ্ণ দায়ী হ'ব।

**কোম্পানীৰ আভ্যন্তৰীণ নিয়মাৱলী ঃ** কোম্পানীৰ স্মাৰক লিপিত উল্লেখ কৰা উদ্দেশ্যবিলাক সম্পন্ন কৰিবলৈ আৰু কোম্পানীৰ আভ্যন্তৰীণ পৰিচালনাৰ বাবে যিখন উপবিধি গ্ৰহণ কৰা হয়, তাকেই কোম্পানীৰ অন্তৰ্লিপি বা আভ্যন্তৰীণ নিয়মাৱলী বোলে। এই উপবিধিখনে স্মাৰক পত্ৰৰ সহায়কাৰী হিচাপে কাম কৰে। স্মাৰক পত্ৰৰ কোনো নিয়মকেই এই দলিলে উলংঘা কৰিব নোৱাৰে। স্মাৰক পত্ৰৰ অধীনস্থ হোৱা বাবে এই দলিলে স্মাৰক পত্ৰৰ ব্যৱস্থাবিলাক ব্যাখ্যা কৰিব পাৰে। যিবিলাক ৰাজহুৱা যৌথ কোম্পানীয়ে আভ্যন্তৰীণ নিয়মাৱলী পঞ্জীয়ন নকৰে

সেইবিলাক কোম্পানীয়ে কোম্পানী আইনৰ ১নং তপচিল ভুক্ত টেবুল 'এ'ৰদ্বাৰা পৰিচালিত হ'ব।

এই দলিলখন ছপা কৰাই ক্ৰমিক সংখ্যাত বিভিন্ন অংশত ভাগ কৰি স্মাৰক পত্ৰত স্বাক্ষৰ কৰা সকলো ব্যক্তিয়েই এজনকৈ সাক্ষীৰ সাক্ষাতত চহী কৰিব লাগে। সাধাৰণতে এই অন্তৰ্লিপিত তলত উল্লিখিত বিষয়-সমূহ লিখা থাকে—

(১) টেবুল 'এ' অন্তৰ্ভুক্ত নকৰাৰ বিৱৰণ।

(২) কোনা গুৰুত্বপূৰ্ণ শব্দ আৰু জটুৱা শব্দৰ ব্যাখ্যা।

(৩) যদি কোনো প্ৰাৰম্ভিক চুক্তি আছে তাক গ্ৰহণ।

(৪) মূলধনৰ দফা—অনুমোদিত মূলধনৰ পৰিমাণ, আৰু ইয়াক যিবোৰ বিভিন্ন শ্ৰেণীৰ অংশত ভাগ কৰা হয় তাৰ বিৱৰণ।

(৫) অংশৰ বিলি কৰণ।

(৬) সৰ্বনিম্ন বৰঙণিৰ পৰিমাণ নিৰ্ধাৰণ।

(৭) অংশ প্ৰমাণ পত্ৰ আৰু ছেয়াৰ ওৱাৰেণ্ট।

(৮) অৱলেখনৰ পৰিমাণ পৰিশোধ।

(৯) অংশ তলব কেনেকৈ কৰা হয়।

(১০) অংশ বাজেয়াপ্ত চামিল আদি।

(১১) অংশ হস্তান্তৰ কৰা নিয়মাৱলী।

(১২) অংশ পত্ৰৰ বিভাজন।

(১৩) মূলধনৰ বৃদ্ধি বা হ্ৰাস কৰাৰ ব্যৱস্থা।

(১৪) ধৰিলোৱা ক্ষমতা।

(১৫) সাধাৰণ সভা আৰু তাৰ কাৰ্য্য বিৱৰণী, ভোটৰ ব্যৱস্থা ইত্যাদি।

(১৬) কোম্পানীৰ পৰিচালনাৰ ব্যৱস্থা।



(১৭) সঞ্চালক, তেওঁলোকৰ যোগ্যতা পাৰিশ্ৰমিক, পাল আৰু সঞ্চালকৰ সভা।

(১৮) লাভাংশ পুঁজি আৰু অপচয় নিধি।

(১৯) হিচাপ-নিকাচৰ ব্যৱস্থা আৰু হিচাপ-পৰীক্ষকৰ নিয়োগ পদ্ধতি।

(২০) কোম্পানীৰ মোহৰ।

(২১) জাননী দিয়াৰ নীতি।

(২২) কোম্পানীৰ পৰিসমাপ্তিৰ ব্যৱস্থা।

(২৩) পৰিচালনা অভিকৰ্তা আৰু পৰিচালনা সঞ্চালকৰ ক্ষমতা, পাৰিশ্ৰমিক কৰ্তব্য ইত্যাদি।

(২৪) সভাবিলাকৰ বিৱৰণ।

এই আভ্যন্তৰীণ নিয়মাৱলীখন সকলো সভ্যই মানি চলিব লাগিব। কোম্পানীৰ লগত লেন্‌দেন্ কৰা অন্য লোকে এই চৰ্তসমূহ জানি শুনিয়েই লেন্‌দেন্ কৰিছে বুলি আইনে ধৰি লয়। কোম্পানী আইনৰ ৩ ধাৰাত আভ্যন্তৰীণ নিয়মাৱলীৰ বিশেষ প্ৰস্তাৱৰদ্বাৰা সালসলনিৰ ব্যৱস্থা আছে।

**অনুষ্ঠান পত্ৰ ঃ** কোম্পানীৰ অংশপত্ৰ আৰু ঋণ বা ঋণপত্ৰ বিক্ৰী কৰিবলৈ ৰাইজক আহ্বান কৰা দলিলখনকে **অনুষ্ঠান পত্ৰ** বোলে। অনুষ্ঠান পত্ৰৰ সংজ্ঞা এনেদৰে দিয়া হৈছে—যি জাননী প্ৰচাৰ পত্ৰ, বিজ্ঞাপন বা অন্য প্ৰকাৰৰ দলিলৰদ্বাৰা ৰাইজৰপৰা কোম্পানীৰ অংশ আৰু ঋণ পত্ৰ ক্ৰয় কৰিবৰ বাবে ফৰমাচ আনে তাকে অনুষ্ঠান পত্ৰ বোলে। কোম্পানী পঞ্জীয়ন কৰাৰ পাছতেই এই পত্ৰ বিতৰণ কৰা হয়। অনুষ্ঠান পত্ৰখন তাৰিখসহ কোম্পানীৰ সঞ্চালক বা তেওঁলোকৰ স্বীকৃতি থকা ব্যক্তিৰদ্বাৰা স্বাক্ষৰিত হ'ব লাগে। যি কেইজন ব্যক্তিয়ে এই পত্ৰ স্বাক্ষৰ কৰে তেওঁলোকে ইয়াৰ ভুল ব্যাখ্যা বা মিছা প্ৰতিনিধিত্ব

কৰিলে জগৰীয়া হ'ব। অনুষ্ঠান পত্ৰ বিতৰণ কৰাৰ আগতেই পঞ্জীয়কৰ ওচৰত দাখিল কৰিব লাগে। যদি কোনো কোম্পানীয়ে অনুষ্ঠান পত্ৰ বিতৰণ নকৰে তেন্তে আইন অনুযায়ী এই পত্ৰৰ পৰিবৰ্তে এখন বিৱৰণী পত্ৰ প্ৰস্তুত কৰি সঞ্চালক বা তেওঁলোকৰ স্বীকৃতিপ্ৰাপ্ত ব্যক্তিৰদ্বাৰা চহী কৰি বিতৰণ কৰিব লাগিব। সাধাৰণতে অনুষ্ঠান পত্ৰখন ৰাইজক কোম্পানীৰ সম্পূৰ্ণ বিৱৰণ জনাবৰ বাবেই বিতৰণ কৰা হয়।

যদি অনুষ্ঠান পত্ৰখন সম্পূৰ্ণ বিৱৰণ নিদিয়াকৈ কোনো বাতৰি কাগজত বা অন্য কোনো মাধ্যমত প্ৰচাৰ কৰা হয়, তেন্তে পৰিষ্কাৰভাৱে জনাব লাগিব যে সেইখন অনুষ্ঠান পত্ৰ নহয়; কিন্তু ৰাইজক কোম্পানীৰ বিষয়ে জনোৱা এখন জাননীহে। অনুষ্ঠান পত্ৰখনৰ লগত অংশ কিনিবৰ বাবে ব্যৱহাৰ কৰা এখন আবেদন পত্ৰৰ নকল থাকে। আইনৰ বিধি অনুযায়ী অনুষ্ঠান পত্ৰ বিতৰণ নকৰিলে জগৰীয়া হ'ব। অনুষ্ঠান পত্ৰত তলত দিয়া বিষয়সমূহ লিপিবদ্ধ কৰা হয়।

(১) স্মাৰক পত্ৰৰ সকলো দফা প্ৰত্যেকজন স্বাক্ষৰকাৰীৰ নাম, ঠিকনা, বিৱৰণ আৰু তেওঁলোকে গ্ৰহণ কৰা অংশৰ সংখ্যা।

(২) মুঠ অংশৰ সংখ্যা।

(৩) কোম্পানীৰ সম্পত্তিত আৰু লাভত অংশীদাৰসকলৰ স্বাৰ্থ।

(৪) সঞ্চালকসকলৰ নাম, ঠিকনা আৰু বিৱৰণ।

(৫) সঞ্চালকসকলৰ অংশ আৰু তেওঁলোকৰ পাৰিশ্ৰমিক।

(৬) হিচাপ পৰীক্ষকৰ নাম আৰু ঠিকনা।

(৭) কি নিয়তম বৰঙণিত সঞ্চালকসকলে অংশ বিলিকৰণ কৰিব।

(৮) অংশ মূলধন আবেদনৰ, বিলিকৰণ আৰু তলব মূল্য।

(৯) কোম্পানীৰ প্ৰাৰম্ভিক খৰচ।

(১০) কোম্পানীৰ অন্তৰ্লিপিৰ ব্যৱস্থা অনুযায়ী অভিকৰ্তা আৰু দালালক কমিছন আৰু দালালি পৰিশোধ।



(১১) সঞ্চালক, পৰিচালক বা পৰিচালক অভিকৰ্তাৰ পাৰিশ্ৰমিক।

(১২) সম্পত্তি বিক্ৰীকাৰী থাকিলে তেওঁলোকৰ নাম আৰু ঠিকনা।

(১৩) সম্পত্তি ক্ৰয় কৰোঁতে দিয়া অংশ, নগদ টকা বা ঋণ পত্ৰ দিয়া হ'লে তাৰ বিৱৰণ। সুনামৰ বাবে যদি কোনো টকা পৰিশোধ কৰা হয় তাক সম্পূৰ্ণভাৱে উল্লেখ কৰিব লাগে।

(১৪) কোম্পানী আৰম্ভ কৰোঁতে সঞ্চালকসকলৰ কিবা স্বাৰ্থ জড়িত থাকিলে সম্পূৰ্ণ বিৱৰণ দিব লাগে। প্ৰৱৰ্তক সকলক তেওঁলোকৰ সেৱাৰ বাবে টকা পৰিশোধ কৰিবলগীয়া হলে তাকো উল্লেখ কৰিব লাগে।

(১৫) প্ৰত্যেক বিধৰ অংশৰ বাবে লাভাংশ আৰু ভোটৰ অধিকাৰ।

(১৬) সম্পত্তিৰ বাবদ কোনো চুক্তি থাকিলে উল্লেখ কৰিব লাগে।

(১৭) হিচাপ পত্ৰৰ ব্যৱস্থা।

ঘৰুৱা আৰু ৰাজহুৱা কোম্পানীৰ মাজত কিছুমান প্ৰভেদ আছে। সেইবিলাক তলত আলোচনা কৰা হ'ল।

(১) ঘৰুৱা কোম্পানীত সৰ্বনিম্ন অংশীদাৰৰ সংখ্যা দুজন আৰু সৰ্বোচ্চ সংখ্যা কোম্পানীৰ চাকৰিয়াল অংশীদাৰৰ বাহিৰে পঞ্চাশজন; কিন্তু ৰাজহুৱা কোম্পানীত সৰ্বনিম্ন ৭ জন আৰু সৰ্বোচ্চৰ কোনো সীমা সংখ্যা নাই।

(২) ঘৰুৱা কোম্পানীত অনুষ্ঠান পত্ৰৰ প্ৰয়োজন নাই; কিন্তু ৰাজহুৱা কোম্পানীত প্ৰয়োজন।

(৩) গণ্ডীবদ্ধ যৌথ কোম্পানীত অংশীদাৰসকলে অংশ হস্তান্তৰ কৰাত কিছু বাধা নিষেধ থাকে; কিন্তু ৰাজহুৱা কোম্পানীত অংশ হস্তান্তৰ কৰাত কোনো নিষেধ নাই।

(৪) গণ্ডীবদ্ধ কোম্পানীয়ে পঞ্জীয়ন হোৱাৰ পাছতেই ব্যৱসায়

আৰম্ভ কৰিব পাৰে ; কিন্তু ৰাজহুৱা কোম্পানীয়ে ব্যৱসায় আৰম্ভ কৰাৰ পত্ৰ নোপোৱালৈকে ব্যৱসায় আৰম্ভ কৰিব নোৱাৰে।

(৫) ঘৰুৱা কোম্পানীয়ে বিধিবদ্ধ সভা পাতিব নালাগে ; কিন্তু ৰাজহুৱা কোম্পানীৰ ক্ষেত্ৰত এইটো বাধ্যতামূলক।

(৬) ঘৰুৱা কোম্পানীত সঞ্চালক দুজন থাকিলেই হয় ; কিন্তু ৰাজহুৱা কোম্পানীত অন্ততঃ তিনিজন সঞ্চালক থাকিব লাগে।

(৭) সৰ্বনিম্ন বৰঙণি নোহোৱাকৈয়েই ঘৰুৱা কোম্পানীয়ে অংশ বিতৰণ কৰিব পাৰে, কিন্তু ৰাজহুৱা কোম্পানীয়ে নোৱাৰে।

(৮) সঞ্চালক হিচাপে কাৰ্য্যভাৰ গ্ৰহণকৰাৰ ইচ্ছা পত্ৰ, তেওঁলোকৰ নাম, ঠিকনা আৰু যোগ্যতাৰ অংশ কিনাৰ চুক্তিনামা আদি ৰাজহুৱা কোম্পানীৰ সঞ্চালকে পঞ্জীয়কক দিব লাগে ; কিন্তু ঘৰুৱা কোম্পানীত এই বিলাকৰ আৱশ্যক নাই।

(৯) ঘৰুৱা কোম্পানীৰ নামৰ পাচত সীমাবদ্ধ (Privat Limited) শব্দ দুটা যোগ কৰিব লাগে ; কিন্তু ৰাজহুৱা কোম্পানীত কেৱল সীমাৱদ্ধ শব্দটো দিলেই হয়।

(১০) ঘৰুৱা কোম্পানীত বিভিন্ন শ্ৰেণীৰ অংশ থাকিব পাৰে ; কিন্তু ৰাজহুৱা কোম্পানীত সাধাৰণ আৰু অগ্ৰাধিকাৰী এই দুবিধ অংশহে থাকিব পাৰে।

(১১) বিক্ৰীৰ কাৰণে নতুন অংশ ৰাজহুৱা কোম্পানীয়ে আদায়ী মূলধনৰ অনুপাতে দিব লাগে। এই ব্যৱস্থা ঘৰুৱা কোম্পানীত নাই।

(১২) ঘৰুৱা কোম্পানীয়ে নিজৰ সুবিধা অনুযায়ী আভ্যন্তৰীণ নিয়মাৱলীত কোম্পানীৰ সভা-সমিতিৰ নীতি-নিয়ম কৰি ল'ব পাৰে ; কিন্তু ৰাজহুৱা কোম্পানীয়ে কোম্পানী আইন অনুযায়ীহে সভা সমিতি পাতিব পাৰে।

(১৩) ৰাজহুৱা কোম্পানীত কোম্পানীৰ সঞ্চালক মেনেজাৰ আদিৰ পাৰিশ্ৰমিক কোম্পানীৰ লাভৰ শতকৰা ১১ ভাগৰ বেছি হ'ব নোৱাৰে ; কিন্তু ঘৰুৱা কোম্পানীত এই পাৰিশ্ৰমিক শতকৰা ১১ ভাগৰ বেছি হ'ব পাৰে।



(১৪) ৰাজহুৱা কোম্পানীত সঞ্চালকসকলে পাল পাতি অৱসৰ ল'ব লাগে ; কিন্তু ঘৰুৱা কোম্পানীত এনে নিয়ম নাই।

(১৫) ৰাজহুৱা কোম্পানীত সঞ্চালকে কোম্পানীৰপৰা ধাৰ ল'ব নোৱাৰে ; কিন্তু ঘৰুৱা কোম্পানীত তেনে বাধা নাই।

(১৬) পৰিচালনা সঞ্চালক, পৰিচালনা অভিকৰ্তা আদিৰ নিয়োগ তেওঁলোকেই দিয়া পাৰিশ্ৰমিক আৰু এটা কোম্পানীয়ে আন এটা কোম্পানীত ধন খুটৱাৰ ক্ষেত্ৰত থকা বাধা নিষেধ ঘৰুৱা কোম্পানীত নাই।

(১৭) ঘৰুৱা কোম্পানীবোৰৰ আইনৰ বাধ্যবাধকতা ৰাজহুৱা কোম্পানীতকৈ শিথিল।

**যৌথ কোম্পানীৰ মূলধন ঃ** ভাৰতীয় কোম্পানী আইন অনুযায়ী যি তিনিটা প্ৰকাৰৰ কোম্পানী পঞ্জীয়ন কৰিব পাৰি তাৰ ভিতৰত সীমিত দেনাৰ যৌথ কোম্পানীৰ অংশ মূলধন থাকিবই লাগিব। সীমিত জামিন প্ৰাপ্ত কোম্পানী আৰু অপৰিসীম দেনাৰ কোম্পানী অংশ মূলধন থাকিবও পাৰে। যিবিলাক কোম্পানীত অংশ মূলধন থাকে সেই মূলধনক এটা নিৰ্দিষ্ট পৰিমাণৰ অংশত ভাগ কৰা হয়। কোম্পানীৰ স্মাৰক পত্ৰত মূলধনৰ পৰিমাণ উল্লেখ থাকে। অৱশ্যে স্মাৰক পত্ৰত কোম্পানীৰ সৰ্বোচ্চ মূলধনৰ পৰিমাণহে দিয়া থাকে। কোম্পানীয়ে সৰ্বসাধাৰণ ৰাইজক অংশ ক্ৰয় কৰিবৰ বাবে যেতিয়া বিজ্ঞাপন দিব, তেতিয়া পঞ্জীয়নকৃত মূলধনৰ সীমা চেৰাই যাব নোৱাৰে। গতিকে অনুষ্ঠান পত্ৰত গোটেইখিনি মূলধন কিমান অংশত ভাগ কৰা

হ'ব আৰু প্ৰতিভাগ অংশৰ দাম কিমাৰ হ'ব সকলো বিৱৰণ দিয়া থাকে।

কোম্পানীৰ মূলধনক দুটা ভাগত ভাগ কৰিব পাৰি। (১) স্থায়ী মূলধন (২) কাৰ্য্যকৰী মূলধন।

ব্যৱসায় আৰম্ভ কৰিবৰ বাবে মাটিবাৰী ঘৰ-দুৱাৰ যন্ত্ৰ-পাতি আচবাব আদি সংগ্ৰহৰ বাবে যি মূলধন ব্যৱাৰ কৰা হয় তাক কোম্পানীৰ স্থায়ী মূলধন বোলে। কেঁচামাল আৰু দৈনিক প্ৰয়োজনীয় বস্তু ক্ৰয় কৰিলে দৈনিক মজুৰি দিবলৈ বা অন্যান্য যিবিলাক খৰছ হয় সেই বিলাক কাৰ্য্যকৰী মূলধন বোলে। কোম্পানীৰ এই দুয়োবিধ মূলধন তলত দিয়া উপায়েৰে সংগ্ৰহ কৰা হয়।

(১) অংশ বিক্ৰী: কোম্পানীৰ মূলধন বহুতো অংশত ভাগ কৰি জনসাধাৰণে সামৰ্থ্য অনুযায়ী কিনিবৰ বাবে আগ বঢ়োৱা হয়। এই বিষয়ে পাছত উল্লেখ কৰা হৈছে।

(২) ঋণ: কোম্পানীৰ প্ৰয়োজন অনুযায়ী সম্পত্তি বন্ধক দি কোনো ব্যক্তি বা অনুষ্ঠানৰপৰা ঋণ লব পাৰে।

(৩) ঋণ পত্ৰ বিক্ৰী: কোম্পানীৰ অংশৰ দৰেই কোম্পানীয়ে ঋণ পত্ৰ বিতৰণ কৰে। এই ঋণ পত্ৰবিলাকৰ বাবে কোম্পানীয়ে এটা নিৰ্দিষ্ট হাৰত সুত দিয়ে। ঋণ পত্ৰৰ মালিকসকলৰ কোম্পানী পৰিচালনা বা লাভ-লোকচানৰ ক্ষেত্ৰত কোনো হাত নাই।

(৪) বেংকৰপৰা অগ্ৰীম: কোনো সময়ত কোম্পানীয়ে বেংকৰপৰা আগধনলৈ কাম কৰে।

(৫) পৰিচালনা অভিকৰ্তা: আগৰ দিনত কোম্পানীবিলাক মূলতঃ পৰিচালনা অভিকৰ্ত্তাই পৰিচালনা কৰিছিল। তেওঁলোকে নিজৰ আৰু তেওঁলোকৰ প্ৰভাৱত আনৰপৰা ধন আনি পৰিচালিত কৰা কোম্পানীবিলাকত খটুৱাই।



(৬) বিত্ত অনুষ্ঠান: বেংকৰ বাহিৰে অন্য কিছুমান বিত্তীয় অনুষ্ঠানৰপৰা মূলধন আহৰণ কৰিব পাৰি। এই অনুষ্ঠানবিলাকে হ্ৰস্ব আৰু দীৰ্ঘ দুয়োটা ঋণ দি কোম্পানীক সহায় কৰে।

সংৰক্ষিত পুঁজি ( Reserve fund ) যৌথ কোম্পানীয়ে লাভৰ কিছু অংশ প্ৰতি বছৰে জমা কৰি যায়। কিছুদিনৰ পাছত এই পুঁজি ব্যৱসায়ত খটুৱাব পাৰে।

কোম্পানীৰ অংশ মূলধনৰ বিভাগ।




(১) স্মাৰক পত্ৰত লিপিবদ্ধ কৰা মূলধনক অনুমোদিত মূলধন বোলে। এই মূলধনেৰে কোম্পানী পঞ্জীয়ন হোৱাৰ বাবে পঞ্জীভুক্ত মূলধনো বোলে। এই মূলধন সাধাৰণতে ৰাইজৰ মাজলৈ বিক্ৰীৰ কাৰণে আগবঢ়োৱা মূলধনতকৈ বহুত বেছি।

(২) বিক্ৰয়যোগ্য বা প্ৰতিশ্ৰুত মূলধন: অনুমোদিত মূলধনৰ যি অংশ সৰ্বসাধাৰণ ৰাইজলৈ বিক্ৰীৰ বাবে আগবঢ়োৱা হয় আৰু গ্ৰাহকে কিনিবৰ বাবে আবেদন কৰে, সেই মূলধনৰ অংশক বিক্ৰয় যোগ্য বা প্ৰতিশ্ৰুত মূলধন বোলে।

(৩) তলবী মূলধন ঃ কোম্পানীৰ প্ৰতিশ্ৰুত মূলধনৰ যি অংশ ৰাইজৰপৰা তুলি অনা হয় তাক তলবী মূলধন বোলে।

(৪) যিবিলাক বিক্ৰয়যোগ্য মূলধনৰ তলব কৰিবলৈ বাকী থাকে তাক অতলবী মূলধন বোলে।

(৫) তলবী মূলধনৰ যি পৰিমাণৰ টকা অংশীদাৰসকলে পৰিশোধ কৰে তাক আদায়ী মূলধন বোলে।

(৬) অনাদায়ী মূলধন ঃ তলবী মূলধনৰ কাৰণে আবেদনকাৰীয়ে নিৰ্দিষ্ট তাৰিখত ধন নিদিলে সেই তাৰিখৰপৰা সেই পৰিমাণৰ মূলধনক অনাদায়ী মূলধন বোলে।

(৭) মজুত মূলধন ঃ অতলবী মূলধনৰ যি অংশ কোম্পানীয়ে বিশেষ সিদ্ধান্তৰদ্বাৰা কোম্পানীৰ পৰিসমাপ্তিৰ বাহিৰে আন অৱস্থাত তলব নকৰাটো ঠিৰাং কৰে তাকে মজুত মূলধন বোলে।

**যৌথ কোম্পানীৰ অংশ আৰু ইয়াৰ শ্ৰেণী বিভাগ ঃ** যৌথ কোম্পানীৰ মূলধন বিভিন্ন অংশত ভাগ কৰা হয়। প্ৰতিটো অংশৰ মূল্য স্মাৰক লিপিত উল্লেখ কৰা থাকে। প্ৰতিজন সভ্যই অংশ ক্ৰয় কৰাৰ পাছত কোম্পানীৰ সভ্য হিচাপে পৰিগণিত হয়।

যি অংশ অগ্ৰাধিকাৰী অংশ নহয় তেনে অংশক সাধাৰণ অংশ বোলে। সাধাৰণ অংশীদাৰসকল যৌথ কোম্পানীৰ ধৰণীস্বৰূপ বুলিব পাৰি। কোম্পানীৰ সকলো কথাতে তেওঁলোকে সংযোগ কৰে। যৌথ কাৰবাৰত মালিক বুলিলে সাধাৰণতে এওঁলোকক বুজায়। অগ্ৰাধিকাৰী অংশৰ লাভাংশ বিতৰণৰ পাছত অৱশিষ্ট লাভৰপৰা সাধাৰণ অংশ অধিকাৰীসকলক অংশৰ মূল্য অনুসৰি লাভাংশ প্ৰদান কৰা হয়। এনে অংশাধিকাৰী সকলো বিষয়ৰ ভোটৰ অধিকাৰ থাকে। কোম্পানী আইনত এওঁলোকৰ অধিকাৰ নিৰ্ধাৰণ কৰা আছে।



**অগ্ৰাধিকাৰ অংশ ঃ** যিবিলাক অংশৰ অংশীদাৰে কোম্পানীৰপৰা একনিৰ্দিষ্ট হাৰত লাভৰ ভাগ আনবিলাক অংশীদাৰতকৈ আগতে দাবী কৰিব পাৰে। তেওঁলোকৰ অংশক অগ্ৰাধিকাৰ অংশ বোলে। ব্যৱসায়ৰ অৱসানৰ সময়তো আন সকলো অংশীদাৰৰ আগতে এই অংশৰ মালিকে মূলধন ওভোতাই পাব। উল্লেখযোগ্য যে এই অংশীদাৰক লাভাংশ দিয়াৰ পাছত যদি লাভাংশ বাকী থাকে সাধাৰণ অংশীদাৰৰ মাজত বিতৰণ কৰা হয়। অগ্ৰাধিকাৰী অংশ আকৌ তলত দিয়া ভাগ কেইটাত বিভক্ত কৰা হয়।

**(১) সঞ্চিত অগ্ৰাধিকাৰী অংশ ( Cumulative preference shares ) ঃ** কোম্পানীৰ কোনো বছৰত যথোপযুক্ত লাভ নহ'লে লাভাংশ ঘোষণা কৰিব নোৱাৰে। তেতিয়া এই শ্ৰেণীৰ অংশৰ নিৰ্দিষ্ট নিৰিখত লাভাংশ বছৰৰ পাছত বছৰ জমা বা সঞ্চিত হৈ থাকে। যি বছৰতেই লাভাংশ ঘোষণা কৰে সেই বছৰেই সকলো অংশীদাৰৰ আগতে এই শ্ৰেণীৰ অংশীদাৰৰ প্ৰাপ্য আদায় কৰা হয়।

**(২) অনাসঞ্চিত অগ্ৰাধিকাৰী অংশ ( Non comulative preference shares ) ঃ** এই শ্ৰেণীৰ অগ্ৰাধিকাৰ অংশৰ বাবে কোম্পানীয়ে লাভাংশ ঘোষণা কৰিলে সকলোৰে আগত নিৰ্দিষ্ট হাৰত লাভাংশ দিয়ে ; কিন্তু বছৰৰ পাছত বছৰ অনাদায়ী লাভাংশ জমা নহয়। তাকে অনাসঞ্চিত অগ্ৰাধিকাৰ অংশ বোলে।

**(৩) পৰিশোধনীয় অগ্ৰাধিকাৰ অংশ ( Redeemable preference share ) ঃ** যি শ্ৰেণীৰ অংশ মূলধনৰ বাবে অংশ খটোৱা ধন কোম্পানী চলি থকা অৱস্থাতে ওলোটাই দিব পাৰি তাকে পৰিশোধনীয় অগ্ৰাধিকাৰ বোলে। এনে অংশ কোম্পানীৰ আভ্যন্তৰীণ নিয়মাৱলীৰ অনুমোদন ক্ৰমে কোম্পানী আইনৰ ৮০ ধাৰা চৰ্ত অনুযায়ীহে বিক্ৰী কৰিব পাৰি।

(৪) ভাগীদাৰ অগ্ৰাধিকাৰী অংশ (Perticipating preference share) ঃ কোম্পানীৰ অৱসায়নৰ সময়ত সকলো লেনদেন মৰাৰ পাছত অৱশিষ্ট থাকিলে তাক যি শ্ৰেণীৰ অগ্ৰাধিকাৰী অংশই ভাগ লব পাৰে তাকে ভাগীদাৰ অগ্ৰাধিকাৰী অংশ বোলে।

**অংশ প্ৰমাণ পত্ৰ (Share certificate) ঃ** কোম্পানীয়ে প্ৰতিজন অংশীদাৰক তেওঁ ক্ৰয় কৰা অংশৰ পৰিমাণ, অংশৰ সংখ্যা আৰু শ্ৰেণী, অংশৰ বাবদ কিমান টকা পৰিশোধ হ'ল আৰু অংশীদাৰজনৰ নাম, ঠিকনা লিখি এখন প্ৰমাণ পত্ৰ দিয়ে। কোম্পানীৰ অনুমোদিত ব্যক্তি বা তেওঁৰ প্ৰতিনিধিয়ে এই প্ৰমাণ পত্ৰত চহী দি কোম্পানীৰ চাব মোহৰ মাৰি প্ৰেৰণ কৰে। অংশ বিকিৰণৰ তিনি মাহৰ ভিতৰতে কোম্পানীয়ে এই পত্ৰ প্ৰস্তুত কৰিব লাগে। যদিও প্ৰমাণ পত্ৰবিলাক হস্তান্তৰ যোগ্য দলিল নহয়, তথাপিও পৃষ্ঠাংকণৰদ্বাৰা হস্তান্তৰ কৰিব পাৰি। যদি কোম্পানীয়ে কোনো অংশ পঞ্জীয়ন নকৰে তেন্তে দুমাহৰ ভিতৰত অংশীদাৰসকলক জনাব লাগে। হস্তান্তৰ কৰা অংশ পঞ্জীভুক্ত নকৰিলে হস্তান্তৰ কৰি লওঁতাজনে কেন্দ্ৰীয় চৰকাৰৰ ওচৰত আবেদন কৰি ইয়াৰ ব্যৱস্থা কৰিব পাৰে।

**অংশ অধিপত্ৰ (Share warrant) ঃ** অংশৰ বাবদ দিব লগা মূল্য সম্পূৰ্ণ পৰিশোধ কৰিলে সেই অংশৰ মালিকসকলক এখন অধিপত্ৰ দিয়া হয়। লাভাংশ লবলৈ দিয়া কুপনখনো এই অংশ পত্ৰৰ লগতে দিয়ে। নিৰ্দিষ্ট সময়ত সেই কুপনখন দাখিল কৰিলেই কোম্পানীয়ে লাভাংশ দিয়ে। অংশীদাৰসকলৰ ৰেজিষ্টাৰ বহীত অংশ অধিপত্ৰৰ বিৱৰণ লিখা থাকে। ৰাজহুৱা কোম্পানীবিলাকে কেন্দ্ৰীয় চৰকাৰৰ অনুমোদনক্ৰমে বাহক ( Bearer ) অংশ অধিপত্ৰ বিতৰণ কৰিব পাৰে।

**কোম্পানী অংশীদাৰ ( Share holder ) ঃ** যি ব্যক্তিয়েই কোম্পানীৰ অংশ ক্ৰয় কৰে তেওঁ সেই কোম্পানীটোৰ মালিক বা সদস্য হয়



জামিনপ্ৰাপ্ত কোম্পানীত যি ব্যক্তিয়ে কোম্পানীটোৰ পৰিসমাপ্তিত সম্পত্তিৰ বাবদ ধৰংগণি দিবলৈ ৰাজি হয়, সেই ব্যক্তিয়েই সদস্য হ'ব পাৰে। অংশ সীমিত কোম্পানীত স্মাৰক পত্ৰত স্বাক্ষৰ কৰি, অংশ ক্ৰয় কৰি, অংশ হস্তান্তৰ কৰি অংশীদাৰ হ'ব পাৰে। কোনো অংশীদাৰৰ উত্তৰাধিকাৰীয়ে নিজৰ নাম কোম্পানীৰ সভ্য ৰেজিষ্টাৰত অন্তৰ্ভুক্ত কৰি সদস্য হ'ব পাৰে। প্ৰত্যেক কোম্পানীয়েই সভ্য পঞ্জীয়ন বহীত সভ্যসকলৰ নাম, ঠিকনা আদি লিখি ৰাখিব লাগে। কোম্পানীয়ে বছৰত ৪৫ দিন সভ্য পঞ্জীভুক্তকৰণ বহীখন বন্ধ কৰি ৰাখিব পাৰে ; কিন্তু একেলগে ৩০ দিনৰ বেছি বন্ধ কৰি ৰাখিব নোৱাৰে, যদি ৭ দিনৰ আগতে ৰাজহুৱা জাননী বাতৰি কাগজত নিদিয়ে। কোম্পানীৰ সদস্যৰপৰা তলত দিয়া কাৰণসমূহত অব্যাহতি হ'ব পাৰে। (১) তেওঁৰ অংশ অন্য ব্যক্তিলৈ হস্তান্তৰ কৰি (২) অংশ তলবৰ বাবে টকা দিব নোৱাৰাৰ বাবদ অংশ বাজেয়াপ্ত কৰিলে (৩) অংশীদাৰৰ মৃত্যুত (৪) অংশ পত্ৰ সমৰ্পণ কৰিলে (৫) প্ৰবঞ্চনা কৰি অংশ ক্ৰয় কৰিলে।

**অংশ বাজেয়াপ্ত ঃ** কোম্পানীয়ে বিলিকৰণ কৰা অংশ বাজেয়াপ্ত কৰাৰো অধিকাৰ আছে। যদি কোনো অংশীদাৰে অংশৰ বাবদ দিব লগা অৱশিষ্ট টকা যথা সময়ত পৰিশোধ কৰিব নোৱাৰে, তেন্তে কোম্পানীয়ে সেই অংশ বাজেয়াপ্ত কৰিব পাৰে। এই বিষয়ে সঞ্চালকমণ্ডলীয়ে তেওঁলোকৰ সমিতিত সিদ্ধান্ত গ্ৰহণ কৰি অংশীদাৰক জনাব। সাধাৰণতে বাজেয়াপ্ত কৰাৰ বাবে অংশীদাৰসকলক ১৪ দিনৰ জাননী দিয়াৰ নিয়ম আছে। যদি সেই সময় ছোৱাৰ ভিতৰত তলবৰ টকা পৰিশোধ নকৰে তেতিয়া সঞ্চালকমণ্ডলীৰ সমিতিৰ প্ৰস্তাৱ যোগে সেইবিলাক অংশ বাজেয়াপ্ত কৰা হয়। বাজেয়াপ্ত কৰা অংশবিলাকৰ যি পৰিমাণৰ টকা কোম্পানীক পৰিশোধ কৰা হয় সেই টকা

কোম্পানীয়ে পায়। বাজেয়াপ্ত কৰা অংশবিলাক কেতিয়াবা কোম্পানীয়ে ৰেহাই মূল্যত বিক্ৰী কৰে।

**অবলেখন (Underwriting) ঃ** জনসাধাৰণৰ মাজত কোম্পানীবিলাকৰ অংশ বিক্ৰী কৰিবৰ বাবে কিছুমান বিশেষ জ্ঞান থকা ব্যক্তিক নিয়োগ কৰে। সেই সকল ব্যক্তিক বা অনুষ্ঠানক অবলেখন বোলে। এওঁলোকে নিৰ্দিষ্ট এটা কমিছনৰ বিনিময়ত কোম্পানীৰ অংশ আৰু ষ্টক্ বিক্ৰী কৰিবৰ বাবে কোম্পানীৰ লগত চুক্তিবদ্ধ হয়। এই ব্যক্তি বা অনুষ্ঠানবিলাকে যিবোৰ অংশ বিক্ৰী কৰিবৰ বাবে দায়িত্ব লয় সেইবোৰ সম্পূৰ্ণৰূপে বজাৰত বিক্ৰী কৰিব নোৱাৰিলে বাকী থকা অংশবিলাক নিজে কিনি লয়। মুঠতে কোম্পানীৰ মূলধন আহৰণ কৰাত অবলেখকসকলৰ সেৱাই বহুতো সহায় কৰে।

**কোম্পানীৰ ঋণ-পত্ৰ (Debenture) ঃ** ঋণ-পত্ৰদ্বাৰা কোম্পানীয়ে ঋণ গ্ৰহণ কৰে। কোম্পানীৰ নিজা মোহৰ থকা দলিলত ঋণপত্ৰ প্ৰস্তুত কৰা হয়। এই পত্ৰৰ পিঠিত ঋণৰ চৰ্তসমূহ লিপিবদ্ধ কৰা থাকে। সাধাৰণতে সুতৰ হাৰ আৰু ঋণ পৰিশোধ কৰাৰ ব্যৱস্থা ঋণ পত্ৰত স্পষ্টকৈ লিখি ৰখা হয়। এই ঋণ-পত্ৰ পত্ৰবিলাক কোম্পানীৰ সম্পত্তিৰ প্ৰত্যাভূতিৰ বিনিময়ত বিতৰণ কৰা হয়। কোম্পানীবিলাকৰ অন্তৰ্লিপিত ঋণ লোৱাৰ ক্ষমতা থাকিলেই ঋণ-পত্ৰ বিতৰণ কৰিব পাৰি। ঋণ পত্ৰক কেইবা শ্ৰেণীতো বিভক্ত কৰা হয় যেনে—

(ক) সাধাৰণ বা প্ৰত্যাভূতি নথকা ঋণ-পত্ৰ (Naked Debenture)।

(খ) সম্পত্তি বন্ধকৰ বিনিময়ত দিয়া ঋণ-পত্ৰ (Mortgage Debenture)

(গ) পৰিশোধনীয় ঋণ-পত্ৰ (Redeemable Debenture)।

(ঘ) অপৰিশোধনীয় ঋণ-পত্ৰ (Irredeemable Debenture)।



(ঙ) পঞ্জীয়নকৃত ঋণ-পত্ৰ (Registered Debenture)।

(চ) বাহক ঋণ-পত্ৰ (Bearer Debenture)।

১৯৫৬ চনৰ ভাৰতীয় কোম্পানী আইন অনুযায়ী সকলোবিলাক কোম্পানীয়েই কিছুমান বহী ৰাখিব লাগে। এই বহীবিলাকক বিধিবদ্ধ বহী বোলে (statutory books of the company) এই বিধিবদ্ধ বহীবিলাক হ'ল (১) সদস্যসকলৰ তালিকাৰ বহী। ইয়াত সদস্যসকলৰ নাম, ঠিকনা আদি লিখি ৰখা হয়। (২) ঋণ-পত্ৰ ধাৰকসকলৰ তালিকা বহী—যিসকল ব্যক্তিয়ে কোম্পানী ঋণ-পত্ৰ ক্ৰয় কৰে তেওঁলোকৰ নাম ঠিকনা আৰু অন্যান্য বিৱৰণসমূহ লিখা বহী। (৩) সঞ্চালকৰ তালিকা বহী। (৪) বন্ধকৰ তালিকা বহী। এই বহীত কোম্পানীয়ে বন্ধক দিয়া সম্পত্তিৰ বিৱৰণ থাকে। (৫) সভাৰ কাৰ্য্যবিৱৰণী বহী-সমূহ। (৬) বাৰ্ষিক বিৱৰণ (৭) পৰিচালকসকলৰ স্বাৰ্থ জড়িত থকা চুক্তিৰ তালিকা বহী (৮) পৰিচালকসকলৰ অংশ ক্ৰয়ৰ তালিকা বহী। (৯) সম্পত্তিৰ ওপৰত থকা দেনাৰ তালিকাৰ বহী। (১০) ধন বিনিয়োগৰ বহী।

এই বিধিবদ্ধ বহীবিলাকৰ উপৰিও কিছুমান অতিৰিক্ত বহী আছে (Optional Books) যেনে অংশ আবেদন আৰু বিলিকৰণ বহী, তলব বহী, অংশ প্ৰমাণ পত্ৰৰ বহী, অংশ হস্তান্তৰ বহী, ঋণ পত্ৰৰ সুতৰ বহী, লাভাংশৰ বহী, চাব-মোহৰ বহী সঞ্চালকৰ উপস্থিতি বহী, কাৰ্য্যসূচী বহী, বিক্ৰী প্ৰতিনিধিৰ তালিকা বহী।

**যৌথ কোম্পানীৰ পৰিচালনা (Management of Joint Stock Company) ঃ** আইনৰ চকুত যৌথ কোম্পানীক এক কৃত্ৰিম ব্যক্তি বুলি গণ্য কৰা হয়। কৃত্ৰিম ব্যক্তি হোৱা বাবেই কোম্পানীৰ পৰিচালনা আৰু দৈনন্দিন কাম-কাজ চলাবৰ কাৰণে কিছুমান বিষয়াৰ নিযুক্তি দিয়া হয়। আচলতে কোম্পানীৰ অংশীদাৰসকলেই কোম্পানীৰ

মালিক ; কিন্তু তেওঁলোকৰ সংখ্যা ভালেমান হোৱাৰ কাৰণে অৰু বেলেগ বেলেগ ঠাইত সিঁচৰতি হৈ থকাৰ কাৰণে একগোট হৈ কোম্পানী পৰিচালনা কৰা সম্ভৱপৰ নহয়। গতিকে অংশীদাৰসকলে তেওঁলোকৰ প্ৰতিনিধি হিচাপে কোম্পানী পৰিচালনা কৰিবলৈ কেইজনমান ব্যক্তিক নিৰ্বাচন কৰে। এই কেইজন প্ৰতিনিধিক ব্যক্তিগত ভাৱে পৰিচালক আৰু একেলগে পৰিচালকমণ্ডলী বোলে। কোম্পানী পৰিচালনাত অংশ গ্ৰহণ কৰা বিষয়াসকলৰ বিৱৰণ তলত দিয়া হ'ল।




**সঞ্চালক ঃ** কোম্পানীৰ বিভিন্ন কাম-কাজ পৰিচালনা কৰিবৰ বাবে সঞ্চালকসকলক অংশীদাৰসকলে নিৰ্বাচন কৰি লয়। অংশীদাৰ সকলে সাধাৰণ সভাত সঞ্চালকৰ নিয়োগ অনুমোদন কৰে। বছৰৰ মাজত খালী হোৱা সঞ্চালকৰ পদত সঞ্চালক সকলে সাময়িকভাৱে নিয়োগ কৰিব পাৰে। এইদৰে নিযুক্তি দিয়াৰ পাছত প্ৰতি বছেৰেকীয়া সাধাৰণ সভাত এক তৃতীয়াংশ সঞ্চালকে কোম্পানীৰ সঞ্চালক পদৰপৰা বিদায় ল'ব লাগে। অৱশ্যে পাছৰ বছৰৰ কাৰণে ইচ্ছা কৰিলে এইদৰে বিদায় লোৱা সঞ্চালকে পুনৰ নিযুক্তিৰ বাবে আবেদন কৰিব পাৰে। কোম্পানীৰ আভ্যন্তৰীণ নিয়মাৱলীয়ে সঞ্চালকসকলৰ সমূহীয়াভাৱে কাম কৰে। তেওঁলোক হ'ল কোম্পানীৰ প্ৰতিনিধি আৰু অংশীদাৰ-সকলৰ উন্নতিৰ হকে কাম কৰোঁতা।

কোম্পানীৰ পৰিচালনা গণতান্ত্ৰিক ভিত্তিত কৰা হয় কাৰণ



কোম্পানীৰ মালিক অংশীদাৰসকলে তেওঁলোকৰ নিৰ্বাচিত সঞ্চালকৰ হতুৱাই কোম্পানী পৰিচালনা কৰায়।

**সঞ্চালকৰ নিয়োগ ঃ** কোম্পানীৰ অনুষ্ঠান পত্ৰ বিতৰণ কৰাৰ আগতে বা আভ্যন্তৰীণ নিয়মাৱলী পঞ্জীভুক্ত কৰাৰ আগতে কোনো ব্যক্তিয়েই সঞ্চালক হিচাপে অনুষ্ঠান পত্ৰত নাম বা নিয়োগ কৰিব নোৱাৰিব, যদিহে তলত দিয়া ব্যৱস্থাবিলাক সম্পূৰ্ণ কৰা নহয়।

(ক) সঞ্চালক হিচাপে কাম কৰিবলৈ সন্মতি দি স্বাক্ষৰ পত্ৰ পঞ্জীয়কৰ ওচৰত দাখিল নকৰে।

(খ) যোগ্যতাৰ অংশ ল'বৰ বাবে স্মাৰক পত্ৰত স্বাক্ষৰ নকৰে।

(গ) তেনে অংশৰ বাবে মূল্য পৰিশোধ নকৰে।

(ঘ) তেওঁৰ যোগ্যতাৰ অংশ ল'বৰ বাবে লিখিত চুক্তি সম্পাদিত নকৰে।

(ঙ) কোম্পানীৰ পঞ্জীয়কৰ ওচৰত সাক্ষী দি তেওঁৰ নামৰ যোগ্যতাৰ অংশ তালিকাভুক্ত কৰা নহয়।

কোম্পানীৰ স্মাৰক লিপিত প্ৰথমতে চহী কৰা ব্যক্তি কেইজনেই প্ৰথম সাধাৰণ সভা নোহোৱালৈকে কোম্পানীৰ সঞ্চালক হৈ থাকে। প্ৰথম বিধিবদ্ধ সভাতেই কোম্পানীৰ সঞ্চালকসকলক নিৰ্বাচন কৰি লোৱা হয়। প্ৰতিটো ৰাজহুৱা কোম্পানীৰ অন্ততঃ তিনিজন সঞ্চালক থাকিব লাগে। সঞ্চালক নিৰ্বাচিত হোৱাৰ দুমাহৰ ভিতৰত যোগ্যতাৰ অংশ গ্ৰহণ কৰিব লাগে। কোনো কোনো ক্ষেত্ৰত কোম্পানীৰ অন্তৰ্লিপি অনুযায়ী যোগ্যতাযুক্ত অংশ গ্ৰহণ নকৰিলেও আৰু অংশীদাৰ নহলেও সঞ্চালক হিচাপে কোনো ব্যক্তিয়ে কাম কৰিব পাৰে। অৱশ্য তলত উল্লেখ কৰা ব্যক্তিসকলক সঞ্চালক হিচাপে নিয়োগ কৰিব নোৱাৰি।

(১) শ্ৰমযুক্ত লোক। (২) অযুক্ত দেৱলীয়া লোক (৩) নিয়োগ

কৰিবলৈ বিচৰা দিনৰপৰা ৫ বছৰৰ আগতে ছমাহ বা তাৰ বেছি দিন বাবে দোষী সাব্যস্ত হৈ ফাটেক খোৱা লোক (৪) অংশৰ কিস্তি পৰিশোধ কৰিব নোৱাৰা লোক (৫) আদালতত প্ৰবঞ্চক বুলি ঘোষণা কৰা লোক। (৬) ২০ টা কোম্পানীৰ সঞ্চালক হিচাপে নিয়োগ হৈ থকা লোক।

সকলোবোৰ কোম্পানীৰ অৱসৰ লব লগা সঞ্চালকৰ বাহিৰে সঞ্চালক হবলৈ ইচ্ছুক ব্যক্তিয়েই কোম্পানীৰ সাধাৰণ সভাৰ ১৭ দিন আগতে এখন জাননীৰ যোগে তেওঁৰ ইচ্ছাৰ কথা জনাব লাগে। কোম্পানীয়ে এই জাননাৰ কথা প্ৰতিজন সদস্যকে হয় ব্যক্তিগতভাৱে নহয় সাধাৰণ সভাৰ সাত দিনৰ আগতে বাতৰি কাকতত জাননী দি জনাব লাগে। নিযুক্তিৰ ৩০ দিনৰ ভিতৰত সঞ্চালকে কোম্পানীৰ পঞ্জীয়কৰ ওচৰত তেওঁ সঞ্চালক হিচাপে কাম কৰাৰ ইচ্ছা পত্ৰ দাখিল কৰিব লাগে। তলৰ অৱস্থা কেইটাত সঞ্চালকে কাৰ্য্যভাৰ এৰি দিব লাগে।

(১) যদি তেওঁ নিৰ্দিষ্ট সময়ৰ ভিতৰত যোগ্যতাৰ অংশ লব নোৱাৰে।

(২) যদি তেওঁ কোনো কাৰণ নদৰ্শোৱাকৈ একাদিক্ৰমে তিনিখন সঞ্চালকৰ সভাত বা একেলেঠাৰিয়ে তিনি মাহ কাল অনুপস্থিত থাকে।

(৩) যদি ছমাহৰ ভিতৰত তেওঁ লোৱা অংশৰ বাবদ কিস্তি পৰিশোধ কৰিব নোৱাৰে।

(৪) যদি কেন্দ্ৰীয় চৰকাৰৰ আগতীয়া অনুমতি নোলোৱাকৈ কোম্পানীৰপৰা ঋণ লয়।

(৫) যদি কোনো সঞ্চালকক দেৱলীয়া বুলি ঘোষণা কৰা হয়।

(৬) যদি দোষী হৈ ছমাহ বা তাতকৈ অধিক কাল ফাটেক খাটে।

(৭) যদি আদালতে প্ৰবঞ্চক বুলি ঘোষণা কৰে।



উপৰোক্ত অৱস্থাত পৰাৰ পাছতো পদত্যাগ নকৰা সঞ্চালকক প্ৰতি দিনৰ কাৰণে ৫০০'০০ টকাকৈ জৰিমনা কৰিব পাৰিব।

**সঞ্চালকৰ ক্ষমতা আৰু কাম ঃ** সঞ্চালকসকলৰ ব্যক্তিগতভাৱে কোম্পানীৰ কাম-কাজত কোনো অধিকাৰ নাই। কোম্পানীৰ সঞ্চালক মণ্ডলীয়ে অৰ্পণ কৰা কামহে ব্যক্তিগতভাৱে সম্পন্ন কৰিব পাৰে নাইবা সঞ্চালক মণ্ডলীৰ প্ৰস্তাৱেৰে কোম্পানীৰ সকলো কাম একেলগে সম্পাদন কৰিব লাগে। সঞ্চালকসকলৰ বিধিবদ্ধ আৰু কাৰ্যকৰী দুই প্ৰকাৰৰ অধিকাৰ আছে। বিধিবদ্ধ অধিকাৰসমূহ কোম্পানীৰ আইন আৰু আভ্যন্তৰীণ নিয়মাৱলীৰপৰা পোৱা হয়। এই ক্ষমতাসমূহ তলত উল্লেখ কৰা হ'ল।

(১) **ন্যাসৰক্ষী হিচাপ ঃ** কোম্পানীৰ কামবিলাক ন্যাসৰক্ষী হিচাপে পৰিচালনা কৰাটোৱেই এটা বৰ গুৰুত্বপূৰ্ণ বিষয়। সাধাৰণ অৰ্থত সঞ্চালকসকলে, ন্যাসৰক্ষী হিচাপে কোম্পানীৰ সম্পত্তি ৰাখিব নোৱাৰে। সঞ্চালক হিচাপে হাতলৈ অহা বা তেওঁলোকৰ স্বত্বত থকা সম্পত্তিৰ কাৰণে সঞ্চালকক সদায়েই ন্যাসৰক্ষী হিচাপে গণ্য কৰা হয়। কোম্পানীৰ কাৰণে কৰিব লগা যাবতীয় কামবোৰ তেওঁলোকে ন্যাসৰক্ষী ৰূপেই সম্পাদন কৰে। ন্যাসৰক্ষীয়ে নিজ স্বাৰ্থৰ কাৰণে ন্যাস সম্পত্তিৰ-পৰা উপকাৰ পোৱা লোকৰ হানি কৰিব নোৱাৰাৰ দৰে কোনো অৱস্থাতে নিজ স্বাৰ্থৰ খাতিৰত কোম্পানীৰ স্বাৰ্থ হানি কৰিব নোৱাৰে।

(২) **নীতি নিৰ্ধাৰণ ঃ** কোম্পানীৰ মূলনীতি আৰু লক্ষ্য সঞ্চালক-সকলে নিৰ্ধাৰণ কৰে, তেওঁলোকে অংশীদাৰসকলৰ স্বাৰ্থৰ প্ৰতি চকু ৰাখি আইন অনুযায়ী দায়িত্ব পালন কৰিব লাগে। সঞ্চালকসকলে নিৰূপণ কৰা নীতি আৰু লক্ষ্য কেনেদৰে কাৰ্যত ৰূপায়িত কৰিব পাৰি তাৰ উপায় উলিওৱাটো তেওঁলোকৰ কৰ্তব্য।

(৩) কোম্পানীৰ দৈনন্দিন কাৰ্য্যাৱলী চলাবৰ বাবে বিভিন্ন বিষয়াৰ

বাছনি—কোম্পানীৰ চেয়াৰমেন, পৰিচালনা সঞ্চালক, মুখ্য পৰিচালক, সচিব, প্ৰথম হিচাপ পৰীক্ষক আদি বিষয়াসকলক সঞ্চালক সকলেই নিয়োগ কৰে।

**(৪) কোম্পানীৰ বাজেট আৰু কাৰ্য্যক্ৰম প্ৰস্তুত কৰা ঃ** কোম্পানীৰ বিষয়াসকলে প্ৰস্তুত কৰা কোনো এটা বছৰৰ আয় ব্যয়ৰ এখন তালিকা খৰচি মাৰি চাই উপযুক্ত বিবেচনা কৰিলে সেই বাৰ্ষিক বাজেটখন অনুমোদন কৰে।

(৫) কোম্পানীৰ সকলো অধিকাৰ আৰু ক্ষমতা সঞ্চালকসকলৰ হাতত ন্যস্ত থাকে। তিনি মাহৰ মূৰে মূৰে সঞ্চালক মণ্ডলী একেলগে বহি সঞ্চালকসকলৰ নিজৰ অধিকাৰৰ জৰিয়তে কোম্পানী পৰিচালনা কৰাটো অসম্ভৱ। গতিকে তেওঁলোকৰ কিছু ক্ষমতা কোম্পানীৰ অন্য বিষয়াৰ ওপৰত অৰ্পণ কৰা হয়।

(৬) কোম্পানীৰ আৰম্ভণিত আৰু পাছতো কোম্পানীৰ কিছুমান নথী-পত্ৰ বিধিসন্মতভাৱে প্ৰস্তুত কৰি পঞ্জীয়কৰ ওচৰত দাখিল কৰাৰ দায়িত্ব সঞ্চালক সকলৰেই। কোম্পানীৰ হৈ তেওঁলোকে সকলো চুক্তি সম্পাদন কৰিব লাগে।

**(৭) লাভাংশ বিতৰণ ঃ** বছৰৰ শেষত কোম্পানীৰ লাভ-ক্ষতিৰ হিচাপ প্ৰস্তুত কৰাৰ পাছত যি লাভ হ'ব সেই লাভ অংশীদাৰসকলৰ মাজত লাভাংশ হিচাপে বিতৰণ কৰাটো তেওঁলোকৰ কৰ্তব্য।

**(৮) অৰ্থ যোগান ঃ** কোম্পানীয়ে কেতিয়াবা সাময়িক ভাবে অৰ্থৰ অভাৱত পৰিলে সঞ্চালকসকলে কম খৰচত যোগাৰ কৰি দিব লাগে। অংশ, ঋণ-পত্ৰ, আদি বিক্ৰী বেংক আৰু অন্যান্য বিত্তীয় অনুষ্ঠানৰপৰা ঋণ লোৱাৰ ব্যৱস্থা তেওঁলোকেই কৰে।

অংশীদাৰসকলৰ সাধাৰণ সভাত প্ৰকাশ কৰা মতৰ অবিহনে সঞ্চালকে তলত দিয়া কামবোৰ কৰিব নোৱাৰে।



(১) কোম্পানীৰ কোনো এটা অংশ বা গোটেইখিনি অংশীদাৰৰ মতৰ অবিহনে বিক্ৰী বা হস্তান্তৰ কৰিব নোৱাৰে।

(২) সঞ্চালকে কোম্পানীক দিব লগা ধন অংশীদাৰৰ সন্মতি নোলোৱাকৈ এৰি দিব বা পৰিশোধ কৰিবলৈ সময় দিব নোৱাৰে।

(৩) কোম্পানীৰ মাটি-বাৰী বা সম্পত্তি বাধ্যতামূলক ভাৱে অধিগ্ৰহণ কৰাৰ বাবদ পোৱা ধন ন্যায় প্ৰতিভূতিৰ বাহিৰে অন্যত বিনিয়োগ কৰিব নোৱাৰে।

(৪) আদায়ী মূলধন আৰু সাধাৰণ সংৰক্ষিত পুঁজিৰ মুঠ পৰিমাণতকৈ বেছি ধন ঋণ হিচাপে লব নোৱাৰিব।

(৫) কোনো অনুষ্ঠানক সহায়াৰ্থে দান দিব নোৱাৰিব।

(৬) কোনো বিশেষ অঞ্চলৰ বাবে একমাত্ৰ বিক্ৰয় প্ৰতিনিধি নিয়োগ কৰিব নোৱাৰে।

**(১) সঞ্চালকৰ অধিকাৰ ঃ** প্ৰতিজন সঞ্চালকৰে কোম্পানীৰ সভা সমিতিত ভাগ লোৱা আৰু কোম্পানীৰ কাম-বনত দিহা পৰামৰ্শ দিয়াৰ অধিকাৰ আছে। তেওঁলোকক এই অধিকাৰৰপৰা বঞ্চিত কৰিলে উচ্চ ন্যায়ালয়ৰ আদেশৰদ্বাৰা অধিকাৰ লব পাৰে।

(২) কোম্পানীৰ আইন উলংঘা নকৰাকৈ আভ্যন্তৰীণ নিয়মাৱলীয়ে নিৰ্ধাৰণ কৰা বানচ পোৱাৰ অধিকাৰ প্ৰতিজন সঞ্চালকৰে আছে।

(৩) কোনো নিৰ্দিষ্ট সময়ৰ বাবে সঞ্চালকক নিযুক্তি দিলে সেই সময় শেষ নৌ হওঁতেই তেওঁৰ কাৰ্য্য-কালৰ সমাপ্তি ঘটালে ক্ষতি পূৰণ পোৱাৰ অধিকাৰ আছে ; কিন্তু তলত দিয়া অৱস্থা কেইটাত সঞ্চালকে ক্ষতিপূৰণ দাবী কৰিব নোৱাৰে।

(ক) যেতিয়া কোম্পানীৰ আইন অনুযায়ী দায়িত্ব এৰিব লগা হয়।

(খ) যেতিয়া সঞ্চালকৰ অৱহেলা আৰু হেমাহিৰ কাৰণে কোম্পানী বন্ধ হৈ যোৱাৰ উপক্ৰম হয়।

(গ) যেতিয়া সঞ্চালকসকল প্ৰৱঞ্চনা আৰু বিশ্বাস ভংগৰ দায়ত জগৰীয়া হয়।

(ঘ) যেতিয়া সঞ্চালকে নিজে তেওঁৰ কাৰ্য্য-কালৰ সমাপ্তি ঘটোৱাত ভাগ লয়।

**সঞ্চালকৰ কৰ্ত্তব্য ঃ** সাধাৰণতে কোম্পানীৰ অন্তৰ্লিপিয়ে সঞ্চালক মণ্ডলীৰ কৰ্তব্য নিৰ্ধাৰণ কৰে। সঞ্চালকসকলে নিজৰ কৰ্তব্য ন্যায় ভাৱে পালন কৰিব পাৰে। এজন জ্ঞানসম্পন্ন লোকে বিশেষ অৱস্থাত নিজৰ কাম কৰোঁতে যিমানখিনি সাৱধানতা আৰু বুদ্ধি খটুৱায়, কোম্পানীৰ কামতো সঞ্চালকে সিমানখিনি বুদ্ধি খটুৱাব আৰু সাৱধানতা অৱলম্বন কৰিব লাগে। সঞ্চালক মণ্ডলীৰ সকলো সভাত উপস্থিত থকাতে উচিত। কোম্পানীৰ আইনত সঞ্চালকৰ কিছুমান কৰ্ত্তব্য নিৰ্ধাৰণ কৰি দিছে, সেইবিলাকৰ আভাস তলত দিয়া হ'ল।

(১) সঞ্চালকসকলৰ নাম, ঠিকনা, ব্যৱসায় আৰু বয়স আদি কোম্পানীক জনোৱাটো তেওঁলোকৰ কৰ্ত্তব্য। তেওঁলোকৰ ভিতৰত কোনো চুক্তি থাকিলে তাত তেওঁৰ কিবা স্বাৰ্থ থাকিলে তাকো উল্লেখ কৰিব লাগে।

(২) অধিকাৰ নথকাকৈ চেকত চহী কৰা, লাভ নহলেও কোম্পানীৰ মূলধনৰপৰা লাভাংশ ঘোষণা কৰা, নিজে পৰীক্ষা নকৰাকৈ কোম্পানীৰ বিষয়াৰ সত্যতাৰ ওপৰত নিৰ্ভৰ কৰি বাৰ্ষিক প্ৰতিবেদন আৰু উদ্বৃত্ত পত্ৰ অংশীদাৰ সভাত দাখিল কৰা আদি কামবিলাক তেওঁলোকৰ কৰ্ত্তব্যৰ ভিতৰত নপৰে।

(৩) কোম্পানীৰ অনুষ্ঠান পত্ৰত কোম্পানীটোৱে সহজেই কামত আগবাঢ়ি যথেষ্ট লাভ কৰিব পাৰিব বুলি ঘোষণা দিব লাগে।



(৪) কোম্পানীৰ আইন অনুযায়ী বিধিবদ্ধ সভা, বাৰ্ষিক সভা আদি নিয়ম অনুযায়ী বহুৱাটো তেওঁলোকৰ কৰ্তব্য।

(৫) কোম্পানীৰ বাৰ্ষিক সাধাৰণ সভাত কোম্পানীৰ কাৰ্য্যাৱলীৰ প্ৰতিবেদন, লাভ-লোকচান হিচাপ, উদ্বৃত্ত পত্ৰ দাখিল আৰু লাভাংশ ঘোষণা কৰাটো তেওঁলোকৰ কৰ্তব্য।

(৬) কোম্পানীক কোনো লোকে প্ৰৱঞ্চনা কৰিলে দোষীজনক বিচাৰি উলিয়াবলৈ অনুসন্ধানকাৰীক সকলো সহায় সহযোগ দিব লাগে।

(৭) সঞ্চালকে তেওঁ কাম কৰিম বুলি দিয়া ইচ্ছা পত্ৰত চহী কৰি পঞ্জীয়কৰ ওচৰত দাখিল কৰিব লগে। উপযুক্ত সময়ত মৰ্য্যাদাবোধক অংশ পোৱাটো তেওঁলোকৰ কৰ্তব্য।

(৮) কোম্পানীৰ সম্পত্তি আৰু দেয় আদিৰ বিৱৰণ প্ৰস্তুত কৰি শপতনামাৰদ্বাৰা সেই বিলাকৰ সত্যতা প্ৰমাণ কৰি অৱসায়কক দিয়াটো সঞ্চালকসকলৰ কৰ্তব্য।

**সঞ্চালকৰ দায়িত্ব ঃ** কোম্পানীৰ প্ৰতিনিধি হিচাপে কাম-কাজ কৰোঁতে তেওঁলোক ব্যক্তিগতভাৱে দায়ী হয় ( সাধাৰণতে তলত উল্লেখ কৰা বিষয়বিলাকৰ বাবে তেওঁলোক ব্যক্তিগতভাৱে দায়ী হয়।

১। অংশৰ কিস্তি পৰিশোধ নকৰা বাবদ।

২। অনুষ্ঠান পত্ৰত অসত্য তথ্য আৰু বিৱৰণ দিয়া বা তাত উল্লেখ কৰিব লগা তথ্য অসৎ উদ্দেশ্যেৰে গোপন কৰি ৰখাৰ কাৰণে দায়ী হয়।

(৩) তেওঁলোকৰ নিজৰ নামত কৰা চুক্তিৰ বাবে।

(৪) মূলধনৰপৰা লাভাংশ ঘোষণা কৰিলে।

(৫) নিজৰ ক্ষমতাৰ অপব্যৱহাৰ কৰি কৰা কামৰ বাবে।

(৬) তেওঁলোকে বিশ্বাস ভংগ কৰিলে আৰু তাৰ বাবে কোম্পানীৰ হানি হলে।

(৭) সঞ্চালকৰ সভাত অনুপস্থিত থাকিলে, তেওঁৰ সহকাৰীসকলে কৰা কামৰ বাবে।

**কাৰ্য্যনিৰ্বাহক পৰিচালক ঃ** কোম্পানীৰ পৰিচালনাৰ ভাৰ কেতিয়াবা পৰিচালক এজনৰ ওপৰত ন্যস্ত কৰা হয়। যিজন সঞ্চালকৰ ওপৰত কাৰ্য্যভাৰ দিয়া হয়, তেওঁকেই কাৰ্য্যনিৰ্বাহক পৰিচালক বোলে। এই বিষয়াজনক স্মাৰক পত্ৰ, আভ্যন্তৰীণ নিয়মাৱলী, পৰিচালনা মণ্ডলী আৰু কোম্পানীৰ বাৰ্ষিক সাধাৰণ সভাই নিয়োগ কৰিব পাৰে। এই বিষয়াজনক কোম্পানীৰ মুখ্য কাৰ্য্যপালিকা বুলি কব পাৰি যদিও এওঁ সকলো কাম-কাজ সঞ্চালক মণ্ডলীৰ নিৰ্দেশ অনুযায়ী কৰে। এনে বিষয়াৰ কাৰ্য্যকাল কেৱল ৫ বছৰৰ বাবেহে অনুমোদন কৰা হয়। একেজন ব্যক্তিয়েই একেলগে দুটাতকৈ অধিক কোম্পানীৰ কাৰ্য্য নিৰ্বাহক পৰিচালক হ'ব নোৱাৰে। এই বিষয়াসকলৰ নিয়োগৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ অনুমোদন লব লাগে।

**কোম্পানীৰ ব্যৱস্থাপক ঃ** কাৰ্য্যনিৰ্বাহক পৰিচালকৰ দৰে ব্যৱস্থাপককো কোম্পানীৰ পৰিচালনাৰ কাৰ্য্যত মূৰব্বী হিচাপে গণ্য কৰা হয়। পৰিচালক মণ্ডলীয়েই ব্যৱস্থাপকক নিয়োগ কৰিব পাৰে আৰু তেওঁলোকে ইচ্ছা কৰিলে গোটেই কোম্পানীৰ পৰিচালনাৰ দায়িত্ব ব্যৱস্থাপকক দিব পাৰে। কাৰ্য্যনিৰ্বাহক পৰিচালকৰ দৰেই এইজন বিষয়াৰ নিয়োগ, পুনৰনিয়োগ,, কাৰ্য্যকাল আৰু বানচ আদি সকলো নীতি-নিয়ম একে ধৰণেই প্ৰয়োগ কৰিব পাৰি।

**কোম্পানীৰ সচিব ঃ** যৌথ কোম্পানীত সচিবৰ স্থান বিশেষ উল্লেখযোগ্য। আইন অনুযায়ী [২(৪৪) ধাৰা] সচিব আৰু কোষাধ্যক্ষৰ অনুষ্ঠানৰ সংজ্ঞা এনেদৰে দিছে—যি অংশীদাৰী অনুষ্ঠানে সঞ্চালক মণ্ডলীৰ অধীক্ষণ, শাসন আৰু নিৰ্দেশৰদ্বাৰা হৈ এটা কোম্পানীৰ সম্পূৰ্ণ পৰিচলনাৰ দায়িত্ব লয়, সেই সকলক সচিব আৰু কোষাধ্যক্ষ যি নামেই



দিয়া হওক লাগে তাকে সচিব আৰু কোষাধ্যক্ষ বোলে। কোম্পানীৰ সচিবক যদিও পৰিচালক মণ্ডলীয়েই নিয়োগ কৰে আৰু সঞ্চালকৰ নিৰ্দেশ অনুযায়ী যদিও কাম-কাজ কৰিবলগা হয়, তথাপিও সচিবৰ স্থান সঞ্চালকৰ পাছতেই বুলিব পাৰি। সচিব গৰাকীয়েই হ'ল কোম্পানীৰ অংশীদাৰ আৰু সঞ্চালক মণ্ডলীৰ মাজত সেতু স্বৰূপ। এওঁ কোম্পানীৰ সকলো বিষয়তেই আগ ভাগ লব লাগে। সেই কাৰণেই কোৱা হয় যে সঞ্চালক সকল কোম্পানীৰ মগজু আৰু সচিব হ'ল ইয়াৰ চকু, কাণ আৰু হাত।

**কোম্পানীৰ সভা ঃ** কোম্পানীৰ প্ৰশাসন সম্বন্ধীয় সকলোবিলাক সিদ্ধান্ত কোম্পানীৰ সভাবোৰত লোৱা হয়। কোম্পানীৰ সচিবে এই সভাবোৰৰ যো-জা কৰে। এই সভা সমিতিবিলাক কেতিয়া কেনেকৈ পাতিব লাগে এই বিষয়ে কোম্পানী আইনত লিপিবদ্ধ কৰা আছে। কোম্পানী আইনৰ নীতি নিয়মত সভাবিলাক নাপাতিলে সেইবিলাক সভাত লোৱা সিদ্ধান্তবোৰ বলবৎ কৰিব নোৱাৰিব। সেই কাৰণে কোম্পানীৰ সচিবে আইনৰ বিধি অনুযায়ী সভাবোৰ পতাত বিশেষ যত্ন লয়।

কোম্পানীৰ সভাবোৰ তলত দিয়া শ্ৰেণী কেইটাত বিভক্ত কৰিব পাৰি।

**(১) অংশীদাৰৰ সভা ঃ** অংশীদাৰৰ সভাবোৰক আকৌ কেইবাটাও ভাগত ভাগ কৰিব পাৰি।

(ক) বিধিবদ্ধ সভা (খ) বাৰ্ষিক সাধাৰণ সভা (গ) বিশেষ সাধাৰণ সভা (ঘ) বিশেষ শ্ৰেণীৰ অংশীদাৰৰ আছুতীয়া সভা।

(২) ঋণ-পত্ৰ গৰাকীৰ সভা ( Debenture holder )।

(৩) অবসায়নৰ বাহিৰে অন্য সময়ত কোম্পানীৰ ধাৰ দিওঁতাসকলৰ সভা।

(৪) কোম্পানী বন্ধ কৰিবৰ সময়ত ঋণদাতা আৰু ধৰঙণি দিওঁতাৰ সভা।

(৫) সঞ্চালকসকলৰ সভা।

১। অংশীদাৰৰ সভা ঃ—

**(ক) বিধিবদ্ধ সভা (Statutory meeting) ঃ**—কোম্পানীয়ে ব্যৱসায় কৰিবলৈ অনুমতি পোৱাৰ পাছত অংশীদাৰসকলৰ এই খনেই প্ৰথম সভা। কোম্পানীয়ে ব্যৱসায় আৰম্ভ কৰিবলৈ অনুমতি পোৱাৰ এমাহৰ পাছত, কিন্তু ছমাহৰ ভিতৰত এই সভা পাতিব লাগে। এই সভাৰ মূল উদ্দেশ্য হ'ল অংশীদাৰসকলক কোম্পানীৰ পুঁজি আয়-ব্যয় সম্পৰ্কে জনোৱা। আগতীয়া জাননী নিদিয়াকৈয়ে এই সভাত কোম্পানীৰ বিষয়ে সকলো কথা আলোচনা কৰিব পাৰে; কিন্তু আৱশ্যকীয় জাননী নিদিয়াকৈ কোনো প্ৰস্তাৱ গ্ৰহণ কৰিব নোৱাৰে।

**(খ) বাৰ্ষিক সাধাৰণ সভা (Annual general meeting) ঃ** কোম্পানীৰ বিভিন্ন বিষয়ৰ ওপৰত আলোচনা কৰি সেই বিষয়ে উপযুক্ত প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ আৰু কোম্পানীৰ হিচাপ পত্ৰ অংশীদাৰসকলৰ আগত দাখিল কৰিবলৈ এই সভা বছৰি এবাৰকৈ পাতিব লাগে। কোম্পানীৰ প্ৰথম বাৰ্ষিক সভাখন কোম্পানীৰ ভুক্তকৰণৰ ১৮ মাহ- ভিতৰত বহুৱাব লাগে। ইয়াৰ পাছৰবোৰ বাৰ্ষিক সভা কোম্পানী বিত্তীয় বছৰ সমাপ্ত হোৱাৰ তিনি মাহৰ ভিতৰত পাতিব লাগে। অৱশ্যে কোম্পানীৰ পঞ্জীয়কে ইচ্ছা কৰিলে আৰু তিনি মাহ সময় বঢ় দিব পাৰে। পঞ্জীয়কে সময় বঢ়াই দিয়াৰ বাহিৰে অন্য কো কাৰণতে কোম্পানীৰ এখন বাৰ্ষিক সাধাৰণ সভাৰপৰা আন এখন ১৫ মাহৰ বেছি দিন হ'ব নোৱাৰিব।

কোনো কাৰ্য্যকৰী দিনৰ কাৰ্য্যকৰী সময়ৰ ভিতৰত কোম্পা পঞ্জীয়ন কাৰ্য্যালয়ত এই সভা পাতিব পাৰে। আইনমতে কোম্পা



বাৰ্ষিক সাধাৰণ সভা নাপাতিলে অৱহেলা কৰা প্ৰতিজন কোম্পানীৰ বিষয়াকে ৫ হাজাৰ টকা জৰিমনা কৰি শাস্তি দিব পাৰে। ইয়াৰ উপৰিও পলম হোৱা প্ৰতিটো দিনৰ কাৰণে ২৫০ টকাকৈ জৰিমনা কৰিব পাৰে। কোনো অংশীদাৰৰ অভিযোগত কেন্দ্ৰীয় চৰকাৰে কোম্পানীক সভা পাতিবলৈ নিৰ্দেশ দিব পাৰে, এই সভা নাপাতিলে কি ব্যৱস্থা লোৱা হ'ব পাৰে তাকো একে নিৰ্দেশতেই জনাই দিব পাৰে।

**(গ) বিশেষ সাধাৰণ (Extra ordinary general meeting) ঃ** বাৰ্ষিক সাধাৰণ সভা বহিৰ্ভূত কিবা বিশেষ আলোচনাৰ বিষয় থাকিলে বিশেষ সাধাৰণ সভাৰ জৰিয়তে আলোচনা কৰা হয়। জৰুৰী বিষয়ৰ কাৰণেও বাৰ্ষিক সাধাৰণ সভালৈ বাট নাচাই এই সভা বহুৱা হয়। সঞ্চালক বা অংশীদাৰসকলে যেতিয়াই উচিত বুলি বিবেচনা কৰে তেতিয়াই এনে সভা পতা হয়। আদায়ী মূলধনৰ অংশীদাৰসকলে সাধাৰণতে দহ ভাগৰ এভাগ গোটখাই এই সভা বহুৱাবলৈ দাবী (Requisition) কৰিব পাৰে।

ঋণ পত্ৰৰ গৰাকীসকলেও তেওঁলোকৰ স্বাৰ্থ সংক্ৰান্ত বিষয়তহে কোম্পানীৰ বিশেষ সাধাৰণ সভা আহ্বান কৰিব পাৰে। এনে সভা পাতিবলৈ হলে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰি সকলোৱে চহী দি দাখিল কৰিব লাগে। দাবী পত্ৰ পঞ্জীয়কৰ ওচৰত দাখিল কৰিব লাগে। কোম্পানীৰ সঞ্চালকসকলে দাবী পত্ৰ পোৱাৰ ৪৫ দিনৰ ভিতৰত এই সভা নাপাতিলে অধিবাচকসকলে নিজেই দাবী পত্ৰ দাখিল কৰাৰ তিনি মাহৰ ভিতৰত সেই সভা বহুৱাব পাৰে। অধিবাচকসকলে এনে সভাৰ কাৰণে হোৱা খৰচ কোম্পানীৰপৰা আদায় কৰিব আৰু কোম্পানীয়ে গাফিলতি কৰা সঞ্চালকসকলৰ বানচৰপৰা এই খৰচ কাটি লয়।

**(ঘ) বিশেষ শ্রেণীৰ অংশীদাৰৰ আছুতীয়া সাধাৰণ সভা :** কোনো এটা শ্রেণীৰ অংশীদাৰসকলৰ অন্তর্লিপিত লিপিবদ্ধ কৰা অধিকাৰসমূহৰ সালসলনিৰ কাৰণে এই সভা কেতিয়াবা পতা হয়। এনে সভা পাতিবৰ বাবে প্রতিজন অংশীদাৰে লিখিতভাৱে নিজৰ মতামত দিব লাগে। এই সভা পতাৰ নিয়ম-কানুন অন্তর্লিপিত লিখা থাকে। সভাত অংশীদাৰসকলৰ চাৰি ভাগৰ তিনি ভাগে মত দিলেহে আগতে নির্ধাৰণ কৰা অধিকাৰসমূহ সালসলনি কৰিব পাৰে। এনে সভাৰ থূলৰ কাৰণেও এই শ্রেণীৰ অংশীদাৰসকলৰ শতকৰা ৭৫ ভাগ ব্যক্তিগতভাৱে বা প্রতিনিধিত্বৰ দ্বাৰা উপস্থিত থাকিব লাগে।

**(২) ঋণ-পত্র গৰাকীৰ সভা (Meeting of the Debenture holder) :** কোনো কোম্পানীয়ে ঋণ পত্র বিতৰণ কৰিলে ঋণ-পত্রৰ মালিকসকলে সভা পাতি তেওঁলোকৰ অধিকাৰ সালসলনি কৰিব পাৰে। এনেবিলাক সভাৰ নীতি-নিয়ম সাধাৰণতে ঋণ-পত্রত লিপিবদ্ধ কৰা থাকে।

**কোম্পানীৰ ঋণদাতাৰ সভা ( Meeting of the creditors ) :** কোম্পানী ঋণদাতাসকলৰ সভা প্রকৃততে কোম্পানীৰ সভাৰ ভিতৰত নপৰে। কোম্পানীৰ ঋণদাতাসকলৰ কোম্পানীৰ লগত সম্বন্ধ কেৱল ধাৰ আৰু সুত আদায় কৰাতেই সীমাবদ্ধ। তথাপিও কোনো কোনো সময়ত কোম্পানীৰ ঋণদাতাসকল একেলগে গোটখাই তেওঁলোকৰ প্রাপ্য সা-সুবিধাৰ কাৰণে সভা পাতিব পাৰে।

**(৪) কোম্পানীৰ অৱসায়নত ঋণদাতা আৰু বৰঙণি দিওঁতা সভা (Meeting of the creditors and contribution on winding up :** কোম্পানী দেউলীয়া হলে ঋণদাতাসকলে পাবলগা মুঠ টকা নির্ধাৰণ কৰিবলৈ আৰু দেউলীয়া সম্পত্তিৰ পৰিচালক নিযুক্ত কৰিবলৈ এই সভা পাতে। যি সকল ব্যক্তিয়ে কোম্পানীৰ অৱসায়নত



কোম্পানীৰ সম্পদৰ প্রতি বৰঙণি দিব লাগে তেওঁলোকক বৰঙণি দিওঁতা বোলে। দেৱলীয়া কোম্পানীৰ পৰিচালকে এই লোকসকলৰ মতামত জানিবৰ বাবে এখন সাধাৰণ সভা পাতে। এনে লোকৰ সীমিত অনুৰোধত এই সভা পতা হয়।

**সঞ্চালক মণ্ডলীৰ সভা (Meeting of Directors) :** কোম্পানীৰ সভাৰ ভিতৰত এই সভাই সকলোতকৈ গুৰুত্বপূর্ণ। সঞ্চালকসকলে ব্যক্তিগতভাৱে কাম কৰিব নোৱাৰে। কোম্পানীৰ প্রত্যেক কামৰ বাবে সঞ্চালকমণ্ডলীৰ অনুমোদন আৰু নির্দেশৰ প্রয়োজন। কোম্পানীৰ সকলোবিলাক কাম নিয়াৰিকৈ কৰিবলৈ সঞ্চালকমণ্ডলীয়ে নির্দিষ্ট সময়ৰ মূৰে মূৰে গোটখাই সভা পাতি প্রস্তাৱ আদি গ্রহণ কৰে। এই সভাৰ নীতি-নিয়ম কোম্পানীৰ অন্তর্লিপিত লিপিবদ্ধ কৰা থাকে। বর্তমান আইন অনুযায়ী প্রতি তিনিটা পঞ্জিকা মাহৰ মূৰে মূৰে অন্ততঃ এবাৰকৈ সঞ্চালকমণ্ডলীৰ সভা বহিব লাগে। সাধাৰণতে কোম্পানীৰ সচিবেই কোম্পানীৰ সভাবোৰৰ জাননী দিয়ে ; কিন্তু আইন অনুযায়ী যেই কোনো এজন সঞ্চালকৰ দাবীপত্র অনুযায়ীহে সভা পাতিব পাৰে। গতিকে সচিবে নিজৰ নামত সঞ্চালকমণ্ডলীৰ জাননী দিয়াটো উচিত নহয়।

**কোম্পানীৰ সভাবিলাকৰ কার্য্য পদ্ধতি :** কোম্পানীৰ বিভিন্ন সভাৰ কার্য্য পদ্ধতি প্রায় একে ধৰণৰ। সভাৰ কার্য্য পদ্ধতিৰ এটা চমু আভাস তলত দিয়া হৈছে।

**১। সভাৰ জাননী (Notice of the meeting) :** কোম্পানীৰ সভাবিলাক আইন অনুযায়ী পাতিবলৈ হলে সভাৰ লগত জড়িত থকা প্রতিজন লোকেই যথাযোগ্য সময়ত সভাৰ তাৰিখ, সময়, স্থান, আৰু আলোচ্য বিষয় সম্পর্কে অৱগত হ'ব লাগিব। যিখন পত্রদ্বাৰা এইবোৰ জনোৱা হয় তাকে জাননী বোলে। বিধিবদ্ধ, সাধাৰণ আৰু বিশেষ

সাধাৰণ সভাৰ জাননী সাধাৰণতে ২১ দিনৰ আগতে দিব লাগে; কিন্তু কিছুমান অৱস্থাত ২১ দিনৰ কম জাননীও বৈধ হ'ব পাৰে যেনে (১) সাধাৰণ সভাখন বাৰ্ষিক সভা হ'লে সকলো অংশীদাৰৰে মতানুসাৰে। (২) অন্য সাধাৰণ সভাৰ বাবে যদি শতকৰা ৯৫ ভাগ আদায়ী মূলধনৰ অংশীদাৰে মত দিয়ে। (৩) মূলধন নথকা কোম্পানীত শতকৰা ৯৫ ভাগ ভোটাধিকাৰে মত দিলে।

সঞ্চালকমণ্ডলীয়ে সভাৰ জাননীৰ নীতি-নিয়মবোৰ সঞ্চালকমণ্ডলীয়ে নিজে ঠিৰাং কৰি লব পাৰে। এই বিষয়ে আইনত কোনো বাধা-বাধকতা নাই। কোম্পানীৰ প্ৰতিখন সভাৰ জাননী কোম্পানীৰ লগত জড়িত থকা সকলো লোকেই পাব লাগিব। অংশীদাৰসকলক হাতে হাতে নাইবা ডাকঘৰৰ জৰিয়তে জাননী দিব পাৰে। কোনো অংশীদাৰে যদি কোম্পানীৰ পঞ্জীয়ন কাৰ্য্যালয় থকা ঠাইৰ বাতৰি কাকতত জাননী দিলেই হ'ব। অস্বাভাৱিক বেমেজালিৰ বাবে কোনো সদস্যই কোম্পানীৰ জাননী নাপালে কোম্পানী দায়ী নহয়; কিন্তু চিঠি ডাকত দিয়া সময়ত ডাকঘৰৰ বেমেজালি হলে সেই জাননীৰদ্বাৰা কোম্পানীৰ দায়িত্ব পালন কৰা নহয়। তেনে জাননী সদস্যৰ ওপৰত বলবৎ কৰিব নোৱাৰি। অৱশ্যে অনিচ্ছাকৃতভাৱে কোনো অংশীদাৰক জাননী নিদিলে সেই সভাৰ প্ৰস্তাৱ বাতিল নহয়। কিবিলাক বিষয়ৰ ওপৰত আলোচনা হ'ব সেই সকলোবিলাক জাননীত দিব লাগে।

২। **সভাৰ থূল ( Quorum for the meeting ) ঃ** যি সৰ্বনিম্ন সংখ্যাৰ সভাৰ উপস্থিতিত এখন সভা বৈধ বুলি ধৰা হয় সেই সৰ্বনিম্ন সংখ্যাকে এখন সভাৰ থূল বোলে। কোম্পানীৰ অন্তৰ্লিপিত থূলৰ সংখ্যা দিয়া থাকে। অন্তৰ্লিপিত থূলৰ সংখ্যা দিয়া নাথাকিলে কোম্পানীৰ আইন অনুযায়ী থূল নিৰ্ধাৰণ কৰিব লাগে। আইন মতে ঘৰুৱা কোম্পানীত দুজন আৰু ৰাজহুৱা কোম্পানীত পাঁচজন সভ্যৰ



উপস্থিতিত সভাৰ থূল হৈছে বুলি গণ্য কৰা হয়। সঞ্চালক মণ্ডলীৰ সভাৰ থূলৰ বিষয়ে কোনো নীতি নিয়ম নাথাকিলে সঞ্চালকৰ এক তৃতীয়াংশ বা দুজন সঞ্চালকৰ উপস্থিতিত সভাৰ থূল হৈছে বুলি ধৰা হয়। সভাৰ কাৰ্য্য চলি থকা অৱস্থাত থূলৰ অভাৱ হলে সভাৰ কাম অবৈধ হ'ব।

অংশীদাৰসকলৰ সভাত নিৰ্দিষ্ট সময়ৰ আধা ঘণ্টাৰ ভিতৰত সভাৰ থূল নহ'লে সঞ্চালকে নিৰ্ধাৰণ কৰা অন্য দিনলৈ বা পাছৰ সপ্তাহৰ একে দিনত একে ঠাইতে একে সময়তে স্থগিত সভা বহিব। স্থগিত সভাত থূল নহলেও সভাৰ কাম-কাজ চলাব পাৰিব। অধিগ্ৰহণ কৰা সভাৰ নিৰ্দিষ্ট সময়ৰ আধা ঘণ্টাৰ ভিতৰত সভাৰ থূল নহলে সেই সভা ভংগ হ'ব।

৩। **সভাৰ কাৰ্য্য তালিকা ( Agenda of the meeting ) ঃ** কোম্পানীৰ প্ৰতিখন সভাৰে কাৰ্য্য তালিকা থকা প্ৰয়োজন। কোম্পানীৰ চেয়াৰমেনৰ লগত আলোচনা কৰি সচিবে কাৰ্য্য তালিকাখন প্ৰস্তুত কৰে।

৪। **সভাৰ সভাপতি ( Chairman of the meeting ) ঃ** সভা আৰম্ভ কৰাৰ লগে লগেই সভাৰ কাম সুচাৰুভাৱে চলাই নিবলৈ এজন সভাপতি নিৰ্বাচিত কৰা হয়। কোম্পানী আৰম্ভ কৰাৰ সময়ত সঞ্চালকসকলে তেওঁলোকৰ মাজৰে এজনক চেয়াৰমেন ৰূপে নিৰ্বাচিত কৰে। সঞ্চালকমণ্ডলীৰ সভা আৰু কোম্পানীৰ সাধাৰণ সভাবোৰত এনেদৰে নিৰ্বাচিত সভাপতিয়েই সভাপতিত্ব কৰে।

পূৰ্বে নিৰ্বাচিত চেয়াৰমেন নাথাকিলে সভাঘৰতে সভ্যসকলে হাত দঙা ভোটৰদ্বাৰাই চেয়াৰমেন নিৰ্বাচন কৰিব পাৰে। সভাৰ চেয়াৰমেন জনে সভাৰ জাননী, সভাৰ থূলৰ ওপৰত লক্ষ্য ৰাখিব লাগে। সভাৰ কাম-কাজ কাৰ্য্য তালিকা অনুযায়ী চলাই নিয়া, আগৰ সভাৰ কাৰ্য্য

বিৱৰণী সভ্যসকলৰদ্বাৰা অনুমোদন কৰা, সভা ঘৰত শৃংখলা ৰক্ষা কৰা, সভাত লব খোজা প্ৰস্তাৱসমূহ লবলৈ সভাৰ ক্ষমতা আছেনে নাই চোৱা, অবান্তৰ আলোচনা বন্ধ কৰা আদিয়েই সভাপতিৰ কৰ্তব্যৰ ভিতৰত পৰে। কিছুমান বিষয়ৰ ওপৰত চেয়াৰমেনে নিজৰ ক্ষমতা প্ৰয়োগ কৰি কাম চলাই নিব লাগে।

৫। **প্ৰস্তাৱ আৰু সিদ্ধান্ত (Motion and Resolution):** সভাত প্ৰস্তাৱ দাঙি ধৰাৰ আগতে আইন অনুযায়ী জাননী দিব লাগে। সভাৰ ক্ষমতাৰ বাহিৰৰ কোনো প্ৰস্তাৱেই গ্ৰহণ কৰিব নোৱাৰে। প্ৰস্তাৱবিলাক সাধাৰণতে সহজে বুজিবপৰা হোৱাটো বাঞ্ছনীয়। মূল প্ৰস্তাৱ সৰহ সংখ্যক সভ্যই বিৰোধিতা কৰিলে চেয়াৰমেনে নাকচ কৰিব পাৰে। কোম্পানীৰ সভাবিলাকত দুবিধ সিদ্ধান্ত গ্ৰহণ কৰা হয় যেনে—সাধাৰণ সিদ্ধান্ত (Ordinary resolution) আৰু বিশেষ সিদ্ধান্ত (special resolution)। কোম্পানীৰ সাধাৰণ সভাত সংখ্যাগৰিষ্ঠতা ভোটত যি প্ৰস্তাৱ গ্ৰহণ কৰা হয় তাক সাধাৰণ সিদ্ধান্ত বোলে। অন্য হাতেদি বিশেষ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ হলে কিছুমান চৰ্ত মানিব লাগিব সেইবিলাক হ'ল (১) সভাৰ জাননীত এই বিষয়ে উল্লেখ থাকিব লাগিব। (২) প্ৰস্তাৱৰ সপক্ষে দিয়া ভোটৰ সংখ্যা বিপক্ষে দিয়া ভোটৰ অন্ততঃ তিনিগুণ হ'ব লাগে। সাধাৰণতে স্মাৰক-লিপি পৰিবৰ্তন কৰিবলৈ, কোম্পানীৰ নাম পৰিবৰ্তন কৰিবলৈ, অন্তৰ্লিপি সাল-সলনি কৰিবলৈ, অ-তলবী মূলধনক সংৰক্ষিত মূলধনলৈ ৰূপান্তৰ কৰিবলৈ, মূলধন হ্ৰাস কৰিবলৈ, মূলধনৰপৰা সুত দিবলৈ, ইচ্ছাকৃত ভাৱে কোম্পানীৰ অৱসায়ন ঘটাবলৈ বিশেষ সিদ্ধান্তৰ প্ৰয়োজন হয়।

কোম্পানী আইন অনুযায়ী কিছুমান বিষয়ৰ বাবে বিশেষ জাননী-যুক্ত সিদ্ধান্তৰ প্ৰয়োজন হয়। যি সভাই এনে প্ৰস্তাৱ উত্থাপন কৰিব খোজে সেই সভাৰ ১৪ দিনৰ আগতে তেনে প্ৰস্তাৱৰ কথা জাননী যোগে জনাব লাগে।



সাধাৰণতে তলত দিয়া বিষয়বোৰত বিশেষ জাননীযুক্ত সিদ্ধান্তৰ আৱশ্যক।

(১) অৱসৰ গ্ৰহণকাৰী হিচাপ পৰীক্ষকৰ বাহিৰে আন হিচাপ পৰীক্ষক নিয়োগ কৰিবলৈ আৰু অৱসৰ গ্ৰহণকাৰীক আৰু পুনৰ নিযুক্তি দিবলৈ।

(২) কোনো সঞ্চালকক কামৰ অযোগ্য বুলি পৰিগণিত কৰিবলৈ।

(৩) কাৰ্য্যকাল শেষ হোৱাৰ আগতেই সঞ্চালকক আঁতৰাবলৈ আৰু সঞ্চালকৰ বয়সৰ সীমা ৬৫ বছৰতকৈ বঢ়াবলৈ।

(৪) নতুন সঞ্চালকক নিযুক্তি দিবলৈ।

(৬) **সভা স্থগিত ৰখা (Adjournment of the meeting):** কোম্পানীৰ কোনো সভা ভবিষ্যতে পাতিবৰ উদ্দেশ্যে স্থগিত ৰাখিব পাৰে। থূলৰ অভাৱত নাইবা সভাৰ কাম-বন শেষ কৰিব নোৱাৰিলে সাধাৰণতে সভা স্থগিত ৰখা হয়। পাছৰ সভাত মূল সভাত শেষ কৰিব নোৱাৰা বিষয়বোৰহে আলোচনা কৰা হয়। বিধিবদ্ধ সভা স্থগিত ৰাখিলে যথাযথভাৱে জাননী দি নতুন বিষয়ৰ ওপৰত আলোচনা কৰিব পাৰে।

(৭) **সভাৰ নথীপত্ৰ সংৰক্ষণ (Record of the meeting):** কোম্পানীৰ সভাবোৰৰ কাৰ্য্যাৱলী কাৰ্য্যবিৱৰণী বহীত লিখি ৰখাটো বাধ্যতামূলক।

**কোম্পানীৰ অৱসায়ন বা সামৰণি মৰা (Winding up of Companies):** ভাৰতীয় কোম্পানী আইনৰ নীতি অনুযায়ী কোম্পানী অৱসায়ন কৰিব পাৰি। ঋণদাতা আৰু অংশীদাৰসকলৰ স্বাৰ্থৰ প্ৰতিকূলত কোম্পানী অৱসায়ন কৰা হয়। কোম্পানী সামৰণি

মৰাৰ সময়ত প্ৰত্যেকজন বৰ্তমান আৰু অতীতৰ সভ্যই কোম্পানীৰ দায় পৰিশোধ কৰিবৰ কাৰণে কোম্পানীৰ সম্পত্তিলৈ আৱশ্যক হলে বৰঙণি দিব লাগিব। সীমিত কোম্পানীৰ ক্ষেত্ৰত অংশীদাৰসকলৰ অনাদায়ী অংশৰ মূল্যলৈকে দায়িত্ব সীমিত হয়। এবছৰৰ আগতে অংশীদাৰ হৈ থকা সভ্যৰ কোনো দায়িত্ব নাথাকে। কোম্পানীবিলাক দেৱলীয়া হলেই অৱসায়ন নহয়। স্বচ্ছল কোম্পানীবিলাকো ভংগ কৰি অৱসায়ন কৰিব পাৰি, যদিহে কোম্পানীটো যি উদ্দেশ্যলৈ আৰম্ভ কৰা হৈছিল, সেই উদ্দেশ্য সম্পাদন কৰা হ'ল বা অংশীদাৰসকলে কোম্পানীটো ভংগ কৰি সম্পত্তিবিলাক তেওঁলোকৰ মাজত ভগাই লবলৈ ইচ্ছা কৰে। অংশীদাৰসকলে কোম্পানী অৱসায়ন কৰিবলৈ আবেদন কৰাৰ অধিকাৰ থকাৰ উপৰিও কোম্পানীৰ প্ৰত্যেকজন ঋণদাতায়ো উপযুক্ত আদালতত আবেদন দি কোম্পানী অবসায়ন কৰা আদেশ আনিব পাৰে। কোম্পানীৰ সামৰণি তিনিটা উপায়েৰে কৰিব পাৰি। যেনে :—

(১) অংশীদাৰসকলৰ স্বইচ্ছাৰে (Voluntarily liquidation)।

(২) আদালতৰ জৰিয়তে ( Winding up by a Court )

(৩) আদালতৰ তত্ত্বাৱধানৰ জৰিয়তে ( Subject to supervision of Court )।

(১) অংশীদাৰসকলৰ স্বইচ্ছাৰে কোম্পানী সামৰণি মাৰিব পাৰে (ক) কোম্পানীৰ আভ্যন্তৰীণ নিয়মাৱলীত লিপিবদ্ধ কৰা কোম্পানীটোৰ নিৰ্ধাৰিত সময় অন্ত হয়। (খ) কোম্পানীৰ আভ্যন্তৰীণ নিয়মাৱলী অনুযায়ী সামৰণি মাৰিব লাগে আৰু (গ) অংশীদাৰসকলৰ বিশেষ সিদ্ধান্তৰ অনুযায়ী কোম্পানী সামৰণি মাৰে। কোম্পানীৰ আইন মতে অংশীদাৰ আৰু কোম্পানীৰ ঋণদাতা দুয়োপক্ষই ইচ্ছাকৃত ভাৱে কোম্পানী সামৰণি মাৰিব পাৰে।



(২) আদালতৰ জৰিয়তে যৌথ কোম্পানী অৱসায়ন কৰিবৰ বাবে আদালতে তলত দিয়া অৱস্থাবিলাকত নিৰ্দেশ দিব পাৰে।

(ক) কোম্পানীৰ বিশেষ সিদ্ধান্তৰদ্বাৰা ঠিৰাং কৰে যে কোম্পানীটো অৱসায়ন কৰিবৰ বাবে আদালতে যথোচিত ব্যৱস্থা লয়।

(খ) যদি বিধিবদ্ধ প্ৰতিবেদন কোম্পানীৰ পঞ্জীয়কৰ ওচৰত দাখিল কৰাত গাফিলতি কৰে নাইবা বিধিবদ্ধ সভা পতাৰ গাফিলতি কৰে তেনে ক্ষেত্ৰত আদালতৰ নিৰ্দেশ অনুযায়ী কোম্পানীটো ভংগ কৰা হয়।

(গ) যদি কোম্পানীৰ অন্তৰ্ভুক্ত কৰাৰ এবছৰৰ ভিতৰত বা গোটেই বছৰটো ব্যৱসায় আৰম্ভ নকৰাকৈ থাকে।

(ঘ) যদি ঘৰুৱা কোম্পানীৰ অংশীদাৰৰ সংখ্যা দুজনতকৈ কম হয় আৰু ৰাজহুৱা কোম্পানীৰ অংশীদাৰৰ সংখ্যা সাত জনতকৈ কম হয়।

(চ) যদি আদালতে কোম্পানী ভংগ কৰি দিয়াটো যুক্তিসংগত বুলি বিবেচনা কৰে।

কোম্পানীৰ অৱসায়নৰ ক্ষেত্ৰত আদালতৰ ক্ষমতা বৰ বেছি। কোম্পানী সামৰণি মৰাৰ আদেশ দিয়াৰ লগে লগেই এজন অবসায়ক দিয়া হয়। কোম্পানীৰ সকলো সম্পত্তিৰ মূল্য নিৰ্ধাৰণ কৰাটো অৱসায়কৰ প্ৰথম কৰ্তব্য। কোম্পানীৰ সা-সম্পত্তিবোৰ বিক্ৰী কৰি সেই টকাৰে কোম্পানীৰ ঋণদাতাসকলৰ ঋণবোৰ পৰিশোধ কৰাৰ পাছত অৱশিষ্ট কোনো টকা থাকিলে অংশীদাৰসকলৰ মাজত বিতৰণ কৰি দিয়ে। অৱসায়কে সদায় সৎ আৰু নিৰপেক্ষতাৰে কাম কৰিব লাগে। আৱশ্যক হলে আদালতে অৱসায়ককো কামৰ পৰা আঁতৰাব পাৰে।

কোম্পানী আইন মতে চৰকাৰী অৱসায়কসকল উচ্চ ন্যায়ালয়ৰ লগতে থাকিব লাগে। এই বিষয়াজনক কেন্দ্ৰীয় চৰকাৰে নিয়োগ কৰে। আদালতত অৱসায়ন আবেদন দাখিল কৰাৰ লগে লগেই তেওঁক

অস্থায়ীভাৱে কোম্পানীৰ সামৰণিৰ ব্যৱস্থাবিলাক তত্ত্বাৱধান কৰিবলৈ নিয়োগ কৰে। কোম্পানীৰ অৱসায়কে সভাৰ কাৰ্য্য বিৱৰণী আৰু হিচাপ পত্ৰৰ বহী ৰাখিব লাগে। টকা পইচা গ্ৰহণ আৰু পৰিশোধ কৰা হিচাপ আদালতত বছৰত অতি কমেও দুবাৰ দাখিল কৰিব লাগে। কেন্দ্ৰীয় চৰকাৰে অৱসায়ন কাৰ্য্যত সাধাৰণ তত্ত্বাৱধান ৰাখে। কেন্দ্ৰীয় চৰকাৰে অৱসায়কৰ বিৰুদ্ধে অভিযোগ পালে অনুসন্ধান কৰি ব্যৱস্থা গ্ৰহণ কৰে।

(৩) **আদালতৰ তত্ত্বাৱধানৰ জৰিয়তে ঃ** এই বিধিৰ জৰিয়তে সামৰণি মৰা পদ্ধতি আচলতে স্বইচ্ছাৰ পদ্ধতিৰদ্বাৰা সামৰণি মৰাৰ লগত একে। মাত্ৰ সামৰণি মৰা কাৰ্য্যবোৰৰ ওপৰত আদালতে চকু ৰাখে আৰু আৱশ্যক হলে কোনো সমস্যাৰ সিদ্ধান্ত লোৱাত সহায় কৰে।

**সমবায় সংগঠন ঃ** সমবায় সংগঠন বহুত অংশীদাৰী ব্যৱসায় আৰু কোম্পানী ব্যৱসায় সংগঠনৰ লগত কিছু মিল আছে যদিও প্ৰকৃত অৰ্থত সম্পূৰ্ণ বেলেগ। প্ৰকৃত সমবায় সমিতিৰ মূলতত্ত্ব হ'ল লাভৰ উদ্দেশ্য বাদ দি সমবায়ৰ সভ্য সকলৰ যুক্তি সংগত দামত উৎপাদিত বা অন্য সামগ্ৰীবিলাক বিতৰণ কৰা। সমবায় সংগঠনৰদ্বাৰা আৰ্থিক, সামাজিক আৰু শিক্ষামূলক কিছুমান সুবিধা লাভ কৰিব পাৰি। সভ্যসকলৰ পৰস্পৰৰ সুবিধাৰ বাবে সমবায় সংগঠনৰদ্বাৰা বিভিন্ন প্ৰকাৰৰ কাম কৰিব পাৰি। সাধাৰণতে আৰ্থিক সংকটত পৰা লোকে তেওঁলোকৰ সকলোৰে উপকাৰ হোৱা কোনো উদ্দেশ্যৰ বাবে সমবায় ভিত্তিত সংগঠন আৰম্ভ কৰিব পাৰে। এজনে ব্যক্তিগতভাৱে নোৱাৰা কোনো কাম সমূহীয়াকৈ সৰহ ধনেৰে কৰিব পাৰি। ইয়াৰ উদ্দেশ্য বৃহৎ আকাৰৰ উৎপাদন আৰু সৰহীয়া পৰিমাণৰ লাভ কৰাটো নহয়; কিন্তু সভ্যসকলৰ আৰ্থিক অনাটন দূৰ কৰটোহে। অৱশ্যে কিছুমান বৃহৎ আকাৰৰ সমবায় সংগঠনে উৎপাদন কাৰ্য্য আৰু বহুতো অন্যান্য কাম হাতত



লব পাৰে। সাধাৰণতে সৰহ সংখ্যক সমবায় সমিতি কম পৰিসৰত কম সভ্যৰ ভিতৰতেই সীমাবদ্ধ। সমবায় সংগঠনত সভ্যসকলে স্বইচ্ছাই সমবায়ত অংশ গ্ৰহণ কৰে। জাতি বৰ্ণ নিৰ্বিশেষে যেই কোনো ব্যক্তিয়েই ইয়াৰ সভ্য হ'ব পাৰে, কেৱল প্ৰত্যেক জন সভ্যই সমিতিৰ আৱশ্যকীয় অংশ ক্ৰয় কৰি ইয়াৰ নীতি-নিয়ম মানি চলিব লাগে। সভ্যসকলে নিজৰ ইচ্ছানুযায়ী অংশ পৰিত্যাগ কৰি সভ্যপদৰপৰা অব্যাহতি লব পাৰে।

সমবায় সংগঠন ক্ষমতা আৰু গণতান্ত্ৰিক ভিত্তিত প্ৰতিষ্ঠা কৰা হয়। সকলো ক্ষেত্ৰতে সমভাৱে সদস্যসকলক ব্যৱহাৰ কৰা হয়। প্ৰত্যেক সদস্যই তেওঁৰ সমিতিৰ পৰিচালনাত একে অধিকাৰে অংশ গ্ৰহণ কৰিব পাৰে। সমবায়ত সকলো সদস্যই একেলগে সকলোৰে বাবে আৰু সকলোৱেই প্ৰত্যেক সদস্যৰ বাবে সূত্ৰত কাম পৰিচালনা কৰে। সমবায়ত প্ৰতিজন সদস্যৰে এটাহে ভোট থাকে আৰু সভ্যসকলে প্ৰতিনিধিৰ দ্বাৰা ভোট দিব নোৱাৰে। সাধাৰণতে সমবায় সমিতিবিলাকৰ পৰিচালনাৰ ভাৰ পৰিচালনা সমিতিৰ ওপৰত অৰ্পণ কৰা হয়। এই পৰিচালনা সমিতিখন সভ্যসকলৰ ভিতৰৰপৰা গণতান্ত্ৰিক নিয়মানুসাৰে নিৰ্বাচন কৰি লোৱা সভ্যৰে গঠিত।

অভিজ্ঞতাৰপৰা দেখা গৈছে যে সমবায় সংগঠনবিলাক কেৱল নগদ লেনদেনতহে জীয়াই থাকিব পাৰে। বহুতো সমবায় প্ৰতিষ্ঠান সদস্যসকলৰ ঋণ পৰিশোধ কৰাৰ গাফিলটিৰ ফলতেই ধ্বংস হোৱা দেখা গৈছে। সমূহীয়া প্ৰচেষ্টাৰে পৰস্পৰক সুবিধা দিয়াটোৱেই সমবায়ৰ মূল লক্ষ্য হোৱাৰ কাৰণে ইয়াত লাভ কৰাৰ স্থল নাই। সমবায়ত কোনো ক্ষেত্ৰত লাভ কৰিলেও সেই লাভ সমানভাৱে সকলো সভ্যৰে মাজত বিতৰণ কৰি দিয়া হয়। সমবায় সংগঠন বহু প্ৰকাৰৰ আছে, সেইবিলাক তলত আলোচনা কৰা হ'ল।

১। ঋণদাতা সমবায় সমিতি ( credit Societies ): ঋণদাতা সমিতিবিলাক সেই সমিতি বিলাকৰ সদস্যসকলক ঋণ দিবৰ বাবে গঠন কৰা হয়। গ্ৰাম্য সমিতি বুলিলে কৃষি ঋণদান সমিতিক বুজায়। নগৰীয়া ঋণদান সমিতিবিলাক সদস্যসকলৰ ল'ৰাছোৱালীৰ বিয়া, ঘৰ নিৰ্মাণ আদি কামৰ বাবে দিয়া হয়।

(২) উৎপাদকৰ সমবায় সমিতি ( Producer's Societies ): এই সমিতিবিলাকত সভ্য সকলৰ উপকাৰৰ বাবে কোনো দ্ৰব্যৰ উৎপাদন কাৰ্য্যৰ বাবে গঠন কৰা হয়। সভ্যসকলে মূলধন যোগান ধৰাৰ উপৰিও শ্ৰম দি সমিতিক সহায় কৰে। উৎপাদিত দ্ৰব্যসমূহ সভ্য অনাসভ্য সকলোৰে মাজত বিক্ৰী কৰা হয়।

(৩) ভোক্তা সমবায় সমিতি ( consunaer's societies ): এই প্ৰকাৰৰ সমিতিবিলাক সকলো ব্যৱহাৰ্য্য দ্ৰব্য ক্ৰয় বিক্ৰয় কৰে গঠন কৰা হয়। কেতিয়াবা এই সমিতিবিলাকৰ বস্তু বাহিৰা লোককো বিক্ৰী কৰা হয়।

(৪) বহুমূখী সমবায় সমিতি ( Multipurpose Societies ): বহুমুখী সমবায় সমিতিবিলাক আজি কালি সকলো ঠাইতেই গঠন কৰা হৈছে। এই সমিতিবিলাকৰ উদ্দেশ্য বিভিন্ন ধৰণৰ। বহুমুখী সমবায় সমিতিবিলাক ঋণ যোগান, উৎপাদন, ক্ৰয় বিক্ৰয় আদি বিভিন্ন কাৰ্য্যত লিপ্ত থাকে, মুঠৰ ওপৰত যি অঞ্চলত সমিতিখন প্ৰতিষ্ঠা কৰা হয় সেই অঞ্চলৰ সকলো মানুহকেই আৱশ্যকীয় বস্তু যোগান ধৰাটোৱেই এই সমিতিবিলাকৰ মূল উদ্দেশ্য।

## সমবায় সংগঠনৰ বৈশিষ্ট্য :

১। **সীমিত উদ্দেশ্য ( Limited Jurisdiction ):** সমবায় প্ৰভিষ্ঠানবিলাকৰ উদ্দেশ্য সীমিত অৰ্থাৎ সভ্যসকলৰ আৰ্থিক অনাটন দূৰ



কৰা; কিন্তু যৌথ কোম্পানীবিলাক ইয়াতকৈও ডাঙৰ উদ্দেশ্য, যেনে আকাৰৰ উৎপাদনৰ বাবে প্ৰতিষ্ঠা কৰা হয়।

(২) **সমতাৰ ভিত্তিত প্ৰতিষ্ঠিত:** সমবায়ত সকলো সভ্যৰে অধিকাৰ সমান। প্ৰত্যেকৰে একোটাকৈ ভোট থাকে। প্ৰতিজনে লব পৰা অংশ পত্ৰৰো সীমা থাকে ; কিন্তু কোম্পানীৰ ক্ষেত্ৰত অংশ পত্ৰৰ ওপৰত নিৰ্ভৰ কৰিহে কেতিয়াবা ভোট দিবলৈ দিয়ে।

৩। **চৰকাৰৰ পৃষ্ঠপোষকতা ( Govt. Patronage ):** সমবায় সংগঠন গঠনত চৰকাৰে বেছিকৈ পৃষ্ঠপোষকতা কৰে। এই সমিতি-বিলাক পঞ্জীয়ন কৰোঁতে কোনো মাচুল আদি ভৰিব নালাগে। সমবায় প্ৰতিষ্ঠানৰ আয়ৰ ওপৰত আয়কৰ লোৱা নহয়। অন্যহাতেদি যৌথ কোম্পানীৰ সংস্থাপনৰ বাবে আইনৰ নীতি নিয়ম মানিব লাগে। পঞ্জীয়ন খৰচো বহুত বেছি আৰু কোম্পানী আইনৰ দ্বাৰা এইবিলাক নিয়ন্ত্ৰিত হয়।

সমবায় প্ৰতিষ্ঠানৰ অন্যবিলাক সংগঠনৰ দৰে বহুতো সুবিধা অসুবিধা আছে। প্ৰধান প্ৰধান সুবিধা আৰু অসুবিধাবিলাক তলত আলোচনা কৰা হ'ল।

**সুবিধা:** (১) সমাজৰ সাধাৰণ শ্ৰেণীৰ লোকৰ পুঁজি একেলগ কৰি কোনো গঠনমূলক কাৰ্য্যত খটুৱাবলৈ সমবায় সমিতিৰদ্বাৰা সহজ হয়।

(২) কোনো অঞ্চলৰ মানুহৰ মাজত সহযোগৰ ভাগ উন্নত কৰাত সহায় কৰে। গতিকে ইয়াৰদ্বাৰা কেৱল আৰ্থিক উদ্দেশ্যই সিদ্ধি নহয়, সামাজিক উদ্দেশ্যও সাধন কৰিব পাৰি।

(৩) সমবায় সংগঠনৰ নামত ই এটা আন্দোলনহে। যদি গোটেই দেশতে ভোক্তাসকলৰ সমবায় সমিতি প্ৰতিষ্ঠা কৰিব পাৰি তেন্তে ব্যৱসায়ত থকা মধ্যবৰ্তী লোকসকলক সমাজৰপৰা আঁতৰাই ভাল

গুণবিশিষ্ট দ্ৰব্য উপযুক্ত মূল্যত সমাজে ব্যৱহাৰ কৰিব পাৰিব। সমাজবাদৰ ই এটা বাহন।

**সমবায়ৰ অসুবিধাসমূহ ঃ** (১) সমবায় প্ৰতিষ্ঠান সাধাৰণতে সভ্যসকলৰ প্ৰচেষ্টা আৰু সংগঠন দক্ষতাৰ ওপৰতেই নিৰ্ভৰ কৰে। সভ্যসকলৰ দক্ষতা আৰু অভিজ্ঞতাৰ অভাৱ হলে সমিতিবিলাক ধ্বংস হোৱাৰ উপক্ৰম হয়।

(২) ঋণদান সমিতিবিলাকে উপযুক্ত অনুসন্ধান নকৰাকৈ ঋণ দিয়াৰ কাৰণে বাজে দেনাৰ সন্মুখীন হয়। ব্যৱসায়ৰ নীতিকেই ধৰি থকাৰ বাবে কোনো কোনো ক্ষেত্ৰত লোকচান ভৰিব লগা হয়। সমবায় সংগঠনত পৰস্পৰ বুজাবুজি আৰু আঞ্চলিক ব্যৱস্থাই ব্যৱসায়ৰ নীতিতকৈও বেছি কাম দিয়ে।

(৩) অতি কম মূল্যৰ অংশ ক্ৰয় কৰি সভ্য হ'ব পৰা ক্ষমতা থকাৰ কাৰণে কোনো কোনো সময়ত সভ্যৰ সংখ্যা বেছি হৈ নিয়ন্ত্ৰণৰ বাহিৰ হয়। পৰিচালনা কৰা দলৰ ভিতৰত দলাদলি হৈ সংগঠন ধ্বংস হোৱা দেখা যায়।

(৪) হিচাপ পত্ৰৰ ক্ষেত্ৰত চৰকাৰৰ চোকা দৃষ্টি নথকাৰ বাবে বহুতো বেমেজালিয়ে দেখা দিয়ে। এই ক্ষেত্ৰত আইনৰ কোনো ভাল ব্যৱস্থা নাই।

**চৰকাৰী উদ্যোগ ( State Enterprise ) ঃ** ভাৰতবৰ্ষত চৰকাৰে লাহে লাহে শিল্প উদ্যোগবিলাকৰ মালিকীস্বত্ব আৰু পৰিচালনাত অংশ বেছিকৈ গ্ৰহণ কৰিছে। ১৯৫৬ চনৰ ভাৰতৰ শিল্প নীতি অনুযায়ী কিছুমান বিশেষ শিল্প চৰকাৰে প্ৰতিষ্ঠা কৰাৰ কথা উল্লেখ আছে। সংগঠনৰ ফালৰপৰা তলত উল্লেখ কৰা তিনিটা আৰ্হিৰ যেই কোনো এটা আৰ্হিতেই চৰকাৰে ব্যৱসায় প্ৰতিষ্ঠা কৰে।



(১) চৰকাৰী বিভাগৰদ্বাৰা (২) বিধিবদ্ধ বা ৰাজহুৱা নিগমৰদ্বাৰা (৩) চৰকাৰী কোম্পানীৰদ্বাৰা।

**চৰকাৰী বিভাগ ঃ** চৰকাৰৰ বিভাগৰদ্বাৰা পৰিচালনা কৰা একেবাৰেই পুৰণি উদ্যোগৰ ভিতৰত ৰেল পৰিবহণ, ডাক আৰু টেলিগ্ৰাম, আৰু প্ৰতিৰক্ষা শিল্পই প্ৰধান। এই সংগঠনৰ মূল বৈশিষ্ট্য হ'ল (ক) চৰকাৰৰদ্বাৰা পৰিচালিত আৰু নিয়ন্ত্ৰিত (খ) এই উদ্যোগ-বিলাকলৈ বাৰ্ষিক বাজেটৰদ্বাৰা অনুদান দিয়া হয় আৰু ইয়াৰ সৰহ ভাগ আয় ৰাজকোষত জমা হয়। (গ) চৰকাৰী নীতি নিয়মত হিচাপ ৰখা আৰু হিচাপ পৰীক্ষা কৰা হয়। (ঘ) এই অনুষ্ঠানবিলাকৰ কৰ্মীসকল স্থায়ী চৰকাৰী চাকৰিয়াল। (ঙ) চৰকাৰৰ অনুমতি নোলোৱাকৈ এই উদ্যোগবিলাকৰ ওপৰত কোনো আইন বলবৎ কৰিব নোৱাৰি।

চৰকাৰী বিভাগবিলাকৰ প্ৰধান প্ৰধান সুবিধা অসুবিধাবিলাক তলত আলোচনা কৰা হ'ল।

**সুবিধা ঃ** (১) চৰকাৰে কোনো দ্ৰব্য উৎপাদন কৰাৰ লগতে সেই দ্ৰব্যৰ ওপৰত সম্পূৰ্ণ নিয়ন্ত্ৰণ ৰাখে।

(২) এই উদ্যোগবিলাক চৰকাৰৰ একচেটিয়া ব্যৱসায় হোৱাৰ বাবে চৰকাৰে সুকলমে আৰ্থিক আৰু সামাজিক উদ্দেশ্য সাধন কৰিব পাৰে। এই ব্যৱস্থা হ'ল সমাজতন্ত্ৰ দিশৰ পদক্ষেপ।

**অসুবিধা ঃ** (১) চৰকাৰৰ ব্যৱসায়বিলাকৰ নীতি নিয়ম কম সময়ৰ ভিতৰত সাল সলনি কৰিব নোৱাৰাৰ বাবে বহুতো অসুবিধা হয়। ব্যৱসায়ত যুগৰ লগত ব্যৱসায়ৰ নীতি নিয়ম পৰিবৰ্তন কৰাটো অতি প্ৰয়োজনীয় বিষয়।

(২) কোনো এটা সিদ্ধান্তত উপনীত হ'বলৈ বহুতো নীতি নিয়মৰ

মাজেৰে পাৰ হওঁতে বহুত সময় লোৱাৰ ফলত উপযুক্ত সময়ত বিশেষ ব্যৱস্থাৰ অভাৱত, লোকচান হোৱা দেখা যায়।

(৩) লোকচান হলেও কোনেও বিশেষ চিন্তা নকৰে, যিহেতু সামাজিক কামৰ বাবে লোকচানৰ কথা বাদ দিও কামত আগবাঢ়ি লাগে।

**(২) বিধিবদ্ধ বা ৰাজহুৱা নিগম :** ৰাষ্ট্ৰীয় উদ্যোগৰ ক্ষেত্ৰত প্ৰথম মহাযুদ্ধৰ পাছত এইটোৱেই এটা গুৰুত্বপূৰ্ণ পৰিৱৰ্তন। এই সংগঠনৰ প্ৰধান বৈশিষ্ট্যসমূহ হ'ল—দেশৰ বিশেষ আইন প্ৰণয়নৰদ্বাৰা এই প্ৰতিষ্ঠানবিলাক সৃষ্টি কৰা হয়। আইনত ইয়াৰ ক্ষমতা, কৰ্তব্য সুবিধা পৰিচালনা আৰু ইয়াৰ লগত অন্য চৰকাৰী বিভাগৰ লগত সম্বন্ধ আদি বৰ্ণনা কৰা আছে। কৃত্ৰিম ব্যক্তি হিচাপে ইয়াৰ বৈধ সত্তা থাকে আৰু নিজৰ নামত গোচৰ দিব, চুক্তি কৰিব আৰু সম্পত্তি আহৰণ কৰিব পাৰে। এই অনুষ্ঠানবিলাকৰ আৱশ্যকীয় পুঁজি নিজেই যোগান ধৰে। এই অনুষ্ঠানে ঋণ লোৱাৰ সুবিধা পায় আৰু নিজৰ আয়কে পুনৰ ব্যৱসায়ত ব্যৱহাৰ কৰিব পাৰে। চৰকাৰী বিভাগবিলাকৰ দৰে ইয়াত বাজেট হিচাপ আৰু হিচাপ পৰীক্ষা আদি নীতি নিয়ম সাধাৰণতে মানিব নালাগে। এই অনুষ্ঠানবিলাকৰ চাকৰিয়ালসকল চৰকাৰী চাকৰিয়াল নহয়। নিগমৰ নিজা নীতি-নিয়ম আৰু চৰ্ত অনুযায়ী কৰ্মীসকল নিয়োগ কৰা হয়। এই নিয়মবিলাক যৌথ কোম্পানীৰ দৰে সঞ্চালকমণ্ডলীয়ে নাইবা চৰকাৰী বিভাগৰ দৰে এজন বিষয়াই পৰিচালনা কৰে। সঞ্চালকসকল বা প্ৰধান বিষয়াক চৰকাৰে নিৰ্বাচন কৰি পঠায়।

ভাৰতবৰ্ষত এনে সংগঠনৰ ভিতৰত দামোদৰ উপত্যকা নিগম ভাৰতীয় আকাশীযান নিগম, আৰু জীৱন বীমা নিগমেই উল্লেখযোগ্য এই সংগঠনবিলাকৰ সুবিধা অসুবিধা দুয়োটা আছে।



**সুবিধা :** (ক) সীমিত দেনা (খ) বহুত লোকৰ অৰ্থ বিনিয়োগৰ সুবিধা (গ) অংশ পত্ৰ হস্তান্তৰত কোনো বাধা নাই (ঘ) বিভাগীয় নিয়ন্ত্ৰণৰপৰা মুক্ত।

**অসুবিধা :** পৰিচালকসকলে সাধাৰণতে জনগণৰ সুবিধালৈ আওকাণ কৰি নিজৰ দায়িত্ব পালন কৰে। গতিকে নিয়োগ ক্ষেত্ৰত কিছুমান অসুবিধা থাকে। দ্বিতীয়তে ব্যক্তিগত ব্যৱসায়ৰ দৰে সঘনে নীতি পৰিবৰ্তন কৰিব নোৱাৰে। চৰকাৰী কোম্পানী—ব্যক্তিগত খণ্ডৰ যৌথ কোম্পানীবিলাকৰ দৰেই কোম্পানী আইন অনুযায়ী চৰকাৰী কোম্পানীবিলাক প্ৰতিষ্ঠা কৰা হয়। অৱশ্যে চৰকাৰী কোম্পানীৰ ক্ষেত্ৰত আইনৰ কিছুমান ব্যৱস্থা মানি চলা নহয়।

এই প্ৰকাৰৰ সংগঠন বিলাকৰ প্ৰধান বৈশিষ্ট্যসমূহ হ'ল (ক) মালিকী স্বত্ব চৰকাৰৰ হাতত। (খ) ইয়াৰ সঞ্চালকসকল আৰু প্ৰধান বিষয়া-সকলৰ নিয়োগ কৰাৰ ক্ষমতা চৰকাৰৰ বিশেষ বিভাগৰ ওপৰত অৰ্পিত থাকে।

উপৰোক্ত বৈশিষ্ট্যৰ কাৰণে এই সংগঠনবিলাক আকৃতি প্ৰকৃতিত আৰু আইনত কোম্পানীৰ দৰে, কিন্তু বাস্তৱ ক্ষেত্ৰত ব্যক্তিগত ব্যৱসায় সংগঠনৰ দৰে। ভাৰতবৰ্ষত এনে প্ৰকাৰৰ সংগঠনৰ ভিতৰত ছিন্দ্ৰি সাৰকাৰখানা আৰু ৰাসায়নিক লিমিটেড্, দি হিন্দুস্থান ষ্টীল লিমিটেড্, হিন্দুস্থান মেচিন টুল লিঃ, হেভি ইঞ্জিনীয়াৰিং নিগম লিঃ আদিয়েই প্ৰধান।

এই কোম্পানীবিলাকে স্বাধীনভাৱে নীতি-নিয়ম তৈয়াৰ কৰিব পাৰে। কোম্পানীবিলাকত জনসাধাৰণক অংশ পত্ৰ ক্ৰয় কৰিবলৈ সুবিধা থকা বিনিয়োগ কৰিবলৈ দিয়ে আৰু এইবিলাক ব্যৱস্থাই দেশৰ মিশ্ৰিত অৰ্থনীতিত সহায় কৰে।

———

# পঞ্চম অধ্যায়

## শিল্পৰ একত্ৰীকৰণ

## ( Industrial Combination )

ব্যৱসায় বাণিজ্য আৰু শিল্প প্ৰতিষ্ঠাতাসকলে মুনাফাৰ কাৰণেই এনেবিলাক ক্ষেত্ৰত বিত্ত বিনিয়োগ কৰে। এই উদ্দেশ্যেই ব্যক্তিগত অংশীদাৰী আৰু যৌথ কোম্পানীবিলাক গঢ়লৈ উঠে। মুনাফা যাতে ক্ৰমাৎ বৃদ্ধি পায় যায় তাৰ কাৰণে ব্যৱসায়ী শিল্পপতিসকলে নানা ধৰণৰ কৌশল প্ৰয়োগ কৰিব লগা হয়। মুনাফা হ্ৰাস হবলৈ ধৰিলে তেওঁলোকে শিল্পৰ কৌশল প্ৰয়োগৰদ্বাৰা তাক বাধা দিবলৈ চেষ্টা কৰে। এই মনোভাবৰ দ্বাৰা ( tendency ) পৰিচালিত হোৱাৰ ফলত প্ৰতিকূল পৰিবেশত পৰি তেওঁলোকে কেবাটাও প্ৰতিষ্ঠান একত্ৰ ( combine ) হোৱাৰ আয়োজন কৰে। ব্যৱসায় বা শিল্প সংগঠন একত্ৰিতকৰণৰ দ্বাৰা ( combination ) মুনাফা হ্ৰাসত বাধা দিয়াৰ উপৰিও উৎপাদন পৰিচালনা, বিত্ত বিনিয়োগ আৰু ব্যৱসায়ৰ ক্ষেত্ৰত মিতব্যয়িতা বাহাল ৰখাত লক্ষ্য ৰখা হয়।

এনে একত্ৰিত শিল্প বা বাণিজ্য প্ৰতিষ্ঠানবিলাক কিছুমান ব্যক্তি বা প্ৰতিষ্ঠানৰ সংঘ বুলিও কব পাৰি। বিভিন্ন ব্যক্তিগত ব্যৱসায়ী অংশীদাৰী কাৰবাৰ বা কোম্পানীৰদ্বাৰা এনে একত্ৰিত সংগঠন বা "সংঘ" গঠিত হ'ব পাৰে।

এনে ধৰণৰ "ব্যৱসায়ী সংঘ" ( combination ) গঠনৰ আন্দোলন আৰম্ভ হয় যোৱা শতিকাৰ মাজ ভাগতে। শিল্প বিপ্লবে পশ্চিমীয়া দেশবিলাকত বাণিজ্য আৰু শিল্প সংগঠনৰ ক্ষেত্ৰত এক





অভূতপূৰ্ব পৰিবেশৰ সূচনা কৰে। পুঁজিপতিসকলে অধিক মুনাফাৰ প্ৰতি লালায়িত হৈ নানা বিধ কৌশল অৱলম্বন কৰিছিল। মুনাফা বৃদ্ধিৰ কাৰণে অসুস্থ প্ৰতিযোগিতাত অৱতীৰ্ণ হ'বলৈকো কুণ্ঠাবোধ কৰা নাছিল। অসুস্থ চক্ৰত পৰি আন কিছুমান ব্যৱসায় সংগঠন শ'ল ঠেকত পৰিব লগা হৈছিল। এই প্ৰথম পৰ্য্যায়ৰপৰা পৰৱৰ্তী কালত বিভিন্ন কাৰণত ভিন্ ভিন্ পৰিবেশত বিবিধ শিল্প ব্যৱসায় সংঘ গঢ় লৈ উঠে। তলত ইয়াৰ মূল কাৰণসমূহ ফঁহিয়াই চোৱা হৈছে—

**শিল্প ব্যৱসায় একত্ৰ হোৱাৰ কাৰণ ঃ**

**(ক) অসুস্থ প্ৰতিযোগিতা ( Cut-Throat Competition ) ঃ** ধনতান্ত্ৰিক পৰিৱেশত শিল্প-বাণিজ্য ক্ষেত্ৰত প্ৰতিযোগিতা অপৰিহাৰ্য্য ; কিন্তু এনে প্ৰতিযোগিতা যে সদায় সৎ উদ্দেশ্য প্ৰণোদিত হয় তেনে নহয় ; কিছুমান ব্যৱসায়ী বা শিল্পপতিয়ে অধিক লাভৰ আশাত নানা কৌশল অৱলম্বন কৰি এক অসুস্থ প্ৰতিযোগিতাৰ পৰিবেশৰ সূচনা কৰা দেখা যায়। যিবিলাক ধনে-জনে আৰু কৌশলেৰে বলিয়ান সেইবিলাকে আন দুৰ্বল চামৰ ব্যৱসায়ৰ পথত প্ৰতিবন্ধক ৰূপে থিয় দি সিবিলাকৰ ব্যৱসায়ৰ ক্ষেত্ৰকে নিজৰ আয়ত্তলৈ আনে। এই শক্তিশালী গোষ্ঠীয়ে অধিক বিনিয়োগৰ-দ্বাৰা ন ন উৎপাদন গোট নিৰ্মাণ কৰি উৎপাদন বঢ়োৱাৰ লগে লগে ব্যাপক বজাৰো দখল কৰে। ব্যাপক পৰ্য্যায়ৰ ( Large scale ) উৎপাদনৰ ব্যৱস্থা লোৱাত এই চাম শিল্পপতিয়ে উৎপাদন ব্যয় ( Cost of production ) হ্ৰাস কৰিবলৈ সুবিধা পায় ; ফলস্বৰূপে বজাৰ বিশেষে পণ্য মূল্যৰো সাল-সলনি ঘটাই আনবিলাকৰ বিক্ৰী হ্ৰাস ঘটায়। সৰু সৰু বা কম শক্তিসম্পন্ন ব্যৱসায়বিলাকে এনে প্ৰতি-

যোগিতাত খাপ খাব নোৱাৰাত পৰে। বিক্ৰী হ্ৰাস হ'বলৈ ধৰাত সেই-বিলাক বন্ধ হৈ যাব লগা হয়।

এনে প্ৰতিযোগিতা ডাঙৰ ডাঙৰ প্ৰতিষ্ঠানবিলাকৰ কাৰণেও মংগল-জনক নহয়। ভাল অৱস্থাত সিবিলাকে অধিক বিত্ত বিনিয়োগ কৰি অধিক উৎপাদনকৰণৰ আঁচনি ল'ব পাৰে। বিক্ৰী বৃদ্ধিৰ কাৰণে দামো কমাই ৰাখিব পাৰে; কিন্তু বজাৰ সদায় তেওঁলোকৰ অনুকূলে নাথাকিবও পাৰে। যিকোনো কাৰণত মন্দাৱস্থাৰ সৃষ্টি হলে এনেবিলাক শিল্পলৈ দুৰ্য্যোগ আহিব পাৰে। মন্দাৱস্থাৰ কালত চাহিদা হ্ৰাস পাই অহাৰ লগে লগে দামো দ্ৰুতগতিত কমি যাব। তেতিয়া এইবিলাক অত্যাশাবাদী প্ৰতিযোগী শিল্প ব্যৱসায় গোষ্ঠীয়ে পৰিস্থিতি নিয়ন্ত্ৰণ কৰা কঠিন হৈ পৰে। নিম্নমান বজাৰৰ লগত খাপ খাবলৈ হঠাৎ উৎপাদনৰ মাত্ৰা scale of production ) হ্ৰাস কৰা সহজ নহয়। তদুপৰি এনে অৱস্থাত উৎপাদন ব্যয়তকৈও কম মূল্যতে মজুত পণ্য বিক্ৰী কৰি দিব লগাত পৰে।

দেখা গ'ল যে শিল্প ব্যৱসায় প্ৰতিষ্ঠানবিলাকে একান্ত ব্যক্তিগতভাৱে নীতি গ্ৰহণ কৰি স্বেচ্ছাচাৰীভাৱে ব্যৱসায় চলাই যি অশুভ প্ৰতিযোগিতাৰ সৃষ্টি কৰে, তাৰ ফলত গোটেই শিল্প বাণিজ্যৰে উন্নয়নত বাধা আহি পাৰে। এনে প্ৰতিযোগিতা ধ্বংসমূলক। এনে প্ৰতিযোগিতাত বাধা দিবৰ উদ্দেশ্যেই এনে জাতৰ উৎপাতক বা ব্যৱসায়ীসকলে একত্ৰ হৈ উৎপাদন বা ব্যৱসায় নিয়ন্ত্ৰণ কৰাৰ আঁচনি গ্ৰহণ কৰে।

(খ) **ব্যক্তিগত সক্ষমতা ( Individual abilily ) ঃ** ব্যৱসায় বাণিজ্য বা শিল্প সংগঠনৰ কাৰণে কাৰিকৰী কৌশল, প্ৰশংসনীয় দক্ষতা আৰ্থিক ক্ষমতা আৰু ব্যৱসায়ী বুদ্ধিৰ বিশেষ প্ৰয়োজন; কিন্তু জনৈক ব্যক্তিৰ গাত এই কেইটা উৎপাদন একেলগে থকা সদায় সম্ভৱ নহয়। সীমিত ক্ষমতাৰে ব্যক্তি বিশেষে শিল্প বাণিজ্যত সাফল্য লাভ কৰি



নোৱাৰে। সেই কাৰণে বিভিন্ন ক্ষেত্ৰত দক্ষতা আৰু ক্ষমতা সম্পন্ন একাধিক ব্যক্তিয়ে অথবা ব্যৱসায় প্ৰতিষ্ঠানে একত্ৰিত হৈ শিল্প বাণিজ্য সংগঠনত নামি পৰা দেখা যায়।

(গ) **বজাৰ নিয়ন্ত্ৰণ ( Control of Market ) ঃ** প্ৰকৃতাৰ্থত প্ৰতিযোগিতাৰ কাৰণেই ব্যৱসায় জগতত আলোচিত ধৰণৰ "সংঘ"-বিলাক সৃষ্টি হয়। অশুভ প্ৰতিযোগিতা প্ৰতিৰোধ কৰি সুস্থ প্ৰতি-যোগিতাৰদ্বাৰা বজাৰ নিয়ন্ত্ৰণ সম্ভৱ হয়। বজাৰৰ ওপৰত বৃহৎ ব্যৱসায়ী গোষ্ঠীয়ে ব্যাপক প্ৰভাৱ বিস্তাৰৰদ্বাৰা নিজৰ অনুকূলে বজাৰ নিয়ন্ত্ৰণ সম্ভৱ কৰি তোলে। ইয়াৰ ফলত মুনাফা বৃদ্ধি পায়। যি-বিলাক শিল্প বৃহৎ আকাৰত বিস্তাৰ কৰি ব্যাপক বজাৰ লাভ কৰিব পৰা যায়, তেনেবোৰ শিল্পৰ ক্ষেত্ৰত উৎপাদক সংঘ ( Producer's Combination ) গঢ় দি উঠে।

(ঘ) **শুল্কৰ প্ৰভাৱ ( Influence of Tariffs ) ঃ** নিজ নিজ দেশৰ শিল্প-বাণিজ্য যাতে বৈদেশিক প্ৰতিযোগিতাৰদ্বাৰা আক্ৰান্ত হৈ পতনমুখী হ'ব নোৱাৰে তাৰ কাৰণে দেশবিলাকে শুল্ক ব্যৱস্থা প্ৰৱৰ্তন কৰে। উদাহৰণস্বৰূপে ভাৰতৰ চেনি শিল্পৰ বিস্তাৰ তথা উন্নয়নৰ কাৰণে বিদেশী চেনিৰ আমদানিত বাধা দিব লাগিব। ইয়াৰ কাৰণে চেনিৰ ওপৰত আমদানি শুল্ক নিবন্ধীকৰণ প্ৰয়োজন হ'ব। এই ব্যৱস্থাৰ প্ৰভাৱত চেনি উৎপাদকসকলে একত্ৰিত হৈ চেনিৰ উৎপাদনত একচেটিয়া প্ৰভাৱ বিস্তাৰ কৰিবলৈ সুবিধা পাইছে। সেইদৰে জাৰ্মানীৰ লো-শিল্পৰ ক্ষেত্ৰতো অনুৰূপ ব্যৱস্থা বৰ্তমান।

(ঙ) **বাণিজ্য চক্ৰ ( Trade Cycle ) ঃ** কোনো দেশৰে অৰ্থ-নৈতিক অৱস্থা সদায় স্থিৰে নাথাকে। অৰ্থনৈতিক অৱস্থাৰ পৰিবৰ্তনৰ কাৰণে চাহিদা যোগান মূল্য ৰখাৰ ক্ষেত্ৰতো অস্থিৰতাই দেখা দিয়ে। এনে পৰিবেশত সৰুসুৰা শিল্প বা ব্যৱসায়বিলাকৰ কাৰণে জীয়াই থকাই

টান হৈ পৰে। তেনে অৱস্থাৰ কোনো স্বচ্ছল বৃহৎ প্ৰতিষ্ঠানে ঠেকছিগা সৰুসুৰা কাৰবাৰবিলাক সামৰি লয়, অথবা সৰুসুৰা কাৰবাৰবোৰে এক-ত্ৰিত হৈ বৃহৎ প্ৰতিষ্ঠান সৃষ্টি কৰে।

বাণিজ্য চক্ৰৰ দুটা বিশেষ স্তৰ আছে। নিম্ন স্তৰক 'মন্দাৱস্থা' ( Slump বা depression ) আৰু উচ্চ স্তৰক তেজী অৱস্থা ( Boom ) বোলা হয়। নিম্ন স্তৰত সৰুসুৰা কাৰবাৰবিলাকে বৰ্তি থাকিবৰ কাৰণেই সংঘবদ্ধ হ'ব লগাত পৰে। আনহাতে তেজী বজাৰৰ অৱস্থাত অধিক অৰ্থনৈতিক সা-সুবিধা লাভৰ জৰিয়তে অধিক মুনাফা অৰ্জনৰ আশাতো সিবিলাক সংঘবদ্ধ হয়।

বাণিজ্য চক্ৰৰদ্বাৰা আক্ৰান্ত নহলেও আনকি স্থিৰ অৰ্থনৈতিক অৱস্থাৰ কালতো শিল্প-বাণিজ্য প্ৰতিষ্ঠানবিলাক সংঘবদ্ধ হোৱা দেখা যায়।

**(৮) অন্যান্য কাৰণ ঃ** নানা কাৰণত কিছুমান শিল্পই গা কৰিব নোৱাৰি, লোকচানৰ সন্মুখীন হ'ব লগাত পৰে। এনে প্ৰতিষ্ঠান একাধিক সন্মিলিত হৈ অধিক দক্ষতাৰে উন্নয়নমূলক আঁচনি গ্ৰহণ কৰি ফলপ্ৰসূভাৱে প্ৰতিযোগিতাৰ সন্মুখীন হ'ব পাৰে। তদুপৰি প্ৰশাসনৰ সুচলতা, শক্তিশালী প্ৰতিযোগিতা আৰু স্থায়িত্বৰ দিশৰ পৰাও বৃহৎ সংগঠন কেতিয়াবা অপৰিহাৰ্য্য হৈ পৰে। তদুপৰি চৰকাৰী সা-সুবিধা বা বিত্তীয় নিগমবিলাকৰপৰা অধিক সাহায্য পাবলৈ হলেও কিছুমান ক্ষমতালোভী বা অত্যাকাংক্ষী ব্যৱসায় প্ৰতিষ্ঠান একত্ৰ হোৱা দেখা যায়।

**শিল্প ব্যৱসায় একত্ৰ হোৱাৰ লাভালাভ ( Advantages and disadvantages of Combination ) ঃ** শিল্প-বাণিজ্যৰ পৰিসৰ ক্ৰমাৎ বঢ়াই নিয়াই প্ৰতিষ্ঠাতাসকলৰ একান্ত ইচ্ছা। সৰু সৰু কাৰবাৰ বিলাকে সীমিত ক্ষমতাৰে ব্যৱসায়ৰ পৰিসৰ বঢ়াই নিব



নোৱাৰে। সন্মিলিত শক্তিৰ বলত সিবিলাকে উৎপাদন ক্ষমতা বৃদ্ধি কৰিবলৈ বিহিত ব্যৱস্থা গ্ৰহণ কৰিব পাৰে। তদুপৰি পণ্যৰ মানদণ্ড বজাই ৰখাৰ প্ৰতি অধিক মনোনিবেশ কৰাত সুবিধা হয়। যিবিলাক প্লেন্ট ( Plant ) উৎপাদনক্ষম নহয় বা ফলপ্ৰসূ নহয় তেনেবোৰ প্লেন্ট বন্ধ কৰি উৎপাদনক্ষম প্লেন্টবিলাকৰ দক্ষতা বৃদ্ধি কৰা সহজ হৈ উঠে। বিভিন্ন প্লেন্টৰদ্বাৰা বিভিন্ন উৎপাদনত বিশেষীকৰণৰ (Specialisation ) আঁচনি গ্ৰহণ কৰি একচেটিয়া ( Monopoly ) ক্ষমতা বাহাল ৰখাৰ সুবিধা হয়। বিভিন্ন প্লেন্টবিলাকৰপৰা যিখিনি লোকচানী (Wastage) মাল ওলায় সেইবিলাকৰপৰা অন্যান্য উপাৰ্জিত পণ্য উৎপাদনৰ সুকীয়া প্লেন্ট নিৰ্ণয় কৰি মুনাফা বৃদ্ধিৰ উপৰিও ভোক্তাৰ হিত সাধন কৰাও হয়। বৃহৎ ক্ষেত্ৰত ব্যৱসায়িক নিয়ন্ত্ৰণ থকাৰ ফলত চাহিদা আৰু যোগানৰ মাজত অধিক সমন্বয় সাধন কৰাত এনে একত্ৰী-কৰণে সহায় কৰে। তদুপৰি বিজ্ঞাপন ব্যয় হ্ৰাস পায়, যিহেতু উৎপাদনৰ ওপৰত প্ৰায় একচেটিয়া নিয়ন্ত্ৰণৰ ( Monopoly Control over production ) উপৰিও একত্ৰিত গোট ( Combining unit ) বিলাক বিভিন্ন ঠাইত সিচঁৰতি হৈ থাকে কাৰণে স্থানীয় বজাৰ বিশেষৰ লগত পোনপটীয়া যোগাযোগ ৰাখি চাহিদা সৃষ্টি কৰিব পাৰে।

বিত্ত যোগান ধৰা প্ৰতিষ্ঠানবিলাকে ( বেংক, নিগম ইত্যাদি ) বৃহৎ শিল্প সংগঠনত অধিক পৰিমাণে টকা ঘটাবলৈ ইচ্ছা কৰে। সৰুসুৰা প্ৰতিষ্ঠানৰ ঋণৰ বোজা গ্ৰহণ কৰাৰ ক্ষমতা অতি ক্ষীণ, তদুপৰি এনেদৰে ক্ষেত্ৰত বিত্ত যোগান ধৰা লাভজনক নহয়।

একত্ৰিত হোৱা শিল্প গোটৰ উৎপাদন ক্ষমতা বেচা-কিনা ইত্যাদি সকলো কাৰ্য্য ক্ৰমাৎ বৃদ্ধি হোৱাৰ সম্ভাৱনা অধিক ; ফলত লাভো বৃদ্ধি পায়। বাৰ্ষিক অৱশেষ লাভৰ ( Net profit ) পৰা কিছু অংশ আছুতীয়াকৈ ৰাখি ( reserve ) থব পাৰে। এই আছুতীয়া পুঁজি

( reserve fund ) আৱশ্যক অনুযায়ী মূল ধনলৈ ৰূপান্তৰ (Capitalisation of reserves) কৰি ব্যৱসায় বঢ়াব পৰা যায়। বৃহৎ প্রতিষ্ঠানবিলাকে প্রতি বছৰে লাভৰপৰা আচুতীয়াকৈ ৰখা ধন ( ploughed back profit ) শিল্প বা ব্যৱসায় সম্প্রসাৰণত ব্যয় কৰিব পাৰে।

আৰ্থিক স্বচ্ছলতা আৰু স্থিৰতা একত্রিত শিল্প বা ব্যৱসায়ৰ এক অন্যতম আকৰ্ষণীয় লক্ষণ।

একত্রিত শিল্প সংগঠনবিলাকে বেচা-কিনাৰ উমৈহতীয়া পদ্ধতি গ্রহণ কৰে কাৰণে এই ক্ষেত্রত বহুতো মিতব্যয়িতা অৱলম্বন কৰিব পাৰে। উমৈহতীয়া আঁচনি গ্রহণ কৰি বৈদেশিক বজাৰ সম্প্রসাৰণ কৰিবও পাৰে।

অন্যহাতে একত্রিতকৰণৰপৰা কিছু কিছু ক্ষেত্রত অপকাৰ নোহোৱাকৈও নাথাকে। ১৯ শতিকাৰ মাজ ভাগৰপৰাই ইউৰোপ, আমেৰিকাত একত্রীকৰণ আন্দোলন ( Combination movement ) আৰম্ভ হয়। ইয়াৰ ফলত দেশে দেশে কিছুমান বৃহৎ আকাৰৰ একচেটিয়া কাৰবাৰ গঢ়ি উঠে। এনে কিছুমান পশ্চিমীয়া একচেটিয়া কাৰবাৰ গোটেই পৃথিৱীতে সিহঁতৰ প্রভাৱ বিস্তাৰ কৰে। ইয়াৰ ফলত বহুতো শিল্প একচেটিয়া পুঁজিবাদৰ কবলত পৰিব লগাত পৰে। এনে বৃহৎ শিল্পপতিবিলাকে অধিক মূল্য ধাৰ্য্য কৰি অধিক মুনাফাৰ প্রতি মনোনিবেশ কৰে। গতিকে দেখা যায় যে একত্রীকৰণৰ ফলত মুক্ত প্রতিযোগিতা বাধাপ্রাপ্ত হয় আৰু একত্রীকৰণৰ অন্তৰ্ভুক্ত একে ধৰণৰ শিল্প ব্যৱসায়বিলাক ধ্বংসৰ মুখত পৰে ; লগতে অধিক মূল্যৰ কাৰণে গ্রাহক শোষিত হয়।

দেশৰ সম্পদৰাজিৰ সমবিতৰণত একত্রিত কৰণে বাধা সৃষ্টি কৰে। জনদিয়েক বা গোষ্ঠীদিয়েক বৃহৎ ব্যৱসায়ৰ হাতত সম্পদৰাজি কেন্দ্রীভূত হয়। এনে বৃহৎ গোষ্ঠীয়ে দেশৰ ৰাজনীতি আৰু প্রশাসনৰ ওপৰতো অশুভ প্রভাৱ পেলায়। ভাৰতৰ প্রধান প্রধান শিল্পবোৰৰ ক্ষেত্রত এনে অভিযোগ প্রযোজ্য।



দেশৰ মূলধনৰ অধিকাংশই এনে বৃহৎ গোষ্ঠীৰ নিয়ন্ত্রণত থাকে। বহু ক্ষেত্রত আৱশ্যকতকৈ অধিক পৰিমাণৰ মূলধনো কোনো কোনো শিল্পত বিনিয়োগ কৰা দেখা যায়। মূলধন বিনিয়োগৰ এনে বৈষম্যতাৰ ফলত দেশৰ অৰ্থনৈতিক স্থিৰতা বাধাপ্রাপ্ত হয়।

প্রথম মহাসমৰ পৰ্য্যন্ত পৃথিৱীৰ সকলো দেশতে বাধাহীন ভাৱে (Leissaz Fair ) শিল্প-বাণিজ্য চলিছিল ; কিন্তু প্রথম মহাযুদ্ধৰ পিছৰপৰা প্রায়বোৰ দেশৰ চৰকাৰে দেশৰ শিল্প-বাণিজ্যত নিয়ন্ত্রণ আৰোপ কৰাৰ নীতি গ্রহণ কৰে। পুঁজিবাদী দেশবোৰত এনে নিয়ন্ত্রণ নীতি বিশেষ কঠোৰ নহলেও বৃহৎ শিল্পগোষ্ঠীবিলাকৰ কাৰ্য্য-কলাপ যাতে দেশৰ সামগ্রীক অৰ্থনীতিত বিশেষ আঘাত হানিব নোৱাৰে তাৰপ্রতি দৃষ্টি ৰাখি আইন প্রণয়ন কৰা হৈছে। ভাৰতৰ দৰে সমাজবাদী মিশ্রিত অৰ্থনীতিৰ দেশত বৃহৎ শিল্প-বাণিজ্য প্রতিষ্ঠানবোৰত নিয়ন্ত্রণৰ কাৰণে বিশেষ আইন গ্রহণ কৰা হৈছে। বৃহৎ গোষ্ঠীয়ে উৎপাদন, বিতৰণ তথা মূলধন বিনিয়োগ কৰোঁতে ব্যক্তিগত স্বাৰ্থতকৈ দেশৰ সামগ্রীক কল্যাণৰ প্রতিতে বিশেষ লক্ষ্য ৰাখে তাৰ প্রতি চোকা দৃষ্টি ৰখা হয়। তদুপৰি দেশৰ স্বাৰ্থৰ খাটিৰত বেচৰকাৰীখণ্ডৰ যি কোনো গুৰুত্বপূৰ্ণ শিল্প ৰাজহুৱা খণ্ডলৈ ৰূপান্তৰ কৰাৰো আইনগত ব্যৱস্থা ৰখা হৈছে।

**বিভিন্ন ধৰণৰ একত্রিত সংগঠন ( Types of Constructions ) ঃ** মালিকীস্বত্ব আৰু ব্যৱসায়ৰ ধৰণ অনুযায়ী একত্রিত সংগঠনবিলাকক কেবা ভাগতো ভাগ কৰা যায়। মূলতঃ একত্র হোৱা শিল্প বা বাণিজ্য গোটবিলাকৰ উমৈহতীয়া উদ্দেশ্য থাকে। একত্রিত সংগঠন ঘাইকৈ চাৰি বিধ।

(ক) সমান্তৰাল একত্রিত সংগঠন (Horizontal Combination)

(খ) ভাৰ্টিকেল একত্ৰিত সংগঠন ( Vertical Combination )
(গ) মিশ্ৰিত একত্ৰিত সংগঠন (Circular of Lateral or Mixed Combination)
(ঘ) ডায়েগনেল একত্ৰিত সংগঠন ( Diagonal Combination )

**(ক) সমান্তৰাল একত্ৰিত সংগঠন (Horizontal Construction):** একে ধৰণৰ শিল্প বাণিজ্য পৰিচালনা কৰা প্ৰতিষ্ঠান কিছুমানে সেই জাতৰ কাৰবাৰত প্ৰতিযোগিতা হ্ৰাস কৰিবলৈ সকলো মিলি এটা উমৈহতীয়া বৃহৎ প্ৰতিষ্ঠান নিৰ্মাণ কৰে। এই নকৈ হোৱা প্ৰতিষ্ঠানৰ এটা উমৈহতীয়া প্ৰশাসনীয় সংগঠন থাকে। এনে ব্যৱসায় বৃহৎ এক-চেটিয়া ব্যবসায়লৈ পৰিণত হয়। আমাৰ দেশত চিমেন্ট, চেনি, কাগজ, মৰাপাট আদি শিল্প ক্ষেত্ৰত এনেবিধ একত্ৰিত সংগঠন দেখিবলৈ পোৱা যায়।

উদাহৰণস্বৰূপে (ক) চিমেন্ট্ শিল্পকে ধৰা হওক। ১৯৩০ চনৰেপৰা ভাৰতৰ চিমেন্ট্ উৎপাদক কিছুৱে চিমেন্ট্ উৎপাদনত প্ৰতিযোগিতা হ্ৰাস কৰাৰ উদ্দেশ্য একত্ৰীকৰণ আন্দোলন চলাই আহিছে। ১৯৩০ চনত স্থাপিত হোৱা "Cement Marketing Company"য়ে অৱশ্যে বিশেষ সাফল্য লাভ কৰিব পৰা নাছিল ; কিন্তু ১৯৩৭ চনত ভাৰতৰ চিমেন্ট্ শিল্প গোটবোৰে সন্মিলিতভাবে স্থাপন কৰা "Associated Cement Co. Ltd." দেশৰ এটা বৃহৎ সমান্তৰাল একত্ৰিত সংগঠন। এই কোম্পানীৰ অংশীদাৰী উৎপাদক কোম্পানীবিলাকৰ চিমেন্ট্ৰ বিক্ৰী কাৰ্য্য লাভজনকভাবে চলাবৰ উদ্দেশ্যে স্থাপিত হৈছিল। কোম্পানীয়ে গোট-বিলাকৰ চিমেন্টৰ মূল্য নিৰ্ধাৰণ কৰি দিয়াৰ উপৰিও ব্যৱসায় ক্ষেত্ৰত স্থিৰ কৰি দিয়ে। ("Indian Cement Co. Ltd., Katni Cement Co. Ltd., Bundi portland Cement Co. Ltd., C.P. Cement Co. Ltd., Okha Portland Cement Co. Ltd., Gwalior Cement Co. Ltd., Panjub Portland Cement Co. Ltd.… ইত্যাদি চিমেন্ট্ কোম্পানীবিলাক Associated Cement Co. Ltd.,ৰ অন্তৰ্ভুক্ত হয়")।



(খ) ১৮৮৬ চনতে ভাৰতীয় আৰু ইউৰোপ মৰাপাট শিল্প প্ৰতিষ্ঠান-বিলাক একগোট হৈ ভাৰতীয় মৰাপাট শিল্প সন্থা ( Indian Jute Mills Association ) স্থাপন কৰে। এই সন্মিলিত সন্থাই মৰাপাট বস্ত্ৰ উৎপাদন আৰু বজাৰ নিয়ন্ত্ৰণৰ উপৰিও এই শিল্প উন্নয়ন আৰু আধুনিকী কৰণৰ প্ৰতি প্ৰচেষ্টা আৰু গৱেষণা চলাই আহিছে।

ভাৰতৰ মৰাপাটৰ বস্ত্ৰ উৎপাদন আৰু বজাৰৰ ওপৰত ৯৫% নিয়ন্ত্ৰণ আৰোপ কৰিছে। এইবিলাক আমাৰ দেশৰ উল্লেখযোগ্য সমান্তৰাল একত্ৰিত সংগঠন। এইদৰে অন্যান্য শিল্প যেনে—চেনি, কাগজ, কেৰাচিনতেল আদিৰ বিতৰণৰ কাৰণে "সমান্তৰাল একত্ৰিত সংগঠন গঢ় লৈ উঠিছে। উদাহৰণ স্বৰূপে তিতাগড় কাগজ কোম্পানী, ভাৰতীয় কাগজ-মণ্ড কোম্পানী আৰু বেদিল কাগজ কল লৈ গঠিত হোৱা "কাগজ উৎপাদন সন্থাই" ( Paper Makers" Association ) এই কোম্পানী-বোৰৰ উৎপাদিত কাগজৰ মূল্য নিয়ন্ত্ৰণ কৰে। ভাৰতৰ চেনি শিল্প সমূহক লৈ ১৯৩৭ চনত গঠিত হোৱা "চুগাৰ চিণ্ডিকেট" ১৯৪৩ চনৰ পিছত নিষ্ক্ৰিয় হৈ পৰে। বৰ্তমান "ভাৰতৰ চেনি কাৰখানা সন্থা"টোৱেই ( Indian Sugar Mills Association ) শিল্প ক্ষেত্ৰত উল্লেখযোগ্য সমান্তৰাল একত্ৰিত সংগঠন।

(খ) **Vertical combination** ঃ—এইবিধ একত্ৰিত সংগঠনৰ ক্ষেত্ৰত এটা উমৈহতীয়া প্ৰশাসনে কোনো এটা বিশেষ শিল্পৰ লগত সংশ্লিষ্ট সুকীয়া সুকীয়া উৎপাদন গোটবিলাকৰ ওপৰত নিয়ন্ত্ৰণ আৰোপ কৰে। এই ক্ষেত্ৰত একত্ৰিত হোৱা গোটবিলাকৰ কোনোৱে উৎপাদন কৰা বস্তু অন্য এটা গোটৰ কেঁচামাল হ'ব পাৰে। কাগজ, কাগজৰ মণ্ড,

লো-তীখা ইত্যাদি শিল্প ক্ষেত্ৰত এনেবিধ একত্ৰিত সংগঠনে জনপ্ৰিয়তা অৰ্জন কৰা দেখা যায়। এনে সংগঠনে নিজা প্ৰশাসনৰ অধীনস্থ গোট বিশেষৰ সকলো উৎপাদন আৰু সিবিলাকৰ কিনা-বেচাৰ ক্ষেত্ৰত সম্পূৰ্ণ নিয়ন্ত্ৰণ ৰাখিব পাৰে। প্ৰকৃতপক্ষে এবিধ সংগঠনে কেঁচামালৰ সৰবৰাহ কৰাৰপৰা উৎপাদিত পণ্য বিতৰণলৈকে নিয়ন্ত্ৰণ আৰোপ কৰে।

টাটা লো-তীখা শিল্প এই ধৰণৰ সংগঠন। এই কোম্পানীৰ নিয়ন্ত্ৰণত কয়লা খনি, লোৰ-খনিকে ধৰি তীখা শিল্পৰ লগত সংশ্লিষ্ট অন্যান্য খনি শিল্পও আছে। এইদৰে বোৱা-কটা (Textile Industry) শিল্পৰ ক্ষেত্ৰত সূতা-কটা আৰু কাপোৰ বোৱা (Spinning and weaving) উভয় বিধ কাৰ্য্যকে সামৰি এই বিধৰ একত্ৰিত-সংগঠন গঢ়ি উঠিব পাৰে।

এইবিধ সংগঠন মধ্যবৰ্তী লাভখোৰৰ প্ৰভাৱৰপৰা মুক্ত। যিহেতু এটা শিল্পৰ বিভিন্ন স্তৰ পৰস্পৰে পৰস্পৰৰ লগত জড়িত হৈ পৰে। প্ৰত্যেক গোটে উমৈহতীয়া স্বাৰ্থলৈ লক্ষ্য ৰাখি চলে। কেঁচামালৰ ওপৰতো নিয়ন্ত্ৰণ থকাত মানদণ্ড বিশিষ্ট কেঁচামালৰ যোগান সম্ভৱ হৈ পৰে আৰু কেঁচামালৰ মূল্যও নিয়ন্ত্ৰিত হয়।

**(গ) মিশ্ৰিত একত্ৰিতকৰণ ( Circular or Mixed or Lateral Combination ) ঃ** আন কিছুমান একত্ৰিত সংগঠন দেখা যায়, যিবিলাক ওপৰত উল্লেখ কৰা পৰ্য্যায়ত নপৰে। এই ক্ষেত্ৰত বিভিন্ন উৎপাদন শিল্প বা সেৱা শিল্প (Service Industry) একত্ৰিত হৈ এক উমৈহতীয়া প্ৰশাসনৰদ্বাৰা পৰিচালিত হয়। একত্ৰিত হোৱা শিল্প-বিলাকৰ এটাৰ লগত আনটো দেখাত কোনো সাদৃশ্য নাথাকে। উদাহৰণ স্বৰূপে "British India Corporation" (১৯২০) নামৰ বৃহৎ নিগমটো ভালেকেইটা কপাহ, উল, চামৰা আৰু আভিযান্ত্ৰিক শিল্পক লৈ একত্ৰিত সংগঠনৰূপে গঠিত হয়। বৃহৎ ন্যাস (Trust) বিলাকৰ লগত নানাবিধ শিল্প সংশ্লিষ্ট হোৱা দেখা যায়।" কিছুমান কোম্পানীয়ে



নানা শিল্প আৰু সেৱা কাৰ্য্য নিয়ন্ত্ৰণ কৰাৰ উপৰিও বিখ্যাত খবৰ কাগজ, সাপ্তাহিক আদিৰ পৰিচালনাও কৰা দেখা যায়। ভাৰতৰ ডালমিয়া, বিৰলা আদি গোষ্ঠীকেই এনে মিশ্ৰিত একত্ৰিত সংগঠন বুলিব পাৰি।

**(ঘ) Diagonal Combination ঃ** কোনো কোনো ক্ষেত্ৰত কোনো কোম্পানীয়ে প্ৰকৃত উৎপাদন কাৰ্য্যৰ উপৰিও, মেৰামতি শিল্প, পৰিবহণ আৰু বিতৰণ কাৰ্য্যও সামৰি একত্ৰিত সংগঠন গঢ়ি তোলে। এনে বিধৰ সংগঠনক "Diagonal Combination" আখ্যা দিয়া হৈছে।

**একত্ৰিত সংগঠনৰ বিবিধ ৰূপ ( Forms of Combination and their characteristics ) ঃ** ব্যৱসায় আৰু শিল্পৰ একত্ৰিতকৰণে বিবিধ ৰূপ ধাৰণ কৰা দেখা যায় যেনে ঃ—

(১) পুল (Pools)
(২) কাৰ্টেল্ (Cartels) বা ছিণ্ডিকেট্ (Syndicate)
(৩) ন্যাস (Trust)
(৪) কমিউনিটি অব্ ইন্টাৰেষ্ট (Community of Interest)
(৫) হল্ডিং কোম্পানী (Holding Company)
(৬) এমালগেমেচন্ (Amalgamation)
(৭) মাৰ্জাৰ (Merger)

**পুল (Pools) ঃ** শিল্প বাণিজ্য ক্ষেত্ৰত প্ৰতিযোগিতা সমূলি হ্ৰাস কৰা সম্ভৱ নহয়। বহু ক্ষেত্ৰত প্ৰতিযোগিতাই শিল্প-বাণিজ্যৰ প্ৰগতিত বাধাও সৃষ্টি কৰে। শিল্প-বাণিজ্য প্ৰতিষ্ঠানবিলাকে সন্মিলিত সন্থা পাতি আলোচনা-বিলোচনাৰ মাজেদি প্ৰতিযোগিতাৰ সুস্থ পৰিবেশ সৃষ্টি কৰাৰ চেষ্টা কৰে। এনে আলোচনাৰ সিদ্ধান্তসমূহ লিখিত হয় বা লিখিত নহবও পাৰে; কিন্তু প্ৰায়ে এনে সিদ্ধান্ত কাৰ্য্যকৰী হোৱা

দেখা নাযায়। যেতিয়া এনে প্ৰচেষ্টাৰে শিল্প বাণিজ্যৰ প্ৰতিযোগিতাৰ ক্ষেত্ৰত সুস্থ বাতাবৰণ বাহাল ৰখা কঠিন হৈ পৰে তেনে ক্ষেত্ৰত ব্যৱসায়ীসকল সন্মিলিত হৈ 'পুল' গঠন কৰে। পুলৰ সভ্যসকলে নিজ নিজ স্বাধীনতা বাহাল ৰাখি চলিব পাৰে। গতিকে 'পুল' হ'ল কিছুমান ব্যক্তিগত স্বাধীন শিল্প-বাণিজ্য সংগঠনৰ ফেডাৰেচন (Federation) এনে সংগঠনৰ মুখ্য উদ্দেশ্য হ'ল মূল্য আৰু উৎপাদনৰ ক্ষেত্ৰত সুস্থ প্ৰতিযোগিতা বাহাল ৰখা। মূল্য নিৰূপণৰ বিভিন্ন উপাদানসমূহ একত্ৰিত কৰি পুলৰ সভ্যসকলে মূল্য নিৰ্ধাৰণৰ ক্ষেত্ৰত স্বকীয় নিয়ন্ত্ৰণ বাহাল ৰখাৰপৰা বঞ্চিত নহয়। সংগঠন বিভিন্ন ধৰণৰ হ'ব পাৰে যেনে :—

(ক) উৎপাদন সম্পৰ্কীয় পুল (Out put Pool)

(খ) যাতায়ত বা পৰিবহণ সম্পৰ্কীয় পুল (Traffic Pool)

(গ) ব্যৱসায় ক্ষেত্ৰ সম্পৰ্কীয় পুল (Market Pool or Territory Pool)

(ঘ) উপাৰ্জন আৰু মুনাফা সম্পৰ্কীয় পুল (Income and Profit Pool)

(ক) **উৎপাদন সম্পৰ্কীয় পুল (Out put Pool) :** এনে ধৰণৰ উৎপাদকসকলে উৎপাদনৰ পৰিমাণ নিৰ্ধাৰণ তথা সীমিতকৰণৰ কাৰণে একত্ৰিত হৈ 'পুল' গঠন কৰে। আগতিয়াকৈ উৎপাদন পৰিমাণ নিৰ্ধাৰণ কৰি সভ্যসকলে কোনে কিমান পৰিমাণৰ দ্ৰব্য উৎপাদন কৰিব তাক স্থিৰ কৰি লোৱা হয়। এই ব্যৱস্থা কল্পনা প্ৰসূত যেন লাগিলেও নিৰ্দিষ্ট সময়ত কিমান পৰিমাণৰ দ্ৰব্য উৎপাদন হ'ব তাক ঠাৱৰ কৰিব পৰা যায় আৰু আৱশ্যকতকৈ অধিক উৎপাদন (Over production) বাধা দিব পৰা যায়। যিহেতু পুলৰ সভাসকলে এক নিৰ্দিষ্ট পৰিমাণহে উৎপন্ন কৰিব পাৰে।



(খ) **যাতায়ত বা পৰিবহণ সম্পৰ্কীয় পুল (Traffic Pool) :** ৰেল পৰিবহণ, জাহাজ পৰিবহণ বা পথ পৰিবহণত জড়িত থকা বিভিন্ন প্ৰতিষ্ঠানবিলাকৰদ্বাৰা এনে 'পুল' গঠন কৰা হয়। যেতিয়া ৰেল পৰিবহণ বে-চৰকাৰী কোম্পানী কিছুমানে পৰিচালনা কৰিছিল, তেতিয়া ঘাইকৈ 'ভাৰা নিৰিখ' লৈ সিবিলাকৰ মাজত তীব্ৰ প্ৰতিযোগিতাৰ সৃষ্টি কৰিছিল। এনে প্ৰতিযোগিতা বন্ধ কৰি সুস্থ প্ৰতিযোগিতাৰ সৃষ্টি কৰিবৰ কাৰণে ৰেল-কোম্পানীবিলাকে 'পুল' গঠন কৰি লৈছিল। সি যি কি নহওক পৰিবহণ প্ৰতিষ্ঠানবিলাকৰ গতিপথ (route) ব্যৱসায় ক্ষেত্ৰ (area of business) আৰু 'ভাৰা' নিয়ন্ত্ৰণৰ কাৰণেই এনে পুল গঠিত হয়।

(গ) **ব্যৱসায় ক্ষেত্ৰ সম্পৰ্কীয় পুল (Market or Territory Pool) :** যিবিলাক উৎপাদকক লৈ 'পুল' গঠন কৰা হয়, সিবিলাকৰ কাৰ দ্ৰব্য কিমান পৰিমাণৰ আৰু কোন কোন বজাৰত বিতৰণ হ'ব তাক নিৰ্দিষ্ট কৰি দিয়া হয়। প্ৰধানতঃ একেবিধ দ্ৰব্য উৎপাদকসকলে এনে পুল গঠন কৰে যাতে তেওঁবিলাকৰ মাজত অসুস্থ প্ৰতিযোগিতাই দেখা দিব নোৱাৰে। এনে পুলৰ সভ্যসকলৰ কাৰণে নিৰ্দিষ্ট এলেকাত নিৰ্দিষ্ট পৰিমাণ বিক্ৰয়ৰ কাৰণে খাটাং বন্দবস্ত থকাত চাহিদা ব্যাহত হোৱাৰ আশংকা নাথাকে। এনে পুলে 'উৎপাদন পুল' (Out put pool) আৰু 'পৰিবহণ পুল'ৰ (Traffic Pool) লগত সহযোগ কৰি চলাৰ প্ৰয়োজন আহি পৰে।

উল্লেখযোগ্য যে এনে 'পুল' দেশীয় কিম্বা আন্তৰ্দেশীয় উভয় ক্ষেত্ৰতে সম্ভৱ হ'ব পাৰে। ৰপ্তানি আমদানিত জড়িত প্ৰতিষ্ঠানবিলাকেও বহিঃ বাণিজ্যত সুবিধাৰ কাৰণে এলেকা নিয়ন্ত্ৰণৰ কাৰণে 'পুল' গঠন কৰা দেখা যায়। এই ক্ষেত্ৰতো পৰিবহণ পুলৰ লগত সহযোগিতাৰ প্ৰয়োজন।

এনে পুলত শিল্প প্ৰতিষ্ঠানবিলাকে সীমিত এলেকাত নিয়ন্ত্ৰি[illegible] প্ৰতিযোগিতাৰ বাতাবৰণত ব্যৱসায় কৰিব লগা হয় যদিও বস্তুৰ মূ[illegible] প্ৰতিযোগিতাৰ বজাৰতকৈ কিছু ওপৰত নিৰ্ধাৰণ কৰি দিয়া হয় [illegible] ফলত পুলৰ সভ্যসকলে যথেষ্ট মুনাফা পোৱাৰ স্থল থাকে।

**(ঘ) উপাৰ্জন আৰু মুনাফা সম্পৰ্কীয় পুল ( Income and profit pool ) ঃ** 'পুল' পৰ্যায়ৰ একত্ৰিত সংগঠনবিলাকে মূ[illegible] উৎপাদন পৰিমাণ। ব্যৱসায় ক্ষেত্ৰ সম্পৰ্কে ভালেখিনি বাধা [illegible] চলিব লগাত পৰে। প্ৰকৃত পক্ষে 'পুলৰ' অন্তৰ্ভুক্তিৰ ফলত সভ্যসক[illegible] উৎপাদন আৰু বিতৰণৰ স্বকীয় স্বাধীনতা হেৰুৱাই পেলায়। [illegible] সীমিত ব্যৱস্থাৰ পৰিবৰ্তে 'উপাৰ্জন আৰু মুনাফা' পুল ( Income and profit pool ) গঠিত হয়। এই ব্যৱস্থাত গ্ৰাহকে স্বেচ্ছাই যি কোনো এলেকাৰ পৰা নিজা ৰুচি-অভিৰুচি অনুযায়ী ক্ৰয় কৰাৰ স্বাধীনতা লা[illegible] কৰে পুলৰ কাৰ্য্যক্ৰম এনে ধৰণে হয়—

কোনো এবিধ দ্ৰব্য উৎপাদক বা বেচোঁতা কিছু সন্মিলিত হৈ এ[illegible] 'কেন্দ্ৰীয় সন্থা' ( Central Board ) গঠন কৰে। কেন্দ্ৰীয় সন্থা[illegible] দ্ৰব্যৰ বিক্ৰী মূল্য স্থিৰ কৰে। সভ্যসকলে এই নিৰ্দিষ্ট মূল্য[illegible] গ্ৰাহকক দ্ৰব্য বেচিব লাগিব। বিভিন্ন এলেকাত বেচিবৰ কাৰণে সভ্য[illegible] সকলে কেন্দ্ৰীয় সন্থাৰ লগত চুক্তি কৰি লব লাগে। কেন্দ্ৰীয় সন্থাৰ[illegible] ইচ্ছুক সভ্যই ডাক কৰি ( bid ) বিক্ৰীৰ কাৰণে চুক্তি কৰি লব লাগে [illegible] যিসকলে কেন্দ্ৰই বান্ধি দিয়া দামতকৈ অধিক 'ডাক' আগবঢ়া[illegible] তেওঁলোকেই নিৰ্দিষ্ট দ্ৰব্য বিক্ৰী কৰাৰ সুবিধা পাব। সভ্যই 'ডাক' কৰি আগবঢ়োৱা দাম আৰু কেন্দ্ৰই বান্ধি দিয়া দামৰ যি পাৰ্থক্য [illegible] পুলৰ লাভৰূপে পৰিগণিত হয় আৰু সভ্যসকলৰ মাজত সভ্যসক[illegible] উপাৰ্জন-ক্ষমতা ( productive capacity ) অনুসৰি ভাগ কৰি [illegible] হয়। সভ্যসকলৰ সকলো খৰচ আদি যাতে তেওঁলোকে [illegible]



উপাৰ্জনৰপৰা ওলাব পাৰে তাৰ বাবে পুলে লক্ষ্য ৰাখে। কোনো সভ্যই চুক্তিমতে নিৰ্দিষ্ট পৰিমাণতকৈ অধিক বিক্ৰী কৰিলেও লভ্যাংশ অধিক পাব নোৱাৰিব। সেই কাৰণে অত্যধিক উৎপাদন ( Over production ) কৰাৰপৰাও সভ্যসকল বিৰত থাকে।

'পুল' বিশেষ জনপ্ৰিয় সংগঠন নহয়। আমেৰিকা যুক্তৰাষ্ট্ৰত 'পুল' সংগঠনক আজিকালি বে-আইনী ঘোষণা কৰা হৈছে। পুলৰ সিদ্ধান্ত বা চুক্তিসমূহ আইনৰদ্বাৰা বলবৎ কৰাতো ভালেখিনি বাধা দেখা যায়। কিয়নো বহু ক্ষেত্ৰত সকলোবিলাক চুক্তি লিপিবদ্ধ নহয় বা আইনসংগতো নহয়। সেইবোৰ কাৰণত পুলৰ সভ্যসকলৰে পুলৰ প্ৰতি আস্থা নথকা হয়। গতিকে এনে একত্ৰিতকৰণ স্থায়ী হোৱাৰ সম্ভাৱনা ক্ষীণ।

২। **কাৰ্টেলছ, (Cartels) ঃ** কোনো এবিধ দ্ৰব্যৰ বিক্ৰী ক্ষেত্ৰত একচেটিয়া খেল লাভৰদ্বাৰা বিশেষভাৱে লাভৱান হ'বৰ উদ্দেশ্যে সেই দ্ৰব্যৰ উৎপাদক কিছু সন্মিলিত হৈ এনে ধৰণৰ সমান্তৰাল একত্ৰিত সংগঠন স্থাপন কৰে। 'পুল' সংগঠনৰ অসুবিধাবিলাকলৈ লক্ষ্য কৰিয়েই কোনো কোনো উৎপাদকে এই ধৰণৰ সংগঠন গঢ়ি তোলাৰ পৰামৰ্শ দাঙি ধৰে। জাৰ্মানীত প্ৰথমে এই ধৰণৰ বৃহৎ একচেটিয়া একত্ৰিত সংগঠন ( Monopoly combination ) বিলাক গঠিত হৈছিল।

কাৰ্টেল বা ছিণ্ডিকেটবিলাক প্ৰকৃততে বিক্ৰীসন্থা ( Sales Association )। কোনো বস্তুৰ উৎপাদকসকলেই সেই বস্তুৰ বজাৰত একচেটিয়া দখল লাভ কৰাৰ উদ্দেশ্যে সুকীয়াকৈ কাৰ্টেল গঠন কৰে। কাৰ্টেল সংগঠন কৰা উৎপাদকসকলে উৎপাদিত দ্ৰব্য বিশেষৰ বিক্ৰীৰ ব্যৱস্থা কৰিবৰ কাৰণে কাৰ্টেলক সমুদায় বিক্ৰী কৰি দিয়ে। ভাৰতৰ চিমেণ্টৰ ক্ষেত্ৰত থকা কাৰ্টেল ( Cement Marketing Company of India Ltd., ) উল্লেখযোগ্য। কাৰ্টেল সংগঠনৰ ঘাই উদ্দেশ্য কেইটা হ'ল—

(ক) মূল্য নিৰূপণ কৰা ( Price fixing )

(খ) সভ্যসকলৰ কাৰণে বিক্ৰীৰ পৰিমাণ ধাৰ্য্য কৰা ( quota fixing )

(গ) মুনাফা বিতৰণৰ ব্যৱস্থা কৰা ( Profit distribution )

এনে উদ্দেশ্যসমূহ বাস্তৱত ৰূপায়িত কৰিবৰ কাৰণে কাৰ্টেলৰ সভ্যসকলে কিছুমান চৰ্ত ( Terms and condition ) মানি চলিব লগা হয়।



পুল আৰু কাৰ্টেল চিত্ৰাকাৰে দেখুৱা হৈছে ( Diagrams showing a Pool and a Cartel ) ঃ

পুল




কাৰ্টেল বা চিণ্ডিকেট



পুল সংগঠনতকৈ কাৰ্টেল সংগঠন অধিক সুবিধাজনক বুলি কোৱা হয়। (ক) সভ্যসকলৰ কাৰণে ন্যুনতম বিক্ৰীৰ ব্যৱস্থা থাকে। তদুপৰি মূল্য নিৰূপণ কৰোঁতে উৎপাদকৰ উৎপাদন ব্যয়ৰ ( Cost of Production ) প্ৰতিও লক্ষ্য ৰখা হয়। সভ্যসকলৰ মুনাফা সীমিত কৰি দিয়া নহয়। (খ) উৎপাদকসকলে উৎপাদিত দ্ৰব্য বিক্ৰীৰ প্ৰতি মন নিদিলেও চলে, কাৰণে তেওঁলোকে উৎপাদন কাৰ্য্যত আত্ম নিয়োগ কৰিব পাৰে। (গ) কাৰ্টেলৰদ্বাৰা সুসংগঠিত ব্যৱসায় ক্ষেত্ৰ ( Market ) সৃষ্টি হয়। (ঘ) উৎপাদকসকলে উৎপাদনৰ ক্ষেত্ৰত স্বকীয় স্বাধীনতা বজাই ৰাখিব পাৰে কাৰণে উৎপাদন ক্ষেত্ৰত উৎপাদকসকলে নিয়মীয়াভাবে প্ৰতিযোগিতা চলাই যাব পাৰে। যিহেতু উৎপাদকসকল একেটা কাৰ্টেলৰ সভ্য। তেওঁলোকৰ মাজৰ প্ৰতিযোগিতা পৰিস্থিতিৰ প্ৰতিকূলে যোৱাৰ সম্ভাৱনা কম।

কাৰ্টেল শক্তিশালী একচেটিয়া কাৰবাৰত ( Monopoly ) উপনীত হয়গৈ। একে দ্ৰব্যৰ আন সৰু সৰু ব্যৱসায়ীসকল এই শক্তিশালী গোষ্ঠীৰ আগত তিষ্ঠিব নোৱাৰা হয়। বহুতো সৰুসুৰা কাৰবাৰ ভাগিয়ো যায়।

**ন্যাস ( Trusts ) :** কোনো ব্যৱসায় বা শিল্পৰ একাধিক গোটবিলাক একত্ৰ হৈ কেন্দ্ৰীভূত ( centralised direction ) পৰিচালনা আৰু প্ৰশাসনৰ ( administration ) ব্যৱস্থা গ্ৰহণ কৰা দেখা যায়। একত্ৰ হোৱা গোটবিলাকে এখন ন্যাস চুক্তি ( Trust agreement ) গ্ৰহণ কৰি তেওঁলোকৰ ষ্টকৰ কিছু কিছু পৰিমাণ, এখন ন্যাস পালিকাৰ ( Board of Trustee ) তত্ত্বাৱধানলৈ হস্তান্তৰ কৰে। ষ্টকৰ মালিক ( stock holders ) সকলে তেওঁলোকে ন্যাসলৈ হস্তান্তৰ কৰা ষ্টকৰ বিনিময়ে ন্যাস-পালিকাৰপৰা একোখন 'ন্যাস প্ৰমাণ পত্ৰ' ( Trust certificate ) লাভ কৰিব। কোম্পানীৰ অংশীদাৰীসকলে নিজৰ



অংশ অনুযায়ী কোম্পানীত স্বত্ব লাভ কৰাৰ দৰে এই ন্যায় প্ৰমাণ পত্ৰৰ দ্বাৰা ন্যাসৰ সভ্যসকলে ন্যাসৰ লাভ বা উৰ্দ্ধপানৰ ওপৰত নিজৰ স্বত্ব বাহাল ৰাখিব পাৰে। পাৰস্পৰিক অসুবিধাৰ কাৰণে ন্যাসৰ সভ্যসকলে ব্যক্তিগতভাবে অৰ্জা ধন একত্ৰে ন্যাস পুঁজিত জমা হয়। ন্যাস-পালিকাই সময়ে সময়ে সভ্যসকলৰ ন্যাস-প্ৰমাণ পত্ৰৰ ভিত্তিত তেওঁলোকলৈ লভ্যাংশ ( dividend ) আগবঢ়ায়। ন্যাস পালিকাই সভ্যসকলৰ শিল্প বাণিজ্যত চকু দিবলৈ তেওঁলোকৰ প্ৰতিনিধি পৰিচালক ( Representative Director ) নিয়োগ কৰিব পাৰে। এনেভাৱে ন্যাসৰদ্বাৰা সভ্যসকলৰ শিল্প-নীতি বা পৰিচালনা ব্যৱস্থা নিয়ন্ত্ৰণ কৰা হয়। ন্যাস ব্যৱস্থাৰদ্বাৰা কিছুমান প্ৰতিষ্ঠানৰ মাজত ব্যৱসায়িক সমন্বয় স্থাপন কৰা সহজ হৈ পৰে। অৱশ্যে সভ্যসকলৰ ব্যক্তিগত অস্তিত্ব অবলুপ্ত নহয়। তলৰ চিত্ৰৰদ্বাৰা ন্যাস সংগঠন সহজে বুজিব পৰা যাব :

ন্যাস (**Trust**)



চিত্ৰত দেখুৱাৰ দৰে A, B, C আৰু D কোম্পানীৰ নিজ নিজ ষ্টক্ বা অংশ ( Stock or Share ) ন্যাসলৈ হস্তান্তৰ কৰা হৈছে। ন্যাসে অংশসমূহৰ মালিকী স্বত্ব লাভ কৰাৰ সূত্ৰে A, B, C আৰু D, কোম্পানীৰ শিল্প ব্যৱসায় পৰিচালনা কৰিবলৈ বাধ্য হৈ পৰে। তদুপৰি ন্যাসে কোম্পানীসমূহৰ ক্ষেত্ৰত ভোটাধিকাৰ ( Voting power ) লাভ কৰিবলৈ সমৰ্থ হয়।

উল্লেখযোগ্য যে আমেৰিকা যুক্ত-ৰাষ্ট্ৰতে ১৯ শতিকাৰ মাজ ভাগৰ পৰা এনে ন্যাস সংগঠনে গা-কৰি উঠে যদিও চৰকাৰে ন্যাস সংগঠনৰ প্ৰতিকূলে ( Anti Trust Laws ) বিধিবদ্ধ ব্যৱস্থা গ্ৰহণ কৰিছিল; কিন্তু ১৮৭০ চনৰপৰা পুনৰ এনে ন্যাস সংগঠনে জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰে। বিখ্যাত শিল্পপতি জন, ডি, ৰ'কফেলাৰৰ ( John D. Rockefeller ) উদ্যোগত ষ্টেণ্ডাৰ্ড অয়ল ট্ৰাষ্ট ( ১৮৭৯ ) ( Standard Oil Trust ) নামৰ এটা বৃহৎ ন্যাস প্ৰতিষ্ঠিত হয়। এই তেল ন্যাসটিৰ কৃতিত্বলৈ লক্ষ্য ৰাখি চেনি আদি শিল্প ক্ষেত্ৰতো ন্যাস গঠিত হবলৈ ধৰে।

যুক্তৰাষ্ট্ৰতে ( USA ) 'ভোটিংট্ৰাষ্ট' ( Voting Trust ) বোলা অন্য এবিধ ন্যাস সংগঠনো গঢ়ি উঠে। এইবিধ ন্যাসৰ সভ্য কোম্পানী সকলে ( Member Companies ) তেওঁলোকৰ অংশসমূহ ন্যাসলৈ হস্তান্তৰ কৰাৰ লগতে ন্যাস-পালিকাক ভোটাধিকাৰ দিয়াৰ বিনিময়ত কোম্পানীবিলাকে নিজ নিজ ভাগৰ অংশ বিশেষৰ বিক্ৰী কৰা আৰু লভ্যাংশ পোৱাৰ অধিকাৰ নিজৰ হাতত ৰাখে। ১৮৯৫ চনত যুক্তৰাষ্ট্ৰত প্ৰতিষ্ঠিত হোৱা 'Pure Oil Company' নামৰ ন্যাসটো এনে বিধৰ ন্যাস ( Voting Trust )। এনে ন্যাসৰ নিয়ন্ত্ৰণত থকা ষ্টক্ বা অংশবিলাকক 'ন্যাস অংশ' ( Trust Shares ) বোলা হয়। ১৮৯০ চনৰ এখন আইনৰদ্বাৰা ( Sherman Anti Trust Act of 1890 ) এই বিধৰ ন্যাসক বে-আইনী ঘোষণা কৰা হয় যদিও ১৯৩৫ চনৰপৰা পুনৰ এইবিধ ন্যাসক আইনসংগত বুলি ঘোষণা কৰা হয়।



এক শক্তিশালী মূলধন গঠন কৰাৰ ক্ষেত্ৰত ন্যাস সংগঠন অতিশয় সুবিধাজনক। তদুপৰি কেন্দ্ৰীভূত পৰিচালনা আৰু শক্তিশালী প্ৰশাসনৰ কাৰণে ন্যাস সংগঠনবিলাক পুল সংগঠনতকৈ অধিক স্থায়ী হয়। বৃহৎ পৰ্য্যায়ৰ শিল্প-বাণিজ্য অধিক সুচলতাৰে চলাবলৈ হলে ন্যাস সংগঠন বিশেষ সুবিধাজনক। ন্যাসে সংশ্লিষ্ট কোম্পানীবোৰত ভোটাধিকাৰ পাই কাৰণে কোম্পানীবিলাকৰ উৎপাদন আৰু বিতৰণৰ ওপৰত যথেষ্ট নিয়ন্ত্ৰণ আৰোপ কৰিব পাৰে। সেই কাৰণে কাৰ্টেলতকৈ ন্যাসৰদ্বাৰা মূল্য নিয়ন্ত্ৰণ কৰাত অধিক সুবিধা। সংশ্লিষ্ট কোম্পানীবোৰত কাৰ্য্য-দক্ষতা বিচাৰ কৰিবলৈ সিবিলাকৰ উৎপাদন আৰু পৰিচালনা ব্যয়ৰ তুলনামূলক বিশ্লেষণ কৰি চাব পৰা যায়। তদুপৰি উৎপাদনৰ মানদণ্ড উন্নয়নৰ কাৰ্য্যকৰী ব্যৱস্থা লোৱা সহজ।

সি যি কি নহওক, ন্যাস সংগঠনবিলাক বৃহদাকাৰত একচেটিয়া প্ৰতিষ্ঠানলৈ ৰূপান্তৰ হোৱা সম্ভাৱনা থাকে। তেতিয়া প্ৰতিদ্বন্দ্বী অন্যান্য শিল্প প্ৰতিষ্ঠানবিলাক বৃহৎ পুঁজিপতি এই ন্যাসবোৰৰ আগত প্ৰতি-যোগিতাত বৰ্তি থাকিব নোৱাৰাত পৰে। ন্যাসবিলাকে অধিক বজাৰ লাভৰদ্বাৰা মুনাফা বৃদ্ধিৰ কাৰণে স্থান বা বজাৰ বিশেষে সুকীয়া সুকীয়া মূল্য নিৰ্ধাৰণ ( Price-diserimination ) কৰি প্ৰতিদ্বন্দ্বীবিহীন বজাৰ সৃষ্টি কৰাৰ কৌশল প্ৰয়োগ কৰা দেখা যায়। এই বজাৰত অধিক দামত দ্ৰব্য বিক্ৰীৰ ব্যৱস্থা লয়। এনেবোৰ কাৰণতে যুক্ত-ৰাষ্ট্ৰত ১৮৯০ চনত ন্যাসবিলাকক বে-আইনী ঘোষণা কৰা হৈছিল। ১৮৯০ চনৰ পৰবৰ্তী কালত ন্যাসৰ পৰিবৰ্তে কমিউনিটি অব্ ইন্টাৰেষ্ট ( Community of Interest ) হল্ডিং কোম্পানী ( Holdting Company ) আদি নতুন ধৰণৰ একত্ৰিত সংগঠনে গা কৰি উঠে।

**কমিউনিটি অব্ ইণ্টাৰেষ্ট ( Community of Interest )ঃ** এই বিধ স্বত্বপাৰ্থত সচৰাচৰ ( পুল, কাৰ্টেল বা ট্ৰাষ্ট ) একত্ৰিত সংগঠন বিলাকৰ দৰে নহয়। সন্মিলিত শিল্প বা ব্যৱসায়পতিসকলে কোনো কেন্দ্ৰীয় শাসন চক্ৰৰ ওপৰত তেওঁলোকৰ প্ৰতিষ্ঠানবিলাকৰ প্ৰশাসন বা পৰিচালকৰ দায়িত্ব অৰ্পণ নকৰে। এই সন্মিলিত কোম্পানীসমূহে বিশেষ কোনো ধৰণৰ বিধিবদ্ধ সংগঠন ( combination ) গঠন নকৰাকৈয়ে সহযোগিতাৰ ভিত্তিত একত্ৰিত হয়। এটা কোম্পানীৰ বিষয়া বা এজন পৰিচালকক আন এটা কোম্পানীৰ পৰিচালক সভালৈ ( Board of Directors ) নিয়োগ কৰা হয়। এইদৰে পাৰস্পৰিক সহযোগিতা ভিত্তিত গঢ়ি উঠা ব্যৱসায় সংগঠনক। কমিউনিটি অব্ ইণ্টাৰেষ্ট বোলা হয়।

এনে 'কমিউনিটি অব্ ইণ্টাৰেষ্ট' প্ৰধানতঃ দুভাগত বিভক্ত। প্ৰথম বিধক "কমিউনিটি ইন্ অ'নাৰশ্বিপ" আখ্যা (Community in ownership) দিয়া হয়। এই ক্ষেত্ৰত জনদিয়েক পাৰস্পৰিক স্বাৰ্থজড়িত ব্যক্তিয়ে কেইটামান কোম্পানীৰ অংশসমূহৰ মালিকীস্বত্ব লাভ কৰে এই ব্যক্তিগোষ্ঠীৰ কোম্পানীসমূহৰ ক্ষেত্ৰত উমৈহতীয় স্বাৰ্থ ( Common interest ) থাকিব লাগিব সংশ্লিষ্ট কোম্পানীসমূহৰ পৰিচালকসকলৰ লগত এই ব্যক্তিগোষ্ঠীয়ে সচৰাচৰ শিল্প ব্যৱসায় নীতি তথা কাৰ্য পৰিক্ৰমা সম্পৰ্কে আলোচনা কৰিব লাগে। ভাৰতৰ আহমদাবাদৰ কপাহৰ কাৰখানাবিলাকৰ ক্ষেত্ৰত এনে সংগঠন ব্যৱস্থা দেখিবলৈ পোৱা যায়।

দ্বিতীয় বিধৰ ক্ষেত্ৰত দেখা যায় যে বিভিন্ন কোম্পানীৰ অংশ-ক্ষেত্ৰত উমৈহতীয়া স্বাৰ্থ থকা ব্যক্তিগোষ্ঠীয়ে সেই কোম্পানীৰ অংশসমূহৰ ওপৰত পূৰ্ণ মালিকীস্বত্বৰ উপৰিও পৰিচালনা ক্ষমতাও বাহাল ৰাখে এনেভাবে মালিকীস্বত্ব আৰু পৰিচালনাক লক্ষ্য ৰাখি গঠিত হোৱা



"কমিউনিটি অব্ ইণ্টাৰেষ্টক" ইণ্টাৰলকিং ডিৰেক্টৰেট্ ( Interlocking Directorale ) বোলা হয়। যি ক্ষেত্ৰত বিভিন্ন উৎপাদন গোটৰ মাজত সমন্বয়ৰ ( Co-ordination ) অভাৱ ঘটে, আৰু শিল্প গোটবিলাক আৰ্থিক প্ৰশাসনিক আদি বিভিন্ন সমস্যাত জৰ্জৰিত হৈ থাকে। প্ৰশাসনীয় সমন্বয় ( Managerial intigration ) ব্যৱস্থাতে একত্ৰিত হৈ সমূহ সমস্যা সমাধান কৰিব পৰা হয়।

**(৫) হল্ডিং কোম্পানী ( Holding Company )ঃ** আগতে উল্লেখ কৰা হৈছে ১৯ শতিকাৰ শেষৰ ফালে আমেৰিকা যুক্তৰাষ্ট্ৰত 'ট্ৰাষ্ট' বিলাকক বে-আইনী সংগঠন বুলি গণ্য কৰা হলত তাৰ ঠাইত অন্যান্য পৰ্যায়ৰ একত্ৰিতকৰণ আন্দোলনে গা-কৰি উঠাৰ ফলত এনে "হল্ডিং কোম্পানী" বিলাক গঢ় লৈ উঠে। আন কিছুমান কোম্পানীৰ অংশৰ ওপৰত বিশেষ নিয়ন্ত্ৰণ বাহাল ৰাখি এই কোম্পানীবিলাকৰ প্ৰশাসনৰ ওপৰত কৰ্তৃত্ব ৰাখি যি বিধ একত্ৰিত সংগঠন গঢ় লৈ উঠে তাক হল্ডিং কোম্পানী বোলা হয়। যিবোৰ কোম্পানী এই হল্ডিং কোম্পানীৰ অন্তৰ্ভুক্ত হৈ পৰে সেইবিলাকৰ পৰিচালনা সভা গঠন কাৰ্য্যতো এই হল্ডিং কোম্পানীয়ে নিয়ন্ত্ৰণ বাহাল ৰাখে। ( ভাৰতৰ ১৯৫৬ ৰ কোম্পানী আইন মতে ই হ'ল—"Any Company, which directly through the medium of another company either holds mere than half of the equity share capital or controls the composition of the Board of Directors of same other Companies" ) হল্ডিং কোম্পানীৰ অন্তৰ্ভুক্ত কোম্পানী" ( Subsidiary Company ) বোলা হয়। চাবছিডিয়েৰী কোম্পানীবিলাকে নিজ নিজ নাম আৰু মোহৰ ব্যৱহাৰ কৰি স্বাধীন-ভাবে শিল্প-বাণিজ্য চলাই যাব পাৰে, অথচ ইহঁত হল্ডিং-কোম্পানীৰ নিয়ন্ত্ৰণাধীন। হল্ডিং বা চাবছিডিয়েৰী কোম্পানীয়ে নিজ ইচ্ছামতে

যি কোনো উৎপাদন বা ব্যৱসায় কাৰ্য্য চলাব পাৰে বা উভয়ে এনে ধৰণৰ উৎপাদন বা ব্যৱসায় কৰাতো বাধা নাথাকে।

বহু ক্ষেত্ৰত এনে দেখা যায় যে পৰিচালনা নিয়ন্ত্ৰণ তথা অংশ ধাৰণৰ (Share holding) কাৰণেই হল্ডিং কোম্পানী গঢ়ি উঠে। এই কাৰ্য্যৰদ্বাৰাই ছাবছিডিয়েৰীবিলাকৰ উন্নয়নত অৰিহণা যোগাই যায়। চাবছিডিয়েৰীবিলাকৰ অধিকাংশ অংশ নিয়ন্ত্ৰণ সূত্ৰে সিবিলাকত হল্ডিং কোম্পানীয়ে সৰহখিনি ভোটাধিকাৰ (majority voting right) লাভ কৰিবলৈ সমৰ্থ হয় এটা কথা উল্লেখযোগ্য যে এটা হল্ডিং কোম্পানীৰ যি কোনো সংখ্যাৰ চাবছিডিয়েৰী থাকিব পাৰে আৰু চাবছিডিয়েৰী কোম্পানী হৈয়ো হল্ডিং কোম্পানী হ'ব পাৰে।

**বিভিন্ন ধৰণৰ হল্ডিং কোম্পানী (Types of Holding Company)**ঃ যেতিয়া ইতিমধ্যে থকা এটা চাবছিডিয়েৰী কোম্পানী গঠন কৰিবলৈ আগবাঢ়ি যায় আৰু কিছুমান কোম্পানীৰ অধিকাংশ অংশৰ ওপৰত নিয়ন্ত্ৰণ লাভ কৰিবলৈ সক্ষম হয় তেনে হল্ডিং কোম্পানীক **"পেৰেণ্ট হল্ডিং কোম্পানী"** (Parent Holding Co.) বোলা হয়। কেতিয়াবা আকৌ কিছুমান কোম্পানী একত্ৰিত হৈ এটা নতুন কোম্পানী পাতে। এই নতুন কোম্পানীয়ে অন্তৰ্ভুক্ত কোম্পানীবিলাকৰ অধিকাংশ ভোটাধিকাৰ লাভ কৰে (অংশ ধৰণৰ জৰিয়তে) এনে বিধৰ হল্ডিং কোম্পানীক **"কনছলিডেটেড"** বা **"অফস্প্ৰিং হল্ডিং কোম্পানী** (Consolidated or Offspring Holding Company) বোলা হয়।

যিবিলাক হল্ডিং কোম্পানীয়ে কেৱল অংশ ধাৰণ আৰু পৰিচালনা নিয়ন্ত্ৰণ কাৰ্য্যৰেই বৰ্তি থাকে তেনেবিলাকক **"বিশুদ্ধ হল্ডিং কোম্পানী"** (Pure Holding Co.) বোলা হয়। কিছুমানৰ নিজাকৈ উৎপাদন বা ব্যৱসায় থাকে বা আকৌ কোনো এটা বা দুটা চাবছিডিয়েৰীৰ উৎপাদন কাৰ্য্য চলোৱাৰো দায়িত্ব লয়। এনে বিধৰ হল্ডিং কোম্পানীক **"মিশ্ৰিত হল্ডিং কোম্পানী"** (Mixed Holding Co.) বোলা হয়।



কেতিয়াবা দেখা যায় যে কোনো এক চাবছিডিয়েৰী কোম্পানীও "হল্ডিং কোম্পানী" হৈ পৰে। তেতিয়া এই শাৰীৰ মুখ্য হল্ডিং কোম্পানীক **"প্ৰাথমিক হ'ল্ডিং কোম্পানী"** (Primary Holdlng Company) বোলা হয়। এনে কোম্পানী আন কোনো কোম্পানীৰ ছাবছিডিয়েৰী নহয়। ছাবছিডিয়েৰী কোম্পানী যদি হল্ডিং কোম্পানীৰূপে গঢ় লয়, অৰ্থাৎ এনে কোম্পানীয়ে নিয়ন্ত্ৰণতো যদি কিছু সংখ্যক চাবছিডিয়েৰী থাকে, ইয়াক **"মধ্যৱৰ্ত্তী কোম্পানী"** (Intermediary Holding Co.) বোলা হয়। অৰ্থাৎ অন্য এক হল্ডিং কোম্পানীয়ে ইয়াক নিয়ন্ত্ৰণ কৰে।

যিবিলাক হল্ডিং কোম্পানীয়ে চাবছিডিয়েৰী কোম্পানীত টকা পইচা খটুউৱা কাৰ্য্যতে ব্যস্ত, তেনে বিধক "ফাইনেন্স্ হল্ডিং কোম্পানী" (Finance Holding Co.) আৰু কিছুমান হল্ডিং কোম্পানীয়ে কেৱল উপাৰ্জনৰ কাৰণেই চাবছিডিয়েৰীবিলাকৰ অংশ বা ঋণপত্ৰত (shares and debenture) টকা খটায়। এনে বিধৰ হল্ডিং কোম্পানীক "ইন্ভেষ্ট্মেন্ট্ হল্ডিং কোং" (Investment Holding Co.) বোলা হয়। তলত দিয়া চিত্ৰৰপৰা "হল্ডিং কোম্পানীৰ" স্বৰূপ বুজিব পৰা যায়—

এই প্ৰণালীত দেখা গ'ল যে খ, গ, ঘ, ঙ, চ, প, ফ আৰু ব এই সমূহ কোম্পানীৰ নিয়ন্ত্ৰণ বাহাল ৰখা ক কোং এটা বৃহৎ "পেৰেণ্ট" (মুখ্য) হল্ডিং কোম্পানী, প, ফ, আৰু ব কোম্পানী কেইটা চাবছিডিয়েৰী, "ঘ" কোম্পানীৰ চাবছিডিয়েৰী হোৱা সূত্ৰে ইহঁত চাবছিডিয়েৰীৰূপে পৰিগণিত হ'ব। খ, গ, ঙ, চ, প, ফ, ব কোম্পানীয়েও ঘ কোংৰ দৰে চাবছিডিয়েৰী গঠন কৰি যায়, তেনেহলে 'ক' কোম্পানীৰ নিয়ন্ত্ৰণতেই এই বিস্তৃত কোম্পানীগোষ্ঠী থাকিব পাৰিব।






**হল্ডিং কোম্পানীৰ সুবিধাসমূহ ( Advantages ) ঃ** (১) যিহেতু এই বিধৰ একত্ৰীকৰণত সংশ্লিষ্ট কোম্পানীবোৰৰ স্বাধীনতা অক্ষুণ্ণ থাকে, সেইকাৰণে এনে সংগঠন গঢ়ি তোলা সহজ।

(২) সংশ্লিষ্ট কোম্পানী গোঠী এক বৃহৎ ব্যৱসায় পৰিয়াল হৈ পৰে। গতিকে এই ক্ষেত্ৰত বিপদজনক প্ৰতিযোগিতাৰ সম্ভাৱনা নাথাকে।

(৩) চাবছিডিয়েৰীবিলাকৰ যোগেদি শিল্প ব্যৱসায় চলাই যাবৰ কাৰণে হল্ডিং কোম্পানীৰ নিজা কোনো "ৰিস্ক্" ( Risk ) নাথাকে।

(৪) হল্ডিং কোম্পানীয়ে চাবছিডিয়েৰীবিলাকৰ ওপৰত যিহেতু বিশেষ নিয়ন্ত্ৰণ ৰাখে, সেই কাৰণে বিভিন্ন চাবছিডিয়েৰী কোম্পানীৰ ব্যৱসায় ক্ষেত্ৰ যুগুত ( Allotment of territory ) কৰি দিয়াৰ সুবিধা হয়।

(৫) বিস্তৃত হৈ থকা চাবছিডিয়েৰীবিলাকৰ ব্যৱসায় প্ৰসাৰণৰ জৰিয়তে হল্ডিং কোম্পানীয়ে নিজা ব্যৱসায়িক সুনাম ( Good will ) বাহাল ৰাখিব পাৰে।

(৬) বৃহৎ সংগঠনৰ কাৰণে আৰু কেন্দ্ৰীভূত নিয়ন্ত্ৰণৰ হেতুকে প্ৰশাসন, বিজ্ঞাপন আৰু প্ৰচাৰ আৰু ব্যৱসায় পৰিক্ৰমা ক্ষেত্ৰত যথেষ্ট মিতব্যয়িতা ( economy ) অৱলম্বন কৰিব পৰা যায়।

(৭) মূলধন সংগঠন আৰু মূলধনৰ ফলপ্ৰসূ ব্যৱহাৰৰ ক্ষেত্ৰত হল্ডিং কোম্পানী বিশেষ সুবিধাজনক। চাবছিডিয়েৰিবিলাকে সময় বিশেষে হল্ডিং কোম্পানীৰপৰা পোনপটীয়া বিত্তীয় সাহায্য লাভ কৰে বা বাহিৰৰপৰাও পুঁজি-সংগ্ৰহ কৰাত সহায় কৰে।

**অসুবিধাসমূহ ( Disadvantages ) ঃ** (১) অতি গুৰুত্বপূৰ্ণ অসুবিধা হ'ল যে হল্ডিং কোম্পানীয়ে চাবছিডিয়েৰীবিলাকৰ ওপৰত বিভিন্ন ধৰণৰ শোষণ চলাই যায়। হল্ডিং কোম্পানীৰ টকাৰ প্ৰয়োজন হলে নিজৰ সুবিধাসাপেক্ষে চাবছিডিয়েৰীৰপৰা টকা ধাৰে লয় বা

অধিক সুতত বা নিজা লাভজনক চুক্তিত চাবছিডিয়েৰী কোম্পানীত টকা খটায়।

(২) হল্ডিং কোম্পানীয়ে চাবছিডিয়েৰীৰ ওপৰত হেঁচা দি অধিক লভ্যাংশ আদায় কৰে।

(৩) চাবছিডিয়েৰী কোম্পানীৰ ইচ্ছা বা সামৰ্থ্যৰ ব্যতিৰেকেও কেতিয়াবা এটা চাবছিডিয়েৰীৰপৰা অন্য এটালৈ পুঁজি প্ৰেৰণ কৰে। কৰে।

যদিও চাবছিডিয়েৰীবিলাকৰ স্বকীয় মৰ্য্যাদা আৰু আইনগত অৱস্থিতি আৰু স্বাধীনতা ক্ষুণ্ণ হ'ব নালাগে, হল্ডিং কোম্পানীবিলাকৰ শক্তিৰ কবলত পৰি এই কোম্পানীবিলাক একোটা পৰাধীন গোটত পৰিণত হয়।

প্ৰতিটো চাবছিডিয়েৰী কোম্পানী একোটা স্বাধীন পঞ্জীভূক্ত সত্তাযুক্ত প্ৰতিষ্ঠান যদিও কোনো এক হল্ডিং কোম্পানীৰ নিয়ন্ত্ৰণত থাকে। প্ৰত্যেকেই সুকীয়া সুকীয়াকৈ কৰৰ বোজা বহন কৰিব লাগে ; ফলত গোটেই সংগঠনটোৱে এক বৃহৎ পৰিমাণৰ কৰ আৰু অন্যান্য ব্যয় বহন কৰিব লাগে। অংশীদাৰসকলৰ স্বাৰ্থৰ পৰিপন্থী যি কোনো কাৰ্য্য কৰিবলৈ ওপৰ মহলৰ বিষয়াসকলে (Top Executives) কুণ্ঠাবোধ নকৰে। হল্ডিং কোম্পানী এক বৃহৎ সংগঠন কাৰণে কোনো বিষয়াই এনে কাৰ্য্যত লিপ্ত হলেও, অংশীদাৰসকলৰ চকুত পৰা সহজ নহয়।

আৰু এটা মন কৰিবলগীয়া আঁসোৱাহ হ'ল যে হল্ডিং কোম্পানীয়ে চাবছিডিয়েৰীবিলাকত বুজন পৰিমাণৰ অংশ ধাৰণৰ জৰিয়তে যি ক্ষমতা প্ৰয়োগ কৰিব পাৰে সেই অনুপাতে চাবছিডিয়েৰীবিলাকৰ উন্নয়নৰ সমস্যালৈ তেনে দায়িত্বসহকাৰে কাৰ্য্য পালন কৰা দেখা নাযায়। দায়িত্ববিহীন ক্ষমতা লাভ হল্ডিং কোম্পানী পৰ্য্যায়ৰ একত্ৰিতকৰণ ব্যৱস্থাৰ অন্যতম আঁসোৱাহ।



প্ৰয়োজনাধিক পৰিমাণৰ মূলধন বিনিয়োগৰ (Over Capitalisation) সম্ভাৱনাও হল্ডিং কোম্পানীৰ ক্ষেত্ৰত তেনেই নোহোৱা নহয়। অংশ বেচা-কিনা কাৰবাৰদ্বাৰা লাভৱান হোৱাৰ উপলক্ষ্যত এনে সংগঠনৰ ক্ষেত্ৰত সদায় বৰ্তমান।

**ন্যাস আৰু হল্ডিং কোম্পানী (Trust Vs. Holding Company) ঃ** ওপৰে ওপৰে চালে এই দুইবিধ একত্ৰিত সংগঠন একে ধৰণৰ যেন লাগিলেও প্ৰকৃতপক্ষে ইহঁতৰ মাজত বহুতো পাৰ্থক্য আছে।

(ক) ন্যাস পুঁজিলৈ অংশীদাৰসকলে তেওঁলোকৰ সমূদায় অংশ ন্যাস পালিকাৰ নিয়ন্ত্ৰণলৈ হস্তান্তৰ কৰে। ইয়াৰ ফলত এই অংশীদাৰসকল ন্যাস চুক্তিৰ অন্তৰ্ভুক্ত হয় আৰু ন্যাসৰ সুবিধাভোগীৰূপে পৰিগণিত হয় ; কিন্তু হল্ডিং কোম্পানীৰ ক্ষেত্ৰত, হল্ডিং কোম্পানীয়ে নিজৰ অংশৰ বিনিময়েহে আন কোম্পানীৰ অংশ ধাৰণ কৰে বা অন্য উপায়েৰে অংশ ক্ৰয় কৰিও লয়।

(খ) ন্যাসৰ সামগ্ৰীক মুনাফা বা উন্নয়নৰ ফল সকলো অংশীদাৰীয়ে ভোগ কৰিব পাৰে। কাৰণ ন্যাস এক সন্মিলিত গোট ৰূপে স্থাপিত হয়। হল্ডিং কোম্পানীৰ ক্ষেত্ৰত ইয়াৰ অংশস্বৰূপ চাবছিডিয়েৰী কোম্পানীবোৰে নিজ নিজ উন্নয়নহে ভোগ কৰিবলৈ পায় ; কিন্তু হল্ডিং কোম্পানীয়ে চাবছিডিয়েৰীবিলাকৰ সামগ্ৰীক উন্নয়নৰ ফল (Consolidated Benefit) ভোগ কৰিব পাৰে।

(গ) হল্ডিং কোম্পানীৰ পৰিচালকসকলে চাবছিডিয়েৰীবিলাকৰ কাম-কাজত প্ৰত্যক্ষ চকু দিব পাৰে ; কিন্তু চাবছিডিয়েৰীৰ পৰিচালকৰ ক্ষেত্ৰত হল্ডিং কোম্পানীৰ কাম-কাজত মাত মতাৰ অধিকাৰ নাথাকে ; কিন্তু ন্যাস গঠন কৰা গোটবিলাকে ন্যাসলৈ নিজৰ মনোনীত সভ্য পঠাব পাৰে। এই সভ্যই নিজৰ প্ৰতিষ্ঠানৰ হৈ ন্যাস পালিকাৰ সভ্য ৰূপে থাকে। এই ন্যাসৰক্ষী (Trustee) গৰাকীয়ে নিজৰ

প্ৰতিষ্ঠানৰ হৈ ন্যাস পালিকাত (Board of Trustee) মাত মাতিব পাৰে।

(ঘ) হল্ডিং কোম্পানী আৰু ইয়াৰ চাবছিডিয়েৰীবিলাক নিজ নিজ ভাৱে স্বাধীন ; কিন্তু ন্যাসৰ সভ্য গোটবোৰ পৰস্পৰ পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। কাৰণ ন্যাস চুক্তিৰদ্বাৰা সকলো একেডাল ডোলেৰে সাঙোৰ খাই থাকে।

(ঙ) ন্যাস সংগঠন হল্ডিং কোম্পানীবিলাকৰ আইনগত অৱস্থিতি অধিক শক্তিশালী আৰু স্থায়ী।

**এমালগেমেচন আৰু মাৰ্জাৰ (Amalgamation and Merger)ঃ** পুল, ট্ৰাষ্ট, কাৰ্টেল ইত্যাদিৰ ওপৰত আলোচনা কৰা একত্ৰিত সংগঠনবিলাকৰ ক্ষেত্ৰত প্ৰকৃততে আংশিক ভাবেহে একত্ৰিতকৰণ হোৱা দেখা যায়। "এমালগেমেচন" আৰু মাৰ্জাৰৰ ক্ষেত্ৰত কিন্তু সম্পূৰ্ণ একত্ৰিতকৰণ হয়।

এনে সম্পূৰ্ণ একত্ৰিতকৰণৰ (Complete consolidation) উদ্দেশ্যে একোটা নতুন কোম্পানী গঠিত হয় আৰু এই কোম্পানীয়ে সম প্ৰতিযোগী একাধিক কোম্পানী ক্ৰয় কৰে। এই নতুন কোম্পানীটোৱে যথেষ্ট ক্ৰয় শক্তি ধাৰণ কৰিবৰ কাৰণে শকত পৰিমাণৰ মূলধনেৰে গঠিত হয়। এই কোম্পানীটোৱে ক্ৰয় কৰা কোম্পানীৰ সকলো সম্পত্তিৰ, মূল্য আদায় কৰিব লাগে। ফলত নতুন কোম্পানীটো আৰু ই সামৰি লোৱা অন্যান্য কোম্পানীবোৰ এটা ব্যৱসায় গোটত পৰিণত হয়, আৰু বিক্ৰী হোৱা কোম্পানীবোৰৰ অস্তিত্ব লোপ পায়। এইদৰে এটা নতুন কোম্পানীয়ে কিছুমান চলিত কোম্পানী বা ব্যৱসায় সংগঠন ক্ৰয় কৰাৰ ফলত যি এটা একত্ৰিত সংগঠন গঢ়ি উঠে তাকে "এমালগেমেচন" (Amalgamation) বোলা হয়। যেনে 'A' আৰু 'B' Co. বা ক্ৰয় কৰি যদি 'C' নামৰ নতুন কোম্পানী এটা হৈ উঠে বা "A" আৰু 'B'য়ে



একেলগ হৈ নিজ নিজ অস্তিত্ব হেৰুৱায় 'C' কোম্পানীৰ নাম দি এটা নতুন কোম্পানী গঢ়ি লয় ইয়াকে "এমালগেমেশ্যন" বোলা হ'ব। এই একত্ৰিতকৰণত 'A' আৰু 'B'ৰ কোনো আইনগত অৱস্থিতি নাথাকিব।

আনহাতে 'A' আৰু 'B' কোম্পানীয়ে যদি 'C' নামৰ পুৰণা প্ৰতিষ্ঠান এটাৰ লগত মিলিত হৈ যায় ইয়াক "মাৰ্জাৰ" (Merger) বোলা হয়। এই ক্ষেত্ৰতো 'A' আৰু 'B' গোট দুটাৰ অৱস্থিতি নাথাকে।

**"এমালগেমেচন" আৰু "মাৰ্জাৰ"ৰ সুবিধা আৰু অসুবিধা ঃ** দেখা গ'ল যে 'এমালগেমেচন' আৰু 'মাৰ্জাৰ'ৰ' ক্ষেত্ৰত সম্পূৰ্ণ একত্ৰীকৰণ সম্ভৱ হয়। সৰু সৰু শিল্প বা কাৰবাৰৰ ঠাইত বৃহদাকাৰৰ শিল্প সংগঠন বা কাৰবাৰ গঢ়ি তুলিবলৈ হলে এনে ধৰণৰ সম্পূৰ্ণ একত্ৰীকৰণ বিশেষ সুবিধাজনক। ঘাইকৈ শক্তিশালী মূলধন গঠন কৰিবৰ কাৰণে এনে সম্পূৰ্ণ একত্ৰীকৰণ সুবিধাজনক। প্ৰশাসন তথা পৰিচালনাৰ ক্ষেত্ৰত অধিক মিতব্যয়িতা অৱলম্বন কৰিব পৰা যায়, কাৰণ এই ক্ষেত্ৰত কেন্দ্ৰীভূত ব্যৱস্থা বাহাল ৰখা হয়। আংশিক একত্ৰীকৰণৰ (Partial Consolidation, i,e, Cartel, Trust, Holding Company, etc.) ক্ষেত্ৰত উমৈহতীয়া স্বাৰ্থতকৈ গুটীয়া স্বাৰ্থৰ প্ৰতিহে অধিক গুৰুত্ব আৰোপ কৰা দেখা যায় যায়। সম্পূৰ্ণ একত্ৰীকৰণৰ ক্ষেত্ৰত স্বাৰ্থ সংঘৰ্ষ (Conflict in interests) নাথাকে। এমালগেমেচন বা মাৰ্জাৰৰ উদ্দেশ্য হ'ল উৎপাদন কৌশল উন্নয়ন, উন্নত প্ৰশাসন, শক্তিশালী পুঁজি গঠন আৰু মিতব্যয়িতা সম্ভৱ কৰি তোলা, অধিক মুনাফা অৰ্জন বা একচেটিয়া নিয়ন্ত্ৰণ লাভ, ইয়াৰ উদ্দেশ্য নহয়। ১৯৫৬ চনৰ ভাৰতীয় কোম্পানী আইনৰ (Section 394 of Indian Company Act, 1956) ৩৯৪ ধাৰা অনুসৰি আদালতৰ অনুমতি সাপেক্ষে এনে সম্পূৰ্ণ একত্ৰীকৰণ সম্ভৱ হ'ব পাৰে। গতিকে এনে সংগঠনে বে-আইনী কাৰ্য্য কৰা বা আইন ভংগ কৰাৰ সম্ভাৱনাও ক্ষীণ।

এনে সংগঠনৰ বিশেষ অসুবিধা বা আঁসোৱাহ চকুত নপৰে। তথাপি দেখা যায় যে এনে সংগঠন গঢ়ি তোলা ক্ষেত্ৰত শিল্প বা বাণিজ্য গোটবিলাকৰ অধিকাংশ অংশীদাৰৰ মতামতৰ প্ৰয়োজন। এই মতামতৰ অবিহনে এনে সংগঠন গঢ়িব নোৱাৰি। সন্মিলিত হোৱা গোটবিলাকৰ স্বকীয় ব্যৱসায়িক সদ্‌নাম ( business good will ) সিহঁতৰ অস্তিত্ব নোহোৱাৰ লগে লগে নোহোৱা হয়। নতুনকৈ গঢ়ি উঠা একত্ৰিত সংগঠনটোকে সদনাম অৰ্জন কৰিবৰ কাৰণে যথেষ্ট চেষ্টা চলাব লাগিব; হয়তো ইয়াৰ কাৰণে যথেষ্ট খৰচো কৰিব লগাত পৰিব পাৰে।

চামিল হৈ যোৱা গোটবিলাক একত্ৰিত সংগঠনটোৰপৰা ওলাই আহি পুনৰ সংগঠিত হোৱা প্ৰায় অসম্ভৱ; কাৰণ ইতিমধ্যে সিহঁতে নিজা অস্তিত্ব হেৰুৱাই পেলাইছে আৰু সিহঁতৰ মালিকীস্বত্বও বিক্ৰী হৈ গৈছে।

**হল্ডিং কোম্পানী আৰু সম্পূৰ্ণ একত্ৰীকৰণ (Holding Company Vs. Amalgamation and Merger) ঃ** হল্ডিং কোম্পানীৰ চাৰছিডিয়েৰী কোম্পানীবিলাকে নিজ নিজ অস্তিত্ব বাহাল ৰাখে। হল্ডিং কোম্পানীয়ে অংশাধিকাৰৰদ্বাৰা ভোটদান ক্ষমতা লাভ কৰি সিহঁতৰ ওপৰত নিয়ন্ত্ৰণ বজাই ৰাখিব পাৰে। হল্ডিং কোম্পানীয়ে পোনপটীয়াভাৱে চাৰছিডিয়েৰীৰ কাম-কাজত হস্তক্ষেপ কৰিব নোৱাৰে বৰং হিহঁতৰ পৰিচালকৰ জৰিয়তেহে নিয়ন্ত্ৰণ আৰোপ কৰে। গতিকে হল্ডিং কোম্পানী আংশিক বা স্থায়ী পৰ্য্যায়ৰ একত্ৰিতকৰণ ব্যৱস্থা মাত্ৰ। আনহাতে এমালগেমেচন বা মাৰ্জাৰৰ ক্ষেত্ৰত একাধিক শিল্প বা বাণিজ্য গোট সম্পূৰ্ণভাৱে চামিল হৈ নিজ নিজ অস্তিত্ব হেৰুৱাই পেলায়। যিহেতু সিহঁত এক গোটলৈ ৰূপান্তৰিত হয়। সিহঁতৰ ওপৰত আনৰ নিয়ন্ত্ৰণৰ প্ৰশ্ন নুঠে।



**সম্পূৰ্ণ একত্ৰীকৰণ আৰু কাৰ্টেল (Complete consolidation Vs. Cartel) ঃ** (ক) আমেৰিকা যুক্তৰাষ্ট্ৰত প্ৰথমে সম্পূৰ্ণ একত্ৰীকৰণ আন্দোলনৰ ফলত বৃহদাকাৰৰ "একত্ৰিত সংগঠন"বিলাক (Amalgameted Corporation) গঢ়ি উঠে। কাৰ্টেলৰ জন্মস্থান হ'ল জাৰ্মেনী। জাৰ্মান চৰকাৰে এনে সংগঠনৰ পৃষ্ঠপোষকতা কৰিছিল। আমেৰিকাত ১৯ শতিকাত একত্ৰিত বৃহৎ সংগঠনবিলাকে চৰকাৰ আৰু জনসাধাৰণৰ দ্বাৰা হোৱা প্ৰতিৰোধৰ সন্মুখীন হৈছিল।

(খ) সম্পূৰ্ণ একত্ৰিত সংগঠনবিলাক গঠন কৰাৰ এটা ঘাই উদ্দেশ্য হ'ল প্ৰতিযোগিতা ক্ষমতা বৃদ্ধি কৰা। এনে সংগঠনবিলাকে প্ৰতিযোগিতা ব্যাহত কৰাৰ চেষ্টা নকৰে। 'কাৰ্টেল'বিলাক 'একচেটিয়া' সংগঠন। ইহঁতে প্ৰতিযোগিতাবিহীন বজাৰ দখল কৰি অধিক মুনাফা অৰ্জন কৰাৰ কাৰণে চেষ্টা কৰা দেখা যায়।

(গ) সম্পূৰ্ণ একত্ৰিতকৰণে এক সীমিত সংখ্যাৰ শিল্প-বাণিজ্য গোটকহে সামৰি লব পাৰে। গতিকে ইহঁতৰ প্ৰসাৰণ সীমাবদ্ধ। বহুসংখ্যক শিল্প গোটক লৈ কাৰ্টেল গঢ়ি উঠে। ইহঁতে স্বদেশৰ উপৰিও বিদেশতো সংগঠন সম্প্ৰসাৰণ কৰিব পাৰে।

(ঘ) বিভিন্ন শিল্প-বাণিজ্য গোট বিশেষৰ মাজত হোৱা এক চুক্তিৰদ্বাৰা কাৰ্টেল গঠন হয়। সন্মিলিত গোটবোৰৰ নিজা অস্তিত্ব থাকি যায়। সম্পূৰ্ণ একত্ৰীকৰণৰ ক্ষেত্ৰত সাধাৰণ চুক্তিৰদ্বাৰা নহয়। এনে সংগঠনবিলাক কোম্পানী আইনদ্বাৰা পঞ্জীভূক্ত হোৱা দেখা যায় ( Incorporated Company )। তদুপৰি একত্ৰিত হোৱা গোটবিলাকৰ নিজা অস্তিত্ব নাথাকে। সিহঁতে 'নতুন কোম্পানী' এটাত পৰিণত হয়।

(ঙ) "কাৰ্টেলৰ" সভ্যগোটবিলাকে ইচ্ছা কৰিলে কাৰ্টেলৰ সভ্য-পদ পৰিত্যাগ কৰিব পাৰে। কাৰ্টেলৰ বাহিৰতো সিহঁতৰ নিজা অৱস্থিতি-

থাকে। গতিকে কার্টেলবিলাক একান্ত অস্থায়ী আৰু অস্থিৰ (Temporary and unstable) সংগঠন। সম্পূৰ্ণ একত্ৰিত সংগঠনবিলাক অধিক স্থিৰ আৰু স্থায়ী। কাৰণ ইয়াত অন্তৰ্ভুক্ত হোৱা (Combining units) গোটবোৰে নিজ নিজ সত্তা হেৰুৱাই এক নতুন সত্তাত বিলীন হৈ একত্বত উপনীত হয়। গতিকে ইহঁত, 'কাৰ্টেলৰ' সভ্য আঁতৰি যোৱাৰ দৰে, আঁতৰি যোৱাৰ প্ৰশ্নই নুঠে।

(চ) 'কাৰ্টেল'ৰ উদ্দেশ্য হ'ল একচেটিয়া মুনাফা অৰ্জন কৰা (monopoly profit); কিন্তু সভ্য গোটবোৰৰ সাংগঠনিক বা ব্যৱসায়িক উন্নয়নৰ প্ৰতি 'কাৰ্টেল'ৰ কোনো লক্ষ্য নাথাকে; কিন্তু সম্পূৰ্ণ একত্ৰীকৰণৰ ক্ষেত্ৰত কোম্পানীটোৱে নিজৰ উন্নয়নৰ কাৰণেই সকলোখিনি কৰি যায়।

(ছ) মুনাফালোভী 'কাৰ্টেল'বিলাকে অধিক মূল্য ধাৰ্য্য কৰি গ্ৰাহকক শোষণ কৰে। গ্ৰাহকৰ দৃষ্টিভংগী ইহঁতৰ প্ৰতিকূলে। কৃত্ৰিমভাৱে যোগান ব্যাহত কৰি বজাৰত কৃত্ৰিম অনাটন সৃষ্টি কৰি মূল্য বৃদ্ধিৰদ্বাৰা গ্ৰাহকক ব্যতিব্যস্ত কৰে। শিল্পজাত দ্ৰব্য-বিতৰণৰ ক্ষেত্ৰত এনে ধ্বংসাত্মক ব্যৱস্থা ললে উৎপাদন গোটবিলাকেও ভুগিব লগাত পৰে। প্ৰতিযোগিতাৰ বজাৰৰ লগত জৰিত হৈ থকাৰ কাৰণে সম্পূৰ্ণ একত্ৰিত সংগঠনবিলাক এনে কুকাৰ্য্যৰপৰা বিৰত থকা দেখা যায়।

**অন্যান্য একত্ৰিভকৰণ ঃ** ওপৰত বৰ্ণনা কৰাবিলাকৰ উপৰিও আৰু কিছুমান ধৰণৰ একত্ৰিত সংগঠন দেখা যায়। এইবিলাক পোনপটীয়াভাৱে শিল্প কাৰ্য্যৰ লগত জড়িত নহয়, অথবা এইবিলাকে নিজাকৈ কোনো ব্যৱসায়ো নচলায়। ইহঁতক "সহজ একত্ৰিত সংগঠন" (Simple Association) বোলা হয়। "ব্যৱসায় সন্থা" (Trade



Association), "বাণিজ্য পৰিষদ" (Chamber of Commerce), "কৰ্মী সংঘ" (Trade Union) আদিয়েই উল্লেখযোগ্য।

**ব্যৱসায় সন্থা (Trade Association) ঃ** শিল্প প্ৰতিষ্ঠান আৰু বাণিজ্য প্ৰতিষ্ঠানবিলাকে উমৈহতীয়া স্বাৰ্থ ৰক্ষাৰ্থে সিহঁতৰ ভিতৰত সমন্বয় আৰু সহযোগিতা বৃদ্ধিৰ অৰ্থে এনে সন্থা (Association) স্থাপন কৰে। এনে সন্থাই সাধাৰণতে একেবিধ শিল্পকহে সামৰি লয়। উদাহৰণ স্বৰূপে,—

(ক) অসম চাহ-খেতিয়ক সন্থা (Assam Tea Planter's Association)

(খ) পূৰ্ব-ভাৰত কপাহ সন্থা (East India Cotton Association)

(গ) বম্বে মিল মালিক সন্থা (Bombay Mill Owners' Association)

(ঘ) কলিকতা ব্যৱসায় সন্থা (Calcutta Trade Association)

এনে সন্থাবোৰে সঘনে সভা পাতি মিলিত হৈ বিভিন্ন সমস্যা সম্পৰ্কে আলোচনা কৰে। শ্ৰমিক চৰকাৰী নীতি, যাতায়ত আৰু পৰিবহণ, কেঁচামাল, মূল্য আদিক কেন্দ্ৰ কৰি দেখা দিয়া সমস্যাই প্ৰধানকৈ এনে সন্থাৰ বিচাৰ্য্য বিষয়।

**ব্যৱসায় সন্থাৰ বৈশিষ্ট্যসমূহ (Special Features) ঃ**

(ক) ব্যক্তিগত ব্যৱসায়ী, অংশীদাৰী কাৰবাৰ বা যৌথ কোম্পানী অথবা নিগম এনে সন্থাৰ সভ্য হ'ব পাৰে।

(খ) ভাৰতত এনে সন্থা কোম্পানী আইন নাইবা "ট্ৰেড ইউনিয়ন" আইনৰ আধাৰত পঞ্জীভুক্ত হ'ব পাৰে।

(গ) এনে সন্থাৰ উদ্দেশ্য "লাভ-ঘটা" নহয়; বৰং সভ্যসকলৰ ব্যক্তিগত আৰু উমৈহতীয়া স্বাৰ্থ ৰক্ষা কৰাহে।

(ঘ) 'সন্থাৰ-নামত' কোনো শিল্প-উৎপাদন বা বেচা-কিনা কাৰবাৰ নচলে। সন্থাই সভ্যসকলৰ উৎপাদন কাৰ্য্য বা ব্যৱসায় সুচলভাবে চলোৱাত সহায় কৰে।

(ঙ) সভ্যসকলৰ 'ভৰ্ত্তি-মাচুল' আৰু বৰঙণিয়েই সন্থাৰ উপাৰ্জনৰ উৎস। 'কোম্পানী' আইনৰ আধাৰত স্থাপিত হলে সভ্যসকলে সন্থাৰ মূলধনৰ অংশ ক্ৰয় কৰিব লাগিব।

**উদ্দেশ্য আৰু কাৰ্য্য পন্থা (Objects of Trade Associations and their functions) ঃ**

**উদ্দেশ্যসমূহ ঃ** (ক) যি শিল্প বা ব্যৱসায়ক লৈ এনে সন্থা গঠিত হয়, সেই শিল্প বা ব্যৱসায়ৰ উত্তৰোত্তৰ উন্নয়ন সাধনৰ কাৰণে কাম কৰা,

(খ) চৰকাৰ, শ্ৰমিক, শিল্পজগত আৰু জনসাধাৰণৰ লগত সহৃদয়তা স্থাপন কৰা,

(গ) ৰাজ্যিক বা কেন্দ্ৰীয় বিধান সভা বা সদনত আৰু অন্যান্য স্থানীয় ৰাজহুৱা অনুষ্ঠানত প্ৰতিনিধিত্ব কৰা,

(ঘ) শিল্প উন্নয়নৰ কাৰণে আন্তৰ্দেশীয় কমিটী বা দেশীয় কমিটীত প্ৰতিনিধিত্ব কৰা,

(ঙ) দেশীয় আন্তৰ্দেশীয় সভাত (Conferences) গৃহীত হোৱা শিল্প-বাণিজ্য সম্পৰ্কীয় সিদ্ধান্তসমূহ কাৰ্য্যত পৰিণত কৰা,

(চ) চৰকাৰে গ্ৰহণ কৰা শিল্প-বাণিজ্য নীতিৰ প্ৰতি সজাগ থাকি যুক্তিযুক্ত মতামত দাঙি ধৰা,

(ছ) সভ্যসকলৰ সমস্যাৰ প্ৰতি সজাগ থকা আৰু সেইবিলাক সমাধানৰ বিহীত ব্যৱস্থা গ্ৰহণ কৰা,

**কাৰ্য্যপন্থা (Functions) ঃ** (ক) সভ্যসকলে যাতে হিচাপৰ ক্ষেত্ৰত একে পদ্ধতি (Uniform accounts) অৱলম্বন কৰে তাৰ প্ৰতি লক্ষ্য ৰখাৰ উপৰিও আৱশ্যকীয় দিহা-পৰামৰ্শও আগবঢ়ায়।



(খ) শিল্প-বাণিজ্য সম্পৰ্কীয় গৱেষণা চলায় আৰু এই সম্পৰ্কীয় তথ্য-পাতি যুগুত কৰি সভ্যসকলৰ মাজত বিতৰণ কৰে,

(গ) শিল্প-বাণিজ্যত যাতে অন্যায়-দুৰ্নীতি নাথাকে তাৰ প্ৰতি প্ৰচেষ্টা চলায়। সভ্যসকলৰ মাজত অশুভ প্ৰতিযোগিতাৰ বাধা দিয়ে। সভ্যসকলে যাতে নৈতিক আদৰ্শৰপৰা বিচলিত নহয় তাৰ কাৰণে চেষ্টা কৰে। শিল্প বাণিজ্যৰ মানদণ্ড উন্নয়নৰ প্ৰতি লক্ষ্য ৰাখে।

(ঘ) শিল্প-জগতত শান্তি-শৃংখলা ৰক্ষাৰ্থে সমিতি আয়োজন কৰে। এনে সভাত বিভিন্ন শিল্প-প্ৰতিষ্ঠানৰ মাজত সৌহাৰ্দ্য সৃষ্টি হয় আৰু পাৰস্পৰিক চিন্তাধাৰাৰ আদান-প্ৰদানৰ জৰিয়তে সিবিলাকৰ মাজত মধুৰ ব্যৱসায়িক সম্পৰ্ক স্থাপিত হয়। এনে সভাত দেশীয় তথা আন্তৰ্দেশীয় অৰ্থনৈতিক পৰিস্থিতিৰো আলোচনা কৰা হয়।

(ঙ) মূল্য, চৰকাৰী নীতি, কৰ আৰু বজাৰৰ খা-খবৰ সংগ্ৰহ কৰি সভ্যসকলৰ মাজত বিতৰণ কৰে। ব্যৱসায়িক পত্ৰিকা (Trade Magazine) প্ৰকাশ কৰি এনেবিলাক খবৰ প্ৰচাৰৰদ্বাৰা শিল্প-পতি ব্যৱসায়ী তথা সৰ্বসাধাৰণৰ মাজত ব্যৱসায়িক জ্ঞান বিতৰণ কৰে।

(চ) সভ্যসকলৰ সুবিধাৰ্থে বিজ্ঞাপন-প্ৰচাৰ, কিনা-বেচা আদিৰ ক্ষেত্ৰত সমবায় ব্যৱস্থা প্ৰবৰ্তন কৰে।

(ছ) কোনো সভ্যই 'ৰপ্তানি' বাণিজ্যত প্ৰবেশ কৰিবলৈ হলে সন্থাই তেনে সভ্যক আৱশ্যকীয় প্ৰমাণপত্ৰ (Certificate of origin) দিয়ে।

(জ) সভ্যসকলৰ মাজত দেখা দিয়া বিপদ নিষ্পত্তি কৰাৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰে।

(ঞ) সভ্যসকলৰ 'প্ৰাপ্য অনাদায় ধন' (bad debt) সংগ্ৰহ কৰাত সহায় কৰে।

**বাণিজ্য-পৰিষদ (Chambers of commerce) ঃ** বাণিজ্য পৰিষদ সদাগৰ বা ব্যৱসায়ীসকলে গঠন কৰে। আঞ্চলিক বা নগৰ পৰ্য্যায়ৰপৰা

ৰাষ্ট্ৰীয় পৰ্য্যায়লৈকে এনে পৰিষদ গঠিত হয়। যেনে—"যোৰহাট বাণিজ্য পৰিষদ", "উজনি অসম বাণিজ্য পৰিষদ", "অসম বাণিজ্য পৰিষদ", "ভাৰতীয় বাণিজ্য পৰিষদ", ইত্যাদি পৰিষদে সদৌ ব্যৱসায়ী গোষ্ঠীৰ স্বাৰ্থ ৰক্ষাৰ্থে কাম কৰে। ভাৰত বা ইংলণ্ডত এনে পৰিষদ ব্যৱসায়ীসকলে স্বেচ্ছাই গঠন কৰে ( Voluntary organisation) আৰু ৰাষ্ট্ৰৰ লগত আইনগত কোনো সম্পৰ্ক নাথাকে ; কিন্তু ফ্ৰান্সৰ বাণিজ্য পৰিষদত চৰকাৰী স্বাৰ্থও জড়িত থকাৰ নিয়ম। অৰ্থাৎ বাণিজ্য পৰিষদত চৰকাৰী মনোনীত প্ৰতিনিধি থাকিব লাগে।

বাণিজ্য পৰিষদ দেশৰ বাণিজ্য-মন্ত্ৰী দপ্তৰৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ থাকে। চৰকাৰী বিভাগৰ লগত আলোচনা কৰি স্থানীয় বজাৰৰ যোগান আৰু দ্ৰব্য মূল্য নিয়ন্ত্ৰণতো পৰিষদে দায়িত্ব সহকাৰে কাম কৰিব লাগে। ৰাজহুৱাভাৱে গুৰুত্বপূৰ্ণ কিছুমান ক্ষেত্ৰ পৰিচালনা কাৰ্য্যও এনে পৰিষদে গ্ৰহণ কৰে, যেনে ঃ—পোতাশ্ৰয়, বন্দৰৰ ডক্ ( Dock ), মাল মজুত ৰখা ঘৰ ( Ware house ) ইত্যাদি।

পৃথিৱীৰ ভিতৰত লণ্ডন বাণিজ্য পৰিষদ ( London Chamber of Commerce ) এনে ধৰণৰ এক আদৰ্শ বাণিজ্য পৰিষদ। বহুমুখী কাৰ্য্য-তালিকাৰ নমুনা অনুযায়ী "বাণিজ্য পৰিষদৰ কাৰ্য্যক্ৰম এনে ধৰণৰ—

(১) কোনো অঞ্চলৰ, নগৰৰ বা দেশৰ বেপাৰ-বাণিজ্য, যাতায়াত আৰু পৰিবহণ, উৎপাদন আৰু বিতৰণৰ ব্যৱস্থাৰ উন্নয়নৰ প্ৰতি লক্ষ্য ৰাখি যথাবিহিতভাৱে কাম কৰি যোৱা ; তদুপৰি ৰাষ্ট্ৰীয় বাণিজ্য সন্থাই ( National chamber of commerce, i.e, Indian chamber of commerce ) দেশৰ ৰপ্তানি আমদানিৰ প্ৰতিও দৃষ্টি ৰাখিব লাগে। কলিকতা, বোম্বে আৰু লণ্ডনৰ দৰে স্থানৰ বাণিজ্য পৰিষদে নিজ নিজ বন্দৰ আৰু ইয়াৰ পশ্চাদভূমিৰ উৎপাদনসমূহৰ উন্নয়নৰ প্ৰতি দৃষ্টি ৰাখিব লাগে। তদুপৰি বন্দৰটোৰ ৰপ্তানি আমদানি কাৰ্য্যৰ লগত জড়িত



অন্যান্য বিষয়বিলাকৰ প্ৰতিও দৃষ্টি ৰাখি আৱশ্যক অনুযায়ী বিহীত ব্যৱস্থা লব লাগে।

(২) বাণিজ্য-পৰিষদে শিল্প-বাণিজ্য জগতৰ আৱশ্যকীয় তথ্য-পাতি, পৰিসংখ্যাদি সংগ্ৰহ আৰু সংৰক্ষণ কৰিব লাগে।

(৩) চৰকাৰে গ্ৰহণ কৰা শিল্প-বাণিজ্য নীতি সম্পৰ্কে বাণিজ্য পৰিষদে আৱশ্যক বুজি মাত মাতিব লাগে।

(৪) শিল্প বাণিজ্য ক্ষেত্ৰত সৃষ্টি হোৱা যি কোনো বিবাদ নিষ্পত্তিৰ কাৰণে বাণিজ্য পৰিষদে মধ্যস্থতা কৰিব লাগে।

(৫) শিল্প-বাণিজ্যৰ পৰিস্থিতি সম্পৰ্কে সময়ত চৰকাৰক সকিয়াই দিয়ে। ভাৰতত পশ্চিমীয়া ব্যৱসায়ীসকলেই প্ৰথমে বাণিজ্য পৰিষদ স্থাপনত আগ ভাগ লৈছিল। বহুদিন ধৰি এওঁলোকৰ নেতৃত্ব আৰু প্ৰাধান্যতে বাণিজ্য পৰিষদবোৰ চলি আছিল যদিও পিছলৈ ভাৰতীয়-ব্যৱসায়ীসকলেও এনে পৰিষদৰ গুৰুত্ব বুজি নিজৰ প্ৰভাৱ বিস্তাৰ কৰি-বলৈ যত্নপৰ হয়। আজিকালি আমাৰ দেশত বাণিজ্য পৰিষদৰ জন-প্ৰিয়তা মন কৰিবলগীয়া। প্ৰত্যেকখন নগৰ, শিল্প-বাণিজ্য-কেন্দ্ৰ, বন্দৰ আদিত "বাণিজ্য-পৰিষদ" গঢ়ি উঠিছে। দেশৰ ৰাজনৈতিক সংগঠনকে ধৰি অন্যান্য গুৰুত্বপূৰ্ণ ক্ষেত্ৰত পৰিষদবিলাকৰ প্ৰতিনিধিত্ব লেখত- চাব লগীয়া। ধনী ব্যৱসায়ীৰ লীলা ক্ষেত্ৰ স্বৰূপ এই পৰিষদবোৰৰ ৰাজ-নৈতিক প্ৰভাৱ অতি গুৰুত্বপূৰ্ণ। দেশৰ শিল্প-বাণিজ্য নীতি গ্ৰহণ বা পৰিবৰ্তনৰ ক্ষেত্ৰত কেন্দ্ৰীয় বা ৰাজ্যিক চৰকাৰে বাণিজ্য পৰিষদৰ মতামতত গুৰুত্ব আৰোপ কৰাও দেখা যায়।

**আন্তৰ্জাতিক বাণিজ্য পৰিষদ ঃ**—প্ৰত্যেক দেশতে বাণিজ্য সন্থা থকাৰ দৰে বৰ্তমান পৃথিৱীত এখন "আন্তৰ্জাতিক বাণিজ্য পৰিষদো" ( International Chamber of commerce ) আছে। বেল-জিয়াম, ইটালী, আমেৰিকা যুক্তৰাষ্ট্ৰ, গ্ৰেট্ বৃটেইন আৰু ফ্ৰান্সৰ

ব্যৱসায়ীৰ উদগণিত ১৯২০ চনত এই বিশ্ব-বাণিজ্য-পৰিষদখন গঠিত হয়। এই পৰিষদৰ ঘাই উদ্দেশ্যসমূহ হল ঃ

(ক) বিশ্বৰ দেশ সমূহৰ মাজত বন্ধুত্বপূৰ্ণ বাণিজ্যিক সম্পৰ্ক সম্প্ৰসাৰণ কৰা।

(খ) বিশ্বৰ বাণিজ্যৰ ক্ৰমবিকাশত হাত উজান দিয়া।

(গ) শুল্কৰ প্ৰয়োগৰদ্বাৰা সৃষ্টি কৰা 'বাণিজ্য-বাধা'ৰ সমস্যা সম্পৰ্কে আলোচনা কৰা তথা এনে 'বাধা' দূৰীকৰণ সম্ভৱ কৰি তোলা।

পৰিষদৰ পৰিচালনা কাৰ্য্য এখন কাউন্সিলৰ ওপৰত ন্যস্ত হয়। বিভিন্ন দেশৰ প্ৰতিনিধিৰে এই কাউন্সিল গঠিত হয়। ইয়াৰ প্ৰধান সচিব জনে কাউন্সিলৰ নিৰ্দেশ মতে কাৰ্য্য সম্পাদন কৰে। পৰিষদৰ এজন সভাপতি আৰু এখন কাৰ্য্যনিৰ্বাহক সভাও থাকে। পৰিষদৰ ঘাই কাৰ্য্যালয় পেৰিছ নগৰত অৱস্থিত।

বিশ্ব পৰিষদৰ প্ৰধান অংগস্বৰূপ ৰাষ্ট্ৰীয়-কমিটীবোৰে পৰিষদৰ কাউন্সিলৰ লগত যোগসূত্ৰ স্থাপন কৰি নিজ নিজ দেশৰ নানা শিল্প-বাণিজ্যৰ সমস্যাসমূহ কাউন্সিলৰ বৈঠকত পেছ কৰিব লাগে। পৰিষদৰ পৰিচালনাত এখন 'চালিছি-আদালত আছে (Court of Arbitration)। এই আদালতে সভ্য ৰাষ্ট্ৰবোৰৰ ব্যৱসায়ী শিল্পপতিসকলৰ ব্যৱসায় সম্পৰ্কীয় নানা বিবাদ আদিৰ ন্যায়িক তদন্ত কৰি মীমাংসা কৰে। বিশ্ব পৰিষদৰ ভাৰতীয় ৰাষ্ট্ৰীয় কমিটীখন ১৯২৮ চনত স্থাপন কৰা হয়।

**ভাৰতৰ বিশিষ্ট 'বাণিজ্য-সন্থা' আৰু 'বাণিজ্য পৰিষদ'** খনচেৰেকৰ চমু আলোচনা ঃ

**(১) ভাৰতীয় সদাগৰ-পৰিষদ (Indian Merchant Chamber)** ঃ ১৯০৭ চনতে এই পৰিষদ স্থাপিত হয়। সভ্য শিল্পপতি-ব্যৱসায়ীসকলৰ মাজত গাঢ় সম্পৰ্ক গঢ়ি তোলাৰ উপৰিও শিল্প বাণিজ্য সম্পৰ্কীয় কাৰিকৰী শিক্ষা প্ৰসাৰতো এই পৰিষদৰ বৰঙণি উল্লেখযোগ্য। পৰিষদৰ



সভ্য সংখ্যা প্ৰায় ২১০০। খাদ্য-শস্য উৎপাদক, লো-তীখা, জুইশলা, বীমা, বেংক, বোৰা-কটা, কপাহ, বুলিয়ন (Bullion) আদিৰ প্ৰতিনিধিত্ব কৰা প্ৰায় ১২৫ খন বাণিজ্য-সন্থা এই পৰিষদত অন্তৰ্ভুক্ত হৈছে। 'বম্বে-বন্দৰ ন্যাস (Port Trust of Bombay), ভাৰতীয় কেন্দ্ৰীয় কপাহ কমিটী, ৰেলৰ নিৰিখ উপদেষ্টা কমিটী (Railway Rate Advisory committee) ইত্যাদি দেশৰ গুৰুত্বপূৰ্ণ অনুষ্ঠানবিলাকত এই পৰিষদে গুৰুত্বপূৰ্ণ প্ৰতিনিধিত্ব লাভ কৰিছে। পৰিষদে প্ৰকাশ কৰা পত্ৰিকাখন (Journal of Indian-Merchants chamber) উল্লেখযোগ্য বাণিজ্যিক-আলোচনী। ৰপ্তানি কাৰকক আৱশ্যকীয় প্ৰমাণ পত্ৰ (Certificate of Origin) দিবলৈ এই পৰিষদে চৰকাৰৰপৰা স্বীকৃতি লাভ কৰিছে।

**(২) ভাৰতৰ শিল্প-বাণিজ্য পৰিষদৰ সংগঠন (Federation of Indian Chamber of Commerce and Industry)** ঃ এই সংগঠন ১৯২৬ চনত স্থাপিত হয়। ভাৰতৰ বহুতো শিল্প-বাণিজ্যৰ এইখন কেন্দ্ৰীয় সংগঠন। দেশৰ শিল্পোৎপাদন বেচা-কিনা, বিত্ত-বিনিয়োগ, যাতায়ত আৰু পৰিবহণ তথা ৰপ্তানি আৰু আমদানি বাণিজ্য উন্নয়নৰ প্ৰতি এই সংগঠনে সুদীৰ্ঘ কাল যুৰি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। দেশৰ প্ৰায় ১২০ খন ব্যৱসায় পৰিষদ এই একত্ৰিত সংগঠনটোৰ সভ্য; তদুপৰি প্ৰায় ২১৫ খন প্ৰধান প্ৰধান ব্যৱসায় বাণিজ্য সন্থাও এই সংগঠনৰ সহযোগী সভ্য (Associate Members)। ভাৰতৰ ৰপ্তানি-আমদানি উপদেষ্টা সন্থা, মূলধন ঘোষণা উপদেষ্টা কমিটী, কেন্দ্ৰীয় শিল্প উপদেষ্টা সন্থা আদিত এই সংগঠনৰ প্ৰতিনিধিত্ব উল্লেখযোগ্য। সংগঠনৰ তৰফৰপৰাও এখনি পষেকীয়া আলোচনী (Fortnightly Review) প্ৰকাশিত হয়। আলোচনী খনত দেশৰ তথ্য বিদেশৰ অৰ্থনৈতিক আৰু বাণিজ্যিক বিকাশ আৰু উন্নয়ন সম্পৰ্কীয় আলোচনা, প্ৰবন্ধ আৰু পৰিসংখ্যা আদি প্ৰচাৰিত হয়।

(৩) **"বম্বে বাণিজ্য পৰিষদ" :** ১৮০৩ চনতে স্থাপিত হোৱা "বম্বে বাণিজ্য পৰিষদ" ( Bombay Chamber of Commerce ) দেশৰ ভিতৰতে এখন সৰ্বপ্ৰধান বাণিজ্য পৰিষদ। পশ্চিম আৰু মধ্য ভাৰতৰ বাণিজ্য ক্ষেত্ৰত এই পৰিষদৰ ভূমিকা গুৰুত্বপূৰ্ণ। ভাৰতৰ সদাগৰ পৰিষদৰ তুলনাত এই পৰিষদৰ সভ্য সংখ্যা কম হলেও প্ৰায় ৫৫০ সংখ্যক সভ্য যুক্ত এই পৰিষদৰ প্ৰভাৱ নুই কৰিব নোৱাৰি।

বম্বে অঞ্চলৰ প্ৰায়বিলাক শিল্প বাণিজ্যই ইয়াৰ সভ্য। তাৰ ভিতৰত কপাহ, বোৱা-কটা, আভিযান্ত্ৰিক, ৰাসায়নিক, তেল, বেংক, বীমা আদি উল্লেখযোগ্য। ইয়াৰে শতকৰা ৫০ ভাগেই বিদেশী স্বাৰ্থজড়িত কোম্পানী বা অংশীদাৰী কাৰবাৰ।

"বোম্বে বন্দৰ ন্যাস", "ভাৰতীয় মানদণ্ড প্ৰতিষ্ঠান" (Indian Standard Institute) আদিত এই পৰিষদে প্ৰতিনিধিত্ব কৰে।

**বম্বে কাৰখানা মালিক সন্থা ( Bombay Mill Owners' Association ) :** ১৮৭৫ চনতে স্থাপন হোৱা দেশৰ এখন অন্যতম গুৰুত্বপূৰ্ণ এই বাণিজ্য-সন্থাই নিম্নোক্ত কাৰ্য্যসমূহ সম্পাদন কৰে।

(ক) সূতা আৰু কাপোৰ উৎপাদনৰ পৰিসংখ্যা প্ৰস্তুত কৰে।

(খ) সময়ে সময়ে সভ্যসকলে প্ৰস্তুত কৰা সূতা আৰু কাপোৰৰ মূল্যসূচী প্ৰকাশ কৰে।

(গ) সভ্যসকলৰ বিবাদ নিষ্পত্তিৰ কাৰণে মধ্যস্থতা কৰে।

(ঘ) ভাৰতৰ কপাহ শিল্পৰ প্ৰগতিৰ খতিয়ান দাঙি ধৰি বছৰি একোটা প্ৰতিবেদন প্ৰচাৰ কৰে।

(ঙ) "বম্বে বন্দৰ ন্যাস্" আৰু "কেন্দ্ৰীয় কপাহ কমিটীলৈ" বছৰি প্ৰতিনিধি পঠিয়ায়।

(৫) **ভাৰতৰ সন্মিলিত বাণিজ্য সন্থা ( Associated Chamber of Commerce of India ) :** ভাৰতৰ কিছু সংখ্যক বাণিজ্য সন্থাৰ সন্মিলনত এই একত্ৰিত ( Intigrated ) ব্যাণিজ্যৰ সন্থাখনি গঠিত হয় ১৯২০ চনত। ইয়াৰ প্ৰধান কাৰ্য্যপন্থাবোৰ হ'ল :

(ক) ব্যৱসায় সম্পৰ্কীয় সমস্যা আৰু চৰকাৰী নীতি আদিৰ পৰ্য্যালোচনাৰ কাৰণে বাৰ্ষিক সন্মিলন অনুষ্ঠিত কৰা,

(খ) বিত্ত, আইন, পৰিবহণ, শুল্ক, ৰপ্তানি-আমদানি সম্পৰ্কে সৃষ্টি হোৱা বিবিধ সমস্যা সমাধানৰ কাৰণে প্ৰচেষ্টা চলোৱা,

(গ) সভ্যসন্থাবিলাকৰ হৈ চৰকাৰৰ লগত যোগসূত্ৰ স্থাপন কৰা,

(ঘ) ভাৰতৰ কৃষি গবেষণা সন্থা, ( I.C.A.R. ) কেন্দ্ৰীয় তেলৰ গুটি কমিটী ( Central Oil seeds Committee ), 'কেন্দ্ৰীয় ধপাত ধপাত কমিটী' ( Central Tobacco Committee ) ইত্যাদি সৰ্ব-ভাৰতীয় সন্থাবিলাকত প্ৰতিনিধিত্ব কৰা।

(৬) **সৰ্বো ভাৰত উৎপাদক সংস্থা ( All India Manufacturers' Organisation ) :** এইখন এখন সৰ্বভাৰতীয় পৰ্য্যায়ৰ সংগঠন। দেশৰ শিল্পায়নৰ গতি ক্ষিপ্ৰ কৰি তোলাৰ প্ৰতি এই সন্থাই প্ৰচেষ্টা কৰে। উৎপাদনৰ মানদণ্ড উন্নয়নৰ কাৰণে উৎপাদক সকলক দিহা-পৰামৰ্শ দিয়ে। দেশৰ সম্ভৱপৰ সমূহ কেঁচামালৰ পূৰ্ণ ব্যৱহাৰ কৰাৰ প্ৰতি মনোনিবেশ কৰে। বাৰ্ষিক সভা আৰু আলোচনা চক্ৰ ( Seminar ) আদি অনুষ্ঠিত কৰি শিল্প-সম্পৰ্কীয় বিবিধ সমস্যা আলোচনা কৰাৰ দিহা কৰা এই একত্ৰিত সংগঠনটোৰ মুখ্য কাম।

**দক্ষিণ ভাৰত বাণিজ্য সন্থা ( Southern India Chamber of Commerce ) :** পূৰ্ব ভাৰত কপাহ সন্থা ( East India Cotton Association ), মহাৰাষ্ট্ৰ বাণিজ্য সন্থা ( Maharastra Chamber of Commerce ) আদিও দেশৰ উল্লেখযোগ্য অনুষ্ঠান।

তদুপৰি বিদেশী ৰাষ্ট্ৰৰ লগতো আমাৰ দেশত আন্তৰ্জাতিক বাণিজ্য সন্থা গঠিত হৈছে। 'ভাৰত জাৰ্মান বাণিজ্য সন্থা' ( Indo-German

Chamber of Commerce ), "ভাৰত মাৰ্কিন যুক্তৰাষ্ট্ৰ বাণিজ্য সন্থা" ( Indo-U.S.A. Chamber of Commerce ) ইত্যাদি এই ক্ষেত্ৰত উল্লেখযোগ্য। এনেবিলাক সন্থাই দুই দেশৰ মাজত বেহা-বেপাৰ উন্নয়ন আৰু বাণিজ্যিক সম্পৰ্ক গঢ়ি তোলাৰ প্ৰতি লক্ষ্য ৰাখি কাম কৰি যায়।

**শ্ৰমিক সংঘ ( Trade Union ) ঃ** শিল্প জগতত শ্ৰমিক বা কৰ্মী-সকলৰ ভূমিকা গুৰুত্বপূৰ্ণ। শিল্প কেন্দ্ৰত নিজৰ স্বাৰ্থ ৰক্ষাৰ্থে কৰ্মী বনুৱাসকলে যি সংঘ গঠন কৰি লয় তাকে কৰ্মী বা শ্ৰমিক সংঘ ( Trade Union ) বোলা হয়; কিন্তু ভাৰতবৰ্ষত নিয়োগকাৰী ( Employers ) সকলেও এনে সংঘ পতাৰ উদাহৰণ আছে। "ভাৰত শ্ৰমিক সংঘ আইন" ( Indian Trade Unions' Act ) মতে "কৰ্মী আৰু নিয়োগকাৰী, কৰ্মীসকলৰ মাজত, আৰু নিয়োগকাৰীসকলৰ মাজৰ সম্পৰ্ক নিয়ন্ত্ৰণৰ উদ্দেশ্যে অথবা, যি কোনো ব্যৱসায় বা বাণিজ্য পৰিক্ৰমাত বাধ্যতা আৰোপ কৰিবৰ উদ্দেশ্যে গঠিত হোৱা একত্ৰিত সংগঠনেই কৰ্মী বা শ্ৰমিক সংঘ। ( Trade Union is a combination formed for the purpose of regulating the relations between workmen and employers, or between workmen and workmen or between employers and employers, or for imposing restrictive conditions on the conduct of any trade or business" এই সূত্ৰানুসাৰে ভাৰতত উৎপাদক নিয়োগকাৰীসকলেও একত্ৰিতভৈ এনে সংগঠন পাতে। "ভাৰতীয় মৰাপাট কাৰখানা সন্থা" ( Indian Jute Mills Association )। এই অৰ্থত এখন "নিয়োগকাৰী" বা উৎপাদকৰ সংঘ ( Trade Union of Employers )।

কৰ্মীসংঘবোৰে মজুৰি বৃদ্ধি, অন্যান্য অসুবিধা বৃদ্ধি, নিয়োগৰ



নিৰাপত্তা সাধন আদি উদ্দেশ্যে সংঘবদ্ধভাবে আন্দোলন কৰে। শক্তিশালী ৰাষ্ট্ৰীয় সংঘবিলাকে দেশৰ ৰাজনীতি চক্ৰতো প্ৰভাৱ বিস্তাৰ কৰা দেখা যায়।

এইবিলাকৰ উপৰিও শিল্পানুষ্ঠান বা ব্যৱসায়ীসকলৰ নামত পাৰস্পৰিক বুজাবুজিৰ ভিত্তিত কিছুমান সাধাৰণ চুক্তি সম্পন্ন হোৱা দেখা যায়। এইবোৰ ক্ষেত্ৰত কোনো বিধি সন্মত ব্যৱস্থাও নাথাকে। এনে সাধাৰণ চুক্তিবিলাকৰদ্বাৰা—

(ক) গ্ৰাহকক বাকী দিয়াৰ ভিত্তি,

(খ) ভাট্টাৰ পৰিমাণ

(গ) অন্যান্য ব্যৱসায়িক কথা আদি ধাৰ্য্য কৰি লোৱা হয়। উদাহৰণ স্বৰূপে কোন ব্যৱসায়ীয়ে কোন অঞ্চলত ব্যৱসায় কৰিব, কোনে কিমান উৎপন্ন কৰিব আদি বিষয়বিলাক চুক্তিৰদ্বাৰা গঠিত হোৱা একত্ৰিত সংগঠন অস্থায়ী। যিহেতু এই চুক্তিবিলাকৰ ক্ষেত্ৰত কোনো 'আইন-কানুন'লৈ লক্ষ্য ৰখা নহয়। এইবিলাকক 'ইন্‌ফৰমেল এগ্ৰিমেণ্ট' ( Informal Agreement ) বোলা হয়।

**ভাৰতত একত্ৰিতকৰণ ( Combination in India ) ঃ** প্ৰথম মহাযুদ্ধ পৰ্যন্ত ভাৰতবৰ্ষত একত্ৰিতকৰণ আন্দোলন নাছিল বুলি কব পাৰি। বৃটিছ আমোলত যিবিলাক সংগঠনে ভাৰতত শিল্প-বাণিজ্য চলাইছিল সেইবিলাকে একচেটিয়া সংগঠনৰ সকলো সুবিধাই গ্ৰহণ কৰিছিল। ফলত একত্ৰিত সংগঠন গঠন কৰাৰ আৱশ্যক হোৱা নাছিল। তদুপৰি ভাৰতত ব্যৱসায় চলোৱা "মেনেজিং এজেন্সী"বিলাকৰ বৰ্তমানতো একত্ৰিতকৰণ সম্ভৱ হোৱা নাছিল। কাৰণ, "এণ্ড্ৰু য়ুল" ( Andrew Yule & Co. ) নামৰ বৃহৎ মেনেজিং এজেন্সী কোম্পানীটোৱে ( Managing Agency ) ১১টা মৰাপাটৰ কাৰখানা, ১৪ খন চাহ বাগিছা, ১০টা কয়লা-কোম্পানী, এটা চেনি-কল, ৯টা অন্যান্য শিল্প

পৰিচালনা কৰিছিল। টাটা ছন্স্ ( Tata Sons Ltd. ) নামৰ কোম্পানীয়েও সেইদৰে ভালেমান কপাহ-কল, লো-তীখা কাৰখানা, অভিযান্ত্ৰিক শিল্প, ৰাসাসনিক শিল্প ইত্যাদি পৰিচালনা কৰে।

তথাপি দ্বিতীয় মহাসমৰৰ দৰে আগৰ দুই দশকৰপৰা দুই এটা একত্ৰিত সংগঠনে গা-কৰি উঠা দেখা যায়। শিল্পও 'কাৰ্টেল' ( sugar syndicate ) গঠন হোৱাকে ধৰি অন্যান্য ক্ষেত্ৰতো, কমিউনিটি অব্ ইন্টাৰেষ্ট, হল্ডিং কোম্পানী, এমালগেমেচন আৰু মাৰ্জাৰ পৰ্য্যায়ৰ একত্ৰিত সংগঠন গঢ়ি উঠিবলৈ ধৰে।

**পুল আৰু কাৰ্টেল ( Pools and Cartels ) :** ১৮৮৬ চনতে "ট্ৰেড্ ইউনিয়ন" স্বৰূপে পৰিভূত হোৱা 'ভাৰতীয় মৰাপাট-কল সন্থা' টোক উৎপাদন স্থল, কাৰ্টেল বা 'উৎপাদক সন্থা বুলিব পাৰি। কাৰণ এই সন্থাই সভ্য মিলবোৰৰ উৎপাদন নিয়ন্ত্ৰণ কৰাৰ উপৰিও কেন্দ্ৰীয়ভাবে মৰাপাটৰ বস্তুৰ বিতৰণ নিয়ন্ত্ৰণ কৰে। চিমেণ্ট শিল্পত 'কাৰ্টেল' সম্পূৰ্ণ জাতীয় একত্ৰিত সংগঠন ১৯২০ চনতে আৰম্ভ হয়। ১৯২০ চনত স্থাপিত হোৱা ভাৰতীয় চিমেণ্ট উৎপাদক সন্থা ( Indian cement manufacturer's Association ) চিমেণ্ট উৎপাদক 'পুল' ৰূপে পৰিগণিত। ১৯৩০ চনত হোৱা ভাৰতৰ চিমেণ্ট বেচা-কিন কোম্পানীটো ( Cement Marketing Company of India ) চিমেণ্ট উৎপাদক-সকলৰ চিমেণ্ট বিক্ৰীৰ কাৰণে গঠিত হোৱা 'কাৰ্টেল' ৰূপে পৰিগণিত।

ভাৰতৰ চেনি শিল্পত 'ভাৰ্টিকেল' ( Vertical combination or Vertical integration ) পৰ্য্যায়ৰ একত্ৰিতকৰণ মন কৰিবলগীয়া। এনে সংগঠনে চেনি উৎপাদন আৰু কুঁহিয়াৰ উৎপাদন উভয়কে সামৰি লৈছে।

ইয়াৰ উপৰিও কাগজ-শিল্প, কেৰাচিন তেল বিতৰণ ইত্যাদি ক্ষেত্ৰতো পুল সংগঠন বা কাৰ্টেল পৰ্য্যায়ৰ সংগঠন গঢ়ি উঠা দেখা গৈছে।



**হল্ডিং কোম্পানী ( Holding Company ) :** ভাৰতত হল্ডিং কোম্পানী আৰু মেনেজিং এজেন্সীবিলাকক সুকীয়াকৈ দেখুৱা সহজ নহয়। তথাপি কয়লাখনি শিল্প, চিমেণ্ট শিল্প, চাহ, কপাহ, ইত্যাদি শিল্প ক্ষেত্ৰত হল্ডিং কোম্পানীৰদ্বাৰা একত্ৰিত সংগঠন গঢ়ি উঠিছে।

**এমালগেমেচন আৰু মাৰ্জাৰ (Amalgamation and Merger):** সমান্তৰাল বা ভাৰ্টিকেল একত্ৰিতকৰণৰ জৰিয়তে এমালগেমেচন বা মাৰ্জাৰ জাতীয় সংগঠনে গঢ় লয়। ভাৰতত মেনেজিং এজেণ্টবিলাকৰ প্ৰভাৱৰ ফলত এনে সংগঠনৰ প্ৰসাৰতা বৰ বেছি নহয়। ১৯২০ চনত কেইটামান কপাহ, উল, চামৰা আৰু অভিযান্ত্ৰিক ( কাণপুৰ উল কাৰখানা, কাণপুৰ কপাহ কাৰখানা, উত্তৰ-পূব টেনেৰি কোম্পানী, নিউ এগাৰটন উল কাৰখানা, কুপাৰ এলেন কোম্পানী, এম্পায়াৰ ইঞ্জিনীয়াৰিং কোম্পানী ) শিল্পক সামৰি লৈ "বৃটিছ-ভাৰত নিগমটো" (British India corporation ) স্থাপন হৈছিল। এয়েই হয়তো ভাৰতত এমালগেমেচনৰ প্ৰথম পদক্ষেপ। অন্যহাতে এই নিগমে "হল্ডিং কোম্পানী"ৰূপে কিছুমান চাবছিডিয়েৰি কোম্পানীৰ ওপৰতো নিয়ন্ত্ৰণ বাহাল ৰাখিছিল। দ্বিতীয় মহাসমৰৰ কালছোৱাত এই বৃহৎ নিগমটোৱে উল্লেখযোগ্য বিশালতা লাভ কৰিছিল। ১৯৩৭ চনত গঠিত হোৱা 'এছ'ছিয়েটেড্ চিমেণ্ট কোম্পানী'টো এক বৃহৎ পৰ্য্যায়ৰ এমালগেমেচন। এই কোম্পানী কাৰ্য্যতঃ হল্ডিং কোম্পানী হলেও এই কোম্পানীটোৱে সম্পূৰ্ণ একত্ৰীকৰণ (Complete consolidation) সম্ভৱ কৰি তোলাত আমি ইয়াক 'এমালগেমেচন'ৰ অন্তৰ্ভুক্ত কৰিছো। ১৯৫২ চনত "ইণ্ডিয়ান ক'অপাৰেটিভ নেভিগেচন এণ্ড ট্ৰেডিং কোং", আৰু "ৰত্নগড় ষ্টিম্ নেভিগেচন কোং" দুটা বম্বে ষ্টিম্ নেভিগেচন্ কোম্পানীৰ লগত মিলিত ( Merged ) হয়। ১৯৫৩ চনত দেশৰ ভালে কেইটা কোম্পানী ইণ্ডিয়ান আইৰণ এণ্ড ষ্টিল কোম্পানীৰ ( I. I. & S. Co Ltd. ) হয়।

সেইদৰে বৰ্তমান আমাৰ চৰকাৰী পক্ষৰ তেল শোধনাগাৰবিলাক (আদিতে ইণ্ডিয়ান ৰিফাইনেৰীজ লিমিটেডে পৰিচালনা কৰিছিল) ইণ্ডিয়া-অয়ল কৰপ'ৰেচন্ নামৰ চৰকাৰী নিগমৰ লগত মিলিত হৈছে।

**কমিউনিটি অব্ ইন্টাৰেষ্ট্‌চ্ (Community of Interests) ঃ** এইবিধ আমাৰ দেশত বিশেষভাৱে জনপ্ৰিয় একত্ৰিতকৰণ ব্যৱস্থা। প্ৰধানতঃ মেনেজিং এজেন্সী, বিত্তীয় আৰু প্ৰশাসনীয় সমন্বয়ৰ জৰিয়তে "কমিউনিটি অব্ ইন্টাৰেষ্ট" গঠিত হোৱা দেখা গৈছে। তলৰ তালিকাত ভাৰতৰ "কমিউনিটি অব্ ইন্টাৰেষ্ট" সম্পৰ্কে কিছু দিয়া হ'ল ঃ

'কমিউনিটি অব্ ইন্টাৰেষ্ট' গঠন কৰা এই ব্যৱসায় গোষ্ঠীবোৰে ঘাইকৈ "ইন্টাৰলকিং ডিৰেক্টৰেট" মাধ্যমেৰে কাৰ্য্য সমাধা কৰে। দেশৰ চৰকাৰে যিবিলাক চৰকাৰী বা ব্যক্তিগত কোম্পানী বা নিগমত নিজা অংশ ৰাখে সেইবিলাকত পৰিচালক মনোনীত কৰাৰ ব্যৱস্থা ৰাখিছে।

দেখা যায় যে "ইন্টাৰলকিং ডিৰেক্টৰেট" ব্যৱস্থাৰ জনপ্ৰিয়তা বৃদ্ধি পোৱাৰ লগে লগে একো একোজন ডিৰেক্টৰে বহুসংখ্যক কোম্পানীত বাব লৈছে। এই কথালৈ লক্ষ্য ৰাখি ১৯৫৬ চনৰ কোম্পানী আইনে এই ক্ষেত্ৰত কিছু বাধা দিয়াৰ ব্যৱস্থা কৰে। ২০ টাতকৈ অধিক কোম্পানীত এজন ব্যক্তিয়ে "ডিৰেক্টৰৰ পদ ৰাখিব নোৱাৰিব।

**প্ৰশাসনীয় আৰু বিত্তীয় একত্ৰিতকৰণ বা সমন্বয় (Administrative and Financial Integration) ঃ** ভাৰতত "কমিউনিটি অব্ ইন্টাৰেষ্টৰ" ক্ষেত্ৰত চাৰি প্ৰকাৰৰ একত্ৰিতকৰণ ব্যৱস্থা দেখিবলৈ পোৱা যায়।

(১) পৰিচালনা সমন্বয় (Managerial Integration)

(২) ইন্টাৰলকিং ডিৰেক্টৰছিপছ্

(৩) প্ৰশাসনীয় সমন্বয় (Administrative Integration)

(৪) বিত্তীয় সমন্বয় (Financial Integration)

ভাৰতৰ কমিউনিটি আৰু ইন্টাৰেষ্ট

| প্ৰতিষ্ঠান | মৰাপাট | কয়লা | চাহ, কফি ৰবৰ | পৰিবহণ | শক্তি | তীখা আৰু অভিযান্ত্ৰিক | চেনি | কপাহ | অন্যান্য | মুঠ |
|---|---|---|---|---|---|---|---|---|---|---|
| ১। এণ্ড্ৰু য়ুল | ১০ | ১০ | ১৯ | ২ | ২ | | ১ | | ৯ | ৫৩ |
| ২। বাৰ্ডছ্ এণ্ড কোং আৰু এফ্ ডব্লিউ হিলজাৰচ্ কোং | ৯ | ১২ | | ১ | ১ | ৩ | | | ২০ | ৪৬ |
| ৩। বেগ্ ডানলপ্ আৰু মেক্‌লিং কোম্পানী | ১০ | | ১৭ | ৬ | | ১ | | | ২ | ৩৬ |
| ৪। টাটা চন্স্ | | | | ৩ | ৪ | ৫ | | ৪ | ১০ | ২৬ |
| ৫। ডান্‌কান্ ব্ৰাডাৰছ্ | ১ | | ২৮ | | | | | | ১ | ৩০ |
| ৬। জেৰভান হেণ্ডাৰছন্ | ৬ | ১ | ৮ | | | | | | ১ | ১৬ |
| ৭। বিৰলা ব্ৰাডাৰছ্ | ১ | | ১ | ২ | | ৪ | ৫ | ৭ | ১৫ | ৩৫ |
| ৮। ডালমিয়া জৈন্ | | ২ | | ৩ | | ২ | ৪ | ২ | ১৮ | ৩১ |
| ৯। জে. কে. কোং | ১ | | | | | ৩ | ১ | ৩ | ৮ | ১৬ |
| ১০। মাৰ্টিন বাৰ্ণ | | | | ৮ | ৯ | ৫ | | | ৪ | ২৬ |

১ Ref ঃ Business Organization & Management —By Sukla.

(১) 'পৰিচালনা সমন্বয়' পৰ্য্যায়ৰ "কমিউনিটি অব্ ইন্টাৰেষ্ট", ভাৰতবৰ্ষত "মেনেজিং এজেন্সী" ৰূপত প্ৰকাশিত হৈছে। ওপৰৰ তালিকাত উল্লেখ কৰা বৃহৎ কোম্পানী বা নিগমবোৰ একো একোটা 'মেনেজিং এজেন্সী'। ইইতৰ কিছুমানক 'হল্ডিং কোম্পানী' বুলিবও পাৰি। প্ৰায় ২৫০ টা বিভিন্ন শিল্প উৎপাদন জড়িত কোম্পানী এই বৃহৎ 'মেনেজিং এজেন্টবিলাকৰ পৰিচালনাধীন। আনকি বেংক্, বীমা কোম্পানী আৰু বিনিয়োগ ন্যাসো (Investment Trust) ইইতে পৰিচালনা কৰে। উদাহৰণস্বৰূপে "টাটা ছন্স"ৰদ্বাৰা "ডি ইন্‌ভেষ্টমেন্ট্ কৰ্পৰেচন অব্ ইণ্ডিয়া" আৰু ইনভেষ্টমেণ্ট ইণ্ডাষ্ট্ৰিয়েল কৰ্পৰেচন" পৰিচালিত হয়। আকৌ 'বেংক্ অব্ ইণ্ডিয়া, বৰোদা বেংক, কেন্দ্ৰীয় বেংক্ (Central Bank of India) আৰু "নিউ ইণ্ডিয়া এছুৰেন্স্ কোম্পানী কেইটাটো 'টাটা'ৰ যথেষ্ট নিয়ন্ত্ৰণ আছে। এনে ধৰণৰ পৰিচালনা সমন্বয়ৰ জৰিয়তে শিল্পানুষ্ঠানবিলাকৰ দীৰ্ঘম্যাদী বিত্তায়নৰ সুচল হয়। তদুপৰি বাণিজ্যিক বেংকবিলাকৰ জৰিয়তে "ৱৰ্কিং কেপিটেল"ৰো (Working capital) ব্যৱস্থা কৰি দিয়া হয়।

(২) যিবিলাক নিগম বা কোম্পানী একেবিলাক (common) ডিৰেক্টৰৰদ্বাৰা পৰিচালিত হয়, তেনেবিলাক কোম্পানীৰ মাজতে "ইন্টাৰলকিং ডিৰেক্টৰছিপছ্" গঠিত হয়। প্ৰতিদ্বন্দী শিল্প গোটবিলাকৰ মাজত বা বিভিন্ন গোষ্ঠীৰ (Groups) মাজত এনে উমৈহতীয়া পৰিচালনা ব্যৱস্থা সৃষ্টি হোৱা দেখা যায়। তদুপৰি উৎপাদক আৰু বিত্তীয় প্ৰতিষ্ঠানৰ মাজতো এনে পৰিচালনা সমন্বয় ৰচিত হয়। এই ব্যৱস্থা দেখা যায় যে একোজন ডিৰেক্টৰে বহুতো পদবী (Directorship) দখল কৰি থাকে। অৰ্থাৎ সমন্বয় সাধন হোৱা (Integrated Groups) ব্যৱসায় গোষ্ঠীৰ ডিৰেক্টৰসকলে গোষ্ঠীৰ প্ৰত্যেকতে পদবী লাভ কৰে। এনে কিছুমান লোকৰদ্বাৰা (Some set of individuals) একাধিক প্ৰতিষ্ঠানত একাধিক পদবী দখল কৰাৰ ফলত প্ৰশাসনীয় ক্ষমতা "কেন্দ্ৰীভূত" (Concentrated) হোৱাৰ লক্ষণ দেখা দিয়ে যদিও এই ডিৰেক্টৰসকলে শিল্পবিলাকৰ সকলো সমস্যা সম্পৰ্কে অৱগত হয় আৰু উন্নয়নৰ কাৰণে উমৈহতীয়া ভাবে নীতি আৰু সিদ্ধান্ত (Policy and decision making) গ্ৰহণ কৰিব পাৰে। ভাৰতৰ চাহ, মৰাপাট, কপাহ, লো-তীখা, পৰিৱহণ, আভিযান্ত্ৰিক আদি শিল্পসমূহত এনে 'মাল্টিপ্‌ল্' আৰু "ইন্টাৰলকিং ডিৰেক্টৰছিপ্" (Multiple and Interlocking Directorship) প্ৰৱৰ্তিত হৈ আহিছে। চেনি, কাগজ আৰু চিমেন্ট্ শিল্পত ইয়াৰ জনপ্ৰিয়তা কম।



মাল্টিপল্ আৰু ইন্টাৰলকিং ডিৰেক্টৰছিপৰ প্ৰবৰ্তনৰ ফলত শিল্প-গোষ্ঠী বিশেষৰ মাজত প্ৰশাসনীয় সমন্বয় সাধিত হয়। এই ক্ষেত্ৰত জনদিয়েক ডিৰেক্টৰেই একাধিক কোম্পানী পৰিচালনা কৰাৰ ফলত এই কোম্পানীবিলাকৰ মাজত "প্ৰশাসনীয় সমন্বয়' স্থাপিত হয়। এই 'সমন্বয় সাধনৰ ফলত শিল্পগোটসমূহৰ ব্যক্তিগত অৱস্থিতি অক্ষুণ্ণ থাকে। সিইতৰ উমৈহতীয়া উন্নয়নৰ কাৰণে উমৈহতীয়া আঁচনি গ্ৰহণ কৰাৰ সুবিধা হয়। তদুপৰি এই গোটবিলাকৰ মাজত অশুভ প্ৰতিযোগিতাৰো সম্ভাৱনা নাথাকে।

(৪) ভাৰতৰ মেনেজিং এজেন্টবিলাকে শিল্প জগতৰ বিত্ত সমস্যা লাঘৱ কৰাৰ উদ্দেশ্যে "বিনিয়োগ কোম্পানী (investment companies), বীমা আৰু বাণিজ্যিক বেংকৰ লগত সমন্বয় সাধন কৰা দেখা যায়। তদুপৰি 'মেনেজিং এজেন্ট'বিলাকে বিত্ত-নিগম (Financial Institutions) বিলাকতো অংশ ক্ৰয় কৰি এই নিগমবিলাকতো ডিৰেক্টৰৰ পদবী লাভ কৰাৰ সূত্ৰে বিত্তায়নৰ ওপৰত নিয়ন্ত্ৰণ বাহাল ৰখাৰ ক্ষমতা লাভ কৰে। এইদৰে কোম্পানীৰ পুঁজি পাৰস্পৰিকভাবে আৰু উমৈহতীয়া স্বাৰ্থৰ খাতিৰত খটোৱাৰ জৰিয়তে এক বৃহৎ পৰ্য্যায়ৰ

বিত্তীয় সমন্বয় গঠিত হয়। কোম্পানীবিলাকৰ ৰাহি-পুঁজি গোটাই (Pooling Surplus Corporate Funds) পাৰস্পৰিক সুবিধার্থে ব্যৱহাৰ কৰিব পৰা যায়। এই পুঁজিৰ পৰা গোষ্ঠীৰ ভিতৰতে ঋণ দিয়া হয়। তদুপৰি টকা খটাবলৈ ইচ্ছা থকা ব্যক্তি বিশেষেও এই শক্তিশালী আৰু নিৰ্ভৰশীল ব্যৱস্থাত টকা খটাবলৈ দ্বিধাবোধ নকৰে। অর্থনৈতিক দুৰৱস্থাৰ কালতো এনে বিত্তীয় সমন্বয় ব্যৱস্থাৰ অন্তৰ্ভুক্ত শিল্প প্ৰতিষ্ঠান-বিলাকে দুৰ্য্যোগ অতিক্ৰম কৰাত বহুখিনি সুবিধা পায়।

এই বিত্তীয় সমন্বয় ব্যৱস্থা সম্পূৰ্ণ দোষমুক্ত নহয়। শক্তিশালী ব্যক্তি বিশেষে অৰ্থাৎ ডিৰেক্টৰসকলে কোম্পানীবিলাকৰপৰা নিজৰ কাৰণে ঋণ বা আগধন লোৱাৰ সুবিধা লয়। ডাঙৰ বা পুষ্ট কোম্পানীৰ সম্প্ৰসাৰণ আঁচনিত বাধা দিয়া দেখা যায়। বিত্তীয় নিয়ন্ত্ৰণৰ অধীনস্থ কোম্পানীবিলাকত প্ৰশাসনীয় দায়িত্বত থকা ডিৰেক্টৰসকলে উচ্চ হাৰত বেতন পোৱাৰ উপৰিও অন্যান্য খৰচী সা-সুবিধা ভোগ কৰি কোম্পানীৰ পুঁজি শোষণ কৰি যায়। বহু ক্ষেত্ৰত যি কোনো কাৰণত কোনো বিষয়াক অকালতে অব্যাহতি দিব লগা হলে, তেওঁলোকক শকত পৰিমাণৰ ক্ষতি পূৰণ দিয়াৰ ব্যৱস্থাও সন্তোষজনক বুলি ঠাৱৰাব নোৱাৰি। কোম্পানী বিশেষে অংশীদাৰসকলক 'লাভাংশ' বিলাব পৰাৰ ক্ষমতা নথকা অৱস্থাতো ক্ষতিপূৰণ 'আদায় দিবলৈ' বাধ্য কৰোৱা হয়। 'লাভাংশ ঘোষণা' কৰা কথাটোও সমন্বয় সাধন হোৱা গোষ্ঠীৰ শক্তিশালী ডিৰেক্টৰসকলৰ মৰ্জিৰ ওপৰতে নিৰ্ভৰ কৰে।

চৰকাৰীখণ্ডৰ কোম্পানীৰ ক্ষেত্ৰত কোম্পানী আইনৰ বিধি ব্যৱস্থা কিমান গুৰুত্বপূৰ্ণ। বিত্তীয় সমন্বয়ৰ যোগেদি একত্ৰিত সংগঠনত এনে কোম্পানী থাকিলে ডিৰেক্টৰসকলে নিজৰ সুবিধাৰ্থে তেনে কোম্পানী 'বে-চৰকাৰী' কোম্পানীলৈ ৰূপান্তৰ কৰি লয়।



গতিকে বিত্তীয় সমন্বয়ৰ জৰিয়তে কোম্পানী একত্ৰিতকৰণক দোষমুক্ত কৰিবলৈ হলে ঃ

(ক) কোম্পানী পৰিক্ৰমা ক্ষেত্ৰত চৰকাৰে শিথিল ব্যৱস্থা ললে নচলিব। কোম্পানী আইন, বেংক আইন, বীমা আইনৰ বিধি ব্যৱস্থা-সমূহ নিয়মিতভাবে কাৰ্য্যতঃ পৰিণত হোৱা-নোহোৱাৰ প্ৰতি চোকা দৃষ্টি ৰখা দৰকাৰ।

(খ) এনে বিত্তীয় একত্ৰিত গোষ্ঠীবিলাকে যাতে অংশীদাৰসকলৰ আৰু ধাইকৈ ৰাষ্ট্ৰীয় স্বাৰ্থৰ পৰিপন্থী কাৰ্য্য কৰাত লিপ্ত হ'ব নোৱাৰে, সেই উপলক্ষে শাস্তিমূলক ব্যৱস্থা গ্ৰহণ কৰা উচিত হ'ব।

(গ) এনে বিত্তীয় একত্ৰিত সংগঠনলৈ 'ৰাজহুৱা পুঁজিৰ' সোঁত নোবোৱাই উচিত হ'ব। এই মৰ্মে দেশৰ শিল্প-নীতিৰ যুক্তিযুক্ত সংশোধনীও আৱশ্যক।

(ঘ) আইনৰ ফাঁক যিমান দূৰ পৰাযায় নোহোৱা কৰিব লাগে।

(ঙ) সমাজতান্ত্ৰিক আদৰ্শৰ পৰিপন্থী এনে "বিত্তীয় পুঁজিবাদী" ব্যৱস্থা গুচাই দিয়াৰ প্ৰয়োজন। ইয়াৰ কাৰণে 'ইণ্টাৰলকিং ডিৰেক্টৰ' আৰু 'পৰিচালনা সমন্বয়' ব্যৱস্থাও অচিৰেই তুলি দিয়া উচিত।

**ভাৰতৰ শিল্প ক্ষেত্ৰত একত্ৰিতকৰণ আৰু চৰকাৰী ব্যৱস্থা ঃ (Combination in India and the government measures)**

শিল্প বাণিজ্য ক্ষেত্ৰত একত্ৰিত সংগঠনবিলাকে যদিও উন্নয়নমূলক বৰঙণি যোগাই আহিছে, তথাপি দেশৰ বৃহত্তৰ স্বাৰ্থলৈ চালে এনে ব্যৱস্থা অবাধে চলি যাবলৈ দিয়া উচিত বুলি কব নোৱাৰি। এনে বৃহৎ একত্ৰিত গোষ্ঠীবিলাকে দেশত এক শকত পৰিমাণৰ সম্পদৰ ওপৰত কৰ্তৃত্ব লাভ কৰা দেখা গৈছে। এনে কেইটামান বে-চৰকাৰী প্ৰতিষ্ঠানতে বৃহৎ সম্পদ কেন্দ্ৰীভূত (Concentration of economic

power ) হোৱা বাঞ্চনীয় নহয়। এই গুৰুত্বপূৰ্ণ দিশটোৰ প্ৰতি লক্ষ্য ৰাখি চৰকাৰে ১৯৬৪ চনৰ এপ্ৰিল মাহত "মনপলি অনুসন্ধান কমিছন" ( Monopoly Inquiry Commission, 1964 ) নিয়োগ কৰে। ইয়াৰ সভাপতি আছিল শ্ৰী কে. চি. দাসগুপ্ত (Sri K. C. Dasgupta)। কমিছনে ১৯৬৫ চনৰ অক্টোবৰত প্ৰতিবেদন দাখিল কৰে। এই কমিছনৰ পৰামৰ্শসমূহ এনে ধৰণৰ ঃ

(ক) চৰকাৰী প্ৰশাসনীয় চক্ৰৰ উন্নয়ন সাধিব লাগে; যাতে আইনৰ বিধি ব্যৱস্থা কাৰ্য্যতঃ পৰিণত কৰাৰ ক্ষেত্ৰত তৎপৰতা অৱলম্বন কৰিব পৰা হয়। নহলে ব্যৱসায়ী-চক্ৰৰ দুষ্কাৰ্য্য (Corruption and malpractices ) ৰোধ কৰা সম্ভৱ নহব।

(খ) ভাৰতীয় বস্তুৰ প্ৰতিযোগিতামূলক মানদণ্ড আৰু মূল্য নিৰ্ধাৰণৰ প্ৰতি ( Competitive Standard and Price) লক্ষ্য ৰখা উচিত।

(গ) ক্ষুদ্ৰ বা মধ্যমীয়া ধৰণৰ শিল্প বা ব্যৱসায়বিলাকৰ প্ৰতিযোগিতা ক্ষমতা বৃদ্ধি কৰিবলৈ ব্যৱস্থা লব লাগে যাতে বৃহৎ কাৰবাৰৰ লগত ইহঁতে প্ৰতিযোগিতা কৰি বৰ্তি থাকিব পাৰে। এই মৰ্মে শিল্প 'লাইচেন্স' ব্যৱস্থা নকৈ সজাই-পৰাই লব লাগে।

(ঘ) একচেটিয়া শক্তি লাভ কৰা বৃহৎ একত্ৰিত সংগঠনবিলাকৰ দুষ্কাৰ্য্যবিলাক বন্ধ কৰিবৰ কাৰণে দেশত এখন স্থায়ী কমিছনৰ প্ৰয়োজন। এই কমিছনৰ 'Monopolies and Restrictive Trade Practice Commission' বুলি খ্যাত হ'ব।

(ঙ) 'গ্ৰাহক সমিতি'বিলাক ( Consumers' Association ) দেশৰ সকলো ঠাইতে গঢ়ি তোলাত চৰকাৰে আগ ভাগ লব লাগে।

(চ) কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰসমূহে 'চৰকাৰী খণ্ডৰ' প্ৰতিষ্ঠান স্থাপন কৰি বেচৰকাৰী প্ৰতিষ্ঠান গঢ়ি উঠাত বাধা দিব লাগে।



(ছ) যি কোনো শিল্প ক্ষেত্ৰত কোনো ব্যৱসায়ী চক্ৰৰ প্ৰাধান্য (Monopolies Power) বা একাধিপত্য পৰিলক্ষিত হলে তাক চৰকাৰে বাধা দিব লাগে। কমিছনৰ পৰামৰ্শ ক্ৰমে "The Monopolies and Restrictive Trade Practices Act" খন গৃহীত হ'ল আৰু ১৯৭০ চনৰ ১ জুনৰপৰাই বলবৎ হয়। চৰকাৰে এই আইনৰ আধাৰত দেশত এখন স্থায়ী কমিছন স্থাপন কৰে ( Monopolies and Resfrictive trade Practices Commission )। এই কমিছনৰ চেয়াৰমেন গৰাকী 'চুপ্ৰীম কৰ্ট' বা হাইক'ৰ্টৰ বিচাৰক হ'ব লাগিব। সভাসকল অৰ্থনীতি, বাণিজ্য, আইন, হিচাপ, শিল্প, ৰাজহুৱা সেৱা কাৰ্য্য আৰু প্ৰশাসনীয় ক্ষেত্ৰত দক্ষতাযুক্ত ব্যক্তি হ'ব লাগে। এই কমিছনে বৃহৎ শিল্প গোষ্ঠীৰ (Large Combinations or intigration) কাৰ্য্যাৱলীৰ প্ৰতি লক্ষ্য ৰাখিব আৰু সময় বিশেষে অনুষ্ঠান চলাই চৰকাৰৰ ওচৰত প্ৰতিবেদন দাখিল কৰিব।

**যুটীয়া সংগঠন ( Joint deals ) ঃ** ভাৰতত দেশীয় আৰু বিদেশী শিল্প বা ব্যৱসায় প্ৰতিষ্ঠান সন্মিলিত হৈ একোটা 'যুটীয়া সংগঠন' গঢ়ি তোলা দেখা গৈছে। দ্বিতীয় মহাসমৰৰ পৰৱৰ্তী কালছোৱাত বিভিন্ন দেশৰ মাজত অৰ্থনৈতিক সহযোগিতাৰ ভিত্তিত বহুতো শিল্প সংগঠন হ'বলৈ ধৰিছে। এনেবিলাক আন্তৰ্জাতিক (International) সংগঠন বৰ্তমান বহলভাৱে জনপ্ৰিয় হৈ পৰিছে। ইয়াৰ ফলত আন্তৰ্জাতিক অৰ্থনীতিৰ (International economy) ক্ষেত্ৰত অনগ্ৰসৰ ৰাষ্ট্ৰবিলাক বৈদেশিক কোম্পানীৰ সহযোগত নিজ নিজ দেশৰ শিল্পৰ অগ্ৰগতিত সফলতা লাভ কৰিবলৈ সমৰ্থৱান হৈছে। বিশ্বৰ শিল্প প্ৰধান দেশ— যেনে, বৃটেইন, যুক্তৰাষ্ট্ৰ, জাপান, জাৰ্মানী, ছুইজাৰলেণ্ড, ইটালী, ছুইডেন, আদি দেশৰ সহযোগত ভাৰতত বহু সংখ্যক 'যুটীয়া সংগঠন' গঢ়ি উঠিছে। উল্লেখযোগ্য যে ভাৰতৰ বহুতো কোম্পানীয়েও এছিয়া

আৰু আফ্ৰিকাৰ অনগ্ৰসৰ দেশ কিছুমানত শিল্প উন্নয়নত সহযোগ কৰি 'যুটীয়া-উদ্যোগ" স্থাপন কৰিছে।

ভাৰতত "হিন্দুস্থান মটৰ কোম্পানী", "আশা মটৰ কোম্পানী", "প্ৰিমিয়াৰ অট'মবাইল ৱৰ্কছ্, ষ্টুডিবেকাৰ-বিৰলা, "ভল্টাজ" ইত্যাদি বহুসংখ্যক 'যুটীয়া উদ্যোগ' স্থাপিত হৈছে। "বৃটেইন ভাৰত" যুটীয়া উদ্যোগৰ সংখ্যাই সৰ্বাধিক। দ্বিতীয়তে "ভাৰত-যুক্তৰাষ্ট্ৰ" যুটীয়া উদ্যোগ উল্লেখযোগ্য। এনে 'যুটীয়া-উদ্যোগ বিলাকৰদ্বাৰা ভাৰতে শিল্প-বিচিত্ৰকৰণত ( Industrial diversification ) অগ্ৰগতি লাভ কৰিবলৈ সমৰ্থ হৈছে। কিছুমান ভাৰতীয় শিল্প কোম্পানীয়ে দুই এটা বিদেশী কোম্পানী ক্ৰয় কৰি সামৰি লোৱা দেখা গৈছে।

—×—

# ষষ্ঠ অধ্যায়

## সমবায় আৰু ৰাষ্ট্ৰীয় উদ্যোগ

## ( Co-operative and State enterprises )

সূচনা ঃ সংজ্ঞা ঃ—'সমবায়' সমাজ বিপ্লৱৰ এটা নতুন দিশ। এই নতুন সমাজ বিপ্লৱৰ উদ্দেশ্য হ'ল—সমাজৰ তল শ্ৰেণীৰ বা অৰ্থনৈতিক ভাবে নিষ্পেষিত শ্ৰেণীক সমাজৰ উচ্চতৰ শ্ৰেণী বা অৰ্থনৈতিক ভাবে উন্নত শ্ৰেণীৰ হাতৰ পৰা পৰিত্ৰাণ কৰা। তল শ্ৰেণীৰ মানুহৰ পাৰস্পৰিক সহায়-সহযোগৰ অৰ্থে সমবায় সংগঠন। পুঁজিবাদী সমাজ ব্যৱস্থাত ব্যৱসায় বাণিজ্যত যি লাভ বা পুঁজি কৰাৰ আগ্ৰহ মধ্যম শ্ৰেণী বণিকৰ থাকে, তাক অপসৰণ কৰা আৰু নিম্ন শ্ৰেণী মানুহৰ জীৱন নিৰ্বাহৰ মান পাৰস্পৰিক সহযোগৰ ভিত্তিত উন্নীত কৰাই হৈছে সমবায় সংগঠনৰ লক্ষ্য। সমাজৰ দুৰ্বল শ্ৰেণী মানুহ আত্ম-নিৰ্ভৰশীল হ'বৰ কাৰণে ই এক শক্তিশালী মাধ্যম।

সমবায় সংগঠনৰ মুখ্য উদ্দেশ্য হ'ল লাভ বৰ্জন কৰি প্ৰকৃত বা যথাৰ্থ মূল্যত পণ্য দ্ৰব্য আৰু বস্তু বাহানি আৰু সেৱা সমবায়ী লোকক যোগান ধৰা। ব্যৱসায়ত পুঁজিপতি, মধ্যম ব্যক্তি আৰু মুনাফা বা লাভ নিৰ্মূল-কৰাৰ জৰিয়তে উৎপাদক আৰু উপভোক্তাৰ মাজত সমন্বয় সাধন কৰা। সেয়েহে সমবায় হৈছে সাৰ্বজনীন বিষয়ৰ বাবে উমৈহতীয়া প্ৰচেষ্টা।

আন্তৰ্জাতিক মজদুৰ সংগঠনৰ (World Labour organisation) মতে সমবায় সমিতি মানে "an association of the econmically weak who, Voluntarily associating, on the basis of equal rights and equal responsibility transfer to an undertaking one or several of their economic needs·

which are Common to them all, but which each of them is unable fully satisfy by his own individual efforts and manage and use such under takings in mutual collaboration to their common material and moral advantage" ( U. N. Report )

উল্লিখিত উদ্দেশ্যতেই আন্তৰ্জাতিক সমবায় আন্দোলন গঢ়ি উঠিছিল।

আচলতে আৰ্থিক বিষয়টোৱেই অতীব প্ৰয়োজনীয়, যিটোক অতীত কালত বেছি গুৰুত্ব দিয়া হোৱা নাছিল। ধনতান্ত্ৰিক সমাজ ব্যৱস্থাত তলশ্ৰেণী আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ লোক একেলগ হৈ উৎপাদন কৰিব অথবা একেলগে মুঠবান্ধি তেওঁলোকৰ লাগতিয়াল পণ্য-বস্তু সংগ্ৰহ কৰিব যাৰ ফলত বণিক শ্ৰেণীয়ে লাভ কৰা উপাৰ্জনখিনি তেওঁলোকৰ নিজৰ হাততেই থাকি যাব। এই সামূহিক প্ৰচেষ্টাই তেওঁলোকক অন্ততঃ আৰ্থিকভাৱে উন্নত শ্ৰেণীৰ শোষণৰ পৰা ৰক্ষা কৰিব পাৰে।

আনহাতে মিশ্ৰিত অৰ্থনীতি ( Mixed Ecor my ) চলি থকা গণতান্ত্ৰিক দেশবোৰতো এই সমবায় সমূহে অন্যান্য খণ্ডৰ, বিশেষকৈ ব্যক্তিগত খণ্ডৰ লগত প্ৰতিযোগিতাত নামিব লগা হয়। এই প্ৰতিযোগিতা প্ৰধানকৈ পণ্য-বস্তুৰ মূল্য, উৎপাদন ব্যয়, ব্যৱসায়ৰ অনুকূলতম আয়তন ( Optimum Size ), পণ্য-বস্তুৰ উন্নত বিশেষীকৰণ ব্যৱস্থা, আৰু পণ্য-সম্ভাৰৰ বাণিজ্য ক্ষেত্ৰত আগবঢ়োৱা সেৱাৰ ভিত্তিতেই সংঘটিত হয়। যদি এই প্ৰতিযোগিতাত সমবায়ে নিজস্ব নৈপুণ্য প্ৰমাণ কৰিব নোৱাৰে তেন্তে ইয়াৰ ভৱিষ্যত উজ্জ্বল নহয়। সেয়েহে সমবায় ব্যৱসায়ত মিতব্যয়ী দক্ষতাই ( economic efficiency ) বাণিজ্য নৈপুণ্যৰ প্ৰথম কথা। অৱশ্যে পৰিকল্পিত অৰ্থনীতিয়ে নৈপুণ্য প্ৰকাশৰ বাবে সমবায়ক বলীয়ান কৰে। সমাজত এই ধৰণৰ ব্যৱসায়ৰ আন্দোলনৰ ভিত্তি হ'ল



গণতন্ত্ৰ। উদ্দেশ্য হ'ল নৈতিক ভাবে আৱশ্যকীয় অভাৱ অনাটন পূৰণ কৰা। ক্ষমতা হ'ল-সমবায় সম্পদৰ ওপৰত সকলোৰে সামূহিক স্বত্ব।

যিকোনো ব্যক্তিয়ে নিজ স্বাধীনতা বিসৰ্জন নিদিয়াকৈ গণতান্ত্ৰিক ভিত্তিত এটা স্ব-ইচ্ছাৰে গঠিত সংঘত, আন সকলোৰে লগত মিলি, সামূহিক স্বত্ব ৰাখি, এটি পুঁজি ( Fund ) কৰি, নিজ দায়িত্ব পালন আৰু অধিকাৰৰ দ্বাৰা যদি, অৰ্থনৈতিক স্বাৰ্থ পূৰণ কৰিব পাৰে, তেনে সংঘকেই আমি সমবায় সংঘ বুলিব পাৰোঁ। অৱশ্যে সাধাৰণ উপাৰ্জনক্ষম লোকসকলেই এনে সংঘৰ সদস্য হয়। অৰ্থনৈতিক স্বাৰ্থ পূৰণৰ কথাই সমবায়ক এটা ব্যৱসায়িক সংগঠন বুলিয়েই সোঁৱৰাই দিয়ে।

সমবায় সংগঠনৰ বৈশিষ্ট্য সমূহ উল্লিখিত সূচনা আৰু সংজ্ঞাই প্ৰকাশ কৰিছে। তথাপি সমবায় সংগঠনৰ বৈশিষ্ট্য সমূহৰ এটি থুলমূল আভাস তলত দিয়া হ'ল।

(ক) স্বতঃ প্ৰণোদিত সংগঠন (Voluntary Organisation) : এনে সমবায় সমিতিৰ সভ্য যিকোনো মানুহেই স্ব-ইচ্ছাৰে হ'ব পাৰে। ই জাতি বৰ্ণ নিৰ্বিশেষে সকলোৰে বাবে মুক্ত। সদস্য হ'বলৈ বা সদস্য কৰিবলৈ কোনো বাধা নিষেধ নাই। অৱশ্যে সমবায়ৰ সদস্য হোৱা বিষয়ত উমেহতীয়া স্বাৰ্থৰ কথাই প্ৰথম আছে।

আনহাতে এজন সদস্যই আপোন ইচ্ছাত সমবায় এৰি নিজ অংশ (Share) লৈ যাব পাৰে ; কিন্তু তেওঁৰ অংশ পুঁজি অন্যৰ নামলৈ সলনি বা বদলি কৰিব নোৱাৰে।

(খ) সদস্য পদ : ( Membership ) : সমবায় সমিতি হৈছে গণতান্ত্ৰিক সংগঠন। সেইবাবে সকলো সদস্যৰে সমিতি পৰিচালনাৰ ক্ষেত্ৰত মাত মতাৰ সমান অধিকাৰ আছে। নীতি হৈছে—'এজন সদস্যৰ এটা ভোট'। গতিকে সকলো সদস্যই এটাকৈ ভোট দিয়াৰ অধিকাৰ পাব। সমিতিৰ পুঁজি অংশ এজন মানুহে যিমানেই ক্ৰয়

নকৰক লাগে তেওঁ সদস্য হিচাপে এটা ভোটহে দিব পাৰিব। সেয়ে সমিতিৰ পুঁজি অংশ বেছিকৈ কিনিয়েই এজন অৱস্থাপন্ন মানুহে সমিতিত তেওঁৰ ক্ষমতাৰ প্ৰয়োগ কৰিব নোৱাৰে।

(গ) পৰিচালনা ( Management ) : সমতাৰ নীতিত স্থাপিত বাবেই সমবায় সমিতিৰ পৰিচালনাও গণতান্ত্ৰিক ভিত্তিত প্ৰতিষ্ঠিত। সাধাৰণতে, সমবায় সমিতিবোৰ অঞ্চল-ভিত্তিত গঠিত। গতিকে সমিতিৰ সভাবোৰত সকলো সদস্যই সমানভাবে অংশ গ্ৰহণ কৰিব পাৰে। সমবায় সমিতিখনৰ পৰিচালনাৰ বাবে সদস্যসকলৰ মাজৰ পৰাই কেইজনমানক নিৰ্বাচন কৰি দিয়া হয়। এই নিৰ্বাচিত সদস্য-সকলৰদ্বাৰা পৰিচালনা সমিতি বা কাৰ্য্যকৰী সমিতি গঠিত হয়। ই আচলতে নিৰ্বাচিত পৰিষদ, ইয়াত কোনো এক বিশেষ শ্ৰেণীৰ মানুহে প্ৰভুত্ব বিস্তাৰ কৰিবলৈ সুবিধা নাপায়। কাৰণ সকলো সদস্য উপস্থিত থাকি পৰিচালনা বা কাৰ্য্যকৰী সমিতিৰ সভ্য নিৰ্বাচন কৰে। এই নিৰ্বাচিত সদস্যসকলে সমিতিৰ দৈনন্দিন কৰ্মৰ ভাগ লব পাৰে বা তেওঁলোকে তেওঁলোকৰ মাজৰ যিকোনো এজনক পৰিচালক পাতি লব পাৰে।

সাধাৰণতে পৰিচালকৰ দায়িত্বত সদস্যপদ নথকা সমবায়ৰ বহিৰ্ভূত ব্যক্তিকো নিযুক্তি দিয়া হয়, যেতিয়া সমিতিয়ে এক স্থায়ী ৰূপ লয় অথবা সমবায়ে অনুকূল অৱস্থা লাভ কৰে।

(ঘ) সেৱা ( Service ) : সমবায় সমিতিৰ উদ্দেশ্য হ'ল সমিতিৰ সদস্যবৰ্গলৈ সেৱা আগবঢ়োৱা। সমিতিয়ে যদি কিবা উৎপাদন কৰে তেন্তে সেই উৎপাদিত সামগ্ৰী উচিত মূল্যত সদস্যসকলৰ মাজত যোগান ধৰিব লাগে ; অথবা সমিতিয়ে যদি কোনো সামগ্ৰী সংগ্ৰহ কৰে তাক প্ৰথমে সমিতিৰ সদস্যবৰ্গৰ মাজত বিতৰণ কৰিব লাগে।

এই উৎপাদিত আৰু সংগ্ৰহিত সামগ্ৰীৰ বিতৰণ সদায় প্ৰথমতে সদস্যবৰ্গৰ মাজত আৱদ্ধ থাকিব। মূল্য উচিত হ'ব লাগিব। সদস্যবৰ্গলৈ বিতৰণ কৰাৰ পিছত যদি কিবা সামগ্ৰী ৰাহি হয় বা জমা থাকে তেনে সেই সামগ্ৰী সমিতিৰ বাহিৰৰ মানুহক সমিতিলৈ ন্যূনতম লাভ ৰাখি যোগান ধৰিব পাৰিব।



(ঙ) উদ্বৃত্ত :—(Surplus) যিকোনো ব্যৱসায় সংগঠনত সকলো-বোৰ খৰচ পৰিশোধ কৰি বছৰৰ অন্তত যি ৰাহি থাকে তাকেই লাভ বা উদ্বৃত্ত বুলি কোৱা হয়। স্বাভাৱিকতে অন্যান্য ব্যৱসায় সংস্থাত এই লাভ বা উদ্বৃত্ত অংশীদাৰ বা অংশধাৰীসকলৰ মাজত অংশ অনুযায়ী বিতৰণ কৰা হয়। পুঁজি অংশৰ কম বেছি অনুপাতে এই লভ্যাংশও কম বেছি হয়।

এই লাভ বা উদ্বৃত্তৰ পৰা প্ৰথমে পুঁজি অংশক ঋণ বুলি লৈ সদস্য-সকলক সুত ( Interest ) দিয়া হয়। দ্বিতীয়তে, ইয়াৰে এটা অংশ সদস্যসকলৰ সাধাৰণ সামূহিক উপকাৰ বা হিতৰ অৰ্থে ব্যৱহাৰ বা ব্যয় কৰা হয়। তৃতীয়তে, উদ্বৃত্তৰ এটা অংশ সমিতিৰ কৰ্মচাৰী আৰু মজদুৰসকলক 'বোনাছ' ( Bonus ) হিচাপে দিয়া হয়। চতুৰ্থতে উপৰোক্ত অংশবোৰ উদ্বৃত্তৰ পৰা দিয়াৰ পিছত যি অংশ থাকে তাক সকলো সদস্যৰ মাজত লভ্যাংশ ৰূপে বিতৰণ কৰা হয়। এই লভ্যাংশৰ (Dividend) বিতৰণ মুঠ ক্ৰয় সামগ্ৰী বা বিক্ৰয় সামগ্ৰীৰ ওপৰত ভিত্তি কৰি দিয়া হয়।

(চ) নগদ ব্যৱসায় ( **Trading on cash basis** ) : সমবায় সমিতিৰ নিয়ম অনুযায়ী সমিতিৰ ব্যৱসায় সদায় নগদ ভিত্তিত হয়। কোনো বাকী বা উঠনা ব্যৱসায় নহলে সমবায় সমিতি কেতিয়াও সম্প্ৰসাৰিত হ'ব নোৱাৰে। যিহেতু সমিতিৰ সদস্যবৰ্গ সাধাৰণ উপাৰ্জনক্ষম লোক, গতিকে কোনো সদস্যক যদি কেতিয়াবা অৰ্থৰ প্ৰয়োজন হয় তেনে পুঁজি অংশকে প্ৰত্যাহাৰ কৰিবলৈ দি সদস্যজনক ঋণৰ পৰা মুক্ত

কৰিব পাৰি। আনহাতে, সমিতিখনকো বাকী ভিত্তিত ব্যৱসায় নকৰিবৰ অৰ্থে সুযোগ দিয়া হয়। সমবায় সমিতিসমূহ দৃঢ়বদ্ধভাৱে নগদ ব্যৱসায় নীতিৰ প্ৰতি আনুগত্য থকা উচিত।

**(ছ) ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ ( State control ) ঃ** সমবায় সমিতিসমূহ স্বাভাৱিকতে ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত হ'ব লাগে। ৰাষ্ট্ৰই 'সমবায় সমিতি নিয়ন্ত্ৰণ আইনৰ ( Co-operative Societies Regulation Act) জৰিয়তে সকলো সমবায় সমিতিক পঞ্জীয়ন কৰি ( Registration ) সমবায়খন সাংবিধিক পৰিষদত (Corporate Body) পৰিণত কৰিব লাগে। ইয়াৰদ্বাৰাই সমিতিয়ে ৰাষ্ট্ৰীয় সা-সুবিধা, নিৰ্দিষ্ট নিয়ন্ত্ৰণ, আৰু পোনপটীয়া তত্বাৱধানত থাকিব পাৰে।

উল্লিখিত নিয়ন্ত্ৰণৰ আৱশ্যক বহু ক্ষেত্ৰত অপৰিহাৰ্য্য হৈ পৰে ; যেনে (১) সভ্য ভৰ্তিৰ ক্ষেত্ৰত বাধ্য বাধকতাৰ আৱশ্যক হ'ব পাৰে; (২) স্বেচ্ছাধীন অনুষ্ঠানটি বাধ্যতামূলক অনুষ্ঠানলৈ ৰূপান্তৰ কৰিব লগা হ'ব পাৰে , (৩) সমবায় সমিতিখনৰ পৰিচালনা সমিতি খন যথোপযুক্ত নহলে সমবায় সমিতিখনেই ঋণগ্ৰস্ত হ'ব পাৰে অৰ্থাৎ অবিবেকী সদস্যেৰে গঠিত পৰিচালনা সমিতিৰ অকৰ্মন্যতাৰ ফলস্বৰূপে সমিতিখন ঋণগ্ৰস্ত হোৱা, এনে বিষয়ত পৰিচালনা সমিতিখনক অব্যাহতি দি ৰাষ্ট্ৰই সমিতিৰ দৈনন্দিন কাৰ্য্য নিয়ন্ত্ৰণ নিজৰ হাতলৈ নিব পাৰে।

সমবায়ৰ বৈশিষ্ট্যখিনি সকলো মানুহৰ মাজত পৰিচিত কৰাই দিয়াটো এক অপৰিহাৰ্য্য বিষয়। যি সকললোক সমবায় সমিতিৰ সদস্য হয় তেওঁলোক সমবায়ৰ লক্ষণসমূহ, গতি প্ৰকৃতি, লক্ষ্যৰ প্ৰতি সম্পূৰ্ণ সচেতন আৰু সজাগ হোৱা প্ৰয়োজন। সমবায় যে সমাজৰ দুৰ্বল শ্ৰেণীৰ মানুহৰ বাবে এক সবল অৰ্থনৈতিক হাঠিয়াৰ সেইটো উপলব্ধি কৰোৱাৰ দায়িত্বও আচলতে ৰাষ্ট্ৰৰ। শোষিত শ্ৰেণীৰ অভাৱ পূৰণৰ অৰ্থে ই মিলিত প্ৰচেষ্টা। খাদ্য দ্ৰব্যৰপৰা আৰম্ভ কৰি বিভিন্ন শিল্পজাত, কৃষিজাত সম্ভাৰ, শিক্ষা, স্বাস্থ্য, বীমা, আবাস গৃহ, আদিলৈকে প্ৰয়োজনীয় বিবিধ অভাৱ অনাটন সমূহক সমবায় সংগঠনৰ জৰিয়তে নিবাময় কৰিব পাৰি। সমবায়ৰ মূল লক্ষ্যাই হৈছে দেশৰ নিম্ন শ্ৰেণীৰ মানুহৰ কল্যাণৰ হকে ইয়াক পৰিচালিত কৰা। সেয়েহে ৰাষ্ট্ৰৰ দায়িত্ব আৰু নিয়ন্ত্ৰণ সমবায় উন্নয়নৰ ক্ষেত্ৰত এক অমোঘ অস্ত্ৰ।



**(জ) গঠন প্ৰণালী ( Formation ) ঃ** এখন গণতান্ত্ৰিক দেশত যেতিয়া 'সমবায় আইন' গৃহীত হয়, তেতিয়া ৰাষ্ট্ৰৰ দায়িত্ব আহে আইনখন কাৰ্য্য ক্ষেত্ৰত প্ৰয়োগ কৰা সংক্ৰান্তত। আইনখন প্ৰয়োগ কৰিবৰ কাৰণে এজন পৰিচালকৰ প্ৰয়োজন। সেই পৰিচালক জনক কোৱা হয় 'পঞ্জীয়ক' ( Registrar )। এই পঞ্জীয়কজনেই আইনখনৰ তত্বাৱধায়ক। তেওঁৰ নিৰ্দেশতেই আইনখনৰ সকলো বিধি, উপবিধি, নীতি-নিয়ম চালিত হ'ব।

'সমবায় সমিতি' এখন গঠন কৰিবলৈ হলে, সমবায় আইনৰ সহায় লব লাগে। সমবায় আইন অনুযায়ী প্ৰথমে প্ৰবৰ্তক বা অগ্ৰণী মানুহৰ প্ৰয়োজন। ভাৰতীয় বিধি মতে এনে প্ৰবৰ্তকৰ নিম্নতম সংখ্যা ক্ষেত্ৰ বিশেষে সাত বা দহজন হ'ব পাৰে। প্ৰবৰ্তকসকল প্ৰাপ্ত-বয়স্ক হ'ব লাগিব। তেওঁলোকে এখন আবেদন পত্ৰত তলত লিখা বিষয় কেইটা সন্নিবিষ্ট কৰি, সমবায়ৰ আভ্যন্তৰীণ পৰিচালনাৰ উপবিধিৰ (By Law) সৈতে ( ভাৰতীয় আইন অনুসৰি দুখন উপবিধি লাগে ) পঞ্জীয়কলৈ পঠাব লাগে।

আবেদন পত্ৰত সন্নিবিষ্ট কৰা বিষয় কেইটা হল—

(ক) গঠন কৰিবলৈ লোৱা বা প্ৰস্তাৱিত সমিতিৰ নাম আৰু ঠিকনা ;

(খ) প্ৰস্তাৱিত সমিতিৰ লক্ষ্য আৰু উদ্দেশ্য ( Aims & Objects ) ;

(গ) ব্যৱসায়ৰ প্ৰকৃতি ( Nature of business ) ;

(ঘ) প্ৰস্তাৱিত সমবায়ৰ কৰ্মক্ষেত্ৰ ( Area of operation ) ;

(ঙ) সদস্যবৰ্গৰ মূলধনৰ অংশ আৰু তাৰ সংগ্ৰহ ব্যৱস্থা (Share capital and the way of raising money) ;

(চ) সমবায় সদস্যবৰ্গৰ দায়িত্ব (members liabilities)।

আবেদন পত্ৰৰ সহযোগী, আভ্যন্তৰীণ পৰিচালনাৰ বাবে প্ৰয়োজনীয় সমিতিৰ উপবিধিত সকলো বিষয়ৰ ওপৰত এটা পৰিষ্কাৰ চিত্ৰ সূচিত হ'ব লাগিব। উপবিধিত সেয়ে সন্নিবিষ্ট কৰিব লগা বিষয়বোৰ এনে ধৰণৰ—

(ক) সদস্য ভৰ্তিৰ বাবে আৱশ্যকীয় বিধিবদ্ধ নিয়ম আৰু চৰ্ত।

(খ) সদস্যবৰ্গৰ শ্ৰেণী বিভাগ তেওঁলোকৰ নাম আৰু সম্পূৰ্ণ ঠিকনা।

(গ) সদস্যসমূহৰ চৰ্ত, দায়িত্ব আৰু কৰ্তব্য।

(ঘ) সদস্য ব্যতীত, সংগঠনৰ বাহিৰৰ লোকক বিষয়-ববীয়া নিযুক্তিৰ নীতি নিয়ম।

(ঙ) সদস্যসকলৰ বিষয়ববীয়া (Office bearers) নিযুক্তি কৰণ, বিষয়ববীয়াৰ নিৰ্দিষ্ট চৰ্ত দায়িত্ব আৰু কৰ্তব্য।

(চ) সদস্য নোহোৱা বিষয় ববীয়াৰ দা-দৰ্মহা, ছুটি আৰু অন্যান্য সা-সুবিধা সমূহৰ থুলমূল বিৱৰণ।

(ছ) সমিতিৰ সভা-সমিতি আহ্বান কৰাৰ নীতি নিয়ম, সময় নিৰ্ধাৰণ আদিৰ পূৰ্ণ বিৱৰণ।

(জ) সমিতিৰ উদ্বৃত্ত বা লোকচানৰ খতিয়ান।

(ঝ) সমিতিৰ উদ্বৃত্ত ধনৰ বিনিয়োগৰ ব্যৱস্থা আৰু লোকচান বা ঋণ পৰিশোধৰ নীতি-নিয়ম।

(ঞ) সমিতিৰ আয়-ব্যয়ৰ হিচাপ পৰীক্ষাৰ নীতি-নিয়ম।

(ট) সমিতিৰ সাধাৰণ পৰিচালনাৰ কাৰ্য্য নিয়ন্ত্ৰণৰ বিৱৰণ।

উল্লিখিত বিষয়বোৰৰ উপবিধি সমিতিৰ অগ্ৰণীসকলে নিজে খচৰা



প্ৰস্তুত কৰি স্বীকৃতিৰ বাবে পঠাব পাৰে অথবা তেওঁলোকে পঞ্জীয়কৰ-দ্বাৰা আহি উপবিধিকেই গ্ৰহণ কৰিব পাৰে।

উপৰোক্ত আবেদন-পত্ৰ আৰু উপবিধি নীতিগত ভাৱে পৰীক্ষা কৰাৰ পিছত যদি পঞ্জীয়ক সন্তুষ্ট হয়, তেন্তে তেওঁ সমিতি পঞ্জীভুক্ত হৈছে বুলি পঞ্জীকৰণ প্ৰমাণ পত্ৰ (Certificate of Registration) প্ৰদান কৰিব। পঞ্জীকৰণ প্ৰমাণ-পত্ৰ খনেই সমিতিৰ অৱস্থিতি (Existence) চিহ্নিত কৰে। উক্ত প্ৰমাণ-পত্ৰ পোৱাৰ পিছৰ পৰাহে সমিতিখন আইনতঃ বৈধতাৰ পৰিচয় প্ৰাপ্ত হয় আৰু ব্যৱসায় আৰম্ভ কৰিব পাৰে।

উক্ত বৈধতা পৰিচয় প্ৰাপ্ত সমিতিখনেই সাংবিধিক পৰিষদ হয়। এই পৰিষদৰ চিনাক্তকৰণ সমিতিৰ ছাব-মোহৰৰ জৰিয়তে আৰু স্থায়ী উত্তৰাধিকাৰ সূত্ৰে হ'ব। পৰিষদৰ ক্ষমতাৰ অন্তৰ্গত হ'ল সমিতিৰ সা-সম্পত্তি ৰক্ষা কৰা, অন্য অনুষ্ঠান বা ব্যৱসায় সংঘৰ লগত চুক্তিবদ্ধ হোৱা, আদালতত মোকৰ্দমা কৰিব পৰাৰ অধিকাৰ থকা, আৰু অন্যান্য সমিতিৰ নিহিত উদ্দেশ্যৰ কৰ্ম, কাৰ্য্যকৰী কৰিবলৈ সংগত চৰ্ত থকা।

কোনো কোনো সমিতিৰ সদস্যবৰ্গৰ দায়িত্ব যদি সীমাবদ্ধ হয় তেন্তে সেই সমিতিৰ নামৰ শেষত "সীমাবদ্ধ" (Limited) শব্দৰ জৰিয়তে সমিতিক চিহ্নিত কৰা যায়।

**ভিন ভিন আৰ্হিৰ সমবায় সমিতি (Different forms Co-operation)** :—বিভিন্ন আৰ্হিৰে সমবায় সমিতি গঠন কৰা যায়। ভিন ভিন দেশৰ অৱস্থা, সমাজ ব্যৱস্থা, আৰু ভৌগোলিক অৱস্থানে সমবায় সমিতিৰ আৰ্হিও পৃথক কৰে। অন্যহাতে জীৱন নিৰ্বাহৰ বাবে আৱশ্যকীয় অনেক বিষয়ত, এখন অনুন্নত দেশে বিবিধ ধৰণৰ অপৰিহাৰ্য্য সমবায় সংগঠন কৰিব পাৰে। তেনে কেইখনমান প্ৰয়োজনীয় সমবায় যেনে—

(১) গ্ৰাহক সমিতি (Consumers' Co-operative Society)।

(২) উৎপাদক সমবায় সমিতি ( Producers Cc-operative Society ).

(৩) ঋণ দান সমবায় সমিতি (Co-operative credit society).

(৪) বহুমুখী সমবায় সমিতি ( Multiperpose Co-op. Society ).

(৫) ব্যৱসায় সমবায় সমিতি ( Co-operative Marketing Society ).

(৬) কৃষি-সমবায় সমিতি (Co-operative Farming society).

চমু আভাস দিয়া হ'ল—

**[১] গ্ৰাহক সমবায় সমিতি ( Consumers co-op. society) ঃ** গ্ৰাহকৰ ক্ষেত্ৰত সমবায় বহু প্ৰকাৰে গঠন কৰিব পাৰি। গ্ৰাহক সমবায় সাধাৰণতে খুচুৰা সম্ভাৰৰ বাবে স্থাপন কৰা হয়। ব্যৱসায়ত মধ্যম শ্ৰেণী ( Middlemen ) বণিকক আঁতৰোৱা বা লোপ কৰা, তেনে বণিকৰ লাভ নিৰ্মূল কৰা, গ্ৰাহক সদস্যৰ স্বাৰ্থৰ ৰক্ষণাবেক্ষণ দিয়া আৰু ভাল মানদণ্ডৰ সম্ভাৰ পোৱাৰ উদ্দেশ্যে গ্ৰাহক সমবায় সংগঠিত হয়। গ্ৰাহক সমবায়ৰ সদস্যসকলে যাতে পাইকাৰীয়ে ( Whole Salers ) ক্ৰয় কৰা মূল্যতে সম্ভাৰ পাব পাৰে, খুচুৰা দোকানীক দিব লগা লাভৰ পইছা যাতে ৰাহি হয়, যাতে ভাল গুণ মানৰ নানান সম্ভাৰ ( বিবিধ নমুনাৰ ) সদস্যই পায়, যাতে ভেজাল বা কৃত্ৰিম বস্তু ক্ৰয় কৰাৰ পৰা সদস্যসকলে হাত সাৰিব পাৰে, তাৰ প্ৰতিও লক্ষ্য ৰাখি সমবায় কৰা হয়।

এনেভাবে গঠিত সমবায়ত যদি বছৰৰ অন্তত কিবা উদ্বৃত্ত ৰয় তেন্তে ক্ৰয় ভিত্তিত তাক সদস্যসকলৰ মাজত বণ্টন কৰা হয়; কিন্তু সদস্য নোহোৱা বাহিৰা লোকক এই উদ্বৃত্তৰ ভাগ দিয়া নহয়।

গ্ৰাহক সমবায় প্ৰতিষ্ঠা কৰাৰ আৰু কিছুমান উদ্দেশ্য আছে যেনে ঃ

(ক) খুচুৰা দোকানীৰ একচেটিয়া ব্যৱসায় চৰিত্ৰৰ সংকোচন।



(খ) গ্ৰাহক সমবায়ৰ সদস্যবৰ্গৰ ক্ৰয় ক্ষমতা বৃদ্ধি কৰা।

(গ) সমাজৰ উচ্চতৰ শ্ৰেণীৰ লোকসকলৰ সমানে নিম্ন শ্ৰেণীৰ লোকসকলেও একে ধৰণৰ সম্ভাৰ আহৰণ কৰিবলৈ সুবিধা পোৱা।

(ঘ) সদস্যসকলৰ প্ৰয়োজনীয়তা অনুযায়ী সুলভ মূল্যত লাগতিয়াল সম্ভাৰ কিনাৰ সুযোগ দিয়া।

(ঙ) সমবায়ৰ সদস্য আৰু কৰ্মী বৰ্গৰ সাধাৰণ কল্যাণৰ কাৰণে কাৰ্য্য সম্পাদন কৰা।

(চ) সমবায়ৰ সদস্য আৰু কৰ্মী বৰ্গৰ সাধাৰণ কল্যাণৰ কাৰণে কাৰ্য্য সম্পাদন কৰা।

এই সমবায় সংগঠন কৰা হয় প্ৰধানকৈ খাদ্য দ্ৰব্য আৰু অন্যান্য সামগ্ৰী সদস্যসকলৰ মাজত সমবিতৰণৰ অৰ্থে। ই এক মিতব্যয়ী সংগঠন। কাৰণ পুঁজিবাদী সমাজ ব্যৱস্থাত কেতিয়াবা কেতিয়াবা উল্লেখ কৰা সামগ্ৰীসমূহৰ মহাৰ্ঘ হয়, যাৰফলত নিম্নতৰ শ্ৰেণীৰ লোক সকলে ভোগকৰাৰ পৰা বঞ্চিত হয়। অন্যহাতে এই মহাৰ্ঘতাৰ ফলত দোকানীবোৰে সামগ্ৰীৰ মূল্য বেছিকৈ লয়। অৱশ্যে পুঁজিবাদী ব্যৱস্থাত সামগ্ৰীৰ মহাৰ্ঘতা কৃত্ৰিম ভাবে খুচুৰা আৰু পাইকাৰী দোকানী বা ব্যৱসায়ীবিলাকেই সৃষ্টি কৰে। কোনো কোনো সময়ত দেখা যায় বস্তুৰ উৎপাদন খৰচৰ তুলনাত বিতৰণ ব্যৱস্থাৰ বাবে গ্ৰাহকে দিব লগা মূল্য, উৎপাদনৰ খৰচতকৈ অধিক হয়গৈ। সেয়েহে এই গ্ৰাহক সমবায়-সমূহ প্ৰথমে ইংলণ্ডত আৰু পিছলৈ ইউৰোপৰ বিভিন্ন দেশত যোৱা শতিকাতে বনজুইৰ দৰে বিয়পি পৰে। কুৰি শতিকাত এই সংগঠনৰ ভিত্তি স্থায়ী হয়, বিশেষকৈ ইংলণ্ড, ৰাছিয়া আৰু ইউৰোপৰ কেইখন মান দেশত। সমবায়ৰ সফলতা কেৱল সমবায়ৰ মূল বৈশিষ্ট্যৰ ওপৰত নিৰ্ভৰশীল। উৎপাদন আৰু বণ্টনৰ উপৰিও গ্ৰাহক সমবায় গ্ৰাহকৰ আস্থাৰ ওপৰত বৰ্তি থাকে।

**[২] উৎপাদক সমবায় সমিতি ( Producer's co-operative Society ) ঃ** ধনতান্ত্রিক সমাজ ব্যৱস্থাত দেশৰ উৎপাদন এক বিশেষ শ্ৰেণীৰ মানুহৰ নিয়ন্ত্ৰণাধীন হৈ থাকে। সেই বিশেষ শ্ৰেণী মানুহৰ নিয়ন্ত্ৰণ ন্যূনতমকৰণ, নিৰ্মূল কৰণৰ উদ্দেশ্যেই উৎপাদক সমবায় সমিতি সংগঠন কৰা হয়।

এনে সমবায় সংগঠন ক্ষুদ্ৰ উৎপাদকৰ মাজত গঠিত হয়। উৎপাদক সমবায়ক এনে ভাবেও ব্যাখ্যা কৰা যায় যে ই এটা কৰ্মী মানুহৰ আপোন ব্যৱসায় সংস্থা। কেতিয়াবা এই সংস্থাত কৰ্মী আৰু গ্ৰাহক উভয়ে সদস্য হৈ পৰিচালনা আৰু লভ্যাংশৰ ভাগ লব পাৰে। কেতিয়াবা সদস্য বৰ্গৰ নিজৰ ভোগৰ বাবেও সামূহিক সম্ভাৰ সংগ্ৰহ কৰাৰ অৰ্থে এনে সমবায় গঠন কৰিব পাৰে।

অৱশ্যে উৎপাদক সমবায় পৰম্পৰাগত ভাবে কৰি অহা ক্ষুদ্ৰ শিল্পৰ কাৰিকৰৰ বাবে এক উপযোগী আৰু আৱশ্যকীয় ব্যৱসায় সংস্থা। কাৰণ ক্ষুদ্ৰ শিল্পৰ কাৰিকৰে সাধাৰণতে কেঁচা সামগ্ৰী, অৰ্থ উৎপাদনৰ আহিলা-পাতি যথা সৰু মেচিন, সাজ-সৰঞ্জাম, প্ৰজ্বালক আদি প্ৰশিক্ষণ আদি বিষয়ত প্ৰায়ে অভাৱত পৰে। এনে সমবায়ে এই সকল কাৰিকৰৰ বস্তু উৎপাদন আৰু বিক্ৰীৰ বাবে সহায় কৰিব পাৰে।

স্বাভাৱিকতে উৎপাদক সমবায়ে উৎপাদনৰ পৰিমাণ নিয়ন্ত্ৰণ কৰে, ক্ষুদ্ৰ উৎপাদকৰ উৎপাদন বৃদ্ধি কৰে, আত্ম-নিয়োগৰ সুবিধা দিয়ে আৰু পটুকৰ্মীৰ ( Skilled labour ) সংখ্যা বঢ়ায়।

উৎপাদক সমবায় সমিতিয়ে সফলতা লাভ কৰিবলৈ হ'লে নিম্নোল্লিখিত উপাদান কেইটাৰ বেছি আৱশ্যক।

(১) প্ৰতিজন সদস্যই নিৰ্দিষ্ট পৰিমাণৰ পুঁজি সমবায়লৈ আগবঢ়াব লাগিব।

(২) প্ৰতিজন সদস্যই নিজৰ উৎপাদন সমবায়ক বিক্ৰী কৰিব লাগিব।



(৩) প্ৰতিজন সদস্যই তেওঁ নিজে কৰা লেনদেনৰ ওপৰত ভিত্তি কৰি লভ্যাংশ লাভ কৰিব।

(৪) সমবায়ৰ সদস্যপদ সকলোলৈকে উন্মুক্ত থাকিব।

(৫) এজন সদস্যৰ এটাহে ভোট দিয়াৰ ক্ষমতা থাকিব।

(৬) সমবায় সদস্য বৰ্গৰ কল্যাণাৰ্থে উদ্বৃত্তৰ অংশ আছুতীয়াকৈ ৰখাৰ পিছত, যদি কিবা ৰাহি থাকে তেন্তে সেয়া সমবায়ৰ কৰ্মচাৰী-সমূহৰ মাজত বিতৰণ কৰাৰ নিয়ম থকা অপৰিহাৰ্য্য।

(৭) সদস্যসকলৰ দায়িত্ব সীমাবদ্ধ হ'ব লাগিব।

(৮) পৰিচালনাৰ দক্ষতাই সমিতিৰ ক্ৰয়-বিক্ৰয়ৰ পৰিসীমা বঢ়ায়।

(৯) সমিতিৰ পৰিচালনা অবিবেকী সদস্যৰ হাতত ন্যস্ত কৰিব নালাগে।

(১০) সমিতি সৰ্বদায় ধৰ্মীয় আৰু ৰাজনৈতিক কৰ্মসূচীৰ পৰা আঁতৰত থাকিব লাগে।

উৎপাদক সমবায় সমিতিক বিস্তৃত অৰ্থত দুভাগত বিভক্ত কৰিব পাৰি।

প্ৰথম বিধ উৎপাদক সমবায়ে কেঁচা সামগ্ৰী, সাজ-সৰঞ্জাম, যন্ত্ৰ-পাতি, ঋণ, আগধন আদি আৰু সুবিধা হ'লে প্ৰশিক্ষণৰ ব্যৱস্থাও সদস্য বৰ্গলৈ আগবঢ়ায়। উৎপাদন ক্ষেত্ৰত সদস্য সকল স্বাধীন। উৎপাদনৰ হিচাপ আৰু পৰিমাণ নিজৰ; কিন্তু তেওঁলোকে উৎপাদনৰ সমুদায় সামগ্ৰী সমবায়ক বিক্ৰী কৰিব লাগিব।

দ্বিতীয় বিধ উৎপাদক সমবায় সমিতিৰ সদস্যসকল সমবায়ৰ কৰ্মী। তেওঁলোকে সমিতিৰ ফালৰ পৰা কৰ্মৰ বিনিময়ত মজুৰি পায়। মজুৰি দি উৎপাদন কৰা সামগ্ৰীবোৰ বাহিৰত বিক্ৰী কৰা হয়। অৱশ্যে এই বিক্ৰী সদায় নগদ ভিত্তিত হ'ব লাগিব। এনেভাৱে উৎপাদিত

সামগ্ৰী বিক্ৰীৰ ফলত যি লাভ বা উপাৰ্জন হয় তাক সদস্যসকলৰ মুঠ শ্ৰম বিক্ৰীৰ ওপৰত ভিত্তি কৰি বিতৰণ কৰা হয়। অৰ্থাৎ সমবায়ৰ উদ্বৃত্তক সদস্যবৰ্গৰ মাজত তেওঁলোকে সমবায়লৈ আগবঢ়োৱা শ্ৰম অনুপাতে বন্টন কৰা হয়।

উৎপাদক সমবায়ৰ সংগঠন পদ্ধতিও গণতান্ত্ৰিক। অৱশ্যে এটা বিশেষ উপাদানৰ ওপৰত এই সমবায় সমিতি নিৰ্ভৰশীল। সেই উপাদানটি হ'ল—সমিতিৰ সকলো সদস্যই সমিতিৰ প্ৰতি বিশ্বাসী হ'ব লাগে।

এনেধৰণৰ উৎপাদক সমবায় সমিতিয়ে পৃথিৱীৰ কোনো ঠাইতেই কৃতকাৰ্য্যতা লাভ কৰিব পৰা নাই। ইয়াৰ আচল কাৰণ হ'ল—উৎপাদনৰ লক্ষ্য উৎপাদন ক্ষমতাতকৈ অধিক। কাৰণ, পৰিচালক বা উদ্যোগীৰ উৎপাদনৰ যি প্ৰধান সম্বল শিল্প নৈপুণ্য আৰু দূৰদৰ্শিতা, তাৰ প্ৰতি সংগঠক মণ্ডলীৰ অৱহেলা। উৎপাদিত সামগ্ৰীৰ মানদণ্ড সেয়ে নিম্নগামী হয়। ফলত উক্ত সামগ্ৰী বিক্ৰয় ক্ষেত্ৰত অসুবিধাৰ সৃষ্টি হয়।

সাধাৰণতে দেখা যায়, উৎপাদক সমবায়ৰ সদস্যবৰ্গৰ উৎপাদিত সামগ্ৰী বিক্ৰীৰ প্ৰতি কোনো ধ্যান-ধাৰণা নাথাকে সেয়ে উৎপাদন সামগ্ৰীৰ মানদণ্ডৰ প্ৰতি মনোযোগ দিয়া নহয়। সদস্যবৰ্গৰ ব্যক্তিত্ব, কৰ্মৰ প্ৰতি হেঁপাহ, গ্ৰাহকৰ প্ৰতি অভিনিবেশ, সামগ্ৰী বিতৰণৰ বাবে নিৰ্দিষ্ট কাৰ্য্য-পন্থা আৰু সমবায়ৰ প্ৰতি পূৰ্ণ বিশ্বাস আৰু আস্থা স্থাপনৰ দ্বাৰাহে এনে সংগঠন গঢ়ি উঠিব পাৰে। অৱশ্যে সামূহিক উৎপাদনৰ লগত যাতে এনে সংস্থাই প্ৰতিযোগী হ'ব লগীয়া নহয় তেনেবোৰ শিল্প-কৰ্মত সমবায় উপযোগী হয়। যি শিল্প উদ্যোগত মূলধনৰ পৰিমাণ কম লাগে, যত বিশেষ শিল্প নৈপুণ্য আৰু ব্যক্তিগত প্ৰচেষ্টাৰ প্ৰয়োজন, তেনে উদ্যোগৰ বাবেহে উৎপাদক সমবায় বেছি কাৰ্য্যকৰী হয়।



**[৩] ঋণ-দান সমবায় সমিতি ( Co-operative credit society)** :—ঋণ-দান সমবায় সংগঠন কৰা হয় সমিতিৰ সদস্যবৰ্গক আৰ্থিক-ভাৱে সহায়-সহযোগ কৰিবৰ অৰ্থে। এই খন সমবায় আন সমিতিৰ সৰ্বসাধাৰণ মানুহৰ দ্বাৰাহে পৰিচালিত হয়। ইয়াৰ বিধি হ'ল—সমভাৱে পাৰস্পৰিক ভিত্তিত আৰ্থিক সাহায্য লাভ কৰা। এই ঋণ দান-সমিতিক-'গাঁৱলীয়া ঋণ-দান সমিতি' বা 'প্ৰাথমিক কৃষি সমিতি' বুলিও জনা যায়। নগৰীয়া অঞ্চলত ইয়াক 'আৰ্বান বেংক' (Urban Bank) নামে জনা যায়।

ঋণ-দান সমবায় সমিতিৰ প্ৰধান বৈশিষ্ট্যসমূহ তলত উল্লেখ কৰা বিধৰ :—

(১) এনে সমবায়ৰ কৰ্ম-ক্ষেত্ৰ হয় এখন গাওঁ, নহয়, এটা অঞ্চল, ক্ষেত্ৰ বিশেষে ইয়াৰ পৰিসীমা পৰিবৰ্ধিতো হ'ব পাৰে।

(২) সমবায়ৰ পুঁজি সীমাবদ্ধ নহয়। ই সদস্য সংখ্যা কম-বেছি হোৱাৰ ওপৰত নিৰ্ভৰশীল।

(৩) সদস্যসকল বিশ্বাসী, আত্ম-ত্যাগী, আৰু সমবায় নীতি-নিষ্ঠ হোৱা আৱশ্যক।

(৪) সমবায় সমিতিৰ অংশ মূল্য কম হ'ব লাগে, যাতে সকলোৱে লব পাৰে আৰু তাকো কিস্তি হিচাপে দিয়াৰ সুবিধা থাকিবলাগে।

(৫) সমবায় সমিতিয়ে নিম্নহাৰৰ সুতত ( Interest ) সদস্যবৰ্গক ঋণ-দান কৰে।

(৬) সদস্যবৃন্দই আগতীয়া জাননীৰ দ্বাৰা নিজৰ পুঁজি অংশ সমবায়ৰ পৰা আহৰণ বা প্ৰত্যাহাৰ কৰিব পাৰে।

(৭) ব্যক্তিগত জামিনত সমবায়ে সদস্যবৃন্দক ঋণ দিয়ে। কোনো কোনো ক্ষেত্ৰত এই নিয়ম ব্যতিক্ৰম হ'ব পাৰে। কিছুমান ঋণৰ বিষয়ত সদস্যজনে তেওঁৰ স্থাৱৰ বা অস্থাৱৰ সম্পত্তিও জামিনত ৰাখিব লগা হয়।

(৮) সদস্যসকলক, তেওঁলোকৰ অতীতৰ ধাৰ মাৰিবলৈ বা পৰিশোধ কৰিবলৈ, হালৰ গৰু, আহিলা-পাতি সাজ-সৰঞ্জাম আদি যাবতীয় বস্তু ক্রয় কৰিবলৈ, ঋণ আগবঢ়োৱা হয়।

(৯) ন্যূনতম ঋণ বিচৰা সদস্যজনক ঋণ-মঞ্জুৰৰ ক্ষেত্রত অগ্রাধিকাৰ দিব লাগে।

(১০) সদস্যবৰ্গৰ আৰ্থিক অৱস্থাৰ থূলমূল বিৱৰণ থকা এখন আৰ্থিক খতিয়ান বহী' সমবায় খনে ৰাখিব লাগে। এই খতিয়ান বহীৰ মাধ্যমেদি সময় অনুসৰি ঋণ-মঞ্জুৰৰ পৰিমাণ নিৰ্নীত হয়। কোনো কোনো সমবায়ে ঋণ অনুমোদন কৰিবৰ বাবে এখন বিশেষ সমিতি স্থাপন কৰে আৰু তাৰ জৰিয়তে বিষয়টি নিষ্পত্তি কৰে। ফলত সমবায়ৰ ধন অপব্যৱহাৰ নহয়, ঋণ লোৱাৰ উদ্দেশ্য অনুসৰি কাম হয় আৰু সমবায়ৰ ধন অযথা নিকৃষ্ট ঋণলৈ বা নুশুজা ঋণলৈ ৰূপান্তৰ নহয়।

(১১) ঋণ-দান সমবায়ৰ সদস্যবৰ্গৰ দায়িত্ব সীমাবদ্ধ নহয়। অৰ্থাৎ দায়িত্ব অসীম ( Unlimited liability )।

ঋণ দানৰ উদ্দেশ্যই হৈছে সদস্যজনক অতীত ঋণৰ পৰা মুক্ত কৰি, যিমান দূৰ সম্ভৱ নতুন ঋণৰ জৰিয়তে উৎপাদনক্ষম অৱস্থালৈ উন্নীত কৰা আৰু অৱস্থা-বিশেষে সমবায়ৰ ঋণৰ লগত সদস্যজনৰ সঞ্চিত অৰ্থক সংযোজন কৰি কোনো লাভজনক উৎপাদনত নিয়োজিত কৰা।

**[8] বহুমুখী সমবায় সমিতি ( Multipurpose Co-operative Society )**ঃ—জীৱন নিৰ্বাহৰ প্রায় সকলো আৰ্থিক বিষয়ৰে অভাৱ অনাটন পূৰণৰ হেতু এনে সমবায় সমিতি স্থাপন কৰা হয়। সমিতিৰ উদ্দেশ্য হৈছে সকলোধৰণৰ আৰ্থিক অভাৱ অভিযোগ পূৰণ কৰা; অৰ্থাৎ এখন সমিতিৰদ্বাৰাই বিভিন্ন আৰ্থিক বিষয়ত সুযোগ-সুবিধা গ্রহণ কৰা। দৰাচলতে এটা পৰিচালন সংস্থাৰ অধীনত বিভিন্ন বিষয়ৰ সমবায়।



এনে সমবায় কৃষি বিষয়ত বেছি ফলপ্রসূ হয়। সমবায়ে সদস্যবৰ্গক ঋণ দিয়াৰ পৰা আৰম্ভ কৰি বীজ, সাৰ, হালৰ গৰু, ম'হ, আহিলা-পাতি, সা-সঁজুলি আদি সকলো সমল যোগান ধৰিব পাৰে। এনেভাবে সকলো বস্তু-বাহানিৰ যোগান ধৰাৰ পিছত ব্যৱসায় শাখা'ই সদস্যবৰ্গৰ সমূদায় উৎপন্ন সম্ভাৰ সংগ্ৰহ কৰি, সেই সম্ভাৰ গুণগত মান নিৰ্ধাৰিত শ্ৰেণী-বিভাগ কৰি, লাভজনক মূল্যত পাইকাৰী সমবায় সমিতিক বিক্রী কৰিব পাৰে। লাভজনক মূল্যত বিক্রী কৰাৰ পিছত সকলো যাবতীয় খৰচ-পাতি পৰিশোধ কৰাৰ পিছত যদি কিবা ৰাহি থাকে তাক সদস্যবৰ্গৰ মাজত তেওঁলোকৰ বিক্রী পৰিমাৰ্ণ অনুযায়ী বিলাই দিব পাৰে।

বহুমুখী সমবায়ে কৃষক সদস্যসকলৰ প্ৰয়োজনীয় সা-সজুলি নিৰ্মাণ কৰি তেওঁলোকক যোগান ধৰিবও পাৰে। ইয়াৰ উপৰি সমবায়ৰ সদস্যবৰ্গৰ কৰ্ম-সংস্থান দিবৰ নিমিত্তে ক্ষুদ্ৰ আৰু কুটীৰ শিল্প উদ্যোগৰ আঁচনিও গ্রহণ কৰিব পাৰে। এনে সমিতিয়ে সদস্যবৰ্গৰ কল্যাণ আৰু উন্নয়নৰ অৰ্থে অন্যান্য প্ৰয়োজনীয় কাৰ্য্য সূচীও ৰূপায়িত কৰিব পাৰে।

মুঠতে এখন সমিতিয়েই বিভিন্ন দিশত লাভজনক আৰু ফলপ্রসূ ব্যৱসায় বা উদ্যোগ, সদস্যবৰ্গৰ সামূহিক কল্যাণৰ হকে শাখা বা প্রশাখা হিচাপে মুকুলি কৰে।

**[৫] কৃষি সমবায় সমিতি ( Co-operative Farming Society )**ঃ—কৃষি বিষয়ত গঠিত সমবায় সমিতিক কৃষি সমবায় বোলা হয়। এনে সমবায় গঠনৰ উদ্দেশ্য হৈছে—

(১) কৃষি ক্ষেত্ৰৰ পৰিসৰ বৃদ্ধি কৰা।

(২) উন্নত পদ্ধতিৰ খেতিৰ দ্বাৰা প্ৰতি বিঘা মাটিত উৎপাদনৰ পৰিমান বৃদ্ধি কৰা।

(৩) ক্ষুদ্ৰ কৃষি-ক্ষেত্ৰৰ অসুবিধাবোৰ দূৰীকৰণ কৰা।

(৪) দৰিদ্ৰ কৃষকৰ ভাগ্যৰ ক্ৰমোন্নয়ন কৰা।

( ) গাৱঁৰ মাটিহীন কৃষকক উক্ত সমবায়ত কৰ্মী হিচাপে নিয়োজিত হোৱাৰ সুযোগ দিয়া।

(৬) উন্নত কৃষি পদ্ধতিৰ উদ্ভাৱন আৰু কৃষিজাত সম্ভাৰৰ বজাৰ কৰণ।

কৃষি সমবায়ে কৃষকৰ মাটিৰ ওপৰত থকা নিজস্ব অধিকাৰ হস্তগত বা খৰ্ব নকৰে, কৃষকৰ পুৰ্বাপৰ চলিত ৰীতি-নীতিৰ ওপৰত কোনো সাল-সলনি নঘটায়।

সাধাৰণতে কৃষি বিষয়ত চাৰি প্ৰকাৰৰ সমবায় সমিতি সংগঠিত হয়, যেনে ঃ—

**(ক) উন্নত কৃষি সমবায় (Better-Farming Society) ঃ**—এনে ধৰণৰ সমবায় সমিতিয়ে উন্নত প্ৰণালীৰে খেতি কৰাত সহায় কৰে। উৎপন্ন বস্তুৰ ক্ৰয় বিক্ৰয়ত আগভাগ লয়। সদস্যবৰ্গলৈ আৱশ্যকীয় ঋণৰ সা-সুবিধা আগবঢ়ায়।

**(খ) যুটীয়া কৃষি সমবায় (Joint Farming Society) ঃ**—এনে সমবায়ে কৃষক সদস্যসকলৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কৃষি-ক্ষেত্ৰসমূহ একেলগ কৰি বৃহৎ কৃষি-ক্ষেত্ৰত পৰিণত কৰে। ইয়াৰ ফলত অমিতব্যয়ী ক্ষুদ্ৰ কৃষি-ক্ষেত্ৰৰ অসুবিধাবোৰ নিৰ্মূল হয়। যুটিয়া সমবায়ৰ সদস্যসকলে সেই একত্ৰিত কৃষি-ক্ষেত্ৰত সমূহীয়াভাৱে উৎপাদন কৰে। উৎপাদিত সামগ্ৰীসমূহ সমূহীয়া ভাবেই বিক্ৰী কৰা হয়। অৱশ্যে নিজস্ব কৃষি-ক্ষেত্ৰ থকা সদস্য-সকলক সমবায়ৰ তৰফৰ পৰা মজুৰি দিয়া হয়। উৎপন্ন সামগ্ৰী বিক্ৰী কৰি যদি কিবা লাভ হয়, তেন্তে সেই লাভৰ ধন সদস্যসকলৰ মজুৰি অৰ্জন অনুপাতে বিতৰণ কৰি দিয়া হয়।

**(গ) ৰায়ত সমবায় সমিতি (Tenant Farming Society) ঃ** মাটিহীন ৰায়তৰ মাজত সংগঠিত সমবায় সমিতিক ৰায়ত সমবায়



সমিতি বোলা হয়। মাটিহীন ৰায়তসকল এনে সমিতিৰ সদস্য হয়। এনে সমিতিয়ে কৃষি ক্ষেত্ৰ নিজস্বভাৱে ক্ৰয় কৰে আৰু সদস্যসকলক খাজনা-ভিত্তিত খেতি কৰিবলৈ সেই মাটি দিয়ে। স্বাভাৱিকতে সমবায়ৰ তত্ত্বাৱধানত উক্ত মাটিত খেতি কৰা হয়। সদস্যবৰ্গক সমবায়ে ঋণ পোৱাৰ ব্যৱস্থাও কৰি দিয়ে। সমিতিয়ে খাজনা আৰু ঋণৰ সুত সদস্যসকলৰ পৰা সংগ্ৰহ কৰে। এনেভাৱে খাজনা আৰু সুতৰ জৰিয়তে সংগ্ৰহ হোৱা অৰ্থ সমিতিৰ সকলো খৰচ-পাতি পৰিশোধ কৰি যদি কিবা অৱশিষ্ট থাকে, তাক খাজনা দিয়াৰ পৰিমাণ অনুপাতে সদস্যসকলৰ মাজত বিতৰণ কৰা হয়।

**[৬] সমূহীয়া সমবায় সমিতি (Collective Farming Society) ঃ** চৰকাৰ অথবা জমিনদাৰ নথকা জমিদাৰীৰ পৰা এনে সমবায়ে নিষ্কৰ বা পট্টাপ্ৰাপ্ত মাটি লয়। সমিতিৰ সদস্যবৰ্গই সমূহীয়াভাৱে খেতি কৰে আৰু উৎপাদন খিনি সমূহীয়া ভাবেই বিক্ৰী কৰা হয়। সমিতিয়ে সদস্যসকলক তেওঁলোকৰ কৰ্মৰ বিনিময়ত মজুৰি দিয়ে। এই মজুৰি স্বাভাৱিকতে সাধাৰণ মজুৰিৰ তুলনাত অধিক। মজুৰি আৰু অন্যান্য খৰচ আদায় দিয়াৰ পিছত থকা উদ্বৃত্ত অৰ্থ সমবায়ৰ লাভ। এই লাভক সাধাৰণতে মজুৰি ভিত্তিত সদস্যসকলৰ মাজত বিতৰণ কৰা হয়।

**[৭] ব্যৱসায় সমবায় সমিতি (Co-operative Marketing Society) ঃ**—কৃষকসকলৰ মাজতেই স্বাভাৱিকতে এনে সমবায় গঢ়ি উঠে।

এনে সমবায়ৰ দুটা ৰূপ, প্ৰথম—সদস্যসকলৰ উৎপাদিত সামগ্ৰীয়ে যাতে লাভজনক মূল্য পায়। দ্বিতীয়—সদস্যবৰ্গৰ উৎপন্ন বস্তু বিক্ৰীৰ বাবে এখন স্থায়ী বজাৰ প্ৰস্তুত কৰা। এই উভয় বিষয়লৈ দৃষ্টি ৰাখিয়েই ব্যৱসায় সমবায় গঠন কৰা হয়।

এনে ব্যৱসায় সমবায়ৰ সদস্যসকলে স্বাধীনভাৱে পণ্য সম্ভাৰ-

উৎপাদন কৰিব। তেওঁলোকে সমবায়ৰ তৰফৰ পৰা ঋণ, বীজ বা বিধান আদি আৱশ্যক হলে পাব।

সমবায়ৰ কৰ্তব্য হ'ল সদস্যবৰ্গৰ উৎপন্ন বস্তু বিক্ৰী কেন্দ্ৰীভূত কৰা। এই উদ্দেশ্য কাৰ্য্যকৰী কৰিবলৈ হলে—সকলো সদস্যৰ এক নৈতিক দায়িত্ব আৰু কৰ্তব্য হ'ব তেওঁলোকে তেওঁলোকৰ উৎপন্ন সম্ভাৰ ব্যৱসায় সমবায় সমিতিলৈ বিক্ৰীৰ বাবে আগবঢ়োৱা যদি। কেতিয়াবা বাহিৰৰ বজাৰত সমবায়তকৈ উৎপন্ন বস্তুৰ বজাৰ-দৰ ( Market price ) বেছি হয় তেতিয়াও, সমবায়ৰ নিৰাপত্তাৰ অৰ্থে, সমবায়ৰ উন্নতিকল্পে, সদস্য-সকলে তেওঁলোকৰ উৎপাদিত সম্ভাৰ সমবায়কেই বিক্ৰীৰ বাবে দিব লাগিব, তেতিয়াহে দৰাচলতে ব্যৱসায় সমবায়ৰ উদ্দেশ্য সফল হ'ব।

সদস্যসকলে তেওঁলোকৰ উৎপন্ন সামগ্ৰী সমবায়ক দিয়াটো বাধ্যতা-মূলক নহয়। বলপূৰ্বক কাম কৰা নীতি সমবায়ৰ পৰিপন্থী। সেয়েহে সদস্যসকলৰ নৈতিকতাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হয়।

ব্যৱসায় সমবায়ৰ কিছুমান নিজস্ব সমস্যা আছে। সেই সমস্যাবোৰ এনে ধৰণৰ—

সমবায়খন অঞ্চল ভিত্তিত গঠিত হবনে কোনো পণ্য-বস্তুৰ ভিত্তিত গঠিত হ'ব ? নিজ অঞ্চলৰ বজাৰত পণ্য-বস্তুৰ শ্ৰেণী বিভাগ নোহোৱাকৈ বিক্ৰী কৰিবলৈ হলে সমবায় অঞ্চল ভিত্তিত গঠিত হোৱা ভাল। আন-হাতে যদি পণ্য-বস্তুৰ বিশেষীকৰণ, শ্ৰেণীবিভাগ আদি কৰি বজাৰত বিক্ৰী কৰিব লাগে তেন্তে ই পণ্য-বস্তুৰ ভিত্তিত সমবায় সংগঠিত হলেহে ভাল।

এনে ব্যৱসায় সমবায়ে দেশীয় আৰু অন্তৰ্দেশীয় বজাৰৰ লগতো ওতঃপ্ৰোতভাৱে সম্বন্ধ স্থাপন কৰা আৱশ্যক। নহলে সদস্যবৰ্গই প্ৰকৃত পৰিচালনাৰ অভাৱত সমবায়ৰ গুণগত মান হেৰুৱাব। সমবায়ৰ সদস্য



সকলে তেওঁলোকৰ উৎপন্ন সম্ভাৰৰ গুণৰ বিভক্তিকৰণ, শ্ৰেণীৰ ক্ৰম-বিভাগ, ভিন ভিন গোটৰ ( unit ) বিভাগ, পৰিমাণ আৰু ওজন অনুযায়ী পেক ( pack ) কৰা সুন্দৰকৈ আঁতি বন্ধা আদি কামবোৰ কৰাত পাকৈত নহয়। ইয়াৰ উপৰি বজাৰৰ দৰ উঠা নমা হোৱা, দূৰৰ বজাৰৰ লগত যোগাযোগ ৰখা, লাভজনক বজাৰৰ সন্ধান কৰা ইত্যাদি কামবোৰ নিৰৱচ্ছিন্ন ভাৱে আৰু নিয়াৰিকৈ কৰিব নোৱাৰিলে প্ৰতিযোগিতাৰ বজাৰত ব্যৱসায় সমবায় তিষ্ঠি থকা টান।

ব্যৱসায় সমবায়ৰ পণ্য সম্ভাৰ ৰাখিবৰ বাবে নিজস্ব ভঁড়াল থকা দৰ্কাৰ। ভঁড়াল থাকিলে সদস্যবৰ্গৰ উৎপন্ন বস্তুৰ লোকচান নহয়। ব্যৱসায় সমবায়ে ভঁড়াল সাজিবৰ বাবে চৰকাৰ অথবা সমবায় বেংকৰ পৰা দীৰ্ঘম্যাদী হিচাপত পৰিমিত সুতৰ হাৰত ঋণ লব পাৰে।

ব্যৱসায় সমবায়ৰ সদস্যসকলৰ সমবায় পুঁজি অংশৰ দায়িত্ব সীমাবদ্ধ ; কিন্তু সমবায়ৰ কল্যাণাৰ্থে এই দায়িত্বৰ পৰিসীমা বঢ়াব লগীয়াও হয়। প্ৰকৃতাৰ্থত পুঁজিবাদী বজাৰ ব্যৱস্থাত এনে সমবায় ব্যৱসায়ৰ পৰিসৰ নিচেই ঠেক। কাৰণ একস্বত্বাধিকাৰী, একাধিকাৰী, যুটীয়া ব্যৱসায় সংস্থা আদি বিভিন্ন ব্যৱসায় সংস্থাবোৰে সমবায় ব্যৱসায়ৰ সম্প্ৰসাৰণ হ'বলৈ নিদিয়ে। আনহাতে এই সংস্থাবোৰে সমবায়ৰ অন্তৰ্ভুক্ত হৈ বা সমবায়ৰ পৰিপূৰক হিচাপে ব্যৱসায় কৰিবলৈ নিবিচাৰে। ব্যৱসায়ত সাধাৰণতে মূলধনৰ নাটনি, এই কথা পৰিষ্কাৰ হয় যেতিয়া সমবায়খনে তিনিটা ব্যৱসায় পদ্ধতিৰ ভিতৰত (যথা কমিছন এজেণ্ট হিচাপে ব্যৱসায় কাৰ্য্য চলোৱা, ভঁড়ালত বন্ধকী কেন্দ্ৰ হিচাপে ব্যৱসায় কৰা, আৰু সদস্যবৰ্গৰ সমুদায় উৎপাদন সামগ্ৰী ক্ৰয় কৰি ব্যৱসায় কৰা ) সদস্যবৰ্গৰ সমুদায় উৎপন্ন সামগ্ৰী ক্ৰয় কৰি ব্যৱসায় কৰা পদ্ধতি অৱলম্বন কৰে। প্ৰশিক্ষণ প্ৰাপ্ত পটু কৰ্মী বা শিল্প-কৰ্মীৰ সৰ্বদায় অভাৱ, যাৰ বাবে উৎপাদন খৰচ ( Cost of Production ) বৃদ্ধি পায়। অন্যান্য সংস্থাই, (যথা

উৎপাদন সংস্থা, বণিক-সংঘ আদি ) সমবায় ব্যৱসায়ক তাৰ প্ৰাপ্য স্থান নিদিয়ে অৰ্থাৎ অন্য ব্যৱসায় সংস্থাৰ সৈতে সমবায়ৰ সমন্বয় সাধন নহয় ; আভ্যন্তৰীণ অঞ্চলৰ যাতায়ত ব্যৱস্থাৰ অভাৱ আৰু সমবায়ৰ ব্যক্তিগত ভঁড়ালৰ অভাৱ সৰ্বদায় পৰিলক্ষিত হয়,—এই উল্লিখিত সকলোবোৰৰ অপ্ৰাচুৰ্য্যই ব্যৱসায় সমবায়ৰ ক্ৰমোন্নতিত বাধাৰ সৃষ্টি কৰে।

ওপৰত আলোচনা কৰা সমবায় সমিতিসমূহৰ বাহিৰেও আৰু বহু বিষয়ৰ ওপৰত সমবায় সমিতি গঠন কৰা হয়, যেনে—বীমা সমবায় ( Insurance Society ), পাইকাৰী সমবায় সমিতি ( Whole Sale Co-operative Society) আবাসগৃহ সমবায় (Housing Society), উন্নতমান সমবায় সমিতি ( Better-living Society ) আদি।

**সমবায় ব্যৱসায় আৰু জইন্ট্ ষ্টক কোম্পানী ( Co-operative Society and Joint Stock Company ) :** আদৰ্শগত দৃষ্টিভংগীৰ পৰা চাবলৈ গলে—সমবায় আৰু কোম্পানী সংগঠনৰ মাজত উদ্দেশ্য আৰু নিয়ন্ত্ৰণৰ ক্ষেত্ৰত ঘোৰ অনৈক্য পৰিলক্ষিত হয়। উভয় ব্যৱসায়ৰ ক্ৰম-বিকাশৰ প্ৰক্ৰিয়াত যি ব্যৱসায়িক অংশৰ উৎপত্তি হয় তাতেই মূল অনৈক্যৰ বীজ নিহিত থাকে। সেয়ে উভয় বিধ ব্যৱসায়ৰ মাজত কিছুমান পোনপটীয়া প্ৰভেদ দৃশ্যমান হয়। এই বিভিন্নতাবোৰ সাধাৰণতে তলত উল্লেখ কৰা বিধৰ।

(১) সমবায় সংগঠন কৰা হয় সমবায়ৰ সদস্যবৰ্গৰ সেৱাৰ অৰ্থে, কিন্তু কোম্পানী গঠন কৰা হয় লাভ অৰ্জনৰ উদ্দেশ্যে।

(২) সমবায় সংগঠন পৰিচালনা কৰে সমবায়ৰ সদস্যবৰ্গই আৰু তাৰ পৰিচালনা গণতান্ত্ৰিক ভিত্তিত হয়, কিন্তু কোম্পানী পৰিচালিত হয় মুষ্টিমেয় কেইজনমান সদস্যৰ দ্বাৰা যাৰ মূলধনৰ অংশৰ মাত্ৰা অধিক। সমবায়ৰ এজন সদস্যৰ এটা ভোটৰ অধিকাৰ থাকে, অন্যহাতে কোম্পানীৰ



ভোটৰ অধিকাৰ অংশ অনুপাতে পায়। সেয়ে সমবায়ত—"এজন সদস্য এটা ভোট"; কিন্তু কোম্পানীত 'এটা অংশ এটা ভোট'। সমবায়ৰ পুঁজি-অংশ ইচ্ছাপূৰ্বক ল'ব পাৰি অথবা আগতীয়া জাননীৰ দ্বাৰা প্ৰত্যাহাৰো কৰিব পাৰি ; কিন্তু কোম্পানীৰ অংশ ইচ্ছানুযায়ী লব পাৰিলেও প্ৰত্যাহাৰ কৰিব নোৱাৰে। এই বিষয়ত হয় অংশীদাৰ সদস্যজনে অংশ আনলৈ হস্তান্তৰ ( Transfer ) কৰিব পাৰিব নহয় সেই অংশ কোম্পানীক সমৰ্পণ ( Surrender ) কৰিব লাগিব।

(৩) নিম্ন উপাৰ্জনক্ষম মানুহৰ কল্যাণৰ কাৰণে, পাৰস্পৰিক সহযোগৰ বাবে আৰু আধুনিক সুযোগ-সুবিধা লাভাৰ্থে সমবায় সমিতি গঠন কৰা হয়। সমবায়ৰ নীতি হৈছে প্ৰতিজন সদস্যই সমবায় সমিতিৰ সকলো সদস্যৰ হৈ আৰু সদস্যই প্ৰতিজন সদস্যৰ হ'কে কাৰ্য্য কৰাই মূল উদ্দেশ্য ; কিন্তু কোম্পানীৰ ক্ষেত্ৰত, অংশধাৰী সদস্যবৰ্গই কোম্পানীৰ লাভ হলে লভ্যাংশ পোৱাৰ বাহিৰে আন কোনো সা-সুবিধা কোম্পানীৰ পৰা নাপায়। কোম্পানীয়ে অংশীদাৰসকলৰ সুযোগ সুবিধাৰ প্ৰতি লক্ষ্য নাৰাখে।

(৪) সমবায়ৰ মালিকীস্বত্ব আৰু নিয়ন্ত্ৰণ সদস্যসকলৰ হাতত ন্যস্ত থাকে। সাধাৰণতে সমবায় গঠিত হয় এখন গাওঁ বা এটা অঞ্চল লৈ। ফলত সদস্যবৰ্গই সমিতিৰ সভা-সমিতিত, দৈনন্দিন কৰ্মত আৰু সমিতিৰ কাৰ্য্য পৰিচালনাত সুন্দৰকৈ অংশ গ্ৰহণ কৰিব পাৰে। সেয়েহে সমিতিৰ স্বত্ব আৰু নিয়ন্ত্ৰণ নিজৰ হাতত থাকে ; কিন্তু কোম্পানীৰ সদস্যবৰ্গ দেশজুৰি বিস্তৃত হৈ থাকে। কোম্পানীৰ ওপৰত তেওঁলোকৰ স্বত্ব আৰু নিয়ন্ত্ৰণ একেলগে দিয়া নহয়। স্বাভাৱিকতে কোম্পানী পৰিচালনাৰ দায়িত্ব 'সঞ্চালক পৰিষদ'ৰ হাতত অৰ্পণ কৰা হয়। দেশজুৰি সিঁচৰতি হৈ থকা সদস্যসকলে বা অংশধাৰীবৰ্গই কোম্পানীৰ সভাসমিতিত সদায় উপস্থিত নাথাকে আৰু কোম্পানীৰ দৈনন্দিন কৰ্মত যোগদান কৰাৰো নিৰ্ধাৰিত কোনো নিয়ম নাই।

(৫) সমবায়ৰ মূলধন বৃদ্ধি কৰিবলৈ বিচাৰিলে নতুন সদস্য অন্তৰ্ভুক্তিৰে কৰা হয়। কোম্পানীৰ মূলধন বৃদ্ধি কৰিবলৈ ইচ্ছা কৰিলে প্ৰথমে কোম্পানীত থকা ( Existing members ) সদস্যবৰ্গলৈ অংশ ক্ৰয়ৰ বাবে আহ্বান জনাব লাগে।

(৬) কোম্পানীৰ পুঁজি অংশৰ ওপৰত ভিত্তি কৰি লাভৰ অংশ বিতৰণ কৰা হয়; কিন্তু সমবায় সমিতিত সদস্যসকলে কৰা সৰ্বমুঠ ক্ৰয় বা বিক্ৰয় অথবা সৰ্বমুঠ মজুৰি পোৱাৰ ওপৰতহে লভ্যাংশ দিয়া হয়।

(৭) সমবায় সমিতিৰ সদস্য সংখ্যাৰ নিৰ্ধাৰিত কোনো পৰিসীমা নাই; কিন্তু কোম্পানীৰ ক্ষেত্ৰত সদস্যসংখ্যা পুঁজি অংশৰদ্বাৰা নিৰ্ধাৰিত হয়।

**সমবায়ৰ উপকাৰ সমূহ ( Benefits ) :** বিভিন্ন দিশত সংগঠিত বিবিধ সমবায় সমিতিসমূহে নানান সুযোগ-সুবিধা আগবঢ়ায়। নিম্নোল্লিখিত উপকাৰসমূহ তাৰ ভিতৰত অন্যতম।

(১) গ্ৰাহক সমবায়ৰ সদস্যসকলে উচিত বা সুলভ মূল্যত বস্তু ক্ৰয় কৰিব পাৰে, ফলত মধ্যম বণিকে কৰা লাভ, ৰাহি হয় আৰু অনুমানসিদ্ধ ক্ৰয়ৰ ক্ষেত্ৰত কল্পনা প্ৰৱণ ব্যৱসায়ীৰ ( Speculator ) ওচৰত লোকচান নভৰে।

(২) সমবায়ৰ পণ্য-সম্ভাৰ গ্ৰাহক সদস্যৰ আৱশ্যক অনুপাতে প্ৰায় পৰিমাণ অনুযায়ী অনা হয়। গতিকে আন ব্যৱসায়ীৰ দৰে গ্ৰাহকৰ চাহিদাৰ ওপৰত ই নিৰ্ভৰযোগ্য নহয়। যিটো আন ব্যৱসায়ৰ ক্ষেত্ৰত প্ৰায়ে ঘটে।

(৩) সমবায়ৰ পণ্য-সম্ভাৰ বিক্ৰীৰ বাবে প্ৰচাৰ আৰু বিজ্ঞাপন আৱশ্যক নহয় কাৰণ সমবায়ৰ গ্ৰাহক সদস্য সদায় নিয়মিত। লোকে নিজৰ আৱশ্যকীয় সম্ভাৰ সমবায়ৰপৰা সময় অনুযায়ী ক্ৰয় কৰে। সেয়ে চাহিদাৰ (Demand) অভাৱত বস্তু পৰি নাথাকে আৰু চাহিদা বৃদ্ধি কৰিবলৈ প্ৰচাৰ বা বিজ্ঞাপনত অৰ্থ ব্যয় কৰিবও নালাগে।



(৪) সমবায় পৰিচালনাৰ বহু খৰচ পৰিচালনা সমিতিৰ সদস্যবৰ্গই অবৈতনিক ভাবে, স্বেচ্ছাকৃত সেৱা আগবঢ়োৱাৰ ফলত ৰাহি হয়। সমবায়ৰ আদৰ্শৰ বাবে কোনো কোনো ক্ষেত্ৰত কম বেতন দিও কৰ্মচাৰী নিয়োগ কৰিব পাৰি। পাৰস্পৰিক ভিত্তিত সমবায় সংগঠন গঢ়ি উঠে কাৰণে ক্ষেত্ৰ বিশেষে সমবায়ে সদস্যৰ পৰা অবৈতনিক সেৱা লাভ কৰে।

(৫) সমবায় ব্যৱসায়ত পুঁজি অংশ বিনিয়োগকাৰীৰ ভিতৰত কোনো বিশেষ শ্ৰেণী নাথাকে। ইয়াৰ সকলো বিনিয়োগকাৰীয়েই সমস্বত্বাধিকাৰী। সম্ভাৰ ক্ৰয় কৰা বা উৎপন্ন দ্ৰব্য সমবায়ক দিয়াৰ মূল্য নাইবা মুঠ মজুৰিৰ মূল্যৰ ওপৰত ভেটি কৰিহে সমবায় সমিতিয়ে উদ্বৃত্ত বিতৰণ কৰে। মুঠ পুঁজি বিনিয়োগৰ ওপৰত ই প্ৰযোজ্য নহয়, ফলত সমবায়ৰ প্ৰতি গ্ৰাহক আকৰ্ষিত হয়।

(৬) বিভিন্ন সমবায় সমিতিৰ বিশেষকৈ উৎপাদক, পাইকাৰী, আৰু খুচুৰা বিক্ৰী সমবায়ৰ মাজত পূৰ্ণ সংহতি আৰু সমন্বয় থাকে। পুঁজিবাদী ব্যৱসায় সংস্থাৰ মাজত এনে সমন্বয় আশা কৰা নাযায়।

(৭) অৰ্থনৈতিক ক্ষেত্ৰত সাধাৰণ খাটি-খোৱা মানুহৰ বাবে ই এটা নতুন সামাজিক ব্যৱস্থা। সাধাৰণ পৰিশ্ৰমী মানুহৰ জীৱন নিৰ্বাহৰ মানদণ্ড উন্নয়নৰ অৰ্থেই সমবায় আন্দোলনৰ প্ৰৱৰ্তন। নিম্ন শ্ৰেণীৰ মানুহক আত্মনিৰ্ভৰশীল হৈ সামূহিক উন্নয়নৰ গণতান্ত্ৰিক পথেদি অগ্ৰসৰ হবলৈ সুযোগ দিয়ে।

পুঁজিবাদী ব্যৱসায় ব্যৱস্থাত গঢ়ি উঠা অনিপুণ ব্যৱসায় সংস্থাবোৰক সমবায় আন্দোলনে অৱলোপ কৰে।

**সমবায় সমিতিৰ দুৰ্বলতাসমূহ (Weaknesses) ঃ**—কোনো কোনো বেহা-বেপাৰৰ ক্ষেত্ৰত কৃতকাৰ্য্য হলেও সমবায় ব্যৱসায় প্ৰতিষ্ঠান সমূহৰ দুৰ্বলতা বা সীমাবদ্ধতা নথকা নহয়।

সমবায় সংগঠন কেতিয়াও সীমাহীন ভাবে সম্প্ৰসাৰিত হ'ব নোৱাৰে। বৃহৎ আকাৰৰ সমবায় সংগঠন, ইয়াৰ নীতি অনুযায়ী কেতিয়াও সফলকাম নহয়। পুঁজিবাদী ব্যৱসায়ে দেশৰ সমগ্ৰ অৰ্থনৈতিক গাঁথনিক যিদৰে বেৰি লয় তেনেদৰে সমবায় সংগঠনে নোৱাৰে। পুঁজিবাদী সমাজত বিভিন্ন শ্ৰেণীৰ মানুহৰ উপাৰ্জনো বিভিন্ন স্তৰৰ। সেয়ে সকলো স্তৰৰ উপাৰ্জনক্ষম মানুহ এই ব্যৱসায়ৰ অন্তৰ্ভুক্ত নহয়।

সমবায়ৰ বজাৰখন প্ৰায় চুক্তিবদ্ধ। এই চুক্তিবদ্ধতা বা চৰ্তসাপেক্ষতাই হৈছে সংগঠনৰ দুৰ্বলতাৰ কাৰণ। সমবায় সমিতিৰ পৰিচালন সমিতিখন সদায়েই দক্ষ পৰিচালকৰদ্বাৰা গঠিত নহয়। পৰিচালন সমিতিখন গঠনৰ ক্ষেত্ৰত ব্যক্তিগত বিবেচনাৰ কথায়ো স্থান লাভ কৰে। ফলত সুনিপুণ পৰিচালনাৰ অভাৱত সমবায় ব্যৱসায়ে ধনতান্ত্ৰিক ব্যৱসায় সংস্থাৰ লগত সমান্তৰাল ভাবে প্ৰতিদ্বন্দী হ'ব নোৱাৰে।

ব্যক্তিগত বিবেচনাৰ কথাই অগ্ৰাধিকাৰ পোৱাৰ ফলত সুদক্ষ সেৱকৰ সেৱা লাভ কৰিবলৈ সমবায় সক্ষম নহয়। অভিজ্ঞ আৰু দক্ষ কাৰিকৰ, পটু শিল্প-কৰ্মী, শ্ৰেষ্ঠ-বিষয়াক সমবায় সমিতিয়ে সৰ্বদায় ৰাখিব নোৱাৰে, যিহেতু সদাগৰ, পুঁজিপতি ব্যৱসায়ীসকলে উচ্চ হাৰত বেতন আৰু অন্যান্য সা-সুবিধা দি নিজৰ ব্যৱসায়লৈ লৈ যায়। আনহাতে সমবায়ত বিশ্বাসী আৰু আদৰ্শনিষ্ঠ কাৰিকৰ বা বিষয়া পোৱাটো প্ৰায় দুৰূহ।

সমবায় ব্যৱসায়ত ব্যৱসায় সংগঠন কৰা বা প্ৰতিষ্ঠা উদ্যোগকাৰীৰ অগ্ৰণীৰ সৰ্বদায় অভাৱ দেখা যায়। যেতিয়ালৈকে উদ্যোক্তাৰ



কৰ্মনৈপুণ্য সৃষ্টি নহয়, তেতিয়ালৈকে কোম্পানী ব্যৱসায়ৰ লগত সমান্তৰাল ব্যৱসায় সংগঠন হোৱাৰ সমবায় পদ্ধতিত নাই।

যেতিয়ালৈকে সমবায়ে ফটকাবাজ ব্যৱসায় অৱৰুদ্ধ বা সংকোচন কৰিব নোৱাৰে, গ্ৰাহকৰ প্ৰয়োজনীয় সামগ্ৰী কেন্দ্ৰীভূত কৰি চাহিদা অনুসৰি যোগান ধৰিব নোৱাৰে, গ্ৰাহকৰ পছন্দ আনুসৰি সূক্ষ্ম, সুন্দৰ আৰু গুণসম্পন্ন শিল্পজ সামগ্ৰী যোগান দিব নোৱাৰে, গ্ৰাহকৰ শ্ৰেণীভেদে শিল্পজাত আৰু শিল্পজাত সামগ্ৰী সুলভ মূল্যত বণ্টন কৰিব নোৱাৰে, তেতিয়ালৈকে সমবায় ব্যৱসায়ে কৃতকাৰ্য্যতা লাভ কৰা দুৰূহ কৰ্ম।

**ভাৰতবৰ্ষত সমবায় আন্দোলন ( Co-operative Movement ) ঃ**

**ভূমিকা ঃ** ভাৰতবৰ্ষত সমবায় আন্দোলনৰ ভূমিকা নিচেই সামান্য নহয় যদিও বৰ গৌৰবোজ্জ্বল নহয়। সমিতি সম্প্ৰসাৰণৰ বাবে বিভিন্ন উপায় অৱলম্বন কৰা সত্বেও ই বৰ্তমানো প্ৰায় চালুকীয়া অৱস্থাতে আছে।

ভাৰতবৰ্ষৰ সমবায় আন্দোলন ১৯০৪ চনত আৰম্ভ হয়। প্ৰথম অৱস্থাত ই কেৱল ঋণৰ ক্ষেত্ৰতহে প্ৰযোজ্য হৈছিল ; কিন্তু ১৯১২ চনত গৃহীত হোৱা আইনে অতীত আইনৰ সংশোধন কৰি নতুন দিশত আগবাঢ়ে। ১৯১২ চনৰ আইনে ঋণদান সমিতিৰ উপৰিও অন্যান্য গ্ৰাহক, উৎপাদক আদি ব্যৱসায় সমবায়, সংগঠন কৰিবলৈ সুযোগ দিয়ে। উক্ত আইনে সমিতিসমূহ তিনিটা স্তৰত বিভক্ত কৰে। সেই স্তৰ-ভেদ হৈছে—গাওঁ বা অঞ্চল ভিত্তিত—প্ৰাথমিক সমবায়, জিলা বা তালুক ভিত্তিত—কেন্দ্ৰীয় সংগঠন আৰু ৰাজ্য ভিত্তিত—ৰাজ্যিক সংগঠন।

**সমবায়ৰ উদ্যোগ ঃ**—ৰাইফেঁছে ( Raiffeisen ) আৰু শ্বুলজে ডেলিটজেচৰ ( Schulze-Delitzsch ) নামানুসাৰে দুই ধৰণৰ সমবায় পদ্ধতি সমগ্ৰ পৃথিৱীতে বিয়পি পৰিছিল।

তলত স্তৰ অনুসৰি বিভাগসমূহ দেখুৱা হ'ল

সমবায় সমিতি

(Co-operative Societies)






ভাৰতবৰ্ষত প্ৰথমে ৰাইফেঁছে পদ্ধতিৰ সমবায় সমিতি সংগঠিত হৈছিল। পাছত কিন্তু শ্বুলজে ডেলিটজেচ'ৰ পদ্ধতিৰ প্ৰবৰ্তন হয়। ফলস্বৰূপে ভাৰতবৰ্ষত থকা বৰ্তমানৰ সমবায় সমিতি সমূহ উভয় পদ্ধতিৰে সংমিশ্ৰিত ৰূপ।

সমবায় আন্দোলনৰ প্ৰথম আৰু প্ৰধান অংশ হৈছে—গাওঁ স্তৰত সংগঠিত প্ৰাথমিক সমবায়. কৰ্মক্ষেত্ৰ, সদস্য সংখ্যা, পুঁজি, উদ্দেশ্য আৰু নাম-ঠিকনা আদি পৰিষ্কাৰকৈ উপবিধিত থাকিব লাগিব। ন্যূনতম যিকোনো দহজন সদস্য হলেই এনে সমিতি গঠনৰ বাবে সমবায় আইনে সন্মতি দিয়ে। এনে সমবায়ৰ পৰিচালনাৰ ভাৰ দুখন পৰিষদৰ হাতত ন্যস্ত থাকে। সকলো সদস্যক লৈ হোৱা পৰিষদখন সাধাৰণ সমিতি আৰু সাধাৰণ সমিতিত নিৰ্বাচিত প্ৰতিনিধি লৈ গঠিত পৰিষদক পৰিচালনা সমিতি বোলে।

সাধাৰণ সমিতিৰ কৰ্তব্যসমূহ হল—হিচাপ পৰীক্ষকে দিয়া বাৰ্ষিক হিচাপৰ প্ৰতিবেদনৰ পৰ্য্যালোচনা, হিচাপ পৰীক্ষক আৰু পঞ্জীয়কৰ নিৰ্দেশসমূহ বিবেচনা কৰা, সমবায়ৰ উপবিধিৰ সংশোধন কৰা সমবায়ৰ নীতি-নিৰ্ধাৰণ কৰা আৰু পৰিচালনা সমিতি সংগঠন কৰা আদি। এই কাৰ্য্যসমূহৰ বাহিৰে দৈনন্দিন ব্যৱসায়িক কৰ্মৰাজি আৰু অন্তৰীণ সকলো কৰ্ম পৰিচালনা আৰু সমাধান কৰাৰ ভাৰ পৰিচালনা সমিতিৰ ওপৰত ন্যস্ত থাকে।

এই সমবায় সংগঠনৰ দ্বিতীয় স্তৰত—কেন্দ্ৰীয় সমিতি সমূহ। ই বেংক আৰু অন্যান্য সমবায় সমিতিৰ কেন্দ্ৰীয় তদাৰক বা জামিনদাৰী সমিতিও হ'ব পাৰে। দৰাচলতে ই সমবায় সমিতিসমূহৰ সন্ধিবদ্ধ—সংগঠন সমিতিসমূহৰ পৰিচালনাৰ ভাৰ ঐক্যবদ্ধ সমিতি বা ইউনিয়ন সমিতিৰ হাতত থাকে আৰু ইউনিয়ন সমিতিখন গঠিত হয়, সমিতিৰ অন্তৰ্ভুক্ত প্ৰাথমিক সমবায় সমিতিসমূহৰ প্ৰতিনিধিৰ জৰিয়তে। এনে

সমিতিত বেতনভোগী এজন সম্পাদক থাকে আৰু সমিতিৰ কাম-কাজবোৰ একোখন উপ-সমিতিৰদ্বাৰা পৰিচালিত হয়।

সাধাৰণতে দেখা যায় ঋণদান সমবায় সমিতিবোৰৰ গঠন প্ৰণালী একোটি পিৰামিড স্বৰূপ। ভেটি স্থানীয় সমবায়বোৰ হ'ল—প্ৰাথমিক সমবায়, মধ্যম স্তৰত কেন্দ্ৰীয় সমবায় সমিতিবোৰ আৰু শেষ স্তৰত বা বিন্দুত থাকে ৰাজ্যিক বেংক।

কেন্দ্ৰীয় সমবায় বেংকবোৰ দুই প্ৰকাৰৰ। এবিধ কেন্দ্ৰীয় সমবায় সমিতিৰ সদস্য, স্বতন্ত্ৰ ব্যক্তি আৰু প্ৰাথমিক সমবায়ৰ প্ৰতিনিধিৰে সংগঠিত। আনবিধ—কেৱল কেন্দ্ৰীয় সমবায়ৰ প্ৰতিনিধি সদস্যৰে গঠিত।

শীৰ্ষস্থানত অৱস্থিত ৰাজ্যিক বেংক শীৰ্ষ-স্থানীয় অধিকোষ বা এপেক্স্ বেংক বোলা হয়। এনে বেংকৰ সদস্যবৰ্গ প্ৰধানকৈ স্বতন্ত্ৰ ব্যক্তিৰ সমষ্টি। এই বেংকে ৰিজাৰ্ভ বেংক, ৰাজ্যিক চৰকাৰ, আৰু অন্যান্য অৰ্থনিগমৰপৰা ঋণ লৈ কেন্দ্ৰীয় সমবায়সমূহক সেই একে পদ্ধতিত অৰ্থ প্ৰদান কৰে। কেন্দ্ৰীয় সমবায়সমূহে প্ৰাথমিক সমবায় সদস্যবৰ্গক পুনৰ ঋণ পদ্ধতিত অৰ্থ বন্টন কৰে। প্ৰাথমিক সমবায়ৰ পৰা শীৰ্ষ স্থানত থকা এপেক্স্ বেংকলৈকে সমস্ত অৰ্থৰ লেনদেন পাৰস্পৰিক ভাবে ঋণভিত্তিত হয়।

**বিঃ দ্ৰঃ** (ক) উল্লেখিত মুঠ সমবায়ৰ ভিতৰত ১৯৬০-৬১ চনৰ কৃষি সমবায় সমিতিৰ সংখ্যা আছিল ২.৮১ লাখ খন।

(খ) সমবায় সমিতি সমূহৰ ১৯৬৯-৭০ চনত মুঠ পুঁজি অংশৰ পৰিমাণ হৈছিল ৭৫৩.২১ কোটি টকা।

(গ) চতুৰ্থ পৰিকল্পনাৰ কাৰণে অল ইণ্ডিয়া ৰুৰেল ক্ৰেডিট ৰীভিং কমিটীৰ অনুমোদন সাপেক্ষে উল্লেখিত সমবায়সমূহক দুহেজাৰ কোটি হ্ৰস্ব-ম্যাদী আৰু দুহেজাৰ কোটি দীৰ্ঘ-ম্যাদী ঋণৰ মুঠ চাৰি হাজাৰ কোটি টকাৰ ঋণ আৱশ্যক হ'ব।

(ঘ) পৰিসংখ্যা কেন্দ্ৰীয় চৰকাৰৰ তথ্য বিভাগৰ পৰা প্ৰাপ্ত।



সৰ্বভাৰতীয় ভিত্তিত সমবায় আন্দোলনৰ ক্ৰমোন্নতিৰ ৰূপ তলত দেখুৱা হ'ল।

"সৰ্বভাৰতীয় সমবায় ক্ৰমোন্নয়ন তালিকা" (নম্বৰ এক)

| সময় Period | সমবায়ৰ সংখ্যা (মুঠ) (লাখ হিচাপে) Member of Societies (Total) (In lakhs) | মুঠ সদস্য সংখ্যা (নিযুত হিচাপে) Number of member (In million) | কাৰ্য্যকৰী পুঁজি (কোটি হিচাপে) Working Capital (In crores) | স্বতন্ত্ৰ ব্যক্তিক দিয়া ঋণ (কোটি হিচাপে) Loan to individuals (In crores) |
|---|---|---|---|---|
| ১৯৫০-৫১ | ১.৮১ | ১.৩৭ | ২৭৫.৮০ | ৮৬.৬০ |
| ১৯৬০-৬১ | ৩.৩২ | ৩৫.২০ | ১৩১২.১০ | ৩৭৯.৮০ |
| ১৯৬৯-৭০ | ৩.১৮ | ৬১.৬২ | ৫১৫৮.৭১ | — |

"ৰাজ্যিক আৰু কেন্দ্ৰীয় সমবায় বেংকৰ ক্ৰমোন্নয়ন তালিকা" ( নম্বৰ দুই )

| বিষয় | বছৰ | ৰাজ্যিক | কেন্দ্ৰীয় |
|---|---|---|---|
| সমবায় বেংকৰ মুঠ সংখ্যা | ১৯৫১—৫২ | ১৬ | ৫০৯ |
| | ১৯৬৯—৭০ | ২৫ | ৩৪০ |
| সৰ্বমুঠ সদস্য সংখ্যা | '৫১—৫২ | ২৩,২৭২ | ২,৩১,৩১৮ |
| | '৬৯—৭০ | ১৮,৪৬০ | ৩,১১,৫০৫ |
| সৰ্বমুঠ পুঁজি অংশ ( লাখ টকা হিচাপে ) | '৫১—৫২ | ১৯০ | ৪৬২ |
| | '৬৯—৭০ | ৩,৯৬০ | ১২,৭৯২ |
| সৰ্বমুঠ কাৰ্যকৰী পুঁজি ( লাখ টকা হিচাপে ) | '৫১—৫২ | ৩,৬৭২ | ৬,০১১ |
| | '৬৯—৭০ | ৬১,৯৪৪ | ৯২,৭৭৯ |
| সৰ্বমুঠ ঋণ দানৰ পৰিমাণ ( লাঃ টঃ হিঃ ) | '৫১—৫২ | ৫,৫২৭ | ১০,৫৬৪ |
| | '৬৯—৭০ | ৭০,৭০৮ | ৮৭,২৫০ |
| সৰ্বমুঠ বাকী ঋণৰ পৰিমাণ ( লাঃ টঃ হিঃ ) | '৫১—৫২ | ২.০০১ | ৩,৫৯১ |
| | '৬৯—৭০ | ৫০,৯৭৫ | ৭৩,৯৭৯ |
| সৰ্বমুঠ অনাদায় ঋণৰ পৰিমাণ (লাঃ টঃ হিঃ) অথবা পৰিশোধ নোহোৱা ঋণ | '৫১—৫২ | ৩৩২ | ৪৭৮ |
| | '৬৯—৭০ | ২,৭৫৬ | ২৯,৫২২ |

* পৰিসংখ্যা কেন্দ্ৰীয় চৰকাৰৰ তথ্য বিভাগৰ পৰা পোৱা।



"প্ৰাথমিক ঋণদান সমবায় সমিতি"
"ক্ৰমোন্নয়ন তালিকা" ( নম্বৰ—তিনি )

| বছৰ | সমিতি সংখ্যা | সদস্য সংখ্যা ( লাঃ হিঃ ) | পুঁজি অংশ (কোঃ টঃ হিঃ) | কাৰ্য্যকৰী পুঁজি (কোঃ টঃ হিঃ) | ঋণ দানৰ পৰিমাণ (কোঃ টঃ হিঃ) | বাকী ঋণৰ পৰিমাণ (কোঃ টঃ হিঃ) | অনাদেয় ঋণৰ পমিমাণ (কোঃ টঃ হিঃ) |
|---|---|---|---|---|---|---|---|
| ১৯৫১-৫২ | ১,০৭,৯২৫ | ৪৭.৭৭ | ৮.৯২ | ৪৫.২২ | ২৪.২১ | ৩৩.৬৬ | ৮.২৫ |
| ১৯৬৯-৭০ | ১,৬২,৭০০ | ২৯৭.৬৫ | ১৮৮.৭০ | ৯২১.৬৪ | ৫৪০.১১ | ৭১১.৪৪ | ২৬৮.২৫ |
| ১৯৭০-৭১ | ১,৬২,০০০ | ৩২৫.৫২ | — | ৯৫১.২৩ | ৫৬৪.৩৮ | — | ৩০১.২৯ |
| সাময়িক (Provisional) | | | | | | | |

সৰ্বভাৰতীয় "অঋণদান সমবায় সমিতি সমূহৰ তালিকা"

( ১৯৬৯—৭০ চন )

( নম্বৰ—চাৰি )

| অঋণদান সমবায় সমিতিসমূহৰ নাম ( Name of Non-Credits Co op. Societies ) | সংখ্যা Number | সদস্য সংখ্যা Membership | প্ৰয়োগ পুঁজি লাখ টকা হিচাপে Working Capital (In Rs. Lakhs) |
|---|---|---|---|
| (১) ব্যৱসায় সমবায় সমিতি জাতীয় ( National ) | ১ | ২৩ | ১০৫ |
| ৰাজ্যিক/কেন্দ্ৰীয়/প্ৰাথমিক | ৩,৩৭১ | ২৮,০৮,৪৫৫ | ২৭,৮৬৮ |
| (২) কুঁহিয়াৰ যোগান সমবায় ৰাজ্যিক/কেন্দ্ৰীয়/প্ৰাথমিক | ২২৪ | ২২,৪৫,২০১ | ১,৭৬৪ |
| (৩) মিল্ক ইউনিয়ন ( Milk Unions ) | ১৪৪ | ২৯,১৭১ | ১৩৭৯ |
| (৪) মিল্ক ছাপ্লাই ছ'চাইটি ( Milk Supply Societies ) | ১০,৮৩১ | ৯১৮,৮৮৯ | ১০৫০ |
| (৫) ফাৰ্মিং ছ'চাইটি ( Farming Societes ) | ৮,৮১৯ | ২,৪১,৩১৫ | ১,৪১৫ |
| (৬) জল-সিঞ্চন সমবায় ( Irrigation Societies ) | ১,৭৬৪ | ৯৭৬১৮ | ৮২০ |



| অঋণদান সমবায় সমিতিসমূহৰ নাম ( Name of Non-credits Co-op. Societies ) | সংখ্যা Number | সদস্য সংখ্যা Membership | প্ৰয়োগ পুঁজি লাখ টকা হিচাপে Working Capital (In Rs. Lakhs) |
|---|---|---|---|
| (৭) চেনি কল সমবায় ( Sugar Factories ) | ১১১ | ৪,৭৯,৩৮২ | ২৫,৩৫৭ |
| (৮) কপাহ ধুনা সমবায় ( Cotton Ginning Societies ) | ১৬৮ | ১২২,৬৮২ | ৯৩০ |
| (৯) আডাৰ প্ৰচে'ছিং ছ'চাইটি ( Other Processing Societies ) ৰাজ্যিক/প্ৰাথমিক | ১৪০৫ | ২,০৩২৩৮ | ১,১৩৯ |
| (১০) বোৱা কটা সমবায়—জাতীয়— | ১ | ১,২৪৬ | ১৫১ |
| ৰাজ্যিক/কেন্দ্ৰীয়/প্ৰাথমিক | ১২,৩৪১ | ১২,৮২,২২২ | ৫,২০১ |
| (১১) সূতা কটা কল সমবায় সমিতি | ৬২ | ১,৪৪,৪৩৯ | ৬,৩৫৭ |
| (১২) অন্য শিল্প উদ্যোগ সমবায় ৰাজ্যিক/কেন্দ্ৰীয়/প্ৰাথমিক | ৩৪,৮৬৯ | ১৭,৬৫,৯৭৮ | ৪,৭৫৮ |
| (১৩) গ্ৰাহক সমবায়— পাইকাৰী/প্ৰাথমিক | ১৩,৯৬২ | ৪২,৯৬,৪৯১ | ৬,১৩৩ |

| অঋণদান সমবায় সমিতিসমূহৰ নাম ( Name of Non-Credits Co-op. Societes ) | সংখ্যা Number | সদস্য সংখ্যা Membership | প্রয়োগ পুঁজি লাখ টকা হিচাপে Working Capital (In Rs. Lakhs) |
|---|---|---|---|
| (১৪) আবাস গৃহ সমবায় ( Housing Societies ) ৰাজ্যিক/প্রাথমিক | ১৬,৩২৫ | ১১,২০,৭৬৫ | ৩০,৭৯৪ |
| (১৫) মাছৰুৱা সমবায় ( Fishermen's Co op. ) ৰাজ্যিক/কেন্দ্রীয়/প্রাথমিক | ৪,২৪৭ | ৪,৫৮,৬৩৬ | ৮৮৭ |
| (১৬) বীমা সমবায় ( Insurance Co-op. ) | ৬ | ১৩,৯৪৪ | ২৪০ |
| (১৭) অন্যান্য সমবায় সমিতি ৰাজ্যিক/কেন্দ্রীয়/প্রাথমিক | ২৪,০১৭ | ২২,২৫,৮৩২ | ৫,৬৩১ |

পৰিসংখ্যা কেন্দ্রীয় চৰকাৰৰ তথ্য বিভাগৰ পৰা প্রাপ্ত।



**সমবায়ৰ পৰিপূৰক প্রতিষ্ঠান ঃ** উল্লিখিত সমবায় সমিতিসমূহৰ উপৰিও গাৱঁলীয়া জন-সাধাৰণলৈ ঋণ আগবঢ়োৱা কিছুমান প্রতিষ্ঠানে সমবায়ৰ পৰিপূৰক প্রতিষ্ঠানৰূপে কাৰ্য্যকৰী হৈ আছে। তেনে প্রতিষ্ঠানৰ ভিতৰত উল্লেখযোগ্য হ'ল—

(ক) **গ্রামীণ্ বৈদ্যুতিকীকৰণ নিগম (The Rural Electrification Corporation ) ঃ** এই নিগম ১৯৬৯ চনত স্ব-শাসিত পৰিষদ ৰূপে জন-বিদ্যুৎ মন্ত্রীৰ অধীনত গঠিত হয়। নিগমে অন্যান্য নিজস্ব আঁচনিৰ উপৰিও গাৱঁলীয়া অঞ্চলত গঠিত হোৱা গাৱঁলীয়া বৈদ্যুতিক সমবায়ক গাওঁ অঞ্চলত বিজুলী সৰবৰাহ আৰু বিতৰণৰ ক্ষেত্রত সহায় সহযোগ আগবঢ়ায়।

(খ) **জাতীয় সমবায় উন্নয়নী নিগম (The national Co-operative Development Corporation) ঃ** লোকসভাৰ এখন আইনৰ জৰিয়তে উন্নয়নী নিগম গঠিত হৈছে। নিগমৰ উদ্দেশ্য হ'ল—উৎপাদন, গুণ-বিভাজন, ভাণ্ডাৰৰ ব্যৱস্থা আদিৰদ্বাৰা কৃষিজাত সামগ্রীৰ ব্যৱসায়ৰ অৰ্থে পৰিকল্পনা আৰু কাৰ্য্য-সূচী প্রস্তুত কৰা আৰু সমবায় সমিতিৰ জৰিয়তে উক্ত কাৰ্য্যসূচীৰ ৰূপায়ণ কৰা।

উপৰোক্ত কৃষিজাত সামগ্রীৰ উন্নয়ন আৰু ব্যৱসায়ৰ উপৰিও আৰু ভালেমান আঁচনি নিগমে হাতত লৈছে আৰু সেই আঁচনিসমূহ কাৰ্য্যকৰী কৰিবলৈ ৰাজ্য চাৰকাৰসমূহলৈ সাহায্য আগবঢ়াইছে।

(গ) **কৃষি পুনৰবিত্ত নিগম (Agricultural Refinance Corporation ) ঃ** নিগমে মাটি উন্নয়নী বেংক্ (Land Development Bank) ৰাজ্যিক সমবায় বেংক্ আৰু অনুসূচীত বাণিজ্যক বেংকলৈ দীৰ্ঘ-ম্যাদী ভিত্তিত ঋণ আগবঢ়ায়। নিগমে—১৯৭২ চনলৈকে ৬৬৩ টা বিভিন্ন আঁচনিৰ কাৰণে প্রয়োজন হোৱা—৩৯১'৯৯ কোটি টকাৰ ভিতৰত ২৯৮ কোটি টকাৰ বিত্তীয় সাহায্য আগবঢ়াবলৈ প্রতিশ্রুত হৈছে।

(ঘ) ভাৰতীয় কৃষি সমবায় ব্যৱসায় সংস্থা (The national agricultural Co-operative Marketing Federation)ঃ এই ব্যৱসায় সংস্থা গঠিত হৈছে—বিশেষকৈ কৃষিজ সম্পদৰ আন্তঃৰাজিক আৰু ৰপ্তানি বাণিজ্য উন্নয়নৰ অৰ্থে। উক্ত সংস্থাই প্ৰায় ৩৬৮ কোটি টকাৰ ৰপ্তানি বাণিজ্য ১৯৭১-৭২ চনত সম্পন্ন কৰে। ৰপ্তানি সামগ্ৰী খিনিৰ সৰহভাগেই কৃষিজাত উৎপন্ন সম্ভাৰ। দক্ষিণপূব এচিয়া আমেৰিকা আৰু অষ্ট্ৰেলিয়ালৈ সামগ্ৰীবোৰ ৰপ্তানি কৰা হৈছে।

(ঙ) ক্ষুদ্ৰ খেতিয়ক উন্নয়নী সংস্থা (The small Farmers Development Agencies)ঃ কেন্দ্ৰীয় চৰকাৰৰ সৌজন্যত ক্ষুদ্ৰ খেতিয়কসকলৰ সমস্যাসমূহৰ নিৰ্ণয় কৰণ আৰু তাৰ খণ্ডনৰ অৰ্থে এনে সংস্থাৰ আৱশ্যক হৈ পৰে। সেয়ে এতিয়ালৈ এনে ধৰণৰ ৪৬টা সংস্থা জিলা ভিত্তিত গঠন কৰা হৈছে।

সৰু খেতিয়কসকলৰ কৃষি-ক্ষেত্ৰ, সাৰ, খেতিৰ আহিলা-পাতি, বীজ আদিৰ বাবে নিৰ্দিষ্ট কাৰ্য্যসূচী প্ৰণয়ন আৰু বিভিন্ন ঋণদান সংস্থাৰ পৰা সকলো ধৰণৰ সাহায্য গ্ৰহণ কৰাই সংস্থাৰ উদ্দেশ্য। এনে সংস্থাই বিভিন্ন সমবায় বেংক্, সমবায় সমিতিৰদ্বাৰা সৰু খেতিয়কলৈ সহায়ক অনুদান আগবঢ়ায়। এনে সংস্থাই পৰিচালনা আৰু পৰিদৰ্শনৰ অৰ্থে বিশেষ সাহায্যও আৱশ্যক হলে আগবঢ়ায়। মুঠতে যাবতীয় সা-সঁজুলি সেৱা আৰু ঋণ এই তিনিওটা, সংস্থাই ক্ষুদ্ৰ খেতিয়কলৈ সাহায্য আকাৰে আগবঢ়োৱাই মূখ্য উদ্দেশ্য।

এই সংস্থাৰ উপৰিও আৰু এবিধ প্ৰকল্পৰ—'প্ৰান্তীয় কৃষক আৰু কৃষি মজদুৰ' (Marginal Farmer and Agricultural Labourers) নাম দি কেন্দ্ৰীয় চৰকাৰে সংগঠন কৰিছে। এই সংগঠনৰ মূল উদ্দেশ্য হ'ল—কৃষিৰ পৰিপূৰক কৰ্মসংস্থানৰ উদ্ভাৱন। এনে প্ৰকল্পলৈ সমবায় সমিতিৰ জৰিয়তে ঋণ আৰু অন্যান্য সুযোগ-সুবিধা দিয়া চৰ্চা



আছে; যাতে কৰ্মহীন কৃষক বা কৃষি মজদুৰে কৰ্মৰ সংস্থান কৰিব পাৰে।

উল্লিখিত দুয়োবিধ সংস্থালৈ চৰকাৰে ১১৫ কোটি টকাৰ অনুদান আৰু সহায়ক অনুদান আগবঢ়াইছে। এই অনুদানে আৰু অন্যান্য সংস্থাৰ পৰা ৩০০ কোটি টকা আহৰণ কৰিবলৈ সমৰ্থ হ'ব বুলি আশা কৰা হৈছে।

(চ) ভূমি উন্নয়নী বেংক্ (Land Development Bank)ঃ উন্নয়নী বেংক্ গাৱঁৰ কৃষকসকললৈ দীৰ্ঘ-ম্যাদী ঋণ আগবঢ়ায়। এনে উন্নয়নী বেংক্ প্ৰদেশ ভিত্তিত গঠিত হয়। এনে বেংকৰ দুটা স্তৰ আছে—প্ৰথমটো স্তৰত থাকে—প্ৰাথমিক ভূমি উন্নয়নী বেংক্। ই অঞ্চল, তহচিল, মহকুমা বা জিলা ভিত্তিত স্থাপিত। দ্বিতীয়টো স্তৰত—ৰাজ্য-ভিত্তিত কেন্দ্ৰীয় ভূমি উন্নয়নী বেংক্ থাকে। অৱশ্যে এই দ্বি-স্তৰ পদ্ধতি সকলো ৰাজ্যতে প্ৰচলন হোৱা নাই।

এনে বেংকে গাৱঁৰ কৃষকসকললৈ খেতিৰমাটি উন্নয়নৰ কাৰণে ঋণ, আগধন আগবঢ়ায়। স্বতন্ত্ৰ ব্যক্তিলৈ এনে বেংকে আগবঢ়োৱা ঋণৰ পৰিমাণ ১৯৬৯-৭০ চনত, ১৫৫ কোটি টকাৰো অধিক। এনে বেংকে ঋণ-পত্ৰ প্ৰচলন কৰি (By issuing Debentures) পুঁজি সংগ্ৰহ কৰে। উক্ত ঋণ-পত্ৰ সমূহ ৰিজাৰ্ভবেংক্ ষ্টেটবেংক্, বাণিজ্যিক বেংক্, সমবায় বেংক্, জীৱন-বীমা নিগম প্ৰভৃতিয়ে ক্ৰয় কৰে।

**সমবায়ৰ কেৰোণ সমূহ ঃ** পৰিকল্পনা কালছোৱাত সমগ্ৰ দেশৰ সমূহ সম্পদৰ উৎপাদন, বিতৰণ আৰু ব্যৱহাৰ বিষয়ত সমবায়ৰ অংশ নিচেই সামান্য। কোনো ক্ষেত্ৰতেই সমবায়ে বিবেচনাৰ যোগ্য ভূমিকা গ্ৰহণ কৰিব পৰা নাই।

প্ৰকৃতপক্ষে, যি অলপ পুনৰ সঞ্জীৱনী শক্তি ১৯৫৪ চনৰ পিছত সমবায় আন্দোলনে লাভ কৰিছিল—সি আহিছিল—ৰুৰেল ক্ৰেডিট

ছার্ভে কমিটীয়ে (Rural Survey Committee) সমবায় সমিতিৰ ১৯৫৪ চনত আগবঢ়োৱা বিস্তৃত প্ৰতিবেদনৰ ফলশ্ৰুতিত,। উক্ত প্ৰতিবেদনত সমবায় আন্দোলনৰ পটভূমি, সংস্কাৰ, ভবিষ্যৎ কাৰ্য্যসূচী আৰু নতুন আঁচনি প্ৰৱৰ্তনৰ অনুমোদনে ঠাই পাইছিল। যাৰ ফলস্বৰূপে—দ্বিতীয় আৰু তৃতীয় পৰিকল্পনাত এই আন্দোলনে উন্নয়ন ক্ষেত্ৰত কিছু উদগণি পাইছিল।

বিভিন্ন বিৱৰণীত উল্লেখিত কেৰোণসমূহ, এনে ধৰণৰ আছিল—

(১) ১৯১৫ চনত মেক্‌লাগান কমিটীয়ে (Maclagan Committee) এনেদৰে লক্ষ্য কৰিছিল যে—ভাৰতৰ প্ৰাথমিক সমবায় সমিতি-সমূহৰ বৃহত্তাংশই সমবায় আদৰ্শৰপৰা বিচ্যুত। সেয়ে জনসাধাৰণৰ সমবায়ৰ প্ৰতি কোনো সহায় সহানুভূতি নাছিল।

(২) ১৯২৮ চনৰ ৰয়েল কমিছনৰ (Royal Commission on Agriculture) বিৱৰণীত প্ৰকাশ পাইছিল যে—সমবায়ৰ সদস্যসকলৰ মাজত বিশ্বাস নাছিল আৰু সমিতিসমূহৰ পৰিচালনাৰ ক্ষেত্ৰত আভ্যন্তীণ গণ্ডগোলৰ বাবে নিন্দাৰ্হ হৈছিল।

(৩) ১৯৩২ চনৰ বেংক্ এনকোৱাৰী কমিটীয়ে (The Indian Central Banking Enquiry Committee) উল্লেখ কৰা দোষ ক্ৰটীসমূহৰ ভিতৰত আছিল—সদস্যসকলে ঋণ পৰিশোধ নকৰা, সমবায়ৰ পৰিবৰ্তনহীনতা দীৰ্ঘসূত্ৰীতা অসম্পূৰ্ণতা আৰু সীমাবদ্ধতা আদি।

(৪) ১৯৩৭ চনৰ ৰিজাৰ্ভ বেংকৰ সাংবিধিক প্ৰতিবেদনত (Statutory Report) প্ৰকাশিত বিৱৰণ মতে—ভাৰতৰ সমবায় সমিতিসমূহৰ তেতিয়ালৈকে প্ৰকাশিত তথ্যবোৰৰ ভিতৰত—সমবায়ৰ সংখ্যা, সদস্য সংখ্যা. পুঁজিৰ পৰিমাণ, ঋণৰ পৰিমাণ প্ৰভৃতি তথ্যবোৰ ভুলেৰে ভৰা আছিল। সেই পৰিসংখ্যাই সমবায় আন্দোলনৰ প্ৰকৃত ৰূপ দাঙি ধৰিব পৰা নাছিল।



১৯১৫-৩৫ চনলৈ সমবায় সমিতিসমূহৰ ভালেমানক "ডি" আৰু "ই" হিচাপে শ্ৰেণী বিভাগ কৰা হৈছিল। অৰ্থাৎ সেইবোৰ সমিতি বাস্তৱিকতে কাৰ্য্যক্ষম নাছিল বা দেৱলীয়া অৱস্থাত আছিল। মূলধনৰ পৰিসংখ্যাও শুদ্ধ নাছিল আৰু পৰিশোধ নকৰা ঋণৰ পৰিমাণ বৃহৎ আকৃতিৰ আছিল।

(৫) পিছত 'কৃষি সম্পৰ্কীয় বিত্তীয় উপসমিতিয়ে সমিতিৰ প্ৰতিবেদনত এই কথা স্পষ্টকৈ উল্লেখ কৰিছিল যে ভাৰতৰ সমবায় সমিতিৰ ভূমিকা, কৃষি ঋণ দানৰ ক্ষেত্ৰত, দেশক আৱশ্যক হোৱা পৰিমাণৰ তুলনাত নিচেই নগণ্য আছিল। তাৰ ভিতৰত সফলকাম হোৱা সমবায়ৰ সংখ্যা আঙুলি মূৰত লেখিব পৰা আছিল।

সমবায় সমিতিৰ ওপৰত প্ৰকাশিত নানান প্ৰতিবেদনৰ ক্ৰটী সমূহ সংক্ষিপ্ত কৰিলে এনে হ'ব—

(ক) ভাৰতীয় সমবায় আন্দোলনৰ ক্ৰম-বিকাশ খণ্ডিত ৰূপে সংহতি আৰু সমন্বয়হীন ভাবে হৈছে। ফলত আন্দোলনৰ আদৰ্শ ভাৰতীয় মানুহে হৃদয়ংগম কৰিব পৰা নাই।

(খ) গাঁৱৰ মানুহৰ নিৰক্ষৰতা, অজ্ঞতা, আৰু ৰক্ষণশীলতাই সমবায় সমিতিসমূহৰ উন্নয়নৰ ক্ষেত্ৰত বাধাৰ প্ৰাচীৰ ৰূপে ঠিয় দিয়ে।

(গ) ব্যক্তিগত খণ্ডৰ বিশেষকৈ—সুতখোৰ মহাজন, বাণিজ্যিক বেংক্, একচেটিয়া ব্যৱসায়ী, যুটীয়া ব্যৱসায়ী প্ৰভৃতিৰ পৰা অহা শক্তিশালী প্ৰতিযোগিতা আৰু বাধাৰ স্বৰূপ।

(ঘ) সমবায়ৰ পুঁজি তাকৰ, ঋণলোৱা অৰ্থৰ পৰিমাণ কম, ঋণদানৰ পিছত সমবায়ৰ তৰফৰপৰা তদাৰক কৰা নিয়মৰ—অভাৱ, আদিয়ে উদ্দেশ্য অনুযায়ী ঋণ খৰছ হোৱাৰ সহায়ক নহয়। অপচয় ৰূপে খৰছ হোৱা ঋণৰ পৰিশোধ নহয়। ই নিকৃষ্ট ঋণলৈ (Bad

Debt) পৰ্য্যৱসিত হয়। এইবোৰে সমবায়ৰ গঠনশৈলীৰ শিথিলতাকে সূচায়।

সমবায় আন্দোলনে সমবায় পৰিচালনাৰ ক্ষেত্ৰত কাচিংহে মনোযোগ দিয়া দেখা যায়। পৰিচালনাৰ দৈন্যতাই আন্দোলনৰ ক্ষিপ্ৰতা আনি দিয়া নাই। তাৰ উপৰি, প্ৰকৃত নেতৃত্ব দিয়া লোকৰ অভাৱ সদায়েই পৰিলক্ষিত হয় যাৰ বাবে সমবায়ে স্বজন-তোষণ, অনুগ্ৰহীতা আৰু পক্ষপাতিত্বৰ পৰা হাত-সাৰিব নোৱাৰে।

বৰ্তমান ভাৰতবৰ্ষত ৰাজনীতি সচেতনতা বাঢ়িছে, কিন্তু এই সচেতনতাৰ ভিত্তি খুব সুদৃঢ় নহয়, কাৰণ ৰাজনীতিত দলীয় প্ৰাধান্য আৰু জাতিভেদ নীতিয়েহে অগ্ৰাধিকাৰ পাই আহিছে।

উক্ত উভয় বিষয়ৰ পৰা সমবায় আঁতৰি থাকিব পৰা নাই। ৰাজনীতিৰ দল-উপদল আহি সমবায়ত সোমাল—যাৰবাবে সমবায়ৰ পৰিচালনা সমিতিখন কোন দলে বা উপদলে অধিকাৰ কৰিব তাতহে বেছিকৈ সদস্যসকলে গুৰুত্ব দিয়া হ'ল। সমবায়ৰ শুদ্ধ পৰিচালনা মুখ্য বিষয় নহৈ গৌণ হৈ পৰিল। এইবোৰে সমবায়ৰ অভাৱী সদস্যৰ অভাৱগ্ৰস্ততাৰ প্ৰতি মনোযোগ নিদিয়া হ'ল।

সমবায় সমিতিসমূহৰ দায়িত্ব অসীম হোৱাৰ বাবেও অৱস্থাপন্ন শ্ৰেণীৰ কৃষকসকল সমবায়ৰ প্ৰতি বীতশ্ৰদ্ধ, ই সমবায়ৰ প্ৰতি অনাস্থাকে অৱহিত কৰায়।

অৱশেষত দেশৰ জন-সাধাৰণৰ ৰক্ষণশীল মনোভাৱ, দ্বন্দোল্যমান মানসিক অৱস্থা, বেহা-বেপাৰত সামন্ত ধন-তান্ত্ৰিক ব্যৱস্থা, দেশৰ অৰ্থনীতিত পুঁজিপতি সকলৰ আধিপত্য, মিশ্ৰিত অৰ্থ ব্যৱস্থা, সুনেতৃত্বৰ অভাৱ প্ৰভৃতিয়ে সমবায় আন্দোলনক ক্ষণভংগুৰ, সংহতিভ্ৰষ্ট আৰু সমন্বয়হীন কৰি তুলিছে।



(খ) **ৰাষ্ট্ৰীয় উদ্যোগ—সূচনা :**—বহুজনৰ হিতৰ অৰ্থে যেতিয়া মুক্ত উদ্যোগ ( Free enterprise ) ব্যৱস্থা কাৰ্য্য কাৰ্য্যকৰী হৈ বাস্তৱৰত পৰিণত নহল, তেতিয়া ৰাষ্ট্ৰই শিল্প-উদ্যোগৰ ওপৰত হস্তক্ষেপ কৰিব লগা হ'ল। সেয়ে পৃথিৱীৰ বহু গণতান্ত্ৰিক দেশত বৰ্তমানে নিশ্ৰিত অৰ্থনীতি ব্যৱস্থা প্ৰৱৰ্তিত হৈছে, য'ত ব্যক্তিগত খণ্ডৰ লগত ৰাষ্ট্ৰীয় খণ্ডত ( Public Sector ) শিল্প-উদ্যোগ' সমান্তৰালভাৱে গঢ়ি উঠিছে। সমাজ-তান্ত্ৰিক দেশসমূহত দেশৰ সম্পদৰ উৎপাদন আৰু তাৰ বিতৰণ ব্যৱস্থা ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণাধীন। কি কি সম্ভাৰ উৎপাদন কৰিব লাগে কিমান পৰিমাণৰ লাগে, কেনে গুণবিশিষ্ট হ'ব লাগে ইত্যাদিবোৰ ৰাষ্ট্ৰই নিৰ্ধাৰণ কৰে। মুক্ত অৰ্থনীতিৰ দৰে উপভোক্তাৰ বাছনি, নিৰ্বাচন, পছন্দ-অপছন্দৰ ভিত্তিত উৎপাদন নিৰ্ভৰশীল নহয়।

মহাসমৰৰ পূৰ্ব ইউৰোপত অন্য এক অৰ্থনীতিৰ প্ৰৱৰ্তন হৈছিল, সি হৈছে নিয়ন্ত্ৰিত পুঁজিবাদৰ লগত সমাজবাদী ব্যৱস্থাৰ সংযোজন। এই সংমিশ্ৰণৰ ফলত দেশৰ অৰ্থনীতি ৰাষ্ট্ৰৰ দ্বাৰা কঠোৰভাৱে নিয়ন্ত্ৰিত হৈছিল।

বৰ্তমান সময়ত পৃথিৱীৰ ক'তো মুক্ত অৰ্থনীতি ( Laissez faire ) পুষ্ট দেশ নাই। সদ্যহতে দেশৰ সম্পদৰ ওপৰত ৰাষ্ট্ৰৰ যি কোনো ধৰণৰ অধিকাৰ বা নিয়ন্ত্ৰণ আৰোপিত হৈছে। ইয়াৰ প্ৰধান কাৰণ হৈছে দেশৰ সমস্ত সম্পদ যাতে দেশৰ সৰহ সংখ্যক নাগৰিকৰ কল্যাণাৰ্থে ব্যৱহাৰত আহে। অৱশ্যে এই নিয়ন্ত্ৰণ বা স্বত্ব আহৰণৰ দৃষ্টিভংগী সকলো দেশতে একে জাতীয় বিচাৰ বিশ্লেষণৰ নহয়। কিছুমানত ই নীতিগতভাৱে আদৰ্শধৰ্মী আৰু কিছুমানত অৰ্থনৈতিক সমস্যা হেতু নিয়ন্ত্ৰণ আৱশ্যক হৈ পৰে; কিন্তু কোনো কোনো দেশত এই উভয় চিন্তাধাৰাৰ ফলস্বৰূপেই ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ প্ৰতিষ্ঠিত হৈছে।

**উদ্যোগ : ৰাষ্ট্ৰীয়কৰণ ( Nationalisation ) :** ৰাষ্ট্ৰীয়কৰণ

বুলিলে দেশৰ মাটি-সম্পত্তি, উদ্যোগ, আৰু উৎপাদনৰ আহিলা ( Means of production ) ৰাষ্ট্ৰৰ অধিকাৰ ( Ownership ) আৰু নিয়ন্ত্ৰণত থকা বুজায়।

ৰাষ্ট্ৰীয়কৰণৰ সমৰ্থকসকলে নিম্নোল্লিখিত সা-সুবিধাসমূহ উক্ত নীতিৰ জড়িয়তে লাভ কৰিব পাৰি বুলি ধাৰণা কৰে—

(১) ৰাষ্ট্ৰীয়কৰণে ব্যক্তিগত খণ্ডৰ একচেতিয়া (Monopoly) ব্যৱসায়ী গোটৰ অৱলোপ কৰে আৰু যত একচেতিয়া ব্যৱসায় অৱশ্যম্ভাৱী বিশেষকৈ তাত ৰাষ্ট্ৰীয়কৰণ নিতান্তই প্ৰয়োজন; অন্যথাই তেনে ব্যৱসায়ীয়ে কৃত্ৰিম অনাটন সৃষ্টি কৰি জনসাধাৰণৰ পৰা চৰাদাম লয়।

(২) ৰাষ্ট্ৰীয়কৰণে সমাজৰ সকলো মানুহৰ লাগতিয়াল সামগ্ৰী উচিত মূল্যত বা সুলভ মূল্যত পৰিমাণ অনুযায়ী পোৱাটো নিশ্চিত কৰে। কাৰণ ব্যক্তিগত খণ্ডৰ উদ্যোগৰ উদ্দেশ্য হ'ল—লাভ অৰ্জন কৰা ঃ অন্যহাতে ৰাজহুৱা খণ্ডৰ উদ্দেশ্য হ'ল—জনসাধাৰণৰ সেৱা কৰা। ফলত, লাগতিয়াল বস্তু বাহানিৰ গুণ-মান বৃদ্ধি পায় আৰু কৃত্ৰিমতাৰ অৱলোপ ঘটে।

(৩) ৰাষ্ট্ৰৰদ্বাৰা পৰিচালিত উদ্যোগৰ উৎপাদন আৰু বন্টনৰ ভাৰসাম্য থাকে।

(৪) বিভিন্ন উদ্যোগৰ মাজত এক নিয়ন্ত্ৰণৰ ফলত হোৱা সমন্বয় সাধনে উৎপাদনৰ মিতব্যয়িতা বঢ়ায় আৰু সামূহিক উৎপাদনৰ পৰিসৰ সম্প্ৰসাৰিত কৰে; কিন্তু ব্যক্তিগত খণ্ডৰ উদ্যোগে সমন্বয় হীনতাৰ ফলত ৰাষ্ট্ৰৰ প্ৰায়বোৰ সম্পদৰ অনিষ্ট সাধন কৰে।

(৫) ৰাষ্ট্ৰই বৃহৎ মূলধন আৱশ্যক হোৱা আৰু সোনকালে উৎপাদনক্ষম নোহোৱা উদ্যোগ স্থাপন কৰে। আনহাতে ব্যক্তিগত খণ্ডত এনে বৃহৎ উদ্যোগ কোনেও স্থাপন নকৰে; বিশেষকৈ যি উদ্যোগৰ উৎপাদন প্ৰক্ৰিয়াৰ দৈৰ্ঘ্য খুব অধিক আৰু সোনকালে উৎপাদন নহয়।



(৬) ৰাষ্ট্ৰৰ উদ্যোগে কৰা উপাৰ্জন ৰাষ্ট্ৰই দেশৰ উন্নয়নমূলক কাৰ্য্যসূচীত বিনিয়োগ কৰিব পাৰে, যিটো ব্যক্তিগত খণ্ডত কেতিয়াও প্ৰযোজ্য নহয়।

(৭) দেশৰ আঞ্চলিক উন্নয়নৰ ভাৰসাম্য ৰক্ষা কৰি ৰাষ্ট্ৰই উদ্যোগ গঢ়ি তুলিব পাৰে, যিটো ব্যক্তিগত খণ্ডত মুঠেই আশা কৰা নাযায়।

(৮) অৰ্থনৈতিক সংকট কালত বা মুদ্ৰাৰ মূল্যমান হ্ৰাস কালত, উৎপাদিত সামগ্ৰীৰ দাম পৰি যায়, যাৰ বাবে ব্যক্তিগত খণ্ডৰ উদ্যোগত উদ্যোগপতিয়ে, উৎপাদন আৰু মূলধন বিনিযোগ হ্ৰাস কৰে আৰু ক্ষেত্ৰ বিশেষে উদ্যোগৰ উৎপাদন বন্ধ কৰি দিয়ে। ই নিবনুৱা সমস্যাৰ সৃষ্টি আৰু সমৃদ্ধি বঢ়ায়; কিন্তু ৰাষ্ট্ৰই এনে দুৰ্য্যোগকালীন অৱস্থাত আৰ্থিক সংকট আৰু নিবনুৱা সমস্যা প্ৰভৃতিৰ বিষয়ত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে।

ৰাষ্ট্ৰীয় উদ্যোগত কামকৰা কৰ্মী বা মজদুৰসকলৰ মজুৰিৰপৰা আৰম্ভ কৰি মানৱীয় সকলো সা-সুবিধাৰ প্ৰতি ৰাষ্ট্ৰই যুক্তিযুক্ত আৰু সমভাৱাপন্ন নীতি গ্ৰহণ কৰে। প্ৰকৃততে, ৰাষ্ট্ৰই তেওঁলোকৰ জীৱনৰ মানদণ্ড উন্নয়নৰ কাৰণে অহোপুৰুষাৰ্থ কৰে। আনহাতে ব্যক্তিগত খণ্ডৰ উদ্যোগৰ কৰ্মী বা মজদুৰ সকল উদ্যোগপতি সকলৰ শোষণৰ এক সামগ্ৰী-বিশেষ হৈ পৰে।

বাস্তৱিকতে ব্যক্তিগত খণ্ডৰ উদ্যোগ বৰ্তি থকা দেশসমূহত জাতীয় আয় কেতিয়াও সমভাৱে বিতৰণ হ'ব নোৱাৰে। যাৰ বাবে দেশৰ জনসাধাৰণৰ মাজত থকা শ্ৰেণী ভেদৰ স্তৰ গভীৰ হয়।

**উদ্যোগ ৰাষ্ট্ৰীয়কৰণৰ বিপক্ষ মত (Against nationalisation) ঃ** ৰাষ্ট্ৰীয়কৰণৰ সপক্ষে মত পোষণ কৰাৰ দৰে এদললোকে বিপক্ষমতো উত্থাপন কৰে। সেই বিপক্ষ মত সমূহৰ স্বৰূপ এনে ধৰণৰ ঃ—

ৰাষ্ট্ৰীয়কৰণ কৰা উদ্যোগত শিল্প-নিপুণ ব্যক্তি অথবা উদ্যোগত নেতৃত্ব

দিব পৰা লোকৰ অভাৱ সদায়েই প্ৰতীয়মান হয়। কাৰণ ব্যক্তিগত খণ্ডত উদ্যোগ পৰিচালনাৰ উদ্দেশ্য হ'ল—লাভ অৰ্জন কৰা, যিটো ৰাষ্ট্ৰীয় খণ্ডৰ লক্ষ্য নহয়, গতিকে উদ্যোগত নেতৃত্ব দিব পৰা শিল্প-দক্ষ ব্যক্তিক ব্যক্তিগত খণ্ডৰ উদ্যোগ পতিয়ে বেছি সা-সুবিধা দি লৈ যায়। আন হাতে, লাভৰ উদ্দেশ্য নথকা উদ্যোগ বা ব্যৱসায়ত সততে প্ৰেৰণাৰ অভাৱ দেখা যায়। সেয়েহে ব্যক্তিগত খণ্ডৰ কৌশলপূৰ্ণ নেতৃত্ব দানৰ সহজাত প্ৰবৃত্তি ৰাষ্ট্ৰীয় উদ্যোগত পোৱা নাযায়।

ৰাষ্ট্ৰীয় খণ্ডৰ উদ্যোগত সিদ্ধান্ত গ্ৰহণ কেতিয়াও খৰতকীয়া নহয়। ৰঙা ফিটাৰ মেৰপাক, বিষয়া-কৰ্মচাৰীৰ আমোলাতান্ত্ৰিক মনোভাৱ, আমোলা মনোভংগীৰে কাম কৰাৰ নীতি-নিয়ম প্ৰভৃতিয়ে সহজ পৰিচালনাত ব্যতিক্ৰম ঘটায়।

ৰাষ্ট্ৰৰ একচেটিয়া উৎপাদন ব্যৱস্থাই গ্ৰাহকে বস্তু-বাহানি নিৰ্বাচন কৰা বা পছন্দ কৰাৰ অধিকাৰ হেৰুৱায়। এক ধৰণৰ বা এক জাতীয় বস্তুৰ নিৰ্মাণ বা উৎপাদনে বিভিন্ন গ্ৰাহকৰ বিভিন্ন বস্তুৰ প্ৰতি থকা ৰুচি, হেঁপাহ, স্বাদ আদিৰ নিৰ্বাচন পদ্ধতিৰ সমাপ্তি ঘটায়। ফলত ৰাষ্ট্ৰই যেন সকলো গ্ৰাহকক একে সাজতে গঢ়ি তোলে।

ৰাষ্ট্ৰীয় উদ্যোগত ৰাজনীতিৰ পাশাখেল সততে চলে, ফলত কোনো কালে এই উদ্যোগ ক্ষেত্ৰই সহজ আৰু সফলকাম হ'ব পৰা অৱস্থালৈ উন্নীত নহয়।

গঠনমূলক নোহোৱা মুকলি সমালোচনাই এই উদ্যোগৰ কৰ্মচাৰী-বৃন্দক সাধাৰণ যন্ত্ৰ বিশেষত পৰিণত কৰে। নতুন আঁচনি, নতুন কৰ্মসূচী লৈ দুঃসাহসী পদক্ষেপ দিবলৈ কোনো কৰ্মী বা বিষয়াই প্ৰেৰণা নাপায়। সমালোচনাৰ ভয়ে সকলো কৰ্মচাৰীকে একে সাঁচতে মৰফলিত পৰিণত কৰে।

ৰাষ্ট্ৰীয় উদ্যোগত পৰিচালক বা পৰিচালনা পৰিষদৰ স্বাধীন ভাৱে



কৰ্ম সম্পাদন কৰাৰ তেনে কোনো অধিকাৰ নাথাকে। বিশেষকৈ অৰ্থ কড়িৰ ক্ষেত্ৰত নিয়ন্ত্ৰণ ইমান কঠিন হয় যে বিভিন্ন পৰিষদ, বিভিন্ন বিভাগৰ হিচাপ পৰীক্ষক দল, লোক-সভাৰ সদস্যদলক উদ্যোগৰ হিচাপ পত্ৰ সঘনে দিয়েই থাকিব লাগে। উদ্যোগৰ পৰিচালক বৰ্গই সাধাৰণতে উল্লেখিত দলসমূহক উদ্যোগৰ নানান বিষয়ৰ পৰিসংখ্যা আৰু অন্যান্য বিষয়ৰ প্ৰতি অৱগত কৰোৱা বা তেওঁলোকৰ লগত সময় অতিবাহিত কৰিব লগা কাৰ্য্যই পৰিচালক বৰ্গক উদ্যোগৰ কৃতকাৰ্য্যতাৰ প্ৰতি মনোনিবেশ কৰিবলৈ সুযোগ নিদিয়ে।

সৰ্ব শেষত ৰাষ্ট্ৰীয় উদ্যোগত নিয়োজিত কৰ্মচাৰী, বিষয়া আদিয়ে উদ্যোগক নিজৰ বুলি নভবা মনোবৃত্তিয়েই ৰাষ্ট্ৰীয় উদ্যোগ কৃতকাৰ্য্য নোহোৱাৰ মূল কাৰণ। অৰ্থাৎ দেশাত্মবোধ নথকা নাগৰিকৰ দ্বাৰা কেতিয়াও ৰাষ্ট্ৰীয় উদ্যোগ সুন্দৰকৈ পৰিচালিত হ'ব নোৱাৰে।

উল্লেখিত দোষ-ত্ৰুটী সমূহে ৰাষ্ট্ৰীয় উদ্যোগত উৎপাদিত বস্তুৰ মূল্য স্বাভাৱিকতে অধিক কৰে।

**ভাৰতবৰ্ষ ঃ উদ্যোগৰ গঠনশৈলী ঃ সূচনা ঃ**—উদ্যোগ আৰু বেপাৰ-বাণিজ্যত ৰাষ্ট্ৰৰ আনুক্ৰমিক সহায় আৰু সহযোগে উক্ত উভয় ক্ষেত্ৰত ভাৰতবৰ্ষৰ ভূমিকা তাৎপৰ্য্যপূৰ্ণ কৰি তুলিছে। সমাজতান্ত্ৰিক ধৰণৰ সমাজ গঠনৰ উদ্দেশ্যে ভাৰতবৰ্ষই যি কাৰ্য্যসূচী হাতত লৈছে, সেই পটভূমিলৈ লক্ষ্য ৰাখিলে দেশৰ সমুদায় মূল শিল্প, যুদ্ধ সম্বন্ধীয় শিল্পোদ্যোগ, আৰু সাৰ্বজনীন সেৱাখণ্ডৰ বিভাগসমূহ, ৰাজহুৱা খণ্ডলৈ আনি তাৰ পৰিকল্পনা আৰু উন্নয়ন ক্ষীপ্ৰতৰ কৰাটো নিতান্তই বাঞ্ছনীয়। অন্যান্য শিল্পোদ্যোগৰ ক্ষেত্ৰত যিবিলাক উদ্যোগ অপৰিহাৰ্য্য আৰু যিবিলাক উদ্যোগত বৃহৎ মূলধনৰ প্ৰয়োজন হয়, তেনে উদ্যোগকো ৰাজহুৱা খণ্ডৰ অন্তৰ্ভুক্ত কৰিব লাগে; যিহেতু ৰাষ্ট্ৰীয় উদ্যোগ গঠন কৰাৰ উদ্দেশ্যসমূহ এনে ধৰণৰ :—

(ক) অৰ্থনৈতিক প্ৰগতিৰ হাৰ নিৰ্দিষ্ট সময় সীমাৰ ভিতৰত উচ্চতম কৰা।

(খ) কৰ্ম সংস্থানৰ হাৰ বৃদ্ধি আৰু লাভজনক নিযুক্তিৰে জনসাধাৰণৰ জীৱনৰ মানদণ্ড উন্নততৰ কৰা।

(গ) আয় আৰু সম্পদৰ মাজত থকা বৃহত্তৰ ব্যৱধানৰ দূৰত্ব হ্ৰাস কৰা।

(ঘ) ব্যক্তিগত খণ্ডৰ একচেটিয়া অধিকাৰ অৱলোপ কৰা আৰু দেশৰ এমুঠি মানুহৰ হাতত কেন্দ্ৰীভূত হোৱা সম্পদৰ অত্যধিক হ্ৰাস কৰা।

(ঙ) সাৰ্বজনিক উপাৰ্জনৰ মাত্ৰা অধিক কৰা। উপাৰ্জন ব্যাপক কৰা।

বৰ্তমান উল্লেখিত উদ্যোগ সমূহৰ সংখ্যা ৰাজহুৱা খণ্ডত বৃদ্ধি পাই আছে। ই উদ্যোগ সমূহৰ পৰিচালনা আৰু নিয়ন্ত্ৰণৰ ক্ষেত্ৰত সমস্যাৰ জটিলতা বঢ়াইছে। বিভিন্ন শিল্প-উদ্যোগৰ সংগঠনে পূৰ্ণ স্বায়ত্ত শাসন আৰু আত্ম নিয়ন্ত্ৰণৰ সুযোগ নাপালে, অনুশাসনত জটিলতা বৃদ্ধি পোৱাই স্বাভাৱিক। বাস্তৱিকতে, শিল্প উদ্যোগত উন্নয়নৰ হাঁঠিয়াৰ হ'ল—উদ্যোগৰ পৰিচালন সংগঠন।

**ৰাষ্ট্ৰৰ ভূমিকা ঃ**—৩ঠৰ শতিকাৰ মাজ ভাগতে আৰম্ভ হোৱা শিল্প-বিপ্লৱে ভাৰতীয় বাণিজ্য আৰু শিল্প-উদ্যোগত কুৰি শতিকাৰ আগভাগলৈকে তেনে কোনো উল্লেখযোগ্য অৰিহণা আগবঢ়াব পৰা নাছিল। দৰাচলতে ভাৰতীয় অৰ্থনীতিত শিল্প বিপ্লৱৰ প্ৰভাৱ, ভাৰতৰ স্বাধীনতাৰ পাছৰ পৰাহে দৰ্শনীয় হৈছে। যোৱা কুৰি বছৰৰ পৰিকল্পিত উন্নয়নৰ ফল স্বৰূপে, যি সূচিত হৈছে সি প্ৰকৃতপক্ষে পৰ্য্যালোচনাৰ অধিকাৰ ৰাখে।

১৯৫১ চনৰ ঔদ্যোগিক উৎপাদনৰ হাৰৰ তুলনাত ১৯৭১ চনৰ



ঔদ্যোগিক উৎপাদনৰ হাৰ লক্ষণীয় ভাবে উল্লেখযোগ্য। সেই হাৰ ১৯৬০ চনক ভিত্তি হিচাপে ললে ১৯৫১ চনত শতকৰা ৫৪.৮ৰ পৰা ১৯৭১ চনলৈ শতকৰা ১৮৬.২ ভাগলৈ ক্ৰমোন্নতি হৈছে। এই উৎপাদন কেইটামান ভিত্তি স্থানীয় উদ্যোগত বিশেষকৈ তীখা, ৰাসায়নিক সাৰ, পেট্ৰোলিয়াম, কেমিকেল, খনিজ, ইঞ্জিনীয়াৰিং আদি লেখত লবলগীয়া।

উক্ত শিল্প উদ্যোগত উন্নয়ন আৰু সম্প্ৰসাৰণৰ বৈশিষ্ট্য হৈছে ৰাজহুৱা খণ্ডত উদ্যোগসমূহৰ সংগঠন। ১৯৫১ চনত ভাৰতত মাত্ৰ পাঁচোটা সাৰ্বজনিক উদ্যম আছিল যাৰ মূলধন আছিল মাত্ৰ উনত্ৰিশ কোটি টকা; কিন্তু ১৯৭১ চনত সেই সংখ্যা হয়গৈ সাতানব্বৈটা আৰু তাত বিনিয়োগ কৰা অৰ্থৰ পৰিমাণ হ'য়গৈ ৪,৬৮২ কোটি টকা। এই উদ্যমসমূহে ( Enterprises ) বিভিন্ন শিল্পজাত বস্তু-বাহানি উৎপাদন কৰিছে। তাৰ অন্যতম হ'ল—তীখা, গধুৰ আৰু লঘু ইঞ্জিনীয়াৰিং সা-সৰঞ্জাম, সাৰ, কেমিকেল, ঔষধ, খনিজাত পদাৰ্থ, পেট্ৰোল, সাগৰীয় জাহাজ, আকাশীযান, বৈদ্যুতিক আহিলা-পাতি আৰু ল'ক' মোটিভ প্ৰভৃতি।

১৯৬৭ চনৰ শিল্প-উদ্যোগৰ বাৰ্ষিক পৰিসংখ্যা মতে ভাৰতত সেই বছৰ সৰ্বমুঠ ১২,৫১৩টা ফেক্টৰী পঞ্জীভুক্ত হৈছিল। সাধাৰণতে পঞ্চাশ জন মানুহৰ নিয়োগ ব্যৱস্থা থকা শক্তিচালিত ফেক্টৰী অথবা এশ জন মানুহৰ নিয়োগ ব্যৱস্থা থকা ফেক্টৰীক উক্ত হিচাপত অন্তৰ্ভূক্ত কৰা হৈছিল। এই ফেক্টৰীসমূহৰ সৰ্বমুঠ উৎপাদনক্ষম মূলধন আছিল ৮,৩২৮ কোটি টকা আৰু সেই বছৰ নিয়োজিত কৰ্মীৰ সংখ্যা আছিল ৩৯.৩০ লাখ জন।

উপৰোক্ত জৰিপ মতে মহাৰাষ্ট্ৰ, পশ্চিমবংগ, বিহাৰ, তামিলনাড়ু, গুজৰাট, আৰু উত্তৰ প্ৰদেশত থকা ফেক্টৰীৰ সংখ্যা উল্লেখিত সংখ্যাৰ

শতকৰা চৌষঠী ভাগ। অৱশিষ্ট শতকৰা ছয়ত্ৰিশ ভাগ বাকী ৰাজ্যক্ষেত্ৰ আৰু কেন্দ্ৰীয় শাসিত অঞ্চল সমূহত আছিল।

## শিল্প উদ্যোগৰ নীতি আৰু তাৰ ক্ৰমোন্নয়ন
### ( Industrial Policy & Progress )

**নীতিসমূহ ঃ** স্বাধীনতাৰ পিচত ভাৰতবৰ্ষৰ শিল্প সম্বন্ধীয় নীতি হয়—'মিশ্ৰিত অৰ্থনীতি' (Mixed Economy)। ১৯৪৮ চনৰ শিল্প সংক্ৰান্তীয় প্ৰস্তাৱত—উক্ত অৰ্থনীতিৰ কথা ঘোষণা কৰা হয়। প্ৰস্তাৱত কোৱা হৈছিল যে—ৰাষ্ট্ৰই উদ্যোগৰ উন্নয়নৰ ক্ষেত্ৰত এক প্ৰগতিশীল ভূমিকা গ্ৰহণ কৰিব লাগে। সেই লক্ষ্যত উপনীত হ'বলৈ—ৰাষ্ট্ৰৰ তৎকালীন দায়িত্ব, ব্যক্তিগত খণ্ডৰ উদ্যোগৰ ওপৰত ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ বলবৎ কৰা। সেয়ে ব্যক্তিগত খণ্ডৰ উদ্যোগৰ ওপৰত ৰাষ্ট্ৰ নিয়ন্ত্ৰণৰ সিদ্ধান্ত লোৱা হৈছিল।

ফলস্বৰূপে দেশৰ সমূহ উদ্যোগক চাৰিটা বিভাগত বিভক্ত কৰা হয়। সেই চাৰি শ্ৰেণীত বিভক্ত উদ্যোগৰ ভাগ সমূহ এনেধৰণৰ—

**প্ৰথম ভাগ উদ্যোগত ঃ** ৰাষ্ট্ৰৰ একচেটিয়া স্বত্ব থাকিব—যথা ; প্ৰতিৰক্ষা উদ্যোগ পাৰমাণৱিক শক্তি উৎপাদন আৰু নিয়ন্ত্ৰণ, আৰু ৰেলপথৰ পৰিচালনা আৰু নিয়ন্ত্ৰণ।

**দ্বিতীয় ভাগ উদ্যোগত ঃ** অন্তৰ্ভুক্ত কৰা হৈছে—কয়লা, লো আৰু তাঁথা, আকাশী জাহাজ নিৰ্মাণ, টেলিফোন আৰু টেলিগ্ৰাফৰ উৎপাদন, ওৱায়াৰলেছৰ আহিলা-পাতি, সাগৰীয় জাহাজ নিৰ্মাণ, আৰু খনিজ তেল। এই উদ্যোগসমূহ সাৰ্বজনীন খণ্ডত প্ৰতিষ্ঠিত আৰু নিয়ন্ত্ৰিত হ'ব। অৱশ্যে উল্লেখিত উদ্যোগসমূহত যিবিলাক ব্যক্তিগত উদ্যোগ ( Private Enterprise ) আছে তেনে উদ্যোগক দহ বছৰৰ কাৰণে ব্যক্তিগত খণ্ডতে পৰিচালিত হ'বলৈ সুযোগ দিয়া হয়। উক্ত দহ বছৰৰ ভিতৰত সেই উদ্যোগসমূহৰ সম্প্ৰসাৰণ আৰু উন্নয়নৰ অৰ্থে চৰকাৰৰ ফালৰ পৰা সকলো সুবিধা দিবলৈ সিদ্ধান্ত কৰা হয় ; কিন্তু ৰাষ্ট্ৰই ইচ্ছা কৰিলে তেনে উদ্যোগক যথোচিত ক্ষতিপূৰণ দি ৰাষ্ট্ৰায়ত্ব কৰিব পাৰে, এই সময়ছোৱাৰ অন্তত সমগ্ৰ বিষয়টো সমীক্ষাৰ দ্বাৰা পুনৰ-বিবেচনা কৰি চোৱাৰ সিদ্ধান্ত লয়।



**তৃতীয় ভাগ উদ্যোগত ঃ** ৰাজ্যিক চৰকাৰৰ পৰামৰ্শ অনুযায়ী কেন্দ্ৰীয় চৰকাৰৰ নিয়ন্ত্ৰণাধীন হৈ থাকিব। এই বিভাগত অন্তৰ্ভুক্ত উদ্যোগসমূহ হৈছে—নিমখ, যান-বাহন, সৰু যন্ত্ৰ-পাতি, সাৰ, ৰবৰ, উৎপাদন, কপাহী আৰু উণ কাপোৰ, কড়াল (Cement), চেনি, কাগজ আৰু কাগজৰ মণ্ড, জল আৰু আকাশপথ পৰিবহণ, খনিজ প্ৰতিৰক্ষা সম্পৰ্কীয় সা-সৰঞ্জাম উদ্যোগ, ট্ৰেক্টৰ ( Tractor ) গধুৰ যন্ত্ৰ-পাতি, লো-বিহীন ধাতু (Non-Ferreous Metals), ইলেক্ট্ৰিক ইঞ্জিনীয়াৰিং (Electric Engineering) হেভীকেমিকেলছ (Heavy Chemicals), প্ৰাইম ম'ভাৰছ ( Prime Movers ), ইলেক্ট্ৰ'—কেমিকেল ইণ্ডাষ্ট্ৰীজ ( Electro Chemical Industries ), ঔদ্যোগিক শক্তি (Industrial Power) প্ৰভৃতি। এই বিভাগৰ উদ্যোগসমূহক জাতীয় জীৱনৰ প্ৰয়োজনীয় উদ্যোগ হিচাপে স্বীকাৰ কৰা হয়।

**চতুৰ্থ ভাগ উদ্যোগৰ ভিতৰত ঃ** পুৰ্ব উল্লেখিত তিনিও বিধ উদ্যোগ বহিৰ্ভূত সকলো উদ্যোগকেই সামৰি লোৱা হৈছে। এই বিধৰ অন্তৰ্ভুক্ত সকলো উদ্যোগ ব্যক্তিগত উদ্যোগপতি, ব্যৱসায়ী, সমবায় আদি সকলো ধৰণৰ সংগঠনলৈ মুক্ত কৈ ৰখা হৈছে। অৱশ্যে ৰাষ্ট্ৰয়ো সমূহীয়া সাৰ উৎপাদন, ঔষধ উৎপাদন আৰু কৃত্ৰিম তেল উৎপাদনৰ ক্ষেত্ৰত বৈপ্লৱিক প্ৰচেষ্টাৰে সহযোগ কৰিব পাৰে।

১৯৫৬ চনত এক নতুন শিল্প সম্বন্ধীয় প্ৰস্তাৱ কেন্দ্ৰীয় চৰকাৰে গ্ৰহণ

কৰে। উক্ত প্ৰস্তাৱত পূৰ্ব প্ৰস্তাৱৰ (১৯৪৮ চন) কিছুমান বিষয় সংশোধন কৰে আৰু নতুন কেইটামান বিষয় সময় উপযোগী হিচাপে সংযোজন কৰা হৈছিল। এই প্ৰস্তাৱত সন্নিবিষ্ট উদ্দেশ্য আৰু লক্ষ্য সমূহ এনে ধৰণৰ আছিল—(ক) অৰ্থনৈতিক উন্নয়নৰ হাৰ বৃদ্ধি আৰু দ্ৰুত শিল্পায়ন; (খ) গধুৰ যন্ত্ৰ-পাতি আৰু যন্ত্ৰ-পাতি নিৰ্মাণ শিল্পৰ ক্ৰমোন্নয়ন; (গ) সাৰ্বজনিক খণ্ডৰ উদ্যোগৰ সম্প্ৰসাৰণ; (ঘ) সমবায় খণ্ডত উদ্যোগৰ বৃহৎ সংগঠন আৰু তাৰ উন্নয়ন; (ঙ) উপাৰ্জন আৰু সম্পদৰ অসমতা (Disparities) হ্ৰাস কৰণ; (চ) ব্যক্তিগত খণ্ডৰ উদ্যোগত একচেটিয়া ব্যৱসায় বন্ধ কৰা, আৰু মুষ্টিমেয় কেইজনমানৰ হাতত কেন্দ্ৰীভূত হোৱা অৰ্থনৈতিক ক্ষমতাৰ প্ৰতিৰোধ কৰা।

ছাপন্ন চনৰ প্ৰস্তাৱ অনুযায়ী দেশৰ সমুদায় শিল্প উদ্যোগক তিনি-ভাগত বিভক্ত কৰা হয়।

প্ৰথম ভাগৰ শিল্পোদ্যোগত অন্তৰ্ভুক্ত উদ্যোগবোৰ প্ৰস্তাৱৰ "ক"—অনুসূচী ভুক্ত।

(১) 'ক—অনুসূচীভুক্ত' সোতৰটা উদ্যোগৰ সকলোতে নতুন গোটৰ নিৰ্মাণ আৰু সম্প্ৰসাৰণ সৰ্বতোভাবে ৰাষ্ট্ৰৰ দায়িত্বত। এইটোৱে অৱশ্যে উক্ত অনুসূচীভুক্ত উদ্যোগসমূহৰ ব্যক্তিগত খণ্ডৰ উদ্যমক, সম্প্ৰসাৰণৰ ক্ষেত্ৰত বাধা প্ৰদান নকৰে. আৰু ব্যক্তিগত খণ্ডৰ উদ্যমৰ পৰা সহায়-সহযোগ পোৱাৰ বিষয়তো বাধা স্বৰূপ নহয়। তথাপিও কেন্দ্ৰীয় চৰকাৰে একচেটিয়া উদ্যোগ হিচাপে ৰেল পথ আৰু আকাশী পথ, অস্ত্ৰ-শস্ত্ৰ আৰু গুলী-বাৰুদ (Arms & Ammunitions), আৰু পাৰমাণৱিক শক্তিক উন্নয়নৰ অৰ্থে আছুতিয়াকৈ ৰাখিছে। যেতিয়াই ব্যক্তিগত খণ্ডৰ উদ্যোগৰ পৰা সাহায্যৰ প্ৰয়োজন হ'ব, তেতিয়াই ৰাষ্ট্ৰই তাক গ্ৰহণ কৰিবলৈ সুযোগ সুবিধা প্ৰস্তাৱে আগবঢ়াইছে।

দ্বিতীয় ভাগৰ শিল্পোদ্যোগত অন্তৰ্ভুক্ত উদ্যোগসমূহ প্ৰস্তাৱৰ "খ"—অনুসূচী ভুক্ত।



(২) খ—অনুসুচীত বাৰটা উদ্যোগ অন্তৰ্ভুক্ত কৰা হৈছে। উক্ত উদ্যোগসমূহ ক্ৰম অনুযায়ী ৰাষ্ট্ৰায়ত্ত হ'ব। এই অনুসূচীৰ প্ৰতিটো উদ্যোগতে নতুন গোট (New Unit) নিৰ্মাণ কৰাৰ ক্ষেত্ৰত ৰাষ্ট্ৰই সততে আগভাগ লব। সমান্তৰাল ভাৱে ব্যক্তিগত উদ্যমকো উন্নয়নৰ কাৰণে সুযোগ দিয়াত কোনো বাধা-নিষেধ নাই বৰঞ্চ ৰাষ্ট্ৰই উন্নয়নৰ ক্ষেত্ৰত সহায়ক হ'ব পাৰে। অন্যহাতে ব্যক্তিগত উদ্যমো ৰাষ্ট্ৰৰ নতুন গোট নিৰ্মাণত সহায়ক হ'ব পাৰে।

তৃতীয় ভাগ শিল্পোদ্যোগত প্ৰথম আৰু দ্বিতীয় ভাগৰ বহিৰ্ভূত সকলো উদ্যোগকে সামৰা হৈছে। অৰ্থাৎ 'ক' আৰু 'খ' অনুসূচীৰ বহিৰ্ভূত সমুদায় উদ্যোগ ব্যক্তিগত খণ্ডত নিৰ্মাণ আৰু সম্প্ৰসাৰণৰ অৰ্থে মুকলিকৈ ৰখা হৈছে। অৱশ্যে ৰাষ্ট্ৰই ইচ্ছা কৰিলে এই ভাগ শিল্প-উদ্যোগৰ ক্ষেত্ৰতো নতুন উদ্যোগৰ নিৰ্মাণ আৰু উন্নয়ন কৰিবলৈ থল ৰাখিছে। পাঁচ বছৰীয়া পৰিকল্পনা অনুযায়ী ব্যক্তিগত খণ্ডত ব্যক্তিগত উদ্যোগী লৈ, ৰাষ্ট্ৰই এই ভাগ উদ্যোগ উন্নয়নৰ কাৰণে যাতায়ত, শক্তি বা প্ৰজ্জ্বালক আৰু অন্য সেৱাৰ দ্বাৰা সহযোগিতা আগবঢ়াবলৈ প্ৰস্তাৱত উল্লেখ কৰা হৈছে। এনে উদ্যোগৰ ক্ষেত্ৰত ৰাষ্ট্ৰই নানান সংস্থাক আৰ্থিক সাহায্য আগবঢ়াবলৈ আৰু নানান সংস্থা গঢ়ি তুলিবলৈ প্ৰস্তাৱে পৰামৰ্শ আগবঢ়াইছে। একেদৰেই সমবায় ভিত্তিটো উদ্যোগ স্থাপন কৰিবলৈ ৰাষ্ট্ৰই প্ৰেৰণা দিব লাগে বুলি প্ৰস্তাৱত কোৱা হৈছে।

১৯৫৬ চনৰ ঔদ্যোগিক নীতি সম্বন্ধীয় প্ৰস্তাৱত উপৰোক্ত উদ্যোগৰ বিভাজন সমূহৰ উপৰিও অন্যান্য বৈশিষ্ট্য সমূহ এনে প্ৰকৃতিৰ—

(১) উভয় খণ্ডৰ উদ্যোগৰ মাজতে পাৰস্পৰিক নিৰ্ভৰশীলতা।
(২) ব্যক্তিগত খণ্ডৰ শিল্প উদ্যোগলৈ বিভিন্ন বিষয়ত সাহায্য দান আৰু শিল্প উদ্যোগ আইন অনুসৰি উদ্যোগ সমূহৰ নিয়ন্ত্ৰণ। (৩) কুটীৰ আৰু গ্ৰাম্য উদ্যোগলৈ আৰ্থিক আৰু অন্যান্য সাহায্য অনুমোদন,

জাতীয় অর্থনীতিৰ লগত সাযুজ্য ৰাখি তেনে উদ্যোগৰ প্ৰতিষ্ঠা আৰু সম্প্ৰসাৰণৰ অৰ্থে সুযোগ দান। (৪) দেশৰ অৰ্থনৈতিক আৰু ঔদ্যোগিক উন্নয়নৰ ক্ষেত্ৰত আঞ্চলিক বৈষম্য দূৰীকৰণ ; উদ্যোগ আৰু কৃষিৰ উন্নয়নৰ বিষয়ত সমন্বয় সাধন। (৫) উদ্যোগ আৰু ব্যৱসায় পৰিচালনাৰ ক্ষেত্ৰত, সাৰ্বজনীন আৰু সমবায় খণ্ডত কাৰিকৰী আৰু প্ৰাশাসনিক ব্যক্তিৰ চাহিদা বৃদ্ধিৰ হেতু প্ৰশিক্ষণ আৰু গৱেষণাৰ সুযোগ দান। (৬) শ্ৰমিক আৰু কৰ্মচাৰীৰ জীৱিকা আৰু কৰ্মৰ মানদণ্ড উন্নয়নৰ জৰিয়তে কৰ্মদক্ষতাৰ মানদণ্ডৰ উন্নয়ন ; শ্ৰমিক আৰু কৰ্মচাৰীক উদ্যোগৰ এক বিশেষ অংশ হিচাপে লৈ উদ্যোগৰ উন্নয়নৰ হকে নানান প্ৰেৰণামূলক আঁচনি প্ৰবৰ্তন আৰু উদ্যোগ পৰিচালনাত তেওঁলোকৰ সহযোগৰ অনুমোদন। (৭) বিভিন্ন শিল্প উদ্যোগলৈ ৰাষ্ট্ৰৰ সম্প্ৰসাৰণ পৰিচালন আৰু নিয়ন্ত্ৰণৰ দায়িত্ব গ্ৰহণ। (৮) শিল্পজাত আৰু কৃষিজাত সামগ্ৰীৰ উৎপাদন বন্টন আৰু মূল্যৰ বাস্তৱ নিয়ন্ত্ৰণ। (৯) সাৰ্বজনীন উদ্যোগত কৰ্তৃত্বৰ বিকেন্দ্ৰীকৰণ আৰু উদ্যোগৰ পৰিচালনা ব্যৱসায়িক ভিত্তিত হোৱাৰ বাবে ব্যৱস্থা গ্ৰহণ। (১০) দেশৰ সমগ্ৰ উদ্যোগৰ সংগঠন আৰু পৰিচালনাত ৰাষ্ট্ৰৰ পূৰ্ণ নিয়ন্ত্ৰণ।

সৰ্বশেষত ঔদ্যোগিক নীতিৰ প্ৰস্তাৱে সকলো শ্ৰেণীৰ মানুহৰপৰা সমাদৰ পাব আৰু দেশৰ শিল্পায়ন দ্ৰুতগতিত কৰিব বুলি আশা পোষণ কৰে।

**(ক) ক-অনুসূচীভুক্ত (Sehedule A[1] of the resolution) উদ্যোগবোৰ ঃ—**(১) অস্ত্ৰ-শস্ত্ৰ আৰু গোলা-বাৰুদ (২) পাৰমাণৱিক শক্তি (৩) লো-তীখা (৪) লো তীখা গধুৰ কাষ্টিং এণ্ড ফৰজিং (Heaving casting and forging of iron & Steel) (৫) গধুৰ যন্ত্ৰ-পাতি (Heavy plant & Machinery), (৬) গধুৰ বৈদ্যুতিক যন্ত্ৰ-পাতি (Heavy Electrical plat), (৭) কয়লা আৰু লিগনাইট (Coal & lignite), (৮) খনিজ তেল (Mineral oil) (৯) খনন কাৰ্য্য—লো, মেংগানিজ, ক্ৰোম (Chrome), জিপছাম (Gypsum), ছালফাৰ (Sulphur) সোণ, হীৰা ; খনন কাৰ্য্য আৰু শিল্প প্ৰক্ৰিয়া—তাম, সীহ, টিন আৰু দস্তা ; (১১) পাৰমাণৱিক শক্তিৰ উৎপাদন আৰু ব্যৱহাৰৰ বাবে আৱশ্যকীয় খনিজ ; (১২) আকাশী যান ; আকাশী পথ পৰিবহণ, (১৪) ৰেল পথপৰিবহণ ; (১৫) সাগৰীয় জাহাজ নিৰ্মাণ ; (১৬) টেলিফোন, কেব্‌ল্‌ছ্‌ (Cables), টেলিগ্ৰাফ আৰু ওৱায়াৰলেছ সাজ-সৰঞ্জাম ; (১৭) বিদ্যুৎ-শক্তিৰ উৎপাদন আৰু বন্টন।

**(২) খ-অনুসূচীভুক্ত উদ্যোগবোৰ (Industries of Sehedule B[2])ঃ** (১) খনিজ পদাৰ্থ—('ক্ষুদ্ৰ খনিজাত'—পদাৰ্থৰ বাদে) (Except minor minerals) ; (২) এলুমিনিয়াম আৰু অন্য লোহা ব্যতিত ধাতু (ক-অনুসূচী বহিভূ'ত) ; (৩) মেচিন টুলছ (Machine tools) ; (৪) ফেৰ' এলয়জ আৰু টুল ষ্টীলছ (Ferro alloys & tool steels) ; (৫) ৰাসায়নিক উদ্যোগৰ বাবে প্ৰয়োজনীয় বস্তুৰ উৎপাদন যেনে—ঔষধ আৰু দ্ৰব্য, ৰং, প্লাষ্টিক ইত্যাদি ; (৬) এণ্টিবায়টিকছ্‌ আৰু অন্যান্য প্ৰয়োজনীয় ঔষধি দৰবৰ দ্ৰব্য (Antibiotics & other essential drugs) ; (৭) সাৰ ; (৮) কৃত্ৰিম ৰবৰ (Synthetic rubber) ; (৯) কাৰ্বৰ'নাইজেছন অব্ ক'ল (Carbonization of coal) ; (১০) ৰাসায়নিক মণ্ড (Chemical palp) (১১) পথ পৰিবহণ ; (১২) সামুদ্ৰিক পৰিবহণ।

**১৯৪৮ আৰু ১৯৫৬ চনৰ ঔদোগিক নীতি সম্পৰ্কীয় প্ৰস্তাৱৰ তুলনা ঃ** ১০৪৮ চনৰ প্ৰস্তাৱে তিনিটা উদ্যোগৰ ওপৰত ৰাষ্ট্ৰৰ মালিকীস্বত্ব নিৰূপণ কৰি দিছিল। সেই উদ্যোগ কেইটা হৈছে অস্ত্ৰ-শস্ত্ৰ আৰু

গোলা-বাৰুদৰ উৎপাদন, পাৰমাণৱিক শক্তিৰ উৎপাদন আৰু নিয়ন্ত্ৰণ আৰু ৰেল পথ পৰিবহণ।

অন্য ছটা উদ্যোগত, যথা—কয়লা, খনিজ তেল, লো—তীখা, আকাশী জাহাজ নিৰ্মাণ, সাগৰীয় জাহাজ নিৰ্মাণ, টেলিফোন, টেলিগ্ৰাফ ও অনাতাঁৰ আহিলা-পাতি উৎপাদন। ৰাষ্ট্ৰক নতুন শিল্পোদ্যোগ গঢ়ি তুলিবলৈ সম্পূৰ্ণকৈ দায়িত্ব দিয়া হৈছিল।

অন্য ওঠৰটা উদ্যোগ ক্ষেত্ৰত (field) ৰাষ্ট্ৰীয় বিনিয়ম আৰু নিয়ন্ত্ৰণ আৰোপ কৰা হৈছিল। তাৰ বাহিৰে—অন্য সকলো উদ্যোগ ব্যক্তিগত খণ্ডত প্ৰতিষ্ঠা আৰু উন্নয়নৰ অৰ্থে এৰি থোৱা হৈছিল।

১৯৪৮ চনৰ উক্ত বিভক্তিকৰণ ১৯৫৬ চনৰ ঔদ্যোগিক প্ৰস্তাৱে পৰিত্যাগ কৰে আৰু পুনৰ নতুন ভাৱে সমুদায় উদ্যোগক তিনিটা শ্ৰেণীত বিভক্ত কৰে। অৱশ্যে ৰাষ্ট্ৰলৈ যি কোনো উদ্যোগ প্ৰতিষ্ঠাৰ বিষয়ত দ্বাৰ উন্মুক্ত কৰি ৰাখে।

সেয়ে ১৯৪৮ আৰু ১৯৫৬ চনৰ উভয় প্ৰস্তাৱক বিশ্লেষণ কৰি চালে নিম্নোল্লিখিত বৈশিষ্ট্যখিনি দৃষ্টিগোচৰ হয়।

(১) ১৯৫৬ চনৰ ঔদ্যোগিক প্ৰস্তাৱে সাৰ্বজনীন খণ্ডত উদ্যোগৰ সম্প্ৰসাৰণৰ কাৰণে গুৰুত্ব আৰোপ কৰে। অৰ্থাৎ সাৰ্বজনীন খণ্ডত অধিক উদ্যোগ বিশেষকৈ মূল শিল্প স্থাপনৰ বাবে অনুমোদন জনায়।

(২) ঔদ্যোগিক প্ৰস্তাৱত ৰাষ্ট্ৰই, অস্ত্ৰ-শস্ত্ৰ আৰু গোলা-বাৰুদ, পাৰমাণৱিক শক্তি, ৰেল পথ আৰু বিমান পথৰ একচেটিয়া স্বত্ব ৰাখে আৰু অন্য সাৰ্বজনীন খণ্ডৰ উদ্যোগ ক্ষেত্ৰলৈও ব্যক্তিগত খণ্ডৰ ঔদ্যোগিক উদ্যোগ নিৰ্মাণ কৰিবৰ বাবে সুযোগ দিয়ে, যদিহে তেনে উদ্যোগ জাতীয় স্বাৰ্থৰ হকে উপযোগী হয়।

(৩) ১৯৫৬ চনৰ ঔদ্যোগিক প্ৰস্তাৱ মতে বিভাজন কৰা তিনিও বিধ উদ্যোগতে চলি থকা ব্যক্তিগত উদ্যোগক ৰাষ্ট্ৰীয় উদ্যোগৰ সৈতে



একেলগেই উন্নয়ন কৰিবলৈ সুযোগ দিয়া হয় যদিহে সেই ব্যক্তিগত উদ্যোগ যথাৰ্থভাৱে পৰিচালিত আৰু নিয়ন্ত্ৰিত হয়।

(৪) সাৰ্বজনীন খণ্ডৰ উদ্যোগ ক্ষেত্ৰৰ ভিতৰত পৰা ব্যক্তিগত সকলো উদ্যোগক জাতীয়কৰণ কৰাৰ আঁচনি ত্যাগ কৰা হয়। ১৯৪৮ চনৰ প্ৰস্তাৱত দহ বছৰৰ পিচত পূৰ্ণ বিবেচনা কৰি চোৱাৰ যি চৰ্ত ৰখা হৈছিল তাক ১৯৫৬ চনৰ প্ৰস্তাৱত পৰিত্যাগ কৰা হয়। বৰঞ্চ ক-অনুসূচীভুক্ত উদ্যোগত অন্তৰ্ভুক্ত ব্যক্তিগত উদ্যোগক জাতীকৰণ কৰা নহব বুলি নিশ্চিত প্ৰতিশ্ৰুতি দিয়া হৈছে। ইয়াৰ উপৰি প্ৰস্তাৱত এনেভাৱে কোৱা হৈছে যে—'When there Exit in the same industry both privately and publicly owned units, it would continue to be the policy of the state to give fair and non-diseriminatory treatment to both of them ?

১৯৫৬ চনৰ প্ৰস্তাৱত ব্যক্তিগত উদ্যোগক ৰাষ্ট্ৰই অধিগ্ৰহণ কৰাৰ কোনো উল্লেখ নাই, ১৯৪৮ চনৰ প্ৰস্তাৱত এনেভাৱে আছিল যে—'the intervent right of the state to acquire any industrial undertaking.'

(৫) ব্যক্তিগত খণ্ডৰ কাৰ্য্যকাৰিতাৰ মাত্ৰা ক্ৰমান্বয়ে সমবায় ধাৰাত বৃদ্ধি কৰি নিয়া হ'ব বুলি উল্লেখ আছে।

**উদ্যোগৰ বিনিময় (Regulation of Industry)** ঃ—১৯৪৮ চনৰ শিল্প সম্পৰ্কীয় প্ৰস্তাৱৰ সামঞ্জস্য ৰাখি সংবিধানৰ সংশোধন কৰা হয় আৰু ১৯৫১ চনত শিল্প-উদ্যোগ (উন্নয়ন আৰু বিনিময়) আইন প্ৰণয়ন কৰা হয়।

উক্ত আইন অনুযায়ী চৰকাৰলৈ পৰামৰ্শ আগবঢ়াবৰ কাৰণে, বিশেষকৈ অনুসূচীভুক্ত উদ্যোগসমূহৰ উন্নয়ন আৰু বিনিময়ৰ ক্ষেত্ৰত, এখন কেন্দ্ৰীয় উপদেষ্টা পৰিষদ (Central Advisory council)

গঠন কৰিবলৈ কেন্দ্ৰীয় চৰকাৰক ক্ষমতা দান কৰে। পৰিষদখন ১৯৬২ চনৰ মে' মাহত উদ্যোগ, শ্ৰমিক আৰু গ্ৰাহকৰ প্ৰতিনিধিৰদ্বাৰা সংগঠন কৰা হয়।

এই পৰিষদে চৰকাৰক আইনৰ বিধি ব্যৱস্থা, ঔদ্যোগিক সংস্থালৈ দিব পৰা নিৰ্দেশাৱলী আৰু কোনো উদ্যোগৰ পৰিচালনাৰ ভাৰ গ্ৰহণ কৰাৰ ক্ষেত্ৰত পৰামৰ্শ আগবঢ়ায়। পৰিষদখনে বাস্তৱ ক্ষেত্ৰত কিছুমান সমিতি উপসমিতি আদিৰ জৰিয়তে কাৰ্য্যবোৰ সম্পাদন কৰে। উপদেষ্টা পৰিষদৰ উপৰিও আইনে স্বতন্ত্ৰ উদ্যোগে প্ৰতি অথবা একে জাতীয় সমষ্টিগত উদ্যোগৰ কাৰণে একোখন উন্নয়নী পৰিষদ ( Development council ) গঠন কৰিবলৈ, আৰু নতুন উদ্যোগ প্ৰতিষ্ঠাৰ বিষয়ত অনুজ্ঞা-পত্ৰ দিয়াৰ অৰ্থে এখন অনুজ্ঞা-পত্ৰ সমিতি ( Licensing committee ) গঠন কৰিবলৈ কেন্দ্ৰীয় চৰকাৰক ক্ষমতা দিয়ে।

উক্ত উন্নয়নী পৰিষদ প্ৰতিষ্ঠাৰ প্ৰয়োজনীয়তা হ'ল—ব্যক্তিগত আৰু সাৰ্বজনীন খণ্ডৰ উদ্যোগৰ ভিতৰত সম্পৰ্ক স্থাপন, আৰু ব্যক্তিগত খণ্ডৰ উদ্যোগসমূহ যাতে সুপৰিকল্পিত ভাৱে ক্ৰমান্বয়ে অগ্ৰসৰ হ'বলৈ যোগ্য হয় তাক নিশ্চিত কৰা। উদ্যোগৰ উন্নয়ন আৰু বিনিময় কেৱল চৰকাৰে আৰোপ কৰা নিৰ্দিষ্ট কিছুমান ক্ষমতাৰ ওপৰতেই নিৰ্ভৰ নকৰে, আচলতে ই নিৰ্ভৰ কৰে, কি ব্যৱস্থাই বা কি যন্ত্ৰ-বিশেষে উদ্যোগৰ বাহিৰে ভিতৰে থাকি, উদ্যোগৰ আনুক্ৰমিক উন্নয়নৰ ক্ষেত্ৰত, বিশেষকৈ উৎপাদকৰ মানদণ্ড, গুণ আৰু পৰিচালনাত, সহায়ক হয়। এনে এটা যন্ত্ৰ-বিশেষৰ পৰা এটা উদ্যোগত নিহিত সমস্যাৰ পূৰ্ণ-বিশ্লেষণ-মূলক অধ্যয়ণ ধাৰাবাহিক ভাবে পাব পাৰি বুলি আশা কৰা যায়। উক্ত অধ্যয়নৰদ্বাৰা উদ্যোগৰ মূঠ সম্বলৰ লগত সামঞ্জস্য ৰাখি এখন উন্নয়ন আঁচনি কৰিব পাৰি আৰু সেই আঁচনিৰ প্ৰতিৰূপ পৰিকল্পনাত প্ৰতি-ফলিত কৰিব পাৰি।



উন্নয়নী পৰিষদৰ মূল কাৰ্য্যকলাপসমূহ নিম্নোল্লিখিত ধৰণৰ—

(১) উৎপাদনৰ লক্ষ্যক অনুমোদন জনাবলৈ, উৎপাদনৰ কাৰ্য্যক্ৰমসমূহৰ সমন্বয় সাধন কৰিবলৈ, আৰু সময়ে সময়ে সেই প্ৰগতিৰ সমীক্ষা আগ-বঢ়াবলৈ ;

(২) কৰ্মকুশলতাৰে অপচয় ৰোধ কৰাৰ পৰামৰ্শ দিবলৈ, চৰম উৎপাদন লাভ কৰিবলৈ, গুণৰ মানদণ্ডৰ উন্নতিৰে ব্যয় হ্ৰাস কৰা আদৰ্শৰ প্ৰতি দৃষ্টি ৰাখিবলৈ ;

(৩) উদ্যোগৰ যন্ত্ৰ-পাতিৰ ধৰণ ক্ষমতা অনুপাতে সম্পূৰ্ণ ব্যৱহাৰ কৰিবলৈ, উদ্যোগৰ কাৰ্য্যকাৰিতাৰ ক্ৰমোন্নতিৰ অৰ্থে পৰামৰ্শ আগবঢ়াবলৈ ;

(৪) নিয়ন্ত্ৰিত সামগ্ৰী বন্টনৰ ক্ষেত্ৰত ব্যৱস্থা লবলৈ আৰু অনুৎ-পাদিত সামগ্ৰী ৰাষ্ট্ৰৰ অৰ্থে সংগ্ৰহৰ ক্ষেত্ৰত লব লগা ব্যৱস্থাত সাহায্য কৰিবলৈ ;

(৫) বৈজ্ঞানিক আৰু ঔদ্যোগিক গৱেষণাৰ ব্যৱস্থা কৰিবলৈ, আৰু বিভিন্ন উদ্যোগ সংক্ৰান্ত পৰিসংখ্যাৰ সংগ্ৰহ কৰিবলৈ আৰু উক্ত পৰি-সংখ্যাক সাধাৰণ সূত্ৰ আকাৰে প্ৰকাশ ও প্ৰচাৰ কৰিবলৈ ;

(৬) ক্ষুদ্ৰ আৰু কুটীৰ শিল্পৰ বিভিন্ন উৎপাদন প্ৰক্ৰিয়া আৰু স্তৰৰ বিকেন্দ্ৰীকৰণ কৰাৰ বিষয়ত সম্ভাৱনীয়তা সম্পৰ্কে অনুসন্ধান কৰিবলৈ ;

(৭) উদ্যোগত নিয়োজিত কৰ্মীসকলৰ, অথবা উদ্যোগত কৰ্মী হোৱা মানস থকা লোকৰ কাৰিকৰী বিষয়ৰ প্ৰশিক্ষণ, উদ্যোগনিয়োজিত কৰ্মীৰ বিকল্প কৰ্মৰ প্ৰশিক্ষণ, অথবা উদ্যোগৰ পৰা কৰ্তন (Retrench) কৰ্মীৰ পুনৰ প্ৰশিক্ষণৰ যা-যোগাৰ কৰিবলৈ ;

(৮) উন্নয়নী পৰিষদলৈ প্ৰেৰিত কোনো বিষয়ৰ ওপৰত কেন্দ্ৰীয় চৰকাৰক পৰামৰ্শ দানৰ অৰ্থে অনুসন্ধান কাৰ্য্য সম্পন্ন কৰিবলৈ লোৱা কৰ্ম-ৰাজিয়েই পৰিষদৰ প্ৰধান আৰু মুখ্য কাৰ্য্য।

উল্লিখিত আইন অনুযায়ী পৰিকল্পনা আয়োগৰ প্ৰতিনিধি আৰু উদ্যোগ-জড়িত মন্ত্ৰণালয়ৰ প্ৰতিনিধিক লৈ এখন লাইচেঞ্চ সমিতি গঠন কৰা হয়। পঞ্চবাৰ্ষিক পৰিকল্পনাত প্ৰাধিকাৰ দিয়া উদ্যোগৰ লগত সম্পৰ্ক ৰাখি উদ্যোগ উন্নয়নৰ বিষয়ত আচৰণ বিধি প্ৰণয়ন কৰা ই এক উপযোগী আহিলা। লাইচেঞ্চ সমিতিয়ে প্ৰতিষ্ঠিত উদ্যোগৰ সম্প্ৰসাৰণ আৰু নতুন উদ্যোগ প্ৰতিষ্ঠাৰ বিষয়ত অনুমতি প্ৰদানৰ অৰ্থে ব্যৱস্থা গ্ৰহণ কৰে। ভাৰতীয় ঔদ্যোগিক সংগঠনৰ দোষ-ত্ৰুটীসমূহ নিৰাময় কৰি উদ্যোগক শুদ্ধ পথেদি পৰিচালিত কৰিবলৈ এই সমিতি সৰ্বদায় যত্নৱান।

ভাৰতীয় ঔদ্যোগিক নীতিৰ প্ৰধান লক্ষ্য হৈছে—ব্যক্তিগত খণ্ডত একচেটিয়া ব্যৱসায়ৰ প্ৰতিৰোধ আৰু মুষ্টিমেয় কেইজনমানৰ হাতত যাতে অৰ্থনৈতিক ক্ষমতা কেন্দ্ৰীভূত নহয়, তাৰ প্ৰতিৰোধ কৰা।

এই লক্ষ্যৰ প্ৰতি দৃষ্টি ৰাখি আয়ৰ (Income) বন্টন আৰু জীৱিকাৰ স্তৰভেদ নিৰূপণ বিষয়ত গঠিত 'মহলানবিশ সমিতি' (১৯৬০), ম'ন'পলিজ এনকোৱাৰী কমিছন (১৯৬৪) (Monopolies Enquiry commission), ইণ্ডাষ্ট্ৰীয়েল লাইচেঞ্চিং প'লিছী এনকোৱাৰী কমিটী (১৯৬৭) (Industrial Licencing policy Enquiry committee), আদিয়ে বিভিন্ন বিষয় অধ্যয়ন কৰি পৰামৰ্শ আগবঢ়ায়। উক্ত সমিতিৰ উপৰিও প্ৰশাসনীয় সংস্কাৰ আয়োগ (Administrative Reforms commission) আৰু পৰিকল্পনা আয়োগে (Planning commission) আগবঢ়োৱা বিভিন্ন অনুমোদনৰ ওপৰত ভিত্তি কৰি উদ্যোগক লাইচেঞ্চ দিয়াৰ ভালেমান নীতিৰ সংশোধন ১৯৭০ চনত কৰা হয় আৰু 'ডি ম'নপলি এণ্ড ৰেষ্ট্ৰিক্টিভ ট্ৰেড প্ৰেকটিচেছ কমিছন (The monopoly and Restrictive Trade Practices commission) নামে এটি আয়োগ গঠন কৰা হয়।



বৰ্তমান উদ্যোগক অনুজ্ঞা-পত্ৰ প্ৰদানৰ বৈশিষ্ট্যসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(ক) মূল কঠিন আৰু প্ৰতিৰক্ষা সম্বন্ধীয় উদ্যোগসমূহক লৈ এটা সাৰ-খণ্ড (Core-Sector) গঠন কৰা হৈছে; তাৰ ভিতৰত নবিধ উদ্যোগক অন্তৰ্ভুক্ত কৰা হৈছে—যেনে (১) কৃষি অন্তৰ্গত উদ্যোগ (২) লো ও তাঁম (৩) লো ব্যতিত ধাতু (৪) পেট্ৰোল, (৫) প্ৰজ্বালক কয়লা (৬) গধুৰ ঔদ্যোগিক যন্ত্ৰ-পাতি (৭) সামুদ্ৰিক জাহাজ আৰু ড্ৰেজাৰ (৮) নিউজ প্ৰিন্ট (News print), (৯) ইলেক্ট্ৰনিক্‌ছ্ (Electronics)।

উপৰোক্ত উদ্যোগবোৰৰ বাবে উন্নয়নমূলক আঁচনি প্ৰস্তুত কৰা, পৰ্য্যাপ্ত পৰিমাণৰ প্ৰয়োজনীয় বিদেশী মুদ্ৰা আৰু উদ্যোগ অন্তৰ্গত সামগ্ৰী আহৰণ কৰা বিষয়ত অগ্ৰাধিকাৰ দিয়া হয়।

১৯৫৬ চনৰ ঔদ্যোগিক নীতি প্ৰস্তাৱ অনুযায়ী যিবিলাক শিল্পোদ্যোগ সাৰ্বজনিক খণ্ডত উন্নয়নৰ বাবে আছুতীয়াকৈ ৰখা হৈছে, তাৰ বাহিৰে সাৰ-খণ্ডৰ (core-sector) অন্যান্য উদ্যোগক ব্যক্তিগত খণ্ডৰ উদ্যোক্তালৈ বিনিয়োগৰ বাবে মুকলিকৈ ৰখা হয়।

(খ) পাঁচ কোটি বা ততোধিক টকাৰ সকলো নতুন বিনিয়োগক গধুৰ বিনিয়োগ খণ্ডৰ উদ্যোগ বুলি ধৰা হয়। ১৯৫৬ চনৰ ঔদ্যোগিক প্ৰস্তাৱৰ চৰ্ত সাপেক্ষে, এই খণ্ডৰ উদ্যোগো ব্যক্তিগত ঔদ্যোগিক সংস্থা আৰু বিদেশী সহায়ক সংস্থালৈও উদ্যোগ স্থাপনৰ অৰ্থে মুকলিকৈ ৰখা হয়।

(গ) এক কোটিৰ পৰা পাঁচ কোটি টকালৈ পুঁজি বিনিয়োগ কৰা মাধ্যমিক খণ্ডৰ উদ্যোগৰ বাবে বৃহৎ ঔদ্যোগিক সংস্থাৰ বাদেও অন্যান্য ব্যক্তিগত উদ্যোক্তাকো উদাৰ নীতিত লাইচেঞ্চ দিব পাৰিব য'ত বিদেশী

মুদ্ৰাৰ প্ৰয়োজন নহয়। নিয়মীয়া সম্প্ৰসাৰণৰ বাবে বৃহৎ ঔদ্যোগিক সংস্থাকো লাইচেঞ্চ দিব পাৰিব।

(ঘ) ক্ষুদ্ৰ উদ্যোগ আৰু কুটীৰ শিল্পৰ বাবে ঔদ্যোগিক নীতি পূৰ্বৰ দৰেই বলবৎ থাকিব। আছুতীয়াকৈ ৰখা তালিকাত এই বিষয়ৰ ( Item ) সংখ্যা হৈছেগৈ ২২৮ টা। ( ১৯৭০ চন )।

(ঙ) সমবায় খণ্ডত উদ্যোগ স্থাপনাৰ্থে, ( বিশেষকৈ কৃষি সম্পৰ্কীয় আবেদনকাৰীক অগ্ৰাধিকাৰ দিয়া হ'ব।

বিশেষ বৈশিষ্ট্য হ'ল এই যে, বৰ্তমান এক কোটি টকা বা তাতকৈ কম টকাৰ উদ্যোগ স্থাপনৰ কাৰণে বা সম্প্ৰসাৰণৰ বাবে কোনো লাইচেঞ্চ লব নালাগে। অৱশ্যে এই চৰ্ত কেৱল সেইবিলাক উদ্যোগৰ বাবে প্ৰযোজ্য হ'ব যাৰ মুঠ সম্পত্তি পাঁচ কোটি টকাৰ অধিক নহয় আৰু যিবিলাক উদ্যোগে কিছুমান নিৰ্দিষ্ট চৰ্ত পূৰণ কৰে।

নতুন অনুজ্ঞা-পত্ৰৰ নীতিয়ে ৰপ্তানি যোগ্য উদ্যোগ স্থাপনত অধিক অগ্ৰাধিকাৰ দিয়ে। ৰপ্তানিযোগ্য বস্তু নিৰ্মাণ কৰা উদ্যোগ গোট সমূহক ( বৃহৎ বা ক্ষুদ্ৰ ), উৎপাদনৰ উচ্চতম পৰ্য্যায়লৈ নিয়াৰ অৰ্থে, সকলো সাহায্য আগবঢ়োৱাৰ নীতি গ্ৰহণ কৰা হৈছে। আনকি ক্ষুদ্ৰ উদ্যোগ খণ্ডতো ৰপ্তানি-যোগ্য সম্ভাৰ থাকিলে তাক সৰ্ব প্ৰকাৰে সহায় কৰাৰ আচৰণ বিধিয়েই লাইচেঞ্চ প্ৰদান সংক্ৰান্ত নীতিৰ বৈশিষ্ট্য। উদ্যোগৰ উৎপাদনৰ বিষয়তো নতুন অনুজ্ঞা-পত্ৰৰ নীতিয়ে উৎপাদন প্ৰক্ৰিয়াক বহুধা বিভক্ত কৰাৰ পথ নিৰ্দেশ দিয়ে।

**উন্নয়নমুখী কাৰ্য্যকলাপ ( Promotional activities ):** দেশৰ সমগ্ৰ উদ্যোগৰ শ্ৰেণী বিভাগ কৰি বিভাগ অনুসৰি উদ্যোগৰ ওপৰত বিনিময় আৰু নিয়ন্ত্ৰণ স্থাপনৰ পাছত ৰাষ্ট্ৰই বিভিন্ন বিষয়ত উদ্যোগকে সাহায্য আগবঢ়াইছে। সাহায্য আচলতে উদ্যোগক উন্নয়নমুখী কৰাৰ উদ্দেশ্যে পৰিচালিত হয়। ৰাষ্ট্ৰৰ উন্নয়নমুখী কাৰ্য্যাৱলী সমূহ হৈছে—



(১) ব্যৱসায় বাণিজ্যত সাহায্য প্ৰদান, (২) কৃষি আৰু কৃষিজ সামগ্ৰী উৎপাদনত সাহায্য দান, (৩) শ্ৰমিক-কৰ্মীক জীৱিকাৰ মানদণ্ড উন্নয়নৰ কাৰণে সুযোগ-সুবিধা দিয়া, (৪) বিভিন্ন উদ্যোগত উত্তম-মানৰ বস্ত্ৰ-বস্তুৰ উৎপাদন আৰু নতুন বস্তুৰ উৎপাদনৰ কাৰণে গৱেষণা, প্ৰশিক্ষণ আদিৰ ব্যৱস্থা।

ব্যৱসায় বাণিজ্যত বহু উপায়েৰে সাহায্য দান হ'ব পাৰে—(১) শুল্ক বা উদ্যোগৰ ক্ষেত্ৰত ৰক্ষণাবেক্ষণ (২) বিভিন্ন উপায়েৰে অৰ্থ সাহায্য আগবঢ়োৱা যেনে—বিবিধ বিত্ত-নিগম বেংক আদিৰ জৰিয়তে আৰু তেনে সংস্থাৰদ্বাৰা পৰোক্ষ সাহায্য দান যথা পণ্যাগাৰ, কেঁচা-সামগ্ৰী আদিৰ বাবে প্ৰতিশ্ৰুত হোৱা ইত্যাদি। (৩) পণ্য-বস্তুৰ মূল্যায়ন, মানদণ্ড, জোখ, গুণমান, বিদেশীকৰণ আদিৰ বাবে বিশেষ সংস্থাৰ সংগঠন যথা ভাৰতীয় মান-নিৰ্ধাৰণ কেন্দ্ৰ (Indian standard Institute), ৰাজ্যিক ভিত্তিত জোখ-মাপ বিভাগৰ, উদ্ভাৱন, ভাৰতীয় পেকেজ কেন্দ্ৰ ( Indian Institute of packaging ), কৃষি গৱেষণা কেন্দ্ৰ আদি।

(৪) বেপাৰ-বাণিজ্য সংক্ৰান্তত বিভিন্ন সংস্থাৰদ্বাৰা পৰিসংখ্যা প্ৰতিবেদন প্ৰকাশৰ জৰিয়তে সাহায্যদান।

(৫) সুনাম, ব্যৱসায় মাৰ্কা, কপি-ৰাইট, পেটেন্ট আদিৰ বাবে কোম্পানী আইন আৰু অন্য সাংবিধানিক ব্যৱস্থা গ্ৰহণ।

(৬) বিদেশী বাণিজ্যৰ লগত সম্পৰ্ক ৰাখি ৰপ্তানি বাণিজ্যৰ উন্নয়ন ব্যৱস্থা কৰা, যথা ৰপ্তানি উন্নয়ন সঞ্চালক পৰিষদ, বিদেশী বাণিজ্য পৰিষদ, ৰাষ্ট্ৰীয় বাণিজ্যিক নিগম আদি গঠনৰ দ্বাৰা বাণিজ্যৰ উন্নয়ন।

কৃষি আৰু কৃষিজ উৎপাদনৰ কাৰণে ৰাষ্ট্ৰই আগবঢ়োৱা সাহায্য সমূহ এনে ধৰণৰ—(১) বিভিন্ন কৃষি সম্পৰ্কীয় পৰীক্ষা-নিৰীক্ষা

অনুসন্ধান আৰু গবেষণা কৰিবলৈ সুযোগ দান। তেনে সংক্ৰান্তৰ সংস্থাসমূহ হৈছে—ভাৰতীয় কৃষি গবেষণা কেন্দ্ৰ, কৃষি গবেষণাৰ ভাৰতীয় পৰিষদ, ভাৰতীয় উদ্ভিদ কেন্দ্ৰ, ইত্যাদি। (২) কৃষি আৰু কৃষিজ উৎপাদনৰ অৰ্থে সমবায় খণ্ডত সংগঠন কৰা। (৩) কৃষি-ক্ষেত্ৰত সাৰ যোগানৰ অৰ্থে ৰাসায়নিক সাৰ উদ্যোগ গঠন। (৪) কৃষি-ক্ষেত্ৰত পানী যোগানৰ অৰ্থে বিভিন্ন বহুমুখী প্ৰকল্পৰ নিৰ্মাণ, প্ৰকল্পত উৎপাদিত বিদ্যুৎ শক্তিক পুনৰ পানী যোগানৰ অৰ্থে, উদ্যোগ চালনৰ অৰ্থে নিয়োগ। (৫) ক্ষুদ্ৰ ক্ষুদ্ৰ কৃষি-ক্ষেত্ৰৰ একত্ৰীকৰণ। (৬) কৃষি উদ্যোগ আৰু কৃষকলৈ বিভিন্ন বিত্তীয় সংস্থা, সমবায় সমিতি ঋণ আৰু মঞ্জুৰি দান।

শ্ৰমিক আৰু কৰ্মী উদ্যোগৰ বাবে উৎপাদনৰ এক প্ৰধান উপাদান। উৎপাদনৰ এই উপাদানক ৰাষ্ট্ৰই বিভিন্ন আইনৰ দ্বাৰা ৰক্ষণাবেক্ষণ দিছে। কাৰণ দেশৰ জনসংখ্যাৰ এটা বৃহৎ অংশ শ্ৰমজীৱী লোকৰে গঠিত।

ৰাষ্ট্ৰই ৰক্ষণাবেক্ষণৰ ক্ষেত্ৰত প্ৰথমে শ্ৰমিক আৰু কৰ্মীৰ ল'ৰা-ছোৱালী আৰু পিচত তিৰোতালৈ বিভিন্ন আইন প্ৰণয়নৰদ্বাৰা সাহায্য আগবঢ়ায়। সৰ্ব শেষত উদ্যোগত কৰ্মৰত শ্ৰমিক আৰু কৰ্মীলৈ মজুৰি, কামৰ সময়, স্বাস্থ্য, নিৰাপত্তা, সামাজিক স্থান, আৰু প্ৰেৰণামূলক আঁচনি যথা—বোনাছ, কমিছন, বাট্টা আদি প্ৰবৰ্তনৰ বাবে আইন প্ৰণয়ন কৰি জীৱন ও জীৱিকাৰ মানদণ্ড উন্নয়নৰ অৰ্থে সাহায্য দান কৰে।

ৰাষ্ট্ৰই কৃষিজাত আৰু শিল্পজাত সামগ্ৰীৰ উপভোক্তালৈও নানান বিষয়ত ( যেনে গুণ-মান নিয়ন্ত্ৰণ, মূল্য নিয়ন্ত্ৰণ, সমমূলক বণ্টন, মান-বিশিষ্ট পণ্য-বস্তুৰ যোগান, আৰু ভেজাল বস্তুৰ বিক্ৰী প্ৰতিৰোধ, পৰিমাণ নিৰ্ধাৰণ আদি ) বিভিন্ন সংস্থাৰ জৰিয়তে সহায় আৰু সমৰ্থন আগবঢ়াই আহিছে।



বৈজ্ঞানিক গৱেষণা, প্ৰশিক্ষণ, সমাবেশ প্ৰভৃতিৰদ্বাৰা উদ্যোগৰ উন্নয়ন আৰু সম্প্ৰসাৰণ, ধাৰণ শক্তিৰ পূৰ্ণ ব্যৱহাৰ, ধাৰণ-শক্তিৰ ক্ষমতা বৃদ্ধি, নতুন শিল্পজাত সামগ্ৰীৰ উৎপাদন আদি নানান বিষয়ত ৰাষ্ট্ৰই প্ৰত্যক্ষ আৰু পৰোক্ষ ভাবে সহায় সহযোগ আৰু অনুপ্ৰেৰণা যোগায় আহিছে।

এই বিষয়ত ৰাষ্ট্ৰই বৈজ্ঞানিক আৰু ঔদ্যোগিক গৱেষণা পৰিষদ, জাতীয় গৱেষণাগাৰ, গৱেষণা কেন্দ্ৰ, আৰু বহুবিশ্ববিদ্যালয়ৰ গৱেষণাগাৰৰ জড়িয়তে সেৱা আগবঢ়াইছে। এই উদ্দেশ্যে প্ৰতিষ্ঠিত গৱেষণাৰ বিষয় সমূহ হৈছে—ৰসায়ন, পদাৰ্থ, প্ৰজ্জ্বালক, ধাতুজাত পদাৰ্থ, চামৰা, ঔষধ, খাদ্য, পৰমাণু, ইঞ্জিনীয়াৰিং, উদ্ভিদ, বিদ্যুৎশক্তি, প্ৰাণী, খনিজ, বিমান। ভৌগোলিক বিষয়, বন, কৃষি, চাহপাত, যাতায়াত যন্ত্ৰ-পাতি, মীন, আৰু গ্লাছ আৰু কেৰামিক। এই সংক্ৰান্তত আঞ্চলিক ভিত্তিত গৱেষণাগাৰ, আভ্যন্তৰীণ অঞ্চলত বিজ্ঞান মন্দিৰ স্থাপন, বিদ্যুৎ আৰু জলসিঞ্চন বিষয়ত বহুমুখী প্ৰকল্প নিৰ্মাণ আৰু ভিন ভিন শিল্পজ, কৃষিজ আৰু খনিজ সম্ভাৰৰ বাবে গৱেষণা কেন্দ্ৰ প্ৰতিষ্ঠাৰ দ্বাৰা ৰাষ্ট্ৰই শিল্প উন্নয়নৰ হকে কৰ্ম সম্পাদন কৰি আছে।

উল্লিখিত গৱেষণাৰ উপৰিও বৈজ্ঞানিক গৱেষণা পৰিষদে বিবিধ বিষয়ত গৱেষণাৰ বাবে বহুলোকক বৃত্তিদান কৰে, আৰু বহুলোকক ঔদ্যোগিক উন্নয়নৰ অৰ্থে বিদেশত প্ৰশিক্ষণ দি অনা কাৰ্য্যত ৰাষ্ট্ৰৰ দ্বাৰাই সম্পাদিত হৈ আছে

উপৰোক্ত উদ্যোগৰ উন্নয়নমুখী কাৰ্য্যাৱলীৰ জড়িয়তে ৰাষ্ট্ৰ বা ৰাষ্ট্ৰ-যন্ত্ৰ শিল্প উদ্যোগ আৰু কৃষি উদ্যোগৰ উন্নয়ন আৰু সম্প্ৰসাৰণৰ ক্ষেত্ৰত প্ৰায় ওতঃপ্ৰোত ভাবে জড়িত হৈ পৰিছে।

ৰাষ্ট্ৰীয় প্ৰকল্পত মুঠ বিনিয়োগ পুঁজি, গোট সংখ্যা আৰু বিভিন্ন খণ্ডৰ ৰূপৰেখা দিয়া হ'ল।

### তালিকা নং ১

ৰাষ্ট্ৰীয় খণ্ডৰ উদ্যোগৰ বিকাশ ৰেখা

( Growth & Investment in Public Sector enterprises )

| সময় | সৰ্বমুঠ বিনিয়োগ (Total Investment) (কোটি টকা হিচাপে) | গোট সংখ্যা (No. Units) |
|---|---|---|
| ১ম পৰিকল্পনাৰ আৰম্ভণিত | ২৯ | ৫ |
| ২য় পৰিকল্পনাৰ আৰম্ভণিত | ৮১ | ২১ |
| ৩য় পৰিকল্পনাৰ অন্তত (মাৰ্চ—১৯৬৬) | ২,৪১৫ | ৭৪ |
| মাৰ্চ—১৯৭১ চন | ৪,৬৮২ | ৯৭ |



### তালিকা নং—২

॥ ৰাষ্ট্ৰীয় প্ৰকল্পত মূলধন বিনিয়োগৰ খণ্ডিত ৰূপৰেখা ॥

( কোটি টকা হিচাবে )

| খণ্ড (Seetor) | ১৯৬২—৬৩ মূলধন বিনিয়োগ (Investment) | ১৯৬২—৬৩ শতকৰা হাৰ (%) | ১৯৭০—৭১ মূলধন বিনিয়োগ (Investment) | ১৯৭০—৭১ শতকৰা হাৰ (%) |
|---|---|---|---|---|
| (১) তীখা (Steel) | ৭২৪ | ৫১·৩৮ | ১৫৩৮ | ৩২·৯ |
| (২) কেমিকেল (Chemicals) | ১৩৫ | ৯·৫৮ | ৫৩৪ | ১১·৪ |
| (৩) পেট্ৰোল (Petroleum) | ১১০ | ৭·৮১ | ৩৯৯ | ৮·৫ |
| (৪) ইঞ্জিনীয়াৰিং (Engineering) | ১৯৮ | ১৪·০৫ | ১০৮৭ | ২৩·২ |
| (৫) মাইনছ (Mines & Minerals) | ১০৬ | ৭·৫২ | ৪১০ | ৮·৮ |
| (৬) এভিয়েছন আৰু ছিপিং (Aviation & Shipping) | ৮০ | ৫·৬৮ | ২৬৩ | ৫·৬ |
| (৭) ট্ৰেডিং (Trading) | — | — | ৩১৩ | ৬·৭ |
| (৮) বিত্তীয় সংস্থা (Financial Institutions) | ৬ | ·৪৩ | ৫ | ০·১ |
| (৯) বিবিধ (Miscellaneous) | ৫০ | ৩·৫৫ | ১৩৩ | ২·৮ |
| সৰ্বমুঠ | ১৪০৯ | ১০০·০০ | ৪৬৮২ | ১০০·০ |

বিঃ দ্ৰঃ—বিবিধ বিত্তীয় সংস্থাৰ ভিতৰত জীৱন বীমা নিগম, নেচনেল স্মল ইণ্ডাষ্ট্ৰিজ ক'ৰপোৰেচন, ষ্টেট ট্ৰেডিং ক'ৰপোৰেচন, এক্সপ'ৰ্ট গেৰাণ্টি ( ক্ৰেডিট ) ক'পোৰেচন আদিও অন্তৰ্ভুক্ত।

**উদ্যোগ পৰিচালনা সংগঠন ঃ** যি কোনো উদ্যোগৰ উন্নয়ন, পৰিচালন সংগঠনৰ ওপৰত নিৰ্ভৰশীল। উদ্যোগ অনুযায়ী পৰিচালন সংগঠনো পৃথক হ'ব পাৰে। সেয়েহে, জাৰতীয় সাৰ্বজনিক খণ্ডৰ উদ্যোগত তিনি প্ৰকাৰৰ সংগঠন প্ৰৱৰ্তন হৈছে, যেনে—

(ক) চৰকাৰী বিভাগীয় সংগঠন (খ) সাংবিধিক নিগম আৰু (গ) চৰকাৰী কোম্পানী।

**(ক) চৰকাৰী বিভাগীয় সংগঠন ( Govt. Departmental Organisation ) ঃ** চৰকাৰী বিভাগৰদ্বাৰা পৰিচালিত ব্যৱসায় সংগঠনেই ভাৰতবৰ্ষত আটাইতকৈ পুৰণি সংগঠন। চৰকাৰী বিভাগৰ-দ্বাৰা পৰিচালিত ব্যৱসায় আৰু অন্যান্য সেৱাৰ মাজত তেনে কোনো পাৰ্থক্য ৰখা হোৱা নাই। প্ৰথম অৱস্থাত চৰকাৰী বিভাগৰ জড়িয়তে কেৱল যুদ্ধ-সম্বন্ধীয় উদ্যোগসমূহ পৰিচালনা কৰা হৈছিল।

সেই বিবেচনাৰেই বিবিধ সেৱা খণ্ডৰ বিষয় চৰকাৰে নিজৰ হাতলৈ নিয়ে ; তাৰ ভিতৰত—ৰেলপথ, ডাক—তাঁৰ, অনাতাঁৰ, প্ৰতিৰক্ষা উদ্যোগ, পাৰমাণৱিক শক্তি আৰু অন্যান্য সাৰ্বজনীন সেৱা বিভাগেই প্ৰধান। এই উদ্যোগ আৰু সেৱা-বিভাগবোৰ অন্যান্য চৰকাৰী বিভাগৰ দৰেই সংগঠিত, বিত্তীয় সাহায্যপ্ৰাপ্ত আৰু নিয়ন্ত্ৰিত হৈছে। চৰকাৰী বিভাগৰ সংগঠন আচলতে ৰাজহ (Revenue) আদায়ৰ উদ্দেশ্যে গঠিত হৈছিল। সেয়ে ইয়াৰ পৰিসৰ আৰু কৰ্মক্ষেত্ৰ সীমাবদ্ধ। বৰ্তমান এনে এটা দৃষ্টিভংগী গঢ়ি উঠিছে যে—অন্ততঃ প্ৰতিৰক্ষা উদ্যোগসমূহ চৰকাৰী বিভাগৰ পৰা একৱাই আনিব লাগে। কাৰণ, প্ৰতিৰক্ষা উদ্যোগৰ কাৰণে গোপনীয়তা আৰু পূৰ্ণ নিয়ন্ত্ৰণৰ অতি প্ৰয়োজন। সেয়ে, এই উদ্যোগ কোম্পানী সংগঠনৰ অন্তৰ্ভুক্ত হ'ব লাগে। এনে এটা চিন্তাৰ ফল স্বৰূপেই 'ভাৰত ইলেক্‌ট্ৰনিকছ্' চৰকাৰী বিভাগীয়



উদ্যোগ হোৱা সত্বেও ইয়াৰ পৰিচালনাৰ ভাৰ কোম্পানী গঠন শৈলীলৈ ৰূপান্তৰ কৰা হয়।

চৰকাৰী বিভাগৰদ্বাৰা পৰিচালিত ব্যৱসায় সংস্থাসমূহ হ'ল—(১) চিত্তৰঞ্জন ল'ক'মোটিভ ওৱৰ্কছ, চিত্তৰঞ্জন, ( Chittaranjan Locomotive Works, Chittaranjan ), (২) ইন্টিগ্ৰেল ক'চ ফেক্টৰী, পেৰামবুৰ ( Integreal Coach Factory Perambur ), (৩) প্ৰোটটাইপ মেচিন টুল ফেক্টৰী ( Prototype Machine tool Factory), (৪) ছিলভাৰ ৰিফাইনেৰী, কলিকতা ( Silver Refinery Calcutta), (৫) পোষ্ট এণ্ড টেলিগ্ৰাফ ওৱৰ্কছপ ( Post and Telegraph Workshop )।

**চৰকাৰী বিভাগীয় সংগঠনৰ বৈশিষ্ট্যসমূহ ( Features ) ঃ** (১) উদ্যোগসমূহ চৰকাৰী বিভাগৰদ্বাৰা পৰিচালিত হয়। সেই বিভাগৰ মন্ত্ৰীগৰাকীয়েই শীৰ্ষস্থানীয় ব্যক্তি, যি লোক সভাক উদ্যোগৰ কাৰ্য্যাৱলী সম্পৰ্কে অৱহিত কৰায়। অৱশ্যে উদ্যোগত খেলিমেলি সৃষ্টি হলে মন্ত্ৰী-গৰাকীয়েই জবাব দিহি হ'ব লাগে।

(২) উদ্যোগৰ বাৰ্ষিক খৰছৰ টকা-কড়ি ট্ৰেজাৰীৰ পৰা অনা হয়, হিচাপ-পত্ৰ আৰু হিচাপ-পৰীক্ষাৰ নিয়ন্ত্ৰণ অন্যান্য চৰকাৰী বিভাগত প্ৰযোজ্য হোৱা, নীতি নিয়ম মতেই পৰিচালিত হয়।

(৩) লোকসভাৰ বাৰ্ষিক বাজেটৰ জৰিয়তে এনে উদ্যোগৰ বিত্তীয় ব্যৱস্থা কৰা হয়।

(৪) উদ্যোগৰ বিষয়া, কৰ্মচাৰী, কাৰিকৰ আদি সকলোৱেই চৰকাৰী চাকৰিয়াল। অন্য চৰকাৰী বিভাগৰ চাকৰিয়ালৰ দৰেই এওঁলোকেও একেই চাকৰিৰ সুযোগ-সুবিধা উপভোগ কৰে।

(৫) আইনসংগত কিবা বিচাৰ বিবেচনাৰ কথা উঠিলে, চৰকাৰী

নীতি-নিয়ম অনুযায়ী হে এই উদ্যোগৰ ওপৰত কাছাৰীত—মোকৰ্দমা তৰিব পাৰিব।

(৬) এনে উদ্যোগত চৰমতম চৰকাৰী নিয়ন্ত্ৰণৰ সুবিধা থাকে।

(৭) ৰাষ্ট্ৰই এনে উদ্যোগক ৰাষ্ট্ৰৰ সামাজিক আৰু অৰ্থনৈতিক নীতি-নিৰ্ধাৰণৰ ক্ষেত্ৰত যন্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব পাৰে।

(৮) চৰকাৰী বিভাগৰ দায়িত্বত ৰাষ্ট্ৰৰ প্ৰতিৰক্ষা সম্পৰ্কীয় উদ্যোগ পৰিচালিত হৈছে, ফলত চৰকাৰে উদ্যোগৰ স্বত্ব আৰু নিয়ন্ত্ৰণ আপোন অধিকাৰত ৰাখিছে।

(৯) চৰকাৰী বিভাগৰ দায়িত্ব বিশেষকৈ বাণিজ্যিক উদ্যোগৰ নেতৃত্ব দিয়াৰ অৰ্থে, চৰকাৰে গঠন কৰি দিয়া একোখন পৰিষদৰ হাতত অৰ্পণ কৰা হৈছে।

**বিভাগীয় সংগঠনৰ সীমাবদ্ধতা (Limitation)ঃ** চৰকাৰী বিভাগৰদ্বাৰা নিয়ন্ত্ৰিত উদ্যোগে বৰ্তমান সময়ত নানান সমালোচনাৰ সন্মুখীন হৈছে। বিভাগীয় সংগঠনৰ সীমাবদ্ধতাৰ ফলস্বৰূপেই এনে সমালোচনা উপস্থাপিত হয়। উক্ত সীমাবদ্ধতা খিনি এনে ৰূপ—

(১) উদ্যোগৰ মুৰব্বীজনৰ ৰুটিন মতে কাম হোৱা বাবে অন্য কোনো সাহসী বা সময়োপযোগী কাম কৰিবলৈ প্ৰেৰণা বা সুযোগ-সুবিধা নাপায়। ফলত, উদ্যোগৰ প্ৰগতি প্ৰায় শামুকীয়া গতিৰ হয়।

(২) ব্যৱসায়িক কাৰ্য্যকাৰিতাৰ ক্ষেত্ৰত বিভাগীয় সংগঠন প্ৰায় নমনীয়।

(৩) চৰকাৰী চাকৰিয়ালৰ ব্যৱসায়িক বিচক্ষণতা (Acumen) নাই, কাৰণ তেওঁলোকে এই দিশত প্ৰশিক্ষণ প্ৰাপ্ত নহয় অন্য হাতে আমোলা মনোভাৱে ব্যৱসায়ৰ প্ৰতি অৱহেলা জন্মায়। ফলত, কোনো বাণিজ্যিক সিদ্ধান্ত ক্ষীপ্ৰ বেগে লব নোৱাৰেও যিটোৱে উদ্যোগৰ উন্নতি ব্যাহত কৰে।



(৪) চৰকাৰী কৰ্মচাৰীৰ বাণিজ্যিক আচৰণ বিধিৰ প্ৰতি অমনোযোগিতা, অনভিজ্ঞতা, চাকৰিয়ালৰ বদলিকৰণ, আমোলা দৃষ্টিভংগী, গ্ৰাহকৰ প্ৰতি অৱহেলা আদিয়ে উদ্যোগৰ কাৰ্য্যকৰী প্ৰশাসনত প্ৰেৰণা নজন্মায়।

(৫) চৰকাৰী চাকৰিয়ালে উদ্যোগৰ সমস্যা আৰু জটিলতাৰ বাহিৰেও অন্যান্য কামত আত্ম নিয়োগ কৰিবলগা হোৱাৰ ফলত, তেওঁলোকে উদ্যোগৰ কৰ্মৰাজিত, উদ্যোগৰ বাহিৰৰ কৰ্মৰ সৈতে সাদৃশ্য বা সমজাতিত্ব ৰক্ষা কৰিব নোৱাৰে।

(৬) টকা কড়িৰ ক্ষেত্ৰত গ্ৰাহক বা কৰ্মচাৰী কোনেও চৰকাৰী মঞ্জুৰী বিনে হিচাপ পৰীক্ষা ব্যতিৰেকে বিভাগীয় নীতি নিয়ম উলংঘা কৰি সাধাৰণ অলপীয়া পইছা-পাতিও পাব বা খৰছ কৰিব নোৱাৰে।

**(খ) সাংবিধানিক নিগম (Statutory corporation)ঃ** কোনো নিৰ্দিষ্ট ঔদ্যোগিক বা বাণিজ্যিক কাৰ্য্য পৰিচালনা কৰিবলৈ যেতিয়া সংবিধানৰ জড়িয়তে এখন 'স্বায়ত্ব শাসিত পৰিষদ' গঠন কৰা হয়, তেতিয়া সেই পৰিষদ খনক 'সাংবিধিক নিগম' বোলা হয়।

এই স্বায়ত্বশাসিত পৰিষদৰ ক্ষমতা, অধিকাৰ দায়িত্ব, কৰ্ম-ৰাজি, টকা কড়িৰ স্বাধীনতা, আৰু কৰ্ম ক্ষমতাৰ পৰিসীমা সংবিধানে নিৰ্ধাৰণ কৰি দিয়ে।

নিগমৰ প্ৰশাসনিক দায়িত্ব চৰকাৰে নিয়োগ কৰি দিয়া 'সঞ্চালক পৰিষদ' হাতত ন্যস্ত থাকে। কোম্পানীসমূহ কোম্পানী আইনৰদ্বাৰা প্ৰতিষ্ঠিত, কিন্তু নিগম সাংবিধানৰ জড়িয়তে সংগঠিত।

সাংবিধিক নিগমৰ পুঁজি বা মূলধন চৰকাৰে দিয়ে, কিন্তু মূলধনৰ সংগঠন, পাব্‌লিক কোম্পানীৰ মূলধন সংগঠনৰ সৈতে একে। নিগমৰ যদি কোনোবা অংশীদাৰ থাকেও, তেওঁৰ কোনো স্বাৰ্থ, ভোটাধিকাৰ আৰু সঞ্চালক নিয়োগ কৰাৰ অধিকাৰ নাথাকে।

এনে নিগমৰ পদ্ধতিত সংগঠিত ৰাষ্ট্ৰীয় প্ৰকল্প সমূহৰ নাম উল্লেখ কৰা হ'ল। অৱশ্যে নিগম এই শব্দটি কোনো কোনো নিগমৰ শেষ শব্দ হিচাপে নথকাটো অস্বাভাবিক নহয়।

(ক) দামোদৰ ভেলী ক'ৰপোৰেচন, ( Damodar valley Corporation )।

(খ) অইল এণ্ড নেচাৰেল গেছ কমিছন, ( Oil & natural Gas Commission )।

(গ) ষ্টেট বেংক অব্ ইণ্ডিয়া, ( State Bank of India )।

(ঘ) ৰিহেবিলিটেচন ফাইনান্স এডমিনিষ্ট্ৰেচন, ( Rehabilitation Finance Administration ) প্ৰভৃতি।

**নিগমৰ লক্ষণসমূহ ( Characteristics )ঃ** নিগমৰ লক্ষণসমূহ নিম্নোল্লিখিত ধৰণৰ—

(ক) ই এক সাংবিধিক পৰিষদ, বিশেষ আইনৰদ্বাৰা সৃষ্ট এই পৰিষদৰ উদ্দেশ্য, প্ৰতিপত্তি, সুযোগ-সুবিধা আৰু পৰিচালনাৰ আচৰণ বিধি নিৰ্ধাৰিত। আইনত উল্লেখিত আচৰণ বিধি প্ৰয়োগৰ ক্ষেত্ৰত ই স্বায়ত্ত-শাসিত। স্বাভাবিকতে চৰকাৰী বিভাগ আৰু মন্ত্ৰণালয়ৰ লগতহে নিগমৰ সম্পৰ্ক জড়িত।

(খ) সাংবিধিক নিগম ৰাজহুৱা খণ্ডত গঠিত হোৱা বাবে ইয়াত মালিকীস্বত্ব ৰাইজৰ, কৈফিয়ৎ দায়িত্ব ৰাইজৰ, আৰু বাণিজ্যিক পৰিচালনাও ৰাজহুৱা স্বাৰ্থৰ হকে হয়; সেয়ে ইয়াত কোম্পানীৰ দৰে নিৰ্দিষ্ট অংশীদাৰ ( Share holders ) নাই।

(গ) নিগমৰ চাকৰিয়ালসকল স্বাধীনভাবে প্ৰতিটো নিগমৰদ্বাৰা নিয়োজিত আৰু পাৰিশ্ৰমিক প্ৰাপ্ত লোক। তেওঁলোকৰ ওপৰত চৰকাৰী চাকৰিয়ালৰ নিয়ম-নীতি প্ৰযোজ্য নহয়।



(ঘ) সাংবিধিক নিগম বিভাগীয় মন্ত্ৰীৰ মন্ত্ৰণালয়ৰদ্বাৰা নিয়ন্ত্ৰিত হয়, কিন্তু প্ৰশাসনিক ক্ষেত্ৰত ই স্ব-শাসিত।

(ঙ) মূলধনৰ অংশ পোৱা আৰু লোকচানৰ ক্ষতি পূৰণ কৰা বিষয়ৰ বাহিৰে নিগমৰ চৰকাৰৰ লগত তেনে কোনো সম্পৰ্ক অৰ্থ সংক্ৰান্তত নাথাকে। বিত্ত ব্যৱস্থাত নিগম প্ৰায় স্বাধীন। চৰকাৰ বা অন্যান্য বিত্ত সংস্থাৰপৰা পোৱা ঋণ, নিগমৰ সামগ্ৰী আৰু সেৱা বিক্ৰীৰ অৰ্থ, কৰ-খাজনা আদিৰ। ব্যৱহাৰ কৰি নিগমৰ পুঁজি সংগঠিত হয়।

(চ) নিগম যিহেতু সাংবিধিক পৰিষদ গতিকে নিগমে নিজৰ নামত চুক্তিবদ্ধ হ'ব পাৰে, সম্পত্তি আহৰণ কৰিব পাৰে, আৰু আদালতত মোকৰ্দমাও কৰিব পাৰে।

(ছ) নিগমৰ মনোবৃত্তি লাভ কৰা নহয় সেৱা কৰাহে। তথাপি সহজ আৰু সক্ৰিয় কাৰ্য্যকাৰিতাৰ ফলত যদি কিবা লাভ পোৱা হয়, তেনেহলে তাক 'উদ্বৃত্ত' (Surplus) বুলি ক'ব পাৰি। সেই উদ্বৃত্ত ৰাইজক শোষণ কৰি অৰ্জন কৰা বুলি ধৰি লোৱা নহয়। সেই উদ্বৃত্তক পুনৰ উদ্যোগ বা বাণিজ্যত নাইবা ৰাইজৰ কল্যাণমূলক আঁচনিত নিয়োগ কৰা হয়।

উল্লেখিত বৈশিষ্ট্যসমূহৰপৰা এটা কথা প্ৰতীয়মান হয় যে চৰকাৰী কাৰ্য্যকাৰিতাৰ বাবে ই এটা প্ৰশাসনিক যন্ত্ৰ। অৱশ্যে চৰকাৰৰ উদ্দেশ্য হ'ল—স্বাধীনতা দি ব্যক্তিগত উদ্যমৰ নমনীয়তা লাভ কৰা আৰু প্ৰশাসনিক গোট হিচাপে কাৰ্য্যকৰী হোৱা। মুঠতে উপৰোক্ত বৈশিষ্ট্য সমূহৰপৰা নিৰ্ণয় কৰিব পৰা বিষয় কেইটা হ'ল—নিগম, বিভাগীয় সংগঠন আৰু ব্যক্তিগত খণ্ডৰ কোম্পানীৰ মাজতে অৱস্থিত এক প্ৰশাসনিক যন্ত্ৰ; কোনো আইন জনিত বাধা নথকাকৈ নিগমে ব্যৱসায় বাণিজ্যত শ্ৰেষ্ঠ বাণিজ্যিক পদ্ধতিৰ অনুসৰণ কৰিব পাৰে, স্বায়ত্ত-শাসন ব্যৱস্থাই ব্যক্তিগত খণ্ডৰ উদ্যমৰ লগত প্ৰতিযোগী হ'ব

পৰাকৈ নিগমক নমনীয়তাৰ সুযোগ দিয়ে, আৰু সাৰ্বজনীন স্বাৰ্থৰ হৈ বাণিজ্য পৰিচালনা কৰি জনসাধাৰণৰ ওচৰত কৈফিয়ৎ দিবলগীয়া হয়।

**নিগম ঃ দোষ-ক্ৰুটীসমূহ (Defects) ঃ** নিগমৰ উল্লেখিত বৈশিষ্ট্যৰ পৰাই ভালেমান দোষক্ৰুটী পৰিলক্ষিত হয় ; যেনে—

(১) বিভাগীয় মন্ত্ৰীৰ নিয়ন্ত্ৰণ কেতিয়াবা নিগমৰ আভ্যন্তৰীণ বিষয়তো প্ৰবেশ কৰে, ফলত যিখিনি প্ৰশাসনিক স্বাধীনতাৰ কথা উল্লেখ কৰা হৈছে, যি কম-বেছি পৰিমাণে খৰ্ব হয়।

(২) কোনো কোনো ক্ষেত্ৰত ৰাজহুৱা স্বাৰ্থৰ হকে কিছুমান আভ্যন্তৰীণ বিষয়ত গোপনীয়তা পালন কৰা হয়। কেতিয়াবা এই গোপনীয়তাৰ মাত্ৰাধিক্য ঘটে, ফলত নিগম ৰাইজ অৰ্থাৎ লোকসভাৰ ওচৰত জবাব-দিহি হ'ব ল'গা হয়।

(৩) সাধাৰণতে "সঞ্চালক মণ্ডলী" চৰকাৰে মনোনীত ( Nominate ) কৰে। সঞ্চালক পৰিষদৰ সদস্যসকল বিত্তীয় অথবা প্ৰশাসনিক প্ৰতিভা থকা, শিল্প নিপুণ, পৰিচালনাৰ গুণ থকা লোক হোৱা প্ৰয়োজন। কোম্পানী পদে স্থিত বিষয়াক পৰিচালক সঞ্চালক পদত নিয়োগ কৰিব লাগে। পৰিষদ খনে অধ্যক্ষজনক নেতা হিচাপে লৈ উদ্যোগৰ কৰ্মত আত্ম-নিয়োগ কৰিব লাগে" বুলি 'কৃষ্ণমেনন কমিটীয়ে পৰামৰ্শ আগবঢ়াইছিল ; কিন্তু কাৰ্য্যতঃ দেখা যায় চৰকাৰী নিযুক্তিয়ে উল্লেখিত গুণ, প্ৰতিভা আৰু পদমৰ্য্যাদাৰ প্ৰতি ভ্ৰুক্ষেপ নকৰে। বৰঞ্চ, কোনো কোনো উদ্যোগত অৱসৰপ্ৰাপ্ত চৰকাৰী চাকৰিয়ালক সেইবোৰ পদত নিয়োগ কৰা দেখা যায়।

(৪) বৰ্তমান কালত দলীয় ৰাজনীতিৰপৰা কোনো বিষয়েই বাদ নপৰাত চৰকাৰী উদ্যোগ 'স্থাপন', 'পৰিচালনা', 'নিয়োগ',



উদ্যোগৰ 'অৱস্থান' প্ৰভৃতি সকলো ক্ষেত্ৰতেই ৰাজনীতিৰ প্ৰাধান্য প্ৰতিভাত হোৱা দেখা যায়।

ফলস্বৰূপে উদ্যোগ নিগমৰ 'অৱস্থান', সামগ্ৰী পোৱা ঠাইত প্ৰতিষ্ঠিত হোৱা নাই, নিগমৰ 'প্ৰধান কাৰ্য্যালয়' উদ্যোগৰ লগত স্থাপিত হোৱা নাই, নিয়োগৰ ক্ষেত্ৰত প্ৰাদেশিকতা, স্বজনপ্ৰিয়তাই ঠাই পায়, আৰু আঞ্চলিক ভাৱসাম্যৰ প্ৰতি ভ্ৰুক্ষেপ কৰা নহয়। উপৰোক্ত দোষ ক্ৰুটীয়ে নিগমৰ কাৰ্য্যকাৰিতা বিষয়ত অসম্পূৰ্ণতা সূচায়।

(গ) **চৰকাৰী কোম্পানী (Government Company) ঃ** জইন্ট্ ষ্টক কোম্পানীৰ সংগঠন আৰু পৰিচালনাৰ নিচিনাকৈ চৰকাৰী কোম্পানী গঠন কৰা হয়। ১৯৫৬ চনৰ কোম্পানী আইন অনুসৰি এটা ঔদ্যোগিক বা বাণিজ্যিক উদ্যম চলাবলৈ হলে ব্যক্তিগত সীমাবদ্ধ কোম্পানীৰ দৰে ( Private limited Company ) পঞ্জীভূক্ত হ'ব লাগে। কোম্পানী আইনৰ ৬১৭ ধাৰা অনুযায়ী উক্ত উদ্যমক চৰকাৰী কোম্পানী হিচাপে জনা যায়।

১৯৫৬ চনৰ আইন অনুসৰি ৬১৭ ধাৰামতে পঞ্জীভূক্ত হোৱা এটা চৰকাৰী কোম্পানী, ঔদ্যোগিকেই হওক বা বাণিজ্যিকেই হওক, তাৰ মুঠ পুঁজি অংশৰ শতকৰা একাৱন্ন ভাগ কেন্দ্ৰীয় অথবা ৰাজ্যিক চৰকাৰ নাইবা কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰে বিধিবদ্ধ হিচাপে লবই।

কোম্পানী আইন অনুসৰি—কেন্দ্ৰীয় চৰকাৰে, চৰকাৰী কোম্পানীৰ সমুদায় পুঁজি অংশ লব পাৰে। নাইবা চৰকাৰ আৰু ৰাজহুৱা কৰি মিশ্ৰিত পুঁজি অংশত, চৰকাৰী কোম্পানী গঢ়ি তুলিব পাৰে ; কিন্তু চৰকাৰী কোম্পানীৰ এই মিশ্ৰিত পুঁজিৰ শতকৰা একাৱন্ন ভাগ চৰকাৰী অংশ হ'বই লাগিব।

ব্যক্তিগত সীমাবদ্ধ কোম্পানী হিচাপে পঞ্জীভূক্ত হোৱা চৰকাৰী কোম্পানীৰ নিয়ন্ত্ৰণ আৰু বিধিবদ্ধতা চৰকাৰৰ হাতত ন্যস্ত থাকে। এনে

ধৰণৰ কোম্পানী ব্যক্তিগত সীমাবদ্ধ কোম্পানীৰ নমনীয়তাৰে (Flexibility), চৰকাৰী বিনিয়ম আৰু ব্যৱস্থাপনাৰে সাৰ্বজনীন স্বাৰ্থৰ হ'কে সংগঠিত আৰু শাসিত হয়।

**চৰকাৰী কোম্পানী লক্ষণসমূহ (characteristics)** ঃ—ব্যক্তিগত সীমাবদ্ধ কোম্পানীৰ লক্ষণসমূহেই চৰকাৰী কোম্পানীৰো লক্ষণ, মুঠ পুঁজি অংশৰ ন্যূনতম শতকৰা একাৱন্ন ভাগ চৰকাৰৰ হাতত থাকে। অৱশ্যে পুঁজি অংশ সম্পূৰ্ণই চৰকাৰীও হ'ব পাৰে। কোম্পানীৰ সঞ্চালক বৰ্গৰ সকলোকেই অথবা সৰহ সংখ্যক সঞ্চালককেই চৰকাৰে নিয়োগ কৰে। আনহাতে ব্যক্তিগত পুঁজি অংশ দাতাই তেওঁলোকৰ পুঁজি অংশৰ বৰঙণি অনুপাতে সঞ্চালক নিয়োগ কৰিব পাৰে।

সংসদৰ বিশেষ অনুমোদন নোহোৱাকৈ, কেন্দ্ৰীয় চৰকাৰৰ নিজস্ব সিদ্ধান্ত অনুযায়ী চৰকাৰী কোম্পানী গঠন কৰা হয় আৰু এই কোম্পানীৰ বহিৰ্বিষয়ক বিষয় আৰু আভ্যন্তৰীণ বিষয়বোৰ কোম্পানী আইন মতে লিপিবদ্ধ আৰু পঞ্জীয়নকৰণ হলেও চৰকাৰে ইচ্ছা অনুসৰি এই বিলাকৰ সাল-সলনি বা সংশোধন কৰিব পাৰে।

চৰকাৰী কোম্পানী হৈছে কোম্পানী আইনৰ অধীনত সংগঠিত অন্য ৰূপৰ নিগম। ই চৰকাৰী বিভাগৰ নীতি-নিয়ম, হিচাপ নিকাচ-প্ৰণালী-পদ্ধতিৰ পৰা সম্পূৰ্ণই পৃথক। ইয়াৰ কৰ্মচাৰীসমূহ বাস্তৱিকতে কোম্পানীৰ নিজস্ব চাকৰিয়াল।

চৰকাৰী কোম্পানীয়ে নিজৰ নামত মাটি-সম্পত্তি কৰিব পাৰে, আন সংস্থা, ব্যক্তিৰ লগত চুক্তিবদ্ধ হ'ব পাৰে, আৰু কোনো বিষয়ত কাছাৰীত গোচৰ তৰিব পাৰে। অৱশ্যে চৰকাৰী কোম্পানীৰ ওপৰতো আনে কাছাৰীত গোচৰ দিব পাৰে। এনে চৰকাৰী কোম্পানীয়ে কাৰিকৰী বিশেষজ্ঞ, আৰু বিদেশী মুদ্ৰাৰ বাবে বিদেশী সাহায্য লব পাৰে।



চৰকাৰী কোম্পানীয়ে লাভ কৰা সুযোগ-সুবিধাৰ ভিতৰত অন্যতম হৈছে—কৰ্তব্য বিষয়ত আৰু কাৰ্য্যকাৰিতাৰ ক্ষেত্ৰত অপৰ্য্যাপ্ত নমনীয়তা। এই নমনীয়তা, বিশেষকৈ কোম্পানী পৰিচালনা বিষয়ত অন্তৰ্নিয়ম সাল-সলনি কৰিবপৰা সুযোগৰপৰা পোৱা, যিটো সাংবিধিক নিগম বা ব্যক্তিগত কোম্পানীৰ ক্ষেত্ৰত জটিল প্ৰক্ৰিয়া আৰু মন্ত্ৰণালয়ে নিজে নীতি আৰু কাৰ্য্যপন্থা পুনৰ বিন্যস্ত কৰিবপৰা স্বত্ব আৰু অধিকাৰ।

চৰকাৰী কোম্পানী অল্পায়াসতে সংগঠন কৰিব পৰাৰ সুযোগ-সুবিধা। চৰকাৰী কোম্পানীৰ প্ৰশাসনৰ ক্ষেত্ৰত অন্যান্য নিগম বা চৰকাৰী বিভাগতকৈ পোৱা স্বায়ত্ব-শাসিত ক্ষমতাই প্ৰধান।

চৰকাৰী কোম্পানী হিচাপে পৰিচালিত প্ৰকল্পবোৰ হ'ল—

(ক) ছিন্ত্ৰি ফাৰ্টিলাইজাৰছ এণ্ড কেমিকেলছ্ (Sindri Fertilizers and chemicals),

(খ) ভাৰত ইলেক্ট্ৰনিকছ্ (Bharat Electronics),

(গ) হিন্দুস্থান ষ্টীল লিমিটেড (Hindusthan steel Limited),

(ঘ) হিন্দুস্থান মেচিন টুলছ (Hindusthan Machine Tools),

(ঙ) হিন্দুস্থান ইনচেক্টিচাইডছ্ (Hindusthan Insecticides),

(চ) ষ্টেট ট্ৰেডিং ক'ৰপোৰেছন অব্ ইণ্ডিয়া (State Trading corporation of India),

(ছ) বোকাৰো ষ্টীল লিমিটেড (Bokaro Steel Limited) প্ৰভৃতি।

**চৰকাৰী কোম্পানীৰ ক্ৰটী বিচ্যুতিসমূহ (Defects of Govt. company)** ঃ—"চৰকাৰী কোম্পানীৰ গঠন পদ্ধতি, কাৰ্য্যকাৰিতা আৰু কৰ্তব্যবিষয়ক নমনীয়তাই কোম্পানী আইন আৰু ভাৰতীয় সংবিধানক প্ৰবঞ্চনা কৰিছে" বুলি একালৰ ভাৰতৰ প্ৰধান হিচাপ পৰীক্ষক নৰহৰি ৰাৱে ১৯৫২ চনত মন্তব্য কৰিছিল। ইয়াৰ কাৰণ

হৈছে—বিভাগীয় মন্ত্ৰীয়ে কোম্পানীৰ অন্তৰ্নিয়ম আৰু বহিৰ্নিয়মৰ খচৰা প্ৰস্তুত কৰে আৰু ইয়াৰ সাল-সলনি মন্ত্ৰীয়ে ইচ্ছা অনুযায়ী কৰিব পাৰে।

চৰকাৰী কোম্পানীৰ হিচাপ পৰীক্ষা নহয়। অৱশ্যে ১৯৫৬ চনৰ কোম্পানী আইনত কিছু সংশোধনৰ জৰিয়তে হিচাপ পৰীক্ষাৰ এক্তিয়াৰ ভাৰতৰ প্ৰধান হিচাপ-পৰীক্ষকৰ হাতত ন্যস্ত কৰিছে (In the hands of the Comptroller & Auditor General of India) প্ৰধান হিচাপ-পৰীক্ষকৰ উপদেশ সাপেক্ষে হিচাপ-পৰীক্ষক নিযুক্তি দিয়া হয়। অৱশ্যে এই হিচাপ পৰীক্ষা অন্যান্য নিগমৰ বা চৰকাৰী বিভাগৰ-দৰে কঠোৰ আৰু বাধ্যবাধক নহয়।

অন্য নিগম বা চৰকাৰী বিভাগৰ উদ্যোগে যিবোৰ চৰকাৰী আৰু সংসদীয় নীতি নিয়ম আৰু বিধিবদ্ধ সাংবিধানিক দায়িত্ব মানি চলিব লাগে সেয়া চৰকাৰী কোম্পানীয়ে এৰাই চলি থাকে।

চৰকাৰী কোম্পানীৰ পুঁজি অংশৰ এটা অংশ এৰি,—বাকী সমূদায় অংশ ভাৰতৰ ৰাষ্ট্ৰপতিৰ নামত লোৱা হয় আৰু এতিয়া পুঁজি অংশ কোনোবা চৰকাৰী বিষয়াৰ নামত থাকে। এয়া কোম্পানী (১৮৫৫ চন) আইনৰ বিধান। ফলত অংশীদাৰ সকলৰ সভা-সমিতি আহ্বান কৰা প্ৰশ্নই নুঠে। অন্যহাতে কোম্পানীৰ সঞ্চালক সকল হ'ল—চৰকাৰে নিয়োগ কৰা বিষয়া। সেয়েহে কোম্পানীৰ আইন, যি আইনে ভাৰতীয় জইণ্ট ষ্টক কোম্পানীৰ পৰিচালনা আৰু কাৰ্য্য-নিয়ন্ত্ৰণ কৰে, চৰকাৰী কোম্পানীৰ ক্ষেত্ৰত এক প্ৰহসনত পৰিণত হৈছে।

চৰকাৰী কোম্পানী পৰিচালনাৰ ক্ষেত্ৰত যিমান খিনি স্বায়ত্ত-শাসন অধিকাৰ দিয়া হয় তাকো চৰকাৰৰ মুৰব্বী প্ৰশাসনিক বিষয়াই বস্তুগত ভাবে সাল-সলনি কৰিবলৈ সুযোগ পায়।

**ৰাষ্ট্ৰীয় প্ৰকল্প ঃ গঠন শৈলী নিৰ্ধাৰণ সমস্যা (Problems : choice of organisation) ঃ** আলোচিত তিনি বিধ সাৰ্বজনিক খণ্ডৰ উদ্যোগ বা ব্যৱসায় পৰিচালনাৰ সংগঠন শৈলীৰ ভিতৰত কোন বিধ উন্নত আৰু উপযুক্ত তাক নিৰ্ধাৰণ কৰাটোৱেই কঠিন কাম। সাৰ্বজনিক খণ্ডৰ প্ৰকল্পসমূহৰ লগত উদ্ভূত নানান সমস্যাৰ যুক্তিযুক্ত সমাধান এতিয়াও সুনিশ্চিত হোৱা নাই।



১৯৫৪ চনৰ 'ইকাফে'ৰ (Economic Commission for Asia and the Far East) সন্মিলনত হোৱা আলোচনাত চৰকাৰী শিল্পোদ্যোগৰ ক্ষেত্ৰত ব্যক্তিগত সীমাবদ্ধ কোম্পানীৰ (Private Ltd. Co.) নিচিনা কোম্পানী সমূলী উপযুক্ত যন্ত্ৰ বা সংস্থা নহয় বুলি ঘোৰ বিৰোধী মত প্ৰকাশ পাইছিল।

১৯৫৪-৫৫ চনৰ এষ্টিমেট কমিটীয়ে (In the 16th report of Estimate Committee) দিয়া প্ৰতিবেদনত সমষ্ট বিষয়টি আলোচনা কৰি চৰকাৰী বিভাগৰদ্বাৰা শিল্প উদ্যোগ পৰিচালনা কৰাটো নিশ্চিতভাবে বিৰোধিতা কৰে আৰু শিল্প উদ্যোগৰ বাবে জইণ্ট ষ্টক কোম্পানী গঠনৰ পৰামৰ্শ দিয়ে। উক্ত কোম্পানীৰ শতকৰা পঁচিশ ভাগ পুঁজি অংশ ৰাজহুৱা ৰৰঙণিৰ জড়িয়তে সংগ্ৰহ কৰি কোম্পানীত জনসাধাৰণৰ স্বাৰ্থ আৰু সহযোগ যাতে সক্ৰিয় হয়, তাৰ প্ৰতি পৰামৰ্শ দাঙি ধৰে। কমিটীয়ে এখন উপদেষ্টা পৰিষদ গঠনৰ বাবে অনুমোদন জনায়। পৰিষদে মাজে মাজে বিভিন্ন বিষয়ত পৰিচালকক উপদেশ দিব। এষ্টিমেট কমিটীয়ে শিল্পোদ্যোগ সমূহৰ অন্তৰীণ পৰিচালনাত পৰ্য্যাপ্ত পৰিমাণৰ স্বায়ত্ত শাসন দিয়াৰ পক্ষপাতি।

ৰাষ্ট্ৰীয় উদ্যোগ পৰিচালনা আৰু নিয়ন্ত্ৰণৰ সমস্যাৱলী অনুসন্ধান আৰু সমাধানাৰ্থে দুজন আমেৰিকান অৰ্থনীতিবিদক ১৯৫৬ চনত আমন্ত্ৰণ কৰি অনা হৈছিল। তেওঁলোক হ'ল অধ্যাপক গেলব্ৰেইথ

( পিচত তেওঁ ভাৰতত আমেৰিকা যুক্তৰাষ্ট্ৰৰ কটকী হিচাপেও আছিল ) আৰু ডঃ গ'ল আপ্লেবী। এওঁলোক উভয়ে দিয়া পৰামৰ্শসমূহ প্ৰণিধান যোগ্য।

অধ্যাপক গেলৰেইথে এই বুলি মত প্ৰকাশ কৰিছিল—যে উৎপাদনশীল ৰাষ্ট্ৰীয় উদ্যোগৰ বাবে স্বায়ত্ব-শাসিত ৰাষ্ট্ৰীয় নিগমেই প্ৰকৃত বুনিয়াদ হয়। অৱশ্যে প্ৰতিটো নতুন উদ্যোগৰ বাবে নতুন নিগম নহলেও চলে। তুলনামূলক ভাবে কম, অথচ কাৰ্য্যকৰী নিগমে যথেষ্ট সংখ্যক উদ্যোগৰ নেতৃত্ব দিব পৰা হ'ব লাগে। সেয়ে তেওঁ নিগমক বিত্ত-বিষয়ত বেছি অধিকাৰ আৰু বিকেন্দ্ৰীকৰণৰ কৰ্তৃত্ব দিয়াৰ মত পোষণ কৰে।

ডঃ প'ল আপ্লেবীয়ে ( Dr. Paul Appleby ) ৰাষ্ট্ৰীয় উদ্যোগ প্ৰশাসনিক বিষয়ত যুদ্ধৰ সময়ৰ জৰুৰীকালীন অৱস্থা পালন কৰিবলৈ পৰামৰ্শ দিয়ে। তেওঁৰ মতে, আচলতে ৰাষ্ট্ৰীয় উদ্যোগ বিষয়ত ভাৰত-বৰ্ষৰ অৱস্থা অপ্ৰত্যাশিত। উক্ত জৰুৰী অৱস্থাৰ কৃতকাৰ্য্যতা তৎকালিন সিদ্ধান্ত গ্ৰহণ আৰু খৰতকীয়া কৰ্ম সম্পাদনৰ ওপৰত নিৰ্ভৰ কৰে। এই জৰুৰী অৱস্থা নতুন উদ্যোগ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত অত্যাৱশ্যকীয় বিষয়।

কংগ্ৰেছ পাৰ্লিয়ামেণ্টেৰী পাৰ্টিয়ে ১৯৫৮ চনত নিয়োগ কৰা ভি, কে, কৃষ্ণমেনন কমিটীৰ প্ৰতিবেদনত দুটা ভিত্তিস্থানীয় সমস্যা সমাধানৰ ওপৰত বেছি গুৰুত্ব দিছিল :—(ক) কৰ্ম কুশলতা ( efficiency ) আৰু (খ) কৈফিয়ৎ দায়ী বা জবাবদিহি ( accountability ) উক্ত কমিটীয়ে বহু পৰামৰ্শ আগবঢ়াইছিল তাৰ অন্যতম হৈছে, উদ্যোগৰ পৰিচালনা আৰু আত্ম-নিৰ্ভৰশীলতা। প্ৰতিবেদনত উল্লেখিত এষাৰ কথা এনে ধৰণৰ আছিল—"The structure, management and policy in regard to state.undertakings should be such that public opinion on the one hand, and workers & management on the other, regard them with patriotic fervour and have a sense of ownship and pride."



১৯৫৮ চনৰ চাগলা কমিছনে ( Chagla Commission ) ( জীৱন-বীমা নিগমৰ বিনিয়োগ বিষয়ত, বিশেষকৈ মুন্দ্ৰা কেলেংকাৰীৰ ওপৰত, নিয়োজিত ) সাংবিধিক নিগমৰ ওপৰত চৰকাৰ আৰু সংসদে কেনে ধৰণৰ নিয়ন্ত্ৰণ আৰোপ কৰিব সেই বিষয়ে পৰ্য্যবেক্ষণ কৰি কেইটামান পৰামৰ্শ আগবঢ়াইছিল। সেই পৰামৰ্শ কেইটা এনে ধৰণৰ আছিল—

(ক) সাংবিধানিক নিগমৰ কাৰ্যকাৰিতাৰ ওপৰত চৰকাৰে প্ৰত্যক্ষ হস্তক্ষেপ কৰিব নালাগে।

(খ) নিগমৰ অধ্যক্ষজনৰ নিযুক্তি ব্যৱসায় আৰু বিত্তীয় অভিজ্ঞতা থকা লোকৰ মাজৰ পৰা হোৱা দৰ্কাৰ।

(গ) বিভাগীয় মন্ত্ৰীয়ে বিশেষকৈ নিগমৰ প্ৰাথমিক অৱস্থাৰ সকলো তথ্য-পাতি আৰু প্ৰধান বিষয়সমূহ সম্পৰ্কে সংসদত অৱগত কৰাব লাগে। মন্ত্ৰী গৰাকীয়ে সংসদৰ ওপৰত আস্থা স্থাপন কৰিব লাগে।

(ঘ) বিভাগীয় মন্ত্ৰী গৰাকীয়ে তেওঁৰ অধীনস্থ সকলৰ সকলো কৰ্মৰ দায়িত্ববহন কৰিব পাৰিব লাগে।

ৰাষ্ট্ৰীয় প্ৰকল্পৰ গঠন পদ্ধতিৰ ওপৰত দুটা জটিল সমস্যা সৰ্বদায় উপস্থাপিত হয়, সেয়া হ'ল—বিদেশী মুদ্ৰা, কাৰিকৰী জ্ঞানৰ অভাৱ, আৰু উচ্চ-চৰকাৰী বিষয়াৰ চৰিত্ৰত পৰম্পৰাগত ভাবে গণতান্ত্ৰিক দৃষ্টিভংগীৰ অভাৱ।

১৯৬০ চনৰ এষ্টিমেটছ্ কমিটীয়ে ( Estimates Commettee ) দ্বিধাহীন ভাবে মত প্ৰকাশ কৰিছিল যে ৰাষ্ট্ৰীয় প্ৰকল্পৰ সংগঠন, সাংবিধিক নিগম (Statutory Corporation) পদ্ধতিত হোৱা উচিত আৰু নিৰ্দিষ্ট কিছুমান অৱস্থাৰ পৰিপ্ৰেক্ষিততহে কোম্পানী পদ্ধতিত উদ্যোগ স্থাপন কৰা আৱশ্যক।

ৰাষ্ট্ৰীয় প্ৰকল্পসমূহৰ সমস্যাবোৰ বিহংগদৃষ্টিৰে চাবলৈ গলে এনে ৰূপত পোৱা হয়—

(ক) প্ৰকল্পৰ গঠনশৈলী (Forms of Organisation), (খ) প্ৰশাসন (Administration), (গ) পৰিচালনা (Management), (ঘ) স্বায়ত্ত-শাসনৰ অধিকাৰ (Autonomy), (ঙ) বিভাগীয় মন্ত্ৰীৰদ্বাৰা নিয়ন্ত্ৰণ (Ministerial Control), (চ) কাৰ্য্যকাৰক অৱস্থা (Working Conditions), (ছ) বস্তুৰ দাম বা মূল্য নিৰ্ধাৰণ (Fixation of Price), (জ) কৰ্মচাৰীসকলৰ সৈতে সম্পৰ্ক (Personnel Relations) আৰু (ঝ) প্ৰশিক্ষণ আৰু গৱেষণা (Training and Research), (ঞ) সমন্বয় স্থাপন (Co-ordination)।

**(ক) গঠন শৈলী (Forms of Organisation)ঃ** ৰাষ্ট্ৰীয় প্ৰকল্পৰ পৰিচালনাৰ অৰ্থে আলোচিত তিনিওটা সংগঠনৰ ভিতৰত চৰকাৰী বিভাগৰদ্বাৰা ঔদ্যোগিক আৰু বাণিজ্যিক কাৰ্য্য পৰিচালনা কৰাটো সমিচীন নহয় বুলি নানান সমিতিয়ে স্বীকাৰ আৰু মত প্ৰকাশ কৰিছে।

আন দুটা গঠন পদ্ধতিৰ (সাংবিধিক নিগম আৰু চৰকাৰী কোম্পানী) ভিতৰত সাংবিধিক নিগম জনসেৱা খণ্ডৰ প্ৰকল্পৰ বাবে অধিক উপযোগী বুলি প্ৰতীয়মান হয়। 'চৰকাৰী কোম্পানী, বাণিজ্যিক আৰু ঔদ্যোগিক বিষয়ৰ বাবে উপযুক্ত গঠন-পদ্ধতি বুলি বিবেচনা কৰা হয়। এই সন্দৰ্ভত এ, ডি, গৰৱালাই (A. D. Gorwala) দিয়া মন্তব্যটি স্মৰণযোগ্য—"Where the nature of work of an authority is Substantially Commercial, a joint Stock Company is more Suitable ; Otherwise a public Corporation is desirable." অৱশ্যে চৰকাৰী কোম্পানীৰ সংগঠন ৰীতিত থকা



নমনীয়তাৰ (Flexibility) ওপৰত বহুতো বিপক্ষমত অদ্যাপিও উপস্থাপিত হয়।

**(খ) প্ৰশাসন (Administration)ঃ** সাধাৰণতে, চৰকাৰী বিভাগৰ প্ৰশাসনৰ লগত ৰাষ্ট্ৰীয় প্ৰকল্পৰ প্ৰশাসন, বহু-বিষয়ত অমিল। এটা ৰাষ্ট্ৰীয় উৎপাদক প্ৰকল্পৰ প্ৰশাসন আৰু সাধাৰণ চৰকাৰী প্ৰশাসনৰ মাজত পূৰ্ণ বৈষম্য পৰিলক্ষিত হয়। কাৰণ, সাধাৰণ চৰকাৰী প্ৰশাসনে উচ্চ কাৰিকৰী জ্ঞান নিবিচাৰে যিটো এটা উৎপাদক প্ৰকল্পৰ বাবে অপৰিহাৰ্য্য।

**প্ৰশাসনঃ** সেইকাৰণে ৰাষ্ট্ৰীয় উৎপাদক প্ৰকল্পৰ কাৰণে নিৰ্ভৰযোগ্য কাৰিকৰ, আৰু বিশিষ্ট অভিজ্ঞ লোকৰ ব্যৱস্থা কৰাটো প্ৰয়োজনীয় বিষয়। খৰতকীয়া সিদ্ধান্ত লব পৰাৰ ওপৰতহে প্ৰকল্পৰ ক্ৰমোন্নয়ন নিৰ্ভৰ কৰে। সেয়ে, প্ৰকল্প পৰিচালনাৰ ক্ষেত্ৰত বিষয়া নিযুক্তি, 'প্ৰশাসনিক সেৱা' (Administrative Service) মূল উৎস নহয়। মূল উৎস হৈছে—প্ৰকল্প পৰিচালন যোগ্য ব্যক্তিৰ নিযুক্তিকৰণ। এই নিযুক্তিকৰণ দুটা উপায়ে সমাধা কৰিব পাৰি। প্ৰথমতে ব্যৱসায় বাণিজ্যত অভিজ্ঞ, ব্যক্তিগত খণ্ডৰ উদ্যোগত ভাল অভিলেখ থকা লোকৰ নিয়োগ আৰু দ্বিতীয়তে,—'নিয়োগ পৰিষদ'ৰ দ্বাৰা নতুন প্ৰতিভাৱান লোক নিযুক্তি দি, 'ঔদ্যোগিক পৰিচালনা'ৰ (Industrial Management) বিশেষ প্ৰশিক্ষণ দিয়াই অনা ব্যৱস্থাৰে।

সাধাৰণ চৰকাৰী বিষয়াৰ বদলিকৰণৰদ্বাৰা ৰাষ্ট্ৰীয় উদ্যোগ পৰিচালনা যে সমূলি কাৰ্যকৰী নহয়, বৰঞ্চ, উদ্যোগৰ বাবে ক্ষতিকৰ হয়, তাক সকলোৱেই—উপলব্ধি কৰে। আপাততঃ 'ঔদ্যোগিক পৰিচালন সেৱা'ৰ (Industrial Management Service) জড়িয়তে নিযুক্তিকৰণ ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছে। অৱশ্যে এনে ভাবে নিযুক্ত দিয়া

লোককো দেশে-বিদেশে প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব পাৰিলে অধিক ফলপ্ৰসূ হ'ব।

প্ৰশাসনত আৰু এটা বিষয়ৰ প্ৰতি মনোযোগ দিয়াটো অপৰিহাৰ্য্য। বিষয়টি হৈছে—শ্ৰমিক-কৰ্মীৰ উদ্যোগ পৰিচালনাত অংশ গ্ৰহণ কৰিবলৈ সুযোগ দিয়া।

প্ৰশাসনৰ ক্ষেত্ৰত মূল লক্ষণীয় বিষয় হ'ল—প্ৰশাসনিক ক্ষমতাৰ বিকেন্দ্ৰীকৰণ। প্ৰশাসন ক্ষমতা কেন্দ্ৰীভূত হ'লে ৰাষ্ট্ৰৰদ্বাৰাই প্ৰকল্প নিৰ্মাণ বা প্ৰতিষ্ঠা কৰাৰ আচল লক্ষ্যই ব্যাহত হয়।

**(গ) পৰিচালনা ( Management ) :** ৰাষ্ট্ৰীয় প্ৰকল্পৰ 'পৰিচালনা পৰিষদ' খন কোনো কোনোৰ মতে সংসদী সদস্য, মন্ত্ৰী, বিভাগীয় প্ৰধানৰ মাজতেই জড়িত থাকিব লাগে। এনে ধাৰণা, কাৰ্য্য-ক্ষেত্ৰত দেখা পোৱা মতে, বিজ্ঞান-সন্মত নহয়। বাস্তৱ-ক্ষেত্ৰত যি দেখা যায়—পৰিষদৰ সদস্যসকল বিভিন্ন বিষয়ত প্ৰতিভা সম্পন্ন লোক হোৱা দৰ্কাৰ। সেই প্ৰতিভাই—( যথা, প্ৰশাসনিক, ব্যৱসায়িক, বিত্তীয় বিষয়ৰ কাৰিকৰী বিশিষ্ট জ্ঞান-সন্মত প্ৰভৃতি ) প্ৰকল্পৰ উন্নতিকল্পে দল হিচাপে কৰ্ম-সম্পাদন কৰিব লাগে। পৰিচালক পৰিষদৰ লোক নিৰ্বাচন কৰা বিষয়ত ডঃ প'ল আপ্লেবীয়ে—ৰাজহুৱা খণ্ডৰ উদ্যোগত ব্যক্তিগত খণ্ডৰ ঔদ্যোগিক বা ব্যৱসায়ীক মনোনীত নকৰিবলৈ সঁকিয়াই দিছে। তেওঁৰ মতে—'ব্যৱসায় জগত খন আদৰ্শৰপৰা দূৰত, গতিকে তেনেখন জগতৰপৰা ৰাষ্ট্ৰীয় প্ৰকল্প পৰিচালনা কৰিবলৈ প্ৰশাসক নিযুক্ত কৰাটো মুঠেই সমিচীন হ'ব নোৱাৰে।' ডঃ আপ্লেবীয়ে পৰিচালনা পৰিষদৰ কৰ্তৃত্ব একাদিক্ৰমে পৰিচালক সঞ্চালকৰপৰা অধীনস্থ বিষয়ালৈ দান কৰিবলৈ পৰামৰ্শ দিয়ে। সম্প্ৰতে পৰিচালনাৰ বাবে কৰ্তৃত্ব দানৰ ক্ষেত্ৰত নতুন নিয়ম প্ৰবৰ্তনৰ অৰ্থে চিন্তা-চৰ্চা আৰু ধ্যান-ধাৰণা কৰি থকা দেখা যায় আৰু কোনো কোনো বিষয়ত পৰীক্ষামূলক হিচাপে প্ৰয়োগে কৰা হৈছে।



সাধাৰণতে সাংবিধিক নিগম বা চৰকাৰী কোম্পানীৰ পৰিচালনাৰ ভাৰ 'সঞ্চালক পৰিষদ'ৰ হাতত ন্যস্ত থাকে ; কিন্তু নিগম বা কোম্পানী পৰিচালনাৰ দায়িত্বৰ উপৰিও পৰিষদে ৰাজহুৱা স্বাৰ্থৰ প্ৰতি মনোযোগ দিব লাগে। কোম্পানী বা নিগমৰ কাৰণে 'পৰিষদ' দায়িত্বশীল, কিন্তু জনসাধাৰণৰ ওচৰত তেওঁলোক জবাবদিহি।

এনে 'সঞ্চালক পৰিষদ' সাৰ্বজনীন খণ্ডত তিনি প্ৰকাৰৰ। প্ৰতি প্ৰকাৰেই অৱস্থা বিশেষে উপযোগী। সেই তিনি প্ৰকাৰৰ হ'ল—

(ক) 'বিধি প্ৰণয়ন পৰিষদ' ( Policy making Board ), এনে পৰিষদৰ সদস্যবৰ্গৰ কাম অংশ কালীন, কেৱল—অধ্যক্ষ বা পৰিচালক সঞ্চালক বা মুখ্য প্ৰশাসনিক বিষয়াজনহে পূৰ্ণকালীন বিষয়া।

(খ) কাৰিকৰী পৰিষদ ( Functional Board ) :—পৰিষদৰ সদস্যবৰ্গ পূৰ্ণ পৰ্য্যায়ৰ বিষয়া। এওঁলোকৰ নিৰ্দিষ্ট কৰ্তব্য কাল থাকে।

(গ) সংমিশ্ৰিত পৰিষদ ( Mixed Board :—এনে পৰিষদ অংশ কালীন আৰু পূৰ্ণ পৰ্য্যায় উভয় বিধ সঞ্চালক সদস্যৰে গঠিত। পূৰ্ণ পৰ্য্যায়ৰ সদস্যবৰ্গৰ নিৰূপিত কৰ্ম বা দায়িত্ব থাকে।

উল্লেখিত তিনি বিধ পৰিষদৰ ভিতৰত 'বিধি-প্ৰণয়ন পৰিষদ' খনে অন্য দুখনকৈ অধিক প্ৰাধান্য লাভ কৰিছে। কোনো কোনো উদ্যোগ বা প্ৰকল্পত 'সংমিশ্ৰিত পৰিষদ' ও কাৰ্য্যকৰী হৈছে ; কিন্তু 'কাৰ্য্যকৰী পৰিষদ' খন প্ৰয়োগ নোহোৱাৰ মূল অসুবিধা হ'ল—সকলো সঞ্চালক সদস্য পূৰ্ণপৰ্য্যায়ৰ নোপোৱাৰ হেতু।

(ঘ) স্বায়ত্ত-শাসনৰ অধিকাৰ ( Autonomy ) : এইটো সৰ্বজন স্বীকৃত যে ৰাষ্ট্ৰীয় প্ৰকল্পই কৃতকাৰ্য্যতা লভিবলৈ হলে—

(i) বিধি-বিধানত নমনীয়তা।

(ii) ব্যৱসায়িক নীতি নিৰ্ধাৰণত স্বাধীনতা।

(iii) ৰাজহুৱা কৈফিয়ৎ তলব বিষয়ত উদাৰ নীতি অৱলম্বন কৰা।

ৰাজহুৱা স্বাৰ্থৰ খাতিৰতেই যিটো অপৰিহাৰ্য্য, সি হৈছে—দৈনন্দিন প্ৰশাসনত, কৰ্তব্য বিষয়ত ব্যৱস্থা লব পৰাকৈ পৰিচালক বৰ্গলৈ কৰ্তৃত্ব দান। জাতীয় স্বাৰ্থৰ খাতিৰত যি নিৰ্দেশাৱলী দিব লগীয়া হয় তাকেই মাত্ৰ মন্ত্ৰণালয়ৰ হাতত ৰক্ষিত হ'ব লাগে। কাৰ্য্য-ক্ষেত্ৰত দেখা যায়—মন্ত্ৰী (বিভাগীয়) আৰু সচিবৰ অযথা হস্তক্ষেপে প্ৰকল্পৰ কাৰ্য্যকাৰিতাত বাধা জন্মায়।

মুঠতে সাংবিধানিক স্বাধীনতা আৰু দায়িত্ব, মন্ত্ৰণালয়ৰ নিৰ্ধাৰিত নিয়ন্ত্ৰণৰ সৈতে পৰিচালকবৰ্গৰ হাতত ন্যস্ত থকাটো যুক্তিযুক্ত।

**(ঙ) মন্ত্ৰণালয়িক নিয়ন্ত্ৰণ (Ministerial Control)** ঃ জাতীয় স্বাৰ্থৰ হকে মিতব্যয়িতাৰ ভিত্তিত ৰাষ্ট্ৰীয় উদ্যোগ পৰিচালিত হোৱাৰ দায়িত্ব চৰকাৰৰ। পৰিকল্পিত অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত উক্ত উদ্যোগে কিমান অৰিহণা যোগাব পাৰিছে তাৰ প্ৰতি লক্ষ্য ৰখাটো চৰকাৰৰ কৰ্তব্য।

আনহাতে ৰাষ্ট্ৰীয় উদ্যোগৰ পৰিচালনা হ'ব লাগে, প্ৰগতিবাদী আৰু আধুনিক ব্যৱসায়ী নীতিৰ ভিত্তিত যাৰ বাবে উদ্যোগ পৰিচালনাত নমনীয়তা আৰু সুনেতৃত্বৰ আৱশ্যক।

স্বাভাৱিকতে, কিছুমান ক্ষমতা বা কৰ্তৃত্ব চৰকাৰৰদ্বাৰা সংৰক্ষিত; আৰু সেই ক্ষমতা প্ৰয়োগৰদ্বাৰা দায়িত্বশীল মন্ত্ৰী গৰাকীয়ে ৰাষ্ট্ৰীয় প্ৰকল্পৰ নিয়ন্ত্ৰণ কৰে; কিন্তু সেই কৰ্তৃত্বৰ বা ক্ষমতাৰ অপ-প্ৰয়োগ হলে প্ৰকল্পৰ সহজাত চালনাত বাধা প্ৰাপ্ত হয়।

সেয়ে নিম্নোল্লিখিত নিয়ন্ত্ৰণৰ উৰ্ধলৈ মন্ত্ৰণালয়িক নিয়ন্ত্ৰণ যোৱা উচিত নহয় বুলি বহু সমিতিয়ে মত-প্ৰকাশ কৰে।

(১) ৰাষ্ট্ৰীয় প্ৰকল্পৰ অধ্যক্ষ আৰু সঞ্চালকৰ নিযুক্তি চৰকাৰৰ হাতত থাকিব লাগে।



(২) পৰিচালনাৰ উচ্চস্তৰৰ বিষয়াসকলৰ নিযুক্তি বা নিযুক্তিৰ অনুমোদন চৰকাৰৰদ্বাৰাই হ'ব লাগে।

এই উভয় বিষয়ত চৰকাৰে প্ৰশাসনীয় আৰু পৰিচালনাৰ সমস্যাবোৰলৈ লক্ষ্য ৰাখি কাৰ্য্য-পন্থা নিৰ্ধাৰণ কৰিব।

(৩) কোনো নিৰ্দিষ্ট পৰিমাণৰ ওপৰত মূলধন ব্যয়, বাৰ্ষিক নিৰূপিত হিচাপৰ ওপৰত আয় ব্যয় বৈষম্যৰ নিয়ন্ত্ৰণ, ঋণ লোৱা, পুঁজি বিনিয়োগ আৰু লভ্যাংশ বণ্টন বিষয়ত ব্যৱস্থা গ্ৰহণ, হিচাপ পৰীক্ষকৰ নিযুক্ত, কৰ্মচাৰীৰ চাকৰীৰ বিধি-ব্যৱস্থা, নিৰাপত্তা প্ৰতিভূতিত পুঁজি নিয়োগ (Investment in Securities) আৰু পূৰ্ব-নিৰূপিত নীতি অনুসৰি নিৰ্দেশ দান, আদি বিষয়সমূহৰ নিয়ন্ত্ৰণ মন্ত্ৰণালয়ে কৰিব।

**(চ) কাৰ্য্যকাৰক অৱস্থা (Working Conditions)** ঃ—কৰ্মচাৰী সকলৰ নিযুক্তি, মজুৰি আৰু বেতনৰ হাৰ, কৰ্মচাৰীৰ প্ৰশিক্ষণ, চিকিৎসাৰ সা-সুযোগ, কৰ্মৰত অৱস্থাৰ নিৰ্বিঘ্নতা, সামাজিক নিৰাপত্তা, ফেক্টৰীৰ পৰিপাৰ্শ্ব আদি বিষয়বোৰ সাধাৰণতে ৰাষ্ট্ৰীয় প্ৰকল্পে প্ৰতি পৃথক, পৃথক। সাৰ্বজনীন আৰু ব্যক্তিগত খণ্ডৰ উদ্যোগৰ মাজতো সেই বৈষম্য দেখা যায়। তাৰ উপৰি, উভয় খণ্ডতে থকা একে জাতীয় উদ্যোগৰ মাজত উক্ত বৈষম্য স্বৰ্গ-মৰ্ত্য প্ৰভেদ।

গতিকে, ৰাষ্ট্ৰীয় উদ্যোগৰ মাজত থকা উক্ত বৈষম্যসমূহ দূৰীকৰণ কৰি, ৰাষ্ট্ৰই সাদৃশ্য গঢ়ি তুলিব পাৰে। উভয় খণ্ডৰ উদ্যোগত সেই সম-জাতিত্ব তৈয়াৰ কৰাটো ৰাষ্ট্ৰৰেই কৰ্তব্য। উক্ত সাদৃশ্যই কাৰিকৰী লোকৰ অথবা পটু কৰ্মীৰ বা প্ৰশাসনিক বিষয়াৰ যি অভাৱ বৰ্তমান আছে, সেই সমস্যাৰ সমাধান কৰাত সহায়ক হয়। বাণিজ্যিক বিষয়ত খৰতকীয়া সিদ্ধান্ত লোৱা, একে পদ-মৰ্য্যাদাৰ কৰ্মচাৰী বা

বিষয়ালৈ কর্তৃত্বদান কৰা আদি বিষয়ত উদ্ভৱ হোৱা অসুবিধা সমূহ দূৰীকৰণ কৰাত সহায় হয়।

(ছ) বস্তুৰ দাম নিৰ্ধাৰণ বিষয়টি স্থানান্তৰত আলোচনা কৰা হৈছে।

কৰ্মী আৰু কৰ্তৃপক্ষৰ মাজত সু-সমন্বয় আৰু সুন্দৰ সম্পৰ্ক ৰক্ষা কৰিব পাৰিলে উদ্যোগৰ উৎপাদন বৃদ্ধি হয় আৰু উৎপাদন ব্যয় হ্ৰাস পায়। সাধাৰণতে কৰ্মচাৰী আৰু কৰ্তৃপক্ষৰ মাজত, বিশেষকৈ ৰাষ্ট্ৰীয় উদ্যোগত, ব্যক্তিগত সম্পৰ্ক নাথাকে। এই সম্পৰ্ক ৰহিত অৱস্থাই উদ্যোগলৈ নানান সমস্যা কঢ়িয়াই আনে। শ্ৰমিক-কৰ্মীৰ উদ্যোগ পৰিচালনাত অংশ গ্ৰহণ কৰিবলৈ সুবিধা দি, নানান উদ-গণিমূলক আঁচনিৰ প্ৰবৰ্তন কৰি উক্ত সম্পৰ্ক গঢ়ি তুলিব পাৰি।

এটা পূৰ্ণ পৰ্য্যায়ৰ ঔদ্যোগিক গোট ( Unit ) হ'বলৈ হ'লে তাত প্ৰশিক্ষণ আৰু গৱেষণাৰ ব্যৱস্থা থাকিব লাগিব। প্ৰশিক্ষণ আৰু গৱেষণাৰ জড়িয়তে বিভিন্ন উদ্যোগৰ বিষয়াসমূহক ভিন ভিন উদ্যোগলৈ বিনিময় কৰিব পাৰি। ভিন ভিন উদ্যোগত থকা প্ৰশাসনিক বিষয়া কাৰিকৰ, বিশেষজ্ঞ আদিক বদলিব জৰিয়তে দুৰ্বল বা নতুন প্ৰকল্পৰ পৰিচালন আৰু কাৰ্য্যকাৰিতা সহজ কৰিব পাৰি।

**(ঞ) সমন্বয় স্থাপন ( Co-ordination )** :—ৰাষ্ট্ৰীয় প্ৰকল্পসমূহৰ সম্প্ৰসাৰণ হোৱাত চৰকাৰে বিভিন্ন প্ৰকল্পৰ মাজত নিয়ন্ত্ৰণ আৰু সমন্বয়ৰ অৰ্থে ভালেমান নতুন দপ্তৰ আৰু বিভাগ খোলাটো অপৰিহাৰ্য হৈ পৰে।

সেই উদ্দেশ্যে আগতে অকলে থকা বাণিজ্য আৰু উদ্যোগ মন্ত্ৰণালয়ক সম্প্ৰতে কেইবাটাও ভাগত বিভক্ত কৰিছে ; যেনে শিল্প উন্নয়নী আৰু কোম্পানী সম্পৰ্কীয় দপ্তৰ, বাণিজ্য, লো-তীথা, খনিজ আৰু ধাতু, পেট্ৰোলিয়াম আৰু কেমিকেল দপ্তৰ আদি। এই দপ্তৰ



সমূহ বিভাজনৰ অৰ্থ হৈছে বিভিন্ন উদ্যোগৰ মাজত সমন্বয় স্থাপন কৰা। বিভিন্ন উদ্যোগৰ সমন্বয়ৰ অৰ্থে শিল্পোদ্যোগ দপ্তৰত "আঁচনি সমন্বয় বিভাগ' ( The Project Co-ordination Division ) এটি গঠন কৰা হৈছে। ঠিক তেনেদৰেই ৰাষ্ট্ৰীয় প্ৰকল্পৰ বাবে 'ৰাষ্ট্ৰীয় প্ৰকল্প দপ্তৰ' ( Bureu of public Enterprise ) এটি ১৯৬৫ চনত সংগঠন কৰা হয়। এই উভয় দপ্তৰৰ উপৰিও আৰু কেইবাটাও সংস্থা সাৰ্বজনীন খণ্ডৰ উদ্যোগ আৰু প্ৰকল্পৰ বাবে সংগঠন কৰা হৈছে।

এনে সংস্থাৰ অধিক বিভাজন কেতিয়াও ফলপ্ৰসূ নহয় ; বৰঞ্চ এটা বা দুটা বিভাগ বা দপ্তৰৰ জৰিয়তে সমন্বয় আৰু নিয়ন্ত্ৰণ কাৰ্য্য পৰিচালনা কৰিব পাৰিলে বেছি লাভজনক হয়।

উল্লিখিত দপ্তৰৰ কাৰ্য্য-কলাপ সমূহ হৈছে—ৰাষ্ট্ৰীয় উদ্যোগ পৰিচালনাৰ লাগতিয়াল বিষয়ত আলোচনা, আৰু পৰামৰ্শ আগবঢ়োৱা, উদ্যোগ বা প্ৰকল্পৰ মূলধন-ব্যয়ত সকলো ধৰণৰ মিতব্যয়িতা আহৰণৰ উপায় উদ্ভাৱন কৰা, প্ৰকল্পৰ উৎপাদন সমৃদ্ধি আৰু লাভৰ অৰ্থে কৌশল উদ্ভাৱন, মাজে মাজে প্ৰকল্পৰ দৈনন্দিন কৰ্মৰাজিৰ পৰ্য্যবেক্ষণ আৰু চৰকাৰলৈ কাৰ্য্যকাৰিতাৰ ওপৰত সমীক্ষা আগবঢ়োৱা, আৰু বিভিন্ন উদ্যোগ অথবা প্ৰকল্পৰ মাজত প্ৰবৰ্তিত আচৰণ বিবিধ সামঞ্জস্য স্থাপন কৰা আদিয়েই প্ৰধান।

**মূল্য নিৰ্ধাৰণ নীতি ( Pricing policy )** : ৰাষ্ট্ৰীয় উদ্যোগত উৎপাদিত সম্ভাৰৰ দাম কি ভাবে নিৰ্ণয় কৰা যাব সেইটো বিতৰ্কমূলক বিষয়। বহুকাল "লাভো নাই লোকচানো নাই" এই সূত্ৰত সম্ভাৰৰ দাম নিৰ্ধাৰণ কৰা হৈ আহিছিল আৰু সিয়েই আচলতে নীতিগত ভাবে "সৎ" বুলি প্ৰতীয়মান হৈছিল।

যুদ্ধোত্তৰ কালত সমাজৰ সামাজিক ৰাজনৈতিক আৰু অৰ্থনৈতিক

দিশত হোৱা আমূল পৰিবৰ্তনে বহু নতুন তথ্যৰ প্ৰতি জনসাধাৰণৰ মনোযোগ আকৰ্শিত কৰিছিল। বৰ্তমান আমাৰ জাতীয় জীৱনত ৰাষ্ট্ৰীয় প্ৰকল্পৰ গুৰুত্ব বাঢ়ি আহিছে আৰু ৰাজহুৱা খণ্ডৰ খৰচ (ব্যৱহাৰ্য্য) দিনে দিনে জটিল হৈছে। অতীতৰ দৰে সমতা স্থাপন কৰা "উপাৰ্জিত সাৰ্বজনিক ৰাজহ আৰু সাৰ্বজনিক খৰচ"ৰ নিয়ম অচল হৈছে।

বৰ্তমানে কৰ-কাটল আৰু ৰাজহ-খৰছ উভয়কে দেশৰ অৰ্থনৈতিক গতি-প্ৰৱাহত প্ৰভাৱ বিস্তাৰ কৰিব পৰাকৈ সংগঠন আৰু প্ৰয়োগ কৰিব পৰাটোৱেই আয়-ব্যয়ৰ মাৰ্জিত পদ্ধতি বুলি বিবেচনা কৰা হয়।

যি কোনো দাম-নিৰ্ধাৰণৰ নীতি সদ্যহতে ব্যয় অধ্যয়ন ভিত্তিত গঠিত হ'ব লাগিব। ৰাষ্ট্ৰীয় প্ৰকল্পৰ সম্ভাৰৰ ব্যয় নীতিও সমূহ ব্যয়ৰ [ যেনে—মুখ্যব্যয়, সৰ্বগোট ব্যয় ( Overhead costs ) স্থিৰ ব্যয়, অৱক্ষয় ব্যয়, দীৰ্ঘকালীন আৰু হ্ৰস্ব কালীন ব্যয়, সুযোগ-ব্যয় (Opportunity costs ) আৰু যুটীয়া ব্যয় ] ওপৰত সুনিৰ্দিষ্ট ভাবে প্ৰতিষ্ঠিত হ'ব লাগিব। অৱশ্যে ব্যয় সদায় কেঁচা সামগ্ৰী আৰু সম্ভাৰ প্ৰস্তুতিৰ প্ৰক্ৰিয়াৰ ওপৰত নিৰ্ভৰযোগ্য। সেয়ে ব্যয়ৰ পূৰ্ণ প্ৰণালীবদ্ধ পৰীক্ষা-নিৰীক্ষা চলোৱাৰ পিচতহে ব্যয় নিৰ্ধাৰণ অনুযায়ী বস্তুৰ মূল্য নিৰ্ণীত হ'বলাগে। যিহেতু তলৰ তত্ত্ব কেইটা ভিত্তি-স্থানীয় হিচাপে লৈ উপায় উদ্ভাৱন কৰিব পাৰি।

(১) আপেক্ষিক সুবিধা সূত্ৰ ( Relative benefit theory ) : সাধাৰণতে যুটীয়া উৎপাদনৰ বা যি যুটীয়া খৰছ হয়, অথবা উৎপাদনৰ বহুমুখী প্ৰক্ৰিয়াৰ বাবে যি যুটীয়া ব্যয় হয়, তাক নিৰ্ধাৰণ কৰিবৰ বাবে আপেক্ষিক উপকাৰ বা সুবিধা সূত্ৰ অধিক উপযোগী।

(২) প্ৰান্তীয় উৎপাদন-ব্যয় সূত্ৰ ( Marginal cost of production theory ) ঃ উৎপাদনৰ প্ৰান্তীয় খৰছ ভিত্তিত ব্যয় নিৰ্ণয়



উদ্যোগে উৎপাদনৰ ক্ষেত্ৰত অনুকূলতম অৱস্থা ( Optimum Size ) পোৱাৰ পিচত, কেতিয়াও উৎপাদন আৰু বৃদ্ধি কৰিব নোৱাৰে : কৰিবলৈ গলেই ঘাটি হোৱা নিশ্চিত। এনে ক্ষেত্ৰত আচলতে সম্পদৰ চৰম ব্যৱহাৰ হয়। সেই অৱস্থাত যি খৰছ বা ব্যয় হয় তাৰ ভিত্তিত প্ৰান্তীয় ব্যয় সূত্ৰ প্ৰতিষ্ঠিত।

(৩) গড়-ব্যয় সূত্ৰ ( Average Cost Theory ) ঃ প্ৰান্তীয় ব্যয় সূত্ৰই সকলো প্ৰকল্পতে সন্তোষজনক ফল নিদিয়া হেতু বহুতে গড়-ব্যয় সূত্ৰক ব্যয় নিৰ্ণয়ৰ ক্ষেত্ৰত অগ্ৰাধিকাৰ দিয়ে। অৱশ্যে বহু-লোকে এনে সূত্ৰ ৰাষ্ট্ৰীয় প্ৰকল্পত প্ৰয়োগ কৰা বিষয়ে বিপক্ষ মত উপস্থাপন কৰে। তথাপি এটা বিশেষ বিষয়লৈ দৃষ্টি দিবৰ কাৰণে গড়-ব্যয় সূত্ৰৰ সমৰ্থকে আহবান জনায়। সেই বিষয়টি হ'ল—উদ্যোগৰ ধাৰণ শক্তিৰ তুলনাত প্ৰায়বোৰ ৰাষ্ট্ৰীয় উদ্যোগেই কম ব্যৱহাৰ বা কম চালিত হয়। সেয়ে প্ৰান্তীয় ব্যয়-সূত্ৰ প্ৰযোজ্য নহয়, কাৰণ প্ৰান্তীয় ব্যয় সূত্ৰৰ নীতি-য়েই হ'ল—উৎপাদনৰ ক্ষেত্ৰত সকলো উৎপাদনৰে চৰমতম ব্যৱহাৰ ৰাষ্ট্ৰীয় নিম্ন-ব্যৱহাৰ্য্য উদ্যোগৰ ক্ষেত্ৰত সেয়ে গড় ব্যয় সূত্ৰ অধিক ফলপ্ৰসূ হয়।

**সাৰ্বজনীন কৈফিয়তৰ দায়িত্ব ( Public Accountability ) ঃ** ৰাষ্ট্ৰীয় প্ৰকল্প সমূহৰ মালিকীস্বত্ব ৰাষ্ট্ৰৰ। প্ৰকল্পসমূহ ৰাজহুৱা অৰ্থেৰে নিৰ্মিত হয়। গতিকে সংসদীয় নিয়ন্ত্ৰণ উক্ত প্ৰকল্পসমূহৰ ওপৰত থকাটো নিতান্তই বাঞ্ছনীয়। ৰাষ্ট্ৰীয় প্ৰকল্পসমূহে স্বায়ত্ত-শাসনৰ অধিকাৰেৰে প্ৰায় একচেটিয়া পৰিবেশত কাৰ্য্য সম্পাদন কৰিবলৈ সুযোগ পায়। সেয়ে, সংসদ, চৰকাৰ আৰু জনসাধাৰণে উক্ত প্ৰকল্পসমূহৰ কাৰ্য্যকাৰিতা সম্পৰ্কে অৱগত হোৱা প্ৰয়োজন।

গণতন্ত্ৰত সংসদীয় নিয়ন্ত্ৰণ আৰু তত্ত্বাৱধানেই আচলতে ৰাজহুৱা কৈফিয়তৰ বৈশিষ্ট্য। আনহাতে-সাৰ্বজনীন পুঁজিৰ পৰিমাণ আৰু

স্বায়ত্ত-শাসনৰ অধিকাৰলৈ লক্ষ্য কৰিলে, প্ৰকল্পসমূহৰ ওপৰত সংসদৰ দায়িত্ব আৰু কৰ্তব্য নিচেই সাধাৰণ নহয়, সেইটো উপলব্ধি কৰিব পাৰি। সাৰ্বজনীন খণ্ডৰ প্ৰকল্পসমূহৰ কাৰ্য্যকাৰিতা সম্পৰ্কে অৱগত হোৱা বিষয়ত কাৰো মতদ্বৈধতা নাই। এই সংক্ৰান্তত সেয়ে,—সংসদৰ দায়িত্ব বাস্তৱতে অসীম। কাৰণ, সংসদৰ জড়িয়তেহে জন-সাধাৰণে ৰাজহুৱা খণ্ডৰ প্ৰকল্পৰ কাৰ্য্যকাৰিতা সম্বন্ধে নিশ্চিতভাৱে অৱহিত হয়।

অৱশ্যে উক্ত জবাব-দিহি পদ্ধতি বিষয়ত বহুতৰে বহুমত প্ৰকাশ পায়। কোনোৱে কয়—ৰাষ্ট্ৰীয় প্ৰকল্পসমূহক স্বায়ত্ত-শাসনৰ ক্ষমতা দিয়াৰ পিচত তেওঁলোকৰ কাৰ্য্যকাৰিতা সম্পৰ্কে কৈফিয়ৎ বিচৰাৰ কোনো অধিকাৰ সংসদৰ নাই। আনহাতে এনে অধিকাৰ সাব্যস্ত কৰিবলৈ যত্ন কৰিলে প্ৰকল্পসমূহৰ কৰ্মপ্ৰেৰণাহে বিনষ্ট কৰা হয়।

আন এদলে কয় সাৰ্বজনীন প্ৰকল্পসমূহত সংসদীয় নিয়ন্ত্ৰণ নিশ্চিত কৰিবৰ হেতু কৈফিয়ৎ বিচৰাটো বাঞ্ছনীয় আৰু এই কৈফিয়ৎ দায়িত্বই প্ৰকল্প পৰিচালনা ফলপ্ৰসূ হোৱাত সহায় হয়।

মুঠতে প্ৰকল্পসমূহৰ সুস্থ-উন্নয়ন, কাৰ্য্যদক্ষ পৰিচালনা আৰু চৰম সুবিধা আদায় কৰিবৰ অৰ্থে এক নিয়মীয়া নিয়ন্ত্ৰণ আৱশ্যক হয়। উক্ত নিয়ন্ত্ৰণ উভয় ( মুক্ত আৰু কঠোৰ ) পদ্ধতিৰ মাজৰ এক শান্ত পৰিমিত নিয়ন্ত্ৰণ।

এই পৰিমিত নিয়ন্ত্ৰণ সদায় প্ৰকল্প ব্যৱসায় অনুসৰি পৃথক হোৱা প্ৰয়োজন। ভিন্ ভিন্ প্ৰকল্পৰ ভিন্ ভিন্ উন্নয়ন স্তৰ আৰু অন্যান্য অৱস্থাৰ পৰিপ্ৰেক্ষিতত নিয়ন্ত্ৰণৰ ৰূপ বেলেগ হলে নিয়ন্ত্ৰণ প্ৰকৃতাৰ্থত কাৰ্য্যকৰী হয়।

নিম্নোল্লিখিত পদ্ধতিৰ ভিত্তিত ৰাষ্ট্ৰীয় প্ৰকল্পসমূহৰ ওপৰত সংসদীয় নিয়ন্ত্ৰণ আৰোপ কৰিব পাৰি, যেনে—(ক) ৰাষ্ট্ৰীয় প্ৰকল্পৰ ওপৰত সংসদী সদস্যৰ বিভিন্ন প্ৰশ্ন আৰু বিভাগীয় মন্ত্ৰীৰ উত্তৰ দান। ( উক্ত প্ৰকল্পৰ নিয়ন্ত্ৰণ ভিত্তিতহে সোধা হয় )।



(খ) প্ৰকল্প জড়িত বিভিন্ন ঘটনাৰ পৰিপ্ৰেক্ষিতত সংসদীয় বিতৰ্ক।

(গ) বাৰ্ষিক অনুদানৰ ওপৰত বিতৰ্ক।

(ঘ) চৰকাৰী কোম্পানীৰ বাৰ্ষিক প্ৰতিবেদনৰ ( ১৯৫৬ চনৰ কোম্পানী আইনৰ ৬৩৯ নং ধাৰা মতে ) ওপৰত আলোচনা।

(ঙ) পাব্লিক একাউণ্টছ কমিটী আৰু এষ্টিমেটছ কমিটীৰ প্ৰতিবেদনৰ ওপৰত। অৱশ্যে উক্ত প্ৰতিবেদন বিশেষকৈ প্ৰকল্পৰ বাৰ্ষিক হিচাপ-নিকাচ, হিচাপ-পত্ৰৰ বিধি-ব্যৱস্থা, ব্যৱসায় পদ্ধতি, চৰকাৰী নীতিসমূহ, মূলধনৰ ব্যয় সংক্ৰান্ত বিষয় পৰিচালনাৰ আচৰণ-বিধি আদি বিষয়ৰ ওপৰতেই প্ৰতিষ্ঠিত।

উপৰোক্ত সংসদীয় নিয়ন্ত্ৰণৰ কৈফিয়ৎ দায়িত্ব মান উন্নত কৰাৰ দিশ বহু ধৰণৰ, যেনে—

(১) প্ৰকল্পসমূহৰ এতিয়ালৈকে সংসদত উপস্থাপন কৰা বাৰ্ষিক প্ৰতিবেদন, বাৰ্ষিক হিচাপৰ প্ৰতিবেদন আদি সংক্ষিপ্ত ৰূপৰ। উক্ত প্ৰতিবেদনৰ ওপৰত নিৰ্ভৰ কৰি প্ৰকল্পৰ কোনো এটা স্থিৰ আৰু নিৰ্দিষ্ট চিত্ৰ আশা কৰিব নোৱাৰি।

সেয়ে উক্ত প্ৰতিবেদনসমূহ পূৰ্ণ বিশ্লেষণ যোগ্য হোৱা প্ৰয়োজন য'ত প্ৰকল্পৰ সাংগঠনিক, চালন সংক্ৰান্ত বিষয়, উৎপাদন আৰ্থিক অৱস্থা, কৰ্মচাৰী আৰু বিষয়া সংক্ৰান্ত আৰু ব্যৱসায়িক বিষয়সমূহৰ ব্যাখ্যা থাকিব। অৱশ্যে কোনো বিশেষ কথা জানিব লগা থাকিলে মন্ত্ৰণালয়ে তাক প্ৰতিবেদনত অন্তৰ্ভুক্ত কৰিবলৈ নিৰ্দেশ দিব লাগে।

(২) সংসদত এটা নিয়মীয়া বিৰতিত নিয়মিত হিচাপে ৰাষ্ট্ৰীয় প্ৰকল্পৰ ওপৰত নিৰ্ধাৰিত কাৰ্য্য সূচীৰে আলোচনা হোৱা প্ৰয়োজন।

উৎপাদন আৰম্ভ কৰা আৰু উৎপাদন ব্যাহত হোৱা প্ৰকল্পসমূহৰ বিষয় আলোচনাত ঠাই পোৱা দৰ্কাৰ।

(৩) প্ৰকল্পসমূহক সাধাৰণতে ব্যৱসায়িক পদ্ধতিত বাজেট তৈয়াৰ কৰি মূল বাজেটৰ লগত সংযোগ কৰি দিবলৈ মন্ত্ৰণালয়ে নিৰ্দেশ দিয়া প্ৰয়োজন।

(৪) পুংখানুপুংখৰূপে প্ৰকল্পসমূহৰ বাৰ্ষিক সাধাৰণ প্ৰতিবেদন আৰু বাৰ্ষিক হিচাপ-পৰীক্ষকৰ প্ৰতিবেদন পৰীক্ষা কৰি সংসদত উপস্থাপন কৰাৰ জৰিয়তে, পাব্‌লিক একাউন্ট্‌ছ্‌ কমিটী আৰু এষ্টিমেট্‌ছ্‌ কমিটীয়ে পূৰ্ণ নিয়ন্ত্ৰণ প্ৰয়োগ কৰা উচিত।

**সাৰ্বজনীন উপযোগী সেৱা ( Public Utility Service ) :** "সাৰ্বজনীন উপযোগী" বুলিলে সেই প্ৰকল্প আৰু সেৱাসমূহক বুজায় যিবিলাকে সমাজৰ প্ৰয়োজনীয় অভাৱ অভিযোগ পূৰণ কৰে।

সাৰ্বজনীন সেৱা উদ্যোগসমূহ সদায় ৰাজহুৱা স্বাৰ্থেৰে পৰিবৃত। ৰাজহুৱা স্বাৰ্থৰ হকেই ইয়াক একাধিকাৰ বা অৰ্ধ-একাধিকাৰ কৰি গঢ়ি তোলা হয়। এনে কৰি গঢ়ি তোলাৰ প্ৰধান উদ্দেশ্য হ'ল—যাতে সেই উদ্যোগে জাতীয় জীৱনৰ ক্ৰমোন্নতিত যথাৰ্থ বৰঙণি যোগাব পাৰে। সেৱা উদ্যোগ সৃষ্টিৰ প্ৰধান বৈশিষ্ট্যই হ'ল ভৱিষ্যতে যাতে জাতিৰ অৰ্থনৈতিক আৰু সামাজিক জীৱনৰ মানদণ্ড বিকাশৰ ক্ষেত্ৰত উক্ত উদ্যোগে আৱশ্যকীয় পদক্ষেপ দিব পাৰে।

সাধাৰণতে জাতীয় জীৱনৰ অপৰিহাৰ্য্য সেৱা-সমূহ হ'ল—পানী, গেছ, বিদ্যুৎ, যাতায়াত, যোগাযোগ আদি। উল্লিখিত সেৱা-সমূহৰ ভিত্তিত নিৰ্মিত উদ্যোগক সাৰ্বজনীন সেৱা উদ্যোগ বোলা হয়।

R. G. Howtrey ই সাৰ্বজনীন উপযোগী সেৱাক এই বুলি ব্যাখ্যা কৰিছে—"A Service in which a tendency to a local monopoly necessitates the intervention of public authority to defend the interests of the Consumers."



যি উদ্যোগে সমাজৰ একাংশ মানুহৰ প্ৰয়োজনীয়তা পূৰণ কৰে, য'ত উদ্যোগৰ উদ্যোক্তাই জনসাধাৰণৰ বিশেষ সা-সুবিধাৰ কাৰণে যথোপযুক্ত নিয়ন্ত্ৰণ আৰোপ কৰে, য'ত চাহিদা আৰু যোগানৰ অবাধ প্ৰয়োগ সুবিধা দিয়া নহয়, তেনে সাৰ্বজনীন উদ্যোগক, সেৱা উদ্যোগ বুলি অভিহিত কৰা হয়।

সাৰ্বজনীন সেৱাক এনেভাবেও বিশ্লেষণ কৰিব পাৰি, যেনে—

(ক) নিজা সম্পদ হোৱা সত্বেও ৰাজহুৱা ব্যৱহাৰৰ সুবিধা থকা ;

(খ) সেই সম্পদৰ ব্যৱহাৰকাৰীসকলৰ শোষণ কৰাৰ সুযোগ বিনষ্ট কৰা।

(গ) ব্যৱহাৰকাৰীৰ স্বাৰ্থ বা সা-সুবিধাৰ ৰক্ষণাবেক্ষণ দিয়া। সেয়েহে সাৰ্বজনীন সেৱা প্ৰকল্পই জন-সাধাৰণৰ কৰ্তৃত্ব দাবী কৰে আৰু একচেটিয়া অধিকাৰৰ পৰিবৰ্তে নিৰ্দিষ্ট নিয়ন্ত্ৰণ আৰোপ কৰে।

ওপৰত উল্লেখ কৰা সেৱাৰ উপৰিও এনে প্ৰকল্পৰ পৰিসীমা জন-সাধাৰণৰ প্ৰয়োজন অনুসৰি বহলাব পাৰি। যদি কেতিয়াবা কোনো অঞ্চলত স্থানীয় ভিত্তিত কোনো সম্ভাৱৰ বা ব্যৱহাৰ্য্য সামগ্ৰীৰ এক-চেটিয়া ব্যৱসায়ৰ মনোভাৱ বা প্ৰৱণতা গঢ়ি উঠে, তেন্তে তাক ৰাজহুৱা অধিকাৰদ্বাৰাই সাৰ্বজনীন প্ৰকল্পলৈ ৰূপান্তৰিত কৰাটো আৱশ্যক হৈ পৰে।

অন্য কথাত কবলৈ হলে, সাৰ্বজনীন উপযোগী উদ্যোগ তাতেই গঢ়ি উঠে, য'ত ব্যক্তিগত ব্যৱসায়ীয়ে স্থানীয় ভিত্তিত একচেটিয়া ব্যৱসায়ৰ সুবিধা গ্ৰহণ কৰে।

## সাৰ্বজনীন সেৱা ঃ বৈশিষ্ট্যসমূহ
## ( Features )

**(১) ব্যৱহাৰকাৰীৰ স্বাৰ্থ অক্ষুণ্ণ ৰখা (Protection of Consumer's Interest) ঃ** ব্যৱহাৰকাৰীৰ হিতৰ অৰ্থে সৰ্বদায় সাৰ্বজনীন সেৱ'-উদ্যোগ স্থাপিত হয়। সেয়ে সাৰ্বজনীন সেৱা উদ্যোগে পানী যোগান, বিজুলী সৰবৰাহ, যাতায়াত আদিৰ নিচিনা সেৱা উপযুক্ত মূল্যত জনসাধাৰণলৈ আগবঢ়ায়। এনে সেৱাত কোনো পক্ষপাতিত্ব নাথাকে। মূল লক্ষ্য হ'ল জাতি-বৰ্ণ নিৰ্বিশেষে ৰাইজক সেৱা কৰা আৰু ব্যক্তিগত প্ৰকল্প ব্যৱসায়ীৰ কবলৰপৰা জনসাধাৰণক উদ্ধাৰ কৰা। মুঠতে সাৰ্বজননী সেৱা উদ্যোগে—যাকেই সেৱাৰ প্ৰয়োজন, কোনো পক্ষপাতিত্ব নকৰাকৈ তেওঁকেই সুলভ মূল্যত সেৱা আগবঢ়ায়।

**(২) আইনৰদ্বাৰা সৃষ্ট ( Created by Law ) ঃ** সাৰ্বজনীন উপযোগী সংস্থা বা প্ৰকল্প সদায় বিধান সভা অথবা সাৰ্বজনীন পৰিষদৰ দ্বাৰা সংগঠন কৰা হয়। সাৰ্বজনীন সেৱাৰ বাবে যেতিয়া কোনো প্ৰকল্প বা সেৱা বিভাগ প্ৰতিষ্ঠা কৰা হয়, তেতিয়া সেই সেৱা বিভাগ বা প্ৰকল্প ৰাজ্যিক চৰকাৰ নাইবা কোনো অৰ্ধ চৰকাৰী সংস্থাৰ জৰিয়তে শাসিত আৰু নিয়ন্ত্ৰিত হয়। বিশেষ আইন প্ৰণয়ন কৰি কোনো নিৰ্দিষ্ট 'সাৰ্বজনীন সেৱা প্ৰকল্প' প্ৰতিষ্ঠা কৰা নিয়ম। কোনো কোনো বিষয়ত সাৰ্বজনীন পৰিষদেও তেনে ধৰণৰ সাৰ্বজনীন প্ৰকল্পৰ প্ৰতিষ্ঠা আৰু পৰিচালনা কৰে।

**(৩) একাধিকাৰ ( Monopoly ) ঃ** সাৰ্বজনীন সেৱা সদায় সাৰ্বজনীন ভাৱেই উৎপন্ন হয়। সেই উৎপাদিত সেৱা বা সম্ভাৰ এক-চেটিয়াভাৱে বা নাম মাত্ৰ প্ৰতিযোগিতাৰে বিক্ৰী কৰা হয়। এক অধিকাৰ বহু প্ৰকাৰৰ আছে। তাৰ অন্যতম প্ৰধান হৈছে 'স্বাভাৱিক একাধিকাৰ' (Natural Monopoly ) যাৰ সাধাৰণ বৈশিষ্ট্যই হৈছে



সেৱা উদ্যোগ। 'একাধিকাৰ', এই শব্দই সাৰ্বজনীন উপযোগী সেৱাৰ পৰিচালনা আৰু নিয়ন্ত্ৰণৰ বিষয়ত স্বাভাৱিকতা বুজায় অথবা সেৱাৰ অন্তৰ্নিহিত গুণৰ বাবেই সেই সেৱাৰ বজাৰত সহজাত হোৱাৰ ইংগিত দিয়ে। কোনো কোনো বিষয়ত অনিয়মিত প্ৰতিযোগী সংস্থাবোৰৰ সমান্তৰালভাৱে যদি কোনো সেৱা বিভাগ চৰকাৰী পৃষ্ঠ-পোষকতাত চালিত হয়, তেনে হলে সেই বিভাগে শেষত গৈ সকলো সংস্থাৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰি সেই বিষয়ৰ বজাৰখন দখল কৰে।

ৰাজহুৱা সেৱাৰ বাবেই সংসদীয় বিনিয়ম আৰু অধিকাৰ আৰোপ কৰি 'একাধিকাৰ' সৃষ্টি কৰা হয় ; যাতে সেৱাৰ ব্যৱহাৰকে ব্যক্তিগত সংস্থাৰদ্বাৰা শোষিত নহয়। সাৰ্বজনীন সেৱাৰ ব্যৱহাৰকক সুলভ মূল্যত প্ৰকৃত সেৱা যোগান ধৰা হয় বুলি বিবেচনা কৰা হয়।

**(৪) বিনিময় আৰু অধিকাৰ ( Regulation & Franchise ) ঃ** বাস্তৱিকতে চৰম সামাজিক সুবিধাৰ কাৰণে সাৰ্বজনীন প্ৰকল্পই কাম কৰিব লাগে। সেয়ে অন্যান্য প্ৰকল্পৰ তুলনাত ই এটা অধিক বিনিয়মৰ বিষয়। এহাতে সাৰ্বজনিক বিনিয়মে ভাল মানদণ্ড সম্পন্ন বস্তু বা সেৱা সুলভ মূল্যত যোগান ধৰাটো নিশ্চিত কৰে, আনহাতে ৰাজহুৱা সা-সুবিধাৰ অধিকাৰ বা স্বত্ব নিয়মীয়া কৰে আৰু ৰাজহুৱা জীৱন ও সম্পত্তিৰ নিৰাপত্তা দিয়ে।

অন্য বৈশিষ্ট্য হ'ল—সাৰ্বজনীন উপযোগী সেৱাৰ বাবে কোনো নতুন প্ৰকল্প আৰম্ভ কৰাৰ পূৰ্বে চৰকাৰে কিছুমান অধিকাৰ অনুমোদন কৰিব লাগে। কাৰণ সুচাৰুৰূপে কাৰ্য্য সমাধা কৰিবলৈ যাওঁতে কেতিয়াবা ৰাজহুৱা সুযোগ-সুবিধাও বিনাশ হ'ব পাৰে। যথা ৰাষ্টাৰ কাষেদি পাইপ লাইন বহুওৱা, বাটৰ ওপৰত ট্ৰাম লাইন বহুওৱা ইত্যাদি। অৱশ্যে এই অধিকাৰ দানৰ ক্ষেত্ৰত কৰ্তৃপক্ষ আৰু উদ্যোক্তাৰ মাজত চুক্তি সম্পাদিত হয়। উক্ত চুক্তি অনুযায়ী সাৰ্বজনীন সেৱা প্ৰকল্পৰ

উদ্যোক্তাই পোৱা অধিকাৰৰ যাতে অপপ্ৰয়োগ নহয় তাৰ প্ৰতি জন-সাধাৰণ সচেতন হোৱা আৱশ্যক। উদ্যোক্তাই চুক্তিৰ অন্তৰ্ভুক্ত চৰ্ত আৰু আচৰণ-বিধি মানি চলিবই লাগিব। উক্ত 'অধিকাৰেই' হৈছে সাৰ্বজনীন সেৱা প্ৰকল্পৰ 'একচেটিয়া সেৱা'।

সাৰ্বজনীন সেৱাৰ মূল্য নিয়ন্ত্ৰণ হৈছে আন এটা বৈশিষ্ট্য। সেৱাৰ মূল্য নিয়ন্ত্ৰিত। উক্ত নিয়ন্ত্ৰিত মূল্যৰ সেৱা কোনো বৈষম্য নথকাকৈ সকলোৱেই লাভ কৰিব। ইয়াৰ উপৰি সাৰ্বজনীন উদ্যোগত হোৱা উদ্বৃত্ত সদায়ে ব্যৱহাৰকাৰীক ৰেহাই মূল্যত সেৱা আগবঢ়াই জন সাধাৰণলৈকে প্ৰত্যাৰ্পণ কৰা হয়।

**(৪) বহু মূলধনৰ আৱশ্যক (Heavy Capital Requirements)ঃ** সাধাৰণতে সেৱা প্ৰকল্পসমূহ যেনে—পানী যোগান, বিজুলী সৰবৰাহ, যাতায়াত ব্যৱস্থা আদি ব্যৱসায়ত অধিক মূলধনৰ আৱশ্যক হয়। এনে সেৱা বৃহৎ আকাৰত যোগান ধৰিব লাগে অথচ ইয়াৰ প্ৰত্যাৰ্পণ (Return) অতি ধীৰ গতিত হয়; কিন্তু এই সেৱাসমূহ নহলেই ৰাজহুৱা জীৱন অচল হয়। জৰুৰীকালীন অৱস্থাত ই ৰাজহুৱা স্বাৰ্থ অধিক ৰূপে ৰক্ষা কৰিব লাগে।

এনে সেৱাৰ চাহিদা নিচেই লাহে লাহে বৃদ্ধি পায় আৰু সেৱাৰ পৰিসৰ বৃহৎ অঞ্চললৈ সম্প্ৰসাৰিত হয়। সেয়ে প্ৰকল্পৰ পৰিসীমা বিস্তাৰিত হোৱা মানে প্ৰকল্পৰ বাবে অজস্ৰ মূলধনৰ আৱশ্যক হোৱা।

**(৬) দায়িত্ব নথকা ব্যৱসায় (No risk in Business)ঃ** ৰাজহুৱা সেৱা খণ্ডৰ প্ৰকল্পক যিহেতু বিশেষ অধিকাৰ দিয়া, এক চেটিয়া ব্যৱসায়ৰ সুযোগ দিয়া হয়, গতিকে ব্যৱসায়ত কোনো ধৰণৰ দায়িত্বৰ প্ৰশ্ন নুঠে। ৰাজহুৱা জীৱনৰ চালিকা শক্তিৰূপে এই প্ৰকল্পবোৰে কৰ্ম কৰে। কাৰণ, যিবিলাক বিষয়ত সাৰ্বজনীন জীৱন বৰ্তি থাকে তেনে-বোৰ বিষয়তহে ৰাজহুৱা সেৱা আগবঢ়োৱা হয়।



সেয়ে আইনৰ সহায়ত পোৱা অধিকাৰে এনে প্ৰকল্পক নিয়মিত চাহিদা লাভ কৰাত সহায় কৰে, কোনো ব্যক্তিগত খণ্ডৰ ব্যাৱসায়িক প্ৰতিযোগী হ'বলৈ বাৰণ কৰে, আৰু সমুচিত মূল্য লৈ, কোনো দায়িত্ব নোহোৱাকৈ লাভ কৰিবলৈ সুযোগ দিয়ে।

**(৭) অধিকাৰ ক্ষেত্ৰৰ স্বত্ব (Rights of Domain)ঃ** সাৰ্বজনীন সেৱা প্ৰকল্পই জন সাধাৰণৰ মঙ্গল আৰু সুবিধাৰ অৰ্থে, ক্ষতিপূৰণ ভৰি হলেও ব্যক্তিগত সম্পদ ব্যৱহাৰ কৰিব পাৰে; কিন্তু এই 'ব্যৱহাৰৰ' অধিকাৰ বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগিব। এনে অধিকাৰ সাৰ্বজনীন সেৱা খণ্ডৰ প্ৰকল্পলৈ আগবঢ়োৱা হৈছে—

এই ভিত্তিত প্ৰকল্পই নিজৰ স্বত্ব আৰু দায়িত্ব পালন কৰি জন-সাধাৰণক সুন্দৰভাৱে সেৱা কৰিব পাৰে। অৱশ্যে এই অধিকাৰ সাৰ্বজনীন প্ৰকল্পৰ বাবে অনিবাৰ্য্য চৰ্ত নহয়। অধিকাৰ ক্ষেত্ৰ বিশেষে আৰু প্ৰকল্প বিশেষে তাৰতম্য হ'ব পাৰে।

**সাৰ্বজনীন সেৱা প্ৰকল্পৰ গঠন পদ্ধতি (Forms of Organisation)ঃ** সাৰ্বজনীন সেৱা প্ৰকল্পৰ গঠন পদ্ধতি প্ৰশাসন আৰু নিয়ন্ত্ৰণ অনুসাৰে পৃথক পৃথক হয়। অন্যহাতে বিভিন্ন ব্যৱসায়ৰ কাৰণেও প্ৰকল্পৰ গঠন শৈলীৰ প্ৰভেদ হয় অৰ্থাৎ ব্যৱসায় অনুসৰি বেলেগ বেলেগ গঠন পদ্ধতিৰ আৱশ্যক হয়।

সেয়ে সাৰ্বজনীন সেৱা প্ৰকল্পক ব্যৱসায় আৰু প্ৰশাসনৰ সুবিধাৰ্থে পাঁচ ভাগত বিভক্ত কৰিব পাৰি যেনে—

(১) সাৰ্বজনীন মালিকীস্বত্ব (Public ownership)। এনে স্বত্ব তিনি প্ৰকাৰৰ হ'ব পাৰে, যথা—

(ক) কেন্দ্ৰীয় চৰকাৰৰ স্বত্ব,

(খ) ৰাজ্যিক চৰকাৰৰ স্বত্ব আৰু

(গ) পৌৰ সভাৰ স্বত্ব।

(২) পৰিসীমিত একাধিকাৰেৰে ব্যক্তিগত কোম্পানী ( Private company, under limited monopoly )

(৩) সাৰ্বজনীন উপযোগী ন্যাস ( Public utility trust )

(৪) স্বতন্ত্ৰ ব্যক্তি ।

(৫) মিশ্ৰিত প্ৰকল্প—ব্যক্তিগত আৰু ৰাজহুৱা পুঁজিৰে সংগঠিত ( Mixed undertaking ).

---

# সপ্তম অধ্যায়

## ( প্ৰথম ভাগ )

## শিল্প উদ্যমৰ সংগঠন আৰু পৰিচালনা

## Organisation & Management of Manufacturing Undertaking

(১) **শিল্প উদ্যম ঃ আভ্যন্তৰীণ সংগঠনত প্ৰভাৱান্বিত কৰা উপাদানসমূহ ( Factors influencing the Pattern of internal Organisation ) ঃ** শিল্প উদ্যম বুলিলে ঔদ্যোগিক সংস্থা (Industrial establishment ) বুজায়, যি যন্ত্ৰযোগে কেঁচামালৰ ৰূপান্তৰ ঘটাই শিল্পজ সামগ্ৰীত ( Finished Goods ) পৰিণত কৰে। উৎপাদন কাৰ্য্য, যান্ত্ৰিক ব্যৱস্থাৰে পৰিচালনা কৰা হেতু ঔদ্যোগিক সংস্থাৰ আভ্যন্তৰীণ সংগঠন স্বাভাৱিকতে জটিল হয় । ই অজস্ৰ কাৰ্য্য-কলাপেৰে সংগঠিত। শিল্প উদ্যমৰ উৎপাদনৰ জটিলতা অনুসৰি কাৰ্য্য-কলাপৰ মাত্ৰা হ্ৰাস-বৃদ্ধি হয় । উদ্যমৰ আভ্যন্তৰীণ কাৰ্য্য-কলাপ অসংখ্য হোৱাৰ আন এক ঘাই কাৰণ উদ্যোগ সংস্থাত উৎপাদন আৰু তাৰ ব্যৱসায়, এই উভয় দিশেই থাকে । এই দুয়োটা দিশৰ বিভিন্ন কাৰ্য্যকৰী আৰু বাণিজ্যিক উৎপাদনে সংস্থাৰ আভ্যন্তৰীণ সংগঠনত প্ৰভাৱ পেলায় । কোনো কোনো শিল্প সংস্থাই নিজা উৎপাদিত সামগ্ৰীৰ ব্যৱসায় কৰাৰ উপৰিও বণ্টন ব্যৱস্থাও পৰিচালনা কৰে ; কিন্তু ব্যৱসায় সংস্থাত সততে পোৱা ঘাই বিভাগ দুটা কেৱল বাণিজ্যিক আৰু বণ্টন । শিল্প সংস্থাৰ উৎপাদন বা কাৰিকৰী বিভাগৰ আভ্যন্তৰীণ ব্যৱস্থাপনা আৰু তাৰ পৰিচালনা অন্যান্য সকলো কাৰ্য্য অপেক্ষা অধিক মিশ্ৰিত আৰু জটিল । ঔদ্যোগিক সংস্থাৰ কাৰিকৰী বিভাগৰ পৰিচালনা আৰু নিয়ন্ত্ৰণৰ কাৰণে বিস্তৃত আৰু গভীৰ কাৰিকৰী জ্ঞানৰ প্ৰয়োজন হয়, যিটো বিষয় সংস্থাৰ ( Commercial concern ) ক্ষেত্ৰত দৃষ্টিগোচৰেই নহয় ।

এই সংক্ৰান্তত এটা ঔদ্যোগিক সংস্থাক সংগঠনৰ ক্ষেত্ৰত তলত দিয়া ধৰণে চিত্ৰিত কৰিব পাৰি—






ঔদ্যোগিক সংস্থাৰ উল্লিখিত বিভাগবোৰৰ অন্তৰ্ভুক্ত উপাদানসমূহে সংস্থাৰ আভ্যন্তৰীণ সংগঠন পৰিচালনাত নানাৰূপে প্ৰভাৱ পেলোৱা দেখা যায়।

উৎপাদন শাখা বা বিভাগৰ উপযুক্ত কাৰিকৰী সংগঠন নাথাকিলে বা সাংগঠনিক ভিত্তিত উৎপাদন বিভাগ প্ৰতিষ্ঠিত নহ'লে, উৎপাদন কাৰ্য্য সফলতাৰে সম্পন্ন নহয়। উৎপাদন কাৰ্য্য পৰিচালনা কৰিবৰ এদল কাৰিকৰ, প্ৰযুক্তিবিদ্ আৰু আভিযান্ত্ৰিকৰ প্ৰয়োজন হয়। এই দল কাৰিকৰী লোক, অৰ্হতা আৰু কাৰ্য্যদক্ষতা অনুযায়ী উৎপাদনৰ বিভিন্ন প্ৰক্ৰিয়াত নিয়োজিত হয়। উৎপাদন কাৰ্য্য সম্পন্ন কৰিবলৈ এটি সুসজ্জিত কাৰখানা বা প্ৰকল্পৰ প্ৰয়োজন হয়। সেই কাৰখানা বা প্ৰকল্প আধুনিক যন্ত্ৰ-পাতি আৰু সাজ-সৰঞ্জাম সমন্বিতে সৰ্বাধুনিক হোৱাৰ ওপৰতহে উৎপাদিত সামগ্ৰীৰ গুণ-মান উন্নীত হোৱাটো নিৰ্ভৰ কৰে। সাধাৰণ কৰ্মীৰপৰা কৰ্ম পৰিচালককৈলেকে ( Works Manager ) স্তৰে স্তৰে উল্লেখিত কাৰিকৰী লোকৰ কৰ্ম বণ্টন, কৰ্মৰ পৰিচালন আৰু নিয়ন্ত্ৰণ আৰু বিভিন্ন প্ৰক্ৰমৰ ( Process ) জৰিয়তে কেঁচা সামগ্ৰীক ক্ৰম অনুসাৰে শিল্প সামগ্ৰীলৈ ৰূপান্তৰ কৰাৰ ধাৰা পৰিচালনা আৰু কাৰ্য্য নিয়ন্ত্ৰণ কৰাই উদ্যোগৰ আভ্যন্তৰীণ কাৰিকৰী সংগঠন। সেয়ে উৎপাদন বিষয়ক প্ৰকল্পৰ সকলোবোৰ প্ৰক্ৰিয়াই অন্তৰীণ সংগঠনত নিজা প্ৰতিপত্তি বিস্তাৰ কৰে।

ঔদ্যোগিক সংস্থাৰ বাণিজ্যিক দিশৰ সংগঠনৰ আলমতহে কাৰিকৰী আৰু বণ্টন বিভাগৰ সংগঠন কাৰ্য্যকৰী হয়। অৰ্থাৎ বিভাগ এটা আনটোৰ ওপৰত নিৰ্ভৰশীল আৰু ওতঃপ্ৰোতভাৱে জড়িত। কাৰিকৰী বিভাগৰ প্ৰয়োজনীয় কেঁচা সামগ্ৰী আৰু অন্যান্য বস্তু-বাহানিৰ যোগান ধৰে বাণিজ্যিক বিভাগে। তদনুৰূপ বণ্টন বিভাগৰ কাৰ্য্যকাৰিতা বাণিজ্যিক বিভাগৰ সম্ভাৰ সৰবৰাহৰ ওপৰতহে নিৰ্ভৰ কৰে। আনহাতে

বন্টন বিভাগৰ শিথিল কাৰ্য্য পৰিচালনাই কাৰিকৰী আৰু বাণিজ্যিক বিভাগৰ কৰ্ম উদ্যম ব্যাহত কৰিব পাৰে।

ক্ৰয়-বিক্ৰয়, প্ৰচাৰ আৰু বিজ্ঞাপন, হিচাপ-পত্ৰ, সামগ্ৰী মূল্যায়ন পৰি সংখ্যা, ঋণ সংগ্ৰহ, বজাৰ গৱেষণা, আদি বিভিন্ন উপাদানৰ সমষ্টিৰে ঔদ্যোগিক সংস্থাৰ বাণিজ্যিক দিশটি সংগঠিত হয়। বিভিন্ন বাণিজ্যিক কাৰ্য্য পৰিচালনা কৰিবৰ বাবে ঔদ্যোগিক সংস্থাই কাৰ্য্য অনুসৰি ভিন্ ভিন্ শাখা বা বিভাগ স্থাপন আৰু সংগঠন কৰে। বাণিজ্যিক শাখা বা বিভাগসমূহৰ যথাৰ্থ কাৰ্য্যকাৰিতাইহে কেঁচা সামগ্ৰী আৰু অন্যান্য সামগ্ৰীৰ যোগান আৰু শিল্পজাত সামগ্ৰীৰ উৎপাদন স্থায়ী আৰু নিয়মীয়া কৰে। উল্লেখিত বাণিজ্যিক দিশৰ সকলো উপাদানে আভ্যন্তৰীণ সংগঠনত নানা ভাৱে প্ৰভাৱ পেলায়।

ঔদ্যোগিক সংস্থাত, বন্টন ব্যৱস্থাও আভ্যন্তৰীণ সংগঠনৰ আন এক প্ৰয়োজনীয় দিশ। গুদাম, পেকিং, মাৰ্কিং, পৰিবহণ, চালান আৰু বিলিকৰণ, আদি উপাদানৰ সমষ্টিয়েই বন্টন শাখা। বন্টনৰ এই বিভিন্ন কাৰ্য্যসমূহ বেলেগে বেলেগে সংগঠন কৰি সংস্থাৰ কৰ্ম কুশলতা বৃদ্ধি কৰা হয়। উৎপাদন সময় অনুযায়ী সাজু হলেও, উৎপন্ন দ্ৰব্য উচ্চ গুণ, মানৰ আৰু উচিত মূল্যৰ হলেও বন্টন আৰু পৰিবহণ ব্যৱস্থা ব্যতিৰেকে বিক্ৰী কাৰ্য্য সম্পাদন হ'ব নোৱাৰে। বন্টন প্ৰণালীৰ বিজ্ঞান সন্মত আভ্যন্তৰীণ সংগঠনে ঔদ্যোগিক সংস্থাৰ সফলতা সূচায়। বন্টন শাখাৰ উপাদানসমূহৰ যথোচিতভাৱে সংগঠন নহলে, উদ্যোগ সংস্থাৰ বিফলতা অনিবাৰ্য্য হৈ পৰে।

মুঠতে এটা ঔদ্যোগিক সংস্থাৰ কাৰিকৰী, বাণিজ্যিক বা ব্যৱসায়িক আৰু বন্টন বিভাগৰ অন্তৰ্গত উপাদানসমূহে আভ্যন্তৰীণ সংগঠনত যথেষ্ট প্ৰভাৱ পেলায়। ঔদ্যোগিক সংস্থাৰ সফল নিয়ন্ত্ৰণ সংস্থাৰ জোৰণিৰপৰাই সম্ভৱ হ'ব পাৰে, যদিহে আভ্যন্তৰীণ সংগঠনৰ



বিভিন্ন উপাদানৰ মাজত সহযোগিতা আৰু সমন্বয় সাধন সফল হয়।

(২) ঔদ্যোগিক সংস্থাৰ সাংগঠনিক গাঁঠনি (**Organisation Structure of Industrial Concern**)ঃ যদি এটা উদ্যোগ সংস্থা কোম্পানী হিচাপে পৰিচালিত হয়, তেতিয়া তাৰ মালিকীস্বত্ব (Ownership) থাকে, অংশধাৰী সকলৰ (Share Holder) হাতত। কোম্পানীৰ আঁচনি আৰু কাৰ্য্যসূচী, ব্যৱসায়, ব্যৱসায়িক গতি পথ নিৰ্ণয়, আৰু সৰ্বোচ্চ ক্ষমতা আৰ নিয়ন্ত্ৰণৰ অধিকাৰ ন্যস্ত থাকে সঞ্চালক পৰিষদৰ (Board of Directors) হাতত। সঞ্চালক পৰিষদে মুখ্য কাৰ্য্যবাহীৰদ্বাৰা (Chief Executive), (তেওঁ হ'ব পাৰে পৰিচালন সঞ্চালক অথবা সাধাৰণ পৰিচালক), সংস্থাৰ আঁচনি আৰু কাৰ্য্যসূচী ৰূপায়ণৰদ্বাৰা ব্যৱসায় পৰিচালনা কৰে।

যুটীয়া ব্যৱসায় সংস্থাৰদ্বাৰা (Partnership Firm) চালিত উদ্যোগ সংস্থাৰ কাৰ্য্য নিয়ন্ত্ৰণৰ ক্ষমতা আৰু দায়িত্ব সকলো অংশীদাৰৰ (Partner) সমানে থাকে। অৱশ্যে কোনো সংস্থাই উদ্যোগৰ সমূহ কাৰ্য্য পৰিচালনা কৰিবৰ বাবে কোনো এজন অংশীদাৰক অথবা অন্য কোনো অৰ্হতা সম্পন্ন অভিজ্ঞ লোকক 'সাধাৰণ পৰিচালক' (General Manager) হিচাপে নিযুক্তি দিয়াৰ নিয়মো পৰিলক্ষিত হয়। এনে সংস্থাত সকলো অংশীদাৰৰ সমান অধিকাৰ থাকে।

এক স্বত্বাধিকাৰী ব্যৱসায় (Sole-Trading Concern) হিচাপে যদি উদ্যোগ সংস্থাটি পৰিচালিত হয়, তেন্তে তাৰ সৰ্বোচ্চ নিয়ন্ত্ৰণ আৰু পৰিচালন ক্ষমতা সংস্থাৰ গৰাকীৰ হাতত ন্যস্ত থাকে। অৱশ্যে তেওঁ 'সাধাৰণ পৰিচালক' নিযুক্তিৰদ্বাৰা সংস্থাৰ কাৰ্য পৰিচালনা কৰিব পাৰে।

পৰিচালন সঞ্চালকে তেওঁৰ অধীনস্থ কাৰিকৰী আৰু বাণিজ্যিক

কাৰ্য্যবাহী বিষয়াৰদ্বাৰা উদ্যোগটি নিয়ন্ত্ৰণ কৰে। বাণিজিাক আৰু উৎপাদন বিভাগৰ বিভাগীয় পৰিচালক বা কাৰ্য্যবাহী বিষয়াক, তেওঁ লোকৰ অধীনস্থ সহকাৰী পৰিচালক অথবা শাখা পৰিচালকসকলে সহায় কৰে। প্ৰতিটো বিভাগ বা শাখাৰ পৰিচালকে নিজ বিভাগৰ কাৰ্য্য স্বাধীনভাৱে সম্পাদন কৰিবলৈ সুযোগ পায়। প্ৰতিটো শাখা বা বিভাগৰ মূৰব্বীজনৰ, কাৰ্য্যবাহী বিষয়াৰ লগত প্ৰত্যক্ষ সম্পৰ্ক থাকে, তদনুৰূপ সম্বন্ধ কাৰ্য্যবাহী বিষয়াৰ লগত পৰিচালন সঞ্চালকৰ থাকে। এনে প্ৰণালীবদ্ধ পদ্ধতিৰ জৰিয়তে পৰিচালন সঞ্চালক বা সাধাৰণ পৰিচালকে ব্যৱসায় সংস্থাৰ কৰ্তব্য কৰ্ম নিয়ন্ত্ৰণ কৰে। থোৰতে কবলৈ গলে, বৃহদাকাৰ সংস্থাৰ ব্যৱসায় আৰু উৎপাদন, পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰিবলৈ হলে সকলো বিভাগ বা শাখাৰ মাজত সহ-যোগিতা আৰু সমন্বয় সাধন সমাধিকভাৱে অপৰিহাৰ্য্য।

উদ্যোগ সংস্থাৰ সাধাৰণ স্বৰূপ আৰু আভ্যন্তৰীণ কৰ্ম সংগঠন গাঁঠনিক বৈখিক চিত্ৰেৰে দেখুউৱা হ'ল।

## ৰৈখা চিত্ৰ ( CHART )

"এটি শিল্প উদ্যমৰ সাংগঠনিক গাঁঠনি : নমুনা"
( SAMPLE ORGANISATIONAL SET-UP OF A MFG UNDERTAKING )

অংশধাৰী সকল ( Share holders )
↓
সঞ্চালক পৰিষদ ( Board of Directors )
↓
পৰিচালন সঞ্চালক ( Managing Directors ) ⇌ { (১) আঁচনি ও মূল্যায়ন বিভাগ (Planning & costing) (২) উদ্যোগিকঅভিযন্তা (Industrial Engineers) (২) গৱেষণা বিভাগ ( Research Department )



**(৩) শিল্প উদ্যমৰ আভ্যন্তৰীণ পৰিচালনা বিভিন্ন স্তৰ ( Different levels in the Internal Management ) ঃ**

**পৰিচালনা ( Management ) ঃ** ব্যৱসায় 'পৰিচালনা'ৰ সংজ্ঞা বহুজনে বহু ধৰণে দিছে। পৰিচালনাৰ পুৰণি ব্যাখ্যা আছিল— "পৰিচালন এটা গুণ বা অৰ্হতা, যিটো যি কোনো কাৰিকৰী জ্ঞান আৰু অভিজ্ঞতাৰপৰা পৃথক"। পুৰণি ব্যাখ্যাৰ ঠাইত সম্প্ৰতি ব্যৱসায় পৰিচালনাৰ কাৰণে যিবোৰ ব্যাখ্যা দাঙি ধৰা হৈছে, সেইবোৰ তলত দিয়া হ'ল—

লেখক পিটাৰ এফ, ড্ৰাকাৰৰ ( Peter F., Druker ) মতে "it means taking action to make the desired result come to pass." আৰু "to manage the business means to manage the objectives." তেওঁৰ সিদ্ধান্ত হ'ল—মানৱ শক্তি ( Man Powers ) আৰু কেঁচা সম্পদৰদ্বাৰা এটা ব্যৱসায় ফলোৎপাদক সংস্থাত পৰিণত কৰাই—পৰিচালনা।

উইলিয়াম আৰ, স্প্ৰিয়েগেল ( William R. Spriegel ) আৰু আৰনেষ্ট চি, ডেভিজ ( Earnest C. Devies ) লেখকদ্বয়ৰ মতে পৰিচালনা হৈছে—"the executive function that concerns itself with the carrying out of the administrative policy laid down by the administra:ion."

ই, এফ, এল, ব্ৰিচ ( E. F. L. Brech ) "পৰিচালনা" বিষয়ৰ আন এজন সুখ্যাত লেখক। তেওঁৰ মতে 'পৰিচালনা' মানে—"The total process of executive control in industry or Commerce." ব্ৰিচৰ বিশ্লেষণ অনুসৰি—ব্যৱসায়ৰ "যথাৰ্থ আঁচনি" 'বিনিময়' আৰু 'চলন' প্ৰক্ৰিয়াৰ প্ৰকৃত পথ প্ৰদৰ্শনৰ দায়িত্ব গ্ৰহণেই পৰিচালনা। আঁচনি আৰু নীতি আগত ৰাখি, শ্ৰম, অৰ্থ, সামগ্ৰী

আৰু যন্ত্ৰ-পাতি সংগ্ৰহ আৰু চালানৰ (Operation) জৰিয়তে ব্যৱসায়িক লক্ষ্য সাধনেই পৰিচালনাৰ উদ্দেশ্য।

পৰিচালনা বিষয়ৰ ওপৰত কৰ্তৃত্বশীল আন এজন লেখক আৰ- উইকৰ ( Mr. Urwick ) মতে—"Management has two aspects, the mechanical & dynamic. It has to build the machinary of Co-operation......every detail and turn of the technique of industry, finance and commerce. But also it is concerned with the power behind the machinery, the wills of the individual men and women who co-operate in the task which are the steam or the electricity which make the machine go at all."

ব্যাপক অৰ্থত পৰিচালনা হৈছে—নীতি নিৰ্ধাৰণ, সকলো কাৰ্য্য- কাৰিতাৰ সমন্বয় সাধন, নীতিৰ কাৰ্য্যকৰীকৰণ, কৰ্ম আৰু কৰ্মচাৰীৰ সংগঠন, তদাৰকী ব্যৱস্থাৰ প্ৰচলন আৰু নিয়ন্ত্ৰণ জ্ঞাপন, কৰ্মচাৰীৰ মাজত নৈতিক আবেদন আৰু স্পন্দনৰ সৃষ্টি।

ব্যৱসায় উদ্যোগত যেতিয়া 'পৰিচালনা'ক প্ৰয়োগ কৰিবলৈ যোৱা হয়, তেতিয়া তাৰ সফল প্ৰয়োগৰ বাবে বিভাজনৰ প্ৰয়োজন হয়। সেই বিভাজনেই হৈছে—পৰিচালনাৰ স্তৰভেদ।

কোনো কোনো 'পৰিচালনা' বিশেষজ্ঞৰ মতে—ইয়াক বহলভাৱে দুটা ভাগত বিভক্ত কৰিব পাৰি, যেনে—প্ৰশাসনিক পৰিচালনা ( Administrative Management ) আৰু কাৰ্য্যকৰী পৰিচালনা ( Exccutive Management )। ইয়াত প্ৰশাসনিক পৰিচালনা উচ্চস্থ স্তৰ, যি ব্যৱসায় উদ্যোগৰ নীতি নিয়ম, আঁচনি, কাৰ্য্যসূচী আৰু লক্ষ্য নিৰূপণ কৰে। আনহাতে কাৰ্য্যকৰী পৰিচালনা অধস্থস্তৰ,



যি উচ্চস্থ স্তৰৰ নিৰূপিত নীতি, আঁচনি আৰু লক্ষ্যক কাৰ্য্যত ৰূপায়িত কৰে।

বাস্তৱত উল্লিখিত বিভাজনে শিল্প সংস্থাৰ আভ্যন্তৰীণ পৰিচালনা বিষয়ৰ সকলো স্তৰ সামৰি লোৱা দৃষ্টিগোচৰ নহয়। প্ৰকৃত পক্ষে ব্যৱসায় উদ্যোগত তেনে কেনো সাদৃশ্য থকা—একে ৰূপৰ পৰিচালনা পদ্ধতি প্ৰয়োগ কৰা দেখিবলৈ পোৱা নাযায়। ব্যৱসায় উদ্যোগৰ উপযোগিতাৰ ওপৰত ভিত্তি কৰিহে পৰিচালনা স্তৰভেদ কৰা হয়।

আপাততঃ তিনিটা স্তৰত সাধাৰণভাৱে পৰিচালনা কাৰ্য্য ৰূপায়িত কৰা হয়। উক্ত তিনিটা স্তৰ হৈছে—পৰম, মধ্যম আৰু অধস্থ পৰিচালনা।

Ernest Dale, নামৰ এজন লেখকে তেওঁৰ Management Theoy & Practice নামৰ কিতাপত পৰিচালনা স্তৰৰ কথা উল্লেখ কৰিছে। তেনেৰূপে C. Niles, George Terry আদি লেখকসকলেও পৰিচালনাৰ এনে তিনিটা স্তৰৰ কথা তেওঁলোকৰ লেখনিত প্ৰকাশ কৰিছে।

**পৰম পৰিচালনা ( Top Management ) ঃ** পৰিকল্পিত ভিত্তিত পূৰ্ব-নিৰূপিত লক্ষ্যলৈ ব্যৱসায় উদ্যোগক নিয়ন্ত্ৰণ কৰা সাধাৰণ পৰিচালনাই পৰম পৰিচালনা।

জইণ্ট-ষ্টক্ কোম্পানীৰ উচ্চ স্থানত থাকে "সঞ্চালক পৰিষদ (Board of Directors), যি কোম্পানীৰ আঁচনি আৰু কাৰ্য্য-সূচী, নীতি-নিয়ম, নিৰ্ধাৰণ কৰে, তেহেলে সেই কোম্পানী সাধাৰণ ব্যৱসায়ৰেই হওক বা শিল্প উদ্যোগৰেই হওক।

উক্ত আঁচনি আৰু নীতিক কাৰ্য্যকৰী কৰাৰ দায়িত্বত থকা জনেই মুখ্য কাৰ্য্যবাহী বিষয়া (Chief Executive)। মুখ্য কাৰ্য্যবাহী বিষয়া পৰিচালনা সঞ্চালক, সাধাৰণ পৰিচালক আৰু উপ সাধাৰণ

পৰিচালক হ'ব পাৰে। মুখ্য কাৰ্য্যবাহী বিষয়া এজন বা ততোধিক থাকিব পাৰে। এনে মুখ্য কাৰ্য্যবাহী বিষয়াকেই পৰম পৰিচালনা স্থানে স্থিত বিষয়া বোলা হয়।

মুখ্য কাৰ্য্যবাহী বিষয়াজনে সঞ্চালক পৰিষদে নিৰ্ধাৰণ কৰি দিয়া আঁচনি আৰু লক্ষ্যক কাৰ্য্যত পৰিণত কৰিবলৈ যথোপযুক্ত ব্যৱস্থা গ্ৰহণ কৰে আৰু উক্ত কাৰ্য্যসমূহ যথাযথ সম্পাদনৰ বাবে সঞ্চালক পৰিষদৰ ওচৰত দায়ী থাকে বা 'কৈফিয়ৎ দিব লগীয়া হয়। তেওঁ আচলতে সঞ্চালক পৰিষদ আৰু বাকী সংগঠনৰ মাজৰ সমন্বয়ৰক্ষী বিষয়া। সঞ্চালক পৰিষদক দাখিল কৰিবলগীয়া প্ৰতিবেদন, হিচাপ-পত্ৰ পৰিসংখ্যা, আৰু অন্যান্য অভিলেখ নিয়ম মতে দাখিল কৰা হৈছেনে নাই, তাৰ প্ৰতি দৃষ্টি ৰখাৰ দায়িত্ব মুখ্য কাৰ্য্যবাহী বিষয়াৰ।

মুখ্য কাৰ্য্যবাহী বিষয়াজনৰ আঁচনিৰ নেতৃত্ব দিয়া, সংগঠনৰ কাৰ্য্যবোৰ পৰিচালনা কৰা, বিভিন্ন স্তৰৰ পৰিচালনাৰ মাজত সমন্বয় সাধন কৰা, গুৰুত্বপূৰ্ণ বিষয়সমূহত ৰুলিং (Ruling) দিয়া, কৰ্মচাৰী-সকলক বিভিন্ন প্ৰেৰণাদায়ক আঁচনিৰে প্ৰণোদিত কৰা আৰু সকলো বিষয়ৰ ওপৰত নিয়ন্ত্ৰণ কাৰ্য্য অনুশীলন কৰাই মুখ্যতঃ ঘাই কৰ্তব্য।

এক স্বত্বাধিকাৰী ব্যৱসায় ( Sole Trading Concern ) সংস্থা হলে, ব্যৱসায়ৰ গৰাকীজনেই সকলো নীতি আৰু আঁচনি ৰূপায়ণ কৰাৰ দায়িত্ব থাকে। যুটীয়া ব্যৱসায় সংস্থাত ( Partnership business ) অংশীদাৰসকলে সমূহীয়াকৈ অথবা পৃথকভাৱে ব্যৱসায়ৰ উপৰোক্ত কাৰ্য্যসমূহৰ দায়িত্ব গ্ৰহণ আৰু পালন কৰে।

**মধ্যম পৰিচালনা (Middle Management) ঃ** বিভিন্ন বিভাগৰ বিভাগীয় মুৰব্বীসমূহ আৰু অধীক্ষক সমূহৰ সমষ্টিয়েই মধ্যম পৰিচালনা। বিভাগীয় মুৰব্বী আৰু অধীক্ষকসমূহ মধ্যৱৰ্তী স্থানত অৱস্থিত পৰিচালন বিষয়া।



এই পৰ্য্যায়ৰ বিষয়াসকলে ব্যৱসায় সংগঠনৰ আঁচনি আৰু নীতিসমূহৰ প্ৰতি সমুচিত মূল্য আৰোপ কৰিব লাগে। পৰম পৰিচালনাৰ দৃষ্টিভংগীৰ লগত সাজুয্যতা ৰাখিব লাগে। তেওঁলোকে অধীনস্থ বিষয়া বৰ্গৰ বিভিন্ন কাৰ্য্য সংক্ৰান্তত উদ্ভৱ হোৱা সমস্যাবোৰ নানান উপদেশ, পৰামৰ্শদ্বাৰা সিদ্ধান্ত দি সমাধান কৰিব লাগে।

মধ্যস্থ বিষয়াবৰ্গৰ সাধাৰণ কাৰ্য্য হৈছে—তেওঁলোকে উচ্চ পদস্থ বিষয়াৰ নিৰ্দেশ আৰু পৰামৰ্শবোৰ কাৰ্য্যকৰী কৰিবলৈ অধীনস্থ বিষয়াসমূহক প্ৰত্যয় যোৱাকৈ বিশদ ব্যাখ্যা দিব লাগে। সেই পৰামৰ্শ আৰু নিৰ্দেশসমূহ অধীনস্থ বিষয়াৰ সাহায্যত বাস্তৱত ৰূপ দিয়াৰ সম্পূৰ্ণ দায়িত্ব তেওঁলোকৰ। প্ৰকৃততে মধ্যস্থ বিষয়াৰ পূৰ্ণ অনুশাসন থাকে অধীনস্থ বিষয়াৰ ওপৰত। মধ্যম পৰিচালনা সমন্বয় সাধনৰ ঘাই মাধ্যম। মধ্যস্থ বিষয়াৰ কাৰ্য্য মধ্যস্থতাৰ কাৰ্য্য। এওঁলোক সৃষ্টিকামী অপেক্ষা অধিক সমন্বয়ৰক্ষী বিষয়া।

**নিম্নস্থ বা অধস্থ পৰিচালনা ( Lower Mamagement ) ঃ** কাৰ্য্যালয় ফ'ৰমেন ( Foremen ), ছুপাৰভাইজৰ ( Supervisor ) এওঁ-অধীক্ষক আৰু অন্যান্য বিষয়াৰ সমষ্টিয়েই অধস্থ পৰিচালনা। এওঁলোকক প্ৰথম পংক্তিৰ ( Frist line ) কাৰ্য্যবাহী বিষয়া বোলা হয়।

সাধাৰণ শ্ৰেণীৰ কৰ্মী আৰু কৰ্মচাৰীৰ পৰা এক স্তৰ ওপৰত নিম্নস্থ বিষয়াসকল অধিষ্ঠিত। ব্যৱসায় বা উদ্যোগৰ দৈনন্দিন কাম-কাজবোৰ এইসকল বিষয়াৰ বুদ্ধি পৰামৰ্শ আৰু নিয়ন্ত্ৰণৰদ্বাৰা সম্পাদন কৰা হয়। প্ৰকৃতাৰ্থত পৰম পৰিচালনাৰ আঁচনি আৰু কাৰ্য্যসূচী, উদ্দেশ্য আৰু লক্ষ্যক কাৰ্য্য ক্ষেত্ৰত ৰূপায়িত কৰা বিষয়াসকল নিম্নস্থ পৰ্য্যায়ত।

নিম্নস্থ বিষয়াসকল শ্ৰমিক কৰ্মী আৰু কৰ্মচাৰীসকলৰ প্ৰতিনিধি

স্থানীয়। কাৰণ, শ্ৰমিক কৰ্মচাৰীসকলে এই প্ৰথম শাৰীৰ বিষয়াসকলক তেওঁলোকৰ কৰ্ম-মান নিৰ্ধাৰণ, পথ প্ৰদৰ্শন, প্ৰমোচন, প্ৰশিক্ষণ আদি বিষয়ৰ উপৰিও অন্যান্য দাবীসমূহ পূৰণ কৰা বিৰয়ত নিজৰ প্ৰতিনিধি জ্ঞান কৰে। আন কথাত, নিম্নস্থ বিষয়াসকল শ্ৰমিক কৰ্মচাৰী আৰু মুখ্য কাৰ্য্যবাহী বিষয়াৰ মাজৰ যোগসূত্ৰ বুলি গণ্য কৰিব পাৰি।

শ্ৰমিক কৰ্মচাৰীৰ পৰিচালনাৰ ওপৰত নিম্নস্থ বিষয়াৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে। নিম্নস্থ বিষয়াসকলে শ্ৰমিক কৰ্মচাৰীক তেওঁলোকৰ কৰ্ম অনুশীলনত কি ভাবে ব্যৱহাৰ কৰে, শ্ৰমিক কৰ্মচাৰীৰ উন্নয়ন-মূলক কৰ্মত কি ভাবে নৈতিক দায়িত্ববোধ আৰু দূৰদৰ্শিতা দেখুৱায়, তাৰ পৰিপ্ৰেক্ষিততহে বিষয়াসকলে শ্ৰমিক কৰ্মীৰ সহযোগ আৰু আন্তৰিক সদিচ্ছা আশা কৰিব পাৰে। গতিকে নিম্নস্থ বিষয়াই শ্ৰমিক কৰ্মচাৰীসকলৰ মাজত নৈতিক মনোবল গঢ়ি তুলিবলৈ চেষ্টা কৰাটো তেওঁলোকৰ দায়িত্ব আৰু কৰ্তব্য।

নিম্নস্থ বিষয়াসকলে মধ্যস্থ বিষয়াক তেওঁলোকৰ পথ প্ৰদৰ্শক, নিৰ্দেশ জ্ঞাপক, নিৰাপত্তা আৰু প্ৰমোচনৰ মধ্যস্থতাকাৰী বিষয়া হিচাপে মান্য আৰু গণ্য কৰাও নৈতিক কৰ্তব্য।

এনে বিষয়াই সহকৰ্মীসকলৰ পৰাও সহায় সহযোগ লাভ কৰি কাৰ্য্য নিৰ্বাহ কৰিব পৰাটো নৈতিক মূল্যবোধৰ নিদৰ্শন। অৱশ্যে নিম্নস্থ বিষয়াই মধ্যস্থ বিষয়াৰ সাধাৰণ নিৰ্দেশাৱলীৰ বিপৰীতে সিদ্ধান্ত গ্ৰহণ কৰিব নোৱাৰে। সেয়ে নিম্নস্থ বিষয়াসকল সাধাৰণতে কাৰ্য্যবাহক ( operative ) আৰু প্ৰত্যক্ষভাৱে তেওঁলোক কৰ্ম, কৰ্মচাৰী আৰু যন্ত্ৰ-পাতিৰ লগত জৰিত।



## (৪) প্ৰকল্প : অৱস্থান বাছনি :

## ( Selection of Site for Plant ) :

**প্ৰকল্পৰ অৱস্থান : সূচনা ( Introduction ) :** বিভিন্ন প্ৰকাৰৰ ব্যৱসায়ত প্ৰকল্পৰ অৱস্থান মৌলিকভাৱে এক গুৰুত্বপূৰ্ণ বিষয়। ই সাধাৰণতে পূৰ্ব সিদ্ধান্তসমূহৰ প্ৰথম আৰু প্ৰধান সিদ্ধান্ত। যদি কোনো ব্যৱসায় প্ৰকল্পৰ অৱস্থান সন্তোষজনক হয় তেতিয়া ব্যৱসায়ৰ আভ্যন্তৰীণ সা-সুবিধাসমূহৰ ব্যৱস্থাপনা কৰাত বিশেষ অন্তৰায় নহয়। আভ্যন্তৰীণ সুযোগ সুবিধাৰ ক্ষেত্ৰত বিশেষকৈ বৰ্তমান আৰু ভবিষ্যতৰ প্ৰয়োজন ভিত্তিত প্ৰকল্পৰ সম্প্ৰসাৰণ বিষয়টিয়েই মুখ্য ; কিন্তু সদায় লক্ষ্য ৰাখিবলগীয়া বিষয়টি হ'ল—প্ৰকল্পৰ অৱস্থান এনে ঠাইত নিৰ্বাচন কৰা দৰকাৰ য'ত কৰ্ম কৰাৰ সুন্দৰ বাতাবৰণৰ সৃষ্টি হয়। প্ৰকল্পৰ নিৰ্মাণ আৰু প্ৰক্ৰমবোৰৰ (prosess) প্ৰয়োজনীয়তা ( অভাৱ ) পূৰণ কৰিব পৰাকৈ অৱস্থানৰ বাছনি কৰিব পৰা কাৰ্য্যই হৈছে—উদ্যোগকাৰীৰ ঘাই উদ্দেশ্য, যাতে প্ৰকল্পৰ উৎপাদন ব্যয় সস্তা হয়, আৰু উৎপন্ন সামগ্ৰীৰ লভ্যাংশৰ মাত্ৰা অধিক হয়। প্ৰকল্পৰ অৱস্থান নিৰ্ণয় কৰিবলৈ লোৱাৰ আগতেই বিভিন্ন উৎপাদনসমূহৰ (factors) বৈজ্ঞানিক বিশ্লেষণৰ প্ৰয়োজন।

কোনো এক ব্যৱসায়ৰ প্ৰকল্প স্থায়ীৰূপে প্ৰতিষ্ঠিত হোৱাৰ কিছু-কাল পাছত যদি কিবা কাৰণবশতঃ অৱস্থান সলনি কৰিব লগা হয়, তেনে সেই প্ৰকল্পৰ মৌলিক ক্ষতি হোৱাৰ সম্ভাৱনাই অধিক। সেয়ে দীৰ্ঘকালীন ভিত্তিত বিশ্লেষণ কৰিব লগা উৎপাদনসমূহ হ'ল বজাৰৰ নমনীয়তা, মিতব্যয়িতা, প্ৰযুক্তিবিদ্যাৰ পৰিবৰ্তন আৰু অন্যান্য আনুষংগিক উপাদান সমূহৰ বিবৰ্তন।

সাধাৰণতে অৱস্থান বাছনি বিষয়ত উত্থাপিত হ'ব পৰা সমস্যা-সমূহ হৈছে—

(ক) ব্যৱসায় প্ৰকল্পৰ বিভিন্ন শাখা-প্ৰশাখাৰ সম্প্ৰসাৰণ সুযোগ.

(খ) প্ৰতিষ্ঠিত প্ৰকল্পৰ অৱস্থানত বিভিন্ন সা-সুবিধাৰ সম্প্ৰসাৰণ।

প্ৰকল্প অৱস্থান হেতু প্ৰয়োজনীয় উপাদানসমূহৰ ব্যৱসায়ৰ উদ্যোগ অনুসৰি তাৰতম্য হয়। সকলো উদ্যোগৰ প্ৰকল্পৰ বাবে একে ধৰণৰ উপাদন প্ৰয়োজ্য নহয়। তদুপৰি প্ৰয়োজনীয় উপাদানৰ পৰিমাণগত আৰু গুণগত বৈষম্যও এই সংক্ৰান্তত লক্ষ্যণীয়। সেয়ে দেখা যায় কিছুমান বিশেষ উদ্যোগ কিছুমান বিশেষ অঞ্চলত প্ৰতিষ্ঠিত হয়। এই বিষয়ত অৱস্থানৰ বিশেষ কিছুমান উপাদানে যথেষ্ট ক্ৰিয়া কৰে। সেই বিশেষ কিছুমান উপাদানৰ অন্তৰ্গত হৈছে—উদ্যোগৰ অৰ্থনৈতিক বিচাৰ বিবেচনা ; ভৌগোলিক অৱস্থা আৰু ৰাজনৈতিক পৰিস্থিতি। ইয়াৰ উপৰিও সময়ৰ গতিশীলতাই উদ্যোগলৈ নানান কাৰিকৰী অৰ্থনৈতিক আৰু অৰ্থনৈতিক বিৱৰ্তন আনে, যিবোৰক সময়ৰ লগত খাপ খুৱাই লবলৈ প্ৰকল্পৰ অৱস্থানে সুযোগ দিব লাগে। এনে বহু প্ৰতিষ্ঠিত ব্যৱসায় আছে যিবিলাক আকৌ ব্যৱসায় প্ৰতিষ্ঠাৰ সুবিধাইহে অন্যান্য উপাদানৰ প্ৰথম আৰু প্ৰধান কাৰণ।

উদ্যোগৰ ভিতৰত খনিজাত উদ্যোগত অৱস্থান উপাদানে বিশেষ প্ৰভাৱ পেলাব নোৱাৰে। কাৰণ খনিজাত উদ্যোগসমূহৰ প্ৰকল্পৰ অৱস্থান সাধাৰণতে খনি থকা অঞ্চলতেই প্ৰতিষ্ঠা হ'ব লাগে। ইয়াৰ প্ৰধান কাৰণ হৈছে—খনিজ দ্ৰব্যসমূহৰ পৰিশোধন, পৰিমাৰ্জন, পৃথকীকৰণ আৰু শিল্পজ উৎপাদনৰ ফলত শিল্পজ দ্ৰব্যৰ যাতায়াত আৰু অন্যান্য ভাড়া সংক্ৰান্তীয় বহু খৰচ হ্ৰাস পায়। দৃষ্টান্ত হিচাপে—জামছেদপুৰৰ টাটা লো তীখা কোম্পানীৰ কথা উল্লেখ কৰিব পাৰি। এসময়ত জামছেদপুৰ অৰণ্য আছিল, তাতেই খনিজ পদাৰ্থৰ আকৰ



পোৱা হেতু টাটা কোম্পানী প্ৰতিষ্ঠা হয়, আৰু এই কোম্পানীয়ে অৰণ্যক শিল্প নগৰীলৈ ৰূপান্তৰ কৰে।

যিবিলাক উদ্যোগৰ কেঁচা বা শিল্পজ সামগ্ৰী যাতায়াত বা পৰিবহণ কৰাৰ ক্ষেত্ৰত খৰচৰ কোনো তাৰতম্য নহয়। অৰ্থাৎ সামগ্ৰীৰ ওজনৰ তাৰতম্য নহয়, তেনে উদ্যোগ 'বজাৰ'ৰ ওচৰত প্ৰতিষ্ঠা হলে লাভজনক হয়। কাৰণ বজাৰৰ ওচৰত প্ৰতিষ্ঠা হোৱা বাবে অৱস্থান বিষয়ত বিভিন্ন সুযোগ সুবিধা লাভ কৰিবলৈ সুচল হয়।

ইয়াৰ বাহিৰেও যিবিলাক উপাদানে উদ্যোগৰ অৱস্থান নিৰ্ণয় কৰাত অধিক সক্ৰিয় ভূমিকা পালন কৰে সেই উপাদানসমূহ হ'ল—ইন্ধন বা শক্তি অৰ্থ আৰু চৰকাৰ।

**অৱস্থান নিৰ্ধাৰণৰ উপাদানসমূহ ( Factors in locating plant )**ঃ কোনো ব্যৱসায় বা উদ্যোগৰ অৱস্থান বাছনি কৰাৰ ক্ষেত্ৰত বিশেষ কিছুমান উপাদানে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। অৱশ্যে সকলো উপাদান সমানে সক্ৰিয় নহয় আৰু ব্যৱসায় বা উদ্যোগ প্ৰতি উপাদানৰ উপযোগিতাৰ পাৰ্থক্যও লক্ষ্যণীয় বিষয়। প্ৰতিপত্তিশালী উপাদানসমূহ নিম্নোল্লিখিত ধৰণৰ—

(১) কেঁচা সামগ্ৰীৰ প্ৰাচুৰ্য্য (Availability of raw materials),

(২) পৰ্য্যাপ্ত শ্ৰম যোগান (Availability of labour supply),

(৩) পৰিবহণ আৰু যোগাযোগ সুবিধা ( Transport & Communication facilities ),

(৪) ইন্ধন বা শক্তিৰ উৎস ( Sources of power ),

(৫) চৰকাৰী বিনিময় আৰু প্ৰথাগত পদ্ধতি ( Govt. Regulations & Conventional System ),

(৬) নিকটৱৰ্তী স্থানত বেংকিং, বীমা, বিত্ত আৰু ঋণ সংস্থা আদিৰ

সুযোগ সুবিধা ( Proximity to Banking, Insurance & Credit facilities ),

(৭) জলবায়ু ( Climate ),

(৮) ভৌগোলিক অৱস্থিতি আৰু উপযোগিতা ( Geographical Situation and Suitability ),

(৯) প্ৰয়োজনীয় ঘৰ-দুৱাৰ, পুনৰ নিৰ্মাণ বা মেৰামতি ব্যৱস্থা ( Requirements of buildings and repairing facilities ),

(১০) প্ৰকল্পৰ সম্প্ৰসাৰণ সুবিধা ( Expansion facilities of plant ),

(১১) প্ৰৰ্য্যাপ্ত পৰিমাণৰ অগ্নি নিৰ্বাপক ব্যৱস্থা ( Adequate fire fighting facilities ),

(১২) অন্যান্য উদ্যোগৰ সংসৰ্গ ( Association with other industries ),

(১৩) সমীপস্থ বজাৰ ( Proximity to the market ),

(১৪) পৌৰ বা নগৰীয়া সা-সুবিধা ( Civil advantages )।

কেঁচা সামগ্ৰী, উৎপাদন আৰু বজাৰকৰণ ( Marketing ) বিষয়ত ন্যুনতম ব্যয়ৰ ভিত্তিত যাতে প্ৰকল্পৰ অৱস্থান নিৰ্বাচন কৰিব পাৰি তাৰ বাবে উল্লিখিত উপাদানসমূহ সম্পূৰ্ণ বিচাৰ বিশ্লেষণ হোৱা প্ৰয়োজন।

**(১) কেঁচা সামগ্ৰীৰ প্ৰাচুৰ্য্য ( Availability of Raw materials ) ঃ** কোনো ব্যৱসায় উদ্যোগৰ প্ৰকল্প অৱস্থান বাছনি কৰা ক্ষেত্ৰত কেঁচা সামগ্ৰীৰ প্ৰাচুৰ্য্য এক শক্তিশালী উপাদান। যিবোৰ উদ্যোগত কেঁচা সামগ্ৰীৰ উৎপাদন পৰৱৰ্তী অৱস্থাত ভাৰ হ্ৰাস (Weight loosing ) পায়, যিবোৰ উদ্যোগৰ কেঁচা সামগ্ৰী মাটিৰ তলৰ পৰা



টানি উলিয়াই ( Extractive ) তেনে উদ্যোগৰ বাবে 'কেঁচা সামগ্ৰী' অৱস্থান বিষয়ত এক গুৰুত্বপূৰ্ণ উপাদান।

উপাদান স্বৰূপে যিকোনো কাঠ উদ্যোগলৈ আঙুলিয়াব পাৰি। এই উদ্যোগৰ প্ৰকল্পৰ অৱস্থান সৰ্বদায় কেঁচা সামগ্ৰী পোৱা ঠাইত নিৰ্মাণ হোৱা প্ৰয়োজন, যিহেতু সামগ্ৰীৰ শিল্পত উৎপাদনে পৰিবহণৰ বাবে উৎপাদিত সামগ্ৰীৰ ভৰ ( Weight ) বহু পৰিমাণে লাঘৱ কৰে, ফলত পৰিবহণৰ খৰচ হ্ৰাস পায়।

কেঁচা সামগ্ৰীৰ প্ৰতিগোট মূল্যৰ তুলনাত পৰিবহণ খৰচ যদি অধিক হয়, কেঁচামালৰ ওজন আৰু আয়তন যদি স্বাভাৱিক ভাৱেই গধুৰ আৰু বিয়াগোম হয়, তেন্তে সেই সামগ্ৰী পৰিবহণৰ অসুবিধা অৰ্থাৎ পৰিবহণ ব্যয় অত্যধিক হয়। গতিকে তেনে সামগ্ৰীৰ উদ্যোগ কেঁচা সামগ্ৰী লব্ধ স্থানতেই প্ৰতিষ্ঠা হলে সমধিক সুচল হয়। তাৰ প্ৰমাণ বিহাৰৰ কয়লা লো উদ্যোগ, যি উদ্যোগ কয়লা আৰু লো আকৰৰ ওচৰতেই গঢ়ি উঠিছে।

এনেদৰে কেঁচামাল লব্ধ ঠাইত উদ্যোগ গঢ়ি তোলাৰ উদ্দেশ্য হৈছে প্ৰতিগোট উৎপাদিত সামগ্ৰীৰ ব্যয় যাতে ন্যুনতম হয়।

প্ৰকল্পৰ অৱস্থান বিষয়ত আৰু এটা লক্ষ্য কৰিবলগীয়া বিষয় হ'ল— কেঁচা সামগ্ৰীৰ নিয়মীয়া প্ৰাচুৰ্য্য আৰু তাৰ বিকল্প ব্যৱস্থা। এই উভয়ৰ ভিতৰত যদি সামগ্ৰীৰ মূল উৎস কাৰ্য্য-পদ্ধতিৰ কোনো স্থায়ীত্ব নাথাকে তেন্তে সেই ঠাইত অৱস্থান নিৰ্ণয় কাৰ্য্যকৰী নহয়। কেঁচা সামগ্ৰীৰ প্ৰাচুৰ্য্য, পৰিবহণ ব্যয়ৰ লগত উপস্থিত হয়। কেঁচা মাল লব্ধ ঠাইৰ পাৰিপাৰ্শ্বিকতা আৰু সেই ঠাইৰ থলুৱা লোক ( local people )।

পৰিকল্পনাকাৰীয়ে কেঁচামাল আহৰণ কৰা বিষয়ত সহজলভ্যতাৰ ( accessibility ) প্ৰতিও দৃষ্টি ৰাখিব লাগে। সামগ্ৰী আহৰণ

সহজলভ্য নহলে আহৰণ খৰচ বৃদ্ধি পায়। সেয়ে যি অঞ্চলত কেঁচামাল পোৱা হয় সেই অঞ্চললৈ গমনাগমনৰবাবে যাতায়াতৰ সুবিধা, মাটিৰ উৰ্বৰতা, আৰু জলবায়ু উপযোগী হোৱা প্ৰয়োজন।

**(২) পৰ্য্যাপ্ত শ্ৰম যোগান ( Adequate Labour Supply ):** নিয়মীয়া আৰু বিশ্বাসযোগ্য শ্ৰমৰ যোগানে প্ৰকল্পৰ চালনৰ ( Operation ) কৃতকাৰ্য্যতা বৃদ্ধি কৰে। অৰ্থাৎ প্ৰকল্পৰ ফলদায়ক চালনৰ বাবে শ্ৰম সৰবৰাহ এক মৌলিক প্ৰয়োজনীয় উপাদান। এনে উপাদানৰ অবিহনে প্ৰকল্পৰ অৱস্থান নিৰ্বাচন কেতিয়াও সফল নহয়।

উদ্যোগৰ বাবে কেনে ধৰণৰ শ্ৰমিকৰ আৱশ্যক হ'ব, তাৰ ওপৰত ভিত্তি কৰিহে পৰিকল্পনাকাৰীয়ে প্ৰকল্পৰ অৱস্থান বাছনি কৰিব পাৰে। বিভিন্ন উদ্যোগৰ বাবে বিভিন্ন শ্ৰমিকৰ প্ৰয়োজন। সেই শ্ৰমিক পটু বা অপটু, পুৰুষ বা তিৰোতা হ'ব পাৰে। ইয়াৰ উপৰি, সাধাৰণ জীৱিকা নিৰ্বাহৰ মানদণ্ড আৰু চৰিত্ৰগত আচৰণে শ্ৰমিকৰ বিভাজন বৃদ্ধি কৰে। থোৰতে কবলৈ হ'লে—শ্ৰমৰ প্ৰকৃতি ( Nature of Labour ) প্ৰকল্পৰ অৱস্থান বাছনি বিষয়ৰ অন্যতম পূৰ্ব চৰ্ত।

সাধাৰণতে দেখা যায়—পটু পুৰুষ কৰ্মী, পটু স্ত্ৰী কৰ্মীৰ তুলনাত অধিক গতিশীল। এই গতিশীলতাৰ ( Mobility ) মাত্ৰাধিক্য ঘটে যদি—(ক) আবাস গৃহ ব্যৱস্থা, (খ) অৱস্থানৰ পাৰিপাৰ্শ্বিকতা, (গ) সামাজিক সা-সুবিধা, (ঘ) তুলনামূলক উচ্চ হাৰৰ মজুৰি আৰু (ঙ) যাতায়ত ব্যৱস্থা আদিৰ সুযোগ-সুবিধা নাথাকে ; কিন্তু শ্ৰমিকক উচ্চ হাৰৰ মজুৰি দিব পাৰিলে উল্লিখিত সুযোগৰ নূ্যনতম ব্যৱস্থা নাথাকিলেও আপত্তি নুঠে।

ঔদ্যোগিক অঞ্চলত উদ্যোগ স্থাপন কৰিলে সুলভ দৰতে শ্ৰমৰ যোগান ধৰিব পাৰি ; যিহেতু তেনে অঞ্চলত শ্ৰমিকৰ প্ৰতিযোগিতাই বিশেষকৈ নিযুক্তি বিষয়ত শ্ৰমিকৰ মজুৰি হাৰ হ্ৰাস কৰে। এনে যৌক্তিকতাৰ



বিপক্ষে উত্থাপিত যুক্তি হ'ল—এনে সুলভ দৰত শ্ৰম ক্ৰয় কৰা হেতু শ্ৰমিকৰ মাজত বিভিন্ন ট্ৰেড্-ইউনিয়ন ( Trade Union ) গঢ়ি উঠি কৰ্তৃপক্ষক অধিক হাৰত মজুৰি আৰু অন্যান্য সুবিধা দিবলৈ বাধ্য কৰায়। এনে সংঘ ( union ) অনুসৃত অশান্তি আভ্যন্তৰীণ অঞ্চলত আপেক্ষিকভাৱে অতি সামান্য। সেয়ে উদ্যোগৰ অৱস্থান নিৰ্ণয় কৰাৰ ক্ষেত্ৰত নানান দিশ চালি জাৰি চাইহে শেষ সিদ্ধান্ত লোৱা সমিচীন।

**(৩) পৰিবহণ আৰু যোগাযোগ ( Transport & Communication ):** পৰিবহণ আৰু যোগাযোগৰ গুৰুত্ব উদ্যোগৰ অৱস্থান বাছনিৰ ক্ষেত্ৰত যে অধিক নিৰ্ণায়ক ( Decisive ) উপাদান সেইটো অন্যান্য উপাদানৰ আলোচনা প্ৰসংগতেই প্ৰকাশ পাইছে।

যি কি নহওক, প্ৰকল্পৰ অৱস্থানলৈ যাতায়ত আৰু যোগাযোগ ব্যৱস্থা সুগম হোৱাটো সৰ্বদায় বাঞ্ছনীয়, অৱশ্যে যাতায়তৰ ক্ষেত্ৰত যি কোনো যাতায়ত মাধ্যমেৰেই সন্তৰ হ'ব পাৰে ; কিন্তু উদ্যোগ প্ৰকল্পৰ উৎপাদন সামগ্ৰী অনুসৰি যাতায়াতৰ বিভিন্নতাও দৃশ্যমান হয়। সকলো উদ্যোগৰবাবে সকলো পৰিবহণ ব্যৱস্থা উপযোগী নহয়।

গুদাম ঘৰ উঠা নমাৰ ব্যৱস্থা ( Handling Facility ) সংযোগ ব্যৱস্থা আৰু অন্যান্য সেৱাৰ ( Service ) লগত যাতায়াতৰ সম্পৰ্ক সদায় জাজ্জ্বল্যমান। তেনে ঠাইত প্ৰকল্পৰ স্থাপনেই উচিত য'ত উপৰোক্ত সুযোগ-সুবিধা থাকে।

উদ্যোগ কৰ্তৃপক্ষৰ বজাৰ কেঁচামাল, শিল্পজাত দ্ৰব্য, যোগান, চাহিদা, বজাৰ দৰ আদি সম্পৰ্কে অৱগত হৈ কাৰ্য্যপন্থা লোৱাৰ ওপৰত ঔদ্যোগিক প্ৰকল্পৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে। ব্যৱসায়িক বা-বাতৰি, নিত্য নতুন খবৰ, আইন, শুল্ক সম্পৰ্কৰ বাৰ্তা লাভ কৰিবলৈ হলে প্ৰয়োজন হয় যোগাযোগৰ সুচলতা। ব্যৱসায় প্ৰকল্পৰ অৱস্থান

সীমাংসা কৰা বিষয়ত যোগাযোগ চিঠি পত্ৰৰ আদান-প্ৰদানেও এক বিশেষ ভূমিকা পালন কৰে।

পৰিবহণৰ সা-সুবিধাই তেতিয়াই মুখ্যস্থান অধিকাৰ কৰে যেতিয়া উদ্যোগৰ উৎপাদিত দ্ৰব্যৰ আয়তন বা আকাৰ বৃহৎ হয়। অথবা প্ৰকল্প ব্যৱহৃত কেঁচা-মালৰ আকাৰ ডাঙৰ আৰু গধুৰ হয়। উৎপাদিত দ্ৰব্য আৰু কেঁচা মালৰ পৰিবহণ খৰচ হ্ৰাস কৰিবলৈ প্ৰচুৰ যাতায়াত ব্যৱস্থা থকা ঠাইত উদ্যোগৰ প্ৰকল্প প্ৰতিষ্ঠা হোৱা বাঞ্ছনীয়। ভৌগোলিক অৱস্থান আৰু জলবায়ুৰ অৱস্থাভেদে পৰিবহণ মাধ্যমৰ সাল-সলনি হয়। তদনুৰূপ বৃহদাকাৰ বা ক্ষুদ্ৰাকৰ উদ্যোগৰ লগত পৰিবহণ মাধ্যমৰ সামঞ্জস্যৰ প্ৰশ্নও উত্থাপিত হয়। য'ত বৃহৎ পৰিমাণৰ কেঁচা-মাল বা শিল্পজ দ্ৰব্য দূৰবৰ্তী অঞ্চললৈ পৰিবাহিত হ'ব লাগে তেনে বৃহদাকাৰ উদ্যোগৰ বাবে ৰেলপথ ব্যৱস্থা অধিক উপযোগী। আনহাতে যি উদ্যোগত পানীৰ ব্যৱহাৰ অধিক, যি উদ্যোগত কেঁচা-মাল আৰু শিল্পজ দ্ৰব্যৰ আকাৰ ডাঙৰ, অথচ প্ৰতিগোট দ্ৰব্যৰ মূল্য কম, তেনে উদ্যোগ জলপথৰ সমীপত অৱস্থিত হলে ভাড়া, পৰিবহণ ব্যৱস্থা আৰু অন্য বহু বিষয়ত লাভজনক হয়।

জৰুৰীকালীন অৱস্থাত আকাশী পথ পৰিবহণ অত্যন্ত ফলদায়ক। যি উদ্যোগৰ শিল্পজাত দ্ৰব্যৰ মূল্য পৰিবহণ মূল্য অপেক্ষা বহু বেছি। যি উদ্যোগৰ সামগ্ৰী শিথিল পৰিবহণ হেতু সহজে বিনষ্ট হয়, তেনে উদ্যোগৰ বাবে আকাশী পথৰ সূচলত প্ৰকল্পৰ অৱস্থান হলে অধিক মিতব্যয়ী হয়।

পৰিবহণৰ সকলো মাধ্যমতে ভাড়াৰ মিতব্যয়িতালৈ উদ্যোগকাৰীয়ে লক্ষ্য ৰখা অতীব লাগতিয়াল বিষয়।

ঋতু নিৰ্ভৰ উদ্যোগ ( Seasonal industry ), সহজে বিনষ্ট হোৱা উৎপন্ন দ্ৰব্যৰ উদ্যোগ ( Perishable goods industry )



জৰুৰীকালীন অৱস্থা নিৰ্ভৰ উদ্যোগ আদিৰ বাবে পথ পৰিবহণৰ সুচলতা থকা ঠাইত তেনে উদ্যোগৰ প্ৰকল্পৰ অৱস্থান হোৱা অধিক ফলপ্ৰদ।

(৪) **ইন্ধন বা শক্তি সৰবৰাহ (Supply of Power) :** আধুনিক যুগত সকলো উদ্যোগকে ইন্ধনৰ প্ৰয়োজন। ইন্ধন বা শক্তি বুলিলে—কয়লা, পানী, খৰি, গেছ, বিদ্যুৎ আদি সকলোকেই সামৰি লয়। সেয়ে উল্লিখিত যিকোনো এবিধ ইন্ধন পৰ্য্যাপ্ত পৰিমাণৰ নহলে উদ্যোগ স্থাপন কৰা বা উদ্যোগ প্ৰকল্পৰ স্থান নিৰ্ণয় কৰা সহজ সাধ্য নহয়। ইন্ধন বা শক্তিৰ ক্ষেত্ৰতো উদ্যোগ অনুযায়ী তাৰ তাৰতম্য হয়। সকলো উদ্যোগতে সকলো ধৰণৰ ইন্ধনৰ প্ৰয়োজন নহয়। উদ্যোগ অনুসৰি ইন্ধনৰ প্ৰকাৰ ভেদ হয়, সেয়ে নহলে এই উপাদানত ব্যয় মাত্ৰা বৃদ্ধি পাব ; ফলস্বৰূপে অৱস্থান বাছনিৰ মূল লক্ষ্যই বিফল হ'ব।

শক্তি বা ইন্ধনক ব্যক্তিগত বা সাৰ্বজনীন উভয় খণ্ডৰ পৰাই আহৰণ কৰা যায়। বিদ্যুৎ শক্তি ব্যৱহাৰৰ সুযোগ থাকিলে শক্তি উৎপাদন উৎসৰ কাষ নচপাকৈও উদ্যোগ প্ৰকল্পৰ অৱস্থান নিৰ্ণয় কৰিব পাৰি ; কিন্তু আন ইন্ধনৰ ক্ষেত্ৰত সস্তীয়া সৰবৰাহ উপাদানটিয়ে অৱস্থান নিৰূপণত মুখ্য আলোচিত বিষয় হৈ পৰে।

(৫) **চৰকাৰী বিনিময় আৰু প্ৰথাগত পদ্ধতি ( Govt Regulation & conventional system ) :** দেশত প্ৰৱৰ্তিত চৰকাৰৰ আইন আৰু প্ৰচলিত পদ্ধতিয়ে উদ্যোগৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। কেতিয়াবা চৰকাৰে নিজৰ ফালৰ পৰাই উদ্যোগ স্থাপনত উদ্যোক্তাক উৎসা[illegible] কৰে। চৰকাৰে উদ্যোগক উৎসাহদান কৰা উপায়বোৰ এনে ধ[illegible]ণৰ—

(ক) চালুকীয়া (Infant) অৱস্থাত উদ্যোগক চাবছিডি (Subsidy) দিয়ে।

(খ) তেনে উদ্যোগে উৎপাদন কৰা সামগ্ৰীৰ বিক্ৰী বৃদ্ধি কৰিবৰ

বাবে তেনে জাতীয় বিদেশী সামগ্ৰীৰ আমদানি সাময়িকভাৱে বন্ধ কৰি দিয়ে।

(গ) চৰকাৰে উৎসাহদান কৰা উদ্যোগে উৎপন্ন কৰা সামগ্ৰী বিদেশলৈ ৰপ্তানি কৰিবৰ বাবে ৰপ্তানি শুল্ক আৰু অন্যান্য কৰ-কাটল ৰেহাই দিয়ে।

(ঘ) কিছুমান উদ্যোগত চৰকাৰে ন্যূনতম বিক্ৰীমূল্য নিৰ্ধাৰণ কৰি দিয়ে অথবা সেই উদ্যোগৰ উদ্যোক্তাক ন্যূনতম বিক্ৰী দাম পাবৰ বাবে চৰকাৰ দায়বদ্ধ হয়।

(ঙ) কোনো কোনো উদ্যোগৰ সমুদায় উৎপন্ন সামগ্ৰী চৰকাৰে ক্ৰয় কৰি লৈ সেই সামগ্ৰীৰ বজাৰ পৰিচালনা কৰে।

ইয়াৰ উপৰিও আইনগত কিছুমান আচৰণ বিধিয়ে উদ্যোগ প্ৰকল্পৰ অৱস্থান নিৰ্ণয়ৰ বেলিকা নানান দিশত ক্ৰিয়া কৰে। কোনো কোনো উদ্যোগৰ বেলিকা চৰকাৰী আইনে উদ্যোগৰ প্ৰকল্পৰ অৱস্থান বাছনি নিৰ্ণয় কৰিয়েই দিয়ে।

উদ্যোগ প্ৰকল্পৰ অৱস্থান বাছনিৰ ক্ষেত্ৰত উপৰোক্ত প্ৰেৰণা দায়ক পদ্ধতি বা চৰকাৰী আচৰণ বিধিবোৰক বিসৰ্জন দিও চৰকাৰে নিজা প্ৰথা অনুসৰি উদ্যোগৰ অৱস্থান নিৰ্ণয় কৰে। যেনেদৰে বিহাৰৰ লো, তীখা উদ্যোগ, পশ্চিমবংগৰ মৰাপাট উদ্যোগ, উত্তৰ প্ৰদেশৰ চেনি উদ্যোগ, কেঁচা সামগ্ৰী লব্ধ ঠাইতেই প্ৰকল্পৰ অৱস্থান বাছনি কৰা হৈছে, ঠিক তেনে দৰেই সকলো উদ্যোগতো তেনে পদ্ধতি চৰকাৰে অৱলম্বন নকৰে। তাৰ প্ৰমাণ দেখাৰ—খনিজ তেল উদ্যোগ, কয়লাৰপৰা তেল উদ্যোগ, ( Coal to oil ) মৰাপাট উদ্যোগ আদি। খনিজ তেল অৱস্থিত প্ৰান্তত চৰকাৰে উদ্যোগ প্ৰকল্পৰ অৱস্থান বাছনি নকৰি, বাছনি কৰে অন্য প্ৰান্তত ; কয়লাৰ আকৰ থকা ক্ষেত্ৰ অসমত কয়লাৰপৰা তেল উদ্যোগৰ ( Coal to oil Plant ) অৱস্থান নকৰি, উদ্যোগৰ



অৱস্থান বাছনি কৰিছে বিহাৰত। পশ্চিমবংগ বা দক্ষিণ ভাৰতত প্ৰতিষ্ঠাৰ প্ৰস্তাৱো লোৱা হৈছে।

বৰ্তমানে দেশৰ ভিতৰতে সৰ্বোচ্চ কেঁচামাল উৎপাদন হোৱা ৰাজ্য ক্ষেত্ৰ অসমত মৰাপাট উদ্যোগ প্ৰকল্পৰ অৱস্থান নকৰি অন্য ৰাজ্য ক্ষেত্ৰত কৰা হয়। এনে কিছুমান চৰকাৰৰ নীতি বিৰুদ্ধ প্ৰথাৰ (convention) বাবেই প্ৰকল্পৰ অৱস্থান বাছনি প্ৰকৃত উপাদান ভিত্তিক ( factor based ) নহয়। এনে ধৰণৰ চৰকাৰী অধস্তন পদ্ধতিক অৱস্থান নিৰ্ণয়ৰ 'ৰাজনৈতিক উপাদান' বুলিও চিহ্নিত কৰা হয়। এই ৰাজনৈতিক উপাদানে অৱস্থান নিৰ্ণয়ৰ অন্য সকলো উপাদানক জলাঞ্জলি দিবলৈ বাধ্য কৰে। প্ৰায় ক্ষেত্ৰতে উচিত উপাদানকো নিৰুৎসাহ কৰা দেখিবলৈ পোৱা যায়।

**(৬) নিকটবৰ্তী প্ৰান্তত বেংকিং, বীমা, বিত্ত আৰু ঋণ সংস্থা আদিৰ সুযোগ সুবিধা ( Proximity to Banking, Insurance finance and other Credit facilities ) :** উদ্যোগৰ প্ৰকল্পৰ অৱস্থান বাছনি কৰাৰ ক্ষেত্ৰত আন এটি গুৰুত্বপূৰ্ণ উপাদান হ'ল বেংকিং, বীমা, বিত্ত আৰু ঋণ সংস্থাৰ সুবিধা।

যিবিলাক উদ্যোগৰ বাবে বৃহৎ মূলধনৰ প্ৰয়োজন হয়, যিবিলাক উদ্যোগত প্ৰয়োগ মূলধনৰ পৰিমাণ অন্যান্য মূলধন অপেক্ষা অধিক, য'ত নগদ অৰ্থৰ লেনদেন প্ৰায় সকলো সময়তে অপৰিহাৰ্য্য আৰু যিবিলাক উদ্যোগৰ যিকোনো দুৰ্ঘটনাৰপৰা আৰ্থিক ক্ষতি হোৱাৰ সম্ভাৱনা অধিক তেনেবোৰ উদ্যোগৰ বাবে বেংকিং, বীমা আৰু বিত্তীয় সংস্থা থকা প্ৰান্তত প্ৰকল্পৰ অৱস্থান নিৰ্বাচন অধিক ফলপ্ৰসূ হয়। কাৰণ তেনেবোৰ প্ৰতিষ্ঠানে বিশেষকৈ বিত্তীয় আৰু ঋণ সংস্থাই উল্লিখিত উদ্যোগক আৰ্থিক সাহায্য দিয়া, বীমা ব্যৱস্থাই দুৰ্ঘটনাৰ ক্ষতি

পূৰণ দিয়াৰ পৰোক্ষ প্ৰতিশ্ৰুতি দিয়ে। বেংকিঙৰ সুযোগ-সুবিধাই উদ্যোগৰ টকা-কড়িৰ লেন দেন সহজ সাধ্য কৰে।

**(৭) জলবায়ু ( Climate ) ঃ** উদ্যোগৰ প্ৰকল্পৰ অৱস্থান বাছনি বিষয়ত জলবায়ুও এক বিশেষ চৰ্ত। উদ্যোগৰ ক্ৰমোন্নতি জলবায়ু সাপেক্ষ। অনুকূল জলাবায়ু অবিহনে উদ্যোগৰ উন্নয়ন বা সম্প্ৰসাৰণ হ'ব নোৱাৰে। মহাৰাষ্ট্ৰ বা ইংলণ্ডৰ মানচেষ্টাৰত কপাহ শিল্প কেন্দ্ৰীভূত হোৱাৰ ঘাই কাৰণ হ'ল তাৰ সেমেকা জলবায়ু, যিটো কপাহ উদ্যোগৰ বাবে অন্যতম অৱস্থান উপাদান।

থোৰতে কবলৈ হলে জলবায়ুৰ পাৰ্থক্যই শিল্প উদ্যোগৰ অৱস্থান নিৰ্বাচনত যথেষ্ট প্ৰভাৱ পেলায়। সেয়ে জলবায়ুৱে ব্যৱসায়, উদ্যোগৰ সৃষ্টিত গুৰুত্বপূৰ্ণ ভুমিকা গ্ৰহণ কৰে।

**(৮) ভৌগোলিক অৱস্থিতি আৰু উপযোগিতা (Geographycal Situation & Suitability ) ঃ** যি পৰিবেশে মানৱ সমাজৰ জীৱন প্ৰবাহ গঢ়ি তোলে সেই পৰিবেশক পাৰিপাৰ্শ্বিক বেষ্টনী বুলি কোৱা হয়। এনে বেষ্টনীৰ ৰূপ দুটা—এটি প্ৰাকৃতিক আৰু আনটি কৃত্ৰিম।

প্ৰাকৃতিক পৰিবেশৰ অন্তৰ্গত ভৌগোলিক অৱস্থান আৰু তাৰ জলবায়ু—মাটি, পানী, উদ্ভিদ, খনিজ আৰু ভূভাগ।

এখন দেশৰ অৱস্থানৰদ্বাৰাই সেই দেশৰ শিল্প-বাণিজ্যৰ উন্নতি বা অবনতি সূচিত হয়। পৃথিৱীৰ সকলো দেশতে সকলো সম্পদ পোৱা নহয়। শিল্প উদ্যোগৰ বাবে প্ৰয়োজনীয় কেঁচামাল সকলো দেশৰ বাবে আৱশ্যকীয় হলেও লভ্য নহয়। ইয়াৰ উপৰি খনিজ সম্পদৰ বিতৰণ বিষয়ত প্ৰাকৃতিক নিয়মেই প্ৰধান। ভৌগোলিক অৱস্থানে কৃষিজ বা শিল্পজ সম্পদৰ প্ৰভেদ ঘটায়। কৃষিজ সম্পদ দেশৰ তাপ, বৰষুণ, মাটিৰ গুণাগুণ আৰু পানীৰ ওপৰত নিৰ্ভৰ কৰে। বিষুবীয় অঞ্চলত কৃষিজ সম্পদৰ উৎপাদন যিদৰে অধিক, তেনেদৰে সম-মণ্ডলীয় অঞ্চলত



নহয়। ঠিক সেইৰূপে নাতি শীতোষ্ণ অঞ্চলৰ খনিজসম্পদ আপেক্ষিকভাৱে আন অঞ্চলতকৈ অধিক।

দেশৰ অৱস্থান আৰু আয়তনে উদ্যোগৰ কাৰণে সম্পদ আহৰণত অনুকূল বা প্ৰতিকূল অৱস্থাৰ সৃষ্টি কৰে। এখন দেশৰ ভগ্ন উপকূলে বাণিজ্য বা শিল্প উদ্যোগৰ কাৰণে বিশেষকৈ ৰপ্তানি-যোগ্য শিল্প উদ্যোগৰ বাবে, যি সুযোগ দিয়ে, তাক অভগ্ন উপকূলৰ দেশে দিব নোৱাৰে। তদনুৰূপ দ্বীপ বা উপদ্বীপত অৱস্থিত দেশৰ উদ্যোগ যথা—মীন, খনিজ তেল, জাহাজ নিৰ্মাণ আৰু প্ৰোতাশ্ৰয় আৰু বন্দৰ জড়িত উদ্যোগৰ লগত মহাদেশৰ আভ্যন্তৰীণ অঞ্চলৰ উদ্যোগৰ পাৰ্থক্য সততে পৰিলক্ষিত হয়।

গতিকে ব্যৱসায়, উদ্যোগৰ অৱস্থান বাছনি ভৌগোলিক অৱস্থিতি বিশেষে কৃষিজ, বনজ, জলদ আৰু শিল্পজ সম্পদৰ উৎস আৰু তাৰ উপযোগিতাৰ ওপৰত নিৰ্ভৰ কৰে। বিভিন্ন ভৌগোলিক সীমাৱদ্ধতাই ঔদ্যোগিক উন্নয়নত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে।

**(৯) প্ৰয়োজনীয় ঘৰ-দুৱাৰ, পুনৰ নিৰ্মাণ বা মেৰামতি ব্যৱস্থা ( Requirements of buildings & repairing facilities ) ঃ** প্ৰকল্পৰ যন্ত্ৰ-পাতি স্থাপনৰ বাবে প্ৰকল্পৰ অৱস্থানত প্ৰয়োজনীয় ঘৰ-দুৱাৰ নিতান্তই অপৰিহাৰ্য্য। প্ৰয়োজন অনুসৰি ঘৰ-দুৱাৰ নিৰ্মাণ নহলে প্ৰকল্পত হ'ব লগা লাগতিয়াল উৎপাদন আশা কৰিব নোৱাৰি।

প্ৰকল্পৰ অৱস্থানত বা তাৰ ওচৰে-পাজৰে সহজলভ্য অৱস্থাত যন্ত্ৰ-পাতিৰ মেৰামতি বা পুনৰ নিৰ্মাণ, সাজ-সৰঞ্জাম নিৰ্মাণৰ লাগতিয়াল কাৰখানাৰ ব্যৱস্থা থকা দৰকাৰ, যাতে যন্ত্ৰ-পাতি অচল হৈ প্ৰকল্পৰ উৎপাদন বন্ধ নাথাকে। সাধাৰণতে ক্ষুদ্ৰ প্ৰকল্পৰ ক্ষেত্ৰত এনে মেৰামতি ব্যৱস্থা অতীৱ প্ৰয়োজন। বৃহদাকাৰ প্ৰকল্পত এনে মেৰামতি ব্যৱস্থা কাৰখানাৰ আভ্যন্তৰতেই পৰিচালনা কৰা হয়।

**(১০) প্ৰকল্পৰ সম্প্ৰসাৰণ ব্যৱস্থা ( Expansion facilities ) ঃ** ভৱিষ্যতে সাম্ভাব্য সম্প্ৰসাৰণৰ কাৰণে প্ৰকল্পৰ বৰ্তমানৰ অৱস্থান নিৰ্বাচনতেই তাৰ সুযোগ থকা আৱশ্যক, কাৰণ বৰ্তমান প্ৰকল্পৰ প্ৰতিষ্ঠাপন ক্ষুদ্ৰ হ'ব পাৰে, যাৰ বাবে সৰু ঠাই হলেই যথেষ্ট ; কিন্তু উদ্যোগৰ ক্ৰমোন্নতিয়ে সম্প্ৰসাৰণ অত্যাৱশ্যকীয় কৰি তুলিব পাৰে। সেয়ে স্থাপন নিৰ্বাচন কৰাৰ বেলিকা এইটো লক্ষ্য ৰাখিব লাগে যাতে সেই স্থানত ভবিষ্যত সম্প্ৰসাৰণৰ সুযোগ থাকে অথবা অৱস্থাই দাবী কৰা মতে অৱস্থানৰ ওচৰৰ মাটি সংগ্ৰহ কৰাৰ সুবিধা থাকে। এনে সপ্ৰসাৰণ কাৰ্য্য যাতে ন্যূনতম ব্যয় কৰিয়েই সম্পাদন কৰিব পাৰি তাৰ প্ৰতিও পৰিকল্পনাকাৰীৰ দৃষ্টি থকা উচিত।

ক্ষুদ্ৰ উদ্যোগৰ প্ৰকল্প অৱস্থান হয়তো উদ্যোক্তাৰ আবাস স্থানৰ এলেকাতে হ'ব পাৰে ; কিন্তু বৃহৎ উদ্যোগৰ অৱস্থান বাছনি কৰা বিষয়ত উদ্যোক্তাই বৃহৎ অঞ্চল আগুৰিব পৰা দৃষ্টিভংগীৰ পৰা বিবেচনা কৰি চাব লাগে।

**(১১) পৰ্য্যাপ্ত পৰিমাণৰ অগ্নি নিৰ্বাপক ব্যৱস্থা ( Adequate fire-fighting facilities) ঃ** যিকোনো উদ্যোগত অগ্নি-ভয় সাধাৰণতে ডাঙৰ আশংকাৰ বিষয়। এনে অগ্নি-ভয়ৰ আশংকা প্ৰকল্পৰ বাহিৰ বা ভিতৰ উভয় দিশৰপৰা আহিব পাৰে। ভিতৰৰ পৰা আহিব পৰা অগ্নি-ভয়ক নিয়ন্ত্ৰণ কৰাৰ ব্যৱস্থা কৰিব পাৰি আৰু সততে কৰাও হয় ; কিন্তু বাহিৰৰ পৰা আহিব পৰা অগ্নি-ভয়ৰ বাবেহে সচেতন হোৱা প্ৰয়োজন। সেয়ে—প্ৰকল্পৰ অৱস্থান এনেভাৱে বাছনি কৰা উচিত য'ত যথেষ্ট পৰিমাণৰ অগ্নি নিৰ্বাপক ব্যৱস্থা থাকে, আৰু অগ্নি-ভয়ৰ পৰা সুৰক্ষিত কৰিব পৰা বীমা বা তজ্জাতীয় সুযোগ-সুবিধাও থাকে।

**(১২) অন্যান্য উদ্যোগৰ সংসৰ্গ ( Association with other Industries ) ঃ** স্থানান্তৰত আলোচনা আছে।



**(১৩) সমীপস্থ বজাৰ ( Proximity to the Market ) ঃ** শিল্পজ সম্ভাৰৰ প্ৰাথমিক উদ্দেশ্য হ'ল—সেই সম্ভাৰত লাভ ৰাখি বিক্ৰী কৰা। সেয়ে উৎপাদকৰ বজাৰৰ গতিবিধি ( Trend ) নিৰীক্ষণ কৰিবলৈ সহজ হয়, যদিহে প্ৰকল্পৰ অৱস্থান বজাৰৰ সমীপত হয়।

বজাৰৰ ওচৰত প্ৰকল্পৰ অৱস্থানে গ্ৰাহকলৈ সেৱা ( Service ) আগবঢ়োৱা সহজ কৰে। আনহাতে বজাৰলৈ উৎপাদকৰ সহজ আৰু সুগম প্ৰৱেশ ব্যৱস্থাই অৱস্থানৰ গুৰুত্ব বৃদ্ধি কৰে। শিল্পজ সম্ভাৰৰ বহন ব্যয়ো ( Cost of Carriage ) এই সংক্ৰান্তত আন এটি গুৰুত্ব বৃদ্ধি কৰা অৱস্থানৰ উপাদান।

শিল্পজ দ্ৰব্যৰ যদি আয়তন বৃহৎ হয়, ওজন অধিক হয়, তেনে উদ্যোগৰ প্ৰকল্প বজাৰৰ সমীপত হোৱা বিধেয়। সেইদৰে যিবোৰ উদ্যোগৰ শিল্পজ সামগ্ৰী সহজে বিনষ্ট হয়, যিবোৰ শিল্পজ সামগ্ৰী মিতব্যয়ী আৰু সুবিধাজনকভাৱে দূৰবৰ্তী ঠাইলৈ পৰিবহণ কৰিব নোৱাৰি, সেই উদ্যোগৰ প্ৰকল্পৰ অৱস্থান বজাৰৰ সমীপত হোৱা বাঞ্ছনীয়। অৱস্থান নিৰ্ণয় কৰাৰ আগতে শিল্পজ সামগ্ৰীৰ মূল্য আৰু পৰিবহণ ব্যয়ৰ এক তুলনামূলক অধ্যয়ন একান্তই প্ৰয়োজন। এই বিষয়ত শিল্পজ সামগ্ৰী বজাৰলৈ পৰিবহণ কৰাৰ খৰচ যাতে সামগ্ৰীৰ মূল্যতকৈ অধিক বা সমপৰ্য্যায়ৰ নহয় তাৰ প্ৰতি দৃষ্টি ৰখা আৱশ্যক। ৰপ্তানি বাণিজ্যৰ বাবে প্ৰয়োজনীয় সামগ্ৰীৰ উদ্যোগৰ প্ৰকল্প যদি বন্দৰৰ নিকটৱৰ্তী হয়, তেনে অধিক সুচলতা আহৰণ কৰিব পাৰি।

কেঁচা সামগ্ৰীৰ সমীপত প্ৰকল্পৰ অৱস্থান যিদৰে গুৰুত্বপূৰ্ণ, গ্ৰাহক বা বজাৰৰ সমীপত প্ৰকল্পৰ অৱস্থানো তদনুৰূপ গুৰুত্বপূৰ্ণ। এই উভয় গুৰুত্বপূৰ্ণ দিশৰ মাজত পৰিবহণ ব্যয় হৈছে ভাৰসাম্য বিষয়।

**(১৪) পৌৰ বা নগৰীয়া সা-সুবিধা ( Civic Advantages ) ঃ** পৌৰ বা নগৰীয়া সা-সুবিধাৰ ভিতৰত সকলো সাৰ্বজনীন উপযোগী

সেৱা ( Public Utility Services ) অন্তৰ্ভুক্ত হয়। সেই সার্বজনীন সেৱাসমূহ হৈছে—আবাস-গৃহ, চিকিৎসা, স্কুল-কলেজ, পানী যোগান, যাতায়ত, আৰক্ষী চকী, অগ্নি-নির্বাপক বাহিনী, ৰাজহুৱা ময়দান, নাটঘৰ, অতিথিশালা, ক্রিয়াংগন্, সার্বজনীন ধৰ্ম মন্দিৰ গ্রন্থাগাৰ, দোকান-পোহাৰ আদিয়েই প্ৰধান।

উদ্যোগ প্রকল্প অৱস্থান এই সকলোবিলাক সুযোগ-সুবিধালৈ লক্ষ্য ৰাখি নির্বাচন কৰিব লাগে। শ্রমিক, কৰ্মী আৰু বিষয়াক স্থায়ী ভিত্তিত মকৰল কৰিলেও উপৰোক্ত নগৰীয়া সা-সুবিধাৰ অভাৱত স্থায়ী চাকৰি এৰি গুছি যোৱাও দেখা যায়। কৰ্মচাৰীৰ অধিক অহা যোৱা বা বৰ্ধিত আবর্তই ( Turnover ) উদ্যোগৰ ক্ৰমোন্নতিত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে।

উল্লিখিত অৱস্থান নির্ণায়ক উপাদানসমূহৰ গুৰুত্ব উদ্যোগৰ পৰিসৰ অনুসৰি কম বা বেছি হয়। সাধাৰণতে ক্ষুদ্ৰ উদ্যোগৰ প্রকল্পৰ অৱস্থান বাছনি কৰা বিষয়ত যদি কেতিয়াবা কোনো ক্রটীও হয়, নিজৰ অভিপ্রায় অনুসৰি শুদ্ধ কৰি লব পাৰি; কিন্তু বৃহৎ উদ্যোগৰ ক্ষেত্ৰত অৱস্থান বাছনি বিষয়ত যাতে কোনো ধৰণৰ ক্রটী নাথাকে তাৰ প্রতি সদায় সচেষ্ট হ'ব লাগিব। যিহেতু বৃহৎ উদ্যোগত বৃহৎ মূলধনৰ বিনিয়োগ হয়, গতিকে তাত ক্ষুদ্র এক ভুলেও অজস্ৰ মূলধনৰ লোকচান ঘটাব পাৰে। বৃহৎ উদ্যোগৰ ক্ষেত্ৰত সৰ্বদায় বিচাৰ বিবেচনা কৰিব লগা উপাদান কেইটা হ'ল—কেঁচামাল, বজাৰ, শ্রম, ইন্ধন বা শক্তি, আৰু পৰিবহণ ব্যৱস্থা। অৱশ্যে খনিজ সম্পদৰ ওপৰত গঢ়ি উঠা মৌলিক উদ্যোগৰ ক্ষেত্ৰত কেঁচা সম্পদ লব্ধ প্রান্ততেই প্রকল্পৰ অৱস্থান হোৱা অতি আৱশ্যক বুলি ওৱেবাৰ সূত্ৰয়ো ( Weber's Theory ) নি-দি কয়। যুদ্ধৰ সা-সঁজুলি অস্ত্র-শস্ত্ৰ গোলা-বাৰুদ নির্মাণ কৰা উদ্যোগৰ প্রকল্পৰ অৱস্থান আকাশী পথেদি আক্রমণৰ সম্ভাৱনা থকা ঠাইত



নির্বাচন কৰা দৰকাৰ। অৱস্থানৰ আৰু কিছুমান উপাদান আছে যথা ব্যক্তিগত সুবিধা, ঔদ্যোগিক পৰিবেশ, পণ্যাগাৰৰ সুযোগ-সুবিধা, ঐতিহাসিক উপাদান আদিয়েই অন্যতম। এনেবোৰ উপাদানেও বিভিন্ন সময়ত বিভিন্ন উদ্যোগৰ প্ৰকল্পৰ অৱস্থান বাছনি কৰা বিষয়ত পৰোক্ষ বা প্ৰত্যক্ষভাৱে অৰিহণা যোগায়।

**ভিতৰুৱাল এলেকা, নগৰ বা নগৰসমীপস্থ এলেকাত প্রকল্পৰ স্থান (Country side, city as Suburb for Plant Site) ঃ** ভিতৰুৱাল বা আভ্যন্তৰীণ অঞ্চলত কিছুমান পোনপটীয়া সুযোগ প্রকল্পৰ স্থান নির্বাচন কৰা বিষয়ত লাভ কৰা যায়।

সাধাৰণতে আভ্যন্তৰীণ এলেকাত মাটিৰ মূল্য কম। উদ্যোগ সম্প্রসাৰণৰ সুবিধা পৰ্য্যাপ্ত পৰিমাণে পোৱা যায়। বিস্তৃত ঠাইৰ প্রাচুৰ্য্যই এমহলীয়া ঘৰ-দুৱাৰ সাজিবলৈ সুযোগ দিয়ে। অগ্নি-ভয় বা তজ্জাতীয় আশংকাৰ মাত্ৰা অধিক নহয়। ভিতৰুৱাল অঞ্চলত প্রতিষ্ঠিত উদ্যোগত শ্রমিক বনুৱাৰ অশান্তি ( unrest ) আপেক্ষিকভাৱে কম।

অৱশ্যে ভিতৰুৱাল অঞ্চলত প্রকল্পৰ অৱস্থান নির্বাচনৰ ক্ষেত্ৰত কিছুমান অসুবিধা আৰু প্ৰতিবন্ধকতাৰ সৃষ্টি নোহোৱা নহয়। নগৰ এলেকাত প্ৰাপ্য বিশেষকৈ পৌৰ বা নগৰীয়া সুবিধাৰ অত্যন্ত অভাৱ, এনে এলেকাত তেনেই স্বাভাৱিক। ভিতৰুৱাল অঞ্চলত স্থাপিত উদ্যোগৰ উৎপাদিত সামগ্ৰীৰ বজাৰ অতি সীমিত। পটু শ্রমিক বা বনুৱা আৰু অভিজ্ঞ কৰ্মচাৰীৰ দুষ্প্রাপ্যও আন এক প্রতিকূল।

গাওঁ অঞ্চলত উদ্যোগ স্থাপনৰ উল্লেখিত হেঙাৰসমূহ বৃহৎকায় উদ্যোগ প্রতিষ্ঠানে দূৰ কৰিব পাৰে। উচ্চ হাৰৰ মজুৰি গাঁঠনি আৰু অন্যান্য নগৰীয়া সুবিধা বৃহৎ উদ্যোগে আগবঢ়াব পাৰে। সেয়ে গাওঁ এলেকাত উদ্যোগৰ প্রকল্পৰ অৱস্থান বাছনি বৃহৎ উদ্যোগৰ ক্ষেত্ৰত যুক্তি-যুক্ত হয়।

উদ্যোগ প্ৰকল্পৰ স্থান নিৰ্বাচন বিষয়ত আৱশ্যকীয় প্ৰায় সকলো সুবিধা নগৰে আগবঢ়াব পাৰে ; কিন্তু যি কেইটি উপাদানৰ সীমিত ব্যৱস্থাই প্ৰকল্পৰ স্থান নিৰ্বাচনত হেঙাৰ স্বৰূপ হয় সেই কেইটা হ'ল মাটিৰ অধিক মূল্য, প্ৰকৃত স্থান ( proper site ) সীমিত ঠাই ( limited space ) ঘৰ ভাৰা, কৰ-কাটল, আৰু উচ্চ হাৰৰ মজুৰি। সেয়েহে বৃহৎ উদ্যোগৰ বাবে নগৰ নহয়। নগৰত ক্ষুদ্ৰ উদ্যোগৰ স্থান বাছনিহে অধিক উপযোগী হয়।

নগৰ সমীপস্থ ঠাই আচলতে ভিতৰুৱাল অঞ্চল আৰু নগৰ উভয়ৰে মধ্যৱৰ্তী এলেকা। সেয়ে এনে মধ্যৱৰ্তী এলেকাত ভিতৰুৱাল অঞ্চল আৰু নগৰ উভয় ঠাইৰে বিভিন্ন সা-সুবিধা লাভ কৰিবলৈ সুচল হয়। সেই সা-সুবিধাসমূহৰ অন্যতম হৈছে মাটিৰ সুলভ মূল্য, ঘৰ-দুৱাৰ নিৰ্মাণৰ সুচলতা, পৰিবহণ আৰু যোগাযোগ, আৰু অন্যান্য পৌৰ সম্বন্ধীয় সাৰ্বজনীন সেৱা। মজলীয়া ধৰণৰ উদ্যোগৰ প্ৰকল্পৰ স্থান নিৰ্বাচন কৰিবলৈ নগৰৰ সমীপস্থ এলেকা বিশেষ ভাৱে উপযোগী। এনে ঠাইতো কিছুমান উপাদানৰ স্বল্পতা পৰিলক্ষিত হয়—যথা মেৰামতি ব্যৱস্থাৰ অভাৱ, পটুকৰ্মীৰ অভাৱ আৰু দূৰৱৰ্তী বজাৰ আদিয়েই অন্যতম।

**(৫) অন্যান্য উদ্যোগৰ সংসৰ্গ ( Association with other industries ) ঃ** উদ্যোগৰ প্ৰকল্প স্থান নিৰ্ণয় কৰাৰ ক্ষেত্ৰত আৰু এটি বিষয়ে উদ্যোগৰ ওপৰত বিশেষভাৱে ক্ৰিয়া কৰে। সেই বিষয়টি হ'ল—অন্যান্য উদ্যোগ স্থিত এলেকাত প্ৰস্তাৱিত উদ্যোগ প্ৰকল্পৰ অৱস্থান নিৰ্বাচন।

উক্ত ঔদ্যোগিক এলেকাত (Industrial area) প্ৰস্তাৱিত উদ্যোগৰ পৰিপূৰক ( Complementary ) আৰু সহায়কাৰী ( Subsidiary ) উদ্যোগৰ সংসৰ্গত প্ৰকল্পৰ স্থান বাছনি কৰিলে এক প্ৰতিযোগিতামূলক ( Competitive ) প্ৰৱণতা, সমূহ উদ্যোগৰ মাজত গা-কৰি উঠে। এই প্ৰৱণতাই উদ্যোগসমূহক কেন্দ্ৰীভূত হ'বলৈ প্ৰণোদিত কৰে। আনহাতে প্ৰতিদণ্ডাত্মক প্ৰৱণতা দীৰ্ঘ দিনৰ পাছত তীব্ৰ প্ৰতিযোগিতালৈ পৰিৱৰ্তিত হ'ব পাৰে বুলি যিকোনো ব্যক্তিয়ে ভাবিবলৈ থল থাকে, যাৰ-ফলত প্ৰথম অৱস্থাত উদ্যোগৰ মাজত গঢ়ি উঠা কেন্দ্ৰীকৰণ ধাৰণাৰ স্খলন হয় আৰু উদ্যোগক বিকেন্দ্ৰীকৰণ কৰিবলৈ উদ্‌গণি দিয়া হয়।



শ্ৰমিক অশান্তি (Labour unrest), প্ৰতিযোগিতা, আবাসগৃহ, সমস্যা, প্ৰয়োজনীয় ঠাইৰ (Required space) অভাৱ আদি এশ, মজুৰি আসোঁৱাহ থকা সত্বেও, কেন্দ্ৰীকৰণৰ অৱনতি ঘটা সত্বেও ঔদ্যোগিক এলেকাতেই অদ্যাপিও উদ্যোগ প্ৰকল্পৰ স্থান নিৰ্বাচন কৰা পৰিলক্ষিত হয়।

ঔদ্যোগিক এলেকাত অন্য উদ্যোগৰ সাহায্য লৈ উদ্যোগৰ, প্ৰকল্পৰ স্থান বাছনি কৰাৰ কাৰণে নিম্নোল্লিখিত উপকাৰসমূহ আহৰণ কৰিব পাৰি।

(১) শ্ৰম বিভাজন হেতু পটু অথবা কাৰিকৰী শ্ৰমিকৰ প্ৰয়োজন অনুসৰি অনায়াসে পাব পাৰি। ঔদ্যোগিক এলেকালৈ দেশৰ সকলো ঠাইৰ শ্ৰমিকৰ নিয়মীয়া সোঁত বৈ থকা হেতু বছৰৰ কোনো সময়তেই শ্ৰমিকৰ নাটনি নহয়।

(২) একে অঞ্চলতে সমজাতীয় বহু উদ্যোগৰ প্ৰকল্পৰ অৱস্থানে পৰ্য্যায় অনুক্ৰমে সৃষ্টি কৰা প্ৰতিযোগিতাৰ ফলত উদ্যোগৰ উৎপাদিত দ্ৰব্যৰ গুণমান উন্নত হয়, যাৰফলত সেই অঞ্চলৰ উদ্যোগজাত সম্ভাৰৰ বজাৰত সুনাম বৃদ্ধি হয়। এনে নামী এলেকাত প্ৰস্তাৱিত উদ্যোগৰ প্ৰকল্পৰ স্থান নিৰ্বাচনে, প্ৰকল্পলৈ গৌৰৱ আহৰণ কৰিবলৈ সুযোগ দিয়ে।

(৩) এনে নিৰ্দিষ্ট ঔদ্যোগিক এলেকাত বা শিল্পাঞ্চলত থকা

ঋণ আৰু বিত্তীয় সংস্থা সমূহৰ কাৰ্য্য-কলাপ খুব খৰতকীয়া আৰু নিৰাপত্তাপূৰ্ণ হয়। প্ৰায় সকলো সংস্থাৰ অৰ্থকড়ি কাগজ পত্ৰ লেনদেন অতি সৰল আৰু সহজ হয়।

(৪) ঔদ্যোগিক কেন্দ্ৰীকৰণ, পোনপটীয়া প্ৰতিদণ্ডিতা থকা সত্বেও শ্ৰম, আৰু শ্ৰমিকৰ বজাৰখন, বিভিন্ন বিষয়ত, শ্ৰমিক কৰ্মচাৰী আৰু মালিকপক্ষ, উভয় পক্ষলৈকে সুবিধাজনক ভিত্তিত উন্নত হয়।

(৫) কেঁচা-মালৰ যোগান সহজ হয়, কেঁচামালৰ বিভাজন বিভিন্ন শ্ৰেণীকৰণৰদ্বাৰা বৃদ্ধি পায়, যিহে শিল্পজাত দ্ৰব্যৰ প্ৰকাৰভেদ (grade) কৰাত সহায় কৰে।

(৬) ঔদ্যোগিক এলেকাত সকলো ধৰণৰ মেৰামতি, মেৰামতি কৰা যন্ত্ৰ-পাতি ( Repair Plant ), সা-সৰঞ্জামৰ যোগান, ঔদ্যোগিক সেৱা উদ্যোগ, ইন্ধন বা প্ৰজ্জ্বালক সংস্থা আদি নানান উদ্যোগৰ মিলনভূমি হোৱা হেতু বিভিন্ন ধৰণৰ পাৰস্পৰিক সুযোগ-সুবিধা লাভ কৰিবলৈ সুচল হয়।

(৭) কেন্দ্ৰীভূত হোৱা উদ্যোগৰ সমষ্টিয়ে যেতিয়া এটা উদ্যোগ এলেকাক এটা বিশেষ ঔদ্যোগিক কেন্দ্ৰত পৰিণত কৰে, তেতিয়া তাত নানান ধৰণৰ ব্যৱসায়িক সেৱা সংস্থা, যথা পেকিং বীমা, প্ৰচাৰ সংস্থা, সাৰ্বজনীন পণ্যাগাৰ অভিকৰ্তা সংস্থা, অগ্ৰৱৰ্তী অভিকৰ্তা সংস্থা, পেশাদাৰী গ্ৰেডাৰ ( Profesional graders ) আদি, গঢ়ি উঠে যিবিলাকৰ পৰা নানান সা-সুবিধা উদ্যোগ কৰ্তৃপক্ষই গ্ৰহণ কৰিব পাৰে।

শিল্পাঞ্চল বা ঔদ্যোগিক এলেকাৰ অন্যান্য উদ্যোগৰ সংসৰ্গৰ পৰা লাভ কৰা উপকাৰসমূহৰ বিপৰীতে ভালেমান অনিষ্টকৰ পৰিণতিও দৃশ্যমান হয়, যথা—

(১) যুদ্ধকালীন অৱস্থাত শত্ৰুপক্ষই এনে ধৰণৰ ঔদ্যোগিক এলেকাত থকা সকলো উদ্যোগকে ধ্বংস কৰাৰ সম্ভাৱনীয়তা অধিক অথবা উদ্যোগসমূহ আক্ৰান্ত হোৱাৰ আশংকা নুই কৰিব নোৱাৰি।



(২) ঔদ্যোগিক এলেকাৰ উদ্যোগসমূহৰ যি কোনো পৰিবৰ্তন (যথোপযুক্ত বা কাৰিকৰী বিদ্যা, শিল্প শৈলী, ফেছন, টেষ্ট আদি) দেশৰ সমূহ উদ্যোগৰ ওপৰত পৰিণামদৰ্শী প্ৰভাৱ পেলায়।

(৩) ঔদ্যোগিক কেন্দ্ৰীকৰণে সকলো কৰ্মী বিষয়াৰ জীৱিকা নিৰ্বাহৰ মানদণ্ড বিশেষকৈ উচ্চ মজুৰি বা বেতন, বোনাছ, আদিয়ে বৃদ্ধি কৰে, যিটোৱে পুনৰ জীৱন নিৰ্বাহৰ মানদণ্ডও উৰ্ধমুখী কৰে।

(৪) দেশৰ সকলো ঠাইৰ পৰা ঔদ্যোগিক এলেকালৈ প্ৰবাহিত হোৱা শ্ৰমিকৰ সোঁতে, সেই এলেকাত শ্ৰমিকৰ অতিৰিক্ত ভিৰ কৰে, ঔদ্যোগিক অঞ্চল অবাঞ্ছিত অপৰিষ্কাৰ বসতি এলেকা ( Shun Area ) গঢ়ি উঠে; আৰু সেই বসতি অঞ্চলৰ মলিনতাক, কাৰখানাৰ ধোঁৱা-ছাই, কয়লা, তেল আৰু অন্যান্য উদ্যোগৰ পেলনীয়া ( Refused Stuff ) বস্তুৰ সংমিশ্ৰণে, অধিক গভীৰ কৰে। ইয়াৰ ফলত ঔদ্যোগিক অঞ্চলৰ পাৰিপাৰ্শ্বিকতা বাসোপযোগী হৈ নাথাকে।

(৫) বাণিজ্য চক্ৰৰ কুফলসমূহ এনে এলেকাত সংঘটিত হোৱা হেতু বিনিয়োগকাৰীয়ে ষ্টক বজাৰৰ ( Stock Market ) ওপৰত ক্ৰমান্বয়ে আস্থা হেৰুৱাই পেলায়।

(৬) পৌৰ বা নগৰীয়া সা-সুযোগসমূহৰ অভাৱ এনে এলেকাৰ সাধাৰণ বৈশিষ্ট্য।

(৭) ঔদ্যোগিক এলেকাত গঢ়ি উঠা বস্তি অঞ্চলৰ মানুহে নিম্নতম সীমা ৰেখাৰ তলত ( Below Subsistance level ) জীৱন যাপন কৰা হেতু সামাজিক অপৰাধ ( Social Evils ) অধিকভাৱে সংঘটিত হয়, যিটোৱে সমাজলৈ নানান পাশৱিক বিষাক্ত, অবৈধ আৰু মনুষ্যত্বহীন উপাদান কঢ়িয়াই আনে। যাৰফলত সমগ্ৰ সমাজখনেই কমবেছি

পৰিমাণে এই পুতিগন্ধময় জীৱনত লেটি লয়। এই সংক্ৰান্তত লক্ষনীয় বিষয়—সমাজৰ সকলো ডাঙৰ অপৰাধ এনে ধৰণৰ ঔদ্যোগিক বস্তি অঞ্চলতেই সংঘটিত হয়।

এনেবোৰ অনিষ্টকৰ উপাদান নিৰাময় কৰিবলৈ বা এনেবোৰ ক্ষতিকৰ কুফলৰপৰা হাত সাৰিবলৈ আন এটি দৃষ্টি ভংগীৰ উদ্ভৱ হয় যাক অন্য ভাষাত উদ্যোগৰ বিকেন্দ্ৰীকৰণ (Decentralisation) বোলা যায়।

প্ৰথম অৱস্থাত নতুন বজাৰৰ নিয়ন্ত্ৰণ কৰিবলৈ, গ্ৰাহকক সস্তা দামত বস্তু যোগান ধৰিবলৈ, আৰু তৎপৰতাৰে অন্যান্য সেৱা আগ বঢ়াবলৈ বুলি বিকেন্দ্ৰীকৰণৰ সংজ্ঞা দিয়া হৈছিল। আপাততঃ সমূহীয়া উৎপাদন কৰা বিয়াগোম প্ৰকল্পৰ আঁভজা ৰূপ এৰাবলৈ আৰু তেনে অৱস্থাৰপৰা হোৱা উপৰোক্ত দোষ ত্ৰুটীসমূহৰপৰা আঁতৰি থাকিবলৈ বিকেন্দ্ৰীকৰণৰ অন্যতম প্ৰধান লক্ষ্য।

বৰ্তমান সমূহীয়া উৎপাদন কৰা উদ্যোগৰ আদৰ্শ হৈছে—উদ্যোগৰ প্ৰকল্পসমূহ বিভিন্ন ঠাইত প্ৰতিষ্ঠা কৰা যাতে প্ৰতিটো প্ৰকল্পৰ আকাৰ ক্ষুদ্ৰতৰ হয়, পৰিচালনা সহজ হয়, আৰু যাতে হৰতাল, তলাবন্ধ আদিৰদ্বাৰা উদ্যোগৰ উৎপাদন বাধাপ্ৰাপ্ত নহয়। বিকেন্দ্ৰীকৰণৰ আন এটি কাৰণ হৈছে—বৰ্ধিত উৎপাদন এনে এটা পৰ্য্যায়লৈ গতি কৰে যাৰবাবে একেটা প্ৰকল্পতে উৎপাদনৰ ব্যৱস্থাপনা কৰা সম্ভৱপৰ নহয় আৰু সেয়ে বিভিন্ন অঞ্চলত শাখা প্ৰকল্পসমূহ প্ৰতিষ্ঠা কৰা প্ৰয়োজনীয় হৈ পৰে। বিকেন্দ্ৰীকৰণৰ অন্যান্য উপাদানসমূহ হৈছে—দেশৰ বিভিন্ন অঞ্চলত ইন্ধন বা শক্তিৰ প্ৰাচুৰ্য্য, বাণিজ্যিক বেংক্ বা বীমা আদিৰ প্ৰসৰতা, দেশৰ আভ্যন্তৰীণ বজাৰৰ সম্প্ৰসাৰণ, আভ্যন্তৰীণ এনেকুৱা পৰিবহণ আৰু যোগাযোগ ব্যৱস্থাৰ সম্প্ৰসাৰণ, আৰু ৰাজ্যিক চৰকাৰৰ সমূহে বিভিন্ন বিষয়ত আগবঢ়োৱা সুযোগ-সুবিধা আদিয়েই প্ৰধান।



বিকেন্দ্ৰীকৰণৰ কাৰ্য্যসূচী বা আঁচনিক ৰূপ দিয়াৰ দুটা পদ্ধতি আছে, সি হ'ল—

(ক) সমান্তৰীয় পদ্ধতি (Horizontal Method) আৰু

(খ) লম্বমান বা উৰ্ধমুখী পদ্ধতি (Vertical Method)।

সমান্তৰীয় পদ্ধতি অনুসৰি প্ৰতিটো প্ৰকল্পত কেঁচা সামগ্ৰীৰ পৰা আৰম্ভ কৰি এটা সম্পূৰ্ণ শিল্পজ দ্ৰব্য (A Complete finished Product) উৎপাদন কৰা হয়, এই ক্ষেত্ৰত সকলোবোৰ শাখা প্ৰকল্পৰ উৎপাদন সম্পূৰক (Supplementary); কিন্তু লম্বমান পদ্ধতি মতে এটা সম্পূৰ্ণ শিল্পজ দ্ৰব্য প্ৰস্তুত কৰিবলৈ যিমানবোৰ প্ৰক্ৰমৰ (Process) প্ৰয়োজন হয়, সেই সকলো প্ৰক্ৰমৰ বাবে পৃথক পৃথক প্ৰকল্প প্ৰতিষ্ঠা কৰা হয়। শিল্পজাত দ্ৰব্যটিৰ বাবে বেলেগ বেলেগ প্ৰকল্পৰ পৰা উৎপাদিত পৃথক পৃথক অংশক সংগ্ৰহ কৰি আনি এটি কেন্দ্ৰীয় প্ৰকল্পত সেই অংশসমূহক সংযোগ কৰি উৎপাদিত দ্ৰব্যটিৰ পূৰ্ণৰূপ দিয়া হয়। ফলত সকলোবোৰ পৃথক পৃথক প্ৰকল্পৰ উৎপাদিত দ্ৰব্য আচলতে এটাই আনটোৰ সহায়ক বা পৰিপূৰক (Complementary) হয়।

**(৬) প্ৰকল্পৰ প্ৰকৃত স্থান (Selection of Proper Site)ঃ** উদ্যোগৰ প্ৰকল্পৰ অৱস্থান মীমাংসা কৰাৰ পাছৰ সমস্যা হৈছে—প্ৰকল্প স্থাপনৰ প্ৰকৃত স্থান নিৰ্ণয় কৰা।

প্ৰকল্পৰ প্ৰকৃত স্থান নিৰ্ণয়ৰ বেলিকা, অৱস্থান উপাদানৰ অন্যতম নিম্নোল্লিখিত উপাদান কেইটাৰ বিচাৰ বিবেচনাৰ প্ৰয়োজন। সেই উপাদান কেইটা হ'ল—

**(১) পৰিবহণৰ সুচলতাঃ** প্ৰকল্পৰ প্ৰকৃত স্থানৰ লগত ৰেল, মটৰ আৰু জলপথৰ যাতায়াত সহজলভ্য হোৱা আৱশ্যক যাতে কেঁচা-মাল আৰু উৎপাদিত দ্ৰব্যৰ চলাচল নিৰ্ভৰযোগ্য হয়, যাতে, শ্ৰমিক, কৰ্মী, বিষয়া আৰু অন্যান্য বাহিৰালোকৰ যাতায়াতো সহজ সাধ্য হয়।

**(২) পৰ্য্যাপ্ত পৰিমাণৰ মাটি, সেই মাটিৰ ভৌগোলিক অৱস্থিতি আৰু গুণাগুণ ঃ** পৰ্য্যাপ্ত পৰিমাণৰ যি মাটি প্ৰকল্পৰ প্ৰকৃত স্থানত আৱশ্যক হয় সেই মাটিৰ পৰিমাণ এনেধৰণৰ—

(ক) মূল প্ৰকল্প স্থাপনৰ স্থান ( Main Plant Site ),

(খ) প্ৰকল্পৰ বিভিন্ন প্ৰক্ৰম স্থাপনৰ স্থান ( Process Plant Site ),

(গ) প্ৰকল্প সম্প্ৰসাৰণৰ কাৰণে কাষৰীয়া ঠাই ( Adjacent Plant Site ),

(ঘ) কৰ্মী বিষয়াৰ আৱাস গৃহ নিৰ্মাণৰ স্থান ( Housing Site ),

(ঙ) বাগিছা, পাৰ্ক, খেলপথাৰ, গাড়ীৰখা ঠাই—পাঠশালা আদিৰ স্থান,

(চ) পানী-যোগান, বিজুলী প্ৰবাহ, চিকিৎসালয়, চৰাইঘৰ (Guest House) দোকান-পোহাৰ নিৰ্মাণৰ স্থান আদিয়েই প্ৰধান।

উল্লিখিত মাটিৰ ভৌগোলিক অৱস্থিতি অথবা সেই ঠাইৰ উপৰিভাগৰ গঠন প্ৰণালী প্ৰকল্প নিৰ্মাণৰ কাৰণে সুবিধাজনক হ'ব লাগিব ঃ প্ৰকল্প নিৰ্মাণ বিষয়ত প্ৰকল্পৰ ওজন আৰু চালনৰ (Operation) লগত মাটিৰ ধাৰণ ক্ষমতাৰ ( Power of the Soil ) সাজুযতা থাকিব লাগিব।

মাটিৰ গুণাগুণ প্ৰয়োজনীয় ঘৰ-দুৱাৰ নিৰ্মাণৰ বাবে আৰু ঘৰ-দুৱাৰৰ ধৰণ ( Type of buildings ) অনুসৰি অনুকূল গুণ সম্পন্ন হোৱা আৱশ্যক। এই সংক্ৰান্তত মাটিৰ মূল্যও বিবেচনাযোগ্য।

**(৩) ঘৰ-দুৱাৰৰ প্ৰাচুৰ্য্য ঃ** পৰ্য্যাপ্ত পৰিমাণৰ যি মাটি ঘৰ-দুৱাৰ সংস্থাপনৰ কাৰণে সংৰক্ষিত কৰা হয়, তাত সেই সংখ্যাৰ ঘৰ-দুৱাৰ নিৰ্মাণ হোৱা অত্যন্ত প্ৰয়োজন। ঘৰ-দুৱাৰৰ স্বল্পতাই প্ৰকল্পৰ সহজ চালনত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে।



(৪) সমাজ ঃ অনুকূল সম্প্ৰদায় বা সমাজৰ মাজত প্ৰকল্পৰ প্ৰকৃত স্থান বাছনি কৰিব লাগে যাতে সেই সমাজৰপৰা কুলন সংখ্যাৰ শ্ৰমিকৰ সৰবৰাহ হয়। উদ্যোগৰ প্ৰতি সমাজৰ সহযোগীসূচক মনোভাৱ অনুসৃত হ'ব লাগে। সেই ঠাইৰ স্থানীয় জলবায়ু বাসোপযোগী হোৱা উচিত। উক্ত এলেকাৰ আঞ্চলিক কৰ-কাটল আৰু আইন সংগত বাধা-নিষেধ পৰিমিত ধৰণৰ হোৱা বাঞ্ছনীয়। সেই অঞ্চলত থকা অন্যান্য প্ৰতিষ্ঠিত উদ্যোগ বিশেষকৈ কেঁচামাল, উৎপন্ন দ্ৰব্য আৰু উপজাত দ্ৰব্যৰ (By product) ক্ষেত্ৰত প্ৰস্তাৱিত উদ্যোগৰ পৰিপূৰক ( Complementary ) বা সম্পূৰক ( Supplementary ) হলে স্থান বাছনি সামঞ্জস্য পূৰ্ণ হয়।

(৭) বিভিন্ন ভাৰতীয় উদ্যোগৰ অৱস্থান ( **Location of industries in India** ) ঃ দেশৰ কিছুমান নিৰ্দিষ্ট ঠাইত উদ্যোগৰ অৱস্থান কেন্দ্ৰীভূত হোৱাটো এক সাধাৰণ বৈশিষ্ট্য। পৃথিৱীৰ বিভিন্ন উন্নতিশীল দেশত ই অতি পৰিচিত দৃশ্য। ইংলণ্ড আমেৰিকাৰ বহু বৃহৎ নগৰ কেৱল মাত্ৰ ঔদ্যোগিক কেন্দ্ৰ-ভিত্তিক।

ভাৰতবৰ্ষত "ঔদ্যোগিক কেন্দ্ৰ' গঢ়ি উঠাৰ প্ৰথম আৰু প্ৰধান কাৰণ হ'ল—বিদেশী উদ্যোক্তা। বিদেশী উদ্যোক্তাই নিজা দৃষ্টিভংগী আৰু ইচ্ছানুক্ৰমে কিছুমান নিৰ্দিষ্ট ঠাইত উদ্যোগৰ অৱস্থান বাছনি কৰিছিল। সেই বাছনিকৃত স্থানেই কালক্ৰমত ঔদ্যোগিক কেন্দ্ৰ নগৰলৈ ৰূপান্তৰিত হয়। ইয়াৰ উপৰি, উদ্যোগ স্থাপনৰ খৰতকীয়া আৰু আকস্মিক আৰম্ভণিয়েও সেই সময়ত দেশৰ ভিতৰত অসমানুপাতিক ঔদ্যোগিক কেন্দ্ৰ গঢ়ি উঠাত ইন্ধন যোগাইছিল। সেই সময়ৰ চৰকাৰে উদ্যোক্তাক উদোগ স্থাপন সম্পৰ্কে দান কৰা স্বাধীনতাও এই সক্ৰান্তত স্মৰণযোগ্য।

বিদেশী উদ্যোক্তাই তেওঁলোকৰ নিজ দেশৰ লগত প্ৰত্যক্ষভাৱে

পাৰস্পৰিক সম্পৰ্ক ৰক্ষাৰ প্ৰতিও দৃষ্টি ৰাখিছে উদ্যোগৰ অৱস্থান বাছনি কৰা সাধাৰণ উপাদানখিনিৰ দুই চাৰি উপাদানো সংযোজিত হৈছিল।

আপাততঃ জাতীয় চৰকাৰেও উদ্যোগৰ প্ৰকল্পৰ অৱস্থান, বাছনি কৰাৰ ক্ষেত্ৰত যথোপযুক্ত, নীতি-নিয়ম মানি, স্থান নিৰূপণ কৰা দেখা নাযায়, অথবা স্থান নিৰূপণ উপাদানৰ লগত সংগতি ৰাখি উদ্যোগ স্থাপন কৰিবলৈ উদ্যোক্তাক বাধ্য কৰিব পৰাকৈ তেনে কোনো প্ৰত্যক্ষ বিধি ব্যৱস্থাৰ প্ৰচলন দৃষ্টিগোচৰ নহয়। যাৰফলত, দেশত ঔদ্যোগিক উন্নয়ন সুসম হোৱাৰ পৰিবৰ্তে অদ্যাপিও ঔদ্যোগিক অঞ্চলতেই নিত্য নতুন উদ্যোগ স্থাপন কৰা হেতু আঞ্চলিক ভিত্তিত ঔদ্যোগিক বৈষম্যৰ মাত্ৰা চক্ৰবৃদ্ধি হাৰত বৃদ্ধি পাইছে। এই বিষয়ত জাতীয় চৰকাৰৰ মনোভাৱ পৰিবৰ্তনৰ লক্ষণ দৃশ্যমান হলেও নিৰ্দিষ্ট কাৰ্য্যক্ৰমৰ মাজত তাৰ বহিঃপ্ৰকাশ মুঠেই পৰিস্ফুট নহয়।

তলত কেইটামান ভাৰতীয় উদ্যোগৰ অৱস্থান সম্পৰ্কীয় সংক্ষিপ্ত আলোচনা আগবঢ়োৱা হ'ল—

**লো আৰু তীখা উদ্যোগ ( Iron & Steel Industries ) ঃ** এই উদ্যোগৰ ঘাই কেঁচা মাল হৈছে—লোহা, চূণশীল, মেংগানিজ, ডলমাইট, আৰু কয়লা, তীখা উদ্যোগৰ সকলোবোৰ কেঁচা মালৰেই ওজন অধিক আৰু আকাৰত ডাঙৰ। সেই কাৰণে কেঁচামাল পৰিবহণ খৰচ শিল্পজ দ্ৰব্যতকৈ অত্যন্ত অধিক। সেয়ে এনে শিল্প প্ৰকল্পৰ অৱস্থান কেঁচা সামগ্ৰীলব্ধ অঞ্চলতেই প্ৰতিষ্ঠা কৰিবলৈ পৰামৰ্শ দিয়া হয়। ফলত বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ আৰু কৰ্ণাটক ৰাজ্যক্ষেত্ৰত এই শিল্প কেন্দ্ৰীভূত হৈছে।

লো-তীখা শিল্পৰ প্ৰথমটি প্ৰকল্প বিহাৰৰ জামছেদপুৰত ১৯০৮ চনত প্ৰতিষ্ঠা হয়। যিবিলাক উপাদানে এই শিল্পৰ অৱস্থান নিৰ্ণয় কৰে সেই উপাদানসমূহ হ'ল—



(১) বিহাৰৰ সিংভূম, উৰিষ্যাৰ ময়ুৰভঞ্জ আৰু মধ্যপ্ৰদেশৰ ৰায়পুৰত লো আৰু মেংগানিজ আকাৰৰ অৱস্থান।

(২) লোৰ বাবে প্ৰয়োজনীয় কয়লা আৰু ড'লমাইট ঝৰিয়া আৰু ৰাণীগঞ্জ কয়লা খনিৰ পৰা আহৰণ কৰাৰ সুবিধা।

(৩) মধ্য প্ৰদেশৰপৰা মেংগানিজ আহৰণ কৰিবলৈও ৰেল বিভাগে জামছেদপুৰক কলিকতাৰ লগত সংযোজিত কৰিছে।

(৪) পানী সুবৰ্ণৰেখা আৰু খাৰখাই নদীয়ে যোগান ধৰে আৰু শ্ৰমিকৰ সৰবৰাহ হয় ছোটনাগপুৰ অঞ্চলৰ পৰা।

(৫) কলিকতা নগৰীয়ে বজাৰৰ সুচলতা আগবঢ়ায়।

জামছেদপুৰত এই প্ৰকল্প প্ৰতিষ্ঠা হোৱাৰ উপৰিও ১৯২৩ চনত কৰ্ণাটক ৰাজ্যৰ ভদ্ৰাৱতী অঞ্চলত "মহিশূৰ লো আৰু তীখা কাৰখানা" (Mysore Iron & Steel works) প্ৰতিষ্ঠা হয়। বাবাবুদান পাহাৰত প্ৰাপ্ত উন্নত ধৰণৰ লো খনিয়েই হৈছে, এই কাৰখানাৰ ঘাই কেঁচামাল। ইয়াৰ উপৰিও কৰ্ণাটক ৰাজ্যৰ বিভিন্ন ঠাইত লোৰ আকৰ পোৱা হৈছে। সেইদৰে বাৰ্ণপুৰ আৰু কুল্টি কাৰখানা পিগ আইৰণ (Pig Iron) পোৱা ঠাইৰ সমীপতেই প্ৰতিষ্ঠা কৰা হৈছে।

পঞ্চবাৰ্ষিক পৰিকল্পনা অনুযায়ী প্ৰতিষ্ঠিত হোৱা ৰাজহুৱা খণ্ডৰ (Public sector) তীখা প্ৰকল্প কেইটাও লো আৰু মেংগানিজৰ আকৰ প্ৰাপ্ত অঞ্চলতেই অৱস্থিত।

মধ্যপ্ৰদেশৰ ভিলাই কাৰখানা ড্ৰাগ জিলাত অৱস্থিত। ড্ৰাগ জিলা লো আকৰৰ কাৰণে বিখ্যাত। ভিলাইৰপৰা মাত্ৰ ত্ৰিশ কিঃ মিঃ দূৰত দল্লিৰাজাৰ পাহাৰ অঞ্চলত উন্নত লোৰ খনি আছে। ভিলাইক কেন্দ্ৰ কৰি চাৰিওফালৰ কাষৰীয়া অঞ্চল লোৰ আকৰৰ বাবেই প্ৰখ্যাত। ইয়াৰ উপৰিও প্ৰয়োজনীয় সকলো কেঁচামালৰ সুবিধা ভিলাইত আছে।

পশ্চিম বংগৰ দুৰ্গাপুৰ কাৰখানাৰ প্ৰয়োজনীয় কেঁচামাল উৰিষ্যাৰ

বোলানি অঞ্চলৰপৰা আহৰণ কৰা হয়। দুৰ্গাপুৰৰ কিছুমান নিজা সুচলতা আছে—যথা কলিকতাৰ লগত সুচল পৰিবহণ, ৰাণীগঞ্জ আৰু ঝাৰিয়া কয়লাখনিৰ কয়লা আৰু অন্যান্য প্ৰজ্বালক।

উৰিষ্যাৰ ৰুৰকেল্লা কাৰখানাই পঞ্চাশ মাইল দূৰত থকা বোনাই অঞ্চলৰ পৰা লো আহৰণ কৰে। চূণশিল ড'ল'মাইট্ (Dolomite) আৰু মেংগানিজ্ হাতেৰে ঢুকি পোৱা ঠাইতে থকা হেতু এই প্ৰকল্পৰ অৱস্থিতি সন্তোষজনক।

বিহাৰৰ বোকাৰো'ত চতুৰ্থটো ৰাজহুৱা খণ্ডৰ কয়লা শিল্প তৃতীয় পৰিকল্পনা কালতে প্ৰতিষ্ঠা কৰা হৈছে। এই প্ৰকল্পও ঝৰিয়া, বোকাৰো, আৰু কাৰগালি কয়লাখনিৰ কয়লা, ৰুৰকেল্লা, ভিলাইৰ লো, মেংগানিজ্ আদিৰে পৰিচালনা কৰা হৈছে।

**চেনি শিল্প (Sugar Industry)**: চেনি উদ্যোগ কেঁচামালস্থিত অঞ্চলৰ শিল্প। কেঁচামাল প্ৰাপ্ত অঞ্চলতেই চেনি শিল্প প্ৰকল্পৰ অৱস্থান হোৱা বাঞ্ছনীয়। কাৰণ, চেনি উদ্যোগৰ কেঁচামাল কুঁহিয়াৰ, ওজন হানিকৰ সামগ্ৰী। ইয়াক অধিক দূৰলৈ পৰিবহণ কৰা, পৰিবহণৰ কাৰণে কাটি, আঁটি কৰি জমা ৰখা, কোনো এটাও লাভজনক নহয়।

কেঁচা সামগ্ৰী লব্ধ অঞ্চলৰ পৰা দূৰৈত শিল্প প্ৰকল্পৰ অৱস্থান হলে, সেই সামগ্ৰী অৰ্থাৎ কুঁহিয়াৰ পৰিবহণ কৰোঁতেই শুকাই গৈ অধিক লোকচান হয়। আনহাতে চেনিৰ পৰিবহণ খৰচ অপেক্ষা কুঁহিয়াৰৰ পৰিবহণ খৰচ অধিক। সেই কাৰণে কুঁহিয়াৰৰ ৰস শুকাই যোৱাৰ পৰা ৰক্ষা কৰিবলৈ, অধিক পৰিবহণ খৰচৰপৰা হাত সাৰিবলৈ কেঁচামাল প্ৰাপ্ত অঞ্চলত বা তাৰ ওচৰে-পাজৰে এনে শিল্প প্ৰকল্পৰ অৱস্থান বাছনি কৰিবলৈ পৰামৰ্শ আগবঢ়োৱা হয়।

দ্বিতীয়: বৰ্তমান সমগ্ৰ দেশ জুৰি চেনিৰ চাহিদা। গতিকে



চাহিদা বা বজাৰলৈ লক্ষ্য ৰাখি এই শিল্প প্ৰকল্পৰ অৱস্থান বাছনি নকৰিলেও অসুবিধা নহয়।

তৃতীয়: চেনি শিল্পৰ কাৰণে প্ৰয়োজনীয় ইন্ধন কুঁহিয়াৰৰ দাব-বিয়েই যোগান ধৰে। গতিকে অন্য ইন্ধনৰ খুব বেছি আৱশ্যকতা ইয়াত নাই।

চতুৰ্থ: জলবায়ুৰ ফালৰপৰা এনে শিল্প অৱশ্যে বিষুবীয় অঞ্চলত হোৱা প্ৰয়োজন। য'ত এই উদ্যোগৰ বৰ্তমান প্ৰকল্পৰ অৱস্থিতিৰ সংখ্যা সৰহ (উত্তৰ প্ৰদেশ আৰু বিহাৰ) সেই অঞ্চল জলবায়ুৰ ফালৰপৰা খুব উপযোগী নহয়। ই উপ-বিষুবীয় অঞ্চল। জলবায়ুৰ ফালৰপৰা দক্ষিণ ভাৰত আৰু পঞ্জাব অধিক উপযোগী। সেয়ে 'টেৰিফ বৰ্ড'ৰ (Tariff Board) পৰামৰ্শ মতে ভবিষ্যতে উত্তৰ প্ৰদেশ আৰু বিহাৰক বাদ দি চেনি শিল্প প্ৰকল্পৰ অৱস্থান অন্য অঞ্চলত হোৱা সমুচিত। ভাৰত চৰকাৰৰদ্বাৰা গঠিত 'চুগাৰ ইনকোৱাৰী কমিছন'ৰ (Sugar Inquiry commission) পৰামৰ্শ মতে নিম্ন লিখিত বিষয় কেইটাৰ ওপৰত নিৰ্ভৰ কৰি চেনি শিল্প প্ৰকল্পৰ অৱস্থান নিৰ্ণীত হ'ব লাগে।

(ক) কুঁহিয়াৰৰ কাৰণে প্ৰয়োজনীয় জলবায়ু।

(খ) উদ্বৃত্ত অঞ্চলৰ পৰা (Surplus area) নতুন প্ৰকল্পৰ অৱস্থানলৈ চেনি পৰিবহণৰ তুলনামূলক খৰচ।

(গ) অঞ্চল বিশেষে কুঁহিয়াৰ উৎপাদন ব্যয়।

ইয়াৰ উপৰি কমিছনে আগবঢ়োৱা পৰামৰ্শ হৈছে—

(১) নতুন প্ৰকল্পৰ অৱস্থান হ'ব লাগে মহাৰাষ্ট্ৰ, গুজৰাট, কৰ্ণাটক, তামিলনাডু, অন্ধ্ৰপ্ৰদেশ, মধ্যপ্ৰদেশ, উৰিষ্যা উত্তৰ প্ৰদেশ আৰু বিহাৰ।

(২) শিল্প প্ৰকল্পসমূহৰ অৱস্থান খুব ওচৰত হ'ব নালাগে।

(৩) গুৰ আৰু খান্দচাৰী গুৰ উৎপাদনৰ লগত প্ৰতিযোগিতা হোৱা

অঞ্চলত এনে প্ৰকল্পৰ অৱস্থান নিৰূপণ কৰিব নালাগে, আৰু য'ত কৃষি অৱস্থা আপাততঃ চেনিৰ পৰ্য্যাপ্ত উৎপাদনৰ বাবে অনুকূল নহয়, তেনে ঠাইত প্ৰকল্পৰ অৱস্থান পৰিত্যাজ্য।

উল্লিখিত কমিছনৰ প্ৰতিবেদনত উত্তৰ প্ৰদেশ আৰু বিহাৰত আৰু নতুন প্ৰকল্প স্থাপনৰ বাবে যি নিৰ্দেশ দিছে সি অৱস্থান বিষয়ত পক্ষপাত-মূলক। এই সংক্ৰান্তত পূৰ্বৰ 'টেৰিফ বৰ্ড'ৰ (Tariff Board) পৰামৰ্শাৱলী সম্প্ৰতিও গ্ৰহণযোগ্য হৈ আছে।

শিল্পৰ বিকেন্দ্ৰীকৰণ, জলবায়ু অধ্যয়ন, উৎপাদন খৰচ আৰু প্ৰচুৰ কেঁচামাল লব্ধ নতুন অঞ্চলৰ পৰিস্থিতিৰ সম্যক পৰ্য্যালোচনা, সামগ্ৰী লব্ধ অঞ্চলৰ শ্ৰমিকৰ প্ৰাচুৰ্য্য, আৰু জনসাধাৰণৰ সহায় সহযোগ আদিৰ অধ্যয়ন, ভৱিষ্যত প্ৰকল্পৰ স্থান নিৰ্ণয়কৰণ বিষয়ত অধিক প্ৰতিশ্ৰুতি।

**কপাহ শিল্প (Cotton industry)ঃ** দুটা বিশেষ উপাদানে কপাহ শিল্পৰ অৱস্থান ঘাইকৈ নিৰ্ধাৰণ কৰিছিল বুলি আগেয়ে কোৱা হৈছিল; যি উপাদানৰ কাৰণে কপাহ শিল্প প্ৰকল্পৰ অৱস্থান বোম্বাই আৰু আহমেদাবাদ আদিতে গঢ়ি উঠিছিল, সেই উপাদান দুটি হ'ল জলবায়ু আৰু কেঁচা সামগ্ৰী। এই দুটা উপাদানৰ নামনাচতে থকা গুৰুত্বপূৰ্ণ আন কেইটি উপাদান হ'ল মূলধন, সংগঠন, পৰিবহণ আৰু বজাৰ। বিশেষকৈ বিদেশী বজাৰলৈ শিল্পজাত সামগ্ৰী প্ৰেৰণ কৰিবলৈ বোম্বাই বন্দৰ নগৰ (Port Town) হোৱা হেতু অধিক অনুকূল হৈছিল।

সদ্যহতে বোম্বাই আৰু আহমেদাবাদৰ উল্লিখিত সুযোগ সুবিধাসমূহ ভাৰতৰ আন আন অঞ্চলেও লাভ কৰিছে, যাৰ বাবে কপাহ শিল্প প্ৰকল্পৰ অৱস্থান বিস্তাৰিত হৈ পৰিছে। আপাততঃ এই উদ্যোগ প্ৰকল্পৰ কেন্দ্ৰসমূহ হৈছে মাদ্ৰাজ, কানপুৰ, ইন্দোৰ, বাংগালোৰ,



নাগপুৰ, ছোলাপুৰ, বৰোডা, দিল্লী, মাদ্ৰাজ আদি। কপাহৰ কেঁচা সামগ্ৰী প্ৰাপ্ত সকলো ঠাই, ব্যৱসায় কেন্দ্ৰ, আৰু বন্দৰ নগৰসমূহ ভাৰত-বৰ্ষৰ ৰেল সম্প্ৰসাৰণে সংযোজিত কৰিছে। এই শিল্প কেন্দ্ৰসমূহৰ যদি ভৌগোলিক অৱস্থান বিচাৰ বিশ্লেষণ কৰা যায়, তেন্তে দেখা যায় যে প্ৰায় সকলো কেন্দ্ৰ কেঁচা সামগ্ৰী উৎপাদন কৰা অঞ্চলত অৱস্থিত। কেন্দ্ৰবোৰ বেহা-বেপাৰৰ ঠাই, শ্ৰমিকৰ সৰবৰাহ সহজ, আৰু বন্দৰ নগৰৰ লগত যোগাযোগ সুচল হোৱা হেতু বিদেশলৈ শিল্পজ সামগ্ৰী ৰপ্তানি কৰিবলৈ সমূলি কঠিন নহয়।

'জলবায়ু' এই উপাদানটিৰ লাগতিয়ালখিনি কৃত্ৰিম উপায়ে আহৰণ কৰাৰ পদ্ধতি ওলাল। কপাহৰ কাৰণে যিখিনি আৰ্দ্ৰতা (Humidity) বা সেমেকা (Moisture) গুণ লাগে, সেইখিনি প্ৰকল্পৰ ভিতৰত হিউমিডিফায়াৰৰদ্বাৰা (Humidifier) সৃষ্টি কৰা হয়।

যিহেতু কেঁচা সামগ্ৰী আৰু শিল্পজ, সামগ্ৰীৰ মাজত ওজন বিষয়ত পৰিবহণৰ কোনো তাৰতম্য নঘটে, যিহেতু কেঁচা সামগ্ৰী নোহোৱা অঞ্চলতো যদি অন্যান্য উপাদানসমূহৰ পৰ্য্যাপ্ততা থাকে, তেন্তে কপাহ শিল্প প্ৰকল্পৰ অৱস্থান বাছনি কৰিব পৰা যায়।

অৱশ্যে বোম্বাই আৰু আহমেদাবাদৰপৰা এই শিল্প উদ্যোগৰ প্ৰকল্পৰ অৱস্থান বিকেন্দ্ৰীকৰণ হোৱাৰ অন্যান্য কাৰণো এই সন্দৰ্ভত প্ৰণিধানযোগ্য। সেই কাৰণসমূহ এনে ধৰণৰ—

(ক) বোম্বাই আৰু আহমেদাবাদত বৰ্দ্ধিত মাটিৰ দাম, শ্ৰমিকৰ উচ্চ বেতন, বৰ্দ্ধিত কৰ কাটল, অত্যধিক ঘৰৰ ভাড়া, আৰু বৰ্দ্ধিষ্ণু জীৱন নিৰ্বাহৰ ব্যয় (Cost of living)।

(খ) শিল্পজ সামগ্ৰীৰ বাবে পূৰ্বৰ যি ৰপ্তানি বাণিজ্য আছিল, সেই বাণিজ্যৰ ক্ৰমান্বয়ে হোৱা সংকোচন।

(গ) পূৰ্বৰ তুলনাত চৰকাৰী সাহায্যৰ সংকোচন।

(ঘ) শ্ৰমিক সংঘৰ ক্ৰমবৰ্ধমান দাবীৰ পৰিপ্ৰেক্ষিতত নানান হৰতাল, তলাবন্ধ, শিথিল কৰ্মচালনা ( Go slow work ) আদি।

**মৰা পাট শিল্প ( Jute Industry ) ঃ** মৰাপাট শিল্পৰ মাই কেন্দ্ৰ পশ্চিমবংগৰ কলিকতা।

পাট শিল্পৰ প্ৰায় সমূহ প্ৰকল্প হুগ্‌লি নৈৰ পাৰত অৱস্থিত। সেই অৱস্থানৰ কাৰণ—

(ক) সমগ্ৰ বংগদেশ, দেশৰ ভিতৰতে মৰাপাট উৎপাদনৰ প্ৰধান অঞ্চল। এই উৎপাদনৰ লগত সংযোগ হয় অসম, উৰিষ্যা, বিহাৰৰ উৎপাদন হোৱা কেঁচা পাট। ( কিন্তু ভাৰতবৰ্ষৰ খণ্ডিত কৰণে এই শিল্পৰ ওপৰত বিস্তৰ ক্ষতি সাধে ; কাৰণ পাট উৎপাদনৰ অধিকাংশ অঞ্চল সেই সময়ত পাকিস্থানত পৰে, বৰ্তমান সি বাংলা দেশ )।

(খ) কলিকতা এখন বন্দৰ যুক্ত নগৰ য'ৰ পৰা পাট শিল্পজাত সামগ্ৰী বিদেশীলৈ ৰপ্তানি কৰিবলৈ সহজ হয় আৰু কেঁচাপাট এই বন্দৰ নগৰলৈ সৰবৰাহ কৰিবলৈ সুচল।

(গ) মৰাপাটৰ শিল্পজ সামগ্ৰী প্ৰকল্পৰপৰা গ্ৰাহকৰ কেন্দ্ৰ স্থানলৈ ন্যূনতম খৰচত পৰিবহণ কৰাৰ সুবিধা।

(ঘ) শ্ৰমিকৰ সৰবৰাহ সহজ পশ্চিমবংগৰ বাহিৰেও বিহাৰ আৰু উৰিষ্যাৰপৰা শ্ৰমিক এই প্ৰকল্পসমূহলৈ আহে।

(ঙ) ৰাণীগঞ্জ ঝৰিয়াৰপৰা কয়লা, দামোদৰ প্ৰজেক্টৰপৰা কয়লা আৰু বাৰুনিৰপৰা পৰ্য্যাপ্ত পৰিমাণৰ ইন্ধন বা শক্তিৰ যোগান এই উদ্যোগৰ প্ৰকল্পই পায়।

(চ) উপযুক্ত জলবায়ু আৰু বিত্তীয় সংগতি বৃহত্তৰ কলিকতাই দান কৰে।

উল্লিখিত উপাদানসমূহৰ উপৰিও পাট শিল্প বৃহত্তৰ কলিকতা নগৰীত কেন্দ্ৰীভূত হোৱাৰ আৰু কিছুমান কাৰণ আছে.



(ক) কলিকতা আৰু ইয়াৰ ওচৰে-পাজৰে পাট শিল্প প্ৰকল্পৰ অৱস্থান নিৰ্ণীত হোৱাৰ প্ৰধান কাৰণ ঐতিহ্য। এই ঐতিহ্য বিদেশী উদ্যোগকাৰীয়ে গঢ়ি তুলিছিল। বিদেশী উদ্যোক্তাই কলিকতাক কেন্দ্ৰ কৰি ইয়াৰ চাৰিওকাষে পাট উদ্যোগৰ প্ৰকল্পৰ অৱস্থান নিৰ্ণয় কৰিছিল। সেয়ে একালৰ এই ক্ষুদ্ৰ শিল্প সম্প্ৰতি ভাৰতবৰ্ষৰ এক বৃহৎ শিল্পত পৰিণত হয়। বিদেশী উদ্যোক্তাৰ পাছত দেশীয় উদ্যোক্তায়ো একে পথকেই অনুসৰণ কৰে। ফলত কলিকতা পাট শিল্পৰ কেন্দ্ৰলৈ ৰূপান্তৰিত হয়।

(খ) কলিকতা বন্দৰেদি বিদেশলৈ পাট শিল্পজ সামগ্ৰী ৰপ্তানি কৰিবলৈ সহজ আৰু তদনুৰূপ প্ৰকল্পৰ যন্ত্ৰ-পাতি আমদানি কৰিবলৈয়ো সুবিধাজনক।

(গ) কলিকতাৰ লগত পূৰ্ববংগ ( বাংলাদেশ ) অসম বিহাৰ আৰু উৰিষ্যাৰ আদৰ্শ স্থানীয় ৰেল যোগাযোগ হোৱা হেতু পাট প্ৰকল্পলৈ কেঁচামাল যোগান ধৰাৰ খৰচ ন্যূনতম আৰু সহজ হয়।

(ঘ) হুগ্‌লি নদীয়ে পাট প্ৰকল্পৰ প্ৰয়োজনীয় পানীৰ যোগান ধৰাৰ উপৰিও আৱশ্যক হোৱা সকলো বস্তু-বাহানি সৰবৰাহ কৰে। এই নদীৰ নদীজনক সা-সুবিধায়ো প্ৰকল্পৰ ক্ৰমোন্নয়নত যথেষ্ট বৰঙণি যোগাই আহিছে।

(ঙ) 'কলিকতা' উদ্যোগ আৰম্ভণি হোৱা কালত ভাৰতবৰ্ষৰ ৰাজধানী হোৱা হেতু নগৰীয়া সা-সুবিধাসমূহ ইয়াত সহজেই পোৱাৰ বাবে, পাট প্ৰকল্পৰ স্থান বাছনিত ই উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে।

মৰা পাট ওজন হানিকৰ ( Weight Losing ) সামগ্ৰী নোহোৱাৰ কাৰণে এই শিল্প কেঁচা সামগ্ৰী প্ৰাপ্ত ঠাই অথবা গ্ৰাহকৰ কেন্দ্ৰলৈ উভয়ৰে যিকোনো ঠাইত যদি আন অৱস্থান নিৰ্ণায়ক উপাদানসমূহৰ সুযোগ থাকে, গঢ়ি উঠিব পাৰে।

অতীতত পাট উদ্যোগ সম্পূৰ্ণই বিদেশী বজাৰ নিৰ্ভৰশীল আছিল।

বৰ্তমানে ই দেশৰ বৃদ্ধি প্ৰাপ্ত আভ্যন্তৰীণ চাহিদা পূৰণ কৰিহে বিদেশী বজাৰলৈ ৰপ্তানি কৰা হয়। সম্প্ৰতিও ই ৰপ্তানিযোগ্য শিল্প দেশৰ বিভিন্ন অঞ্চলত বাঢ়ি অহা চাহিদা অনুপাতে এনে শিল্প প্ৰকল্পৰ অৱস্থান কেৱল বন্দৰ নগৰ নহৈ, গ্ৰাহকৰ কেন্দ্ৰস্থানো হ'ব পাৰে।

আপাততঃ পাট শিল্প প্ৰকল্পৰ অৱস্থান দেশৰ ভিতৰতে অন্যান্য ৰাজ্য-ক্ষেত্ৰত গঢ়ি তুলিবলৈ চেষ্টা কৰা হৈছে। য'ত পাট শিল্পজাত সামগ্ৰীৰ চাহিদা দিনে দিনে বৃদ্ধি পাই আহিছে। সেই ৰাজ্য ক্ষেত্ৰসমূহ হ'ল অন্ধ্ৰ, উত্তৰ প্ৰদেশ' মধ্য প্ৰদেশ, আদি ; কিন্তু কেন্দ্ৰীয় চৰকাৰৰ ৰাজনৈতিক উপাদানে উক্ত প্ৰচেষ্টাক উগদনি নিদি আওপকীয়াভাৱে নিৰুৎসাহ কৰাহে পৰিলক্ষিত হয়।

**কড়াল উদ্যোগ ( Cement Industry ) ঃ** কড়াল শিল্পৰ কেঁচা সামগ্ৰী হ'ল—চূণশিল কয়লা আৰু জিপচাম। কড়াল উদ্যোগৰ শিল্পজ সামগ্ৰীৰ ওজন অপেক্ষা কেঁচা সামগ্ৰীৰ ওজন তুলনামূলকভাৱে অধিক। গতিকে চূণশিল প্ৰাপ্ত অঞ্চলতেই এই প্ৰকল্পৰ অৱসান বাছনি কৰা সমীচীন। পৰিবহণবদ্বাৰা সামগ্ৰীলব্ধ অঞ্চলৰপৰা কেঁচা সামগ্ৰী আঁতৰাই নি দূৰবৰ্তী অঞ্চলত প্ৰকল্পৰ অৱস্থান বাছনি কৰিবলৈ মনস্থ কৰিলে পৰিবহণ ব্যয় অতিৰিক্ত হয়। সেয়ে এনে উদ্যোগৰ প্ৰকল্পৰ স্থান বাছনি আভ্যন্তৰীণ অঞ্চলতেই প্ৰতিষ্ঠা কৰিবলগীয়া হয়।

চূণশিল প্ৰাপ্ত অঞ্চলত এনে উদ্যোগৰ প্ৰকল্পৰ স্থান নিৰ্বাচন কৰা অতি প্ৰয়োজন। কয়লা, চূণশিল প্ৰাপ্ত অঞ্চলত পোৱা নাযাবও পাৰে। সেয়ে, অতীতত কয়লাৰ অভাৱত এই উদ্যোগৰ সম্প্ৰসাৰণ হোৱা নাছিল। বৰ্তমান কয়লাৰ পৰিবৰ্তে অন্যান্য ইন্ধন বা প্ৰজ্জ্বালকৰদ্বাৰায়ো এই উদ্যোগৰ সম্প্ৰাসাৰণ কৰিব পৰা গৈছে। জিপচাম্ অৱশ্যে সহজলব্ধ সামগ্ৰী।

সম্প্ৰতি ভাৰত চৰকাৰৰ ঔদ্যোগিক অধিনিয়ম অনুসৰি অনুজ্ঞাপত্ৰ



(License) ব্যতিৰেকে প্ৰকল্প স্থাপন হ'ব নোৱাৰে। পূৰ্বৰ বিহাৰ, বংগদেশ, মাদ্ৰাজ, গুজৰাট, উত্তৰ-প্ৰদেশ আৰু বোম্বাইত অৱস্থিত প্ৰকল্পৰ বাহিৰে নতুন প্ৰকল্প স্থাপনৰ ক্ষেত্ৰত উক্ত আইন বলবৎ হ'ব।

(৮) **ঔদ্যোগিক গৃহৰ নমুনা নিৰ্বাচন ( Selection Type of industrial buildings ) ঃ** প্ৰকল্পৰ প্ৰকৃত স্থান নিৰ্বাচনৰ পাছত বাছনি কৰিবলগীয়া বিষয়টি হৈছে—ঔদ্যোগিক যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামৰবাবে উপযোগী পকী ঘৰ-দুৱাৰৰ আহি।

উদ্যোগৰ প্ৰকল্পৰ বাবে প্ৰয়োজনীয় পকী-ঘৰৰ গঠন প্ৰণালী কেইটামান উপাদানৰ ওপৰত নিৰ্ভৰ কৰে। সেই উপাদান এনে ধৰণৰ—(ক) ব্যৱসায়ৰ প্ৰকৃতি আৰু উদ্দেশ্য, আৰু (খ) ব্যৱসায়ৰ পৰিসৰ আৰু ঘৰ-দুৱাৰৰ প্ৰয়োজনীয়তা।

ব্যৱসায়ৰ প্ৰকৃতি অনুসৰি উদ্যোগৰ প্ৰকল্পৰ ঘৰ-দুৱাৰৰ নমুনাৰ পাৰ্থক্য হয়। সকলো প্ৰকাৰ ব্যৱসায়ৰ কাৰণে একে ধৰণৰ বা একে নমুনাৰ ঘৰ-দুৱাৰ অচল। সাধাৰণতে বৃহৎ আৰু গধুৰ যন্ত্ৰ-পাতি নিৰ্মীত উদ্যোগৰ কাৰণে অথবা নিৰ্মাণ যোগ্য উদ্যোগৰ কাৰণে ( যেনে ইঞ্জিন আৰু অন্যান্য তদ্‌জাতীয় সামগ্ৰী নিৰ্মাণ, ঢালাইকাম (Foundries) আদি এমহলীয়া পকী-ঘৰ (Single storey) অধিক উপযোগী। যিবিলাক বৃহৎ উদ্যোগৰ প্ৰকল্পৰ উৎপাদনসমূহ প্ৰক্ৰম অনুসৰি (Process wise ) বিভিন্ন অংশত বিভক্ত কৰা হয় তেনে উদ্যোগৰ-বাবে এমহলীয়া পকীঘৰেই বেছি লাগতিয়াল। আনহাতে পাতল বা লঘু উৎপাদনৰ উদ্যোগ প্ৰকল্পৰবাবে, যিবিলাক ব্যৱসায়ত কেঁচা-মাল অথবা শিল্পজ সামগ্ৰী উভয়তে ওজন বৰ্জিত হয়, তেনে প্ৰকল্পৰ বাবে বহু মহলীয়া ( Multi-storey Building ) পকী-ঘৰ অধিক উপকাৰী হয়।

ব্যৱসায়ৰ পৰিসৰ অনুসৰিও পকীঘৰ নিৰ্বাচনৰ নমুনা পৃথক

হয়। তদনুসাৰে পৃথক পৃথক ব্যৱসায়ৰ নিজা প্ৰয়োজনীয়তা অনুযায়ী এমহলীয়া বা বহুমহলীয়া ঘৰৰ বাছনি কৰিবলগীয়া হয়। সমষ্টি উদ্যোগৰ ( Assembly industry ) প্ৰকল্পৰ বিভিন্ন বিভাগৰ কাৰখানাসমূহ দূৰত্ব বজাই ৰাখি বিক্ষিপ্ত হিচাপে নিৰ্মাণ হোৱা প্ৰয়োজন। কাৰণ পৃথক পৃথক কাৰখানাই বিভিন্ন উৎপাদান কৰে। অৱশ্যে শেষ বা কেন্দ্ৰীয় প্ৰক্ৰমৰবাবে এক বৃহৎ মজিয়াৰ ( Floor ) এমহলীয়া ঘৰৰ দৰকাৰ। তেনেদৰে অবিচ্ছেদ সংশ্লেষাত্মক উদ্যোগৰ ( Continuous Synthetic manufacturing undertaking ) প্ৰকল্পৰ ঘৰ এমহলীয়া হলে অধিক ফলপ্ৰসূ হয়; কিন্তু এমহলীয়া ঘৰৰ মজিয়াখন একক আৰু বৃহৎ হোৱা আৱশ্যক। সেইদৰে বিশ্লেষণাত্মক উদ্যোগৰ প্ৰকল্পৰ ঘৰ ( Analytic Industury ) বহু মহলীয়া হলে সুচল হয়।

আপাততঃ এমহলীয়া পকীঘৰক সকলোৰেই অগ্ৰাধিকাৰ দিয়ে। এনে ঘৰ ভিতৰুৱাল আৰু নগৰ সমীপস্থ অঞ্চলৰ বাবে উপযোগী। আনহাতে, নগৰত লঘু উদ্যোগ প্ৰকল্পৰ বাবে বহু মহলীয়া পকী-ঘৰ অধিক ফলপ্ৰদ।

এমহলীয়া পকীঘৰৰ নিৰ্মাণ বহু মহলীয়া পকীঘৰ নিৰ্মাণৰ সৈতে একে নহয়। শিল্পজাত উদ্যোগৰ প্ৰয়োজনীয়তা অনুযায়ী ঘৰৰ নিৰ্মাণ পদ্ধতিও পৃথক হয়। সাধাৰণতে গধুৰ শিল্পজাত উদ্যোগ প্ৰকল্পৰ কাৰণে গধুৰ ঘৰ নিৰ্মাণৰ ( Heavy construction ) প্ৰয়োজন। ঔদ্যোগিক প্ৰকল্প স্থাপন কৰিবলগীয়া পকীঘৰৰ উচ্চতা ( Height ) সদায় ঘৰৰ বিস্তৃতিৰ ( width ) লগত সামঞ্জস্য ৰাখি নিৰ্মাণ কৰা হয়। প্ৰকল্পৰ পকীঘৰৰ দৈৰ্ঘ্য ( Length ) সদায় বিভিন্ন প্ৰাকৃতিক আশংকাৰদ্বাৰা প্ৰভাৱান্বিত হোৱা দেখা যায়। বহল ঘৰৰ ছাল যেতিয়া পাতল নহয়, দুৱাৰ-খিৰিকী ডাঙৰ নহয়, তেতিয়া ঘৰৰ আভ্যন্তৰীণ



কোঠাসমূহত পৰ্য্যাপ্ত পদিমাণৰ পোহৰ নপৰে। এনে কোঠাৰ বাবে পোহৰ ব্যৱস্থাৰ প্ৰয়োজন হয়। পৰ্য্যাপ্ত পৰিমাণৰ পোহৰ ব্যৱস্থা নিয়ৰিকৈ কাৰ্য্য সম্পাদন কৰাৰ পক্ষে অনুকূল। প্ৰাকৃতিক পোহৰৰ ব্যৱস্থা নাথাকিলে কৃত্ৰিম পোহৰৰ ব্যৱস্থা কৰাৰ সুযোগ থাকিবই লাগিব। সেই ব্যৱস্থাই যাতে দৃষ্টি শক্তিক সহায় কৰে তেনে ধৰণৰ ৰঙীণ পোহৰ ব্যৱস্থা অতি লাগতিয়াল। শিল্পজ উদ্যোগ প্ৰকল্পৰ ঘৰ-দুৱাৰ অগ্নি, ঘূৰ্ণি আৰু ভূঁইকঁপ আদিৰ আশংকা সন্মুখত ৰাখি নিৰ্মিত হোৱা দৰকাৰ। ঘৰৰ নিৰ্মাণ পদ্ধতিত এই সকলো দুৰ্যোগ সহজে ধৰা পেলাব পৰাকৈ আৰু বিপদ সূচক জাননী দিব পৰাকৈ ব্যৱস্থা ৰখা প্ৰয়োজন। অগ্নি-ভয়ৰ পৰা হাত সাৰিবলৈ অগ্নি নিৰ্বাপক ব্যৱস্থাৰ বাহিৰেও ঘৰৰ বেৰ, দুৱাৰত অগ্নি প্ৰতিষেধক ব্যৱস্থা সংযুক্ত কৰা উচিত। প্ৰয়োজন অনুসাৰে কৰ্মী, কৰ্মচাৰীক জৰুৰী প্ৰয়োজন বা আকস্মিকতা প্ৰশিক্ষণ দিয়া আন এক উত্তম ব্যৱস্থা। প্ৰকল্পৰ ঘৰ নিৰ্মাণ ব্যৱস্থা এনে হোৱা প্ৰয়োজন, যাতে বতাহ চলাচলৰ বাবে ( Ventilation ) যথেষ্ট পৰিমাণৰ দুৱাৰ-খিৰিকী যথা স্থানত থাকে। প্ৰকল্পৰ ঘৰ-দুৱাৰৰ ভিতৰত যথাৰ্থ তাপমাত্ৰা, আদ্ৰ'তা ধূলি-বালি আৰু দুৰ্গন্ধৰ বাবে উপযুক্ত আৰু পৰ্য্যাপ্ত পৰিমাণৰ বতাহৰ আৱশ্যক। প্ৰকল্পৰ ঘৰ প্ৰয়োজন অনুসৰি উত্তপ্ত কৰা, জুৰ পেলোৱা বা আদ্ৰ' কৰাৰ সুযোগ থাকিব লাগে। সেই অনুসাৰে প্ৰকল্পৰ ঘৰ নিৰ্মাণত এনে সমল ব্যৱহাৰ কৰা দৰকাৰ যাতে প্ৰয়োজনত কোলাহল শোষণ ( Mise absorbing ) সহজেই কৰিব পাৰে।

**এমহলীয়া পকীঘৰৰ সা-সুবিধা ( Advantages of single storey buildings )**ঃ বহু মহলীয়া পকীঘৰ অপেক্ষা এমহলীয়া পকীঘৰৰ সুবিধাসমূহ নিম্নলিখিত ধৰণৰ—

(১) এমহলীয়া পকীঘৰৰ নিৰ্মাণ খৰচ কম।

(২) এমহলীয়া আয়তাকাৰ পকীঘৰৰ প্ৰকল্প সজ্জাৰ নমনীয়তা সৰ্বপেক্ষা অধিক।

(৩) মাটিৰ ধাৰণ শক্তি বা ক্ষমতা এমহলীয়া পকীঘৰৰ কাৰণে খুব গুৰুতৰ নহয়।

(৪) যিকোনো দিশতে ঘৰৰ সম্প্ৰসাৰণ ঘটাবলৈ এমহলীয়া ঘৰত কোনো আহুকাল নহয়।

(৫) দক্ষতাপূৰ্ণ পৰিদৰ্শন (Inspection) আৰু চালনৰ (operation) কাৰণে এমহলীয়া ঘৰে প্ৰায় সকলো ধৰণৰ কাৰ্যাকৰী সুবিধা দিয়ে।

(৬) কেঁচা মালৰ কাৰ্য্যধাৰা (Routing) নিয়ন্ত্ৰণ কৰিবলৈ উন্নততৰ সুবিধা পোৱা যায়।

(৭) জুই, বা-মাৰলী আৰু ভুঁই-কঁপৰ কাৰণে এমহলীয়া ঘৰত আশংকাৰ মাত্ৰা অনেক পৰিমাণে কম।

(৮) প্ৰাকৃতিক পোহৰ আৰু বতাহৰ চলাচল এমহলীয়া ঘৰৰ কাৰণে যেন প্ৰকৃতিৰ দান।

(৯) এমহলীয়া ঘৰত গধুৰ যন্ত্ৰ-পাতিৰ চালন কালত কম কঁপনি অনুভূত হয়।

(১০) এমহলীয়া ঘৰত লিফট্ (Lift) ষ্টেয়াৰ কেছ (Stair case) বা খটখটী আৰু গাঁঠনি কোঠা (Structural columns) আদি নথকাৰ বাবে ঘৰৰ মজিয়াত অধিক ঠাই (space) পোৱা যায়।

**বহুমহলীয়া পকীঘৰৰ সা-সুবিধা (Advantages of Multi storey builqings) ঃ**

(১) বহুমহলীয়া ঘৰ নিৰ্মাণত ঠাইৰ ব্যৱহাৰ বৰ সীমিত হয়।

(২) প্ৰতি বৰ্গফুট হিচাপে নিৰ্মাণ খৰচ গণনা কৰিলে, বাস্তৱিকতে এমহলীয়া ঘৰতকৈ নিৰ্মাণ খৰচ কম পৰে।



(৩) পাহাৰীয়া অঞ্চলত বহুমহলীয়া ঘৰৰ নিৰ্মাণ খুব সহজ আৰু উপযোগী হয়।

(৪) বহু মহলীয়া ঘৰৰ ওপৰ মহলবোৰ বৰ পৰিষ্কাৰ পৰিচ্ছন্ন চিঞৰ বাখৰ হীন, নিৰিবিলি আৰু কৰ্মোপযোগী হয়।

(৫) নগৰ অঞ্চলত বৰ কম ঠাইতেই বহুমহলীয়া ঘৰ মিতব্যয়ীতাৰে নিৰ্মাণ কৰিব পাৰি।

(৬) বহুমহলীয়া পকীঘৰে গুদাম ঘৰৰ সুবিধা দান কৰে।

(৭) উৰ্ধমুখী পদ্ধতি অনুকৰণ কৰি সুদৃঢ় প্ৰকল্প সজ্জিত কৰাৰ অধিক সুযোগ বহুমহলীয়া ঘৰে দান কৰে।

(৮) বহুমহলীয়া ঘৰৰ দুই চাৰি কোঠা ভাড়ালৈ দিও কিছু উপাৰ্জন বিশেষকৈ নগৰ অঞ্চলত পাব পাৰি।

**(৯) প্ৰকল্প সজ্জা (Plant Layout) ঃ**

**[ক] সংজ্ঞা (Definition) ঃ** প্ৰকল্প সজ্জা হৈছে এটা কৌশল (Technique), যাৰ জৰিয়তে প্ৰকল্পৰসমূহ যন্ত্ৰ-পাতি, উৎপাদনৰ বিভিন্ন প্ৰক্ৰম (Process) আৰু প্ৰকল্পৰ সেৱা কাৰ্য্য (Plant Services) সমূহক এনেভাৱে সংস্থাপন কৰা যায় অথবা সজ্জিত কৰা যায়, যাৰদ্বাৰা মুঠ নিম্নতম উৎপাদন খৰচত, উন্নত গুণ মানৰ চৰমতম পৰিমাণৰ উৎপাদন আহৰণ কৰিব পাৰি। প্ৰতিটো উৎপাদনৰ চালন যাতে কম আয়াসতে নিষ্পন্ন হয় তাৰ কিটিপ ৰক্ষা কৰাই হৈছে প্ৰকল্পৰ সজ্জা। ই বস্তুতঃ কাৰখানাৰ আভ্যন্তৰীণ ব্যৱস্থাপনা। প্ৰকল্পৰ মূল যন্ত্ৰ-পাতিৰ সংস্থাপন প্ৰকল্পৰ ভিতৰতেই প্ৰতিটো বিভাগৰ বাবে পৃথক পৃথক ঠাইৰ বন্টন আৰু পৃথক পৃথক প্ৰক্ৰমৰ মাজত অনাহুত আন্তঃ সংঘৰ্ষৰ অবলোপ সাধনৰ মাজত প্ৰকল্প সজ্জা জড়িত। থোৰতে কবলৈ হ'লে প্ৰকল্প সজ্জা মানে স্থান বন্টন (Space allocation) আৰু যন্ত্ৰ-পাতি আৰু সাজ সৰঞ্জামৰ ব্যৱস্থাপনাৰে উৎপাদনৰ সৰ্বগোট চালন ব্যয় উৎপাদিত

গুণগত মানৰ কোনো অৱনতি সাধন নকৰাকৈ, ন্যূনতম স্তৰলৈ নমাই আনি উৎপাদন বৃদ্ধি কৰা।

**[খ] প্ৰকল্প সজ্জাৰ আঁচনি ( Planning Plan Layout ):** প্ৰকল্প স্থাপনৰ আঁচনি পূৰ্ব অপেক্ষা উন্নত হৈছে। আপাততঃ প্ৰকল্প-বোৰৰ পৰিকল্পনা বিজ্ঞান সন্মত ভিত্তিত কৰাৰ নিয়ম প্ৰৱৰ্তন হৈছে। প্ৰকল্পৰ আঁচনি এনেভাৱে প্ৰস্তুত কৰা হয় যাতে কাৰখানাবিলাকৰ স্থাপন খুব কম ঠাইত থুপ খোৱা নহয়। অৰ্থাৎ সাম্প্ৰতিক প্ৰকল্প স্থাপনৰ আঁচনি হৈছে এক বিস্তৃত অঞ্চলত কাৰখানাৰ সংস্থাপন। একেটা প্ৰকল্পৰ বিভিন্ন বিভাগৰ বাবে পৃথক পৃথক কাৰখানা যাতে শাখা ৰূপে এটা বিস্তৃত অঞ্চলত স্থাপন কৰা হয়, আৰু যাতে সেই সকলো কাৰখানাৰ মাজত সহজতৰ আন্তঃ যোগাযোগ থাকে তাৰ প্ৰতি দৃষ্টি ৰাখি আঁচনি প্ৰস্তুত কৰা হয়। উৎপাদন প্ৰক্ৰমবোৰৰ পৰিচালনা সহজতৰ কৰাই প্ৰকল্প সজ্জাৰ লক্ষ্য। প্ৰকল্পৰ বিজ্ঞান বৰ্জিত বিন্যাস সকলো বিষয়ত যথা চালন ব্যয় ( Operation cost ), সামগ্ৰী চালন খৰচ (Handling expenses), যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জাম অব্যৱহাৰ্য্য হৈ পৰি থকা, প্ৰকল্পৰ ভিতৰত বহু ঠাই আৱশ্যক হীন হৈ থকা, অযথা অধিক শ্ৰমিকৰ নিযুক্তি ইত্যাদি ) মাত্ৰাধিক অপচয় আৰু লোকচান ঘটায়, গতিকে প্ৰকল্প বিন্যাসৰ ক্ষেত্ৰত আঁচনিকাৰীয়ে অতি সতৰ্কতাৰে আৰু সকলো ধৰণৰ প্ৰতিৰোধ ব্যৱস্থা খুটি-নাটি মাৰি, প্ৰকল্প বিন্যাসৰ শেষ সিদ্ধান্ত লব লাগে। ভৱিষ্যতলৈ প্ৰকল্পৰ সম্প্ৰসাৰণ আৰু বিভিন্ন বিভাগৰ কাৰ্য্যকাৰিতাৰ বিভাজন প্ৰয়োজন মতে কৰিব পৰাকৈ প্ৰকল্প সজ্জাৰ আঁচনি প্ৰস্তুত কৰিব লাগে।

অনুকূলতম প্ৰকল্প সজ্জা আঁচনি ( Opimum Plan ) হবলৈ হলে নিম্নলিখিত বিষয়বস্তু কেইটি আঁচনি ভুক্ত হ'ব লাগিব।

(ক) কাৰখানাত শ্ৰমিক কৰ্মীয়ে স্বচ্ছন্দে, নিৰাপত্তা সহকাৰে বা



বিপদমুক্ত অৱস্থাৰে কৰ্ম সম্পাদন কৰিবলৈ সজ্জা। সংগঠনত নিৰাপত্তাৰ ব্যৱস্থা ৰখা। এনে নিৰাপত্তামূলক ব্যৱস্থা হৈছে শ্ৰমিকে যাতে ধূলি মাকতি, গেছ ( gas ) গুড়া, তাপ-শীত, আদি আৰু অন্যান্য বিপজ্জনক বস্তুৰ পৰা দূৰৈত থাকিব পাৰে, যাতে যন্ত্ৰ-পাতি সাজ-সৰঞ্জামৰ চাৰি-ফালে অৱৰোধমূলক বেৰাৰ ব্যৱস্থা থাকে আৰু জুই, পানী, ধুমুহা-বতাহ, ভুঁই-কঁপ আদিৰ নিচিনা প্ৰাকৃতিক বিপদৰ প্ৰতিৰোধ ব্যৱস্থা যাতে প্ৰকল্পৰ লগত সংযুক্তকৰণ কৰা থাকে।

(খ) প্ৰকল্পৰ শ্ৰমিক দল ( Batch ) হিচাপে সংগঠন এনেভাৱে কৰা হয় যাতে শ্ৰমিকৰ পৰিচালনা আৰু নিয়ন্ত্ৰণ সহজ হয়, যাতে দলৰ মাজত যথাৰ্থ সমন্বয় ৰক্ষা হয়, আৰু পৰিদৰ্শন উন্নত হয়।

(গ) শ্ৰমিকৰ বিশ্ৰাম আৰু জিৰণিৰ ব্যৱস্থা জড়িত সেৱাসমূহ হৈছে শৌচাগাৰ, প্ৰস্ৰাৱাগাৰ, খোৱা পানী-ঘৰ, কেন্টিন ( Canteen ), জিৰণি ঘৰ বা বিশ্ৰাম ব্যৱস্থাৰ লগত ল'ৰা-ছোৱালীৰ খেলা ঘৰ, কাফে (Cafe) প্ৰামাণিক চিকিৎসা ব্যৱস্থা আদি। ইয়াৰ উপৰি, শ্ৰমিকৰ অনুশীলনৰ বাবে পৰীক্ষণ কোঠা, ( Test Room ), পৰিদৰ্শন কোঠা, ( Inspection Room ) ষ্টৰ ৰুম, (Store Room) আৰু সা-সঁজুলিৰ বাবে টুল ৰুমৰ ( Tool Room ) ব্যৱস্থা কৰা উচিত।

(ঘ) উন্নত ধৰণৰ উৎপাদন প্ৰক্ৰিয়া আৰু পদ্ধতিৰ অনুশীলন।

(ঙ) প্ৰকল্প সজ্জাক প্ৰয়োজন অনুসৰি উৎপন্ন দ্ৰব্য, প্ৰক্ৰিয়া, আৰু উৎপাদনৰ পৰিমাণ বিষয়ত পৰিবৰ্তন কৰাৰ সুবিধা থকা উচিত, যাতে এনে পৰিবৰ্তন অনাৱশ্যকীয় আৰু খৰচী নহয়।

(চ) প্ৰকল্পৰ বিভিন্ন বিভাগ বা কাৰখানালৈ অতি চমু পথেদি কেঁচা সামগ্ৰীৰ যোগান আৰু শিল্পজ সামগ্ৰী উৎপাদন স্থানৰপৰা ত্বৰিৎবেগে দক্ষতাৰে স্থানান্তৰকৰণ। থোৰতে, আভ্যন্তৰীণ পৰিবহণ আৰু যাতায়াতৰ সুচল যোগাযোগ।

(ছ) কেঁচা সামগ্ৰীৰ সংগ্ৰহ, আৰু শিল্পজ সম্ভাৰ সঞ্চয় চালনাত (Handling) আৰু শ্ৰমিক আৰু যন্ত্ৰ-পাতিৰ চলনত (Movement) মিতব্যয়িতাৰ ব্যৱস্থা কৰা।

(জ) প্ৰকল্পৰ বিভিন্ন বিভাগৰ কাৰখানাৰ চালনত (operation) কোনো ধৰণৰ অপচয়, হেঁচা-টেপা আৰু প্ৰতিবন্ধকতাৰ যাতে সৃষ্টি নহয়, তেনে ব্যৱস্থাৰ অৱলম্বন।

(ঝ) প্ৰতিগোট শিল্পজ উৎপাদনৰ সৰ্বগোট খৰচ (Overhead expenes) যাতে, সৰ্বনিম্ন হয় তাৰ প্ৰতি দৃষ্টি ৰখা। আৰু—

(ঞ) নানান প্ৰকাৰ দ্ৰব্য উৎপাদন কৰাৰ সুযোগ সুবিধা আহৰণ কৰাৰ প্ৰতি লক্ষ্য ৰাখি আঁচনি প্ৰস্তুত কৰা উচিত।

এটা সম্পূৰ্ণ সজ্জা প্ৰযোজনাই এখন উত্তম আঁচনিক (Master Plan) প্ৰতিনিধিত্ব কৰে। এই উত্তম আঁচনি হৈছে—প্ৰকল্পৰ প্ৰাংগণত উৎপাদনৰ কেউটা উপাদানৰ আনুষংগিক ব্যৱস্থাসহ সমন্বয় সাধন। এনে সজ্জা (Layout) কেৱল যে শিল্প উদ্যোগৰ কাৰখানাৰ ক্ষেত্ৰতে কৰিব পাৰি এনে নহয়, প্ৰকল্প প্ৰাংগণত থকা সকলো সহায়িকা বিভাগলৈ (যথা—কাৰ্য্যালয়, কাফে (Cafe), ষ্টক ৰুম (stock room) অন্যান্য বিভাগ-সমূহতো ইয়াক প্ৰসাৰিত কৰিব পাৰি।

**[গ] প্ৰকল্প সজ্জাক প্ৰভাৱান্বিত কৰা উপাদানসমূহ (Factory influencing the plant layout) ঃ** ঔদ্যোগিক উৎপাদন প্ৰকল্প সংগঠনৰ ওপৰত নিৰ্ভৰশীল। কাৰণ, ঔদ্যোগিক উৎপাদন হয় প্ৰকল্প বা কাৰখানাত। প্ৰকল্প বা কাৰখানাত হোৱা উৎপাদন সমূহীয়া হিচাপে হয়। সেয়ে, প্ৰকল্পৰ সংগঠনেই ঔদ্যোগিক উৎপাদনৰ ভিত্তি।

প্ৰকল্পৰ সংগঠনক দুটা ভাগত বিভক্ত কৰিব পাৰি, যেনে বাণিজ্যিক দিশ আৰু কাৰিকৰী দিশ। এই কাৰিকৰী দিশৰ সংগঠন ভুক্ত বিষয়-সমূহৰ ভিতৰত প্ৰকল্প সজ্জা অন্যতম। যিবিলাক উপাদানে প্ৰকল্প



সজ্জাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে, সেই উপাদানসমূহ তলত দিয়া ধৰণৰ—

(১) শিল্পোদ্যোগৰ প্ৰকাৰ,

(২) যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জাম সংস্থাপন,

(৩) উৎপাদনৰ পৰিমাণ,

(৪) উৎপন্ন বস্তুৰ প্ৰকাৰ,

(৫) চালন (operation),

(৬) শ্ৰমিকৰ প্ৰকাৰ,

(৭) পৰ্য্যাপ্ত স্থান।

**(১) শিল্পোদ্যোগৰ প্ৰকাৰ (Types of Industry) ঃ** সমূহ শিল্প উদ্যোগক দুটা ভাগত বিভক্ত কৰিব পাৰি। সেই ভাগ দুটা হৈছে (ক) অবিচ্ছেদ উদ্যোগ (Continuous Industry) আৰু (খ) সমষ্টি উদ্যোগ (Assembly Industry) এই প্ৰভেদ প্ৰকল্প সজ্জা বিষয়ত উল্লেখযোগ্যভাৱে প্ৰকট হয়।

**(ক) অবিচ্ছেদ উদ্যোগ ঃ** য'ত সকলো কেঁচা সামগ্ৰী কাৰখানাৰ কোনো এটা বিভাগে গ্ৰহণ কৰে আৰু য'ৰ পৰা আনুক্ৰমিক চালনৰ আৱৰ্তনত সেই সামগ্ৰী শিল্পজ দ্ৰব্যলৈ ৰূপান্তৰিত হয়। তেনে উদ্যোগ যথা কাগজ, কপাহ আদিৰ উদ্যোগক অবিচ্ছেদ উদ্যোগ বোলা হয়।

এনে কিছুমান অবিচ্ছেদ উদ্যোগক পুনৰ দুটা ভাগত বিভক্ত কৰা হয় যেনে—(ক) বিশ্লেষণাত্মক (Analytic) আৰু (খ) সংশ্লেষণাত্মক (Synthetic) উদ্যোগ।

অবিচ্ছেদ বিশ্লেষণাত্মক উদ্যোগত উৎপাদনৰ আনুক্ৰমিক প্ৰক্ৰিয়াৰ জৰিয়তে যি শিল্পজাত দ্ৰব্যৰ উৎপন্ন হয়, সেই বস্তুৰ কেঁচা সামগ্ৰীৰ লগত পাৰ্থক্য ঘটে। অৰ্থাৎ কেঁচা সামগ্ৰীক বিভিন্ন প্ৰক্ৰিয়াৰ আৱৰ্তনে ৰূপান্তৰ ঘটাই এক পৃথক শিল্পজ বস্তুত পৰিণত কৰে। সকলো

শোধনীয় বা পৰিমাৰ্জিত উদ্যোগ, যেনে—চেনি, তেল, লোহা, কয়লা আদি এই বিশ্লেষণাত্মক উদ্যোগৰ শ্ৰেণীত পৰে।

সংশ্লেষাত্মক উদ্যোগত ( Synthetic Industry ) বিভিন্ন উপাদান ( Different ingredients ) উৎপাদন প্ৰক্ৰিয়াৰ বিভিন্ন পৰ্য্যায়ত সংযোজিত হৈ, শেষত এটি বা একাধিক শিল্পজাত দ্ৰব্য লাভ কৰা যায়। অৱশ্যে এই শ্ৰেণীৰ উদ্যোগৰ সংখ্যা নিচেই সামান্য। অবিচ্ছেদ সংশ্লেষাত্মক উদ্যোগৰ অন্তৰ্গত কাগজ, ৰং, সূতা আদি উদ্যোগ পৰে।

**(খ) সমষ্টি উদ্যোগ ঃ** এই উদ্যোগে যি বস্তু উৎপাদন কৰে, সেই উৎপন্ন বস্তুৰ প্ৰয়োজনীয় উপাদান বা সংযোগী অংশসমূহ ( Component Parts ) আগতীয়াকৈ উৎপাদন কৰি লব লাগে ; উক্ত সংযোগী অংশসমূহ উৎপাদনৰ পাছত, সেই সমূহ উপাদান বা অংশ একত্ৰিত কৰি বা থূপ-খুৱাই তাক শেষ প্ৰক্ৰমত প্ৰয়োগ কৰিব লাগে। অট'মোবাইল ( Automobile ), জোতা, কাপোৰ, ইত্যাদি এনে উদ্যোগৰ অন্তৰ্ভুক্ত হয়।

এনে সমষ্টি উদ্যোগক পুনৰ দুই শ্ৰেণীত বিভক্ত কৰিব পাৰি। যেনে আগতীয়াকৈ উৎপাদন কৰি লোৱা প্ৰয়োজনীয় উপাদান বা অংশসমূহ একে ধৰণৰ বা সমাজ জাতীয় চালনৰ জৰিয়তে সমষ্টি যুক্ত শিল্পজাত সামগ্ৰী উৎপাদন কৰা উদ্যোগ ; যথা—সাজপাৰ বা টেক্সটাইল্ ( Textile Iudustry ) উদ্যোগ।

আগতীয়াকৈ উৎপাদন কৰি লোৱা প্ৰয়োজনীয় অংশ বা উপাদানসমূহ যিবিলাক একে জাতীয় নহয়, আৰু বিষম জাতীয় প্ৰক্ৰমৰদ্বাৰা ( dissimilar processes ) সমষ্টি যুক্ত শিল্পজ সামগ্ৰী উৎপাদন কৰা উদ্যোগ, যথা—অট'মোবাইল্ (Automobile industry) উদ্যোগ।



অবিচ্ছেদ উদ্যোগ প্ৰকল্পৰ বিভিন্ন আনুক্ৰমিক প্ৰক্ৰমৰ কাৰখানাবোৰ অনুক্ৰম অনুযায়ী একাদিক্ৰমে হোৱা প্ৰয়োজন, যাতে পৰ্য্যায়ক্ৰমে চালন প্ৰক্ৰমেদি আগুৱাই গৈ শেষত উৎপাদন হ'ব লগা দ্ৰব্যটি সাজু হয়গৈ। এই উৎপাদন পদ্ধতিত যাই চালনসমূহ অবিচ্ছেদ হোৱা বাবে সামগ্ৰীৰ চলন (Movement) ক্ষীপ্ৰতৰ হয়। ই চালনা (Handling) আৰু সঞ্চয় ব্যয় হ্ৰাস কৰে। উৎপাদনৰ নিয়ন্ত্ৰণ সুচল কৰে। শিল্প উৎপাদনৰ প্ৰক্ৰম আৱৰ্তনত অধিক মূলধনৰ আৱশ্যক নহয়।

সমষ্টি উদ্যোগত উৎপাদন কৰিবলগীয়া শিল্পজ সম্ভাৰৰ বিভিন্ন প্ৰয়োজনীয় অংশ বা উপাদানবোৰ আগতীয়াকৈ উৎপাদন কৰি লব লাগে বাবে ইয়াৰ কাৰখানাবোৰ থূল ( Group ) কৰি পৰ্য্যায়ক্ৰমে বিস্তৃত ঠাইত নিৰ্মিত হোৱা দৰকাৰ ; কিন্তু শেষ প্ৰক্ৰমৰ বাবে প্ৰয়োজনীয় কাৰখানাটি কেন্দ্ৰীয় স্থানত থাকিব লাগে। ইয়াৰ ফলত বিভিন্ন অংশৰ উৎপাদন প্ৰক্ৰম খৰতকীয়া হয়, আৰু অংশ বা উপাদান-বোৰৰ উৎপাদন আনুক্ৰমিক হোৱা হেতু শ্ৰমিকৰ সংখ্যা আৰু যন্ত্ৰ-পাতিৰ অনাৱশ্যকীয় চালন লাঘৱ হয়। দুটা পৃথক পৃথক চালনৰ মাজত অযথা সময় অপচয় নহয়, বৰঞ্চ প্ৰক্ৰমৰ সমন্বয় সাধন হয়।

(১) যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জাম সংস্থাপন ( **Installation of Machine & Equipment** ) ঃ আঁচনিকাৰীয়ে উদ্যোগৰ প্ৰকাৰ বা শ্ৰেণী অনুযায়ী যন্ত্ৰ-পাতিৰ প্ৰতিষ্ঠাপন কি ধৰণে হ'ব তাৰ সিদ্ধান্ত কৰিব। যন্ত্ৰ-পাতিৰ সামঞ্জস্যতা ৰক্ষা কৰি সমষ্টিভুক্ত কৰিব লাগে আৰু চালনৰ ( Operation ) অনুক্ৰম ব্যৱস্থা অনুসৰি তাক প্ৰতিষ্ঠাপন কৰিব লাগে।

পৰ্য্যায়ক্ৰমে সংস্থাপন কৰা যন্ত্ৰ-পাতিৰ লগত প্ৰয়োজনীয়তা অনুযায়ী সা-সৰঞ্জাম নিৰ্বাচন আৰু আসনস্থ কৰা আৱশ্যক। তেতিয়াহে প্ৰকল্প সজ্জাৰ উদ্দেশ্য সফল হয়।

**(৩) উৎপাদনৰ পৰিমাণ (Quantity of production)ঃ** উৎপাদনত পৰিমাণ প্ৰকল্প সজ্জাৰ ঘাই উপাদান। উৎপাদনৰ পৰিমাণে প্ৰকল্প সজ্জা কেনে ধৰণৰ হ'ব তাৰ নিশ্চয়তা দিয়ে। উক্ত পৰিমাণ সমূহীয়া হবনে ক্ষুদ্ৰাকাৰ হ'ব, তাৰ ওপৰত সজ্জা ব্যৱস্থা নিৰ্ভৰ কৰিব। ইয়াৰ উপৰিও সজ্জা ব্যৱস্থাত ভৱিষ্যতৰ চৰ্ত (Provision) ৰাখি আঁচনি প্ৰস্তুত কৰিব লাগে।

**(৪) উৎপন্ন বস্তুৰ প্ৰকাৰ (Types of prodnct)ঃ** উৎপন্ন বস্তুৰ প্ৰকাৰ ভেদে সজ্জাকৰণ প্ৰকৃতিৰ পৰিবৰ্তন কৰে। উৎপন্ন বস্তু গধুৰ বা পাতল, বৃহৎ বা ক্ষুদ্ৰ আৰু তৰল বা কঠিন হ'ব পাৰে। প্ৰকল্প সজ্জা আঁচনিৰ ক্ষেত্ৰত এই উৎপন্ন বস্তুৰ বিভিন্নতাই মৌলিক পাৰ্থক্য ঘটায়। কাৰণ, কিছুমান বস্তু প্ৰকল্পত উৎপাদন হওঁতে পাম্প (Pump) বা ভাৰ কেন্দ্ৰৰদ্বাৰা (Centre of gravity), এক প্ৰক্ৰিয়াৰ চালনৰ পৰা (operation) আন এক চালনলৈ প্ৰবাহিত কৰা হয়। আনহাতে কিছুমান বস্তু উৎপাদনত এক প্ৰক্ৰিয়াৰপৰা আন এক প্ৰক্ৰিয়ালৈ পৰিবাহিত হবলৈ হাতেৰে, কন্‌ভেয়াৰ (Conveyer) বা ট্ৰাকেদি (Truck) চালনা কৰিব লাগে।

প্ৰকল্প সজ্জাত এনে উৎপন্ন বস্তুৰ বিবিধতাই সমস্যাৰ উদ্ভৱ কৰায়। সেয়ে, প্ৰকল্প সজ্জাক মৌলিকভাৱে প্ৰভাৱান্বিত কৰা ই আন এক বিশেষ উপাদান।

**(৫) চালন (Operation)ঃ** প্ৰকল্প সজ্জাৰ আঁচনি অনুসৰি ফলাফল অৰ্জন কৰিবলৈ হলে কাৰখানাৰ যন্ত্ৰ-পাতিৰ চালন প্ৰকৃত অনুক্ৰম ভিত্তিক (Sequence basis) হ'ব লাগিব। সেয়ে প্ৰকল্প সজ্জাত এনে ব্যৱস্থা ৰাখিব লাগে, যাতে যিটো পৰ্য্যায় প্ৰক্ৰমত প্ৰথম চালন আৰম্ভ হয়, সেই চালনৰ বস্তু প্ৰথমতেই ওলাই অহাৰ সু-ব্যৱস্থা থাকে। সেয়ে যন্ত্ৰ-পাতি পৰ্য্যায় অনুক্ৰম মানি সজ্জা কৰণ কৰা আৱশ্যক।



এই পৰ্য্যায় প্ৰক্ৰমৰ প্ৰতিটো চালনে লোৱা সময় পূৰ্ব নিৰূপিত হলে, প্ৰতিটো পৰ্য্যায়ৰ যন্ত্ৰ-পাতিৰ বাবে প্ৰয়োজনীয় মজিয়া স্থান (Floor space) বন্টন, সহজ হয়। অৰ্থাৎ পূৰ্ব নিৰ্ধাৰিত সময়ে প্ৰকল্প সজ্জাত সহায় কৰে।

অৱশ্যে চালনৰ প্ৰকৃতিয়েও প্ৰকল্প সজ্জা পদ্ধতিৰ পৰিবৰ্তন কৰে। উৎপাদনৰ প্ৰক্ৰমৰ পৰ্য্যায়বোৰৰ (Process stages) পদ্ধতি অনুযায়ী (সমস্তৰীয় বা লম্বমান বা পাৰ্শ্বিক পদ্ধতি) চালন দূৰত্বৰ (distance of movements) পাৰ্থক্য ঘটে। সেয়ে, আঁচনি কাৰীৰ লক্ষণীয় বিষয় হ'ল—এনে কোনো পৰ্য্যায় অৱলোপ বা অন্য পৰ্য্যায়ৰ লগত সংযোজন কৰিব পাৰি নেকি যাৰদ্বাৰা সময় আৰু দূৰত্বৰ মাজত সমন্বয় সাধন হয়।

অবিচ্ছেদ উদ্যোগৰ (Continuous Industry) আনুক্ৰমিক প্ৰক্ৰমৰ চালন সময়ৰ লগত সমষ্টি (Assembly industry) উদ্যোগৰ বিভিন্ন পৰ্য্যায়ভুক্ত উৎপাদনৰ চালন সময়ৰ তাৰতম্য হয়, যিহে পুনৰ প্ৰকল্প সজ্জাৰ ক্ষেত্ৰত, প্ৰতিষ্ঠানৰ বিষয়ত প্ৰভাৱ পেলায়।

**(৬) শ্ৰমিকৰ প্ৰকাৰ (Types of Labour)ঃ** শ্ৰমিক কৰ্মচাৰীৰ গুণগত মান আৰু সংখ্যাৰ ওপৰত প্ৰকল্পৰ সজ্জা আঁচনি নিৰ্ভৰ কৰে। উদ্যোগৰ প্ৰকাৰ অনুসৰি শ্ৰমিকৰ মানদণ্ড আৰু সংখ্যাৰ কমবেছি হয়। শ্ৰমিকৰ সংখ্যাৰ স্বল্পতাই বা বহুলতাই সজ্জা গাঁঠনিৰ পৰিবৰ্তন ঘটায়।

উদ্যোগত শ্ৰমিক কৰ্মীৰ সংখ্যা অধিক হ'লেও ন্যূনতম অপৰিহাৰ্য্য ব্যৱস্থাখিনি কৰ্তৃপক্ষই আগবঢ়াবই লাগিব। সেই অনুযায়ী প্ৰকল্প সজ্জাৰ বাছনিও সালসলনি হবলৈ বাধ্য।

**(৭) পৰ্য্যাপ্ত স্থান (Availability of space) :** পৰ্য্যাপ্ত পৰিমাণৰ স্থান বা থল, প্ৰকল্প সজ্জা প্ৰণালীত প্ৰভাৱান্বিত কৰিব পৰা আন এটি উপাদান। পৰ্য্যাপ্ত পৰিমাণৰ স্থান অবিহনে কোনো প্ৰকল্পৰে সজ্জাকৰণ সুন্দৰ হ'ব নোৱাৰে। গতিকে প্ৰয়োজন অনুসৰি সম্প্ৰসাৰণ কৰিব পৰাকৈ আহল বহল ঠাইত প্ৰকল্পৰ ঘৰ-দুৱাৰ নিৰ্মাণ কৰিব লাগে ; যাতে ঠাইৰ অভাৱত অথবা ঘৰৰ মহল (Storey) বৃদ্ধি নহয়, অথবা প্ৰকল্পৰ কাৰখানা অন্য ঠাইলৈ স্থানান্তৰিত কৰিবলগীয়া নহয়।

উল্লেখিত উপাদান কেইটিৰ বাহিৰেও আৰু ভালেমান দিশ আছে, যিবিলাকে প্ৰত্যক্ষ বা পৰোক্ষভাৱে, প্ৰকল্প সজ্জাত প্ৰভাৱান্বিত কৰে। সেই উপাদানসমূহ হৈছে ভঁড়াল ব্যৱস্থা, শক্তি বা ইন্ধন সৰবৰাহ, কাৰ্য্যালয় সজ্জাকৰণ, আৰু প্ৰকল্পৰ ভিতৰত কেঁচা আৰু শিল্পজ সামগ্ৰী অনা নিয়া কৰিবৰ বাবে বিভিন্ন প্ৰকাৰৰ আভিযান্ত্ৰিক সাজ-সৰঞ্জামৰ ব্যৱহাৰ আৰু পৰিচালনা।

**(ক) প্ৰকল্প সজ্জা : কৰ্ম কৌশল (Technique of Layout) :** প্ৰকল্প সজ্জাৰবাবে ভালেমান আহিলা (Tool) বা কৌশল (Technique) সাধাৰণভাৱে ব্যৱহাৰ কৰা হয়। যিবোৰে উদ্যোগৰ যিকোনো প্ৰকল্প সজ্জাত বিশেষ বৰঙণি আগবঢ়ায়। তেনে কেইটামান কৌশলৰ উল্লেখ কৰা হ'ল।

**(ক) প্ৰক্ৰিয়া প্ৰবাহ চিত্ৰ বা সমষ্টি চিত্ৰ (Process Flow chart or Assembly chart) :** প্ৰক্ৰম প্ৰবাহ চিত্ৰ বা সমষ্টি চিত্ৰ ব্যৱহাৰৰ দ্বাৰা প্ৰকল্প সজ্জা উন্নত কৰিব পাৰি। প্ৰক্ৰম প্ৰবাহ চিত্ৰখন ৰৈখিক চিত্ৰ, যাৰদ্বাৰা বিভিন্ন উৎপাদন প্ৰক্ৰমেদি পৰিবাহিত হোৱা দ্ৰব্যৰ চক্ৰাকাৰ ৰূপ (Manufacturing cyclic Form) বিশ্লেষণমূলক ভিত্তিত আগবঢ়োৱা হয়। এনে চিত্ৰই এটা প্ৰক্ৰমৰ আটিল গঠন



শৈলী (Compact form) দৃষ্টিগোচৰ কৰে, যাৰদ্বাৰা সম্ভাব্য উন্নয়নৰ সন্ধেহ উলিয়াব পাৰি। উৎপাদনত হোৱা অনাৱশ্যকীয় শিথিলতা, অযথা পৰিবহণ আৰু অমূলক চালন আদিৰ অকৰ্মণ্যতা এনে চিত্ৰই প্ৰকাশ কৰে। ফলত কৰ্তৃপক্ষক বিভিন্ন কৰ্মস্থানৰ পুনৰ ব্যৱস্থাপনা কৰিবলৈ সুযোগ দিয়ে।

সেইৰূপে সমষ্টি চিত্ৰই এটা শিল্পজ সামগ্ৰীৰ বিভিন্ন অংশ বা উপাদানৰ উৎপাদন প্ৰক্ৰিয়া ৰৈখিক চিত্ৰৰদ্বাৰা অংকিত কৰি দেখুৱায়। বিভিন্ন প্ৰক্ৰমৰদ্বাৰা উৎপাদিত হোৱা অংশবোৰ পুনৰ কি ধৰণে সংযোগ কৰি বিভিন্ন উৎপাদন ক্ষেত্ৰ অতিক্ৰম কৰি গৈ শেষত উৎপাদন হ'ব লগা শিল্পজাত সামগ্ৰীটি নিৰ্মাণ হয়গৈ, তাকো ৰৈখিক চিত্ৰৰদ্বাৰা চিহ্নিত কৰি দেখুওৱা হয়।

**(খ) প্ৰক্ৰম প্ৰবাহ নক্সা (Process-flow Diagram) :** ই আচলতে আবাস গৃহৰ বিস্তৃত মজিয়া আঁচনিৰ নক্সা। প্ৰকল্পৰ বিভিন্ন কাৰখানাৰ প্ৰয়োজনীয় সমূহ গৃহৰ নিয়াৰিকৈ মজিয়া, আঁচনি (Floor plan) প্ৰস্তুত কৰি নক্সা কৰা হয়. য'ত সঞ্চয় ক্ষেত্ৰ, সেৱা ক্ষেত্ৰ, উৎপাদনৰ প্ৰক্ৰম ক্ষেত্ৰৰ সঠিক অৱস্থান চিত্ৰিত কৰা হয়। মজিয়া আঁচনিয়ে বিভিন্ন চালনৰ (Various operation) জৰিয়তে সামগ্ৰীৰ প্ৰবাহ প্ৰদৰ্শন কৰে। এনে নক্সাৰদ্বাৰাও প্ৰকল্প সজ্জা উন্নত কৰিব পাৰি।

**(গ) আৰ্হি মাপক সজ্জা (Scale Model Layout) :** ই আন এটি প্ৰকল্প সজ্জাৰ আহিলা। সাধাৰণতে আৰ্হিবোৰ (Models) জোখ অনুসৰি টুকুৰা-টুকুৰ কৰি কটা হয় আৰু তাক আঁচনি অনুসৰি সজোৱা হয়। এনে সজ্জা ব্যৱস্থাই ল'ৰা-ছোৱালীৰ পুতলা ঘৰৰ লগত সাদৃশ্য ৰাখে। আৰ্হি সজ্জা ব্যৱস্থা ৰাসায়নিক উদ্যোগ বা পৰিশোধন উদ্যোগ প্ৰকল্পৰ বাবে অধিক মনোগ্ৰাহী। এনে আহিলাই স্থানৰ

পৰিমাণ আৰু যন্ত্ৰ-পাতি আৰু সাজ-সৰঞ্জাম অনুসৰি প্ৰয়োজনীয় মূল কোঠাৰ হিচাপ নিৰ্ধাৰণ কৰাত সাহায্য কৰে।

**(ঘ) কুন্তকায় মাপক সজ্জা (Scale-Template Layout) ঃ** কুন্তকায় মাপক সজ্জা, আন এটি সজ্জা-ৰচনাৰ কৌশল। এই পদ্ধতিত কুন্তবোৰ যন্ত্ৰ-পাতি, ৰেক (Rack), বেঞ্চ (Bench) আৰু অন্যান্য সাজ সৰঞ্জাম বুজাব পৰাকৈ জোখত কটা হয়। এনেকৈ কটা কুন্তবোৰ সজ্জা আঁচনিৰ নক্সাৰ ওপৰত ৰচনা কৰা হয়; যিবিলাকে পকীৰ্বৰ বেৰ, কোঠা, উত্তোলক (Elevator), খট্-খটি (Stair Case) আদিও প্ৰদৰ্শিত কৰে। কুন্তবোৰ নক্সাৰ ওপৰত এনেভাৱে চলোৱা হয় যাতে ই সম্ভাব্য সজ্জা ৰচনা কৰিব পাৰে। এনে এটা সজ্জা ৰচনা কৰা যি অনাৱশ্যকীয় চালনাৰ (Handling) অৱলোপ সাধন কৰি সামগ্ৰীৰ অপ্ৰয়োজনীয় আবৰ্ত হ্ৰাস কৰি, যান্ত্ৰিক চালনা সম্ভৱ কৰি তুলিব আৰু ভৱিষ্যত পৰিবৰ্তনৰ (বিশেষকৈ উৎপাদন বিষয়ত) সুযোগ দিব।

**(ঙ) প্ৰকল্প সজ্জাধৰণ (Types of Layout) ঃ** প্ৰকল্প সজ্জা কেইবা প্ৰকাৰেও কৰিব পাৰি। তাৰ অন্যতম প্ৰধান হ'ল—দ্ৰব্য পদ্ধতি (Layout by product method) আৰু প্ৰক্ৰম পদ্ধতি (Layout by process Method)।

দ্ৰব্য পদ্ধতিত (Layout by Product) উৎপাদনৰ যন্ত্ৰ-পাতিবোৰ এনেভাৱে সজ্জিত কৰা হয় য'ত এটা বা একাধিক দ্ৰব্য উৎপাদন কৰিবলৈ কোনো এক নিৰ্দিষ্ট চালনৰ অনুক্ৰমৰ (Sequence of operation) প্ৰয়োজন। উৎপন্ন দ্ৰব্য পদ্ধতিত চালনসমূহ আনুক্ৰমিক ভাৱে সমাধা কৰা হয় আৰু উৎপন্ন দ্ৰব্য আৱশ্যক অনুসৰি নিৰ্মাণ কৰা হয়। এনে পদ্ধতিত প্ৰতিটো দ্ৰব্যৰ বাবে পৃথক পৃথক উৎপাদন যন্ত্ৰ-পাতিৰ একোটা সঁজুলিৰ (Equipment Set) আৱশ্যক।





**দ্ৰব্য পদ্ধতিৰ সা-সুবিধাসমূহ ( The advantages of Layout by Product ) ঃ**

(১) কেঁচা সামগ্ৰীৰ চালনা ( Handling ) হ্ৰাস পায়, ফলত সময় আৰু শ্ৰম উভয়ে লাঘৱ হয়।

(২) আভ্যন্তৰীণ দূৰত্ব আৰু সামগ্ৰীৰ প্ৰত্যৰ্পণ হ্ৰাস কৰে।

(৩) যন্ত্ৰ-পাতিৰ চালনত কোনো ধৰণৰ প্ৰতিবন্ধকতা নাথাকে।

(৪) উৎপাদনৰ নিয়ন্ত্ৰণ সহজ হয় আৰু সময় লাঘৱ হয়।

(৫) উৎপাদনৰ আধৰুৱা প্ৰক্ৰিয়া সূচী ( Work-in Process Inventory ) হ্ৰাস কৰাৰ প্ৰকল্প সজ্জা এক উপায়।

(৬) প্ৰকল্প সজ্জাই তুলনামূলকভাৱে কম মজিয়া স্থান ব্যৱহাৰ কৰিবলৈ সুযোগ দিয়ে।

(৭) একক পৰিচালনা হেতু বিভিন্ন প্ৰক্ৰিয়াৰ সমন্বয় সাধন সুবিধাজনক হয়।

**অসুবিধাসমূহ ( Disadvantages ) ঃ**

(১) দ্ৰব্য পদ্ধতিয়ে নমনীয়তা ( Flexibility ) হ্ৰাস কৰে।

(২) পৰিদৰ্শন বিষয়ত বিশিষ্ট কৰণ ( Specialisation ) অৰ্জন কৰা কষ্ট সাধ্য হয়।

(৩) প্ৰক্ৰম পদ্ধতিৰ তুলনাত দ্ৰব্য পদ্ধতিত উৎপাদনৰ সম্প্ৰসাৰণ সঘনে আৰু সহজে বৃদ্ধি কৰিব নোৱাৰি।

(৪) এই পদ্ধতিত উৎপন্ন দ্ৰব্যৰ সংখ্যা সমৃদ্ধি কৰিবলৈ মূলধনৰ বিনিয়োগ অত্যধিক হয়।

(৫) সাজ-সৰঞ্জামত সঁজুলি হিচাপে লগা হেতু মূলধন সাধাৰণভাৱেই অধিক লাগে।

**প্ৰক্ৰম পদ্ধতি ( Layout by Process Method ) ঃ** একে জাতীয় বা সমস্তৰৰ যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামসমূহ থূল হিচাপে



( group basis ) একে স্থানতে প্ৰতিষ্ঠাপন কৰা হয় হেতু ইয়াক প্ৰক্ৰম অনুসৰি প্ৰকল্প সজ্জা বুলি কোৱা হয়। অৰ্থাৎ একে ধৰণৰ সকলো যন্ত্ৰ-পাতিৰ অৱস্থান সমষ্টিগতভাৱে একে ঠাইতে কৰা।

প্ৰকল্প সজ্জাৰ প্ৰক্ৰম পদ্ধতিৰ বৈশিষ্ট্যই হ'ল—একে প্ৰকাৰৰ চালনসমূহ ( operation ) কোনো এক নিৰ্দিষ্ট ঠাইত গোট খুৱাই উৎপাদন কৰা। দৃষ্টান্তৰূপে ক'ব পাৰি সকলো চেপা-কলৰ ( Milling ) কাৰ্য্য একে স্থানতে এটা ভাগ বা সমষ্টি হিচাপে সম্পাদন কৰা হয়, সেই সমষ্টিক চেপা-কল বিভাগ বা মিলিং ডিপাৰ্টমেণ্ট ( Milling Department ) বোলা যায়। তেনেৰূপে মূল যন্ত্ৰ-পাতিসমূহৰ কাৰ্য্যও একে স্থানতে এটা সমষ্টি হিচাপে সম্পাদন কৰা হয়, তাক যন্ত্ৰ-শাল বিভাগ বা লেদ্ ডিপাৰ্টমেন্ট্ বোলা হয়। তেনে দৰেই বিজুলী বিভাগ ( Electricity Department ), পৰিদৰ্শন বিভাগ ( Inspection Department ), সমষ্টি বিভাগ ( Assembly Department ) ইত্যাদি। অৱশ্যে এই বিভাগবোৰক স্থাপন কৰাৰ সাধাৰণ কিছুমান নিয়ম আছে। সেই নিয়মসমূহ যেনে—

(১) প্ৰক্ৰমৰ বিভাগসমূহৰ স্থাপন ওপৰা-উপৰি (Overlapping) হ'ব নালাগে।

(২) উৎপাদনৰ ক্ৰম বিবৰ্তন স্তৰৰ ঘাই প্ৰক্ৰম ( Main stage of Process ) মূল ঘৰৰ কেন্দ্ৰ স্থানত প্ৰতিষ্ঠা কৰিব লাগে, আৰু সংশ্লিষ্ট বিভাগবোৰ ( যথা—সা-সঁজুলি কোঠা ( Tool room ) মেৰামতি কোঠা ( Repair Room ), গুড়ি কৰা কোঠা ( Grinding room ) পৰস্পৰৰ আদান-প্ৰদান কৰিব পৰা নাতি দূৰত থকা উচিত।

(৩) কেঁচা সামগ্ৰী গ্ৰহণ কৰা প্ৰাপ্য বিভাগটি ( Receiving Department ) সদায় কেঁচা-মাল গুদাম বিভাগৰ ওচৰত অৱস্থিত হ'ব লাগে।

(৪) পৰিদৰ্শন বিভাগটি মূল প্ৰক্ৰমৰ লগত সংযুক্ত হলে পৰিদৰ্শনৰ সুচল হয়।

(৫) শিল্পজাত সামগ্ৰীৰ গুদাম বিভাগ পৰিদৰ্শন বিভাগৰ ওচৰত হলে শিল্পজ দ্ৰব্যৰ উৎপাদনৰ পিছত পৰিদৰ্শন কৰাৰ লগে লগেই গুদামত জমা কৰা সহজ হয়।

(৬) সমষ্টি বিভাগটি শিল্পজ সামগ্ৰীৰ গুদাম বিভাগৰ কাষত অৱস্থিত হ'লে কৰ্ম তৎপৰতা বৃদ্ধি পায়। এই বিভাগটি পৰিদৰ্শন বিভাগে সহজে ঢুকি পোৱা দূৰত্বত থকা ভাল।

(৭) পেকিং (Paking) আৰু প্ৰেৰণ বিভাগ (Despatch Deptt.) সমষ্টি বিভাগৰ লগত সংলগ্ন হ'লে পৰিচালনা আৰু নিয়ন্ত্ৰণ সহজ হয়।

(৮) উল্লেখিত বিভিন্ন বিভাগৰ ভিতৰত গুদাম বিভাগ দুটি যেনে কেঁচা-মাল আৰু শিল্পজ সামগ্ৰী, আৰু প্ৰাপ্য বিভাগটি একেখন ছাদৰ তলত অৱস্থিত হলে নিয়ন্ত্ৰণ যোগ্য হয় বুলি বিবেচনা কৰা হয়।

উপৰোক্ত নিয়মখিনি প্ৰয়োগ কৰি সকলো কাৰ্য্যৰ মাজত সাদৃশ্য ৰাখি একে থলীত প্ৰক্ৰমসমূহক সমষ্টি বা বিভাগ হিচাপে প্ৰতিষ্ঠা কৰা হয়। এনে ধৰণৰ প্ৰকল্প সজ্জা পদ্ধতিত অ-মান বিশিষ্ট দ্ৰব্য (Non-standard Products) উৎপাদন কৰিবলৈ উপযোগী হয়।



চিত্ৰ নং—৩ বৈখিক চিত্ৰ (*CHART*)

| | | |
|---|---|---|
| সামগ্ৰী প্ৰাপ্তি বিভাগ (Receiving Deptt) | সেৱা বিভাগ (Service Deptt) | চালান বিভাগ (Shipping Deptt) |
| যন্ত্ৰশাল বিভাগ (Lathe Deptt) | চেপাকল বিভাগ (Milling Deptt) | বহিঃভাগৰ কাৰুকাৰ্য্য (Surface finishing) টোপোলা কৰণ বিভাগ (Packaging Deptt) |
| বিজুলী বিভাগ (Electricity Deptt) | সমষ্টি বিভাগ (Assembly Deptt) | পৰিদৰ্শন বিভাগ (Inspection Deptt) |
| কাৰ্য্যালয় (OFFICE) | | |

"প্ৰক্ৰম-সজ্জা পদ্ধতি"
PROCESS LAYOUT

**প্ৰক্ৰম সজ্জাৰ উপকাৰসমূহ ( Merits ) :**

(১) কাৰ্য্যকাৰক বা চুপাৰভাইজৰ ( Supervisor ) সকলৰ বিশেষজ্ঞৰ যথাৰ্থ ব্যৱহাৰ হয়।

(২) চালনৰ ক্ষেত্ৰত অত্যধিক নমনীয়তা পৰিলক্ষিত হয়।

(৩) উৎপাদনৰ পৰিমাণ সম্প্ৰসাৰণ বা সংকোচন কৰা বিষয়ত সহজে সমীকৰণ ( Adjustments ) কৰিব পৰা হয়।

(৪) উৎপন্ন দ্ৰব্যৰ পৰিবৰ্তনে অৱস্থান বা যন্ত্ৰ-পাতিৰ বিশেষ পৰিবৰ্তন নঘটায়।

(৫) যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামৰ উপৰ্য্যুপৰি ব্যৱহাৰ হোৱাৰ কাৰণে এনে বিষয়ত মূলধনৰ বিনিয়োগ কম হয়।

(৬) শ্ৰমিকৰ কাৰ্য্যদক্ষতাৰ সুব্যৱহাৰ প্ৰক্ৰম পদ্ধতিত সদায়েই লক্ষণীয় হয়।

**অপকাৰসমূহ ( Demerits ) :** প্ৰক্ৰম পদ্ধতিৰ অসুবিধা বা আসোঁৱাহসমূহ হৈছে উৎপাদনত অধিক সময়ৰ আৱশ্যক। উৎপাদন নিয়ন্ত্ৰণ কঠিন হয়, অধিক মজিয়া স্থানৰ ( Floor space ) প্ৰয়োজন, বস্তু চালনাত স্বয়ংক্ৰিয় যন্ত্ৰ-পাতিৰ ব্যৱহাৰ কষ্টদায়ক হোৱা হেতু অধিক সময়ৰ অপচয় হয়, আধৰুৱা কৰ্ম প্ৰক্ৰিয়া ( Work-in Progress ) সূচী অযথা বৃহৎ হয়, প্ৰক্ৰমত সামগ্ৰীৰ পুনৰ ব্যৱহাৰ বা উপৰ্য্যুপৰি ব্যৱহাৰ অত্যধিক হয়। শিল্পজাত দ্ৰব্যৰ তালিকা ( Finished goods inventory ) বৃদ্ধি কৰাৰ প্ৰৱণতা ( Tendency ) প্ৰক্ৰম পদ্ধতিত সততেই লক্ষ্য কৰা যায়।

**(১০) সংক্ষিপ্ত বিৱৰণ কাৰখানা সজ্জা ( Synopsis layout of work shop ) :** কাৰখানা সজ্জা ব্যৱস্থা থূলমূলকৈ অনেক ভাৱে কৰিব পাৰি—উদ্যোগ প্ৰকল্পৰ কাৰখানাবোৰ আৰু অন্যান্য সংশ্লিষ্ট বিভাগসমূহৰ বিন্যাস উদ্যোগৰ প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰে। সকলো ধৰণৰ



উদ্যোগৰ প্ৰকল্পৰ বাবে সকলো প্ৰকাৰ কাৰখানা বা বিভাগৰ প্ৰয়োজন নহয়। প্ৰকল্পৰ কাৰখানাসমূহৰ বিভাজনো প্ৰকল্পৰ আকাৰ অনুযায়ী কম বা বেছি হ'ব পাৰে ; কিন্তু কাৰখানাসমূহৰ বিন্যাস ৰচনা এনেভাৱে হোৱা উচিত যাতে প্ৰক্ৰমৰ অনুক্ৰম ( Sequence of Processes ) সুৰক্ষিত হয়, সমন্বয় সাধন হয়, অন্তৰীণ সামগ্ৰীৰ চলাচল সুগম হয়, আৰু ভৱিষ্যত সম্প্ৰসাৰণৰ ব্যৱস্থা থাকে।

তদনুৰূপ আবাস গৃহৰ গাঁঠনিৰ ৰূপায়ণ এনেভাৱে হোৱা প্ৰয়োজন যাতে ভৱিষ্যতে তাক আঁচনি অনুসৰি সম্প্ৰসাৰণ কৰিব পাৰি। এই গৃহ আঁচনি ইংৰাজী আই—(I) এল (L) এইচ্ (H), ই (E), ইউ (U) আখৰৰ গঠন ৰীতিৰ দৰে হ'ব পাৰে।

এই শিল্প উদ্যমৰ প্ৰয়োজনীয় উপাদানসমূহ নিম্ন লিখিত কাৰখানা আৰু অন্যান্য বিভাগৰদ্বাৰা গঠিত হ'ব পাৰে। কোনো কোনো উদ্যোগৰ শিল্প প্ৰক্ৰমত ইয়াৰ ব্যতিক্ৰম হোৱা স্বাভাৱিক ; কিন্তু সাধাৰণতে থকা কাৰখানা বা বিভাগসমূহ এনে ধৰণৰ—

(১) কেঁচা মালৰ গুদাম ( Raw materials storage ) আৰু শিল্পজ সামগ্ৰীৰ গুদাম ( Finished goods store )।

(২) মধ্যৱৰ্তী কৰ্ম প্ৰক্ৰিয়াৰ সঞ্চয় স্থান (Intermediate storage)

(৩) উৎপাদন বিভাগবোৰ (Manufacturing Departments)

(৪) সমষ্টি যুক্ত কৰা বিভাগ ( Assembly Department )।

(৫) শান শাল আৰু মেৰামতি বিভাগ ( Grinding and Repair Department )।

(৬) আহিলা-পাতিৰ কোঠা ( Tool Room )।

(৭) খট্-খটি ( Stair case ), উত্তোলক ( Lift ) হল ( Hall ) বেল্ট ওৱেজ ( Belt ways ) বিভাগ।

(৮) নক্সা বা ড্ৰাফ্টিং বিভাগ ( Drafting Department )।

(৯) আঁচনি বিভাগ ( Planning Department )।

(১০) শৌচাগাৰ, স্নানাগাৰ, জিৰণি কোঠা বিভাগ ( Lavatory & Rest Room )।

(১১) পৰীক্ষণ আৰু অনুশীলন কোঠা ( Test Room )।

(১২) ইন্ধন বা শক্তি বিভাগ ( Power Plant Department )।

(১৩) পানী সৰবৰাহ বিভাগ ( Water Supply Department )।

(১৪) সাধাৰণ কাৰ্য্যালয় ( General office ) আৰু পৰিদৰ্শন বিভাগ।

(১৫) ইয়াৰ্ড বিভাগ ( Yard Department )।

(১৬) পেকিং ( Packing ) মাৰ্কিং ( Marking ) আৰু প্ৰেৰণ বিভাগ ( Despatch Department )।

**(১১) কাৰ্য্যালয় ( Office ) ঃ** আধুনিক ব্যৱসায় সংগঠনৰ স্নায়ু-কেন্দ্ৰ হ'ল কাৰ্য্যালয়। কাৰ্য্যালয় হৈছে কাৰ্য্যকাৰিতাৰ উহ ( Spring of activities ) আধুনিক ব্যৱসায়ৰ সকলো কাৰ্য্যৰ পৰিচালনা কাৰ্য্যালয়ৰ নিয়ন্ত্ৰণাধীন। ক্ৰয়, বিক্ৰয় বজাৰকৰণ, প্ৰচাৰ আৰু বিজ্ঞাপন, বিত্ত সংগঠন, হিচাপ পত্ৰ সংৰক্ষণ পৰিচালন ইত্যাদিয়েই ব্যৱসায়ৰ কাৰ্য্যকাৰিতা। কাৰ্য্যালয়ে ব্যৱসায়ৰ নীতি নিৰ্ণয় কৰে, উৎপাদন আঁচনি প্ৰস্তুত কৰে, উৎপাদনৰ মূল্যায়ন কৰে, বজাৰ অনুসন্ধান আৰু গৱেষণা কৰে আৰু সকলো কাৰ্য্যকলাপৰ মাজত নিয়ন্ত্ৰণ আৰু সমন্বয় সাধন কৰে। সাধাৰণতে ব্যৱসায় সংগঠনৰ সমূহ কাৰ্য্যক কাৰ্য্যালয়ে কেন্দ্ৰীভূত কৰি তাৰ নিয়ন্ত্ৰণ নিজৰ হাতত ৰাখে। অৰ্থাৎ ব্যৱসায়ৰ প্ৰশাসন সম্পূৰ্ণই কাৰ্য্যালয়ৰ নিজা। ব্যৱসায়ৰ গতি প্ৰকৃতি, নতুন উদ্ভাৱন, নতুন ব্যৱসায়ৰ পদ্ধতিৰ অনুশীলন, দক্ষতাপূৰ্ণ পৰিচালন আদি কাৰ্য্যসমূহো কাৰ্য্যালয়ে পৰিচালনা কৰে।



সেয়ে ব্যৱসায়িক কাৰ্য্যালয়ৰ সকলোতে প্ৰযোজ্য হোৱা সাধাৰণ কাৰ্য্যসমূহ হৈছে,—

(১) বিভিন্ন বিভাগৰ পৰিচালনা আৰু নিয়ন্ত্ৰণ।

(২) বিভিন্ন বিভাগৰ মাজত সমন্বয় সাধন।

(৩) নতুন উৎপাদন আঁচনিৰ উদ্ভাৱন আৰু তাৰ প্ৰয়োগ।

(৪) গুৰুত্বপূৰ্ণ ব্যৱসায় নীতিৰ উদ্ভাৱন।

(৫) বজাৰ অনুসন্ধান, ব্যৱসায়ৰ যোগাযোগ আৰু বা-বাতৰি সংগ্ৰহ কৰি তাক বিভাগীয় ভিত্তিত বন্টন।

(৬) শ্ৰমিক কৰ্মীৰ কৰ্মভাৰ (workload) মূল্যায়ন, কৰ্ম বিশ্লেষণ, বিষয়া অনুসৰি তাৰ দায়িত্ব আৰু ক্ষমতাৰ বন্টন।

(৭) নতুন কৰ্মী, কৰ্মচাৰী আৰু বিষয়াৰ ভৰ্তিকৰণ, প্ৰশিক্ষণ আৰু উপযুক্ত স্থান কৰণ ( placement )।

(৮) বিভিন্ন বিভাগলৈ সময় অনুসৰি কৰ্ম সম্পাদনৰ নিৰ্দেশ। জ্ঞাপন।

(৯) ব্যৱসায়ৰ সম্পূৰ্ণ বা-বাতৰি সংগ্ৰহ কৰি, তাক সুন্দৰকৈ সজাই পৰাই ( Arranging ) অভিলেখ হিচাপে সংৰক্ষণ।

(১০) ব্যৱসায় সম্পত্তিৰ ন্যাস ধাৰিতাৰ (Trustee ship) দায়িত্ব গ্ৰহণ।

(১১) ব্যৱসায়ৰ সকলো কাৰ্য্যৰ কেন্দ্ৰীকৰণ আৰু নিয়ন্ত্ৰণ।

উল্লেখিত কাৰ্য্যসমূহ ৰূপায়িত কৰা 'কাৰ্য্যালয়', ব্যৱসায়ৰ মধ্যবিন্দু স্বৰূপ। কাৰ্য্যালয়েই আচলতে কৰ্তৃপক্ষৰ প্ৰকৃত সেৱক। উল্লেখযোগ্য যে, ওপৰত দেখুওৱা কাৰ্য্যালয়ৰ কাৰ্য্যসমূহৰ অন্যতম প্ৰধান কাৰ্য্য হ'ল সমন্বয় সাধন, যোগাযোগ স্থাপন আৰু নিয়ন্ত্ৰণ।

সমন্বয় সাধনৰ পৰিসৰ বৃহৎ ; বিভিন্ন বিভাগৰ মাজত সমন্বয় সাধনৰ উপৰিও বিভিন্ন ব্যৱসায় প্ৰতিষ্ঠানৰ মাজত সমন্বয়, বিভিন্ন ব্যৱসায়

সংস্থাই উৎপাদন কৰা দ্ৰব্যৰ সমন্বয় আৰু বিশিষ্টী কৰণৰ সমন্বয় সাধনেই প্ৰধান। তেনেদৰে উৎপাদনৰ বিভিন্ন উপাদান, ব্যৱসায় সামগ্ৰী বজাৰকৰণৰ বেলিকা গ্ৰাহক কেঁচা-মাল ক্ৰয়ৰ ক্ষেত্ৰত সৰবৰাহকাৰী, উৎপাদন আৰু কাৰিকৰী বিশেষজ্ঞৰ লগত যোগাযোগ স্থাপন কৰাই যোগাযোগৰ অন্যতম প্ৰধান কাৰ্য্য। সকলো কাৰখানা, উৎপাদন, উৎপন্ন দ্ৰব্য আৰু কৰ্মী বিষয়াৰ ওপৰত কাৰ্য্যালয়ৰ প্ৰকৃত নিয়ন্ত্ৰণ সুসংহত কৰা হয়।

ব্যৱসায়ৰ কৰ্তৃপক্ষক উপৰোক্ত কাৰ্যসমূহে, ব্যৱসায় সংক্ৰান্তত যি কোনো সিদ্ধান্ত গ্ৰহণ কৰাত কাৰ্য্যালয় সহায়ক হোৱা হেতু কাৰ্য্যালয়ক ব্যৱসায়ৰ প্ৰধান নিয়ন্ত্ৰণ কেন্দ্ৰ বুলি চিহ্নিত কৰা হয়।

**(১২) কাৰ্য্যালয় সজ্জা (Office Layout) ঃ** কাৰ্য্যালয়ৰ কৰ্মচাৰী সকলৰ কাৰ্য্যকাৰিতা, সমন্বয় আৰু সহযোগিতাৰ দ্বাৰা কৰ্মক্ষম কৰি তুলিবলৈ কাৰ্য্যালয় সজ্জাৰ প্ৰয়োজন; কিন্তু এই কাৰ্য্যালয়, সজ্জা, ব্যৱসায়ৰ প্ৰকৃতি আৰু কাৰ্য্য-ক্ষেত্ৰৰ ওপৰত নিৰ্ভৰশীল। ক্ষুদ্ৰ ব্যৱসায়ত কাৰ্য্যালত সজ্জাৰ প্ৰয়োজন অত্যাৱশ্যকীয় নহলেও, বৃহৎ ব্যৱসায়ত ই অতি অপৰিহাৰ্য্য বিষয়। বৃহদাকাৰ উদ্যোগৰ কাৰ্য্যালয় সজ্জা সহজ নহয়, ই বহু ধৰণৰ জটিল সমস্যাৰ সৃষ্টি কৰে আৰু কাৰ্য্যদক্ষ সজ্জাকৰণৰ বাবে বিশেষ জ্ঞানৰো আৱশ্যক হয়। কাৰ্য্যালয় সজ্জাৰ কোনো সুনিৰ্দিষ্ট নিয়ম বা পদ্ধতি নাই। তথাপি বিজ্ঞানসন্মত সজ্জা-কৰণৰ বাবে কেইটামান সাধাৰণ নিয়ম মানি চলিব লাগে।

কাৰ্য্যালয় সজ্জাকৰণ বিষয়ত যি কেইটি বিশেষ উপাদানে বিশেষ ভাবে ক্ৰিয়া কৰে, যি উপাদান ব্যতিৰেকে সজ্জাকৰণ সম্ভৱ নহয়, সেই উপাদান কেইটিৰ সংক্ষিপ্ত বৰ্ণনা তলত দিয়া হ'ল।

কাৰ্য্যালয় সজ্জাৰ উপাদান কেইটি

(ক) কাৰ্য্যালয়ৰ অৱস্থান ( Location ),



(খ) কাৰ্য্যালয়ৰ আভ্যন্তৰীণ ঠাই ( Space ),

(গ) পৰিবেশ ( Environment ),

(ঘ) আচবাব পত্ৰ আৰু আহিলা-পাতি ( Furniture & Equipment ),

(ঙ) গঢ় ( Appearance ),

(চ) মনোৰঞ্জন ( Recreation ),

(ছ) বিভাগীয়কৰণ,

(জ) প্ৰাকৃতিক বিপদ প্ৰতিৰোধ ব্যৱস্থা (Preventive measure for natural calamity )

(ঝ) অভাৰ্থনা কোঠা ( Reception room ) আদিয়েই প্ৰধান।

**(ক) কাৰ্য্যালয়ৰ অৱস্থান ( Location ) ঃ** কাৰ্য্যালয়ৰ আদৰ্শ স্থানীয় অৱস্থান সাধাৰণতে নগৰৰ, ব্যৱসায়ৰ ব্যস্ত অঞ্চলত হোৱা আৱশ্যক; কিন্তু সেই ঠাইলৈ সকলো প্ৰান্তৰ পৰা সকলো দিশৰ পৰা যাতায়াতৰ সুবিধা থাকিব লাগে।

নগৰৰ সমীপস্থ অঞ্চলত অৱস্থিত প্ৰকল্পৰ কাৰ্য্যালয়ৰ অৱস্থান, যাতাযাত, টকা-কড়িৰ লেন দেন, বীমা ব্যৱসায়, নিৰাপত্তামূলক ব্যৱস্থা থকা ঠাইৰ মধ্যৱৰ্তী স্থানত হলে অধিক সহজ সুলভ হয়। প্ৰকল্পৰ বিভিন্ন বিভাগৰ অৱস্থানৰ পৰিপ্ৰেক্ষিতত কাৰ্য্যালয়ৰ অৱস্থান নিৰ্ণয় কৰাও আন এক আদৰ্শ স্থানীয় নিয়ম।

আভ্যন্তৰীণ বা ভিতৰুৱাল অঞ্চলত প্ৰতিষ্ঠিত প্ৰকল্পৰ প্ৰধান কাৰ্য্যালয় প্ৰকল্পৰ লগতে স্থাপন হলেও, আপাততঃ আধুনিক ব্যৱসায় সংগঠন ব্যৱস্থাত এক বিকল্প পন্থাও অৱলম্বন কৰা দেখা যায়। এনে ভিতৰুৱাল অঞ্চলত প্ৰতিষ্ঠিত প্ৰকল্পৰ কৰ্তৃপক্ষই ওচৰৰ কোনো প্ৰধান চহৰত, চহৰৰ জনবহুল ব্যস্ত ব্যৱসায় অঞ্চলত ব্যৱসায়ৰ বিক্ৰয় কাৰ্য্যালয় স্থাপন কৰাৰ এক নিয়ম প্ৰবৰ্তিত হৈছে। তেনে ব্যৱসায়িক কাৰ্য্যালয়ৰ

অৱস্থান নগৰৰ কেন্দ্ৰীয় ঠাইত হোৱা বাঞ্ছনীয়। কাৰ্য্যালয়ৰ অৱস্থানে ব্যৱসায়ত বিক্ৰয় ক্ষমতাৰ সম্প্ৰসাৰণ বা সংকোচন কৰাত এক মৌলিক ভিত্তি ৰচনা কৰে।

[খ] **কাৰ্য্যালয়ৰ ঠাই ( Space ) ঃ** ব্যৱসায়ৰ প্ৰকৃতি আৰু ভিন ভিন বিভাগৰ সংখ্যাৰ ওপৰত কাৰ্য্যালয়ৰ ঠাই নিৰ্ণীত হয়। সাধাৰণতে প্ৰতিজন কৰ্মী বা কৰ্মচাৰীৰ কাৰ্য্যালয়ত, কৰ্ম সম্পাদন কৰাৰ ঠাই আহল বহল ( Spacious ) হ'ব লাগে, অৱশ্যে ই মিতব্যয়ী ভিত্তিক হোৱা উচিত। কাৰ্য্যালয়ৰ ভিতৰৰ কৰ্মী, কৰ্মচাৰী আৰু বাহিৰা মানুহৰ চলাচলত কোনো ধৰণৰ প্ৰতিবন্ধকতা থাকিব নালাগে। বৰঞ্চ ই দ্ৰুততৰ হোৱা উচিত যাতে কৰ্মীৰ মাজত যোগাযোগ ধৰতকীয়া আৰু সহজ হয়। তদুপৰি ব্যৱসায় সম্প্ৰসাৰণৰ লগে লগে কাৰ্য্যালয়ৰ সম্ভাব্য পৰিসৰ বৃদ্ধি কৰিবলৈ পৰ্য্যাপ্ত ঠাই থকা উচিত। গতিকে কাৰ্য্যালয়ৰ নিৰ্মাণ সদায় সম্প্ৰসাৰণ উপাদানলৈ লক্ষ্য ৰাখি কৰা প্ৰয়োজন।

[গ] **পৰিবেশ ( Environment ) ঃ** যথোপযুক্তভাৱে বতাহ চলাচল আৰু পোহৰ উজ্জলতৰ কৰাৰ ব্যৱস্থা কাৰ্য্যালয়ৰ ঘৰ নিৰ্মাণত থাকিব লাগে, যাতে প্ৰতিজন কৰ্মীয়ে কৰ্তব্য সম্পাদনৰ কাৰণে পৰ্যাপ্ত ঠাই, পোহৰ আৰু বতাহ পায়। দুৱাৰ-খিৰিকীবোৰ আকাৰত ডাঙৰ হ'ব লাগে আৰু ই পোহৰ আৰু বতাহ চলাচলৰ বাহক হোৱা উচিত। কৃত্ৰিম পোহৰৰ বাবে কাৰ্য্যালয় ঘৰৰ বেৰৰ ৰং পাতল বৰণ হোৱা ভাল। সেই পোহৰ পৰ্য্যাপ্ত পৰিমাণৰ চমকহীন আৰু সমভাৱে চৌদিশ প্ৰসাৰিত হোৱা আৱশ্যক। কাৰ্য্যালয়ৰ ঘৰ নিৰ্মাণ সদায় কোঢ়াল শোহন (Noise absorption) ব্যৱহাৰে তৈয়াৰী হ'ব লাগে, যাতে বাহিৰৰ কোনো ধৰণৰ উত্তেজনা, গণ্ডগোল বা একাগ্ৰতা ভংগ কৰা কাৰ্য্যই কাৰ্য্যালয়ৰ ভিতৰৰ কৰ্মীক কৰ্তব্যত বাধা দিব নোৱাৰে। বৰ্তমান কাৰ্য্যালয়, নিৰ্মাণ ব্যৱস্থাত শীত-তাপ নিয়ন্ত্ৰণ কৰা পদ্ধতি



প্ৰধান প্ৰধান ব্যৱসায় অঞ্চলসমূহত প্ৰচলন হৈছে। এনে শীত-তাপ নিয়ন্ত্ৰণ ব্যৱস্থাই কৰ্মী কৰ্মচাৰীৰ কাৰ্য্য দক্ষতা বৃদ্ধিত সহায়ক হৈছে যাৰ প্ৰতিফলন ব্যৱসায়ত পৰিলক্ষিত হোৱা ক্ৰমাগতভাৱে দেখা গৈছে।

[ঘ] **আচবাব পত্ৰ আৰু সা-সঁজুলি ( Furniture & Equipment ) ঃ** যেনেকৈ কাৰ্য্যালয়ৰ অৱস্থান ঠাই আৰু পৰিবেশে কাৰ্য্যালয় সজ্জাত বিশেষ বৰঙণি যোগায়, কাৰ্য্যালয়ৰ কৰ্মীদলৰ কাৰ্য্যদক্ষতা বঢ়োৱাত সহায়ক হয়, ঠিক তেনেকৈয়ে কাৰ্য্যালয়ৰ আচবাব-পত্ৰ আৰু আহিলা-পাতিয়েও কাৰ্য্যালয় সজ্জাত বিশেষ বৰঙণি আগবঢ়ায়।

কাৰ্য্যালয়ৰ আচবাব-পত্ৰ সতৰ্কতাৰে নিৰ্বাচন কৰিব লাগে। এটা কাৰ্য্যালয়ক তিনি প্ৰকাৰ আচবাব-পত্ৰৰ প্ৰয়োজন হয়, যথা—(ক) বিষয়া স্থানীয় আচবাব-পত্ৰ ( Executive Furniture ),

(খ) বিশেষ উদ্দেশ্যৰ আচবাব-পত্ৰ ( Special Purpose Furniture )।

(গ) কেৰাণীগিৰি সংক্ৰান্ত আচবাব-পত্ৰ (Clerical Furniture)।

(ক) বিষয়া পৰ্য্যায়ৰ আচবাব-পত্ৰ উন্নত, উচ্চমান বিশিষ্ট আৰু মসৃণ হয়। কাৰ্য্যবাহী স্তৰৰ বিষয়াৰ আচবাব-পত্ৰক ব্যৱসায় সংস্থাৰ সাধাৰণ ৰূপ বিন্যাস উন্নীত পৰ্য্যায়লৈ নিয়াৰ কৌশল হিচাপে লোৱা হয়।

(খ) সাজ সৰঞ্জামৰ উপযোগী, কেন্টিন ( Canteen ), অভ্যৰ্থনা কোঠা ( Reception Room ), খোৱা ঘৰ ( Dining Hall ) উপযোগী আচবাব পত্ৰই হৈছে বিশেষ ধৰণৰ আচবাব-পত্ৰ।

(গ) সাধাৰণ উপযোগী আৰ্হিত তৈয়াৰী আচবাব-পত্ৰক কেৰানিগিৰি সংক্ৰান্ত আচবাব-পত্ৰ কোৱা হয়। এনে আচবাব-পত্ৰৰ ব্যৱহাৰে কৰ্তব্য সম্পাদন সহজ কৰে। অৰ্থনৈতিক দিশৰ পৰা এনে আচবাব-পত্ৰ ক্ৰয়ৰ ক্ষেত্ৰত বিশেষ মিতব্যয়ী হোৱা দৰকাৰ। আচবাব-পত্ৰৰ মূল্যৰ লগত তাৰ গুণ, মান আৰু সৌন্দৰ্য্যৰ প্ৰতিও লক্ষ্য ৰখা উচিত। আচবাব

পত্ৰই যাতে অযথা অধিক ঠাই নলয় তাৰ প্ৰতি দৃষ্টি ৰাখি আচবাব-পত্ৰ সংগ্ৰহ কৰা ভাল।

কাৰ্য্যালয় সংগঠন আৰু সজ্জিত কৰণত আচবাব-পত্ৰ বিশেষ উপাদান হোৱা সত্বেও ভাৰতবৰ্ষত ই এতিয়াও প্ৰয়োজনীয় স্বীকৃতি পোৱা নাই।

কাৰ্য্যালয়ত সহজ আৰু সুষম কাৰ্য্য পৰিচালনাৰ কাৰণে আৱশ্যকীয় উপকৰণৰ ভিতৰত নানান সা-সঁজুলি পৰে নথীভুক্তি আৰু অভিলেখ সঁজুলি যোগাযোগ ব্যৱস্থাসমূহ, নকল আৰু ছপা কাৰ্য্যৰ সঁজুলি, কৰ্ম-সম্পাদনৰ আধুনিক শ্ৰম লাঘৱ যান্ত্ৰিক সা-সঁজুলি আদিয়েই কাৰ্য্যালয় যথোপযুক্তভাৱে সজ্জিত কৰাৰ অন্যতম ঘাই সঁজুলি। অৱশ্যে এনে সঁজুলি ক্ৰয় কৰিবলৈ যোৱাৰ আগতে ইয়াৰ মিতব্যয়ীতালৈ নিয়ত লক্ষ্য ৰখা দৰকাৰ। সম্প্ৰতি আধুনিক কাৰ্য্যালয়সমূহত সুদৃঢ় কোঠাৰ ( Strong Room ) ব্যৱস্থা প্ৰচলন হৈছে।

[ঙ] গঢ় ( **Appearance** ) ঃ কাৰ্য্যালয়ৰ গঢ় বা গঠন প্ৰণালী বাহিৰৰ জন সাধাৰণ আৰু গ্ৰাহকৰ বিশ্বাস আৰু মনোযোগ আকৰ্ষণ কৰিব পৰাকৈ স্পষ্ট উজ্জ্বল আৰু আধুনিক হোৱা উচিত। গৃহ প্ৰাংগণৰ ৰূপ বিন্যাসে ব্যৱসায় প্ৰতিষ্ঠানৰ নাম আৰু পদ মৰ্য্যাদা অক্ষুণ্ণ ৰাখিব পাৰিব লাগে। কাৰ্য্যালয়ৰ গঠন প্ৰণালী ৰুটিনৰ দৰে নহৈ ই আধুনিক ৰুচি প্ৰতিফলন হ'ব পৰাকৈ সৰ্বাংগ সুন্দৰ আৰু অনুপ্ৰেৰণাদায়ক হোৱা উচিত।

[চ] **মনোৰঞ্জন ( Recreation )** ঃ কাৰ্য্যালয়সমূহ কৰ্মচাৰী আৰু বিষয়াৰ কাৰণে যথোপযুক্ত সকলো ধৰণৰ সুযোগ সুবিধা আগ-বঢ়োৱা উচিত। উক্ত সুযোগ-সুবিধা বিষয়ত—কেন্টিন, জিৰনি আৰু বিশ্ৰাম কোঠা, পৰীক্ষণ কোঠা, শৌচাগাৰ, স্নানাগাৰ, ভোজনালয় আদি সন্নিবিষ্ট হয়।

[ছ] **বিভাগীয় কৰণ ( Departmentalisation )** ঃ আধুনিক ব্যৱসায় সংগঠনৰ ওপৰত নিৰ্ভৰ কৰি ব্যৱসায়ৰ নানান কাৰ্য্য সহজ ভাৱে পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰিবলৈ কাৰ্য্যালয়ত কৰ্ম অনুসৰি বিভিন্ন বিভাগৰ সৃষ্টি কৰা হয়, যাক বিভাগীয় কৰণ বোলা হয়। পুনৰ এই বিভাগসমূহৰ কাৰ্য্য নিয়ন্ত্ৰণ সহজ কৰিবলৈ, ব্যৱসায়ৰ বিশেষ প্ৰয়োজনীয়তা পূৰণ কৰিবলৈ, বিভাগ বোৰৰ আবাসিক স্থান আঁচনি অনুযায়ী সংস্থাপন কৰিব লাগে। উদাহৰণ স্বৰূপে ক'ব পাৰি নগদ বিভাগৰ লগত হিচাপ পত্ৰৰ বিভাগ ( Accounts deptt. ) বিক্ৰয় বিভাগৰ লগত প্ৰচাৰ বিভাগ ওচৰা-ওচৰিকৈ সংস্থাপন হলে অধিক ফলপ্ৰদ হয়। এনে আঁচনিয়ে কাৰ্য্যালয়ৰ সাধাৰণ কাৰ্য্য ক্ষমতা বৃদ্ধি কৰে আভ্যন্তৰীণ কৰ্ম পৰীক্ষণ ( Internal check ) সুচল কৰে, আৰু বিভিন্ন বিভাগৰ মাজত সহযোগ আৰু সমন্বয় সাধন কৰা উজু হয়। বিভাগীয়কৰণে কাৰ্য্যালয়ৰ প্ৰয়োজনীয়তা পালন কৰিবলৈ সুযোগ দিয়ে।

[জ] **প্ৰাকৃতিক বিপদ প্ৰতিৰোধ ব্যৱস্থা ( Preventive Measure for Natural Calamity )** ঃ বজ্ৰ, অগ্নি, ভূমিকম্প আদি প্ৰাকৃতিক বিপদৰ পৰা হাত সাৰিবলৈ লব লগা ব্যৱস্থাৱলীও কাৰ্য্যালয় সজ্জাৰ আন এটি প্ৰয়োজনীয় উপাদান।

কাৰ্য্যালয় ঘৰত বজ্ৰপাত নিবাৰণৰ উপায় হিচাপে বজ্ৰ নিৰোধ ৰড ( Rod ) বা বজ্ৰ নিবাৰক ব্যৱস্থা সংযোজিত কৰিব লাগে। অগ্নি-ভয়ৰ কাৰণে কাৰ্য্যালয় ঘৰ নিৰ্মাণত ফায়াৰ ব্ৰিক' (Fire brick) ব্যৱহাৰৰ উপৰিও অগ্নি প্ৰতিৰোধৰ বাবে জুই নুমোৱা যন্ত্ৰ বা তৎজাতীয় প্ৰতিৰোধ ব্যৱস্থা কাৰ্য্যালয়ৰ স্থান বিশেষে সংস্থাপন হোৱা নিতান্তই অপৰিহাৰ্য্য। কাৰ্য্যালয় প্ৰাংগণৰ চাৰিও কাষে সুকাঠী জোপোহা জোপোহা গছ-গছনি ৰোৱা, ধুমুহা বতাহৰ আগজাননী দিয়া বেৰোমিটাৰ আদি ৰখা কাৰ্য্যালয় সজ্জাৰ লাগতিয়াল অংগ।

[ঝ] অভ্যৰ্থনা কোঠা (Reception Room): অতাৰিক ব্যৱসায়ী কাৰ্য্যালয়বোৰত গ্ৰাহক, সম্ভাব্য গ্ৰাহক আৰু দৰ্শক আদিৰ-বাবে অভ্যৰ্থনা কোঠা অথবা অনুসন্ধান কোঠা খোলাৰ নিয়ম প্ৰবৰ্তিত হৈছে। এনে অভ্যৰ্থনা কোঠাৰ দায়িত্বভাৰ এজন বুধিয়ক, অৰ্হতাসম্পন্ন আৰু প্ৰশিক্ষণপ্ৰাপ্ত কৰ্মচাৰীৰ হাতত দিয়া হয়। অভ্যৰ্থনা কোঠাৰ ভাৰপ্ৰাপ্ত কৰ্মচাৰীজনে সহজে গ্ৰাহক আৰু সম্ভাব্য গ্ৰাহকৰ মাজত পাৰ্থক্য নিৰ্ধাৰণ কৰিব পাৰে। যিবোৰ কাৰ্য্যালয়ত দৰ্শক, গ্ৰাহক আৰু সম্ভাব্য গ্ৰাহকৰ উপস্থিতি অধিক, তেনে কাৰ্য্যালয়ত বাতৰি কাগজ আলোচনী, ব্যৱসায় সাময়িকী, উদ্যোগ-পত্ৰ আৰু কিতাপ-পত্ৰ আদিৰ এটি বিশেষ পাঠাগাৰ সংস্থাপন কৰা, কাৰ্য্যালয় সজ্জাৰ আন এক প্ৰয়োজনীয় উপাদান।

ওপৰত আলোচিত উপাদানখিনিক কাৰ্যালয় সজ্জাৰ প্ৰাথমিক চৰ্ত হিচাপে গ্ৰহণ কৰিব পাৰি। ইয়াৰ উপৰিও কাৰ্য্যালয় সজ্জা বিষয়ত, কাৰ্য্যালয়ৰ সমুখত বিভিন্ন বিভাগলৈ প্ৰবেশ পত্ৰ চিহ্নিত কৰি পথ চিহ্ন দিব পাৰি। সাম্প্ৰতিকে কাৰ্য্যালয় ঘৰৰ ঠাই আৰু সময় বচাবৰ কাৰণে কাৰ্য্যালয় ঘৰ নিৰ্মাণত ক্ষুদ্ৰ ক্ষুদ্ৰ কোঠাৰ পৰিবৰ্তে ডাঙৰ কোঠালী সজাৰ নিয়ম প্ৰচলন হৈছে।

**কাৰ্য্যালয় সংগঠনৰ প্ৰাথমিক উপাদান (Primary Factors in Organisation):** কাৰ্য্যালয় সজ্জা বিষয়ৰ উপৰোক্ত উপাদান কেইটিয়ে কাৰ্য্যালয় সংগঠনত যথেষ্ট বৰঙণি আগবঢ়ায়। কাৰ্য্যালয় সজ্জা উৎপাদনৰ কেইটামান উপাদান, সংগঠনৰো অন্যতম প্ৰধান উপাদান। উক্ত উপাদানৰ উপৰিও আৰু দুটামান উপাদান সংগঠন বিষয়ত সংযোজিত হয়। সেই প্ৰাথমিক উপাদান হ'ল—কাৰ্য্যালয়ৰ কৰ্মচাৰী আৰু কাৰ্য্যালয়ৰ মনোহাৰী সামগ্ৰী আৰু প্ৰপত্ৰসমূহ।

**কাৰ্য্যালয়ৰ কৰ্মচাৰী (Office staff):** কাৰ্য্যালয় সংগঠনৰ



প্ৰধান সমস্যা হৈছে কাৰ্য্যালয়ৰ কৰ্মচাৰী। ব্যৱসায়িক কাৰ্য্যালয়ৰ দক্ষকাৰ্য্যতা কৰ্মচাৰীৰ গুণ আৰু কৰ্ম ক্ষমতাৰ ওপৰত নিৰ্ভৰ কৰে। গতিকে সুনিৰ্দিষ্ট কৰ্মৰ বাবে উপযুক্ত কৰ্মচাৰী নিৰ্বাচন কৰা আৰু বাছনিৰ পৰৱৰ্তী অৱস্থাত যথাৰ্থ প্ৰশিক্ষণৰ ব্যৱস্থা কৰাই সংগঠনৰ বান্তৱ সমস্যা। বস্তুতঃ কাৰ্য্যালয়ৰ কাৰ্যসমূহক দুটা থাই ভাগত বিভক্ত কৰা হয়, যথা—বিশেষ জ্ঞান বিশিষ্ট কৰ্ম (Work of specialised knowledge) আৰু সাধাৰণ ৰুচি নিৰ্ভৰ কৰ্ম (Work of general aptitude)।

যি কৰ্মত বিশেষ জ্ঞান, বিদ্যা বা প্ৰশিক্ষণৰ প্ৰয়োজন হয়, যেনে—ষ্টেনোগ্ৰাফী (Stenography), টেলিগ্ৰাফী (Telegraphy), একাউন্টেন্সী (Accountancy), মেনেজমেন্ট) আদি তেনে কৰ্মক বিশেষ জ্ঞান বিশিষ্ট কৰ্ম বোলা হয়। যি কৰ্মৰ বাবে সাধাৰণ বিচাৰ বিবেচনা আৰু ক্ষিপ্ৰ ভাৱে কৰ্ম কৰাৰ অভ্যাসৰ প্ৰয়োজন, তেনে কৰ্মক সাধাৰণ ৰুচি নিৰ্ভৰ কৰ্ম বোলে।

কাৰ্য্যালয়ৰ সকলো বিভাগতে উপযুক্ত গুণ সম্পন্ন প্ৰয়োজনীয় কৰ্মীৰ নিযুক্তি হোৱা আৱশ্যক। বিভিন্ন বিভাগৰ বিভাগীয় মূৰব্বী আৰু সহকাৰীসকল, আৱশ্যকীয় অৰ্হতাসম্পন্ন, প্ৰশিক্ষণ প্ৰাপ্ত, দূৰ দৃষ্টি সম্পন্ন কৰ্মক্ষম হোৱা উচিত। সাধাৰণ কৰ্মচাৰীসকলৰ ভৰ্তিকৰণ মুকলি নিযুক্তি বজাৰৰ পৰা (Open Employment Market) হোৱা উচিত যাতে কৰ্ম অনুসৰি কৰ্মী নিযুক্তি সুচল হয়। নিযুক্তিকৰণৰ বাবে সাধাৰণভাবে প্ৰযোজ্য সকলো পদ্ধতিকেই, যথা—সাক্ষাৎকাৰ (Interview), ৰুচি-পৰীক্ষণ (Aptitude test), সাধাৰণ জ্ঞান পৰীক্ষা (General knowledge test) আদি প্ৰয়োগ কৰা উচিত। বিশেষ অৰ্হতা বা শিক্ষাৰ ক্ষেত্ৰত অন্যান্য পৰীক্ষণৰ উপৰিও দক্ষতা পৰীক্ষা (Proficiency Test) ব্যৱস্থাৰ প্ৰয়োগ অতি অপৰিহাৰ্য্য।

বিশেষ জ্ঞান বিশিষ্ট কৰ্মৰ বাবে দক্ষতা পৰীক্ষণ অতি লাগতিয়াল অৱশ্যে এনে কৰ্মত নিযুক্তিৰ ক্ষেত্ৰত শিক্ষাগত অৰ্হতাৰ বিবেচনাই সদায়েই অগ্ৰাধিকাৰ পায়। কাৰ্য্যালয়ৰ কৰ্মচাৰীৰ নিযুক্তি কোনো ক্ষেত্ৰতেই অতিৰিক্ত বা অপৰ্য্যাপ্ত হোৱা উচিত নহয়।

**কাৰ্য্যালয়ৰ মনোহাৰী সামগ্ৰী আৰু প্ৰ-পত্ৰসমূহ (Office Stationery & Forms) ঃ** কাৰ্য্যালয়ে ব্যৱহাৰ কৰা বিভিন্ন ধৰণৰ প্ৰপত্ৰ, মূল্য তালিকা, পেড্ (Pad), খাম, কাগজ-পত্ৰ আৰু অন্যান্য লিখন সঁজুলি আদি মনোহাৰী সামগ্ৰীৰ অন্তৰ্ভুক্ত। কাৰ্য্যালয়ৰ প্ৰ-পত্ৰসমূহৰ (Forms) গঠন প্ৰণালী, চিঠি-পত্ৰৰ ছপা, টাইপৰ কাম, মূল্য তালিকা, জাননী পত্ৰৰ লিখন পদ্ধতি, খাম, কাৰ্ড আদিৰ আকাৰ, গুণ, মান আদি উচ্চমান বিশিষ্ট হোৱা উচিত। এই সামগ্ৰীসমূহে ব্যৱসায় সংগঠনৰ আদৰ্শ স্থানীয় স্তৰৰ মান নিৰ্দেশ কৰে। যিবিলাক কাগজ-পত্ৰ, চিঠি-পত্ৰ, কেলেণ্ডাৰ (Calendar), নমুনা (Samples) গ্ৰাহকলৈ, সম্ভাব্য গ্ৰাহকলৈ আৰু জনসাধাৰণলৈ কাৰ্য্যালয়ৰপৰা ওলাই যায়, সেইবিলাক বৈশিষ্ট্যপূৰ্ণ হোৱা উচিত। সেই বৈশিষ্ট্যই গঠন শৈলী, লিখন পদ্ধতি, আকাৰ আয়তন, ছপা কাম, আৰু কাগজ পত্ৰ সকলোৰে ওপৰত ভেটি কৰি গঢ়ি উঠে।

ৰুলিং (Ruling), ব্যৱহাৰ কৰা কাগজ, কাগজৰ ৰং, ঠাই (Space), ছপা আখৰ, তাৰ আকাৰ ছপা আখৰ ব্যৱহাৰ শৈলী (style) নথী ভুক্তিৰ (Filing) সুবিধা আদি সকলো মিলি প্ৰপত্ৰ-সমূহৰ চানেকী প্ৰস্তুত হয়। এই চানেকী বা আৰ্হি এনে হোৱা উচিত যাতে ই ব্যৱহাৰ কৰিবলৈ সুচল হয়, চালনা (Handling) কৰিবলৈ সহজ হয় আৰু ইয়াৰ অপচয় (wastage) হ্ৰাস পায়।

থোৰতে কবলৈ গলে, কাৰ্য্যালয়ৰ মনোহাৰী সামগ্ৰীয়ে যাতে ব্যৱসায় সংস্থাৰ সুনাম বৃদ্ধি কৰিব পাৰে আৰু ই ব্যৱহাৰৰ উপযোগী,



মতৱাদী আৰু আকৰ্ষণীয় হয় তাৰ প্ৰতি দৃষ্টি ৰখা ব্যৱসায় কৰ্তৃপক্ষৰ কৰ্তব্য। এনে ধৰণৰ প্ৰাথমিক উপাদানসমূহৰ প্ৰতিও কৰ্তৃপক্ষ সজাগ হোৱা দৰকাৰ যাতে তত্ত্ব আৰু তথ্যপাতি, প্ৰক্ৰিয়া আৰু প্ৰণালী ফালৰ পৰা তেওঁলোকে সঠিক দিশত পদক্ষেপ কৰিব পাৰে।

**(১৩) বিভাগীয়কৰণ (Departmentalisation) ঃ**

**সূচনা (Introduction) ঃ** আধুনিক ব্যৱসায় উদ্যোগৰ যি কোনো প্ৰকল্পত অথবা যিকোনো ব্যৱসায় সংগঠনৰ কাৰ্য্যালয়ত, উৎপাদনৰ পৰিসৰ বৃদ্ধি হোৱাৰ ফলত, সংগঠনত অজস্ৰ সমস্যাৰ সৃষ্টি হয়, যাৰ কাৰণে সমগ্ৰ সংগঠনক বিভিন্ন কাৰ্য্যৰ ভিত্তিত বিভাজন কৰা হয়। সম্প্ৰতি এনে বিভাজন ব্যৱসায় বাণিজ্যত সাধাৰণ নিয়মত পৰিণত হৈছে। এনে বিভাজনৰ ফলত সৃষ্টি হোৱা বিভাগবোৰ, ব্যৱসায়ৰ প্ৰকৃতি, আকাৰ আৰু উৎপাদনৰ ওপৰত নিৰ্ভৰ কৰি, কম বা বেছি হ'ব তাৰ কোনো বিধিবদ্ধ নিয়ম নাই। ব্যৱসায়ত কাৰ্য্যকাৰিতা আৰু জটিলতা বৃদ্ধি পোৱাৰ লগে লগে সংগঠনত নিত্য নতুন বিভাগৰ সৃষ্টি হ'ব পাৰে।

বিভাগীয়কৰণ বুলিলে সাধাৰণভাৱে শ্ৰম বিভাজন (Division of labour) বুজায়। এনে প্ৰক্ৰিয়াৰদ্বাৰা বস্তুতঃ বৃহদাকাৰ কাৰ্য্যাত্মক (Functional) গোটক, সমষ্টি ভিত্তিত কিছুমান সৰু সৰু কাৰ্য্যাত্মক গোটলৈ ৰূপান্তৰ কৰা হয়। ক্ষুদ্ৰ কাৰ্য্যাত্মক গোট সমূহ বা বিভাগসমূহ কাৰ্য্যকাৰিতাৰ ক্ষেত্ৰত সহজ, আৰু প্ৰশাসনিক বিষয়ত নমনীয় হয়। প্ৰতিটো ক্ষুদ্ৰ গোট বা বিভাগ কাৰ্য্য (Functions) অনুযায়ী কৰ্ম আৰু কৰ্মচাৰীৰ সমষ্টি ভুক্ত কৰা হয়। ব্যৱসায় সংগঠনত বিভাগীয়-কৰণ সততে সমান্তৰীয় (Horizontal) ভিত্তিত হয় আৰু ইয়াৰ সম্প্ৰসাৰণত (Extension) কোনো ধৰণৰ প্ৰতিবন্ধকতা নাথাকে। বিভাগীয়কৰণে ব্যৱসায় পৰিচালনা (Management) সৰলীকৰণ

( Simplification ) কৰে। বিভিন্ন বিভাগৰ কাৰ্যকাৰিতাৰ ক্ষেত্ৰত সমন্বয় সাধন কৰিবলৈ, নিয়ন্ত্ৰণ ( Control ) বিষয়ত কৰ্তৃপক্ষক অনুকূল ভিত্তি ৰচনা কৰিবলৈ, বিভাগীয়কৰণে সুযোগ আগবঢ়ায়। বিভাগীয়কৰণে কৰ্ম সম্পাদনৰ ক্ষেত্ৰত কিছু পৰিমাণে বিশেষীকৰণৰ ( Specialisation ) আশ্বাসো দান কৰে।

থোৰতে কবলৈ গলে যিকোনো ব্যৱসায় সংগঠনত বিভাগীয়কৰণৰ মূল উপাদানসমূহ হৈছে—কৰ্ম বিভাজন, বিশেষীকৰণ, সমন্বয় সাধন, আৰু নিয়ন্ত্ৰণ। আচলতে পৰিচালনা কাৰ্য্যৰ বিভক্তিকৰণেই বিভাগীয়কৰণ।

**উপাদান সমূহ ( Factor in Departmentalisation )ঃ** কোনো ব্যৱসায় সংগঠনে যেতিয়া বৃহদাকাৰ ৰূপ লয় আৰু যেতিয়া ই এজনৰদ্বাৰা সুকলমে।. পৰিচালনা কৰা ক্ষমতাৰ বাহিৰলৈ যায়, তেতিয়া উক্ত সংগঠনত বিশেষীকৰণৰ ( Specialisation ) প্ৰয়োজন হয়। পৰিচালনা কাৰ্য্যক ( Task of Management ) ই ( বিশেষীকৰণে ) সম্পাদনীয় ব্যাপ্তিত ( Workable span ) সম্পাদন কৰিবলৈ সহজ কৰি দিয়ে।

আপাততঃ বহুলভাৱে সমাদৃত আধুনিক ব্যৱসায়ৰ ঘাই উপাদান হৈছে—বিশেষীকৰণ ( Specialisation )। এই বিশেষীকৰণ, কাৰ্য্যাত্মক ( Functional ) ভিত্তিত অথবা দ্ৰব্য ( Product ) ভিত্তিত হ'ব পাৰে। ই বিশেষীকৰণৰ নীতি হ'ল—কৰ্মৰ বিভাজন। কৰ্ম বিভাজনৰ উদ্দেশ্য হ'ল উৎপাদন বৃদ্ধি আৰু কৰ্মত সুদক্ষতাৰ আহৰণ। বিভিন্ন ক্ষুদ্ৰ ক্ষুদ্ৰ বিভাগৰ বিভাগীয় মূৰব্বীক বিভাগটিৰ ওপৰত বিশিষ্ট জ্ঞান আহৰণ কৰিবলৈ সুযোগ দিয়ে। সেইৰূপে প্ৰতি বিভাগত নিয়োজিত সকলো কৰ্মচাৰীয়েই নিজ নিজ কৰ্মত বিশেষ পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হয়। বিভাগীয়কৰণ ব্যৱস্থাই ব্যৱসায় সংগঠনক মানুহৰ কাৰ্য্যৰ



দক্ষতা চাই কাৰ্য্যভাৰ হস্তান্তৰ কৰিবলৈ সুযোগ দিয়ে। শিল্পোদ্যোগ প্ৰকল্পত বিভিন্ন ধৰণৰ দ্ৰব্য উৎপাদন হ'ব পাৰে। আকৌ যিকোনো দ্ৰব্য উৎপাদনৰ কাৰণে অনেক প্ৰক্ৰিয়াৰ প্ৰয়োজন হোৱাও দৃষ্টিগোচৰ হয়। গতিকে, প্ৰতিটো দ্ৰব্যৰ বাবে অথবা প্ৰতিটো উৎপন্ন দ্ৰব্যৰ প্ৰক্ৰমৰ বাবে বিশেষীকৰণ অপৰিহাৰ্য্য হৈ পৰে।

বিভাগীয়কৰণে ব্যৱসায় নিয়ন্ত্ৰণৰ দৰে প্ৰধান কাৰ্য্যক সৰলীকৰণ কৰিবলৈ সুযোগ দিয়ে। প্ৰতিটো বিভাগৰ বিভাগীয় মূৰব্বী বা বিভাগীয় প্ৰধানৰ নিজ নিজ বিভাগৰ কৰ্ম সম্পাদন কৰা বিষয়ত বিভাগীয় কৰণে পূৰ্ণ অধিকাৰ আৰু নিয়ন্ত্ৰণ জ্ঞাপন কৰে। সেয়ে বিভাগীয় প্ৰধান আৰু তেওঁৰ অধীনস্থ কৰ্মচাৰীয়ে নিজস্ব দক্ষতা আৰু অভিজ্ঞতা প্ৰদৰ্শন কৰিবলৈ সুচল পায়। বিভাগীয়কৰণৰ প্ৰতিটো বিভাগে স্বাধীনভাৱে পৰীক্ষা কৰা, পৰিচালনা কৰা, পৃথক পৃথক কাৰ্য্য-কালৰ কাৰ্য্য তুলনা কৰা, আৰু জবাব দিহি হোৱা বিষয়ত প্ৰত্যক্ষ ভাৱে নিয়ন্ত্ৰণ আৰু আচৰণ কৰিব পাৰে। একেটা কাৰ্য্যকে বিভিন্ন বিভাগে বেলেগে বেলেগে পৰীক্ষা কৰি চাবলৈ বা পৰিদৰ্শন কৰিবলৈ বিভাগীয়কৰণে সুবিধা দান কৰে। প্ৰদেশ বা অঞ্চল ( Territory ) ভিত্তিত বিভাগীয় কৰণ এনেভাৱে সংস্থাপিত হ'ব লাগে যাতে এটা বিভাগৰ কাৰ্য্য আন এটা বিভাগৰ লগত তুলনা কৰি পৰীক্ষা আৰু নিয়ন্ত্ৰণ কৰিব পাৰি। মূল ভিত্তিত ( Grouping basis ) কাৰ্য্য কৰা হেতু কায়িক ভাৱে তদাৰক কৰাৰ সুযোগ পায়। নিয়ন্ত্ৰণৰ পৰিব্যাপ্তি, কৰ্ম আৰু কৰ্মচাৰীৰ সংখ্যাৰ ওপৰত নিৰ্ভৰ কৰে।

বিভাগীয়কৰণে সকলো বিভাগৰ কৰ্মৰ মাজত সমন্বয় সাধনৰ অনুমোদন জনায়। প্ৰতিটো বিভাগৰ কৰ্ম সমাধান বিষয়ত সমজাতীয় সকলো বিভাগৰ মাজত এক অন্তৰীণ সম্পৰ্ক স্থাপিত হোৱাত সহায় কৰে। অৱশ্যে কোনো কোনো ক্ষেত্ৰত, সম্পূৰ্ণভাৱে সামঞ্জস্য নথকা

কাৰ্যকো একোজন বিষয়াৰ অধীনত সমন্বয়ৰ কাৰণেই সমষ্টিভুক্ত কৰা হয়। আঁচনি আৰু ব্যৱসায়িক নীতিৰ মাজত সমন্বয়ৰ স্থাপন কৰাটো বিভাগীয়কৰণৰে লক্ষ্য। উৎপাদনৰ বিভিন্ন প্ৰক্ৰিয়াৰ মাজত সংযোগ স্থাপন কৰিবলৈও বিভাগীয়কৰণে চেষ্টা কৰে।

বিভাগীয়কৰণে প্ৰতিটো কৰ্ম সম্পাদনৰ ক্ষেত্ৰত দায়িত্বভাৰ নিৰ্ণয় কৰাৰ সুযোগ দিয়ে। সাধাৰণতে বিভিন্ন বিভাগত দুটা কাৰণত ক্ৰটী-বিচ্যুতি সংঘটিত হ'ব পাৰে, যেনে—(ক) পৰিচালনাকাৰীৰ অদূৰদৰ্শিতা আৰু (খ) সাংগঠনিক দোষ।

যেতিয়া প্ৰতিটো বিভাগৰ দায়িত্ব নিৰ্দিষ্ট কিছুমান মানুহৰ ওপৰত আৰোপ কৰা হয়, তেতিয়া বিভাগ হিচাপে অথবা কৰ্মচাৰী হিচাপে সেই দায়িত্ব নিৰ্ণয় কৰা সহজ হয়। কৰ্মচাৰী আৰু বিভাগীয় মুৰব্বীৰ দোষ-ক্ৰটী চাক্ষুষ নহৈও যদি উক্ত বিভাগৰ অক্ষম কাৰ্য্যকাৰিতা প্ৰকাশ পায়, তেন্তে তাক সাংগঠনিক দোষ বুলি বিবেচনা কৰিবলৈ সূচল হয়।

বিভাগীয়কৰণৰ আন এটি উপাদান হ'ল—নেতৃত্বৰ ভাব জাগৃত কৰা (to create leadership)। প্ৰতিজন কৰ্মচাৰীক কৰ্ম বণ্টন কৰি দিয়াৰ ফলত, কৰ্মচাৰীজন যে সমগ্ৰ সংগঠনৰ এক অপৰিহাৰ্য্য অংশ তাক উপলব্ধি কৰিবলৈ, নিজ কৰ্মৰ প্ৰতি আস্থাশীল হবলৈ সুযোগ দিয়া।

বিভাগীয়কৰণৰ অন্যান্য উপাদানসমূহ হ'ল—যথাৰ্থ যোগাযোগ ব্যৱস্থাৰ প্ৰচলন, বিভাগে প্ৰতি সমজাতীয় আৰু সামঞ্জস্যপূৰ্ণ ব্যৱসায়িক নীতিৰ প্ৰয়োগ, সৰিয়া কৰ্ম পদ্ধতিৰ (Team work) প্ৰৱৰ্তন, বিভিন্ন বিভাগৰ পৰিমিত খৰচ; স্থানীয় অৱস্থাৰ প্ৰতি স্বীকৃতি জ্ঞাপন; বিভাগীয় ব্যৱস্থাৰ ফলত সংগঠনৰ প্ৰতি অধিক মনোযোগ আকৰ্ষণ; সমজাতীয় বিভাগৰ ঐক্যবদ্ধ কাৰ্য্য-কলাপ আৰু কাৰিকৰী কাৰ্যকাৰিতা অপেক্ষা পৰিচালনীয় কাৰ্য্য-কলাপৰ সম্প্ৰসাৰণেই অন্যতম।



**বিভাগীয়কৰণ ঃ প্ৰকাৰ (Types of Departmentalisation) ঃ**

নিম্নলিখিত ভিত্তিত ব্যৱসায় সংগঠনৰ বিভাগবোৰ গঠন কৰা হয় যথা—

(ক) কাৰ্য্যাত্মক ভিত্তিত (Functional basis),
(খ) আঞ্চলিক বা অৱস্থান (Territorial or Location),
(গ) উৎপন্ন দ্ৰব্য (Product),
(ঘ) প্ৰক্ৰম (Process),
(ঙ) গ্ৰাহক (Customers)।

**(ক) কাৰ্য্যাত্মক ভিত্তিত বিভাগীয়কৰণ (Departmentalisation by functiou) ঃ** যিকোনো ব্যৱসায় সংগঠনত কাৰ্য্য অনুসৰি বিভাগীয়কৰণ কৰা পদ্ধতিয়েই অতি সহজ। প্ৰতিটো গোটৰ কাৰ্য্যকাৰিতা বিবেচনা কৰিহে, যথা—হিচাপ-পত্ৰ, টকা-পইচাৰ লেনদেন, শ্ৰম আদি, বিভাগ সংগঠন কৰা হয়। এনেভাৱে গঠিত প্ৰতিটো গোট একোজন বিষয়াৰ অধীনত পৰিচালিত হয়; যাক বিভাগীয় মুৰব্বী বোলা হয়।

**(খ) আঞ্চলিক বা অৱস্থান ভিত্তিত বিভাগীয়কৰণ (Departmentalisation by Territory or location) ঃ** যেতিয়া ব্যৱসায় সংস্থাৰ আকাৰ বৃহৎ হয়, ভৌগোলিক ভাৱে দেশৰ আয়তন ডাঙৰ হয়, তেতিয়া বজাৰৰ প্ৰয়োজনীয়তা পূৰণ কৰিব পৰাকৈ আঞ্চলিক ভিত্তিত প্ৰকল্প, কাৰ্যালয় আদিক বিভিন্ন শাখাত বিভক্ত কৰা হয়। এনে বিষয়ত সমগ্ৰ দেশক উত্তৰ, দক্ষিণ, পূব, পশ্চিম হিচাপে অঞ্চল ভিত্তিত বিভক্ত কৰি প্ৰতিটো অঞ্চলতে ব্যৱসায়ৰ শাখা খোলা হয়। এই কাৰ্য্যত অৱশ্যে সম্পূৰ্ণ ব্যৱসায় গোটক আঞ্চলিক প্ৰয়োজনীয়তাৰ ভিত্তিত সৰ্বাত্মকৰূপে ক্ষুদ্ৰ ক্ষুদ্ৰ গোটত বিভাজন কৰা হয়। আঞ্চলিক বিভাজন আচলতে সম্পূৰ্ণ ব্যৱসায়ৰে প্ৰায় ক্ষুদ্ৰ সংস্কৰণ বুলিব পাৰি। কোনো

কোনো ক্ষেত্ৰত এনে আঞ্চলিক শাখাত চাহিদা অনুসৰি উৎপন্ন বস্তুৰ যোগান ধৰাৰ বৈশিষ্ট্যও পৰিলক্ষিত হয়। সাৰ্বজনীন উপযোগী সেৱা-সমূহক অঞ্চল ভিত্তিত বিভক্তিকৰণ কৰা দেখা যায়। তথাপি এনে আঞ্চলিক শাখাবোৰ কাৰ্য্যাত্মক বা উৎপন্ন দ্ৰব্য ভিত্তিত বা উভয়ৰ ক্ষেত্ৰত কেন্দ্ৰীয় সংস্থাৰ অধীনস্থ।

**(গ) উৎপন্ন দ্ৰব্য ভিত্তিত বিভাগীয়কৰণ ( Departmentalisation by Product ) :** উৎপন্ন দ্ৰব্য বা সেৱা ভিত্তিক বিভাগীয়কৰণত সদায় দ্ৰব্য বা সেৱা জৰিত প্ৰধান কাৰ্য্যাত্মক কাৰ্য্য-কলাপসমূহ এটা বিভাগৰ অধীনত সংগঠন কৰা হয়। এই পদ্ধতিত উৎপন্ন দ্ৰব্য বা সেৱা সংক্ৰান্ত সকলো কাৰ্য্য-কলাপ বিভাগীয় মুৰব্বীজনৰ নিয়ন্ত্ৰণ আৰু তত্ত্বাৱধানত থাকে। সেয়ে বিভিন্ন প্ৰধান কাৰ্য্য-কলাপসমূহ যথা,— উৎপাদন ( Manufacturing ), প্ৰযুক্তি বিদ্যা ( Technology ), বিত্ত ( Finance ), বিষয়া ( Personnel ), বিক্ৰয় ( Sales ) আদি, এটা গোটত সংযোজিত কৰি দ্ৰব্যটি উৎপাদন কৰা হয়। এটা দ্ৰব্য উৎপাদনৰ পৰা বিক্ৰীলৈকে এজন বিষয়াৰ অধীনত দলবদ্ধ কৰি সম্পাদন কৰিবলৈ দিয়া হয়। ফলত এই পদ্ধতিত বিশেষ জ্ঞান (Specialised knowledge) আৰু কাৰ্য্যপটুতাৰ প্ৰয়োজন হয়। উক্ত দলবদ্ধতা বা সমষ্টিভূক্তি ( Grouping ) শ্ৰম বিভাজনৰ এটা অংশ। এনে ব্যৱস্থাই নিয়ন্ত্ৰণৰ বিস্তৃতি সীমিত কৰে। তদুপৰি কাৰ্য্যাত্মক সংগঠনে উৎপন্ন দ্ৰব্যৰ ক্ষেত্ৰত চালনা কৰা সংখ্যাৰ সীমাবদ্ধতা লক্ষ্যণীয় বিষয়।

**(ঘ) প্ৰক্ৰম অনুসৰি বিভাগীয়কৰণ ( Departmentalisation by Process ) :** উৎপাদন আৰু বিতৰণ কাৰ্য্যৰ ক্ষেত্ৰত প্ৰক্ৰম অনুসৰি বিভাগীয়কৰণ কৰিব পাৰি। এই পদ্ধতিত প্ৰক্ৰমবোৰ সমস্তৰীয় ( Horizontal )। দায়িত্ব আৰু কৰ্তব্য সমভাৱে বন্টন কৰা হয়। উদাহৰণ স্বৰূপে, এটা উৎপাদন শাখা লব পাৰি, য'ত উৎপাদনৰ বিভিন্ন



প্ৰক্ৰম, এনেভাৱে পাব পাৰি, যথা—গুড়ি কৰা ( Grinding ), চফা কৰা ( Polisting ), সমষ্টিযুক্ত কৰা ( Assembling ), ৰং কৰা ( Painting ) ইত্যাদি। এনে প্ৰক্ৰমক ভিত্তি কৰি বিভাগ সৃষ্টি কৰা হয়।

বন্টনৰ ক্ষেত্ৰত এখন বৃহদকায় খুচুৰা দোকান দৃষ্টান্তৰূপে লব পাৰি, য'ত বন্টনৰ প্ৰথমবোৰ নিম্নোল্লিখিতভাৱে পাব পাৰি। যেনে—

সামগ্ৰী গ্ৰহণ ( Receiving ), ভঁড়ালকৰণ ( Stocking ), চিহ্নিত কৰণ ( Marking & packing ), বিক্ৰয় ( Sales ), বিক্ৰয় পৰবৰ্তী সেৱা আৰু প্ৰদান ( After Sale-Service & Delivery ), আদি, আৰু যাক একোটা বিভাগলৈ ৰূপান্তৰ কৰিব পাৰি।

**(ঙ) গ্ৰাহকৰ ভিত্তিত বিভাগীয়কৰণ ( Departmentalisation by Customers ) :** যেতিয়া বিভিন্ন শ্ৰেণীৰ গ্ৰাহক বিভিন্ন আৰ্থিক গোষ্ঠীৰ গ্ৰাহকক একেখন বজাৰতে পোৱা যায়, তেতিয়া সকলো গ্ৰাহকলৈ সেৱা আগবঢ়োৱা কষ্ট সাধ্য হৈ পৰে। এনে পৰিৱেশত বিভিন্ন শ্ৰেণীৰ গ্ৰাহকৰ বাবে বিভিন্ন বিভাগ সৃষ্টি কৰা হয় যাতে সকলো গোষ্ঠীভুক্ত গ্ৰাহকৰ প্ৰতি, তেওঁলোকৰ ৰুচি, ফেছন, ষ্টাইল আদিৰ ভিত্তিত মনোনিবেশ কৰিব পৰা হয়।

**বিভিন্ন স্তৰ অনুসৰি বিভাগীয়কৰণ ( Departmentalisation in Different Stages ) :** বিভাগীয়কৰণৰ আন এটি বৈশিষ্ট্য হ'ল যিকোনো ব্যৱসায় সংগঠনক নাইবা যিকোনো প্ৰকল্পৰ উৎপাদনক, বিভিন্ন স্তৰ অনুযায়ী বিভক্তিকৰণ কৰা।

সাধাৰণতে তিনিটা স্তৰত বিভক্তিকৰণ কৰা দেখা যায়। সেই স্তৰ, যেনে—প্ৰাথমিক, মাধ্যমিক আৰু অন্তিম স্তৰ।

**প্ৰাথমিক স্তৰ ( Primary Stage ) :** যিকোনো ব্যৱসায় বা প্ৰকল্পৰ মৌলিক কাৰ্য্যক ভিত্তি কৰি যি স্তৰ ভেদ কৰা হয়, তাক প্ৰাথমিক

বিভাগীয়কৰণ বোলা হয়। এনে প্ৰাথমিক বিভাগীয়কৰণ প্ৰকল্পত উৎপন্ন দ্ৰব্য অনুসৰি আৰু ব্যৱসায় সংস্থাত হিচাপ পত্ৰ, ক্ৰয়-বিক্ৰয় অৰ্থ আদি প্ৰাথমিক বিভাগ অনুসৰি পৰ্য্যায় ক্ৰমে সংগঠন কৰা হয়।

**মাধ্যমিক স্তৰ ( Intermediate Stage ) ঃ** যিকোনো ব্যৱসায় সংগঠন বা প্ৰকল্পৰ মাধ্যম অৱস্থাত কাৰ্য্যাত্মক ভিত্তিত যি স্তৰ ভেদ কৰা হয়, তাক মাধ্যমিক বিভাগীয়কৰণ বোলা হয়। ব্যৱসায়ৰ প্ৰাথমিক স্তৰত বিক্ৰী, ৰপ্তানি প্ৰচাৰ, অনুসন্ধান আদি নানান কাৰ্যাকাৰিতাৰ ভিত্তিত বিভক্তিকৰণ কৰা হয়। আনহাতে উৎপাদনৰ ক্ষেত্ৰত ভিন ভিন প্ৰক্ৰিয়া অনুসৰি বিভাগীয়কৰণ কৰা যায়।

**অন্তিম স্তৰ ( Ultimate Stage ) ঃ** অন্তিম বিভাগীয়কৰণ কাৰ্য্য-কাৰিতাৰ শেষ স্তৰ। এই বিভাগীয় সৰ্বদায় গ্ৰাহকৰ আৰ্থিক ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত আৰু গ্ৰাহকৰ ৰুচি অভিৰুচি, ষ্টাইল ( Style ), ফেছন ( Fashion ), আদিৰ ওপৰত নিৰ্ভৰ কৰি কৰা হয়।

(১৪) **বিভাগীয়কৰণ ঃ দায়িত্বভাৰ বন্টন (Allocation of Responsibilities ) ঃ** বিভাগীয়কৰণে আগবঢ়োৱা বিশেষ বৈশিষ্টটি হ'ল শিল্প উদ্যোগৰ প্ৰকল্পত বিভাগ অনুসৰি কৰ্মৰ দায়িত্বভাৰ বন্টন।

প্ৰতিটো বিভাগৰ প্ৰতিজন কৰ্মচাৰীক কৰ্ম বন্টন কৰি দিয়া হয়। কৰ্ম বন্টন কৰি দিয়াৰ অৰ্থই হ'ল—কৰ্ম কৰিবলৈ দায়িত্বভাৰ অৰ্পণ। সাধাৰণতে কৰ্মীক কৰ্ম কৰিবলৈ লগত কৰ্তৃত্বও ( Authority ) প্ৰদান কৰা হয়। মুঠতে কৰ্ম বন্টন হ'ল-কৰ্মৰ হস্তান্তৰকৰণ ( Assignment of duties ); কৰ্তৃত্বৰে সৈতে ( Along with authority ) উক্ত কৰ্ম সম্পাদন কৰিবলৈ দায়িত্বভাৰ অৰ্পণ।

কৰ্তৃত্ব হৈছে ক্ষমতা ( Power ) আৰু অধিকাৰ ( Rights ) কৰ্ম সম্পাদন কৰিবলৈ দায়িত্ব অৰ্পণ কৰাৰ লগত নিৰ্দিষ্ট কিছুমান ক্ষমতা আৰু অধিকাৰ দিবলগীয়া হয়, যাতে কৰ্ম সম্পাদনত কোনো



বিঘ্নৰ বাধাৰ সৃষ্টি নহয়। অৰ্থাৎ কৰ্তৃত্বহীনভাৱে কোনো কৰ্মৰ দায়িত্ব দিয়া বিষয়টি অৰ্থহীন। গতিকে কৰ্ম কৰিবলৈ দিয়া দায়িত্বৰ লগত কৰ্তৃত্ব প্ৰদান কৰিলেহে কৰ্ম সম্পাদন কৰা জনক দায়ী বা জবাবদিহি ( Accountability ) কৰিব পাৰি।

সেয়ে কৰ্তৃত্ব হৈছে—পৰিচালনা সম্পৰ্কীয় কৰ্মৰ ঘাই চাবিকাঠি। কোনো কৰ্মৰ সিদ্ধান্ত লোৱা, আৰু উক্ত সিদ্ধান্তক অধীনস্থ কৰ্মচাৰীৰ দ্বাৰা কাৰ্য্যকৰী কৰাৰ ক্ষমতাই কৰ্তৃত্ব। আন হাতেদি দায়িত্ব মানে কৰ্মৰ বন্ধন ( Obligation )। কোনো উচ্চ পদস্থ বিষয়াই অধীনস্থ কৰ্মচাৰীক কৰিবলৈ দিয়া কৰ্মৰ দায়িত্বই হৈছে—বন্ধন। কৰ্তৃত্ব আৰু দায়িত্ব সম্পৰ্ক যতেই থাকে তাত উচ্চ পদস্থ বিষয়া আৰু নিম্ন পদস্থ কৰ্মচাৰীৰ সংযোগ থাকে। য'ত উচ্চ পদস্থ জনৰ কৰ্তৃত্ব থাকে তাত অধীনস্থ জনৰ দায়িত্ব থাকে। গতিকে কৰ্তৃত্ব সদায় ওপৰৰ পৰা তললৈ প্ৰবাহিত হয়। কৰ্তৃত্ব প্ৰবাহিত হোৱাৰ দৰে দায়িত্ব অৰ্পিত হ'ব নোৱাৰে, যিহেতু ই বন্ধন। দায়িত্ব পালন বিষয়ত অধীনস্থ কৰ্মচাৰী নিয়ত উচ্চ পদস্থ জনৰ ওচৰত বাধ্য থাকে আৰু অধীনস্থ কৰ্মচাৰীয়ে নিজৰ কৰ্ম আনলৈ কেতিয়াও সমৰ্পণ কৰিব নোৱাৰে।

এজন উচ্চ পদস্থ বিষয়াই তেওঁৰ অধীনস্থ বিষয়ালৈ কোনো কামৰ কৰ্তৃত্ব অৰ্পণ কৰিব পাৰে, পুনৰ অধীনস্থ বিষয়া জনে তেওঁ প্ৰাপ্ত কৰ্তৃত্বৰ কিছু অংশ তেওঁৰ তলতীয়া কৰ্মচাৰীলৈ অৰ্পণ কৰিব পাৰে; কিন্তু তেওঁলোকৰ সেই কামৰ প্ৰতি থকা দায়িত্ব কালৈকো অৰ্পণ কৰিব নোৱাৰে। অৱশ্যে কৰ্ম বন্টনৰ লগত আৰোপ কৰা কৰ্তৃত্বৰ সদায় দায়িত্বৰ সৈতে সমান হ'ব লাগিব।

কৰ্তৃত্ব আৰোপ কৰা কাৰ্য্যই সংগঠন সৃষ্টিৰ সহায়ক হয়। যেতিয়া কোনো ব্যৱসায় সংস্থা বা শিল্প উদ্যোগৰ প্ৰকল্পৰ আকাৰ বৃহৎ হয়, তেতিয়া কোনো এজন বিষয়াই তাক অকলসৰে পৰিচালনা নাইবা

নিয়ন্ত্ৰণ কৰিব নোৱাৰে। গতিকে ভিন ভিন বিভাগৰ সৃষ্টিয়ে সমৰ্থৱান সকলৈ কৰ্তৃত্ব অৰ্পণ কৰাৰ সুযোগ দিয়ে। এনে বিভাগ সৃষ্টিৰ মূল লক্ষ্য হ'ল শ্ৰম আৰু কৰ্তৃত্বৰ বিভাজন। বিভাগীয়কৰণে কৰ্ম বণ্টন কৰাৰ লগত কৰ্তৃত্ব জ্ঞাপন কৰি কৰ্ম সম্পাদন অধিকতৰ সহজ কৰে।

বিভাগীয়কৰণৰ ফলত সৃষ্টি হোৱা প্ৰতিটো ক্ষুদ্ৰ কাৰ্য্যাত্মক গোটৰ দায়িত্ব এজন বিষয়াৰ ওপৰত অৰ্পণ কৰা হয়, যাক বিভাগীয় মূৰব্বী বা বিভাগীয় প্ৰধান বুলি কোৱা হয়। প্ৰতিটো বিভাগৰ দায়িত্ব, পৰিচালনা আৰু নিয়ন্ত্ৰণ বিভাগীয় মূৰব্বীৰ হাতত ন্যস্ত থাকে। সেইৰূপে বিভাগীয় মূৰব্বীৰ অধীনত থকা অধীক্ষক (Superintendent) বা সহকাৰী পৰিচালকক কৰ্ম অনুসৰি দায়িত্ব আৰু কৰ্তৃত্ব দিয়া হয়। সমগ্ৰ বিভাগৰ সুপৰিচালনাৰ বাবে যিদৰে বিভাগীয় মূৰব্বীজন সাধাৰণ পৰিচালকৰ (General Manager) ওচৰত দায়ী বা জবাবদিহি হয়, তদনুৰূপ তেওঁৰ অধীনত থকা বিষয়া বা কৰ্মচাৰীসকল বিভাগীয় মূৰব্বীৰ ওচৰত জবাবদিহি হৈ থাকে। সেয়েহে সমগ্ৰ বিভাগৰ ত্ৰুটী-বিচ্যুতি বা অক্ষম কাৰ্য্যকাৰিতা কাৰ দোষৰবাবে হৈছে তাক নিৰ্ণয় কৰা সহজ হয়।

অন্যান্য ব্যৱসায়, সংস্থাৰ দৰে শিল্প উদ্যমতো কাৰ্যাত্মক ভিত্তিত দায়িত্ব ভাৰ বণ্টন কৰা যায়। ইয়াৰ বাবে শিল্প উদ্যমক কাৰ্য্যকাৰিতাৰ ভেঁটিত ভিন ভিন বিভাগত বিভক্ত কৰা হয়।

সাধাৰণতে নিম্নোল্লিখিত বিভাগসমূহ যিকোনো শিল্প উদ্যমত থকা দেখিবলৈ পোৱা যায়। সেই বিভাগসমূহ—

(ক) আঁচনি বিভাগ (Planning Department)
(খ) উৎপাদন বিভাগ (Production Department)
(গ) ক্ৰয় বিভাগ (Purchase Department)
(ঘ) বিক্ৰয় বিভাগ (Sales Department)



(ঙ) গুদাম বা পণ্যাগাৰ বিভাগ (Stores Department)
(চ) নগদ বিভাগ (Cash Department)
(ছ) হিচাপ পত্ৰ বিভাগ (Accounts Department)
(জ) বিষয়া বিভাগ (Personnel Department)
(ঝ) ঋণ বা বাকী সংগ্ৰহ বিভাগ (Credit Collection Department)
(ঞ) পৰিসংখ্যা বিভাগ (Statistical Department)
(ট) আইন বিভাগ (Legal Department)
(ঠ) গৱেষণা বিভাগ (Research Department)
(ড) টোপোলাকৰণ বা টোপোলা বন্ধা বিভাগ (Packing Department)
(ঢ) কাৰ্য্যালয় (Office)
(ণ) ট্ৰেফিক বা যাতায়ত বিভাগ (Trafic Department)।

**(ক) আঁচনি বিভাগ (Planning Department):** আঁচনি বিভাগে উৎপাদন হোৱাৰ পূৰ্বেই উৎপাদনৰ আঁচনি প্ৰস্তুত কৰে। উৎপাদনৰ পৰিণাম, আৱশ্যকীয় কেঁচামাল, প্ৰয়োজনীয় অৰ্থ (Caiptal) উৎপাদন ব্যয়, আৰু কাৰ্য্যকৰী শ্ৰমৰ প্ৰকৃত আৰু যথাৰ্থ যোজনা যুগুত কৰে। উৎপাদনৰ বিভিন্ন স্তৰ তন্ন তন্নকৈ পৰীক্ষা কৰা হয় আৰু সেই অনুসৰি আঁচনি প্ৰস্তুত কৰা হয়, যাতে কোনো অৱস্থাতেই অপচয় হবলগীয়া নহয়। প্ৰকল্পৰ উৎপন্ন দ্ৰব্যৰ প্ৰকৃত চাহিদা সম্পৰ্কে সম্পূৰ্ণ সজাগ হৈ তাৰ পৰিপ্ৰেক্ষিতত আঁচনিখন লোৱা হয়। আঁচনি বিভাগৰ আঁচনি সদায় বাস্তৱ ভেটিৰ ওপৰত কাৰ্য্যকৰী কৰিবলৈ প্ৰচাৰ কৰা প্ৰয়োজন। আঁচনিখন সততেই স্বয়ং সম্পূৰ্ণ কৰাৰ থল থাকিব লাগে। প্ৰকল্পৰ নিজস্ব দুৰ্বলতাখিনি সীমাবদ্ধ কৰিবলৈ আঁচনিখনৰ প্ৰস্তুতিত যথোপযুক্ত ব্যৱস্থা অনুশীলন কৰা হয়। উৎপাদনৰ চূড়ান্ত লক্ষ্য মাত্ৰা

সুস্থিৰ কৰি তাক পৰ্য্যায়ক্ৰমে কাৰ্য্যকৰী কৰাৰ কৌশল আঁচনিখনত সন্নিবিষ্ট কৰা হয়। সাধাৰণতে উৎপাদনৰ পৰিমাণ, গুণগত মানৰ লক্ষ্য আগত ৰাখি আঁচনিৰ ষ্ট্ৰেটেজী ( Strategy ) ঠিক কৰা হয়।

**(খ) উৎপাদন বিভাগ (Production Department) ঃ** উৎপাদন বিভাগেই উদ্যোগ প্ৰকল্পৰ প্ৰকৃত উৎপাদন পৰিচালনা কৰে। যিকোনো শিল্পজাত দ্ৰব্যৰ উৎপাদন বিভিন্ন প্ৰক্ৰমৰ মাজেদি প্ৰবাহিত হয়। সকলো প্ৰক্ৰমৰ সমন্বয় সাধন উৎপাদন বিভাগেই কৰিব লাগে। উৎপাদন বিভাগৰ কাৰ্য্যসূচীৰ অন্তৰ্গত হৈছে যন্ত্ৰ-পাতিৰ উৎপাদন ক্ষমতা, উৎপাদনৰ সময়, উৎপাদনৰ কাৰ্য্যধাৰা, সময় সূচী, প্ৰতিজন কৰ্মীৰ, কৰ্ম নিৰূপণ, কৰ্মৰ সময় নিৰূপণ, বিভিন্ন প্ৰক্ৰম উন্নয়নৰ পৰিদৰ্শন, কৰ্মৰ জ'ব কাৰ্ড ( Job Card ), সামগ্ৰী তালিকা আদিৰ অভিলেখ সংৰক্ষণ।

থোৰতে ক'বলৈ গ'লে—উৎপাদনৰ সমস্ত কাম এই বিভাগৰ হাতত ন্যস্ত থাকে। কোনো কোনো উদ্যোগ প্ৰকল্পত, উৎপাদনৰ ব্যয় মূল্যায়ন কৰিবৰ কাৰণে পৃথক 'মূল্যায়ন' বিভাগ (Costing branch) নাৰাখি, উৎপাদন বিভাগৰে এটা শাখা হিচাপে ইয়াক ৰখা হয়। এই বিভাগৰ কাৰ্য্যকাৰিতা হৈছে উৎপাদন ব্যয়ৰ ভিন ভিন উপাদানৰ মূল্যায়ন কৰা আৰু কি কি দ্ৰব্য কি ভাৱে উৎপাদন কৰিলে উৎপাদন ব্যয় হ্ৰাস পায়, তাৰ সিদ্ধান্ত কৰা। উৎপাদন বিভাগৰ সম্পূৰ্ণ দায়িত্বভাৰ ওৱৰ্কছ মেনেজাৰৰ (Works Manager) ওপৰত অৰ্পিত হয়। তেওঁ (ওৱাৰ্কছ মেনেজাৰে) ভিন ভিন প্ৰক্ৰমৰ (Process) কাৰ্য্যকাৰিতা, কাৰ্য্যকাৰকৰ ( Fore man ) জৰিয়তে সম্পাদন কৰে। কাৰ্য্যকাৰকজন শাখা বা প্ৰক্ৰমৰ মুখ্য ভাৰপ্ৰাপ্ত বিষয়া।

**(গ) ক্ৰয় বিভাগ ( Purchase Department ) ঃ** পাইকাৰী ব্যৱসায় অথবা শিল্প উদ্যমৰ ক্ৰয় বিভাগটি এটি অন্যতম প্ৰধান বিভাগ। বিক্ৰয় আৰু বিত্ত বিভাগৰ লগত এক নিবিড় সম্বন্ধ স্থাপন কৰি এই বিভাগে কাৰ্য্য পৰিচালনা কৰিব লাগে।



এই বিভাগৰ বিভাগীয় মূৰব্বী জনক মুখ্য ক্ৰেতা ( Chief Buyer ) বা ক্ৰয় বিষয়া ( Purchase officer ) বোলা হয়। তেওঁ সৎ, কাৰ্য্যক্ষম আৰু ক্ৰয় বিশেষজ্ঞ, অনুসন্ধিৎসু আৰু উচ্চ নৈতিক চৰিত্ৰ সম্পন্ন হ'ব লাগে। মুখ্য ক্ৰেতাৰ ক্ৰয় কৰিবলগীয়া সামগ্ৰীৰ উৎস, সাধাৰণ বজাৰৰ গতি প্ৰকৃতি আৰু অৱস্থা, ব্যৱসায়, বাণিজ্যিক আইন, ক্ৰয় নীতি আৰু পদ্ধতি, ব্যৱসায় কাৰ্য্যালয়ৰ বিধি ব্যৱস্থা, বজাৰ অনুসন্ধানৰ অভিজ্ঞতা আৰু ক্ৰয় কাৰ্য্যসূচীৰ সম্যক জ্ঞান থাকিব লাগিব।

ক্ৰয় কৌশল আয়ত্ত কৰিবলৈ কাৰিকৰী বিদ্যাৰ বিশেষ প্ৰয়োজন নহয়, প্ৰয়োজন হয় বাণিজ্যিক অভিজ্ঞতা আৰু বিচক্ষণতাৰ। ক্ৰয় কাৰ্য্যৰ এটি ক্ষুদ্ৰ ভুলেই এটা শিল্প উদ্যোগৰ অজস্ৰ লোকচান ঘটাব পাৰে। গতিকে ক্ৰয় নীতি সদায় নিৰ্দিষ্ট কিছুমান তথ্য-পাতি আৰু সৰবৰাহ উৎসৰ ওপৰত নিৰ্ভৰ কৰে।

উপযুক্ত গুণ-মানৰ, প্ৰয়োজনীয় পৰিমাণৰ সামগ্ৰী, যথাৰ্থ সময়ত সুলভ মূল্যত ক্ৰয় কৰাই এই বিভাগৰ কাৰ্য্য।

**সামগ্ৰীৰ গুণ নিৰ্ণয়কৰণ ( Determining qualities of Purchasable goods. ) ঃ** ক্ৰয় কৰিবলগীয়া সামগ্ৰীৰ গুণ নিৰ্ণয় কৰিবলৈ হলে বিভিন্ন পদ্ধতি অৱলম্বন কৰিব লাগে। গুণৰ মূল্যায়ন সততে নমুনা (Sample), ৰূপ বিন্যাস (Paterns), আদৰ্শ মান (Standard), ব্ৰেণ্ড (Brand) আদি অধ্যয়নৰদ্বাৰা কৰা হয়। অৱশ্যে গুণ-মান নিৰ্ণয় কৰাৰ ক্ষেত্ৰত আৰু কিছুমান বিষয়লৈ লক্ষ্য ৰাখিবলগীয়া হয়। সেই বিষয়সমূহ হৈছে—গঠন শৈলী ( Style ), ফেছন ( Fashion ), ৰং, লঘুত্ব বা ঘনত্ব, বান বা জমিন ওজন, শ্ৰেণী, আকাৰ, আয়তন, স্বচ্ছতা,

উজ্জ্বলতা, কোমলতা বা কঠিনতা, দানা, গন্ধ, ৰুচি বা স্বাদ, খহতা, বা মসৃণতা, সজীৱতা, সতেজতা আৰু সংমিশ্ৰণতা আদি আৰু পৰীক্ষণীয় বিষয় হ'ল বাহুল্য বজাৰ লাভ কৰা সামগ্ৰী আৰু সেই সামগ্ৰীৰ ব্ৰেণ্ড নাম ( Brand name )।

সামগ্ৰীৰ গুণ নিৰ্ণয়ৰ ক্ষেত্ৰত উল্লেখিত বিষয়সমূহ বিবেচনা সাপেক্ষ বিষয়। মুখ্য ক্ৰেতাই সামগ্ৰী ক্ৰয় কৰাৰ বেলিকা কেৱল সামগ্ৰীৰ গুণলৈ লক্ষ্য ৰাখিলেই নহ'ব। গ্ৰাহকৰ ক্ৰয় ক্ষমতালৈও তেওঁৰ দৃষ্টি থাকিব লাগিব। গ্ৰাহকৰ শ্ৰেণী অনুসৰিহে ক্ৰয় কৰিব লগা বস্তুৰ গুণ নিৰ্ণয় কৰা আৱশ্যক। সামগ্ৰীৰ গুণ গ্ৰাহকৰ শ্ৰেণী সাপেক্ষ হোৱা উচিত। গ্ৰাহকৰ ক্ৰয় ক্ষমতাৰ লগত বস্তুৰ মূল্য সম পৰ্য্যায়ৰ হোৱা প্ৰয়োজন।

কোনো শিল্প প্ৰকল্পৰ ক্ষেত্ৰত উৎপাদন কৰা সম্ভাৰৰ গুণ অনুসৰিহে, কেঁচা মাল আৰু অন্যান্য সামগ্ৰী ক্ৰয় কৰা হয়। অৰ্থাৎ কেঁচামাল আৰু গুণ সম্পৰ্কিত বিষয়ৰ ওপৰত নিৰ্ভৰ কৰিহে উৎপন্ন দ্ৰব্যৰ গুণ নিৰ্ণীত হয়। এই সংক্ৰান্তত কেনে গুণগত মানৰ কেঁচামাল আৰু অন্যান্য সামগ্ৰী ক্ৰয় কৰিব লাগে তাৰ বিশেষ নিৰ্দে'শ ( Specifications ) উৎপাদন বিভাগৰ পৰা মুখ্য ক্ৰেতাই পাব লাগে। উৎপাদন বিভাগৰ অধিগ্ৰহণ ( Requisition ) অনুসৰিহে মুখ্য ক্ৰেতাই কেনে সামগ্ৰী ক্ৰয় কৰিব তাৰ সিদ্ধান্ত লব পাৰে।

**সামগ্ৰীৰ পৰিমাণ নিৰ্ধাৰণ ( Determining Quantities )** ঃ কিমান পৰিমাণৰ সামগ্ৰী ক্ৰয় কৰিব লাগিব, তাক নিৰ্ণয় কৰাও ক্ৰয় বিভাগৰ ঘাই কাৰ্য্য। শিল্প উদ্যোগৰ ক্ষেত্ৰত, ই বিক্ৰী আঁচনিৰ ওপৰত নিৰ্ভৰ কৰে। আনহাতে কিছুমান উদ্যোগত উৎপাদন পদ্ধতিৰ ওপৰত ক্ৰয় সামগ্ৰীৰ পৰিমাণ ভিত্তি কৰিবলগীয়া হয়, কাৰণ উৎপাদন অবিৰত হোৱা উদ্যোগৰ ( Continuous Industry ) ক্ৰয় কৰা সামগ্ৰীৰ



পৰিমাণ, ঋতু নিৰ্ভৰ উদ্যোগৰ ( Seasonal Industry ) উৎপাদনৰ বাবে ক্ৰয় কৰিবলগীয়া সামগ্ৰীৰ পৰিমাণৰ সৈতে একে নহয়।

ব্যৱসায় সংস্থাৰ সামগ্ৰী ক্ৰয়ৰ পৰিমাণ সততে বিক্ৰী আৱৰ্ত নিৰ্ভৰ। অৱশ্যে অতীতৰ কেইবা বছৰৰো বিক্ৰী আৱৰ্তৰ ( Sales Turnover ) গড়ৰ ( Average ) ওপৰত ভিত্তি কৰি উক্ত বিক্ৰী আৱৰ্ত উলিওৱা হয়।

তদনুৰূপ অতীতৰ ক্ৰয় কৰা সামগ্ৰীৰ পৰিমাণৰ লগত ৰিজনি কৰিও বৰ্তমানৰ পৰিমাণ নিৰ্ধাৰণ কৰা হয় আৰু কেইটামান উপায় সামগ্ৰী ক্ৰয়ৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হয়। যেনে—আৱধিক ( Periodic ) ভিত্তিত বিক্ৰী আঁচনি, আৰু ব্যৱসায় সংস্থাই সংগ্ৰহ কৰা ফৰমাচ ভিত্তিত।

ক্ৰয় সামগ্ৰীৰ পৰিমাণ নিৰ্ধাৰণ কৰাৰ উদ্দেশ্য হ'ল যাতে ভঁড়ালৰ ক্ৰয় কৰা সম্ভাৰ অতিৰিক্ত হৈ পৰি নাথাকে অথবা ক্ৰয় সম্ভাৰৰ নাটনি নহয়।

ক্ৰয় কৰা সামগ্ৰীৰ পৰিমাণ প্ৰচুৰ অথবা ক্ষুদ্ৰ যিয়েই নহওক, সেইটো বজাৰৰ গতিধাৰা ( Trend ) সংস্থাৰ প্ৰয়োজনীয়তা আৰু নীতি নিয়মৰ ওপৰত নিৰ্ভৰ কৰিব ; কিন্তু ব্যৱসায় সংস্থাৰ প্ৰয়োজনীয়তা থাকিলেও কিছুমান সীমিত ব্যৱস্থায়ো সামগ্ৰী ক্ৰয়ৰ পৰিমাণ সাল-সলনি কৰিব পাৰে। সেই সীমিত ব্যৱস্থাসমূহ প্ৰয়োগ মূলধন (Working capital), সঞ্চয় ব্যৱস্থা (Storage), ফেছন (Fashion), বা ষ্টাইলৰ ( Style ) পৰিবৰ্তন, বাট্টাৰ পৰিমাণ, পৰিবহণ ব্যৱস্থা, উৎপাদন পদ্ধতি আৰু ক্ৰয় কৰাৰ সময় কাল। নীতিৰ ক্ষেত্ৰত কোনো কোনো পাইকাৰী ব্যৱসায় সংস্থাই 'সঘন সম্ভাৰ আৱৰ্তৰ' ( Rapid Stock Turnover ) পদ্ধতিৰ প্ৰয়োগ কৰে। সঘন সম্ভাৰ আৱৰ্তৰ অৰ্থ হ'ল—কম পৰিমাণৰ বস্তু ক্ৰয় কৰা আৰু যিমান দূৰ সম্ভৱ শীঘ্ৰে

বিক্ৰী কৰা। এনে পদ্ধতিৰ সপক্ষে বিভিন্ন সুযোগ সুবিধাৰ কথ ( যথা—সম্ভাৰ সজীৱ আৰু সতেজ হৈ থাকে, দায়িত্বৰ পৰিমাণ হ্ৰাস পায়, আকস্মিক লোকচান হ্ৰাস পায়, কম প্ৰয়োগ মূলধনেৰেই ব্যৱসায় কৰিব পাৰি, সঞ্চয় খৰচ হ্ৰাস পায় ইত্যাদি ) সদৰি কৰা হয়। অৱশ্যে তেজী বজাৰত ( Bull Market ) এনে পদ্ধতি লাভজনক নহয় আৰু ক্ৰয় সংক্ৰান্তত অযথা বহু খৰচ বৃদ্ধি পায়।

**সৰবৰাহ উৎস নিৰাকৰণ ( Determining Sources of supply ) ঃ** ক্ৰয় কৰিবলগীয়া সামগ্ৰীৰ গুণ আৰু পৰিমাণ নিৰ্ধাৰণ কৰাৰ পাছত মুখ্য ক্ৰেতাৰ নিৰাকৰণ আৰু বিষয় হ'ল সামগ্ৰী যোগান উৎসৰ সন্ধান। ক্ৰয় বহীৰপৰা ( Purchase Register ) পূৰ্বৰ আৰু ব্যৱসায় বিজ্ঞাপনৰপৰা নতুন সৰবৰাহ ( Supply ) উৎসৰ সন্ধান পাব পাৰি। উৎসৰ সন্ধান পোৱাৰ পাছত উৎসৰ বাছনি কৰাৰ ক্ষেত্ৰত কিছুমান দিশত মুখ্য ক্ৰেতাই বিশেষ মনোযোগ দিয়া উচিত।

সেই বিষয় সমূহ এনে ধৰণৰ—(১) সামগ্ৰী সৰবৰাহ উৎসৰ স্থায়ীত্ব আৰু বিশ্বাস যোগ্যতা।

(২) ক্ষীপ্ৰ আৰু নিয়মীয়া বিলিকৰণ বা প্ৰদান (Delivery)।

(৩) ক্ৰয় কৰিবলগীয়া সামগ্ৰীৰ গুণ আৰু দাম অনুপাতে নিবিদা (Tender) পৰীক্ষা-নিৰীক্ষা। বস্তুৰ মূল্য যাতে গুণ অনুযায়ী যুক্তি সংগত ( Fair Price ) হয়, তাৰ প্ৰতি দৃষ্টি দিয়া।

(৪) যাতায়ত আৰু আনুষংগিক ব্যয়,

(৫) ঋণৰ সময় আৰু ক্ৰয় সামগ্ৰীৰ লগত জৰিত বাট্টা ব্যৱস্থা।

(৬) ক্ৰয় সামগ্ৰীৰ ফৰমাচ প্ৰদানৰ প্ৰাক্‌কালত সৰবৰাহকাৰীৰ সাধুতা আৰু আৰ্থিক স্বচ্ছলতাৰ ওপৰত সম্পূৰ্ণ অনুসন্ধান ( Through investigation ) হোৱা কথাটো পূৰ্ব চৰ্ত হোৱা বাঞ্ছনীয়।

এবাৰ এজন সৰবৰাহকাৰীৰ লগত ব্যৱসায়িক সম্বন্ধ প্ৰতিষ্ঠা হলে



বস্তুৰ যুক্তিসংগত দাম, নিয়মীয়া যোগান, আৰু উপযোগী সেৱা আহৰণ কৰিবৰ বাবেই, স্থায়ী আৰু নিৰবচ্ছিন্ন সম্বন্ধ গঢ়ি তুলিবলৈ যত্ন কৰা উচিত।

**ক্ৰয় নীতি ( Buying Policy ) ঃ** সামগ্ৰী ক্ৰয় কৰা বিষয়টি প্ৰধান কাৰ্য্যকাৰিতাৰ ( Main activities ) এক গুৰুত্বপূৰ্ণ অংগ। ক্ৰয় নীতি নিৰ্ধাৰণ কৰা বিষয়টি বহু পৰিমাণে ক্ৰেতাৰ ওপৰত নিৰ্ভৰ কৰে। কি সামগ্ৰী ক্ৰয় কৰিব লাগিব, কেনে ধৰণৰ সামগ্ৰী, কেনে গুণ সম্পন্ন, কিমান পৰিমাণৰ সামগ্ৰী কোন সময়ত ক্ৰয় কৰিব পাৰিব, আৰু সুবিধাজনকভাৱে পোৱাৰ উৎস ক'ত এই উপাদানসমূহৰ মীমাংসাই হৈছে—ক্ৰয় নীতি নিৰূপণৰ মূল উৎস। বিভিন্ন বিক্ৰেতাৰ সামগ্ৰীৰ মূল্য, বজাৰ দৰৰ হ্ৰাস বৃদ্ধি, নিজা বিক্ৰী বজাৰ, আৰু বজাৰৰ অবিৰত সন্ধানে ক্ৰয়-ৰীতি নিৰূপণ কৰাত মৌলিক ভাৱে সহায় কৰে। সামগ্ৰীৰ স্থায়ীত্ব (Durability) অনুযায়ী ক্ৰয় নীতি অনুসৰণ কৰা হয়। সামগ্ৰীৰ ক্ৰয় পৰিমাণৰ (বৃহৎ বা ক্ষুদ্ৰ) ওপৰত ক্ৰয় নীতিৰো পৰিবৰ্তন হয়। উভয় ক্ষেত্ৰতে ভালেমান সা-সুবিধা আৰু দুৰ্বলতা পৰিলক্ষিত হয়।

শিল্প উদ্যোগ গোটৰ উৎপাদন আৰু বিক্ৰী কাৰ্য্যসূচীৰ আধাৰত ক্ৰয় নীতি নিৰূপণ কৰা হয়। কোনো কোনো উদ্যোগ গোটে আগতীয়াকৈ ক্ৰয় যোজনা বা ক্ৰয় বাজেট প্ৰস্তুত কৰি ক্ৰয় নীতিৰ ভেটি ৰচনা কৰে।

**ক্ৰয় পদ্ধতি ( Buying Methods ) ঃ** ক্ৰয় নীতিৰ পূৰ্ব চৰ্ত হ'ল সামগ্ৰীৰ নিৰৱছিন্ন সৰবৰাহ। শিল্প-সংস্থাৰ কেঁচা সামগ্ৰী আৰু ব্যৱসায় সংস্থাৰ বিক্ৰী-বেহানি যাতে নাটনি নহয়, তাৰ প্ৰতি দৃষ্টি থকাটো মুখ্য ক্ৰেতাৰ মূল লক্ষ্য হোৱা উচিত। বস্তুৰ নাটনিয়ে ব্যৱসায়ত অচল

অৱস্থাৰ সৃষ্টি কৰে। গতিকে মুখ্য ক্ৰেতাই, নিজা প্ৰয়োজনীয়তা আৰু ব্যৱসায় অৱস্থাৰ আধাৰত ক্ৰয় পদ্ধতি অৱলম্বন কৰা উচিত।

সাধাৰণতে অৱলম্বন কৰা পদ্ধতিসমূহ নিম্ন লিখিত প্ৰকাৰৰ—

(ক) মুকলি বজাৰ ( Open Market ),
(খ) সমবায় ক্ৰয় ( Co-operative Purcase ),
(গ) সমূহীয়া ক্ৰয় ( Bulk Purchase ),
(ঘ) সমষ্টি ক্ৰয় ( Group Purchase ),
(ঙ) ভৱিষ্য চুক্তি ( Forward Contract ),
(চ) জ'ব লট্‌ছ্‌, ক্ৰয় ( Job-lots Purchase ),
(ছ) অভিকৰ্তাৰদ্বাৰা ক্ৰয় ( Purchase Through Agents )।

**(ক) মুকলি বজাৰ ক্ৰয় ( Open Market Purchase ):** মুখ্য ক্ৰেতাই মুকলি বজাৰৰপৰাও প্ৰয়োজনীয় সামগ্ৰী ক্ৰয় কৰিব পাৰে যদি তেওঁৰ বজাৰৰ গতি-বিধিৰ সাম্প্ৰতিক জ্ঞান থাকে। সামগ্ৰী-ক্ৰীপ্ৰতৰ সৰবৰাহ হলে, বিক্ৰেতাজন বিশ্বস্ত হলে, আৰু কম সময়ৰ বাবে ( Short period ) প্ৰয়োজনীয় সামগ্ৰী ক্ৰয় কৰিব লগা হলে এনেদৰে মুকলি বজাৰৰ পৰা সামগ্ৰী বা সম্ভাৰ ক্ৰয় কৰিব পাৰে।

**(খ) সমবায় ক্ৰয় ( Co-operative Purchase ):** বিভিন্ন ব্যৱসায় সংস্থাৰ প্ৰয়োজনীয় সামগ্ৰী ক্ৰয় কৰিবৰ কাৰণে আৰু উক্ত সামগ্ৰী লাভজনকভাৱে ক্ৰয় কৰিবলৈ বহু ব্যৱসায় সংস্থা মিলি সমবায় সংগঠন প্ৰতিষ্ঠা কৰে। সেই সমবায় সংগঠনৰ জৰিয়তে ব্যৱসায়ৰ সকলো সামগ্ৰী ক্ৰয় কৰা হয়। শিল্প সংস্থাৰ ক্ষেত্ৰত এনে সমবায় ক্ৰয় পদ্ধতি ফলোৎপাদক নহয়, কাৰণ সকলো শিল্প উদ্যমৰ দ্ৰব্য এক জাতীয় আৰু সম মান বিশিষ্ট নহয়।

**(গ) সমূহীয়া ক্ৰয় (Bulk Purchase):** কেতিয়াবা কেতিয়া মুখ্য ক্ৰেতাই একেলগে সমূহীয়াকৈ সমগ্ৰ বছৰৰ বা ঋতুৰ ( Seaso



প্ৰয়োজনীয় সামগ্ৰী ক্ৰয় কৰিব পাৰে। এনে পদ্ধতি আঁহজাতীয় সামগ্ৰী আৰু শিল্পজ সম্ভাৰ ক্ৰয় কৰাৰ ক্ষেত্ৰত অৱলম্বন কৰিব পাৰি।

**(ঘ) সমষ্টি ক্ৰয় ( Group Purchase ):** সমষ্টি ক্ৰয়, সমবায় ক্ৰয় পদ্ধতিৰ সম পৰ্য্যায়ৰ; কিন্তু উভয় বিধৰ মাজত পাৰ্থক্য বিদ্যমান। সমবায় ক্ৰয় পদ্ধতিত বিভিন্ন ক্ৰেতাই সমবায় সংগঠন পঞ্জীভুক্ত কৰি তাৰ জৰিয়তে ক্ৰয় কৰে; কিন্তু সমষ্টি ক্ৰয় পদ্ধতিত সংস্থাৰ ক্ৰয় শাখা একেলগ হৈ সমূহীয়াকৈ সামগ্ৰী ক্ৰয় কৰে। কোনো কোনো ক্ষেত্ৰত একোটা কাৰখানা বা মিলৰ ( Mill ) সমস্ত সামগ্ৰী একেলগে সমূহীয়াকৈ এনে পদ্ধতিত ক্ৰয় কৰা হয়। সমষ্টি ক্ৰয়ৰ কাৰণে বহু ধৰণৰ সুযোগ সুবিধা (বিশেষকৈ দাম যাতায়ত, ব্যয় চালান ইত্যাদি) আহৰণ কৰিব পৰা যায়, যিটো বহু ক্ষেত্ৰত পোৱাটো কষ্টসাধ্য হয়।

**(ঙ) ভৱিষ্য চুক্তি ( Forward Contract ):** ভৱিষ্যতৰ প্ৰয়োজনীয় সামগ্ৰী বৰ্তমানেই ক্ৰয় কৰি ৰাখিবলৈ ভৱিষ্য চুক্তি সম্পাদন কৰা হয়। এই চুক্তি অনুসৰি সমগ্ৰ বছৰ বা ঋতুৰ বাবে আৱশ্যকীয় সামগ্ৰীৰ যোগান নিশ্চিত কৰিব পাৰি। এনে চুক্তিত বৃহৎ গুদাম বা পণ্যাগাৰৰ আৱশ্যক নহয়। অৱশ্যে এনে চুক্তি মুখ্য ক্ৰেতাৰ ইচ্ছা অনুসৰি আইন সংগতভাৱে বানচালো কৰিব পাৰি।

**(চ) জ'ব ল'ট্‌ছ্‌ ক্ৰয় ( Job-lots Purchase ) ( সমূহ সামগ্ৰী ক্ৰয় ):** কোনো কোনো সময়ত মুখ্য ক্ৰেতাক সমূহ সামগ্ৰী ক্ৰয় কৰিবলৈ আহ্বান বা প্ৰস্তাৱ দিয়া হয়। এনে প্ৰস্তাৱ সাধাৰণতে দেৱলীয়া ব্যৱসায় সংস্থাৰপৰা, ( Insolvent Business Concern ) ব্যৱসায় পৰিবৰ্তন কৰাৰ মানসে কোনো কোনো ব্যৱসায় সংস্থাৰপৰা, আৰু উৎপন্ন দ্ৰব্যৰ ভঁড়াল খালী কৰিবৰ কাৰণে কোনো উৎপাদনৰপৰা আহে। এনে সামগ্ৰীৰ দৰ সততেই প্ৰলোভন সূচক হয়। গতিকে মুখ্য ক্ৰেতাই এনে সামগ্ৰীও ক্ৰয় কৰে। উক্ত সামগ্ৰী ক্ৰয় কৰা বিষয়ত লব

লগা সাৱধানতাখিনি এনে ধৰণৰ সামগ্ৰীৰ উপযোগিতা, অদৰকাৰী সামগ্ৰী বিক্ৰী কৰাৰ স্থান আৰু সুযোগ, অনুপযোগী সামগ্ৰী অৱক্ষয় মূল্যত ক্ৰয় কৰাৰ সুবিধা, আৰু কেৱল নমুনা চাই ক্ৰয় নকৰি সামগ্ৰী চাই ক্ৰয় কৰাৰ ব্যৱস্থা।

(ছ) **ক্ৰয় অভিকৰ্তা ( Buying Agents ) :** বহু ব্যৱসায় সংস্থা বা শিল্প উদ্যোগকাৰীয়ে বিশিষ্ট সামগ্ৰী ক্ৰয় কৰিবৰ কাৰণে ক্ৰয় বিশেষজ্ঞৰ সহায় লয়। এনে ক্ৰয় বিশেষজ্ঞক ক্ৰয় অভিকৰ্তা বোলে। ক্ৰয় কৰিবলগীয়া সামগ্ৰীৰ উৎস বিদেশ অথবা বহু দূৰৱৰ্তী ঠাই হলেও এনে অভিকৰ্তাক নিয়োগ কৰা হয়। এনে অভিকৰ্তাৰ বজাৰৰ লগত ওতঃপ্ৰোত সম্বন্ধ থকা হেতু সামগ্ৰীৰ উৎস, অনুকূল বজাৰ দৰ, সুলভ যাতায়ত ব্যৱস্থা, আদিৰ সম্যক জ্ঞান মুখ্য ক্ৰেতা অপেক্ষা অধিক থকা স্বাভাবিক। সেয়ে অভিকৰ্তাৰ জৰিয়তে ক্ৰয় কৰাৰ ব্যৱস্থা অধিক ফলপ্ৰদ আৰু বৈশিষ্ট্যপূৰ্ণ হয়।

অৱশ্যে অভিকৰ্তাৰ সুনাম প্ৰতিষ্ঠা, সাধুতা আৰু ক্ষীপ্ৰ কাৰ্য্য দক্ষতাৰ ওপৰত অভিকৰ্তাৰ বাছনি অধিকভাৱে নিৰ্ভৰ কৰে। ক্ৰয় অভিকৰ্তাৰ দুই চাৰি ক্ৰটী-বিচ্যুতি থাকিলেও বিশিষ্ট ক্ৰয় অভিকৰ্তাৰ ( Specialist Buying Agents ) সেৱা সৰ্বদায় অপৰিহাৰ্য্য বুলি পৰিগণিত হৈ আহিছে।

**ক্ৰয় কাৰ্য্য সূচী ( Purchase Routine ) :** ক্ৰয় বিভাগৰ যাই উদ্দেশ্য হৈছে সামগ্ৰীৰ সৰবৰাহ নিশ্চিত কৰা, যাৰ কাৰণে সঞ্চয়ীকৃত সামগ্ৰীৰ পৰিমাণৰ ওপৰত সততেই দৃষ্টি ৰাখিব লাগে। উক্ত পৰিমাণেৰে সামগ্ৰীৰ প্ৰয়োজনীয়তাৰ ইংগিত দিয়ে। প্ৰয়োজনীয় সামগ্ৰী ক্ৰয় কৰিবলৈ, ক্ৰয় বিভাগে ক্ৰয় কাৰ্য্য-সূচী প্ৰস্তুত কৰে। তলত ক্ৰয় কাৰ্য্য-সূচীৰ বিভিন্ন স্তৰৰ সংক্ষিপ্ত বিৱৰণ আগবঢ়োৱা হ'ল।

**অধিগ্ৰহণ প্ৰপত্ৰ ( Requisition Forms ) :** ব্যৱসায় সংস্থাৰ



বিভিন্ন বিভাগে নিজ নিজ বিভাগৰ লাগতিয়াল সামগ্ৰীৰ অধিগ্ৰহণ, প্ৰপত্ৰ পূৰণ কৰি ক্ৰয় বিভাগলৈ প্ৰেৰণ কৰে। অধিগ্ৰহণ পত্ৰ আৱধিক হিচাপে ( Periodically ) ভৰ্তি কৰাই নিয়ম। ব্যৱসায় সংস্থাত বিক্ৰী বিভাগ আৰু শিল্প উদ্যোগত উৎপাদন আৰু বিক্ৰী বিভাগৰ লগত ক্ৰয় বিভাগৰ নিবিড় সম্পৰ্ক থাকে। অধিগ্ৰহণ প্ৰপত্ৰই আৱশ্যকীয় সামগ্ৰীৰ পূৰ্ণ বিৱৰণ আগবঢ়ায়।

**ফৰমাচ প্ৰদান ( Placing of orders ) :** উক্ত অধিগ্ৰহণ প্ৰপত্ৰ সমূহ ক্ৰয় বিভাগে তন্ন তন্নকৈ পৰীক্ষা কৰি চায় আৰু সেই অনুসৰি ফৰমাচ পত্ৰ প্ৰস্তুত কৰে। এই ফৰমাচ পত্ৰৰ কেইবাটাও প্ৰতিলিপি বা কপি কৰা হয়। উক্ত ফৰমাচ পত্ৰৰ প্ৰতিলিপিসমূহৰ প্ৰথমটি প্ৰতিলিপি বিক্ৰেতালৈ, দ্বিতীয়টি প্ৰতিলিপি সংস্থাৰ বিক্ৰী বিভাগ বা উৎপাদন বিভাগলৈ, তৃতীয়টি প্ৰতিলিপি হিচাপ বিভাগলৈ, চতুৰ্থটি প্ৰতিলিপি নথি আৰু নথিভুক্তি বিভাগলৈ প্ৰেৰণ কৰাৰ নিয়ম। এটি প্ৰতিলিপি ক্ৰয় বিভাগে নিজৰ বিভাগত সংৰক্ষণ কৰি ৰাখে।

ফৰমাচ পত্ৰত ফৰমাচ দিয়াৰ ক্ৰমিক সংখ্যা, আৰু তাৰিখ, বিক্ৰেতাৰ নাম ঠিকনা, সামগ্ৰীৰ পূৰ্ণ বিৱৰণ, সামগ্ৰীৰ মূল্য আৰু মূল্য পৰিশোধ পদ্ধতি ( Mode of payment ), সামগ্ৰী বিলিকৰণৰ তাৰিখ, নিয়ম আৰু মাধ্যম বীমা, যাতায়ত, পেকিং (Packing), মাৰ্কিং (Marking), আদি বিষয় জড়িত বিশেষ নিৰ্দেশসমূহ সন্নিবিষ্ট কৰা হয়।

**চালান আৰু প্ৰাপ্ত সামগ্ৰীৰ তুলনা ( Comparision of invoice & goods received ) :** বিক্ৰেতাৰ পৰা বস্তুৰ চালান পোৱাৰ লগে লগে ক্ৰয় বিভাগে নিজ বিভাগত ৰখা ফৰমাচ পত্ৰৰ লগত তাক তুলনা কৰি চাব লাগে। তেনে ৰূপেই বিক্ৰেতাৰ পৰা প্ৰাপ্ত বস্তুৰ লগত ফৰমাচ পত্ৰত উল্লেখ থকা বস্তুৰ ৰিজনি কৰি চোৱা প্ৰয়োজন। এনেদৰে চালান আৰু বস্তু মিলাই চোৱাৰ পাছত বস্তু গ্ৰহণ কৰিব লাগে।

যিকোনো ধৰণৰ ভুল বা ক্ৰুটী, যিমানেই ক্ষুদ্ৰ নহওক কিয়, তাক ডেবিট বা ক্ৰেডিট পত্ৰ ( Debit or credit Note ) বিনিময়ৰদ্বাৰা সমাধান কৰিব পাৰি। ভবিষ্য চুক্তি অনুসৰি সামগ্ৰী ক্ৰয় কৰিলেও স্থায়ী বা নিৰ্দিষ্ট চুক্তি ( Standing Contract ), ফৰমাচ (orders ), প্ৰাপ্ত সামগ্ৰী, আৰু চালানৰ মাজত তুলনা কৰি চোৱা এক অপৰিহাৰ্য কাৰ্য্য।

**হিচাপ-পত্ৰৰ বহীত প্ৰবিষ্টীকৰণ ( Entry in Books of Accounts )** ঃ ফৰমাচ চালান আৰু মাল-বস্তুৰ তুলনামূলক অধ্যয়নত আৰু পৰীক্ষা-নিৰীক্ষা কৰাৰ পাছত সামগ্ৰীৰ চালান হিচাপ-পত্ৰ বিভাগলৈ ক্ৰয় বহীত প্ৰবিষ্টীকৰণৰ বাবে আৰু সামগ্ৰীসমূহ গুদাম বিভাগলৈ সঞ্চয়ৰ বাবে প্ৰেৰণ কৰাৰ নিয়ম। মুখ্য ক্ৰেতাই সামগ্ৰী বিলিকৰণৰ তাৰিখ অনুসৰি সামগ্ৰী পাইছেনে নাই তাৰ প্ৰতি দৃষ্টি ৰাখিব লাগে।

**ঋণ পৰিশোধ ( Payment of dues )** ঃ হিচাপ পত্ৰৰ বিভাগৰ পৰা আৱধিক হিচাপ প্ৰতিবেদন ( Periodical accounts statement ) পোৱাৰ পাছত সংস্থাৰ অভিলেখৰ লগত তাক পৰীক্ষা কৰি চোৱা আৱশ্যক। প্ৰতিবেদনত সন্নিবিষ্ট কৰা সকলো প্ৰবিষ্টৰ প্ৰত্যয়-জনক প্ৰমাণ ( Confirmation ) সংশ্লিষ্ট বিভাগৰপৰা পোৱাৰ পাছতহে বেংকৰ জৰিয়তে সামগ্ৰীৰ মূল্য পৰিশোধ কৰা উচিত।

**বিক্ৰয় বিভাগ ( Sales Department )** ঃ শিল্প উদ্যোগ বা ব্যৱসায় সংস্থাৰ বিক্ৰয় বিভাগটি এটি প্ৰধান গুৰুত্বপূৰ্ণ বিভাগ। এই বিভাগৰ কাৰ্য্যদক্ষ সংগঠন আৰু কাৰ্য্যকাৰিতাৰ ওপৰত বিক্ৰী আৱৰ্ত ( Sales Turnover ) নিৰ্ভৰ কৰে। বিক্ৰী আৱৰ্তৰ আয়তনে লাভৰ পৰিমাণ হ্ৰাস-বৃদ্ধি কৰে। বিক্ৰয় বিভাগৰ কাৰ্য্য-কলাপে শিল্প উদ্যম বা ব্যৱসায় সংস্থাৰ অন্য সকলো বিভাগৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে।



সেইদৰে সংস্থাৰ বা উদ্যোগ প্ৰকল্পৰ শেহান্তৰত হোৱা সফলতা নাইবা দেউলীয়া অৱস্থাও এই বিভাগৰ কৰ্ম কুশলতাৰ ফলশ্ৰুতি।

মুক্ত অৰ্থনীতিত প্ৰতিযোগিতা ভিত্তিক ব্যৱসায়ত উৎপন্ন দ্ৰব্য বিক্ৰী কৰিবলৈ বিভিন্ন ধৰণৰ কৌশল অৱলম্বন কৰিব লাগে। গ্ৰাহকৰ মাজত নানান বিজ্ঞাপন আৰু প্ৰচাৰৰদ্বাৰা অভাৱ বোধ সৃষ্টি কৰি বিক্ৰী উন্নয়ন ( Sales Promotion ) কৰিবলৈ প্ৰচেষ্টা কৰা হয়। বজাৰৰ গতি প্ৰকৃতি, সামগ্ৰী মূল্যৰ হ্ৰাস-বৃদ্ধি, সামগ্ৰীৰ গুণ-মান অনুসৰি গ্ৰাহকৰ চাহিদা, একে জাতীয় দ্ৰব্যৰ প্ৰতিযোগিতা, আদি সংক্ৰান্তত বজাৰ অনুসন্ধান কাৰ্য্য পৰিচালনা কৰাও এই বিভাগৰে কৰ্তব্য। বিক্ৰী হোৱা বস্তুৰ বন্টন বা চালান পৰিচালনা বা নিয়ন্ত্ৰণ কৰাও বিক্ৰয় বিভাগৰে অন্যতম কাৰ্য্য।

বিক্ৰয় বিভাগ প্ৰকৃততে বিভিন্ন শাখাৰ সমষ্টি। বজাৰ, গৱেষণা, প্ৰচাৰ আৰু বিজ্ঞাপন, চালান, পেকিং, পৰিসংখ্যা ( Statistics ) বন্টন ব্যৱস্থা আদি এই বিভাগৰ অন্তৰ্ভুক্ত শাখা।

বিক্ৰয় বিভাগৰ মূৰব্বীজনক বিক্ৰয় পৰিচালক বা সঞ্চালক (Sales Manager or Director ) বোলা হয়। তেওঁ বিক্ৰয় বিভাগৰ প্ৰধান দায়িত্বশীল বিষয়া। তেওঁৰ অধীনত শাখা অনুসৰি একোজনকৈ সহকাৰী পৰিচালক থাকে। ওপৰত উল্লেখিত শাখাবোৰ (Sections) সকলো শিল্প বা ব্যৱসায় সংস্থাই শাখা হিচাপে নাৰাখি স্বতন্ত্ৰ বিভাগ হিচাপেও পালন কৰিব পাৰে।

বিক্ৰয় পৰিচালকৰ কাৰ্য্যকাৰিতা হৈছে হিচাপ পত্ৰ, বিত্ত ক্ৰয় আৰু উৎপাদন বিভাগৰ মাজত আৰু বিক্ৰয় বিভাগৰ শাখাসমূহৰ মাজত সহিয়া ভিত্তিত ( Team basis work ) কৰ্ম কৰাৰ প্ৰেৰণা যোগোৱা সাধাৰণতে, বিক্ৰয় বিভাগৰ বাবে ফৰমাচ সংগ্ৰহ, সামগ্ৰীৰ বিক্ৰী মূল্য নিৰূপণ, পেকিং আৰু বিলিকৰণ, বিক্ৰী পৰবৰ্তী সেৱা প্ৰদান, অধীনস্থ

বিক্ৰেতাৰ বাছনি প্ৰশিক্ষণ আৰু পৰিচালন, বিক্ৰী চৰ্ত নিৰ্ধাৰণ, গ্ৰাহকৰ অভিযোগ খণ্ডন আৰু প্ৰকৃত বিক্ৰীকৰণ আদি কাৰ্য্যই বিক্ৰয় পৰিচালকৰ নিয়মীয়া কৰ্তব্য কৰ্ম। এই সকলো কাৰ্য্য সম্পাদন কৰিবলৈ বিক্ৰয় পৰিচালকক অসাধাৰণ ব্যৱসায়িক ব্যক্তিত্বৰ প্ৰয়োজন হয়। দূৰ দৃষ্টি, সাংগঠনিক দক্ষতা সু-নেতৃত্ব, বিচক্ষণতা, অনুপ্ৰেৰণা অগ্ৰণী আদি গুণৰ ওপৰতহে ব্যৱসায়িক ব্যক্তিত্বই গঢ় লয়। বিক্ৰয় পৰিচালকে যথাৰ্থ ৰূপে অনুশীলন যোগ্য বিক্ৰয় নীতি উদ্ভাৱন কৰিব পাৰিব লাগে, যাতে উক্ত নীতিৰ প্ৰয়োগে ব্যৱসায়ত সফলতা অৰ্জন কৰিব পাৰে।

**বিক্ৰয় বিভাগ ঃ কাৰ্য্য-কলাপসমূহ (Functions)ঃ** প্ৰকৃত বিক্ৰী কাৰ্য্যই বিক্ৰয় বিভাগৰ কৰ্তব্য কৰ্ম যদিও ব্যাপক অৰ্থত এই বিভাগৰ কাৰ্য্যকাৰিতাৰ পৰিসৰ বিস্তৃত। বিক্ৰীকৰণ কৰ্মত প্ৰকৃত বিক্ৰী কাৰ্যৰ উপৰিও সংযোজিত হোৱা কাৰ্য্যসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(ক) বজাৰ গৱেষণা প্ৰকৃত বিক্ৰী আৰু প্ৰচাৰৰ বাস্তৱ আঁচনি ৰূপায়ণ কৰাৰ অৰ্থে পৰিচালনা কৰা হয়।

(খ) চাহিদা সৃষ্টিৰ কাৰণে ক্ৰয় কৰা বা উৎপাদন কৰা বিক্ৰী সামগ্ৰীৰ মান বিশিষ্ট কৰণ, সৰলীকৰণ আৰু যথাৰ্থ বিক্ৰী মূল্য নিৰূপণ।

(গ) চাহিদা বৃদ্ধিৰ হকে, ভিন ভিন বিক্ৰেতাৰ বাছনি প্ৰশিক্ষণ আৰু নিয়োজন, প্ৰচাৰ আৰু বিক্ৰী অভিযানৰ প্ৰয়োগ আৰু অন্যান্য বিক্ৰী উন্নয়ন আঁচনিৰ ৰূপায়ণ।

(ঘ) যথাৰ্থ বণ্টন প্ৰণালীৰ বাছনি আৰু প্ৰয়োগ।

(ঙ) উপযুক্ত বিভিন্ন স্থানত গুদাম বা ভঁড়ালৰ সুবন্দবস্ত, যাতে চাহিদা অনুসৰি সামগ্ৰীৰ ক্ষিপ্ৰ স্থানান্তৰকৰণ কাৰ্য্য নিষ্পন্ন কৰিব পাৰি; আৰু বিক্ৰী সামগ্ৰীৰ মান বিশিষ্টকৰণ বিশেষীকৰণ অনুযায়ী পেকিং আৰু ব্ৰেণ্ডিঙৰ কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ।



(চ) সামগ্ৰীৰ অধিকাৰ হস্তান্তৰকৰণ আৰু গ্ৰহণ।

(ছ) সামগ্ৰীৰ পৰিবহণ আৰু চালান।

(জ) প্ৰয়োজন মতে বিক্ৰী পৰৱৰ্তী সেৱা প্ৰদান আৰু বিক্ৰী সংক্ৰান্ত পৰিসংখ্যাৰ সংৰক্ষণ।

**বিক্ৰয় নীতিসমূহ ( Sales Policies ) ঃ** বিক্ৰী সামগ্ৰী বজাৰ-কৰণ কৰা বিষয়ত কিছুমান নীতিৰ উদ্ভাৱন আৰু প্ৰয়োগ কৰিব নোৱাৰিলে বিক্ৰী বৃদ্ধি কৰা সম্ভৱপৰ নহয়। বিক্ৰীকৰণ নীতিৰ উদ্ভাৱন সততে বিক্ৰয় পৰিচালকেই কৰে। এই প্ৰসংগত ক'ব পাৰি যে নীতি নিৰ্ধাৰণৰ কাৰণে বিক্ৰয় পৰিচালকৰ কিছুমান বিষয়ৰ ওপৰত বিশেষ জ্ঞানৰ প্ৰয়োজন। উক্ত আৱশ্যকীয় বিষয়ৰ আলমতহে বিক্ৰীকৰণ নীতি নিৰ্ণয় কৰি পাৰি। বিক্ৰয় পৰিচালকে জানিব লগা বিষয়সমূহ এনে ধৰণৰ—

(১) নিজস্ব আৰু প্ৰতিযোগী ব্যৱসায় সংস্থাৰ বিক্ৰী সামগ্ৰীৰ পূৰ্ণ জ্ঞানৰ আৱশ্যক।

(২) বিকল্প সামগ্ৰীৰ ব্যৱসায়িক দিশৰ অধ্যয়ন।

(৩) সম্ভাব্য গ্ৰাহকৰ জীৱন নিৰ্বাহৰ মানদণ্ড আৰু তেওঁলোকৰ চাহিদাৰ ধৰণ অনুসন্ধান।

(৪) গ্ৰাহকৰ চাহিদাৰ প্ৰতি সাযুজ্য ৰাখি বস্তুৰ গুণ, পৰিমাণ আৰু মূল্য নিৰূপণ কৰিবলৈ বজাৰ অধ্যয়ন।

(৫) বিক্ৰীকৰণ নীতিৰ বুনিয়াদ ক্ৰয় আৰু উৎপাদন বিভাগৰ সহায় সহযোগত গঠন কৰাই যুক্তিসংগত নিয়ম আৰু সেই বিভাগৰ সম্যক অধ্যয়ন।

(৬) গ্ৰাহকৰ অৱস্থাভেদে শ্ৰেণীকৰণ আৰু ঋণ মঞ্জুৰ কৰণ।

(৭) সৰ্বশেষত বিক্ৰী বিভাগৰ অন্যান্যসমূহৰ কাৰ্য্য-কলাপৰ প্ৰয়োজন অনুপাতে প্ৰয়োগকৰণ।

বিক্ৰীকৰণ নীতিৰ নিৰ্দিষ্ট কাৰ্য্যক্ৰম থকা উচিত। সেই নীতি পৰিকল্পিতভাৱে সুচিন্তিত আৰু পূৰ্ণ পৰ্য্যালোচনাৰ ভিত্তিত প্ৰতিষ্ঠিত হ'ব লাগে। বিক্ৰয় নীতিয়ে 'না শিথিল, না কঠিন' বিধি মানি চলিব পাৰিব লাগে, যাতে সময়োপযোগী সংশোধন আৰু সংযোজন কৰিব পাৰি। অৱশ্যে বিক্ৰীকৰণ নীতিৰ তেনে কোনো নিৰ্দিষ্ট বিধিবদ্ধ আহি দাঙি ধৰিব নোৱাৰি। ই শিল্প উদ্যমৰ বা ব্যৱসায় সংস্থাৰ বিক্ৰয় পৰিচালকৰ নিজা উদ্ভাৱন। আচলতে বিক্ৰয় নীতি বিক্ৰয় বিভাগৰ সমূহ কাৰ্য্যৰ ( Functions ) ওপৰত প্ৰতিষ্ঠিত আৰু এই সংস্থাৰ বা প্ৰকল্পৰ কাৰ্য্যকাৰিতাৰ ব্যাপক পৰিসৰ জুৰি বিস্তৃত।

বিক্ৰয় ৰীতিৰ গুৰুত্বপূৰ্ণ দিশ কেইটি ( Aspects ) নিম্নোল্লিখিত ধৰণৰ।

(ক) বজাৰ গৱেষণা আৰু বিশ্লেষণ,
(খ) মান বিশিষ্টীকৰণ আৰু সৰলীকৰণ,
(গ) বিক্ৰী দাম নিৰ্ধাৰণ,
(ঘ) ঋণ নীতি বা পদ্ধতি,
(ঙ) ব্যৱসায়ীলৈ সাহায্য,
(চ) ফৰমাচ সংগ্ৰহ পদ্ধতি,
(ছ) ব্যৱসায়ৰ প্ৰচাৰ আৰু বিজ্ঞাপন,
(জ) বন্টন প্ৰণালী আৰু পৰিবহণ ব্যৱস্থা,
(ঝ) পেকিং ব্ৰেণ্ডিং আৰু মাৰ্কিং,
(ঞ) বিক্ৰী পৰৱৰ্তী সেৱা,
(ট) বিক্ৰয় উন্নয়ন আঁচনি,
(ঠ) বিক্ৰেতাৰ বাছনি আৰু প্ৰশিক্ষণ আদিয়ে অন্যতম প্ৰধান। তলত কেইটামান গুৰুত্বপূৰ্ণ দিশৰ আলোচনা কৰা হ'ল।



**[ক] বজাৰ গৱেষণা আৰু বিশ্লেষণ ( Market Research & Analysis )**ঃ বিক্ৰয় নীতি পৰীক্ষা কৰি চোৱাৰ অন্যতম দিশ বজাৰ গৱেষণা নিম্নোল্লিখিত সমস্যাসমূহ সমাধানৰ কাৰণে বজাৰ গৱেষণা আৰু বিশ্লেষণ কৰি চোৱা প্ৰয়োজন। সেই সমস্যাসমূহ এনে ধৰণৰ—

(১) বিক্ৰীযোগ্য সামগ্ৰীৰ উৎপাদন কৌশল আৰু ব্যৱসায়িক দিশৰ উন্নয়ন,

(২) নতুন সামগ্ৰীৰ বজাৰকৰণ,

(৩) সামগ্ৰীৰ চাহিদা মূল্যায়ন,

(৪) ব্যৱসায়ী খুচুৰা দোকানী আৰু গ্ৰাহকৰ শিল্প সংস্থাই আগবঢ়োৱা সামগ্ৰী আৰু সামগ্ৰী জড়িত সেৱাৰ প্ৰতি, হোৱা প্ৰতিক্ৰিয়া,

(৫) সম্ভাব্য গ্ৰাহক আৰু প্ৰকৃত গ্ৰাহকৰ বাস্তৱিক অভাৱ, অভ্যাস আৰু সামগ্ৰী সম্পৰ্কে আপত্তি। সমজাতীয় অন্য দ্ৰব্যৰ প্ৰতি থকা আগ্ৰহ আৰু চিন্তা প্ৰবাহ।

(৬) বিক্ৰী অভিযান, বিজ্ঞান সন্মত প্ৰচাৰ আৰু বিজ্ঞাপন আৰু তাৰ ফলাফল।

(৭) কাৰ্য্য-ক্ষেত্ৰত বিক্ৰয় পৰিচালনা ( Management ), নীতি
(Policy) আৰু পদ্ধতিৰ (Methods) বিশ্লেষণ আৰু তাৰ যথাৰ্থ উন্নয়ন।

উল্লেখিত সমস্যাসমূহৰ অধ্যয়ন দুই ধাৰাত পৰিচালনা কৰিব পাৰি। যেনে—গ্ৰাহকৰ গৱেষণা আৰু ব্যৱসায়ীৰ গৱেষণা। স্বাভাৱিকভাৱে গৱেষণা কাৰ্য্য দুটা পদ্ধতিৰে পৰিচালনা কৰা হয়। সেই পদ্ধতি হৈছে ডাকযোগে প্ৰশ্নাৱলী (Postal questionnaires) প্ৰেৰণ আৰু বজাৰ গৱেষণাকাৰীৰ ( Field Investigator ) বজাৰ অধ্যয়ন। গ্ৰাহক বা ব্যৱসায়ীলৈ ডাকযোগে নিৰ্বাচিত কিছুমান প্ৰশ্নাৱলী আকাৰে প্ৰেৰণ কৰা হয় আৰু সেই সকলৰ পৰা সোনকালে উত্তৰ বিচৰা হয়। আনটিৰ পদ্ধতিত গ্ৰাহক বা ব্যৱসায়ীৰ ওচৰলৈ প্ৰশ্নাৱলীসহ বজাৰ

গৱেষণাকাৰীক পঠোৱা হয়। তেওঁলোকে ব্যক্তিগতভাৱে গ্ৰাহক আৰু ব্যৱসায়ীক লগ ধৰি আলোচনাৰ জৰিয়তে প্ৰশ্নৰ উত্তৰ সংগ্ৰহ কৰে।

শিল্প উদ্যম বা ব্যৱসায় সংস্থা যিয়েই নহওক বজাৰ অধ্যয়ন আৰু বিশ্লেষণৰ ওপৰত ভিত্তি কৰি বিক্ৰয় আৰু প্ৰচাৰ আৰু বিজ্ঞাপন আঁচনি প্ৰস্তুত কৰাৰ নিয়ম। বিক্ৰয় বিভাগৰ সিদ্ধান্ত সদায় বজাৰ সংক্ৰান্ত মৌলিক জ্ঞানৰ আধাৰত প্ৰতিষ্ঠিত হোৱা উচিত।

**[খ] মান বিশিষ্টীকৰণ আৰু সৰলীকৰণ ( Standardisation & Simplification )** ঃ বজাৰকৰণৰ সমস্যা সহজ কৰাৰ কাৰণে বিক্ৰী যোগ্য সামগ্ৰীৰ মান বিশিষ্টীকৰণ আৰু সৰলীকৰণ কৰিব পাৰিলে কম কষ্টত অধিক সুফল আশা কৰিব পাৰি। অৱশ্যে উভয় শব্দৰ কোনো কোনোৱে পৃথক অৰ্থত আৰু কোনোবাই একেই অৰ্থত ব্যৱহাৰ কৰে; কিন্তু উভয় শব্দ শিল্পজ সামগ্ৰী উৎপাদনৰ ক্ষেত্ৰতহে ব্যৱহাৰ হয়। মানবিশিষ্টীকৰণ মানে কোনোৱে সামগ্ৰীৰ মান বা গুণ বুজায় আৰু সৰলীকৰণ মানে সামগ্ৰীৰ গঠন শৈলী বা নক্সা বুজায়। বিক্ৰয় বিভাগে ইয়াক ব্যৱসায়িক নীতিৰ ক্ষেত্ৰতহে প্ৰয়োগ কৰে। মুঠতে, উৎপাদন আৰু বজাৰকৰণ উভয় দিশতে মানবিশিষ্টীকৰণ আৰু সৰলীকৰণ শব্দ প্ৰযোজ্য হয়।

শিল্প উদ্যমত অজস্ৰ প্ৰকাৰ সামগ্ৰী উৎপাদন আৰু বিক্ৰী কৰা অপেক্ষা সীমিত সামগ্ৰীৰ উৎপাদন আৰু বজাৰকৰণে অধিক সফলতা আহৰণ কৰিবলৈ সুযোগ দিয়ে। ব্যৱসায় সংস্থাৰ ক্ষেত্ৰতো সেই একেই পদ্ধতি অৱলম্বন কৰিব পাৰি। মান বিশিষ্টীকৰণ আৰু সৰলীকৰণে সামগ্ৰী সফলতাৰে বজাৰকৰণ কৰা বিষয়ত সাহায্য কৰে, যিহেতু ইয়াৰদ্বাৰা বিক্ৰী যোগ্য সামগ্ৰীৰ গুণ, মান, আকাৰ আয়তন, নক্সা, গঠন শৈলী আৰু মূল্যৰ নিৰ্দিষ্ট কিছুমান আদৰ্শ ( Slandard ) প্ৰকাশ পায়। শিল্প উৎপাদকৰ বাবে এটা বা ততোধিক বিশেষ মান আৰু



ব্ৰেণ্ড সামগ্ৰী সৃষ্টি কৰা সহজ আৰু তাক নানান বিক্ৰী আৰু প্ৰচাৰ অভিযানৰ জৰিয়তে জনপ্ৰিয় কৰি তোলা অধিক উজু।

মান বিশিষ্টীকৰণ আৰু সৰলীকৰণৰ ফলত—

(১) কেইবিধমান সামগ্ৰীৰ সমূহীয়া উৎপাদন হেতু উৎপাদন ব্যয় হ্ৰাস পায়।

(২) বজাৰকৰণৰ বিভিন্ন শিতানত (Head) হোৱা খৰচ নিম্নগামী হয়।

(৩) কেইবিধমান সামগ্ৰীৰ বিশেষ নাম বা ব্ৰেণ্ডত প্ৰচাৰ কাৰ্য্য পৰিচালনা হোৱা হেতু প্ৰচাৰ আৰু বিজ্ঞাপন খৰচ ৰাহি হয় আৰু প্ৰচাৰ কাৰ্য্যও জাতীয় ভেঁটিত সমাধা কৰিব পাৰি।

(৪) কেইবিধমান সামগ্ৰীত উৎপাদন কাৰ্য্য জড়িত হোৱা হেতু উৎপন্ন সামগ্ৰীৰ গুণ মান বৃদ্ধি পায়।

(৫) জনপ্ৰিয় ব্ৰেণ্ডযুক্ত সামগ্ৰী উৎপাদন কৰা সংস্থাই বেংক্ বা অন্য ঋণ সংস্থাৰপৰা ঋণ সংক্ৰান্ত সুযোগ-সুবিধা লাভ কৰিবলৈ সমৰ্থ হয়।

(৬) শ্ৰেণীকৰণ কৰা ( graded ) আৰু ব্ৰেণ্ডযুক্ত সামগ্ৰীয়ে ভবিষ্য উপকাৰ পায়।

(৭) তেনে সামগ্ৰীৰ দামৰ নমনীয়তা হ্ৰাস পায়, দাম নিৰ্ধাৰণ সহজ হয় আৰু সামগ্ৰীৰ মূল্য ক্ৰমাগতভাৱে কমি যায়।

(৮) তেনে সামগ্ৰী জড়িত সেৱা উন্নত হয়।

সাধাৰণতে ব্ৰেণ্ডযুক্ত বা আদৰ্শ মানকৃত বস্তুৰ বজাৰ আধুনিক ব্যৱসায়ত অধিকৰূপে ফলপ্ৰদ হোৱা দেখা যায়; কিন্তু ব্যৱসায়ৰ নাম বা চিহ্ন বাছনি কৰাৰ ক্ষেত্ৰত লক্ষ্য ৰাখিব লগা বিষয় কেইটি হ'ল— উচ্চাৰণত সহজ, মনত ৰাখিবলৈ বৈশিষ্ট্যযুক্ত, উজু বৰ্ণাশুদ্ধি, সৰল নক্সা

পৰিচালক হ'ব পাৰে। মুখ্য কাৰ্য্যবাহী বিষয়া এজন বা ততোধিক
থাকিব পাৰে। এনে মুখ্য কাৰ্য্যবাহী বিষয়াকেই পৰম পৰিচালনা
স্থানে স্থিত বিষয়া বোলা হয়।

মুখ্য কাৰ্য্যবাহী বিষয়াজনে সঞ্চালক পৰিষদে নিৰ্ধাৰণ কৰি দিয়া
আঁচনি আৰু লক্ষ্যক কাৰ্য্যত পৰিণত কৰিবলৈ যথোপযুক্ত ব্যৱস্থা গ্ৰহণ
কৰে আৰু উক্ত কাৰ্য্যসমূহ যথাযথ সম্পাদনৰ বাবে সঞ্চালক পৰিষদৰ
ওচৰত দায়ী থাকে বা 'কৈফিয়ৎ দিব লগীয়া হয়। তেওঁ আচলতে
সঞ্চালক পৰিষদ আৰু বাকী সংগঠনৰ মাজৰ সমন্বয়ৰক্ষী বিষয়া।
সঞ্চালক পৰিষদক দাখিল কৰিবলগীয়া প্ৰতিবেদন, হিচাপ-পত্ৰ
পৰিসংখ্যা, আৰু অন্যান্য অভিলেখ নিয়ম মতে দাখিল কৰা হৈছেনে
নাই, তাৰ প্ৰতি দৃষ্টি ৰখাৰ দায়িত্ব মুখ্য কাৰ্য্যবাহী বিষয়াৰ।

মুখ্য কাৰ্য্যবাহী বিষয়াজনৰ আঁচনিৰ নেতৃত্ব দিয়া, সংগঠনৰ
কাৰ্য্যবোৰ পৰিচালনা কৰা, বিভিন্ন স্তৰৰ পৰিচালনাৰ মাজত সমন্বয়
সাধন কৰা, গুৰুত্বপূৰ্ণ বিষয়সমূহত ৰুলিং (Ruling) দিয়া, কৰ্মচাৰী-
সকলক বিভিন্ন প্ৰেৰণাদায়ক আঁচনিৰে প্ৰণোদিত কৰা আৰু সকলো
বিষয়ৰ ওপৰত নিয়ন্ত্ৰণ কাৰ্য্য অনুশীলন কৰাই মুখ্যতঃ ঘাই কৰ্তব্য।

এক স্বত্বাধিকাৰী ব্যৱসায় (Sole Trading Concern) সংস্থা
হলে, ব্যৱসায়ৰ গৰাকীজনেই সকলো নীতি আৰু আঁচনি ৰূপায়ণ
কৰাৰ দায়িত্ব থাকে। যুটীয়া ব্যৱসায় সংস্থাত (Partnership
business) অংশীদাৰসকলে সমূহীয়াকৈ অথবা পৃথকভাৱে ব্যৱসায়ৰ
উপৰোক্ত কাৰ্য্যসমূহৰ দায়িত্ব গ্ৰহণ আৰু পালন কৰে।

**মধ্যম পৰিচালনা (Middle Management) ঃ** বিভিন্ন বিভাগৰ
বিভাগীয় মুৰব্বীসমূহ আৰু অধীক্ষক সমূহৰ সমষ্টিয়েই মধ্যম পৰি-
চালনা। বিভাগীয় মুৰব্বী আৰু অধীক্ষকসমূহ মধ্যৱৰ্তী স্থানত
অৱস্থিত পৰিচালন বিষয়া।



এই পৰ্য্যায়ৰ বিষয়াসকলে ব্যৱসায় সংগঠনৰ আঁচনি আৰু
নীতিসমূহৰ প্ৰতি সমুচিত মূল্য আৰোপ কৰিব লাগে। পৰম পৰি-
চালনাৰ দৃষ্টিভংগীৰ লগত সাজুযাতা ৰাখিব লাগে। তেওঁলোকে
অধীনস্থ বিষয়া বৰ্গৰ বিভিন্ন কাৰ্য্য সংক্ৰান্তত উদ্ভৱ হোৱা সমস্যাবোৰ
নানান উপদেশ, পৰামৰ্শৰদ্বাৰা সিদ্ধান্ত দি সমাধান কৰিব লাগে।

মধ্যস্থ বিষয়াবৰ্গৰ সাধাৰণ কাৰ্য্য হৈছে—তেওঁলোকে উচ্চ পদস্থ
বিষয়াৰ নিৰ্দেশ আৰু পৰামৰ্শবোৰ কাৰ্য্যকৰী কৰিবলৈ অধীনস্থ
বিষয়াসমূহক প্ৰত্যয় যোৱাকৈ বিশদ ব্যাখ্যা দিব লাগে। সেই
পৰামৰ্শ আৰু নিৰ্দেশসমূহ অধীনস্থ বিষয়াৰ সাহায্যত বাস্তৱত ৰূপ
দিয়াৰ সম্পূৰ্ণ দায়িত্ব তেওঁলোকৰ। প্ৰকৃততে মধ্যস্থ বিষয়াৰ পূৰ্ণ
অনুশাসন থাকে অধীনস্থ বিষয়াৰ ওপৰত। মধ্যম পৰিচালনা সমন্বয়
সাধনৰ ঘাই মাধ্যম। মধ্যস্থ বিষয়াৰ কাৰ্য্য মধ্যস্থতাৰ কাৰ্য্য।
এওঁলোক সৃষ্টিকামী অপেক্ষা অধিক সমন্বয়ৰক্ষী বিষয়া।

**নিম্নস্থ বা অধস্থ পৰিচালনা (Lower Mamagement) ঃ**
ফ'ৰমেন (Foremen), ছুপাৰভাইজৰ (Supervisor) কাৰ্য্যালয়
অধীক্ষক আৰু অন্যান্য বিষয়াৰ সমষ্টিয়েই অধস্থ পৰিচালনা। এওঁ-
লোকক প্ৰথম পংক্তিৰ (Frist line) কাৰ্য্যবাহী বিষয়া বোলা
হয়।

সাধাৰণ শ্ৰেণীৰ কৰ্মী আৰু কৰ্মচাৰীৰ পৰা এক স্তৰ ওপৰত
নিম্নস্থ বিষয়াসকল অধিষ্ঠিত। ব্যৱসায় বা উদ্যোগৰ দৈনন্দিন কাম-
কাজবোৰ এইসকল বিষয়াৰ বুদ্ধি পৰামৰ্শ আৰু নিয়ন্ত্ৰণৰদ্বাৰা সম্পাদন
কৰা হয়। প্ৰকৃতাৰ্থত পৰম পৰিচালনাৰ আঁচনি আৰু কাৰ্য্যসূচী,
উদ্দেশ্য আৰু লক্ষ্যক কাৰ্য্য ক্ষেত্ৰত ৰূপায়িত কৰা বিষয়াসকল নিম্নস্থ
পৰ্য্যায়ত।

নিম্নস্থ বিষয়াসকল শ্ৰমিক কৰ্মী আৰু কৰ্মচাৰীসকলৰ প্ৰতিনিধি

ব্যৱসায়ীৰ বিক্ৰী বৃদ্ধি হোৱা মানেই পাৰোক্ষভাৱে উৎপাদক বা ব্যৱসায় সংস্থাৰ বিক্ৰী বৃদ্ধি হোৱা, খুচুৰা ব্যৱসায়ীসমূহ প্ৰচাৰ আৰু বিক্ৰী অভিজ্ঞ নহবও পাৰে। সেয়ে, খুচুৰা ব্যৱসায়ীলৈ বিভিন্ন ধৰণৰ সেৱা আগবঢ়াই বিক্ৰী সম্প্ৰসাৰণ কৰিবলৈ প্ৰচেষ্টা কৰা হয়। সেই সেৱা বা সাহায্যসমূহ হৈছে—দোকানৰ গৃহ প্ৰাংগণ সজ্জা, খিড়িকী স্থানত দ্ৰব্য বিন্যাস প্ৰদৰ্শন কক্ষ ( Show room ) সজ্জিত কৰণ, দোকানৰ আভ্যন্তৰীণ দ্ৰব্য বিন্যাস মূল্য তালিকা, প্ৰচাৰ পুস্তিকা আৰু অন্যান্য প্ৰচাৰ সাহিত্যৰ যোগান, স্থানীয় বাতৰি কাগজ, আলোচনী, সাময়িকীত স্থানীয় ব্যৱসায়ীৰ নাম ঠিকনাৰ প্ৰচাৰ, প্ৰচাৰ পত্ৰিকাত স্থানীয় ব্যৱসায়ীৰ নাম ঠিকনা সন্নিবিষ্ট কৰি স্থানীয় জনসাধাৰণৰ ওপৰত তাৰ প্ৰচাৰ, মাজে সময়ে ভ্ৰামণিক বিক্ৰেতাৰদ্বাৰা বিক্ৰী সম্বন্ধীয় নানান বৃদ্ধি পৰামৰ্শ জ্ঞাপন, সামগ্ৰীৰ প্ৰদৰ্শনী, ফেছন শ্ব'ৰ ব্যৱস্থা, আলোক সজ্জা আৰু বিশেষ বিজ্ঞাপনৰ ব্যৱস্থা ( যথা ডায়েৰী, কেলেণ্ডাৰ, গিফ্‌ট্ কুপন, নমুনা, অনাতাঁৰ প্ৰচাৰ ইত্যাদি ) আদিয়েই প্ৰধান।

এনে সাহায্যৰ ব্যৱস্থাপনা সততেই পূৰ্ব পৰিকল্পিত হোৱা আৱশ্যক। খুচুৰা ব্যৱসায়ীলৈ তেওঁলোকে কৰিবলগীয়া বিজ্ঞাপনৰ প্ৰতিলিপিও উৎপাদক বা সংস্থাই প্ৰস্তুত কৰি দিয়া উচিত। ব্যৱসায়ীলৈ আগবঢ়োৱা সাহায্যই যাতে, বিক্ৰয় নীতিৰ মূল তাৎপৰ্য্য ব্যৱসায়ী, খুচুৰা ব্যৱসায়ী আৰু জনসাধাৰণৰ ওচৰত যথাৰ্থ ভাৱে অৱগত কৰাব পাৰে তাৰ প্ৰতি সন্তৰপৰ সকলো ব্যৱস্থা গ্ৰহণৰ প্ৰতি দৃষ্টি ৰখা উচিত।

**[চ] ফৰমাচ সংগ্ৰহ ভিত্তিত বিক্ৰী পদ্ধতি (Methods-Sales on orders) ঃ** বিক্ৰয় বিভাগে বিভিন্ন পদ্ধতি প্ৰয়োগ কৰি ফৰমাচ সংগ্ৰহৰদ্বাৰা নিজা সামগ্ৰী বিক্ৰী কৰাৰ ব্যৱস্থা কৰে। বিক্ৰয় বিক্ৰেতা, চালান ( Consignment ), অভিকৰ্তা ( Agent ) আদিৰদ্বাৰা সামগ্ৰী বিক্ৰী কৰিবলৈ ফৰমাচ সংগ্ৰহৰ দায়িত্ব লয়।



**(ক)(:) ভ্ৰামণিক বিক্ৰেতা ( Travelling Salesman ) ঃ** শিল্প উৎপাদক বা ব্যৱসায় সংস্থাই নিজা ভ্ৰামণিক বিক্ৰেতাৰ জৰিয়তে বিক্ৰী যোগ্য সামগ্ৰীৰ ফৰমাচ সংগ্ৰহ কৰে। ভ্ৰামণিক বিক্ৰেতাৰ কাৰ্য্য পদ্ধতি আৰু দায়িত্ব বিক্ৰয় সঞ্চালকে নিৰ্ণয় কৰি দিয়ে। বিক্ৰয় বিভাগৰ আঁচনি অনুসৰি ভ্ৰামণিক বিক্ৰেতাই নিয়মীয়া গ্ৰাহকক লগ ধৰি ফৰমাচ সংগ্ৰহ কৰে আৰু সম্ভাব্য গ্ৰাহকৰ লগত ব্যক্তিগত সম্পৰ্ক ৰচনা কৰে, সামগ্ৰী সম্পৰ্কে আলাপ আলোচনা চলায় আৰু প্ৰচাৰ পত্ৰিকা আদিৰ যোগান ধৰে।

ব্যৱসায় বন্ধ কৰা পুৰণি গ্ৰাহকৰ লগত সম্পৰ্ক ঘটাই ব্যৱসায় পুনৰ প্ৰৱৰ্তন কৰাৰ ব্যৱস্থা কৰাও ভ্ৰামণিক বিক্ৰেতাৰ কৰ্তব্যৰ অন্তৰ্গত। ভ্ৰামণিক বিক্ৰেতাই উল্লিখিত কাৰ্য্যৰ পূৰ্ণ প্ৰতিবেদন বিক্ৰয় বিভাগলৈ আৱধিক ভিত্তিত নিয়মীয়াকৈ পঠাব লাগে। অৱশ্যে সকলোধৰণৰ গ্ৰাহক সম্পৰ্কে, নিজা দ্ৰব্য, বিকল্প দ্ৰব্য-সম্ভাৰ, প্ৰতিযোগী ব্যৱসায়ীৰ দ্ৰব্য সম্পৰ্কে ; প্ৰচাৰ আৰু বিজ্ঞাপন সম্পৰ্কে, বজাৰৰ গতিধাৰা, দ্ৰব্যৰ চাহিদা আৰু মূল্যৰ বিষয়ে, আৰু নানান তথ্য-পাতি নিৰ্ভুলভাৱে সংগ্ৰহ কৰি প্ৰতিবেদনত সন্নিবিষ্ট কৰিব লাগে। বিক্ৰয় পৰিচালকে ভ্ৰামণিক বিক্ৰেতাৰ লগত নিয়মীয়া যোগাযোগ ৰাখে আৰু প্ৰয়োজন অনুসৰি তেওঁলোকলৈ প্ৰচাৰ পুস্তিকা, নমুনা (Samples) আৰু নানান উপদেশ নিৰ্দেশ প্ৰেৰণ কৰে।

উল্লিখিত কৰ্তব্যৰ উপৰিও বিক্ৰেতাই বিক্ৰয় পৰিচালকৰ হৈ গ্ৰাহকৰ লগত চুক্তিবদ্ধ হোৱা, ঋণ মঞ্জুৰ কৰা ( Sanctioning of credit ) ঋণ সংগ্ৰহ কৰা ( Collection of credit ) ৰেহাই ( Rebate ) দিয়া পুৰণি বিশৃংখল হিচাপ-পত্ৰ নিষ্পত্তি কৰা ইত্যাদি কাৰ্য্যও সম্পাদন কৰিব লাগে। এনে কাৰ্য্যৰ বাবে বিক্ৰয় পৰিচালকে যথাবিহিত কৰ্তৃত্ব ভ্ৰামণিক বিক্ৰেতাক অনুমোদন কৰিব লাগে।

ভ্ৰামণিক বিক্ৰেতাক কাৰ্য্য পৰিচালনা কৰিবৰ বাবে নিৰ্দিষ্টকৈ ক্ষেত্ৰ বন্টন ( Allotment of territory ) কৰি দিয়াও বিক্ৰয় পৰিচালকৰ কৰ্তব্য। প্ৰতিজন বিক্ৰেতাক একোটা নিৰ্দিষ্ট অঞ্চলৰ ( যথা- প্ৰদেশ, জিলা ভিত্তিত ) দায়িত্ব অৰ্পণ কৰা হয়। কাৰ্য্য-ক্ষেত্ৰৰ বিস্তৃত যাতায়াত ব্যৱস্থা, সামগ্ৰীৰ প্ৰয়োজনীয়তা, গ্ৰাহকৰ সংখ্যা আৰু চালান আৰু বন্টন ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে।

বিক্ৰেতাৰ বাছনি আৰু প্ৰশিক্ষণ বিষয়টি, বিষয়া বিভাগৰ হাতত ন্যস্ত কৰা হয়। বিষয়া বিভাগৰ অবিহনে এই কাৰ্য্যও বিক্ৰয় সঞ্চালকৰ- দ্বাৰাই পৰিচালিত আৰু নিয়ন্ত্ৰিত হয়। বিক্ৰেতাৰ নিৰ্ভুল বাছনিয়ে বিক্ৰয় বিভাগৰ কাৰ্য্যদক্ষতা আৰু নৈপুণ্য বৃদ্ধি কৰে। অভিজ্ঞতা থকা, প্ৰশিক্ষণপ্ৰাপ্ত তীক্ষ্ণ বুদ্ধিসম্পন্ন, ব্যৱসায়িক বুদ্ধি বৃত্তি থকা অহৰ্তা সম্পন্ন মানুহক বিক্ৰেতা হিচাপে নিৰ্বাচন কৰাই বিক্ৰয় বিভাগৰ মূল ব্যৱসায়িক নীতি হোৱা উচিত।

(২) **আভ্যন্তৰীণ বিক্ৰেতা ( Indoor Salesman ) ঃ** কোনো কোনো পাইকাৰী ব্যৱসায় সংস্থাই বা শিল্পজাত দ্ৰব্য উৎপাদকে নিজা বিক্ৰীগোট বা প্ৰদৰ্শন কক্ষৰ বাবে ( Show Room ) আভ্যন্তৰীণ বিক্ৰেতা নিয়োগ কৰে। এনে বিক্ৰেতায়ো ফৰমাচ সংগ্ৰহ কৰাত বিক্ৰয় বিভাগক সহায় কৰে।

**(খ) চালান ভিত্তিত বিক্ৰী (Sales on Consignment) ঃ** বিক্ৰয় বিভাগে চলা ফৰমাচ বিক্ৰী ব্যৱসায়ৰ উপৰিও, নিজৰ নামত চালান ভিত্তিত বিক্ৰী ব্যৱসায় চলায়।

চালান ( Consignment ) ভিত্তিত ব্যৱসায় কৰাৰ উদ্দেশ্য হ'ল— যি কোনো ব্ৰেণ্ড বা বিশেষ মানৰ সামগ্ৰী নতুন বজাৰত প্ৰচলন কৰা অথবা স্থানীয় চাহিদা হ্ৰাস পোৱা সামগ্ৰী নতুন বজাৰত বিক্ৰীৰ ব্যৱস্থা।



চালান ভিত্তিত বিক্ৰী কাৰ্য্য উৎপাদক বা সংস্থাৰ নিজা নামত হয়। শিল্প উৎপাদক বা ব্যৱসায় সংস্থাই দূৰস্থ ব্যৱসায়ীলৈ বিক্ৰীযোগ্য সামগ্ৰী বিক্ৰীৰ বাবে চালান প্ৰপত্ৰ ( Proforma Invoice ) সহ চালান কৰে। উক্ত ব্যৱসায়ীয়ে সেই সামগ্ৰী উৎপাদক বা চালান প্ৰেৰকৰ ( Consignor ) হৈ বিক্ৰী কৰে। সামগ্ৰীৰ বিক্ৰী মূল্য চালান প্ৰেৰকে নিৰূপণ কৰি দিয়ে। সামগ্ৰীৰ চালান প্ৰেৰণ কৰোঁতে হোৱা সমূহ খৰচ চালান প্ৰেৰকৰ। চালান প্ৰেৰকৰ হৈ সামগ্ৰী বিক্ৰী কৰাৰ বাবে ব্যৱসায়ীজনে বা চালান প্ৰাপকে ( Consignee ) কেৱল দস্তুৰি ( Commission ) পায়। বিক্ৰীৰ ধন চালান প্ৰাপকে 'বিক্ৰী হিচাপ' ( Account sales ) সহ চালান প্ৰেৰকলৈ বেংক্ যোগে পঠায়। বিক্ৰী হিচাপত মুঠ সামগ্ৰীৰ বিক্ৰীৰ সমুদায় ধন, বিক্ৰী নোহোৱা সামগ্ৰীৰ মূল্য, যাতায়াত খৰচ, বিক্ৰী বাবদ হোৱা খৰচ, গুদাম ভাড়া, বীমা দস্তুৰি আদি সকলো জমা আৰু খৰচৰ হিচাপ সন্নিবিষ্ট কৰা হয়। উক্ত হিচাপ সমীকৰণৰ (Balancing) পাছত যি বাহি থাকে তাক চালান প্ৰেৰকলৈ পঠোৱাৰ নিয়ম। চালান প্ৰেৰক ( Consignor ) আৰু চালান প্ৰাপকৰ ( Consignee ) মাজত লিখিত বা অলিখিত এক ব্যৱসায়িক চুক্তি সম্পন্ন হয়।

উক্ত ব্যৱস্থা অনুসৰিয়েই চালান ভিত্তিত বিক্ৰী ব্যৱসায় পৰিচালনা কৰা হয়।

**(গ) কিস্তি বা ভাড়া ক্ৰয় ভিত্তিত বিক্ৰী (Sales on Instalment or Hire-Purchase) ঃ** যিবোৰ শিল্প উৎপাদকে বা ব্যৱসায় সংস্থাই দামী আৰু স্থায়ী বস্তুৰ ব্যৱসায় কৰে, তেওঁলোকে যদি কিস্তি বা ভাড়া ক্ৰয় পদ্ধতিত বিক্ৰী ব্যৱসায় চলায় তেতিয়া সাধাৰণতকৈ অধিক ফৰমাচ সংগ্ৰহ কৰিবলৈ সমৰ্থৱান হয়, কিস্তি বা ভাড়া ক্ৰয় বিক্ৰী ব্যৱস্থাই গ্ৰাহকৰ স্থায়ী বস্তুৰ চাহিদা স্বাভাৱিকতে বৃদ্ধি কৰে। আপাততঃ এনে

কিস্তি পদ্ধতিত মটৰ গাড়ী, প্ৰশীতক ( Refrigerators ), চিলাই কল ( Sewing Machines ), ৰেডিঅ' অন্যান্য কাৰ্য্যালয়ত ব্যৱহৃত শ্ৰম লাঘৱ যন্ত্ৰ-পাতি ( Labour Saving Appliances ) আৰু বৈদ্যুতিক সাজ-সৰঞ্জাম আদিৰ নিচিনা দামী বস্তুৰ বিক্ৰয় ব্যৱসায় পৰিচালনা কৰা দৃষ্টি গোচৰ হৈছে। কিস্তি বা ভাড়া ক্ৰয় ভিত্তিক ব্যৱসায়ৰ সুবিধা শিল্প উৎপাদক, পাইকাৰী আৰু খুচুৰা ব্যৱসায়ী সকলোৱেই বৃহৎ বজাৰ অধিকাৰ কৰাৰ আগ্ৰহত, আগবঢ়োৱা দেখা যায়।

**[ছ] প্ৰচাৰ আৰু বিজ্ঞাপন (Publicity & Advertisement)**: প্ৰায়বোৰ পাইকাৰী ব্যৱসায় সংস্থা আৰু শিল্পজ উৎপাদকে নিজা সামগ্ৰী বিক্ৰীৰ কাৰণে ব্যাপক আৰু তীব্ৰ প্ৰচাৰ চলায়, কাৰণ বণ্টন আৰু উপভোগৰ ( Consumption ) মাজৰ চাহিদাৰ পৰ্য্যাপ্ত খালী ঠাই প্ৰচাৰ কাৰ্য্যই পূৰণ কৰে। প্ৰচাৰ আৰু বিজ্ঞাপন প্ৰতিযোগী বজাৰৰ বাবে অত্যন্ত অপৰিহাৰ্য্য। প্ৰচাৰ ব্যৱস্থাই ভ্ৰামণিক বিক্ৰেতা আৰু অন্যান্য বিক্ৰেতাৰ বিক্ৰীকৰণ কাৰ্য্য সুচল কৰি দিয়ে। কিছুমান ব্যৱসায়ীয়ে নিজৰ ব্যৱসায়ৰ নামত বা ব্ৰেণ্ডৰ ( Brand ) নামত বিজ্ঞাপন দি ব্ৰেণ্ডযুক্ত সামগ্ৰীৰ বিক্ৰী বৃদ্ধি কৰে। ব্ৰেণ্ডকৃত সামগ্ৰীৰ প্ৰচাৰ আৰু বিজ্ঞাপন পৰিচালনা কৰিবলৈ সহজ আৰু ফলপ্ৰদ হয়।

থোৰতে কবলৈ গলে বিজ্ঞাপনহীন আধুনিক ব্যৱসায় নাই। "বিজ্ঞাপন" আধুনিক বিক্ৰয় নীতিৰ বুনিয়াদ গঢ়াৰ এক প্ৰয়োজনীয় অংগ ; কিন্তু 'প্ৰচাৰ' বা বিজ্ঞাপন সদায় বিজ্ঞপিত সামগ্ৰীৰ লগত সামঞ্জস্য ৰাখি কৰা আৱশ্যক। প্ৰচাৰ সততে শুদ্ধ, সত্যধৰ্মী আৰু সৃষ্টিকামী হোৱা প্ৰয়োজন। ইয়েই জনগণক সামগ্ৰী সম্পৰ্কে অৱগত কৰাৰ প্ৰথম আৰু প্ৰধান মাধ্যম। প্ৰচাৰ আৰু বিজ্ঞাপনে সাধাৰণতে দুইৰ পৰা চাৰি শতাংশলৈ বিক্ৰীৰ আবৰ্ত বৃদ্ধি কৰে। ই গ্ৰাহকক বস্তুৰ গুণমান সম্পৰ্কে নিশ্চিত কৰি দিয়ে। বিক্ৰী আৱৰ্তৰ বৃদ্ধিয়ে বস্তুৰ



মূল্য হ্ৰাস কৰায়। প্ৰচাৰ আৰু বিজ্ঞাপনে সেয়ে বিক্ৰী পূৰ্ব মনস্তাত্বিক পৰিবেশ সৃষ্টিকাৰী হোৱা উচিত। প্ৰচাৰে প্ৰতিশ্ৰুতি দিয়া অনুসৰি সামগ্ৰীৰ গুণ, মান আৰু মূল্য বাস্তৱিকতে সামঞ্জস্যপূৰ্ণ হলেহে প্ৰচাৰ আৰু বিজ্ঞাপনৰ যথাৰ্থতা প্ৰতিপন্ন হয়।

**[জ] বণ্টন প্ৰণালী আৰু পৰিবহণ ( Distribution & Transport)**: সামগ্ৰী বিক্ৰীকৰণৰ ক্ষেত্ৰত বণ্টন প্ৰণালী আৰু পৰিবহণ ব্যৱস্থাই সমস্যাৰ সৃষ্টি কৰে। উৎপাদিত সামগ্ৰী উচ্চমান বিশিষ্ট সুন্দৰ গঠন শৈলীৰ আৰু যুক্তি সংগত মূল্যৰ হ'ব পাৰে ; কিন্তু যেতিয়ালৈকে বণ্টন প্ৰণালী আৰু পৰিবহণ ব্যৱস্থা, বিজ্ঞান সন্মত ৰূপে সংগঠিত কৰিব পৰা নাযায়, তেতিয়ালৈকে সামগ্ৰীৰ বিক্ৰী বাধাগ্ৰস্ত হ'বই।

সাধাৰণতে দালাল, বিক্ৰয় অভিকৰ্তা, নিলামকাৰী, ফেক্টৰ (Factor) ভিন ভিন বিক্ৰেতা, খুচুৰা আৰু অন্যান্য ব্যৱসায়ী আদিয়েই বণ্টনৰ যথাৰ্থ প্ৰণালী ; কিন্তু এই বণ্টন প্ৰণালী সুপৰিকল্পিত হ'ব লাগিব। বিক্ৰয় বিভাগে বণ্টন আঁচনি পৰিকল্পিতভাৱে কাৰ্য্যকৰী কৰে। কোনো কোনো উৎপাদকে বা পাইকৰী ব্যৱসায় সংস্থাই বণ্টন ব্যৱস্থাৰ বাবে পৃথক সংস্থা প্ৰতিষ্ঠা কৰে।

যেনেদৰে বিভিন্ন যাতায়াত মাধ্যমৰ ভিতৰত নিৰ্বাচিত মাধ্যমৰদ্বাৰা বিক্ৰীযোগ্য সামগ্ৰীৰ পৰিবহণ আৰু বিলিকৰণ কাৰ্য্য সম্পন্ন কৰা হয়। উক্ত নিৰ্বাচিত মাধ্যমৰ খৰচ কম, পৰিবহণ ক্ষিপ্ৰতৰ, অপচয়হীন, সহজ আৰু সুচল আৰু বিপদমুক্ত হোৱা উচিত। কোনো কোনো সংস্থাই পৰিবহণ আৰু বিলিকৰণৰ বাবে পৃথক বিভাগ ৰাখে। গ্ৰাহকৰ ওচৰলৈ বিক্ৰী সামগ্ৰী সময় মতে পৰিবহণ আৰু বিলিকৰণ কৰাৰ দায়িত্ব, উক্ত বিভাগৰ হাতত ন্যস্ত থাকে। পৃথক বিভাগ নথকা সংস্থাত এই পৰিবহণ আৰু চালান কৰা কাৰ্য্য বিক্ৰয় বিভাগৰদ্বাৰা পৰিচালিত হয়।

**[ঝ] পেকিং ( Packing )**: বিক্ৰীযোগ্য সামগ্ৰী বিক্ৰীকৰণৰ

বেলিকা আৰু এটি প্ৰয়োজনীয় বিষয়লৈ বিক্ৰয় বিভাগে লক্ষ্য ৰাখিব লাগে। সেইটো হ'ল সামগ্ৰীৰ পেকিং বা টোপোলাকৰণ। বিক্ৰয় নীতিৰ ইয়ো এটা অপৰিহাৰ্য্য দিশ। বিক্ৰী সামগ্ৰী শ্ৰেণীকৰণ আৰু পৃথকীকৰণ কৰাৰ পাছতহে টোপোলাবন্ধা হয়। আপাততঃ বিক্ৰীযোগ্য সামগ্ৰী সুন্দৰ ৰূপে টোপোলা বা আঁটি বান্ধি বাকছত ভৰাই, জুলীয়া বস্তু হলে বটল, টিন আদিত ভৰাই বন্ধ কৰি দিব নোৱাৰিলে বিক্ৰী কম হয়। টোপোলা, আঁটি, বটল, টিন, বাকচ, আদি দেখাত সুন্দৰ, মজবুত চিত্ৰ বা ব্ৰেণ্ড অংকিত ব্যৱসায়ৰ নাম থকা আৰু সামগ্ৰী সংক্ৰান্ত সাহিত্য সম্বলিত হলেহে আচলতে বিক্ৰী সম্প্ৰসাৰিত হয়। টোপোলাই ব্যৱসায় সংস্থাৰ সুনাম বৃদ্ধি কৰে এনে টোপোলাকৰণ কাৰ্য্যই সামগ্ৰীৰ পৰিষ্কাৰ পৰিচ্ছন্নতা, সামগ্ৰীৰ জোখ-মাপ, অপচয় আৰু বিনষ্টতাৰ পৰা সুৰক্ষা কৰে। বিক্ৰীদাৰৰ বন্ধা ওজন কৰাৰ কষ্ট আৰু সময় লাঘৱ কৰে। ভঁড়াল বিভাগক উপযুক্ত টোপোলা কৰাৰ পৰামৰ্শ বিক্ৰয় বিভাগে দিয়ে।

[ঞ] **বিক্ৰী পৰবৰ্তী সেৱা ( After Sale Services ) ঃ** বিক্ৰী বৃদ্ধি কৰিবলৈ হলে বিক্ৰী পৰবৰ্তী সেৱা আগবঢ়োৱা উচিত। বিক্ৰী পৰবৰ্তী সেৱা বিক্ৰয় নীতিৰ আন এটি উপাদান।

এনে কিছুমান সামগ্ৰী আছে (যথা—মটৰ, ট্ৰেক্টৰ, প্ৰশীতক, ৰেডিঅ' শ্ৰমহ্ৰাস যন্ত্ৰসমূহ, বৃহৎ যন্ত্ৰ-পাতি, অন্য যান্ত্ৰিক সঁজুলি ইত্যাদি)। যাৰ প্ৰতি বিক্ৰী পৰবৰ্তী সেৱা প্ৰদান কৰাটো আচাৰ নীতিত পৰিণত হৈছে। এনে সেৱা হৈছে মেৰামতিৰ চুক্তি, সস্তাত উপকৰণ অংশৰ ( Spare parts ) যোগান, ব্যয় মুক্ত বিলিকৰণ ( Free Delivery ), বিনা খৰচে যন্ত্ৰ-পাতিৰ পৰিষ্কাৰ পৰিচ্ছন্ন কৰা কাৰ্য্য, যন্ত্ৰ-পাতিৰ বাবে ব্যয় বিহীন প্ৰশিক্ষণ দান, আৰু যন্ত্ৰ-পাতিৰ প্ৰয়োজনীয় অংশ সস্তা দামত যোগান আদি। এনে ধৰণৰ সেৱা আকৰ্ষণীয় হবলৈ প্ৰশাসনিক দক্ষতা, আৰু দৃঢ়তা, খৰতকীয়া, কাৰ্য্যক্ষম আৰু সস্তীয়া হোৱা প্ৰয়োজন।



বিক্ৰী পৰবৰ্তী সেৱাৰ ব্যৱস্থাই 'বিক্ৰী আৱৰ্ত'ৰ সমৃদ্ধি ঘটোৱাত সহায় কৰে।

[ট] **বিক্ৰী উন্নয়ন আঁচনি ( Sales Promotion schemes ) ঃ** বিভিন্ন শিল্প উৎপাদক, ব্যৱসায় সংস্থাই বিক্ৰী বৃদ্ধিৰ কাৰণে বিভিন্ন অনুপ্ৰেৰণামূলক আঁচনি প্ৰয়োগ কৰে। ভিন ভিন স্তৰৰ ব্যৱসায়ী, অভিকৰ্তা, দালাল আদিলৈ উৎপাদক বা ব্যৱসায় সংস্থাই আগবঢ়োৱা সেৱাও এই সন্দৰ্ভত উল্লেখযোগ্য। সাহায্য আঁচনি আৰু অনুপ্ৰেৰণা-মূলক আঁচনিৰ বাহিৰেও বহু উৎপাদক বা ব্যৱসায় সংস্থাই বিক্ৰী বৃদ্ধিৰ হকে বাট্টা ভিত্তিক ব্যৱসায়, মূল্য চুক্তিবদ্ধ ভিত্তিত, গেৰাণ্টি ভিত্তিত, গিফ্‌ট্ ভিত্তিত, বিক্ৰী ব্যৱসায় পৰিচালনা কৰা পৰিলক্ষিত হয়। স্পষ্টতঃ কবলৈ হলে এনে আঁচনিৰ উদ্দেশ্য কেৱল বিক্ৰীৰ আৱৰ্ত উৰ্দ্ধগামী কৰা।

**বিক্ৰয় কাৰ্য্যসূচী ( Sales Routine ) ঃ** ব্যৱসায় সংস্থাই বা শিল্প উৎপাদকে বিভিন্ন ব্যৱসায়ী অভিকৰ্তা আৰু বিক্ৰীদাৰৰ পৰা ( খুচুৰা ) পোৱা ফৰমাচ সমূহক কাৰ্য্যকৰী ৰূপ দিয়াৰ কাৰণে এটি পদ্ধতি ( Procedure ) অনুসৰণ কৰে যাক বিক্ৰয় কাৰ্য্যসূচী বোলা হয়।

বিক্ৰয় কাৰ্য্যসূচীৰ স্তৰ কেইটা নিম্নোল্লিখিত প্ৰকাৰৰ—

(১) ফৰমাচ পঞ্জীকৰণ ( Registration of Orders ),

(২) ঋণ মঞ্জুৰ কৰণ ( Approval of Credit ),

(৩) ফৰমাচ কাৰ্য্যকৰীকৰণ, বিক্ৰয় বিভাগৰ নিৰ্দেশক্ৰমে ভঁড়াল বিভাগে প্ৰয়োজনীয় টোপোলা বান্ধি, উপযুক্ত মাধ্যমৰ জৰিয়তে গ্ৰাহকলৈ প্ৰেৰণ কৰে।

(৪) চালান প্ৰস্তুতকৰণ আৰু প্ৰদান ( Preparation of In-voices and issue of it. )

(৫) ফৰমাচ আৰু চালানৰ নথিভুক্তি কৰণ ( Filing of orders and invoice ) ।

উল্লেখিত স্তৰসমূহৰ কাৰ্য্যকাৰিতাৰে বিক্ৰয় কাৰ্য্যসূচী সমাপন কৰা হয়। অৱশ্যে ঋণ মঞ্জুৰকৰণৰ দায়িত্ব ঋণ সংগ্ৰহ বিভাগৰ। ঋণ সংগ্ৰহ বিভাগৰ অনুমোদন ব্যতিৰেকে ফৰমাচসমূহ নগদ ভিত্তিত কাৰ্য্যকৰী কৰা হয়।

[ঠ] গুদাম বা পণ্যাগাৰ বিভাগ ( **Stores or Ware House Department** ) ঃ পাইকাৰী ব্যৱসায় সংস্থা বা শিল্প উদ্যোগৰ প্ৰকল্পত অন্যান্য বিভাগৰ দৰেই গুদাম বিভাগৰ গুৰুত্বও মন কৰিবলগীয়া। গুদাম বিভাগৰ বৈশিষ্ট্যসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(ক) কেঁচা সামগ্ৰী আৰু উৎপন্ন দ্ৰব্য সুন্দৰ ৰূপে সংৰক্ষণ কৰাই গুদাম বিভাগৰ প্ৰথম আৰু প্ৰধান কাৰ্য্যকাৰিতা।

(খ) উভয় বিধ দ্ৰব্যকে শ্ৰেণীকৰণ আৰু পৃথকীকৰণ কৰা আৰু মান অনুসৰি সংৰক্ষণ কৰা এই বিভাগৰ কাৰ্য্যৰ অন্তৰ্গত।

(গ) কম খৰচত সংৰক্ষণ আৰু প্ৰয়োজন অনুসৰি উৎপাদন আৰু অন্যান্য বিভাগলৈ ফৰমাচ সাপেক্ষে বস্তুৰ চালান দিয়া এই বিভাগৰ বৈশিষ্ট্য।

(ঘ) পৰ্য্যাপ্ত পৰিমাণৰ কেঁচা সামগ্ৰী ক্ৰয় বিভাগৰ জৰিয়তে ক্ৰয় কৰাই এনেভাৱে সংৰক্ষণ কৰিব লাগে যাতে—সমগ্ৰ কাল অৱধি ই মজুত থাকে।

(ঙ) ভঁড়াল বিভাগে বস্তু-বাহানিৰ চালনা ( Handling ) আৰু নিয়ন্ত্ৰণ দক্ষতাৰে পৰিচালনা কৰে, যিটোৱে বস্তু গ্ৰহণ ( Receiving ) আৰু বিলিকৰণ ( Delivery ) কাৰ্য্য-ব্যৱস্থা অতি সহজ কৰে।

(চ) ভঁড়াল বিভাগত 'বিন কাৰ্ড'ৰ ( Bin Card ) ব্যৱহাৰ কৰা হয়, যাতে সহজে বস্তুৰ বিষয় নিৰ্দেশ পাব পাৰি।



(ছ) সংৰক্ষিত বস্তু-বাহানিৰ সম্পূৰ্ণ অভিলেখ ( Record ), বস্তু-বাহানিৰ তালিকা, আগত ( Inwards ) আৰু বহিৰ্গত ( Outwards ) সম্ভাৰৰ হিচাপ, দৈনিক ভিত্তিত সততেই সাজু ৰখা এই বিভাগৰ বৈশিষ্ট্য।

(জ) উৎপাদন, ক্ৰয় আৰু বিক্ৰয় বিভাগৰ মাজত ভঁড়াল বিভাগৰ ওতঃপ্ৰোত সম্পৰ্ক আৰম্ভণিৰ পৰাই থাকে, আৰু এই সম্বন্ধ সহযোগ আৰু প্ৰয়োজন ভিত্তিক ( Need based ) হয়।

(ঝ) বিভিন্ন প্ৰকাৰৰ প্ৰাকৃতিক আৰু কৃত্ৰিম বিপদৰ কাৰণে, ভঁড়াল বিভাগত সংৰক্ষিত বস্তুৰ মূল্য অনুপাতে বীমাকৰণ কৰা নিয়ম সততেই প্ৰৱৰ্তিত হোৱা দৃষ্টিগোচৰ হয়।

(ঞ) সাধাৰণতে শীঘ্ৰে বিনষ্ট হোৱা বস্তু-বাহানিৰ বাবে শীতক ভঁড়ালৰ (cold storage) ব্যৱস্থা কৰা হয়। শীতক ভঁড়ালৰ ব্যৱহাৰ ক্ৰমাগতভাৱে বৃদ্ধি পোৱা দেখা গৈছে।

(ট) গুদাম বা ভঁড়ালৰ অৱস্থান বজাৰৰ সমীপবৰ্তী স্থান কৰা হয়, যাতে বস্তু-বাহানিৰ পৰিবহনত কম খৰচ হয় আৰু অলপ আয়াসতে পৰিবহণ কাৰ্য্য সমাধা হয়।

(ঠ) পণ্যাগাৰৰ আভ্যন্তৰীণ সজ্জাকৰণ, সংৰক্ষণ কৰা পণ্য বস্তুৰ প্ৰকাৰ, আকাৰ আৰু আয়তন অনুসৰি কৰা হয়। পৰ্য্যাপ্ত পৰিমাণৰ বা-বতাহ, আৰু পোহৰৰ ব্যৱস্থা থকাও অন্তৰীণ সজ্জিতকৰণৰ প্ৰয়োজনীয় উপাদান।

(ড) সকলো সময়তে উৎপাদন নোহোৱা বস্তুৰ, সকলো সময়তে চাহিদা নথকা বস্তুৰ সংৰক্ষণ কৰি সমস্ত কাল অৱধি গ্ৰাহকক যোগান ধৰাই ভঁড়াল বিভাগৰ অন্যতম ঘাই কাৰ্য্যকাৰিতা।

(ঢ) একোটা ভঁড়ালৰ পৰ্য্যাপ্ত ঠাই ( space ), কেন্দ্ৰীয় অৱস্থান পণ্য-বস্তু, চালনাৰ কাৰণে সা-সঁজুলি আৰু সুযোগ-সুবিধা আৰু নানান

বিপদৰ পৰা মুক্ত হ'ব পৰা সুৰক্ষিত ব্যৱস্থা থকাই অন্যতম বৈশিষ্ট্য। সংৰক্ষণত যাতে কোনো প্ৰকাৰৰ অপচয় বা লোকচান নহয় তাৰ প্ৰতি দৃষ্টি ৰাখি সংৰক্ষণ কাৰ্য্য পৰিচালনা কৰা এই বিভাগৰ মূল কৰ্তব্য।

ভঁড়াল বিভাগৰ পৰিচালনাৰ দায়িত্বভাৰ মুখ্য ভঁড়ালী বা ভঁড়াল পৰিচালকৰ হাতত ন্যস্ত কৰা হয়। উক্ত পৰিচালক বা ভঁড়ালীৰ অধীনত শাখা ( Section ) অনুসৰি, সহকাৰী ভঁড়ালী ( Assistant store keeper ) ৰখাৰ নিয়ম। ভঁড়ালীৰ ভঁড়ালৰ সম্পূৰ্ণ দায়িত্ব থকাৰ উপৰিও ভঁড়ালত থকা উভয় বিধ ( কেঁচা আৰু শিল্পজাত ) সামগ্ৰীৰ পৰিমাণ উৎপাদিত সম্ভাৰৰ সম্ভাব্য চাহিদা, প্ৰয়োজনীয় কেঁচা সামগ্ৰী আদি সম্বন্ধে নিজে অৱহিত হোৱা আৱশ্যক। তদনুসাৰে ভঁড়ালীয়ে বিষয়াক অৱগত কৰাই থকাও তেওঁৰেই দায়িত্বৰ অন্তৰ্ভুক্ত। ভঁড়ালীজনে উৎপাদন, কেঁচা-মাল আৰু উৎপন্ন দ্ৰব্যৰ পূৰ্ণ বিৱৰণী তালিকা প্ৰস্তুত কৰি ৰখাও তেওঁৰ অন্যতম কাৰ্য্যকাৰিতা।

এটা আদৰ্শ ভঁড়াল বা গুদাম সদায় সজীৱ আৰু গতিশীল হোৱা আৱশ্যক।

[ভ] নগদ বিভাগ ( **Dash Department** ) ঃ নগদ বিভাগে সাধাৰণতে নগদ টকা পইছা আৰু বেংকৰ লেনদেন পৰিচালনা কৰে। নগদ টকা পইছা গ্ৰহণ আৰু পৰিশোধ কাৰ্য্যই এই বিভাগৰ মুখ্য কাৰ্য্য। 'মুখ্য কেছিয়াৰৰ ( Chief Cashier ) তত্বাৱধানত নগদ বিভাগ চলে। দৈনিক চেকৰ বহী বা কেছ বুক লিখাৰ দায়িত্ব মুখ্য কেছিয়াৰৰ। চেকৰ বহী অনুসৰি হাতে জমা ( Cash in hand ) থকা টকা পইছাৰ লগত যথাৰ্থতে হাতত থকা অৰ্থৰ পৰিমাণ সমান থকাৰ দায়িত্ব মুখ্য কেছিয়াৰৰ।

গ্ৰাহকৰ পৰা টকা পইছা বা চেক (Cheque) আদি সদায় পে-ইন-শ্লিপ ( Pay-in-slip ) বা অন্য ভাউচাৰ ( Voucher ), বিল আদিৰ



ওপৰত নিৰ্ভৰ কৰি গ্ৰহণ কৰা হয়। তদনুৰূপ টকা-পইছা বা চেক ৰচিদ ( Receipts ) বা ভাউচাৰৰ ( Vouchers ) ওপৰত ভিত্তি কৰি পৰিশোধ কৰা হয়। অৱশ্যে মুখ্য কেছিয়াৰে কৰ্তৃত্ববিহীন হৈ ( Without authority ) কোনো ধৰণৰ টকা পইছা গ্ৰহণ বা প্ৰদান কৰিব নোৱাৰে।

উল্লেখিত টকা পইছা বা চেক্ আদিৰ গ্ৰহণ বা পৰিশোধ কৰাটো ভাউচাৰ, ৰচিদ বিল আদি হিচাপৰ বহীত প্ৰবিষ্ট ( Entries ) কৰাটো অতি প্ৰয়োজনীয়। সেয়ে ভাউচাৰ, ৰচিদ-পত্ৰসমূহ পাছত হিচাপ বিভাগৰ যথাৰ্থ হিচাপ-পত্ৰৰ বহীলৈ হস্তান্তৰ কৰা হয়। মুখ্য কেছিয়াৰে ভাউচাৰ ৰচিদ বহী বিল বহী আদিৰ উপযুক্তভাৱে নথিভুক্তি কৰি সংৰক্ষণ কৰিব লাগে।

বহু শিল্প বা ব্যৱসায় সংস্থাত নগদ আৰু হিচাপ বিভাগ একেলগেই থাকে আৰু একেলগে নৰখা সংস্থাবোৰত এটাই আনটোৰ সহযোগী হিচাপে কাৰ্য্য সম্পাদন কৰে। কোনো কোনো সংস্থাই আকৌ টকা পইছা গ্ৰহণ আৰু প্ৰদান কৰা বিষয়ত ৰচিদ আৰু ভাউচাৰসমূহত মুখ্য কেছিয়াৰ আৰু গাণনিক ( Accountant ) উভয়কে চহী কৰিবলৈ দিয়ে। এনে ক্ষেত্ৰত উভয়েই টকা পইছাৰ বিষয়ত দায়ী থাকে।

নগদ বিভাগক সাধাৰণতে কাৰ্য্যালয়ত বেলেগে ঠাই দিয়া হয়। নগদ বিভাগৰ বাবে প্ৰয়োজনীয় আচবাব-পত্ৰ আৰু সা-সঁজুলি আছু-তীয়াকৈ নিৰ্মিত হয়, যাতে তাৰ জৰিয়তে যথা বিহিত প্ৰতিৰোধ ব্যৱস্থা অৱলম্বন কৰিব পাৰি। অৰ্থৰ লেনদেনত যাতে আত্মসাতৰ ( Misappropriation ) কোনো সুযোগ বা সুৰুঙা নাথাকে, তাৰ প্ৰতি লক্ষ্য ৰাখি বহু ব্যৱসায় বা শিল্প সংস্থাই নগদ বিভাগৰ কৰ্মচাৰীক হিচাপ বিভাগৰ আৰু হিচাপ বিভাগৰ কৰ্মচাৰীক নগদ বিভাগৰ, হিচাপৰ বহীপত্ৰ ( Books of Accounts ) প্ৰবিষ্ট কৰিবলৈ নিদিয়ে।

কোনো কোনো শিল্প সংস্থাই ব্যৱসায়ত হোৱা খুচুৰা টকা পইচাৰ খৰচৰ বাবে পৃথক খুচুৰা টকা পইছাৰ শাখা ( Petty cash section ) এটি সংৰক্ষণ আৰু নিয়ন্ত্ৰণ কৰে। উক্ত শাখাৰ সকলো কাৰ্য্য 'পেটী কেছিয়া'ৰে ( Petty cashier ) পৰিচালনা কৰে। পেটী কেছিয়াৰ সকলো কাৰ্য্যৰ নিৰীক্ষণ আৰু নিয়ন্ত্ৰণৰ দায়িত্ব মুখ্য কেছিয়াৰৰ হাতত ন্যস্ত থাকে।

**[ঢ] হিচাপ পত্ৰৰ বিভাগ ( Accounts Departmennt ):** সকলো ধৰণৰ লেনদেন বিশেষকৈ ক্ৰয়-বিক্ৰয় ষ্টক ( Stock ) ঋণ, পাওনা, আয়-ব্যয়, সা-সম্পত্তি দেনা দায়িত্বৰ হিচাপৰ অভিলেখ হিচাপ বিভাগে নিয়াৰিকৈ ৰাখে।

থোৰতে কবলৈ হ'লে শিল্প বা ব্যৱসায় সংস্থাৰ অৰ্থনৈতিক অৱস্থা নিৰাকৰণ কৰাৰ উদ্দেশ্যেই হিচাপ-পত্ৰ নিয়মীয়াকৈ সংৰক্ষণ কৰা বাঞ্ছনীয়।

হিচাপ বিভাগৰ মূৰব্বীজনক গাণনিক ( Accountant ) বোলা হয়। গাণনিকৰ কাৰ্য্যবোৰ এনে ধৰণৰ—

(ক) বিজ্ঞান সন্মত ভিত্তিত অধীনস্থ কৰ্মচাৰীৰ জৰিয়তে হিচাপ পত্ৰৰ বহীবোৰ যথাযথভাৱে ৰক্ষণাবেক্ষণ কৰা।

(খ) অধীনস্থ কৰ্মচাৰীসকলৰ কাম-কাজ পৰীক্ষা-নিৰীক্ষা কৰা।

(গ) পৰিশোধ কৰিবলগীয়া অৰ্থ মঞ্জুৰ কৰা আৰু প্ৰাপ্য অৰ্থৰ ওপৰত নিয়ন্ত্ৰণ আৰোপ কৰা।

(ঘ) সংস্থাৰ সকলো খৰচৰ ওপৰত পূৰ্ণ অনুশাসন ৰখা আৰু অনাৱশ্যকীয় খৰচৰ পৰিমাণ অৱলোপ কৰা।

(ঙ) ব্যৱসায়ত গ্ৰাহকক ঋণ দিয়াৰ ক্ষেত্ৰত সতৰ্কতা অৱলম্বন কৰা আৰু ঋণ আদায় কৰা বিষয়ত যথা বিহিত ব্যৱস্থা গ্ৰহণ কৰাও গাণনিকৰ মুখ্য কাৰ্য্য।



গাণনিক প্ৰকৃততে এজন দায়িত্বশীল বিষয়া।

শিল্প উদ্যম বা ব্যৱসায় সংস্থাৰ সকলোবিভাগৰ হিচাপ-পত্ৰ সংৰক্ষণ কৰি, এই, বিভাগে আৱধিক ভিত্তিত প্ৰকৃত লাভ লোকচান নিৰ্ণয় কৰি উলিয়ায়। তদনুৰূপ কোনো এটা নিৰ্দিষ্ট তাৰিখত সা-সম্পত্তি আৰু দেনাৰ হিচাপ উদ্বৃত্ত পত্ৰৰ ( Balance Sheet ) জৰিয়তে উলিয়াই সংস্থাৰ আৰ্থিক সংগতি মূল্যায়ন কৰে।

শিল্প উদ্যমত হিচাপ বিভাগৰ প্ৰধান কাৰ্য্যৰ ভিতৰত উল্লিখিত কাৰ্য্যৰ উপৰিও আছে শিল্পজ সামগ্ৰীৰ দাম বা মূল্য নিৰুপণ মালৰ চালান বিল প্ৰস্তুতকৰণ, দৰ্মহা আৰু মজুৰি বিল প্ৰস্তুত কৰণ, খৰচ আৰু উৎপাদনৰ বাজেট গঠন আদিয়েই অন্যতম।

হিচাপ বিভাগৰ কাৰ্য্যকাৰিতা প্ৰকল্পৰ উন্নতি অবনতি উৎপাদন বজাৰ কৰণৰ গতিধাৰা নিৰ্ধাৰণ কৰাত উদ্যোগকাৰীৰ সহায়ক হয়। হিচাপ পত্ৰ ব্যতিৰেকে কোনো ব্যৱসায় সংস্থাই ক্ৰমোন্নতি লাভ কৰিব নোৱাৰে। সেয়ে হিচাপ-পত্ৰৰ বিভাগ যিকোনো প্ৰকাৰ শিল্প উদ্যোগ ব্যৱসায় সংস্থাৰ এক অপৰিহাৰ্য্য অংগ।

**[ণ] বিষয়া বিভাগ ( Personnel Department ):** বিষয়া বিভাগে উৎপাদনৰ শ্ৰম উপাদানৰ ওপৰত কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰে। কৰ্মচাৰী বিষয়াৰ বাছনি, নিযুক্তি, প্ৰশিক্ষণ, দৰমহাৰ মানদণ্ড নিৰ্ধাৰণ, স্থানকৰণ ( placement ), প্ৰমোচন, ভবিষ্য নিধি, ডিমোচন ( Demotion ), নিয়মানুবৰ্তিতা, কৰ্ম বিষয়ক অনুশাসন আৰু কল্যাণ-মূলক আঁচনিৰ কাৰ্য্য পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰাই এই বিভাগৰ প্ৰধান কাৰ্য্যকাৰিতা।

বিষয়া বিভাগৰ সম্পূৰ্ণ দায়িত্ব "পাৰছনেল অফিচাৰৰ হাতত ন্যস্ত থাকে। উল্লিখিত কাৰ্যসমূহ পৰিচালনা বিষয়ত বিভাগীয় মূৰব্বীজন শ্ৰম বিষয়ক আইনজ্ঞ, আৰু বিশেষজ্ঞ হোৱা বাঞ্ছনীয়। উদ্যোগ প্ৰকল্পত

সম্প্ৰতি শ্ৰমিক অশান্তি ৰোধ কৰা বা মীমাংসা কৰা এটা কঠিন বিষয় হিচাপে বিবেচনা কৰা হয়।

**[ত] ঋণ সংগ্ৰহ বিভাগ (Credit Collection Department):** আধুনিক ব্যৱসায়ত যিকোনো ব্যৱসায়ী বা শিল্প উৎপাদক যিয়েই নহওক, গ্ৰাহকলৈ ঋণ মঞ্জুৰ কৰা বিষয়টি এক নিয়মত পৰিণত হৈছে। আপাততঃ ব্যৱসায়ৰ শতকৰা পয়সত্তৰ ভাগেই ঋণ বিনে সদায়তে ব্যৱসায় অচল। অৱশ্যে এই ঋণ মঞ্জুৰৰ ক্ষেত্ৰত বহু পৰিমাণৰ দায়িত্ব থাকে। উক্ত দায়িত্বৰ বাবেই ঋণ মঞ্জুৰ বিষয়ত ভালেমান নীতি অনুসৰণ কৰিব লাগে।

ঋণ সংগ্ৰহ বিভাগৰ মুৰব্বীজনক ক্ৰেডিট মেনেজাৰ (Credit Manager) বুলি জনা যায়। ঋণ মঞ্জুৰ কৰা বিষয়ত সতৰ্কতা অৱলম্বন কৰাটো ঋণ পৰিচালকৰ ঘাই কৰ্তব্য আৰু দায়িত্ব। বিত্ত সংক্ৰান্তীয় পূৰ্ণ জ্ঞান ঋণ পৰিচালকৰ বাবে অপৰিহাৰ্য্য। ঋণ মঞ্জুৰ কৰা বিষয়ত প্ৰতিজন গ্ৰাহকৰ আৰ্থিক সংগতি কেনে তাৰ সম্যক ধাৰণা ঋণ-পৰিচালকে জনা আৱশ্যক। মুঠতে ব্যৱসায়ত বাজে দেনা (Bad debts) যাতে ন্যূনতম হয়, তাৰ প্ৰতি সদায় সতৰ্ক দৃষ্টি পৰিচালকৰ থাকিব লাগে। এই সন্দৰ্ভত পৰিচালকৰ ঋণদান বিষয়ত গ্ৰাহকৰ আৰ্থিক অৱস্থাৰ অনুসন্ধান, ঋণ বিষয়ক নীতি নিৰ্ধাৰণ, ঋণ নিয়ন্ত্ৰণ আৰু ঋণ সংগ্ৰহেই অন্যতম কাৰ্য্যকাৰিতা।

ঋণদান বিষয়ত অনুসন্ধানৰ মাধ্যম হ'ব নিজা প্ৰতিনিধি বেংক, বাণিজ্যিক অনুসন্ধানী অভিকৰ্তা (Commercial Enquiry Agent), বাণিজ্যিক সংঘ, ব্যৱসায় সংস্থা, বাণিজ্যিক পৰিসংখ্যা সংস্থা, আৰু গ্ৰাহকৰ নিজা উল্লেখ (Self reference) আদিয়েই প্ৰধান। গ্ৰাহকৰ অনুসন্ধানৰ বিষয় হৈছে গ্ৰাহকৰ ব্যৱসায় মূলধন, বিক্ৰী, আৱৰ্ত, সুনাম,



আৰ্থিক সচ্ছলতা, ব্যৱসায় কৰা সময়, গ্ৰাহকৰ চৰিত্ৰ হিচাপ-পত্ৰ আৰু লেনদেনত পৰিষ্কাৰ পৰিচ্ছন্নতা আদি।

ঋণদান সংক্ৰান্তত কিছুমান ব্যৱসায়িক আচাৰ-নীতি সততেই পালন কৰা হয়, য'ত লাভৰ পৰিমাণ কম, ব্যৱসায়-বেহানি সহজে বিনষ্ট হোৱা বিধৰ, তাত ঋণ-দানত সময় হ্ৰস্বকালীন; য'ত লাভৰ পৰিমাণ অধিক, ব্যৱসায়ৰ বেহানি (Stock) স্থায়ী (Durable) তাত ঋণ দানৰ সময় দীৰ্ঘকালীন। ঋণদানৰ সাধাৰণ ভিত্তি হ'ল—মূলধন, ব্যৱসায়ৰ বস্তু-বাহানি, ঋণ লোৱা অৰ্থৰ প্ৰয়োগ, গ্ৰাহক ব্যৱসায়ীজনৰ ব্যৱসায়িক সাধুতা, ঋণ পৰিশোধৰ দক্ষতা, গ্ৰাহকৰ অৱস্থিতি সময় আৰু হিচাপ-পত্ৰৰ পৰিচালনা।

ঋণ দিয়া অৰ্থৰ নিয়ন্ত্ৰণ এই প্ৰকাৰে হ'ব পাৰে—

(ক) মুঠ ঋণ মঞ্জুৰৰ পৰিমাণ বাকীত বিক্ৰী কৰা বস্তুৰ মূল্যৰ ওপৰত ভিত্তি কৰি বিবেচনা কৰা হয়। ই পৰিমাণ ভিত্তিক ঋণ নিয়ন্ত্ৰণ।

(খ) ঋণ মঞ্জুৰ কৰা বিষয়ত—ঋণ দানৰ সময়, ঋণৰ লগত জৰিত দায়-দায়িত্বৰ (Risks) ওপৰত ভিত্তি কৰি নিয়ন্ত্ৰণ কাৰ্য্যকৰী কৰা হয়। ই গুণগত ভিত্তিক ঋণ নিয়ন্ত্ৰণ। সময়ৰ লগত ঋণৰ দায়িত্বৰ ঘনিষ্ঠ সম্বন্ধ থাকে।

ঋণ সংগ্ৰহ বিভাগৰ সাধাৰণ কাৰ্য্যকাৰিতাসমূহ তলত উল্লেখ কৰা হৈছে—

(১) ঋণ সংগ্ৰহৰবাবে এই বিভাগে সকলো ধৰণৰ বিধি ব্যৱস্থা গ্ৰহণ কৰিব লাগে যাতে দেনাদাৰৰ (Debtors) লগত ব্যৱসায়িক সম্পৰ্কৰ অৱনতি নোহোৱাকৈ তেওঁলোকৰ পৰা ঋণ আদায় কৰিব পাৰি।

(২) কেনে ধৰণৰ গ্ৰাহকক ঋণ মঞ্জুৰ কৰা হ'ব তাক নিৰ্ধাৰণ কৰাৰ দায়িত্ব এই বিভাগৰ ওপৰত ন্যস্ত থাকে।

(৩) যি সকল গ্ৰাহকলৈ ঋণ মঞ্জুৰ কৰা হয়, তেনে গ্ৰাহকৰ ব্যৱসায়িক কাৰ্য্যকাৰিতা, আৰ্থিক স্বচ্ছলতা আৰু ঋণ লেনদেনৰ ওপৰত সতৰ্ক দৃষ্টি ৰখা হয়।

(৪) যি বস্তু-বাহানিৰ উৎপাদন বা বেহা-বেপাৰ কৰা হয়, তেনে বস্তু-বাহানিৰ দৰ হ্ৰাস বৃদ্ধিৰ ওপৰত বজাৰৰ গতি প্ৰকৃতি অধ্যয়ন কৰা আৰু বজাৰত ওলোৱা বিকল্প বস্তু-বাহানিৰ ব্যৱসায়িক দিশ পৰীক্ষা-নিৰীক্ষা কৰাও এই বিভাগৰ ঘাই কাৰ্য্যকাৰিতা।

(৫) যি সকল গ্ৰাহকৰ বজাৰ দৰ হ্ৰাস বৃদ্ধিৰ ( Fluctuation ) ফলত ব্যৱসায়ত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হয় তেনে ঋণী গ্ৰাহকৰ পৰা ঋণ সংগ্ৰহৰ ক্ষেত্ৰত আশু ব্যৱস্থা গ্ৰহণ কৰা এই বিভাগৰ কৰ্তব্য।

ঋণ মঞ্জুৰ কৰা গ্ৰাহকৰ নামত নতুন হিচাপ মুকলি কৰা, ঋণ হিচাপৰ পূৰ্ণ প্ৰতিবেদন আৱধিক ভিত্তিত ( Periodically ) গ্ৰাহকলৈ প্ৰেৰণ কৰা, ঋণৰ ধন বিভিন্ন উপায় অৱলম্বন কৰি সংগ্ৰহ কৰা, সংগৃহীত অৰ্থৰ বাবে ৰচিদ ( Receipt ) দিয়া আৰু সংগৃহীত অৰ্থৰ বাবে গ্ৰাহকৰ লগত চূড়ান্ত হিচাপ-পত্ৰৰ নিষ্পত্তি কৰা আদিয়েই ঋণ সংগ্ৰহ বিভাগৰ কৰ্তব্য কৰ্ম।

(ঞ) পৰিসংখ্যা বিভাগ ( Statistical Department ):

(ট) আইন বিভাগ ( Legal Department ):

(ঠ) গৱেষণা বিভাগ ( Research Department ):

শিল্প উদ্যোগৰ বৃহদাকাৰ প্ৰকল্পইহে উল্লেখিত বিভাগসমূহ বিভাগ হিচাপে পৰিচালনা কৰে। ক্ষুদ্ৰ প্ৰকল্পত এনে বিভাগসমূহ সুকীয়াকৈ পৰিসংখ্যা আৰু আইনৰ কাৰণে কাৰ্য্যালয়ৰ লগত একোটাকৈ শাখা মুকলি কৰা দেখা যায়। আনহাতে বিক্ৰয় বিভাগৰ লগত গৱেষণাৰ বাবে এটা শাখা ( Section ) পৰিচালনা কৰা পৰিলক্ষিত হয়। কোনো কোনো প্ৰকল্পই আকৌ গৱেষণা কাৰ্য্যও কাৰ্য্যালয়ৰদ্বাৰা পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰে।



কাৰিকৰী বাণিজ্যিক আৰু বণ্টনৰ সকলো বিভাগৰ পৰিসংখ্যা অভিলেখ সংৰক্ষণ কৰা আৰু উৎপাদনৰ মান বিশিষ্টতা নিয়ন্ত্ৰণ কৰা, পৰিসংখ্যা বিভাগ বা শাখাৰ ঘাই কাৰ্য্যকাৰিতা।

আধুনিক প্ৰকল্প ব্যৱস্থাত আইনসংগত বিধি ব্যৱস্থা মানি চলিবৰ কাৰণে এটা আইন বিভাগ বা শাখাৰ অত্যন্ত প্ৰয়োজন। প্ৰায়বোৰ ভাৰতীয় মৌলিক উদ্যোগত চৰকাৰী বাধা নিষেধ আৰোপ কৰা হেতু উৎপাদনৰ প্ৰাৰম্ভণিৰ পৰা সামগ্ৰী উৎপন্ন হোৱালৈকে বহু সাংবিধানিক নীতি-নিয়ম বা আচৰণ-বিধি পালন কৰিবলগীয়া হয়। সেয়ে সম্প্ৰতি প্ৰকল্পত উৎপাদন কৰিবলৈ, আনকি বস্তু-বাহানি বজাৰকৰণ কৰা সাংকান্তটো চৰকাৰী বিনিময় অনুসৰি পৰিচালিত হবলৈ, আইন বিষয়ক এই বিভাগ বা শাখাৰ প্ৰয়োজনীয়তা ক্ৰমাগতভাৱে বাঢ়ি অহাটো দৃষ্টিগোচৰ হৈছে।

**[খ] পেকিং বা টোপোলাকৰণ বিভাগ ( Paking Department ):** স্থানান্তৰত পেকিং বা টোপোলাকৰণ বিভাগৰ আলোচনা আছে। টোপোলাকৰণ বিভাগক বিভাগ হিচাপে পৰিচালনা নকৰিলে গুদাম বা পণ্যাগাৰ বিভাগৰ এটা শাখা ( Section ) হিচাপে পালন আৰু নিয়ন্ত্ৰণ কৰা পৰিলক্ষিত হয়। টোপোলাকৰণৰ মূল উদ্দেশ্য হ'ল "ব্ৰিকেজ, স্পইলেজ, লিকেজ আৰু পিলফাৰেজ" হোৱাৰ পৰা পণ্য-দ্ৰব্যক প্ৰতিৰোধ কৰা, আৰু গ্ৰাহকৰ বাবে পণ্য দ্ৰব্যক আকৰ্ষণীয় আৰু সংবাদ যোগ্য কৰি গঠন কৰা, যাতে ই শিল্প উৎপাদক বা ব্যৱসায় সংস্থাৰ সুনাম অৰ্জন কৰিবলৈ সক্ষম হয়।

**[দ] যাতায়াত বিভাগ ( Traffic Department ):** যাতায়াত

বিভাগৰ মূৰব্বীজনক যাতায়াত পৰিচালক বা ট্ৰেফিক্ মেনেজাৰ ( Traffic Manager ) বোলে। যাতায়াত পৰিচালক এই বিভাগৰ প্ৰধান দায়িত্বশীল বিষয়া। বিভিন্ন ধৰণৰ যাতায়াতৰ ভিতৰত কোনো কোনো পৰিবহণ ব্যৱস্থা কি, কি বস্তু-বাহানি চালানৰবাবে সুবিধাজনক হয়, তাৰ সম্যক প্ৰতীতি এই বিভাগৰ থাকে। যাতায়াত বা চালান বিভাগৰ মুখ্য কাৰ্য্য হ'ল উৎপাদিত সামগ্ৰী কোন পৰিবহন ব্যৱস্থাৰে পৰিবাহিত হলে পৰিবহণ খৰচ ন্যূনতম হয়, পৰিবহণ ক্ষিপ্ৰতৰ চমু আৰু নিৰাপদ হয়, তাৰ কাৰ্য্য পন্থা নিৰ্ধাৰণ কৰা। যাতায়াতৰ ব্যৱস্থা অনুযায়ী—পেকিং কৰা, বীমাকৰণ কৰা, যাতায়াতৰ সুচনৰ কাৰণে আদৰ্শ ওজন পদ্ধতি প্ৰয়োগ কৰা বস্তু-বাহানি ( Merchandise goods ) যান-বাহনত উঠোৱা নমোৱা কাৰ্য্য পৰিচালনা কৰা, পৰিবহণ খৰচৰ হাৰ অনুপাতে বস্তু-বাহানিৰ শ্ৰেণীকৰণ কৰা আৰু স্থানীয় বিলিকৰণ ( Delivery ) কাৰ্য্য সুনিৰ্দিষ্টকৈ পৰিচালনা কৰা ইত্যাদিয়েই যাতায়াত বা চালান বিভাগৰ অন্যতম কৰ্তব্য।

উল্লিখিত কাৰ্য্যসমূহ সুচাৰুৰূপে পৰিচালনা কৰিব পাৰিলে বস্তু-বাহানিৰ মূল্য বহু পৰিমাণে হ্ৰাস পায়, কাৰণ সদ্যহতে যান-বাহনৰ খৰচে বস্তুৰ মূল্য বহু বেছি কৰা পৰিলক্ষিত হয়।

[ৱ] কাৰ্য্যালয় ( **Office** ) ঃ কাৰ্য্যালয় এটা প্ৰকল্পৰ স্নায়ু কেন্দ্ৰ। প্ৰকল্পৰ সকলোবোৰ বিভাগ কাৰ্য্যালয়ক কেন্দ্ৰ কৰি প্ৰতিষ্ঠিত হয়। কাৰ্য্যালয়ে সমূহ বিভাগৰ কেন্দ্ৰ বিন্দু। ভিন্ ভিন্ বিভাগৰ মাজত সক্ৰিয় সহযোগ আৰু সমন্বয় স্থাপন কৰে কাৰ্য্যালয়ে। সেয়ে কাৰ্য্যালয়ৰ কাৰ্য্যকাৰিতা আৰু সংগঠন প্ৰকল্পৰ বাবে এক গুৰুত্বপূৰ্ণ বিষয়। কাৰ্য্যালয়ে সকলো বিভাগৰ কৰ্ম আৰু দায়িত্বৰ নিৰ্দিষ্ট বন্টন কৰি দিয়ে, কাৰণ কাৰ্য্যালয়তেই প্ৰকল্পৰ সকলোবোৰ বিষয়াৰ আনুষ্ঠানিক অৱস্থান থাকে। সকলোবোৰ বিভাগৰ আভ্যন্তৰীণ আৰু বহিঃ



বিষয়ক চিঠি-পত্ৰৰ বিনিময় আৰু নথি-পত্ৰৰ নথিভুক্তি কাৰ্য্যালয়তেই কেন্দ্ৰীভূত পৰিচালিত আৰু নিয়ন্ত্ৰিত হয়। সকলো বিভাগৰ সততা, কাৰ্যদক্ষতা আৰু গোপনীয়তাৰ অন্তঃস্ৰোত স্বৰূপ হৈছে কাৰ্য্যালয়। আপততঃ কাৰ্য্যালয়ত টকা কড়ি, হিচাপ-পত্ৰ, বিষয়া, কৰ্মচাৰী, সচিব, কাৰ্য্যালয় অধীক্ষক ( Superintendent ) আদি শাখাৰ উপৰিও পৰিসংখ্যা, আইন, গৱেষণা আদি শাখাৰ অন্তৰ্ভুক্তি পৰিলক্ষিত হয়। অৱশ্যে কাৰ্য্যালয়ত বিভিন্ন শাখাৰ সংখ্যা এককভাৱে প্ৰকল্প নিৰ্ভৰ। সকলো শাখা বা বিভাগৰ সক্ষম কাৰ্য্যকাৰিতা সমূহীয়া বুজা-বুজি আৰু সহযোগিতাৰ ওপৰত নিৰ্ভৰ সাপেক্ষ।

(১৫) উৎপাদন নিয়ন্ত্ৰণ ( **Production Control** ) সংজ্ঞা ঃ কাৰ্যক্ষেত্ৰ ঃ ( **Definition & Scope** ) ঃ আধুনিক শিল্প উদ্যোগত কৰ্ম সম্পাদনৰ কাৰণে বিভিন্ন কৌশলৰ উদ্ভাৱন আৰু তাৰ প্ৰয়োগ হৈছে। উৎপাদন নিয়ন্ত্ৰণ উক্ত উদ্ভাৱনৰে এটি উপাদান।

এটা শিল্প ব্যৱসায় সংস্থাত বিভিন্ন ধৰণৰ সমস্যাৰ উদ্ভৱ হয়। কায়িক প্ৰকল্পৰ সংগঠনে ( Organisation of physical Plant ) আৰু শ্ৰমিকৰ পৰিচালনা ( Managemant of labour ) কাৰ্য্যই ব্যৱসায়ৰ অৰ্ধেক সমস্যাহে হাতত লব পাৰে। বাকী অন্যান্য সকলো সমস্যাক প্ৰভাৱান্বিত কৰা বিষয়টি হ'ল উৎপাদন নিয়ন্ত্ৰণ। উত্তম পদ্ধতিৰে ন্যূনতম ব্যয়ত প্ৰয়োজনীয় দ্ৰব্য আৱশ্যকীয় গুণ সমন্বিতে যথা সময়ত উৎপাদন কৰিব পৰাটোহে উৎপাদন পৰিচালন আৰু নিয়ন্ত্ৰণৰ সমস্যা।

অৱশ্যে উৎপাদন নিয়ন্ত্ৰণৰ তেনে কোনো নিৰ্ধাৰিত সংজ্ঞা নাই। গতিকে ইয়াৰ কাৰ্য্য-ক্ষেত্ৰৰ পৰিসীমাও সুনিৰ্দিষ্ট নহয়; কিন্তু উৎপাদন বুলিলে যি কোনো কেঁচা-মাল বিক্ৰীযোগ্য শিল্পজ দ্ৰব্যলৈ ৰূপান্তৰ কৰাৰ সমূহ প্ৰক্ৰিয়াক বুজায়; আৰু এই উৎপাদন বিষয়ত নিয়ন্ত্ৰণৰ

অৰ্থ—পৰিচালনা। সেয়ে উৎপাদন নিয়ন্ত্ৰণ মানে শিল্প উৎপাদনৰ পৰিচালনা খুলি কোৱাও সংগতি সম্পন্ন। ব্যাপক অৰ্থত শিল্প উৎপাদনৰ পৰিচালনা বিষয়টিয়ে গুণ নিয়ন্ত্ৰণৰ উপৰিও ব্যয় আৰু উৎপাদন পদ্ধতিৰ নিয়ন্ত্ৰণো সামৰি লয়। উৎপাদন যাতে নিয়মিত আৰু সুচাৰু-ৰূপে হয় আৰু যাতে উৎপাদনৰ পৰিসৰ বৃদ্ধি পায়, তাৰ প্ৰতিও উৎপাদনৰ পৰিচালনাই লক্ষ্য ৰাখে। উৎপাদন নিয়ন্ত্ৰণ মুখ্যতঃ শিল্প উৎপাদনৰ স্থান আৰু কালৰ দিশত ( Time and place aspect of manufacturing ) অধিক ৰূপে জড়িত।

থোৰতে উৎপাদন নিয়ন্ত্ৰণ হৈছে—"to produce the right product, in the right quantity of the right quality, at the right time and by the best and cheapest methods." অৱশ্যে নিয়ন্ত্ৰণৰ ক্ষেত্ৰত বিশেষ ভাৱে দৃষ্টি ৰাখিবলগীয়া বিষয়টি হৈছে পূৰ্ব নিৰ্দিষ্ট আঁচনি অনুযায়ী উৎপাদন কাৰ্য্য, কাৰ্য্যকৰী কৰা।

**কাৰ্য্যকলাপসমূহ ( Functions )ঃ** উৎপাদন নিয়ন্ত্ৰণ বিভাগৰ প্ৰাথমিক কাৰ্য্য হিচাপে উৎপাদন আঁচনি আৰু নিয়ন্ত্ৰণ যুগুত কৰিব লাগে। শিল্প উৎপাদনৰ বিভিন্ন শাখা অনুযায়ী উৎপাদন নিয়ন্ত্ৰণ বিষয়ক কৰ্তব্য আৰু দায়িত্বভাৰ বন্টন কৰি দিব লাগে। উদ্যোগ প্ৰকল্পত উৎপাদনৰ ক্ষেত্ৰত ব্যৱহৃত উৎপাদন নিয়ন্ত্ৰণ কৌশলৰ উন্নয়ন আৰু তাৰ প্ৰয়োগ, কাৰ্য্য-বিধি আৰু কাম-কাজৰ পৰিচালনা কৰা এই বিভাগৰ কাৰ্য্য বিভিন্ন উৎপাদন শাখা বা প্ৰক্ৰিয়া কাৰ্য্যকলাপসমূহৰ মাজত সমন্বয় সাধন কৰা, আঁচনি, উৎপাদন আৰু কৰ্মচাৰীৰ কাম-কাজৰ মাজত সংযোগ স্থাপন কৰাও এই বিভাগৰে কাৰ্য্য।

ব্যাপক আৰু বিশদ উৎপাদন নিয়ন্ত্ৰণ পদ্ধতিৰে, বৃহদাকাৰ উদ্যোগ প্ৰকল্প নিয়ন্ত্ৰণ কৰাটো উৎপাদন নিয়ন্ত্ৰণ বিভাগৰ ঘাই কাৰ্য্য। মুঠতে উৎপাদনত গুণ নিয়ন্ত্ৰণ কৰাকে উৎপাদন নিয়ন্ত্ৰণ সূচায়।



উৎপাদন নিয়ন্ত্ৰণৰ নীতিসমূহ তলত লিখাৰ দৰে—

(ক) **আঁচনি ( Planning )**ঃ কোনো শিল্পজ দ্ৰব্য উৎপাদন কৰিবলৈ—উৎপাদন আঁচনিৰ প্ৰয়োজন। নিল্পজ দ্ৰব্যৰ যথা সময়ত উৎপাদন পাবলৈ, আগতীয়াকৈ শ্ৰম (Man), যন্ত্ৰ-পাতি (Machines) সামগ্ৰী আৰু অৰ্থৰ ( Money ) সংগঠন কৰাকে উৎপাদন আঁচনি বুলি কোৱা হয়। সাধাৰণতে উৎপাদন আঁচনি যিকোনো এটা শিল্পজ দ্ৰব্যৰ উৎপাদন আৰম্ভ হোৱাৰ লগে লগেই আৰম্ভ হৈ উক্ত দ্ৰব্যটি শিল্পজাত দ্ৰব্য হৈ কাৰখানাৰপৰা ওলাই বিক্ৰী হৈ যোৱাৰ পাছতহে ই শেষ হয়। উৎপাদন বিভাগে কেনে ধৰণৰ বস্তু উৎপাদন কৰিব, তাৰবাবে কি কি সামগ্ৰী ক্ৰয় কৰিব লাগিব, কোন উৎসৰ পৰা সেই সামগ্ৰী ক্ৰয় কৰা হ'ব, কি কি সুযোগ-সুবিধাৰ প্ৰয়োজন হ'ব, তেনে ধৰণৰ অৰ্হতা সম্পন্ন কৰ্মচাৰী, আৰু কিমান পৰিমাণৰ শ্ৰম শক্তিৰ প্ৰয়োজন হ'ব আদি বিষয়ৰ বিচাৰ বিশ্লেষণ কৰি সিদ্ধান্ত গ্ৰহণ কৰাৰ মূলতে উৎপাদন আঁচনি।

আচলতে উৎপাদন আঁচনি ব্যয় নিৰ্ধাৰণ, উৎপাদন, প্ৰশাসন আদি নানান বিভাগৰ সম পৰ্য্যায়ভুক্ত, পাৰস্পৰিক সম্বন্ধযুক্ত, কাৰ্য্য-কলাপৰ এক পংক্তি, যাক বিভিন্ন বিভাগীয় থূলে সমাধা কৰে। বাঞ্ছিত অংশৰ বজাৰ দখল, নিৰ্ধাৰিত পৰিমাণৰ লাভ অৰ্জন, পূৰ্ব নিৰূপিত কৰ্ম ক্ষমতা অনুসৰি প্ৰকল্পৰ প্ৰয়োগ ( operation ), প্ৰকল্পৰপৰা সকলো ধৰণৰ উপকাৰ আহৰণ আৰু কৰ্মৰ সৃষ্টিয়েই উৎপাদন আঁচনিৰ উদ্দেশ্য। আঁচনিৰ লক্ষ্য হৈছে—কি কাম, কেনেকৈ, ক'ত, কেতিয়া আৰু কিয় কৰিব লাগিব তাক পূৰ্বতেই সিদ্ধান্ত কৰা।

সেয়েহে, ঔদ্যোগিক পৰিচালনাৰ বিষয়ত উৎপাদন আঁচনি ঘাই আহিলা। এটা প্ৰকল্প বা কাৰখানাৰ উৎপাদন সংক্ৰান্ত কৰণীয় সমস্ত কৰ্ম পূৰ্ব নিৰ্ধাৰণ কৰাই ইয়াৰ আন্তৰিক প্ৰত্যয় আঁচনিখন হৈছে

পৰিমিত সময় সূচী, যাক অনুসৰণ কৰি কাৰখানাৰ ভিন্ ভিন্ শাখাই আৰু কৰ্মচাৰীয়ে কৰ্ম সম্পাদন কৰিব লাগে। উৎপাদন তালিকা, উৎপাদনৰ লক্ষ্য আৰু, সময় সূচীৰে সৈতে আঁচনিখনক প্ৰয়োগ কৰা হয়। আঁচনি খনে—প্ৰয়োজনীয় সামগ্ৰী ব্যৱহাৰ হ'ব লগা সমস্ত সা-সৰঞ্জাম আৰু যন্ত্ৰ-পাতি, উৎপাদনৰ ধাৰা আৰু অন্যান্য সকলো আৱশ্যকীয় তথ্য-পাতিৰ পূৰ্ণৰূপ প্ৰতিবিম্বিত কৰে কৰে। অৱশ্যে আঁচনিখনৰ যথাৰ্থতা (effectiveness) প্ৰতিফলিত হয় তেতিয়াহে, যেতিয়া ইয়াক প্ৰকল্পত প্ৰয়োগ কৰোঁতে কোনো ধৰণৰ অপচয় নহয়। প্ৰকৃততে—উৎপাদন আঁচনি শিল্পজ দ্ৰব্য উৎপাদনৰ পূৰ্ব অৱস্থা মাথোন। আনহাতে আঁচনিক কাৰ্য্যকৰী কৰা অৱস্থাত উৎপাদন নিয়ন্ত্ৰণ স্তৰ সমুপস্থিত হয়। আঁচনিসমূহ যথাযথৰূপে কাৰ্য্যকৰী হৈছেনে নাই তাক নিৰ্ধাৰণ কৰাৰ কৌশলেই উৎপাদন নিয়ন্ত্ৰণ।

(খ) **কাৰ্য্যধাৰা ( Routing )**ঃ পৰিকল্পিত উৎপাদন ই এক অন্যতম উপাদান। কাৰ্য্যধাৰা আচলতে বিভিন্ন শিল্প প্ৰক্ৰিয়াৰ সমষ্টি। এই প্ৰক্ৰিয়াসমূহ বস্তুতঃ কৰ্ম আস্থান ( Work station )। উৎপন্ন দ্ৰব্যৰ প্ৰতিটো অংশ এই প্ৰক্ৰিয়াসমূহৰ মাজেদি পূৰ্ণাংগ শিল্পজ দ্ৰব্য নোহোৱালৈকে গতি কৰে, অথবা এনে কৰ্ম আস্থান-সমূহৰ ভিতৰেদি কেঁচা সামগ্ৰীয়ে গতি কৰি বা প্ৰবাহিত হৈ তাৰ লক্ষ্য স্থল পায়গৈ; অৰ্থাৎ শিল্পজ সামগ্ৰীত পৰিণত হয়গৈ। কাৰ্য্যধাৰা এটা পথ, যাক উৎপাদন হ'ব লগা দ্ৰব্যই অনুসৰণ কৰি তাৰ লক্ষ্য স্থান পায়। ইয়াৰ কাৰণে 'ৰুট কাৰ্ড' ( Route Card ) যুগুত কৰা হয়। ৰুট কাৰ্ডৰ উদ্দেশ্য হৈছে উৎপাদনত কৰ্ম আস্থানৰ উত্তম অনুক্ৰম ( Best sequence ) অনুসৰণ কৰা। অন্য ভাষাত উৎপাদন-যোগ্য দ্ৰব্যৰ প্ৰকৃত আৰু উত্তম গতি-পথৰ ( Best Route ) সিদ্ধান্ত গ্ৰহণ কৰা। কাৰ্য্যধাৰা এনেভাৱে অনুসৰণ কৰা দৰকাৰ, যাতে



কাৰখানাৰ সকলো যন্ত্ৰ-পাতি পূৰ্ণ ক্ষমতাৰে কাৰ্য্যদক্ষ কৰ্মচাৰীৰদ্বাৰা পৰিচালিত হয়।

অৱশ্যে—উৎপাদন নিয়ন্ত্ৰণৰ এই স্তৰ ব্যক্তিগত ৰেল ভ্ৰমণৰ লগত সম্পূৰ্ণৰূপে সদৃশাত্মক। কাৰ্য্যধাৰাৰ কাৰ্য্য পদ্ধতি বা ক্ৰিয়া বিধিৰ কেইবাটাও স্তৰ ( stage ) আছে, যথা—

(ক) দ্ৰব্যৰ বিশ্লেষণৰদ্বাৰা দ্ৰব্য নিৰ্মাণ, বা উৎপাদন কৰা হ'ব, নে ক্ৰয় কৰা হ'ব, তাৰ মীমাংসা।

(খ) কি কি কেঁচা সামগ্ৰীৰ প্ৰয়োজন হ'ব, তাৰ সিদ্ধান্ত কৰিবলৈ দ্ৰব্যৰ বিশ্লেষণ। এই সংক্ৰান্তত তিনিখন তালিকা প্ৰস্তুত কৰা হয়। যথা—

(১) পাৰ্টছ্ লিষ্ট ( Parts list )

(২) সামগ্ৰীৰ বিল ( Bill of Materials ),

(৩) পাৰ্ট'ছ ছৰ্ট' লিষ্ট ( Parts short list )।

(গ) উৎপাদনৰ কাৰণে শিল্পৰ চালান ( operation ) আৰু তাৰ অনুক্ৰমৰ ( sequence ) মীমাংসা।

(ঘ) প্ৰতিটো উৎপাদন প্ৰক্ৰিয়াত উৎপন্ন হ'ব লগা দ্ৰব্যৰ গোটৰ পৰিমাণ ( number of units to be manufactured )।

(ঙ) শিল্প উৎপাদনত বিনষ্ট হোৱা উপাদানৰ নিৰাকৰণ ( Scrap factors )।

(চ) শিল্প উৎপাদন আৰ্হিৰ ( Forms ) সংগঠন।

(ছ) দ্ৰব্যৰ ব্যয় মূল্য ( Cost of article ) নিৰূপণ।

(গ) **কৰ্ম সময় তালিকা ( Scheduling )**ঃ শিল্পজ উৎপাদনৰ অৰ্থে দ্ৰব্যৰ উৎপাদন প্ৰাৰম্ভণি আৰু ভিন ভিন প্ৰক্ৰমৰদ্বাৰা কৰ্ম সম্পাদন জৰিয়তে দ্ৰব্য উৎপাদন সমাপ্তকৰণৰ সময় সূচী কৰ্ম সময় তালিকাই নিৰ্ণয় কৰে। যি কোনো প্ৰকল্পত উপাদান কৰ্মৰ লগত সময় উপাদান

জৰিত। প্ৰকল্পই সহজ আৰু সুবিধাজনকভাৱে সম্পন্ন কৰিব পৰা কামৰ পৰিমাণ কৰ্ম তালিকাই নিৰ্ধাৰণ কৰি দিয়ে। কৰ্ম সময় তালিকাই সেয়ে উৎপাদনৰ সকলো কাৰ্য্য সংগতিসূচক সময়সূচীৰে সম্পাদন কৰিবলৈ সুযোগ দিয়ে। উৎপাদন আঁচনি কৰ্ম সময় তালিকা অবিহনে প্ৰস্তুত কৰিব নোৱাৰি। উৎপাদনৰ প্ৰতিটো প্ৰক্ৰমৰ কাৰ্য্য আৰম্ভ হোৱা আৰু শেষ হোৱাৰ সময়, এটা প্ৰক্ৰমৰ পৰা আন এটা প্ৰক্ৰমলৈ উৎপাদিত অংশৰ পৰিবহণৰ সময়, আৰু উৎপাদিত দ্ৰব্যাংশ সংযোজিত হৈ পূৰ্ণ শিল্পজ দ্ৰব্যলৈ পৰিণত হোৱাৰ সময়ৰ বিৱৰণ কৰ্ম তালিকাই দিয়ে।

ভ্ৰমণৰ দৃষ্টান্ত দিবলৈ হ'লে—সময় তালিকা যেনিবা বিভিন্ন আস্থানলৈ আগমন আৰু বিভিন্ন আস্থানৰপৰা নিৰ্গমণৰ সময় সূচী। এই ভ্ৰমণৰ সাম্ভাব্য পথ বহু থাকিব পাৰে, কিন্তু শেষ বাছনি নিৰ্ভৰ সময় আৰু অন্যান্য সুযোগ-সুবিধাৰ ওপৰত। যিহেতু কোনো সময়ত চমু পথটিও সুবিধাজনক নহ'ব পাৰে; আনহাতে ত্বৰান্বিত পথটোও দীৰ্ঘ পৰিক্ৰমাৰ হ'ব পাৰে।

নিম্ন লিখিত অৱস্থা কেইটাৰ অসম্পূৰ্ণতাৰে কোনো কৰ্ম তালিকা প্ৰস্তুত হলেও ফলপ্ৰদ নহয়।

(ক) কোনো নিৰ্দিষ্ট দ্ৰব্যৰ উৎপাদন সমাধা কৰিবলৈ প্ৰয়োজন হোৱা কায়িক প্ৰকল্পৰ সুযোগ সুবিধাসমূহ ( physical plant facilities )।

(খ) প্ৰয়োজনীয় সামগ্ৰী আৰু উপকৰা যন্ত্ৰ-পাতিৰ অংশসমূহ।

(গ) যন্ত্ৰ-পাতি চলাবলৈ বা পৰিচালনা কৰিবলৈ নিৰ্ধাৰিত অৰ্হতাসম্পন্ন আৰু অভিজ্ঞতা থকা কৰ্মচাৰী।

কৰ্ম তালিকাক নিম্নোল্লিখিতভাৱে অৱস্থাভেদ কৰা যায়।

(১) উৎকৃষ্ট কৰ্ম তালিকা ( Master Scheduling )।



(২) উৎপাদন কৰ্ম তালিকা ( Manufacturing Schedule )

(৩) বিস্তৃত চালান কৰ্ম তালিকা ( Detail operation Schedule )।

(৪) নিয়ন্ত্ৰণ ৰেখা চিত্ৰ ( Control Chart )।

**(১) উৎকৃষ্ট কৰ্ম তালিকা ঃ** প্ৰকল্পৰ অন্যান্য সকলো কৰ্ম তালিকাৰ ভিত্তি হিচাপে ইয়াক ব্যৱহাৰ কৰা হয়। প্ৰতিটো প্ৰক্ৰিয়াৰ কৰ্মৰ পৰিমাণ বিবেচনা কৰিহে ইয়াক প্ৰস্তুত কৰাৰ নিয়ম। এনে কৰ্ম তালিকা যুগুত কৰাৰ আগতে প্ৰতিটো প্ৰকল্পৰ কাৰ্য্য-কলাপৰ অভিলেখ সংগ্ৰহ কৰিব লাগে। উৎকৃষ্ট কৰ্ম তালিকা সাধাৰণতে উদ্যমৰ ( Enterprise ) সাধাৰণ আচৰণ বিধি আৰু প্ৰকল্পৰ প্ৰাচুৰ্য্যৰদ্বাৰাই (Availability of plant) শাসিত হয়। সাধাৰণতে উৎপন্ন সামগ্ৰীৰ গুৰুত্বপূৰ্ণ অংশৰ কাৰণে এনে কৰ্ম তালিকা তৈয়াৰ কৰা হয়। উন্নপন্ন দ্ৰব্যৰ ঘাই অংশৰ উৎপাদন সময় এনে কৰ্ম তালিকাই নিৰ্ণয় কৰি দিয়ে।

**(২) উৎপাদন কৰ্ম তালিকা ঃ** প্ৰকল্পৰ প্ৰতিটো কাৰখানা বা বিভাগে কি পৰিমাণৰ দ্ৰব্য বা দ্ৰব্যৰ অংশ কিমান সময়ৰ ভিতৰত উৎপাদন কৰিব লাগিব, তাৰ সম্পূৰ্ণ অভিলেখ এই তালিকাত লিপিবদ্ধ কৰা হয়।

**(৩) বিস্তৃত চালন কৰ্ম তালিকা ঃ** এনে তালিকাই উৎপন্ন বস্তুৰ বাবে উৎপাদনৰ বিস্তাৰিত কাৰ্য্য-সূচী আগবঢ়ায়। কৰ্ম সম্পাদনৰ কাৰণে সময়, যন্ত্ৰ-পাতি আৰু চালান নিৰ্ধাৰিত কৰি ৰখা হয়; কিন্তু প্ৰতিটো উৎপন্ন দ্ৰব্যৰ কাৰণে পৃথক কৰ্ম তালিকা যুগুত কৰা হয়। অৰ্থাৎ পৃথক পৃথক উৎপন্ন বস্তুৰ বাবে বেলেগ চালন কৰ্ম তালিকা প্ৰস্তুত কৰা যায়।

**(৪) নিয়ন্ত্ৰণ ৰেখা চিত্ৰ ঃ** উৎপাদন নিয়ন্ত্ৰণ কৰিবৰ কাৰণে বিভিন্ন ৰেখা চিত্ৰ, তালিকা প্ৰস্তুত কৰি সেই অনুযায়ী উৎপাদন কাৰ্য্যকৰী

কৰা হয়। তেনে ৰেখা চিত্ৰ হৈছে কৰ্মভাৰ চিত্ৰ, প্ৰকল্প সজ্জা চিত্ৰ, ক্ৰমোন্নয়ন চিত্ৰ ইত্যাদি।

(ঘ) প্ৰেৰণ ( Despatching ): উৎপাদন আঁচনিৰ কৰ্ম তালিকা অনুসৰি অগ্ৰাধিকাৰ ভিত্তিত কৰ্ম নিৰ্দেশ প্ৰদান কৰাই প্ৰেৰণ বিভাগৰ কাৰ্য্য। কৰ্ম নিৰ্দেশ অবিহনে কোনো কাম আৰম্ভ হ'ব নোৱাৰে। প্ৰতিজন কৰ্মচাৰীক নিজৰ নিজৰ কৰ্ম সম্পাদন কৰিবৰ বাবে 'ওৱৰ্ক টিকেট' দি কৰ্ম বন্টন কৰি দিয়া হয়। অন্য কথাত—ওৱৰ্ক টিকেট ( Work Ticket ) হৈছে কৰ্ম সম্পাদনৰ সন্মতি পত্ৰ। অৱশেষে এই সন্মতি পত্ৰত কৰ্ম সম্পাদনৰ কাৰণে কৰ্ম স্থলীত নথকা সামগ্ৰী, আহিলা-পাতি আৰু আচবাব-পত্ৰ কৰায়ত্ত বা সংগ্ৰহ কৰি লোৱাৰ কৰ্তৃত্ব থাকে। যথা সময়ত কেঁচা সামগ্ৰী গৈ কৰ্ম স্থান পাইছে নে নাই, কোনো চালন ( operation ) আৰম্ভ কৰিবলৈ আৱশ্যকীয় সা-সঁজুলি, আচবাব পত্ৰ যথা স্থানত আছে নে নাই, আৰু কাৰ্য্যধাৰা আৰু কৰ্ম তালিকা অনুসৰি কাম আৰম্ভ হৈছেনে নাই, তাক প্ৰেৰণ বিভাগে লক্ষ্য ৰাখিব লাগে।

সেয়ে প্ৰেৰণ বিভাগৰ সাধাৰণ কাৰ্য্যকাৰিতা হৈছে—

(ক) কৰ্ম সম্পাদনৰ সন্মতি জ্ঞাপন,

(খ) কৰ্মচাৰী অনুসৰি কৰ্ম বন্টন,

(গ) কৰ্ম নিৰ্দেশ আৰু উৎপাদন প্ৰপত্ৰৰ প্ৰদান।

(ঘ) এক চালনৰপৰা ( Operation ) অন্য চালনলৈ কৰ্ম পৰিচালনা কৰাৰ কৰ্তৃত্ব দান।

(ঙ) কাৰ্য্যধাৰা আৰু কৰ্ম সময় তালিকাৰ মাজত সমন্বয়ৰক্ষী কাৰ্য্য।

(চ) প্ৰতিটো চালনৰ আধৰুৱা সামগ্ৰীৰ পৰিবৰ্তনীয় অৱস্থাৰ লগত সামঞ্জস্য ৰাখি তাৰ নিয়ন্ত্ৰণৰ দায়িত্ব গ্ৰহণ।



(ছ) ব্যয় পৰিসংখ্যা আৰু উৎপাদন সামগ্ৰীৰ প্ৰয়োজনীয় প্ৰতিবেদন উচ্চপদস্থ বিষয়াৰ ওচৰত দাখিল।

উৎপাদন আঁচনি বিভাগে যুগুত কৰা আঁচনিখনক কাৰ্য্যকৰী কৰা আৰু আঁচনি অনুসৰি কৰ্ম-সম্পাদন হোৱা কাৰ্য্যক নিশ্চিত কৰাই প্ৰেৰণ বিভাগৰ কাৰ্য্য। তথাপি উৎপাদনৰ প্ৰকাৰ অনুযায়ী প্ৰেৰণ বিভাগৰ কাৰ্য্যকাৰিতা জটিল হয়। সাধাৰণতে প্ৰেৰণ বিভাগৰ কাৰ্য্য-পদ্ধতি ( procedure ) দুই ধাৰাত বিভক্ত, যথা (ক) কেন্দ্ৰীকৰণ ( Centralised ) আৰু (খ) বিকেন্দ্ৰীকৰণ ( Decentralised )।

(ঙ) অনুবৰ্তী ক্ৰিয়া ( Follow up ): উৎপাদন নিয়ন্ত্ৰণৰ শেষ স্তৰত উপস্থিত হয়—অনুবৰ্তী ক্ৰিয়া। উৎপাদন প্ৰক্ৰিয়াৰ জৰিয়তে অনুবৰ্তী ক্ৰিয়াই কোনো উৎপন্ন বস্তুৰ বা দ্ৰব্যৰ অংশৰ উৎপাদন নিয়মীয়া কৰে। উৎপাদন কৰ্ম আৰম্ভ হোৱাৰ পাছত আঁচনি মতে ই শেষ হৈছেনে নাই তাক পৰ্য্যবেক্ষণ কৰাও অনুবৰ্তী ক্ৰিয়া বিভাগৰ কাৰ্য্য। এই বিভাগে উৎপাদনৰ তথ্য-পাতি সংগ্ৰহ কৰি পূৰ্ব-নিৰ্ধাৰিত কৰ্ম সময় সূচী আৰু কৰ্ম সম্পাদনৰ মাজত হোৱা পাৰ্থক্যৰ অনুসন্ধান কৰি উচ্চ পদস্থ বিষয়ালৈ প্ৰতিবেদন পঠাব লাগে। অনুবৰ্তী ক্ৰিয়াৰ ঘাই কাৰ্য্য হ'ল—আঁচনি আৰু আঁচনিক কাৰ্য্যকৰী কৰাৰ মাজত থকা বৈশাদৃশ্যৰ অনুসন্ধান আৰু তাৰ অবলোপ সাধন।

ঔদ্যোগিক উৎপাদনত আঁচনি মতে কৰ্ম বিলম্বিত হোৱাৰ কাৰণ নাইবা কৰ্মৰ শিথিল প্ৰগতিৰ কাৰণসমূহ নিৰ্ধাৰণ কৰি, তাৰ প্ৰতিকাৰৰ উপায় উদ্ভাৱন কৰিব লাগে। কাৰ্য্যধাৰা, কৰ্মসময় তালিকা, সংবাদ অথবা সামগ্ৰীৰ প্ৰেৰণ, আহিলা-পাতি বা সা-সৰঞ্জাম বা আচবাব-পত্ৰৰ অভাৱ আদি ভুলৰ বাবে, শ্ৰমিক অশান্তি আৰু যন্ত্ৰ-পাতি ভাগি যোৱাৰ কাৰণেও কৰ্ম সম্পাদনত শিথিলতা আহিব পাৰে।

গতিকে যি কোনো ধৰণৰ শিথিলতা আসোঁৱাহ আঁতৰাবলৈ যদি

কেতিয়াবা বিকল্প উপায় অৱলম্বন কৰিব লগা হয় তাকো এই বিভাগে যত্ন সহকাৰে সম্পাদন কৰিব লাগে যাতে আঁচনি আৰু তাৰ কাৰ্যকৰী ৰূপ একেই ফলিত মৰা ছাপৰ দৰে হয়।

অনুৱৰ্তী ক্ৰিয়া বিভাগৰ সংগঠন দুটা পদ্ধতিৰে হ'ব পাৰে, যথা উৎপন্ন দ্ৰব্য অনুসৰি আৰু বিভাগ (Department) অনুসৰি। যেতিয়া উৎপন্ন দ্ৰব্যৰ উৎপাদন জটিল প্ৰকৃতিৰ হয়, তেতিয়া অনুৱৰ্তী বিভাগৰ সংগঠন উৎপন্ন দ্ৰব্য ভিত্তিক হয়। এই ক্ষেত্ৰত অনুৱৰ্তী বিভাগৰ মূৰব্বীজনক, কেঁচা সামগ্ৰীৰ পৰা শিল্পজ দ্ৰব্যলৈ ৰূপান্তৰ হোৱা পৰ্য্যায়লৈকে পৰিচালনাৰ পূৰ্ণ কৰ্তৃত্ব দিয়া হয়; প্ৰতিটো দ্ৰব্যৰ বাবে পৃথক পৃথক অনুৱৰ্তী বিভাগৰ বিষয়া থকাৰ নিয়ম।

যেতিয়া উৎপাদন পদ্ধতি সহজ হয়, তেতিয়া অনুবৰ্তী বিভাগক বিভাগ ভিত্তিক সংগঠন কৰা হয়। অৰ্থাৎ প্ৰতি বিভাগৰ উৎপাদন কৰ্মৰ লগতেই অনুবৰ্তী ক্ৰিয়াও সমাপ্ত হয়।

থোৰতে কবলৈ হলে—অনুৱৰ্তী ক্ৰিয়া বিভাগে অবাঞ্ছিত উৎপাদনৰ গতি প্ৰশমনৰ জৰিয়তে শুদ্ধ দিশত আঁচনি অনুসৰি উৎপাদন কৰিবলৈ উদ্যোগ প্ৰকল্পক সুযোগ দিয়ে। উৎপাদন আঁচনি অনুযায়ী, উৎপাদনৰ পথ (কাৰ্য্যধাৰা) নিৰ্ণয় কৰা, উৎপাদনৰ সময় সূচী (কৰ্ম সময় তালিকা) স্থাপন কৰা, কৰ্মৰ নিৰ্দেশ (সংবাদ প্ৰেৰণ) প্ৰদান কৰা আৰু কৰ্মৰ শ্ৰোত ক্ষীপ্ৰতৰ (অনুৱৰ্তী ক্ৰিয়া) কৰাৰ জৰিয়তে শিল্প উদ্যোগ গোটত উৎপাদন নিয়ন্ত্ৰণ কৰা হয়।

**বিভিন্ন উৎপাদন প্ৰণালী (Different Systems of production)ঃ** উৎপাদনৰ ঘাই প্ৰণালী বা পদ্ধতি তিনিটা, যথা জব, উৎপাদন, দল উৎপদান আৰু প্ৰচুৰ বা সমূহীয়া উৎপাদন। উৎপাদন পদ্ধতি কেইটাৰ সংক্ষিপ্ত আলোচনা নিম্নোল্লিখিত ধৰণৰ—

**জ'ব উৎপাদন (Job Production)ঃ** গ্ৰাহকৰ ফৰমাচ (orders) অনুসৰি বিশেষ ধৰণৰ একক উৎপন্ন বস্তুৰ (Single product) উৎপাদনৰ লগত জ'ব উৎপাদন জড়িত। প্ৰতিটো জ'ব বা জ'বৰ ফৰমাচ একক। এনে ধৰণৰ দুটা বা ততোধিক জ'ব সহজতে একেজাতীয় নহয়। স্থাপত্য আৰু ভাস্কৰ্য্য বিষয়ত, দলং, ঘৰ বিশেষ প্ৰকাৰ আহিলা (Tool) বিশেষ ধৰণৰ মেচিন, আদি নিৰ্মাণ বিষয়ত জ'ব উৎপাদন কৰা হয়।



জ'ব উৎপাদনত সকলো কাৰ্য্যকাৰকৰ (operatives) অৰ্হতা উচ্চ স্তৰৰ হোৱা প্ৰয়োজন। জ'ব উৎপাদনৰ সাধাৰণতে ক্ষুদ্ৰাকাৰ ভিত্তিত পৰিচালনা কৰা হয়। এনে উৎপাদন বহু সময়ত চানেকি ভিত্তিতো কৰা হয়।

**দল উৎপাদন (Batch Production)ঃ** দল সমষ্টি ভিত্তিত একেলগে উৎপাদন কৰা কাৰ্য্যকে দল উৎপাদন কোৱা হয়, কিন্তু এই উৎপাদন, দ্ৰব্যৰ অংশ নাইবা গোট, যিয়েই নহওক ই অবিৰাম বা লেথেৰি নিছিগা নহয়। কাৰণ বহুধা বিভক্ত ফৰমাচ অনুসৰি, বিভিন্ন প্ৰকাৰৰ এনে ধৰণৰ দ্ৰব্য সৰহীয়াকৈ উৎপাদন কৰিব লগা হয়। দল উৎপাদনৰ ঘাই কাৰণ হ'ল—দল হিচাপে উৎপাদন কৰা বস্তু (সংযোগী অংশ অথবা অন্যান্য উৎপন্ন দ্ৰব্য) সাধাৰণতে সকলোতে ব্যৱহাৰ কৰিব পৰা প্ৰামাণিক জোখৰ হয় (Standard size)। গতিকে দলভিত্তিক উৎপাদন, যন্ত্ৰ-পাতি সম্পৰ্কীয় বস্তু—যথা সাধাৰণ উদ্দেশ্যৰ যন্ত্ৰ-পাতি, সৰু মেচিন টুল (Machine tools) আদিত, ব্যৱহাৰ্য্য বস্তুৰ উদ্যোগত যথা কপাহ পাট আদিত প্ৰয়োগ হ'ব পাৰে। দল উৎপাদন কৰিবলৈ কাৰ্য্যকাৰকৰ পৰা (Operatives) প্ৰশাসনিক স্তৰলৈকে উচ্চ স্তৰৰ অৰ্হতা সম্পন্ন বিষয়াৰ আৱশ্যক হয়। দল উৎপাদনত আহিলা-পাতি, সা-সৰঞ্জাম গঠন কৰাৰ বা গঢ় দিয়াৰ (Set up) ক্ষেত্ৰতহে বিশেষ অৰ্হতাৰ প্ৰয়োজন। এনে ধৰণৰ উৎপাদন উদ্যোগৰ দৃষ্টান্তস্বৰূপ।

এনে প্ৰকাৰৰ দল উৎপাদনৰ বস্তু-বেহানি প্ৰায়বোৰ উদ্যোগৰ ক্ষেত্ৰতে বিশেষকৈ যান্ত্ৰিক আৰু ব্যৱহাৰ্য্য উদ্যোগত অধিক ৰূপে ব্যৱহাৰ হয়। দল উৎপাদন সাধাৰণতে মজলীয়া ধৰণৰ উৎপাদনৰ বাবে অধিক উপযোগী। সকলো প্ৰকাৰ যান-বাহন, শিল্প উৎপাদন, বিভিন্ন ইঞ্জিনীয়াৰিং আৰু ব্যৱহাৰ্য্য উদ্যোগ, সাৰ্বজনীন উপযোগী সেৱাসমূহ, সাধাৰণ খনিজ উদ্যোগত এনে দল উৎপাদনৰ সামগ্ৰী বেছিকৈ ব্যৱহাৰ কৰিব পাৰি।

**প্ৰচুৰ বা সমূহীয়া উৎপাদন ( Mass Production ) ঃ** প্ৰচুৰ উৎপাদন সাধাৰণতে সৰহীয়া উৎপাদনৰ ক্ষেত্ৰতে সীমিত থাকে।

একে বিধৰ বস্তু বা দ্ৰব্যৰ অংশ ধাৰাবাহিকভাৱে (Continuously) চালনৰ একে অনুক্ৰমতে উৎপাদন কৰা হয়। প্ৰক্ৰমৰ সকলো গোট বা বিভাগ একে ধৰণৰ চালনতে নিযুক্ত হয়। প্ৰচুৰ উৎপাদনৰ মূৰণি মৌলিক নিয়ম—সমৰূপৰ উৎপাদন ; আৰু ই কেৱল এবিধ বা দুবিধ উৎপন্ন বস্তুৰ উৎপাদনতে সীমিত থাকে। বৰ্তমান শিল্প উদ্যোগত প্ৰচুৰ উৎপাদন প্ৰণালী অতি গুৰুত্বপূৰ্ণ।

'Practice Management'অৰ লেখক ড্ৰাকাৰৰ (Drucker) মতে প্ৰচুৰ উৎপাদন হৈছে—"assembly of varied products in large or small, out of uniform & standard parts." আপাততঃ প্ৰচুৰ উৎপাদনৰ নতুন ধাৰা হৈছে—বিবিধ উৎপন্ন দ্ৰব্যৰ সৃষ্টি। সমৰূপৰ দ্ৰব্য অপেক্ষা সমৰূপৰ মান বিশিষ্ট দ্ৰব্যৰ অংশ উৎপাদনত অধিক গুৰুত্ব আৰোপ কৰা হৈছে—যাতে সমষ্টিযুক্ত কৰোঁতে বিবিধ প্ৰকাৰৰ বস্তু নিৰ্মাণ কৰিব পাৰি। এনে উৎপাদন কৰিবলৈ প্ৰণালীবদ্ধভাৱে উৎপন্ন দ্ৰব্যৰ বিশ্লেষণ কৰা হয় আৰু উৎপন্ন দ্ৰব্যৰ ৰূপ বিন্যাস ( Pattern ) বিবিধতাৰ ভিত্তিত সুনিশ্চিত কৰা হয়।

প্ৰণালীবদ্ধ বিচাৰ বিশ্লেষণ এনেভাৱে কৰা হয়, যাতে কম সংখ্যাৰ



উৎপাদিত অংশৰে ( Manufactured Parts ) অধিক সংখ্যাৰ উৎপন্ন বস্তু সমষ্টিযুক্ত কৰিব পাৰি। অৰ্থাৎ শিল্প উৎপাদনৰপৰা বিবিধতা আনোতাই সমষ্টিৰ ক্ষেত্ৰত তাক প্ৰয়োগ কৰা হয়।

প্ৰচুৰ বা সমূহীয়া উৎপাদন বজাৰৰ চাহিদা অথবা তাৰ সম্ভাৱনীয়তালৈ চাই পৰিচালনা কৰা হয়। বৰ্তমান প্ৰচুৰ উৎপাদন ব্যৱস্থাই উন্নত স্তৰ পাইছেগৈ। সেয়ে এনে উৎপাদন বৃহৎ আকাৰৰ প্ৰক্ৰম উদ্যোগ, যেনে—চেনি, তেল, আতা, ময়দাৰ মিল আদিত, মান বিশিষ্ট বস্তু নিৰ্মাণ কৰা কাৰখানা, যথা—অটোমোবাইল, বিদ্যুৎ, চাইকেল, প্ৰশীতক, টেলিফোন, সৰু মটৰ, আৰু আন শ্ৰম হ্ৰাস যন্ত্ৰ-পাতিত অধিক ৰূপে প্ৰযোজ্য হোৱা পৰিলক্ষিত হয়।

কাৰখানাৰ উন্নয়নে জ'ব উৎপাদনৰপৰা দল উৎপাদনলৈ সহজাতভাৱেই ক্ৰমোন্নতি কৰাত সহায় কৰে। উৎপাদনৰ মাত্ৰা বৃদ্ধি হোৱাও কাৰখানাৰেই যুক্তিসংগত পৰিণতি ; কিন্তু কাৰখানাত প্ৰচুৰ উৎপাদন পদ্ধতিৰ প্ৰয়োগ এক আশংকাৰ কাৰণ, বিশেষকৈ যদি ইয়াৰ প্ৰয়োগ অপৰিণত বা সময় অনুযায়ী নহয়। গতিকে শিল্প উদ্যোগৰ প্ৰকল্পত প্ৰচুৰ বা সমূহীয়া উৎপাদনৰ সিদ্ধান্ত অতি সাৱধানতাৰে আৰু উদ্যমৰ ঘাই নীতি হিচাপে গ্ৰহণ কৰিব লাগে।

**(১৬) গুণ নিয়ন্ত্ৰণ ( Quality Control ) ঃ** গুণ নিয়ন্ত্ৰণ এক পৰিসংখ্যান পদ্ধতি যাৰদ্বাৰা গুণ নিৰ্ধাৰণ কৰা যায়। নমুনা পৰীক্ষণৰ দ্বাৰা মান বিশিষ্ট গুণৰ বিচ্যুতি নিৰূপণ কৰা হয় আৰু তাক এখন তালিকাত লিপিবদ্ধ কৰি ৰখা হয়। শিল্প উৎপাদনৰ চালন ( Operations ) চলি থাকোঁতে এই তালিকাই পূৰ্বৰ অনুমোদিত সীমা-ৰেখাৰ পৰা হোৱা গুণৰ বিচ্যুতি দৃষ্টিগোচৰ কৰে। গুণৰ সীমা ৰেখা নিৰ্ধাৰণ কৰিব পৰা সকলো বিষয়তে গুণ নিয়ন্ত্ৰণ পদ্ধতি প্ৰয়োগ কৰা যায়। অৱশ্যে ধাৰাবাহিক শিল্প উৎপাদনৰ উদ্যোগ গোটত গুণ নিয়ন্ত্ৰণৰ প্ৰয়োগ

অতি উৎকৃষ্ট ৰূপে কৰিব পাৰি। প্ৰচুৰ উৎপাদন নিয়ন্ত্ৰণৰ ক্ষেত্ৰত এই কাৰ্য্য-বিধি সহজে ব্যৱহাৰ কৰা যায়।

নমুনা পৰীক্ষণ দ্ৰব্য উৎপাদন হোৱাৰ লগে লগেই কৰা যায় আৰু বিশেষ বৈশিষ্ট্য এয়ে যে এই কাৰ্য্য সদায় যন্ত্ৰ-পাতিৰ লগতেই হয়। পৰীক্ষা কাৰ্য্যৰ ফলাফলে অধিক দোষ ত্ৰুটী হোৱাৰ পূৰ্বেই সংশোধন কৰিবলৈ সুযোগ দিয়ে যাৰ জৰিয়তে অযথা বস্তু বা যন্ত্ৰ-পাতি নষ্ট হোৱাৰ পৰা হাত সাৰিব পাৰি।

কৰ্মীসকলে যথা সময়ত কামটো সমাধা কৰাৰ উদ্দেশ্যে, উৎপাদন হোৱা দ্ৰব্যৰ গুণলৈ মনোযোগ নিদিয়াৰ বাবেই, গুণৰ বিচ্যুতি হয়। গতিকে সকলো কৰ্মীকে গুণ-মননশীল ( Quality minded ) হবলৈ প্ৰেৰণামূলক আঁচনি প্ৰচলনৰদ্বাৰা আকৰ্ষিত কৰাৰ সু-ব্যৱস্থা কৰিব পাৰি। উক্ত প্ৰেৰণামূলক আঁচনি গুণ বানছ ( Quality Bonus) বা তজ্জাতীয় হোৱা আৱশ্যক। যি কৰ্মীয়ে বা কৰ্মীদলে আঁচনি অনুসৰি বস্তুৰ গুণ সংৰক্ষণ কৰিব পাৰিব তেওঁ বা তেওঁলোকেই গুণ বানছ লাভ কৰিব।

উল্লেখিত নমুনা নিৰীক্ষণ বা পৰীক্ষণ পদ্ধতিত দোষযুক্ত নমুনাৰ শতকৰা ভিত্তিত নিয়ন্ত্ৰণ পৰিচালনা কৰা হয়। যেতিয়া উৎপন্ন দ্ৰব্যৰ মান নিৰূপণ কৰা হয়, তেতিয়া সেই মানৰ লগত উৎপাদনত কিছু অমিল হোৱাটো অনুমোদনীয় হ'ব লাগে—যিহেতু উৎপন্ন বস্তুৰ প্ৰকাৰ আৰু উৎপাদনৰ সুযোগ-সুবিধালৈ চাই, কিছু পাৰ্থক্য হোৱা নিতান্তই স্বাভাৱিক। সেয়ে গুণ নিয়ন্ত্ৰণৰ কাৰ্য্য-কলাপৰ অন্তৰ্গত হৈছে—উৎপন্ন সামগ্ৰীৰ গুণৰ ভিত্তিত গ্ৰহণ-যোগ্যতা, গুণৰ তাৰতম্যৰ প্ৰতিৰোধ, আৰু নিশ্চিত কোনো সীমা ৰেখাৰ ভিতৰত গুণ মানৰ প্ৰতিপালন যিহে পুনৰ নিৰ্মাণৰ শ্ৰম-খৰচ ( Labour costs ) আৰু সামগ্ৰী ব্যয় (Material costs ) ৰাহি কৰে।



উৎপন্ন দ্ৰব্য পৰিদৰ্শন ( Inspection ) আৰু সংশোধক কাৰ্য্যৰ (Corrective action) এক পৰ্য্যাপ্ত প্ৰণালী যতদূৰ সম্ভৱ থকা উচিত। পৰিদৰ্শন কাৰ্য্য কেন্দ্ৰীভূত ( Centralised ) আৰু মজিয়া ( Floor ) ভিত্তিত হ'ব পাৰে।

কেন্দ্ৰীভূত পদ্ধতিত সকলো পৰিদৰ্শন কাৰ্য্য এই বিভাগৰপৰা এটা বিশেষ পৰিদৰ্শন বিভাগলৈ প্ৰেৰণ কৰিব পাৰি। মজিয়া পৰিদৰ্শন পদ্ধতিত পৰিদৰ্শক নিজে প্ৰতিটো প্ৰক্ৰমৰ মজিয়ালৈ গৈ, এটা প্ৰক্ৰমৰ পৰা আন এটি প্ৰক্ৰমলৈ সামগ্ৰী পৰিবাহিত হোৱা অৱস্থাতেই যন্ত্ৰ-পাতিৰ চালনত উৎপাদন কাৰ্য্য পৰিদৰ্শন কৰে। এই উভয় পদ্ধতিৰ নিজা কিছু সুচলতা আছে। কেন্দ্ৰীভূত পৰিদৰ্শন সহজ আৰু উন্নততৰ। শ্ৰম বিভাজন উজু। কেন্দ্ৰীভূত পদ্ধতি অধিক সম্পূৰ্ণ আৰু পৰিদৰ্শনত শিথিলতা কম, ফলত সামগ্ৰী আৰু কৰ্ম নষ্ট কম হয়। মজিয়া পদ্ধতিৰ পৰিদৰ্শনত চালনা ( Handling ) আৰু উৎপাদনত পলম নহয়। অৱশ্যে কৰ্ম উন্নয়ন শিথিল হয়, দোষ-ত্ৰুটীবোৰ সহজেই ধৰা পৰে, সেয়ে সংশোধন সহজ হয়। পৰিদৰ্শকে কাৰ্য্যকাৰৰ (Operation) উপদেষ্টা হিচাপে কাৰ্য্য সম্পন্ন কৰে।

**(১৭) ব্যয় (Cost) ঃ** আপাততঃ শিল্প উদ্যোগৰ সকলো উদ্যোগ পাতিয়েই ব্যয় সচেতন। ব্যৱসায় বাণিজ্যত প্ৰতিযোগিতা বাঢ়িছে। কেঁচা সামগ্ৰীৰ দাম আৰু শ্ৰমৰ খৰচ আৰু অন্যান্য খৰচৰ মাত্ৰা বৃদ্ধি পাইছে। ফলত ব্যৱসায় বাণিজ্যত লভ্যাংশৰ মাত্ৰা নিম্নগামী হৈছে।

লভ্যাংশৰ মাত্ৰা একে স্তৰত ৰাখিবলৈ দুটা উপায় অৱলম্বন কৰিব পৰা যায়, যেনে—

(ক) উৎপাদনৰ ব্যয় হ্ৰাস কৰা আৰু

(খ) উৎপন্ন বস্তুৰ বিক্ৰী দাম বৃদ্ধি কৰা। উৎপাদন ব্যয় হ্ৰাসে লভ্যাংশৰ মাত্ৰা উৰ্দ্ধগামী কৰে, যদি অন্যান্য উপাদানসমূহ স্থিৰভাৱে

থাকে। সেয়েহে সম্প্ৰতি উৎপাদন ব্যয় ( Cost factor ) উপাদানে ঔদ্যোগিক অৰ্থনীতিত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। গতিকে উৎপাদকৰ উৎপাদন ব্যয় ন্যূনতম কৰি লভ্যাংশ অধিক কৰাই উদ্দেশ্য হোৱা উচিত। উৎপাদন ব্যয় হ্ৰাস কৰাৰ এটি উপাদান হৈছে উৎপন্ন বস্তুৰ পৰিমাণ বৃদ্ধি।

উৎপন্ন বস্তুৰ বিক্ৰী দাম বৃদ্ধি কৰি লভ্যাংশৰ পৰিমাণ বঢ়াব পাৰি। যদি সেই বস্তুৰ একচেটিয়া ব্যৱসায়ৰ ব্যৱস্থা থাকে। একচেটিয়া ব্যৱসায়ৰ সুবিধা নাথাকিলে প্ৰতিযোগী বজাৰত বস্তুৰ দাম বৃদ্ধিৰ জৰিয়তে লভ্যাংশ উৰ্ধমুখী কৰিব নোৱাৰি। কাৰণ এজন উৎপাদকে উৎপন্ন বস্তুৰ দাম বৃদ্ধি কৰা মানেই তেওঁৰ বিক্ৰী আবৰ্ত (Turn over) নিম্নগামী হোৱা। অৰ্থাৎ, সেই জাতীয় বস্তুৰ আন উৎপাদকে উক্ত অৱস্থাৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিব। প্ৰতিযোগী বজাৰত বস্তুৰ দাম বৃদ্ধিৰে লভ্যাংশ বৃদ্ধি কৰিবলৈ যোৱা বিষয়টি সেয়ে বিপজ্জনক।

সেয়েহে উৎপাদকে উৎপাদন কৰা বস্তুৰ সকলো ব্যয়, বিক্ৰী দাম ধাৰ্য্য কৰাৰ আগতে সম্পূৰ্ণভাৱে জনা প্ৰয়োজন। হিচাপ পত্ৰত হোৱা বিজ্ঞান সন্মত উত্তৰোত্তৰ উন্নতিয়ে বস্তুৰ খৰচ নিখুঁটভাৱে নিৰূপণ কৰিবলৈ সুচল কৰি দিছে। উক্ত উৎপাদন খৰচ নিৰূপণ কৰাৰ প্ৰণালী হ'ল— ব্যয় মূল্যায়ন (Costing)। অৱশ্যে উৎপাদকৰ উৎপাদনৰ ব্যয় সম্পৰ্কে জ্ঞান থাকিলেই যথেষ্ট নহয়। সেই উৎপাদন ব্যয় নিয়ন্ত্ৰণ কৰাৰ পূৰ্ণ কৌশলো উৎপাদকে আয়ত্ত কৰা প্ৰয়োজন; কিন্তু উৎপাদন ব্যয় নিয়ন্ত্ৰণ কৰিবলৈ, বিজ্ঞান সন্মত আৰু পূৰ্ণ সংগঠিত ব্যয় মূল্যায়ন প্ৰণালী (Costing System) প্ৰয়োগ কৰা অপৰিহাৰ্য্য। নিয়ন্ত্ৰণ (Control) নথকা ব্যয় মূল্যায়নৰ প্ৰয়োগ অৰ্থহীন। ব্যয় মূল্যায়ন, ব্যয় নিৰ্ধাৰণতেই সীমাবদ্ধ নহৈ ই শিল্প সংস্থাৰ উন্নয়নৰো সহায়ক হোৱা বাঞ্ছনীয়।



কোনো এটা দ্ৰব্য প্ৰকল্পত উৎপাদন কৰোঁতে হোৱা খৰচক "ব্যয়" বোলা হয়; কিন্তু এই ব্যয় হৈছে—সৰ্বমুঠ খৰচ। গতিকে কোনো এক উৎপাদন গোটৰ ( unit of production ) সৰ্বমুঠ ব্যয় যুক্তিসংগত হিচাপেৰে নিৰ্ধাৰণ কৰা আৰু সেই ব্যয় কি ভাৱে সংগঠিত হৈছে, তাক প্ৰদৰ্শন কৰাই ব্যয়ৰ কাৰ্য্যকাৰিতা। ব্যয় মূল্যায়নৰ আৰু এটি ঘাই কাৰ্য্য ( Function ) হৈছে—বজাৰত বস্তুৰ চাহিদা আৰু যোগান চাই বস্তুৰ বিক্ৰীদাম মীমাংসা কৰা।

**ব্যয় মূল্যায়ন ঃ উদ্দেশ্য ( Costing : Aims ) ঃ** শিল্প উদ্যোগ অনুযায়ী আৰু উদ্যোগৰ প্ৰকল্পৰ অৱস্থাভেদে ব্যয় মূল্যায়নৰ তাৎপৰ্য্যও পৰিবৰ্তন হয়। শিল্পজাত দ্ৰব্য উৎপাদন আৰু বিক্ৰী সংক্ৰান্তত ব্যয় মূল্যায়নে ঘাই ভূমিকাত অৱতীৰ্ণ হয়। ই প্ৰধানকৈ বস্তুৰ দাম (Price) আৰু লাভৰ ( porfits ) ওপৰত অধিক প্ৰভাৱ পেলায়। অৱশ্যে ব্যয় মূল্যায়নৰ কোনো পূৰ্ব প্ৰস্তুত প্ৰণালী নাই। প্ৰতিটো ব্যৱসায় সংস্থাৰ প্ৰয়োজন মতে ইয়াক যুগুত কৰিব লাগে। ব্যয়ৰ হিচাপে ব্যৱসায়িক প্ৰয়োজনীয়তা পূৰণ কৰে। ব্যৱসায় বা শিল্প উদ্যমৰ বিভাগ বা কাৰখানাৰ সংগঠন মিতব্যয়ী হোৱাত ব্যয় মূল্যায়নে সহায় কৰে।

ব্যাপক অৰ্থত ব্যয় মূল্যায়নৰ উদ্দেশ্যবোৰ নিম্নোল্লিখিত প্ৰকাৰৰ—

(১) প্ৰতি গোট উৎপন্ন দ্ৰব্যৰ ব্যয়, ব্যয় হ্ৰাস বৃদ্ধিৰ কাৰণ, আৰু প্ৰকৃত লাভ নিৰ্ধাৰণ কৰিবলৈ আৰু তাক আৱশ্যক মতে বিশ্লেষণ কৰিবলৈ ব্যয় মূল্যায়নে সুযোগ দিয়ে, যিটো ব্যয় মূল্যায়নৰ ঘাই কাৰ্য্যকাৰিতা।

(২) ব্যয় মূল্যায়নে প্ৰকল্পৰ চালন অধ্যয়ন কৰিবলৈ সুচল কৰে। ই অকাৰ্য্যকৰী প্ৰকল্পৰ চালনসমূহ উদঘাটন কৰে, যিবোৰে উৎপাদন খৰচ বৃদ্ধি কৰে। গতিকে এনে অনাৱশ্যকীয় খৰচসমূহ ব্যয় মূল্যায়নৰ দ্বাৰা হ্ৰাস কৰিব পৰা যায়। দুটা বা ততোধিক মিয়াদৰ ( period )

প্ৰকল্পৰ চালনসমূহ আৰু প্ৰকল্পৰ ভিন্ ভিন্ বিভাগৰ কাৰ্যদক্ষতাৰ (Efficiency) আপেক্ষিক অধ্যয়ন কৰিবলৈ ব্যয় মূল্যায়নে সুযোগ দিয়ে।

(৩) ব্যয়ৰ তথ্য-পাতি সংগ্ৰহে উৎপাদন নিয়ন্ত্ৰণ কৰাত সহায় কৰে। ই উৎপাদন নিশ্চিত আৰু নিয়মীয়া কৰে। ভিন্ ভিন্ সমবায় বা ম্যাদৰ উৎপন্ন দ্ৰব্যৰ পৰিমাণ চাই ভবিষ্যতৰ উৎপাদন নিৰ্ধাৰণ কৰিবলৈ সুযোগ-সুবিধা দিয়ে। ব্যয়ৰ পৰিসংখ্যাই উদ্যোগৰ কৰ্তৃপক্ষক নীতি আৰু আঁচনি যুগুত কৰিবলৈ, পৰিবৰ্তন কৰিবলৈ আৰু সময় অনুযায়ী সাহসিক পদক্ষেপ কৰিবলৈ প্ৰেৰণা দিয়ে।

(৪) ব্যয়ৰ হিচাপ পত্ৰই ব্যয় মূল্যাংকণ কৰিবলৈ আৰু চলিত দৰত নিবিদা (Tender) আৰু ক'টেচন (Quotation) দিবলৈ সুযোগ দিয়ে। কাৰণ প্ৰতিটো জ'বৰ (Job) ব্যয়ৰ হিচাপ নিখুটভাৱে কৰাত ব্যয় মূল্যায়নে সহায় কৰে।

(৫) উৎপাদন কৰা বিষয়ত (on production) ব্যয় মূল্যায়নে বিশেষকৈ সামগ্ৰীৰ অপচয়, অক্ষম কাৰ্য্যকাৰিতা আৰু পৰিচালনাৰ ক্ষেত্ৰত কৰা তুলনামূলক অধ্যয়ন আৰু তাৰ ফলাফলে উৎপন্ন বস্তুৰ গুণ বা মান উন্নীত কৰাত আৰু মান বিশিষ্টীকৰণ কৰাত সহায় কৰা।

(৬) উদ্যোগ পক্ষক উৎপন্ন দ্ৰব্যৰ ব্যয় নিৰ্ধাৰণ ভিত্তিত যথাৰ্থ বিক্ৰী দাম (Selling price) স্থিৰ কৰিবলৈ ব্যয় হিচাপে সহায় কৰে। বিক্ৰী মূল্য নিৰ্ণয় কৰা বিষয়ত বহু উপাদানলৈ লক্ষ্য ৰাখিব লাগে, ব্যয় মূল্যায়নে সেই সকলো অধ্যয়নৰদ্বাৰাহে বস্তুৰ মূল্য নিৰ্ধাৰণৰ প্ৰথম পথ প্ৰদৰ্শক হয়। আনহাতে বস্তুৰ দাম সাল সলনি কৰিবলৈও ব্যয় হিচাপ পত্ৰই ইংগিত দিয়ে।

(৭) সকলো সামগ্ৰী, বস্তু-বেহানি, আহিলা পাতি, সা-সৰঞ্জামৰ অভিলেখ সংৰক্ষণ হেতু চোৰ-চাৰি, ভঙা-ফুটা, অযথা অপচয় বন্ধ



কৰিবলৈ সুচল হয়। নিখুঁট হিচাপ পদ্ধতিয়ে সকলো ধৰণৰ অপচয় উদ্ঘাটন কৰি সেই বিষয়ত মিতব্যয়িতা অৱলম্বন কৰিবৰ কাৰণে উদগনি দিয়ে।

(৮) সামগ্ৰী, শ্ৰম আৰু সৰ্বগোট ব্যয়ৰ ওপৰত নিয়ন্ত্ৰণ (Control on expenses) আৰোপ কৰিবলৈ ব্যয় মূল্যায়নে সহায় কৰে। উৎপাদন তালিকাৰ ওপৰতো ব্যয় মূল্যায়নে নিয়ন্ত্ৰণ স্থাপন কৰে।

(৯) নতুন নক্সাৰ নতুন দ্ৰব্য উৎপাদন কৰা বিষয়ত হ'ব লগা লভ্যাংশৰ ওপৰত উদ্যোগ পক্ষক ব্যয় মূল্যায়নে প্ৰকৃত হিচাপ দি সহায় কৰে।

(১০) কি কি উৎপন্ন বস্তুৱে ব্যৱসায়ত আয়ৰ (Income) মাত্ৰা অধিক কৰে আৰু কি কি উৎপাদনে নকৰে তাৰ নিশ্চিত নিৰাকৰণ ব্যয় হিচাপে আগবঢ়ায়।

(১১) বিত্তীয় হিচাপ পত্ৰৰ অভিলেখ পৰীক্ষাৰ ক্ষেত্ৰত ব্যয় মূল্যায়নে এক নিশ্চিত আৰু নিৰূপিত তত্ত্বাৱধান লয়।

(১২) প্ৰতিটো ব্যয় উপাদান, প্ৰক্ৰমৰ অৱস্থাসমূহৰ মিতব্যয়িতাৰ প্ৰতি সংগতি ৰাখি গুৰুত্বৰ পৰিমাণ (Degree of importance) নিৰ্ধাৰণ কৰা হয়।

(১৩) যি কোনো দ্ৰব্য উৎপাদন কৰা (To produce) অপেক্ষা ক্ৰয় (purchase) কৰা অধিক লাভজনক হয় নে নহয়, তাক নিৰ্ধাৰণ কৰাও মূল্যায়নৰ আন এটি উদ্দেশ্য।

**ব্যয় উপাদান (Elements of Cost) ঃ** এটা শিল্প প্ৰকল্পত কোনো এটা দ্ৰব্য উৎপাদন কৰিবলৈ প্ৰকৃতপক্ষে যিবিলাক খৰচ ভৰিব লাগে, সেই সমূহখৰচক তিনিটা ঘাই বিভাগত বিভক্ত কৰিব পাৰি। সেই বিভাগ কেইটা হ'ল—

(ক) কেঁচা সামগ্ৰীৰ খৰচ (Cost of raw materials) ; যি সামগ্ৰীৰে দ্ৰব্য উৎপাদন কৰা হয়।

(খ) শ্ৰম বিষয়ক খৰচ ( Cost of labour ):—যি শ্ৰম উপৰোক্ত কেঁচা সামগ্ৰীৰপৰা দ্ৰব্য উৎপাদনত প্ৰয়োগ কৰিব লাগে।

(গ) উৎপাদনেৰে জড়িত অন্যান্য সকলো খৰচ (Other expenses incurred in connection with production)।

উল্লেখিত বিভাজনৰ বাহিৰেও অন্য এক পদ্ধতিৰে উৎপাদনৰ সমূহ খৰচক দুটা ভাগত বিভক্ত কৰিব পাৰি। সেই বিভাগ দুটা হৈছে—প্ৰত্যক্ষ ( Direct ) আৰু পৰোক্ষ ( Indirect ) খৰচ।

প্ৰত্যক্ষ খৰচ—তিনিটা উপৰি ভাগৰ সমষ্টিৰে প্ৰত্যক্ষ খৰচ সংগঠিত হৈছে, যথা—সামগ্ৰী (প্ৰত্যক্ষ), প্ৰত্যক্ষ শ্ৰম আৰু প্ৰত্যক্ষ সামগ্ৰী আৰু শ্ৰম জড়িত খৰচ।

পৰোক্ষ খৰচ ঃ—পৰোক্ষ খৰচক কিন্তু কোনো এটা নিৰ্দিষ্ট জ'ব ( Job ) বা প্ৰক্ৰিয়াৰে সৈতে নিশ্চিতকৈ চিনাক্তকৰণ কৰিব নোৱাৰি। সাধাৰণতে পৰোক্ষ খৰচসমূহ হ্ৰস্বকালীন ভিত্তিত স্থিৰ খৰচ। দীৰ্ঘ-কালীন অৱস্থাত অৱশ্যে কিছু পৰিৱৰ্তন হোৱা স্বাভাৱিক। এনে পৰোক্ষ খৰচৰ উপকাৰসমূহ ( Benefits ) সমুদায় উৎপাদন কৰ্মই আহৰণ কৰে। তথাপি নিম্নোল্লিখিত খৰচ সমূহৰ সমষ্টিয়েই হৈছে পৰোক্ষ খৰচ।

(ক) কাৰখানা বা প্ৰকল্পৰ খৰচ বা কাৰখানা ব্যয় সাপেক্ষ খৰচ ( Factory on cost )

(খ) কাৰ্য্যালয় আৰু প্ৰশাসনিক খৰচ (Office and administrative Expenses )

(গ) বিক্ৰী আৰু বন্টন সংক্ৰান্ত ( Selling & Distributing Expenses )।

**প্ৰত্যক্ষ কেঁচা সামগ্ৰী খৰচ ( Direct Meterial Expenses or Cost ) ঃ** শিল্পজাত সামগ্ৰী উৎপাদনৰ কাৰণে, যি কেঁচা মালৰ



প্ৰয়োজন হয়, তাক ক্ৰয় কৰোঁতে হোৱা খৰচেই কেঁচা সামগ্ৰী খৰচ। এই কেঁচা সামগ্ৰীৰ বাবে উপযুক্ত ক্ৰয় আৰু ভঁড়াল ব্যৱস্থাৰ প্ৰয়োজন হয় আৰু ক্ৰয় আৰু ভঁড়ালকৰণৰ বাবে পৰ্য্যাপ্ত বিধিবদ্ধ প্ৰণালীৰ পৰিচালনা অপৰিহাৰ্য্য। ভিন্ ভিন্ জ'বৰ কাৰণে যি সামগ্ৰী বিলি বা প্ৰদান কৰা হয় তাৰ খৰচ বিভিন্ন পদ্ধতিত নিৰ্ধাৰণ কৰা হয়। সাধাৰণতে প্ৰথমেই সংগৃহীত কেঁচা সামগ্ৰী প্ৰথমেই উৎপাদনৰ কাৰণে প্ৰদান পদ্ধতি চালু কৰাই নিয়ম। সেয়ে ব্যয় হিচাপত গ্ৰহণ দিশৰ ( Debit Side ) বিষয়বোৰ নিৰূপিত সময় অনুসৰি একাদিক্ৰমে প্ৰদান কৰি আদায় কৰা হয়। কেঁচা সামগ্ৰীৰ খৰচ নিৰূপণ বিষয়ত এটা সহজ পদ্ধতি হৈছে সম্পূৰ্ণ ষ্টকৰ গড় হিচাপে প্ৰতিগোট সামগ্ৰীৰ ব্যয় নিৰূপণ।

**প্ৰত্যক্ষ শ্ৰম খৰচ ( Direct labour Cost ) ঃ** এই খৰচৰ শিতানত উৎপাদনৰ বিভিন্ন জ'ব আৰু প্ৰতিক্ৰিয়াৰ বাবে শ্ৰমিকক যি হাজিৰা বা মজুৰি দিয়া হয় তাক সমষ্টিভুক্ত কৰা হয়। এনে শ্ৰমক প্ৰত্যক্ষ শ্ৰম বা উৎপাদক শ্ৰম বোলা হয়, যিহেতু ইয়াক উৎপন্ন দ্ৰব্যৰ লগত সাঙুৰি প্ৰত্যক্ষ খৰচ বুলি ধৰিব পাৰি ; কিন্তু যিবিলাক শ্ৰমিক সাধাৰণ কামত নিয়োজিত আৰু যি কামে শিল্প উৎপাদনৰ সকলো স্তৰতে উপকাৰ সাধন কৰে, তেনে শ্ৰমিকৰ মজুৰিক পৰোক্ষ খৰচৰ অন্তৰ্ভুক্ত কৰা হয়। এনে শ্ৰমক অনুৎপাদক শ্ৰম বোলা হয়। প্ৰত্যক্ষ শ্ৰম-খৰচ মুখ্য ব্যয়ৰ এক অংগ আৰু পৰোক্ষ শ্ৰম-খৰচ হৈছে—কাৰখানা বা প্ৰকল্পৰ সৰ্বগোট খৰচৰ এক উপাংগ। শ্ৰমিকৰ হাজিৰা বা শ্ৰম মূল্যায়ন কৰিবৰ বাবে প্ৰতিজন কৰ্মীক একোখনকৈ জ'ব কাৰ্ড ( Job Card ) প্ৰদান কৰা হয়। জ'ব কাৰ্ডত কৰ্মৰ নাম, কৰ্ম কৰাৰ সময় বা কৰ্মৰ ( Job ) পৰিমাণ ( Quantity ) আদিৰ বিৱৰণ লিপিবদ্ধ কৰা হয়।

**প্ৰত্যক্ষ খৰচ ( Direct Expenses ) ঃ** প্ৰত্যক্ষ সামগ্ৰী আৰু শ্ৰম খৰচৰ উপৰিও আৰু কিছুমান সহযোগী খৰচ হয় যাক স্বতন্ত্ৰ জ'ব বা প্ৰক্ৰমৰ বাবে সংঘটিত হয় বুলি চিনাক্তকৰণ কৰিব পাৰি। তেনে ধৰণৰ প্ৰত্যক্ষ খৰচ হৈছে—বিশেষ যন্ত্ৰ-পাতিৰ বা প্ৰকল্পৰ কেৰেয়া, জ'ব সংক্ৰান্তীয় ব্যৱসায়িক ব্যয়, বিশেষ নক্সা বা চানেকিৰ খৰচ, স্থাপত্য আৰু আভিযান্ত্ৰিকৰ মাছুল কোনো বিশেষ কৰ্ম বা জ'বৰ বাবে পৰীক্ষা-মূলক ব্যয়, অসম্পূৰ্ণ বা অলাগতিয়াল কৰ্মৰ খৰচ আদি উল্লেখিত ব্যয়-সমূহ প্ৰত্যক্ষ খৰচৰ অন্তৰ্ভুক্ত হয়।

**পৰোক্ষ খৰচ ( Indirect Expenses ) ঃ** উৎপাদন ব্যয় সংগঠিত কৰোঁতে পৰোক্ষ খৰচৰ প্ৰকৃত মূল্যাংকণ কৰাটো অতি প্ৰয়োজন। পৰোক্ষ খৰচৰ মূল্যাংকণ হোৱাৰ পাছত যি সমস্যা উপস্থিত হয়, সি হৈছে—কাৰখানা বা প্ৰকল্পই উৎপাদন কৰিবলৈ লোৱা সকলো কৰ্ম বা জ'বত এই খৰচৰ সম বন্টন। অৱশ্যে এইটো সহজেই বোধগম্য যে যেতিয়ালৈকে কাৰখানাই এটা ম্যাদৰ ( Period ) উৎপাদন সম্পূৰ্ণ নকৰে, তেতিয়ালৈকে উক্ত খৰচৰ বন্টন কাৰ্য্য সমাধা কৰিব নোৱাৰি।

**ব্যয়ৰ শ্ৰেণী বিন্যাস ( Classification of Cost ) ঃ** ব্যয়ৰ শ্ৰেণী বিন্যাস নিম্নোল্লিখিত প্ৰকাৰে কৰিব পাৰি।

**(ক) প্ৰধান ব্যয় (Prime Cost) ঃ** প্ৰত্যক্ষ সামগ্ৰী, প্ৰত্যক্ষ শ্ৰম আৰু প্ৰত্যক্ষ খৰচৰ সমষ্টিয়েই প্ৰধান ব্যয়, যাক শিল্পজ দ্ৰব্যৰ উৎপাদনত প্ৰত্যক্ষ ভাৱে নিয়োগ কৰা হয়, আৰু যাক নিশ্চিতকৈ বিশেষ কৰ্ম বা জ'ব নাইবা প্ৰক্ৰমত বন্টন কৰি দিয়া হয়। এনে ব্যয় প্ৰায়ে পৰিবৰ্তনশীল প্ৰকৃতিৰ হয়।

**(খ) প্ৰকল্প ব্যয় ( Works or Factory Cost ) ঃ** প্ৰকল্প ব্যয় আচলতে কাৰখানা বা প্ৰকল্পৰ পৰোক্ষ খৰচ, যাক কোনো জ'ব (Job) বা প্ৰক্ৰমত ( Process ) প্ৰত্যক্ষকৈ সংযোগ কৰিব পৰা নহয়। এই শিতানত পৰোক্ষ সামগ্ৰী, পৰোক্ষ শ্ৰম আৰু অন্যান্য পৰোক্ষ খৰচ সন্নিবিষ্ট কৰা হয়। অন্যান্য পৰোক্ষ খৰচৰ অন্তৰ্ভুক্ত হৈছে—গুদাম ভাড়া, কৰ-কাটল, বীমা, শক্তি বা ইন্ধন, পানী, মেৰামতি বা পুনৰ নিৰ্মাণ, ঘৰ-দুৱাৰ, যন্ত্ৰ-পাতিৰ অৱক্ষয় ( Depreciation ), সামগ্ৰীৰ অপচয়, পৰিচালক আৰু কাৰ্য্যকাৰকৰ বেতন, কাৰখানা ঘৰ ভাড়া আৰু বিজুলী বাতিৰ খৰচ ইত্যাদি। মুখ্য ব্যয়ৰ লগত কাৰখানাৰ খৰচ সংযোগ কৰিলেই 'প্ৰকল্প ব্যয়' পোৱা যায়। প্ৰকল্প বা কাৰখানা জড়িত সকলো অন্যান্য পৰোক্ষ খৰচ এই হিচাপৰ শিতানত অন্তৰ্ভুক্ত হয়।



**(গ) উৎপাদন ব্যয় ( Cost of Production ) ঃ** প্ৰকল্প ব্যয়ৰ লগত কাৰ্য্যালয় আৰু প্ৰশাসনিক খৰচ ( Office & administrative Expenses ) সংযোগ কৰিলেই 'উৎপাদন ব্যয়' পাব পাৰি। কাৰ্য্যালয় আৰু প্ৰশাসনিক খৰচ সাধাৰণতে স্থিৰ প্ৰকৃতিৰ। ই ম্যাদে প্ৰতি পৰিবৰ্তন হৈ নাথাকে। কাৰ্য্যালয় আৰু প্ৰশাসনৰ ক্ষেত্ৰত হোৱা খৰচবোৰ, যেনে—কাৰ্য্যালয়ৰ ভাড়া, কাৰ্য্যালয়ৰ শ্ৰম হ্ৰাস যন্ত্ৰ-পাতি আৰু আচবাব-পত্ৰ উক্ত সামগ্ৰীৰ অৱক্ষয়, পৰিচালক, সঞ্চালক আৰু অফিচৰ কেৰাণী আদিৰ দা-দৰ্মহা ভ্ৰামণিক খৰচ, যান-বাহন, কাৰ্য্যালয়ৰ মনোহাৰী আৰু ছপাৰ খৰচ, আইন সংক্ৰান্ত খৰচ, ডাক আৰু তাঁৰ খৰচ, বিজুলী-চাকি, কাৰ্য্যালয় শীত-তাপ নিয়ন্ত্ৰণৰ খৰচ আদি। ইয়াৰ উপৰিও কাৰ্য্যালয় আৰু প্ৰশাসনিক ক্ষেত্ৰত হোৱা অন্যান্য খৰচো এই শিতান ভুক্ত হ'ব। আপাততঃ মুঠ উৎপাদন ব্যয় ( Cost of Production ) হৈছে মুখ্য ব্যয়, প্ৰকল্প বা কাৰখানা ব্যয় আৰু উপৰোক্ত কাৰ্য্যালয় আৰু প্ৰশাসনিক খৰচৰ সমষ্টি।

উল্লেখিত কেউটা ব্যয়ৰ সমষ্টিৰে উৎপাদন কাৰ্য্য সমাপ্ত কৰি উৎপন্ন দ্ৰব্য বিক্ৰীৰ বাবে সাজু কৰা হয়; কিন্তু উৎপন্ন দ্ৰব্য বিক্ৰী আৰু বন্টন কৰিবলৈ আৰু কিছুমান খৰচ ভৰিব লগা হয়।

**(ঘ) বিক্ৰী ব্যয় ( Cost of Sales ) ঃ** ওপৰত উল্লেখিত তিনিওটা ব্যয়ৰ লগত বিক্ৰী আৰু বণ্টন সংক্ৰান্ত খৰচ ( Selling & distributing expenses ) সংযোগ কৰি "বিক্ৰী ব্যয়" পাব পাৰি। সেই বিক্ৰী আৰু বিতৰণ খৰচসমূহ এনে প্ৰকাৰৰ যথা, প্ৰচাৰ আৰু বিজ্ঞাপন খৰচ, বিক্ৰী আৰু প্ৰচাৰ সাহিত্যৰ খৰচ, বিক্ৰীদাৰৰ বেতন, ভ্ৰমণ, কনিছন আৰু যান-বাহন খৰচ, ডাক আৰু তাঁৰ খৰচ, মেলা আৰু প্ৰদৰ্শনী খৰচ, প্ৰদৰ্শনী কক্ষৰ খৰচ, ছপা আৰু প্ৰকাশনৰ খৰচ ইত্যাদি। বিক্ৰী কাৰ্য্যালয়ৰ অনুল্লেখিত অন্যান্য সকলো খৰচ এই শিতানত অন্তৰ্ভুক্ত হয়।

এই খৰচসমূহৰ সংযোগত শিল্পজাত দ্ৰব্যৰ বিক্ৰী ব্যয় নিৰ্নীত হয়।

**(ঙ) বিক্ৰী দৰ ( Selling Price ) ঃ** উল্লেখিত বিক্ৰী ব্যয়ৰ লগত মূল্যাংকিত আচল লাভ ( Estimated Net Profit ) যোগ কৰি, উৎপন্ন দ্ৰব্যৰ বিক্ৰী দৰ নিৰ্ধাৰণ কৰিব পাৰি। মূল্যাংকিত আচল লাভ সাধাৰণতে শতকৰা ভিত্তিত, ক্ষতি পূৰণ, বিপদ বহন, সুত আদি বিভিন্ন উপাদানলৈ লক্ষ্য ৰাখি নিৰ্ধাৰণ কৰা দৃষ্টি গোচৰ হয়।

কোনো এটা শিল্প-জাত দ্ৰব্য উৎপাদন কৰিবলৈ যাওঁতে উল্লেখিত সকলো ব্যয়ৰ উপাদানেই ব্যয় মূল্যায়নত অন্তৰ্ভুক্ত হয়।

তলত ব্যয় উপাদন সংগঠনৰ ৰৈখিক চিত্ৰ দিয়া হ'ল।



চিত্ৰ নং—৪

ব্যয় উৎপাদন :—( Element of Cost ) ৰেখা চিত্ৰ ( CHART )

| | | | |
|---|---|---|---|
| মুখ্য ব্যয় | প্ৰত্যক্ষ সামগ্ৰী খৰছ (Direct Meterials) | প্ৰত্যক্ষ শ্ৰম খৰছ (Direct Labour) | প্ৰত্যক্ষ অন্যান্য খৰছ সামগ্ৰী আৰু শ্ৰমজড়িত [Direct Expenses] |
| প্ৰকল্প ব্যয় | মুখ্য ব্যয় [Prime Cost] | পৰোক্ষ প্ৰকল্প বা কাৰখানা খৰছ Factory expenses | |
| উৎপাদন ব্যয় | প্ৰকল্প ব্যয় [Factory Cost or work Cost] | কাৰ্য্যালয় আৰু প্ৰশাসনিক খৰছ [Office & administration exp.] | |
| বিক্ৰী ব্যয় | উৎপাদন ব্যয় [Cost of Production] | বিক্ৰী আৰু বণ্টন খৰছ [Selling & Distributive exp.] | |
| বিক্ৰী দৰ [Selling Cost] | বিক্ৰী ব্যয় [Cost of Sales] | লাভ [Profits] | |

| | |
|---|---|
| প্রথম স্তৰ | প্রত্যক্ষ সামগ্রী, শ্রম আৰু উভয়বিধ জড়িত খৰছ = মুখ্য ব্যয় ( Prime Cost ) |
| দ্বিতীয় স্তৰ | মুখ্য ব্যয় + প্রকল্প বা কাৰখানা খৰছ ( পৰোক্ষ ) = প্রকল্প ব্যয় ( Factory Cost ) |
| তৃতীয় স্তৰ | প্রকল্প ব্যয় + কাৰ্য্যালয় আৰু প্রশাসনিক খৰছ (পৰোক্ষ) = উৎপাদন ব্যয় (Cost of Production) |
| চতুৰ্থ স্তৰ | উৎপাদন ব্যয় + বিক্রী আৰু বন্টন খৰছ ( পৰোক্ষ ) = বিক্রী ব্যয় ( Cost of Sales ) |
| পঞ্চম স্তৰ | বিক্রী ব্যয় + লাভ ( শতকৰা ভিত্তিত ) = বিক্রী দাম বা দৰ ( Selling Price ) |



পাঃ বাঃ = পাইকাৰী ব্যৱসায়ী ; W. = Whole Saler.
খুঃ বাঃ = খুচুৰা ব্যৱসায়ী ; R. = Retailer.
বাঃ অঃ = ব্যৱসায়িক অভিকৰ্তা ; C. A. = Commercial Agent.
( ব্যৱসায়িক সংস্থা )
আঃ অঃ = আমদানি অভিকৰ্তা ; I. A. = Importing Agent.

**বন্টন প্রণালী ঃ** ……………………………………………………গ্রাহক/ব্যৱহাৰক

(ক) (১) উৎপাদকৰ পৰা পোনপটীয়াকৈ…………………………………………… ঐ ঐ
(২) ঐ ………………পাইকাৰী ব্যৱসায়ীলৈ……………………………খুচুৰা ব্যৱসায়ী ঐ ঐ
(৩) ঐ ……………………………………………………………………………… ঐ ঐ
ব্যৱসায়ীক অভিকৰ্তা
(৪) ঐ ………………পাইকাৰী ব্যৱসায়ীলৈ…………………খুচুৰা ব্যৱসায়ী ঐ ঐ
(৫) ঐ ………………………………ব্যৱসায়িক অভিকৰ্তা…খুচুৰা ব্যৱসায়ী
(৬) ঐ ……………………………………………………ব্যৱসায়িক সংস্থা ঐ ঐ
খুচুৰা ব্যৱসায়ী ঐ ঐ
(৭) ঐ ……বিলনীয়া অভিকৰ্তা……পাইকাৰী ব্যৱসায়ীলৈ……খুচুৰা ব্যৱসায়ী ঐ ঐ
ৰপ্তানিকাৰী/ৰপ্তানি সদাগৰলৈ
(খ) (১) উপাদাকৰ পৰা প্রত্যক্ষভাৱে…………………………………………… ঐ ঐ
(২) ঐ ………………পাইকাৰী ব্যৱসায়ীলৈ……………………আমদানি অভিকৰ্তা/সংস্থালৈ
(৩) ঐ ……………………………………………………………উপভোক্তা/ব্যৱহাৰক
(গ) (১) আমদানিকাৰীৰপৰা পোনে পোনে………ব্যৱসায়িক অভিকৰ্তালৈ……… ঐ /ব্যৱহাৰক
(২) ঐ ………………পাইকাৰী ব্যৱসায়ীলৈ……………………………… ঐ ঐ
(৩) ঐ ……………………………………………খুচুৰা ব্যৱসায়ীলৈ ঐ ঐ
(৪) ঐ ………………পাইকাৰী ব্যৱসায়ীলৈ…………খুচুৰা ব্যৱসায়ীলৈ ঐ ঐ

**ব্যয় মূল্যায়ন পদ্ধতি ( Costing Methods ) ঃ** ব্যয় নিৰ্ধাৰণ কৰাৰ সাধাৰণ সূত্ৰসমূহ ( General Principles ) প্ৰতিটো প্ৰণালীত প্ৰায় একে পৰ্য্যায়ৰ। কেৱল উক্ত প্ৰণালীসমূহ উপস্থাপন (Present-ment) কৰাৰ উপায় উৎপাদনৰ প্ৰকাৰ অনুসৰি পাৰ্থক্য হয়।

ব্যয় নিৰূপণৰ দুটা ঘাই পদ্ধতি হৈছে—

(১) কৰ্ম ভিত্তিত ব্যয় নিৰূপণ ( Job Costing ),

(২) উৎপাদন ভিত্তিত প্ৰক্ৰম বা গোট ব্যয় নিৰূপণ ( Process or Unit Costing )। এই দুই পদ্ধতিৰ উপৰিও আৰু কিছুমান পদ্ধতি শিল্প সংস্থাৰ উৎপাদনৰ ব্যয় নিৰূপণ কৰা বিষয়ত প্ৰচলন আছে, যথা—

(ক) চালন ব্যয় মূল্যায়ন ( Operating Cost ),

(খ) দল ব্যয় মূল্যায়ন ( Batch Costing ),

(গ) প্ৰক্ৰম ব্যয় মূল্যায়ন ( Process Costing ),

(ঘ) বিভাগীয় ব্যয় মূল্যায়ন ( Departmental Costing ),

(ঙ) আদৰ্শ ব্যয় মূল্যায়ন ( Standard Costing ),

(চ) বহুমুখী ব্যয় মূল্যায়ন ( Multiple Costing ),

(ছ) প্ৰান্তিক ব্যয় মূল্যায়ন ( Marginal Costing )।

**(১) কৰ্ম ব্যয় মূল্যায়ন ( Job Costing ) ঃ** কৰ্ম ব্যয় মূল্যায়ন ব্যয় নিৰ্ধাৰণৰ এটা পদ্ধতি। এই পদ্ধতি সেই উদ্যোগত প্ৰয়োগ কৰা হয়, যি উদ্যোগৰ শিল্প উৎপাদনত, উৎপাদন কৰা দ্ৰব্যসমূহৰ মাজত কোনো সাদৃশ্য নাথাকে। অৰ্থাৎ প্ৰতিটো উৎপাদনেই স্বকীয়া বা পৃথক পৃথক। প্ৰতিটো কৰ্মক বা জ'বক ব্যয়ৰ পৃথক গোট হিচাপে ধৰা হয় গতিকে প্ৰতিটো জ'বৰ বাবে পৃথক ব্যয়ৰ হিচাপ মুকলি কৰা হয়। এনে কৰ্ম ব্যয় মূল্যায়ন প্ৰণালী সাধাৰণতে অটোমোবাইল, ইঞ্জিনীয়াৰিং আদি উদ্যোগ প্ৰকল্পত প্ৰয়োজ্য হয়।



**(২) উৎপাদন গোট ব্যয় মূল্যায়ন ( Units Costing ) ঃ** এই ব্যয় মূল্যায়ন প্ৰণালী সেই শিল্প উদ্যোগৰ প্ৰকল্পত প্ৰয়োগ কৰা হয়, যি উদ্যোগৰ শিল্প উৎপাদন ধাৰাবাহিক, যি উদ্যোগৰ শিল্পজ উৎপাদন গোটবোৰ ( Units ) একেজাতীয় বা সমৰূপৰ। মুঠ উৎপাদন পৰিমাণৰ প্ৰতি গোট উৎপাদনৰ ব্যয় গোট হিচাপে নিৰ্ধাৰণ কৰাই প্ৰণালীৰ মুখ্য উদ্দেশ্য। এনে ব্যয় মূল্যায়ন পদ্ধতি ইটা, কাগজ, কয়লা আদি উদ্যোগ প্ৰকল্পত প্ৰয়োগ কৰিব পাৰি।

ওপৰত উল্লেখিত এই দুই পদ্ধতিক ব্যয় নিৰ্ধাৰণৰ ঘাই প্ৰণালী হিচাপে গণ্য কৰা হয়। অন্যান্য যিবোৰ পদ্ধতি সততেই উদ্যোগ প্ৰকল্পত প্ৰয়োগ হোৱা দেখা যায়, তেনে কিছুমান পদ্ধতিৰ সংক্ষিপ্ত ভাৱে উল্লেখ কৰা হ'ল।

**(ক) চালন বা ক্ৰিয়ামূলক ব্যয় মূল্যায়ন (Operating Cost) ঃ** এই পদ্ধতিক "চলিত ব্যয় মূল্যায়ন" ( Running Costing ) পদ্ধতি বুলিও জনা যায়। সেইবিলাক উদ্যোগৰ প্ৰকল্পত বা ব্যৱসায়ত এই ক্ৰিয়ামূলক পদ্ধতিৰ প্ৰয়োগ হয়, য'ত জনসাধাৰণলৈ সেৱা ( Service ) আগবঢ়োৱা হয়। এই উদ্যোগ প্ৰকল্পত বস্তুৰ উৎপাদন নহৈ সেৱাহে সম্পন্ন হয়। সেই উদ্যোগবোৰ হৈছে—ৰেল, মটৰ, ট্ৰাম, বিজুলী-চাকি, গেছ আদি। প্ৰকল্পৰ প্ৰতিটো পৰিচালনক ( Operation ) পৃথক ভাৱে নিৰ্ধাৰণ কৰা হয়। বিশ্লেষণমূলক স্তম্ভৰে ( Column ) সৈতে ক্ৰিয়ামূলক ব্যয় তালিকা প্ৰস্তুত কৰা হয়, য'ত খৰচবোৰ বিভিন্ন চালন স্তম্ভৰ বেলেগ বেলেগকৈ ভৰ্তিকৰণ কৰা পৰিলক্ষিত হয়। দৃষ্টান্ত স্বৰূপে কবলৈ হলে ৰেল বা ট্ৰেন্সপৰ্টত দূৰত্ব ভিত্তিত প্ৰতিটো নিৰূপিত পথৰ ব্যয় মূল্যায়ন পৃথকভাৱে কৰা হয়, আনহাতে এটা পৰিবহণ খৰচৰ ওপৰত নিৰ্ভৰ কৰিহে ব্যয় নিৰ্ধাৰণ কৰা হয়।

**(খ) দল ব্যয় মূল্যায়ন ( Batch Costing ) ঃ** যেতিয়া একে

জাতীয় জ'ব বা কৰ্মবোৰ দল হিচাপে সজ্জিত কৰা হয়, তেতিয়া প্ৰতিটো দলক পৃথক কৰ্ম গোট বুলি পৰিগণিত কৰা হয়। উক্ত কৰ্ম গোটৰ ওপৰত নিৰ্ভৰ কৰি ব্যয় নিৰূপিত হয়। দল ব্যয় মূল্যায়ন পদ্ধতি—বেকাৰী, ঔষধ, আদি উদ্যোগৰ প্ৰকল্পত প্ৰযোজ্য হয়।

**(গ) প্ৰক্ৰম ব্যয় মূল্যায়ন ( Process Costing ) ঃ** প্ৰক্ৰম ব্যয় মূল্যায়ন পদ্ধতি সেইবোৰ উদ্যোগৰ প্ৰকল্পত প্ৰয়োগ কৰা যায়, যাৰ উৎপাদন নিৰবছিন্ন, য'ত প্ৰতিটো সামগ্ৰীৰ স্বতন্ত্ৰ সত্তা নাথাকে আৰু য'ত প্ৰক্ৰমবোৰক আদৰ্শীকৰণ কৰা হয়। আনকথাত, য'ত সমূহীয়া উৎপাদন সম্পন্ন হয় আৰু য'ত উৎপন্ন দ্ৰব্যটি এলানি প্ৰক্ৰমৰ কাৰ্যকৰী পৰিণতি, তাত প্ৰক্ৰমৰ খৰচ পৃথকভাৱে প্ৰকাশ পায়। প্ৰক্ৰম পদ্ধতিত নিয়মিত বিৰতিৰ পাছে পাছে খৰচসমূহ গণনা কৰা হয়। ৰাসায়নিক, ছিল্ক, চাবোন, কাগজ আদি উদ্যোগ প্ৰকল্পত প্ৰক্ৰম ব্যয় নিৰ্ধাৰণ সুচল হয়। উপজাত দ্ৰব্য উৎপাদন হোৱা উদ্যোগ প্ৰকল্পটো এই প্ৰকল্পৰ প্ৰয়োগ অধিক।

**(ঘ) বিভাগীয় ব্যয় মূল্যায়ন পদ্ধতি (Department Costing) ঃ** যেতিয়া এটা উদ্যোগ প্ৰকল্পৰ শাখা বা বিভাগৰ পৰিচালন খৰচ নাইবা এটা বিভাগে উৎপাদন কৰা উৎপন্ন দ্ৰব্যৰ খৰচ নিৰ্ণয় কৰিব লগা হয়, তেতিয়াই বিভাগীয় ব্যয় মূল্যায়ন পদ্ধতি নিয়োজিত হয়। বৃহৎকায় ব্যৱসায় উদ্যোগত উৎপাদনৰ ক্ষেত্ৰত বিভাগীয় খৰচ কিছুমান দল বা জ'ব উৎপাদনত যোগ কৰিব লগা হোৱাটো অপৰিহাৰ্য্য হৈ পৰে।

**(ঙ) আদৰ্শ ব্যয় মূল্যায়ন পদ্ধতি ( Standard Costing ) ঃ** আদৰ্শ বা মান বিশিষ্ট ব্যয় মূল্যায়ন পদ্ধতিত কিছুমান নিৰ্দিষ্ট সূত্ৰ আছে। সেই সূত্ৰ অনুসৰি খৰচবোৰ আগতীয়াকৈ নিৰ্ধাৰণ কৰা হয় আৰু সেই নিৰূপিত খৰচবোৰ আচল খৰচৰ লগত চোৱা হয়। এই তুলনাৰ ফলত পৰিবৰ্তনৰ কাৰণসমূহ উদঘাটন আৰু সংশোধন কৰিব



পাৰি। উচ্চ পদস্থ বিষয়াই অধীনস্থ বিষয়া কৰ্মচাৰীলৈ ক্ষমতা আৰু কৰ্তৃত্ব প্ৰদান কৰাৰ সুযোগ আদৰ্শ ব্যয় মূল্যায়ন সূত্ৰই দিয়ে। উৎপাদনৰ সকলো উপাদানৰ ওপৰত সকলো ধৰণৰ নিয়ন্ত্ৰণ প্ৰয়োগ কৰিবলৈ এই পদ্ধতিয়ে সুবিধা দিয়ে। আদৰ্শ ব্যয় মূল্যায়ন পদ্ধতিয়ে উদ্যোগত উৎপাদনৰ পৰিমাণ, বিক্ৰী আৱৰ্ত, লাভৰ হ্ৰাস বৃদ্ধিৰ ফলাফল প্ৰকাশ কৰে। বজাৰ দৰৰ অস্থিৰতাই লাভ লোকচানৰ ওপৰত যি প্ৰভাৱ পেলায়, তাৰ নিখুঁট হিচাপ-পত্ৰ আদৰ্শ ব্যয় মূল্যায়ন পদ্ধতিয়ে উদ্ঘাটন কৰে।

**(চ) বহুমুখী ব্যয় মূল্যায়ন পদ্ধতি ( Multiple costing ) ঃ** বহুমুখী ব্যয় নিৰ্ধাৰণ পদ্ধতি সাধাৰণতে সমষ্টি উদ্যোগত ( Assembly Industry) যথা—মটৰ, চাইকেল, ৰেডিঅ', টেলিভিছন, (Television) বিদ্যুৎ, ওৱাৰলেছ ( Wireless ) ইত্যাদি প্ৰযোগ হয়, য'ত সমষ্টি-ভুক্ত কৰিব লগা সকলো অংশৰে পৃথক পৃথক ব্যয় নিৰূপণ কৰি আৰু তাক সংযোজন কৰি, বহুমুখী ব্যয় নিৰ্ধাৰণ কৰা হয়। সমষ্টিভুক্ত অংশৰ ব্যয় নিৰ্ধাৰণ, ওপৰত উল্লেখ কৰা যিকোনো প্ৰণালীৰে কৰিব পাৰি। সংযোগী অংশৰ মূল্যায়নে বহুমুখী ব্যয় মূল্যায়ন সহজ কৰে।

**(ছ) প্ৰান্তীয় ব্যয় মূল্যায়ন পদ্ধতি ( Marginal cost ) ঃ** আগতেই উল্লেখ কৰা হৈছে ব্যয় দুই প্ৰকৃতিৰ। কিছুমান ব্যয় পৰিবৰ্তনশীল আৰু আন কিছুমান স্থিৰ। ব্যয়ৰ প্ৰকৃতি অনুসৰি প্ৰান্তীয় ব্যয় মূল্যায়ন পদ্ধতিয়ে ব্যয়ৰ বিভাজন নিৰূপণ কৰে।

পৰিবৰ্তনীয় খৰচসমূহ উৎপাদনৰ পৰিমাণ কম বা বেছি হোৱাৰ ফলস্বৰূপে হ্ৰাস বৃদ্ধি হয়, কিন্তু স্থিৰ বা অপৰিবৰ্তিত খৰচসমূহ উৎপাদন কম বেছি হোৱাৰ কাৰণে সাধাৰণতে হ্ৰাস বৃদ্ধি নহয়। অপৰিবৰ্তিত বা স্থিৰ সৰ্বগোট খৰচসমূহ ( Fixed over heads expenses ) হৈছে পৰোক্ষ খৰচ ( কাৰখানা, কাৰ্য্যালয় আৰু বিক্ৰী জড়িত খৰচ ) যি

উৎপাদন হলেও, বা নহলেও ভৰণ হবই। গতিকে এই বিপথে চালিত কৰিব পৰা স্থিৰ খৰচসমূহ প্ৰান্তীয় মূল্যায়ন পদ্ধতিত উৎপাদন খৰচৰ পৰা সম্পূৰ্ণকৈ বাদ দিয়া হয় আৰু কেৱল আচল উৎপাদন খৰচহে ব্যয় হিচাপত অন্তৰ্ভুক্ত কৰা হয়। সেই খৰচবোৰ হৈছে—মুখ্য ব্যয়, কাৰখানা, কাৰ্য্যালয় আৰু বিক্ৰীৰ পৰিবৰ্তনীয় খৰচ ( Variable expenses of Factory, office and Selling overheads ) যাক প্ৰান্তীয় খৰচ বোলা হয়।

উল্লিখিত ব্যয় মূল্যায়ন প্ৰণালীক প্ৰান্তীয় ব্যয় মূল্যায়ন পদ্ধতি বোলা হয়। ই এটাতকৈ অধিক দ্ৰব্য উৎপাদন কৰিব লগা হলে কিমান পইছা খৰচ হয় তাক দৃষ্টিগোচৰ কৰায়। আনহাতে প্ৰান্তীয় খৰচে সিমান থিনিলৈকেহে উপকৰা উৎপাদন কৰিবলৈ সুযোগ দিয়ে, যি পৰ্যন্ত প্ৰান্তীয় ব্যয় বিক্ৰী দৰ অপেক্ষা কম থাকে। অৰ্থাৎ প্ৰান্তীয় খৰচ আৰু বিক্ৰী দৰৰ মাজত পাৰ্থক্য হ'ল প্ৰথমে স্থিৰ বা অপৰিবৰ্তিত সৰ্বমুঠ খৰচ আৰু দ্বিতীয় মূল লাভ। প্ৰান্তীয় খৰচৰ লগত স্থিৰ খৰচ আৰু সংযোগ কৰিলেহে বিক্ৰী দৰ নিৰূপণ হয়।

**ব্যয় নিয়ন্ত্ৰণ ( Cost control ) ঃ** ব্যয় মূল্যায়ন আৰু ব্যয় নিয়ন্ত্ৰণ দুটা পৃথক বিষয় যদিও উভয় বিষয়ে একেখিনি তথ্য-পাতিৰ ওপৰতে নিৰ্ভৰ কৰি, অনুসন্ধান, বিশ্লেষণ আৰু সংকলন কাৰ্য্য সমাধা কৰে। ব্যয় নিয়ন্ত্ৰণৰ ভিত্তি আচলতে ব্যয় মূল্যাংকণৰ ওপৰত প্ৰতিষ্ঠিত। ব্যয় নিয়ন্ত্ৰণে খৰচৰ সীমা নিৰ্ণীত আৰু সীমিত কৰে, আৰু খৰচে যাতে সীমা অতিক্ৰম নকৰে তাৰ প্ৰতি দৃষ্টি ৰাখে।

ব্যয় নিয়ন্ত্ৰণ কেইটামান ভিত্তি স্থানীয় নীতি আছে, যেনে—

(১) এটা নিৰ্দিষ্ট আদৰ্শ ব্যয় ( A clear Standard Cost )
(২) প্ৰকৃত ব্যয় ( Actual Costs )
(৩) পৰিবৰ্তনৰ কাৰণ ( Causes of the Variance ),



(৪) সংশোধন কাৰ্য্য ( Corrective actions )।

ব্যয় নিৰূপণৰ কাৰণে প্ৰথমে পূৰ্ব নিৰূপিত ( Pre-determind ) আদৰ্শ ব্যয় Standard costs ) থকা অপৰিহাৰ্য্য। এনে আদৰ্শ ব্যয়ৰ নিৰূপণ প্ৰতিটো বিষয়ৰ ( Cash item ) ব্যয়ৰ ওপৰত নিৰ্ভৰ কৰি সংগঠিত কৰা হয়।

শিল্পজ সামগ্ৰী উৎপাদন হোৱাৰ পাছত সকলো প্ৰকাৰ আচল খৰচ (Actual expenses ) পৰীক্ষা কৰা হয়। প্ৰকৃত খৰচ পৰীক্ষা কৰাৰ পাছত সেই খৰচক আদৰ্শ ব্যয়ৰ লগত তুলনা কৰি চোৱা হয়। এনে ধৰণে তুলনামূলক বিশ্লেষণ কৰাৰ ফলত অমিল বা পৰিবৰ্তন দৃষ্টিগোচৰ হয়। উক্ত অমিল পৰিবৰ্তনেই হৈছে—আদৰ্শ ব্যয়ৰ লগত প্ৰকৃত ব্যয়ৰ বৈষম্য। সাধাৰণতে, প্ৰকৃত ব্যয় সমূহৰ অভিলেখ সংৰক্ষণ কৰি তাক প্ৰণালীবদ্ধভাৱে আদৰ্শ ব্যয়ৰ লগত আপেক্ষিক অধ্যয়ন কৰা হয়। বৈষম্যৰ কাৰণসমূহ নিৰূপণ কৰিবলৈ অনুসন্ধান চলোৱা হয়। অনুসন্ধানৰ পাছত বৈষম্যৰ ( Variance ) কাৰণসমূহ উদঘাটন হলে তাক বৈষম্যৰ কাৰণ অনুসৰি শ্ৰেণীবিন্যাস কৰা হয়। যিসকল কৰ্মচাৰী উক্ত বৈষম্য বা পৰিবৰ্তনৰ কাৰণে দায়ী, তেওঁলোকক তাৰবাবে কৈফিয়ৎ তলব কৰা হয় অথবা তেওঁলোকৰ ওপৰত কৰ্তৃপক্ষই দায়িত্ব নিৰ্দ্ধাৰণ কৰে।

ইয়াৰ পৰবৰ্তী স্তৰত উক্ত পৰিবৰ্তনৰ কাৰণে যিবিলাক ব্যৱস্থা লব লাগে, সেই ব্যৱস্থাবোৰেই সংশোধনী কাৰ্য্য। সংশোধনী কাৰ্য্য বাতিৰেকে নিয়ন্ত্ৰণ অকাৰ্য্যকৰী হয় আৰু তেনে নিয়ন্ত্ৰণে কোনো সজ উদ্দেশ্য সাধন নকৰে।

প্ৰকৃতাৰ্থত আদৰ্শ ব্যয়ে ব্যয় নিয়ন্ত্ৰণৰ এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। ব্যয় নিয়ন্ত্ৰণ আদৰ্শ ব্যয়ক কেন্দ্ৰ কৰি পৰিচালিত হয়। আদৰ্শ ব্যয় কাৰিকৰী আৰু বিজ্ঞান সন্মত ভিত্তিক হ'ব লাগে। উক্ত আদৰ্শ

ব্যয় সৰ্বদায় চলিত বজাৰ দৰ ( Current Market prices ) আৰু চলিত অৱস্থাৰ ( Current Conditions ) লগত ৰজিতা খুৱাই গঠন কৰা উচিত। আদৰ্শ ব্যয়ৰ লক্ষ্য-মাত্ৰা ( Target ) নিৰ্ণয় কৰোঁতে চলিত অৱস্থাত সামগ্ৰী আৰু শ্ৰমৰ দৰ আৰু প্ৰাচুৰ্য্যৰ প্ৰতি ( Availability ) দৃষ্টি ৰখা অত্যন্ত বিবেচনাপূৰ্ণ কাৰ্য্য।

সাধাৰণতে শিল্পজ সামগ্ৰীৰ উৎপাদনত নিম্নোল্লিখিত উপাদান কেইটিয়ে বিশেষভাৱে প্ৰভাৱ পেলায়। ব্যয় নিয়ন্ত্ৰণৰ ক্ষেত্ৰত শিল্পৰ উপাদান ব্যয়ে (Cost of Production) অধিক নিয়ন্ত্ৰণৰ দাবী ৰাখে। সেয়ে উক্ত উপাদানৰ কাৰণে অধিক অধ্যয়নৰ প্ৰয়োজন হয়।

ব্যয় উপাদান কেইটি—

[ক] মুখ্য ব্যয়— (ক) প্ৰত্যক্ষ সামগ্ৰী খৰচ।
(খ) প্ৰত ক্ষ শ্ৰম খৰচ।
(গ) প্ৰত্যক্ষ আনুষংগিক খৰচ।

[খ] পৰোক্ষ ব্যয়— (ক) কাৰখানা খৰচ।
(খ) কাৰ্য্যালয় খৰচ।
(গ) বিক্ৰী আৰু বণ্টন সংক্ৰান্ত খৰচ।

[গ] অন্যান্য উপাদান—(ক) পুনৰ কৰ্ম ব্যয় ( শ্ৰম খৰচ আদি )
(খ) অতিৰিক্ত চালন ব্যয়।
(গ) অপচয় সময়।
(ঘ) ভুল বাছনি বশতঃ শ্ৰমৰ অপচয়।

উপযুক্ত ব্যয় নিয়ন্ত্ৰণে (১) বিভিন্ন উপায়ে ব্যয় মাত্ৰা হ্ৰাস কৰাৰ প্ৰয়াস কৰে। (২) সামগ্ৰী ( কেঁচা ) ক্ৰয়, ভঁড়াল কৰণ, শ্ৰেণীবিন্যাস আৰু পৰিচালনা বিষয়ত যথাবিহিত পৰীক্ষা নিৰীক্ষাৰ প্ৰৱৰ্তন কৰে। (৩) উন্নত পৰিদৰ্শন ব্যৱস্থাৰে শ্ৰম বিষয়ত অপচয় হ্ৰাস কৰে, শ্ৰমিক কৰ্মীৰ নিযুক্তি' প্ৰশিক্ষণ আৰু স্থানকৰণৰ (Placement) প্ৰতি সুসংগত



ব্যৱস্থা গ্ৰহণ কৰে, (৪) উৎপাদনৰ উন্নত পদ্ধতিৰ উদ্ভাৱনে উৎপন্ন দ্ৰব্যৰ মান উচ্চ স্তৰলৈ উন্নীত কৰে, (৫) উচ্চ মান বিশিষ্ট সা-সঁজুলি আৰু কাৰ্য্য সম্পাদন কৰাৰ সন্তোষজনক পৰিবেশ সৃষ্টিয়ে উৎপাদন ব্যয় নিম্নগামী কৰিবলৈ সুচল কৰে, (৬) ব্যয়ৰ সৰ্বগোট খৰচসমূহ হ্ৰাস কৰিবলৈ সৰ্বাত্মক ব্যৱস্থা গ্ৰহণ কৰে, (৭) লাভৰ মাত্ৰা প্ৰভূত কৰে, (৮) যথাৰ্থ উৎপাদনৰ এক বাস্তৱমুখী চিত্ৰ দাঙি ধৰিবলৈ সক্ষম হয়।

———

# সপ্তম অধ্যায়

## ( দ্বিতীয় ভাগ )

## বেহা বেপাৰ

### ( Trade )

(ক) আভ্যন্তৰীণ বাণিজ্য ( Internal Trade ) পাইকাৰী ব্যৱসায় ( Whole Sale Trade ): সূচনা ( Introduction ): ব্যৱসায়ক ব্যাপকভাৱে দুটা ভাগত বিভক্ত কৰা হয়, যেনে (ক) আভ্যন্তৰীণ ব্যৱসায় আৰু (খ) বহির্দেশীয় ব্যৱসায়।

দেশৰ ভিতৰৰ বস্তু-বেহানিৰ বেহা-বেপাৰ বা ক্রয়-বিক্রয় কার্য্য-কলাপৰ সমষ্টিয়েই আভ্যন্তৰীণ ব্যৱসায়।

শিল্প, কৃষি আৰু বাণিজ্য বিপ্লৱ হোৱাৰ আগতে ব্যৱসায় বাণিজ্যৰ গণ্ডী নিচেই ঠেক আছিল। তেতিয়া দেশৰ ভিতৰৰ ব্যৱসায়ো প্রায় স্থানীয় আৰু আঞ্চলিক ভিত্তিতহে পৰিচালিত হৈছিল। বহির্দেশীয় ব্যৱসায় প্রায় নাছিলেই। উপকূলীয় দেশবোৰে যি বহির্দেশীয় ব্যৱসায় চলাইছিল সিয়ো তেনেই প্রাথমিক অৱস্থাত আছিল।

এনে সীমিত ব্যৱসায়ৰ প্রথম আৰু প্রধান কাৰণ আছিল, বস্তু-বেহানিৰ উৎপাদন। সাধাৰণতে বস্তু-বেহানিৰ উৎপাদন সেই সময়ত স্থানীয় ভিত্তিত হৈছিল। উৎপাদক সকলে ( কৃষক বা বৃত্তিধাৰী শিল্পী Artisan ) নিজৰ নিজৰ ঘৰত প্রায় একাধিকাৰ ভিত্তিত উৎপাদন কৰিছিল আৰু স্থানীয় অথবা আঞ্চলিক ভিত্তিত উৎপাদিত সম্ভাৰ বিক্রী কৰিছিল। উৎপাদন কার্য্য হস্ত-শিল্প ভিত্তিক হোৱা হেতু উৎপাদিত সম্ভাৰৰ পৰিমাণ কম আছিল। ক্ষুদ্র পৰিমাণৰ উৎপাদিত সামগ্রী উৎপাদকে নিজেই পোনপটীয়াভাৱে গ্রাহকক বিক্রী কৰিছিল।



শিল্প বিপ্লৱ সম্ভূত কাৰখানা পদ্ধতিয়ে ( Factory System ) উৎপাদন ব্যৱস্থাত আমূল পৰিবৰ্তন সাধন কৰে। পূর্বৰ হস্ত-শিল্প ভিত্তিক উৎপাদন ( Production based on Handi-crafts ), যন্ত্র শিল্প ভিত্তিলৈ ( Factory based production ) ৰূপান্তৰিত হয়। উৎপাদন কার্য্য, হাতৰপৰা যন্ত্রলৈ বিবর্তিত হয়। উৎপাদনত যন্ত্রৰ প্রয়োগে উৎপাদনৰ পৰিমাণ প্রভূত কৰে। যন্ত্র শিল্পৰ উক্ত বিপুল উৎপাদনৰ ফলত পূর্বৰ দৰে উৎপাদকে, গ্রাহকক পোনপটীয়াকৈ উৎপন্ন দ্রব্য বিক্রী কৰাটো অসম্ভৱ হৈ পৰে। কাৰণ, উৎপাদিত সম্ভাৰৰ চাহিদা ( Demand ) স্থানীয় বা আঞ্চলিক ভিত্তিত বৃদ্ধি নহৈ ই সামগ্রিকভাৱে দেশীয় ভিত্তিত বৃদ্ধি পাবলৈ ধৰে।

উৎপাদিত সম্ভাৰ বিশেষ ই বহির্দেশীয় পর্য্যায়লৈও উন্নীত হোৱা দেখা যায়। ইয়াৰ উপৰি, উৎপাদন কার্য্য সমূহীয়া ভিত্তিত হোৱা হেতু উৎপাদনৰ বিভিন্ন সমস্যাক লৈয়ো উৎপাদকসকল উৎপাদনৰ প্রায় সময়েই ব্যতিব্যস্ত থাকিবলগীয়া হয়। উৎপাদন সময়ৰ পাছত বিক্রী কার্য্য নিষ্পন্ন কৰিবলৈ উৎপাদকৰ সময়ো নাইকিয়া হয়। ফলত, বিপ্লৱ পূর্ববর্তী অৱস্থাৰ দৰে উৎপাদকে নিজেই নিজস্ব উৎপাদিত সম্ভাৰৰ বিক্রয় কার্য্য পৰিচালনা কৰাটো দক্ষতা বহির্ভূত বিষয়লৈ পৰিবর্তিত হয়।

গতিকে বিপ্লৱ পূর্ববর্তী কালৰ স্থানীয় আৰু আঞ্চলিক চাহিদা ভিত্তিক ব্যৱসায়ৰ পৰিধি, বিপ্লৱ পৰবর্তী অৱস্থাত দেশীয় আৰু বিদেশী চাহিদা পূৰণার্থে আভ্যন্তৰীণ আৰু বহিঃ দেশীয় ব্যৱসায়লৈ পৰিবৰ্তিত হয়। এই ব্যৱসায়ৰ পৰিসীমা বিস্তাৰিত কৰা বিষয়ত কিছু মধ্যম শ্রেণী লোকৰ ( Middle men ) আৱিৰ্ভাৱ হয়, যি সকলে প্রকৃততে উৎপাদক আৰু উপভোক্তাৰ মাজত প্রত্যক্ষ বা পৰোক্ষ সম্পর্ক ৰচনা কৰে।

আচলতে, উৎপাদনত যান্ত্ৰিক প্ৰয়োগে কৃষি আৰু শিল্পজাত দ্ৰব্যৰ উৎপাদন প্ৰচুৰ পৰিমাণে বৃদ্ধি কৰে। প্ৰভূত পৰিমাণৰ উৎপাদন কাৰ্য্যত উৎপাদকসকল অধিকতৰ ৰূপে জড়িত হৈ পৰাৰ ফলত, আৰু উৎপাদিত দ্ৰব্যৰ চাহিদা সমগ্ৰ দেশ জুৰি আনকি বিদেশতো বৃদ্ধি পোৱাৰ ফলত, উৎপাদকসকলে স্বতন্ত্ৰভাবে উক্ত উৎপন্ন দ্ৰব্যৰ বিক্ৰী ব্যৱসায়ত মনোনিবেশ কৰিব নোৱাৰা হয়; পৰিণতিত বিক্ৰী ব্যৱসায় কাৰ্য্যত উপৰোক্ত মধ্যম শ্ৰেণী লোক অপৰিহাৰ্য্য হৈ পৰিল।

এই মধ্যম শ্ৰেণীৰ ব্যৱসায়ী বিভিন্ন ধৰণৰ। ব্যৱসায় কাৰ্যত এওঁলোকৰ ভূমিকা পৃথক পৃথক। উৎপন্ন বস্তুৰ বন্টন প্ৰণালীত এওঁলোকৰ কাৰ্য্যকাৰিতা বেলেগ। বস্তুতঃ এওঁলোকৰ জৰিয়তেই উপভোক্তাই (Consumers) বা ঔদ্যোগিক ব্যৱহাৰকাৰীয়ে উৎপন্ন দ্ৰব্য বা সেৱা (Service) লাভ কৰে। উৎপন্ন দ্ৰব্যৰ ওপৰত, এইসকল মধ্যম ব্যৱসায়ীয়ে পূৰ্ণ নিয়ন্ত্ৰণ (Full Control) বজাই ৰাখে আৰু এওঁলোকেই উৎপন্ন দ্ৰব্য বন্টনৰ ক্ষেত্ৰত ঘাই ভূমিকা পালন কৰে। (লগত দিয়া বন্টন প্ৰণালীৰ ৰেখা চিত্ৰই বিষয়টি অধিক ৰূপে পৰিস্ফুট কৰিছে।

(সিপিঠিত ৰেখা চিত্ৰ দিয়া হৈছে)





মধ্যম শ্ৰেণীৰ ব্যৱসায়ীক তেওঁলোকৰ ব্যৱসায়ৰ প্ৰকৃতি, অথবা তেওঁলোকৰ গ্ৰাহকৰ প্ৰকৃতি অনুসৰি কেইবাটাও ভাগত বিভক্ত কৰিব পাৰি। যেনে—পাইকাৰী ব্যৱসায়ী, খুচুৰা ব্যৱসায়ী আৰু অন্যান্য এজেণ্ট বা দালাল জাতীয় ব্যৱসায়ীসকল ; কিন্তু আভ্যন্তৰীণ ব্যৱসায়ৰ ঘাই বণ্টন প্ৰণালী হৈছে—(ক) পাইকাৰী ব্যৱসায়, আৰু (খ) খুচুৰা ব্যৱসায়।

**পাইকাৰী ব্যৱসায়ী ( Whole Shale Traders ) ঃ** যিবোৰ ব্যৱসায়ীয়ে উৎপাদক বা শিল্প উদ্যোগপতিৰপৰা বৃহদাকাৰৰ উৎপন্ন বস্তু, দেশ আৰু বিদেশত সিচৰতি হৈ থকা খুচুৰা ব্যৱসায়ীক পুনৰ বিক্ৰীৰ উদ্দেশ্যে ক্ৰয় কৰে, তেওঁলোকক পাইকাৰী ব্যৱসায়ী বোলা হয়। যিবোৰ ব্যৱসায়ীয়ে উৎপাদকৰ হৈ অভিকৰ্তা হিচাপে "বিক্ৰী পৰিশোধ" ভিত্তিত চালান ( Consignment ) গ্ৰহণ কৰি, বিক্ৰী ব্যৱসায় কৰে, তেওঁলোককে পাইকাৰী ব্যৱসায়ী বোলা হয়। এওঁলোকে উৎপাদকৰ পৰা বিক্ৰী অনুসৰি কমিছন পায়।

সাধাৰণতে বৃহদাকাৰ উৎপন্ন বস্তুক, খুচুৰা ব্যৱসায়ীৰ উপযোগী মতে ক্ষুদ্ৰ ক্ষুদ্ৰ আকাৰত বিভক্ত কৰি পাইকাৰী ব্যৱসায়ীয়ে বিক্ৰী কৰাৰ ব্যৱস্থা কৰে। খুচুৰা ব্যৱসায়ীয়ে, উক্ত ক্ষুদ্ৰ চালানত বিভিন্ন প্ৰকাৰৰ উৎপন্ন আৰু একে জাতীয় ভিন ভিন ব্ৰেণ্ডৰ বস্তু যাতে পাব পাৰে, তাৰ সুবিধা পাইকাৰী ব্যৱসায়ীয়ে কৰি দিয়ে। এনে ব্যৱসায়ীয়ে নিজৰ দায়িত্বত ( Risks ) আৰু নিজস্ব দৃষ্টিভংগীত বিক্ৰী ব্যৱসায় চলায়।

**পাইকাৰী ব্যৱসায়ীৰ বৈশিষ্ট্য ( Characteristies )**

**(১) ব্যৱসায়ৰ আয়তন ( Size of Business ) ঃ** পাইকাৰী ব্যৱসায় সাধাৰণতে বৃহদাকাৰ পৰিসৰত কেন্দ্ৰীয় বা আঞ্চলিক ভিত্তিত পৰিচালিত হয়।



**(২) পুঁজি ( Capital ) ঃ** পাইকাৰী ব্যৱসায়ৰ আন এটা বৈশিষ্ট্য হ'ল বৃহৎ পুঁজিৰ প্ৰয়োজন। কাৰণ, এনে ব্যৱসায়ীয়ে কোনো শিল্প উৎপাদকৰ পৰা সৰ্বস্ব উৎপাদন ক্ৰয় কৰে। কোনো কোনো ক্ষেত্ৰত শিল্প উৎপাদকক উৎপাদনৰ কেঁচা সামগ্ৰী ক্ৰয় কৰিবলৈ আগধন দিয়ে, যাৰ ফলত এনে ব্যৱসায়ীক উৎপাদনৰ বাবেও মূলধনৰ প্ৰয়োজন হয়। তদুপৰি, চলিত পুঁজিৰ উপৰিও পাইকাৰী ব্যৱসায়ীক আটক মূলধনৰ বাবে ( Block Capital ) বহু অৰ্থৰ আৱশ্যক হয়।

**(৩) বিশেষীকৰণ ( Specialisation ) ঃ** পাইকাৰী ব্যৱসায়ৰ সাধাৰণ প্ৰৱণতা হ'ল—বিশেষীকৰণ ( Specialisation )। পাইকাৰী ব্যৱসায় সাধাৰণতে কোনো এক বিশেষ উৎপন্ন বস্তু অথবা একেজাতীয় কিছুমান উৎপন্ন বস্তুক লৈহে পৰিচালিত হয়। পাইকাৰী সকলো ধৰণৰ উৎপন্ন বস্তুৰ ব্যৱসায় নচলায়।

**(৪) মান বিশিষ্টীকৰণ আৰু শ্ৰেণীবিন্যাস ( Standardisation & Grading ) ঃ** কোনো বিশেষ উৎপন্ন দ্ৰব্যৰ কোনো নিৰ্দিষ্ট গুণ ৰক্ষা কৰিবলৈ হলে, মান বিশিষ্টীকৰণ শ্ৰেণীবিন্যাস অত্যন্ত প্ৰয়োজন। স্বাভাৱিকতে কৃষিজাত দ্ৰব্যৰ ক্ষেত্ৰত ই অপৰিহাৰ্য্য ; একে ধৰণৰ দ্ৰব্যৰ আকাৰ, গুণ, আৰু আয়তন অনুসৰি শ্ৰেণীবিন্যাস কৰা হয়। এই কাৰ্য্য সাধাৰণতে পাইকাৰী ব্যৱসায়ীয়ে সম্পাদন কৰে। সমষ্টি উদ্যোগৰ ( Assambly industry ) বস্তু-বাহানিৰ ব্যৱসায় কৰা পাইকাৰী ব্যৱসায়ীয়ে সমষ্টিকৰণ কাৰ্য্য সম্পাদন কৰাও এই পৰ্য্যায়তে পৰে। এনে পাইকাৰী ব্যৱসায়ীয়ে, ছাপমৰা, ব্ৰেণ্ড কৰা, টোপোলাকৰা কাৰ্য্য খুচুৰা ব্যৱসায়ীৰ বিক্ৰীৰ সূচনাৰ্থে সম্পাদন কৰে।

**(৫) বণ্টন সংযোগ সূত্ৰ ( Connecting link of Distribution ) ঃ**—পাইকাৰী ব্যৱসায়ী শিল্প উৎপাদকৰ পৰা উৎপাদিত সামগ্ৰী বজাৰলৈ প্ৰবাহিত হোৱাৰ প্ৰথম দ্বাৰ ( First outlet ),

দেশৰ বিভিন্ন কোণত সিঁচৰতি হৈ থকা খুচুৰা ব্যৱসায়ীলৈ পাইকাৰী ব্যবসায়ীয়েই উৎপাদিত সামগ্ৰী বিতৰণৰদ্বাৰা যোগান ধৰে। এনেকি পাইকাৰী ব্যৱসায়ীয়েই বিদেশী বজাৰলৈও বস্তু-বাহানি ৰপ্তানি কৰে। উৎপাদক আৰু খুচুৰা ব্যৱসায়ীৰ মাজত পাইকাৰী ব্যৱসায়ীয়ে বন্টনৰ দ্বাৰা সম্বন্ধ গঢ়ি তোলে।

(৬) **ভঁড়ালকৰণ** ( **Ware housing** ) : শিল্প উৎপাদকৰ সৰ্বস্ব উৎপাদন অথবা তাৰ বৃহৎ অংশ পাইকাৰী ব্যৱসায়ীয়ে নিজৰ ভঁড়ালত সংৰক্ষণ কৰে, যি কাৰ্য্যই শিল্প উৎপাদকক গুদাম বা ভঁড়ালৰ সমস্যাৰ পৰা অব্যাহতি দিয়ে। উৎপাদকক এনেয়ে কেঁচা সামগ্ৰী সংৰক্ষণৰ বাবে গুদাম লাগে ; কেঁচা সামগ্ৰীৰ উপৰিও উৎপাদিত সামগ্ৰী সঞ্চয় কৰিব লগা হলে, ই উৎপাদকৰ বাবে সমস্যা হৈ পৰে। গতিকে উৎপাদিত সামগ্ৰী পাইকাৰী ব্যৱসায়ীয়ে নিজে ভঁড়ালকৰণ কৰাৰ ফলত উৎপাদকে বহু ব্যয় আৰু আনুষংগিক বহু সমস্যাৰপৰা ৰেহাই পায়।

এই ভঁড়ালকৰণ কাৰ্য্যই বাজৰ নিয়ন্ত্ৰণ কৰে। বজাৰত চাহিদা অনুসৰি বস্তুৰ যোগান ধৰি বস্তুৰ দামৰ স্থিৰতা সুৰক্ষা কৰিব পাৰে। সময় বা ঋতু অনুসৰি, সমাজ আৰু সম্প্ৰদায় অনুসৰি বস্তুৰ যোগান ধৰা কাৰ্য্যও পাইকাৰী ব্যৱসায়ীৰ।

(৭) **চালান আৰু বিলিকৰণ** ( **Transport & Delivery** ) : উৎপাদকৰ পৰা সমূহীয়াকৈ বস্তু ক্ৰয় বিভিন্ন স্থানত সিঁচৰতি হৈ থকা খুচুৰা ব্যৱসায়ীলৈ বস্তুৰ নিয়মিত চালান আৰু বিলিকৰণ কাৰ্য্যও পাইকাৰী ব্যৱসায়ীয়ে সম্পন্ন কৰে। এই ক্ষেত্ৰত দেখা যায় যে, কোনো কোনো পাইকাৰী ব্যৱসায়ীয়ে নিজস্ব যান-বাহনৰদ্বাৰাও বস্তু-বিলিকৰণ ( Delivery ) কৰে। ব্যৱসায়িক কাৰ্য্যৰ ভিতৰত প্ৰধান কাৰ্য্য হ'ল যোগান কেন্দ্ৰীভূত কৰা আৰু তাক সমগ্ৰ দেশ জুৰি বন্টন কৰা।



(৮) **বিপদ বহন** ( **Risk bearing** ) : পাইকাৰী ব্যৱসায়ৰ আটাইতকৈ বিপজ্জনক বৈশিষ্ট্য হৈছে—বিপদ বা ক্ষতিৰ বহন। এই ক্ষতি ঘাইকৈ দুটা কাৰণত সংঘটিত হ'ব পাৰে। যথা চাহিদাৰ পৰিবৰ্তন আৰু মূল্য বা দামৰ পৰিবৰ্তন। চাহিদাৰ পৰিবৰ্তনেই, মূল্য বা দামৰ ওপৰত প্ৰভাৱ পেলায়। চাহিদাৰ পৰিবৰ্তন বিভিন্ন কাৰণত হ'ব পাৰে। পাইকাৰী ব্যৱসায়ীয়ে উৎপাদক আৰু খুচুৰা ব্যৱসায়ীক ক্ষতিৰ পৰা ৰেহাই দি নিজে সেই ক্ষতি বহনৰ দায়িত্ব লয়। কাৰণ পাইকাৰী ব্যৱসায়ীয়ে উৎপাদকৰ পৰা প্ৰায় সম্পূৰ্ণ উৎপাদনৰ ষ্টক ক্ৰয় কৰি নিজ ভঁড়ালত ৰাখি উৎপাদকক ক্ষতিৰ পৰা হাত সকৰায়। আনহাতে খুচুৰা ব্যৱসায়ীক ক্ষুদ্ৰ আকাৰত ক্ৰয় কৰিবলৈ দি তেওঁলোকৰ ক্ষতিৰ সম্ভাৱনা হ্ৰাস কৰে।

(৯) **দাম নিৰ্ধাৰণ** ( **Determination of Price** ) : পাইকাৰী ব্যৱসায়ৰ অন্য এটা ঘাই বৈশিষ্ট্য—দাম নিৰ্ধাৰণ। কেন্দ্ৰীয় বজাৰত বস্তুৰ দাম নিৰ্ণয় কৰাটো পাইকাৰী ব্যৱসায়ীৰ এক ব্যৱসায়িক কাৰ্য্যকাৰিতা। পাইকাৰী বস্তুৰ দামে বজাৰত বস্তুৰ চাহিদা আৰু যোগানৰ অৱস্থা বিশ্বাসযোগ্যভাৱে প্ৰতিবিম্বিত কৰে। উক্ত দামৰ ভিত্তিত খুচুৰা ব্যৱসায়ীয়ে বস্তুৰ নতুন মূল্য নিৰ্ণয় কৰিব পাৰে।

(১০) **বজাৰ বাৰ্তা** ( **Market information** ) : পাইকাৰী ব্যৱসায়ীয়ে বজাৰ সংক্ৰান্তীয় বিভিন্ন বাৰ্তা, যাৱতীয় বা-বাতৰি আৰু তথ্য-পাতি খুচুৰা ব্যৱসায়ী আৰু অন্যান্য ব্যৱসায় সংস্থাৰ পৰা সংগ্ৰহ কৰে। উক্ত সংগৃহীত তথ্য-পাতি আৰু বা-বাতৰিৰ ভিত্তিত উৎপাদন বজাৰ গৱেষণা কাৰ্য্যপৰিচালনা কৰা সহজ হয়।

(১১) **প্ৰচাৰ আৰু বিজ্ঞাপন** ( **Publicity & Advertising** ) : শিল্প উৎপাদকৰ উৎপাদিত সম্ভাৰৰ চাহিদা বৃদ্ধিৰ বাবে, চাহিদাৰ ধাৰাবাহিকতা টনকিয়াল কৰি ৰাখিবৰ বাবে, নতুন উৎপাদিত সামগ্ৰীৰ

বজাৰ সৃষ্টিৰ কাৰণে, প্ৰচাৰ আৰু বিজ্ঞাপন দি পাইকাৰী ব্যৱসায়ীয়ে গ্ৰাহকৰ মাজত উৎপন্ন বস্তুৰ অভাৱবোধ আৰু প্ৰয়োজনীয়তা সুপৰিকল্পিতভাৱে বৃদ্ধি কৰে। উৎপাদকৰ হৈ পাইকাৰী ব্যৱসায়ীয়ে প্ৰচাৰ আৰু বিজ্ঞাপন দি উৎপন্ন দ্ৰব্যৰ পৰিমাণ প্ৰভূত কৰি ৰাখিবলৈ উৎপাদকক সক্ষম কৰে।

**(১২) উৎপন্ন দ্ৰব্যৰ কেন্দ্ৰীকৰণ (Concentration of Goods) ঃ** গ্ৰাহকৰ প্ৰয়োজনীয় সকলো বস্তু কোনো এদল বিশেষ উৎপাদকে উৎপাদন কৰিব নোৱাৰে। বিভিন্ন উৎপাদনকাৰীৰদ্বাৰা গ্ৰাহকৰ প্ৰয়োজনীয় দ্ৰব্য সম্ভাৰ উৎপাদন হয়। বিভিন্ন উৎপাদকৰ পৰা বিবিধ প্ৰকাৰৰ দ্ৰব্য সম্ভাৰ অথবা একেজাতীয় বিভিন্ন শ্ৰেণীৰ ব্ৰেণ্ডৰ আৰু গুণ-মানৰ দ্ৰব্য-সম্ভাৰ সংগ্ৰহ কৰি কেন্দ্ৰীভূত কৰা কাৰ্য্য পাইকাৰী ব্যৱসায়ীৰ। এনে ধৰণৰ উৎপন্ন দ্ৰব্যৰ সংগ্ৰহ কাৰ্য্য পাইকাৰী ব্যৱসায়ীৰ। এনে ধৰণৰ উৎপন্ন দ্ৰব্যৰ সংগ্ৰহ কাৰ্য্য পাইকাৰী ব্যৱসায়ী ব্যতিৰেকে আন মধ্যম ব্যৱসায়ীৰদ্বাৰা সম্ভৱপৰ নহয়। উৎপন্ন দ্ৰব্যৰ কেন্দ্ৰীকৰণ, মানকৰণ, পৃথককৰণ গোটকৰণ আৰু দ্ৰব্যৰ যোগান কেৱল পাইকাৰী ব্যৱসায়ৰ জড়িয়তেহে সম্পন্ন কৰাটো সহজ হয়। এনে কাৰ্য্যৰদ্বাৰা পাইকাৰী ব্যৱসায়ীয়ে স্থান, কাল আৰু অধিকাৰৰ উপযোগিতা সৃষ্টি কৰিব পাৰে।

**(১৩) অন্যান্য বৈশিষ্ট্যসমূহ ( Other Characteristics ) ঃ**

(ক) পাইকাৰী ব্যৱসায়ীৰ আনুষংগিক বৈশিষ্ট্যৰ ভিতৰত অন্যতম হ'ল উৎপাদনকাৰীক উৎপাদন বিষয়ত সকলো প্ৰকাৰ কাৰিকৰী আৰু শিল্প সম্বন্ধীয় উপদেশ আৰু পৰামৰ্শ দান।

(খ) বিক্ৰী ব্যৱসায়ৰ নিচিনা এক বৃহৎ সংগঠনৰ দায়িত্ব ভাৰ পাইকাৰী ব্যৱসায়ীয়ে নিজে গ্ৰহণ কৰি উৎপাদকক অব্যাহতি দিয়ে।



উৎপাদকৰ উৎপন্ন দ্ৰব্যৰ হৈ সহকাৰী ফৰমাচ সংগ্ৰহ কৰি উৎপাদকক প্ৰভূত উৎপাদনৰ সুযোগ দিয়ে।

(গ) খুচুৰা ব্যৱসায়ীৰ অৰ্থ আৰু সঞ্চয়ৰ অভাৱ নানান উপায়েৰে (যথা বাকী, ক্ষুদ্ৰ সামগ্ৰী বন্টন, বিবিধ প্ৰকৃতিৰ বস্তুৰ যোগানত সহায়তা আদি ) পাইকাৰী ব্যৱসায়ীয়ে পূৰণ কৰে।

(ঘ) পাইকাৰী ব্যৱসায়ীয়ে দেশীয় উৎপাদকৰ হৈ ৰপ্তানি বাণিজ্য পৰিচালনা কৰে আৰু বিদেশী বস্তু আমদানি কৰি দেশীয় গ্ৰাহকক সহায় কৰে।

(ঙ) পাইকাৰী ব্যৱসায়ীয়ে ব্যৱসায় কৰা সকলো বস্তুৰ অভিজ্ঞতা পূৰ্ণ সম্যক বোধ, সেই বস্তুৰ চাহিদা, বিকল্প দ্ৰব্য আৰু পৰিবৰ্তিত অৱস্থা সম্বন্ধে অৱহিত হোৱা আৰু নিজস্ব প্ৰতিনিধিৰ দ্বাৰা বজাৰ সৃষ্টি কৰাও অন্যতম বৈশিষ্ট্য।

**পাইকাৰী ব্যৱসায় ঃ প্ৰকাৰ ( Types : Whole Sale Trade) ঃ** পাইকাৰী ব্যৱসায় সাধাৰণতে সদাগৰ ( Merchant ) আৰু ব্যৱসায়ী অভিকৰ্তাসকলে পৰিচালনা কৰে। সদাগৰসকলে নিজৰ দায়িত্বত, নিজৰ অৰ্থ আৰু ভঁড়াল লৈ উৎপাদকৰপৰা বৃহৎ পৰিমাণৰ দ্ৰব্য ক্ৰয় কৰি নিজাকৈ পাইকাৰী ব্যৱসায় চলায়।

আনহাতে ব্যৱসায়ী অভিকৰ্তাসকলে কমিছন এজেণ্ট ( Commission Agent ) হিচাপে চালান বিক্ৰীদাৰ ( Cosignment Selling Agent ) হিচাপে পাইকাৰী ব্যৱসায় চলায়। এনে ব্যৱসায়ীয়ে কোনো অঞ্চল বা প্ৰদেশ ভিত্তিত একক অভিকৰ্তা ( Sole Agent ) বা একক বন্টন ব্যৱসায়ী হিচাপে ব্যৱসায় কাৰ্য্য চলায়। এওঁলোকক সদাগৰী ব্যৱস্থাৰ দৰে বৃহৎ পুঁজিৰ আৱশ্যক নহয়, উৎপন্ন বস্তু এওঁলোকলৈ চালান (Consignment) হিচাপে আহে আৰু "বিক্ৰী অথবা প্ৰত্যৰ্পণ" ( Sale or Return basis ) ভিত্তিত এওঁলোকে ব্যৱসায় কৰে।

এনে ব্যৱসায়ী অভিকর্তাসকলক বিদেশী উৎপাদকে একক বণ্টনকাৰী হিচাপে ভিন ভিন দেশত ব্যৱসায় কাৰ্য্য চলাবলৈ পাইকাৰী অভিকৰ্তা নিয়োগ কৰে। কমিছন এজেন্ট, ফেক্টৰ (Factor) নিলামকাৰী (Auctioneer) আদিও পাইকাৰী ব্যৱসায়ী হিচাপে নিযুক্ত হোৱা দেখা যায়।

প্ৰকৃত পাইকাৰী ব্যৱসায়ীক নিম্নোল্লিখিত প্ৰকাৰে বিভক্ত কৰিব পাৰি।

(১) সাধাৰণ পাইকাৰী ব্যৱসায়ী (General Whole Sale Trader),

(২) মিল আৰু শিল্প উৎপাদকলৈ যোগান ধৰা পাইকাৰী ব্যৱসায়ী (Suppliers to Mills & Manufactures),

(৩) বিশিষ্ট পাইকাৰী ব্যৱসায়ী (Specialists Whole Sale Trader)।

**(১) সাধাৰণ পাইকাৰী ব্যৱসায়ীঃ** সাধাৰণ পাইকাৰী ব্যৱসায়ীক পৰম্পৰাগত ব্যৱসায়ী বোলা হয়। এওঁলোকৰ ভঁড়ালত উৎপন্ন দ্ৰব্যৰ বৃহৎ পৰিমাণৰ ষ্টক (Stock) থাকে। বিভিন্ন অঞ্চলত উৎপন্ন দ্ৰব্যৰ প্ৰদৰ্শন কক্ষ (Show Room) থাকে এওঁলোকে ভ্ৰামণিক বিক্ৰেতাৰ জৰিয়তে খুচুৰা ব্যৱসায়ীৰ পৰা ফৰমাচ (orders) সংগ্ৰহ কৰে। উক্ত ফৰমাচ অনুসৰি ভঁড়ালৰ পৰা সামগ্ৰী চালান আৰু বিলিকৰণ কৰা হয়। এনে ব্যৱসায়ী কোনো কোনো উদ্যোগৰ বা ব্যৱসায়ৰ একেজাতীয় সকলো বস্তু অথবা একেটা ব্যৱসায়ৰ সমূহ সামগ্ৰীৰ ব্যৱসায়ীয়ে ব্যৱসায়ত বিভিন্ন বিভাগ খুলি ব্যৱসায় পৰিচালনা কৰে। এওঁলোকৰ ব্যৱসায় কেন্দ্ৰীয় বজাৰ ভিত্তিক। ব্যৱসায়ৰ পৰিচালনা সহজ কৰিবলৈ এওঁলোকে প্ৰদেশ, অঞ্চল, জিলা ভিত্তিক ভঁড়াল আৰু ভঁড়ালী ৰাখে। দ্ৰব্য বণ্টনৰ ক্ষেত্ৰত এওঁলোকে নিজৰ যান-বাহন ব্যৱহাৰ কৰাও দেখা যায়।



**(২) মিল আৰু শিল্প উৎপাদকলৈ যোগান ধৰা পাইকাৰী ব্যৱসায়ীঃ** এওঁলোকক যোগানকাৰী সংস্থা বুলি জনা যায়। ঔদ্যোগিক উৎপাদনৰ কাৰণে, এওঁলোকে মিল আৰু শিল্প উৎপাদকলৈ কেঁচা সামগ্ৰীৰ যোগান ধৰে। বহু পাইকাৰী ব্যৱসায়ীয়ে ঋণ ভিত্তিত কেঁচা সামগ্ৰীৰ সৰবৰাহ কৰে। সাধাৰণতে ক্ষুদ্ৰ উৎপাদক বা শিল্প উৎপাদকৰ বাবে এনে সৰবৰাহকাৰী অপৰিহাৰ্য্য।

**(৩) বিশিষ্ট পাইকাৰী ব্যৱসায়ীঃ**—এনে পাইকাৰী ব্যৱসায়ীয়ে বিশেষ কিছুমান সীমিত বস্তুৰহে ব্যৱসায় কৰে। একে জাতীয় বহু প্ৰকাৰ অথবা বিশেষ কোনো উদ্যোগৰ প্ৰায় সকলো সামগ্ৰীৰ ব্যৱসায়ত বিশিষ্ট পাইকাৰী ব্যৱসায়ী জড়িত থাকে। সেয়ে, তেওঁলোকক বিশেষ বা বিশিষ্ট পাইকাৰী ব্যৱসায়ী বুলি জনা যায়।

উল্লেখিত খাটি পাইকাৰী ব্যৱসায়ীৰ বিভক্তি কৰণৰ বাহিৰেও আৰু কিছুমান ব্যৱসায়ীয়ে পাইকাৰী ব্যৱসায় কৰে, যেনে—(ক) ডাকযোগে পাইকাৰী ব্যৱসায়, (খ) ৰপ্তানি বা আমদানি সদাগৰ, (গ) পাইকাৰী ব্যৱসায় সংস্থা, (ঘ) উৎপাদক প্ৰতিষ্ঠাপিত পাইকাৰী ব্যৱসায়, আভ্যন্তৰীণ বিক্ৰী ব্যৱসায়ত স্থানীয় আৰু আঞ্চলিক ভিত্তিত পাইকাৰী ব্যৱসায় কৰা হয়।

আপাতত: সমবায় সংগঠনৰ সম্প্ৰসাৰণ আৰু উৎপাদক প্ৰতিষ্ঠাপিত সংস্থাৰ জৰিয়তে পাইকাৰী ব্যৱসায় কাৰ্য্য পৰিচালনা আধুনিক ব্যৱসায়ৰ নতুন দিশ। উৎপাদক সংস্থাই নিজস্ব ভাৱে বিক্ৰী গোট (Sale units) সংগঠন কৰা হেতু পূৰ্বৰ পৰম্পৰাগত পাইকাৰী ব্যৱসায়ৰ পৰিসৰ সীমিত হৈ আহিছে।

বিভিন্ন প্ৰকাৰৰ পাইকাৰী ব্যৱসায়ৰ এখনি ৰেখা চিত্ৰ সন্নিবিষ্ট কৰা হ'ল।

**সংগঠন ( Organisation ) ঃ** সাধাৰণতে পাইকাৰী ব্যৱসায়ৰ পৰিচালনা তিনিওটা প্ৰণালীতেই, যথা—একাধিকাৰ, যুটীয়া আৰু কোম্পানী, কৰিব পাৰি। পাইকাৰী ব্যৱসায়ীয়ে বৃহৎ পৰিসৰত ব্যৱসায় পৰিচালনা কৰে।

পাইকাৰী ব্যৱসায়ক এখন বৃহৎ বিভাগীয় দোকানৰ লগত তুলনা কৰিব পাৰি। কাৰণ, সমগ্ৰ ব্যৱসায়িক কাৰ্য্যাত্মক ভিত্তিত ( Functional basis ) বহু বিভাগত বিভক্ত কৰা হয়। প্ৰতিটো বিভাগ পৃথক গোট হিচাপে পৰিচিত। প্ৰতিটো বিভাগক এজন বিভাগীয় মুৰব্বীৰ সম্পূৰ্ণ দায়িত্ব আৰু তত্ত্বাৱধানত দিয়া হয়। পাইকাৰী ব্যৱসায়ৰ উক্ত বিভাগসমূহক প্ৰশাসনীয় ( Administrative ) আৰু কাৰ্য্যপালিকা ( Executive ) বিষয়ৰ ওপৰত ভেটি কৰি দুটা ঘাই বিভাগত বিভাজন কৰা হয়।

প্ৰশাসনীয় শাখাই প্ৰশাসনীয় কাৰ্য্য-কলাপ নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰে। সেই প্ৰশাসনীয় কাৰ্য্য-কলাপৰ অন্তৰ্ভুক্ত হৈছে, বিত্ত, হিচাপ-পত্ৰ, চিঠি পত্ৰৰ যোগাযোগ, অভিলেখ, নথি আৰু নথিভুক্তি, আৰু সাধাৰণ প্ৰশাসন। হিচাপ-পত্ৰৰ বিভাগটি পাইকাৰী ব্যৱসায়ৰ ঘাই বিভাগ। ই নগদ টকা পইচাৰ নিয়ন্ত্ৰণ ৰাখে, বিত্তীয় অভিলেখ সংৰক্ষণ কৰে আৰু বিভিন্ন খুচুৰা ব্যৱসায়ীৰ আৰ্থিক অৱস্থা আৰু লেনদেনৰ বিৱৰণ যুগুত কৰে। বাকী বা ঋণ ভিত্তিক ব্যৱসায় প্ৰচলন কৰিব পাৰি নে নোৱাৰি, সেই প্ৰশ্নৰ উত্তৰো এই বিভাগে সমাধান কৰে। ব্যৱসায়ৰ বিত্তীয় আঁচনি প্ৰস্তুত কৰা আৰু সেই অনুসৰি বিত্তৰ সৰবৰাহ কৰা কাৰ্য্যও এই বিভাগৰ অন্তৰ্গত।

কাৰ্য্যপালিকা শাখাৰ সংখ্যা আৰু ইয়াৰ বিস্তৃতি ব্যৱসায়ৰ আয়তন, প্ৰকৃতি আৰু কাৰ্য্যকাৰিতাৰ ওপৰত নিৰ্ভৰযোগ্য। তথাপি কেইটামান বিভাগ সকলো পাইকাৰী ব্যৱসায়তে পোৱা হয়, যেনে—ক্ৰয়, বিক্ৰয়,



ভঁৰাল, প্ৰচাৰ আৰু চালন। ক্ৰয় বিভাগ সাধাৰণতে "সাধাৰণ পৰিচালক"ৰ প্ৰত্যক্ষ তত্ত্বাৱধানত থাকে। এই বিভাগ ভিন্ ভিন্ প্ৰশাখা পৰিচালকৰদ্বাৰা পৰিচালিত হয়। এই বিভাগৰ লগত ভঁড়াল বিভাগৰ প্ৰত্যক্ষ যোগাযোগ থাকে। বিক্ৰী বিভাগটিও ভিন্ ভিন্ প্ৰশাখাৰ ( যথা—পেকিং, পৰিসংখ্যা, প্ৰচাৰ, গৱেষণা, চালান আৰু বিলিকৰণ আদি ) সমষ্টি ; কিন্তু ব্যৱসায়ৰ আয়তন অনুসাৰে উক্ত প্ৰশাখাসমূহক বিভাগ হিচাপেও স্থাপন কৰা হয়।

পাইকাৰী ব্যৱসায়ত যিহেতু খুচুৰা ব্যৱসায়ীৰ বাহিৰে আনৰ লগত ব্যৱসায়িক লেনদেন নহয়, গতিকে সুন্দৰ গৃহ-প্ৰাংগণৰ বিশেষ প্ৰয়োজন নহয়। অৱশ্যে আধুনিক ব্যৱসায় পদ্ধতিত আৰু বৰ্তমানৰ ব্যৱসায়িক পৰিবেশত গৃহ-প্ৰাংগণ, প্ৰদৰ্শন কক্ষ, সজ্জিত কাৰ্য্যালয়, কেন্টিন ( Canteen ), অভ্যৰ্থনা কোঠা ( Reception Room ) ইত্যাদি বিভিন্ন আনুষংগিক উপাদানৰ প্ৰয়োজন হয়। পাইকাৰী ব্যৱসায়ৰ প্ৰধান বিবেচনাৰ বিষয় কাৰ্য্যালয়ৰ লগত ব্যৱসায়ী গ্ৰাহকৰ যোগাযোগ সুগম আৰু মুক্ত হোৱা উচিত। পাইকাৰী ব্যৱসায়ীয়ে সঞ্চয় কৰা উৎপন্ন দ্ৰব্য যাতে সুবিধাজনকভাৱে চালান আৰু বিলিকৰণ কৰিব পাৰি তাৰ সুবন্দবস্ত থকা আৱশ্যক।

সাধাৰণতে পাইকাৰী ব্যৱসায় ডাঙৰ নগৰৰ ব্যস্ত ব্যৱসায় কেন্দ্ৰত প্ৰতিষ্ঠিত হোৱা উচিত। পাইকাৰী ব্যৱসায়ত, ব্যৱসায়ৰ প্ৰকৃতি অনুসৰি মূলধনৰ পৰিমাণ হ্ৰাস বৃদ্ধি পায়। খুচুৰা ব্যৱসায়ৰ তুলনাত বৃহৎ পৰিমাণৰ মূলধন পাইকাৰী ব্যৱসায়ৰ কাৰণে প্ৰয়োজন হয়।

পাইকাৰী ব্যৱসায়ৰ উল্লেখিত সংগঠন কোনো বিধিবদ্ধ পদ্ধতিৰ ওপৰত প্ৰতিষ্ঠিত নহয়। এনে ব্যৱসায়ৰ নিৰূপিত কোনো সাংগঠনিক নীতি-নিয়ম নথকাৰ বাবে ব্যৱসায়ীয়ে নিজস্ব প্ৰণালী প্ৰয়োগ কৰে। যিকি নহওক, সকলোবোৰ ডাঙৰ পাইকাৰী ব্যৱসায়ত কম-বেছি পৰিমাণে একে ধৰণৰ উল্লেখিত বিভাগবোৰ থকা পৰিলক্ষিত হয়। স্থানান্তৰত বিভাগবোৰৰ আলোচনা আগবঢ়োৱা হৈছে।

**পাইকাৰী ব্যৱসায় ঃ নতুন ঢাল (New Trend) ঃ** সাম্প্ৰতিক কালত ব্যৱসায় জগতত উৎপন্ন বস্তু-বেহানি বন্টনৰ ক্ষেত্ৰত কিছুমান নতুন পদ্ধতি উদ্ভাৱন হোৱা পৰিলক্ষিত হৈছে। যাৰ ফলত, সদ্যহতে খাঁটি পাইকাৰী ব্যৱসায়ৰ পূৰ্বৰ প্ৰভাৱ প্ৰতিপত্তি বহু পৰিমাণে লাঘৱ হোৱা দেখা যায়। শিল্পজ আৰু অন্যান্য উৎপন্ন বস্তুৰ বন্টন বিষয়ত নানান ধৰণৰ বিকল্প বণ্টন পদ্ধতিৰ প্ৰচলন হোৱা হেতু পৰম্পৰাগত পাইকাৰী আৰু বিশিষ্ট পাইকাৰী ব্যৱসায়ত বিৰূপ প্ৰতিক্ৰিয়া সৃষ্টি হোৱাও এই সন্দৰ্ভত স্মৰণযোগ্য।

উক্ত বিকল্প বণ্টন পদ্ধতিসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

**(১) শিল্প উৎপাদকৰ নিজস্ব বিক্ৰী শাখা (Manufacturer's Self Sales Units) ঃ** শিল্পজ দ্ৰব্য উৎপাদনকাৰীৰ বহুজনে নিজৰ উৎপন্ন বস্তু পোনপটীয়াকৈ গ্ৰাহকক বিক্ৰী কৰাৰ উদ্দেশ্যে নিজস্ব বিক্ৰী শাখা সংগঠিত কৰিছে। তেওঁলোকে দেশৰ বিভিন্ন স্থানত নিজাকৈ বিক্ৰী গোট স্থাপন কৰি তাৰ জৰিয়তে নিজৰ উৎপন্ন বস্তু বিক্ৰী কৰাৰ ব্যৱস্থা কৰা দেখা যায়। এনে ব্যৱস্থাৰে শিল্প উৎপাদকে পাইকাৰী আৰু খুচুৰা দুয়ো বিধ ব্যৱসায়ীয়েই কম বেছি পৰিমাণে ক্ষতিগ্ৰস্ত হয়। ভাৰতবৰ্ষত এনে জাতীয় সংগঠন হৈছে—বাটা ছু কোম্পানী (Bata Shoe Company), এছচিয়েটেড চিমেণ্ট (Associated Cement), দিল্লী ক্লথ মিল (Delhi cloth Mill), জয় ইঞ্জিনীয়াৰিং (Joy Engineering) ইত্যাদি।

**(২) উৎপাদকৰ ব্ৰেণ্ডকৃত বস্তু বিক্ৰী ব্যৱস্থা (Sales arrangement of Manufacturer's branded goods) ঃ** আপাততঃ ব্ৰেণ্ডকৃত বস্তুৰ সমূহীয়া উৎপাদকে খুচুৰা বিক্ৰীদাৰৰ লগত পোনপটীয়া সম্পৰ্ক স্থাপন কৰি নিজৰ উৎপন্ন বস্তু বিক্ৰী কৰে। উৎপাদকে ব্যপক ৰূপে তীব্ৰ প্ৰচাৰ আৰু বিজ্ঞাপন দি ব্ৰেণ্ডযুক্ত বস্তুৰ প্ৰতি আগতীয়াকৈ

চিত্ৰ নং ৭

বৈখিক চিত্ৰ



গ্ৰাহকৰ মনোযোগ আকৰ্ষণ কৰে। এনেভাৱে আকৰ্ষিত হৈ গ্ৰাহকে খুচুৰা বিক্ৰীদাৰক সেই ব্ৰেণ্ডযুক্ত বস্তু-বেহানি ক্ৰয় কৰিবলৈ বিচাৰে আৰু হৰমাচ দিয়ে। ফল স্বৰূপে, খুচুৰা বিক্ৰীদাৰে ব্ৰেণ্ডকৃত বস্তু গ্ৰাহকক যোগান ধৰিবলৈ উৎপাদকৰপৰা পোনে পোনে ক্ৰয় কৰি আনিবলৈ বাধ্য হয়। ব্ৰেণ্ডযুক্ত বস্তুৰ বিক্ৰী বৃদ্ধি কৰাৰ ঘাই হাতিয়াৰ প্ৰচাৰ। ব্ৰেণ্ডযুক্ত বস্তুৰ বিক্ৰী বৃদ্ধি কৰাত আৰু কিছুমান উপাদানে সহায় কৰে। সেই উপাদানবোৰ হৈছে—ব্ৰেণ্ডকৃত বস্তুৰ প্ৰচাৰ অনুসাৰে গুণ, মান, ওজন, সংগত দাম, পেকিং আৰু দেশৰ গুণ-মান সংস্থাই দিয়া প্ৰমাণ পত্ৰ।

সমূহীয়া উৎপাদন উৎপাদকৰ স্বচ্ছল অৱস্থা সাৰ্বজনীন গুদাম ব্যৱস্থা, ঘন বসতি অঞ্চলৰ বজাৰ আদি কিছুমান প্ৰয়োজনীয় বৈশিষ্ট্যৰ সংযোগতহে উৎপাদকে খুচুৰা বিক্ৰীদাৰ অথবা গ্ৰাহকৰ লগত সম্বন্ধ স্থাপন কৰি ব্যৱসায় কৰিব পাৰে। এনে উৎপাদকৰ পৰা খুচুৰা বিক্ৰীদাৰ বা গ্ৰাহকলৈ বস্তু-বেহানি বিক্ৰী কৰাৰ পদ্ধতি খুব ক্ষিপ্ৰতাৰে ইউৰোপ, আমেৰিকাৰ দেশবোৰত প্ৰবৰ্তন হ'ব ধৰিছে।

ভাৰতবৰ্ষতো এনে ব্ৰেণ্ডযুক্ত বস্তুৰ ব্যৱসায়ে প্ৰসাৰতা লাভ কৰা পৰিলক্ষিত হৈছে।

**(৩) বৃহৎ খুচুৰা দোকান ( Large-Scale Retail Shops ) ঃ** পৃথিৱীৰ বিভিন্ন দেশত বিশেষকৈ পশ্চিমীয়া দেশবোৰত খুচুৰা দোকান-বোৰৰ স্বচ্ছল অৱস্থাই খুচুৰা ব্যৱসায়ৰ ক্ৰমোন্নয়নকে সূচায়। এনে ব্যৱসায়ৰ ক্ৰমোন্নতিয়ে পাইকাৰী ব্যৱসায়ৰ অৱনতিৰ ইংগিত দিয়ে। সঘনতে বৃহৎ খুচুৰা দোকানবোৰ হৈছে বিভাগীয় দোকান (Departmental Store), বহুমুখী দোকান (Multiple Store), চেইন ষ্টৰ (Chain Store), অধি বজাৰ (Super Market), ডাকযোগে ব্যৱসায় (Mail order business) আদি।

এনেবোৰ বৃহদাকাৰ খুচুৰা দোকানে শিল্প উৎপাদক (Manufacturers) বা উৎপাদনকাৰীৰপৰা (Producers) পাইকাৰী ব্যৱসায়ীৰ দৰে সৰহীয়াকৈ বস্তু-বেহানি ক্ৰয় কৰে। অৱশ্যে এনে বৃহৎ দোকান সদায়েই ডাঙৰ নগৰ চহৰৰ বাহিৰে সেৰেঙা বসতিৰ সৰু ঠাইৰ সৰু বজাৰত অচল। বৃহৎ খুচুৰা দোকানৰ সংগঠনে পাইকাৰী আৰু ক্ষুদ্ৰ ব্যৱসায়ী উভয়ৰে ওপৰতে প্ৰতিপত্তি বিস্তাৰ কৰিবলৈ সক্ষম হৈছে।

**(৪) অভিকৰ্তা পদ্ধতিত বিক্ৰী ব্যৱস্থা (Agency System of Sale) ঃ** সম্প্ৰতি শিল্প উৎপাদক আৰু অন্যান্য উৎপাদকসকলে নিজৰ উৎপাদিত বস্তু-বেহানি দেশৰ বিভিন্ন স্থানত অভিকৰ্তা নিযুক্তি দি বিক্ৰী ব্যৱসায় কৰা দেখা যায়। দেশৰ প্ৰায় সৰু ডাঙৰ নগৰ চহৰত এনে অভিকৰ্তা নিয়োগ কৰা হয়। এনে অভিকৰ্তাই উৎপাদকসকলৰ বিক্ৰী সম্ভাৰ পোনপটীয়াভাৱে গ্ৰাহকক বিক্ৰী কৰে। উল্লেখযোগ্য যে উৎপাদকৰ বস্তু-বেহানি অভিকৰ্তাই ক্ৰয় কৰি নলয়। অভিকৰ্তাই কেৱল উৎপাদকৰ হৈহে গ্ৰাহকক বিক্ৰী কৰে। উৎপাদকে অভিকৰ্তাক প্ৰয়োজনীয় বিক্ৰীযোগ্য পৰিমাণৰহে বস্তু-বেহানি সঞ্চয় কৰিবলৈ সুযোগ দিয়ে। এনে পদ্ধতিত কোনো বস্তু-বেহানি পাইকাৰী ব্যৱসায়ীক বিক্ৰী কৰিবলৈ দিয়া নহয়।

**(৫) পাইকাৰী গ্ৰাহক সমবায় (Consumers Wholesale Co-operatives) ঃ** সমবায় সংগঠনৰ মুখ্য উদ্দেশ্য নিশকতীয় শ্ৰেণীৰ মানুহক সুলভ মূল্যত উৎপন্ন বস্তু-বাহানিৰ যোগান ধৰা। এনে ব্যৱস্থাই বণ্টন কাৰ্য্যত ৰত থকা নানান ধৰণৰ মধ্যস্থ ব্যৱসায়ীৰ শোষণ প্ৰতিৰোধ কৰে। বৰ্তমানে গ্ৰাহক সমবায়ৰ পাইকাৰী ব্যৱসায় বিভিন্ন দেশত প্ৰচলন হোৱা দেখা গৈছে। পাইকাৰী সমবায়ৰ লক্ষ্য গ্ৰাহক সমবায়সমূহক সুলভ মূল্যত নিত্য ব্যৱহাৰ্য্য সামগ্ৰী সৰবৰাহ কৰি, আচল পাইকাৰী ব্যৱসায়ীৰ অত্যধিক লাভৰ জৰিয়তে কৰা শোষণৰ



অৱসান ঘটোৱা। এনে পাইকাৰী সমবায় ব্যৱস্থাক, অসাধু আৰু অসামাজিক পাইকাৰী আৰু ক্ষুদ্ৰ ব্যৱসায়ীক অৱলোপ কৰাৰ সবল পদক্ষেপ বুলি ধাৰণা কৰিব পাৰি। সাম্প্ৰতিক কালত এনে সমবায় ভিত্তিক ব্যৱসায় কৰাৰ উদ্দীপনা আৰু তৎপৰতা বিভিন্ন দেশত পৰিলক্ষিত হোৱা দেখা গৈছে।

**(৬) ৰাষ্ট্ৰীয় ব্যৱসায় পদ্ধতি (State Trading System) ঃ** পুঁজিবাদী দেশবোৰতো ৰাষ্ট্ৰীয় ভিত্তিত ব্যৱসায় কৰাৰ এক প্ৰৱণতা বৃদ্ধি পাইছে। এনে প্ৰৱণতা বৃদ্ধি পোৱাৰ ঘাই কাৰণ—পাইকাৰী আৰু খুচুৰা ব্যৱসায়ীৰ কুপ্ৰথাসমূহ। অতি মাত্ৰা লাভ লোৱাৰ কাৰণে বিভিন্ন কৃত্ৰিম পৰিবেশ যি কোনো সময়তে যি কোনো উপলক্ষতে সৃষ্টি কৰাত উপৰোক্ত ব্যৱসায়ী সিদ্ধহস্ত। যাৰ ফলত সমগ্ৰ দেশত বা দেশৰ বিভিন্ন স্থানত অনাটন সৃষ্টি হয়। উক্ত ব্যৱসায়ৰ কু-প্ৰথাসমূহ লোপ কৰিবলৈ ৰাষ্ট্ৰীয় ভিত্তিত চৰকাৰেও ব্যৱসায় হাতত লয়। ৰাষ্ট্ৰৰদ্বাৰাই পৰিচালিত ব্যৱসায়ক ৰাষ্ট্ৰীয় ব্যৱসায় বুলি গণ্য কৰা হয়। ৰাষ্ট্ৰীয় ব্যৱসায় দেশৰ ভিতৰে আৰু বাহিৰে উভয় ক্ষেত্ৰতে পৰিচালিত হ'ব পাৰে। ৰাষ্ট্ৰই ব্যৱসায় কোনো সাংবিধিক নিগমৰদ্বাৰা পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰে। নিগম পৰিচালিত ব্যৱসায়ৰ দ্ৰব্য-সম্ভাৰ ৰাষ্ট্ৰই সমবায় সংস্থাৰ জড়িয়তে বণ্টন কৰিবলৈ ব্যৱস্থা কৰে। এনে ৰাষ্ট্ৰীয় বণ্টন ব্যৱস্থা বহু দেশত প্ৰৱৰ্তিত হোৱা দেখিবলৈ পোৱা যায়। ৰাষ্ট্ৰীয় ব্যৱসায়ত, সাধাৰণ আৰু খুচুৰা ব্যৱসায় প্ৰতিষ্ঠান সমূহৰ স্থান নাই।

**(৭) বিক্ৰী পৰবৰ্তী সেৱা প্ৰাৰ্থী বস্তুৰ প্ৰত্যক্ষ বিক্ৰী ব্যৱস্থা (Direct sale of goods requiring after sale service) ঃ** সাধাৰণতে আকৃতিত ডাঙৰ, শিল্প সংক্ৰান্ত আৰু খৰচী বস্তুৰ উৎপাদন কৰা উৎপাদকসকলৰ বিক্ৰী স্ৰোত অতি মন্থৰ। শিল্প কৰ্ম সন্নিবিষ্ট বস্তু

হোৱা হেতু বিক্ৰীৰ পাছতো এনে বস্তুৰে সেৱা প্ৰাৰ্থনা কৰে। এনে শিল্প নিৰ্মাতাই নিজস্বভাৱে প্ৰদৰ্শন কক্ষ ( Show Room ), শিল্প প্ৰদৰ্শনৰ ( Demonstration ) ব্যৱস্থা পৰিচালনা কৰে। উৎপাদকে নিজস্ব উৎপাদিত বস্তু গ্ৰাহকক পোনপটীয়াভাৱে বিক্ৰী কৰে। উল্লেখযোগ্য যে, এনে উৎপন্ন সামগ্ৰীৰ ভিতৰত ক্ষুদ্ৰ মেচিন ( যথা চিলাইকল, টাইপৰাইটাৰ, ডুপ্লিকেটিং মেচিন (Duplicating Machine) ফ্ৰেংকিং মেচিন, এডিং মেচিন, ৱাছিং মেচিন, এড্ৰেছিং মেচিন, কম্পট'মিটাৰ (Comptometer), ৰটাৰী মেচিন, কপিং মেচিন ইত্যাদি ) ৰেফ্ৰিজেৰেটৰ, ৰেডিঅ'গ্ৰাম, ৰেকৰ্ড প্লেয়াৰ আৰু অন্যান্য ক্ষুদ্ৰ আৰু মজলীয়া শক্তি-চালিত যন্ত্ৰ-পাতি, আচবাব পত্ৰ ইত্যাদি অন্তৰ্ভুক্ত। শিল্প উৎপাদকে এনে সামগ্ৰী বিক্ৰী কৰিবৰ কাৰণে নিজস্ব ভ্ৰামণিক বিক্ৰেতাৰ ( Travelling Sales man ) নিযুক্তি দিয়ে। ভ্ৰামণিক বিক্ৰেতাই ফৰমাচ সংগ্ৰহ কৰি উৎপাদকলৈ পঠিয়ায়। শিল্প উৎপাদকে পোনপটীয়াকৈ বা ভ্ৰামণিক বিক্ৰেতাৰ জড়িয়তে গ্ৰাহকলৈ বস্তু প্ৰেৰণ কৰে আৰু বিক্ৰী পৰবৰ্তী সেৱাও আগবঢ়ায়। কোনো কোনো ক্ষেত্ৰত কিস্তি ভিত্তিত বা ভাড়া ক্ৰয় ভিত্তিত বিক্ৰী কৰাৰ প্ৰণালীও উৎপাদকে গ্ৰহণ কৰে। এনে ধৰণৰ দামী সামগ্ৰী বিক্ৰী ব্যৱস্থাত কোনো পাইকাৰী বা খুচুৰা ব্যৱসায়ীক শিল্প উৎপাদকে প্ৰশ্ৰয় দিয়া দেখা নাযায়। অৱশ্যে কোনো কোনো শিল্প উৎপাদকে সামগ্ৰী বিক্ৰীৰ বাবে অভিকৰ্তা নিয়োগ কৰাও পৰিলক্ষিত হয়।

ন বিকাশ (New Developments) ঃ নিম্নোলিখিত বিষয়সমূহৰ ক্ৰমোন্নয়ন হেতু ব্যৱসায়ত বহু নতুন বিকাশ দৃষ্টিগোচৰ হয়, যিবিলাকে মধ্যম শ্ৰেণীৰ ব্যৱসায়ী বিশেষকৈ পৰম্পৰাগত পাইকাৰী ব্যৱসায়ীৰ অৱলোপ সাধনত কম বেছি পৰিমাণে অৰিহণা যোগায়। এনে কিছু বিশেষ উন্নয়নৰ উল্লেখ কৰা হ'ল।



(ক) **গুদাম ঘৰ (Ware Houses)** ঃ সাম্প্ৰতিক কালত বিভিন্ন আকাৰৰ সাৰ্বজনিক গুদাম ঘৰ দেশৰ সকলো অঞ্চলতে ব্যাপক ৰূপে স্থাপিত হোৱা হেতু, উৎপাদক সকলে সস্তাতে আৰু সুন্দৰকৈ তেওঁলোকৰ উৎপন্ন সম্ভাৰ সঞ্চয় কৰাৰ সুযোগ পায়। ইতিমধ্যে বহু উৎপাদকে নিজস্ব ভাবে সঞ্চয় ভঁড়ালৰ ব্যৱস্থা কৰিছে।

(খ) **সম্ভাৰৰ গতিশীলতা (Mobility of goods)** ঃ যাতায়ত আৰু পৰিবহণ ব্যৱস্থাৰ ক্ৰমোন্নয়নে শিল্প উৎপাদকক তেওঁলোকৰ উৎপাদিত সম্ভাৰ, যিকোনো ঠাইলৈ, যিকোনো সময়তে অনা নিয়া কৰা সহজ হয়। থোৰতে কবলৈ গলে, যান-বাহনৰ ক্ৰমোন্নতিয়ে উৎপন্ন বস্তুৰ গতিশীলতা বৃদ্ধি কৰে।

(গ) **গ্ৰাহকৰ লগত প্ৰত্যক্ষ সম্পৰ্ক ( Direct Contact with Consumers )** ঃ আপাততঃ উদ্যোগীকৰণ আৰু নগৰীকৰণে, দেশৰ বিভিন্ন ঠাইত ঘন বসতি পূৰ্ণ অঞ্চলৰ সৃষ্টি কৰিছে। এই শিল্প নগৰ আৰু অন্যান্য চহৰত বজাৰকৰণৰ সুযোগ বৃদ্ধি পাইছে। ঘন বসতিৰ নগৰ চহৰত শিল্প উৎপাদকে প্ৰত্যক্ষ ভাৱে গ্ৰাহকৰ লগত, কোনো মধ্যম ব্যৱসায়ীৰ আশ্ৰয় নোলোৱাকৈ সম্পৰ্ক স্থাপন কৰিবলৈ সক্ষম হৈছে।

(ঘ) **যোগাযোগ মাধ্যম ( Medium of Communication )** ঃ যোগাযোগ মাধ্যমৰ বহুল উন্নতিয়ে উৎপাদকক তেওঁলোকৰ উৎপাদিত সম্ভাৰ সম্বন্ধে গ্ৰাহকলৈ সঘনে সংবাদ প্ৰেৰণ কৰা সহজতৰ কৰে। গ্ৰাহকেও উৎপাদকৰ পৰা বিভিন্ন মাধ্যমৰ জড়িয়তে নিত্য নতুন দ্ৰব্য সম্পৰ্কে সহজেই অৱগত হ'ব পাৰে। ইয়াৰ ফলত, উৎপাদক আৰু গ্ৰাহকৰ মাজত নিবিড় সম্পৰ্ক ৰক্ষিত হয়।

(ঙ) **মান বিশিষ্টীকৰণ আৰু পেকিং ব্যৱস্থা (Standardisation & Packing )** ঃ আপাততঃ উৎপাদক সকলে নিজেই উৎপন্ন বস্তুৰ

গুণ মান আকাৰ আৰু আয়তন অনুসৰি মান বিশিষ্টীকৰণ, আৰু বস্তুৰ গোট অনুযায়ী আয়তন অনুযায়ী, আদৰ্শ পেকিং ব্যৱস্থা প্ৰয়োগ কৰিবলৈ লৈছে। উৎপন্ন বস্তুৰ মান অনুসৰি শ্ৰেণী বিন্যাস, আৰু পেকিং ব্যৱস্থাৰ প্ৰৱৰ্তনে বস্তুৰ বিক্ৰী কাৰ্য্য অধিকতৰ সহজ কৰি তুলিছে। ফলত, মধ্যম ব্যৱসায়ীৰ বিশেষকৈ পাইকাৰী ব্যৱসায়ীৰ পূৰ্বৰ কাৰ্য্যকাৰিতা বহুগুণে হ্ৰাস পোৱা দৃষ্টিগোচৰ হৈছে।

(চ) **কিস্তি বিক্ৰী পদ্ধতি ( Instalment Selling Method ) ঃ** সম্প্ৰতি বহু শিল্প উৎপাদকে নিজৰ উৎপাদিত সম্ভাৰ কিস্তি-ভিত্তিত বিক্ৰী কৰাৰ পদ্ধতি প্ৰচলন কৰিছে। এনে পদ্ধতিত বিক্ৰী কৰাৰ প্ৰণালী দুটা, যেনে—ভাড়াত ক্ৰয় প্ৰণালী (Hire Purchase System) আৰু স্থগিত পৰিশোধ প্ৰণালী (Deferred Payment System)।

কিস্তি পদ্ধতিৰ প্ৰচলনত উৎপাদকে কোনো মধ্যম ব্যৱসায়ীৰ সাহায্য নোলোৱাকৈ গ্ৰাহকক ঋণ ভিত্তিত বস্তু বিক্ৰী কৰিব পাৰে। এনে পদ্ধতিৰ সঘন প্ৰচলনে উৎপাদক আৰু গ্ৰাহকৰ মাজত অৰ্থৰ ক্ষেত্ৰত কিছু ভাৰ সাম্যতা আহৰণ কৰিবলৈ সুযোগ দিয়ে।

উল্লেখিত উন্মুখতা আৰু উন্নয়নে ব্যৱসায় ক্ষেত্ৰত মধ্যম শ্ৰেণীৰ ব্যৱসায়ীৰ বিশেষকৈ পৰম্পৰাগত পাইকাৰী ব্যৱসায়ীৰ উপযোগিতা বহু পৰিমাণে লাঘৱ কৰিছে। বৰ্তমান ব্যৱসায়ত যি ক্ৰমোন্নয়ন পৰিলক্ষিত হৈছে, সি পাইকাৰী ব্যৱসায় অথবা মধ্যম শ্ৰেণীৰ বহু ব্যৱসায়ীৰ অপৰিহাৰ্য্যতা বিনষ্ট কৰাটো সহজেই অনুমেয়। ইতিমধ্যেই পৰম্পৰাগত পাইকাৰী ব্যৱসায়ৰ ( Traditional whole Sale Trade ) গুৰুত্ব বহু পৰিমাণে হ্ৰাস পোৱাটো এই সন্দৰ্ভত তাৎপৰ্য্য পূৰ্ণ।

**খুচুৰা ব্যৱসায় ( Retail Trade ) ঃ** উৎপন্ন বস্তু-বেহানি বিতৰণ ব্যৱস্থাৰ শেষ পৰ্য্যায়ত খুচুৰা ব্যৱসায়। খুচুৰা ব্যৱসায়ীৰ লগতহে



গ্ৰাহকৰ গভীৰ সম্পৰ্ক। খুচুৰা ব্যৱসায়ৰ ব্যৱসায়ীয়ে গ্ৰাহকৰ লগত ব্যক্তিগত ভাবে সম্বন্ধ স্থাপন কৰে। সেয়েহে খুচুৰা ব্যৱসায়ীৰ গুৰুত্ব অপৰিসীম। খুচুৰা ব্যৱসায়ী আচলতে বিক্ৰী বিশেষজ্ঞ। উৎপাদকৰ প্ৰকৃত অভিকৰ্তা খুচুৰা ব্যৱসায়ী। উৎপাদকৰ উৎপাদিত সম্ভাৰ গ্ৰাহকৰ হাতত তুলি দিওঁতা—খুচুৰা ব্যৱসায়ী। দেশৰ সৰ্বত্ৰ ব্যৱসায়িক লেন দেন পৰিচালনাৰ মাধ্যম হ'ল খুচুৰা ব্যৱসায়। গ্ৰাহকৰ ৰুচি, অভিৰুচি, অভ্যাস, ফেছন, নিত্য ব্যৱহাৰ্য্য বস্তু, ব্যক্তিগত আৱশ্যকতা, স্থানীয় প্ৰয়োজনীয়তা, বিশেষ জাতিগত কলাসুলভ আৱশ্যকতা, জাতিগত সাংস্কৃতিক আৰু উৎসৱ উপলক্ষ্য প্ৰয়োজনীয়তা, আৰু মানুহৰ শ্ৰেণী অনুসৰি প্ৰয়োজনীয়তা আদি সম্পৰ্কে খুচুৰা ব্যৱসায়ী সম্পূৰ্ণৰূপে অৱগত থাকে। একেদৰেই গ্ৰাহকৰ আৰ্থিক স্বচ্ছলতা, ঋণ লোৱা আৰু দিয়াৰ ক্ষমতা, পৰিমাণ, গুণ আৰু মূল্য অনুপাতে ক্ৰয় ক্ষমতা, লেনদেনৰ নিয়ম, ইত্যাদি সম্বন্ধে বিশেষ জ্ঞানেই থকা এই শ্ৰেণী ব্যৱসায়ীৰ অন্যতম বৈশিষ্ট্য।

খুচুৰা ব্যৱসায়ীয়ে ব্যৱসায়ৰ সকলো কাৰ্য্যকেই সম্পাদন কৰে। সাধাৰণ বাণিজ্যিক কাৰ্য্যকাৰিতাৰ অন্তৰ্ভুক্ত কাৰ্য্যবোৰ, ( যথা কৌশল পূৰ্ণ ক্ৰয়, বিক্ৰয়, যাতায়ত সঞ্চয়, শ্ৰেণীবিন্যাস, পৃথকী কৰণ, বিত্ত বিপদ-বহন আদি ) খুচুৰা ব্যৱসায়ীয়ে পালন কৰে। খুচুৰা ব্যৱসায়ীৰ সাধাৰণ কাৰ্য্য কাৰিতাসমূহে হৈছে—

(ক) কম বা ক্ষুদ্ৰ পৰিমাণৰ বস্তু বিক্ৰী, (খ) জনসমাগম পূৰ্ণ ঠাইত বিক্ৰীযোগ্য বস্তু-বাহানিৰ সংৰক্ষণ, (গ) গ্ৰাহকৰ ৰুচি-অভিৰুচি, আৰ্থিক অৱস্থাৰ অধ্যয়ন আৰু তাৰ সম্যক জ্ঞান আহৰণ, (ঘ) গ্ৰাহকৰ নিত্য ব্যৱহাৰ্য্য বস্তুৰ চাহিদা পূৰণ, (ঙ) বিভিন্ন জাতীয় বহু প্ৰকাৰ সামগ্ৰীৰ সংৰক্ষণ, (চ) সামগ্ৰীৰ পুনৰ বিন্যাস, (ছ) ব্যক্তিগত প্ৰয়োজনীয়তা পূৰণ কৰিব পৰাকৈ সামগ্ৰীৰ সংগ্ৰহ, (জ) নিজ ঠাই

বা অঞ্চলৰ প্ৰয়োজন অনুসৰি বস্তুৰ যোগান, (ঝ) আৱশ্যক মতে ঋণ ভিত্তিত বিক্ৰী সম্পাদন, (ঞ) সতেজ বা সজীৱ বস্তুৰ ( Fresh good ) সংৰক্ষণ, (ট) বিক্ৰী পৰৱৰ্তী সেৱাৰ যোগান, (ঠ) গ্ৰাহকে ক্ৰয় কৰা বস্তুৰ সাল সলনিৰ বাবে সুযোগ দান, (ড) ব্যৱসায় কৰা বস্তু-বেহানি আৰু বিকল্প বস্তুৰ সম্পূৰ্ণ জ্ঞান আহৰণ আৰু (ঢ) গ্ৰাহকলৈ ব্যক্তিগত সেৱাৰ যোগান।

খুচুৰা ব্যৱসায়ীৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে—সম্ভাব্য গ্ৰাহকক আকৰ্ষণ কৰিব পৰা কৌশলৰ ওপৰত। এই কৌশলৰ ভিত্তি হ'ল, গ্ৰাহকৰ সকলো ধৰণৰ চাহিদা অনুসৰি বস্তু-বেহানি ক্ৰয় আৰু সংৰক্ষণ আৰু সেই বস্তু গ্ৰাহকক যথাৰ্থ বিক্ৰয় বিদ্যাৰে বিক্ৰীকৰণ। আচলতে বিক্ৰয় বিদ্যাৰ কলা-কৌশল আয়ত্ত কৰিব পৰাই হৈছে খুচুৰা ব্যৱসায়ৰ গুঢ় তত্ত্ব।

খুচুৰা ব্যৱসায় কৃতকাৰ্য্য হোৱাৰ আন এক বৈশিষ্ট্য—বস্তুৰ বিক্ৰী দাম ( Selling Price )। বস্তুৰ বিক্ৰী-মূল্য সদায় প্ৰতিযোগিতামূলক হোৱা দৰকাৰ, যাতে আপেক্ষিকভাৱে সেই দাম কম হয়, যাৰফলত বিক্ৰী আবৰ্ত বৃদ্ধি পায়। অৱশ্যে বস্তুৰ বিক্ৰী দাম, পুঁজি বিনিয়োগ, আৰু খুচুৰা ব্যৱসায়ীৰ শ্ৰমৰ সৈতে ভাৰসাম্যতা ৰক্ষা কৰা বিধৰ হোৱা প্ৰয়োজন। বিক্ৰী বস্তুৰ ওপৰত দাম লিখা পদ্ধতিত গোপনীয়তা, পালন কৰা অতি অপৰিহাৰ্য্য। বস্তুৰ বিক্ৰী দাম প্ৰতিযোগিতামূলক হবলৈ হলে, নাইবা সহজে পৰিবৰ্তনীয় দাম হলে, বস্তুৰ ওপৰত দাম লিখা পদ্ধতি সহজে সলনি কৰিব পৰা বিধৰ হ'ব লাগে, যাতে গ্ৰাহকৰ মনত দাম লৈ কোনো সন্দেহৰ অৱকাশ নাথাকে।

ব্যৱসায়ৰ প্ৰকৃতি (Nature) আৰু আকাৰৰ ( Size ) ওপৰত পুঁজি লগ্নী ( Capital investment ) বিষয়টি নিৰ্ভৰ কৰে, যিটো আওপকীয়াকৈ ব্যৱসায়ৰ কৃতকাৰ্য্যতাৰ সহায়ক হয়। ব্যৱসায়ৰ



প্ৰকৃতি অনুসৰি নগদ ভিত্তিক ব্যৱসায় হলে কম পুঁজিৰে ব্যৱসায় কৰা যায়, কিন্তু ঋণ ভিত্তিক ব্যৱসায়ত শকত পুঁজিৰ আৱশ্যকতা উলাই কৰিব নোৱাৰি।

ব্যৱসায় কৰা অৱস্থানৰ—স্থানীয় মূল্যায়ন, খুচুৰা ব্যৱসায় কৃতকাৰ্য্য হোৱাৰ আন এক বৈশিষ্ট্য। খুচুৰা ব্যৱসায় হলেও সকলো ঠাইতে সকলো ব্যৱসায় কৃতকাৰ্য্য নহয়। ব্যৱসায় অৱস্থানৰ লগত ব্যৱসায়ৰ প্ৰকৃতিৰ সাদৃশ্য থাকিলেহে খুচুৰা ব্যৱসায়ত সফলতা লাভ কৰিব পাৰি। সৰ্বশেষত খুচুৰা ব্যৱসায়ীক উৎপাদক আৰু পাইকাৰী ব্যৱসায়ীৰ পথ প্ৰদৰ্শক বুলি চিহ্নিতকৰণ কৰা হয়।

**খুচুৰা ব্যৱসায়ৰ প্ৰকাৰ ( Types of Retail Trade ) ঃ** অন্য ব্যৱসায়ৰ দৰে খুচুৰা ব্যৱসায়কো ক্ষুদ্ৰ বা বৃহৎ আকাৰত কৰিব পাৰি। সাম্প্ৰতিক কালত ইউৰোপ আৰু আমেৰিকাৰ দেশবোৰত বৃহদাকাৰৰ খুচুৰা ব্যৱসায়ৰ প্ৰচলন অতি ক্ষিপ্ৰ গতিত বৃদ্ধি পোৱা দেখা যায়। তথাপি সেই দেশসমূহতো ক্ষুদ্ৰাকাৰৰ খুচুৰা ব্যৱসায়ৰ প্ৰাধান্য এতিয়াও লোপ পোৱা নাই।

আমাৰ দেশত সেই বৃহৎকায় খুচুৰা ব্যৱসায়ৰ বা লাগিছে যদিও ইয়াৰ সম্প্ৰসাৰণ অতি অনুজ্জ্বল। সদ্যহতে প্ৰচলিত ক্ষুদ্ৰাকাৰৰ খুচুৰা ব্যৱসায়বোৰ নিম্নোল্লিখিত প্ৰকাৰৰ।

(ক) ঘৰে-পৰে, বাটে-ঘাটে বস্তু বিক্ৰী কৰা ফেৰিওৱালা (Howkers or Peddlers).

(খ) ঠেলা দোকান (Wheelers),

(গ) ক্ষুদ্ৰ দোকান ( Stall shops ),

(ঘ) খুচুৰা দোকান ( Retail shops ) ( বিশেষ আৰু সাধাৰণ খুচুৰা দোকান )।

বৃহদাকাৰৰ খুচুৰা ব্যৱসায়বোৰ তলত উল্লেখ কৰা বৃহৎকায় দোকানৰ সমষ্টি।

(ক) বিভাগীয় দোকান ( Departmental stores ) ।
(খ) বহুমুখী দোকান ( Multiple shop ) ।
(গ) ডাকযোগে ব্যৱসায় ( Mail order business) ।
(ঘ) সংযুক্ত ভাণ্ডাৰ ( Chain store ) ।
(ঙ) গ্ৰাহক সমবায়, ( Consumers Co-operatives ) ।
(চ) অধিবজাৰ ঃ ( Super Market ) ।
(ছ) এক-মূল্যৰ দোকান ( One-price shop ) ।
(জ) উৎপাদকৰ বিক্ৰীগোট ( Manufacturer's sale units ) ।

উল্লিখিত খুচুৰা ব্যৱসায়ৰ ক্ষুদ্ৰ আৰু বৃহৎ খুচুৰা দোকানৰ বিভাগসমূহৰ বৈখিক চিত্ৰ সন্নিবিষ্ট কৰা হ'ল ।

( স্থানান্তৰত বৈখিক চিত্ৰ নং ৮ দ্ৰষ্টব্য )

চিত্ৰ নং—৮

"বৈখিক চিত্ৰ"



কেইবিধমান বৃহৎকায় খুচুৰা দোকানৰ সংক্ষিপ্ত আলোচনা আগবঢ়োৱা হ'ল।

(ক) বিভাগীয় দোকান ( **Departmental Store** ) ঃ

সূচনা ( **Introduction** ) ঃ উনৈশ শতিকাৰ প্ৰাৰম্ভণিতে ইউৰোপৰ ফ্ৰান্স দেশত বিভাগীয় দোকানৰ উদ্ভাৱন। 'বিভাগীয় দোকান' এই শব্দটিয়ে এটা প্ৰতিষ্ঠানৰ অধীনত বিভিন্ন বিভাগৰদ্বাৰা ভিন ভিন সামগ্ৰীৰ ব্যৱসায় কৰাৰ ইংগিত দিয়ে, য'ত গ্ৰাহকক অনেক ধৰণৰ পণ্য-সম্ভাৰ আৰু অন্যান্য সামগ্ৰী পছন্দ অনুযায়ী যোগান ধৰিব পৰা যায়। প্ৰতিটো বিভাগ একোজন বিভাগীয় মুৰব্বীৰ অধীনত থাকে। একেটা ঘৰতেই ( One building ) সকলো বিভাগ সংস্থাপিত হয়। সকলো বিভাগ কেন্দ্ৰীয় ভাবে একক নিয়ন্ত্ৰণ আৰু তত্ত্বাৱধানত পৰিচালিত হয়। বিভাগীয় দোকানৰ প্ৰতিটো বিভাগ একোটা স্বয়ং সম্পূৰ্ণ গোট। ক্ৰয়, বিক্ৰয়, সম্ভাৰ নিয়ন্ত্ৰণ আৰু লাভ-লোকচান বিষয়ত প্ৰতিটো বিভাগ পৃথক গোট হিচাপে চালিত হয়। প্ৰতিটো বিভাগতে একোজন ক্ৰেতা ( Buyer ) থাকে। তেওঁ বিভাগৰ বাবে প্ৰয়োজনীয় সামগ্ৰী প্ৰয়োজনীয় বস্তু বাহানি ক্ৰয় কৰে আৰু বিক্ৰীৰ নীতি নিয়ম নিৰ্ধাৰণ কৰে। এনে ব্যৱসায় সংস্থাক বিভাগীয় দোকান নামে জনা যায়।

বিভাগীয় দোকানৰ মূল উদ্দেশ্য হ'ল—একক প্ৰতিষ্ঠানৰ জড়িয়তে গ্ৰাহকক সকলো প্ৰকাৰ প্ৰয়োজনীয় সম্ভাৰৰ যোগান ধৰা।

আৰম্ভণিতে অৱশ্যে উল্লেখিত উদ্যোগৰ লগত ভালেমান অন্তৰ্নিহিত ধাৰণা, বিভাগীয় দোকানৰ উদ্ভাৱনীৰ লগত সন্নিবিষ্ট আছিল। সেই ধাৰণাবোৰৰ অন্যতম হৈছে ব্যৱস্থাপনা, আড়ম্বৰ আৰু উন্নততৰ গ্ৰাহকক উচ্চ মান বিশিষ্ট সম্ভাৰৰ যোগান ধৰা, যিসকলে মান বিশিষ্ট সম্ভাৰৰ লগত বিক্ৰেতাৰ সেৱা ( service ) আৰু সা-সুবিধা (facility)

বাঞ্ছা কৰে। বিভাগীয় দোকান আচলতে বৃহৎ খুচুৰা ব্যৱসায় সংস্থা (Large-scale establishment), য'ত বেজিৰ পৰা মটৰ গাড়ীলৈকে ক্ৰয় কৰিবলৈ পোৱা যায়। জন্মস্থান ফ্ৰান্স দেশত সেই সময়ত এনে ব্যৱসায় কৰা দোকানসমূহৰ অন্যতম উল্লেখযোগ্য নাম হৈছে—"Bon Manche" আৰু "Louvre".

এনে ধৰণৰ বৃহৎ খুচুৰা ব্যৱসায়ে আগবঢ়োৱা সুযোগ সুবিধাৰ কাৰণে ফ্ৰান্স দেশৰ উপৰিও আমেৰিকা চীন, জাপান ইত্যাদি দেশতো ই বিস্তৃতি লাভ কৰে। এনে বিভাগীয় দোকানৰ উন্নয়ন আচলতে ব্যৱসায়ত সমান্তৰীয় ( Horizontal ), পাৰ্শ্বিক ( Lateral ) আৰু বৈখিক ( Diagonal ) সংহতি আৰু পূৰ্ণতাৰ এক উৎকৃষ্ট নিদৰ্শন।

উনৈশ শতিকাৰ ৪ৰ্থ আৰু ষষ্ঠ দশকৰ মাজ ভাগতেই ইংলণ্ডত এনে ব্যৱসায়ৰ প্ৰচলন হয়। সেই সময়ত ইউৰোপত সমবায় আন্দোলনে গা-কৰি উঠিছিল আৰু ইংলণ্ডতো সেই আন্দোলনৰ ঢৌ বৈছিল। সেই সমবায় আন্দোলনৰ ঢৌ প্ৰতিহত কৰিবলৈ বুলি বৃহৎ খুচুৰা ব্যৱসায়, "বিভাগীয় দোকান'ৰ প্ৰবৰ্তন কৰা হৈছিল। ইংলণ্ডৰ আন্তৰ্জাতিক সুনাম অৰ্জন কৰা, উল্লেখযোগ্য বিভাগীয় দোকনবোৰ হৈছে—হাৰ'ড্‌ছ ( Harrods ), ছেলফ্ৰিজেছ ( Selfridges ), হোৱাইটলে'জ ( White leys ) আদি। তদনুৰূপ আমেৰিকাৰ বিখ্যাত বিভাগীয় দোকান হৈছে—জে, এল, হাডছন ষ্টোৰ ( J. L. Hudson Store ), মাৰ্শ্বাল ফিল্ড এণ্ড কোং ( Marshall field & Co ) আদি যিবোৰে আমেৰিকাৰ বৃহৎ খুচুৰা ব্যৱসায়ৰ ক্ষেত্ৰত সেই কালত এক আলোড়নৰ সৃষ্টি কৰিছিল।

দুই মহাযুদ্ধৰ অন্তৰ্বৰ্তীকালীন সময়ত বিভাগীয় দোকানে চেইন ষ্টোৰ বা গ্ৰন্থীবদ্ধ ভাণ্ডাৰৰ ( Chain store ) লগত তীব্ৰ প্ৰতিযোগিতাৰ সন্মুখীন হয়। সেই প্ৰতিযোগিতাত নিজৰ অস্তিত্ব ৰক্ষাৰ প্ৰয়োজনত



বিভাগীয় দোকানবোৰে পূৰ্বৰ ধাৰণাসমূহৰ পৰিবৰ্তন সাধে। পূৰ্বৰ কেৱল মান বিশিষ্ট সম্ভাৰ অৱস্থাপন্ন আৰু আঢ্যৱন্ত গ্ৰাহকক যোগান ধৰাৰ ঠাইত সকলো প্ৰকাৰ গ্ৰাহকক সকলো ধৰণৰ প্ৰয়োজনীয় আৰু নিত্য ব্যৱহাৰ্য্য সম্ভাৰ যোগান ধৰাৰ নিয়ম প্ৰবৰ্তিত কৰা হয়।

পশ্চিমীয়া দেশবোৰত এনে প্ৰকাৰ বৃহৎ খুচুৰা ব্যৱসায়ৰ সংখ্যা বৃদ্ধি পাই আহিছে। আপাততঃ বিপুল জনপ্ৰিয়তা অৰ্জন কৰা বিভাগীয় দোকানৰ আয়তন দিনে দিনে বাঢ়ি আহিছে। এছিয়াৰ দেশসমূহৰ ভিতৰত জাপান আৰু চীন দেশত এনে বিভাগীয় দোকানৰ সম্প্ৰসাৰণ ঘটিছে। ভাৰতবৰ্ষত এনে প্ৰকাৰ বিভাগীয় দোকানে প্ৰসাৰতা লাভ কৰিব পৰা নাই। অৱশ্যে বিভাগীয় দোকানৰ প্ৰায় অনুৰূপ দুই চাৰি ক্ষুদ্ৰ আয়তনৰ দোকান, বন্দৰ যুক্ত নগৰ যেনে কলিকতা, বোম্বাই আৰু মাদ্ৰাজত গঢ়ি তুলিবলৈ প্ৰয়াস কৰা হৈছে।

**সংগঠন আৰু পৰিচালনা (Organisation & Management) ঃ** সাধাৰণতে বিভাগীয় দোকানবোৰ সীমাবদ্ধ কোম্পানী ( Limited Co. ) হিচাপে সংগঠিত হয়। অৱশ্যে একাধিকাৰ বা যুটীয়া ব্যৱসায় সংস্থা হিচাপেও ই গঠিত হ'ব পাৰে। সীমাবদ্ধ কোম্পানী হিচাপে সংগঠিত দোকানৰ নিয়ন্ত্ৰণ ক্ষমতা—সঞ্চালক পৰিষদৰ ( Board of Directors ) হাতত ন্যস্ত থাকে ; কিন্তু সংস্থাৰ ওপৰত পূৰ্ণ নিয়ন্ত্ৰণ আৰু তত্বাৱধান ৰাখিবলৈ এজন পৰিচালন সঞ্চালক ( Managing Directors ) বা সাধাৰণ পৰিচালকৰ ( General Manager ) হাতত পৰিষদে নিজৰ কৰ্তৃত্ব অৰ্পণ কৰে। পৰিচালন সঞ্চালক বা সাধাৰণ পৰিচালক জনেই সংস্থাৰ প্ৰশাসনিক মুৰব্বী ( Executive Head ) আৰু সমগ্ৰ সংস্থাৰ চূড়ান্ত দায়িত্বশীল বিষয়া। প্ৰতিটো বিভাগৰ বিভাগীয় মুৰব্বীজন ( Departmental Head ) বা বিভাগীয় পৰিচালক ( Sectional Manager ) জন তেওঁৰ অধীনত থাকে।

বিভাগীয় পৰিচালক সকল নিজ নিজ বিভাগৰ পূৰ্ণ দায়িত্বত থাকে। বিভাগৰ সাধাৰণ প্ৰশাসন বা পৰিচালনা বিষয়ত বিভাগীয় মূৰব্বীজন পৰিচালন সঞ্চালকৰ ওচৰত পোনপটীয়া দায়িত্বত থাকে। বিভাগৰ কৃতকাৰ্য্যতা বা বিফলতা বিষয়ত বিভাগীয় পৰিচালকজন জবাবদিহি হয়। বিভিন্ন বিভাগৰ সমন্বয়ৰ কাৰণে, পৰিচালন সঞ্চালকৰ অধ্যক্ষতাত কিছুদিনৰ ব্যৱধানত বিভাগীয় মূৰব্বীসকল একেলগ হৈ উমৈহতীয়া সমস্যাবোৰৰ সমাধান কৰিব লাগে। অৰ্থাৎ বিভিন্ন বিভাগীয় মূৰব্বী-সকলক লৈ এখন "পৰিচালনা পৰিষদ" (Board of Managers) গঠন কৰা হয় আৰু উক্ত পৰিষদৰ অধ্যক্ষ হয়—পৰিচালন সঞ্চালক। কিছু দিনৰ ব্যৱধানত এই পৰিষদ বহি, বিভাগীয় দোকানৰ উমৈহতীয়া সমস্যাবোৰৰ সমাধানৰ কাৰণে কাৰ্য্যকৰী ব্যৱস্থা লব লাগে। পৰিচালন সঞ্চালকে সকলো বিভাগক নিৰ্দেশ দি দোকানখনৰ সামগ্ৰিক উন্নয়ন আৰু সংগঠনৰ কাৰণে মূল মানুহ (Key man) হিচাপে কাৰ্য্য সম্পাদন কৰিব লাগে। প্ৰতিটো বিভাগৰ সমূহ কাৰ্য্যকাৰিতাৰ বাবে বিভাগীয় পৰিচালক জনেই দায়ী থাকে।

উল্লেখিত বিভিন্ন বিভাগবোৰৰ প্ৰতিটো বিভাগক আকৌ কিছুমান শাখাক (Section) কিছুমান সহবদ্ধ উপবিভাগত অথবা প্ৰতিটো উপবিভাগত (Allied Departments) বিভক্ত কৰা হয়। উক্ত উপ-বিভাগ বা সহবদ্ধ বিভাগবোৰ একোজন মূৰব্বীৰ অধীনত থাকে। সেই মূৰব্বীসকল পুনৰ বিভাগীয় পৰিচালকৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণত থাকে। সহবদ্ধ বিভাগৰ বিভাগীয় মূৰব্বীসকলে বিভাগীয় পৰিচালকৰ নিৰ্দেশ ক্ৰমে কাৰ্য্য সম্পাদন কৰে। প্ৰতিজন সহবদ্ধ বিভাগৰ মূৰব্বীৰ অধীনত কেইজনমান সহকাৰী (Assistants) আৰু বিক্ৰেতা থাকে। সহবদ্ধবিভাগবোৰৰ কাৰ্য্যকাৰিতাৰ মাজত পাৰস্পৰিক সম্বন্ধ স্থাপন কৰা বিষয়টি বিভাগীয় পৰিচালকৰ কৰ্তব্য। সহবদ্ধ বিভাগৰ মূৰব্বী-

চিত্ৰ নং ৯

বৈখিক চিত্ৰ

**বিভাগীয় দোকানৰ সংগঠন ঃ ORGANISATION OF DEPARTMENTAL STORE**

সঞ্চালক পৰিষদ/BOARD OF DIRECTORS

পৰিচালন সঞ্চালক/MANAGING DIRECTOR
সাধাৰণ পৰিচালক/GENERAL MANAGER

বিক্ৰী বিভাগ (Selling Division)

অবিক্ৰী বিভাগ (Non Selling Division)

প্ৰশাসন বিভাগ (Administration Deptt.)
হিচাপ বিভাগ (Accounts Deptt.)
বিষয়া বিভাগ (Personnel Deptt.)
নগদ বিভাগ (Cash Deptt.)
প্ৰচাৰ বিভাগ (Publicity Deptt.)
সেৱা বিভাগ (Services)
সা-সুবিধা আৰু ৰমণীয় বিভাগ (Amenities)
ভঁড়াল বিভাগ (Godown Deptt.)

গেলামাল উপবিভাগ (Grocery Section)
কাপোৰ-কানি উপবিভাগ (Clothing Section)
মনোহাৰী উপবিভাগ (Stationery Section)
ঔষধ উপবিভাগ (Farmaceutical Section)
ডাকযোগ ব্যৱসায় উপবিভাগ (Mail order Station)

| ১ | ২ | ৩ | ৪ | ৫
সহজবদ্ধ বিভাগ (Allied Deptt.)

| ১ | ২ | ৩ | ৪ | ৫
সহজবদ্ধ বিভাগ (Allied Deptt.)

| ১ | ২ | ৩ | ৪ | ৫
সহজবদ্ধ বিভাগ (Allied Deptt.)

| ১ | ২ | ৩ | ৪ | ৫
সহজবদ্ধ বিভাগ (Allied Deptt.)

লক সাধাৰণতে 'পৰিচালক' ( Manager ) বুলি নামকৰণ কৰা হয়; কিন্তু এই পৰিচালকজন যদি বিক্ৰী বিভাগৰ হয় তেনে তেওঁক ক্ৰেতা (Buyer ) আৰু যদি বিক্ৰী ব্যতিত অন্য বিভাগৰ হয়, তেনে তেওঁক ষ্টাফ মেনেজাৰ ( Staff Manager ) বুলি কোৱা হয়।

উপ বিভাগৰ পৰিচালক জন বিভাগৰ অনুসৰি অৰ্হতাসম্পন্ন আৰু অভিজ্ঞতাপূৰ্ণ হবই লাগিব। যদি তেওঁ বিক্ৰী বিভাগৰ ক্ৰেতা হয়, তেন্তে তেওঁ গ্ৰাহক আকৰ্ষণ কৰাৰ পদ্ধতি জানিব লাগিব। দোকানৰ প্ৰাংগণ আৰু খিড়কী সজ্জাৰ যথাৰ্থ প্ৰণালী তেওঁৰ আয়ত্তৰ হ'ব লাগিব। সহকাৰী আৰু বিক্ৰেতা কেইজন কাৰ্য্যদক্ষ হোৱা আৰু গ্ৰাহকৰ প্ৰতি যথোচিত ব্যৱহাৰ কৰা বিষয়ত পৰিচালকজনৰ দৃষ্টি থকাটো একান্তই কৰ্তব্য।

বিভাগীয় দোকানৰ সমগ্ৰ সংগঠনক দুটা ভাগত বিভক্ত কৰা হয়। সেই বিভাগ দুটি বিক্ৰী বিষয়ক ( Selling Division ) বিভাগ আৰু অবিক্ৰী বিভাগ ( Non Selling Division )। অবিক্ৰী বিভাগৰ প্ৰশাসনীয় শাখাবোৰ হৈছে প্ৰশাসন, হিচাপ-পত্ৰ, বিষয়া কৰ্মচাৰী, নগদ, প্ৰচাৰ আৰু বিজ্ঞাপন, যাতায়ত, গুদাম আৰু সেৱা আদি। বিভাগীয় দোকানৰ সমগ্ৰ ক্ৰয় বিক্ৰয় বিভাগেই বিক্ৰী বিষয়ক শিতানৰ অন্তৰ্ভুক্ত।

( স্থানান্তৰত বৈথিক চিত্ৰ ৯ দ্ৰষ্টব্য )

**অৱস্থান আৰু গৃহ প্ৰাংগণ ( Location and Premises ) ঃ** বিভাগীয় দোকানৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে দোকানলৈ গ্ৰাহকক আকৰ্ষণ কৰিব পৰা ব্যৱস্থাপনাৰ ওপৰত। এই ব্যৱস্থাপনা—দোকানৰ অৱস্থান আৰু গৃহ প্ৰাংগণ। বিভাগীয় দোকান হৈছে—এখন বৃহৎকায় খুচুৰা ব্যৱসায়ৰ দোকান য'ত তিনিশ'তকৈয়ো অধিক বিভাগ একেখন চালৰ ( One roof) তলতে থাকে, ( ইংলণ্ডৰ—'ছেলফ্ৰিজেছ' বিভাগীয় দোকান )। গতিকে যি ঠাইত বিভিন্ন অঞ্চলৰ পৰা ভিন ভিন গ্ৰাহকৰ সমবেশ ঘটে, তেনে ধৰণৰ কেন্দ্ৰীয় ঠাইত এনে দোকান মুকলি কৰা প্ৰয়োজন। ইউৰোপ আৰু আমেৰিকাৰ ডাঙৰ ডাঙৰ নগৰবোৰত য'ত বিভিন্ন অঞ্চল আৰু দেশৰ গ্ৰাহকৰ সমাবেশ হয় তাত এনে দোকানে ফলপ্ৰদ ব্যৱসায় কৰা দেখা যায়।

গ্ৰাহকৰ সমাগম পূৰ্ণ কেন্দ্ৰীয় ঠাইত বিভাগীয় দোকানৰ অৱস্থান হোৱা আৱশ্যক। সেই অৱস্থান আকৌ প্ৰধান ৰাজপথৰ কাষত অথবা দুটা বা তিনিটা পথৰ কোণত ( যি ঠাইত কেউটা পথত মানুহৰ সমাগম হয় ) হোৱা উচিত। একোখন বিখ্যাত বজাৰৰ কাষত ( Near the wellknown Market ) এনে দোকান প্ৰতিষ্ঠিত হলে, গ্ৰাহকৰ সমাগম স্বাভাৱিকভাৱেই বৃদ্ধি পায়, কাৰণ সেই বিখ্যাত বজাৰত নানান ধৰণৰ গ্ৰাহকৰ সমাবেশ নিতৌ থাকে।

দোকানৰ অৱস্থান নিৰ্ণয় কৰা বিষয়ত লক্ষণীয় বিষয় হ'ল—প্ৰতিযোগিতা। বৰ্তমান কালত প্ৰতিযোগিতা নথকা কোনো ব্যৱসায়েই জগতত নাই ; কিন্তু এই প্ৰতিযোগিতা থকা সত্বেও যদি গ্ৰাহকৰ বৃহৎ আৱৰ্ত পোৱা যায়, তেনে বিভাগীয় দোকানৰ কোনো ক্ষতি নহয়। আগতেই উল্লেখ কৰি অহা হৈছে যে বিভাগীয় দোকানৰ বিক্ৰী বাহানিৰ মানদণ্ড সদায় উচ্চ আৰু বিক্ৰীদাৰৰ সেৱাৰ পৰিমাণো অধিক। গতিকে এনে দোকানৰ সামগ্ৰীৰ মূল্য অন্য সাধাৰণ দোকানৰ



সামগ্ৰীৰ মূল্য অপেক্ষা যে অধিক সেই কথা সামগ্ৰী ক্ৰয় কৰিবলৈ অহা গ্ৰাহকৰ পূৰ্ব ধাৰণ থকা নিতান্তই স্বাভাৱিক। সেয়ে প্ৰতিযোগিতা অপেক্ষা গ্ৰাহকৰ সমাগমৰ ওপৰত অধিকতৰ গুৰুত্ব আৰোপ কৰাই বাঞ্ছনীয়। তথাপি ক'ব লাগিব—যি স্থানত ( Locality ) ব্যৱসায়ত, তীব্ৰ প্ৰতিযোগিতা থাকে তেনে স্থান এৰাই চলিবলৈ যত্নপৰ হলে দোকানৰ পক্ষেই মঙ্গল। উল্লেখিত বিষয়ৰ উপৰিও আৰু এটি বিষয়ে দোকানৰ স্থান নিৰ্ণয়ত প্ৰভাৱ পেলায় সি হ'ল—দোকান ঘৰৰ ভাড়া ( Rent )। দোকানৰ আৱাস স্থানৰ ভাড়াই যাতে দোকানৰ লভ্যাংশৰ সিংহ-ভাগ আহৰণ নকৰে তাৰ প্ৰতি দৃষ্টি ৰাখিহে অৱস্থান নিৰ্ধাৰণ কৰা সমিচীন।

আধুনিক বিভাগীয় দোকান সৰ্বদায় সৰ্বসাধাৰণৰ কাৰণে সাৰ্বজনীন প্ৰতিষ্ঠান আৰু আমোদ-প্ৰমোদৰ ঠাই। গৃহ প্ৰাংগণ সততে বিস্তৃত ( Extensive ), বিলাস পূৰ্ণ ( Luxurious ) আৰু সকলো প্ৰকাৰ প্ৰত্যয়াত্মক আনন্দ ক্ষেত্ৰ ( Conceivable comfort zone ) হয়। সেয়ে বিভাগীয় দোকানত আলপিনৰপৰা মটৰ গাড়ীলৈকে থকাৰ উপৰিও খোৱা-শোৱাৰ ব্যৱস্থা ( Fooding Lodging ), পঢ়া আৰু জিৰণি কোঠা, সাৰ্বজনীন টেলিফোন বুঠ ( Booth ), যাতায়ত ব্যৱস্থা বা বাতৰি সংস্থা ( Information bureau ), ডাকঘৰৰ সুবিধা, আভ্যন্তৰীণ খেলাধূলা, কেশ-বিন্যাস কোঠা (Hair dressing Room), স্নানাগাৰ, শৌচাগাৰ, ওমলা ঘৰ, ৰেষ্টুৰাঁ ( Restaurant ), লাউঞ্জ ( Lounges ), টেলিভিছন আৰু ৰেডিঅ' আচৰ ইত্যাদি সকলো আধুনিক সা-সুবিধা সুসজ্জিত থাকে। বিভাগীয় দোকানত পদাৰ্পণ কৰা সকলো গ্ৰাহকলৈকে যাতে উপৰোক্ত সুযোগ-সুবিধা আগবঢ়াব পাৰি তাৰ প্ৰতি দৃষ্টি ৰখা প্ৰয়োজন। বহু লেখকে বিভাগীয় দোকানক এটা আধুনিক ক্লাব ঘৰৰ ( Club House ) লগত তুলনা কৰে।

অৰ্থাৎ ক্লাব ঘৰে আগবঢ়োৱা অইসব বিনোদনৰ সকলো আধুনিক সুযোগ সুবিধা আৰু প্ৰমোদ ৰঞ্জনৰ ব্যৱস্থা বিভাগীয় দোকানেও আগবঢ়ায়। কিছুমান বিভাগীয় দোকানে—জলসা, সংগীত সভা, বক্তৃতা, প্ৰদৰ্শনী (Demonstration) আদি কাৰ্য্য-সূচীও সঘনে ৰূপায়িত কৰে। এনে কাৰ্য্য-সূচী ৰূপায়ণৰ ক্ষেত্ৰত বহু ধৰণৰ মুকলি সমালোচনাও শুনা যায়; কিন্তু কাৰ্য্য-ক্ষেত্ৰত দেখা যায়—এনে ধৰণৰ কাৰ্য্য-সূচীয়ে বিভাগীয় দোকানলৈ দীৰ্ঘ দিনৰ অন্তত হলেও গ্ৰাহকৰ আৱৰ্ত বৃদ্ধি কৰাত সহায় কৰে।

খিড়িকী সজ্জা (Window display) আৰু দোকানৰ আভ্যন্তৰিক সজ্জা বিভাগীয় দোকানৰ অপৰিহাৰ্য্য বিষয়। আধুনিক প্ৰতিযোগী বজাৰত বস্তু-বাহানি এনে ঠাইত উপস্থাপন কৰা উচিত য'ত দৃষ্টি নিবদ্ধ হৈ গ্ৰাহক আকৰ্ষিত হয়। বস্তুৰ লগত মূল্য তালিকা বা প্ৰাইজ কাৰ্ড সংযুক্ত থকা উচিত। দোকানৰ আভ্যন্তৰিক সজ্জাকৰণেহে খিড়িকী বিন্যাসৰ যথাৰ্থতা প্ৰতিপন্ন কৰে। আভ্যন্তৰিক দ্ৰব্য বিন্যাস আৰু সজ্জাকৰণ এনে সন্তোষজনক হোৱা প্ৰয়োজন যাতে বিভাগীয় দোকানলৈ অহা আৰু অভ্যন্তৰত বস্তু-বেহানি চোৱা সকলো গ্ৰাহকে সুবিধা আৰু আমোদ পায়। খিড়িকী বিন্যাস, দ্ৰব্য সজ্জা ব্যৱস্থা আৰু অভ্যন্তৰিক সজ্জাকৰণ এনে সুগঢ়িত হোৱা প্ৰয়োজন, যাতে দোকানৰ বহিঃ ভাগৰ সজ্জাকৰণৰ লগত উপৰোক্ত কেউটা বিষয়ৰে উচ্চ পৰ্য্যায়ৰ কলা সুলভ সামঞ্জস্য থাকে, যাতে বহিঃ ভাগৰ সজ্জাকৰণলৈ দৃষ্টি ৰাখি আহি অভ্যন্তৰত সোমাই গ্ৰাহক দ্বিধাগ্ৰস্ত নহয়। বিভাগীয় দোকানৰ নিশাৰ আলোকসজ্জা অতিৰিক্ত আকৰ্ষণীয় বিষয় হোৱা উচিত। বিভাগীয় দোকানৰ প্ৰতিটো বিভাগৰ দ্ৰব্য বিন্যাস, অভ্যন্তৰ সজ্জাকৰণ এনে কলা সন্মত আৰু শিল্পী সুলভ আকৰ্ষণীয় হোৱা দৰকাৰ যে গ্ৰাহকক স্বভাৱতেই এটা বিভাগে আন এটি বিভাগলৈ আগবঢ়াই লৈ যায়।



**বিত্ত আৰু হিচাপ পত্ৰ ( Finance & Accounts ) ঃ** বিভাগীয় দোকান জইন্ট ষ্টক কোম্পানীৰ (Joint Stock Co.) আহিত সংগঠন কৰা হয়। সেয়ে ইয়াৰ মূলধন ( Capital ) জন সাধাৰণলৈ পুঁজি অংশ ( Share Capital ) বিলি কৰি সংগ্ৰহ কৰা হয়। এনেভাবে সংগৃহীত অৰ্থক বিভাগীয় দোকানৰ বিভাগ বা শাখা অনুযায়ী বন্টন কৰি দিয়া হয়। প্ৰতিটো বিভাগৰ বিভাগীয় পৰিচালকে বা শাখা পৰিচালকে দক্ষ ক্ৰেতাৰ ( Expert Buyer ) জৰিয়তে বিভাগৰ সকলো সম্ভাৰ ক্ৰয় কৰে। এই বিষয়ত প্ৰতিটো বিভাগ বা শাখাক পৃথক স্বতন্ত্ৰ গোট ৰূপে ধৰা হয়, অৰ্থাৎ প্ৰতিটো বিভাগক পৃথক দোকান বুলিও কব পাৰি।

প্ৰতিটো বিভাগৰ হিচাপ-পত্ৰ পৃথক পৃথকভাৱে ৰখা হয়। উল্লেখিত মূলধনেৰে বিভাগীয় সম্ভাৰ ক্ৰয় কৰি তাক পুনৰ বিক্ৰীৰ পাছত যি লাভ লোকচান হয়, তাৰ হিচাপ বেলেগে উলিওৱা হয়। অৰ্থাৎ প্ৰতি বিভাগৰ লাভ আৰু লোকচানৰ ( Profit & Loss A/c ) হিচাপ পৃথক পৃথক। যিহেতু সমগ্ৰ মূলধনক বিভক্ত কৰি প্ৰতি বিভাগক দিয়া হয়, আৰু সেই মূলধন প্ৰয়োগ কৰি প্ৰতি বিভাগে কেনে ব্যৱসায় কৰিলে তাৰ প্ৰকৃত মূল্যায়নৰ প্ৰয়োজন হয়, সেই উদ্দেশ্যে প্ৰতি বিভাগৰ হিচাপ বেলেগে বেলেগে কৰা হয়।

প্ৰতি বিভাগৰ চূড়ান্ত হিচাপ ( Final A/cs ) কৰাৰ বেলিকা বিভাগৰ সকলো প্ৰত্যক্ষ ব্যয় ( Direct Expenses ) হিচাপত গ্ৰহণ ( Debit ) কৰা হয়, কিন্তু সমগ্ৰ বিভাগীয় দোকানৰ যি সাধাৰণ ব্যয় ( General Expenses ) হয়, তাৰ মাত্ৰ এটা অংশহে ( Share বা এক সমানুপাতিক খৰচৰ হিচাপত ডেবিট ( Debit ) কৰাৰ নিয়ম। কোনো নিৰ্দিষ্ট সময়ৰ শেষত হিচাপ কৰা সময়ত যি মজুত সম্ভাৰ ( Stock ) থাকে তাৰ মূল্য নিৰূপণ, বিভাগীয় পৰিচালকে বিভাগীয়

দোকানৰ পৰিচালন সঞ্চালকৰ সৈতে আলোচনা কৰি সিদ্ধান্ত কৰে। সাধাৰণতে, সামগ্ৰিকভাৱে বিভাগীয় দোকানৰ সকলো বিভাগৰ শেষ মজুত সম্ভাৰৰ দাম নিৰূপণ পৰিচালন সঞ্চালকৰ সহযোগত সঞ্চালক পৰিষদে নিৰ্ধাৰণ কৰে আৰু উক্ত সিদ্ধান্ত পৰিচালন সঞ্চালকে সকলো বিভাগীয় পৰিচালকক জনাই দিয়ে। তদনুৰূপ সম্ভাৰৰ ক্ৰয় মূল্যৰ ওপৰত নিৰ্দিষ্ট পৰিমাণৰ ( শতকৰা ভিত্তিত ) লভাংশ সংযোগ কৰি বস্তু-বাহানিৰ দৰ নিৰ্ধাৰণ কৰাৰ দায়িত্বও সঞ্চালক পৰিষদৰ ওপৰত ন্যস্ত থাকে। সেয়ে যিকোনো বিভাগৰ প্ৰকৃত কাৰ্য্যকাৰিতাৰ ওপৰত বিভাগীয় লাভ বা লোকচান নিৰ্ভৰ কৰে।

**বিক্ৰী নীতি নিয়ম ( Selling Policies ) :** বিভাগীয় দোকানৰ বিক্ৰী পদ্ধতি সাধাৰণ হিচাপে নগদ ভিত্তিক। অৱশ্যে কিছুমান দোকানে ভালেমান অনুমোদিত গ্ৰাহকক মাহেকীয়া বা আৱধিক ( Periodic ) হিচাপে ঋণ ভিত্তিত বিক্ৰী ব্যৱসায় কৰে। আপততঃ বহু দোকানে কিস্তি পদ্ধতিত বস্তু-বাহানি বিক্ৰী কৰে। এনে কিস্তি পদ্ধতিত ঋণ পৰিশোধৰ দুটা নিয়ম আছে যেনে স্থগিত পৰিশোধ পদ্ধতি ( Deferred Payment System ) আৰু ভাড়া ক্ৰয় পদ্ধতি ( Hire-Purchase System )। ওপৰত উল্লেখ কৰি অহা হৈছে যে সহৰ্ক্ত বিক্ৰী বিভাগৰ পৰিচালকজনৰ ক্ৰয়-বিক্ৰয় দক্ষতাৰ ওপৰতহে বিভাগটিৰ উন্নতি বা অৱনতিৰ নিৰ্ভৰ, আশ্বাসযোগ্য হয়। কাৰণ, ক্ৰেতাজনেহে বিভাগৰ ক্ৰয় বা বিক্ৰয় পদ্ধতিৰ বিনিময় ৰচনা কৰে। গতিকে চূড়ান্ত কৃতকাৰ্য্যতা তেওঁৰ কৰ্ম কৌশল সাপেক্ষ। গ্ৰাহকৰ প্ৰতি ব্যক্তিগত সেৱা ( Presonal service ) আৰু বিক্ৰী পৰবৰ্তী সেৱা ( After sale service ) এই উভয়েই বিক্ৰী নীতিৰ অন্যতম উপাদান। ফোন যোগে ক্ৰয় ব্যৱস্থা, আৰু গ্ৰাহকৰ ঘৰত ক্ৰয় কৰা বস্তুৰ যোগান ধৰাও এনে দোকানৰ বৈশিষ্ট্য। এই ক্ষেত্ৰত 'বিক্ৰয় বিদ্যা এক সুকুমাৰ কলা তাক বিভাগীয় দোকানে প্ৰতিপন্ন কৰায়।



**নিয়োগ প্ৰণালী (Recruiting System) :** বিভাগীয় দোকানৰ কাৰণে যি কৰ্মচাৰী বিক্ৰেতা আৰু বিষয়াৰ প্ৰয়োজন হয়, সেয়া এজন বিশেষ বিষয়াৰদ্বাৰা সংগ্ৰহ কৰা ( Recruit ) হয়। সেই বিষয়াজনক ষ্টাফ মেনেজাৰ' ( Staff Manager ) বুলি জনা যায়। ষ্টাফ মেনেজাৰে বিভাগীয় দোকানৰ, সকলো বিভাগৰ বিভাগীয় পৰিচালকৰ পৰা প্ৰাপ্ত দাবী ( Requisition ) অনুসৰি, পৰিচালন সঞ্চালকৰ লগত আলোচনা কৰি কৰ্মচাৰী বিষয়াৰ নিযুক্তি দিয়ে। নিযুক্তিৰ পাছত কৰ্মচাৰীজনক প্ৰশিক্ষণ আৰু অনুশীক্ষণ দিয়াৰ দায়িত্বও ষ্টাফ মেনেজাৰৰ। সম্প্ৰতি কাৰ্য্যালয় বা ব্যৱসায় সংস্থাৰ সকলোতে আধুনিক নানান ধৰণৰ শ্ৰম লাঘৱ যন্ত্ৰৰ ব্যৱহাৰ প্ৰচলন হৈছে। গতিকে বিভাগীয় দোকানত থকা বা দোকানে ব্যৱহাৰ কৰা, নানান যন্ত্ৰ-পাতিৰ প্ৰশিক্ষণ বা অনুশিক্ষণৰদ্বাৰা নৱ নিযুক্ত কৰ্মচাৰীৰ প্ৰাথমিক অনুশীলনৰ সুযোগ-সুবিধা পূৰ্বতকৈ অধিক ওলাইছে। সেই অনুৰূপে কোনো কৰ্মচাৰীক চাকৰিৰপৰা অব্যাহতি দিয়া বিষয়ত, ষ্টাফ মেনেজাৰে বিভাগীয় পৰিচালকৰপৰা সন্মতি লৈ পৰিচালন সঞ্চালক নাইবা সাধাৰণ পৰিচালকক জনায়। পৰিচালন সঞ্চালকে—'সঞ্চালক পৰিষদৰ' ( Board of Directors ) সন্মতি সাপেক্ষে অব্যাহতি দিয়া বিষয়ত শেষ সিদ্ধান্ত লয়। বিভিন্ন বিভাগৰ প্ৰয়োজন অনুসৰি এটা বিভাগৰ পৰা আন এটি বিভাগলৈ কৰ্মচাৰী বদলি কৰণ সংক্ৰান্তত ষ্টাফ মেনেজাৰে ব্যৱস্থা গ্ৰহণ কৰে। কৰ্মচাৰী বদলি বিষয়টি সাধাৰণতে বিক্ৰী মৰচুম (Busy-Seasons) কালতহে ঘটে। প্ৰতি বিভাগে যাতে বিক্ৰী সমৃদ্ধি হেতু গুৰুত্ব দিব পাৰে, যাতে বিক্ৰী কাৰ্য্যত অধিক মনোনিবেশ কৰিব পাৰে, তাৰবাবে বিভাগীয় পৰিচালকক এনে বদলিকৰণ কাৰ্য্যৰদ্বাৰাই সহায় কৰা হয়। ইয়াৰ উপৰিও সাময়িক হিচাপে কোনো সহকাৰীক যিকোনো বিভাগত নিয়োগ কৰা বিষয়টি ষ্টাফ মেনেজাৰৰ কৰ্তব্যৰ অন্তৰ্গত।

পৰিচালন সঞ্চালক বিভাগীয় দোকানৰ ঘাই দায়িত্বশীল বিষয়া সেয়ে ওপৰত আলোচিত বিষয়সমূহৰ উপৰিও আৰু কিছুমান কার্য্য যথা—প্রচাৰ আৰু বিজ্ঞাপন, ব্যৱসায়ৰ নীতি-নির্ধাৰণ, গ্রাহকৰ অৱসৰ বিনোদনৰ সুযোগ-সুবিধা প্রদান ইত্যাদি, সম্পাদন কৰিব লাগে। এইবোৰ কার্য্য-বিভাগীয় দোকানৰ সামগ্রিক উন্নয়নৰ কাৰণে পৰিচালন সঞ্চালক বা সাধাৰণ পৰিচালকে নিষ্পন্ন কৰাটো অপৰিহার্য্য বিষয়।

**সা-সুবিধা ( Advantages )ঃ** বৃহৎ খুচুৰা ব্যৱসায়ৰ ক্ষেত্রত বিভাগীয় দোকান এক উল্লেখযোগ্য উন্নয়ন। সমূহীয়া সংগঠনৰ ( Large scale Organisation ) সকলোবোৰ সুযোগ-সুবিধা আৰু দোষ ত্রুটী এই সংগঠনৰো অন্তর্ভুক্ত।

নগৰৰ কেন্দ্রীয় স্থানত অৱস্থিত হোৱা বাবেই বিভাগীয় দোকানে আপেক্ষিকভাৱে অন্য খুচুৰা দোকানতকৈ অধিক গ্রাহক আকর্ষণ কৰিবলৈ সুযোগ পায়।

বিভাগীয় দোকানৰ ঘাই সুবিধা হৈছে---দোকান কৰা (Shopping) বিভিন্ন প্রকাৰ সা-সামগ্রী একেখন দোকানতে পোৱা হয় বাবে গ্রাহকে প্রয়োজনীয় সকলো সম্ভাৰ অন্য দোকানলৈ নোযোৱাকৈ সহজে ক্রয় কৰিব পাৰে।

বিভাগীয় দোকানত সামগ্রীৰ ক্ষেত্রত দুটা কথা সদায় লক্ষ্য কৰা যায়, প্রথম---দোকানত ভিন্ ভিন্ প্রকাৰৰ ( Variety ) সামগ্রী পোৱা হয়, আৰু দ্বিতীয় সেই সামগ্রীৰ গুণ বা মানদণ্ড অন্য খুচুৰা দোকানতকৈ তুলনামূলকভাৱে উচ্চ। গ্রাহকক সুন্দৰ আৰু বিনীত ব্যৱহাৰ কৰা, ব্যক্তিগত মনোযোগ দিয়া আৰু বিনামূলীয়াকৈ অন্যান্য সেৱা আৰু সুবিধা ( যথা—ঘৰত বস্তু বাহানিৰ যোগান, জিৰণি আৰু পঢ়া-কোঠা, টেলিফোন, খবৰ-বাতৰি যোগান, ডাকঘৰৰ সুবিধা দান ইত্যাদি )। আগবঢ়োৱাই এই দোকানৰ বৈশিষ্ট্য, যাক "Service is the motto of this kind of Store" বুলি কোৱা হয়। ইয়াৰ ফলত বিভাগীয় দোকানৰ এদল স্থায়ী গ্রাহক সৃষ্টি হয়।



এনে বিভাগীয় দোকানলৈ যিকানো এটা বিভাগৰপৰা ক্রয় কৰিবলৈ অহা গ্রাহক আপোনা-আপুনিয়েই অন্য বিভাগৰো ভাল বস্তু দেখি ক্রয় কৰাৰ কাৰণে প্রণোদিত হয়। এই প্রৱণতা এটা বিভাগে আন এটা বিভাগৰ কাৰণে কৰা প্রচাৰ কার্য্যই গভীৰ কৰে। ইয়াৰ উপৰি বিভাগীয় দোকান হিচাপে সামগ্রিক ভাবেও প্রচাৰ আৰু বিজ্ঞাপন নিয়মীয়াকৈ দিয়া যিটোৱে সমগ্র দোকানখনৰ গ্রাহক আবর্ত বৃদ্ধি কৰাত সহায় কৰে।

কিস্তি ভিত্তিত বস্তু-বেহানি ক্রয় কৰিবলৈ দিয়া সুবিধাও—বিভাগীয় দোকানৰ আন এক বৈশিষ্ট্য। বৃহৎকায় দোকানৰ লক্ষণ অনুসৰি মাজে সময়ে গ্রেণ্ডছেল ( Grand-Sale ) বা ৰেহাই ভিত্তিত বিক্রী ব্যৱস্থাই সর্বসাধাৰণ গ্রাহকক আকর্ষণ কৰে ; তাৰফলত দোকানৰ জনপ্রিয়তা বৃদ্ধি পায়।

বিভাগীয় দোকানৰ সামগ্রিক সজ্জা, কেন্দ্রীয় স্থান, আনুষ্ঠানিক সন্মান, আৰু বিশ্বাসযোগ্যতাৰ সুনামে গ্রাহকক আকর্ষণ কৰাৰ বিশেষ কৃতীত্ব দাবী কৰিব পাৰে।

**অসুবিধাসমূহ ( Disadvantages )ঃ** প্রায় বহু ধৰণৰ সেৱা আৰু সুবিধা ব্যাপক আকাৰে আগবঢ়োৱাৰ কাৰণে বিভাগীয় দোকানৰ সাধাৰণ খৰচ (General Expenses ) বহুগুণে বৃদ্ধি পায়, যিয়ে পুনৰ দোকানৰ বিক্রী-বেহানিৰ দৰ বৃদ্ধি কৰে। ইয়াৰ ফলত বিভাগীয় দোকানলৈ সাধাৰণ শ্রেণীৰ গ্রাহকৰ ( যি সুলভ মূল্যত সামগ্রী ক্রয় কৰিবলৈ বিচাৰে ) বাট বন্ধ হয়।

বিভাগীয় দোকানৰ অৱস্থান নগৰৰ কেন্দ্রীয় স্থানত হোৱা হেতু আৰু আৱাসিক অঞ্চলৰ ( Residential area ) পৰা দূৰত হোৱাৰ

বাবে আবাসিক অঞ্চলৰ বহু গ্ৰাহকক খন্তেকতে লগা বস্তু-বেহানিৰ যোগান এনে দোকানে ধৰিব নোৱাৰে।

বিভাগীয় দোকানৰ বিস্তৃতিয়ে গ্ৰাহকৰ আবৰ্ত বৃদ্ধি কৰে, যাৰ বাবে গ্ৰাহকে প্ৰতি মনোযোগ দিয়া সম্ভৱপৰ নহয়। এনে কিছুমান গ্ৰাহক আছে যিসকলে বিক্ৰেতাৰ ব্যক্তিগত মনোযোগ বিচাৰে। এনে দোকানে তেনে ধৰণৰ ব্যক্তিগত সেৱা আগবঢ়াব নোৱাৰা হেতু বহু গ্ৰাহকে বিভাগীয় দোকান অপেক্ষা অন্য সৰু দোকান পছন্দ কৰে।

বিভাগীয় দোকানৰ আয়তন বৃহৎ হোৱা হেতু এনে দোকানৰ নিৰবচ্ছিন্ন চাহিদা প্ৰবৰ্তিত ৰাখিবলৈ এদল গ্ৰাহকৰ সৰ্বদায় প্ৰয়োজন। সেই গ্ৰাহকৰ দল সংগ্ৰহ কৰিবলৈ তীব্ৰ প্ৰচাৰ আৰু বিজ্ঞাপনৰ আৱশ্যক, যাৰ কাৰণে প্ৰচাৰ খৰচৰ মাত্ৰা অত্যধিক হয়।

এনে দোকানৰ প্ৰতি বিভাগে নিজ নিজ বিভাগৰ বাবে বেলেগে বেলেগে বস্তু-বেহানি (Merchandise) ক্ৰেতাৰ (Buyer) জৰিয়তে ক্ৰয় কৰা হেতু কেন্দ্ৰীভূত ক্ৰয় পদ্ধতিৰ ( Centralised purchase ) আৰ্থিক মিত ব্যয়িতা অৰ্জন কৰিব নোৱাৰে।

বিভাগীয় দোকানৰ অৱস্থান সদায় ডাঙৰ নগৰ বা চহৰত হোৱাহে সম্ভৱপৰ। এনে দোকান সৰু নগৰ বা গাওঁ অঞ্চলত প্ৰতিষ্ঠিত হ'ব নোৱাৰে, ফলত কিছুমান গ্ৰাহকৰপৰা এনে দোকান সদায় আঁতৰত থাকে।

মাজে সময়ে বিভাগীয় দোকানে পুৰণি বেহানিৰ ঠাইত নতুন শেহতীয়া নক্সা আৰু স্বাদৰ বস্তু-বেহানি ক্ৰয় কৰিবলৈ দোকানত নিষ্কাষণ বিক্ৰীৰ ( Clearance sale ) ব্যৱস্থা ৰেহাই দামত কৰে। এনে ৰেহাই বিক্ৰীত দোকানৰ অতিৰিক্ত যি লোকচান হয়, তাক নতুন চালানৰ বস্তু-বেহানিৰ ওপৰত ধাৰ্য্য কৰি ক্ষতিপূৰণ কৰা হয়, যাৰবাবে নতুন বস্তু-বেহানিৰ দাম বৃদ্ধি পায়।



বিভাগীয় দোকানৰ বিশালতাই পৰিচালনা বিষয়ত অদক্ষতাৰ পৰিচয় দিয়ে, যিহেতু যথাৰ্থ পৰিদৰ্শন আৰু মনোনিবেশৰ অভাৱ, দোকানৰ ব্যাপকতাৰ বাবেই পৰিলক্ষিত হয়। ইয়াৰ উপৰি কৰ্ম-চাৰীদ্বাৰা পৰিচালিত আৰু নিয়ন্ত্ৰিত দোকানত ব্যৱসায়িক দক্ষতা অৰ্জন কৰাৰ হাবিয়াস আৰু আগ্ৰহ, স্বাধীন খুচুৰা ব্যৱসায়ীৰ তুলনাত কৰ্মচাৰীৰ পৰা আশা কৰিব নোৱাৰি।

তথাপিও বিভাগীয় দোকানে আগবঢ়োৱা স:-সুবিধাসমূহ অসুবিধাৰ তুলনাত বিপুল বুলি ক'ব লাগিব।

**বহুমুখী দোকান ( Multiple shops ) ঃ**

**সূচনা ( Introduction ) ঃ** বহুমুখী দোকান, খুচুৰা ব্যৱসায় পদ্ধতিৰ শেহতীয়া উদ্ভাৱন। এক সংস্থাৰ ( ব্যৱসায় ) অধীনত একে জাতীয় বহু দোকানৰ বা বহু শাখা দোকানৰ সমষ্টিয়েই হৈছে বহুমুখী দোকান। কাৰখানাৰ পৰা পোনে পোনে গ্ৰাহকক প্ৰত্যক্ষভাৱে বস্তু-বেহানিৰ যোগান ধৰাই বহুমুখী দোকানৰ উদ্দেশ্য আৰু লক্ষ্য। বহুমুখী দোকানৰ মালিকী স্বত্ব, একাধিকাৰ, অংশীদাৰী ব্যৱসায় সংস্থা বা সীমাবদ্ধ কোম্পানী, এই তিনিও বিধ ব্যৱসায়ৰ সংগঠনৰে থাকিব পাৰে। বহুমুখী দোকান সমান্তৰীয় ব্যৱসায় গোটৰ অন্তৰ্গত। ব্যৱসায় সংগঠন অনুযায়ী বহুমুখী দোকানৰ সংগঠনৰ নিৰ্মাণ কৰা হয়। সাধাৰণতে এনেবোৰ দোকান বিক্ৰী গোটহে।

এনে দোকানে সততে একবিধ বা দুবিধ বিশেষীকৃত ( Specialised ) বস্তু-বেহানিৰ ( Merchandise ) ব্যৱসায় কৰে। দোকানত আনু-ষংগিক কিছুমান বস্তুও গ্ৰাহকৰ সুবিধাৰ কাৰণে ৰখাৰ নিয়ম, যাতে গ্ৰাহকে সেই নিৰ্দিষ্ট বেহানিৰ লগৰ আনুষংগিক বস্তু কেইপদ একেখন দোকানতে ক্ৰয় কৰিবলৈ পায়। এনে দোকানত বিক্ৰী কৰিবলৈ লোৱা বিশেষীকৃত বস্তুৰ সামূহিক আকৰ্ষণ ( Mass appeal ) থাকে।

বিক্ৰী বেহানি ৱেণ্ডযুক্ত হয়। বিক্ৰী-বেহানি অলপ আয়াসতে বহন কৰিব পৰা আৰু সকলোৰে উপযোগী হোৱাই অধিক ফলপ্ৰদ। বিক্ৰী-বেহানিৰ দাম সদায় পূৰ্ব নিৰ্ণীত ( Prefixed ) হয়। সকলো বস্তু-বেহানিৰ ওপৰত বিক্ৰীদাম লেখা থাকে, যাৰবাবে গ্ৰাহকৰ বস্তুৰ মূল্যৰ বাবে সন্দেহৰ অৱকাশ নাথাকে। এনে দোকানৰ ভাৰতীয় উদাহৰণ দিবলৈ হলে "বাটা ছু কোম্পানী'ৰ নাম লবই লাগিব। এনে ধৰণৰ খুচুৰা দোকান পাইকাৰী ব্যৱসায়ীয়ে নিজস্ব প্ৰস্তুতিৰে আৰু নিজৰ প্ৰয়োজনতেই সংগঠন কৰে।

পাইকাৰী ব্যৱসায়ীয়ে সংগঠন কৰা বহুমুখী দোকানক মধ্য-স্বত্বভোগী বহুমুখী দোকান ( Middle men Multiple Shop ) বুলি জনা যায়। অৱশ্যে এই মধ্যম ব্যৱসায়ীয়ে স্থাপন কৰা দোকানৰ সংগঠন ব্যৱস্থা পৃথক পৃথক ; যেনে—(ক) কিছুমান মধ্যম ব্যৱসায়ীৰ এটা কেন্দ্ৰীয় কাৰ্য্যালয় থাকে। এই কাৰ্য্যালয়ে সকলো শাখাক পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰে। সকলো শাখা দোকানত একে ধৰণৰ বিক্ৰী নীতি-নিয়ম আৰু বিক্ৰী-প্ৰণালী অনুসৰণ কৰা হয়। কেন্দ্ৰীয় কাৰ্য্যালয়ে বহুমুখী দোকানৰ শাখাসমূহলৈ বা শাখাসমূহৰ স্থানীয় ভঁড়াললৈ দোকানৰ বস্তু-বেহানি যোগান ধৰিবলৈ বাহিৰৰ উৎপাদকক ( Out Side manufacturers ) নিৰ্দেশ দিয়ে। এই ব্যৱস্থা অনুযায়ী বহুমুখী দোকানৰ শাখাবোৰৰ প্ৰয়োজনীয় বস্তুৰ যোগান ধৰা হয়।

(খ) কিছুমান ব্যৱসায়ীয়ে আকৌ কেন্দ্ৰীয় কাৰ্য্যালয়ৰ লগত নিজস্ব ভঁড়ালৰ ( Warehouse ) ব্যৱস্থা কৰে। এনে ব্যৱসায়ীয়ে বাহিৰৰ উৎপাদকৰপৰা বহুমুখী দোকানৰ বাবে বিক্ৰী-বেহানি সংগ্ৰহ কৰি এনে ভঁড়ালত সঞ্চয় কৰে। বেহানি সংগৃহীত হোৱাৰ পাছত প্ৰতিখন শাখা দোকানৰ দাবী অনুযায়ী বেহানিৰ যোগান ধৰা হয়।

(গ) বহুমুখী দোকানৰ নিচিনা বৃহৎ খুচুৰা ব্যৱসায় কৰা মধ্যম



ব্যৱসায়ী কিছুমানে আকৌ প্ৰধান কাৰ্য্যালয়তে মূল বস্তু কেইপদ উৎপাদন কৰি শাখাসমূহক আংশিকভাৱে যোগান ধৰে। বাকী আনুষংগিক বস্তু-বেহানিবোৰ বাহিৰা উৎপাদকৰপৰা সংগ্ৰহ কৰি শাখাসমূহলৈ পঠিয়ায়।

উৎপাদকসকলে সংগঠন কৰা বহুমুখী দোকানক 'উৎপাদকৰ খুচুৰা দোকান' ( Manufacturers Retail Store ) বুলিও জনা যায়। এনেবোৰ দোকানত উৎপাদক আৰু গ্ৰাহকৰ প্ৰত্যক্ষ সম্বন্ধ ঘটে। উৎপাদকে নিজৰ উৎপাদিত সামগ্ৰী একে ধৰণৰ বহু শাখা দোকানৰ জৰিয়তে গ্ৰাহকক পোনপটীয়া যোগান ধৰে। এনে উৎপাদকৰ সাধাৰণতে কাৰখানাৰ লগতে প্ৰধান কাৰ্য্যালয় সংস্থাপিত হয়। প্ৰধান কাৰ্য্যালয়ৰ লগত কেন্দ্ৰীয় যোগান ভাণ্ডাৰো ( Central Supply Depot ) থাকে। উক্ত ভাণ্ডাৰৰপৰা শাখা দোকান সমূহলৈ বস্তুৰ যোগান ধৰা হয়। দূৰবৰ্তী অঞ্চলত প্ৰতিষ্ঠিত দোকানৰ বাবে আঞ্চলিক ভিত্তিত এনে সংস্থাই যোগান ভাণ্ডাৰৰ ব্যৱস্থা কৰে।

**সংগঠন আৰু ব্যৱস্থাপনা ঃ ( Organisation & Management ) ঃ**—প্ৰতিখন বহুমুখী দোকানৰ বহু শাখা দোকান থাকে। শাখা দোকানসমূহ সম পৰ্য্যায়ৰ। বহুমুখী দোকানৰ শাখা একেখন নগৰ বা চহৰতে কেইবাখনো থাকিব পাৰে। প্ৰতিখন জিলা বা মহকুমাৰ সদৰ ঠাইত বা প্ৰতিখন জিলাৰ বিভিন্ন নগৰ চহৰত প্ৰয়োজন অনুসৰি একাধিক দোকান স্থাপিত হ'ব পাৰে। প্ৰতিখন বহুমুখী দোকানৰ একোটা প্ৰধান কাৰ্য্যালয় থাকে। প্ৰধান কাৰ্য্যালয়ৰ জৰিয়তে শাখা দোকানবোৰৰ পৰিচালনা আৰু নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰা হয়। ঘাই কাৰ্য্যালয়েই এনে ব্যৱসায়ৰ নাভী বা কেন্দ্ৰ ( Nucleus । কাৰ্য্যলয়ক কেন্দ্ৰ কৰি শাখা দোকানবোৰে চাৰিওফালে বেৰি থাকে।

মূল কাৰ্য্যালয়ৰপৰা সময় অনুযায়ী শাখা দোকানসমূহলৈ নিৰ্দেশ

আৰু পৰামৰ্শ প্ৰেৰণ কৰা হয়। দোকানসমূহলৈ প্ৰেৰণ কৰা নিৰ্দেশ বা পৰামৰ্শ সকলো শাখাৰ বাবেই একেজাতীয়। অৰ্থাৎ সকলো শাখা দোকানৰ বাবে নীতি-নিয়ম আৰু তাৰ ব্যৱহাৰিক দিশ একে ধৰণৰ।

কেন্দ্ৰীয় কাৰ্য্যালয়ে সচৰাচৰ বস্তু-বেহানিৰ যোগান ভাণ্ডাৰ হিচাপেও কাৰ্য্য সম্পাদন কৰে। শাখা দোকানৰ আৱশ্যক অনুসৰি কেন্দ্ৰীয় ভাণ্ডাৰে বস্তু-বেহানিৰ যোগান ধৰে। বহুমুখী দোকানৰ শাখাসমূহ বিস্তৃত বা সিঁচৰতি হলে কেন্দ্ৰীয় ভাণ্ডাৰৰ উপৰিও আঞ্চলিক ভিত্তিত যোগান ভাণ্ডাৰৰ ব্যৱস্থা কৰা এনে সংস্থাৰ স্বভাৱজ পদ্ধতি।

বহুমুখী দোকানৰ সামগ্ৰী উৎপাদন কাৰখানাৰ লগত কেন্দ্ৰীয় কাৰ্য্যালয় সংলগ্ন থকাৰ নিয়মো দেখিবলৈ পোৱা যায়। এনে ব্যৱস্থা প্ৰচলনৰ ফলত শাখাসমূহলৈ বস্তু-বেহানিৰ বিতৰণ সহজ হয়।

বহুমুখী দোকানৰ কেন্দ্ৰীয় কাৰ্য্যালয়ৰ লক্ষণীয় বিষয়বোৰ এনে ধৰণৰ—(ক) কেন্দ্ৰীয় কাৰ্য্যালয়ে দোকান পৰিচালনা বিষয়ত নীতি নিৰ্ণয় কৰে, বিক্ৰয় পদ্ধতি সংক্ৰান্তত শাখা দোকানসমূহক উপদেশ, নিৰ্দেশ দিয়ে।

(খ) এনে দোকান যেতিয়া পাইকাৰী ব্যৱসায়ী বা আন কোনো ব্যক্তিগত সদাগৰে প্ৰতিষ্ঠা কৰে, তেতিয়া সমূহীয়াকৈ বা পাইকাৰী ভিত্তিত বস্তু-বেহানি ক্ৰয় কৰে। সমূহীয়া ক্ৰয়ৰ বস্তু-বেহানি কেন্দ্ৰীয় কাৰ্য্যালয়ৰ অধীনত কেন্দ্ৰীয় ভাণ্ডাৰত সঞ্চয় কৰা হয় আৰু প্ৰয়োজন অনুসৰি শাখা দোকানলৈ বা আঞ্চলিক ভাণ্ডাৰলৈ বণ্টন কৰা হয়।

(গ) আঞ্চলিক ভাণ্ডাৰ কেন্দ্ৰীয় কাৰ্য্যালয় বা আঞ্চলিক কাৰ্য্যালয়ৰ-দ্বাৰা পৰিচালিত আৰু নিয়ন্ত্ৰিত হয়।

(ঘ) দোকানৰ বস্তু-বেহানিৰ বিক্ৰী দৰ ( Selling Price ) কেন্দ্ৰীয় কাৰ্য্যালয়ে নিৰ্ধাৰণ কৰে। সেই নিৰ্ধাৰিত দৰত বিক্ৰী কৰিবলৈ শাখা দোকানসমূহলৈ কাৰ্য্যালয়ে অনুমতি দান কৰে।



(ঙ) বহুমুখী দোকানৰ প্ৰচাৰ আৰু বিজ্ঞাপন কাৰ্য্য সমষ্টিগতভাৱে কেন্দ্ৰীয় কাৰ্য্যালয়ে সম্পাদন কৰে।

(চ) উৎপাদকে স্থাপন কৰা বহুমুখী দোকানৰ কাৰ্য্যসমূহক উৎপাদন ( Production ) আৰু বিক্ৰয় ( Sales ) এই দুটা ঘাই ভাগত বিভক্ত কৰি পৰিচালনা কৰা হয়। মধ্যম ব্যৱসায়ীয়ে পৰিচালনা কৰা দোকানত উৎপাদনৰ পৰিবৰ্তে ক্ৰয় বিভাগ ( Purchase Department ) এটি থাকে। উভয় বিধ মালিকী স্বত্বৰ দোকানত বিক্ৰয় বিভাগৰ কাৰ্য্যসমূহ প্ৰায় একে ধৰণৰ। বিক্ৰয় বিভাগক সততে ভঁড়াল, হিচাপ পত্ৰ, বণ্টন, প্ৰচাৰ ইত্যাদি শাখাত বিভক্ত কৰি পৰিচালনাৰ গাঁঠনি কাৰ্য্যালয়ে প্ৰণালীবদ্ধ কৰা দেখা যায়।

বহুমুখী দোকানৰ প্ৰতিটো শাখা একোজন শাখা পৰিচালকৰ-দ্বাৰা চালিত হয়। শাখা দোকানৰ আভ্যন্তৰীণ সংগঠনৰ দায়িত্ব শাখা পৰিচালকৰ ওপৰত ন্যস্ত থাকে। শাখা পৰিচালকজন প্ৰত্যক্ষভাৱে পৰিদৰ্শক নাইবা সাধাৰণ পৰিচালকৰ ওচৰত দায়ী থাকে। তেওঁ কেন্দ্ৰীয় কাৰ্য্যালয়ৰ নিৰ্দেশৰ কাৰ্য্যকৰী ৰূপ দিব লাগে। কেন্দ্ৰীয় কাৰ্য্যালয়লৈ শাখা দোকানৰ বিভিন্ন বিষয় সম্পৰ্কে যথা—দোকানৰ মুঠ বস্তু-বেহানি, দোকানৰ খৰচ, প্ৰয়োজনীয় সামগ্ৰী, অঞ্চলৰ উপযোগী বেহানি আৰু অন্যান্য কঠিনতা সংক্ৰান্তত শাখা পৰিচালকে আৱধিক প্ৰতিবেদন ( Periodical Report ) দাখিল কৰিব লাগে। গ্ৰাহকৰ চাহিদাৰ প্ৰতি পৰিচালকৰ পূৰ্ণ দৃষ্টি থাকিব লাগে আৰু সেই অনুক্ৰমে কেন্দ্ৰীয় কাৰ্য্যালয়ক জানিবলৈ দিব লাগে। গ্ৰাহকৰ আৱৰ্ত বৃদ্ধিৰ জৰিয়তেহে শাখা পৰিচালকে দোকানৰ উপাৰ্জন বৃদ্ধি কৰিবলৈ সমৰ্থবান হয়।

আভ্যন্তৰীণ সংগঠনত শাখা পৰিচালকৰ ঘাই কাৰ্য্য হৈছে—বিক্ৰী বৃদ্ধি কৰা, হিচাপ পত্ৰ নিয়াৰিকৈ ৰখা। দোকানৰ বস্তু-বেহানি

কেন্দ্ৰীয় কাৰ্য্যালয়ে নিৰ্ণয় কৰি দিয়া হাৰত বিক্ৰী কৰা হয়। প্ৰতি দিনৰ দোকানৰ নগদ বিক্ৰী স্থানীয় বেংকত জমা দিব লাগে আৰু হিচাপৰ প্ৰতিবেদন কেন্দ্ৰীয় কাৰ্য্যালয়লৈ পঠিয়াব লাগে। শাখা দোকানৰ নিৰ্দিষ্ট খৰচসমূহ, যথা—বেতন, ভাড়া, কৰ-কাটল ইত্যাদি কেন্দ্ৰীয় কাৰ্য্যালয়ৰপৰা পৰিশোধ কৰা হয়। ইয়াৰ উপৰি শাখা দোকানৰ দৈনিক আৰু আকস্মিক খৰচৰ বাবে কিছুধন নিয়মীয়াকৈ কেন্দ্ৰীয় কাৰ্য্যালয়ে শাখা পৰিচালকক অগ্ৰীম দিয়ে। দোকানৰ সামৰণি সম্ভাৰ মিলোৱা বিষয়ত শাখা পৰিচালক দায়ী থাকে। বিশেষকৈ দোকানৰ মুঠ সম্ভাৰ আৰু বিক্ৰীৰ পাছত থাকিব লগা অৱশেষ সম্ভাৰৰ মাজত মিল হ'ব লাগে। অৱশ্যে, অপচয়, ভঙা-ছিঙা, শুকাই যোৱা আৰু অন্যান্য সংকোচন বা লোকচান বিষয়ত কিছু শতাংশ বেহাই দিয়াৰ নিয়মো প্ৰচলন নোহোৱা নহয়।

বহুমুখী দোকানৰ শাখাৰ অৱস্থান সাধাৰণতে জনসমাগম পূৰ্ণ ঠাইত নিৰ্বাচন কৰা হয়। এই জন সমাবেশ একেখন নগৰৰ কেইবাটাও এলেকাত হ'ব পাৰে। তেনে অৱস্থাত কেইবাখনো শাখা দোকান স্থাপন কৰা অস্বাভাৱিক নহয়। দোকানৰ অৱস্থান সংক্ৰান্তত আৰু ভালেমান বিষয়লৈ দৃষ্টি ৰখা হয়। কোনো বিশেষ অঞ্চলৰ প্ৰতি গুৰুত্ব নিদি, গুৰুত্ব দিয়া হয় গ্ৰাহকৰ প্ৰাচুৰ্য্যৰ ওপৰত। বহুমুখী দোকানত থকা বেহানিৰ লগত গ্ৰাহকৰ সাযুজ্য নাথাকিলে দোকানৰ বিক্ৰী বৃদ্ধি নাপায়। গ্ৰাহকৰ মানদণ্ড, ক্ৰয় ক্ষমতা, আদি বিষয়বোৰলৈহে জনসমাগমতকৈ অধিক গুৰুত্ব দিব লাগে। অৱশ্যে বহুমুখী দোকানৰ উদ্দেশ্য আৰু লক্ষ্য—"গ্ৰাহকৰ কাষচপা"। অৰ্থাৎ গ্ৰাহকৰ সমীপলৈ গৈ বিক্ৰী-বেহানিৰ যোগান ধৰা।

সকলো শাখা দোকানৰ গৃহ-প্ৰাংগণ আৰু দোকানৰ বহিৰ্ভাগৰ সাজ-সজ্জা সাদৃশ্যময় কৰা হয়। শাখা দোকানৰ সন্মুখ সজ্জাত ব্যৱসায়ী



ব্যক্তিৰ পৰিচয় ৰাখি নক্সা কৰা যায়। সেই অনুৰূপে সকলো দোকানৰ খিড়িকীৰ দ্ৰব্য বিন্যাস আৰু আভ্যন্তৰিক দ্ৰব্য বিন্যাস সম পৰ্য্যায়ভুক্ত কৰা হয় যাতে এটা অঞ্চলৰপৰা অন্য এটা অঞ্চললৈ গ্ৰাহক গলেও বহুমুখী দোকানৰ ঘনিষ্ঠতা অনুভৱ কৰিব পাৰে। সহজতে বাটৰ বাটকৰুৱাক আকৰ্ষণ কৰাৰ নিমিত্তে দুৱাৰ-খিড়িকী সজ্জিত কৰা হয়। দোকানৰ ভিতৰত আচবাব-পত্ৰসমূহ এনেভাৱে সজোৱা হয়, যাতে আচবাব-পত্ৰই কম ঠাই লয়, গ্ৰাহকৰ গমনাগমন ব্যাহত নহয় আৰু যাতে ছ'-কেছ ( Show-Case ) সমূহত সজ্জিত দ্ৰব্যসমূহৰ প্ৰতি গ্ৰাহকৰ দৃষ্টি নিবদ্ধ হয়।

আচবাব পত্ৰসমূহ পাতল, সহজে লৈ ফুৰিব পৰা আৰু সুদৃঢ় হোৱা উচিত। ছ'-কেছসমূহ দোকানৰ বেহানিৰ আয়তন, আকাৰ, গুণ-মান, শ্ৰেণী, আৰু ধৰণ অনুসাৰে সজ্জিত কৰা হয়। দোকানৰ বস্তু-বেহানি এনেভাৱে সজোৱা উচিত যাতে কম আয়াসতে কোনো সময় নষ্ট নোহোৱাকৈ বিক্ৰেতাই গ্ৰাহকৰ হাতত বস্তু তুলি দিব পাৰে। সম্ভাৰ বিন্যাসে দোকানৰ গ্ৰাহকৰ মনোগ্ৰাহিতা আহৰণ কৰিব পাৰে।

দোকানৰ বায়ু সঞ্চালন বা ভেণ্টিলেচন ( Ventilation ) আৰু শীত তাপৰ ব্যৱস্থা গ্ৰাহকৰ সুখ-সুবিধাৰ প্ৰতি দৃষ্টি ৰাখি জাৰ আৰু গৰম অনুসাৰে কৰা প্ৰয়োজন। দোকানৰ প্ৰাংগণ সন্মুখ ভাগ আৰু অন্তৰ্ভাগত পোহৰৰ সু-বন্দবস্তৰ ওপৰত বিক্ৰী নিৰ্ভৰ কৰে। দোকানৰ প্ৰাংগণ আৰু সন্মুখৰ পোহৰ অধিক শক্তিশালী হোৱা দৰকাৰ যাতে দোকানৰ বিজ্ঞান সন্মত খিড়িকী সজ্জা পৰিস্ফুট হয়। আধুনিক ব্যৱসায়ৰ মানদণ্ডৰ ভিত্তিত চাবলৈ গলে দোকানৰ প্ৰাংগণ আৰু সন্মুখ-ভাগ সম্পূৰ্ণ আলোক সজ্জাৰে সজ্জিত কৰি ৰাখিবই লাগে। আজি কালি বিজুলী-চাকিৰ প্ৰচলনৰ ফলত দোকানৰ আলোক সজ্জা অধিকতৰ মনোগ্ৰাহী কৰাৰ অনেক সুযোগ হৈছে। দোকানৰ প্ৰচাৰৰ উদ্দেশ্যে

ৰংগীণ আৰু আলোক সজ্জা দোকানৰ প্ৰাংগণত ব্যৱহাৰ কৰিব পাৰি। দোকানৰ অভ্যন্তৰত বাহিৰৰপৰা চকুত নপৰা ঢাকনিযুক্ত বা গোপনীয় পোহৰ ( Hidden lights ) সজ্জাৰ ব্যৱস্থা সম্প্ৰতি অধিকভাৱে প্ৰচলিত হৈছে।

যেতিয়া শাখাসমূহ সিচৰতি হৈ থাকে, তেতিয়া শাখাসমূহ পৰিদৰ্শনৰ এক কাৰ্য্যকৰী পদ্ধতি চালু কৰিবলগীয়া হয়। পৰিদৰ্শন কাৰ্যৰ বাবে এলেকা অনুসৰি ( area wise ) পৰিদৰ্শকৰ নিযুক্তি দিব লাগে। পৰিদৰ্শকে দোকানৰ বিভিন্ন দিশলৈ দৃষ্টি ৰাখিব লাগে। সাধাৰণতে লক্ষ্য ৰাখিব লগা বিষয়বোৰ এনে ধৰণৰ দোকানৰ আৰ্থিক অৱস্থা খিড়িকী সজ্জা ( Window Display ) সন্মুখ ভাগৰ সাজ সজ্জা স্থানীয় অৱস্থা আভ্যন্তৰীণ দ্ৰব্য বিন্যাস, বিক্ৰী সম্ভাৰ, কৰ্মচাৰীসকলৰ গ্ৰাহকলৈ আগবঢ়োৱা সেৱা, দোকানৰ অসুবিধা আৰু ব্যৱসায়ৰ আঁসোৱাহসমূহেই অন্যতম প্ৰধান। উল্লেখিত বিষয়বোৰৰ প্ৰকৃত সমাধান উলিওৱাটো পৰিদৰ্শকৰ কৰ্তব্য। কোনো কোনো সময়ত, পৰিদৰ্শকে নগদ পইচাৰ হিচাপ লয় আৰু আৱধিক হিচাপে দোকানৰ সামৰণি সম্ভাৰ মিলোৱা বিষয়ত ( Closing stock taking ) তত্ত্বাৱধান লব লাগে। অৱশ্যে বহুমুখী দোকানৰ শাখা বহুত নহলে পৰিদৰ্শকৰ প্ৰয়োজন নহয়। তেনে ক্ষেত্ৰত পৰিদৰ্শকৰ কামবোৰ শাখা পৰিচালকেই নিষ্পন্ন কৰিবলগীয়া হয়।

পৰিদৰ্শকজন আচলতে সাধাৰণ পৰিচালক (General Manager) আৰু শাখা পৰিচালকৰ মাজৰ মধ্যস্থ বিষয়া ( Intermediate Personal )। শাখা পৰিচালকজন পৰিদৰ্শকজনৰ ওচৰত পোনপটীয়াকৈ দায়িত্বত থাকে। আনহাতে পৰিদৰ্শক সাধাৰণ পৰিচালকৰ তলতীয়া বিষয়া। পৰিদৰ্শকজন থকা অৱস্থাত শাখা পৰিচালকৰ ( Branch Manager ) স্বাবলম্বিতা প্ৰায় ক্ষেত্ৰতে নাথাকে।

ত্ৰ নং—১০

"ৰেখা চিত্ৰ"

বহুমুখী দোকানৰ সংগঠনিক গাঠনি : **ORGANISATIONAL SETUP OF MULTIPLE SHOP**

মধ্যম ব্যৱসায়ীৰ দ্বাৰা চালিত : **( Managed by Middlemen )**

সঞ্চালক পৰিষদ/Bord of Directors.

পৰিচালন সঞ্চালক/Managing Directors.



**বিশিষ্ট লক্ষণ ( Features ) ঃ** বহুমুখী দোকানৰ বিশেষ লক্ষণ-সমূহ সংক্ষিপ্ত ভাৱে নিম্নোলিখিত প্ৰকাৰৰ (১) বহুমুখী দোকানে আচলতে কোনো বিশেষীকৃত এটা বা একাধিক একে দিশৰ বস্তুৰহে ব্যৱসায় কৰে। ব্যৱসায়ৰ বস্তু-বেহানিৰ দূৰত্ব (Range of selling articles) খুব সীমাবদ্ধ। বস্তুৰ মূল্য, গুণ, মান আকাৰ, আয়তন আৰু প্ৰকৃতি সকলো শাখা দোকানতে সম পৰ্য্যায়ৰ। সাধাৰণতে কোনো সুখ্যাত কেইপদমান বস্তু বা সেৱাহে বহুমুখী দোকানে বিক্ৰী-বেহানি হিচাপে গ্ৰহণ কৰে।

(২) এনে দোকানৰ পৰিচালনা আৰু নিয়ন্ত্ৰণৰ ভিত্তি কেন্দ্ৰীভূত। আনুষ্ঠানিক নীতি লক্ষ্য আৰু কাৰ্য্য-প্ৰণালী সমষ্টিগত।

(৩) ক্ৰয় পদ্ধতি কেন্দ্ৰীভূত। সততে কেন্দ্ৰীয় কাৰ্য্যালয়ে পৰিচালনা কৰে।

(৪) বিশেষীকৃত বস্তুৰ ব্যৱসায় কৰা হেতু কোনো বিশেষ বিক্ৰী প্ৰচেষ্টা পালন কৰাৰ প্ৰয়োজন নহয়। দৈনন্দিন ব্যৱহাৰ্য্য সম্ভাৰৰ ব্যৱসায় কৰাৰ কাৰণে, বিক্ৰী আৱৰ্ত সৰ্বদায় ত্বৰিত অৱস্থাতেই থাকে।

(৫) বিক্ৰী কাৰ্য্য সদায় নগদ ভিত্তিক ( Cash based )। কিস্তি ভিত্তিত স্থায়ী উপভোক্তাৰ সম্ভাৰ ( Durable consumer goods ) বিক্ৰী কৰা হয়।

(৬) প্ৰচাৰ আৰু বিজ্ঞাপনৰপৰা কোনো বিশেষ কথা আহৰণ কৰিবলৈ নাথাকে।

(৭) বিক্ৰী কাৰ্য্য সম্পূৰ্ণ বিকেন্দ্ৰীকৰণ কৰি নিয়ন্ত্ৰণ কৰা হয় আৰু শাখা দোকানসমূহ সততে সাধাৰণ দোকানৰ ( Retail shop ) সম খৰৰ।

(৮) স্থানীয় সা-সুবিধালৈ লক্ষ্য ৰাখি শাখা দোকানসমূহ আৱাসিক অঞ্চলত প্ৰতিষ্ঠা কৰা হয়।

(৯) বহুমুখী দোকানৰ শাখা আভ্যন্তৰীণ অঞ্চলৰ ক্ষুদ্ৰ চহৰমুখী ঠাইতো মুকলি কৰা হয়।

(১০) সকলো শাখা দোকানৰ গৃহ প্ৰাংগণ, সন্মুখভাগ, আৰু দুৱাৰ-খিড়িকী বিন্যাসৰ সাধাৰণ চেহেৰা ( General Appearance ) একে ধৰণৰ।

**উপকাৰিতা ( Benefits )** ঃ বৃহৎকায় প্ৰতিষ্ঠানৰ প্ৰায়বোৰ সুযোগ-সুবিধা বহুমুখী দোকানে নিজস্ব বৈশিষ্ট্যৰ বাবেই আহৰণ কৰিবলৈ পায়।

সাধাৰণতে সৰবৰাহীয়াকৈ দোকানৰ সামগ্ৰী ক্ৰয় কৰা হেতু অথবা সৰবৰাহীয়াকৈ কেঁচা সামগ্ৰী ক্ৰয় কৰি উৎপাদন কৰা হেতু, দোকানৰ উপাৰ্জন আৰু মিতব্যয়িতা বহু পৰিমাণে আৰ্জন হয়।

সামূহিক ভিত্তিত ক্ৰয় কেন্দ্ৰীভূত আৰু যথাৰ্থ নিয়ন্ত্ৰণ আৰু দোকানৰ বৈশিষ্ট্য ৰাখি কাৰ্য্যকৰী প্ৰচাৰ ব্যৱস্থাই বহুমুখী দোকানলৈ সামূহীয়া আৰ্থিক মিতব্যয়িতা কঢ়িয়াই আনে।

বহুমুখী দোকানৰ প্ৰতিটো শাখা এটাই আনটোৰ প্ৰচাৰ মাধ্যম হয়, যেতিয়ালৈকে বস্তুৰ গুণগত মান পইচাৰ তুলনাত উচ্চ হৈ থাকে আৰু দোকানৰ গৃহ প্ৰাংগণ, দুৱাৰ খিড়িকী সজ্জা আৰু আভ্যন্তৰিক দ্ৰব্য বিন্যাসৰ মাজত সামঞ্জস্য থাকে।

নগদ ভিত্তিক বিক্ৰী ব্যৱস্থা হোৱা হেতু আন দোকানৰ দৰে বহুমুখী দোকানৰ নিকৃষ্ট ঋণৰ প্ৰশ্ন নুঠে। আনহাতে ঋণ ব্যৱহাৰ কাৰণে পালন কৰিবলগীয়া কৰ্মচাৰীৰ সংখ্যাও বৃদ্ধি নাপায়।

বিভিন্ন শাখাৰ জৰিয়তে বহুমুখী দোকানে গ্ৰাহকৰ কাষ চুপা হেতু গ্ৰাহকে তেওঁলোকৰ ঘৰৰ নিচেই ওচৰতে এনে দোকানৰ সামগ্ৰী ক্ৰয় কৰাৰ সুযোগ গ্ৰহণ কৰিব পাৰে।

বহুমুখী দোকানৰ বস্তু-বেহানিৰ মানদণ্ড উচ্চ, উৎপাদক বা পাইকাৰী ব্যৱসায়ীয়ে পোনপটীয়াকৈ গ্ৰাহকক বস্তু বিক্ৰী কৰা হেতু বস্তুৰ দাম কম, আৰু পূৰ্ব নিৰ্ণীত হোৱাৰ কাৰণে এনে দোকানৰ প্ৰতি গ্ৰাহকৰ আস্থা আৰু বিশ্বাস থাকে; যাৰবাবে গ্ৰাহক আবৰ্ত বৃদ্ধি হয়।



গ্ৰাহক আবৰ্তৰ বৃদ্ধিয়ে আৰু অন্যান্য মিতব্যয়িতাই আন খুচুৰা দোকানৰ তুলনাত বহুমুখী দোকানৰ ব্যৱসায়িক ব্যয় হ্ৰাস কৰে।

কেন্দ্ৰীয় কাৰ্য্যালয়ে সকলো শাখাৰ বিক্ৰী প্ৰতিবেদন চাই যিবোৰ শাখা দোকানৰ বিক্ৰী বৃদ্ধি নহয় বা বিক্ৰী হ্ৰাস পায় তেনে অঞ্চলত প্ৰচাৰ কাৰ্য্য কেন্দ্ৰীভূত কৰিব পাৰে। তদনুৰূপ—এখন শাখা দোকানৰ পৰা সেই সম্ভাৰ স্থানান্তৰ কৰি আনি বিতৰণ কাৰ্য্য ক্ষিপ্ৰতৰ কৰিব পাৰে।

বহুমুখী দোকানে কেৱল নিৰ্দিষ্ট কেইবিধমান সামগ্ৰীৰ উৎপাদন আৰু বিক্ৰী ব্যৱস্থা কৰাৰ কাৰণে উৎপন্ন সম্ভাৰৰ মান উন্নত কৰিব পাৰে আৰু বিশেষীকৰণৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিব পাৰে।

উৎপাদকৰদ্বাৰা পৰিচালিত বহুমুখী দোকানে বিভিন্ন ধৰণৰ মধ্যম ব্যৱসায়িক অৱলোপ কৰাৰ পথ প্ৰশস্ত কৰে। উৎপাদক আৰু গ্ৰাহকৰ মাজত প্ৰত্যক্ষ সম্পৰ্ক গঢ়ি উঠে, কাৰণ উৎপাদকে নিজেই খুচুৰা বন্টনৰ ব্যৱস্থা গ্ৰহণ কৰে।

বহুমুখী দোকানৰ সকলো শাখা দোকানৰ বহিৰ্দৃশ্য সমৰূপৰ হোৱা হেতু যিকোনো স্থানতে সেই দোকান চিনাক্তকৰণ কৰা সহজ হয়।

কেন্দ্ৰীয় কাৰ্য্যালয়ে সামগ্ৰিকভাৱে কৰা সাধাৰণ প্ৰচাৰ আৰু বিজ্ঞাপন, বহুমুখী দোকানৰ সকলো শাখাৰ বাবেই পৰ্য্যাপ্ত হয়। শাখা অনুযায়ী পৃথক পৃথক বিজ্ঞাপনৰ কোনো প্ৰয়োজন নহয়।

উল্লেখিত উপকাৰসমূহে অৱশ্যে এনে ইংগিত নিদিয়ে যে বহুমুখী

দোকানৰ অসুবিধা বা সীমাবদ্ধতা নাই। এনে দোকানৰ সাধাৰণ অসুবিধাখিনি নিম্নোল্লিখিত প্ৰকাৰৰ।

বহুমুখী দোকানৰ প্ৰতিটো শাখা প্ৰতিষ্ঠাৰ খৰচে ( Establishment Expenditure ) যথা—দোকানৰ ভাড়া, প্ৰাংগণ সজ্জা পত্ৰ আদি, লাভৰ এক বুজন অংশ আনৰ হাতলৈ নিয়ে, যিটো খৰচৰ পৰিমাণ অন্য খুচুৰা দোকানত কম।

আপেক্ষিকভাৱে কম উপাৰ্জনক্ষম শাখাসমূহে অধিক উপাৰ্জন কৰা শাখাসমূহৰ লাভৰ অংশও অযথা অপচয় কৰায়, কাৰণ বহু শিতানত যথা—প্ৰচাৰ, পৰিচালনা, ক্ৰয়, আদি, কেন্দ্ৰীয়ভাৱে নিয়ন্ত্ৰিত হয়।

গ্ৰাহকলৈ সেৱা আগবঢ়াই বহুমুখী দোকানৰ মৰ্য্যাদা আৰু বিক্ৰী বৃদ্ধি কৰাৰ যি মনোভাৱ মূল লক্ষ্যত নিহিত, সি বহু ক্ষেত্ৰত শিথিল হোৱা পৰিলক্ষিত হয়। তাৰ কাৰণ কৰ্মচাৰীৰদ্বাৰা পৰিচালিত শাখা দোকানসমূহত গ্ৰাহকলৈ অধিক মনোযোগ দিয়া নহয় আৰু কেন্দ্ৰীয় কাৰ্যালয়ৰ যথোপযুক্ত পৰ্য্যবেক্ষণৰ অভাৱে ইয়াক অধিকতৰ শিথিল কৰে।

বিশেষ কেইপদমান বস্তুৰ ব্যৱসায় কৰা হেতু গ্ৰাহকৰ পছন্দ অপছন্দ কৰা বিষয়ত সীমাবদ্ধতা আছে। অৰ্থাৎ গ্ৰাহকৰ বাছনি সীমিত হয়।

কেন্দ্ৰীয় কাৰ্য্যালয়ৰ নিৰ্দেশ আৰু কাৰ্য্য প্ৰণালী অনুসৰি কৰ্তব্য সম্পাদন কৰিবলগীয়া হোৱাৰ কাৰণে শাখা পৰিচালকৰ নিজস্ব দৃষ্টিভংগীৰ বা কৰ্ম কৌশলৰ প্ৰয়োজন নহয়, যাৰ ফলত উচ্চ অৰ্হতা সম্পন্ন বা প্ৰতিভাৱান ব্যক্তিয়ে এনে জীৱিকা গ্ৰহণ কৰিবলৈ আকৰ্ষিত নহয়।

বহুমুখী দোকানৰ বেহানিৰ চাহিদা যদি সঘনে পৰিবৰ্তন হয়, তেন্তে এনে দোকানৰ বৃহৎ পৰিমাণৰ অৰ্থ লোকচান হোৱাৰ সম্ভাৱনা থাকে।



এনে দোকানৰ বিশেষীকৃত বস্তুৰে সকলো ঠাইৰ সকলো গ্ৰাহকক সমানে সন্তুষ্ট কৰিব নোৱাৰে। ফলত বহু অঞ্চলৰ বহু গ্ৰাহকক বহুমুখী দোকানৰ বেহানিৰ প্ৰতি অনাস্থা প্ৰকাশ কৰা দৃষ্টি গোচৰ হয়। এনে বিশেষীকৃত সামগ্ৰীয়ে আধ্যৱৰ্ত্ত গ্ৰাহকক আকৰ্ষণ নকৰে।

বহুমুখী দোকানত উঠনা বিক্ৰী ব্যৱস্থা ( Credit Sale System ) নথকা, আপেক্ষিকভাৱে আভ্যন্তৰীণ অৱস্থান, উপকৰা সেৱা আৰু সুবিধাৰ অভাৱ, কেন্দ্ৰীয় ক্ৰয় ব্যৱস্থাত অদূৰদৰ্শিতা, উৎপাদক সামগ্ৰিকভাৱে উৎপাদন, পাইকাৰী আৰু খুচুৰা বন্টন কাৰ্য্য পালনত অদক্ষতা, পাইকাৰী ব্যৱসায়ীৰ সমূহীয়া ক্ৰয়, ভঁড়ালকৰণ, চালান আৰু বিলিকৰণত শিথিলতা আদি নানান আসোঁৱাহ বা অস্বাস্থ্যকৰ উপাদান পৰিলক্ষিত হয়।

**ডাকযোগে চলিত ব্যৱসায় ( Mail Order Business ) ভূমিকা (Introduction) :** ব্যৱসায়ৰ দৃষ্টিকোণৰ পৰা ডাকযোগে পৰিচালিত ব্যৱসায়ক ডাকঘৰৰ জৰিয়তে কৰা বিক্ৰী ব্যৱসায় বুলি ( Selling by Post ) ব্যাখ্যা কৰিব পাৰি। আনহাতে গ্ৰাহকৰ দিশৰ পৰা এনে ব্যৱসায়ক ডাকঘৰৰ জৰিয়তে দোকান কৰা ( Shopping by Post ) বুলি অভিহিত কৰিব পাৰি।

থোৰতে কবলৈ গলে, ডাকঘৰৰ জৰিয়তে ফৰমাচ ( order ) গ্ৰহণ কৰি যিবোৰ ব্যৱসায় প্ৰতিষ্ঠানে দূৰস্থ আৰু আভ্যন্তৰীণ অঞ্চলৰ গ্ৰাহকক লাগতিয়াল বস্তু-বেহানিৰ যোগান ধৰে, তেনেবোৰ খুচুৰা ব্যৱসায়ক ডাকযোগে চালিত ব্যৱসায় বা ( Mail Order business ) বোলা হয়।

এনে ব্যৱসায় প্ৰচাৰ আৰু বিজ্ঞাপনত ভেটি কৰি পৰিচালনা কৰা হয়। বস্তুতঃ এনে প্ৰকাৰৰ ডাক ব্যৱসায় সংস্থাই ডাকযোগে প্ৰেৰিত বিভিন্ন প্ৰচাৰ পত্ৰিকাৰ জৰিয়তে গ্ৰাহকৰ পৃষ্ঠপোষকতা পাবৰ কাৰণে

প্ৰচেষ্টা চলায়। সেই প্ৰচাৰ পত্ৰিকাসমূহ হৈছে অনেক প্ৰকাৰৰ, যথা হস্তলিপি ( Hand Bill ), তালিকা পুথি ( Catalogue ), মূল্য তালিকা ( Price list ), বেহানিৰ নমুনা ( Samples ), ক্ষুদ্ৰ পুস্তিকা ( Pamphlet ), পুট-পত্ৰ ( Folder ), গোহাৰি, জাননী বাতৰি কাগজ, আলোচনী আদি। এনে প্ৰচাৰ সাহিত্যৰ ব্যৱসায় কৰা বেহানিৰ সম্পূৰ্ণ বিৱৰণ সম্ভাব্য গ্ৰাহকলৈ আগবঢ়োৱা হয়। ডাকযোগে চালিত ব্যৱসায়ত বিজ্ঞাপনে বিক্ৰেতাৰ জ্ঞান গ্ৰহণ কৰে; অৰ্থাৎ বিক্ৰেতা অপেক্ষা বিজ্ঞাপনৰ স্থান গুৰুত্বপূৰ্ণ। সাধাৰণতে ব্যৱসায় সংস্থা আৰু গ্ৰাহকৰ মাজত তেনে কোনো ব্যক্তিগত সম্পৰ্ক ডাক-ব্যৱসায়ত নাথাকে। আপাততঃ পশ্চিমীয়া দেশবোৰত ভ্ৰামণিক বিক্ৰেতা বা কেনভাছাৰে ( Canvasser ) সম্ভাব্য গ্ৰাহকক ( Potential Customers ) ব্যক্তিগতভাৱে লগ ধৰি ফৰমাচ সংগ্ৰহ কৰি ডাকযোগে তাক ব্যৱসায় সংস্থালৈ প্ৰেৰণ কৰে। বিজ্ঞাপনৰ ওপৰত নিৰ্ভৰ কৰিও আভ্যন্তৰীণ অঞ্চলৰ বহু মানুহে ডাক ব্যৱসায় সংস্থালৈ প্ৰয়োজনীয় বস্তুৰ বাবে ফৰমাচ দিয়ে। ডাক ব্যৱসায় সংস্থাই প্ৰত্যক্ষভাৱে গ্ৰাহকৰ পৰা, এজেণ্ট বা বিক্ৰেতাৰ পৰা প্ৰাপ্য ফৰমাচ অনুযায়ী বিক্ৰী বেহানি ডাকযোগে যি কোনো যাতায়াত মাধ্যমেদি গ্ৰাহকলৈ প্ৰেৰণ কৰে। উক্ত বিক্ৰী-বেহানি ডাক বিভাগে নিজস্ব তত্ত্বাৱধান আৰু তৎপৰতাৰে গ্ৰাহকক শোধাই দিয়ে। ডাক বিভাগৰ এনে পদ্ধতিৰ উদ্ভাৱনে ব্যৱসায় আৰু ডাক বিভাগ উভয়কে লাভৱান কৰিছে।

ডাকযোগে ব্যৱসায় পদ্ধতিৰ উদ্ভাৱন প্ৰথম আমেৰিকা যুক্তৰাষ্ট্ৰত হয়। দেয়মূল্য ( Value Payable ) ভিত্তিত ডাক যোগ্য দ্ৰব্যৰ সৰবৰাহ কৰা হয়। বৰ্তমানেও পশ্চিমীয়া দেশবোৰত ডাক-চালিত ব্যৱসায় সংস্থাই খুচুৰা ব্যৱসায় প্ৰতিষ্ঠান হিচাপে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে।



**ডাক ব্যৱসায়ৰ প্ৰকাৰ ( Kinds of Mail order Business ) ঃ**
ডাকঘৰৰ জৰিয়তে ব্যৱসায় কৰা সংস্থাক সাধাৰণভাৱে তিনি ভাগে বিভক্ত কৰিব পাৰি, যথা—

(ক) উৎপাদকৰদ্বাৰা চালিত ডাক ব্যৱসায় সংস্থা ( Mail order by Manufacturers ),

(খ) বিভাগীয় দোকানদ্বাৰা চালিত ডাক ব্যৱসায় সংস্থা ( Mail order by Departmental Store ),

(গ) মধ্যস্থ ব্যৱসায়ী লোকৰদ্বাৰা চালিত ডাক ব্যৱসায় সংস্থা ( Mail order by Middle men )।

(ক) উৎপাদকৰদ্বাৰা পৰিচালিক ডাক ব্যৱসায় সংস্থাই নিজৰ উৎপন্ন সম্ভাৰ পোনপটীয়াকৈ গ্ৰাহকক ডাকযোগে বিক্ৰী কৰে। উৎপন্ন সম্ভাৰ বিতৰণ প্ৰণালীত কোনো ধৰণৰ মধ্যম ব্যৱসায়ীৰ প্ৰতিবন্ধকতা নাথাকে। এনে ধৰণৰ ডাক যোগে ব্যৱসায় কৰাৰ ফলত উৎপাদক, গ্ৰাহকৰ লগত প্ৰত্যক্ষ সম্পৰ্কত আহিবলৈ সুযোগ পায়।

(খ) বিভাগীয় দোকানৰদ্বাৰা পৰিচালিত ডাক ব্যৱসায় সংস্থা হৈছে—বৃহৎকায় বিভাগীয় দোকানে বিভিন্ন শাখাৰদ্বাৰা ব্যৱসায় কৰাৰ উপৰিও ডাকযোগে দূৰস্থ গ্ৰাহকলৈ বেহানি প্ৰেৰণ কৰিবৰ কাৰণে এটি পৃথক শাখা ৰাখে। এই শাখাই সাধাৰণতে ডাকযোগে ফৰমাচ পোৱাৰ পাছত দূৰবৰ্তী আৰু গ্ৰাম্য অঞ্চলৰ গ্ৰাহকলৈ বিভাগীয় দোকানৰ সামগ্ৰী ডাকযোগে পঠিয়ায়। এই বিভাগে পণ্যাগাৰ বা কাৰখানাৰপৰাই ব্যৱসায় কাৰ্য্য পৰিচালনা কৰিব পাৰে। এনে শাখাৰ অন্য বিভাগৰ দৰে ছ'-কেছ ( Show Case ) কাউন্টাৰ ( Counter ) আদিৰ আৱশ্যক নাই।

(গ) মধ্য-স্বত্ব-ভোগী ব্যৱসায়ীৰদ্বাৰা ডাকযোগে পৰিচালিত ব্যৱসায়েই প্ৰকৃতাৰ্থত ডাক ব্যৱসায় বুলি বিবেচনা কৰা যায়। এনে

মধ্যস্থ ব্যৱসায়ীসকলে আচলতে খুচুৰা ব্যৱসায় সংস্থাৰ ৰূপ পৰিগ্ৰহ কৰি ডাকযোগেই কেৱল বিক্ৰী ব্যৱসায় চলায়। এওঁলোকে গ্ৰাহকৰ পৰা প্ৰাপ্য ফৰমাচ অনুযায়ী উৎপাদক বা পায়কাৰী ব্যৱসায়ীৰপৰা বিক্ৰী কৰিবলগীয়া বেহানি ক্ৰয় কৰি আনি ডাকযোগে গ্ৰাহকলৈ চালান দিয়ে। কোনো কোনো ব্যৱসায়ীয়ে অৱশ্যে গ্ৰাহকৰপৰা ফৰমাচ পোৱাৰ আগতেই উৎপাদক বা ব্যৱসায়ীৰ পৰা বিক্ৰী সামগ্ৰী সংগ্ৰহ কৰি নিজৰ গুদামত ৰাখে আৰু গ্ৰাহকৰপৰা ফৰমাচ পোৱাৰ লগে লগেই সেই বিক্ৰী-বেহানি গ্ৰাহকলৈ চালান দিয়ে। মধ্যস্থ ব্যৱসায়ীয়ে কৰা ডাক ব্যৱসায়কেই স্বতন্ত্ৰ ডাকযোগে চালিত ব্যৱসায় বুলি কোৱা হয়।

## ডাক ব্যৱসায়ৰ সংগঠন আৰু ব্যৱস্থা

### ( Organisation & Managements )

**(১) সম্ভাব্য বজাৰ সৃষ্টি (Creation of Potential Market) ঃ** ডাকযোগে চালিত ব্যৱসায়ৰ বজাৰ সৃষ্টি কৰাৰ ঘাই মাধ্যম হ'ল—প্ৰচাৰ। যিহেতু এনে ব্যৱসায়ত বিক্ৰেতা আৰু গ্ৰাহকৰ মাজত ব্যক্তিগত সম্বন্ধ নাথাকে, যিহেতু গ্ৰাহকে ক্ৰয় কৰিবলগীয়া বেহানি পৰীক্ষা কৰি চোৱাৰ সুযোগ নাথাকে, যিহেতু বহুল প্ৰচাৰিত বাতৰি কাগজ, আলোচনী, সাময়িকী আদিত নানান ধৰণৰ বিজ্ঞাপন দি সম্ভাব্য গ্ৰাহকক প্ৰৰোচিত কৰিব লাগে। সম্ভাব্য গ্ৰাহকলৈ প্ৰেৰণ কৰা পূৰ্বোল্লিখিত মাধ্যমসমূহত (যথা তালিকা পুথি, বিজ্ঞাপন, মূল্য তালিকা মূল্যাবেদন, পূট পত্ৰ, গোহাৰি, মূল্য জ্ঞাপন পত্ৰ, নমুনা পত্ৰ, জাননী পত্ৰ আদি) বিক্ৰী-বেহানিৰ ব্যৱহাৰিক গুণ, দাম, হাৰ, গুণমান, ৰেহাই মূল্য, বাট্টা, ব্যৱহাৰ প্ৰণালী আদি সন্দৰ্ভত পূৰ্ণ বিৱৰণ থকা প্ৰয়োজন,



যাতে সেই প্ৰচাৰ পত্ৰসমূহ পঢ়ি যিকোনো মানুহৰ সম্ভাৰ সংক্ৰান্ত জ্ঞান আয়ত্বাধীন হয়, যাতে সেই বেহানিৰ প্ৰয়োজনীয়তা জনসাধাৰণে উপলব্ধি কৰিব পাৰে আৰু তাৰ জৰিয়তে ডাক ব্যৱসায়ৰ বজাৰখন সম্প্ৰসাৰিত হয়। বিজ্ঞাপনসমূহৰ লিখনি শক্তিশালী বৰ্ণনাত্মক, আৰু আকৰ্ষণীয় হোৱা দৰকাৰ, যাৰদ্বাৰা বিজ্ঞপ্ত বস্তুৰ প্ৰতি মানুহৰ মনত অভাৱৰ সৃষ্টি হয়। চানেকি পুথি, ক্ষুদ্ৰ পুস্তিকা আদি নক্সা আৰু চিত্ৰ সম্বলিত হোৱা উচিত যাতে ব্যৱসায়ৰ বিশেষীকৃত বেহানিৰ আকাৰ গঠন প্ৰণালী ভিন অংশৰ ৰূপ, ব্যৱহাৰৰ প্ৰণালী আৰু অন্যান্য বৈশিষ্ট্য সম্পৰ্কে পূৰ্ণ সংজ্ঞা দি, গ্ৰাহকক বস্তুৰ মানদণ্ড, সম্বন্ধে অৱগত কৰাব পাৰি। পুস্তিকা আৰু নমুনা পত্ৰত অংকিত চিত্ৰ আৰু নক্সাসমূহ বৰ্ণাঢ্য আৰু সুৰুচিপূৰ্ণ হোৱা বাঞ্ছনীয়।

আপাততঃ বাতৰি কাকত বা আলোচনী আদিত বিজ্ঞাপন দিয়াৰ পদ্ধতিও আধুনিক হৈছে। সাধাৰণতে ব্যৱসায় সংস্থাৰ সম্পূৰ্ণ নাম-ঠিকনা নিদি মাত্ৰ ক'ড ( Code ) নাম্বাৰ বা সংকেত নম্বৰ নাইবা সংক্ষিপ্ত বৰ্ণমালাৰ "নাম" দিয়াৰ প্ৰথা প্ৰৱৰ্তিত হৈছে, আৰু তেনে বিজ্ঞাপনৰ পঢ়ুৱৈক উক্ত নামত বিজ্ঞপিত আলোচনী বা বাতৰি কাগজ খনলৈ লিখিবলৈ অনুৰোধ কৰা হয়। কোনো কোনো ক্ষেত্ৰত দেখা যায়—কোনো এবিধ বা দুবিধ বিশেষী কৃত বস্তু (Speciality goods) কোনো এক নিৰ্দিষ্ট মাধ্যমৰ জৰিয়তে বিজ্ঞাপন দি থকা হয়। উক্ত মাধ্যম বাতৰি কাকত, আলোচনী, ৰেডিঅ', কথাছবি, বা অন্য প্ৰচাৰ পত্ৰিকাও হ'ব পাৰে। ইয়াৰ উপৰি, সেই কাকত বা আলোচনীৰ ভিতৰতো আকৌ বিশেষ কোনো নিৰ্দিষ্ট সংখ্যাও হ'ব পাৰে। বহুল প্ৰচাৰিত বাতৰি কাকত, আলোচনীবোৰেও ডাক ব্যৱসায় সংস্থাৰ বাবে বৰ্গীকৃত বা অবৰ্গীকৃত বিজ্ঞাপনৰ শিতান ৰখাৰ নিয়ম প্ৰবৰ্তন কৰিছে। এনেভাৱে প্ৰচাৰ আৰু বিজ্ঞাপন প্ৰকাশ কৰা বিষয়ত অনুবৰ্তী ক্ৰিয়া

পদ্ধতিক (Follo-up system) অৱলম্বন কৰা হয়; যাতে জনসাধাৰণৰ মাজত প্ৰকাশিত বিজ্ঞাপনে এক অন্তৰ্প্ৰবাহৰ সৃষ্টি কৰে।

**(২) ফৰমাচ সংগ্ৰহ নীতি ( Method of securing orders ) ঃ** বাতৰি কাকত, আলোচনী, সাময়িকী আদিত বিজ্ঞাপন দিয়া আৰু নানান প্ৰচাৰ পত্ৰিকা প্ৰকাশৰদ্বাৰা সৃষ্টি হোৱা পৰিবেশৰ ফলত প্ৰাৰম্ভিক অৱস্থাত দুই চাৰিটাকৈ দেশৰ ভিন ভিন অঞ্চলৰ পৰা ডাক ব্যৱসায় সংস্থাই ফৰমাচ পায়; কিন্তু উক্ত ফৰমাচে প্ৰকৃতপক্ষে ডাক ব্যৱসায়ৰ সূচনাহে কৰে।

ডাক ব্যৱসায় সংস্থাই দূৰণি আৰু গ্ৰাম্য অঞ্চলৰ সম্ভাব্য গ্ৰাহকলৈ প্ৰকাশিত প্ৰচাৰ সাহিত্যসমূহ নিয়মীয়াকৈ বণ্টন কৰিব লাগে; কিন্তু উক্ত সম্ভাব্য গ্ৰাহকৰ এখন তালিকা ( List ) প্ৰস্তুত নকৰাকৈ সেই কাৰ্য্যপন্থা গ্ৰহণ কৰিব নোৱাৰি। উক্ত গ্ৰাহকৰ তালিকাখনক ডাক-তালিকা ( Mailing list ) বুলি কোৱা হয়। ডাক তালিকাখন খুব সাৱধানতাৰে প্ৰস্তুত কৰিব লাগে। ডাক তালিকাৰ বাবে সম্ভাব্য গ্ৰাহকৰ নাম-ঠিকনা সংগ্ৰহ কৰা আৰু তাক বাছনি কৰা আদি বিষয়টি কষ্টসাধ্য কাম। প্ৰথমতে, ডাক তালিকাৰ অন্তৰ্ভুক্ত সম্ভাব্য গ্ৰাহকৰ অৱলীলাক্ৰমে গ্ৰাহকলৈ ৰূপান্তৰ হয়। তেতিয়া সেই ডাক তালিকাখন সম্ভাব্য গ্ৰাহক, আপাতিক গ্ৰাহক আৰু স্থায়ী গ্ৰাহকৰ সামগ্ৰিক তালিকাৰ সমষ্টি হয়। অৱশেষে উক্ত তালিকাখনত সন্ধানিকৈ সম্ভাব্য গ্ৰাহকৰ নাম ঠিকনা সংযোগ কৰি থকা হয়।

সচৰাচৰ ডাক তালিকাত অন্তৰ্ভুক্ত কৰিবলগীয়া সম্ভাব্য গ্ৰাহকৰ নাম-ঠিকনাসমূহ সংগ্ৰহৰ উৎস বহুত। তাৰ ভিতৰত অন্তৰ্ভুক্ত উৎস হ'ল—চৰকাৰী গেজেট ( Govt. Gazette ) আৰু অন্যান্য চৰকাৰী অভিলেখ ( Govt. Records ), মটৰ মালিকৰ তালিকা ( Motor owner's list ) টেলিফোন গাইড ( Tele Phone Guide ),



ডাইৰেক্টৰী ( পৌৰনিগম, সামাজিক সংঘ, ক্লাব, ৰেল আদি ), স্থানীয় ব্যৱসায়ী ( Local Dealers ), আঞ্চলিক পঞ্জিকা, ব্যৱসায়ী সংঘ (ট্ৰেড এছ'চিয়েচন, চেম্বাৰ্চ অব্ কমাৰ্চ আদি ) আৰু অন্যান্য বিজ্ঞাপন। উল্লেখিত উৎসৰপৰা প্ৰাপ্য নাম ঠিকনাৰপৰা সম্ভাব্য গ্ৰাহকৰ ডাক তালিকাখন কোনো নিৰ্দিষ্ট সময় ম্যাদ অনুসৰি নাম ঠিকনাৰ সংযোজন ( Incorporation ) নাইবা বিয়োজন কৰি সংশোধন কৰি থকা হয়। ডাকযোগে চালিত ব্যৱসায়ত এই তালিকাখন ইমান মূল্যৱান যে আমেৰিকা যুক্তৰাষ্ট্ৰত ইয়াক জুয়ে নোপোৰা, পানীয়ে নষ্ট নকৰা, বা অন্য কাৰণত বিনষ্ট নোহোৱা ঠাইত সংৰক্ষণ কৰি থোৱা হয়। তদুপৰি ডাক তালিকাৰ প্ৰতিলিপি কৰি একেখন নগৰৰে পৃথক পৃথক অঞ্চলত মূল্যৱান বস্তু থোৱা কোঠাত ( Strong room ) সংৰক্ষণ কৰাৰ নিয়ম দৃষ্টিগোচৰ হৈছে।

এই ডাক তালিকা অনুযায়ী প্ৰতিজন সম্ভাব্য গ্ৰাহক বা পুৰণি গ্ৰাহকলৈ নিয়মিত বিৰতিত ডাক ব্যৱসায় সংস্থাই নিজৰ প্ৰকাশিত প্ৰচাৰ সাহিত্য নাম-ঠিকনা চাই প্ৰেৰণ কৰিব লাগে। প্ৰচাৰ পুস্তিকাৰ লগত ফৰমাচ প্ৰপত্ৰ, নাম-ঠিকনা সম্বলিত আৰু পূৰ্ব পৰিশোধিত কাৰ্ড বা খাম ( Pre-paid Envelope ) প্ৰেৰণ কৰাৰ নিয়ম আপাততঃ নিত্য নৈমিত্তিক। এনে ধৰণৰ যোগাযোগৰ ব্যৱস্থাই সম্ভাব্য গ্ৰাহকক প্ৰলুব্ধ কৰাৰ উপায় স্বৰূপ হয়। ডাক ব্যৱসায়ত সেয়ে প্ৰচাৰ আৰু বিজ্ঞাপন সৰ্বদায় গভীৰ আৰু নব্য বিজ্ঞপ্তি যুক্ত হোৱা প্ৰয়োজন।

আপাততঃ পশ্চিমীয়া দেশবোৰত ডাকযোগ চালিত ব্যৱসায় পদ্ধতিৰ ক্ৰমোন্নতি পৰিলক্ষিত হৈছে। সেই দেশবোৰত ডাকযোগে চালিত ব্যৱসায়ৰ ব্যৱসায়ীসকলে, ভ্ৰামণিক বিক্ৰেতা বা অভিকৰ্তা নিয়োগ কৰাৰ পদ্ধতি গ্ৰহণ কৰিছে। প্ৰশিক্ষণ প্ৰাপ্ত ভ্ৰামণিক বিক্ৰেতাক অঞ্চল বা জিলা ভিত্তিত গ্ৰাহকৰপৰা ফৰমাচ সংগ্ৰহ

কৰিবলৈ প্ৰেৰণ কৰা হয়। ভ্ৰামণিক বিক্ৰেতাসকলে নিয়মীয়া গ্ৰাহকসকলক ব্যক্তিগতভাৱে নিয়মীয়াকৈ দেখা সাক্ষাৎ কৰে। সম্ভাব্য গ্ৰাহকৰ ওচৰত বিক্ৰী বেহানি সম্পৰ্কে নিজস্ব দৃষ্টিভংগী উপস্থাপন কৰে। দ্ৰব্যৰ প্ৰয়োজনীয়তা আৰু গুণাগুণ সম্বন্ধে সবিশেষ সংজ্ঞা দি বিক্ৰীযোগ্য এক অনুকূল পৰিবেশ সৃষ্টি কৰিবলৈ প্ৰচেষ্টা কৰে। নিয়মীয়া গ্ৰাহকক নতুন বিক্ৰী বেহানি মূল্য, বেহাই, বেহাইৰ সময় বা ম্যাদ আদি অনেক পৰিবৰ্তনৰ কথা অৱহিত কৰায়, তদনুৰূপ গ্ৰাহকৰ পৰা ফৰমাচ সংগ্ৰহ কৰি ডাকযোগে সংস্থাৰ কাৰ্য্যালয়লৈ পঠায়। সম্ভাৱনীয় গ্ৰাহকক লগ কৰি ডাক ব্যৱসায়ৰ বিভিন্ন প্ৰচাৰ পুস্তিকা দি তেওঁলোকক বিক্ৰী সামগ্ৰীৰ প্ৰতি প্ৰত্যয় জন্মাই আকৃষ্ট কৰিবলৈ চেষ্টা চলোৱা হয়। সাধাৰণতে এক শ্ৰেণীৰ গ্ৰাহকে বিক্ৰীদাৰৰ সৌহাৰ্দ্য বিচাৰে, তেওঁলোকৰ বাবে ভ্ৰামণিক বিক্ৰেতাৰ কাৰ্য্যকাৰিতা অতীব প্ৰয়োজনীয়।

কিছুমান ডাক ব্যৱসায় সংস্থাই কেনভাছাৰৰ জৰিয়তে ঘৰে—ঘৰে প্ৰচাৰ পুস্তিকা বিলি কৰাই গ্ৰাহক সৃষ্টি কৰিবলৈ ব্যৱস্থা কৰা দেখা যায়। কেনভাছাৰে সম্ভাৰৰ নমুনা, নক্সা, চিত্ৰ, আৰু ব্যৱহাৰ পদ্ধতি দেখুৱাই আপেক্ষিকভাৱে বস্তুৰ মূল্য কম, গুণ বিপুল, বস্তু বিনষ্ট হলে ডাক-মাচুল সহ মূল্য ফিৰৎ দিয়া, আদি কথাৰে সম্মোহন জন্মাই গ্ৰাহকক সন্মত কৰাও পৰিলক্ষিত হয়। তেওঁলোকে ফৰমাচ সংগ্ৰহ কৰে, সাপ্তাহিক বা পক্ষেকীয়া ভিত্তিত কিস্তিত বস্তু বিক্ৰী কৰে, ঘৰে ঘৰে গৈ বিক্ৰী সম্ভাৰ যোগান দিয়ে, কিস্তিৰ ধন সংগ্ৰহ কৰে, আৰু গ্ৰাহকৰ অব্যৱহাৰ্য্য বস্তু বা উপযোগী নোহোৱা বস্তু ঘূৰাই লয়। এনে কেনভাছাৰ সাধাৰণতে ডাক ব্যৱসায়ীৰ এজেণ্ট। ডাক ব্যৱসায়ীয়ে নিযুক্তি দিয়া এজেণ্টবোৰে কেনভাছাৰৰ ৰূপত ব্যৱসায় পৰিচালনা কৰে। এজেণ্টবোৰে স্থানীয় ভিত্তিত ব্যৱসায় কৰে। একেটা



পাৰ্চেলতে বহু গ্ৰাহকৰ বস্তু ডাকযোগে আনি বিলি কৰি দিয়ে। এনে এজেণ্টে ডাক ব্যৱসায় সংস্থাৰপৰা কমিছন লয়। এই বিষয়ত এজেণ্টবোৰে চুক্তিবদ্ধ হৈ ব্যৱসায় কৰে।

সংক্ষিপ্তকৈ কবলৈ গলে ডাকযোগে চালিত ব্যৱসায়ৰ কৃতকাৰ্য্যতা গ্ৰাহক সংগ্ৰহ ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে। সেয়ে গ্ৰাহক সংগ্ৰহ বা ফৰমাচ সংগ্ৰহ উপায়টি দুটা উপাদানৰ ওপৰত প্ৰতিষ্ঠিত। উক্ত উপাদান দুটি হ'ল—গ্ৰাহকৰ বাছনি আৰু প্ৰচাৰ এই উভয় বিষয়ত বিজ্ঞান সন্মত আৰু কাৰ্য্যদক্ষ হোৱা অতীব প্ৰয়োজন।

(৩) ডাক ব্যৱসায় বেহানি ( **Merchandise** ) ঃ যিহেতু এই ধৰণৰ ব্যৱসায় প্ৰতিষ্ঠানৰ ক্ৰয়-বিক্ৰয় কাৰ্য্য ডাকযোগেই নিষ্পন্ন হয়, সেইহেতু ডাকযোগে প্ৰেৰণ কৰা বিক্ৰী বেহানিৰ বাছনি অত্যন্ত গুৰুত্বপূৰ্ণ। ডাক ব্যৱসায়ৰ বজাৰখন সম্প্ৰসাৰণ ঘটাবলৈ হলেও, ব্যৱসায় কৰা বেহানি সদায় গুণ-বিভাজ্য ( Graded ) হোৱা আৱশ্যক। ব্যৱসায় সম্ভাৰসমূহ প্ৰচাৰ বা বিজ্ঞাপনৰ ওপৰত ভিত্তি কৰি বিক্ৰী হয়, আৰু এই বিক্ৰী বেহানি ডাকযোগে যিকোনো মাধ্যমেদি স্থানান্তৰিত হৈ বণ্টন হয়। গতিকে এই দুয়োটা উপাদানৰ ওপৰত ডাক ব্যৱসায়ৰ সম্ভাৰ নিৰ্বাচনক অগ্ৰাধিকাৰ দিয়া কৰ্তব্য। গ্ৰাহকসকলক নমুনা (Samples) প্ৰদৰ্শন ( Demonstration ) চিত্ৰ-সম্বলিত চানেকী পত্ৰ, আৰু পূৰ্ণ প্ৰচাৰিত বিজ্ঞাপনৰ বিৱৰণৰ ভিত্তিত সম্ভাৰ ক্ৰয় কৰিবলৈ প্ৰণোদিত কৰা হয়। কাৰণ, সম্ভাৰ পৰীক্ষাৰ সুযোগ ডাক ব্যৱসায়ত নাই। সেয়ে, ডাক ব্যৱসায়ৰ কাৰণে সম্ভাৰ নিৰ্বাচন কৰি লব পৰাটোৱেই হৈছে এই বিষয়ত কৃতকাৰ্য্যতাৰ অন্যতম সোপান।

সচৰাচৰ গুণ বিভাজন কৰিব পৰা সম্ভাৰক ব্যৱসায়ৰ বেহানি হিচাপে ব্যৱহাৰ কৰিবলৈ সহজ হয়। সেয়ে, ত্ৰেগুযুক্ত সম্ভাৰ অধিক উপযোগী যিহেতু এনে বস্তু ন্যূনতম বিৱৰণেৰে সহজে পূৰ্ণ মাত্ৰাই প্ৰচাৰ

কৰিব পাৰি। গুণ বিভাজনৰ লগত আৰু ভালেমান উপাদানলৈ দৃষ্টি ৰখা প্ৰয়োজন সেই উপাদানসমূহ এনে ধৰণৰ—

(ক) সমগ্ৰ বছৰ জুৰি ব্যৱসায় কৰা, 'সম্ভাৰ' পৰ্য্যাপ্ত পৰিমাণে পাব পৰা বিধৰ হোৱা প্ৰয়োজন।

(খ) সম্ভাৰৰ মূল্য অপেক্ষা বন্টনৰ ডাক মাচুল কম হ'ব লাগে।

(গ) গোহাৰি পত্ৰ, চিত্ৰ সম্বলিত চানেকী পত্ৰ, নক্সা কৰা অ হিঁ পত্ৰ আদিৰ জৰিয়তে সম্ভাৰ সম্পৰ্কে এক সম্যক ধাৰণা দিব পৰাকৈ পূৰ্ণ পৰ্য্যায়ৰ অৰ্থবহ প্ৰচাৰ আৰু বিজ্ঞাপন হোৱা দৰকাৰ।

(ঘ) চালানত ক্ষয়-ক্ষতি কম হোৱা, আকাৰ সৰু আয়তন ক্ষুদ্ৰ আৰু বিশেষ তীব্ৰতৰ প্ৰতিযোগিতা নথকা সম্ভাৰ ডাক ব্যৱসায়ৰ কাৰণে উপযোগী হয়।

(ঙ) ডাক ব্যৱসায়ৰ সম্ভাৰ জনসাধাৰণৰ অধিকাংশৰে প্ৰয়োজনীয় আৰু নিয়মিত ব্যৱহাৰৰ হলে, ব্যৱসায় সুঠ আৰু ফলপ্ৰদ হয়। সম্ভাৰসমূহ মানুহৰ সাধাৰণ আৱশ্যকতা পূৰণ কৰা বিধৰ হোৱা উচিত।

**(8) বেহানিৰ বন্টন ঃ দাম পৰিশোধ পদ্ধতি ( Distribution : Payments Method of Articles ) ঃ** ডাক ব্যৱসায় সংস্থাই প্ৰাপ্য ফৰমাচক ( Orders ) কাৰ্য্যকৰী কৰিবলৈ ডাকযোগে বেহানি বন্টনৰ ব্যৱস্থা কৰে। এই ব্যৱস্থা কেইবা প্ৰকাৰেও কাৰ্য্যকৰী কৰিব পৰা হয়। ডাক ব্যৱসায় সংস্থাই পূৰ্ব আঁচনি অনুসৰি উৎপাদক বা পাইকাৰী ব্যৱসায়িক, গ্ৰাহকৰ নাম-ঠিকনা অনুযায়ী বিক্ৰীৰ চালান কৰিবলৈ নিৰ্দেশ দিয়ে। অৱশ্যে যি গ্ৰাহকলৈ প্ৰেৰণ কৰিব লাগে তেনে গ্ৰাহকৰ নাম ঠিকনা, পৰিমাণ আদি সম্পৰ্কে ব্যৱসায় সংস্থাই উৎপাদক বা পাইকাৰী ব্যৱসায়িক যথা সময়ত জনাই থয়। এনে গ্ৰাহক সাধাৰণতে অভিকৰ্তা পৰ্য্যায়ৰ।



কোনো কোনো ব্যৱসায় সংস্থাই ফৰমাচ পোৱাৰ পাছতহে সম্ভাৰ, উৎপাদনক বা পাইকাৰী ব্যৱসায়ীৰপৰা ক্ৰয় কৰি আনি, পুনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ টোপোলা কৰি গ্ৰাহকলৈ প্ৰেৰণ কৰে।

কিছুমান ডাক ব্যৱসায় সংস্থাই ডাকযোগে কেৱল ৰেজিষ্টাৰ্ড পাৰ্চেল বা বুক পষ্ট ( Registered Parcel or Book Post ) কৰি দ্ৰব্য সম্ভাৰ প্ৰেৰণ কৰিব পৰা ফৰমাচহ প্ৰধানকৈ কাৰ্য্যকৰী কৰে। যেতিয়া বেহানিৰ আয়তন ডাঙৰ বা বৃহৎ হয় তেনে ক্ষেত্ৰত বন্টন কাৰ্য্য ৰেলৰ জৰিয়তে কৰা অধিক মিতব্যয়ী আৰু ফলপ্ৰসূ হয়।

ডাকযোগ প্ৰেৰিত উক্ত বেহানিৰ নাম পৰিশোধৰ কেইটামান পদ্ধতি আছে তাৰ অন্যতম হ'ল—

(ক) ফৰমাচৰ লগত আগধন লোৱা পদ্ধতি ( Cash along with order or C. W. O. ) সচৰাচৰ পুৰণি আৰু নিয়মীয়া গ্ৰাহকসকলে এনেভাৱে ফৰমাচৰ লগত আগধন পঠায়।

(খ) বিক্ৰী বেহানি গ্ৰাহকক প্ৰেৰণ কৰা সময়ত মূল্য আদায় কৰা পদ্ধতি ( Cash on Delivery or C. O. D. )। ডাকঘৰৰ মূল্যদেয় পাৰ্চেলৰ ( Value Payable Post ) জৰিয়তে ডাকযোগে চালিত ব্যৱসায়ৰ বিক্ৰী বেহানিৰ মূল্য গ্ৰাহকৰ পৰা আদায় কৰা হয়।

(গ) কোনো কোনো ডাক ব্যৱসায় সংস্থাই গ্ৰাহকৰপৰা ফৰমাচৰ লগত কিছু শতাংশ অগ্ৰিম ধনলৈ ডাক যোগে বিক্ৰী বেহানি পঠায়। ডাকঘৰে বিক্ৰী বেহানি গ্ৰাহকলৈ বিতৰণ কৰা সময়ত অৱশিষ্ট মূল্য সংগ্ৰহ কৰি ব্যৱসায় সংস্থালৈ পঠাই দিয়ে।

**কাৰ্য্যালয় আৰু ভঁড়াল ( Office & Godown ) ঃ** ডাকযোগে চালিত ব্যৱসায় সংস্থাৰ কাৰ্য্যালয় আৰু গুদাম নগৰ বা চহৰৰ কেন্দ্ৰস্থলত হোৱাৰ কোনো প্ৰয়োজন নাই। ডাক ব্যৱসায় সংস্থাৰ ভঁড়াল আৰু কাৰ্য্যালয় সংলগ্ন হোৱা অপৰিহাৰ্য্য।

ডাক ব্যৱসায়ে সংস্থাৰ কাৰ্য্যালয়ৰ প্ৰাংগণ সন্মুখ ভাগ আৰু
অভ্যন্তৰত কোনো দ্ৰব্য বিন্যাস, পোহৰ সজ্জা আদি অন্যান্য ব্যৱসায়ৰ
দৰে প্ৰয়োজন নহয়, কিন্তু কাৰ্য্যালয়ৰ সংগঠনৰ ওপৰত এই ব্যৱসায়ৰ
কৃতকাৰ্য্যতা বহুখিনি নিৰ্ভৰ কৰে। কাৰ্য্যালয়লৈ সকলো ধৰণৰ গ্ৰাহক-
সম্ভাব্য গ্ৰাহকৰ বিভিন্ন ধৰণৰ প্ৰশ্নকৰা, সন্ধান-অনুসন্ধান, ফৰমাচ,
দাবী আদিৰ চিঠি পত্ৰ আহে। এই সকলোবোৰ যথাযথ উত্তৰ তৎ-
কালীন ভাৱে দিয়া কাৰ্য্যালয়ৰ কৰ্তব্য সেয়ে সমগ্ৰ কাৰ্য্যালয়ৰ কাম
কাজবোৰ বিভিন্ন শাখাত বিভক্ত কৰি, যথা গুদাম, বণ্টন আৰু চালান
( Despatching ) ফৰমাছ ( Orders ), টকা পইচা ( Cash )
অনুসন্ধান ( Investigation ), দাবী ( Claims ) ইত্যাদি, কাৰ্য্যকৰী
কৰাৰ নিয়ম প্ৰবৰ্তিত হৈছে।

অৱশ্যে বহু সংস্থাৰ তেনে কোনো বিশেষ নিজস্ব ভঁড়াল নাথাকে।
তেওঁলোকে ফৰমাচ পোৱাৰ পাছত উৎপাদক বা পাইকাৰী ব্যৱসায়ীৰ
পৰা দ্ৰব্য সম্ভাৰ সংগ্ৰহ কৰি লগে লগেই গ্ৰাহকলৈ প্ৰেৰণ কৰে। বৃহৎ
আকাৰৰ ভঁড়াল নাথাকিলেও সাধাৰণ গুদামৰ ব্যৱস্থা অত্যন্তই লাগ-
তিয়াল।

**নতুন প্ৰৱণতা ( New Trends )** ঃ (১) সদ্যহতে ডাক ব্যৱসায়
সফল কাম হোৱাৰ গুপ্ত নীতি হৈছে—সুখ, সুবিধা আৰু কালিয়ন
( Comfort, Convenience & Credit )।

(২) গ্ৰাহকে অনুমোদন ভিত্তিক বিক্ৰী বেহানি গ্ৰহণ কৰে। প্ৰথম
বেহানিৰ মূল্য ফৰমাচ দিওঁতে অথবা বেহানি গ্ৰহণ কৰোঁতে পৰিশোধ
কৰে। বেহানি অনুমোদিত নহলে 'মূল্য ফিৰত' চুক্তিত ডাক ব্যৱসায়
সংস্থা আৱদ্ধ হয়।

(৩) আপাততঃ কেৱল বিশেষীকৃত, মান বিশিষ্ট আৰু ( Brand )
যুক্ত বস্তুৰ ডাক ব্যৱসায়হে হোৱা দেখা যায়।



(৪) ডাক ব্যৱসায় সংস্থাই ব্যৱসায় কৰা বেহানিৰ গুণ যাতে সম্পূৰ্ণ মান বিশিষ্ট আৰু বিজ্ঞাপিত স্তৰৰ হয় তাৰ প্ৰতি অধিক মনোযোগ দিয়া দেখা যায়। ব্যৱসায় সংস্থাই সততা আৰু বিশ্বাসযোগ্যতা আহৰণ কৰিবলৈ পাৰ্য্যমানে চেষ্টিত হোৱাও পৰিলক্ষিত হয়।

(৫) কোনো কোনো সংস্থাই কালিয়ন ভিত্তিত ব্যৱসায় পৰিচালনা কৰাৰ নিয়ম প্ৰৱৰ্তন কৰিছে।

(৬) সম্প্ৰতি ডাক ব্যৱসায়ত বিজ্ঞাপন আৰু বিক্ৰী বেহানিৰ মাজত সম্পূৰ্ণ সাযুজ্যতা পালন কৰিবলৈ লোৱা ব্যৱস্থাৰ পৰিচয় পোৱা গৈছে।

**সা-সুবিধা ( Advantages )** ঃ এই ব্যৱসায় নগৰ-চহৰৰ যি-কোনো অঞ্চলত কৰিব পাৰি, যাৰ কাৰণে উৎকৃষ্ট কাৰ্য্যালয়, গৃহ প্ৰাংগণ, আলোক-সজ্জা ভঁড়াল বিক্ৰীদাৰ ইত্যাদি কোনো বিশেষ ব্যৱস্থাৰ প্ৰয়োজন নহয়। যাৰ ফলত ডাক ব্যৱসায় সংস্থাৰ প্ৰতিষ্ঠা খৰচ অধিক নহয়।

উৎপাদক বা পাইকাৰী ব্যৱসায়ীৰপৰা পোনপটীয়াকৈ বিক্ৰী বেহানি সংগ্ৰহ কৰা হেতু বস্তুৰ মূল্য কম হয়।

ডাক ব্যৱসায় প্ৰচাৰ আৰু বিজ্ঞাপন ভিত্তিক। সেই প্ৰচাৰ আৰু বিজ্ঞাপন তেনে বিষয়ৰ বিশেষজ্ঞৰদ্বাৰা ৰচনা কৰা কাৰণে সাধাৰণ বিক্ৰীদাৰে সম্ভাব্য গ্ৰাহকক বিশ্বাস জন্মাই সন্মত কৰিব পৰাতকৈ অধিক শক্তিশালী আৰু প্ৰত্যয় যোগ্য হয়।

দেশৰ বিভিন্ন অঞ্চলৰ গ্ৰাহকৰ লগত যোগাযোগ আৰু লেনদেন থকা হেতু এনে ব্যৱসায় সংস্থাই খুব সহজেই বিক্ৰী বেহানিৰ চাহিদা সম্পৰ্কে অৱগত হয় আৰু তদনুৰূপ আগতীয়াকৈ বস্তুৰ যোগান ধৰি প্ৰতি ক্ষেত্ৰতে আপেক্ষিক ভাৱে প্ৰতিযোগিতাৰ উৰ্ধলৈ যায়। এই বিষয়ত উৎপাদক যেতিয়া ডাক-ব্যৱসায়ী হয়, তেতিয়া অধিক সুচল হয়।

এই ব্যৱসায় সম্পৰ্কে এটা কথা কোৱা হয় যে "জুহালৰ কাষত বহি

থাকিয়েই গ্ৰাহকৰ বজাৰ কৰা হয়।" কাৰণ গ্ৰাহকে ডাক ব্যৱসা
সংস্থালৈ ফৰমাচ দিয়াৰ পাছত সংস্থাই গ্ৰাহকলৈ বস্তু প্ৰেৰণ কৰে অ
তাক ডাক বিভাগে গ্ৰাহকৰ ঘৰত গৈ দি আহেগৈ। ডাকযোগে গ্ৰাহ
ওচৰৰ বজাৰত নোপোৱা বিশেষ বস্তু, বিদেশী সম্ভাৰ অথবা উন্ন
মানৰ বস্তু গ্ৰাম্য অঞ্চলত থাকিও পাব পাৰে। যাৰ ফলত গ্ৰাহক
পইছা, সময় আৰু কষ্ট সকলো লাঘৱ হয়।

ডাক ব্যৱসায়ৰ কাৰণে 'বৃহৎ মূলধন' আৰু 'গুদাম'ৰ প্ৰয়োজন
নহয়। পাইকাৰী ব্যৱসায়ী বা উৎপাদক নহৈ ফৰমাচ সংগ্ৰহ কৰি ডাক
ব্যৱসায় কৰা সংস্থাৰ বাবে এই দুয়োটা উপাদানৰ বিশেষ জৰুৰী প্ৰয়ো-
জনীয়তা নাথাকে। পাইকাৰী বা উৎপাদকৰ বাবেও এনে উপাদানে
বিশেষ বাধাৰ সৃষ্টি এই ব্যৱসায়ত কৰা দেখা নাযায়।

আপাততঃ ডাক ব্যৱসায় সংস্থাৰ নতুন প্ৰৱণতা হিচাপে পৰিলক্ষিত
হোৱা অস্থায়ী বেহানিৰ কিস্তি ভিত্তিত ব্যৱসায়ে ডাক ব্যৱসায়ৰ পৰিধি
সমৃদ্ধি কৰা দৃষ্টি গোচৰ হৈছে। "বিক্ৰী অথবা প্ৰত্যাৰ্পণ" এই ব্যৱসায়ৰ
নীতিয়ে ডাক ব্যৱসায়ৰ বেহানিৰ গুণ-মান উন্নীত কৰিছে।

**সীমাবদ্ধতা (Limitations)**ঃ সকলো ধৰণৰ প্ৰাত্যহিক
প্ৰয়োজনীয় সম্ভাৰৰ ব্যৱসায়, এনে ব্যৱসায় সংস্থাৰদ্বাৰা কাহানিও
সম্ভৱপৰ নহয়। গতিকে সীমাবদ্ধ কিছুমান বস্তুৰ মাজতেই ই আবদ্ধ
থাকে।

গ্ৰাহক আৰু ডাক ব্যৱসায়ীৰ মাজত তেনে কোনো প্ৰত্যক্ষ সম্পৰ্ক
নথকা হেতু এনে ব্যৱসায়ত এদল স্থায়ী গ্ৰাহক লাভ কৰা কষ্ট সাধ্য
হৈ পৰে। ফলত আপেক্ষিকভাৱে অন্য খুচুৰা ব্যৱসায়ত উন্নতিৰ সুযোগ
অধিক থাকে।

প্ৰচাৰ আৰু বিজ্ঞাপন ভিত্তিক এই ব্যৱসায় হোৱা হেতু এই শিতানত
মাত্ৰাধিক খৰচ হয়। যাৰ বাবে বিক্ৰী বস্তুৰ দাম বাঢ়ি যায়। প্ৰায়



ক্ষেত্ৰত দেখা যায়—প্ৰচাৰ আৰু বিজ্ঞাপন সমূহ একে ধাগীৰ (Stereo-Type) হয় আৰু বিজ্ঞাপনৰ ৰচনা প্ৰত্যয় জন্মাব পৰাকৈ হৃদয়গ্ৰাহী নহয়। কোনো কোনো ডাক ব্যৱসায় সংস্থাই প্ৰচাৰ কৰা বস্তুৰ গুণ আৰু মানৰ লগত প্ৰকৃত বিক্ৰী বস্তুৰ সামঞ্জস্য নথকা হেতু এনে ব্যৱসায়ীৰ ওপৰত জন-সাধাৰণৰ ধাৰণা উচ্চ নহয়। এনে ডাক ব্যৱসায়ৰদ্বাৰা অসাধু ব্যৱসায়ীয়ে গ্ৰাহকক প্ৰবঞ্চনা কৰাৰ দৃষ্টান্ত অনেক পোৱা যায়।

ডাক ব্যৱসায় সদায় ডাক বিভাগ আৰু শিক্ষিত লোকৰ সম্প্ৰসাৰণ সাপেক্ষ। গতিকে যি অঞ্চলত পৰিবহণৰ গণ্ডী ঠেক, শিক্ষিত লোকৰ সংখ্যা নগণ্য, তেনে ঠাইত এনে ব্যৱসায়ৰ পৰিধি সীমিত হবলৈ বাধ্য।

ভাৰতবৰ্ষত এনে ডকে ব্যৱসায়ৰ সম্ভাৱনীয়তা অধিক। কাৰণ দেশৰ ভৌগোলিক অৱস্থিতি, আকাৰ আৰু আয়তন, ভাষা আৰু কৃষ্টি, আভ্যান্তৰীণ অঞ্চল আদি উপাদানে উক্ত সম্ভাৱনীয়তা সুদৃঢ় কৰিছে। গ্ৰামাঞ্চলৰ জন-সাধাৰণৰ নিৰক্ষৰতা আৰু অৰ্থনৈতিক দুদোল্যমানতাই এনে ব্যৱসায় সম্প্ৰসাৰণত প্ৰতিবন্ধকতাৰ সৃষ্টি নকৰা নহয়। নিৰক্ষৰতা দূৰীভূত হোৱাৰ লগে লগেই ভাৰতবৰ্ষতো ডাক ব্যৱসায় সংস্থাৰ ব্যৱসায়ৰ পৰিধি বৃদ্ধি পাব বুলি আশা কৰিব পাৰি।

**চেইন ষ্ট'ৰ (Chain Store)**ঃ চেইন ষ্ট'ৰ বা সংযুক্ত ভাণ্ডাৰ এক প্ৰকাৰ বৃহৎকায় খুচুৰা দোকান। চেইন ষ্ট'ৰ নামটি অৰ্থবহ। নামেই ইংগিত দিয়ে যে ই একে জাতীয় বহু শাখা দোকানৰ সমষ্টি। চেইন ষ্ট'ৰক ভেৰাইটি ষ্ট'ৰো (বিবিধ ভাণ্ডাৰ) বোলা হয়। কাৰণ এনে দোকানে বিবিধ বেহানিৰ ব্যৱসায় কৰে। কিছুমান চেইন ষ্ট'ৰত বিক্ৰী বেহানিৰ বিবিধতা কম। দুই চাৰি বিধ বস্তুৰ বিক্ৰী ব্যৱসায় কৰা চেইন ষ্ট'ৰক বহুমুখী দোকানৰ (Multiple Store) লগত

তুলনা কৰিব পাৰি। আৰু এক প্ৰকাৰ চেইন ষ্টʼৰ আছে, যাৰ বিক্ৰী বেহানিৰ মূল্য পূৰ্ব-নিৰূপিত আৰু স্থিৰীকৃত, যাক স্থিৰীকৃত মূল্য সংযুক্ত ভাণ্ডাৰ বা ফিক্সড্ প্ৰাইচ্ ষ্টʼৰ ( Fixed Price Store ) বুলি কোৱা হয়।

বহুজন খুচুৰা ব্যৱসায়ী অথবা কেইজনমান পাইকাৰী ব্যৱসায়ী একগোট হৈ দোকান প্ৰতিষ্ঠা কৰে। অন্য ভাষাত ই মধ্যম ব্যৱসায়ীৰ দ্বাৰা পৰিচালিত দোকান। এনে দোকানৰ বিক্ৰী সম্ভাৰ সদায় উৎপাদক বা আন ব্যৱসায়ীৰ পৰা ক্ৰয় কৰি অনা হয়।

**সংগঠন আৰু পৰিচালনা ( Organisation & Management ) ঃ** চেইন ষ্টʼৰৰ এক কেন্দ্ৰীয় কাৰ্য্যালয় থাকে। দেশৰ বিভিন্ন ব্যৱসায়িক অঞ্চলত একে ধৰণৰ সাদৃশ্যযুক্ত বহু শাখা দোকান থাকে। কেন্দ্ৰীয় ভঁড়াল বা পণ্যাগাৰ থাকে। বিভিন্ন শাখা দোকানবোৰ কেন্দ্ৰীয়ভাৱে শাসিত হয়। চেইন ষ্টʼৰৰ বিক্ৰী বেহানি সৰহীয়াকৈ মূঠ হিচাপে উৎপাদকৰপৰা ক্ৰয় কৰা হয়। ব্যৱসায়ৰ সম্ভাৰ সাম্ভাব্য চাহিদাৰ ওপৰত নিৰ্ভৰযোগ্য। দৰাচলতে শিথিল বিক্ৰী বেহানি চেইন ষ্টʼৰে ক্ৰয় নকৰে। উৎপাদকৰ লগত নিবিড় সম্পৰ্ক স্থাপনৰ জৰিয়তে চেইন ষ্টʼৰৰ সামগ্ৰী ক্ৰয় কৰা হয়। কেন্দ্ৰীভূত ক্ৰয় পদ্ধতিৰে, ক্ৰয় কৰা সামগ্ৰীৰ বিকেন্দ্ৰীকৰণ ভিত্তিত বিক্ৰী কৰা হয়। ভিন ভিন স্থানত স্থাপিত সংযুক্ত ভাণ্ডাৰৰ শাখাবোৰক কেন্দ্ৰীয় গুদামৰপৰা বিক্ৰয় বেহানিৰ যোগান ধৰা হয়।

প্ৰতিটো ভাণ্ডাৰেই স্বাধীন আৰু স্বতন্ত্ৰ। গতিকে প্ৰতিটো ভাণ্ডাৰৰ সফলতা সেই ভাণ্ডাৰৰ ভাৰপ্ৰাপ্ত কৰ্মচাৰীৰ পৰিচালনা আৰু সংগঠনৰ ওপৰত নিৰ্ভৰ কৰে। খুচুৰা ব্যৱসায়ৰ মৌলিক নীতিসমূহৰ ( যথা— সকলো কৰ্মী বিষয়াৰ যথাৰ্থ প্ৰশিক্ষণ, বিচক্ষণ ক্ৰয় পদ্ধতি, সঘন আৱৰ্ত, উপযোগী স্থান, জন সাধাৰণৰ প্ৰয়োজনীয় সম্ভাৰ সম্পৰ্কে যথাৰ্থ জ্ঞান,



উপযুক্ত আৰু নিপুণ প্ৰশিক্ষণ প্ৰাপ্ত ভঁড়ালী ( Store-keeper ), অপচয় প্ৰতিৰোধক পৰিচালনা সময়োচিত, স্থানোচিত বিক্ৰয় পদ্ধতি ইত্যাদি ) ওপৰত ভিত্তি কৰি প্ৰতিষ্ঠাপিত আৰু পৰিচালিত হলেহে সংযুক্ত ভাণ্ডাৰ সফলকাম হয়। সংযুক্ত ভাণ্ডাৰৰ বিভিন্ন শাখাৰ প্ৰতিষ্ঠাপন শৈলী, সজা-পদ্ধতি, বিক্ৰয় প্ৰণালী আদিৰ মাজত সাযুজ্যতা থাকে।

**উপকাৰ ( Benefits ) ঃ** (ক) কেন্দ্ৰীভূত ক্ৰয় পদ্ধতিৰ যোগে সৰহীয়াকৈ বস্তু-বেহানি ক্ৰয় কৰা হেতু এনে ভাণ্ডাৰে সুলভ মূল্যত বস্তুৰ যোগান ধৰে।

(খ) বিবিধ সামগ্ৰী সংৰক্ষিত হোৱা হেতু, গ্ৰাহকে পছন্দ অনুসৰি সময় নষ্ট আৰু কায়িক কষ্ট নকৰাকৈ বস্তু ক্ৰয় কৰিবলৈ সুযোগ পায়; কোনো কোনো বিক্ৰী বেহানিৰ ক্ষেত্ৰত বিক্ৰী পৰৱৰ্তী সেৱা আৰু ব্যক্তিগত সেৱাও আগবঢ়োৱা হয়।

(গ) কেন্দ্ৰীয়ভাৱে শাসিত হোৱা হেতু সংযুক্ত ভাণ্ডাৰৰ সকলো গোটক একে ধৰণৰ জ্ঞানোদ্দীপ্ত নীতি, আদৰ্শ স্থানীয় আৰু দক্ষতাপূৰ্ণ ব্যৱসায়িক প্ৰণালী অধ্যৱসায় কৰিবলৈ নিৰ্দেশ দিয়া হয়। যাৰ ফলত, এটা গোটে আন এটা গোটৰ হৈ প্ৰচাৰ কৰাৰ সুবিধা হয় আৰু বিক্ৰী কাৰ্যত বিশেষত্ব পৰিলক্ষিত হয়। কোনো কোনো ক্ষেত্ৰত সফল আৰু সুস্থ বাকী বিক্ৰী নীতিও অনুসৰণ কৰা দেখা যায়।

**সীমাবদ্ধতা ( Limitation ) ঃ** (ক) সংযুক্ত ভাণ্ডাৰৰ সকলো গোটে একে নীতি অনুসৰণ কৰা হেতু স্থানীয় অৱস্থাৰ লগত খাপ খুৱাই ব্যৱসায়িক নীতি পৰিচালনা কৰাৰ নমনীয়তা ( Flexibility ) নাই।

(খ) এনে সংযুক্ত ভাণ্ডাৰ সহজতে সম্প্ৰসাৰণ নোহোৱাৰ ঘাই কাৰণ মূলধন ( Capital )। কম মূলধনেৰে সংযুক্ত ভাণ্ডাৰৰ দৰে বৃহদাকাৰ খুচুৰা ব্যৱসায় কৰা সম্ভৱপৰ নহয়। সেয়েহে এনে ভাণ্ডাৰৰ প্ৰসাৰতাৰ পৰিসৰ সীমিত।

(গ) সংযুক্ত ভাণ্ডাৰৰ মাত্ৰাধিক সৰ্বগোট ব্যয়, বাকী বিক্ৰীৰ ফলত বাজে দেনা ( Bad debts ), সমূহীয়া বিক্ৰী বেহানিৰ বহু বস্তুৰ শিথিল বিক্ৰী, উপযুক্ত আৰু অভিজ্ঞ পৰিচালকৰ অভাৱ আদি সৰ্বক্ষণৰ অবাঞ্ছিত সমস্যা দৃষ্টিগোচৰ হয়।

(ঘ) কেন্দ্ৰীয় ক্ৰয় পদ্ধতিৰ সুবিধা অনুপাতে আসোঁৱাহ কিছুমানো উপস্থিত হয়, যেনে—পৰিচালকে স্থানীয় ভিত্তিত থকা চাহিদা ( Demand ) পূৰণ কৰিব নোৱাৰে, সেৱা আগবঢ়াব নোৱাৰে, আৰু স্থানীয় সামাজিক চৰ্ত পূৰণ কৰিব নোৱাৰে।

ওপৰত আলোচিত পাইকাৰী আৰু খুচুৰা ব্যৱসায়ৰ জৰিয়তে আভ্যন্তৰীণ বাণিজ্যৰ উৎপন্ন সম্ভাৰ বন্টন কৰা হয় যদিও কেইটামান উপাদানে বন্টন পদ্ধতি নিৰ্বাচনৰ ক্ষেত্ৰত নিজস্ব প্ৰভাৱ সততেই প্ৰতিপন্ন কৰা পৰিলক্ষিত হয়। সেই উপাদান কেইটি যেনে—

**(ক) উৎপন্ন দ্ৰব্যৰ প্ৰকৃতি ( Nature of the product ) ঃ** সম্ভাৰৰ প্ৰকৃতি, তাৰ প্ৰয়োজনীয়তা বা উপযোগিতাৰ ভিত্তিত বন্টন পদ্ধতিৰ বাছনি।

**(খ) দ্ৰব্যৰ ওজন, আকাৰ আৰু আয়তন (Products weight, size & bulk ) ঃ** উৎপন্ন সামগ্ৰীৰ ওজন, আকাৰ, আয়তন আৰু সেই অনুসৰি বস্তুৰ প্ৰতিগোট মূল্য ভিত্তিত ( Value per units ) বন্টন পদ্ধতিৰ নিৰ্বাচন।

**(গ) বজাৰৰ প্ৰকৃতি (Nature of Market) ঃ** বজাৰৰ প্ৰকৃতি বুলিলে প্ৰথমে বজাৰ শ্ৰেণীকৰণৰ কথাটি উদয় হয়। বজাৰ দুবিধ উপভোক্তাৰ বজাৰ ( Consumers Market ) আৰু ঔদ্যোগিক বজাৰ ( Industrial Market ) তাৰ পৰবৰ্তী অৱস্থাত বজাৰ অনুযায়ী বিবেচনাৰ বিষয় হ'ল—গ্ৰাহকৰ সংখ্যা, ক্ৰয় ক্ষমতা, ক্ৰয় কৰাৰ অভ্যাস



[illegible]চৰ ( Orders ) পৰিমাণ, গ্ৰাহকৰ শ্ৰেণী বৈশিষ্ট্য আৰু বজাৰৰ [illegible]গোলিক বিচাৰ বিবেচনা।

**(ঘ) মধ্যম ব্যৱসায়ীৰ প্ৰচাৰ আৰু সংখ্যা (Types & numbers of Middleman ) ঃ** উৎপাদিত সামগ্ৰীৰ বিভিন্নতাই বন্টন মাধ্যমতো [illegible] সৃষ্টি কৰে। সকলো ধৰণৰ উৎপাদিত সামগ্ৰী বন্টনৰ বেলিকা সকলো মধ্যম ব্যৱসায়ী প্ৰযোজ্য নহয়। ব্যৱসায়িক সেৱা ( Commercial Services ), উৎপন্ন দ্ৰব্য, বিক্ৰী আবৰ্ত আৰু আপেক্ষিক ব্যয়ৰ ওপৰত বন্টন প্ৰণালীৰ পৰিবৰ্তন হয়।

**(ঙ) বন্টন নীতি ( Policy of Distribution ) ঃ** বন্টন বহু প্ৰকাৰে হ'ব পাৰে যথা (ক) ব্যাপক ( Extensive ), (খ) একমাত্ৰ ( Exclusive ), (গ) মনোনীত ( Selective ) আৰু (ঘ) প্ৰগাঢ় ( Intensive ) বন্টন।

এই বন্টন নীতি প্ৰয়োগ কৰে উৎপাদক আৰু শিল্পপতিয়ে। সেয়ে বন্টন প্ৰণালী বাছনি ক্ষেত্ৰত উৎপাদকৰ বন্টন নীতিয়েও এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰে।

**(চ) ব্যৱসায় সংস্থাৰ আকাৰ আৰু প্ৰকৃতি ( Size & nature of business organisation ) ঃ** উৎপাদক সংস্থাৰ আকাৰ আৰু প্ৰকৃতিয়েও বন্টনৰ মাধ্যম নিৰ্বাচন কৰাত সহায় কৰে। এই বিষয়ত বিশেষভাৱে প্ৰভাৱ পেলাব পৰা উপাদান কেইটি হ'ল—সংস্থাৰ আৰ্থিক স্বচ্ছলতা, যাতায়তৰ ব্যৱস্থা, ব্যৱসায়িক অভিজ্ঞতা আৰু দক্ষতা, বন্টন মাধ্যমলৈ আগবঢ়াব পৰা সহায় সহযোগ, বন্টন মাধ্যমৰ ওপৰত নিয়ন্ত্ৰণ ক্ষমতা আৰু সৰ্বশেষত ব্যৱসায় সংস্থাৰ সুনাম।

**(ছ) প্ৰতিযোগিতা ( Competition ) ঃ** সমজাতীয় দ্ৰব্য উৎপাদন কৰা উদ্যোগৰ বিভিন্ন গোটৰ মাজত থকা প্ৰতিদণ্ডিতাই বন্টন প্ৰণালী বাছনি কৰা বিষয়ত গুৰুত্ব পূৰ্ণ প্ৰভাৱ পেলায়।

(জ) চৰকাৰী বিনিময় ( Govt. Regulation ) ঃ কিছুমান উৎপন্ন দ্ৰব্য বণ্টন কৰা বিষয়ত চৰকাৰী আইনে বণ্টন প্ৰণালী সুনিৰ্দিষ্ট কৰি দিয়ে। চৰকাৰী বিনিময় ব্যতিৰেকে উৎপাদকে ব্যক্তিগত ভাবে বণ্টন ব্যৱস্থাৰ বাছনি কৰিব নোৱাৰে।

## (খ) বৈদেশিক বাণিজ্য
## ( Foreign Trade ) ঃ

**সূচনা ( Introduction )** ঃ এখন দেশৰ সমগ্ৰ ব্যৱসায় বাণিজ্যক আভ্যন্তৰীণ আৰু বৈদেশিক এই দুই বিভাগত যি বিভাজন কৰা হৈছে তাৰে আভ্যন্তৰীণ বাণিজ্যৰ আলোচনা স্থানান্তৰত আগবঢ়োৱা হৈছে।

এখন দেশে ৰাজনৈতিক চাৰি সীমাৰ বাহিৰৰ পৃথিৱীৰ আন যিকোনো দেশৰ লগত সম্পাদন কৰা ব্যৱসায়িক লেনদেনক বহিৰ্দেশীয় বাণিজ্য বোলা হয়। এনে বেহা-বেপাৰ একাধিক দেশৰ লগত সম্পন্ন হ'ব পাৰে।

বৰ্তমানৰ আধুনিক সভ্যতাই জনগণৰ মাজত দৈনন্দিন নানান অভাৱৰ সৃষ্টি কৰিছে, অভাৱ বহুমুখী কৰিছে আৰু অভাৱসমূহৰ পৰিবৰ্তন সাধিছে। এনে অভাৱৰ সৃষ্টি, বহুমুখিতা আৰু পৰিবৰ্তনে জনগণৰ পৃথিৱীৰ দেশবোৰৰ অৰ্থনৈতিক ক্ৰমোন্নতিৰ ইংগিত দিয়ে। এনে বহুমুখী অভাৱ পূৰণৰ ক্ষেত্ৰত পৃথিৱীৰ কোনো দেশেই স্ব-নিৰ্ভৰশীল নহয়, তেনে আত্ম বিশ্বাসো থাকিব নোৱাৰে। গতিকে পৃথিৱীৰ ক্ৰমবৰ্ধমান জনসংখ্যাৰ মাজত পৰনিৰ্ভৰশীলতা বৃদ্ধি পাই আহিছে। এই পৰনিৰ্ভৰশীলতাৰ ফলশ্ৰুতি হ'ল—বহিৰ্দেশীয় বাণিজ্য। আধুনিক যাতায়াত আৰু পৰিবহণ ব্যৱস্থা, যোগাযোগ আৰু আন্তৰ্জাতিক সংস্পৰ্শৰ বৃদ্ধিয়ে বহিৰ্বাণিজ্যৰ পথ সুগম আৰু সম্প্ৰসাৰণ কৰাত সহায়ক হৈছে।



যিকোনো দেশৰ ব্যৱসায় বাণিজ্যত আভ্যন্তৰীণ ব্যৱসায়েই মূলতঃ উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। এখন দেশৰ সমুদায় বেপাৰ বাণিজ্যৰ শতকৰা ৯০।৯৫ ভাগ আভ্যন্তৰীণ ব্যৱসায়। বাকী থকা অংশহে কেৱল সেই দেশৰ বহিৰ্দেশীয় বাণিজ্যৰ অন্তৰ্ভুক্ত। বহিৰ্দেশীয় ব্যৱসায় আভ্যন্তৰীণ ব্যৱসায় অপেক্ষা নিচেই সামান্য হলেও দেশৰ অৰ্থনীতিত ইয়াৰ অপৰিহাৰ্য্যতা অনস্বীকাৰ্য্য।

**প্ৰয়োজনীয় ( Needs )** ঃ আভ্যন্তৰীণ ব্যৱসায় বাণিজ্য যিবোৰ কাৰণত সংঘটিত হয়, বহিৰ্দেশীয় ব্যৱসায়ৰ ক্ষেত্ৰতো সেই একেবোৰ কাৰণেই প্ৰযোজ্য হয়। বস্তুতঃ ই মাত্ৰ আভ্যন্তৰীণ ব্যৱসায়ৰ প্ৰক্ষেপণ ( Projection ) এখন দেশৰ অৰ্থনৈতিক উন্নতিৰ হকে আভ্যন্তৰীণ বেহা-বেপাৰৰ যি প্ৰয়োজনীয়তা তদনুৰূপ বৈদেশিক বাণিজ্যৰো আৱশ্যকতা আছে। সমূহীয়া ভিত্তিত উৎপাদন বৃদ্ধিৰদ্বাৰা দেশৰ উৎপাদন উৰ্ধমুখী কৰি জন-সাধাৰণৰ জীৱন যাপনৰ মানদণ্ড উচ্চমান বিশিষ্ট কৰাই—বৈদেশিক বাণিজ্যৰ মূল লক্ষ্য। জন সাধাৰণৰ জীৱন-ধাৰণৰ মানদণ্ড ক্ৰমোন্নতিৰ কাৰণে প্ৰয়োজনীয় সকলো বস্তু এখন দেশে অকলেই উৎপাদন কৰিব নোৱাৰে ; কাৰণ পৃথিৱীৰ সকলো দেশতে জন-সাধাৰণৰ আৱশ্যকীয় সকলো সামগ্ৰী উৎপাদন নহয়। যিহেতু দেশৰ সম্পদ প্ৰকৃতিৰ অৱদান। প্ৰকৃতিৰ অৱদান সততেই ভৌগোলিক অৱস্থিতিৰ ওপৰত নিৰ্ভৰ। অৰ্থাৎ ভৌগোলিক অৱস্থানে এখন দেশৰ প্ৰাকৃতিক সম্পদ কি কি হ'ব তাৰ মূল্যায়ন কৰে। গতিকে এখন দেশে নিজ দেশৰ সম্পদৰাজি অনুসৰিহে উৎপাদন কৰিব পাৰে। ইয়াৰ উপৰিও দেশৰ প্ৰাকৃতিক সম্পদ থাকিলেও সকলো সামগ্ৰীৰ উৎপাদনত উৎপাদন ব্যয় ( Cost of Production ) সদায় নিয়তৰ হৈ নাথাকে। অৰ্থাৎ কিছুমান সামগ্ৰীৰ উৎপাদন ব্যয় কম আৰু কিছুমান সামগ্ৰীৰ উৎপাদন ব্যয় অধিক হয়। সেয়ে কাৰ্য্য-ক্ষেত্ৰত দেখা

যায়, বহুদেশে উৎপাদন ব্যয় অধিক হোৱা সামগ্ৰীৰ উৎপাদন বন্ধ কৰি তেনে সামগ্ৰী বিদেশী ৰাষ্ট্ৰৰ পৰা ক্ৰয় কৰে। আনহাতে, উৎপাদন ব্যয় ন্যূনতম হোৱা সামগ্ৰীৰ উৎপাদন সমূহীয়া কৰি, তেনে সামগ্ৰীৰ উদ্বৃত্ত অংশ বিদেশী ৰাষ্ট্ৰলৈ ৰপ্তানি কৰে। অৱশ্যে তেনে সামগ্ৰীৰ উৎপাদন বিশেষীকৰণ ভিত্তিত পৰিচালনা কৰা হয়।

উল্লেখিত আলোচনাৰপৰাই প্ৰতীয়মান হয় যে শ্ৰম-বিভাজন নীতিৰ প্ৰয়োগে উৎপন্ন সামগ্ৰীত আঞ্চলিক বিশেষীকৰণ ঘটায়। আঞ্চলিক শ্ৰম বিভাজনৰ সফল প্ৰয়োগে উৎপন্ন সামগ্ৰীত আঞ্চলিক বিশেষীকৰণ কাৰ্য্যকৰী কৰে, যি আন্তৰ্জাতিক বাণিজ্যৰ বাহক হৈ পৰে। পৃথিৱীৰ সকলো দেশেই নিজৰ দেশত উৎপন্ন নোহোৱা দ্ৰব্যৰ কাৰণে আৰু উৎপাদন নকৰা ব্যয় বহুল দ্ৰব্যৰ বাবে পাৰস্পৰিক ভাৱে নিৰ্ভৰশীল হ'ব লগা হয়। প্ৰতিখন দেশেই, সেয়ে নিজ দেশৰ কিছুমান দ্ৰব্যৰ উৎপাদন বিশেষীকৰণ ( Specialisation ) কৰিবলৈ চেষ্টা কৰে, বিশেষকৈ যিবিলাক দ্ৰব্যৰ উৎপাদনত আপেক্ষিক সা-সুবিধা থাকে। উক্ত বিযেশীকৃত দ্ৰব্য আন দেশক বিক্ৰী কৰি তাৰ বিনিময়ত অনুৎপাদিত দ্ৰব্য ক্ৰয় কৰে।

আপেক্ষিক সা-সুবিধাৰ ঘাই বৈশিষ্ট্য হ'ল আপেক্ষিক ব্যয় ( comparative cost )। দুখন দেশৰ একেজাতীয় সামগ্ৰীৰ উৎপাদনৰ মাজত থকা উৎপাদন ব্যয়ৰ বৈষম্য আৰু আনুষংগিক সুযোগ সুবিধাৰ আধাৰত আপেক্ষিক ব্যয় নিৰ্ণয় কৰা হয়। উক্ত উৎপাদন ব্যয় পৃথক হোৱাৰ ঘাই কাৰণ উভয় দেশে লাভ কৰা ভৌগোলিক অৱস্থানলব্ধ পৃথক সুবিধাসমূহ। অনুকূল সুবিধা প্ৰাপ্ত দেশৰ উৎপাদন ব্যয় স্বাভাৱিকতে ক্ষুদ্ৰতৰ সুবিধা প্ৰাপ্ত দেশৰ উৎপাদন ব্যয় অপেক্ষা নিম্নতৰ হয়। যি নীতিৰ ভিত্তিত এই বৈষম্যৰ ব্যয় হাৰ ( cost rate ) নিৰ্ধাৰণ কৰা হয়, তাক আপেক্ষিক ব্যয় সূত্ৰ ( Theory of comparative



costs ) বোলা হয়। এই সূত্ৰক ভিত্তি কৰি প্ৰতিখন দেশে উৎপাদনত চৰমতম কাৰ্য্য দক্ষতা আহৰণ কৰিব পৰা আৰু নিম্নতম ব্যয় হোৱা, সৰ্বোচ্চ আপেক্ষিক সুযোগ সুবিধা থকা কিছুমান নিৰ্ধাৰিত দ্ৰব্য সামগ্ৰীহে উৎপাদন কৰে। এনেভাবে উৎপাদন কৰা সামগ্ৰীৰ উদ্বৃত্ত অংশ বিদেশী ৰাষ্ট্ৰলৈ ৰপ্তানি কৰা হয় আৰু বিদেশৰ পৰা নিজ দেশত উৎপাদন নোহোৱা আৰু তুলনামূলকভাৱে ব্যয় বহুল সামগ্ৰী আমদানি কৰা হয়। দৰাচলতে এখন দেশৰ আমদানি আন এখন দেশৰ বাবে ৰপ্তানি ব্যৱসায় নাইবা তাৰ বিপৰীত ব্যৱসায়ো প্ৰতিপাদ্য হয়।

উক্ত আমদানি আৰু ৰপ্তানি সামগ্ৰীৰ সমষ্টিয়েই হ'ল—বহিৰ্দেশীয় বাণিজ্য। এই আমদানিকৃত আৰু ৰপ্তানিকৃত সামগ্ৰী মূল্যৰ পাৰ্থক্যক 'বাণিজ্যিক ৰাহি ( Balance of Trade ) বোলা হয়। যেতিয়া ৰপ্তানি সামগ্ৰীৰ মূল্য আমদানি সামগ্ৰীৰ মূল্য অপেক্ষা অধিক হয়, তাক 'অনুকূল বাণিজ্যিক ৰাহি' (Favourable balance of Trade) আৰু যেতিয়া আমদানি সামগ্ৰীৰ মূল্য ৰপ্তানি সামগ্ৰীৰ মূল্যতকৈ বেছি হয়, তাক 'প্ৰতিকূল বাণিজ্যিক ৰাহি' ( Unfavourable balance of Trade ) বোলা হয়। অনুকূল বা প্ৰতিকূল বাণিজ্যিক ৰাহিৰ ভিত্তিত এখন দেশৰ লাভ লোকচান নিৰ্ধাৰণ কৰিব নোৱাৰি, যিহেতু বাণিজ্যিক ৰাহিত কেৱল দৰ্শনীয় সম্ভাৰৰ (visible goods) হিচাপেহে অন্তৰ্ভুক্ত হয়। দৰ্শনীয় সম্ভাৰৰ বাহিৰেও আৰু বহু অদৃশ্য বিষয়ৰ ( Invisible Items ) লেনদেন হয় যিবোৰৰ হিচাপ বাণিজ্যিক ৰাহিৰ বহিৰ্ভূত।

সমুদায় দৰ্শনীয় আৰু অদৃশ্য ৰপ্তানি মূল্যৰ লগত সমুদায় দৰ্শনীয় আৰু অদৃশ্য আমদানি সম্ভাৰৰ মূল্যৰ পাৰ্থক্যই হৈছে বহিৰ্বাণিজ্য লেনদেনৰ 'পৰিশোধ ৰাহি' ( Balane of Payments )। এই লেনদেনৰ পৰিশোধ ৰাহিয়েই প্ৰকৃত আৰ্থিক উপাৰ্জন বা ক্ষতি। অনুকূল পৰিশোধ

ৰাহিয়েই ( Favorable Balance of payments ) যথাৰ্থ উপাৰ্জন আৰু প্ৰতিকূল পৰিশোধ ৰাহিয়েই ( Unfavourable Balance of Payment ) প্ৰকৃত ক্ষতি বুলি ধৰা হয়।

কোনো এখন দেশৰ সমুদায় বৈদেশিক বাণিজ্যৰ লাভ লোকচান 'পৰিশোধ ৰাহি'ৰ ভিত্তিত নিৰ্ণয় কৰা হয়।

**বহিৰ্বাণিজ্য ঃ প্ৰতিকূল সমস্যাসমূহ ( Difficulties in Foreign Trade ) ঃ** যদিও আভ্যন্তৰীণ আৰু বহিৰ্বাণিজ্যৰ উদ্দেশ্য আৰু লক্ষ্য একেই তথাপি উভয় বাণিজ্যৰ কাৰ্য্য পৰিচালনা, যান্ত্ৰিকতা আৰু ক্ৰয়-বিক্ৰয় পদ্ধতিৰ ক্ষেত্ৰত কিছুমান বিশেষ জটিলতা পৰিলক্ষিত হয়। সাধাৰণতে নিম্নোল্লিখিত সমস্যাসমূহে বহিৰ্বাণিজ্যৰ ক্ষেত্ৰত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে।

**(১) বিপদ আৰু অনিশ্চয়তা ( Risks & Uncertainties ) ঃ** বিস্তীৰ্ণ দূৰত্ব, অ-প্ৰচুৰ যোগাযোগ আৰু যাতায়াত ব্যৱস্থা, সাগৰীয় পৰিবহণ, পৰিবৰ্তনীয় বিনিময় হাৰ আদিয়ে বৈদেশিক বাণিজ্যত বিপদ আৰু অনিশ্চয়তাৰ সৃষ্টি কৰে। পাৰস্পৰিক নিৰ্ভৰশীলতাৰ ভিত্তিত পৰিচালিত হোৱা আৰু ৰপ্তানি বাণিজ্য যুদ্ধকালীন অৱস্থাত ব্যাহত হৈ জাতীয় অৰ্থনৈতিক জীৱন অচল কৰে। বৈদেশিক বাণিজ্যৰ দেশৰ ভিতৰলৈ বিদেশী পুঁজি-পতিৰ পথ সুগম কৰি দেশৰ সাৰ্বভৌমত্ব বিপদাপন্ন কৰি তোলে। আন্তৰ্জাতিক বাণিজ্য কৰায়ত্ব কৰাৰ মানসেৰে যিবোৰ দেশে বহিৰ্বাণিজ্য পৰিচালনা কৰে, তেনে দেশৰ মাজত হোৱা খোৱা-কামোৰেই শেহান্তৰত একাদিক্ৰমে যুদ্ধ আৰু ধ্বংসৰ সৃষ্টি কৰে।

**(২) বাণিজ্যিক শুল্ক আৰু বিনিময় নিয়ন্ত্ৰণ ( Customs Duties & Exchange Control ) ঃ** প্ৰতিখন দেশৰ নিজৰ বাণিজ্যিক শুল্ক ব্যৱস্থা আৰু বৈদেশিক মুদ্ৰাৰ চাহিদা আৰু যোগান সংক্ৰান্ত কিছুমান বিনিময় থাকে। উক্ত নীতি-নিয়মৰদ্বাৰাই সেই সেই দেশবোৰে বৈদেশিক বিনিময় মুদ্ৰা আৰু আমদানি-ৰপ্তানি ব্যৱসায় নিয়ন্ত্ৰণ কৰে। যেয়ে আমদানি আৰু ৰপ্তানি সদাগৰে বাণিজ্যিক শুল্ক সংক্ৰান্ত সকলো আনুষ্ঠানিকতা পূৰণ কৰি ( Fulfilling all Customs formalities) আৰু বৈদেশিক বাণিজ্যৰ বিনিময় অনুসৰণ কৰি ব্যৱসায় পৰিচালনা কৰিবলগীয়া হয়। অথচ এনে কোনো জটিল বিধি-ব্যৱস্থা নোহোৱা কৈয়ে আভ্যন্তৰীণ ব্যৱসায় পৰিচালনা কৰিব পাৰি।



**(৩) ব্যৱসায় পদ্ধতি, মুদ্ৰা, জাতীয় আইন আৰু জোখ-মাপ ( Marketing Method, currency, National law & weights & Measures ) ঃ** পৃথিৱীৰ যি কোনো দেশৰ নিজস্ব ব্যৱসায়িক পদ্ধতি, মুদ্ৰা ব্যৱস্থা, ব্যৱসায় সংক্ৰান্ত জাতীয় আইন, আৰু জাতীয় জোখ-মাপৰ পদ্ধতি থাকে। উল্লেখিত সকলো বিষয়েই দেশ অনুসৰি পৃথক পৃথক। এই বিষয়সমূহে ব্যৱসায়িক হিচাপ নিষ্পত্তিৰ ক্ষেত্ৰত যথেষ্ট আহুকালৰ সৃষ্টি কৰে।

**(৪) বজাৰ আৰু প্ৰতিযোগিতা (Market & Competition) ঃ** বিদেশী ৰাষ্ট্ৰৰ বজাৰে সকলো দেশকে কম বেছি পৰিমাণে প্ৰৰোচিত কৰে। বিদেশী ৰাষ্ট্ৰই আগবঢ়োৱা লাভৰ আশাত, কোনো কোনো দেশে সমুদায় লাগতিয়াল সামগ্ৰী ৰপ্তানি কৰি নিজৰ দেশত অনাটন সৃষ্টি কৰে। তদনুৰূপ বৈদেশিক মুদ্ৰাৰে অতিৰিক্ত নিচাযুক্ত দ্ৰব্য-সম্ভাৰ আমদানি কৰি ( Importing intoxicating goods ) দেশৰ জনসাধাৰণক অপকাৰ কৰাৰ উপৰিও অন্যান্য উদ্যোগ গঢ়াৰ পথত (বিশেষকৈ বৈদেশিক বিনিময় যোগ্য মুদ্ৰাৰ অভাৱত ) অন্তৰায় সৃষ্টি কৰে।

বিদেশী ৰাষ্ট্ৰৰ আমদানিকৃত বিশেষীকৰণ কৰা সামগ্ৰীৰ লগত দেশৰ ভিতৰত দেশীয় উদ্যোগ প্ৰস্তুত সামগ্ৰীৰ প্ৰতিযোগিতা অৱধাৰিত

হয়। এনে প্ৰতিযোগিতাৰ ফলত বহু ক্ষুদ্ৰ, মজলীয়া আৰু কুটীৰ শিল্পৰ অধঃপতন ঘটে।

**(৫) ধাৰ পৰিশোধ (Payments of Dues):** বহিৰ্বাণিজ্যত বিভিন্ন দেশৰ বিবিধ মুদ্ৰা (Currencies) আৰু বিভিন্ন বিনিময় হাৰ (Exchange Rate) থকা হেতু বাণিজ্যিক লেন দেন নিষ্পত্তি কৰা বিষয়ত নানান আহুকালে দেখা দিয়ে। ইয়াৰ উপৰিও, ক্ৰেতা আৰু বিক্ৰেতাৰ মাজত এনে লেনদেন সংক্ৰান্তত কাচিতহে প্ৰত্যক্ষ আৰু ব্যক্তিগত সমন্ধ গঢ়ি উঠে, যিহেতু বিস্তৃত বৈদেশিক বাণিজ্যই মধ্যম ব্যৱসায়ীৰ পংক্তি আৰু বিস্তীৰ্ণ কৰে, যাৰ ফলত ক্ৰেতা-বিক্ৰেতাৰ সংযোগ স্থাপন পৰাহত হয়।

**(৬) অন্যান্য সমস্যা (Other Problems):** পৃথিৱীৰ বিভিন্ন দেশৰ ভিন্ ভিন্ ভাষা, দেশীয় পৰম্পৰা, জাহাজ আৰু বীমা সংক্ৰান্ত বিধি ব্যৱস্থা আৰু ব্যয়, বৈশিষ্ট পূৰ্ণ মূল্য-জ্ঞাপন পত্ৰ (Quotations), বিশ্লেষণাত্মক বৈদেশিক চালান আদি নানান প্ৰতিকূল অৱস্থাৰ সৃষ্টি হ'ব পৰা বিষয় বহিৰ্বাণিজ্য পৰিচালনা কালত উপস্থিত হয়। এনে ধৰণৰ সমস্যা উদ্ভৱ হোৱাৰ মূলতে হ'ল—বৈদেশিক বাণিজ্যৰ দূৰত্ব আৰু যোগাযোগত ক্ষিপ্ৰতাৰ অভাৱ।

অৱশ্যে বহিৰ্বাণিজ্যৰ পৰা যে কোনো ধৰণৰ সুযোগ-সুবিধা আহৰণ কৰা নহয়, এনে সীমাৰেখা টানিব নোৱাৰি। বৰঞ্চ উল্লেখিত সীমাবদ্ধতাৰ ভিতৰত থাকিও ভালেমান সা-সুবিধা আহৰণ কৰিব পাৰি। এনে কেইটামান সুবিধাৰ উল্লেখ কৰা হ'ল।

**(ক) বিশেষীকৰণ (Specialisation):** আন্তৰ্জাতিক বাণিজ্যই উৎপাদনত বিশেষীকৰণৰ সম্প্ৰসাৰণ ঘটায়। বিশেষীকৰণৰ ফলত পৃথিৱীৰ যিকোনো দেশৰ প্ৰাকৃতিক সম্পদৰ চৰমতম ব্যৱহাৰ হয় আৰু কৰ্মীৰ কৰ্ম নৈপুণ্যতাই উৎপাদনত চৰম উৎকৰ্ষতাৰ সাধন ঘটায়।



**(খ) বজাৰ (Market):** প্ৰতিখন দেশৰ বহিৰ্বাণিজ্যই দেশৰ ভিতৰত উৎপন্ন হোৱা শিল্পজাত আৰু কৃষিজাত সামগ্ৰীৰ বজাৰ সম্প্ৰসাৰিত কৰে। এখন দেশে উৎপাদন কৰিব নোৱাৰা আৰু উৎপাদন নোহোৱা সামগ্ৰীও বহিৰ্বাণিজ্যৰ জৰিয়তে সংগ্ৰহ কৰিবলৈ সক্ষম হয়। আনহাতে, বিদেশী ৰাষ্ট্ৰৰপৰা আমদানিকৃত সামগ্ৰীৰ মূল্যও আপেক্ষিক ভাৱে কম হয়।

**(গ) বণ্টন (Allocation):** পৃথিৱীৰ বিভিন্ন দেশত অৱস্থিত প্ৰাকৃতিক সম্পদৰ আহৰণ আৰু উৎপাদন প্ৰায় বেলেগ বেলেগ। আন্তৰ্জাতিক বেহা-বেপাৰে উক্ত সম্পদৰ উৎপাদিত সামগ্ৰীৰ বিতৰণ কাৰ্য্য সম্পন্ন কৰে। ফলত প্ৰায়বোৰ দেশেই পৃথিৱীৰ সৰ্বত্ৰ উৎপাদিত মানবিশিষ্ট সামগ্ৰী ভোগ কৰিবলৈ সুযোগ পায়।

**(ঘ) সাহায্য (Helps):** বৈদেশিক বাণিজ্য ব্যৱস্থাই দুৰ্ভিক্ষ কালত, নতুন আৰু জটিল উদ্যোগ স্থাপনত উদ্বৃত্ত দ্ৰব্য বণ্টন বিষয়ত, অনুৎপাদিত দ্ৰব্য সংগ্ৰহ বিষয়ত, প্ৰাকৃতিক সম্পদ আহৰণ বা উদঘাটন বিষয়ত, আন্তৰ্জাতিক বিত্তীয় ব্যৱস্থাত বৈজ্ঞানিক আৰু প্ৰযুক্তি বিদ্যা বিনিময় সংক্ৰান্ত বিষয়ত নানান সহায় আৰু সহযোগ আগবঢ়ায়। অৰ্থনৈতিক দিশত উল্লেখিত সহযোগিতাৰ উপৰিও পৃথিৱীৰ বিভিন্ন দেশৰ মাজত আন্তৰ্জাতিক ক্ষেত্ৰত শান্তি আৰু সংহতি স্থাপন কৰিবলৈ বৈদেশিক বাণিজ্যই বিপুল বৰঙণি আগবঢ়ায়।

বৈদেশিক বাণিজ্যৰ দুটা পৰিপূৰক বা পাৰস্পৰিক নিৰ্ভৰশীল ফাল (wing) আছে, সি হ'ল ৰপ্তানি আৰু আমদানি ব্যৱসায়। তলত ৰপ্তানি ব্যৱসায়ৰ সাংগাঠনিক দিশৰ আলোচনা কৰা হ'ল।

**ৰপ্তানি ব্যৱসায় (Export Trade):** বহিৰ্বাণিজ্যৰ প্ৰতিকূল সমস্যাসমূহক সাধাৰণ সমস্যা হিচাপে গণ্য কৰিলে, ৰপ্তানি বিষয়ত উদ্ভৱ হোৱা নিৰ্দিষ্ট কিছুমান জটিল সমস্যাক বিশেষ সমস্যা বুলি পৰিগণিত

কৰিব পাৰি। সেই নিৰ্দিষ্ট সমস্যাসমূহক নিম্নোল্লিখিত ৰূপে সজাব পাৰি।

(১) বিদেশী ৰাষ্ট্ৰৰ সদ্যহতে চলি থকা ব্যৱসায়িক অৱস্থা, গ্ৰাহকৰ চাহিদা আৰু তাৰ মূল্যাংকণ, প্ৰতিযোগিতাৰ তীব্ৰতা আৰু ৰপ্তানি যোগ্য সামগ্ৰীয়ে পাব পৰা বজাৰ সংক্ৰান্ত প্ৰয়োজনীয় তথ্য-পাতি সংগ্ৰহ আৰু সমাধান ব্যতিৰেকে ৰপ্তানি ব্যৱসায় পৰিচালিত হোৱা দুৰূহ।

(২) ৰপ্তানিকৰণৰ বাবে অধিক পৰিমাণৰ পৰিবহণ ব্যয় সীমা শুল্কৰ ভৰণি, আমদানি সদাগৰৰ নিৰ্দেশ অনুসৰি টোপোলা কৰণ, চিহ্নিত কৰণ, ব্ৰেণ্ডিং, আৰু প্ৰস্তুত কৰণৰ ক্ষেত্ৰত নানান পৰিবৰ্তন সাধন কৰিবলগীয়া হোৱা কাৰ্য্যই ব্যৱসায়ত অধিক জটিলতাৰ সৃষ্টি কৰে।

(৩) বিদেশী বজাৰত আভ্যন্তৰীণ বজাৰ অপেক্ষা সামগ্ৰীৰ মূল্য কম, প্ৰতিযোগিতা তীব্ৰ, আৰু লাভৰ পৰিমাণ আভ্যন্তৰীণ বজাৰৰ তুলনাত অতি নগণ্য। গতিকে ৰপ্তানি ব্যৱসায় সকলো ব্যৱসায়ীৰ-বাবেই সমস্যাবহুল হয়।

(৪) পৃথিৱীৰ বিভিন্ন দেশৰ অৰ্থনৈতিক আৰু সামাজিক জীৱন নিৰ্বাহৰ জাতীয় মানদণ্ড সম পৰ্য্যায়ৰ নহয়, সেয়ে ৰপ্তানি দ্ৰব্যৰ মান (Standard) সংক্ৰান্ত নানান ৰূপৰ আলৈ আহুকাল সমুপস্থিত হয়। আনহাতে অলাভজনক ব্যৱসায়ত পৰিচালন নৈপুণ্যতা প্ৰত্যক্ষ নহয়, যাৰবাবে ৰপ্তানি ব্যৱসায় কাৰ্য্যকৰী নহয়।

(৫) ৰপ্তানি সামগ্ৰী সাগৰেদি পৰিবাহিত হোৱা হেতু নানান ধৰণৰ বিপদ (Risks) বা ক্ষয়-ক্ষতিৰ সম্ভাৱনা থাকে। বিনিময় হাৰৰ হ্ৰাস বৃদ্ধি (Fluctuation of Exchange rate) আৰু অনিশ্চয়তা, প্ৰাপ্ত ধন আদায়ৰ অসুবিধা আদিও এই ব্যৱসায় সংক্ৰান্তত স্মৰণযোগ্য।



(৬) আমদানি নিয়ন্ত্ৰণ, বৈদেশিক বাণিজ্যৰ নিয়ন্ত্ৰণ নীতি, অনুজ্ঞা পত্ৰ (Licence) বা অনুমতি (Permission), বাণিজ্যিক শুল্ক (Customs duty), জাহাজ আৰু বীমাৰ আনুষ্ঠানিক নীতি-নিয়ম (Formalities of shipping & Insurance) পালন ইত্যাদি অতিৰিক্ত বহু সমস্যাৰ উদ্ভৱ হয়।

উপৰোক্ত ব্যৱসায়িক সমস্যাসমূহৰ যথাৰ্থ সমাধান ব্যতিৰেকে ৰপ্তানি ব্যৱসায় সুচাৰু ৰূপে পৰিচালিত হ'ব নোৱাৰে।

**বিভিন্ন ৰপ্তানি ব্যৱসায়ী (Different Exporters):** ৰপ্তানি ব্যৱসায়ীক প্ৰত্যক্ষভাৱে দুটা প্ৰধান শ্ৰেণীত বিভক্ত কৰিব পাৰি, যেনে—শিল্প উৎপাদক ৰপ্তানি ব্যৱসায়ী আৰু ৰপ্তানি সদাগৰ বা ৰপ্তানি অভিকৰ্তা।

যিবোৰ শিল্প উৎপাদকে পোনপটীয়াভাৱে ৰপ্তানি ব্যৱসায় চলায়, তেওঁলোকে সাধাৰণতে ৰপ্তানি কাৰ্য্য নিয়ন্ত্ৰণ কৰিবৰ বাবে এটা পৃথক সংস্থা বা বিভাগ পৰিচালনা কৰে। এনে উৎপাদক ৰপ্তানি ব্যৱসায়ীয়ে সচৰাচৰ বিদেশী গ্ৰাহকৰপৰা ফৰমাচ সংগ্ৰহ কৰে আৰু কোনো মধ্যম ব্যৱসায়ীৰ সহায় নোলোৱাকৈ পোনে পোনেই বিদেশী গ্ৰাহকলৈ সামগ্ৰী ৰপ্তানি কৰে। এই বিষয়ত উৎপাদকে ৰপ্তানি ব্যৱসায়ৰ সকলো সমস্যা আৰু দায়িত্ব নিজেই বহন কৰে। এনেদৰে পোনপটীয়াকৈ ব্যৱসায় কৰাৰ বাবে ৰপ্তানি আৰু আমদানি ব্যৱসায়ীৰ মাজত স্থায়ী সম্পৰ্ক গঢ়ি উঠে। উৎপাদক ব্যৱসায়ীয়ে নিজৰ বস্তুৰ ব্যৱসায় বৃদ্ধি কৰিবৰ বাবে বিদেশী ৰাষ্ট্ৰত প্ৰচাৰ আৰু বিজ্ঞাপন চলায়, ব্যৱসায় সম্বন্ধীয় নানান বা-বাতৰি সংগ্ৰহ কৰে, বিদেশী ৰাষ্ট্ৰত এজেন্সি আৰু শাখা পাতে আৰু অন্যান্য বিক্ৰয় উন্নয়ন আঁচনি প্ৰযোজনাৰ জৰিয়তে স্থায়ী ভিত্তিত লাভজনক ব্যৱসায়িক সম্বন্ধ গঢ়ি তোলে। পৃথিৱীৰ বিভিন্ন ৰাষ্ট্ৰৰ লগত শিল্প উৎপাদক ব্যৱসায়ীয়ে উল্লেখিত ব্যৱসায়িক

সম্পৰ্ক ৰচনা কৰে। এনেদৰে ব্যৱসায় পৰিচালনা কৰাৰ পৰাই অনুমান কৰিব পাৰি তেনে উৎপাদকৰ ব্যৱসায়ৰ আকাৰ আৰু আয়তন বৃহৎ।

**ৰপ্তানি সদাগৰ ঃ** ৰপ্তানি ব্যৱসায় পৰিচালনা কৰা বিষয়টি কষ্ট সাধ্য আৰু বিপজ্জনক। বিদেশী ৰাষ্ট্ৰত ক্ৰেতাৰ উদ্ঘাটন, ক্ৰেতাৰ আৱশ্যকতা, জাহাজ আৰু বীমা সম্পৰ্কীয় আনুষ্ঠানিকতাৰ ব্যৱস্থা কৰা, বাণিজ্যিক শুল্ক, সংক্ৰান্ত চৰকাৰী বিধি ব্যৱস্থাৰ সম্পাদন আৰু সামগ্ৰীৰ মূল্য আদায়ৰ ব্যৱস্থা গ্ৰহণ কৰা কাৰ্য্যবোৰ অতিশয় কঠিন। বিশেষকৈ মূল্য আদায়ৰ ক্ষেত্ৰত চৰকাৰী নীতি নিয়মবোৰ ইমান পৰিবৰ্তনশীল যে যিকোনো সময়তে ই বাধাপ্ৰাপ্ত হয়। সেয়ে বহু শিল্প উৎপাদকে উৎপাদনৰ উপৰিও, বিক্ৰয় বিষয়ত এনে ধৰণৰ জটিল কাৰ্য্যকাৰিতা-সমূহৰ দায়িত্ব গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰে। ফলত তেওঁলোকৰ উৎপাদিত সামগ্ৰী বিদেশী বজাৰত বিক্ৰীৰ দায়িত্বভাৰ কিছুমান অভি-কৰ্তাৰ হাতত সমৰ্পণ কৰে। এনেবোৰ অভিকৰ্তাক ৰপ্তানি সদাগৰ ( Export Merchant ) বা ৰপ্তানি অভিকৰ্তা (Exporting Agent) বোলে। এনে সদাগৰ বা অভিকৰ্তাই বহিৰ্বাণিজ্য পৰিচালনা কৰিবলৈ নিজৰ জাতীয় চৰকাৰৰপৰা অনুজ্ঞা পত্ৰ লব লাগে। ৰপ্তানি সদাগৰে নিজস্বভাৱে অধ্যক্ষৰূপে ক্ৰয়-বিক্ৰয় সমাধা কৰে। ৰপ্তানি সদাগৰৰ ব্যৱসায় সদায় নিজৰ। ব্যৱসায় পৰিচালনা কৰা বিদেশী ৰাষ্ট্ৰত এনে সদাগৰে আৱাসিক অভিকৰ্তা নিয়োগ কৰে। এওঁলোকে ৰপ্তানি ব্যৱসায়ৰ উল্লেখিত সকলো কাৰিকৰী দিশৰ যথা বিহিত ব্যৱস্থা গ্ৰহণ কৰে। বিশেষীকৃত সামগ্ৰী উৎপাদন কৰাই, তাক পুনৰ বিদেশী গ্ৰাহকৰ ৰুচি অনুসৰি প্ৰস্তুতকৰণ কৰি সামগ্ৰী ৰপ্তানি কৰে। কোনো কোনো সদাগৰে আকৌ তেওঁৰ নিয়োজিত বিদেশী আৱাসিক অভি-কৰ্তাৰ ব্ৰেণ্ডৰ ( Brand ) নাম বা চিহ্ন (Mark) পেকিঙৰ (Paking) ওপৰত খোদিত বা লিপিবদ্ধ কৰি সামগ্ৰী ৰপ্তানি কৰে।



**বিদেশী ব্যৱসায়িক অভিকৰ্তা (Overseas Mercantile Agent) ঃ** আমদানি কৰা দেশখনত ব্যৱসায়িক অভিকৰ্তা নিয়োগৰ জৰিয়তে ৰপ্তানি ব্যৱসায়ৰ বহু সমস্যা সমাধান কৰিব পাৰি। এনে অভিকৰ্তাৰ নিযুক্তি ৰপ্তানি সদাগৰে কৰাৰ উপৰিও বহু শিল্প উৎপাদকেও কৰে।

এনে অভিকৰ্তাক আমদানি কমিছন সংস্থা (Import commission House) বুলিও কোৱা হয়। এনে সংস্থাই বা অভিকৰ্তাই ৰপ্তানি সদাগৰ বা উৎপাদকৰ হৈ নিজৰ দেশত ফৰমাচ সংগ্ৰহ কৰে অৰ্থাৎ ক্ৰেতা সংগ্ৰহ কৰে। এনে অভিকৰ্তাক ক্ষেত্ৰ বিশেষে নিজ দেশৰ একমাত্ৰ অভিকৰ্তা ( Sole Agent ) হিচাপে নিয়োগ কৰা হয়, যাতে তেওঁ অন্য প্ৰতিযোগী ৰপ্তানি সদাগৰ বা শিল্প উৎপাদকৰ এজেন্সি গ্ৰহণ নকৰে।

ব্যৱসায়িক অভিকৰ্তাই কেতিয়াবা জামিন আৱদ্ধ কমিছন গ্ৰহণ কৰি জামিন আৱদ্ধ অভিকৰ্তা হিচাপেও কাৰ্য্য সম্পাদন কৰে। এওঁলোকৰ শুল্ক কাৰ্য্যালয়, জাহাজ কোং, বেংক, বীমা আদি সকলো কাৰ্য্যালয়ৰ লগত পোনপটীয়া সম্বন্ধ থাকে।

বিদেশী ৰাষ্ট্ৰৰ ভাষা, আইন, মুদ্ৰা আদি ৰপ্তানি ব্যৱসায়ৰ নানান সমস্যাৰ দায়িত্ব এনে অভিকৰ্তাই লোৱা হেতু ৰপ্তানি সদাগৰ বা উৎপাদকৰ ব্যৱসায়িক জটিলতা বহু পৰিমাণে হ্ৰাস পায়। বহু ক্ষেত্ৰত আমদানি সদাগৰৰ হৈয়ো এনে অভিকৰ্তা বা সংস্থা নিয়োগ কৰা হয়।

**ৰপ্তানি কমিছন সংস্থা ( Export Commission House ) ঃ** ৰপ্তানি কমিছন সংস্থাই আমদানি ব্যৱসায়ীৰ হৈ নিজ দেশৰ শিল্প উৎপাদক বা উৎপাদকৰপৰা সম্ভাৰ ক্ৰয় কৰে আৰু সেই ক্ৰয় কৰা সম্ভাৰ আমদানি ব্যৱসায়ীলৈ প্ৰেৰণ কৰে। অৰ্থাৎ ৰপ্তানি সংস্থাই আমদানি ব্যৱসায়ীৰ প্ৰতিনিধি হিচাপে কাৰ্য্য সম্পাদন কৰে। কোনো ক্ষেত্ৰত এনে ৰপ্তানি কমিছন সংস্থাই বিদেশী ক্ৰেতাৰপৰা ফৰমাচ সংগ্ৰহ কৰে।

উক্ত ফৰমাচৰ ভিত্তিত দেশৰ উৎপাদকৰপৰা সন্তাৰ ক্রয় কৰি বিদেশী ক্রেতালৈ চালান দিয়ে। এই কাৰ্য্যৰ বাবে তেওঁ বিদেশী ক্রেতাৰপৰা কমিছন লয়। অৱশ্যে কমিছন সংক্রান্তত সংস্থাই বিদেশী ক্রেতাৰ লগত চুক্তিবদ্ধ ( Agreement ) হৈ লয়।

**অগ্ৰৱৰ্তী অভিকৰ্তা Forwarding Agent ) :** যেতিয়া কোনো শিল্প উৎপাদকে নিজাভাৱে ৰপ্তানি ব্যৱসায় কৰিব খোজে, তেতিয়া এনে অগ্ৰৱৰ্তী অভিকৰ্তাই ৰপ্তানি সন্তাৰ বিদেশলৈ চালান সংক্রান্তীয় সম্পূর্ণ দায়িত্ব বহন কৰি ৰপ্তানি কাৰ্য্য সম্পাদন কৰে।

আলোচিত অভিকৰ্তাৰ উপৰিয়ো আৰু কিছুমান অভিকৰ্তা আছে সেই বিলাকেও ৰপ্তানি আৰু আমদানি ব্যৱসায়ৰ মধ্যম ব্যৱসায়ী হিচাপে কমিছন বা অন্য বাট্টা ভিত্তিত বহিৰ্বাণিজ্যৰ কাৰ্য্য সম্পাদন কৰে। তেনে অভিকৰ্তাবোৰ হ'ল—ৰপ্তানি দালাল ( Export Broker ), আবাসিক ক্রেতা ( Resident Buyers ), উৎপাদকৰ ৰপ্তানি সংস্থা ( Manufacturers' Exporting House ) ইত্যাদি।

**ৰপ্তানি কাৰ্য্য পদ্ধতি ( Export Procedures ) :** সাধাৰণতে নিম্নলিখিত পদ্ধতি অনুসৰি ৰপ্তানি ব্যৱসায় পৰিচালনা কৰা হয়।

দুই ধৰণৰ ব্যৱসায়ীয়ে সততে ৰপ্তানি ব্যৱসায়ত অংশ গ্রহণ কৰে। সেই ব্যৱসায়ী হ'ল—ৰপ্তানি সদাগৰ আৰু শিল্প উৎপাদক।

ৰপ্তানি সদাগৰে আমদানীকাৰীৰ ফৰমাচ ( Order ) অনুসৰি শিল্প উৎপাদকৰপৰা ৰপ্তানি সামগ্ৰী সংগ্ৰহ কৰি প্ৰেৰণ কৰে। আনহাতে, উৎপাদক ৰপ্তানি ব্যৱসায়ীয়ে আমদানিকাৰীলৈ পোনপটীয়াকৈ ফৰমাচ অনুসৰি সামগ্ৰী ৰপ্তানি কৰে।

ৰপ্তানিৰ পদ্ধতিটো এনে ধৰণৰ—(ক) আমদানিকাৰীৰপৰা প্ৰাপ্ত ফৰমাচ গ্ৰহণ কৰিবৰ বাবে বিচাৰ্য্য বিষয়বোৰ হ'ল—ফৰমাচ দিয়া সামগ্ৰী প্ৰেৰণৰ বাবে অনুজ্ঞা পত্ৰৰ (Licence) প্ৰয়োজনীয়তা, ফৰমাচত দিয়া মূল্য-জ্ঞাপন পত্ৰ ( Quotations ), আমদানীকাৰীৰ অৰ্থনৈতিক আৰু ব্যৱসায়িক অনুসন্ধান প্ৰয়োজন বোধে অৰ্থ আজ্ঞা পত্ৰৰ ( Letter of credit ) বাবে অনুৰোধ প্ৰেৰণ আৰু শেষত ফৰমাচ গ্ৰহণ।



(খ) ফৰমাচ গ্ৰহণৰ পৰৱৰ্তী অৱস্থাত ৰপ্তানিকাৰীয়ে সামগ্ৰী ৰপ্তানিৰ বাবে পৰিবহণ ব্যৱস্থাপনা কৰা আৰু ৰপ্তানি কৰিবলগীয়া সামগ্ৰীৰ প্ৰস্তুতকৰণ। এই প্ৰস্তুতি পৰ্বৰ অন্তৰ্ভুক্ত হয়—সামগ্ৰী সংগ্ৰহ, অগ্ৰৱৰ্তী অভিকৰ্তা নিয়োগ, বিনিময় হাৰৰ বুকিং ( Booking of Exchange Rate ) সামগ্ৰী বিশেষভাৱে টোপোলাকৰণ আৰু চিহ্নিত কৰণ আদি।

(গ) সামগ্ৰী ৰপ্তানিৰ প্ৰস্তুতিকৰণ পৰ্ব সমাপ্তিৰ পৰৱৰ্তী অৱস্থাত বাণিজ্যিক শুল্ক আৰু বিনিময় সম্পৰ্কীয় কাৰ্য্যবোৰ সম্পন্ন কৰিব লাগে। এই শিতানত অন্তৰ্ভুক্ত বিষয়বোৰৰ ভিতৰত শুল্ক চালান আৰু ৰপ্তানি অনুমতি পত্ৰ পূৰণ, ৰপ্তানি অনুজ্ঞাপত্ৰ সংগ্ৰহ, বিনিময় নিয়ন্ত্ৰণৰ ব্যৱস্থা-কৰণ, আৰু শুল্ক কাৰ্য্যালয়ৰ কাৰ্য্য সম্পাদনেই অন্যতম প্ৰধান কাৰ্য্যকাৰিতা।

(ঘ) নৌ-পৰিবহণৰ আনুষ্ঠানিকতাখিনি সম্পন্ন কৰা হয়, শুল্ক আৰু বিনিময় কাৰ্য্যালয়ৰ কাৰ্য্য-সম্পাদনৰ পাছৰ স্তৰত। এই স্তৰত ৰপ্তানি-কাৰীয়ে ৰপ্তানি সামগ্ৰীৰ ড'কত ( Dock ) জিম্মা দি ড'কৰ ৰচিদ সংগ্ৰহ, সামগ্ৰী প্ৰাপ্তিৰ হেতু দিয়া জাহাজৰ মুৰব্বী কেপ্‌টেইন বা মেট'ৰ ৰচিদ ( Mate's Receipt ), জাহাজ কোম্পানীৰ পৰা সামগ্ৰী বহন পত্ৰ, আৰু ওজন বা জোখ-মাপৰ প্ৰমাণ-পত্ৰৰ সংগ্ৰহ আদি কাৰ্য্য পৰিচালনেই প্ৰধান কৃতকৰ্ম।

(ঙ) নৌ-পৰিবহণ সংক্ৰান্ত আৰু ভালেমান আনুষ্ঠানিকতা ( Formalities ) পালন কৰিবলগীয়া হয়। এই ব্যৱস্থাসমূহে বেংকৰ পৰা ৰপ্তানি সামগ্ৰীৰ অৰ্থ আদায় কৰা বিষয়টো সুচল কৰি দিয়ে।

উক্ত বিহিতাচাৰখিনিৰ ভিতৰত নৌ-বীমা ক্ষতিপূৰণ পত্ৰ, বাণিজ্য দূত-চালান, দেশজ উৎপাদনৰ প্ৰমাণ পত্ৰ, আদি সংগ্ৰহেই ঘাই কাৰ্য্য।

বিনিময় পত্ৰৰ লগত ওপৰত উল্লেখিত দলিল-পত্ৰসমূহ সন্নিবিষ্ট কৰি আমদানিকাৰীলৈ প্ৰেৰণ কৰিব লাগে।

(চ) ৰপ্তানি ব্যৱসায়ৰ শেষ স্তৰ হৈছে 'মূল্য আদায়'ৰ ব্যৱস্থা গ্ৰহণ। আমদানিকাৰীৰ পৰা মূল্য আদায়ৰ ( Securing Payment ) কেইবাটাও পদ্ধতি আছে। তাৰ ভিতৰত দলিলী বিনিময় পত্ৰ ( Documentary Bill of Exchange ), বন্ধকী পত্ৰ সহ বাট্টাৰ দলিলী বিনিময় পত্ৰ ( Discounting Documentary Bill of Exchange with letter of Hypothecation ), অৰ্থ আজ্ঞা দলিল ( Documentary credit ), ডাকযোগে অৰ্থ হস্তান্তৰকৰণ আৰু বেংক ড্ৰাফ্‌ট ( Bank Drafts ) আদিয়েই অন্যতম।

উল্লেখিত যিকোনো পদ্ধতিৰ জৰিয়তে মূল্য আদায় কৰিলেই ৰপ্তানি ব্যৱসায়ৰ কাৰ্য্য পদ্ধতিৰ সমাপ্তি ঘটে।

**(ক) ফৰমাচ প্ৰাপ্তি ( Receipt of orders ) ঃ** ৰপ্তানিকাৰীয়ে প্ৰথমে আমদানিকাৰী বা তেওঁৰ অভিকৰ্তাৰ পৰা সামগ্ৰী সৰবৰাহৰ ফৰমাচ পায়। ফৰমাচতে সাধাৰণতে সন্নিৱিষ্ট হোৱা লেনদেনৰ বিস্তৃত বিৱৰণবোৰ হ'ল—সামগ্ৰীৰ গুণ, মান আৰু তজ্জাতীয় বিৱৰণ, সামগ্ৰীৰ মূল্য আৰু পৰিমাণ, টোপোলাকৰণ, আৰু চিহ্নিত কৰণৰ নিৰ্দেশ, বীমাকৰণ, মূল্য পৰিশোধ পদ্ধতি, সামগ্ৰী চালানৰ পদ্ধতি আৰু তাৰ সময়, আৰু আমদানি অনুজ্ঞা পত্ৰৰ পূৰ্ণ বিৱৰণ আদিয়েই প্ৰধান। আপাততঃ ফৰমাচ পত্ৰৰ প্ৰতিলিপি তিনি চাৰিখন প্ৰস্তুত কৰি তাৰে একাধিক পত্ৰ ৰপ্তানি সদাগৰলৈ প্ৰেৰণ কৰাৰ নিয়ম প্ৰচলন হৈছে।

ৰপ্তানিকাৰীয়ে ফৰমাচ প্ৰাপ্তিৰ পাছত, তাৰ গ্ৰহণযোগ্যতা-



সংক্ৰান্তত বিবেচনা কৰি চাবলগীয়া বিভিন্ন দিশৰ পৰ্য্যালোচনা তলত দিয়া হ'ল—

**ৰপ্তানি অনুজ্ঞাপত্ৰ ঃ** ৰপ্তানি কৰিবলগীয়া সামগ্ৰীৰ বাবে অনুজ্ঞা পত্ৰৰ প্ৰয়োজনীয়তা আছেনে নাই তাক বিচাৰ কৰি চাব লাগে। সহজতে সকলো ৰপ্তানিকাৰীয়েই সামগ্ৰী ৰপ্তানিৰ বাবে ৰপ্তানি অনুজ্ঞা পত্ৰ ৰপ্তানি নিয়ন্ত্ৰকৰপৰা ( Controller of Exports ) সংগ্ৰহ কৰিব লাগে। এনে অনুজ্ঞা পত্ৰৰ ( Licence ) সাধাৰণ বৈধ্যতা ( Validity ) তিনি মাহৰ। অৱশ্যে প্ৰয়োজন হলে কৰ্তৃপক্ষৰপৰা এই ম্যাদ সম্প্ৰসাৰণ কৰি ল'ব পাৰে।

**বিক্ৰয় বেহানিৰ দৰ বা মূল্য বেদন ( Price Quotations ) ঃ** বৈদেশিক বাণিজ্যত বিভিন্ন প্ৰকাৰ সামগ্ৰীৰ দৰ প্ৰচলিত থকা পৰিলক্ষিত হয়। তাৰ কেইবিধমানৰ সংক্ষিপ্ত বিৱৰণ উল্লেখ কৰা হ'ল।

(১) **ল'ক' ( Loco ) ঃ** ল'ক' বা কাৰখানা বহিৰ্ভূত দৰ ( Ex-Factory Price ) হ'ল—বিক্ৰেতাৰ কাৰখানাত বা গুদামত থকা সামগ্ৰীৰ দাম, যি গুদামৰ বা কাৰখানাৰপৰা ক্ৰেতাই ( Buyer ) যিকোনো খৰচ বহন কৰিব লাগে। এই দৰ অনুসৰি বিক্ৰেতাই তেওঁৰ গুদামত ক্ৰেতাৰ ইচ্ছামতে বিনিয়োগ কৰাৰ অধিকাৰতহে সামগ্ৰী বা বিক্ৰী সম্ভাৰ ৰাখে।

(২) **জাহাজ অৱধি ব্যয় মুক্ত (Free on Board—F. O. B.) ঃ** বিক্ৰয় বেহানিৰ দাম হৈছে, ৰপ্তানি কৰ বা শুল্ক ৰপ্তানিকাৰীৰ বেহানি সংগ্ৰহ ব্যয়, পৰিবহণ ব্যয়, ড'কৰ কৰ ( Dock charges ), বেহানি জাহাজত উঠোৱা ব্যয়, পৰিশোধ কৰি ৰপ্তানিকাৰীয়ে জাহাজত বেহানি জমা দিয়ালৈকে হোৱা যাবতীয় খৰছৰ সমষ্টিয়েই জাহাজ অৱধি ব্যয়মুক্ত দৰ।

এই দৰ অনুসৰি জাহাজত বস্তু-বেহানি বোজাই কৰি আমদানিকাৰীলৈ প্ৰেৰণ কৰালৈকে সমস্ত ব্যয় ৰপ্তানিকাৰীৰ নিজা। চুক্তিমতে ৰপ্তানিকাৰীৰ ব্যয় বহন য'ত শেষ হয়, তাৰ পৰবৰ্তী ব্যয় আমদানিকাৰীৰ।

**(৩) মূল্য, বীমা আৰু ভাড়া, ব্যয় মুক্ত দৰ ( Cost, Insurance & Feight : CIF ) ঃ** মূল্য, বীমা আৰু ভাড়া দৰ হ'ল বেহানিৰ দামৰ লগত জাহাজ অৱধি হোৱা খৰচৰ উপৰিও বীমা খৰচ আৰু জাহাজৰ ভাড়া অন্তৰ্ভুক্ত হয়। সুকলমে জাহাজত বেহানি জিম্মা দিয়াৰ পাছত হোৱা ক্ষয়-ক্ষতি আৰু লক্ষ্য স্থানত বেহানি উপনীত হোৱাৰ পাছৰ সীমা শুল্ক আদিৰ ব্যয় ক্ৰেতাৰ নিজা। যদি বেহানি নৌ-পৰিবহণত হেৰায় বা লোকচান হয়, তেন্তে বিলটি বা বহন পত্ৰ সুবাদত সেই ক্ষতিৰ মূল্য জাহাজ কোম্পানীৰ পৰা নাইবা বীমা কোম্পানীৰপৰা ক্ষতি মূল্য দাবী কৰিব পাৰে।

**(৪) ফ্ৰাংক' বা পূৰ্ণ ব্যয় মুক্তদৰ (Franco or free) ঃ** ফ্ৰাংক' দৰ বুলিলে বেহানিৰ দামৰ লগত আমদানিকাৰীৰ গুদাম-অৱধি যাৱতীয় খৰচ অন্তৰ্ভুক্ত হয়। প্ৰতিযোগিতা বজাৰত ৰপ্তানিকাৰী সিমানদূৰ পৰ্য্যন্ত যাবই লাগিব, যিমানদূৰলৈকে তেওঁ আমদানিকাৰীৰ ইচ্ছা পূৰণ কৰিব পাৰে। গতিকে, এই দৰ আমদানিকাৰীৰ সেই ইচ্ছা পূৰণৰ প্ৰকট ৰূপ। এনে দৰৰ অৰ্থই হ'ল—গুদামৰপৰা গুদাম অৱধি দাম।

উল্লেখিত দৰৰ উপৰিও আৰু ভালেমান দৰ পদ্ধতি বহিৰ্বাণিজ্যৰ ক্ষেত্ৰত প্ৰচলিত আছে—যথা মূল্য আৰু ভাড়া খৰচ মুক্ত দৰ ( Cost & Freight ), য'ত বস্তুৰ দামৰ লগত জাহাজ অৱধি খৰচ মুক্ত হোৱাৰ উপৰিও কোনো এক নিৰ্দিষ্ট বন্দৰলৈকে জাহাজৰ ভাড়া অন্তৰ্ভুক্ত হয়, বন্দ অৱধি দৰ ( In Bond ), জাহাজ সমীপৱৰ্তী খৰচ মুক্ত দৰ ( Free



Alongside ship F. A. S. ), ৰেল অৱধি খৰচ মুক্ত দৰ ( Free on Rail )।

উপৰোক্ত দৰসমূহৰ কোনটি দৰ আমদানিকাৰীয়ে ফৰমাচত উল্লেখ কৰিছে, তাক ফৰমাচ গ্ৰহণযোগ্যতাৰ সংক্ৰান্তত ৰপ্তানি সদাগৰে বিচাৰ বিবেচনা কৰি চোৱা সমীচিন।

**অনুসন্ধান ( Investigation ) ঃ** ৰপ্তানিকাৰীয়ে আমদানিকাৰী আৰু তেওঁৰ দেশ সম্পৰ্কে প্ৰাথমিক কিছুমান অনুসন্ধান কৰা প্ৰয়োজন। সেই অনুসন্ধান নিম্নলিখিত বিষয় বস্তুৰ ওপৰত হোৱা উচিত।

১। আমদানিকাৰী দেশৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক অৱস্থা।

২। দাম পৰিশোধ চৰ্ত আৰু বেংকিঙৰ স -সুবিধা।

৩। সীমা শুল্ক, আইনগত বিধি ব্যৱস্থা আৰু ব্যৱসায়িক লেনদেনৰ কাৰ্য্য পদ্ধতি।

৪। ৰপ্তানি সামগ্ৰীৰ গুণ, মান, মূল্য, টোপোলাবন্ধা আৰু চিহ্নিত কৰণৰ প্ৰয়োজনীয়তা আৰু প্ৰতিযোগিতা আদিৰ বা-বাতৰি।

৫। আমদানিকাৰীৰ দেশলৈ বেহানি ৰপ্তানিৰ পৰিবেশ আৰু বিক্ৰীৰ গতি-গোত্ৰ।

৬। আমদানিকাৰীৰ ক্ৰয় ক্ষমতা আৰু ঋণ পৰিশোধৰ যোগ্যতা ( Credit worthiness )।

৭। আমদানিকাৰীৰ সুনাম আৰু ব্যৱসায়িক লেনদেনত পৰিষ্কাৰ পৰিচ্ছন্নতা।

৮। বেংকৰপৰা আমদানিকাৰীৰ সম্পৰ্কে আনুষংগিক উক্তি সংগ্ৰহ আদিয়েই অন্যতম প্ৰধান বিষয়।

উপৰোক্ত অনুসন্ধানত ৰপ্তানিকাৰী যদি আমদানিকাৰীৰ আৰ্থিক অৱস্থা সম্পৰ্কে সন্তুষ্ট নহয়, তেন্তে তেওঁ ফৰমাচ গ্ৰহণ কৰিও বিক্ৰয় বেহানি প্ৰেৰণ কৰাৰ আগতেই আমদানীকাৰীক কোনো বেংকৰ জৰিয়তে অৰ্থ-আজ্ঞা-পত্ৰ পঠাবলৈ অনুৰোধ কৰিব পাৰে।

**অৰ্থ আজ্ঞা পত্ৰ (Letter of credit) ঃ** অৰ্থ প্ৰদানৰ এক আজ্ঞা বা প্ৰতিশ্ৰুতি পত্ৰক অৰ্থ আজ্ঞা পত্ৰ বোলা হয়। সচৰাচৰ বেংকে এনে আজ্ঞা পত্ৰ প্ৰদান কৰে। এনে পত্ৰত সন্নিবিষ্ট বিষয় বস্তু হ'ল—বেংকে নিৰ্দিষ্ট পৰিমাণৰ কিছু অৰ্থ এনে পত্ৰ বহনকাৰীক প্ৰদান কৰিবলৈ তাৰ এজেন্টক নিৰ্দেশ জ্ঞাপন কৰে, অথবা কোনো বিশেষ মানুহক সেই বেংকৰ ওপৰত দাবী কৰি উপস্থাপন কৰা বিনিময় বিলৰ অৰ্থ দিবলৈ নিৰ্দেশ দিয়ে। অৱশ্যে পত্ৰত অৰ্থৰ পৰিমাণ, অৰ্থ প্ৰদানৰ ম্যাদ (Period or Time), বিনিময় বিলৰ (Bill of Exchange) লগত সন্নিবিষ্ট কৰিবলগীয়া বিভিন্ন দলিলৰ উল্লেখ থাকে। এই পত্ৰৰ জৰিয়তে আমদানিকাৰী দেশৰ বেংকে ৰপ্তানিকাৰী দেশত থকা তাৰ এজেন্টক যদি ৰপ্তানিকাৰীয়ে কোনো বিনিময় বিল উপস্থাপন কৰে, তেন্তে সেই বিল গ্ৰহণ কৰি অৰ্থ প্ৰদান কৰিবলৈ নিৰ্দেশ জ্ঞাপন কৰে আৰু সেই ভাৱে প্ৰদান কৰা অৰ্থ উক্ত 'বেংকৰ হিচাপ'ত অন্তৰ্ভুক্ত কৰিবলৈ কয়। এনে আজ্ঞা পত্ৰ বেংকে আমদানিকাৰীক দিয়ে আৰু আমদানীকাৰীৰ মাৰফৎ ৰপ্তানিকাৰীয়ে পায়। ৰপ্তানিকাৰীয়ে অৰ্থ আজ্ঞা-পত্ৰ পায়েই ৰপ্তানি বেহানি পঠিয়ায়, অৰ্থ আজ্ঞা-পত্ৰ দিয়া বেংকৰ ওপৰত অৰ্থ দাবী কৰি বিনিময় বিল এজেন্টৰ ওচৰত উপস্থাপন কৰে আৰু উক্ত বেংকৰ এজেন্টে সেই আজ্ঞা-পত্ৰত নিৰ্ভৰ কৰি বিলৰ অৰ্থ পৰিশোধ কৰে। এনেদৰেই ৰপ্তানিকাৰীয়ে ঘৰতে থাকি নিজৰ মুদ্ৰাত বিক্ৰয় বেহানিৰ দাম আদায় কৰিবলৈ সক্ষম হয়।

সাধাৰণতে এনে আজ্ঞা-পত্ৰ প্ৰদান কৰিবলৈ আমদানি সদাগৰে বেংকক অনুৰোধ কৰে। এই অনুৰোধৰ ভিত্তি হ'ল—আমদানি সদাগৰে উক্ত বেংকত এটি হিচাপ মুকলি কৰে, আৰু উক্ত হিচাপত অৰ্থ আজ্ঞা-পত্ৰ প্ৰদান কৰিব পৰাকৈ আৱশ্যকীয় ধন জমা দিয়ে। বেংকে ৰপ্তানিকাৰীৰ বিনিময় পত্ৰৰ ধাৰ পৰিশোধ কৰিবলৈ স্বীকৃতি দান কৰা



অৰ্থ আজ্ঞা-পত্ৰৰ মুঠ অৰ্থ, আমদানিকাৰীৰপৰা প্ৰাপ্ত অৰ্থৰে পৰিপূৰণ কৰে। অৰ্থ আজ্ঞা-পত্ৰ দুই প্ৰকাৰৰ—প্ৰত্যাহাৰযোগ্য অৰ্থ আজ্ঞা-পত্ৰ (Revocable letter of credit) আৰু অ-প্ৰত্যাহৃত অৰ্থ আজ্ঞা-পত্ৰ (Irrevocable letter of credit)।

প্ৰত্যাহাৰযোগ্য অৰ্থ আজ্ঞা-পত্ৰ যিকোনো মুহূৰ্তত পূৰ্ব বাৰ্তা (Pre-Intimation) নিদিয়াকৈ বেংকে ৰদ (Cancel) কৰিব পাৰে। এনে প্ৰত্যাহাৰযোগ্য আজ্ঞা-পত্ৰ ৰপ্তানিকাৰীয়ে গ্ৰহণ কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰে। আনহাতে অপ্ৰত্যাহৃত আজ্ঞা-পত্ৰ কোনো পূৰ্ব বাৰ্তা আৰু পূৰ্ব চৰ্ত নিদিয়াকৈ বেংকে না-মঞ্জুৰ কৰিব নোৱাৰে। গতিকে এনে ৰপ্তানিকাৰীয়ে অধিক গুৰুত্ব দিয়ে।

(খ) ৰপ্তানিকাৰীৰ ফৰমাচ গ্ৰহণৰ পৰৱৰ্তী কাৰ্য্য হ'ল—ব্যৱসায়িক জাহাজত সামগ্ৰী ৰপ্তানিৰ কাৰণে স্থান সংৰক্ষণ আৰু সামগ্ৰীৰ প্ৰস্তুতিকৰণ।

**পৰিবহণ ব্যৱস্থা ঃ** সাধাৰণতে বিদেশলৈ সামগ্ৰী ৰপ্তানি কৰাৰ যথোপযুক্ত মাধ্যম হ'ল নৌ পৰিবহণ। বিদেশলৈ বস্তু পৰিবহণ কৰা বিষয়ত সকলো মাধ্যমৰ সুযোগ পোৱা নাযায়। আনহাতে পৰ্য্যাপ্ত স্থান থকা আৰু পৰিবহণ ব্যয় সস্তা হোৱা হেতু নৌ পৰিবহণ ৰপ্তানিকাৰীৰ বাবে অধিক মনোগ্ৰাহী।

গতিকে, ৰপ্তানিকাৰীয়ে সামগ্ৰী ৰপ্তানিৰ প্ৰকৃত সময়ৰ বহু আগতেই জাহাজ কোম্পানীৰ লগত সামগ্ৰী ৰপ্তানিৰ বাবে প্ৰয়োজনীয় স্থান সংৰক্ষণ কৰাৰ ব্যৱস্থা কৰিব লাগে। এই স্থান সংৰক্ষণ (Reservation of Space) ব্যৱস্থা সামগ্ৰী প্ৰেৰণৰ যি কোনো সময়ৰ কাৰণেই শ্ৰেয়। অগ্ৰীম সংৰক্ষণ (Advance Booking) সেৱা (Service) গ্ৰহণ কৰিব পাৰি। বিভিন্ন জাহাজ কোম্পানীৰ পৰিবহণ সুচলতা, কোম্পানীয়ে আগবঢ়োৱা সুযোগ-সুবিধা আৰু বিভিন্ন জাহাজ

কোম্পানীৰ ভাড়া সংক্ৰান্তত পূৰ্ণ অভিজ্ঞতা থকা হেতু এনে ভাড়া দালালৰ সেৱা গ্ৰহণ কৰিব পাৰি।

জাহাজ কোম্পানীয়ে যেতিয়া ৰপ্তানিকাৰীৰ ৰপ্তানি সামগ্ৰী পৰিবহণ কৰিবলৈ সন্মত হয়, তেতিয়া কোম্পানীয়ে ৰপ্তানিকাৰীলৈ 'নৌ পৰিবহণ নিৰ্দেশ' ( Shipping Order ) জ্ঞাপন কৰে। নৌ পৰিবহণ নিৰ্দেশ' এখন দলিল য'ত কোম্পানীয়ে জাহাজৰ কেপ্‌টেইনলৈ ৰপ্তানিকাৰীৰ সামগ্ৰী পৰিবহণৰ বাবে গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিয়ে।

**ৰপ্তানি সামগ্ৰী প্ৰস্তুতিকৰণ ( Preparation of Export ) ঃ**

**(১) সামগ্ৰী সংগ্ৰহ ( Collection of goods ) ঃ** ৰপ্তানি সদাগৰে বা ৰপ্তানি কমিছন সংস্থাই আমদানিকাৰীৰপৰা পোৱা ফৰমাচ অনুসৰি দেশৰ উৎপাদক বা উদ্যোগপতিৰপৰা সামগ্ৰী সংগ্ৰহ কৰে আৰু ফৰমাচত আমদানিকাৰীয়ে দিয়া নিৰ্দেশ অনুসৰি গঠনকৰণ, টোপোলা-বন্ধা, চিহ্নিত কৰণ, আদি কাৰ্য্যবোৰ সম্পন্ন কৰে।

**(২) অগ্ৰৱৰ্তী অভিকৰ্তা ( Forwarding Agent ) ঃ** ৰপ্তানি সামগ্ৰীৰ চালান কাৰ্য্য সম্পাদন কৰিবলৈ ৰপ্তানি সদাগৰে কোনো কোনো ক্ষেত্ৰত অগ্ৰৱৰ্তী অভিকৰ্তাৰ সেৱা গ্ৰহণ কৰে। অগ্ৰৱৰ্তী অভিকৰ্তাই ৰপ্তানি সামগ্ৰীৰ নৌ পৰিবহণ সীমা শুল্ক সংক্ৰান্ত সকলো ধৰণৰ আনুষ্ঠানিক কাৰ্য্য আৰু জাহাজত সামগ্ৰী জিম্মাকৰণ কাৰ্যাৰ তত্বাৱধান লয়। এনে অভিকৰ্তাক সামগ্ৰী গঠন ( Making ), টোপোলা বন্ধা ( Packing ), চিহ্নিতকৰণ ( Marking ) আদি কাৰ্য্যৰ বাবেও দায়িত্ব দিব পৰা হয়। আগবঢ়াঁওতা অভিকৰ্তাই নাম মাত্ৰ কমিছন লৈ বহু মূল্যৱান সেৱা ৰপ্তানি সদাগৰলৈ আগবঢ়ায়। এওঁ লোক উল্লেখিত দিশত বিশেষজ্ঞ বুলি ক'ব পাৰি।

**গঠন, টোপোলাকৰণ আৰু চিহ্নিতকৰণ ( Making. Packing & Making of goods ঃ** সামগ্ৰী ৰপ্তানিৰ কাৰণে গঠন আৰু টোপোলাবন্ধা এক উচ্চ ধৰণৰ বিশেষ কাৰ্য্য। এই কাৰ্য্য শিল্প উৎপাদকে নিজে কৰিব পাৰে। অথবা অগ্ৰৱৰ্তী অভিকৰ্তা নাইবা পেকিং এজেণ্টকো কৰিবলৈ দায়িত্ব দিব পাৰে। গঠন আৰু টোপোলা বন্ধা কাৰ্যাই কেৱল যে প্ৰয়োজনীয় সুৰক্ষাই দিয়ে এনে নহয়, জাহাজ কোম্পানী বা সীমা শুল্ক বিভাগৰ দাবী অনুসৰিও ইয়াক সংৰক্ষিত কৰা হয়। দ্বিতীয়তে আমদানিকাৰীৰ চুক্তি মতে সামগ্ৰী টোপোলা বন্ধা হয়। আমদানিকাৰীৰ প্ৰয়োজন অনুসৰি টোপোলাবন্ধা আৰু চিহ্নিত কৰণ কৰা বিষয়ত আৰু সাধাৰণ ৰপ্তানি কাৰ্য্যৰ ক্ষেত্ৰত অগ্ৰৱৰ্তী অভিকৰ্তা বিশেষভাৱে অভিজ্ঞ। প্ৰতিটো টোপোলা, বাকচ, গাঁঠি, আটিৰ ওজন, আচল বস্তুৰ জোখ বা মাপ অনুসাৰে ওজন, টোপোলা চিনাক্তকৰণৰ বাবে বিশেষ ধৰণৰ চিহ্ন, নিৰ্দিষ্ট কিছুমান গঠন আৰু বন্ধন পদ্ধতি, টোপোলা, বাকচ, বা গাঁঠিৰ ওপৰত জ্যামিতিক চিত্ৰৰূপ, আমদানিকাৰীৰ ঠিকনা, সাংকেতিক চিহ্ন আৰু মোহৰ ছাপ আদিৰ ক্ষেত্ৰত বিশেষ যত্ন সহকাৰে, কাৰ্য্য সম্পাদন নকৰিলে পৰিবহণৰ কৰ্কশ চালনাই ( Rough handling ) ৰপ্তানি সামগ্ৰীৰ ক্ষতি সাধন কৰিব পাৰে।

**(৩) বিনিময় হাৰ ৰক্ষণ ( Booking of Exchange Rate ) ঃ** সাধাৰণতে ৰপ্তানি সদাগৰে ৰপ্তানি সামগ্ৰীৰ মূল্য আদায়ৰ সময়ত, মূল্য ঠিকমতে পাবৰ বাবে বিনিময় হাৰ আগতীয়াকৈ ৰক্ষণৰ বন্দৱস্ত কৰা প্ৰয়োজন। বিনিময় হাৰ ৰক্ষণৰ উদ্দেশ্য হ'ল—যাতে বিনিময় হাৰ হ্ৰাস-বৃদ্ধিৰ ( Fluctuations ) কাৰণে ৰপ্তানিকাৰী ক্ষতিগ্ৰস্ত নহয়। ৰপ্তানি ব্যৱসায়ত বিক্ৰয় বেহানিৰ নাম সততেই কোনো ভৱিষ্যৎ সময়ত পৰিশোধ হয়। যদি সেই সময়ত আন্তৰ্জাতিক বিনিময় হাৰৰ কোনো পৰিবৰ্তন হয়, যেনে সেই পৰিবৰ্তনৰ ফলত ৰপ্তানি সদাগৰৰ লোকচান বা ক্ষতিৰ পৰা হাত সাৰিবলৈ ৰপ্তানিকাৰীয়ে

নিজৰ দেশত, দেশীয় মুদ্ৰাত বেহানিৰ দাম আদায় পাবলৈ বিনিময় হাৰ ৰক্ষণৰ ব্যৱস্থা লয়।

এনে বিষয়ত ৰপ্তানিকাৰীয়ে বিনিময় দালালৰ ( Exchange Broker ) সাহায্য লব পাৰে।

(গ) বাণিজ্যিক শুল্ক আৰু বিনিময় বিষয়ক আনুষ্ঠানিকতাখিনি নিম্নলিখিতভাৱে স্তৰভেদ কৰিব পাৰি—

(১) **ছিপিং বিল বা শুল্ক চালান ( Shipping Bill or Customs Challan ) ঃ** শুল্ক চালানত ৰপ্তানি বেহানি সংক্ৰান্ত সকলো কথাৰ পূৰ্ণ বিবৰণ সন্নিবিষ্ট কৰা থাকে। বেহানি সম্পৰ্কীয় বিস্তাৰিত বিৱৰণ হৈছে সামগ্ৰীৰ গুণ, মান, পৰিমাণ, মূল্য, সংখ্যা, চিহ্ন, জোখ-মাপ, লক্ষ্যস্থল আৰু পৰিবহণ কৰা জাহাজৰ নাম ঠিকানা আদি। এনে চালানৰ ফৰ্ম শুল্ক কাৰ্য্যালয়ৰ পৰা পাব পাৰি। এনে তিনিখন ফৰ্ম পূৰণ কৰিব লাগে, তাৰে দুখন ফৰ্ম ৰপ্তানিকাৰীয়ে শুল্ক কৰ্তৃপক্ষৰ ওচৰত উপস্থাপন কৰিব লাগে। শুল্ক ফৰ্ম-কৰ দিব লগীয়া আৰু দিব নলগীয়া ৰপ্তানি সামগ্ৰী অনুসাৰে পৃথক পৃথক।

(২) **ৰপ্তানি অনুমতি পত্ৰ ( Export Permission Form ) ঃ** ৰপ্তানি অনুমতি পত্ৰখন আচলতে আবেদন পত্ৰ। বিদেশলৈ ৰপ্তানিৰ কাৰণে এনে দুখন পত্ৰ পূৰণ কৰি, লগত শুল্ক চালান সংযুক্ত কৰি জাহাজ কৰ কাৰ্য্যালয়ত ( Shipping Dues Office ) উপস্থাপন কৰিব লাগে জাহাজ কৰ কাৰ্য্যালয়ে নিৰ্ধাৰিত পৰিবহণ ভাড়া বা কৰ গ্ৰহণ কৰি ৰপ্তানিৰ বাবে এখন আবেদন পত্ৰ ৰাখি, আনখন আবেদন পত্ৰ আৰু শুল্ক চালান ৰপ্তানিকাৰীক প্ৰত্যৰ্পণ কৰে। জাহাজ কৰ কাৰ্য্যালয়ে শুল্ক চালান পৰীক্ষা কৰি নিৰূপিত কৰ ভাড়া ৰপ্তানিকাৰীৰ পৰা সংগ্ৰহ কৰে।

(৩) **শুল্ক কাৰ্য্যালয় ( Customs House ) ঃ**—ৰপ্তানিকাৰীয়ে শুল্ক কাৰ্য্যালয়ত ৰপ্তানি সামগ্ৰী সম্পৰ্কীয় প্ৰয়োজনীয় সকলো দলিল পত্ৰ উপস্থাপন কৰিব লাগে। সেই দলিল পত্ৰসমূহ হৈছে ৰপ্তানি অনুমতি পত্ৰ, শুল্ক চালান, জি, আৰ, ফৰ্ম ( G. R. Form ), ৰপ্তানি অনুজ্ঞা পত্ৰ ইত্যাদি। এই দলিলসমূহ সম্পূৰ্ণৰূপে শুল্ক কাৰ্য্যালয়ে পৰীক্ষা-নিৰীক্ষা কৰি চায়। ৰপ্তানি সম্পৰ্কীয় সকলো তথ্য-পাতিৰ অভিলেখ ৰাখে আৰু প্ৰয়োজনীয় অনুমোদন কৰি এখন ছিপিং বিল ৰপ্তানিকাৰীক পুনৰ প্ৰত্যৰ্পণ কৰে।

ৰপ্তানিকাৰীয়ে সামগ্ৰী অনুসৰি নিৰূপিত ৰপ্তানি কৰ-কাটল শুল্ক কাৰ্য্যালয়ত জমা দিব লাগে। ছিপিং বিল অনুসৰি ডকত ( Dock ) থকা ৰপ্তানিকাৰীৰ সামগ্ৰী, মূল্য, বিৱৰণি আদি মিলি থকাৰ প্ৰমাণ কৰিবলৈ শুল্ক কাৰ্য্যালয়ে পৰীক্ষক নিয়োগ কৰে। পৰীক্ষকৰ প্ৰতিবেদন পোৱাৰ পাছত আৰু অন্যান্য বিহিতাচাৰ ৰপ্তানিকাৰীয়ে পূৰণ কৰাৰ পাছত যদি শুল্ক কৰ্তৃপক্ষ সন্তুষ্ট হয়, তেতিয়াহে ৰপ্তানি 'অনুমতি পত্ৰ' ( Export Pass ) প্ৰদান কৰে।

(৪) **বিনিময় নিয়ন্ত্ৰণ ( Exchange Control ) ঃ**—বৈদেশিক বিনিময় আইন ( Foreign Exchange Regulation Act) অনুসৰি চাৰিখন জি, আৰ, ফৰ্ম ( G. R. Form ) প্ৰতিজন ৰপ্তানিকাৰীয়েই বৈদেশিক মুদ্ৰা সংক্ৰান্তত পূৰণ কৰিব লাগে। চাৰিখন ফৰ্মৰ এখন অনুজ্ঞা পত্ৰৰ সৈতে ছিপিং বিলৰ লগত সংযুক্ত কৰি শুল্ক কাৰ্য্যালয়ত দাখিল কৰিব লাগে। অন্য তিনিখন ফৰ্ম, চালান ( Invoice ) আৰু জাহাজ কৰ্তৃপক্ষৰ দলিল সহ কৰ্তৃত্বশীল মুদ্ৰা বিনিময় ব্যৱসায়িক জিম্মা দিব লাগে। উক্ত কৰ্তৃত্বশীল মুদ্ৰা বিনিময় ব্যৱসায়ী স্বীকৃতিপ্ৰাপ্ত হ'ব লাগিব। বিনিময় ব্যৱসায়ী অৰ্থাৎ বৈদেশিক বিনিময় বেংকে উক্ত ফৰ্মৰ দুখন প্ৰতিলিপি কেন্দ্ৰীয় বেংকলৈ প্ৰেৰণ কৰে। এই ফৰ্মখন আচলতে বৈদেশিক বিনিময় মুদ্ৰা লেনদেনৰ অনুমতি পত্ৰ।

(৫) **ৰপ্তানি অনুজ্ঞা পত্ৰ ( Export Licence )** ঃ—স্থানান্তৰত ৰপ্তানি অনুজ্ঞা পত্ৰৰ আলোচনা আছে। অনুজ্ঞাপত্ৰ অবিহনে কোনো ধৰণৰ ৰপ্তানি ব্যৱসায় পৰিচালিত হ'ব নোৱাৰে।

[ঘ] নৌ পৰিবহণৰ আনুষ্ঠানিকতাখিনি নিম্নলিখিত পদ্ধতিত পৰিচালনা কৰিব পাৰি—

(১) **ৰপ্তানি বেহানিৰ জিম্মাকৰণ ( Placement of goods on Board the Ship )** ঃ—ৰপ্তানি অনুমতি পত্ৰ লাভ কৰাৰ পাছত ৰপ্তানি বেহানি জাহাজত জিম্মা দিবৰ কাৰণে পঠিউৱা হয়। যেতিয়া ৰপ্তানি বেহানি জাহাজত জিম্মা দিবৰ কাৰণে পঠিউৱা হয় তেতিয়া ড'ক কৰ্তৃপক্ষৰ পৰা বেহানি ড'কলৈ ( Dock ) পঠিউৱা হয় তেতিয়া ড'ক কৰ্তৃপক্ষৰ পৰা বেহানি প্ৰাপ্তিৰ এখন ৰচিদ ল'ব লাগে—যাক ড'ক ৰচিদ ( Dock Receipt ) বোলে। অৱশ্যে ড'ক ৰচিদ ল'বলৈ ড'ক কৰ্তৃপক্ষক ৰপ্তানিকাৰীয়ে একপি ছিপিং বিল ( Shipping Bill ) দাখিল কৰিব লাগে।

(২) **মেট ৰচিদ ( Mate's Receipt )** ঃ—যেতিয়া ৰপ্তানি বেহানি জাহাজত তোলা হয়, তেতিয়া জাহাজৰ কেপ্‌টেইন বা তেওঁৰ সহকাৰী জাহাজত তোলা হয়, তেতিয়া জাহাজৰ কেপ্‌টেইন বা তেওঁৰ সহকাৰী মে'টৰ পৰা বেহানি ঠিকমতে পোৱাৰ এখন ৰচিদ লোৱা হয়, যাক মেট ৰচিদ বোলা হয়।

অৱশ্যে ৰপ্তানি বেহানি জাহাজত তোলাৰ আগতে জাহাজৰ কেপ্‌টেইনক নৌ-পৰিবহণ নিৰ্দেশ বা শুল্ক চালানৰ ( Customs Challan ) প্ৰতিলিপি, ৰপ্তানিকাৰীয়ে বা তেওঁৰ এজেণ্টে দাখিল কৰিব লাগে।

মেট ৰচিদ দিয়াৰ আগতে ৰপ্তানি বেহানিৰ টোপোলা, টোপোলাৰ পৰিমাণ, ওজন, চিহ্ন আদি পৰীক্ষা কৰি চোৱা হয়। এই পৰীক্ষাৰ পাছত এটি মন্তব্য মেট ৰচিদৰ ওপৰত লিপিবদ্ধ কৰা হয়। উক্ত মন্তব্য বহন পত্ৰলৈ (Bill of Lading) স্থানান্তৰ কৰা হয়। মেটৰ উক্ত মন্তব্য যাতে প্ৰতিকূল নহয় তাৰ বাবে ৰপ্তানিকাৰীয়ে বেহানিৰ টোপোলা বন্ধা, চিহ্নকৰণ কাৰ্য্য সুচাৰুৰূপে সমাধা কৰিব লাগে। মেটৰ বিপৰীত মন্তব্য থকা ৰচিদক বৈগুণ্য ৰচিদ ( Mate's Foul Receipt ) বা অনুকূল মন্তব্য সম্বলিত ৰচিদক বিশুদ্ধ ৰচিদ ( Clean Receipt ) বোলা হয়।



[৩] **বহন পত্ৰ বা বিল অব্‌ লেডিং ( Bill of Lading )** ঃ—ৰপ্তানিকাৰীয়ে জাহাজ প্ৰধানৰ মেট ৰচিদখন জাহাজ কোম্পানীৰ কাৰ্য্যালয়ত দাখিল কৰে আৰু তাৰ পৰিবৰ্তে এখন দলিল কোম্পানীৰ পৰা লাভ কৰে—যাক বহন পত্ৰ বা 'বিল অব্‌ লেডিং বোলা হয়।

বহন পত্ৰ বা বিল অব্‌ লেডিং খন এখন দলিল—যাৰদ্বাৰা কোম্পানী আৰু ৰপ্তানিকাৰী চুক্তিত আৱদ্ধ হয়। এই চুক্তি হৈছে—কোম্পানীৰ চৰ্ত আৰু নিয়ম যদি ৰপ্তানিকাৰীয়ে পালন কৰে, তেনেহলে ৰপ্তানিকাৰীৰ বেহানি লক্ষ্যস্থললৈ পৰিবহণ কৰাৰ দায়িত্ব কোম্পানীয়ে ল'ব। বহন পত্ৰত ৰপ্তানিকাৰীৰ নাম-ঠিকনা, জাহাজৰ নাম, বেহানি জিম্মা লোৱাৰ স্থান, জাহাজৰ লক্ষ্যস্থান, বেহানিৰ পূৰ্ণ বিৱৰণ, বিলিকৰণৰ স্থান ( Place of Delivery ), বেহানি প্ৰাপকৰ নাম ( Receiver's name ), বেহানিৰ ওজন, পৰিশোধ কৰিবলগীয়া ভাড়া বা পৰিশোধ কৰা ভাড়া, প্ৰদানৰ তাৰিখ ( Date of issue ) আদি সন্নিবিষ্ট হয়।

প্ৰকৃততে ৰপ্তানিকাৰীয়েই বহন পত্ৰৰ ( Bill of Lading ) ফৰ্ম ( Form ) খন ভৰ্তি কৰে। জাহাজ কোম্পানীয়ে কৰ্তৃত্বদান কৰা কোনো বিষয়াই পত্ৰখন পৰীক্ষা কৰে আৰু চহী কৰি, চিল-মোহৰ ( কোম্পানীৰ ) মাৰি পুনৰ ৰপ্তানিকাৰীক দিয়ে। অৱশ্যে ভাড়া পৰিশোধ কৰা বা নকৰা সংক্ৰান্তত বিষয়াজনে নিজা মন্তব্য দিয়ে। সাধাৰণতে ওজন প্ৰমাণ পত্ৰৰ ( Certificate of weightment ) ভিত্তিত ভাড়া নিৰ্ধাৰণ কৰে। ওজনৰ প্ৰমাণ পত্ৰখন ওজনৰ প্ৰকৃত

কর্তৃত্বশীল আৰু স্বীকৃতি প্ৰাপ্ত বিভাগৰপৰা সংগ্ৰহ কৰিব লাগে। কেতিয়াবা আমদানিকাৰী আৰু ৰপ্তানিকাৰীৰ মাজত সম্পাদিত হোৱা চুক্তি অনুযায়ী আমদানিকাৰীয়ে ভাড়া দিবলৈ সন্মত হয়। এনে ক্ষেত্ৰত ৰপ্তানিকাৰীয়ে জাহাজ কোম্পানীৰদ্বাৰা বহন পত্ৰৰ, সকলো বিহিতাচাৰ, সম্পূৰ্ণ কৰি কেৱল ভাড়াৰ শিতানত ( Column ) 'ভাড়া ভৱিষ্য' ( Freight Forward ) এই মন্তব্যৰে আমদানিকাৰীলৈ বহন পত্ৰখন প্ৰেৰণ কৰে।

ৰপ্তানি বেহানি লক্ষ্যস্থান পোৱাৰ পাছত, আমদানিকাৰীয়ে উপৰোক্ত বহন পত্ৰ ভাড়া সহ জাহাজ কোম্পানীৰ কাৰ্য্যালয়ত দাখিল কৰিব লাগে। তেতিয়াহে, বেহানি খালাচ কৰিব পাৰে। প্ৰয়োজন অনুসৰি এনে বহন পত্ৰৰ প্ৰতিলিপি কেইবাখনো কৰি ৰপ্তানিকাৰীয়ে আমদানিকাৰীলৈ ভিন্ ভিন্ ডাকত পঠাব পাৰে, যাতে ডাক বহনত তাৰে কোনোবা এখন হেৰালেও আন এখন সময় মতে আমদানিকাৰীয়ে পায়।

বহন পত্ৰৰ সাধাৰণ কাৰ্য্যবোৰ নিম্নোল্লিখিত প্ৰকাৰৰ—

(১) বহন পত্ৰ হৈছে পৰিবহণ চুক্তি ( Contract of carriage ).

(২) ই আমদানিকাৰীক বেহানিৰ চালান গ্ৰহণ কৰিবলৈ যোগ্যতা দিয়ে ( entitles to take delivery ),

(৩) এনে দলিলে বেহানিৰ ওপৰত অধিকাৰ দান কৰে ( Title to goods ), এই দলিল লাভ কৰে তাই আচলতে বেহানিৰ মালিকত্ব পায় ( Ownership of goods )।

(৯) ই অৰ্ধ হস্তান্তৰ যোগ্য পত্ৰ ( Semi-Negotiable Instrument ) এইখন দলিল অনুমোদন ( Endorsement ) আৰু চালানৰদ্বাৰা হস্তান্তৰিত হয়।

উল্লিখিত কাৰ্য্যসমূহৰ সম্পাদনেহে ৰপ্তানিকৃত বেহানিৰ পৰিবহণ



সুগম হয়। বহন পত্ৰ খন আচলতে ৰপ্তানি ব্যৱসায়ৰ এখন গুৰুত্বপূৰ্ণ দলিল।

(ঘ) আলোচিত পৰিবহণ বিষয়ক আনুষ্ঠানিকতাৰ উপৰিও আৰু কিছুমান বিহিতাচাৰ অৱশ্য পালনীয়। তেনে ধৰণৰ প্ৰয়োজনীয় কেইবিধমান দলিলৰ সংক্ষিপ্ত বিৱৰণ তলত উল্লেখ কৰা হ'ল।

(১) নৌ বীমা (**Marine Insurance**) ঃ বহন পত্ৰ বা বিল অব্ লেডিং দলিল লাভ কৰাৰ পাছত ৰপ্তানিকাৰীৰ কৰণীয় হ'ল ৰপ্তানিকৃত বেহানিৰ সকলো প্ৰকাৰ ক্ষয় ক্ষতিৰ বিপৰীতে নিৰাপত্তামূলক ব্যৱস্থা গ্ৰহণৰ উদ্দেশ্যে নৌ বীমাকৰণ। যদি নৌ-পৰিবহণত ৰপ্তানিকৃত বেহানিৰ কিবা লোকচান হয় তেন্তে তাক নৌ বীমাই পূৰণ কৰে। ৰপ্তানিকাৰীয়ে নৌ বীমা কোম্পানীৰ লগত, বীমা সংক্ৰান্তীয় বিহিত ব্যৱস্থা বীমা দালালৰ লগত সম্পন্ন কৰিব পাৰে। নৌ বীমা পলিচি সাধাৰণতে বীমা কোম্পানী বা লয়েডছ এছ'চিয়েচনৰ পৰা ল'ব পাৰি। ৰপ্তানিকৃত বেহানিৰ প্ৰকৃতি সম্ভাব্য বিপদ ( Risks ) আৰু পৰিবহণ ব্যৱস্থাৰ, ওপৰত কোন প্ৰকাৰ বীমা পলিচি গ্ৰহণ কৰা সুবিধা হ'ব, সেইটো নিৰ্ভৰ কৰে। সচৰাচৰ, বেহানিৰ মূল্য, পৰিবহণ ভাড়া, সমুদ্ৰ পৰিবহণত লোকচান হোৱা বেহানিৰ মূল্য আদায় কৰিবলৈ প্ৰয়োজনীয় সম্ভাব্য ব্যয় আৰু ১০/১৫ শতাংশ সম্ভাব্য লাভ সংযুক্ত কৰি বীমা পলিচিৰ মূল্য নিৰ্ধাৰণ কৰা হয়।

(২) ক্ষতিপূৰণ পত্ৰ ( **Letter of Indemnity** ) ঃ যদি বহন পত্ৰত জাহাজ কোম্পানীয়ে টোপোলা বন্ধা বা চিহ্নকৰণ সংক্ৰান্তত কিবা প্ৰতিকূল মন্তব্য দিয়ে, তেতিয়া আমদানিকাৰীয়ে অথবা তেওঁৰ এজেন্ট ৰপ্তানিকৃত বেহানিৰ খালাচ ( Delivery ) ল'বলৈ অমান্তি হ'ব পাৰে অথবা ক্ষতিপূৰণ দাবী কৰিব পাৰে। এনে বিপদ-বিঘিনিৰ পৰা হাত সাৰিবলৈ ৰপ্তানিকাৰীয়ে জাহাজকোম্পানীক ক্ষতিপূৰণ পত্ৰ

প্ৰদান কৰে, তাৰদ্বাৰা জাহাজ কোম্পানীক ক্ষতিপূৰণ দিবলৈ সহা হোৱা হয়, যাতে জাহাজ কোম্পানীয়ে বিশুদ্ধ বহন পত্ৰ (Clean Bill of Lading) আমদানি সদাগৰক দিয়ে। আমদানি সদাগৰক জাহাজ কোম্পানীয়ে যদি কিবা ক্ষতিপূৰণ দিয়ে তাক ৰপ্তানি সদাগৰে এই পত্ৰৰদ্বাৰাই পৰিপূৰণ কৰিবলৈ চুক্তিবদ্ধ হয়।

**(৩) ৰপ্তানি চালান (Export Invoice):** ৰপ্তানি চালান আমদানি সদাগৰলৈ বেংকৰ জৰিয়তে ৰপ্তানি সদাগৰৰ ব্যক্তিগত উল্লেখৰ হকে (For personal reference) প্ৰেৰণ কৰাৰ বাবে প্ৰয়োজন হয়। এনে চালানৰ বিষয় বস্তু হ'ল—বেহানিৰ বিৱৰণ, দাম, গুণ, কৰ-কাটল আৰু পৰিশোধ পদ্ধতি আদিয়েই প্ৰধান।

**(৪) বাণিজ্য দূত চালান (Consumer Invoice):** ৰপ্তানি সদাগৰ দেশত অধিস্থিত আমদানিকাৰী দেশৰ বাণিজ্য দূতৰপৰা প্ৰাপ্ত প্ৰমাণ পত্ৰক, বাণিজ্য দূত চালান, বুলি জনা যায়। এই চালানৰদ্বাৰা বাণিজ্যদূতে 'ৰপ্তানি চালান'ৰ শুদ্ধতাৰ প্ৰমাণ দিয়ে। এই প্ৰমাণ পত্ৰখন আমদানিকাৰী দেশৰ শুল্ক কাৰ্য্যালয়ত দাখিল কৰিলে, উক্ত কাৰ্য্যালয়ে চালানত উল্লেখিত বিৱৰণ অনুযায়ী বেহানিৰ ওপৰত শুল্ক ধাৰ্য্য কৰে।

এখন বিশেষ ফৰ্ম ৰপ্তানি বেহানি সম্পৰ্কে সত্য বুলি প্ৰমাণ পত্ৰ ল'ব লাগে। উক্ত কাৰ্য্যৰ বাবে নিৰূপিত মাচুল আদায় দিয়া আৰু অন্যান্য বিহিত ব্যৱস্থা গ্ৰহণ কৰা ৰপ্তানিকাৰীৰ কৰ্তব্যৰ অন্তৰ্ভুক্ত। বাণিজ্য দূত চালানে আমদানিকাৰীক ৰপ্তানি বেহানিৰ সকলোবোৰ টোপোলা শুল্ক কৰ্তৃপক্ষক খুলি-মেলি দেখুৱাৰ অসুবিধাৰ পৰা সুৰক্ষা কৰে। গতিকে আমদানিকাৰীয়ে জাহাজ কোম্পানীৰপৰা অলপ আয়াসতেই ৰপ্তানি বেহানিবোৰ মুক্ত কৰিব পাৰে। আমদানিকাৰী দেশৰ শুল্ক কৰ্তৃপক্ষই এই চালানত সন্নিবিষ্ট বিষয়-বস্তু আৰু বস্তুৰ দামক আচল বা শুদ্ধ বিৱৰণ বুলি গণ্য কৰে।



**(৫) দেশজ উৎপাদনৰ প্ৰমাণ পত্ৰ (Certificate of origin):** বাণিজ্য চুক্তিত আৱদ্ধ হোৱা দুখন দেশৰ মাজত আমদানি কৰ-কাটলৰ ৰেহাই দিয়া হয়, যদিহে উভয় দেশত উৎপাদন হোৱা দেশজ উৎপাদিত বস্তু ৰপ্তানি আৰু আমদানি হয়। ইয়াৰ বাবে আমদানি দেশৰ শুল্ক কাৰ্যালয় কৰ্তৃপক্ষই ৰপ্তানি সদাগৰৰপৰা দেশজ উৎপাদনৰ প্ৰমাণ পত্ৰ বিচাৰে। আমদানিকৃত বস্তুবোৰ বাণিজ্য চুক্তিত আৱদ্ধ হোৱা ৰপ্তানি-কাৰীৰ দেশৰ দেশজ উৎপাদন বুলি প্ৰমাণ কৰিবলৈ প্ৰয়োজন হোৱা প্ৰমাণ পত্ৰক "দেশজ উৎপাদনৰ প্ৰমাণ পত্ৰ" (Certificate of origin) বুলি কোৱা হয়। এই দলিলে যিখন দেশত বস্তু উৎপাদন হয়, সেই দেশৰ নাম আৰু সামগ্ৰী সঁচা বুলি প্ৰমাণ দিয়ে, সেয়ে ৰপ্তানিকাৰীয়ে এনে প্ৰমাণ পত্ৰ দেশৰ বাণিজ্যিক সংঘ বা তজ্জাতীয় সংস্থা বা চৰকাৰৰ-পৰা সংগ্ৰহ কৰি, তেওঁ দেশত অধিস্থিত আমদানিকাৰী দেশৰ বাণিজ্য দূতৰদ্বাৰা সঁচা প্ৰমাণিত কৰাই আমদানিকাৰীলৈ প্ৰেৰণ কৰিব লাগে। উক্ত প্ৰমাণ পত্ৰক আমদানি সদাগৰে বা তেওঁৰ এজেন্টে নিজ দেশৰ শুল্ক কাৰ্য্যালয়ত দাখিল কৰিলে, বিভিন্ন আমদানি কৰ-কাটলৰপৰা যথোপযুক্ত ৰেহাই পায়।

এই প্ৰমাণ পত্ৰই দ্ৰব্য উৎপন্ন হোৱা দেশৰ নাম ঠিকনাৰ সত্যতা প্ৰতিপন্ন কৰে। অৱশ্যে বাণিজ্য চুক্তিবদ্ধ (Trade agreement) নোহোৱা দেশৰ ক্ষেত্ৰত এনে প্ৰমাণ পত্ৰৰ প্ৰয়োজনীয়তা উল্লেখযোগ্য নহয়।

ওপৰত আলোচিত দলিলসমূহ বিনিময় পত্ৰৰ লগত আমদানি সদাগৰলৈ প্ৰেৰণ কৰাৰ উদ্দেশ্য হ'ল যাতে তেওঁৰ (আমদানিকাৰী) আমদানিকৃত বেহানি সহজে খালাচ কৰিবলৈ সুচল হয়।

**(চ) মূল্য আদায়ৰ কাৰ্য্যবিধি (Procedure of securing Payment):** ৰপ্তানি সদাগৰে কেইবাটাও উপায় অৱলম্বনৰ জৰিয়তে

আমদানি সদাগৰৰপৰা ৰপ্তানিকৃত বেহানিৰ মূল্য আদায় কৰিব পাৰে। অবশ্যে আমদানিকাৰীৰ লগত হোৱা পূৰ্ব চুক্তি অনুসৰিও মূল্য আদায় কৰিবপৰা হয়।

তলত কেইটামান মূল্য আদায়ৰ পদ্ধতিৰ আলোচনা আগবঢ়োৱা হ'ল।

**(১) দলিলী বিল বা দলিলী বিনিময় (Documentary Bill of Exchange)**ঃ ৰপ্তানি বেহানিৰ মূল্য আদায়ৰ সাধাৰণ পদ্ধতি হৈছে—বিনিময় পত্ৰ বা বিল। সাধাৰণ নিয়ম অনুসৰি বিনিময় পত্ৰখন, অন্যান্য যাৱতীয় দলিল যথা চালান, বহন পত্ৰ, বীমা পলিচি, বাণিজ্য দূত চালান, দেশজ উৎপাদনৰ প্ৰমাণ পত্ৰ, আদিৰ লগত সংযুক্ত কৰি ৰপ্তানি সদাগৰে তেওঁৰ বেংকক দাখিল কৰিব লাগে। উল্লেখিত এই দলিলসমূহৰসৈতে বিনিময় পত্ৰখনক দলিলী বিনিময় পত্ৰ বোলা হয়। এই দলিলৰ সমষ্টিয়েই বেহানিৰ অধিকাৰ পত্ৰ হয়। দলিলসমূহ শুল্ক কাৰ্য্যালয় আৰু বেহানি খালাচ লোৱাৰ বাবে প্ৰয়োজনীয়। ৰপ্তানিকাৰীৰ বেংকে দলিলী বিনিময় পত্ৰখন, আমদানীকাৰী দেশৰ নিজা শাখা বেংকলৈ নাইবা কোনো এজেন্টলৈ মূল্য পৰিশোধ বা গ্ৰহণৰ কাৰণে (Payment or acceptance) আমদানীকাৰীৰ ওচৰত দাখিল কৰিবলৈ প্ৰেৰণ কৰে।

দলিলী বিনিময় বিলখন—'মূল্য আদায়ৰ দলিলী বিনিময় পত্ৰ' (Documents against payments—D/P) নাইবা গ্ৰহণৰ দলিলী বিনিময় পত্ৰ' (Documents against acceptance—Bill of Exchange—D/A) হ'ব পাৰে।

মূল্য আদায় দলিলী বিনিময় পত্ৰখন আমদানি সদাগৰৰপৰা বিনিময় পত্ৰখনত উল্লেখিত মূল্যখিনি আদায় পোৱাৰ পাছতহে কেৱল দিয়াৰ নিয়ম। মূল্য আদায় পোৱাৰ পাছত ৰপ্তানিকাৰীৰ বেংকত থকা



হিচাপত জমা কৰা হয়। আনহাতে 'গ্ৰহণ দলিলী বিনিময় পত্ৰ' খন আমদানি সদাগৰে গ্ৰহণ কৰি দিলেহে বিনিময় পত্ৰত সংগঠিত দলিলসমূহ তেওঁক দিয়া হয়। বিনিময় পত্ৰখন আমদানিকাৰীয়ে গ্ৰহণৰ পাছত বেংকে পত্ৰখনৰ ম্যাদ (Term) অন্ত নোহোৱালৈকে ৰাখি থয়। বিনিময় পত্ৰত উল্লেখিত ম্যাদ অন্ত পৰাৰ লগে লগে পত্ৰখন পুনৰ মূল্য আদায়ৰ বাবে আমদানি সদাগৰৰ ওচৰত দাখিল কৰা হয়। আমদানি সদাগৰৰপৰা মূল্য আদায় কৰিহে ৰপ্তানিকাৰীৰ হিচাপত উক্ত অৰ্থ জমা ধৰা হয়।

**(২) বন্ধকী পত্ৰসহ বাট্টায় দলিলী বিনিময় পত্ৰ (Discounting Documentary Bill of Exchange with a letter of hypothecation)**ঃ দাম আদায়ৰ উপৰোক্ত পদ্ধতিৰ বাহিৰে বিকল্প উপায় হ'ল—বন্ধকী পত্ৰসহ বাট্টায় দলিলী বিনিময় পত্ৰ। গ্ৰহণ দলিলী বিনিময় পত্ৰৰ ম্যাদ অন্ত নোহোৱাকৈয়ে পাৰলৈ বিচাৰে, তেনে হলে বেংকক উক্ত বিনিময় পত্ৰখন বাট্টাত আনক দিবলৈ অনুৰোধ কৰিব পাৰে আৰু সেই উপায়েৰে পত্ৰৰ ধন সোনকালেই আদায় কৰিব পাৰে।

বাট্টা লৈ' বিনিময় পত্ৰৰ অৰ্থ প্ৰদান কৰা বিষয়ত যদি বেংকে সন্মতি দিয়ে, তেন্তে ৰপ্তানিকাৰীয়ে দলিল সহ বিনিময় পত্ৰখন বেংকক দিয়াৰ লগত এখন বন্ধকী পত্ৰও (Letter of hypothecation) দিব লাগে। কাৰণ, যদি আমদানিকাৰীয়ে বিনিময় পত্ৰৰ ম্যাদৰ অন্তত পত্ৰৰ অৰ্থ প্ৰদান কৰিব নোৱাৰে বা বিনিময় পত্ৰখনক অসন্মান কৰে (Dishonoured the bill), তেন্তে ৰপ্তানিকৃত বেহানি বিক্ৰী কৰি ইতিপূৰ্বে ৰপ্তানিকাৰীক দিয়া বাট্টাকৃত বিনিময় পত্ৰৰ (Discounted Bill of Exchange) অৰ্থ আদায় কৰিবলৈ, উক্ত বন্ধকী পত্ৰই কৰ্তৃত্ব দান কৰে। এনে বিক্ৰী কাৰ্য্যৱস্থাৰা প্ৰাপ্ত অৰ্থ যদি ৰপ্তানিকাৰীক দিয়া বাট্টাকৃত বিনিময় পত্ৰ অপেক্ষা কম হয়, তেন্তে সেই বৈষম্য পূৰণ

কৰাৰ দায় ৰপ্তানি কাৰীৰ থাকিব। এই পদ্ধতি দুটা কাৰণত ৰপ্তানি সদাগৰবিলাকৰ মনোগ্ৰাহী নহয়; যেনে বিনিময় পত্ৰৰ ম্যাদ অন্ত পৰেঁাতে বিনিময় পত্ৰৰ অৰ্থ আদায় দিয়াৰ অনিশ্চয়তা আৰু বাট্টাকৃত বিনিময় পত্ৰত হোৱা লোকচান।

**(৩) দলিলী ঋণ (Documentary Credit)ঃ** আমদানি সদাগৰৰ হৈ বিনিময় পত্ৰ গ্ৰহণ কৰা বা বিনিময় পত্ৰৰ অৰ্থ পৰিশোধ কৰিবলৈ চুক্তিবদ্ধ হৈ স্বীকৃতি প্ৰদান কৰা বেংকৰ প্ৰতিশ্ৰুতি পত্ৰক দলিলী ঋণ বোলা হয়।

দলিলী ঋণৰ সাধাৰণ জনপ্ৰিয় পদ্ধতি দুটা—যেনে, অৰ্থ আজ্ঞা পত্ৰ (Letter of Credit) আৰু বেংক মঞ্জুৰীকৰণ (Bank acceptance)। অৰ্থ অজ্ঞা পত্ৰৰ আলোচনা স্থানান্তৰত আছে।

আমদানি সদাগৰে যি বেংকত ৰপ্তানি সদাগৰৰ বাবে অৰ্থ আজ্ঞা-পত্ৰৰ হিচাপ মুকলি কৰে, তেনে বেংকৰ ওপৰত দাবী কৰি ৰপ্তানি সদাগৰে এখন সাময়িক দলিলী বিনিময় পত্ৰ" (Time Cocumentary Bill of Exchaage) উপস্থাপন কৰে। সেই সাময়িক বিনিময় পত্ৰ খন যদি বেংক কৰ্তৃপক্ষই গ্ৰহণ কৰে, তাক বেংক মঞ্জুৰীকৰণ (Bank acceptance) বুলি কোৱা হয়।

**(৪) তাঁৰ বাৰ্তা, ডাকযোগ হস্তান্তৰ আৰু বেংক ড্ৰাফট (Cable & Mail Transfer and Bank Draft)ঃ** বৈদেশিক বিনিময় বজাৰত ধন-বিতৰ লেন-দেন জমা হস্তান্তৰকৰণৰদ্বাৰাও (Transfer of a deposit) সম্পন্ন কৰা হয়। হস্তান্তৰকৰণৰ সাধাৰণতে কোনো বেংকত বা সেই বেংকৰ বিদেশৰ শাখাত থকা অৰ্থৰ ক্ষেত্ৰত হয়।

সচৰাচৰ জমা হস্তান্তৰকৰণ, তাঁৰ বাৰ্তা, ডাক যোগে আৰু বেংক ড্ৰাফটৰদ্বাৰা সম্পন্ন হয়, গতিকে এদিন বা দুদিনৰ ভিতৰতে অৰ্থ



পৰিশোধ কাৰ্য্য নিষ্পন্ন হয়। বৈদেশিক মুদ্ৰা বজাৰত প্ৰতিপত্তি থকা এজন ৰপ্তানি সদাগৰে এনে সামুদ্ৰিক তাঁৰ বাৰ্তা বিনিময় (Cable Transfer) বিক্ৰয় কৰি নিজৰ দেশীয় মুদ্ৰাত মূল্য আদায় কৰিব পাৰে। আমদানিকাৰীয়ে সামুদ্ৰিক তাঁৰ বাৰ্তা বিনিময় ক্ৰয় কৰি ৰপ্তানিকাৰী দেশৰ বেংকক তেওঁৰ মুদ্ৰাত মূল্য পৰিশোধ কৰিবলৈ নিৰ্দেশ জ্ঞাপন কৰিব পাৰে।

যেতিয়া এনে সংবাদ প্ৰেৰণ বিনিময় নিৰ্দেশ বিমান যোগে প্ৰেৰণ কৰা হয় তেতিয়া তাক ডাক যোগে হস্তান্তৰ বিনিময় বুলি কোৱা হয়। আনহাতে ভাৰতীয় বেংকত প্ৰচলিত এক লিখিত নিৰ্দেশক বেংক ড্ৰাফট্ কোৱা হয়। এনে নিৰ্দেশৰদ্বাৰা বিদেশৰ বেংকত থকা হিচাপৰ পৰা কোনো বিশেষ মানুহক বা ব্যৱসায় সংস্থাক তেনে নিৰ্দেশ পত্ৰ দাখিল কৰাৰ লগে লগে অৰ্থ প্ৰদান কৰিবলৈ কোৱা হয়। এই বেংক ড্ৰাফট্ খন ডাকযোগে বিদেশৰ কোনো মানুহলৈ বা ব্যৱসায় সংস্থালৈ প্ৰেৰণ কৰা হয়, যি আন যিকোনো চেকৰ (Cheque) দৰে ভঙাব পাৰি। ভাৰতীয় বেংকে পইচালৈ এনে 'নিৰ্দেশ পত্ৰ' বিক্ৰী কৰে।

**ৰপ্তানি নিয়ন্ত্ৰণ (Export Control)ঃ**—ভাৰতীয় সংহতি আৰু কল্যাণৰ হকে আপাততঃ সকলো দেশেই নিজ দেশৰ বহিৰ্বাণিজ্য নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰে। সাম্প্ৰতিক কালত বহিৰ্বাণিজ্যৰ নিয়ন্ত্ৰণ বাতিৰেকে দেশৰ অৰ্থনৈতিক অৱস্থা সুদৃঢ় কৰা সম্ভৱ নহয়। সেয়ে সকলো দেশেই কম বা বেছি পৰিমাণে ৰপ্তানি আৰু আমদানি ব্যৱসায় আৰু বৈদেশিক বিনিময় মুদ্ৰাৰ ক্ষেত্ৰত নিয়ন্ত্ৰণ ব্যৱস্থা কটকটিয়া কৰা পৰিলক্ষিত হয়। বহিৰ্বাণিজ্য আৰু বৈদেশিক মুদ্ৰাৰ প্ৰকৃত নিয়ন্ত্ৰণে দেশৰ বাণিজ্য ক্ষেত্ৰত প্ৰতিকূলতা আঁতৰাই অনুকূল ব্যৱসায় পৰিবেশ অথবা অনুকূল বাণিজ্যিক ৰাহিৰ সুফল লাভ কৰিবলৈ সক্ষম হয়। এনে নিয়ন্ত্ৰণে ৰপ্তানি আৰু আমদানিৰ মাজত এক সংগতি (Consistency)

স্থাপন কৰিবলৈ সুযোগ দিয়ে। যিকোনো দেশৰ বাণিজ্যিক লেন-দেনত সফলতা অৰ্জন কৰিবলৈ হলে ৰপ্তানি ব্যৱসায়ত ক্ৰমোন্নতি আৰু আমদানি ব্যৱসায়ত যৌক্তিকতাপূৰ্ণ নিয়ন্ত্ৰণ অপৰিহাৰ্য্য।

ৰপ্তানি ব্যৱসায় নিয়ন্ত্ৰণ কৰিবলৈ সততে নিম্নোল্লিখিত পদ্ধতি গ্ৰহণ কৰা দেখা যায়।

**(১) অনুজ্ঞা পত্ৰ (Licence):** সাধাৰণতে দেশৰ কেন্দ্ৰীয় চৰকাৰে আচল বা খাঁটি ব্যৱসায়ীলৈ দেশৰ আৰ্থিক সচ্ছলতাৰ কাৰণে ৰপ্তানি অনুজ্ঞা পত্ৰ প্ৰদান কৰে। উক্ত ৰপ্তানি অনুজ্ঞা পত্ৰৰ জৰিয়তেহে দেশৰ সামগ্ৰী বিদেশলৈ ৰপ্তানি কৰিব পাৰে। এনে অনুজ্ঞা পত্ৰ অবিহনে কোনো ধৰণৰ সামগ্ৰী বিদেশলৈ ৰপ্তানি কৰিব নোৱাৰে।

**(২) সামগ্ৰী ৰপ্তানিত বাধা নিষেধ:** নিজ দেশৰ প্ৰয়োজনীয় উন্নয়নৰ কাৰণে আৱশ্যকীয় সম্পদ ৰাজি আৰু সীমিত সৰবৰাহৰ সামগ্ৰী ৰপ্তানিৰ ক্ষেত্ৰত বাধা নিষেধ আৰোপ কৰা হয়।

**(৩) বৈদেশিক বিনিময় মুদ্ৰা নিয়ন্ত্ৰণ:** দেশৰ বৈদেশিক বিনিময় মুদ্ৰা নিয়ন্ত্ৰণৰদ্বাৰাও পৰোক্ষভাৱে ৰপ্তানি ব্যৱসায় নিয়ন্ত্ৰণ কৰা হয়। দেশীয় চৰকাৰে বিনিময় যোগ্য মুদ্ৰা মঞ্জুৰ নকৰিলে বা মুদ্ৰাৰ লেন-দেনত নিয়ন্ত্ৰণ আৰোপ কৰিলেও ৰপ্তানি ব্যৱসায় নিয়ন্ত্ৰিত হয়।

**(৪) বহিৰ্বাণিজ্যিক শুল্ক:** ৰপ্তানি সামগ্ৰীৰ ওপৰত অতিৰিক্ত ৰপ্তানি শুল্ক (Export duty) বহুৱাই ৰপ্তানি ব্যৱসায় নিয়ন্ত্ৰণ কৰা হয়। এনে অতিৰিক্ত শুল্কই বিদেশত ৰপ্তানি সামগ্ৰীৰ দাম চৰা কৰে। ফলত আমদানিকাৰীয়ে বিদেশৰ বস্তু ক্ৰয় কৰিবলৈ ইচ্ছা নকৰে, আন-হাতে ৰপ্তানিকাৰীয়েও ৰপ্তানি ব্যৱসায়ত লাভৰ মাত্ৰা কমি যোৱাত এনে ব্যৱসায়ৰ প্ৰতি উৎসাহিত নহয়।

**(৫) অংশ সুব্যৱস্থা (Quota System):** দেশীয় চৰকাৰে নিৰ্দিষ্ট কিছুমান সামগ্ৰী বিদেশলৈ ৰপ্তানি কৰিবৰ বাবে অংশ ব্যৱহাৰ প্ৰচলন কৰে। এনে অংশ ব্যৱস্থাই ৰপ্তানিৰ পৰিমাণ নিৰ্ধাৰিত কৰে।



**(৬) ৰাষ্ট্ৰীয় ব্যৱসায় (State Trading):** দেশীয় বহিৰ্বাণিজ্য ব্যক্তিগত ব্যৱসায়ীৰ হাতত তুলি দিয়াৰ ফলত হোৱা অপকাৰিতাৰ প্ৰতি লক্ষ্য ৰাখি, বহু দেশেৰ বহিৰ্বাণিজ্য ৰাষ্ট্ৰীয় ব্যৱসায় ৰূপে পৰি-চালনা কৰে।

**(৭) গুণমান নিয়ন্ত্ৰণ (Quality Control):** ৰপ্তানি সামগ্ৰীৰ গুণ, মান জোখ আদিৰ ওপৰত অনুশাসন আৰোপ কৰিও ৰপ্তানিৰ পৰিমাণ নিয়ন্ত্ৰণ কৰা হয়। এনে ব্যৱস্থাই অনুপযুক্ত সামগ্ৰীৰ ৰপ্তানি বন্ধ কৰে।

ইয়াৰ উপৰিও, বিভিন্ন দেশৰ মাজত দ্বিপাক্ষিক চুক্তিৰ জৰিয়তে ৰপ্তানি ব্যৱসায় নিয়ন্ত্ৰণ কৰা হয়।

ভাৰতবৰ্ষৰ বহিৰ্বাণিজ্য মন্ত্ৰণালয়ে অনুশাসন কৰে। আমদানি আৰু ৰপ্তানি ব্যৱসায়ৰ চৰকাৰী নিয়ন্ত্ৰণৰ দায়িত্ব মুখ্য নিয়ন্ত্ৰকৰ (Chief Controller of Export & Imports) হাতত ন্যস্ত থাকে। ভাৰত চৰকাৰৰ বহিৰ্বাণিজ্য সম্পৰ্কীয় বিনিয়ম সমূহৰ কাৰ্য্যকৰী ৰূপায়ন মুখ্য নিয়ন্ত্ৰকে কৰে।

ভাৰতবৰ্ষত এই ব্যৱস্থা ২য় মহাযুদ্ধৰ প্ৰাৰম্ভণিৰ পৰাই কাৰ্য্যকৰী কৰা হয়। ৰপ্তানি নিয়ন্ত্ৰণৰ অনুশাসন ১৯১৮ চনৰ সামুদ্ৰিক শুল্ক আইন (Sea customs Act—1918) আৰু ভাৰত প্ৰতিৰক্ষা অধ্যাদেশত আৰোপিত হোৱা কৰ্তৃত্ব অনুসৰি বলবৎ কৰা হৈছিল।

যুদ্ধ পৰবৰ্তী কালত ১৯৪৭ চনত আমদানি আৰু ৰপ্তানি (নিয়ন্ত্ৰণ) আইন প্ৰণয়ন কৰা হয়। এই আইনৰ জোৰত চৰকাৰে যিকোনো সামগ্ৰী এখন বিজ্ঞপ্তি (Notification) প্ৰচাৰৰদ্বাৰা নিয়ন্ত্ৰণ কৰিব পাৰে। এনেভাবে নিয়ন্ত্ৰণ কৰা সামগ্ৰী ৰপ্তানি নিয়ন্ত্ৰণ বিধিৰ (১৯৫৪ চন) (Export control order—1954) অনুসূচী ভুক্ত

হয়। ৰপ্তানি নিয়ন্ত্ৰণ বিধি বহিৰ্ভূত সামগ্ৰীক 'নিয়ন্ত্ৰণ মুক্ত' (Control free) সামগ্ৰী শ্ৰেণীত ধৰা হয়। কিছুমান সামগ্ৰী তালিকাভুক্ত কৰি 'মুক্ত সাধাৰণ অনুজ্ঞা পত্ৰ'ৰ ( Open general Licence ) অন্তৰ্ভুক্ত কৰা হয়।

ৰপ্তানিকাৰীক সাধাৰণভাৱে তিনিটা শ্ৰেণীত বিভক্ত কৰা হয়, যেনে—

(ক) প্ৰতিষ্ঠিত ৰপ্তানিকাৰী ( Established Exporters ),

(খ) উৎপাদক ( Producers ),

(গ) নৱাগত ব্যৱসায়ী ( New-commers )।

(ক) প্ৰতিষ্ঠিত ৰপ্তানিকাৰী তেওঁকেই বোলা হয়, যি অতীতত যিকোনো এবছৰ নিৰূপিত সময়ৰ ভিতৰত ৰপ্তানি কাৰ্য্য নিষ্পন্ন কৰিছিল।

(খ) উৎপাদক তেওঁকেই বোলা হয়, যি শিল্পজাত সামগ্ৰী নিৰ্মাণ কৰে বা অন্যান্য কৃষিজাত বা ধাতুজাত দ্ৰব্য উৎপাদন কৰে। কোনো নিৰ্দিষ্ট পৰিমাণৰ উৎপন্ন দ্ৰব্যৰ ওপৰত নিৰ্ভৰ কৰিহে এনে উৎপাদকক অনুজ্ঞা পত্ৰ মঞ্জুৰ কৰা হয়।

(গ) নৱাগত ব্যৱসায়ী তেওঁকেই বোলা হয়, যি দেশৰ অভ্যন্তৰত ৰপ্তানি কৰিবলৈ বিচৰা সামগ্ৰীৰ ব্যৱসায়ত ইতিমধ্যে প্ৰতিপত্তি লাভ কৰিছে।

আগতে উল্লেখ কৰি অহা অংশ ব্যৱস্থা ( Quota System ) পদ্ধতিৰেও ৰপ্তানিকাৰীক সামগ্ৰী ৰপ্তানি কৰিবলৈ দিয়া হয়। এই 'অংশ' সচৰাচৰ ৰপ্তানিকাৰীয়ে ইতিপূৰ্বে নিৰ্দিষ্ট কেইবা বছৰো ৰপ্তানি কৰা সময়ক 'মৌলিক ম্যাদ' ( Basic Period ) হিচাপে লৈ 'মৌলিক ৰপ্তানি'ৰ (Basic Exports ) পৰিমাণৰ ভিত্তিত 'অংশ' নিৰ্ধাৰণ কৰে, অৱশ্যে ৰপ্তানিকাৰীয়ে মুঠ ৰপ্তানি সংক্ৰান্তত নথি-পত্ৰ



দাখিল কৰিব লাগে। অংশ পদ্ধতিৰ উপৰিও অন্যান্য ৰপ্তানি নিয়ন্ত্ৰিত পদ্ধতিৰেও ৰপ্তানি ব্যৱসায় পৰিচালনা কৰা হয়।

ৰপ্তানিকাৰীয়ে নিয়ন্ত্ৰিত সামগ্ৰী ৰপ্তানি কৰিবলৈ নিৰ্ধাৰিত পত্ৰত (Prescribed Form ) ৰপ্তানি নিয়ন্ত্ৰকলৈ আবেদন কৰিব লাগে। ৰিজাৰ্ভ বেংকত নিৰ্ধাৰিত মাচুল জমা দিয়া ৰচিদ, আয়কৰ প্ৰমাণ পত্ৰ, পূৰ্ব প্ৰেৰিত ৰপ্তানি সামগ্ৰীৰ পৰিমাণ আৰু দামৰ নথি-পত্ৰ, আবেদন পত্ৰৰ লগত সংযুক্ত কৰি দিব লাগে।

উক্ত নথি পত্ৰৰ ভিত্তিত ৰপ্তানি নিয়ন্ত্ৰকে অনুজ্ঞা পত্ৰ প্ৰদান কৰে। অনুজ্ঞা পত্ৰত—আমদানি কৰা দেশৰ নাম, মূল্য আৰু পৰিমাণৰ উল্লেখ থাকে। ৰপ্তানি অনুজ্ঞা পত্ৰ সাধাৰণতে প্ৰদান কৰা দিনৰ পৰা তিনি মাহলৈ কাৰ্য্যকৰী হৈ থাকে, প্ৰয়োজন বোধে আৰু তিনি মাহৰ-বাবে তাৰ ( Licence ) বৈধ্যতা সম্প্ৰসাৰণ কৰি ল'ব পাৰে।

**আমদানি ব্যৱসায় (Import Trade):** সৰ্ব সাধাৰণতে আমদানি ব্যৱসায়ীক দুই প্ৰকাৰে বিভক্ত কৰিব পাৰি—যেনে প্ৰত্যক্ষ আমদানিকাৰী আৰু পৰোক্ষ আমদানিকাৰী।

প্ৰত্যক্ষ আমদানিকাৰীয়ে বিদেশৰ ৰপ্তানি সদাগৰলৈ বা উৎপাদক ৰপ্তানিকাৰীলৈ ফৰমাচ প্ৰেৰণ কৰে। এনে আমদানিকাৰীসকল হয় শিল্প উৎপাদক অথবা পাইকাৰী ব্যৱসায়ী। শিল্প উৎপাদক সকলে বিদেশৰপৰা উৎপাদনৰ কাৰণে কেঁচামাল বা যন্ত্ৰ-পাতি আৰু সাজ-সৰঞ্জাম আমদানি কৰে। পাইকাৰী ব্যৱসায়ীয়ে বিদেশৰপৰা বস্তু আমদানি কৰি আনি দেশৰ উৎপাদক বা অন্য গ্ৰাহকক বিক্ৰী কৰে। প্ৰত্যক্ষভাৱে আমদানি ব্যৱসায় পৰিচালনা কৰা হেতু এনে উৎপাদক বা ব্যৱসায়ীয়ে বহু অসুবিধা ভোগ কৰে, কিন্তু এওঁলোকে আমদানি সামগ্ৰী সস্তা দামতে ক্ৰয় কৰিব পাৰে।

অন্য প্ৰকাৰ আমদানিকাৰী হ'ল—আমদানি কমিছন সংস্থা

( Import Commission House ), আমদানি অভিকৰ্তা ( Import Agent ), দালাল ( Import Broker ), ফৰমাচ সংস্থা ( Indent House ) আদি। এই প্ৰকাৰ পৰোক্ষ আমদানিকাৰী আচলতে মধ্যম ব্যৱসায়ী ( Inter mediate ), এওঁলোকে বিদেশী বস্তু নিজৰ কাৰণে নিজৰ হিচাপত আমদানি নকৰে। আচল আমদানিকাৰীৰ পক্ষ হৈহে এওঁলোকে এনে ব্যৱসায়িক কাৰ্য্য পৰিচালনা কৰে।

**আমদানি সদাগৰ ( Import Merchant ) ঃ** আমদানি সদাগৰে নিজাভাৱে বিদেশী বেহানি ক্ৰয় কৰে। এনে সদাগৰে ক্ৰয় কৰা বিদেশী বেহানিৰ বিত্ত, পৰিবহণ আৰু ভঁড়ালকৰণ ব্যৱস্থা নিজাভাৱে কৰে, অৰ্থাৎ আমদানি সদাগৰে নিজ দেশত বিদেশী সামগ্ৰীৰ ব্যৱসায় পূৰ্ণোদ্যমে চলায়। তেওঁ দেশীয় বেহানি বজাৰত বিদেশী সামগ্ৰীৰ বিন্যাস ঘটাই বিক্ৰী কাৰ্য্য সম্পন্ন কৰে। দেশৰ পাইকাৰী বা খুচুৰা ব্যৱসায়ীক তেওঁ ক্ৰয় কৰি নিজৰ গুদামত সঞ্চয় কৰি ৰখা বিদেশী বেহানি বিক্ৰী কৰে। আমদানি ব্যৱসায়ী এনে আমদানিকাৰীয়ে প্ৰত্যক্ষভাৱেই পৰিচালনা কৰে।

**ফৰমাচ সংস্থা (Indent House) ঃ** ফৰমাচ সংস্থা এটা বিশেষী-কৃত ব্যৱসায় সংস্থা। এই সংস্থাই বিশেষকৈ বহিৰ্বাণিজ্যৰ ক্ষেত্ৰত বিশেষ বহুমূলীয়া সেৱা আগবঢ়ায়। ফৰমাচ সংস্থাই দেশীয় আমদানি-কাৰী আৰু বিদেশী ৰপ্তানিকাৰীৰ মাজত মধ্যম ব্যৱসায়ী হিচাপে কাৰ্য্য সম্পাদন কৰে। দেশৰ বিভিন্ন ব্যৱসায়ীৰ ফৰমাচ সংগ্ৰহ কৰি, বিদেশত থকা এই সংস্থাৰ শাখা বা এজেণ্টৰদ্বাৰা, ফৰমাচ সাপেক্ষ বেহানি ক্ৰয় কৰাৰ ব্যৱস্থা কৰে। দৰাচলতে এনে ফৰমাচ সংস্থাৰ পৃথিৱীৰ বিভিন্ন ব্যৱসায়িক কেন্দ্ৰত হয় নিজৰ কাৰ্য্যালয়, নহয় কোনো নিয়োজিত ব্যৱসায়িক অভিকৰ্তা থাকে, যি এই সংস্থাৰ হৈ কাৰ্য্য নিৰ্বাহ কৰে। উল্লেখযোগ্য বিশেষ বৈশিষ্ট্য এয়ে যে সংস্থাই নিজৰ নামত কোনো



বস্তু বেহানিৰেই ব্যৱসায় নকৰে, কেৱল বিদেশী ৰপ্তানিকাৰীৰ বস্তু সংগ্ৰহ কৰি আনি দেশৰ ব্যৱসায়িক যোগান ধৰে, যাৰবাবে সংস্থাই বিদেশী বেহানিৰ প্ৰকাৰ আৰু মূল্য অনুসাৰে কমিছন বা দস্তুৰি আদায় কৰে।

ফৰমাচ সংস্থাত দিয়া ফৰমাচক আচলতে 'ইন্‌ডেণ্ট' ( Indent ) আৰু সেই ইন্‌ডেণ্ট লৈ বিদেশী বেহানি ক্ৰয় কৰি আনি দিয়া সংস্থাক ইন্‌ডেণ্ট হাউচ ( Indent House ) বোলা হয়।

এনে 'ইন্‌ডেণ্ট হাউছ' দুই ধৰণৰ। এবিধ বিদেশী শিল্প উৎপাদক, বিদেশী ৰপ্তানি সংস্থাৰ প্ৰতিনিধিৰদ্বাৰা গঠিত ফৰমাচ সংস্থা। আনবিধ স্বাধীনভাৱে পৰিচালিত স্বতন্ত্ৰ ফৰমাচ সংস্থা। ভাৰতবৰ্ষৰ বিদেশী বাণিজ্যৰ শতকৰা পয়সত্তৰভাগেই এনে ইন্‌ডেণ্ট হাউছৰদ্বাৰা পৰিচালিত হয়।

এনে ফৰমাচ সংস্থাই বিদেশী ৰপ্তানি সদাগৰ, শিল্প উৎপাদক বা ৰপ্তানি অভিকৰ্তাৰ পৰা বেহানিৰ নমুনা নক্সা বা চানেকি সংগ্ৰহ কৰে আৰু উক্ত নমুনাবোৰ দেশীয় ব্যৱসায়ীক প্ৰদৰ্শন কৰে। কোনো কোনো ফৰমাচ সংস্থাই নিজৰ প্ৰতিনিধিৰদ্বাৰা এই প্ৰদৰ্শন কাৰ্য্য নিয়ন্ত্ৰণ কৰে আৰু দেশীয় ব্যৱসায়ীক বিদেশী বজাৰ-বেহানি সম্পৰ্কে অৱহিত কৰাই থাকে। যদি বিদেশী বেহানিৰ নমুনা বা নিদৰ্শন কোনো দেশীয় ব্যৱসায়ীৰ পছন্দ হয়, তেনে সেই ধৰণৰ বেহানিৰ ফৰমাচ, ফৰমাচ সংস্থাক দিয়া হয়। ফৰমাচ সংস্থাই 'ফৰমাচ পত্ৰ' (Indent Form) পূৰণ কৰি ব্যৱসায়ীজনক চহী কৰিবলৈ দিয়ে। ফৰমাচ পত্ৰখনত বা ইন্‌ডেণ্ট ফৰ্মখনত বেহানি আৰু মূল্য পৰিশোধ সংক্ৰান্ত পূৰ্ণপাঠ দিয়া থাকে। এনে কেইবাখনো ইন্‌ডেণ্ট পত্ৰৰ প্ৰতিলিপি প্ৰস্তুত কৰা হয়, তাৰে এখন ফৰমাচ সংস্থাই বিদেশী ৰপ্তানিকাৰীলৈ প্ৰেৰণ কৰে। ফৰমাচ সংস্থাই মধ্যম ব্যৱসায়ী হিচাপে কাৰ্য্য সম্পাদন কৰিলেও

বেহানিৰ পৰিবহণত কোনো দায়-দায়িত্ব গ্ৰহণ নকৰে, কেৱল দেশীয় বেপাৰীজনৰ হৈ বিদেশী সামগ্ৰী আমদানি কৰি দিয়ে। এমাহৰ ভিতৰত ইনডেণ্ট গ্ৰহণ আৰু সেই ইনডেণ্টৰ বেহানি ছমাহৰ ভিতৰত আমদানি কৰি অনাই ফৰমাচ সংস্থাৰ প্ৰয়োজনীয় কৰ্তব্য। বিদেশী বেহানিৰ আমদানি পলম হলে ফৰমাচ বাতিল কৰিবলৈ ফৰমাচ দাতাক ( Indentor ) ফৰমাচ সংস্থাই ( Indentee ) অধিকাৰ দিয়ে।

ফৰমাচ সংস্থাই কেই শতাংশমান কমিছন লৈ এনে ব্যৱসায় চলায়। অৱশ্যে ব্যৱসায়ীয়ে বেহানিৰ মূল্য আৰু বিদেশী ৰপ্তানিকাৰীৰ দামৰ মাজত যদি কিবা পাৰ্থক্য ( Difference ) হয়, সেয়া ফৰমাচ সংস্থাৰ লাভ।

ফৰমাচ দাতাই—বস্তু পোৱাৰ চৌধ দিনৰ ভিতৰত, যদি বস্তু ফৰমাচ অনুপাতে নহয়, তেনে ফৰমাচ সংস্থাক দাবী ( Claim ) কৰিব পাৰে। ফৰমাচ সংস্থা আৰু ফৰমাচ দাতাৰ মাজত হোৱা যি কোনো বিবাদ মীমাংসাৰদ্বাৰা ( arbitration ) সমাধান কৰা হয়।

ফৰমাচ সংস্থাই দেশীয় ব্যৱসায়ী আৰু বিদেশী আমদানিকাৰীলৈ বিভিন্ন প্ৰকাৰৰ সেৱা আগবঢ়ায়।

**ফৰমাচ সংস্থাৰ সেৱা ( Services of Indent house ):**

(১) আমদানি কলা-কৌশল বিশেষজ্ঞ হোৱা হেতু এনে সংস্থাই দক্ষতা-পূৰ্ণ সেৱা আগবঢ়ায়। যুক্তিসংগত ব্যয় আৰু অলপ আয়াসতে জটিল আৰু তাৎপৰ্য্যপূৰ্ণ আমদানি পদ্ধতিৰ আনুষ্ঠানিকতা খিনি পৰিপূৰণ কৰাত এনে সংস্থা পাকৈত। আমদানি ব্যৱসায়ৰ সৈতে বিশেষভাৱে পৰিচিত নোহোৱা ব্যৱসায়ী, আৰু ক্ষুদ্ৰ আমদানিকাৰীৰ বাবে এনে সংস্থা নিতান্ত আৱশ্যকীয়।

(২) ক্ষুদ্ৰ ক্ষুদ্ৰ ব্যৱসায়ী সংস্থাই যি বিদেশী ৰপ্তানিকাৰীৰ ওচৰলৈ পোনপটীয়াকৈ ফৰমাচ প্ৰেৰণ কৰিব নোৱাৰে তেনে ব্যৱসায়ীৰ হৈ এনে



সংস্থাই ফৰমাচ সংগ্ৰাহী এজেন্সী ৰূপে কাৰ্য্য সম্পন্ন কৰে। এনেদৰে সংগৃহীত ফৰমাচ বিদেশী ৰপ্তানিকাৰীলৈ বৃহৎ ফৰমাচ হিচাপে প্ৰেৰণ কৰি বিদেশী বজাৰত বিয়াগোম ক্ৰেতাৰ সুবিধা আদায় কৰে আৰু দেশৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ব্যৱসায়ীৰ বিদেশী বেহানিৰ প্ৰয়োজনীয়তা পূৰণ কৰে।

(৩) বিদেশী বেহানি আমদানি বিষয়ত বৈদেশিক বিনিময় বেংকৰ-পৰা ঋণ লোৱাৰ ক্ষেত্ৰত এনে ফৰমাচ সংস্থাই আপেক্ষিকভাৱে অধিক সুযোগ লাভ কৰে।

(৪) বিদেশী ৰপ্তানি সদাগৰৰদ্বাৰা প্ৰতিষ্ঠিত দেশীয় ফৰমাচ সংস্থাই বিদেশৰপৰা সামগ্ৰী আমদানি কৰা বিষয়ত সহজ, সাৱলীল আৰু ক্ষিপ্ৰতৰ ব্যৱস্থা গ্ৰহণ কৰে। ফলত দেশীয় ব্যৱসায়ীয়ে অলপ আয়াসতে আৰু প্ৰয়োজনীয় সময়তেই বিদেশী বেহানি লাভ কৰে। আনহাতে আমদানিকাৰীৰ যিকোনো অভিযোগ বা দাবী এনে সংস্থাৰ জৰিয়তে বিদেশী ৰপ্তানিকাৰীৰ ওচৰত জোৰদাৰভাৱে উপস্থাপন কৰি সুফল লাভ কৰিব পাৰি।

(৫) এনে ফৰমাচ সংস্থাই বৈদেশিক অভিকৰ্তাৰ জৰিয়তে পৃথিৱীৰ বিভিন্ন বৈদেশিক পণ্য বজাৰ, মুদ্ৰা বজাৰ আৰু শেহতীয়া অন্যান্য ব্যৱসায়িক বা-বাতৰি সংগ্ৰহ কৰে আৰু তাক নিয়মীয়াকৈ দেশৰ ব্যৱসায়ীৰ মাজত বণ্টন কৰে, যাতে দেশীয় ব্যৱসায়ী বিদেশী বজাৰ সম্পৰ্কে অৱগত হৈ থাকে।

(৬) এনে ফৰমাচ সংস্থাৰ বৃহৎ ক্ৰয় ক্ষমতা থকা হেতু অনুকূল বাণিজ্যিক হাৰ আৰু চৰ্তত আমদানি ব্যৱসায় পট্টন কৰিব পাৰে যিটো ক্ষুদ্ৰ ব্যৱসায়ীৰ কাৰণে সমূলি সম্ভৱপৰ নহয়।

(৭) দেশীয় আমদানিকাৰীৰ উপৰিও বিদেশী উৎপাদক আৰু ৰপ্তানি সদাগৰৰ লগত প্ৰত্যক্ষ সম্বন্ধ স্থাপন কেৱল এনে সংস্থাই কৰিব,

পাৰে। অৱশ্যে কেইবিধমান সামগ্ৰীৰ আমদানি আৰু ৰপ্তানি উভয় ব্যৱসায়ৰ ক্ষেত্ৰতহে এনে ফৰমাচ সংস্থা আৱদ্ধ থাকে। সেই সামগ্ৰীৰ উৎস সম্পৰ্কে তেওঁলোক সুপৰিচিত।

বৈদেশিক ব্যৱসায়ত এনে সংস্থাই পাইকাৰী ব্যৱসায়ী হিচাপে কাৰ্য্য পৰিচালনা কৰে, ফলত অৰ্থ-কড়িৰ ক্ষেত্ৰত আমদানিকাৰীলৈ ভিন্ ভিন্ সুযোগ আগবঢ়ায়। বাস্তৱিকতে ফৰমাচ সংস্থাৰ কাৰ্য্যকাৰিতা বৈদেশিক বাণিজ্যৰ উভয় দিশতে সংযুক্ত। সেয়ে, এনে সংস্থাক আমদানি আৰু ৰপ্তানি কমিছন সংস্থা বুলিও গণ্য কৰা হয়।

**আমদানি কাৰ্য্য পদ্ধতি (Import Procedure)** ঃ ৰপ্তানি বাণিজ্যৰ দৰে আমদানি বাণিজ্যও প্ৰত্যক্ষ বা পৰোক্ষভাৱে কৰা যায়। কিছুমান আমদানি সদাগৰে পোনপটীয়াকৈ বিদেশৰপৰা বস্তু বেহানি ক্ৰয় কৰি আনি দেশৰ বজাৰত বিক্ৰী কৰে। আনহাতে, কিছুমান আমদানিকাৰীয়ে আমদানি ব্যৱসায়, মধ্যম ব্যৱসায়ীৰদ্বাৰা (যথা—আমদানি অভিকৰ্তা, কমিছন সংস্থা, ফৰমাছ সংস্থা আদি) পট্টন কৰে। যি কি নহওক, নিম্নোল্লিখিত প্ৰণালীৰে আমদানি ব্যৱসায় পৰিচালনা কৰা হয়—

**(১) আমদানি অনুজ্ঞা-পত্ৰ আৰু ফৰমাচ প্ৰদান** ঃ কোনো সদাগৰে যদি বিদেশৰপৰা পোনপটীয়াকৈ কিবা সামগ্ৰী ক্ৰয় কৰিব খোজে তেনে হলে প্ৰথমে তেওঁক উক্ত সামগ্ৰীৰ বাবে অনুজ্ঞা-পত্ৰৰ (Licence) প্ৰয়োজন হ'ব। আমদানি বেহানিৰ অনুজ্ঞা-পত্ৰ আমদানি নিয়ন্ত্ৰকৰপৰা ( Controller of Imports ) পাব পাৰি, যদি তেনে অনুজ্ঞা-পত্ৰৰ প্ৰয়োজন হয়।

আনহাতে আমদানি অভিকৰ্তা, আমদানি সংস্থা আৰু ফৰমাচ সংস্থাৰ সামগ্ৰী আমদানি কৰিবলৈ বিচাৰিলে, আমদানি অনুজ্ঞা-পত্ৰ সংগ্ৰহৰ দায়িত্ব উক্ত অভিকৰ্তা বা সংস্থাৰ হাতত অৰ্পণ কৰিব পাৰি।



উক্ত অনুজ্ঞা-পত্ৰ পোৱাৰ পাছত আমদানি সদাগৰে নিজে অথবা মধ্যম ব্যৱসায়ী সংস্থাই বিদেশৰ সৰবৰাহকাৰীলৈ ফৰমাচ প্ৰেৰণ কৰে। ফৰমাচ প্ৰাপ্তিৰ পৰবৰ্তী কাৰ্য্য ফৰমাচতে থকা চৰ্ত অনুযায়ী ৰপ্তানি কাৰ্য্য পদ্ধতি অনুশীলনৰদ্বাৰা সৰবৰাহ কাৰ্য্য পৰিচালনা কৰা হয়।

**(২) মূল্য পৰিশোধৰ চৰ্ত ( Terms of Payment )** ঃ ৰপ্তানি কাৰ্য্য পদ্ধতিত বৰ্ণিত।

(১) দলিলী ঋণ, যেনে অৰ্থ আজ্ঞা পত্ৰ বা বেংক মঞ্জুৰীকৰণ।

(২) সামুদ্ৰিক তাঁৰ বাৰ্তা, আৰু ডাক অৰ্থ হস্তান্তৰ ( Cable & Mail Transfer ) আৰু বেংক ড্ৰাফটৰদ্বাৰাও অৰ্থ হস্তান্তৰকৰণ।

(৩) দলিলী বিনিময় পত্ৰ যথা—মূল্য আদায় দলিলী বিনিময় পত্ৰ (Documents against Payments ) গ্ৰহণ দলিলী বিনিময় পত্ৰ (Documents against acceptance of Bill of Exchange) আৰু

(৪) বন্ধকী পত্ৰ সহ বাট্টীয় দলিলী বিনিময় পত্ৰ আদি যিকোনো পন্থাৰ অৱলম্বনেৰে মূল্য পৰিশোধ কৰিব পাৰি ; কিন্তু আমদানিকাৰীয়ে ৰপ্তানিকাৰীৰ পৰা তেওঁ গ্ৰহণ কৰা মূল্য পৰিশোধ পদ্ধতি সম্বন্ধে সন্মতি পাব লাগিব।

আমদানিকাৰীয়ে আমদানি বেহানিৰ মূল্য নিশ্চিত হাৰত পাবৰ কাৰণে আগতীয়াকৈ বৈদেশিক মুদ্ৰাৰ বিনিময় হয় সংৰক্ষণৰ ( Booking of Exchange rate ) ব্যৱস্থা কৰা আৱশ্যক। সাধাৰণতে বৈদেশিক বাণিজ্যত বৈদেশিক মুদ্ৰাৰ হাৰৰ ( Rate ) নমনীয়তাই পৰিশোধ কৰিবলগীয়া সামগ্ৰী মূল্য হ্ৰাস বৃদ্ধি কৰি থাকে। সেয়ে-বৈদেশিক মুদ্ৰাৰ স্থিৰ হাৰৰ ( Fixed Exchange rate ) পদ্ধতিয়ে মূল্য হ্ৰাস-বৃদ্ধিৰ অনিশ্চয়তা আঁতৰায়।

বিদেশী সৰবৰাহকাৰীয়ে বেহানি জাহাজেৰে পঠিওৱাৰ পাছত আমদানিকাৰীলৈ উক্ত সংবাদ পঠাব লাগে আৰু বেংক, ৰপ্তানি সংস্থা

বা ডাকযোগে বেহানিৰ চালান ( Invoice ) বিনিময় পত্ৰ ( Bill of Exchange ) আৰু অন্যান্য দলিল আমদানিকাৰীৰ ওচৰত উপস্থাপন কৰিব লাগে। সেই দলিলসমূহ হ'ল—

(১) ৰপ্তানি চালান ( Export Invoice )

(২) বিনিময় পত্ৰ সাময়িক বা দাবী সাপেক্ষ (Time or Demand Bill of exchange ),

(৩) বহন পত্ৰ আৰু সংশ্লিষ্ট সমূহ দলিল-পত্ৰ ( গুণ মান পত্ৰ, ওজন প্ৰমাণ পত্ৰ ইত্যাদি ) ( Bill of lading & all other documents )

(৪) বাণিজ্য দূত চালান ( Consular Invoice ), প্ৰয়োজনীয় প্ৰতিলিপি সহ।

(৫) দেশজ উৎপাদন প্ৰমাণ পত্ৰ ( Certificate of origin ) প্ৰয়োজন সাপেক্ষ।

(৬) বীমা পলিছি ( Insurance Policy )

(৭) বন্ধকী পত্ৰ ( Letter of Hypothecation in favour of Bank ),

(৮) অন্যান্য প্ৰয়োজনীয় প্ৰমাণ পত্ৰ।

আমদানিকাৰীয়ে বা তেওঁৰ বেংকে বিলৰ মূল্য পৰিশোধ কৰি বা বিল গ্ৰহণ কৰি দলিল পত্ৰ সমূহ সংগ্ৰহ কৰে। তাৰ পৰবৰ্তী সময়ত জাহাজ আহি নিৰ্দিষ্ট বন্দৰ পোৱাৰ লগে লগেই বেহানি খালাচ কৰাৰ ব্যৱস্থা কৰিব লাগে।

**(৩) জাহাজৰপৰা বেহানি খালাচৰ পূৰ্ব প্ৰস্তুতি বাণিজ্যিক শুল্কৰ আনুষ্ঠানিকতা ( Customs formalities before taking delivery of goods ) ঃ** জাহাজ কোম্পানীয়ে জাহাজ আহি নিৰ্দিষ্ট বন্দৰ পোৱাৰ লগে লগে স্থানীয় বাতৰিত তাৰ সংবাদ দিয়ে।



আমদানিকাৰীয়ে উক্ত বাৰ্তা পাই, বেহানি খালাচৰ বাবে প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰে।

প্ৰথম অৱস্থাত আমদানিকাৰীয়ে বেহানিৰ 'খালাচ নিৰ্দেশ' ( Delivery order ) জাহাজ কোম্পানী বা কোম্পানীৰ এজেন্টৰপৰা ল'ব লাগে। এই নিৰ্দেশ এখন পৃথক পত্ৰ পূৰণ কৰি অথবা 'বহন পত্ৰ' অনুমোদনৰদ্বাৰা ( Endorsement ) দিব পাৰে। অৱশ্যে এনে নিৰ্দেশ প্ৰদান কৰাৰ আগতে, যদি জাহাজ কোম্পানীৰ কোনো কৰ-কাটল বা ভাড়া বাকী থাকে বা বহন পত্ৰত "ভৱিষ্য ভাড়া'ৰ ( Freight Forward ) নিৰ্দেশ থাকে, তেনে হলে তাক আগতীয়াকৈ পৰিশোধ কৰিব লাগিব। খালাচ নিৰ্দেশ বা ডেলিভাৰী অৰ্ডাৰ প্ৰাপ্তিৰ পাছত আমদানিকাৰীয়ে "বন্দৰ ন্যাস কৰ" ( Port Trust Charges ) পৰিশোধ কৰি তাৰ ৰচিদ সংগ্ৰহ কৰিব লাগে। সকলো কৰ-কাটল আৰু অন্যান্য মাচুল আদি পৰিশোধ কৰাৰ পাছত আমদানিকাৰীয়ে দ্বাৰ-পত্ৰ ( gate Pass ) পায়। দ্বাৰ-পত্ৰই আমদানি মালৰ খালাচ লোৱাত সমৰ্থ কৰে।

আমদানি বেহানি মুক্ত কৰিবৰ বাবে প্ৰয়োজনীয় "বন্দৰ ন্যাস কৰ"ৰ পত্ৰ দুখন পূৰ্ণ কৰি ( Fill-up ) আৱশ্যকীয় কৰ সহ বন্দৰ আয়ুক্তৰ 'লেডিং এণ্ড ছিপিং ডিউজ (Landing & Shipping Dues) কাৰ্য্যালয়ত দাখিল কৰিলেহে, কাৰ্য্যালয়ে উল্লিখিত ৰচিদখন দিয়ে। আনহাতে আমদানি শুল্ক পৰিষোধ নকৰাকৈয়ো আমদানি বেহানি মুক্ত কৰা নাযায়, যাৰ বাবে শুল্ক কাৰ্য্যালয় সমূহে আনুষ্ঠানিকতা পালন কৰিবলগীয়া হয়।

**প্ৰৱেশ বিল বিৱৰণ ( Bill of Entry Description ) ঃ** আমদানিকাৰীয়ে শুল্ক কাৰ্য্যালয়ত প্ৰৱেশ বিলৰ প্ৰপত্ৰ পায়। এনে তিনিখন প্ৰপত্ৰ আমদানিকাৰীয়ে পূৰ্ণ ( Fill up ) কৰিব লাগে

বেহানি খালাচৰ বাবে। প্ৰৱেশ বিলৰ প্ৰপত্ৰত থকা সাধাৰণ বিৱৰণ-সমূহ হ'ল—বেহানিৰ দাম, পৰিমাণ, ওজন, গুণগত মান, আৰু বেহানিৰ অন্যান্য বিৱৰণ। এই প্ৰৱেশ প্ৰপত্ৰৰ লগত আনুষংগিক অন্যান্য দলিল পত্ৰও, যেনে—নৌ-বীমা পলিচি, চালান, বেংকৰ টোকা আদি বেহানি মূল্যাংকণ সংক্ৰান্তত চাব পাৰে।

প্ৰৱেশ বিল তিনি প্ৰকাৰৰ থাকে, যেনে—(ক) কৰমুক্ত বেহানিৰ প্ৰৱেশ বিল ( Entry of free goods )। (খ) ব্যৱহাৰ্য্য বেহানিৰ প্ৰৱেশ বিল ( Entry for consumption ) আৰু (গ) পুনৰ ৰপ্তানিৰ প্ৰৱেশ বিল (Entry for Re-Export )।

কৰমুক্ত বেহানি হলে শুল্ক কাৰ্য্যালয়ে মুক্ত ( free ) চিহ্নিতকৰণ কৰি বেহানি মুকলি কৰিবলৈ নিৰ্দেশ দিয়ে। বেহানি কৰযোগ্য হলে শুল্ক কাৰ্য্যালয়ে কৰ নিৰ্ণয় কৰি আমদানিকাৰীক কৰ দিবলৈ নিৰ্দেশ দিয়ে। কৰ পৰিশোধ কৰাৰ পাছতহে বেহানি মুক্ত কৰিব পাৰে।

সচৰাচৰ কৰ তিনি ধৰণৰ, যথা—(ক) নিৰ্দিষ্ট কৰ (Specific duty ), ওজন আৰু জোখ-মাপৰ ওপৰত ভিত্তি কৰি নিৰ্ধাৰণ কৰে।

(খ) মূল্য স্থিৰীকৃত কৰ ( Fixed Values Duty ), এনে কৰ আমদানি বেহানিৰ প্ৰকাৰ অনুসৰি পূৰ্ব নিৰূপিত বিনিয়ম ভিত্তিত বহুওৱা হয়।

(গ) মূল্যানুসাৰে কৰ—এই কৰ আমদানি বাহানিৰ মূল্যৰ ওপৰত নিৰ্ভৰ কৰি নিৰ্ধাৰণ কৰা হয়।

আলোচিত প্ৰৱেশ বিলৰ তিনি কপি প্ৰপত্ৰ পূৰণ কৰি বন্দৰ ন্যাস ৰচিদ আৰু অন্যান্য দলিল সমন্বিতে শুল্ক কাৰ্য্যালয়ত দাখিল কৰিব লাগে। প্ৰৱেশ বিলৰ লগত আমদানি বেহানিৰ অন্যান্য দলিল পত্ৰ পৰীক্ষা কৰি আৰু বেহানি মূল্যায়ন কৰি চোৱাৰ পাছতহে শুল্ক কাৰ্য্যালয়ে শুল্ক মুক্ত প্ৰমাণ পত্ৰ ( Clearance Certificate ) দিয়ে।



**দৰ্শনী বিল ( Bill of Sight ):** উল্লিখিত প্ৰৱেশ বিলত কেতিয়াবা আমদানিকাৰীয়ে বেহানিৰ প্ৰকৃত মূল্য আৰু বেহানিৰ বিৱৰণ যথাৰ্থ ভাৱে লিপিবদ্ধ কৰিব নোৱাৰে। সৰবৰাহকাৰীৰ পৰা যথোপযুক্ত বা-বাতৰি নোপোৱাৰ ফলতেই এনে অসুবিধা হয়।

এনে ক্ষেত্ৰত আমদানিকাৰীয়ে বেহানি সম্পৰ্কীয় উপযুক্ত বিৱৰণৰ অভাৱৰ কথা শুল্ক কৰ্তৃপক্ষৰ ওচৰত জনাব লাগে। তেতিয়া শুল্ক কৰ্তৃপক্ষই বেহানিৰ টোপোলাবোৰ তেওঁলোকৰ সাক্ষাতত মেলি চাবলৈ নিৰ্দেশ দিয়ে, যাতে আমদানিকাৰীয়ে প্ৰৱেশ বিলত প্ৰকৃত তথ্য দাঙি ধৰিব পাৰে।

কৰ্তৃপক্ষক জনোৱা কাৰ্য্যই হৈছে 'ঘোষণা' ( Declaration )। ঘোষণা কৰিবৰ বাবে নিৰ্দিষ্ট প্ৰপত্ৰ (Form) পূৰণ কৰি শুল্ক কাৰ্য্যালয়ত দাখিল কৰিব লাগে। উক্ত ঘোষণা পত্ৰক "দৰ্শনী বিল" বা দৰ্শনী পত্ৰ বোলা হয়। আমদানিকাৰীয়ে এই পত্ৰত বেহানি সংক্ৰান্তত উপযুক্ত তথ্য-পাতি নথকাৰ কথা আৰু বেহানি উন্মুক্ত কৰি নোচোৱাকৈ বা পৰীক্ষা নকৰাকৈ বিশেষ তথ্য-পাতি পৰিবেশন কৰিব নোৱাৰাৰ কথা উল্লেখ কৰে।

এনে দৰ্শনী বিলৰ বিনিময়ত আমদানিকাৰীক বেহানি উন্মুক্ত কৰি চাই প্ৰৱেশ বিল পূৰ্ণ ( Fill-up ) কৰিবলৈ শুল্ক কৰ্তৃপক্ষই অনুমতি দিয়ে।

উল্লেখিত শুল্ক আৰু বেহানি মুক্ত সম্পৰ্কীয় কাৰ্য্যসমূহ সম্পাদনৰ পৰবৰ্তী অৱস্থাত আমদানিকাৰীয়ে প্ৰয়োজনীয় প্ৰৱেশ মূল্য পৰিশোধ কৰি জাহাজৰপৰা আমদানি বেহানি খালাচ ল'ব পাৰে।

যদি আমদানি সদাগৰে শুল্ক সম্বন্ধীয় আৰু জাহাজৰপৰা বেহানি মুক্ত কৰাৰ কাৰ্য্য সম্পাদন কৰিবলৈ টান পায়, তেন্তে তেওঁ নিষ্কাষণ

অভিকৰ্তা বা ক্লিয়েৰিং এজেন্টক ( Clearing Agent ) কিছু দস্তুৰি দি এই দায়িত্ব অৰ্পণ কৰিব পাৰে।

নিষ্কাষণ অভিকৰ্তাৰ সাধাৰণ কৰণীয় কাৰ্য্যবোৰ হৈছে—

(১) সকলো শুল্ক সম্পৰ্কীয় আনুষ্ঠানিকতা পালন।

(২) প্ৰয়োজনীয় বন্দৰ, ড'ক ( Dock ) আৰু আমদানি কৰ পৰিশোধ।

(৩) জাহাজ কোম্পানীৰপৰা প্ৰকৃত বেহানিৰ খালাচ, জাহাজ আৰু নৌ বীমা কোম্পানীৰ ওচৰত দাবী বা অভিযোগ থাকিলে তাক উপস্থাপন।

(৪) ড'কৰ ওচৰে পাজৰে থকা পণ্যাগাৰ বা গুদামত বেহানিৰ সঞ্চয়ৰ ব্যৱস্থা গ্ৰহণ।

(৫) আমদানিকাৰীৰ স্ব-স্থানলৈ বেহানিৰ যোগান।

যদি আমদানিকাৰীয়ে আৱশ্যকীয় আমদানি কৰ পৰিশোধ কৰিব নোৱাৰে, তেনে হলে আমদানিকাৰীয়ে আমদানি বেহানি উপযুক্ত সংৰক্ষণৰবাবে আৰু সুবিধা অনুযায়ী মুক্ত কৰাৰ বাবে কেইটামান বিশিষ্ট পন্থা অৱলম্বন কৰিব পাৰে।

**প্ৰথম ঃ** আমদানিকাৰীয়ে বন্দৰৰ ওচৰে-পাজৰে থকা বন্দৰ আৰু শুল্ক কৰ্তৃপক্ষৰদ্বাৰা নিয়ন্ত্ৰিত পণ্যাগাৰত বেহানি সঞ্চয় কৰি ৰাখিব পাৰে, এনে পণ্যাগাৰত সততেই কৰমুক্ত বেহানিহে ৰাখে। পণ্যাগাৰৰ ভাড়া শুল্ক কৰ্তৃপক্ষ বা বন্দৰ কৰ্তৃপক্ষই লয়। সেয়ে এনে পণ্যাগাৰক কৰ আদায়ীকৃত পণ্যাগাৰ ( Daily paid warehouse ) বুলিও জনা যায়।

এনে পণ্যাগাৰত বেহানি ৰাখিলে গুদাম কৰ্তৃপক্ষই এখন 'গুদাম ৰচিদ' ( Godown Receipt ) দিয়ে, যাক অধিকাৰ-পত্ৰ ৰূপে ব্যৱহাৰ কৰিব পাৰি। প্ৰয়োজন হলে হস্তান্তৰকৰণো কৰিব পাৰি।



**দ্বিতীয় ঃ** আমদানিকাৰীয়ে ব্যক্তিগত সংস্থাৰদ্বাৰা ( Private body ) পৰিচালিত কিন্তু শুল্ক কৰ্তৃপক্ষ বা চৰকাৰৰ জৰিয়তে নিয়ন্ত্ৰিত বণ্ডেড ৱেৰ হাউছ ( Bonded ware house ) বা শুল্ক বাকী গুদামত বেহানি সংৰক্ষণ কৰিব পাৰে। এনে শুল্ক বাকী গুদামত কৰ নিদিয়া বা কৰ পৰিশোধ কৰিব নোৱাৰা বেহানি সঞ্চয় কৰিবলৈ দিয়ে। আমদানিকাৰীয়ে সমুদায় বেহানি এনে গুদামত ৰাখি, অলপ অলপকৈ বাণিজ্যিক শুল্ক দি ক্ষুদ্ৰ পৰিমাণৰ সামগ্ৰী মুক্ত কৰিব পাৰে, যাৰ ফলত আমদানি সদাগৰৰ ব্যৱসায়ত কোনো প্ৰকাৰ বিৰতি নঘটে। আমদানি শুল্ক বিষয়াৰ উপস্থিতি অপৰিহাৰ্য্য। শুল্ক বিষয়া আৰু প্ৰয়োজনীয় শুল্ক পৰিশোধৰ দলিল-পত্ৰ ব্যতিৰেকে এনে গুদাম মুকলি কৰিবলৈ বা খুলিবলৈ দিয়া নহয়। আমদানি বেহানি খালাচ কৰি নিনিয়া পৰ্য্যন্ত আমদানি শুল্ক পৰিশোধ কৰাটো দৰকাৰী কথা নহয়। শুল্ক বাকী থকা অৱস্থাতেই এনে শুল্ক বাকী গুদামত পৰি থকা বস্তু বিক্ৰীৰ বাবে প্ৰস্তুতিও চলাব পাৰি। এনে গুদামত বস্তু ৰাখিলে গুদাম কৰ্তপক্ষই এখন ৰচিদ দিয়ে, যাক ড'ক ওৱাৰেণ্ট বুলি জনা যায়। এই ৰচিদখন আচলতে অধিকাৰ পত্ৰ, ( A document of title to goods ) যি হস্তান্তৰৰ যোগ্যতা ৰাখে।

গুদাম নথকা আমদানিকাৰীৰ বাবে এনে পণ্যাগাৰ ব্যৱস্থা লাভ-জনক। ইয়াৰ উপৰিয়ো যিবিলাক আমদানিকাৰীয়ে পুনঃৰপ্তানিৰ বাবে ( Re-Export ) সামগ্ৰী আমদানি কৰে, তেওঁলোকৰ কাৰণে এনে গুদাম অতীব উপকাৰী।

**তৃতীয় ঃ** যদি কোনো আমদানি সদাগৰে ওপৰত উল্লেখ কৰা দুয়োবিধ পদ্ধতিকে সঞ্চয়ৰ বাবে প্ৰশস্ত বুলি নাভাবে, তেনে ক্ষেত্ৰত তেওঁ অন্য এটি বিকল্প পদ্ধতি অৱলম্বন কৰিব পাৰে, সেই পদ্ধতি হৈছে বেংকৰ সাহায্যত ভঁড়ালকৰণ। বেংকে চৰকাৰী শুল্ক বিভাগ আৰু জাহাজ

কোম্পানীক বাণিজ্যিক শুল্ক আৰু কৰ আৰু ভাড়া পৰিশোধ কৰি আনি নিজৰ বা ভাড়া কৰা গুদামত সঞ্চয় কৰি ৰাখে। আমদানি-কাৰীয়ে প্ৰয়োজন অনুযায়ী বেংকৰ মাচুল ( Dues ) পৰিশোধ কৰি পৰৱৰ্তী যিকোনো সময়ত সমুদায় বেহানি মুক্ত কৰিব পাৰে, অথবা তেওঁ আংশিকভাৱেও বেংকৰ মাচুল আদায় দি বেহানি খালাচ কৰিব পাৰে। উল্লেখিত কেউটা পদ্ধতিয়েই আমদানি ব্যৱসায়ত প্ৰচলিত। চৰকাৰী, অৰ্ধ চৰকাৰী, ব্যক্তিগত বা বেংকৰ গুদামত বেহানি সঞ্চয় কৰি ৰাখিলেও আমদানি সদাগৰে আৱশ্যক মতে গুদামত বস্তুৰ শ্ৰেণী-কৰণ, পৃথককৰণ, টোপোলা বন্ধা, নমুনা প্ৰস্তুতকৰণ আদি সকলো ধৰণৰ ব্যৱসায়িক প্ৰস্তুতি যোগ্য কাৰ্য্য সম্পাদন কৰিবলৈ উপযুক্ত সুযোগ-সুবিধা পায়।

আলোচিত আমদানি বা ৰপ্তানি ব্যৱসায় হৈছে—সমুদ্ৰ পৰিবাহিত বৈদেশিক বাণিজ্য। সমুদ্ৰবাহী বহিৰ্বাণিজ্য নহৈ যদি স্থল বাহী বহি-ৰ্বাণিজ্য হয় তেন্তে সামুদ্ৰিক শুল্ক আৰু জাহাজ কোম্পানীৰ আনুষ্ঠানি-কতাৰ পৰিবৰ্তে স্থল শুল্ক আৰু স্থল পথৰ যাতায়াত মাধ্যমৰ বিহিতাচাৰ সমুপস্থিত হ'ব। তাৰ বাবে অৱশ্যে কিছুমান পৃথক ৰীতি-নীতি পালনৰ প্ৰশ্ন উত্থাপিত হ'ব।

**আমদানি নিয়ন্ত্ৰণ ( Import control ) :** বৰ্তমান পৃথিৱীৰ বিভিন্ন দেশত আমদানি নিয়ন্ত্ৰণ কৰাৰ বিধিবদ্ধ প্ৰণালী প্ৰয়োগ কৰা দেখা যায়। এনে আমদানি নিয়ন্ত্ৰণৰ উদ্দেশ্য হৈছে বৈদেশিক বিনিময় মুদ্ৰাৰ নিয়ন্ত্ৰণ কৰা, যাতে বহিৰ্বাণিজ্যৰ ক্ষেত্ৰত এখন দেশ বিনিময় মুদ্ৰা দিশত এক অনুকূল অৱস্থাত থাকিব পাৰে।

সাধাৰণতে আমদানি নিয়ন্ত্ৰণ কৰিবলৈ কেইটামান বিশিষ্ট উপায় অৱলম্বন কৰা হয়।



সেই উপায় কেইটা—(ক) **আমদানি লাইচেন্স (Import Licence) :** বিদেশৰপৰা বেহানি আমদানি কৰা বিষয়ত দেশীয় চৰকাৰে আমদানি-কাৰীক অনুজ্ঞা পত্ৰ প্ৰদান কৰে। অনুজ্ঞা পত্ৰ ব্যতিৰেকে কোনো বিদেশী সামগ্ৰী আমদানি কৰিব নোৱাৰে। অৱশ্যে সামগ্ৰী আমদানিৰ ক্ষেত্ৰত উপযোগিতা, অপৰিহাৰ্য্যতা বা প্ৰয়োজনীয়তাৰ গুৰুত্ব অনুসাৰে অনুজ্ঞা পত্ৰ প্ৰদান কৰাৰ নিয়ম পৰিলক্ষিত হয়।

(খ) **বৈদেশিক মুদ্ৰা নিয়ন্ত্ৰণ (Exchange control) :** বৈদেশিক বিনিময় মুদ্ৰা নিয়ন্ত্ৰণ পদ্ধতিয়ে, বৈদেশিক মুদ্ৰা সৰবৰাহৰ ক্ষেত্ৰত এক বিশ্লেষণমূলক ৰেচনিং ব্যৱস্থা ( Rationing ) প্ৰবৰ্তন কৰে। নিয়ন্ত্ৰণ পদ্ধতি সচৰাচৰ দেশৰ কেন্দ্ৰীয় বেংকে, বৈদেশিক বিনিময় বেংকৰ জৰিয়তে কাৰ্য্যকৰী কৰে। বৈদেশিক বিনিময় বেংকক আচলতে কেন্দ্ৰীয় বেংকে, বৈদেশিক মুদ্ৰাৰ লেনদেন কৰিবলৈ আইন সংগত কৰ্তৃত্ব প্ৰদান কৰে। কোনো দেশৰ আমদানি নিয়ন্ত্ৰণ কৰ্তৃপক্ষই আমদানিকাৰীক অংশ প্ৰমাণ পত্ৰ ( Quota certificate ) প্ৰদানৰ-দ্বাৰাও নিয়ন্ত্ৰণ ব্যৱস্থা গ্ৰহণ কৰে। ৰপ্তানিকাৰী দেশৰ নাম, আমদানি-যোগ্য বেহানিৰ নাম, অতীতত আমদানিকৃত বেহানিৰ বিস্তাৰিত বিৱৰণ আদিয়েই অংশ প্ৰমাণ পত্ৰৰ মূল বিষয়বস্তু।

(গ) **আমদানি কৰ-কটল ( Import duties ) :** প্ৰায়বোৰ দেশৰ দেশীয় চৰকাৰে আমদানি বেহানিৰ ওপৰত অতি মাত্ৰা আমদানি কৰ-কাটল বহুৱায়। ফলত আমদানি বেহানিৰ মূল্য অত্যধিক হয় আৰু ব্যৱসায় লাভ নোহোৱা হয়। যাৰ কাৰণে আমদানিকাৰীয়ে নিজৰ ফালৰ পৰাই আমদানি কৰিবলৈ কোনো উৎসাহ বা অনুপ্ৰেৰণা নাপায়। আমদানি বেহানিৰ প্ৰতিবন্ধকতাই দেশৰ আভ্যন্তৰীণ উদ্যোগক মুক্ত আকাশৰ তলত সম্প্ৰসাৰণ কৰিবলৈ সুযোগ দিয়ে।

(ঘ) **মুদ্ৰাৰ বিনিময় মূল্য হ্ৰাস ( Devaluation ) :** দেশত

মুদ্ৰাস্ফীতি ( Inflation ) হলে, আভ্যন্তৰীণ ব্যৱসায়ত পণ্য সামগ্ৰীৰ দৰ স্তৰ ( Price-level ) উৰ্ধমুখী হয়, ফলত অন্যান্য দেশৰ পণ্য সামগ্ৰীৰ দৰ স্তৰ আপেক্ষিকভাৱে কম হৈ থাকে। তেনে সময়ত, দেশৰ বিভিন্ন ব্যৱসায়ীয়ে বিদেশৰপৰা কম দৰত সামগ্ৰী আমদানি কৰি আনি নিজৰ দেশত বিক্ৰী কৰি অধিক লাভ লোৱাৰ সুযোগ গ্ৰহণ কৰে। যাৰ ফলত দেশীয় উদ্যোগ আৰু বাণিজ্যৰ পৰিপুষ্টিত এক অপৰিমেয় ক্ষতি সাধন হয়। সেই অৱস্থাত চৰকাৰে দেশৰ প্ৰচলিত মুদ্ৰাৰ ( Currency ) বিনিময় মূল্য হ্ৰাস ( Devalue ) কৰি আমদানি ব্যৱসায় ব্যাহত কৰে। কাৰণ দেশীয় মুদ্ৰাৰ মূল্যমান হ্ৰাস কৰাৰ লগে লগে অন্যান্য বিদেশী ৰাষ্ট্ৰৰ মুদ্ৰাৰ মূল্যমান আপেক্ষিকভাৱে উচ্চ স্তৰলৈ উন্নীত হয়, যাৰবাবে দেশৰ মুদ্ৰাৰ মূল্যমান হ্ৰাস কৰাৰ পৰবৰ্তী অৱস্থাত দেশীয় ব্যৱসায়ীয়ে বিদেশী সামগ্ৰী আমদানি কৰিলে পূৰ্বৰ তুলনাত অধিক দাম ভৰিব লগা হয়। পৰিণতিত আমদানি ব্যৱসায় প্ৰবাহত যতি পৰিবলৈ বাধ্য ; কিন্তু আমদানি ব্যৱসায় নিয়ন্ত্ৰণ কৰাৰ ই এক সুকৌশল বা অভীষ্ট পন্থা বুলি কোনো দেশেই আদৰি লোৱা দৃষ্টিগোচৰ নহয়।

আমদানি নিয়ন্ত্ৰণ বিষয়টি দ্বিতীয় মহাসমৰৰ প্ৰাক্‌কালত উত্থাপিত হয়। ভাৰত প্ৰতিৰক্ষা অধ্যাদেশ (Defence of India Ordinance) অনুসৰি, ভাৰতৰ বৈদেশিক বাণিজ্য আৰু বৈদেশিক বিনিময় মুদ্ৰাৰ লেনদেন নিয়ন্ত্ৰণ কৰা হয়। যাইকৈ বৈদেশিক বিনিময় মুদ্ৰাৰ লেনদেন নিয়ন্ত্ৰণ কৰিবলৈ ১৯৪০ চনত প্ৰথম আমদানি নিয়ন্ত্ৰণ ব্যৱস্থা প্ৰৱৰ্তন কৰা হয়। বৈদেশিক বিনিময় মুদ্ৰাৰ বজাৰ নিয়ন্ত্ৰণৰ কৰ্তৃত্ব সেই সময়ত ৰিজাৰ্ভ বেংকক দিয়ে।

১৯৫১ চনত ভাৰত চৰকাৰৰদ্বাৰা নিয়োজিত "আমদানি নিয়ন্ত্ৰণ অনুসন্ধান সমিতি'ৰ ( Import Control Enquiry Committee )



পৰামৰ্শাৱলী অনুসৰি আমদানি ব্যৱসায়ৰ নীতি-নিয়ম নিৰূপণ কৰা হয়। অৱশ্যে ১৯৫৩ চনৰ পাছত আমদানি ব্যৱসায়ৰ নীতি-নিয়ম শিথিল কৰি কিছু সাল সলনি কৰা হয়। এই সাল সলনিৰ ফলত ১৯৫৭-৫৮ চনত আমদানি বেহানিৰ মূল্য ৰপ্তানিৰ তুলনাত অভূতপূৰ্ব ভাবে বৃদ্ধি পায়। ফলত বৈদেশিক বিনিময় মুদ্ৰা বিষয়ত সংকটৰ সৃষ্টি হয়, যাৰ কাৰণে ভাৰত চৰকাৰে পুনৰ 'আমদানি নীতি'ত কঠোৰতা (Rigidity ) অৱলম্বন কৰে।

১৯৫১ চনৰ আমদানি বিষয়ৰ নিৰূপিত মূল-নীতিসমূহ আছিল নিম্নোল্লিখিত ধৰণৰ—

১। দেশত অনুৎপাদিত বা সামান্য উৎপাদন হোৱা মূল কেঁচা সামগ্ৰীক 'মুক্ত সাধাৰণ অনুজ্ঞা-পত্ৰ'ৰ সূচীভুক্ত কৰা হয়।

২। দেশৰ বাৰ্ষিক বাণিজ্যিক আমদানি বেহানিৰ মূল্য চাৰিশ' কোটি টকাৰ ভিতৰত সীমায়িত।

(৩) প্ৰকৃত অনুজ্ঞা পত্ৰৰ বিকেন্দ্ৰীকৰণ, আৰু আমদানি ম্যাদ ছমাহ।

(৪) অগ্ৰাধিকাৰ ভিত্তিত বিদেশী সামগ্ৰীৰ আমদানি যেনে— উদ্যোগিক কেঁচা মাল, যন্ত্ৰ-পাতিৰ উপকৰণ অংশ, অন্যান্য কেঁচামাল, মূলধনী দ্ৰব্য, অন্যান্য আৱশ্যকীয় দ্ৰব্যসম্ভাৰ আৰু অন্যান্য অত্যাৱশ্যকীয় সম্ভাৰ।

(৫) নতুন আমদানিকাৰীলৈ সুযোগ দান।

(৬) নৰম মুদ্ৰা অঞ্চল বা এলেকাৰ ( area of soft currency ) পৰা সামগ্ৰী আমদানিত স্বাধীনতা দান।

(৭) কঠিন মুদ্ৰাঞ্চলৰ অনুজ্ঞা-পত্ৰৰ নৰম মুদ্ৰাঞ্চললৈ ৰূপান্তৰৰ সুযোগ দান, আদিয়েই প্ৰধান।

ভাৰতীয় আমদানি নীতিক প্ৰতি বছৰে এবাৰ বা দুবাৰ পৰ্য্যালোচনা

কৰা হয় আৰু পৰৱৰ্তী বছৰৰ বাবে প্ৰদান কৰিবলগীয়া অনুজ্ঞা-পত্ৰৰ ভিত্তিত অংশ ( Quota ) নিৰ্ধাৰণ কৰা হয়।

উল্লেখিত নীতিৰ ভিত্তিত অনুজ্ঞা-পত্ৰ প্ৰদানৰ ক্ষেত্ৰত অধিক সুচলতা আহৰণ কৰিবলৈ আমদানিকাৰীসকলক প্ৰতিষ্ঠিত ( established ), প্ৰকৃত ব্যৱহাৰকাৰীক ( Actual users ) নৱাগত ( New Comers ) আৰু অন্যান্য আকস্মিক ( Others-accidental ) আমদানিকাৰী হিচাপে বিভাজন কৰা হৈছে।

তদনুৰূপ অনুজ্ঞা-পত্ৰক মুক্ত সাধাৰণ অনুজ্ঞা-পত্ৰ (Open general Licence ), আৰু ব্যক্তিগত বা সীমায়িত অনুজ্ঞা-পত্ৰ ( Individual or Restricted Licence ) নামে দুভাগত বিভক্ত কৰা হৈছে।

**মুক্ত সাধাৰণ অনুজ্ঞা ( Open general Licence ) :** কেন্দ্ৰীয় বাণিজ্যিক মন্ত্ৰণালয়ে আভ্যন্তৰীণ যোগান হ্ৰাস পোৱা কিছুমান নিৰ্দিষ্ট সামগ্ৰী আমদানিকৰণৰ বাবে সময়ে সময়ে আমদানি নিয়ন্ত্ৰণ নিৰ্দেশ ( Import Control Order ) প্ৰদান কৰে। আমদানি সামগ্ৰীৰ তালিকা আৰু অন্য সামগ্ৰী যি দেশৰপৰা আমদানি কৰিব পাৰিব, সেই দেশৰ নাম নিয়ন্ত্ৰণ নিৰ্দেশত উল্লেখ থাকে। উক্ত তালিকা সন্নিবিষ্ট সামগ্ৰীক মুক্ত সাধাৰণ অনুজ্ঞা পত্ৰ ভুক্ত সামগ্ৰী বুলি কোৱা হয়। তেনে সামগ্ৰীৰ প্ৰতি অনুৰক্ত ব্যৱসায়ীয়ে আমদানি কৰিবলৈ সাধাৰণ অনুমতি ( General Permission ) বিচাৰি আবেদন কৰিব পাৰে। যেতিয়া এনে সামগ্ৰীৰ আভ্যন্তৰীণ যোগান সহজতৰ হয়, তেতিয়া তাক মুক্ত সাধাৰণ অনুজ্ঞা-পত্ৰ বহিৰ্ভুত কৰা হয়, ফলত তেনে সামগ্ৰী নিয়ন্ত্ৰণ সাপেক্ষ হয়। এনে মুক্ত সাধাৰণ অনুজ্ঞা-পত্ৰ চাৰি প্ৰকাৰৰ আছে। আপাততঃ এনে অনুজ্ঞা পত্ৰৰ প্ৰদান সাময়িকভাৱে স্থগিত ৰখা হৈছে।



**ব্যক্তিগত বা সীমায়িত অনুজ্ঞা ( পত্ৰ Individual or Restricted ) :** ব্যক্তিগত বা সীমায়িত অনুজ্ঞা পত্ৰ আৰু আমদানি আৰু ৰপ্তানিৰ মুখ্য নিয়ন্ত্ৰকে প্ৰদান কৰে। এনে অনুজ্ঞা-পত্ৰত আমদানিকাৰীৰ নাম ঠিকনা, সামগ্ৰীৰ নাম, মূল্য, গুণগত মান, পৰিমাণ আৰু সামগ্ৰী প্ৰাপ্তিৰ উৎস সম্বন্ধীয় সম্পূৰ্ণ বিৱৰণৰ উল্লেখ থাকে। এনে অনুজ্ঞা-পত্ৰৰ ভিত্তিতহে আমদানিকাৰীক বৈদেশিক বিনিময় যোগ্য মুদ্ৰা মঞ্জুৰ কৰা হয়। ভাৰতৰ ৰিজাৰ্ভবেংকে বৈদেশিক বিনিময়যোগ্য মুদ্ৰা মঞ্জুৰ কৰে।

**ৰপ্তানি বৰ্ধন Export ( Promotion ) :** দেশৰ বৈদেশিক বিনিময় মুদ্ৰা সমস্যা সমাধান কল্পে গ্ৰহণ কৰা বিভিন্ন উপায়ৰ অন্তৰ্ভুক্ত হৈছে আমদানি নিয়ন্ত্ৰণ, বৈদেশিক ঋণ আৰু অনুদান সংগ্ৰহ, অৰ্থনৈতিক ক্ৰমোন্নয়নৰ ক্ষিপ্ৰহাৰ হ্ৰাস কৰণ, ৰপ্তানি বৰ্ধন আদি।

ভিন্ ভিন্ অভিজ্ঞতাৰপৰা দেখা গৈছে যে নিৰ্দিষ্ট এক সীমা-ৰেখাৰ তললৈ আমদানি নিয়ন্ত্ৰণ অনুশীলন কৰা নাযায়। তীব্ৰ নিয়ন্ত্ৰণ ব্যৱস্থাই দেশত সমাজ-বিৰোধী আৰু ৰাষ্ট্ৰীয় অৰ্থনীতি বিৰোধী কাৰ্য্য কলাপৰ মাত্ৰাধিক্য ঘটায়, যিটোৰ বহিঃ প্ৰকাশ হৈছে ক'লা বজাৰ আৰু বিদেশী বস্তুৰ গোপন আমদানি বা চোৰাং বজাৰ (Smuggling)।

বিদেশী ঋণৰ ওপৰত অধিক নিৰ্ভৰশীলতাই দেশৰ অৰ্থনৈতিক স্বাধীনতা হৰণ কৰে। ই আচলতে স্বাভাৱিক পৰিণতি। কাৰণ, বিদেশী ঋণদাতা তেতিয়া দেশৰ আদেষ্টা ( One who dictates ) হয়। আনহাতে, এনে ঋণ বিত্ত বিশ্বাসযোগ্য বিত্তও নহয়। বিভিন্ন প্ৰাকৃতিক দুৰ্যোগ, আৰু যুদ্ধকালীন অৱস্থাত এনে ঋণদাতা নিৰুদ্দেশ হয়। বিদেশী ঋণৰ আংশিক প্ৰভাৱ আমাৰ দেশত পৰাও পৰিলক্ষিত হয়।

অৰ্থনৈতিক ক্ৰমোন্নয়নৰ ক্ষিপ্ৰহাৰৰ হ্ৰাস কৰিবলৈ বা যি হাৰত বৃদ্ধি

পাব লাগে তেনে হাৰত বৃদ্ধি নকৰিবলৈ বা ক্ৰমোন্নয়ন হাৰ শিথিল কৰিবলৈ লোৱা সিদ্ধান্তও গ্ৰহণযোগ্য নহয়। সেয়ে এই সন্দৰ্ভত সমস্যা সমাধানৰ স্থায়ী উপায় বুলি বিবেচনা যোগ্য ঘাই উপায় ৰপ্তানি বৰ্ধন। প্ৰয়োজন হলে সামগ্ৰীৰ ব্যৱহাৰ হ্ৰাস কৰিও ৰপ্তানি বৃদ্ধি কৰিবলৈ ব্যৱস্থা লোৱা দৰকাৰ। ৰপ্তানিৰ বৃদ্ধিয়েহে কেৱল বৈদেশিক বিনিময় মুদ্ৰাৰ সমৃদ্ধি ঘটাব পাৰে। অৱশ্যে বিনিময় মুদ্ৰাৰ বৰ্ধিত উপাৰ্জনক যথোপযুক্তভাৱে ব্যয় নকৰিলে ৰপ্তানি বৰ্ধনৰদ্বাৰা আহৃত উপাৰ্জনো নিৰৰ্থক।

ৰপ্তানি বৰ্ধন সংক্ৰান্তত ভাৰত চৰকাৰে ১৯৫৫ চন মানৰ পৰাহে বিশেষ গুৰুত্ব আৰোপ কৰে ; কাৰণ ঠিক তেনে সময়ৰপৰাই 'পৰিশোধ বাহি'ৰ ক্ষেত্ৰত গভীৰ প্ৰতিকূলতাৰ সৃষ্টি হয়, যিটো সংকটক বৈদেশিক বিনিময় মুদ্ৰাৰ অধিক উপাৰ্জনৰ জৰিয়তে হ্ৰাস কৰিবলৈ প্ৰচেষ্টা কৰা হৈছে।

ৰপ্তানি বৰ্ধনৰ উদ্দেশ্যে অৱলম্বন কৰা নানান উপায় বা পদ্ধতিৰ সংক্ষিপ্ত আলেচনা তলত দাঙি ধৰা হ'ল। উক্ত পদ্ধতিসমূহৰ ভিতৰত 'ব্যৱসায় পৰিষদ' 'ৰপ্তানি বৰ্ধ'ন সঞ্চালকালয়, 'ৰপ্তানি বৰ্ধ'ন পৰিষদ' 'ৰপ্তানি বৰ্ধ'ন সমিতি', 'পণ্য পৰিষদ' 'উন্নয়নী পৰিষদ', বাণিজ্যিক সেৱা—( যথা ট্ৰেড কমিছনাৰ' কনছুলাৰ, কনছুলাৰ জেনেৰেল আদি ), বাণিজ্যিক চুক্তি ( যথা ট্ৰেড মিছন, ডেলিগেছন, প্ৰদৰ্শনী আৰু মেলা আদি ) 'গুণমান নিয়ন্ত্ৰণ', বৈদেশিক বাণিজ্য সংস্থা, ৰপ্তানি সংগঠন, 'ৰাষ্ট্ৰীয় ব্যৱসায়', ৰপ্তানি ঋণ আৰু প্ৰতিভূতি নিগম' আদিয়েই অন্যতম প্ৰধান।

(১) **ব্যৱসায় পৰিষদ ( Board of trade ) ঃ** কেন্দ্ৰীয় চৰকাৰৰ বৈদেশিক মন্ত্ৰণালয় দপ্তৰ ওৰফে বাণিজ্য মন্ত্ৰণালয়ে দেশৰ ৰপ্তানি ব্যৱসায়ৰ উন্নয়ন নীতি নিৰৱচ্ছিন্নভাৱে উদ্ভাৱন কৰিবলৈ ১৯৬২ চনৰ



মে' মাহত 'ব্যৱসায় বা বাণিজ্য পৰিষদ' নামে এখনি উচ্চ ক্ষমতা সম্পন্ন পৰামৰ্শ পৰিষদ গঠন কৰে। এই পৰিষদ চৰকাৰ, ব্যৱসায়ী আৰু উদ্যোগ-পতিৰ প্ৰতিনিধিৰদ্বাৰা গঠিত হৈছে। পৰিষদৰ স্থায়ী সভাপতি কেন্দ্ৰীয় বাণিজ্য মন্ত্ৰী। ৰপ্তানি বৰ্ধনৰ প্ৰতি দৃষ্টি ৰাখি বহিৰ্বাণিজ্যৰ ক্ষেত্ৰত সুস্থ আৰু সবল নীতিৰ প্ৰণয়নেই এই পৰিষদৰ কৰ্তব্য।

স্থানান্তৰত এই বিষয়ৰ আলোচনা দিয়া হৈছে।

(২) **ৰপ্তানি বৰ্ধনৰ সঞ্চালকালয় ( Directorate of Export Promotion ) ঃ** কেন্দ্ৰীয় চৰকাৰৰ মন্ত্ৰণালয়ে প্ৰণয়ন কৰা নীতি-সমূহৰ কাৰ্য্যকৰী ৰূপ দিয়ে বৰ্ধন সঞ্চালকালয়ে। সঞ্চালকালয়ে সাধাৰণতে আভ্যন্তৰীণ বাণিজ্যিক চোৰাং চোৱা আৰু পৰিসংখ্যা বিভাগ, বিদেশী ৰাষ্ট্ৰত থকা বাণিজ্য আয়ুক্ত আৰু ৰপ্তানি বৰ্ধ'ন পৰিষদ-সমূহৰ মাজত সমন্বয় সাধন কৰে।

(৩) **ৰপ্তানি বৰ্ধন পৰিষদ (Export Promotion councils) ঃ** আমদানিৰ লগত ৰপ্তানিৰ সমতা স্থাপন নোহোৱা হেতু ভাৰতবৰ্ষৰ পৰিশোধ বাহিৰ ক্ষেত্ৰত বিপজ্জনক অৱস্থাৰ সৃষ্টি হৈছে। ৰপ্তানি খণ্ডৰ ব্যৱসায়ৰ কাৰ্য্যকাৰিতা সমূলি সন্তোষজনক নহয়। তাৰ ঘাই কাৰণ ভাৰতীয় ব্যৱসায়ীৰ ৰপ্তানি ব্যৱসায় সচেতন নহয়, বিদেশী বজাৰৰ তুলনাত ভাৰতীয় সামগ্ৰীৰ হীন মানদণ্ড, সামগ্ৰীৰ চৰা দাম, ৰপ্তানি ব্যৱসায়ীৰ কুকাৰ্য্য ( Mal-Practice ) আৰু দুৰ্নীতি।

সেয়ে ভাৰতবৰ্ষৰ প্ৰথম আৰু প্ৰধান অপৰিহাৰ্য্য হ'ল—ৰপ্তানিৰ উন্নয়ন। ৰপ্তানিযোগ্য কিছুমান সামগ্ৰীৰ ভিত্তিত ৰপ্তানি বৰ্ধ'ন পৰিষদ প্ৰতিষ্ঠা কৰা হৈছে। পৰিষদ, উৎপাদক, শিল্প উৎপাদক আৰু ৰপ্তানি-কাৰীৰ মাজৰ পৰা নিৰ্বাচিত প্ৰতিনিধিৰদ্বাৰা সংগঠিত। পৰিষদসমূহক নানান বুদ্ধি পৰামৰ্শ, সহায় সহযোগ আগবঢ়াই নিয়ন্ত্ৰণ কৰা এখন শীৰ্ষ স্থানীয় নিকায় ( Body ) আছে, যাক ফেডাৰেছন অব্ ইণ্ডিয়ান

এক্সপ'র্ট অৰ্গেনাইজেচন ( Federation of Indian Export orga-
nisation ) বুলি জনা যায়। ৰপ্তানি বৰ্ধন পৰিষদৰ সংখ্যা আপাততঃ
বিছ খন। ( স্থানান্তৰত আলোচনা আছে।

**(8) পণ্য পৰিষদ ( Commodity Board ) ঃ** ৰপ্তানিযোগ্য
ক্ৰমোন্নয়নৰ বাবে কেন্দ্ৰীয় চৰকাৰে অনেক কাৰ্য্যপন্থা হাতত লৈছে।
পণ্য পৰিষদ গঠন তেনে এটি অন্যতম পন্থা। চাহপাত, কফি, ৰবৰ,
তাঁতশাল আৰু হস্তনিৰ্মিত সামগ্ৰী, মৰাপাট, পাটসূতা, নাৰিকলৰ আঁহ
আদি পণ্য সামগ্ৰীৰ ওপৰত পণ্য পৰিষদ প্ৰতিষ্ঠা কৰা হৈছে। এনে
পৰিষদক 'বাণিজ্যিক পৰিষদ' ( Marketing Board ) নামেও জনা
যায়। ( স্থানান্তৰত ইয়াৰ বিস্তৃত আলোচনা আছে।)

**(৫) (ক) উন্নয়নী পৰিষদ ( Development councils ) ঃ** এনে
উন্নয়নী পৰিষদ কেন্দ্ৰীয় চৰকাৰৰ "শিল্পোদ্যোগ ( উন্নয়ন আৰু নিয়ন্ত্ৰণ )
আইন ( ১৯৫১ ) চন" অনুযায়ী প্ৰতিষ্ঠা কৰা হয়। নিৰ্দিষ্ট কিছুমান
সামগ্ৰী ৰপ্তানি বিষয়ত উদ্ভৱ হোৱা সমস্যা সমাধান হেতু এনে পৰিষদ
গঠন কৰা হৈছে।

**(খ) ৰপ্তানি অনুসন্ধান পৰিষদ ( Export Inspection
council ) ঃ** "ৰপ্তানি ( গুণ-মান নিয়ন্ত্ৰণ আৰু অনুসন্ধান ) আইনৰ
( ১৯৬৩ ) কৰ্তৃত্ব অনুযায়ী ৰপ্তানি সামগ্ৰীৰ গুণ-মান নিয়ন্ত্ৰণ আৰু
অনুসন্ধানৰ অৰ্থে ৰপ্তানি অনুসন্ধান পৰিষদ গঠন কৰা হয়। ( দ্বাদশ
অধ্যায়ত উভয় পৰিষদৰ আলোচনা কৰা হৈছে।

**(৬) বাণিজ্যিক সেৱা ( Commercial Service ) ঃ** ভাৰত
চৰকাৰে বিদেশী বহু ৰাষ্ট্ৰত দেশৰ ব্যৱসায় সম্প্ৰসাৰণৰ কাৰণে বহু
প্ৰতিনিধি আৰু প্ৰতিনিধি স্থানীয় বিষয়া নিযুক্ত কৰিছে। সচৰাচৰ,
বিদেশী ৰাষ্ট্ৰৰ বাণিজ্য কেন্দ্ৰসমূহত এনে প্ৰতিনিধিক স্থানাভিষিক্ত কৰা
হৈছে।



বাণিজ্য দূত ( Consular ), বাণিজ্য দূত প্ৰধান ( Consul
General ), ব্যৱসায় আয়ুক্ত ( Trade commissioner ) আদি এনে
জাতীয় প্ৰতিনিধি।

বাণিজ্য দূতাবাস নথকা দেশত বাণিজ্য সংক্ৰান্ত কাৰ্য্যসমূহ ৰাষ্ট্ৰদূত
(Ambassador) বা হাই কমিছনাৰৰদ্বাৰা (High commissioner )
সম্পন্ন কৰা হয়।

উল্লেখিত বিষয়াসকলৰ নিযুক্তিৰ উপৰিও ভাৰত চৰকাৰে বাণিজ্য
ক্ষেত্ৰত ৰপ্তানি সামগ্ৰী ক্ৰম বৰ্ধমান হেতু বাণিজ্যিক সজাতি দল
(Trade Delegation ), বাণিজ্য দূত মণ্ডল ( Trade Mission )
আদি বিদেশী ৰাষ্ট্ৰলৈ পঠিয়ায়। বাণিজ্যিক সজাতিদলে-বাণিজ্যিক
সম্ভাৱনীয়তা উদঘাটন কৰে আৰু ভিন্ ভিন্ দেশৰ লগত দ্বিপাক্ষিক
ব্যৱসায় চুক্তি ( Bilateral Trade Agreement ) স্বাক্ষৰিত হোৱাৰ
পথ প্ৰশস্ত কৰে। ইতিপূৰ্বে এনে বহু দ্বি-পাক্ষিক চুক্তি ভাৰত চৰকাৰে
সম্পাদন কৰিছে। আলোচিত বাণিজ্য বা ৰাষ্ট্ৰ দূতাবাসৰ জৰিয়তে
দেশীয় সামগ্ৰীৰ প্ৰচাৰ আৰু বিজ্ঞাপণ বিভিন্ন মাধ্যমৰদ্বাৰা পৰিচালনা
কৰা হয়। এনে মাধ্যমৰ ভিতৰত, পৃথিৱীৰ বিভিন্ন দেশত ৰপ্তানিযোগ্য
সামগ্ৰী প্ৰদৰ্শিত হোৱা অনেক প্ৰদৰ্শনী বা মেলাত ( Exhibition
of Fairs ) ভাৰতবৰ্ষই যোগদান কৰি আহিছে। এনে ব্যৱস্থাই
বিদেশী ৰাষ্ট্ৰৰ লগত দেশৰ বাণিজ্যিক আৰু আৰ্থিক বান্ধোন সুদৃঢ়
কৰে।

বাণিজ্যিক সেৱা সংক্ৰান্তত দ্বাদশ অধ্যায়ত বিস্তৃত আলোচনা আগ-
বঢ়োৱা হৈছে।

**(৭) গুণ-মান নিয়ন্ত্ৰণ (Quality Control) ঃ** ৰপ্তানি সামগ্ৰীৰ
গুণ, মান, জোখ, মাপ, গুণ অনুসৰি পৃথকীকৰণ, মান অনুসৰি শ্ৰেণীকৰণ,
সামগ্ৰীৰ টোপোলাকৰণ, চিহ্নিত কৰণ, আদি ব্যৱস্থাৰদ্বাৰা সামগ্ৰীৰ

ৰপ্তানি যোগ্যতা আহৰণ কৰিবলৈ নানান প্ৰত্যক্ষ আৰু পৰোক্ষ কার্য্য পন্থা হাতত লোৱা হৈছে।

ভাৰত চৰকাৰে গুণ আৰু মানদণ্ড নিয়ন্ত্ৰণৰ কাৰণে 'ভাৰতীয় মান কেন্দ্ৰ' বা ইণ্ডিয়ান ষ্টেণ্ডাৰ্ড ইনষ্টিটিউত ( Indian Standard Institute-I S I ). নামৰ এটি সংস্থা প্ৰতিষ্ঠা কৰিছে। তদনুৰূপ টোপোলাকৰণত মান বিশিষ্টতা আহৰণ কৰিবলৈ আৰু টোপোলাকৰণত যাতে মূল্য হ্ৰাস হয় তাৰ ব্যৱস্থা কৰিবলৈ আন এটি সংস্থা ১৯৬৬ চনত প্ৰতিষ্ঠা কৰা হয়, যাৰ নাম "ডি ইণ্ডিয়ান ইনষ্টিটিউট অব্ পেকেজিং" ( The Indian Institute of Packaging )।

উল্লেখিত ব্যৱস্থাসমূহ ৰপ্তানি ব্যৱসায়ৰ বাবে অপৰিহাৰ্য্য উপাদান। এনে ধৰণৰ প্ৰত্যক্ষ আৰু পৰোক্ষ ব্যৱস্থাপনাৰে দেশৰ ৰপ্তানি বাণিজ্যৰ পৰিধি বঢ়াব পাৰি।

(৮) (ক) **বৈদেশিক বাণিজ্যৰ ভাৰতীয় কেন্দ্ৰ ( The Indian Institute of Foreign Trade )** : ফেডাৰেচন অব্ ইণ্ডিয়ান এক্সপোর্ট অৰ্গেনাইজেচন ( The Fedaration of Indian Export Organisation )।

উল্লেখিত উভয় সংগঠনেই ভাৰতীয় ৰপ্তানি বাণিজ্যৰ ক্ৰমোন্নয়নৰ হকে। আন্তৰ্জাতিক বাণিজ্যৰ প্ৰশিক্ষণ গৱেষণা, জৰিপ আৰু অনুসন্ধান ইত্যাদি কাৰ্য্য, আৰু দেশৰ ভিতৰত প্ৰতিষ্ঠিত বিভিন্ন সংস্থাসমূহৰ মাজত সমন্বয় সাধন কৰিবলৈ বেষ্টিত হৈ আহিছে। স্থানান্তৰত আলোচনা আছে।

(৯) **ৰাষ্ট্ৰীয় ব্যৱসায় ( State Trading )** : ভাৰতীয় বৈদেশিক বাণিজ্যৰ গাঠনি সুদৃঢ় কৰাৰ উদ্দেশ্যে বিদেশত ভাৰতীয় বাণিজ্যৰ যথোপযুক্ত স্থান লাভৰ লক্ষ্যলৈ দৃষ্টি ৰাখি ১৯৫৬ চনত ৰাষ্ট্ৰীয় ব্যৱসায়িক নিগম ( State Trading Corporation ) প্ৰতিষ্ঠা কৰা হয়। এই



নিগম ভাৰতীয় কোম্পানী আইনৰ আচৰণ বিধি অনুযায়ী সীমিত কোম্পানী ( Limited Company ) ৰূপে পঞ্জীভুক্ত কৰা হয়। ই সম্পূৰ্ণ ৰাষ্ট্ৰীয় স্বত্বৰ সংগঠন।

নিগমৰ মূল উদ্দেশ্যসমূহৰ ভিতৰত আছে (১) ভাৰতীয় ৰপ্তানি বাণিজ্যৰ কাৰ্য্য ক্ষেত্ৰৰ সম্প্ৰসাৰণ, (২) বিদেশৰপৰা দুষ্প্ৰাপ্য বস্তুৰ আমদানিকৰণ।

ৰপ্তানি দ্ৰব্য সম্ভাৰৰ বিভক্তিকৰণ, চলিত ৰপ্তানি বাণিজ্যৰ সম্প্ৰসাৰণ, দীৰ্ঘম্যাদী ভিত্তিত সৰহীয়া সামগ্ৰীৰ ৰপ্তানি ক্ৰমোন্নয়ন আৰু সৰহীয়া সামগ্ৰীৰ আমদানি প্ৰণালীবদ্ধ কৰা। কেন্দ্ৰীয় চৰকাৰৰ পৰামৰ্শ ক্ৰমে নিগমে বিভিন্ন বিদেশী ৰাষ্ট্ৰৰপৰা একেজাতীয় কিছুমান নিৰ্দিষ্ট সামগ্ৰী সৰহীয়াকৈ আমদানি কৰি আনি তাৰ মূল্য যুক্তি সংগত স্তৰত নিৰ্ণয় কৰা, যদি নিগমৰ ব্যৱসায়িক কাৰ্য্য-কলাপ নিগমৰ ৰপ্তানি কাৰ্য্য-সূচীক পাঁচটি সমষ্টিত ভাগ কৰা হৈছে যেনে, উপভোক্তাৰ দ্ৰব্য সম্ভাৰ, চামৰা আৰু চামৰা জাতীয় সম্ভাৰ, ঔদ্যোগিক সম্ভাৰ, উৎপাদিত সম্ভাৰ আৰু ক্ৰম বৃদ্ধি প্ৰক্ৰিয়া সম্ভাৰ। সাধাৰণতে এনে সমষ্টিগত সম্ভাৰৰ ভিতৰত পৰম্পৰাগত আৰু আধুনিক শিল্পজাত আৰু কৃষিজাত দ্ৰব্যও ৰপ্তানি তালিকাভুক্ত কৰা হৈছে। অপৰম্পৰাগত দ্ৰব্য সম্ভাৰৰ ৰপ্তানি ক্ৰমান্বয়ে ১৯৬৮-৬৯ চনৰ তুলনাত ১৯৭০-৭১ চনলৈ ই শতকৰা এসত্তৰ ভাগলৈ বৃদ্ধি পাইছে। অপৰম্পৰাগত দ্ৰব্য সম্ভাৰৰ ৰপ্তানি বৃদ্ধিৰ হেতু নিগমে ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগলৈ নানান সুযোগ-সুবিধা আগবঢ়াইছে ; আৰু তাৰ বাবে এটি সুকীয়া বিভাগ বা শাখা গঠন কৰিছে, যাক ৰাষ্ট্ৰীয় বাণিজ্য বিভাগ ( State Marketing Division ) নামে জনা যায়। ক্ষুদ্ৰ উদ্যোগ উন্নয়ন নিগম"ৰ লগত উক্ত বিভাগে ৰাজ্য আৰু ৰাষ্ট্ৰীয় ভিত্তিত সমন্বয় ৰক্ষা কৰি ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগলৈ ভিন্ ভিন্ পদ্ধতিৰে সাহায্য আগবঢ়ায়। সমস্যাজৰ্জৰিত ক্ষুদ্ৰ আৰু মজলীয়া শিল্পলৈ নিগমে

আগবঢ়োৱা সহায় সহযোগসমূহ এনেধৰণৰ উৎপাদিত সম্ভাৰৰ ৰপ্তানিৰ ব্যৱস্থা আৰ্থিক সাহায্য প্ৰদান, গুণ-মান নিয়ন্ত্ৰণ, কেঁচা সামগ্ৰীৰ যোগান ইত্যাদিয়েই প্ৰধান।

দেশৰ অৰ্থনৈতিক আৰু ঔদ্যোগিক উন্নয়ন আৰু বিকাশৰ কাৰণে প্ৰয়োজনীয় সামগ্ৰীসমূহৰ প্ৰায়বোৰকেই নিগমে আমদানি কৰে। তাৰ ভিতৰত মূলধনী দ্ৰব্য, ঔদ্যোগিক কেঁচা সামগ্ৰী, ভালেমান নিৰ্দিষ্ট দুষ্প্ৰাপ্য দ্ৰব্য সম্ভাৰেই অন্যতম। সংহীয়াকৈ আমদানিকৃত দ্ৰব্যসমূহ হৈছে—চায়াবিন তেল, কেমিকেল, কেঁচা উণ, পাতসূতা, নিউজ প্ৰিন্ট (News print), নিচাযুক্ত দ্ৰব্য, তালজাতীয় গছৰ তেল, হ'পছ (Hops) প্ৰিন্টিং আৰু টেক্স্‌টাইল মেছিনেৰী (Printing & Textile Machinery), ট্ৰেক্টৰ (Tractor), নাৰিকলৰ শুকান সাহ (Copra), ৰং (Paint) আদিয়েই প্ৰধান।

উল্লেখিত ৰপ্তানি আৰু আমদানি বাণিজ্যৰ উপৰিও আভ্যন্তৰীণ বাণিজ্যতো নিগমে লেনদেন কৰে। অৱশ্যে নিগমৰ বহিৰ্বাণিজ্যৰ কাৰ্য্য-ক্ষেত্ৰহে অধিক বিস্তৃত। ১৯৭০-৭১ চনত নিগমে ৰপ্তানি কৰা দ্ৰব্য সম্ভাৰৰ মূল্য আছিল—৯৬·৮ কোটি টকা আৰু আমদানিকৃত দ্ৰব্য সম্ভাৰৰ মূল্য হৈছিল গৈ—২২০·৭ কোটি টকা।

কেন্দ্ৰীয় চৰকাৰৰ নীতি অনুযায়ী দেশৰ ভিতৰৰ উৎপাদকসকলে তেওঁলোকৰ উৎপাদিত বস্তুৰ প্ৰকৃত মূল্য পাবৰ কাৰণে আৰু উৎপাদন যথাযোগ্য স্তৰত প্ৰচলিত কৰি ৰাখিবৰ বাবে ব্যৱসায়িক নিগমে সৰহীয়া উৎপাদনসমূহ যেনে—কেঁচা মৰাপাট, ৰবৰ, ধপাত আদি ক্ৰয় কৰে।

সমগ্ৰ পৃথিৱীৰ বাণিজ্যিক স্ৰোতৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰাখিবৰ কাৰণে পৃথিৱীৰ বহু বাণিজ্য প্ৰধান ঠাইত নিগমৰ কাৰ্য্যালয় (শাখা) খোলা হৈছে। তেনে শাখা কাৰ্য্যালয় থকা ঠাইবোৰ হৈছে—নিউইয়ৰ্ক, লণ্ডন, পেৰিছ, পূব-বাৰ্লিন, ফ্ৰেংকফৰ্ট, প্ৰেগ, বুডাপেষ্ট, বেলগ্ৰেড, বেংকক্,



মস্কো, লাগোছ, নাইৰোবি, টেহৰাণ, বেইৰুট্, কলম্বো, চিংগাপুৰ, হংকং আৰু ছিদ্‌নী।

বৰ্তমান (১৯৭১-৭২) নিগমৰ অৰ্পিত মূলধনৰ (Paid-up-capital) পৰিমাণ হৈছেগৈ ৮ কোটি টকা।

ব্যৱসায়িক নিগমৰ সাহায্যকাৰী সংস্থা কেইবাটাও আছে—যেনে হেণ্ডিক্ৰেফ্‌ট্‌ছ্ এণ্ড হেণ্ডলুম এক্স্‌প'ৰ্ট ক'ৰপ'ৰেচন (Handicrafts & Handloom Export Corporation); প্ৰজেক্টছ্ এণ্ড ইকুইপমেণ্ট্ ক'ৰপ'ৰেচন অৱ্ ইণ্ডিয়া (Projects & Equipments Corporation of India), ইণ্ডিয়ান মোচন পিক্‌চাৰ্ছ এক্স্‌প'ৰ্ট ক'ৰপ'ৰেচন (Indian Motion Pictures Export Corporation); কেছিউ ক'ৰপ'ৰেচন অৱ্ ইণ্ডিয়া (Cashew Corporation of India), দি ইণ্ডাষ্ট্ৰিয়েল ৰ মেটিৰিয়েল এছিষ্টেন্স্ চেণ্টাৰ (Industrial Raw Meterial Assistance Centre)।

হেণ্ডলুম এক্স্‌প'ৰ্ট ক'ৰপ'ৰেচন ৰাষ্ট্ৰীয় ব্যৱসায়িক নিগমৰ সাহায্যকাৰী সংস্থা হিচাপে দেশত উৎপাদিত হেণ্ডলুম কাপোৰ আৰু অন্যান্য হস্তনিৰ্মিত দ্ৰব্য-সম্ভাৰ বিদেশলৈ ৰপ্তানি কৰে। হেণ্ডলুম নিগমে দেশৰ ব্যৱসায়ী সকললৈ কেঁচা সামগ্ৰী কাৰিকৰী আৰু আৰ্থিক সাহায্য প্ৰদানৰ জৰিয়তে নানান ক্ৰমবিকাশমূলক সহযোগিতা আগবঢ়ায়। ১৯৭১-৭২ চনত নিগমৰ মুঠ ৰপ্তানিৰ পৰিমাণ আছিল ৪·১২ কোটি টকা।

ৰাষ্ট্ৰীয় নিগমৰ সহযোগী সংস্থা হিচাপে ১৯৭১ চনত প্ৰজেক্টছ্ এণ্ড ইকুইপমেণ্ট্ ক'ৰপ'ৰেচন সংগঠিত কৰা হয়। এই প্ৰজেক্টছ্ বা প্ৰকল্প নিগমক বাণিজ্য আৰু ব্যৱসায়ৰ লেনদেন স্বকীয়ভাৱে কৰিবলৈ পূৰ্ণ ক্ষমতা প্ৰদান কৰা হৈছে। প্ৰকল্প আৰু সা-সৰঞ্জাম নিগমৰ দেশীয় আৰু বহিঃদেশীয় মূল ব্যৱসায় হৈছে—ইঞ্জিনীয়াৰিং আৰু ৰেলৰ

সা-সৰঞ্জাম। নিগমে স্বাধীনভাৱে ঔদ্যোগিক প্ৰকল্প আৰু ৰেল পথ স্থাপনৰ কাৰ্য্য-সূচীও হাতত লৈছে। ১৯৭১-৭২ চনত নিগমৰ মুঠ ব্যৱসায় হৈছিল—৪১ কোটি টকাৰ।

অন্যান্য সাহায্যকাৰী সংস্থাসমূহেও নিজ নিজ বাণিজ্য দিশত প্ৰধানকৈ ভাৰতীয় ৰপ্তানি বাণিজ্যৰ পৰিবৰ্ধন আৰু আভ্যন্তৰীণ আৰু বহিঃ বাণিজ্যৰ সমন্বয়ৰক্ষীৰূপে কাৰ্য্য সম্পাদন কৰা দেখিবলৈ পোৱা যায়।

**(১০) খনিজ আৰু ধাতু ব্যৱসায়িক নিগম ( Minerals & Metals Tradiug Corporation )**ঃ খনিজ নিগমে বহিৰ্বাণিজ্যৰ ক্ষেত্ৰত এক উল্লেখযোগ্য বৰঙণি আগবঢ়াই আহিছে। নিগমৰ প্ৰধান বৈশিষ্ট্য—ৰপ্তানি আৰু আমদানি ব্যৱসায়। ১৯৭১-৭২ চনত খনিজ নিগমে কৰা মুঠ বাণিজ্যৰ মূল্য আছিল ২৬৮ কোটি টকা। ৰপ্তানি ব্যৱসায়ৰ মূল সামগ্ৰীবোৰৰ অন্যতম হৈছে—আকৰিক, লো, মেংগানিজ, আকৰ, ফেৰ' মেংগানিজ, কয়লা, মাইকা আৰু কেইবিধমান প্ৰধান খনিজ দ্ৰব্য।

আমদানি বাণিজ্যৰ প্ৰধান প্ৰধান কেঁচা সামগ্ৰীবোৰ হৈছে ক'পাৰ, জিংক্, টিন, এলুমিনিয়াম, ৰাসায়নিক সাৰ, সীহ, ষ্টেইনলেছ ষ্টিল আদি। নিগমে উদ্যোগৰ প্ৰয়োজন অনুসৰিহে উল্লেখিত খনিজাত দ্ৰব্যবোৰৰ আমদানি কৰে। এই সংক্ৰান্তত নিগমে বিশেষজ্ঞৰ প্ৰতিবেদন লোৱাৰো ব্যৱস্থা কৰিছে। ১৯৭১-৭২ চনত নিগমৰ আমদানিকৃত বস্তুৰ মূল্য ১৮০ কোটি টকা অপেক্ষা অধিক আছিল।

**(১১) ৰপ্তানি ঋণ আৰু প্ৰতিভূতি নিগম ( Export Credit & guarantee Corporation )**ঃ পৃথিৱীৰ বিভিন্ন দেশৰ মাজত ব্যৱসায় পৰিচালনা কৰা এক বিপজ্জনক বিষয়। যিকোনো ধৰণৰ বীমা জাতীয় কাৰ্য্য-সূচীয়ে বহিৰ্বাণিজ্যত লিপ্ত থকা ব্যৱসায়ীক সুৰক্ষা দিব পাৰে। ৰপ্তানি দায় বীমা ( Export Risk Insurance ) এই সন্দৰ্ভত বা দিশত এক পদক্ষেপ।



ৰপ্তানি ঋণ প্ৰতিভূত সমিতিৰ অনুমোদন সাপেক্ষে—১৯৫৭ চনৰ অক্টোবৰ মাহত ৰপ্তানি দায় বীমা নিগম (Export Risk Insurance Corporation) প্ৰতিষ্ঠা হয়। নিগমৰ অনুমোদিত মূলধন আছিল পাঁচ কোটি টকা আৰু অৰ্পিত মূলধন আছিল পঞ্চাশ লাখ টকা।

এই নিগম সম্পূৰ্ণকৈ চৰকাৰী নিয়ন্ত্ৰণাধীন। নিগমে সকলোধৰণৰ জাহাজ বোজাইকৰণৰ পূৰ্ব আৰু পৰবৰ্তী বাণিজ্যিক দায়িত্ব ( pre & post shipment Commercial Risk) বহন কৰে, যিবোৰ সাধাৰণ বীমাই সামৰি নলয়। নিগমৰ কাৰ্য্যকাৰিতা সম্পৰ্কত চলোৱা এটি সমীক্ষাই দৃষ্টিগোচৰ কৰে যে ভাৰতীয় ৰপ্তানি বাণিজ্যত এই নিগমে ক্ৰমান্বয়ে এক অপৰিহাৰ্য্য ভূমিকা পালন কৰিব পাৰে।

নিগমৰ আঁচনি আৰু আপাতিক কাৰ্য্য-কলাপৰ মাজত মুকলি সমালোচনাৰ যথেষ্ট থল থকা দেখা যায়। সেয়ে, ৰপ্তানি বিত্তৰ ওপৰত সন্ধান চলোৱা এটি অধ্যয়নী দলৰ ( Study Group ) অনুমোদন অনুযায়ী ১৯৬৪ চনৰ জানুৱাৰী মাহত "ৰপ্তানি ঋণ আৰু প্ৰতিভূতি নিগম" নামৰ এই সংস্থাটি প্ৰতিষ্ঠা কৰা হয়। এই নিগমে "ৰপ্তানি দায় বীমা নিগম"ৰ সকলো কাৰ্য্যভাৰ বিস্তৃত দৃষ্টিভংগীত গ্ৰহণ কৰে। ভাৰতীয় ৰপ্তানি ব্যৱসায়লৈ সুযোগ-সুবিধা আগবঢ়োৱাৰ বাবে সংগঠিত হোৱা এই নিগমৰ ঘাই উদ্দেশ্যসমূহ নিম্নোল্লিখিত ধৰণৰ।

(ক) ভাৰতীয় ৰপ্তানি সদাগৰক সকলো ধৰণৰ বাণিজ্যিক আৰু ৰাজনৈতিক বিপদৰপৰা সুৰক্ষা দিবলৈ বীমা ব্যৱস্থাৰ প্ৰচলন। সেই বিপদসমূহ আমদানিকাৰীৰ দেশত যুদ্ধ বা বিদ্ৰোহৰ ফলত সৃষ্টি হোৱা দেউলীয়া অৱস্থা, আমদানি বাধানিষেধ বা বিনিময় মুদ্ৰা হস্তান্তৰত স্থগিতকৰণ, আমদানি নীতিৰ পৰিবৰ্তন আদিয়েই প্ৰধান।

(খ) বিত্ত সৰবৰাহ কৰা বেংকলৈ বিভিন্ন ধৰণৰ প্ৰতিভূতি ( Guarantee ) অৰ্পণ যাতে ভাৰতীয় ৰপ্তানি সদাগৰে ৰপ্তানি ব্যৱসায়ত সকলো প্ৰকাৰৰ প্ৰয়োজনীয় ঋণ বা কালিয়নৰ সা-সুবিধা লাভ কৰিবলৈ ব্যৱসায় সম্প্ৰসাৰণ কৰিবলৈ সুচল পায়।

(গ) অতিৰিক্ত ধাৰ ( Supplementary Credit ) বা ঋণৰ সা-সুবিধাৰ যোগান ধৰা হয় যাতে ৰপ্তানিকাৰীয়ে ৰপ্তানি বৰ্দ্ধনৰ সুযোগ পায়।

(ঘ) বৈদেশিক বিনিময় যোগ্য মুদ্ৰা আমদানিকাৰীলৈ যোগান ধৰাৰ সুব্যৱস্থা কৰা যাতে দেশৰ শিল্প-উৎপাদকে বিদেশৰপৰা কেঁচামাল আমদানি কৰি ৰপ্তানিযোগ্য সামগ্ৰী প্ৰস্তুত কৰিবলৈ সমৰ্থ হয়।

নিগমৰ অনুমোদিত মূলধন পাঁচ কোটি টকা ; তাৰে অৰ্পিত মূলধনৰ পৰিমাণ হৈছে দুই কোটি টকা।

১৯৬৯ চনৰ ৩১ মাৰ্চলৈকে ১৩২০ খন, ১৯৮ কোটি টকা মূল্যৰ ৰপ্তানি দায় বীমা পলিচি নিগমে প্ৰদান কৰিছে। আনহাতে ৮২৬ খন প্ৰতিভূতি পত্ৰ ১৯৬৮-৬৯ চনলৈ বেংকক প্ৰদান কৰা হৈছে। ভাৰতীয় ৰপ্তানিকাৰীয়ে ৭৬ কোটি টকা বেংকৰ পৰা টোপলাকৰণ ঋণ প্ৰতিভূতি ( Packing Credit guarantee ) ভিত্তিত লাভ কৰে। বেংকৰ এই বিত্ত ১৯৬৯ চনৰ মাৰ্চ মাহলৈকে দিয়া হয়।

ৰপ্তানি ব্যৱসায়ৰ বাবে ৰপ্তানি বীমা, বিত্ত, ৰপ্তানি উন্নয়নৰ অৰ্থে কৰ কাটলৰ ৰেহাই, আদি নানান উপায়ে ৰপ্তানি ঋণ আৰু প্ৰতিভূতি নিগমে ইয়াৰ প্ৰস্তাৱিত লক্ষ্যক ৰূপায়িত কৰিবলৈ প্ৰচেষ্টা কৰি আহিছে।

উল্লিখিত প্ৰতিষ্ঠানসমূহ ( Institution ), ৰপ্তানি সুযোগ-সুবিধা-সমূহ ( Facilities for Exports ), ৰপ্তানি সামগ্ৰীৰ গুণ-মান নিয়ন্ত্ৰণ উন্নত মানৰ ব্যৱস্থাপনা ( Management in Quality Control



& Pre-Shipment inspection ete. ) আদিৰ উপৰিও ৰপ্তানি নীতি ( Export Palicy ) হিচাপে ভাৰত চৰকাৰে ৰপ্তানি বিনিয়ন্ত্ৰণ (Export Control relaxation ) ভিন্ ভিন্ কৰ-কাটল ৰেহাই (Export, Excise duty reduction ) ; সীমা শুল্ক ৰেহাই, কেঁচা সামগ্ৰী আৰু যন্ত্ৰ-পাতিৰ বাবে আমদনি অনুজ্ঞাপত্ৰ দান ( Issue of import licence for Raw materials and Equipments ) আদি ৰপ্তানি ব্যৱসায় উন্নয়নৰ হকে নানান পন্থা অৱলম্বন কৰি আহিছে।

—×—

## অষ্টম অধ্যায়

## (ক) বৈজ্ঞানিক পৰিচালনা

### ( Scientific Management )

**বৈজ্ঞানিক পৰিচালনা, বুৰঞ্জী ( History ):** ওঠৰ শতিকাৰ শেষৰ ফালে হোৱা শিল্প বিপ্লৱে বহু নতুন শিল্পজ সুযোগ-সুবিধা কঢ়িয়াই আনিছিল। আনিছিল বিবিধ সম্ভাৱনীয়তা আৰু ভালেমান নতুন সমস্যা।

শিল্প বিপ্লৱে অনা সুযোগ-সুবিধাৰ অন্যতম প্ৰধান আছিল পূৰ্বৰ ক্ষুদ্ৰ উৎপাদনৰ ঠাইত উদ্যোগত বৃহৎ উৎপাদনৰ ( Large Scale Production ) ব্যৱস্থা উদ্যোগত উৎপাদনৰ পৰিমাণ বৃদ্ধিৰ লগত উদ্ভাৱিত সমস্যা হৈছে—(ক) উদ্যোগৰ আকাৰ আৰু আয়তন বৃহৎ হোৱা হেতু সৃষ্টি হোৱা সমস্যা আৰু (খ) বৃহদাকাৰ উদ্যোগৰ বাবে প্ৰয়োজনীয় সাংগঠনিক দক্ষতা আৰু সতৰ্কতামূলক পৰিচালনাৰ সমস্যা।

বৃহদাকাৰ উদ্যোগত কঠিন যন্ত্ৰ-পাতিৰ ব্যৱহাৰ, অধিক পৰিমাণৰ কৰ্মীৰ নিযুক্তিকৰণ, কৰ্মী আৰু যন্ত্ৰ-পাতিৰ বিশেষীকৰণ হিচাপে প্ৰতিষ্ঠাপন, সংগঠন আৰু সকলো উৎপাদনৰ ( যথা কৰ্মী, অৰ্থ, সংগঠন আৰু নিয়োগকাৰী ) মাজত প্ৰকৃত পৰিচালনাৰ জৰিয়তে সমন্বয় সাধনেই হৈছে বৈজ্ঞানিক পৰিচালনাৰ ভিত্তি।

বৃহদাকাৰ উদ্যোগৰ সমস্যাসমূহৰ সমাধানকল্পে বৈজ্ঞানিক পৰিচালনা পদ্ধতিক প্ৰয়োগ কৰা হয়। পৰিচালনা কৰিবপৰা গুণক এক বিশেষ কাৰ্য্যক্ষমতা বুলি পৰিগণিত কৰিব পাৰি, যাৰ জৰিয়তে কৰ্তৃপক্ষ ( Employer ) আৰু কৰ্মচাৰীৰ ( Employee ) মাজত এক মধুৰ পৰিবেশ গঢ়ি উঠিব পাৰে। উক্ত কাৰ্য্যদক্ষ পৰিচালক বিষয়া পৰিচালনা



বা কৰ্মচাৰী পৰিচালনাৰূপে আখ্যায়িত কৰা হয়। এই বিষয়া পৰিচালনাই নহয়, এটা উদ্যোগৰ সমূহ উপাদানৰ মাজত ফলদায়ক সম্পৰ্ক ৰক্ষা কৰিবপৰা বিজ্ঞান সন্মত সৰল আৰু সুন্দৰ পৰিচালনাক 'বৈজ্ঞানিক পৰিচালনা' ৰূপে চিহ্নিত কৰা যায়।

উক্ত পৰিচালনাৰ বুৰঞ্জীলৈ উভটি চালে দেখিবলৈ পোৱা যায় যে ১৭৬০ চন মানৰপৰাই বৈজ্ঞানিক পৰিচালনাৰ দুই এক নীতি-নিয়ম উদ্যোগত প্ৰয়োগ কৰা হৈছিল। পেৰ'নেট ( Perronet ) নামৰ এজন কৰ্মচাৰীলোকে আলপিন উৎপাদনৰ ক্ষেত্ৰত বৈজ্ঞানিক পৰিচালনাৰে সময় প্ৰণালীৰ পৰীক্ষা-নিৰীক্ষা চলাইছিল।

তেনে নীতি নিয়ম আৰু প্ৰয়োগ পদ্ধতিৰ ওপৰত ১৮৩২ চনৰপৰাই দুই চাৰি প্ৰবন্ধ-নিবন্ধ আৰু কিতাপ-পত্ৰ ওলাইছিল ( যথা Charles Babbage অৰ The Economy of Manufacturers ) যদিও আমেৰিকা যুক্তৰাষ্ট্ৰৰ এজন ইঞ্জিনীয়াৰহে বৈজ্ঞানিক পৰিচালনা আন্দোলনৰ প্ৰকৃত বাটকটীয়া। এওঁ হ'ল ডাঃ ফ্ৰেডেৰিক উইনশ্লৃ টেইলৰ ( ১৮৫৬-১৯১৯ ) ( Dr. Frederick Winslew Taylor—1856-1915 ) যাক বৈজ্ঞানিক পৰিচালনা আন্দোলনৰ জন্মদাতা বুলি কোৱা হয়।*[1] ডঃ টেইলৰে বৈজ্ঞানিক পৰিচালনা পদ্ধতিক বিভিন্ন উদ্যোগত প্ৰয়োগ কৰি, সাক্ষ্যদান আৰু প্ৰবন্ধ-পাতি প্ৰকাশদ্বাৰা সকলোৰে

*[1] এটা ষ্টীল কোম্পানীত ( Bethelhem Steel Company by name ) পিগ আইৰণ ( Pig iron ) কঢ়িওৱা কাৰ্য্যৰ ওপৰত বৈজ্ঞানিক পৰিচালনা পদ্ধতি প্ৰয়োগ কৰি এজন উপযুক্ত কৰ্মীৰ লোহা কঢ়িওৱাৰ মাত্ৰা দিনে ১২½ টনৰপৰা ৪৮ টনলৈ বৃদ্ধি কৰিছিল, যাৰফলত কৰ্মী জনৰ মজুৰি ১.১৫ ডলাৰৰপৰা ১.৮৫ ডলাৰলৈ বৃদ্ধি পাইছিল, জিৰণিৰ সময় পাইছিল ; কামত নিয়মীয়া হৈছিল আৰু কৰ্মৰ প্ৰতি কৰ্মীজনে প্ৰেৰণা পাইছিল।

কাৰণে‌ জনপ্ৰিয় আৰু গ্ৰহণযোগ্য কৰি তুলিছিল। সেয়ে ডঃ টেইলৰক বৈজ্ঞানিক পৰিচালনাৰ উদ্যোক্তা আৰু প্ৰতিষ্ঠাপক ৰূপে জনা যায়। বৈজ্ঞানিক পৰিচালনাৰ নীতি-নিয়ম আৰু আচৰণ বিধি সম্পৰ্কে ডঃ টেইলৰৰ দৃষ্টি ভংগীৰ ব্যাখ্যা তেওঁৰ প্ৰকাশিত পুথিত, (যথা—ছ'প মেনেজমেণ্ট (১৯০৩ চন) আৰু ডি প্ৰিন্সিপল্‌ছ্‌ অব্‌ ছায়েনটিফিক মেনেজমেণ্ট (১৯১১ চন) (Shop Management 1903 & The Principle of Scientific Management—1911) সন্নিবিষ্ট হৈছে।

ইউৰোপৰ কেইবাখনো দেশত শিক্ষা লাভ কৰি গৈ টেইলৰে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ফিলাডেলফিয়াৰ এটা ষ্টীল কোম্পানীত সাধাৰণ ইঞ্জিনীয়াৰ হিচাপে ১৮৭৮ চনত যোগ দিয়ে। পাছত উক্ত কোম্পানীতেই মুখ্য ইঞ্জিনীয়াৰ পদবীলৈ পদোন্নতিও হয়। সেই কোম্পানীত থকা কালতেই বিভিন্ন দিশত, যেনে—কেঁচা সামগ্ৰী, উৎপাদন, অৰ্থ, সময় আদিত পৰম্পৰাগতভাৱে উদ্যোগত হৈ থকা অপচয় দেখি তেওঁ অনুতপ্ত হয়। সেয়ে তেওঁ সকলো দিশতেই বিশেষকৈ সময়,, সা-সঁজুলি, যন্ত্ৰ-পাতি, কামৰ প্ৰকৃতি, কৰ্মীৰ নিযুক্তি আদিত অনুসন্ধান আৰু পৰীক্ষা নিৰীক্ষা আৰম্ভ কৰে। এনে অনুসন্ধানৰ উদ্দেশ্য হ'ল কৰ্মৰ সুন্দৰ পদ্ধতিৰ উদ্ভাৱন, যিটোৱে ন্যূনতম উৎপাদন খৰছৰ জৰিয়তে চৰমতম উৎপাদন কৰিবলৈ সুযোগ দিয়ে। তেওঁৰ কাৰ্য্যকালৰ ভিতৰতেই বহু বছৰ পৰীক্ষা-নিৰীক্ষা চলোৱাৰ পাছত কম খৰচত অধিক উৎপাদন কৰিবলৈ উদ্ভাৱন কৰা বিষয়সমূহ আছিল—সময় আৰু গতিবেগ অধ্যয়ন, বিভিন্ন প্ৰেৰণামূলক আৰু বৈশিষ্ট্য সূচক মজুৰি পদ্ধতি, মান বিশিষ্ট সা-সঁজুলিৰ প্ৰবৰ্তন, গুণ-মান বিশিষ্ট সামগ্ৰী উৎপাদন আৰু প্ৰকৃত কৰ্মচাৰীৰ বাছনিয়েই প্ৰধান। প্ৰবন্ধ আকাৰে এনে বিষয়ৰ উদ্ভাৱনীবোৰ প্ৰকাশ হোৱাৰ পাছতেই সমগ্ৰ দেশৰেই মনোযোগ আকৰ্ষিত হয়।



তথাপিও বৈজ্ঞানিক পৰিচালনা আন্দোলন ১৯০৯ চনলৈকে আচল আন্দোলনলৈ ৰূপান্তৰিত হোৱা নাছিল। ১৯১০ চনত সংঘটিত হোৱা এটা মোকৰ্দমাৰ শুনানীয়ে বৈজ্ঞানিক পৰিচালনা আন্দোলনক প্ৰকৃতাৰ্থত বিস্তৃত ৰূপে প্ৰচাৰিত হয়। উক্ত মোকৰ্দমাটি আছিল ৰেল বিভাগে বৰ্দ্ধিত ভাড়া পাবলৈ কৰা দাবী সংক্ৰান্তৰ। মোকৰ্দমা পৰিচালনা কৰিছিল আন্তঃৰাজ্যিক বাণিজ্য কমিছনে। শুনানীত লুই ডি ব্ৰাণ্ডেইজে (Louis D. Brandeis) প্ৰথম ঘোষণা কৰে,—যে যদি বৈজ্ঞানিক পৰিচালনা পদ্ধতি ৰেল-বিভাগে প্ৰয়োগ কৰে, তেন্তে প্ৰতিদিনে হোৱা খৰচৰপৰা বছৰি প্ৰায় এক নিযুত ডলাৰ ৰেল বিভাগে সঞ্চয় কৰিব পাৰে।"

লুই ব্ৰাণ্ডেইজেই প্ৰথম মানুহজন যি চৰকাৰী নথি-পত্ৰত লিপিবদ্ধ হ'ব পৰাকৈ বৈজ্ঞানিক পৰিচালনা কথাটি উপযুক্তভাৱে সদৰি কৰে। বাণিজ্য কমিছনৰদ্বাৰা এই সন্দৰ্ভত হোৱা অনুসন্ধানে বৈজ্ঞানিক পৰিচালনা আন্দোলনলৈ বিপুল প্ৰচাৰ আৰু সমৰ্থন কঢ়িয়াই আনে, যাৰ ফলত বৈজ্ঞানিক পৰিচালনা পদ্ধতি বহু শিল্প উদ্যোগে গ্ৰহণ কৰে। ডঃ টেইলৰৰ উল্লেখিত উদ্ভাৱনবোৰক এনেভাবে সজাব বা পুনৰবিন্যাস কৰিব পাৰি—(১) কৰ্মৰ প্ৰতি পূৰ্ব পৰিকল্পনা, (২) নিৰ্দিষ্ট এক কৰ্মৰ বাবে প্ৰয়োজনীয় সময়মান, (৩) মান বিশিষ্ট সঁজুলি আৰু সা-সঁজুলি, (৪) উচিত কামৰ বাবে উপযুক্ত মানুহৰ বাছনি, (৫) উৎপাদন খৰচৰ প্ৰকৃত হিচাপ উদ্ভাৱন, (৬) যন্ত্ৰ-পাতিৰ অনাৱশ্যকীয় চালনৰ অৱলোপ আৰু (৭) বোনাছ পদ্ধতিত মজুৰি প্ৰদান।

বৈজ্ঞানিক পৰিচালনা আন্দোলনৰ জন্মদাতা—ডঃ টেইলৰৰ বহু সহযোগী আৰু অনুসৰণকাৰী আছিল, তেওঁলোক হ'ল ফ্ৰেংক বি গিলব্ৰেথ ১৮৬৮-১৯২৪ (Frank B. Gilbreth 1868-1924), এইচ এল, গাণ্ট—১৮৬১-১৯১৯ (H. L, Gantt—1861-1919) হেনৰী

ফায়ুল—১৮৪১-১৯২৫ ( Henri Fayol 1841-1925 ), এইছ, কে, হাঠাওৱে ( H. K. Hathaway ), এইছ, এমাৰছন ( H. Emerson ), এইছ পি, কেণ্ডেল ( H. P. Kendell )।

ডঃ টেইলৰৰ সহযোগী ফ্ৰেংক গিলব্ৰেথ টেইলৰৰ গতিবেগ অধ্যয়নৰ সহযোগী আছিল। তেওঁ বেলেগে তেওঁৰ সহধৰ্মিণীৰ ( সহধৰ্মিনী গৰাকী মনোবিজ্ঞানী আছিল ) সৈতে কাৰখানাৰ বাহিৰত গতিবেগ সংক্ৰান্তত নিৰৱিচ্ছিন্ন অনুসন্ধান আৰু পৰীক্ষা কাৰ্য্য চালাইছিল। গিলব্ৰেথে—কৰ্ম সম্পাদন কৰিবৰ কাৰণে এটা সুন্দৰ পদ্ধতিৰ উদ্ভাৱনৰ হেতু আত্মনিয়োগ কৰিছিল। উক্ত বিষয়ত তেওঁ কৃতকাৰ্য্যও লাভ কৰিছিল।

এইছ, এল, গাণ্টে উৎপাদনৰ আঁচনি আৰু তাৰ নিয়ন্ত্ৰণক সহায় কৰিবলৈ কিছুমান মানচিত্ৰৰ ( Charts ) জৰিয়ত ৰৈখিক বৰ্ণনাৰ Graphical representation ) উদ্ভাৱন কৰে। গাণ্টে মালিক আৰু মজদুৰৰ মাজত এক নতুন মনোভংগী গঢ়ি তোলা বিষয়টি পৰিচালনাৰ কৰ্ম বুলি নিশ্চিত মত পোষণ কৰে। উক্ত মনোভংগীৰ অন্তৰ্নিহিত গুণ হ'ব লাগিব—উভয় পক্ষৰ মাজত সহজাত বিশ্বাস আৰু সহযোগ।

সেয়েহে ডঃ টেইলৰ, গিলব্ৰেথ আৰু গাণ্ট তিনিও জনকে কোনো কোনো বিষয়ত বৈজ্ঞানিক পৰিচালনাৰ প্ৰতিষ্ঠাপক বুলি কোৱা হয়।

হেনৰী ফায়ুল ( ১৮৪১-১৯২৫ ) হৈছে ফৰাচী ইঞ্জিনীয়াৰ। তেওঁ ডঃ টেইলৰৰ বৈজ্ঞানিক পৰিচালনাৰ ধ্যান-ধাৰণাক গ্ৰহণ কৰি উক্ত দিশত দূৰ দৃষ্টি সম্পন্ন বৰঙণি আগবঢ়াই গৈছে। তেওঁ বৈজ্ঞানিক পৰিচালনৰ ক্ষেত্ৰত আগবঢ়োৱা সূত্ৰ সমূহ উচ্চ স্তৰৰ পৰিচালন সূত্ৰ। অৱশ্যে তেওঁৰ সূত্ৰ সমূহৰ বিষয়ে বহুল প্ৰচাৰ নোহোৱা বাবেই তেওঁ যে এজন বৈজ্ঞানিক পৰিচালনাৰ দ্ৰষ্টা, এই কথা বিস্তাৰিতভাবে প্ৰকাশ



নহল। আনহাতে ইউৰোপত বৈজ্ঞানিক পৰিচালন পদ্ধতিৰ বিষয়ে বিস্তৃত কোনো আলাপ আলোচনা আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে ঠিক চৰকাৰী পৰ্য্যায় পোৱা অৱস্থালৈ আগবঢ়াও নাছিল। যি ক্ষেত্ৰত গাণ্ট, গিলব্ৰেথ আদিয়ে বৈজ্ঞানিক পৰিচালনৰ সুনিৰ্দিষ্ট কোনো দিশতহে চিন্তা চৰ্চা কৰিছিল, সেই ক্ষেত্ৰত ফায়লে ডঃ টেইলৰৰ সমানে সমানে প্ৰায় সকলো দিশতেই বৈজ্ঞানিক পৰিচালন সূত্ৰ সমূহৰ উদ্ভাৱনত ৰত হৈছিল। কোনো কোনো ক্ষেত্ৰত ডঃ টেইলৰতকৈয়ো অধিক উদ্ভাৱনী ক্ষমতাৰ পৰিচয় দিছিল। ফায়লে বৈজ্ঞানিক পৰিচালনৰ যি সূত্ৰ আগবঢ়াইছিল তাক ছয় প্ৰকাৰে বিশ্লেষণ কৰিব পাৰি—যেনে (১) কাৰিকৰী, (২) অৰ্থ সংক্ৰান্তীয়, (৩) বাণিজ্যিক, (৪) নিৰাপত্তা, (৫) হিচাপ বিষয়ক, আৰু (৬) প্ৰশাসন।

ফায়লৰ মতে প্ৰথম পাঁচ বিধ কাৰ্য্য এটা উদ্যোগিক প্ৰকল্পৰ বাবে কাৰিকৰী স্বৰূপৰ বা বৈশিষ্ট্যৰ যাক নিয়াৰিকৈ সম্পাদন কৰিব পাৰি; কিন্তু শেষৰ পৰিচালন কাৰ্য্যটিৰ বাবে পূৰ্ণ নিৰবচ্ছিন্ন অধ্যয়নৰ প্ৰয়োজন হয়। মেচিনৰ পৰিচালনা আৰু মজদুৰৰ পৰিচালনাৰ মাজত এক উল্লেখযোগ্য অনিবাৰ্য্য পাৰ্থক্য আছে, যিটোৰ দূৰত্ব খুব বেছি। কাৰণ মেচিনৰ বাবে যি নালাগে, সেই মনস্তাত্ত্বিক গুণ ( Psychological ability ) মানুহ পৰিচালনাৰ বাবে অপৰিহাৰ্য্য যাৰ অভাৱত উদ্যোগত নানান সমস্যাৰ উদ্ভৱ হয়। ফায়লে পৰিচালনাৰ বাবে প্ৰশিক্ষণৰ ওপৰতো গুৰুত্ব আৰোপ কৰে।

ফায়লৰ উপৰিও বৈজ্ঞানিক পৰিচালনৰ ক্ষেত্ৰত বিভিন্ন দিশত বৰঙণি যোগোৱা লোক সকল হ'ল—হাটাওৱে, এমাৰছন, কেণ্ডেল আদি।

এনেদৰেই এপদ এপদকৈ বৈজ্ঞানিক পৰিচালনে ভিত্তি অৰ্জন কৰে আৰু একলা একলাকৈ ক্ৰমোন্নতি কৰি বৰ্তমান এক স্বীকৃত

ৰূপে পৰিগণিত হয়। শিল্প বিপ্লৱৰ পীঠভূমি ইংলণ্ডতো বৈজ্ঞানিক পৰিচালন আন্দোলনে আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে বিস্তৃতি লাভ কৰা নাছিল; কিন্তু ১৯৩০ চনৰ অৰ্থনৈতিক সংকটৰ পাছৰপৰা ইংলণ্ডত ইয়াৰ ক্ষিপ্ৰবেগে প্ৰসাৰতা লাভ কৰে। বৰ্তমান ইউৰোপ, আমেৰিকাৰ বাহিৰেও পৃথিৱীৰ সকলো উন্নতিশীল আৰু উন্নয়নমুখী ৰাষ্ট্ৰত ইয়াৰ সম্প্ৰসাৰণ ঘটিছে। ভাৰতবৰ্ষও এই বিষয়ত ব্যতিক্ৰম নহয়।

বৈজ্ঞানিক পৰিচালনা বৰ্তমানে নতুন উদ্ভাৱনৰদ্বাৰা আধুনিক পৰ্য্যায়লৈ উন্নীত হৈছে। কৰ্মচাৰী প্ৰশিক্ষণ পদ্ধতি, বিষয়া পৰিচালন পদ্ধতি, ঔদ্যোগিক মনোবিজ্ঞান, উৎপাদন, চালন আৰু নিয়ন্ত্ৰণ আদি নানান দিশত নিত্য নতুন কাৰ্য্যদক্ষ পদ্ধতিৰ উদ্ভাৱনে, বৈজ্ঞানিক পৰিচালনা প্ৰণালীক ধ্ৰুপদী স্তৰলৈ উন্নীত কৰি আছে।

## বৈজ্ঞানিক পৰিচালনা মূল নীতিসমূহ
### ( Basic Principles )

(১) সংজ্ঞা ( **Definition** ) ঃ সাধাৰণ হিচাপে বৈজ্ঞানিক পৰিচালন পদ্ধতি বুলিলে ইয়াকেই কোৱা হয় যে "আন মানুহৰ প্ৰচেষ্টাৰ দ্বাৰা কাৰ্য্যসমূহৰ সম্পাদন" আৰু সকলো ফলপ্ৰসূ কাৰ্য্য-কলাপৰ সমন্বয় সাধন কৰা। আচলতে বৈজ্ঞানিক পৰিচালনৰ ব্যাখ্যা সম্পূৰ্ণৰূপে পাবলৈ হলে ওপৰৰ কথা খিনিয়েই যথেষ্ট নিশ্চয় নহয়।

ডঃ টেইলৰৰ সংজ্ঞা হ'ল Knowing exactly what you want men to do and seeing that they do it, in the best and the Cheapest way. অন্য ভাষাত এনেভাৱে ব্যাখ্যা কৰা যাব পাৰে যে মালিক পক্ষই পৰিচালনাৰ বিষয়ত বিজ্ঞানক প্ৰয়োগ কৰিছে, য'তনেকি কৰ্মক কাৰ্য্যকৰী কৰাৰ পূৰ্বতেই আঁচনি প্ৰস্তুত হৈছে আৰু সেই পূৰ্ব প্ৰস্তুত আঁচনিত কামৰ মানদণ্ড, সময়মান আৰু কৰ্ম পদ্ধতিত বিজ্ঞান সম্মত উপায় অৱলম্বন সুনিৰ্বন্ধ কৰা হৈছে আৰু অভিলেখৰ (Records) সহায়ত দেখা গৈছে যে সেইবোৰ সকলো সুচাৰুৰূপে সমাপ্ত হৈছে। ডঃ টেইলৰৰ বিভিন্ন ব্যাখ্যাসমূহক এনে ভাৱেও সংযুক্ত কৰিব পাৰি, যথা—



(ক) উদ্যোগ বা ব্যৱসায়ৰ পৰিচালনা বিষয়ত বিজ্ঞানৰ প্ৰয়োগ;
(খ) সকলো উপাদানৰ মাজত সামঞ্জস্য স্থাপন;
(গ) সকলো কৰ্মীৰ মাজত সহযোগ স্থাপন;
(ঘ) চৰমতম উৎপাদন;
(ঙ) প্ৰতিজন কৰ্মীৰ ব্যক্তিগত কৰ্ম কুশলতাক শীৰ্ষ বিন্দুলৈ উন্নয়ন।

ডঃ টেইলৰৰ মতে সকলো ব্যৱসায় বা উদ্যোগত বৈজ্ঞানিক পৰিচালন পদ্ধতি প্ৰয়োগ কৰিব পাৰি; আনকি মানুহৰ সমূহ কৰ্মৰাজিৰ ক্ষেত্ৰতো ইয়াক প্ৰয়োগ কৰা যায়।

বৈজ্ঞানিক পৰিচালন বিষয়ত Mr. Person নামৰ লেখকজনৰ ব্যাখ্যা হৈছে এনেধৰণৰ "That Form of Organisation and Procedure in Purposive Collective effort which rests on Principles or laws derived by the Process of Scientific investigation and analyses, instead of tradition or on Policies determined empirically and casually by the Process of trial and error."

এই ব্যাখ্যাৰপৰা প্ৰতীয়মান হয় যে বৈজ্ঞানিক পৰিচালন বিষয়টি উদ্যোগৰ সকলো উপাদানৰ লগত অংগাংগীভাৱে জড়িত। ই এক গতিশীল বিষয়। অৰ্থনৈতিক আৰু বাণিজ্যিক জগতখনৰ গতিশীলতাৰ লগত বৈজ্ঞানিক পৰিচালন পদ্ধতিৰ গতিশীলতাও ক্ৰমশঃ বৃদ্ধি পাই আহিছে।

স্বাভাৱিকতে বৈজ্ঞানিক পৰিচালন সমস্যাসমূহৰ সমাধানকল্পে অনুসৰণ কৰা পদ্ধতিসমূহৰ প্ৰয়োগ ক্ষেত্ৰ হৈছে উৎপাদনৰ পৰিমাণ নিৰ্ধাৰণ, সংগঠনৰ অৱস্থান নিৰ্ণীত কৰণ, যথোপযুক্ত ক্ৰয় পদ্ধতি, বাজেট প্ৰণয়ন, দ্ৰব্য বস্তুৰ মূল্য নিৰ্ধাৰণ, নিৰ্দিষ্ট কৰ্মৰ মানদণ্ড নিৰূপণ কৰ্মৰ সময় মান নিৰূপণ, কৰ্মৰত অৱস্থাৰ নিৰাপত্তা কৰ্তৃপক্ষ আৰু কৰ্মচাৰীৰ মাজত সম্পৰ্ক স্থাপন, সংগঠনৰ কৰ্মচাৰীসকলৰ মাজত যুটীয়া কৰ্ম পদ্ধতি বা সৰিয়া পদ্ধতিৰ (Team Work System) প্ৰয়োগ আদিয়েই প্ৰধান।

উদ্যোগ বা ব্যৱসায়ৰ লক্ষ্য আৰু উদ্দেশ্য, আঁচনি আৰু কাৰ্য্য-সূচী, মানদণ্ড বিশেষীকৰণ, কৰ্মপদ্ধতি আৰু নিয়ন্ত্ৰণ ব্যৱস্থা সুনিয়ন্ত্ৰ হোৱা প্ৰয়োজন, যাতে সমাজৰ বিশেষকৈ উদ্যোগপক্ষ আৰু কৰ্মীৰ সামূহিক কল্যাণ সাধন হয়।

(২) **বৈজ্ঞানিক অনুসন্ধান (Scientific Investigation):** বৈজ্ঞানিক পৰিচালনৰ অৰ্থে উদ্যোগৰ সম্পূৰ্ণ উপাদানসমূহৰ সম্যক অভিজ্ঞতা থকা অভিজ্ঞ অভিযান্ত্ৰিক, প্ৰযুক্তিবিদ, অৰ্থনীতিবিদ, পৰিচালক আইনজ্ঞ, চনদপ্ৰাপ্ত গাণনিক, দক্ষ সঞ্চালক আদি বিভিন্ন দিশত দক্ষ লোকৰদ্বাৰা সংগঠিত এখন সমিতি বা তজ্জাতীয় পৰিষদৰ জৰিয়তে বিস্তৃত বৈজ্ঞানিক অনুসন্ধান সম্ভৱপৰ হয়, এই অনুসন্ধানেই হৈছে বৈজ্ঞানিক পৰিচালনৰ চৌভিটি। বৈজ্ঞানিক পদ্ধতিত সকলো উপাদানৰ বিশেষকৈ কৰ্ম সংক্ৰান্ত আৰু কৰ্ম জৰিত বিষয়ৰ অনুসন্ধানেই প্ৰধানকৈ আৱশ্যক হয়। উদ্যোগৰ বিভিন্ন উপাদান জৰিত বিষয়ৰ বিস্তৃত বা বাতৰি সংগ্ৰহ নোহোৱালৈকে আৰু তাৰ বিজ্ঞানসন্মত পৰীক্ষা-নিৰীক্ষা আৰু বাছনি নোহোৱালৈকে কোনেও উদ্যোগৰ কৰ্ম সংক্ৰান্তত কোনো স্থিৰ সিদ্ধান্তত উপনীত হ'ব নোৱাৰে। এনে বৈজ্ঞানিক প্ৰমাণ অনুসন্ধানৰ শেষ নাই; অথচ পৰিস্থিতি অনুযায়ী এনে অনুসন্ধানৰ



উন্মেষ বিকাশহে হ'ব পাৰে। থোৰতে, বৈজ্ঞানিক বিচাৰ বিশ্লেষণৰ সাহস বা তৎজাতীয় মনোবৃত্তিয়েই মূল। প্ৰতিটো সমস্যাৰ অন্তৰ্নিহিত সত্য আবিষ্কাৰ কৰিব পৰাটোৱেই বৈজ্ঞানিক বিচাৰ; কিন্তু এনে অনুসন্ধানৰ কাৰণে এটি আঁচনি বিভাগৰ সংগঠন নিতান্তই অপৰিহাৰ্য্য।

এটা স্বয়ং সম্পূৰ্ণ আঁচনি বিভাগ নহলেও আংশিক আঁচনি বিভাগৰ কাৰ্য্যকাৰিতাৰ ওপৰত নিৰ্ভৰ কৰিয়ো বহু বিষয়ত বিজ্ঞান সন্মত পূৰ্ব পৰিকল্পিত কাৰ্য্যসূচী গ্ৰহণ কৰিব পাৰি। সকলো বিভাগৰ পূৰ্ণ প্ৰতিবেদন, তথ্য-পাতি, দেশী বা বিদেশী বজাৰ, উৎপাদন মূল্যমান আদি বিষয়ৰ পৰিপ্ৰেক্ষিতত অৱস্থা অনুযায়ী নতুন কাৰ্য্যসূচী বা আঁচনিৰ প্ৰণয়নে সুফলেই প্ৰদান কৰে।

অনুসন্ধানৰ ক্ষেত্ৰত পূৰ্বৰ ৰক্ষণশীল মতামত সৰ্বদায় পৰিত্যজ্য। বৈজ্ঞানিক পৰিচালনৰ মূল নীতিৰ ভিতৰত থকা সময় আৰু গতিবেগ অধ্যয়ন কেৱল কৰ্মকুশলীৰদ্বাৰাহে সম্ভৱপৰ হয়; আৰু তাৰ বাবে দীঘলীয়া সময়ৰ প্ৰয়োজন হয়। এই উদ্যোগৰ সকলো দিশত, সকলো উপাদানৰ অনুসন্ধান বা পৰীক্ষা নিৰীক্ষাৰ অৰ্থে অজস্ৰ বিত্তৰো আৱশ্যক হয়। উক্ত বিত্ত বা অৰ্থৰ যোগান একোটা ক্ষুদ্ৰ শিল্পৰ বেলিকা সম্ভৱপৰ নহয়। যিহেতু ক্ষুদ্ৰ শিল্পই যে বৈজ্ঞানিক পৰিচালন পদ্ধতি প্ৰয়োগ কৰিব নোৱাৰিব তেনে ধৰণৰ সিদ্ধান্ত কোনেও দিব নোৱাৰে। কাৰণ বৈজ্ঞানিক অনুসন্ধান নহলেও, বিজ্ঞান সন্মত পদ্ধতিত তথ্য সংগ্ৰহ আৰু বিভিন্ন উদ্যোগৰ খবৰ বাতৰিৰ জৰিয়তে বহু প্ৰেৰণা মূলক বৈজ্ঞানিক বিচাৰ বিশ্লেষণ হ'ব পাৰে। উদ্যোগ ক্ষুদ্ৰই হওক বা বৃহদাকাৰেই হওক, বৈজ্ঞানিক নীতি নিয়ম প্ৰয়োগৰ জৰিয়তে উদ্যোগ চলিছেনে পৰম্পৰাগত পদ্ধতিত চলিছে, সেইটোহে প্ৰকৃত পক্ষে বিচাৰ্য্য বিষয়।

(৩) **মনোভংগী ( Mental Attitude ) ঃ** কর্তৃপক্ষ ( Employer ) আৰু কর্মচাৰীৰ (Employee) মাজত থকা সম্পৰ্কটি বৈজ্ঞানিক পৰিচালনৰ মূল বিষয়সমূহৰ অন্যতম প্ৰধান বিষয়। উভয় পক্ষৰ মাজত যদি এটা সুমধুৰ সম্পৰ্ক গঢ়ি উঠে তেনে সেই সম্বন্ধই উদ্যোগৰ ক্ৰমোন্নতিত অৰিহণা যোগায় ; কিন্তু সেই সহযোগিতাৰ ধাৰণা চলিত অৱস্থাত ইমান বিদেশী ( Foreign element ) যে দুয়ো পক্ষৰ মাজত সন্দেহ আৰু শত্ৰুতাৰ মনোভাৱেই অধিকভাবে প্ৰকট হয়। অথচ উভয় পক্ষৰ প্ৰধান উদ্দেশ্য বা লক্ষ্য কেৱল এটা, সি হল 'উৎপাদন অতিৰিক্ত কৰা' ; তাৰ প্ৰতি কাৰো বিশেষ ভ্ৰুক্ষেপ নাই, নাইবা কোনেও বিশেষভাবে উপলব্ধি নকৰে।

উৎপাদন বৃদ্ধি হোৱাৰদ্বাৰা উভয় পক্ষৰ জীৱন ধাৰণৰ মান উন্নত হয় আৰু থাওকতে সমাজকো সেৱা কৰা হয়। যেতিয়া লক্ষ্য সুনিৰ্দিষ্টৰূপে থাকে তেতিয়া সেই লক্ষ্য পূৰণ কৰিবলৈ বা লক্ষ্যত উপনীত হবলৈ সৰল আৰু সহজ হয়। এনে ক্ষেত্ৰত উভয় পক্ষৰ যুটীয়া কৰ্মোদ্যোগ, নিয়মীয়া সম্মিলিত প্ৰচেষ্টা আস্থাও বিশ্বাস আৰু সহযোগৰ প্ৰয়োজন হয়।

কৰ্ম-ক্ষেত্ৰত দেখা যায় কৰ্তৃপক্ষ বা কৰ্মচাৰী কোনেও এনে ধৰণৰ যুটীয়া প্ৰচেষ্টাৰ কথা চিন্তা নকৰে, যিহেতু উভয় পক্ষৰ মাজত আছে সংশয় আৰু অবিশ্বাস।

কৰ্তৃপক্ষ কৰ্মচাৰীৰ প্ৰতি মৰমীয়াল নহয়, উৎপাদন বৃদ্ধি হলেও কৰ্মচাৰীৰ মজুৰি বা বেতন বঢ়াই দিয়া নহয়, কৰ্মৰ প্ৰতি প্ৰেৰণা দিবপৰা কোনো উদ্গণিমূলক আঁচনি লোৱা নহয়, কৰ্তৃপক্ষৰ মাজত আঙুলিৰ নিৰ্দেশত কাম সমাধা কৰাৰ প্ৰৱণতা অধিকভাবে প্ৰত্যক্ষ হয়। চৰম উৎপাদনে যে বৰ্দ্ধিত হাৰৰ মজুৰি দিলেও লাভৰ মাত্ৰা বঢ়াব পাৰে তাৰ প্ৰতি কৰ্তৃপক্ষৰ ধ্যান-ধাৰণা নাই। কৰ্তৃপক্ষই কৰ্মচাৰী বা মজদুৰৰ জীৱনৰ মান নাইবা জীৱিকাৰ মান উন্নীত হোৱাটো বাঞ্ছা নকৰে, উভয় পক্ষৰ জীৱনৰ আদৰ্শ যে "উৎপাদন কৰা" আৰু উৎপাদনৰ লক্ষ্যত জীৱনৰ আদৰ্শ যে "উৎপাদন কৰা" আৰু "উৎপাদনৰ লক্ষ্যত উপনীত হোৱা" সেইটো বিশেষভাবে কৰ্তৃপক্ষই উপলব্ধি কৰিব লগা হোৱা সত্বেও নকৰে, কৰ্তৃপক্ষই মজদুৰ বা কৰ্মচাৰী যে উৎপাদনৰ এটা প্ৰধান উপাদান তাক মানি নলয়। একোটি সংগঠনৰ উভয়ে সম অংশীদাৰ হোৱা সত্বেও কৰ্তৃপক্ষই কৰ্মচাৰী বা মজদুৰক হীনমন্য হিচাপে, পৰম্পৰা-গতভাবে কৰি অহা ব্যৱহাৰে তেওঁলোকৰ মাজত উল্লেখিত অবিশ্বাসৰ বীজ বপন কৰে। ইয়াৰ উপৰিও, কৰ্তৃপক্ষৰ স্বজন প্ৰিয়তা বহু বিষয়ত প্ৰত্যক্ষ কৰা হয়।



আনহাতে কৰ্মচাৰীয়ে উৎপাদন কম হোৱাটো বিচাৰে, যাতে তেওঁ-লোক কৰ্ম সম্পাদন কৰা বাবে অধিক উৎসাহেৰে কাম নকৰে, কাৰণ কামৰ অনুপাত বেছি হলেও বেছি মজুৰি কৰ্তৃপক্ষই নিদিয়ে, সুকৰ্মই উৎপাদন খৰচ কমায়, কম খৰচে লাভ অধিক কৰে, ফলত মজুৰি বৃদ্ধি পায়।" এই কথাষাৰ মজদুৰ বা কৰ্মচাৰীৰ কেতিয়াও উপলব্ধিত নাহে, মজদুৰ বা কৰ্মচাৰীয়ে "উদ্যোগৰ উন্নতিয়েই তেওঁলোকৰ উন্নতি' এইটো কেতিয়াও বিশ্বাস নকৰে ; কৰ্তৃপক্ষৰ দৃষ্টিভংগীয়ে তেওঁলোকক ভয়েৰেহে চলাৰ পথ দেখুৱায়। যি আচলতে উদ্যোগৰ ক্ৰমোন্নতিৰ ক্ষেত্ৰত অথৰ্ব বিষয়। কৰ্তৃপক্ষই কৰ্মচাৰী বা মজদুৰক এনেভাবে ভাবিবলৈ বাধ্য কৰায় যে তেওঁলোকক কৰ্তৃপক্ষই উৎপাদন কৰিবলৈ অলপ মজুৰি দিছে, তেওঁলোকে কেৱল উৎপাদন কৰিব ঃ উৎপাদিত সামগ্ৰীৰ বিক্ৰী আৰু তাৰ লাভ লোকচান সমস্তই কৰ্তৃপক্ষৰ ব্যক্তিগত।

উদ্যোগত কৰ্তৃপক্ষ যেন প্ৰাধান্যাংশ আৰু মজদুৰ বা কৰ্মী এক ক্ষুদ্ৰাংশ। এনে ধ্যান-ধাৰণাৰ আমূল পৰিবৰ্তনেই হৈছে ডঃ টেইলৰৰ মতে 'মানসিক আন্দোলন' ( Mental revolution )।

উভয় পক্ষই উদ্যোগৰ উৎপাদন বৃদ্ধিৰ হকে চেষ্টিত হোৱা

আৱশ্যক, যাতে উৎপাদন বৃদ্ধি হয় আৰু উৎপাদন খৰচ ক্ৰমে হ্ৰাস পায়। মজদুৰ বা কৰ্মচাৰীয়ে উৎপাদন বৃদ্ধিৰ কাৰণে কৰ্তৃপক্ষৰ লগত সহযোগিতা আগবঢ়োৱা আৱশ্যক। অন্যহাতে তেওঁলোকৰ মজুৰি ক্ৰমবৰ্ধমান হাৰত বঢ়াই নিয়া প্ৰয়োজন। উভয় পক্ষই স্বীকাৰ কৰা উচিত যে উভয়ৰ ক্ৰমোন্নতি সৰ্বদায় পাৰস্পৰিক। এক পক্ষই অন্য পক্ষক প্ৰতিপক্ষ হিচাপে নোলোৱা ধাৰণাই বা কাৰ্য্যই হৈছে মনোভাৱৰ পৰিবৰ্তন। মজদুৰ বা কৰ্মীক বাস্তৱ উপকাৰ নকৰাকৈ তেওঁলোকৰ সহযোগিতা আশা কৰা অনুচিত। উভয় পক্ষৰ জীৱনৰ লক্ষ্য হ'ল উদ্যোগত ক্ৰমহ্ৰাসমান গতিত খৰচ কমাই উৎপাদনৰ ক্ৰম বৃদ্ধি কৰা। উদ্যোগ বা বাণিজ্য এটা একক সংগঠন, য'ত উপাদান সমূহৰ সমন্বয় এনেভাবে হোৱা দৰ্কাৰ যে ই সকলোৰেই বাবে আৰু সকলোৱেই ইয়াৰ বাবে বিদ্যমান। সেয়ে—সকলোৱেই উদ্যোগৰ উন্নয়নৰ হকে যত্নবান হোৱা দৰ্কাৰ।

কৰ্তৃপক্ষ আৰু মজদুৰ নাইবা কেপিটেল আৰু লেবাৰ উদ্যোগৰ বাবে সম-অংশীদাৰ। কোনেও কাৰো অবিহনে কাৰ্য্য সম্পাদন কৰিব নোৱাৰে। সেয়ে কৰ্তৃপক্ষ সহযোগী মজদুৰৰ প্ৰতি সহৃদয়শীল হোৱা প্ৰয়োজন। আনহাতে মজদুৰ বা কৰ্মচাৰী কৰ্মৰ ক্ষেত্ৰত কৰ্তৃপক্ষলৈ সহযোগিতাৰ হাত আগবঢ়াই দিয়া উচিত।

ডঃ টেইলৰৰ সমসাময়িক গান্টৰ মতামত আৰু তেওঁৰ দৃষ্টিভংগী এই সন্দৰ্ভত প্ৰণিধানযোগ্য। তেওঁৰ মতে—The general policy of the past has been to derive, but the era of force must give way to that of knowledge and the policy of the future will be to teach and to lead advantage of all concerned········people learn but little from what they are told but they readily imitate what appeals to them.''



ক্ৰমান্বয়ে এনে এটা বিশ্বাস গঢ়ি উঠিছে যে ঔদ্যোগিক প্ৰকল্পৰ ক্ষেত্ৰত মজদুৰ বা কৰ্মচাৰীৰ সহযোগ বা সহযোগী মনোভাৱ উদ্যোগৰ কৃতকাৰ্য্যতাৰ ক্ষেত্ৰত অৱশ্যে প্ৰয়োজনীয়। লক্ষ্যত উপনীত হোৱাৰ ক্ষেত্ৰত প্ৰতিটো উপাদানৰ বৰঙণি নুই কৰিব নোৱাৰি। বৈজ্ঞানিক পৰিচালনৰ নীতিসমূহৰ প্ৰয়োগ এনে অনুপ্ৰাণেৰে হোৱা আৱশ্যক, যাতে কৰ্তৃপক্ষ, কৰ্মচাৰী আৰু সমাজৰ, উদ্যোগৰ প্ৰতি স্বাৰ্থ, ছাপত মৰাৰ দৰে একেই হয়। উদ্যোগ যেন এটা মানুহ যি সকলো ইন্দ্ৰিয়ৰ কাৰ্য্য কুশলতাত অৰ্থাৎ সকলো উপাদানৰ কাৰ্য্যকুশলতাত প্ৰতিষ্ঠা লাভ কৰে।

(৩) **মানৱীয় উপাদান সমূহ ( Human factors in management )**ঃ বৈজ্ঞানিক পৰিচালনৰ ক্ষেত্ৰত মানৱীয় উপাদানসমূহৰ যথাসম্ভৱ মূল্য বা গুৰুত্ব আৰোপ কৰাটো প্ৰয়োজনীয় বিষয়। কাৰণ, বৈজ্ঞানিক পৰিচালকে মানৱীয় দৃষ্টিভংগীৰে প্ৰয়োগ কৰিবলগা বিষয়-বোৰ হৈছে—সময় আৰু কৰ্মত নিয়মানুবৰ্তিতা, কৰ্মচাৰী বা মজদুৰৰ ভিন ভিন সমস্যাসমূহ আৰু তাৰ সমাধান, আৰু কৰ্মচাৰী বা মজদুৰৰপৰা পৰাপক্ষত ল'বপৰা চৰমতম কৰ্ম আদিয়েই প্ৰধান।

এজন কৰ্মীক কৰ্মৰ প্ৰতি প্ৰণোদিত ( Motivate ) কৰা বিষয়ত পৰিচালকে প্ৰণোদনৰ মূল ভিত্তিসমূহ জানিব লাগিব। সেই ভিত্তিসমূহ এনে প্ৰকাৰৰ হ'ব পাৰে, যেনে—(১) কৰ্মৰ নিৰাপত্তা ( Security ), (২) কৰ্মত উন্নতি কৰিবলৈ সুযোগ সুবিধা প্ৰদান ( Opportunity to prosper ), (৩) কৰ্মীয়ে কৰা উপযুক্ত কামৰ প্ৰতি স্বীকৃতি জ্ঞাপন ( recognition to work ), (৪) সংগঠনৰ এক অংগ হিচাপে নিবিড়তা স্থাপনৰ অৰ্থে সংবেদনশীলতাৰ প্ৰতিপালন ( Sense of belonging ), (৫) কৰ্তৃপক্ষ আৰু কৰ্মচাৰীসকলৰ মাজত সুবিচাৰ আৰু সমব্যৱহাৰৰ মনোভংগীৰ পৰিপোষণ, (৬) মজদুৰ বা কৰ্মীৰ

মাজত পূৰ্বৰ প্ৰতিপালিত ভয়ৰ দৃষ্টিভংগীৰ পৰিবৰ্তে 'আশাৰ' আবেগ প্ৰৱণতাৰ বিকাশ সাধন আদি।

(8) **বিষয়া নিযুক্তিকৰণ ( Staff Recruitment ) ঃ** উপযুক্ত বিষয়া বা কৰ্মচাৰী নিৰ্বাচন হৈছে বৈজ্ঞানিক পৰিচালনৰ এক অন্যতম কাৰ্য্য। এই বিষয়ক কেতিয়াবা বিষয়া পৰিচালনা ( Personnel Management ) বুলিও অভিহিত কৰা যায়। বিষয়াৰ প্ৰকৃত বাছনি, কৰ্মানুযায়ী অৱস্থান আদি সম্পৰ্কে স্থানান্তৰত আলোচনা কৰা হৈছে। কৰ্মচাৰী নিৰ্বাচনৰ দৰেই উদ্যোগত মজদুৰ বা কৰ্মী বাছনিও বিষয়া বা কৰ্মচাৰী নিৰ্বাচনৰ দৰেই উদ্যোগত মজদুৰ বা কৰ্মী বাছনিও ( Selection of workers ) বৈজ্ঞানিক পৰিচালনৰ ক্ষেত্ৰত অতি আৱশ্যকীয় বিষয়। কৰ্মীৰ কাৰ্য্যদক্ষতা উপযুক্ত লোকৰ নিৰ্বাচন আৰু প্ৰয়োজনীয় প্ৰশিক্ষণৰ ওপৰত নিৰ্ভৰ কৰে। বৈজ্ঞানিক পদ্ধতিৰে কৰ্মী বাছনি কৰিবলৈ হলে কৰ্মীৰ মানসিক আৰু শাৰীৰিক যোগ্যতাক পূৰ্ণমাত্ৰাই বিচাৰ কৰি চাব লগা হয়। কৰ্মীৰ নিৰ্বাচিত কৰ্মৰ প্ৰতি মানসিক প্ৰস্তুতি থাকিব লাগিব। একে দৰেই শাৰীৰিক শক্তিৰো কৰ্ম অনুসৰি প্ৰয়োজন হয়। নিৰ্বাচিত কৰ্মীৰ প্ৰশিক্ষণ অনুশিক্ষণ আদি উদ্যোগ কৰ্তৃপক্ষৰ ফালৰপৰা কৰিব লাগে। বৈজ্ঞানিক নিৰ্বাচন আৰু পাছত প্ৰশিক্ষণ কাৰ্য্যই কৰ্মীৰ কেৱল কৰ্মদক্ষতাই বৃদ্ধি নকৰে, লগে লগে উদ্যোগৰ উৎপাদনো বৃদ্ধি কৰে আৰু কৰ্তৃপক্ষ আৰু কৰ্মীৰ মাজত মধুৰ সম্পৰ্ক গঢ়ি তোলাৰ ক্ষেত্ৰত অৰিহণাও যোগায়।

সাধাৰণতে কৰ্মী বাছনিৰ পাছত কৰ্মীৰ কৰ্মৰ বৈশিষ্ট্য, কৰ্ম কৰাৰ পদ্ধতি, কৰ্মৰ অৱস্থান, সময় বা কৰ্মৰ ম্যাদ আদি সম্পৰ্কে বিশদ ব্যাখ্যা দিয়াৰ নিয়ম। সেই সংক্ৰান্তত প্ৰশিক্ষণ, অনুশিক্ষণ আৰু পৰীক্ষণৰ ব্যৱস্থাৰে কৰ্মীক পাকৈত বা নিপুণ কৰি গঢ়ি তোলাই বৈজ্ঞানিক পৰিচালনৰ কাৰ্য্য পন্থা। উল্লেখিত কাৰ্য্যসমূহ সম্পাদন কৰিলেহে আচলতে কৰ্মী বা বিষয়াৰ নিযুক্তিকৰণ সম্পূৰ্ণ হয়।



(৫) **কৰ্মৰ মান নিৰ্ধাৰণ ঃ** বৈজ্ঞানিক পৰিচালনৰ অন্যতম্য বৈশিষ্ট্য হ'ল এটা প্ৰামাণিক কাম ( Standard Task ) এজন কৰ্মীয়ে নিৰ্দিষ্ট মানৰ কিছুমান অৱস্থাত ( Certain Standard Conditions ) কৰিবৰ বাবে নিৰ্ধাৰণ কৰি উলিওৱা।

যেতিয়ালৈকে কৰ্মৰ মান নিৰ্ণয় কৰি কৰ্মীক কাম কৰিবলৈ দিয়া নহয়, তেতিয়ালৈকে কৰ্মীক কাম নহল বুলি জবাবদিহি কৰাটো অনুচিত। সেয়ে কৰ্মৰ পৰিমাণ, সময় আৰু চালনশক্তিৰ মান নিৰ্ধাৰণৰদ্বাৰাহে আচলতে কৰ্মৰ মান নিৰ্ণীত হয়। সেই কাৰণে বৈজ্ঞানিক পৰিচালনৰ অগ্ৰণী সকলে—সময়, গতিশক্তি, কৰ্মক্লান্তি আদিৰ ওপৰত মান নিৰ্ণয় কৰি কামৰ মান নিৰ্ধাৰণ কৰিছে। কামত দক্ষতা প্ৰকাশ পাবলৈ বা বিকাশ লাভ কৰিবলৈ হলে কৰ্মৰ মান নিৰ্ণয় আৰু সৰলীকৰণ নিতান্তই আৱশ্যক। ওপৰত উল্লেখিত কৰ্মৰ মান নিৰ্ধাৰণৰ উপাদানসমূহৰ উপৰিও নিৰ্দিষ্ট অৱস্থাসমূহৰ ভিতৰত আছে—কাৰখানাৰ পৰিবেশ, সা-সঁজুলি, যন্ত্ৰ-পাতিৰ অৱস্থা, সামগ্ৰী আৰু তাৰ প্ৰক্ৰিয়া আদি। উৎপাদনৰ প্ৰক্ৰিয়াসমূহৰ ক্ষেত্ৰত সৰলীকৰণ (Simplification) কৰাৰ পদ্ধতিও প্ৰামাণিক কামৰ বাবে প্ৰয়োজনীয় উপাদান।

মুঠতে মান নিৰ্ধাৰণে ( Standardisation ) এইটো প্ৰতীয়মান কৰে যে কৰ্ম কৰাৰ অৱস্থা আৰু তাৰ উপাদানসমূহ শ্ৰেষ্ঠ অৰ্থাৎ উৎকৃষ্ট উপাদান আৰু কৰ্ম অৱস্থা বিনে প্ৰকৃত মান নিৰ্ধাৰণ সম্ভৱ নহয়।

(৬) **আহিলা-পাতি আৰু সাজ-সৰঞ্জাম ( Tools & Equipments ) ঃ** ডঃ টেইলৰে উপযুক্ত ধৰণৰ আহিলা-পাতিৰ ওপৰত গুৰুত্ব আৰোপ কৰে। তেওঁৰ মতে, আহিলা-পাতিৰ আকাৰ প্ৰকাৰ, জোখ-মাপ, হাতমাৰি (Handle) আদিৰ আৰ্হিৰ ওপৰত নিৰ্ভৰ কৰিহে কৰ্মীৰ কৰ্ম সম্পাদন খৰতকীয়া আৰু ফলদায়ক হয়। হাতেৰে ব্যৱহাৰ কৰা

আহিলা-পাতিসমূহক সহজেই মান বিশিষ্ট চানেকিৰ কৰিব পাৰে। প্ৰকৃত মান বিশিষ্ট আহিলা-পাতিৰদ্বাৰাহে একে প্ৰকাৰৰ একে গুণ-মানৰ সম্ভাৰ উৎপাদন কৰিব পাৰি ; উৎপাদনত খৰচ মিতাব্যয়ী হয় আৰু উৎপাদন বৃদ্ধিও পায়।

মান-বিশিষ্ট আহিলা পাতিৰে কৰ্মীক সহজেই প্ৰশিক্ষণ দিব পাৰি আৰু প্ৰশিক্ষণৰ পাছত সমূলি সময় নষ্ট নোহোৱাকৈ তাক ব্যৱহাৰ কৰিব পাৰি। কৰ্ম অনুযায়ী আহিলা-পাতি থাকিব লাগে আৰু তেনে আহিলা-পাতি থকা নথকাৰ অনুসন্ধান কৰ্তৃপক্ষই কৰিব লাগে। ডঃ টেইলৰৰ মতে প্ৰতিটো উদ্যোগৰ অৰ্থে আহিলা পাতিৰ কোঠা ( Tool Room ) একোটা থকা একান্তই আৱশ্যক। উক্ত 'কোঠা' যি কাৰিকৰী বিশেষজ্ঞৰদ্বাৰা পৰিচালিত হোৱা দৰকাৰ।

সাজ-সৰঞ্জাম নাইবা যন্ত্ৰ-পাতিৰ বিষয়ত উৎপাদক অভিযন্তাৰ হাতত কাৰখানাৰ সম্পূৰ্ণ দায়িত্ব থাকে। কাৰখানা যথোপযুক্ত সাজ-সৰঞ্জামেৰে সজ্জিত হৈছেনে নাই তাক বিচাৰ বিশ্লেষণ কৰি চোৱা উৎপাদক অভিযন্তা বা মুখ্য অভিযন্তাৰ কাৰ্য্য।

যন্ত্ৰ-পাতিবোৰক উদ্দেশ্য অনুযায়ী দুই প্ৰকাৰে বিভক্ত কৰিব পাৰি। যেনে—(ক) সাধাৰণ যন্ত্ৰ-পাতি আৰু (খ) বিশেষ যন্ত্ৰ-পাতি। এই দুয়োবিধ যন্ত্ৰ-পাতিৰ ভিতৰত বিশেষ যন্ত্ৰ-পাতিবোৰ অধিক মিতাব্যয়ী আৰু সৰলীকৃত

উৎপাদিত দ্ৰব্যৰ ভিত্তিত যন্ত্ৰ-পাতিৰ নিৰ্বাচন উৎপাদনৰ লক্ষ্য আৰু পৰিমাণ, যন্ত্ৰ-পাতিৰ ধাৰণ-ক্ষমতা, চালনৰ পৰিমাপ বা মাত্ৰা ( Scale of Operation )। যন্ত্ৰ-পাতিৰ জীৱনী-শক্তি, চালন খৰচ ( Operative Cost ), যন্ত্ৰ-পাতিৰ অতিৰিক্ত অংশ বিশেষ ( Spare parts of machines ) আদি বিষয়সমূহৰ প্ৰতি মুখ্য অভিযন্তাৰ পূৰ্ণ-দৃষ্টি থাকিব লাগিব ; অৰ্থাৎ যন্ত্ৰ-পাতি বা সাজ-সৰঞ্জাম নিৰ্বাচন আৰু



ব্যৱহাৰ বিষয়ত উক্ত তথ্যসমূহৰ ওপৰত লক্ষ্য ৰখা প্ৰয়োজন। এই বিষয়সমূহৰ যথা বিহিত ব্যৱস্থা আগতীয়াকৈ কৰিলে আহিলা-পাতি আৰু সাজ-সৰঞ্জাম সকলো সময়তে সকলো কাৰ্য্যৰ বাবে পৰ্য্যাপ্ত হ'ব। ইয়াৰ উপৰিও গুণবিশিষ্ট কামৰ বাবে বিভিন্ন যন্ত্ৰ-পাতিৰ প্ৰকৃত চালন শক্তিৰ ( Operation Capacity ) আবিষ্কাৰ অপৰিহাৰ্য্য ; তেতিয়া উৎপাদন কৰ্মত কোনো ধৰণৰ বাধা-বিপত্তি নাহে। প্ৰতিটো উৎপাদন কৰ্ম প্ৰক্ৰিয়াৰ বাবে নিৰ্দিষ্ট যন্ত্ৰ-পাতি আৰু আহিলা-পাতিৰ পৰিচালন আৰু পূৰ্ণ নিয়ন্ত্ৰণে কৰ্মৰ সোঁতক সহজসাধ্য কৰি তোলে।

মুঠতে কাৰখানাৰ যন্ত্ৰ-পাতি ক্ৰিয়ামূলক মান ( Operational Standard ) সৰ্বদায় উচ্চ মান বিশিষ্ট হোৱা আৱশ্যক।

**(৭) কৰ্মৰ সময় গতি আৰু ক্লান্তি অধ্যয়ন ( Time Motion and Fatigue Study )**

**(ক) কৰ্মৰ সময় অধ্যয়ন ( Time Study ) ঃ** বৈজ্ঞানিক পৰিচালনৰ প্ৰধান বৈশিষ্ট্য হল সময় অধ্যয়ন। কৰ্মৰ সময় অধ্যয়নৰ লগত গতি অধ্যয়নো কৰিব লাগে, কাৰণ দুয়োটা বিষয় একেলগেই পৰিচালিত হয়। সেয়ে সময় আৰু গতি উভয়ে উভয়ৰ পৰিপূৰক।

সময় অধ্যয়নৰ উদ্দেশ্য হৈছে এজন কৰ্মীক কোনো এটা নিৰ্দিষ্ট কৰ্ম সু-সম্পাদনৰ অৰ্থে প্ৰয়োজন হোৱা 'সময়' নিৰ্ধাৰণ কৰা। অৰ্থাৎ সময় অধ্যয়নে কাৰ্য্যদক্ষতাৰে কোনো এটা কাম নিষ্পন্ন কৰিবলৈ 'প্ৰামাণিক সময়ৰ মীমাংসা দিয়ে, এনে ধৰণৰ সময় অধ্যয়নে কৰ্মৰ প্ৰতি প্ৰয়োজনীয় মানবীয় ক্ৰিয়া প্ৰণালীৰ ( Human operation ) প্ৰকৃত চলনৰ গতিবেগ ( Speed of movement ) নিৰ্ণয় কৰাত সহায় কৰে। কৰ্ম চলি থকা সময়ত কিছুমান চলন গতিৰ অপচয় ( Wastage of movement ) হয়। এটা কৰ্মৰ সু-সম্পাদনৰ অৰ্থে যি সময়ৰ প্ৰয়োজন হয় তাৰপৰা মানবীয় ক্ৰিয়া প্ৰণালীত অপচয় হোৱা চলন গতিৰ সময়

খিনি আঁতৰ কৰিব লাগে। এনে ভাৱেই নিয়তম কিমান সময়ৰ ভিতৰত কোনো এটা কৰ্ম সম্পাদন কৰিব পাৰি তাক উলিওৱা হয়।

সেয়ে, কোনো এটা কৰ্ম সম্পাদনৰ অৰ্থে প্ৰামাণিক সময় নিৰ্ণয় কৰিবলৈ হলে প্ৰথমে অনাৱশ্যকীয় চলন গতিৰ সময় আঁতৰাই কৰ্ম চালনৰ ( Operation ) প্ৰকৃত সময় মান উলিয়াই ল'ব লাগে। তাৰ পাছত কেবাজনো নিপুণ কৰ্মীক বেলেগে বেলেগে কামটো সম্পাদন কৰিবলৈ উক্ত নিৰ্ণীত সময় দিব লাগে। তেওঁলোকে পৃথকভাৱে কামটি সম্পাদন কৰাৰ পাছত তেওঁলোকৰ প্ৰত্যেকেই প্ৰয়োজন হোৱা সময়খিনিৰপৰা এটা সময়ৰ গড় ( Average ) উলিয়াব লাগে। উক্ত গড় অনুসৰি নিৰ্ণীত সময়েই হৈছে কামটিৰ বাবে যুক্তি সংগত ( Reasonable ) সময়। অৱশ্যে সেই যুক্তি সংগত সময়ৰ লগত আৰু কিছু শতাংশ সময়, যেনে—জিৰণি, ক্ৰমভংগ ( Interruptions ) বিৰতি আদিৰ বাবে যোগ কৰিলেহে আচল বা বাস্তৱ কৰ্মৰ সময় মান সূচিত হয়। এনে পদ্ধতিত এদিনৰ অথবা এটা কৰ্মৰ সময় মান নিৰ্ধাৰণ কৰি দিব পাৰি।

অৱশ্যে উল্লেখিত সময় মান নিৰ্ধাৰণৰ বেলিকা আৰু কিছুমান আনুষংগিক উপাদানলৈও যেনে—যন্ত্ৰ-পাতি, আহিলা-পাতি, সম্পাদন কৰা কৰ্ম, কৰ্ম বাছনি, কাৰখানাৰ পৰিবেশ, কৰ্মৰত অৱস্থা আদিলৈও, দৃষ্টি ৰাখিব লাগিব। কাৰণ, মান নিৰ্ধাৰণৰ ক্ষেত্ৰত উক্ত উপাদানসমূহ মানবিশিষ্ট হোৱাটো একান্তই অপৰিহাৰ্য্য।

এই সময় অধ্যয়নৰ ক্ষেত্ৰত অনুসন্ধান চলোৱা প্ৰথম মানুহজন ডঃ টেইলৰ। তেওঁৰ আগতে সময় অধ্যয়ন কৰা পূৰ্বসূৰীসকলৰ কাৰ্য্যাৱলী আছিল সম্পূৰ্ণই বিক্ষিপ্ত। ডঃ টেইলৰে সময় অধ্যয়নৰ জৰিয়তে আগবঢ়োৱা সুযোগ সুবিধাবোৰ এনে ধৰণৰ—

(ক) পাৰ্থক্যসূচক মজুৰি প্ৰদান ( Differential wage payment ),



(খ) সময় অনুযায়ী মজুৰি নিৰূপণ,

(গ) সময় অনুপাতে উৎপাদন আঁচনি গ্ৰহণ,

(ঘ) কৰ্মীৰ কৰ্ম নৈপুণ্যতা নিৰূপণ,

(ঙ) প্ৰকল্পৰ ধাৰণ ক্ষমতা নিৰ্ধাৰণ, আৰু

(চ) উৎপাদন খৰচ মূল্যাংকণ।

**(খ) গতি অধ্যয়ন (Motion Study) ঃ** কৰ্মৰ মান নিয়ন্ত্ৰণৰ অৰ্থে সময় আৰু গতি অধ্যয়নৰ প্ৰয়োজন হয়। আচলতে কোনো এটা শিল্প প্ৰক্ৰিয়াত আৱশ্যক হোৱা মুঠ চলনৰ ভিতৰত সময় আৰু শক্তি ৰক্ষা কৰিবলৈ কিমান অপচয় হোৱা চলন (Movement) কমাব পাৰি অথবা কিমান চলন গতি সংশোধন কৰি উৎপাদন বৃদ্ধিৰ কাৰণে তাক ব্যৱহাৰ কৰিব পাৰি, তাৰ নিশ্চিত সিদ্ধান্ত কৰাই হৈছে—গতিৰ অধ্যয়ন অৰ্থাৎ যন্ত্ৰ-পাতিৰ চলনত কৰ্মীৰ শ্ৰমৰ অপচয় হ্ৰাস কৰা পদ্ধতিৰ প্ৰকৃত উদ্ভাৱন।

সতৰ্কতামূলক পৰ্য্যবেক্ষণৰদ্বাৰা কোনো নিৰ্দিষ্ট শিল্প কৰ্ম কম পৰিশ্ৰমত সম্পাদন কৰিবলৈ অনাৱশ্যকীয় চলনসমূহ (Useless movements) আঁতৰাই প্ৰকৃত গতি নিৰ্ণয় কৰাটো সম্ভৱপৰ হয়। ইয়াৰ বাবে বিভিন্ন কোণৰপৰা ( Angle ) যন্ত্ৰ-পাতিৰ চালন কালত ( In time of operation ) কৰ্মী আৰু যন্ত্ৰ-পাতিৰ নানান ছবি ( Photographs ) লৈ, উক্ত ছবিসমূহৰ পূৰ্ণ অধ্যয়নৰ জৰিয়তে চলনৰ গতি সম্পৰ্কে বহু লাভজনক তথ্য-পাতি পাব পাৰি। এনে অধ্যয়নৰদ্বাৰা কৰ্মীৰ দক্ষতা বৃদ্ধি কৰিব পাৰি ; যন্ত্ৰপাতিৰ কলা-কৌশলৰ ক্ৰমবিকাশৰ আৰু তাৰ সংগঠন দক্ষতা সম্বন্ধিও কৰিব পাৰি।

এফ্, বি, গিলব্ৰেথে গতি সংক্ৰান্ত বিভিন্ন নীতি-নিয়ম অধ্যয়নৰদ্বাৰা কিছুমান আচৰণ বিধিৰ প্ৰণয়ন কৰে। গিলব্ৰেথৰ মতে—"Motion study is the science of climinating waste fulness resulting from using un-necessary ill directed, and

inefficient motion. The aim of motion study is to find and perpetuate the scheme of least waste methods of labour."

দুটা ভিন্ন গতিৰ এটাৰ লগত আনটোৰ মিতব্যয়ী অনুক্ৰমেৰে সংযোগ ৰক্ষা কৰিবলৈ গতি শক্তি অধ্যয়নে প্ৰচেষ্টা চলায়, যাতে এটা চলনৰ ( Movement ) শেষ বিন্দু আন এটা চলনৰ প্ৰাৰম্ভণী বিন্দুত পৰিণত হৈ এটি লয়ৰ সৃষ্টি কৰে।

গিলব্ৰেথে বহু প্ৰাথমিক চালনৰ ( Elementary operations ) উদ্ভাৱন কৰে তাৰ ভিতৰত সমূহ চালনক ওঠৰটা ভাগত বিভক্ত কৰে, যাক তেওঁ "থাৰব্লিংছ" ( Therblings ) বুলি নামকৰণ কৰে। অৱশ্যে তেওঁৰ মতে ভিত্তি স্থানীয় গতি হৈছে তিনিটা, যেনে—প্ৰস্তুত-কৰণ ( Preparation ), চালন ( Operation ) আৰু সমাপ্তকৰণ ( Completion )।

সেয়েহে গতি অধ্যয়নৰ উদ্দেশ্যসমূহক এনেভাবে গ্ৰন্থিযুক্ত কৰিব পাৰি—

(১) অনাৱশ্যকীয় চালনৰ অৱলোপ সাধন,
(২) মিতব্যয়ী অনুক্ৰমেৰে গতিসমূহৰ সংযোগ সাধন,
(৩) কৰ্মীৰ সময় আৰু শক্তিৰ সঞ্চয় সাধন,
(৪) উৎপাদন বৃদ্ধি কৰণ,
(৫) কম ক্লান্তিৰে অধিক দক্ষতা আৰ্জন,
(৬) উৎপাদন খৰচ ন্যূনতম কৰা, আৰু
(৭) কৰ্মীৰ কামৰ প্ৰতি আসক্তি বৃদ্ধি কৰণ।

**(গ) ক্লান্তি অধ্যয়ন ( Fatigue study ):** উদ্যোগত কৰ্মীয়ে ( worker ) কৰ্ম সম্পাদনৰ কাৰ্য্যকালত বিভিন্ন কাৰণত ক্লান্তি আহে। ক্লান্তি, প্ৰকৃত পক্ষে, শাৰীৰিক আৰু মানসিক অক্ষমতা বা অসমৰ্থতা। অন্য ভাষাত ক্লান্তিৰ ব্যাখ্যা হৈছে, কৰ্ম ক্ষমতাৰ শক্তি হ্ৰাস। সাধাৰণতে দুটা কাৰণত শক্তি হ্ৰাস হ'ব পাৰে, যথা অতিৰিক্ত কৰ্ম আৰু বিৰতিহীন কৰ্ম।



অতিৰিক্ত কৰ্মই বহু কথাৰ অনুসন্ধান দিয়ে, যেনে—দীৰ্ঘ সময় কৰ্ম সম্পাদন কৰাৰ বাবে ভাগৰ লাগে বা ক্লান্তি আহে। কৰ্মৰ সৈতে কৰ্মীৰ শাৰীৰিক বা মানসিক সামঞ্জস্য নথকাৰ ফলত ক্লান্তি আহে। অন্যহাতে বিৰতি হীন কৰ্মই কৰ্মত বিকাৰ ভাৱৰ সৃষ্টি কৰে, যি কৰ্মীজনক ভাগৰুৱা কৰে।

কোনো উদ্যোগত পৰ্য্যবেক্ষকৰদ্বাৰা ভুল প্ৰেৰণামূলক কাৰ্য্য-সূচী ( wrong incentive scheme ) ৰূপ দিয়াৰ ফলত অতিশ্ৰম হয়, যিয়ে হতাশাৰ বা আমনিজনক ভাৱৰ সৃষ্টি কৰে। ইয়াৰ উপৰিও কৰ্মীৰ কাৰখানা, ঘৰুৱা আৰু অন্যান্য উপাদানেও ক্লান্তি আনে।

উল্লেখিত ব্যাখ্যাৰপৰা উদ্ভৱ হোৱা কাৰণসমূহ এনেভাবে প্ৰণালী বদ্ধ কৰিব পাৰি,—

(১) দীৰ্ঘ সময় কৰ্ম সম্পাদন,

(২) সম্পাদন কৰিব লগা কৰ্ম আৰু কৰ্মীৰ মাজত শাৰীৰিক আৰু মানসিক বৈষম্য,

(৩) ত্ৰুটীপূৰ্ণ পৰ্য্যবেক্ষণৰদ্বাৰা অহৰহ কৰ্ম সম্পাদনত সৃষ্টি হোৱা অতিশ্ৰম,

(৪) কাৰখানা আৰু ঘৰুৱা পৰিবেশৰ ফলত কৰ্মত সৃষ্টি হোৱা বিকাৰভাৱে কৰ্ম সম্পাদন কৰোঁতে ক্লান্তি আনে।

প্ৰকৃতাৰ্থত ক্লান্তিয়ে সম্পাদন কৰি থকা কৰ্মক বন্ধ কৰিবলৈ বা স্থগিত ৰাখিবলৈ সংকেত দিয়ে। যদি তেতিয়াও কৰ্ম কৰিবলৈ দিয়া হয়, তেনে হলে তাৰ পৰিণামত উৎপাদন হ্ৰাস পায়, আকস্মিক দুৰ্ঘটনা বৃদ্ধি পায়, কৰ্মৰ গুণ-মান হ্ৰাস কৰে আৰু অন্যান্য সৰ্ব প্ৰকাৰ খৰচৰ মাত্ৰাধিক্য ঘটায়।

কৰ্মত ক্লান্তি অনিবাৰ্য্য চৰ্ত। গতিকে বৈজ্ঞানিক পৰিচালনৰ উদ্দেশ্য হৈছে—কৰ্মত ক্লান্তিৰ পৰিমাণ হ্ৰাস কৰা।

বিভিন্ন সহজ কৰ্ম পদ্ধতিৰ উদ্ভাৱন, কৰ্ম সম্পাদন কালৰ বিৰতিৰ ব্যৱস্থা, কাৰখানাত কৰ্ম সম্পাদনাৰ্থে স্বাস্থ্যকৰ ব্যৱস্থাৰ প্ৰৱৰ্তন, দুৰ্ঘটনাৰ সম্ভাৱনীয়তা হ্ৰাসকৰণ, পোহৰ, বতাহ, শীত, তাপ, পাতল আহাৰ আৰু জিৰণিৰ ব্যৱস্থাপনাৰদ্বাৰা কৰ্ম ক্লান্তি হ্ৰাস কৰাই বৈজ্ঞানিক পৰিচালনৰ মূল ভিত্তি।

ক্লান্তিৰ লগত প্ৰায় পৰিপূৰক হিচাপে অহা বিষয়টি হৈছে বিৰক্তি (Monotony) বা বিৰক্তিকৰ ভাৱ। কোনো এজন কৰ্মীয়ে একেৰাহে, একেভাৱে, একে সুৰে প্ৰায় বহু সময় একেটা কৰ্মতে, বিশেষকৈ যন্ত্ৰ-পাতিৰ চালন কৰ্মত নিয়োজিত থাকিলে বিৰক্তিকৰ বা আমনিজনক ভাৱ অহা স্বাভাৱিক। কোনো এটা নিৰ্দিষ্ট কৰ্ম একেৰাহে পুনঃ পুনঃ কৰি থকাৰ ফলত কৰ্মটি আমনি দায়ক হয়। সেই কৰ্মৰ প্ৰতি সহজাত প্ৰবৃত্তি নাথাকে আৰু ভাগৰ ভাগৰ ভাৱ আহে। সেয়ে বিৰক্তিকৰ ভাৱ আঁতৰোৱাৰ পদ্ধতিসমূহ এনে হ'ব পাৰে—নিৰ্ধাৰিত সময় অনুযায়ী কৰ্মীসকলৰ মাজত কৰ্ম পৰিৱৰ্তন বা কৰ্ম হস্তান্তৰ কৰা দ্বিতীয়তে, কৰ্মত এটা বৌদ্ধিক আসক্তি সৃষ্টি কৰা আৰু নিৰ্দেশাত্মক নেতৃত্বৰ সুবিধা দানেৰে ব্যক্তিগত প্ৰতিভা বিকাশৰ সুযোগ দিয়া। এনে এটা মনোভাৱ কৰ্মীজনৰ মাজত গঢ়ি তুলিব লাগে, যাতে কৰ্মীজনে কৰি থকা কামটো সমগ্ৰ উৎপাদন আঁচনিৰ এটা যেন প্ৰধান অংশ আৰু তেওঁৰ সেই কৰ্মৰ ফলতেই যেন কিবা এটা প্ৰয়োজনীয় বস্তুৰ উৎপাদন হয়। কৰ্মীজনক ব্যক্তিগত ভাৱে চিন্তা কৰি কাম কৰাৰ সুযোগ দিব লাগে যাতে তেওঁ যন্ত্ৰ-পাতিৰ লগত চিন্তাহীন এটা স্বয়ংক্ৰিয় যন্ত্ৰত পৰিণত নহয়।

**তৃতীয়তে ঃ** বিৰাগ ভাৱে অপসাৰণ কৰাৰ আন এটা পদ্ধতি হল সৰিয়া কৰ্ম (Team Work)। সৰিয়া কৰ্মই মানসিকভাৱে উদ্ভূত যান্ত্ৰিক জড়তা আঁতৰাই এটা আমোদৰ ভাৱ কৰ্মীসকলৰ মাজত অনুসৃত কৰে।



**চতুৰ্থতে ঃ** বিৰক্তিকৰ ভাৱ উৎখাতৰ সম্পূৰ্ণ স্বাভাৱিক চৰ্ত হৈছে শ্ৰমৰ সময় হ্ৰাস কৰা।

সৰ্বশেষত কৰ্মত আমনিজনক অৱস্থাৰ অৱসানৰ বাবে কিছুমান মনোবৈজ্ঞানিক অনুসন্ধানৰ প্ৰয়োজন হয়। এনে অনুসন্ধানৰ অন্যতম বিষয় হৈছে কৰ্মৰ প্ৰতি কৰ্মীজনৰ স্বাভাৱিক আসক্তিৰ অভাৱ ; এই আসক্তিৰ অভাৱ, কৰ্মীজনৰ সাধাৰণ বুদ্ধিসত্তাৰ অভাৱত ঘটিব পাৰে আৰু দাৰুণ নিয়মানুগৰ পুনঃ পুনঃ সংঘটনে আনি দিয়া অসহায় ভাৱৰ ফলত ঘটিব পাৰে।

**(৮) সমল (Materials) ঃ** আহিলা-পাতি আৰু যন্ত্ৰ-পাতিৰ মান নিৰ্ধাৰণৰ দৰে সমলৰ মান নিৰ্ধাৰণ কৰাটোও প্ৰয়োজনীয় বিষয়।

উৎপাদিত সামগ্ৰীৰ গুণ-মান আৰু উৎপাদন খৰচ উচিত সমল ব্যৱহাৰৰ ওপৰত নিৰ্ভৰ কৰে। উৎপাদন কৰিব লগীয়া প্ৰকৃত শিল্পজাত দ্ৰব্যৰ বিচাৰ বিশ্লেষণ বিশেষকৈ আকাৰ, মান, শ্ৰেণী, গুণ আৰু প্ৰকাৰৰ ওপৰতহে ব্যৱহাৰ হ'ব লগা সমলৰ সিদ্ধান্ত কৰা হয়। উৎপাদনৰ সকলো কাৰিকৰী দিশৰ সমীক্ষাৰদ্বাৰাহে সমলৰ মান নিৰ্ণীত হয়।

যদি সমলৰ প্ৰকৃত মান নিৰ্ণয় হয়, তেনে সমলৰ বৈশিষ্ট্য অনুযায়ী ক্ৰয় কৰাৰ ক্ষেত্ৰত সাজুযুক্তা আছে। সমৰূপ (Uniform) সমলৰ ক্ৰয়ে উৎপাদনত সমলৰ ব্যৱহাৰ সহজ কৰে আৰু কাৰিকৰী সংৰূপ (Technical Patterns) পৰিছন্ন কৰে।

লোকচান আৰু বিনষ্ট হোৱাৰ সমলৰ সাদৃশ্যতাই হ্ৰাস কৰে। কোনো শিল্প প্ৰক্ৰিয়াৰ সম্পাদনত সমল, যন্ত্ৰ-পাতি আৰু কৰ্মীৰ সাৰ্থক ৰূপায়ণৰ সহায়ক হয়। তেনে সমলৰপৰা উৎপাদিত সামগ্ৰীৰ মান, গড় হিচাপে উন্নত হয়। উৎপাদিত দ্ৰব্য সম্ভাৰৰ মান উন্নীত হলেই বিক্ৰী সহজ আৰু সাৰ্থক হয়।

উৎপাদিত শিল্পজাত সামগ্ৰীৰ সঞ্চয়, বিশেষীকৰণ শ্ৰেণী বিভাগ আদি
আৰু বৈজ্ঞানিক পৰিচালনৰ আনুষংগিক উপাদান।

ওপৰত বৈজ্ঞানিক পৰিচালনৰ ভিত্তিস্থানীয় অনুসন্ধানসমূহৰ আলো-
চনা আগবঢ়োৱা হ'ল। উক্ত বৈজ্ঞানিক অনুসন্ধানে এটা কাৰখানাত
কৰ্মৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰিছে।

আপাততঃ উক্ত অনুসন্ধানৰ ফল লাভাৰ্থে ব্যৱহাৰিক প্ৰয়োগৰ
ক্ষেত্ৰত কেইটামান দিশৰ উল্লেখ কৰা হ'ল।

(১) **আঁচনি আৰু নিয়ন্ত্ৰণ ( Planning and Control ) ঃ** যি
কোনো কৰ্মৰ কাৰণে আঁচনি আৰু কাৰ্য্য-সূচীৰ প্ৰয়োজন। পূৰ্ব
পৰিকল্পনা নহলে বা নাথাকিলে কোনো কৰ্মতেই কৃতকাৰ্য্যতা বা সাৰ্থকতা
লাভ কৰিব নোৱাৰি। ডঃ টেইলৰে উদ্যোগত এটি আঁচনি বা পৰিকল্পনা
বিভাগ ৰখাৰ মত পোষণ কৰা বিষয়টি উল্লেখ কৰি অহা হৈছে। তেওঁৰ
মতে উক্ত আঁচনি বিভাগৰ কাম হ'ব, কাৰখানাত ( Work Shop)
উৎপাদন হ'ব লগা সমষ্ট কাম নিৰ্ধাৰিত সময়ৰ ভিতৰত সম্পাদন হবলৈ
এখন বিশ্লেষণাত্মক আঁচনি আগতীয়াকৈ প্ৰণয়ন কৰা। প্ৰতিজন কৰ্মীয়ে
কৰিব লগা কাম, কামৰ নিৰ্ধাৰিত সময়, প্ৰতিটো যন্ত্ৰ-পাতিয়ে সম্পন্ন
কৰিব লগা কামৰ নিৰিখ, সম্পাদন সময়, প্ৰতিজন কৰ্মীৰ বাবে আৱশ্য-
কীয় আহিলা-পাতি, প্ৰতিটো শিল্প-প্ৰক্ৰিয়াৰ প্ৰকৃত অনুক্ৰম আদি কৰ্ম
সম্পাদনৰ পূৰ্বেই পৰিকল্পিত হ'ব লাগে। ইয়াৰদ্বাৰা এটা কৰ্মই কিমান
সময় ল'ব কেইজন কৰ্মী লাগিব, কেইটা শিল্প-প্ৰক্ৰিয়াৰ অনুক্ৰমৰ
প্ৰয়োজন হ'ব আদি বিষয়ৰ সম্পূৰ্ণ বিৱৰণ পাব পাৰি আৰু কৰ্মী বা
মেচিনৰ বাবে পৰ্য্যাপ্ত পৰিমাণৰ কাম সৰ্বদায় যোগান ধৰিব পাৰি। ই
কৰ্মী আৰু মেচিনৰ পূৰ্ণ ক্ষমতাৰ ব্যৱহাৰ সম্ভৱ কৰি তোলে। সেয়ে
ডঃ টেইলৰে আঁচনি ( Planning ) আৰু চালনৰ ( Operation )
মাজত বিভাজনৰ উদ্ভাৱন কৰিছে যাতে বেলেগ বেলেগ মানুহে পৃথক



পৃথকভাৱে কৰ্মৰ অনুশীলন কৰিব পাৰে। অৱশ্যে আঁচনিৰ ভিতৰত
বিভিন্ন বিভাগৰ মাজত সমন্বয় সাধন বিষয়াৰ পৰিচালন কৰ্মচাৰী আৰু
উপভোক্তাৰ মাজত সুসম্পৰ্ক স্থাপন, আনুষংগিক উপাদানৰ অভাৱত
( যথা—সমল, অতিৰিক্ত সা-সঁজুলি ( Spare Parts ) বিষয়া কৰ্মী,
চালনৰ অতিৰিক্ত গতিবেগৰ স্খলন আদি ) শিল্প-প্ৰক্ৰিয়াত প্ৰতিবন্ধকতা
ৰোধ কৰা আৰু উৎপাদনৰ সকলো বিভাগৰ প্ৰয়োজনীয় কাৰ্য্য-সূচীৰ
পূৰ্ব সম্পাদনৰ ব্যৱস্থা থাকিব লাগিব। পৰিকল্পনাৰ উদ্দেশ্য হৈছে যন্ত্ৰ-
পাতি, আহিলা-পাতি, কৰ্মী, কৰ্মচাৰী, সমল, অৰ্থ আৰু অন্যান্য সকলো
বিলাক আনুষংগিক উপাদানৰ লাভজনক বিনিয়োগ কৰা, যাৰ ফলত
যন্ত্ৰ-পাতিৰ পূৰ্ণ ব্যৱহাৰৰ সুযোগ হয় আৰু নিয়োগ ব্যৱস্থাই স্থায়ীত্ব
লাভ কৰে।

(২) **উৎপাদন ( Production ) ঃ** বৈজ্ঞানিক পৰিচালন পদ্ধতিত
কোনো উদ্যোগে উৎপাদন কাৰ্য্য সুচাৰুৰূপে সম্পন্ন কৰিবলৈ হলে
কিছুমান প্ৰণালী অনুসৰণ কৰিব লাগে।

উক্ত প্ৰণালীসমূহক নিম্নোল্লিখিত প্ৰকাৰে স্তৰভেদ কৰিব পাৰি—
(ক) কাৰ্য্যৰ ধাৰা, (খ) কৰ্ম তালিকা, (গ) চালান আৰু
(ঘ) অনুৱৰ্তী ক্ৰিয়া প্ৰণালী।

(ক) **কাৰ্য্যৰ ধাৰা ( Routing ) ঃ** কাৰ্য্যৰ ধাৰা হৈছে বিভিন্ন
শিল্প-প্ৰক্ৰিয়াৰ সমষ্টি। এনে প্ৰক্ৰিয়া সমূহত কেঁচা সামগ্ৰীয়ে এটাৰ
পাছত আন এটা শিল্প-প্ৰক্ৰিয়ালৈ ( Process ) পূৰ্ণ শিল্পজাত দ্ৰব্য
( Final Product ) হিচাপে নিৰ্মাণ নোহোৱালৈকে গতি কৰে।
সামগ্ৰীক প্ৰকল্পৰ এটা চালনৰ ( Operation ) পৰা আন এটা চালনলৈ
পূৰ্ণ নিৰ্মিত হোৱাৰ অৰ্থে পৰিচালিত কৰিব লাগে। সেয়েহে উক্ত
কাৰ্য্য-ধাৰাৰ নিয়োজিত কৰ্মীসকলৰ প্ৰকল্পৰ যন্ত্ৰ-পাতিসমূহৰ আৰু
উৎপাদন প্ৰক্ৰিয়াৰ ( Process of manufacture ) পূৰ্ণ জ্ঞানৰ

আৱশ্যক হয়, যাৰদ্বাৰা তেওঁলোকে কাৰ্য্য-ধাৰাত মিতব্যয়ী পদ্ধতি প্ৰয়োগ কৰিব পাৰে। কাৰ্য্য-ধাৰাক সাধাৰণতে ছটা স্তৰত ভাগ কৰা হয়। কাৰ্য্য-ধাৰাক পৰিচালনা কৰিবৰ বাবে অথবা কাৰ্য্য-ধাৰাৰ পথ পদৰ্শক ( Guide ) হিচাপে 'ৰুট ছিট' ( Route-sheet ) ব্যৱহাৰ কৰা হয়।

**(খ) কৰ্মতালিকা ( Scheduling ) ঃ** কোনো সামগ্ৰীৰ শিল্পজ উৎপাদনৰ অৰ্থে আৱশ্যক হোৱা সময় আৰু প্ৰতিটো শিল্প-প্ৰক্ৰিয়াত প্ৰয়োজন হোৱা সময়ৰ নিৰূপণেই, কৰ্ম তালিকাৰ কাৰ্য্যকাৰিতা। কেঁচা সামগ্ৰীক উৎপাদন প্ৰক্ৰিয়াত প্ৰয়োগ কৰাৰ পৰা বিভিন্ন শিল্প প্ৰক্ৰিয়াত প্ৰয়োজন হোৱা সময় সূচী আৰু পূৰ্ণ শিল্পজাত সামগ্ৰী হিচাপে প্ৰস্তুত বা নিৰ্মাণ হোৱালৈকে আৱশ্যক হোৱা সময়সূচীৰ নিৰ্ণয় কৰণ কৰ্ম তালিকাই কৰে। উৎপাদনৰ সময়ৰ লগত শিল্পজাত দ্ৰব্যৰ ডেলিভাৰী ( Delivery ) দিয়া সময়ৰ সু-সমন্বয় বজাৰকৰণ বা কৰ্ম তালিকাই নিৰ্ধাৰণ কৰি দিয়ে। আনহাতে শিল্পজাত সামগ্ৰীৰ উৎপাদনৰ লগত বিক্ৰীৰ সমন্বয় সাধন কৰাত কৰ্ম তালিকাই সহায় কৰে। সময় আৰু গতিবেগ অধ্যয়নৰ লগত কৰ্ম তালিকাৰ পূৰ্ণ সামঞ্জস্যৰ আৱশ্যক আৰু কাৰ্য্য-ধাৰাৰ লগতো সম্পূৰ্ণ সম্পৰ্ক নাৰাখিলে কৰ্ম তালিকা প্ৰস্তুত কৰাই সম্ভৱ নহয়।

মূঠতে কৰ্ম তালিকাই, পূৰ্ব পৰিকল্পনা অনুযায়ী কাৰখানাৰপৰা শিল্পজাত সামগ্ৰী সময়মতে সংগ্ৰহ কৰে আৰু তাক বিক্ৰী বিভাগক অৰ্পণ কৰি উক্ত বিভাগৰ দায়বন্ধন ( Obligation ) মুক্ত কৰে। কৰ্মী তালিকাৰ দায়িত্বত থকা কৰ্মীজনৰ কাৰখানাৰ কৰ্মৰত অৱস্থাৰ ( Working condition ) সম্যক জ্ঞান থকা একান্তই বাঞ্ছনীয়।

**(গ) চালান ( Dispatching ) ঃ** উল্লেখিত উভয় স্তৰত আচলতে শিল্প-প্ৰক্ৰিয়া আৰু কৰ্ম-সময়ৰ ব্যৱস্থাপনা কৰা হয়।



বাস্তৱিকতে চালান স্তৰতহে শিল্পজ সামগ্ৰীৰ উৎপাদনৰ কাম কাৰ্য্যকৰী কৰা হয়। চালন হৈছে—কৰ্মৰ উন্মোচন, কাৰ্য্য-ধাৰা আৰু কৰ্মতালিকা অনুযায়ীহে চালনৰ চলন কাৰ্য্য সম্পন্ন হয়। এবাৰ যন্ত্ৰ-পাতিৰ চলন ক্ৰিয়া আৰম্ভ হলেই চালনৰ সকলো দিশ কৰ্ম মুখৰ হৈ পৰে। চালন কৰ্মৰ অন্তৰ্ভুক্ত হৈছে। কেঁচা সামগ্ৰীৰ বিলিকৰণ শিল্পজ সামগ্ৰীৰ যোগান ব্যৱস্থা আৰু তাৰ পৰিবহণ। উৎপাদন সুকলমে সম্পন্ন হৈছে নে নাই তাৰ প্ৰতি দৃষ্টি ৰখাও চালন বিভাগৰ দায়িত্ব।

**(ঘ) অনুৱৰ্তী ক্ৰিয়া ( Follow-up ) ঃ** এবাৰ শিল্প কৰ্ম আৰম্ভ হোৱাৰ পাছত উৎপাদন কৰ্ম আঁচনি মতে শেষ হল নে নাই, তাক পৰ্য্যবেক্ষণ কৰাটো অনুৱৰ্তী ক্ৰিয়া বিভাগৰ কৰ্ম। অনুৱৰ্তী ক্ৰিয়া বিভাগ উৎপাদন নিয়ন্ত্ৰণ বিভাগৰ (Production Control Department) এটি শাখা বা উপবিভাগ। এই বিভাগে উৎপাদক কাৰ্য্য কাৰকৰ ( Foreman ) পৰা উৎপাদনৰ বিস্তৃত বিৱৰণ পায়। উক্ত বিৱৰণৰ পৰা অৱগত হৈ অনুৱৰ্তী ক্ৰিয়া বিভাগে ( Follow-up Section ) উৎপাদনৰ নিয়ন্ত্ৰণ কৰিব পাৰে।

উৎপাদক কাৰ্য্য-কাৰকে তেওঁৰ প্ৰতিবেদনত ( Report ) কৰ্ম তালিকা অনুযায়ী কৰ্ম সম্পাদন নোহোৱাৰ কথা বিশেষভাৱে আঙুলিয়াই দিব লাগে। কাৰ্য্যৰ শিথিল প্ৰগতি ( Slow Progress of work ) সংক্ৰান্ত কাৰণসমূহ ( Causes ) আৰু তাৰ প্ৰতিকাৰৰ ( Remedies ) উপায় সম্পৰ্কেও পৰামৰ্শ আগবঢ়াব লাগে। এনে প্ৰতিবেদনে—আঁচনি বিভাগকো বিভিন্ন আসোঁৱাহসমূহ দূৰীকৰণ কৰিবলৈ সুযোগ দিয়ে।

এই বিভাগে, কাৰখানাৰ বিভিন্ন বিভাগে নিষ্পন্ন কৰা কৰ্ম সম্পাদনৰ প্ৰতিবেদন প্ৰস্তুত কৰে আৰু তাক কৰ্ম তালিকাৰ লগত তুলনা কৰি চায়। বিভিন্ন বিভাগক কৰ্ম সম্পাদনৰ অৰ্থে পূৰ্বে নিৰ্ধাৰিত

কৰি দিয়া সময়ৰ লগত বাস্তৱিকতে কৰ্মত প্ৰয়োজন হোৱা সময়ৰ পাৰ্থক্য নিৰ্ণয় কৰি চোৱা কাৰ্য্যও এই বিভাগৰে কৰ্ম। সেয়ে আঁচনি বিভাগক, এই বিভাগে প্ৰামাণিক সময় আৰু কৰ্মৰ ভাৰ ( Time & Work Load ) নিৰ্ণয় কৰাত সহায় কৰে।

কাৰ্য্য-কাৰকৰ প্ৰতিবেদনে কাৰ্য্য-ধাৰা ( Route ) আৰু কৰ্ম তালিকাক ( Schedule ) পৰীক্ষা কৰি চোৱাৰ সুযোগ দিয়ে, ফলত ভৱিষ্যতৰ উৎপাদন কাৰ্য্য-সূচী প্ৰয়োজন বোধ কৰিলে সাল-সলনি কৰিবলৈও সুবিধা হয়।

গতিকে অনুৱৰ্তী ক্ৰিয়া বিভাগে অবাঞ্ছিত উৎপাদন গতি পৰিবৰ্তনৰ-দ্বাৰা শুদ্ধ দিশত উৎপাদন কৰিবলৈ উদ্যোগ পক্ষক সুযোগ দিয়ে। অনুৱৰ্তী বিভাগৰ নিয়ন্ত্ৰণে উদ্যোগৰ ক্ৰমোন্নয়নৰ বাহক হয়।

**সংগঠন ( Organisation ) ঃ** উদ্যোগ কৰ্তৃপক্ষৰ সুস্থ বিচাৰ বিশ্লেষণৰ ওপৰত কোনো এটা উদ্যোগে কেনে পদ্ধতিৰ সংগঠন নিৰ্বাচন কৰিব, তাক নিৰ্ভৰ কৰে। কোনো সংগঠনেই সমস্যা বৰ্জিত নহয়। ওপৰত আলোচনা কৰা বিষয়বোৰ প্ৰতিটো সংগঠন প্ৰণালীতেই উপস্থিত হ'ব। পৰিচালনৰ সমস্যাসমূহ নিৰাময় কৰিবলৈ হলে অথবা সমস্যাসমূহৰ গুৰুত্ব হ্ৰাস কৰিবলৈ হলে, উদ্যোগৰ ভিতৰত বিভিন্ন বিভাগ, বিভাজন আৰু উপবিভাগৰ প্ৰয়োজন। উদ্যোগৰ প্ৰতিটো অংগৰ দায়িত্ব আৰু কৰ্তব্য, প্ৰতিজন বিষয়া বা কৰ্মীৰ নিৰ্বাচন পৰিষ্কাৰকৈ সংজ্ঞেয় হোৱা আৱশ্যক। স`গঠনৰ প্ৰতিটো বিভাগ যথাৰ্থ সংজ্ঞাৰে নিৰূপিত হলে, সংগঠন সমস্যামুক্ত হোৱাৰ সহায়ক হয়।

সাধাৰণতে সংগঠনক তিনিটা বিভাগত বিভক্ত কৰিব পাৰি, যেনে—

(ক) 'লাইন ( line ) পদ্ধতি

(খ) ফাংচনেল পদ্ধতি আৰু

(গ) লাইন আৰু ষ্টাফ পদ্ধতি ( Line and Staff )।



**(ক) লাইন পদ্ধতিৰ সংগঠন (The line type organisation) ঃ** 'লাইন' পদ্ধতিৰ সংগঠনেই হৈছে পুৰণি সংগঠন। এই সংগঠনক সামৰিক সংগঠন বুলিও কোৱা হয়। এনে সংগঠনত কৰ্তৃপক্ষ সদায় শীৰ্ষ বিন্দুত থাকে। এই পদ্ধতিত একে স্তৰৰ ( Same Rank ) বিষয়াসকল সৰ্বদায় স্বাধীন। কেৱল ওপৰ স্তৰৰ বিষয়াৰ ওচৰতহে তেওঁলোক প্ৰত্যক্ষ ভাবে দায়ী থাকে, অৰ্থাৎ কৰ্তৃপক্ষ সদায় লম্বমান হিচাপে শীৰ্ষস্থানত থাকে। সামৰিক বাহিনীৰ নিৰ্দেশ সদায় উচ্চৰপৰা নিম্নলৈ নিৰ্গমন হোৱাৰ দৰে এনে সংগঠন ব্যৱস্থাতো ব্যৱসায় নিৰ্দেশ সাধাৰণ পৰিচালকৰপৰা ক্ৰমান্বয়ে বিভাগীয় পৰিচালক, অধীক্ষক, প্ৰধান কাৰ্য্যকাৰক আৰু কাৰ্য্যকাৰক হৈ নিৰ্গমন হয়।

বাণিজ্য বা উদ্যোগৰ সম্পূৰ্ণ ব্যৱসায় কিছুমান বিভাগত বিভক্ত কৰি প্ৰতিটো বিভাগ একোজন বিভাগীয় মুৰব্বীৰ হাতত অৰ্পণ কৰা হয়। তলৰ জনে ওপৰৰ জনৰ নিৰ্দেশ বা হুকুম অনুযায়ী কৰ্ম সম্পাদন কৰিব লাগে। সাধাৰণতে কাৰ্য্যকাৰক জনেই উৰ্দ্ধতন কৰ্তৃপক্ষৰ নিৰ্দেশ-প্ৰাপক শেষ বিষয়াজন; যিজন কাৰ্য্যকাৰকৰ অধীনত বহুকৰ্মীক নিয়োগ কৰা হয়।

এনে লাইন সংগঠনত প্ৰতিজন কৰ্মচাৰীয়ে নিজ নিজ কৰ্তব্য আৰু দায়িত্ব সম্পৰ্কে অৱগত থাকে। এনে পদ্ধতিৰ সংগঠনত নিয়মানুৱৰ্তিতা আৰু নিয়ন্ত্ৰণ পূৰ্ণ মাত্ৰাই ৰক্ষা কৰিব পাৰি। ব্যৱসায়ত কিবা পৰিবৰ্তন আৱশ্যক হলে, খুব সোনকালেই তাক তলৰ বিষয়াসকললৈ নিৰ্দেশ দিব পাৰি।

এই সংগঠনৰ অসুবিধা হৈছে—

(১) প্ৰতিজন বিষয়া উচ্চ প্ৰতিভা-সম্পন্ন হোৱাটো নিতান্তই আৱশ্যক।

(২) প্ৰতিজন বিষয়াই সকলো ধৰণৰ কৰ্ম সম্পাদন কৰিব পৰাকৈ

অভিজ্ঞ হ'ব লাগিব। উল্লেখিত উভয় বিষয়ত প্ৰয়োজন অনুসৰি সকলো বিষয়াৰ নিৰ্বাচন সম্ভৱপৰ নহয়।

(৩) উৎপাদনৰপৰা বিক্ৰী বা বজাৰকৰণ কৰা কৰ্মলৈকে সকলো কৰ্মৰ নিয়ন্ত্ৰণ সদায় বিষয়াৰ দায়িত্বত থাকে ; ফলত কৰ্মী আৰু বিষয়াৰ মাজত সমন্বয় স্থাপন নহয়।

(৪) বিষয়াৰ অনুপস্থিতিয়ে কৰ্ম পৰিচালনাত বিজুতি ঘটায়।

(৫) উদ্যোগ বা বাণিজ্যৰ সম্প্ৰসাৰণ হলে কেইজনমান বিষয়াৰ দ্বাৰা সকলো বিষয় পৰিচালনা কৰা সম্ভৱপৰ নহয়।

(৬) বিষয়াসকলৰ মাজত আমোলাতান্ত্ৰিক পদ্ধতিত কৰ্ম সম্পাদন কৰাৰ মনোভংগী সৰ্বদায় লক্ষ্য কৰা যায়।

'লাইন' পদ্ধতি সংগঠনৰ বৈখিক চিত্ৰ সংযুক্ত কৰি দিয়া হৈছে।

(২) **ফাংচনেল পদ্ধতিৰ সংগঠন (The Functional type organisation)**ঃ ফাংচনেল পদ্ধতিৰ সংগঠনক ষ্টাফ (Staff) সংগঠন বুলিও জনা যায়। এনে সংগঠনক কাৰ্য্য-কলাপ অনুযায়ী বহু বিভাগত বিভক্ত কৰা যায়। লাইন সংগঠনৰ এজন বা দুজন কাৰ্য্য কাৰকৰ ঠাইত এই সংগঠনে বহুজন কাৰ্য্য কাৰকক বিশেষ বিশেষ কাৰ্য অনুযায়ী নিয়োগ কৰে। সেয়ে এই পদ্ধতিত এটা কৰ্মকে কাৰ্য্যকাৰিতা (Functions) অনুসৰি বিভিন্ন ভাগত বিভক্ত কৰি একোজন বিশেষজ্ঞৰ তত্ত্বাৱধানত পৰিচালনা কৰিবলৈ দিয়া হয়। প্ৰতিজন বিশেষজ্ঞৰ নিজৰ বিভাগৰ ওপৰত পূৰ্ণ নিয়ন্ত্ৰণ থাকে।

এই সংগঠনৰ উদ্যোক্তা হৈছে ডঃ টেইলৰ। কেতিয়াবা ফাংচনেল ফ'ৰমেনছিপ (Functional Foremanship) বুলিও হোৱা যায়। ডঃ টেইলৰে পূৰ্বৰ লাইন সংগঠনৰ প্ৰথম আৰু প্ৰধান ত্ৰুটী হিচাপে "এজন মানুহ সৰ্ব গুণৰ সমাহাৰ হৈ কাৰ্য্য কাৰক হিচাপে নিয়োজিত হোৱা"ৰ ওপৰত পৰ্য্যৱলোকন কৰে। গড় হিচাপে কাৰ্য্য কাৰকসকলৰ






"লাইন পদ্ধতি সংগঠনৰ বৈখিক চিত্ৰ"
(Chart Showing "Line Type of Organisation")

সাধাৰণ দায়িত্ব আৰু কৰ্তব্যৰ বিশ্লেষণ কৰি ডঃ টেইলৰে প্ৰতি কৰ্মক কিছুমান অংশত বা কাৰ্য্য অনুযায়ী কিছুমান বৃত্তিত বিভক্ত কৰি প্ৰতিটো বিভাগ একোজন কাৰ্য্যকাৰকৰ দায়িত্বত অৰ্পণ কৰা যায়।

তেওঁৰ ধাৰণা এনে আছিল যে কৰ্মৰ পৰিচালনাক এনে ভাবে কৰা দৰ্কাৰ যাতে প্ৰতিজন মানুহৰ দায়িত্বত কেইবাটাও কৰিব লগা কৰ্তব্য কৰ্ম থাকে। অথচ সেই কৰ্তব্য কৰ্মৰ ভিতৰত এটা প্ৰধান কৰ্ম তেওঁ সম্পাদন কৰিবই লাগিব। সাধাৰণতে এজন কৰ্মীয়ে দুটা দিশৰ পৰা কামৰ নিৰ্দেশ পাব লাগে। সেই দিশ দুটা হ'ল আঁচনি আৰু কাৰখানা বিভাগ। উভয় বিভাগতে চাৰিজনকৈ কাৰ্য্যকাৰক থকা নিয়ম আৰু সেই কাৰ্য্যকাৰকসকলে কৰ্মীক কৰিব লগা কৰ্মৰ দায়িত্ব অৰ্পণ কৰে।

আঁচনি বিভাগৰ কাৰ্য্যকাৰকসকলে কৰ্মীক নিৰ্দেশ, আদেশ, আদি সদায় লিখিত হিচাপে দিয়ে আৰু তেনেদৰেই লিখিত প্ৰতিবেদন কৰ্মীৰপৰা গ্ৰহণ কৰে; কিন্তু কাৰখানা বিভাগৰ কাৰ্য্যকাৰকসকলে নিজ নিজ বিভাগত প্ৰতিজন কৰ্মীক ব্যক্তিগতভাৱে সহায় আৰু সহযোগ কৰে।

ডঃ টেইলৰৰ আঁচনি বিভাগৰ সংগঠন নিম্নোল্লিখিত ধৰণৰ—

(১) **ডি অৰ্ডাৰ অব্ ওৱৰ্ক এণ্ড ৰুট ক্লাৰ্ক ( The order of work & Route Clerk ) ঃ** ৰুট ক্লাৰ্কে উৰ্ধতন কৰ্তৃপক্ষৰ নিৰ্দেশ অনুযায়ি প্ৰতিজন কৰ্মীয়ে প্ৰতিদিনে কৰিব লগা কৰ্মৰ নিয়মিত তালিকা আৰু প্ৰতিটো শিল্প প্ৰক্ৰিয়াৰ কাৰ্য্য সম্বন্ধীয় কাৰ্য্য বিৱৰণী ( Route Sheet ) কৰিব লাগে আৰু আন সকলো কাৰ্য্যকাৰকলৈ তেওঁলোকে সম্পাদন কৰিব লগা কৰ্ম সম্বন্ধীয় নিৰ্দেশ ( Work Order ) প্ৰেৰণ কৰিব লাগে।



(২) **ডি ইন্‌ষ্ট্ৰাক্‌চন কাৰ্ড ক্লাৰ্ক ( The Instruction Card Clerk ) ঃ** কাৰ্ড ক্লাৰ্কে কাৰ্য্য বিৱৰণীত ( Route Sheet ) থকা নিয়ম বা ৰাতৰিসমূহ অধ্যয়ন কৰি, সম্পাদন কৰিব লগা প্ৰতিটো কাম ( Job ) ধৰণ ( Mode ) আৰু সম্পাদন সময় সম্বন্ধীয় বিস্তৃত নিৰ্দেশ কিছুমান বিশেষ নিৰ্দেশাত্মক কাৰ্ড'ত লিখি ৰাখিব লাগে। এনে পূৰ্ণ বিৱৰণ কাৰ্ড'ত লিখাটোৱেই কাৰ্ড ক্লাৰ্কৰ মূল কাৰ্য্যকাৰিতা।

(৩) **ডি টাইম এণ্ড কষ্ট ক্লাৰ্ক ( The Time & Cost Clerk ) ঃ** এই ক্লাৰ্কে প্ৰতিজন কৰ্মীৰ কৰ্মৰ সময়, কৰ্মীৰ প্ৰাপ্য মজুৰি, প্ৰিমিয়াম বোনাছ আৰু অন্যান্য খৰচৰ বিষয় ( Cost items ) হিচাপে সংগ্ৰহ কৰি কষ্টিং ( Costing ) বিভাগলৈ মূল্যায়নৰ কাৰণে পঠাব লাগে।

(৪) **ডি ছ'প ডিছিপ্লিনেৰিয়ান (The Shop Disciplinarian) ঃ** কাৰখানা শৃংখলকাৰকে কৰ্মীৰ অবাধ্যতা, অমাৰ্জনীয় অনুপস্থিতি, কৰ্ম কৰাৰ অসমৰ্থতা আদি কৰ্মৰ পৰিচালনা ( Deal ) কৰে আৰু প্ৰতিজন কৰ্মীৰ দোষ গুণ আৰু ক্ৰটী সমূহৰ অভিলেখ ( Record ) ৰাখে। তেওঁ কাৰখানাৰ ভিতৰত এজন শান্তি সংস্থাপক ( Peace-maker ) হিচাপেও কৰ্ম সম্পাদন কৰিব লাগে।

নিম্নোল্লিখিত কাৰ্য্যকাৰকসকলৰদ্বাৰা কাৰখানা বিভাগ সংগঠিত কৰা হয়।

(১) **ডি গেং ব'ছ ( The Gang Boss ) ঃ** মেছিনত সামগ্ৰী উত্তোলনৰ আগলৈকে কৰিব লগা কৰ্মৰ দায়িত্বত গেং ব'ছ থাকে। কিমান কম সময়ত কিমান সুন্দৰভাবে নিজস্ব কামটো মেচিনত সৰঞ্জামটৈকে বিন্যাস ( Set ) কৰিব পাৰি তাৰ নিৰ্দেশ আৰু পৰামৰ্শ গেং ব'ছে কৰ্মীসকলক দিয়ে। প্ৰতিটো কৰ্মক নিখুঁত ভাবে আৰু তৎপৰতাৰে সজোৱাৰ দায়িত্ব গেং ব'ছৰ।

(২) **ডি স্পীড ব'ছ ( The Speed Boss ) ঃ** কাৰখানাৰ

যন্ত্ৰ-পাতি সুচাৰুৰূপে আৰু সুন্দৰ গতিবেগেৰে চালন ( Operation ) হৈছেনে নাই তাক নিৰীক্ষণ কৰাৰ দায়িত্ব স্পীড ব'ছৰ। ইয়া... উপৰিও, প্ৰতিটো শিল্প প্ৰক্ৰিয়াৰ বাবে আচল আহিলা-পাতি যোগা... ধৰা, আৰু নিৰ্দেশাত্মক কাৰ্ড অনুসৰি প্ৰতিটো কৰ্মৰ বাবে নিৰ্দি... যন্ত্ৰ-পাতি ব্যৱহাৰ হৈছেন নাই তাক পৰ্য্যবেক্ষণ কৰা আৰু প্ৰতিটো কাম তৎপৰতাৰে হৈছেনে নাই তাক অৱলোকন কৰাৰ ভাৰ স্পী... ব'ছৰ হাতত ন্যস্ত থাকে।

(৩) ডি ৰিপেয়াৰ ব'ছ (The Repair Boss)ঃ সকলোবিলাক যন্ত্ৰ-পাতি সাজ-সৰঞ্জাম আৰু আহিলা-পাতিৰ মেৰামতি কৰা, যন্ত্ৰ-পাতি পৰিষ্কাৰ কৰা, চালনৰ গতিবেগ ৰক্ষা কৰা, যন্ত্ৰ-পাতিত তেল দিয়া আদি কামবোৰ সুচাৰুৰূপে কৰ্মীসকলে কৰিছেনে নাই, তাৰ দায়িত্বভাৰ ৰিপেয়াৰ ব'ছৰ হাতত অৰ্পণ কৰা থাকে।

(৪) ডি ইন্‌ছপেক্টৰ ( The Inspector )ঃ উৎপাদিত সামগ্ৰীৰ গুণ-মান শ্ৰেণীকৰণ, প্ৰকাৰভেদ আদিৰ দায়িত্ব পৰিদৰ্শকৰ হাতত ন্যস্ত থাকে।

সাধাৰণতে ফাংচনেল পদ্ধতিৰ সংগঠন বিভিন্ন কাৰ্য্যকাৰকৰ দ্বাৰা পৰিচালন কৰাৰ কাৰণে কাৰ্য্যকাৰকৰ বাছনি বিশেষজ্ঞৰ নিৰ্বাচনতকৈ অধিক সহজ হয়। প্ৰতিজন কাৰ্য্যকাৰক কেৱল নিজস্ব বিভাগৰ দায়িত্বতহে আৱদ্ধ থাকে।

(৩) লাইন আৰু ষ্টাফ পদ্ধতি সংগঠন ( The line & staff type of organisation )ঃ এই সংগঠন আচলতে পূৰ্ব আলোচিত উভয় সংগঠনৰ মিশ্ৰিত ৰূপ। প্ৰকৃতপক্ষে, উল্লেখিত লাইন অথবা ষ্টাফ কোনো সংগঠনেই বিশুদ্ধ হিচাপে কাৰ্য্য ক্ষেত্ৰত পোৱা নাযায়। ফলত উভয় সংগঠনৰ সমষ্টিগত ব্যৱস্থাহে কাৰ্য্যকৰী সংগঠন ৰূপে প্ৰতীয়মান হয়। এনে সংগঠনত কৰ্তৃপক্ষই লম্বমানভাৱে ওপৰৰপৰা



তললৈ নিৰ্দেশ প্ৰেৰণ কৰে। অৰ্থাৎ কৰ্তৃপক্ষৰ কৰ্তৃত্ব পূৰ্ণমাত্ৰাই লাইন সংগঠনৰ দ্বাৰে চালিত হয়। আনহাতে ষ্টাফ সংগঠনৰ দ্বাৰে প্ৰতি বিভাগৰ তলত বহু প্ৰকাৰৰ উপ বিভাগ সৃষ্টি কৰা হয়। উক্ত উপ বিভাগ বোৰত বিভিন্ন কাৰিকৰী বিশেষজ্ঞক মুৰব্বী হিচাপে নিযুক্তি দি পৰিচালনা কৰা হয়।

কৰ্মৰ দায়িত্ব আৰু কৰ্তব্যসমূহ লাইন সংগঠনৰ দ্বাৰে বণ্টন কৰা হয়; কিন্তু কৰ্মৰ বিভাগসমূহ বিশেষীকৰণ কৰি ষ্টাফ সংগঠনৰ দ্বাৰে নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰা হয়।

লাইন আৰু ষ্টাফ সংগঠনৰ মিশ্ৰিত পদ্ধতিয়েই বৰ্তমান বৃহৎ ব্যৱসায় আৰু উদ্যোগত সু-সংগঠন হিচাপে কাৰ্য্যকৰী হোৱা দেখা যায়। কাৰণ, এনে সংগঠনে কৰ্তৃপক্ষৰ কৰ্তৃত্ব পূৰ্ণৰূপে ৰক্ষণ কৰে আৰু কাৰ্য্যকাৰিতাৰ বিশেষীকৰণে ( Specialisation ) উৎপাদন পদ্ধতি সৰলীকৰণ ( Simplification ) কৰে।

**বৈজ্ঞানিক পৰিচালনৰ উপকাৰসমূহ ( Benefits )ঃ** বৈজ্ঞানিক ভিত্তিত অনুসন্ধান পৰীক্ষা-নিৰীক্ষা পৰিচালনা কৰাৰ অন্তত এইটো দেখা গৈছে যে, বৈজ্ঞানিক পৰিচালনে কৰ্তৃপক্ষ আৰু কৰ্মচাৰীক এক নতুন দৃষ্টিভংগীৰে উদ্যোগৰ পৰিচালনৰ সকলো কথাকে আদৰি লবলৈ আহ্বান জনাইছে। যথাৰ্থতে, বৈজ্ঞানিক পৰিচালন এক মানসিক বিপ্লৱ ( Mental Revolution )।

**দ্বিতীয়তেঃ** আঁচনিহীন কৰ্মই আছিল পৰম্পৰাগত নীতি। বৰ্তমান আঁচনি বা পৰিকল্পনা বৈজ্ঞানিক পৰিচালনৰ এক প্ৰধানতম উপাদান, আপাততঃ কোনো কাম আঁচনি ব্যতিৰেকে কাৰ্য্যকৰী নহয়। উদ্যোগ বাণিজ্য ইত্যাদি সকলোতে পৰিকল্পিত ব্যৱস্থাৰ প্ৰচলন হৈছে। ফলত সতৰ্কমূলক গৱেষণা আৰু যথাৰ্থ আঁচনিৰ প্ৰয়োগে উৎপাদনৰ মাত্ৰাৰ সমৃদ্ধি ঘটাইছে যিটোৱে কৰ্তৃপক্ষক আঁচনিৰ অপৰিহাৰ্য্যতা অনুভৱ কৰাইছে।

**তৃতীয়তে ঃ** বৈজ্ঞানিক পৰিচালন পদ্ধতি প্ৰয়োগে কৰ্তৃপক্ষক উপলব্ধি কৰাইছে যে, তেওঁলোকৰ উদ্দেশ্য আৰু লক্ষ্যসমূহ কৰ্মী বা মজদুৰৰ সহায় সহযোগত ফলৱতী হোৱাৰ সম্ভাৱনাই বেছি। অন্যহাতে কৰ্তৃপক্ষৰদ্বাৰা উচিত আঁচনিৰ প্ৰৱৰ্তনে মজদুৰ বা কৰ্মীৰ স্বাৰ্থও ৰক্ষা কৰে।

**চতুৰ্থতে ঃ** উৎপাদন সামগ্ৰীৰ সমৃদ্ধিয়ে, বিশেষকৈ কৰ্তৃপক্ষ আৰু কৰ্মচাৰী উভয় পক্ষকে উপকৃত কৰে। যিহেতু, তেওঁলোক সমাজৰ বাহিৰত নহয় গতিকে জনসাধাৰণো উৎপাদন বৃদ্ধিৰদ্বাৰা লাভৱান হয়।

**পঞ্চমতে ঃ** বৈজ্ঞানিক পৰিচালন পদ্ধতিয়ে, সাধাৰণতে কৰ্তৃপক্ষ আৰু কৰ্মচাৰীৰ মাজত সংঘটিত হোৱা বিবাদ, মতানৈক্য, বাদানুবাদ আদি নিষ্পত্তি হোৱাত সহায় কৰে আৰু ঔদ্যোগিক সম্পৰ্ক সুখকৰ কৰি গঢ়ি তোলে।

**ষষ্ঠতে ঃ** বৈজ্ঞানিক পৰিচালনাৰ যথাৰ্থ প্ৰয়োগে দ্ৰব্য-সম্ভাৰৰ উৎপাদন খৰচ হ্ৰাস কৰি বস্তুৰ মূল্য কমায়, ফলত দ্ৰব্য-সম্ভাৰৰ বাণিজ্যিক পৰিসৰ বৃদ্ধি হয়।

**শেষত ঃ** কৰ্মী বা মজদুৰৰ জীৱনমান উন্নীত কৰাত বৈজ্ঞানিক পৰিচালন পদ্ধতিয়ে সৰ্বতো প্ৰকাৰে সুযোগ দিয়ে। ইয়াৰ উপৰি, প্ৰতিজন সক্ষম কৰ্মীক নিজৰ কৰ্ম কুশলতা বিশেষকৈ উৎপাদন বিষয়ত, বৃদ্ধি কৰাত, এই পদ্ধতিয়ে সুবিধা দিয়ে।

**বৈজ্ঞানিক পৰিচালনৰ বিৰুদ্ধে মত (Opposition to scientific Management) ঃ** ওপৰত উল্লেখ কৰা উপকাৰসমূহ বৈজ্ঞানিক পৰিচালন পদ্ধতিয়ে আগবঢ়োৱা সত্বেও কৰ্তৃপক্ষ আৰু কৰ্মীৰ ফালৰ পৰা উক্ত পদ্ধতি প্ৰয়োগৰ ক্ষেত্ৰত কিছুমান আপত্তি উত্থাপিত হয়।

কৰ্তৃপক্ষৰ তৰফৰপৰা উত্থাপিত আপত্তিসমূহ এনে ধৰণৰ উদ্যোগত বৈজ্ঞানিক পৰিচালন পদ্ধতিৰ প্ৰয়োগ কৰা সম্ভৱ নহয়, কাৰণ বৈজ্ঞানিক



অনুসন্ধান আৰু পৰীক্ষা-নিৰীক্ষাৰ বাবে অজস্ৰ অৰ্থৰ প্ৰয়োজন হয়, যিটো সকলো উদ্যোগে বহন কৰিব নোৱাৰে। ক্ষুদ্ৰ উদ্যোগৰ ক্ষেত্ৰত এনে খৰচ এক অসম্ভৱ বিষয়। এই পদ্ধতি কোনো উদ্যোগত আকস্মিক-ভাৱে প্ৰয়োগ কৰিবপৰা নহয়। পৰম্পৰাগত পদ্ধতিৰপৰা এনে বৈজ্ঞানিক পদ্ধতিলৈ উত্তৰণ এখোজ এখোজকৈ অনুক্ৰমে হ'ব পাৰে। বৈজ্ঞানিক পদ্ধতি প্ৰয়োগৰ আন এটা আপত্তি হ'ল—'আঁচনি বিভাগ' উদ্যোগৰ অৰ্থনৈতিক সংকট কালত উৎপাদন হ্ৰাস কৰিব লগা হলে দুই চাৰি কৰ্মীৰ চাকৰি বা নিযুক্তি কৰ্তন কৰিবলগীয়া হয়; কিন্তু, এক বৃহৎ আঁচনি বিভাগৰ বিষয়াসকলক সেই অৱস্থাত বিদায় দিব নোৱাৰি। আঁচনি বিভাগ, উদ্যোগৰ এক 'বগা হাতী'ত পৰিণত হয়, যাৰফলত উদ্যোগৰ অৰ্থনৈতিক দুৰ্যোগ ঘনীভূত হয়।

কৰ্মীসকলৰ তৰফৰপৰা উত্থাপিত আপত্তিসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(ক) সকলো বিষয়তে মান নিৰ্ধাৰণ পদ্ধতিৰ প্ৰয়োগ আৰু শিল্প প্ৰক্ৰিয়াৰ ক্ষুদ্ৰ বিভাজনে কৰ্মীৰ অনুপ্ৰেৰণা বিনষ্ট কৰে।

(খ) কৰ্মীসকল প্ৰায় কৰ্ম নিয়োজিত যন্ত্ৰ-পাতিৰ দৰে কৰ্তৃপক্ষৰ যন্ত্ৰত পৰিণত হয়।

(গ) কৰ্মৰ গতিবেগ বৃদ্ধিয়ে কোনো কোনো কৰ্মীৰ স্বাস্থ্য ভংগ কৰায় আৰু মান-নিৰূপিত কৰ্ম কৰিব নোৱাৰা কৰ্মী, কৰ্ম সংস্থানহীন হয়।

(ঘ) ব্যক্তিগত প্ৰতিভা বা কৰ্ম কুশলতাৰ ভিত্তিত মজুৰি বা ব'নাছ দিয়াৰ পদ্ধতিয়ে কৰ্মীৰ মাজত থকা ঐক্যবদ্ধ ব্যৱস্থাত অথবা কৰ্মীৰ সংহতিত ভাঙোন আনে।

(ঙ) ৰাজনৈতিক কৰ্মীয়ে নিজৰ নেতৃত্ব বজাই ৰাখিবৰ বাবে বৈজ্ঞানিক পদ্ধতিক কোনো দিনেই গ্ৰহণ নকৰে।

(চ) বৈজ্ঞানিক পৰিচালন পদ্ধতিৰ বৈশিষ্ট্য অগণতান্ত্রিক, কাৰণ ই কেৱল কাৰ্য্যকাৰক সকলকহে কৰ্মৰ নিয়ন্ত্ৰণ ক্ষমতা আৰোপ কৰে। কৰ্মত কৰ্মীক কোনো নিয়ন্ত্ৰণ অধিকাৰ দিয়া নহয়।

(ছ) বৈজ্ঞানিক পদ্ধতি প্ৰয়োগ কৰাৰ ফলত উদ্যোগত হোৱা বৰ্ধিত লভ্যাংশৰ সিংহভাগ কৰ্তৃপক্ষৰ হাতলৈ যায়, ফলত কৰ্তৃপক্ষৰ ধনৰ মোনা শকত হয়। আনহাতে কৰ্মীসকলে তেওঁলোকৰ বৰ্দ্ধিত কৰ্মকুশলতাৰ কোনো যুক্তিযুক্ত সুফল নাপায়।

উল্লেখিত সমালোচনা বা আপত্তিসমূহ যথাৰ্থভাৱে বৈজ্ঞানিক পৰিচালন পদ্ধতি প্ৰয়োগ কৰিলে উত্থাপিত হ'ব নোৱাৰে। বৈজ্ঞানিক পদ্ধতিৰ আংশিক প্ৰয়োগৰ ফলতহে এনে ধৰণৰ আঁহফলা মনোবৃত্তিৰ ওজৰ-আপত্তি উপস্থাপন হয়। কাৰণ প্ৰতিটো আপত্তিকেই নিষ্পত্তি কৰিব পৰা ব্যৱস্থা বৈজ্ঞানিক পৰিচালন পদ্ধতিৰ আছে। মূলতে জনসাধাৰণ, উদ্যোগ পক্ষ আৰু কৰ্মীৰ মানসিক অৱস্থাৰ বৈপ্লৱিক পৰিবৰ্তন নহলে, বৈজ্ঞানিক পৰিচালন পদ্ধতিৰ যথাৰ্থ প্ৰয়োগ সম্ভৱপৰ নহয়। অৰ্থাৎ 'মানসিক বিপ্লৱ' ব্যতিৰেকে বৈজ্ঞানিক পদ্ধতিৰ যথাৰ্থ প্ৰয়োগ হ'ব নোৱাৰে। এই মানসিক বিপ্লৱেই বৈজ্ঞানিক পৰিচালনৰ অন্তৰ্নিহিত বৈশিষ্ট্য।

———

# অষ্টম অধ্যায়

## (খ) সুমিতিকৰণ

**( Rationalisation )**

সূচনা ঃ প্ৰথম মহাসমৰৰ অন্তত জাৰ্মানৰ যুদ্ধ বিধ্বস্ত উদ্যোগক পুনৰ সংগঠন কৰা বিষয়ত এই সুমিতিকৰণ ( Rationalisation ) শব্দটি ব্যৱহাৰ কৰা হৈছিল। জাৰ্মান ভাষাত শব্দটি আছিল—"Rationalisierung"। সকলো ধৰণৰ বৌদ্ধিক ( Rational ) ব্যৱস্থা অৱলম্বনদ্বাৰা যাতে উদ্যোগক বিজ্ঞানসন্মতভাৱে পুনৰ গঠন কৰিব পাৰি, তাৰ বাবেই সুমিতিকৰণৰ সূচনা। সেয়ে সুমিতিকৰণক "অলপ আয়াসতে, আৰু ন্যুনতম ব্যয়তে চৰম কাৰ্য্যদক্ষতা লাভ কৰিবলৈ বৌদ্ধিক উদ্যোগৰ পুনৰ সংগঠন" বুলি ব্যাখ্যা কৰা হয়।

বিস্তৃত অৰ্থত সুমিতিকৰণৰ অৰ্থ হ'ল—উদ্যোগৰ সংগঠন আৰু পৰিচালনা, সামূহিক উৎপাদন ( Large Scale Production ), ভাৰসাম্য বন্টন আৰু সুপৰিকল্পিত পৰিবহণত সুদক্ষ পদ্ধতিৰ প্ৰয়োগ।

উদ্যোগৰ সংগঠন আৰু পৰিচালনাৰ বিষয়ত অন্তৰ্ভুক্ত বিষয়বোৰ হ'ল—লাভজনক নোহোৱা অবৈজ্ঞানিক উদ্যোগ গোট সমূহ সংমিশ্ৰণ বা একত্ৰীকৰণ ( Amalgamation or Consolidation ), একে জাতীয় ঔদ্যোগিক গোট ( Industrial Units ) সমূহৰ মাজত থকা অনাৱশ্যকীয় আৰু অপায়মূলক প্ৰতিযোগিতাৰ বিলোপসাধন, বৈজ্ঞানিক ভিত্তিত উদ্যোগৰ শ্ৰমিক আৰু অন্যান্য সকলো প্ৰয়োজনীয় প্ৰশাসনিক বিষয়ৰ পৰিচালনা।

সামূহিক উৎপাদনৰ ক্ষেত্ৰত সন্নিবিষ্ট বিষয় সমূহ হ'ল উৎপাদন বৃদ্ধিৰ হকে, পুৰণি উৎপাদন পদ্ধতিৰ বিলোপ সাধন, আৰু নতুন

আধুনিক পদ্ধতিৰ প্ৰৱৰ্তন ( Application of new method of Production ) ; তাৰ বাবে উৎপাদনৰ সকলো প্ৰক্ৰিয়াত প্ৰয়োজন হোৱা যন্ত্ৰৰ প্ৰচলন ( Machanisation ) আৰু যন্ত্ৰ-পাতিৰ নৱীকৰণ ( Modernisation )। উদ্যোগত উৎপাদন হোৱা সামগ্ৰীৰ মানবিশিষ্টকৰণ ( Standardisation ), বিশেষীকৰণ ( Specialisation ) আৰু শিল্প-প্ৰক্ৰিয়া (Manufacturing Process) আৰু উৎপাদিত সামগ্ৰীৰ সৰলীকৰণ (Simplification)। সমবায় প্ৰচেষ্টাৰে, নিয়মীয়া আৰু সমপৰ্য্যায়ৰ উৎপাদনৰ জড়িয়তে সমূহীয়া উৎপাদনৰ হাৰ বৃদ্ধি কৰা।

ভাৰসাম্য বণ্টন বিষয়ত বিশেষ লক্ষ্য কৰিব লগীয়া বিষয় সমূহ হ'ল উৎপাদিত সামগ্ৰীৰ পৰিমিত মূল্যমান নিয়মীয়া কৰা, উদ্যোগৰ পুঁজি অংশৰ মূল্যমান অভিসাধনৰদ্বাৰা ( Through manipulation ) বজাৰ নিয়ন্ত্ৰণ কৰা, সকলো ঠাইত উৎপাদিত সম্ভাৰ সমবিতৰণৰদ্বাৰা ব্যৱসায়ত সুস্থিৰতা আহৰণ কৰা, আদিয়েই প্ৰধান।

সুমিতিকৰণৰ শেষ স্তৰত সুপৰিকল্পিত পৰিবহণ আঁচনি ( Planned Transport Scheme )। উক্ত আঁচনিৰ কাৰ্য্যকৰী প্ৰয়োগে সুমিতিকৰণ প্ৰতি শব্দৰ সম্যক সংজ্ঞাৰ্থ প্ৰকাশ কৰে।

প্ৰণালীবদ্ধ বিচাৰ বিশ্লেষণৰ ভিত্তিত নিৰ্ভৰ কৰি পুৰণি পদ্ধতি অৱলোপৰ কাৰণে, যি কোনো সংস্কাৰ ( Any reform ) বা পুনৰ গঠনৰ প্ৰয়োগে, সুমিতিকৰণ সংজ্ঞা সুদৃঢ় কৰে। অৱশ্যে উক্ত সংস্কাৰ বা পুনৰ গঠন উদ্যোগত এটীয়াকৈ হ'ব নোৱাৰে ( Not in a Single industrial Unit ), একে জাতীয় সকলো উদ্যোগতে সামগ্ৰিকভাৱে ( Industry as a Whole ), ই হ'ব লাগিব।

এনে সংস্কাৰ বা পুনৰ গঠনে উদ্যোগৰ সকলো ধৰণৰ অপচয়, যথা শ্ৰম, সামগ্ৰী, যন্ত্ৰ-পাতি আৰু সময়ৰ ( Man Material, Machine and time ) বিলোপ সাধন কৰে। সুমিতিকৰণে শ্ৰমিক সকলৰ মনো-



ভংগীৰ পৰিবৰ্তন, নতুন দৃষ্টিভংগী আৰু নতুন উদ্যম আমদানিৰ নিৰ্দেশ দিয়ায়। সুমিতিকৰণে জাতিৰ সামাজিক জীৱন সুস্থিৰ কৰে আৰু সামাজিক জীৱনৰ মানদণ্ড বৃদ্ধি কৰে বুলি দাবী কৰে। গ্ৰাহকসকলে প্ৰয়োজনীয় আচল বস্তু, সমূহীয়া উৎপাদন আৰু অপচয় হীনতাৰ বাবে সস্তাত পায় আৰু বিভিন্ন উৎপাদকে ক্ৰমান্বয়ে উচ্চ হাৰত, সমভাৱে বিভাজিত উপাৰ্জন বা লাভ অৰ্জ'ন কৰিবলৈ সক্ষম হয়।

জাৰ্মানৰ এই সুমিতিকৰণ বা পৰিমিতিকৰণৰ প্ৰয়োগ জাৰ্মানৰ পিছত অধিক কাৰ্য্যকৰী হিচাপে জাপানে কৰে। জাপানেও ২য় মহাসমৰৰ যুদ্ধ বিধ্বস্ত উদ্যোগ সমূহ এই পদ্ধতিৰ প্ৰৱৰ্তনৰে পুনৰুত্থান কৰে। ঠিক একেদৰেই ২য় মহাসমৰৰ পাছত জাৰ্মানেও সুমিতিকৰণৰ প্ৰয়োগেৰে পুনৰ প্ৰায় পূৰ্ব-অৱস্থালৈ উত্তৰণ কৰে।

এই সময়ছোৱাৰ ভিতৰত অধিকৰূপে পৰিমিতিকৰণ কৰা দেশখন হ'ল আমেৰিকা যুক্তৰাষ্ট্ৰ। উক্ত দেশত বিশেষকৈ লো-তীখা ইঞ্জিনীয়াৰিং আৰু খনিসমূহত পৰিমিতিকৰণ পূৰাদমেই প্ৰয়োগ কৰা হৈছে।

এই পদ্ধতি প্ৰয়োগ কৰি বৰ্তমান পৃথিৱীৰ বহুদেশে বিশেষকৈ ইংলণ্ড, আৰু ইউৰোপৰ দেশসমূহে ব্যৱসায়-বাণিজ্য আৰু উদ্যোগত উন্নতি কৰা দেখা যায়।

ব্যাখ্যা ( **Defination** ) ঃ সুমিতিকৰণ সম্পৰ্কে বিভিন্ন সংজ্ঞা নিম্নোল্লিখিত প্ৰকাৰে পোৱা হয়---

(১) ১৯২৭ চনত জেনেভা নগৰীত অনুষ্ঠিত হোৱা ৱৰ্ল্ড' ইকন'মিক কনফাৰেন্সে ( World economic Conference 1927 ) সুমিতিকৰণ সম্পৰ্কে এনেদৰে ব্যাখ্যা আগবঢ়াইছিল "এনে পদ্ধতি আৰু কৌশলেৰে সংগঠন গঢ়ি তোলা হয় যাতে উদ্যোগৰ শ্ৰম বা সামগ্ৰীৰ অপচয় ন্যুনতম হয়। শ্ৰমিক-কৰ্মীৰ বিজ্ঞান সন্মত সংগঠন শিল্প প্ৰক্ৰমৰ সৰলীকৰণ, বজাৰ কৰণ আৰু পৰিবহণ প্ৰণালীৰ উন্নয়নো সুমিতিকৰণৰ অন্তৰ্ভুক্ত।"

(২) আন্তৰ্জাতিক শ্ৰমিক সংঘৰ ( I. L. O ) উপদেষ্টা সমিতিয়ে সুমিতি বা পৰিমিতিকৰণ সম্পৰ্কে আগবঢ়োৱা ব্যাখ্যাটি নিম্নোল্লিখিত ধৰণৰ—(i) Rationalisation, in general, is any reforms tending to replace habitual antiquated practices by methods based on Scientific reasonings.

(ii) Rationalisation, in the narrowest Sense, is any reform of an undertaking, administration or other Service, Public or private, tending to replace habitual antiquated practices by means of methods based on Systematic reasoning.

(iii) Rationalisation. in the Wider sense, is a reform which takes a group of business undertaking as a unit and tends to reduce waste & loss due to unbridled competition by concented action based on Systematic reasoning.

(iv) Rationalisation, in the widest Sense is a reform tending to apply means and methods based on Systematic reasoning to the Collective activities of large economic and Social groups.

(৩) Prof. S. Florence এ সুমিতিকৰণ সম্পৰ্কে দিয়া ব্যাখ্যা হৈছে—"কোনো এটি উদ্যোগৰ বিভিন্ন ঔদ্যোগিক গোটসমূহে একেলগ হৈ যিকোনো ধৰণৰ যুটীয়া কাৰ্য্যৰ দ্বাৰা অপচয় আৰু অদক্ষতা "বিজ্ঞান সন্মত আৰু যুক্তিযুক্তভাবে", নাইকিয়া কৰিবলৈ কৰা প্ৰচেষ্টাই হৈছে সুমিতিকৰণ আন্দোলন।"

(৪) লেখক হাৰমান লেভীৰ ( Herman Levy ) সুমিতিকৰণৰ ওপৰত দিয়া ব্যাখ্যা হৈছে—"the application of more economical methods by technical improvements espicially the-introduction by unifying and increasing mass production and distribution and there by effecting organisational economics."



উল্লেখিত ব্যাখ্যাৰ দৰে ভিন ভিন লেখকে, যথা—জে, এ, হ'বছন (J. A. Hobson ), অধ্যাপক ৰবীনছন ( Prof. Robinson ) এল, আৰ উইক ( L. Uerwick ), আদিয়ে পৰিমিতিকৰণৰ ওপৰত প্ৰায় একেজাতীয় ব্যাখ্যা আগবঢ়াইছে।

আন এদল লেখকে, যথা — অধ্যাপক ক্লে ( Prof. Clay ), ছাৰ ষ্টাম্প ( Sir Stamp ) আদিয়ে, পৰিমিতিকৰণক বিভিন্ন উদ্যোগৰ মাজত থকা ধ্বংসমুখী প্ৰতিযোগিতা অৱসানৰ কাৰণে ব্যৱহৃত 'আহিলা' বিশেষ বুলি ব্যাখ্যা কৰে। এইদল লেখকৰ পৰিষ্কাৰ মত হ'ল— "Rationalisation merely a tool to eliminate competition."

**সুমিতিকৰণ : পৰ্য্যায় ( Stage ) :** সাধাৰণতে তিনিটা পৰ্য্যায়ত সুমিতিকৰণৰ প্ৰকৃত প্ৰয়োগ হয়, যথা—(ক) পৰিকল্পনা (Planning), (খ) পুনৰ ব্যৱস্থাপনা ( Re-arrangement আৰু উন্নয়ন (Development)।

**পৰিকল্পনা ( Planning ) :** সুমিতিকৰণৰ প্ৰথম অৱস্থাত বজাৰ অনুসন্ধান কাৰ্য্যৰ অন্তৰ্গত হৈছে—বৰ্তমান বজাৰৰ সমীক্ষা ( Survey of existing market ), সম্ভাব্য বজাৰৰ নিৰাকৰণ, ( Estimation of potential market ) আৰু প্ৰণালীবদ্ধ বন্টন-ব্যৱস্থা কি কি সামগ্ৰী উৎপাদন কৰিব লাগে, কিমান পৰিমাণৰ কৰিব লাগে, কোন কোন একত্ৰিত উদ্যোগ গোটে কৰা উচিত, উৎপাদিত সামগ্ৰীৰ মূল্য

কিমান হোৱা প্ৰয়োজন, আৰু উক্ত সামগ্ৰী বন্টনৰ কাৰণে কি কি প্ৰণালী ব্যৱহৃত হোৱা আৱশ্যক উল্লেখিত অনুসন্ধানৰ পৰা তাক নিৰ্ণয় কৰা সম্ভৱ হয়।

বজাৰ সমীক্ষাৰ ওপৰত ভিত্তি কৰি বিক্ৰয় কাৰ্য্য-সূচী প্ৰস্তুত কৰিলেহে সুমিতিকৰণ কৰা উদ্যোগ গোটৰ উৎপাদন আঁচনি অধিকতৰ ফলপ্ৰসূ হয় আৰু অন্যান্য আঁচনি জড়িত বিষয়সমূহৰো (যথা,—শ্ৰম, কেঁচা সামগ্ৰী, ইন্ধন, ব্যৱহৃত প্ৰকল্প, অৰ্থ, সময় আৰু পৰিচালনা) গুণগত আৰু পৰিমাণ গত প্ৰয়োজনীয়তা—তুলনামূলকভাবে সিদ্ধান্ত কৰিব পাৰি।

**পুনৰ ব্যৱস্থাপনা ( Re-arrangement ) ঃ** সুমিতিকৰণৰ দ্বিতীয় পৰ্য্যায় হৈছে—উৎপাদিত সামগ্ৰী, যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামৰ মান বিশিষ্টীকৰণ আৰু সৰলীকৰণ। মানদণ্ড থকা সামগ্ৰী উৎপাদন কৰিবলৈ যাওঁতে উদ্যোগ যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামৰ পুনৰ ব্যৱস্থাপনা কৰা নিতান্তই অপৰিহাৰ্য্য। যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামৰ পুনৰ ব্যৱস্থাপনাৰ অৰ্থ হ'ল—সমূহীয়া উৎপাদনৰ বাবে পুনৰ সংগঠন আৰু বিশিষ্টীকৰণ।

উৎপাদিত সামগ্ৰীৰ সৰলীকৰণ আৰু নানান ধৰণৰ সামগ্ৰীৰ আধিক্য হ্ৰাসকৰণ। চমুকৈ কবলৈ হলে—নানান প্ৰকাৰৰ অতিৰিক্ত মাত্ৰাৰ উৎপাদন নাইকিয়া কৰা। এনে ব্যৱস্থাৰ ফলত বহুল উৎপাদিকা শক্তিৰ আহৰণ, অপচয় হ্ৰাসকৰণ, সহজতৰ চালন নৈপূণ্যৰ আহৰণ, কেঁচা সামগ্ৰী, যন্ত্ৰ-পাতি আৰু আহিলা-পাতিৰ অতিৰিক্ত অংশ বিশেষ ( Spare parts of machine & tools ) আৰু অতিৰিক্ত আটক মূলধনৰ হ্ৰাসকৰণ আৰু সৰল ব্যয়—পদ্ধতিৰ প্ৰচলন কৰাত উৎপাদক বহুলাংশে লাভৱান হয়।

**উন্নয়ন ( Development ) ঃ** সুমিতিকৰণৰ তৃতীয় বা শেষ পৰ্য্যায় হৈছে—বিশেষীকৰণ সম্প্ৰসাৰণৰদ্বাৰা পৰিকল্পনা বা আঁচনিৰ উন্নয়ন ; ইটো আচলতে মান বিশিষ্টীকৰণৰ ন্যায় সংগত অনুক্ৰম ( Logical Sequence ) বা পৰিণতি।



বিশেষীকৰণৰ সম্প্ৰসাৰণে ( Extension of specialisation ) উদ্যোগক অধিক যান্ত্ৰিকীকৰণ কৰে আৰু উৎপাদন প্ৰক্ৰিয়াৰ সকলো স্তৰতে আনকি ক্ষুদ্ৰাতি ক্ষুদ্ৰ স্তৰলৈও যন্ত্ৰ-পাতিৰ ব্যৱহাৰ বৃদ্ধি পায়। যন্ত্ৰ-পাতিৰদ্বাৰা কম সময়তে, অধিক ক্ষীপ্ৰতাৰে আৰু কৰ্ম-কুশলতাৰে যিকোনো উৎপাদন কৰ্ম সম্পাদন কৰিব পাৰি।

সেয়ে উৎপাদিকা শক্তিৰ বৃদ্ধিয়ে সম্পদক লাভজনক স্তৰলৈ উন্নীত কৰে। খৰতকীয়া উৎপাদন আৰু বিক্ৰয় কাৰ্য্য সূচীৰ ত্বৰিত কাৰ্য্য-কাৰিতাই প্ৰয়োগ মূলধনৰ ( working capital ) গতিশীলতা বা আৱৰ্ত ( Turn over ) বৃদ্ধি কৰে ; উৎপাদন বৃদ্ধি কৰি বা নকৰিও উৎপাদিত সামগ্ৰীৰ মূল্য হ্ৰাস কৰিব পাৰি ; শ্ৰমিক কৰ্মীৰ মজুৰি বৃদ্ধি কৰিব পাৰি ; পৰিণতিত লাভৰ পৰিমাণৰ আনুক্ৰমিক সমৃদ্ধিও হ'ব বুলি নিশ্চিত হ'ব পাৰি। সুমিতিকৰণ বা পৰিমিতিকৰণৰ সুফল প্ৰয়োগ হ'বলৈ হলে সমূহীয়া উৎপাদনৰ সৈতে সামূহীয়া ব্যৱহাৰৰ ভাৰসাম্যতা থাকিবই লাগিব।

প্ৰকৃতাৰ্থত সুমিতিকৰণৰ প্ৰধান উদ্দেশ্য হৈছে—সকলো প্ৰকাৰৰ অপায় বিলোপ সাধনৰদ্বাৰা উৎপাদন ব্যয় হ্ৰাস কৰা, উৎপাদিত সামগ্ৰীৰ যোগান আৰু চাহিদা ভাৰসাম্যকৈ নিৰৱচ্ছিন্ন ভাবে ৰক্ষা কৰা।

**সুমিতিকৰণ, বৈশিষ্ট্যসমূহ (Characteristics) ঃ** সুমিতিকৰণৰ উল্লেখিত পৰ্য্যায় কেইটাক সংক্ষিপ্তকৰণ কৰিলে নিম্নোল্লিখিত উপাদান-খিনি পাব পাৰি আৰু সেই উপাদানসমূহক সুমিতিকৰণৰ অন্যতম প্ৰধান বৈশিষ্ট্য বুলিও বৰ্ণনা কৰিব পাৰি।

(১) **একত্ৰিকৰণ বা সংমিশ্ৰণ ( Consolidation or amalga-**

**mation )** ঃ একে জাতীয় বিভিন্ন প্ৰকাৰ উদ্যোগ গোটৰ মাজত একত্ৰিকৰণ, ( যেনে—সৰু গোট ডাঙৰ গোটৰ লগত, নিষ্ফল গোট সফল গোটৰ লগত, অথবা দুৰ্বল গোট কৰ্মক্ষম গোটৰ লগত একত্ৰীকৰণ ) বা সংমিশ্ৰণৰদ্বাৰা সমূহীয়া চালনৰ জৰিয়তে সকলো প্ৰকাৰ মিতব্যয়িতা আহৰণ কৰাই সুমিতিকৰণ বা পৰিমিতিকৰণৰ প্ৰধান বৈশিষ্ট্য।

(২) **উৎপন্ন বস্তুৰ মান নিৰ্ধাৰণ ( Standardisation )**ঃ উৎপাদিত সামগ্ৰীৰ বিবিধতা ( variety ) হ্ৰাস কৰি কেইটা মান নিৰ্দিষ্ট প্ৰকাৰত অথবা কেইবিধমান নিৰ্দিষ্ট বস্তুত উৎপাদন সীমাবদ্ধ কৰাৰ জৰিয়তে উৎপন্ন বস্তুৰ মান নিৰ্ধাৰণ কৰা হয়। একত্ৰিত উদ্যোগ গোটৰ একক পৰিচালনাই ইয়াক সম্ভৱপৰ কৰি তোলে। নিৰ্দিষ্ট কেইবিধমান সামগ্ৰীত উৎপাদন সীমিত কৰিলে, প্ৰতিবিধ সামগ্ৰীৰ উৎপাদনৰ মাত্ৰা সমূহীয়া হয়, ফলত উৎপাদন খৰচ হ্ৰাস পায় আৰু উৎপন্ন সামগ্ৰী বিতৰণ কৰাত বিশেষ সুবিধা হয়।

(৩) **বিশেষীকৰণ ( Specialisation )** ঃ বিবিধ প্ৰকাৰৰ উৎপাদন সামগ্ৰী কেইবিধমানত সীমিত কৰাৰ ফলত মান নিৰ্ধাৰণ সহজ হয়। মান-নিৰ্ধাৰণৰ পৰবৰ্তী স্তৰত বিশেষীকৰণ আহে, অৰ্থাৎ উৎপন্ন সামগ্ৰীৰ বিশেষীকৰণ কৰা হয়। বিশেষীকৰণে উৎপাদনত মিতব্যয়িতা আনে আৰু উৎপাদনত অপচয়ৰ পৰিমাণ হ্ৰাস কৰে।

(৪) **সৰলীকৰণ ( Simplification )** ঃ উৎপাদন সামগ্ৰীৰ মান নিৰ্ধাৰণ আৰু বিশেষীকৰণ কৰাৰ পিচত যি কেইবিধ সামগ্ৰী উদ্যোগত উৎপাদন কৰা হ'ব সেই সামগ্ৰীৰ প্ৰতি বিধৰ উৎপাদনৰ পৰিমাণ সমূহীয়া হ'ব আৰু সেইদৰে সমুদায় উৎপাদন বিক্ৰীও কৰা হ'ব। অজস্ৰ বিধ উৎপাদনৰ ঠাইত মাত্ৰ সীমাবদ্ধ কেইবিধমান সামগ্ৰীৰ উৎপাদন হেতু এনে উৎপাদন আৰু বিক্ৰীৰ নিশ্চয়তা দিয়ে। অৰ্থাৎ উৎপাদন আৰু বিক্ৰী বিষয়ত উল্লেখিত বৈশিষ্ট্যই সহজ আৰু সৰল কৰে।



(৫) **যান্ত্ৰিকীকৰণ (Machinisation)** ঃ উৎপাদনৰ সকলো স্তৰ বা প্ৰক্ৰমত যন্ত্ৰৰ ব্যৱহাৰে, উৎপাদনৰ গতিবেগ আৰু কৰ্ম-দক্ষতা বৃদ্ধি কৰে। সুমিতিকৰণ বিনে, উৎপাদনৰ সকলো প্ৰক্ৰমতে যন্ত্ৰৰ ব্যৱহাৰ সম্ভৱ নহয়। কাৰণ সুমিতিকৰণৰ পূৰ্ব অৱস্থাত ( before rationalisation ) উৎপাদনৰ বহু প্ৰক্ৰম হাতেৰে সমাধা কৰা হয়, যাৰ ফলত সমূহীয়া উৎপাদন বাধাপ্ৰাপ্ত হয়, উৎপাদনত অপচয় হয়, আৰু দীৰ্ঘসূত্ৰীতা আহে।

(৬) **প্ৰকল্পৰ নৱীকৰণ (Modernisation of Plant)** ঃ পুৰণি, অপ্ৰচলিত আৰু অচল যন্ত্ৰ-পাতি আঁতৰাই প্ৰকল্পত আধুনিক যন্ত্ৰ-পাতিৰ পুনৰ সংস্থাপন কৰা সুমিতি বা পৰিমিতিকৰণৰ আন এক অন্যতম বৈশিষ্ট্য।

(৭) **বৈজ্ঞানিক পদ্ধতিত পৰিচালনা ( Management on Scientific System )** ঃ প্ৰাচীন পৰম্পৰাগত উৎপাদন পদ্ধতিৰ অৱসান ঘটাই বৈজ্ঞানিক ভিত্তিত, বিভিন্ন উদ্যোগ গোট একত্ৰিত কৰি—উৎপাদন কাৰ্য্য সম্পাদন কৰাটো সুমিতিকৰণৰ চৰিত্ৰ। সুমিতিকৰণৰ অন্যান্য উৎপাদন সমূহৰ কাৰ্য্যদক্ষতাৰ প্ৰয়োজনীয়তাৰ দৰেই পৰিচালনা বিষয়তো সুদক্ষ পৰিচালনৰ প্ৰয়োজন অপৰিহাৰ্য্য। অন্যহাতে এই বিষয়টি অধিক গুৰুত্বপূৰ্ণ।

(৮) **অনুসন্ধান আৰু গৱেষণা ( Survey and Research )** ঃ উৎপাদন আৰম্ভ কৰাৰ আগতেই উদ্যোগত উৎপাদন কৰিব লগা সম্ভাৱ্য বাবে বজাৰ অনুসন্ধান বা জৰীপ কাৰ্য্য সম্পন্ন কৰা প্ৰয়োজন। বজাৰ অনুসন্ধানে বিভিন্ন দিশত পৰিসংখ্যাৰ যোগান ধৰে। কিমান সামগ্ৰী লাগিব, তাৰ গুণগত মান কেনে হ'ব, কি পৰিমাণৰ সামগ্ৰী লাগিব পাৰে, কিমান ধৰণৰ লাগিব, সেই সামগ্ৰীৰ নিচিনা অন্য কোনো সামগ্ৰী বজাৰত প্ৰচলন আছে নে নাই ইত্যাদি সম্পৰ্কে পূৰ্ণ বিৱৰণ

অনুসন্ধানৰ দ্বাৰা পাব পাৰি। উক্ত বিৱৰণ বা প্ৰতিবেদনৰ ওপৰত নিৰ্ভৰ কৰি মিতব্যয়ী হিচাপে সামগ্ৰী উৎপাদন কৰিব পাৰি আৰু সমূহীয়া বণ্টনৰ ব্যৱস্থাও সহজ ভাৱে কৰিব পাৰি। বজাৰ অনুসন্ধানৰ ওপৰত নিৰ্ভৰ কৰি উৎপাদন আঁচনি কাৰ্য্যকৰী কৰিব পাৰি।

এনে ভাৱেই ঔদ্যোগিক গৱেষণাও কৰিব পাৰি। যাৰ দ্বাৰা উৎপাদনৰ বিভিন্ন প্ৰক্ৰিয়া সৰলীকৰণ কৰিব পাৰি, যিটোৱে উৎপাদন পদ্ধতি সহজসাধ্য কৰি তোলে।

(৯) দক্ষ শ্ৰমিক ( **Skilled Labour** ): উদ্যোগত উৎপাদনৰ সকলো প্ৰক্ৰিয়াকে অৰ্থাৎ ক্ষুদ্ৰতম প্ৰক্ৰিয়ালৈকে যান্ত্ৰিকীকৰণ কৰা আৰু পৰম্পৰাগত পদ্ধতিৰ অৱসান ঘটাই নতুন আধুনিক পদ্ধতিৰ প্ৰৱৰ্তন কৰা কাৰ্য্যই উদ্যোগত কাম কৰা সকলো শ্ৰমিক-কৰ্মীক সুদক্ষ বা পাৰ্গত ৰূপে গঢ়ি তুলিব। কাৰণ যন্ত্ৰ-পাতি পৰিচালন কেৱল পটু কৰ্মীৰদ্বাৰাহে সম্ভৱ হয়। সেয়ে কৰ্মীৰ বিভিন্ন দিশত প্ৰশিক্ষণ সুমিতিকৰণৰ এক আৱশ্যকীয় বিষয় আৰু প্ৰশিক্ষণ প্ৰাপ্ত কৰ্মীয়েহে কেৱল উদ্যোগত নিযুক্তি পোৱা অথবা নিযুক্তি হোৱা বিষয়টিও সুমিতিকৰণৰ আন এটি লক্ষণ।

(১০) বিত্ত ( **Finance** ): সুমিতিকৰণৰ পূৰ্ব অৱস্থা আৰু সুমিতিকৰণৰ পৰৱৰ্তী অৱস্থাৰ মাজত বহু বৈষম্য পৰিলক্ষিত হয়। সুমিতিকৰণৰ পৰৱৰ্তী অৱস্থাত উদ্যোগত মূলধন কোনো বিভাগতেই আটক হৈ নাথাকে ; যিটো সুমিতিকৰণৰ পূৰ্ব অৱস্থাত সৰ্বদায় ঘটে। মূলধনৰ গতিশীলতাই, অৰ্থাৎ আৱৰ্তন ( Turn Over ) হাৰে উপাৰ্জনৰ মাত্ৰা বৃদ্ধি কৰে। তাৰ উপৰি সকলো বিষয়তে অনাৱশ্যকীয় খৰচ সমূহৰ হ্ৰাস কৰণ কৰা হয়, যাতে উদ্যোগ অতিৰিক্ত মূলধনীকৰণ ( Over Capitalisation ) নাইবা নিম্ন মূলধনীকৰণ (Under Capitalisation ) নহয়।



(১১) সামাজিক আৰু মানৱীয় উদ্দেশ্য ( **Social and human objective** ): পূৰ্বে উল্লেখ কৰি অহা হৈছে যে সমূহীয়া উৎপাদন সৰ্বদায় সমূহীয়া ব্যৱহাৰৰ ওপৰত নিৰ্ভৰশীল, সেয়ে কেৱল উদ্যোগৰ মিতব্যয়িতাৰ প্ৰতিয়েই লক্ষ্য ৰখা নহয়, সামাজিক আৰু মানবীয় বিষয়-বস্তুৰ প্ৰতিও দৃষ্টি ৰখাটো সুমিতিকৰণৰ প্ৰয়োজনীয় দিশ। সুমিতিকৰণৰ পাচত উদ্যোগৰ সমৃদ্ধিৰ অংশৰ পৰা শ্ৰমিক কৰ্মী যাতে বঞ্চিত নহয় তাৰ প্ৰতি লক্ষ্য ৰখাও মানৱীয় উদ্দেশ্য। উৎপাদিত সামগ্ৰীৰ ব্যৱহাৰকে যাতে সময় অনুযায়ী সুলভ মূল্যত প্ৰয়োজনীয় পৰিমাণৰ বস্তু সংগ্ৰহ কৰিবলৈ সুযোগ পায়, তাৰ প্ৰতি সতৰ্ক হোৱাও সুমিতিকৰণৰ ঘাই উদ্দেশ্য। ইয়াৰ উপৰি, উদ্যোগৰ প্ৰতিটো আঁচনি বা কাৰ্য্য-সূচী এনে এটা গতি-বেগত প্ৰয়োগ কৰা দৰ্কাৰ যাতে আঁচনি বা কাৰ্য্য-সূচী ৰূপায়ণৰ ফলত নিৱনুৱাৰ সংখ্যা আকস্মিকভাৱে বৃদ্ধি নাপায়।

(১২) সময় উপাদান ( **Time factor** ): সুমিতিকৰণৰ শেষ আৰু বিশেষ বিষয়টি হ'ল—সময়ৰ সদ্ব্যৱহাৰ। সময় অপচয় নোহোৱাকৈ উৎপাদন কৰা, সময়মতে উৎপাদিত সামগ্ৰী বজাৰকৰণ কৰা অৰ্থাৎ চাহিদা অনুসৰি যোগান ধৰা, আৰু সময়মতে গ্ৰাহকৰ হাতত বস্তু পেলাবগৈ পৰাটোৱেই সুমিতিকৰণৰ এক বিশেষ বৈশিষ্ট্য ; যাৰ ফলত, সামগ্ৰীৰ মূল্য উঠা নমা নহয়, বজাৰত সামগ্ৰীৰ দুষ্প্ৰাপ্য নহয়। এই উপাদানে সুমিতিকৰণ কৰা উদ্যোগ গোটৰ স্থায়ীত্ব নিশ্চিত কৰে।

সুমিতিকৰণ আৰু বৈজ্ঞানিক পৰিচালনা ( **Rationalisation and Scientific Management** ): উভয় বিষয়তে লক্ষ্য আৰু উদ্দেশ্য প্ৰায় অনুৰূপ। উভয়ৰে উদ্দেশ্য হৈছে—সংগঠন আৰু কাৰ্য্যকাৰিতাত বিজ্ঞানসন্মত প্ৰদ্ধতিৰ প্ৰয়োগ যাতে উদ্যোগৰ উৎপাদিকা শক্তি বৃদ্ধি পায়, যাতে কৰ্ম-নৈপুণ্য বৃদ্ধি পায় আৰু যাতে জনশক্তি

আৰু সম্পদৰ চৰম ব্যৱহাৰ হয়। সেয়ে একালত সুমিতিকৰণ শব্দ বৈজ্ঞানিক পৰিচালনাৰ প্ৰতিশব্দ হিচাপে ব্যৱহাৰ কৰা হৈছিল। যদি উভয়ৰ ভিতৰত কিছুমান বিষয়ত সাদৃশ্য আছে, তথাপি উভয়ৰ মাজ কেইটামান মৌলিক পাৰ্থক্যও পৰিলক্ষিত হয়।

প্ৰথম—ঔদ্যোগিক সমস্যা সমাধানৰ ক্ষেত্ৰত উভয় বিষয়ৰে দৃষ্টি ভংগীৰ বৈষম্য। সুমিতিকৰণৰ কাৰ্য্য-ক্ষেত্ৰ ( Scope ) অথবা কাৰ্য ক্ৰমণিকাৰ পৰিসৰ, বৈজ্ঞানিক পৰিচালনাতকৈ অধিক বিস্তাৰিত।

সুমিতিকৰণ বা পৰিমিতিকৰণৰ উৎপাদনৰ ( Production ) লগত ব্যৱহাৰৰ ( Consumption ) এটা সমীকৰণৰ ( Adjustment ) কথা আছে, যাৰ দ্বাৰা চাহিদা আৰু যোগানৰ ক্ষমতা স্থাপন কৰিবলৈ বিচৰা হয়। এই বিষয়টিয়ে আন এটি বিষয়ৰ সম্ভেদ দিয়ে, সি হ'ল— উদ্যোগৰ মাজত 'সংমিশ্ৰণ' অথবা 'সমিলমিল'। উদ্যোগৰ মাজত 'সংমিশ্ৰণ' অথবা 'একত্ৰিকৰণ'ৰ ব্যৱস্থা নাথাকিলে উক্ত সমীকৰণ সম্ভৱ নহয়। সেয়ে পৰিমিতিকৰণে যিকোনো উদ্যোগৰ বিভিন্ন গোটৰ মাজত সংমিশ্ৰণ বা একত্ৰিকৰণ কৰে, প্ৰতিযোগিতাৰ বিলোপ-সাধন কৰে, বিতৰণ ব্যৱস্থাত মিতব্যয়ীতা আহৰণ কৰে, বস্তুৰ মূল্যমান সুস্থিৰ কৰে আৰু বিভিন্ন উদ্যোগৰ মাজত এক সংযোগী মনোভাব গঢ়ি তোলে।

বৈজ্ঞানিক পৰিচালনা যোগান আৰু চাহিদাৰ সমীকৰণৰ লগত জড়িত নহয়। ই কেৱল যি কোনো উদ্যোগৰ এটি স্বতন্ত্ৰ গোটত হোৱা অপচয় আৰু অনিপুণ কাৰ্য্যকাৰিতাৰ প্ৰতিকাৰৰ অৰ্থে ব্যৱহৃত হয়। আনহাতে সুমিতিকৰণে সামগ্ৰিকভাৱে উদ্যোগৰ অপচয় বন্ধ কৰাৰ কাৰণে কাৰ্য্য কৰে। অৰ্থাৎ সুমিতিকৰণ কোনো এক নিৰ্দিষ্ট ঔদ্যোগিক গোটত প্ৰযোজ্যই নহয়, ই সমগ্ৰ ঔদ্যোগিক গাঁঠনিত প্ৰযোজ্য হয়, আনহাতে বৈজ্ঞানিক পৰিচালনাক যি কোনো ঔদ্যোগিক গোটতেই



প্ৰয়োগ কৰিব পাৰি। দ্বিতীয় সুমিতিকৰণ বা পৰিমিতিকৰণৰ লক্ষ্য আৰু উদ্দেশ্য কেৱল কাৰিকৰী আৰু সাংগঠনিক কাৰ্য্যদক্ষতা বৃদ্ধি কৰাই নহয়, যিটো বৈজ্ঞানিক পৰিচালনৰ মূখ্য বিষয়, ই সকলো বিষয়তে বিশেষকৈ সমূহীয়া উৎপাদিত সামগ্ৰীৰ মূল্য সুলভকৰণ, বিত্তীয় ব্যৱস্থা, বণ্টন, যাতায়াত, ব্যৱসায়, পণ্যাগাৰ, প্ৰচাৰ, আৰু অন্যান্য মানৱীয় বিষয় বস্তুৰ ওপৰতো বিচাৰ-বিবেচনা ৰাখিব লাগে। তৃতীয় সুমিতি-কৰণদ্বাৰা উদ্যোগত উৎপাদিত সামগ্ৰীৰ বিবিধতা হ্ৰাস কৰা হয়, সামগ্ৰী আৰু যন্ত্ৰ-পাতিৰ মান নিৰ্ধাৰণ কৰা হয়, উৎপাদিত সামগ্ৰী আৰু উৎপাদন প্ৰক্ৰমৰ সৰলীকৰণ কৰা হয়, কিন্তু বৈজ্ঞানিক পৰিচালনা কেৱল বৰ্তমান উৎপন্ন বস্তুৰ ( Existing Products ) উৎপাদনৰ নৈপূণ্যতা বৃদ্ধি কৰাৰ অৰ্থেহে পৰিচালিত হয়।

চতুৰ্থ ঔদ্যোগিক গোট সমূহৰ মাজত একত্ৰিকৰণ বা সংমিশ্ৰণ সুমিতিকৰণৰ এক অনিবাৰ্য্য চৰ্ত। সুমিতিকৰণৰ পৰা একত্ৰিকৰণক বিভাজন কৰা নহয়, কিন্তু বৈজ্ঞানিক পৰিচালন বিষয়ত উদ্যোগৰ একত্ৰিকৰণৰ প্ৰশ্ন নুঠে।

পঞ্চম ঃ বৈজ্ঞানিক পৰিচালনা বিশেষকৈ এটা উদ্যোগ গোটৰ ভিতৰত থকা বিভিন্ন বিভাগৰ ( Departments ) মাজত বৈষম্যৰ সামগ্ৰিক সংযোজন, সমন্বয়-সাধন আৰু বিভাগসমূহৰ উন্নতি সাধনত জৰিত হয়, যাতে উৎপাদনৰ কৰ্ম ক্ষমতা বৃদ্ধি পায়। আনহাতে সুমিতি-কৰণে এই সকলোবোৰ, বিভিন্ন সংমিশ্ৰিত বা একত্ৰিত উদ্যোগ গোটৰ মাজত নিষ্পন্ন কৰিব লাগে। ইয়াৰ উপৰিও, উমৈহতীয়া ভাবে কেঁচা সামগ্ৰী ক্ৰয়, বিভিন্ন গোটৰ উৎপাদনৰ পৰিমাণ নিৰ্ধাৰণ, উৎপাদিত সামগ্ৰী বিক্ৰয়, মূল্যমান নিৰ্ণয়, ব্যয়-পদ্ধতি স্থিৰীকৰণ, বজাৰ আৰু অন্যান্য গৱেষণাৰ ফলাফল আৰ্জন কৰা, যাতে কোনো ধৰণৰ ধ্বংস-মুখী প্ৰতিযোগিতা নহয়।

**ষষ্ঠ ঃ** শ্ৰমিক কৰ্মী আৰু পৰিচালক বৰ্গৰ কৰ্মদক্ষতা বৃদ্ধিৰ বাবে সংগঠন আৰু পৰিচালনাত, বৈজ্ঞানিক পৰিচালন পদ্ধতিৰ প্ৰয়োগ কৰা হয়। ই সময় আৰু গতিবেগ অধ্যয়ন আৰু কৰ্মীৰ বিজ্ঞানসন্মত বাছনিৰ দ্বাৰা সম্ভৱ হয়। বৈজ্ঞানিক পৰিচালনা প্ৰকৃতাৰ্থত এটা উদ্যোগ গোটত পৰিচালন, পৰিদৰ্শন, পৰ্য্যবেক্ষণ আৰু কাৰিকৰী সমস্যা সম্পৰ্কতেই সীমিত থাকে ; যি ক্ষেত্ৰত সুমিতিকৰণ ঔদ্যোগিক গাঁঠনি সংক্ৰান্তৰ সকলো সমস্যাতেই এটা উদ্যোগ হিচাপে পৰিব্যাপ্ত। অৰ্থাৎ সুমিতি-কৰণে এটা উদ্যোগৰ সুপৰিচালনা আৰু শুদ্ধ পথেদি আগবাঢ়ি যোৱাত সহায় কৰে।

মুঠতে কবলৈ গলে—সুমিতিকৰণ যিকোনো এবিধ উদ্যোগৰ সামগ্ৰিকভাবে সকলো সমস্যাতেই জৰিত, য'ত মানৱীয় দৃষ্টিভংগীয়েও ঠাই পায়। আনহাতে বৈজ্ঞানিক পৰিচালনা যিকোনো এটা উদ্যোগ গোটৰ প্ৰকল্পতেই সীমিত থাকে।

এটি উদ্যোগ সুমিতিকৰণ হ'ব পাৰে, কিন্তু তাৰ প্ৰতিটো সুকীয়া গোটে চৰম কৰ্ম নৈপূণ্য আহৰণ কৰিবলৈ হ'লে বৈজ্ঞানিক পৰিচালন পদ্ধতিত উদ্যোগ গোটটি চালিত হ'ব লাগিব। সেয়ে উদ্যোগৰ কোনো এটা গোট বৈজ্ঞানিক পৰিচালনাৰ নিৰ্দেশনাত চালিত হয়, সুমিতিকৰণে কোনো এবিধ উদ্যোগ সামগ্ৰিক ভাবে তাৰ নিৰ্দেশনাত পৰিচালিত কৰে।

**সুমিতিকৰণ আৰু জাতীয়কৰণ (Rationalisation and Nationalisation) ঃ** সুমিতিকৰণ আৰু জাতীয়কৰণৰ মাজত ভালেমান পাৰ্থক্য আছে যদিও এটাই আনটোৰ প্ৰতিপক্ষ বা বিৰুদ্ধে নহয়। সাধাৰণতে উদ্যোগ জাতীয়কৰণ হলেও জাতীয়কৃত উদ্যোগতো সুমিতিকৰণ অপৰিহাৰ্য্য। উদ্যোগসমূহৰ মালিকীস্বত্ব ৰাজহুৱা বা ব্যক্তিগত যাৰেই নহওক লাগে, সমূহীয়া উৎপাদনৰ কাৰণে প্ৰয়োজনীয়



বিষয় কেইটা উভয় খণ্ডতেই উপযোগী। সেই বিষয় কেইটি হ'ল—উদ্যোগৰ পৰিচালনা, মান-নিৰ্ধাৰণ, শ্ৰম শক্তি সংগঠন আৰু কাৰিকৰী দিশৰ পূৰ্ণ পৰ্য্যায়ৰ সংগঠন।

উভয় বিষয়ৰ (সুমিতিকৰণ আৰু জাতীয়কৰণ) উদ্যোগেই মিতব্যয়িতাৰ ক্ষেত্ৰত সন্মুখীন হোৱা সমস্যাসমূহ নিৰাকৰণ কৰাৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰে। ব্যক্তিগত খণ্ডৰ উদ্যোগত যিদৰে সুমিতিকৰণৰ প্ৰয়োজন হয়, ঠিক একেদৰেই ৰাষ্ট্ৰীয় উদ্যোগতো যুক্তিযুক্ত ভিত্তিত পৰিচালনা হোৱাটো একান্তই বাঞ্ছনীয়।

**সুমিতিকৰণ আৰু জাতীয়কৰণৰ পাৰ্থক্যসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ ( Rationalisation and Nationalisation Distinguished ) ঃ**

**প্ৰথম ঃ** উদ্যোগৰ কৰ্ম নৈপুণ্য বৃদ্ধিৰ হকে, আৰু অপচয় আৰু প্ৰতিদণ্ডিতা অৱলোপ কৰিবৰ কাৰণে সুমিতিকৰণক প্ৰয়োগ কৰা হয়। অৰ্থাৎ সুমিতিকৰণ এক প্ৰক্ৰিয়া, যাৰদ্বাৰা উদ্যোগক যুক্তিসংগত দিশত সংগঠন কৰা হয়। আনহাতে জাতীয়কৰণ হৈছে এক ৰাষ্ট্ৰীয় নীতি যাৰদ্বাৰা উদ্যোগসমূহৰ মালিকীস্বত্ব ৰাজহুৱা স্বাৰ্থৰ খাতিৰতেই ৰাষ্ট্ৰৰ হাতলৈ হস্তান্তৰ কৰা হয়। জাতীয়কৰণৰ উদ্দেশ্য হ'ল, ব্যক্তিগত খণ্ডৰ উদ্যোগসমূহৰ অতিমাত্ৰা লাভ অৰ্জনৰ অভিপ্ৰায় বন্ধ কৰি, নাইবা জাতিক শোষণ কৰাৰ কু-অভিপ্ৰায় বন্ধ কৰি, জাতীয় স্বাৰ্থৰ হকে উদ্যোগক পৰিচালনা কৰা।

**দ্বিতীয় ঃ** সুমিতিকৰণে কোনো উদ্যোগৰ পৰিচালনা আৰু নিয়ন্ত্ৰণৰ দায়িত্ব হস্তান্তৰ নকৰে, কেৱল উদ্যোগৰ কাৰ্য্যকাৰিতা সমৃদ্ধিৰ হকে কাৰ্য্য কৰে, আনহাতে জাতীয়কৰণে ব্যক্তিগত খণ্ডৰ উদ্যোগক ৰাষ্ট্ৰায়ত্ত কৰি তাৰ পৰিচালনা চৰকাৰৰ হাতত ন্যস্ত কৰে।

**তৃতীয় ঃ** সুমিতিকৰণৰ লক্ষ্য হ'ল—ব্যক্তিগত খণ্ড উদ্যোগৰ

আসোঁৱাহ ( ills ) সমূহৰ নিৰাময় (cure) কৰা। আনহাতে জাতীয়-
কৰণৰ উদ্দেশ্য হ'ল ব্যক্তিগত খণ্ড উদ্যোগৰ আসোঁৱাহসমূহৰ প্ৰতিকাৰ
কৰাৰ উপৰিও উদ্যোগক ৰাষ্ট্ৰীয় খণ্ডলৈ পৰিবৰ্তন কৰি ৰাষ্ট্ৰায়ত্ত কৰা।
**সুমিতিকৰণ আৰু সংযোজন ( Rationalisation and combi-**
**nation ) ঃ** সুমিতিকৰণ আৰু সংযোজনক কেতিয়াবা কেতিয়াবা
এটা আনটোৰ প্ৰতিশব্দ (Synonym) বুলি ভবা হয়। একে উদ্যোগৰ
বিভিন্ন গোটসমূহক এটা উমৈহতীয়া কৰ্তৃপক্ষৰ ( Common Autho-
rity ) অধীনলৈ অনাটো সুমিতিকৰণৰ কাৰণেই প্ৰয়োজনীয় বিষয়।
তথাপিও উভয়ৰ মাজত কেইটামান বৈষম্য লক্ষ্য কৰা যায়।
সুমিতিকৰণৰ উদ্দেশ্য হৈছে একে উদ্যোগৰ ভিন ভিন গোটসমূহৰ
মাজত সংমিশ্ৰণ বা একত্ৰিকৰণ কৰা, যাতে অপচয় আৰু উৎপন্ন বস্তুৰ
মূল্য হ্ৰাস পায়, যাতে অসুস্থ প্ৰতিযোগিতাৰ বিলোপ ঘটে, যাৰফলত
উদ্যোগৰ কৰ্মচাৰী শ্ৰমিক আৰু সাধাৰণ গ্ৰাহকে সস্তা দামত বস্তু ক্ৰয়
কৰিবলৈ সুযোগ পায়। আনহাতে সংযোজনৰ উদ্দেশ্য হৈছে—নিজৰ
ভিতৰত ধ্বংসমুখী প্ৰতিযোগিতাৰ বিলোপ সাধন কৰা, যাতে উৎপন্ন
সামগ্ৰীৰ মূল্য উচ্চ হাৰত সুৰক্ষা কৰিব পাৰি আৰু যাতে উদ্যোগ পক্ষৰ
লাভৰ পৰিমাণ চক্ৰবৃদ্ধি হাৰত বৃদ্ধি পায়।
অৱশ্যে সুমিতিকৰণ আৰু সংযোজন দুয়োটা ক্ষেত্ৰতে অসুস্থ
প্ৰতিযোগিতাৰ কথা কোৱা হৈছে; কিন্তু উভয়ৰ মাজত সততাৰ প্ৰশ্ন
লুকাই আছে। সুমিতিকৰণে প্ৰতিযোগিতা বিলোপ সাধন কৰাৰ
উদ্দেশ্য হৈছে যাতে, কৰ্মী আৰু জনসাধাৰণ সকলোৱেই সুলভ মূল্যত
মান বিশিষ্ট বস্তু ক্ৰয় কৰিবলৈ পায়; এনে উদ্দেশ্যক উদ্যোগ, কৰ্মী আৰু
জনসাধাৰণৰ মঙ্গলৰ কাৰণে কৰা হেতু সৎ উদ্দেশ্য বুলি ধৰা হয়।
আনহাতে সংযোজনত প্ৰতিযোগিতা বিলোপ সাধন কৰাৰ উদ্দেশ্য হ'ল
অসৎ, যিহেতু উদ্যোগ কৰ্তৃপক্ষৰ মাত্ৰাধিক লাভ অৰ্জনৰ অসদভিপ্ৰায়,



চৰিতাৰ্থ কৰিবলৈহে এই পদ্ধতি অৱলম্বন কৰে। অৰ্থাৎ এনে
সংযোজনদ্বাৰা ব্যৱসায়ত একচেটিয়া প্ৰাধিকাৰ সাব্যস্ত কৰিবলৈহে
প্ৰচেষ্টা কৰা দেখা যায়।

এই সন্দৰ্ভত সুমিতিকৰণৰ উৎকৃষ্ট দৃষ্টান্ত হৈছে এছ'ছিয়েটেড
চিমেণ্ট কোম্পানী লিমিটেড'ৰ ( Associated Cement Co. Ltd. )
সংগঠন। এই সংযোজন হৈছিল দ্বিতীয় মহাসমৰৰ পূৰ্বত। উদ্দেশ্য
আছিল—কড়াল উদ্যোগক ( Cement Industry ) ধ্বংসৰ পৰা
পৰিত্ৰাণ কৰা। সুমিতিকৰণৰ সকলো আঁচনি আৰু কাৰ্য্য-সূচীৰ
অন্তৰালত সৎ উদ্দেশ্য নিহিত থাকে; যিটো সংযোজনৰ ক্ষেত্ৰত প্ৰযোজ্য
নহয়।

সেয়ে চৰকাৰে উদ্যোগত সংযোজন বিষয়টি কাৰ্য্যকৰী কৰিবলৈ
যোৱাৰ আগতে চৰকাৰে তাৰ আঁচনি আৰু কাৰ্য্য-সূচীৰ প্ৰতি দৃষ্টি
ৰাখিব লাগে।

**সুমিতিকৰণ সা-সুবিধাসমূহ ( Advantages ) ঃ** সুমিতিকৰণৰ
যথোপযুক্ত প্ৰয়োগে নিম্নোল্লিখিত সুযোগ সুবিধাখিনি দাবী কৰে।

(১) সুমিতিকৰণে একত্ৰিকৰণৰদ্বাৰা ধ্বংসমুখী প্ৰতিযোগিতা বন্ধ
কৰে আৰু এনে পদ্ধতিয়ে উদ্যোগলৈ সুস্থিৰতা আনে। চাহিদা
অনুপাতে উৎপন্ন সামগ্ৰীৰ যোগান ধৰা ব্যৱস্থাই সামগ্ৰীৰ মূল্যমান
সুস্থিৰ কৰি ৰাখে।

(২) কোনো এটা উদ্যোগৰ সমজাতীয় উদ্যোগ গোটৰ মাজত
কেন্দ্ৰীয় ক্ৰয় পদ্ধতিৰ প্ৰয়োগে কেঁচা সামগ্ৰী ইন্ধন, সা-সঁজুলি, আহিলা-
পাতি, ভঁড়াল আদিৰ ক্ৰয় মূল্য হ্ৰাস কৰে আৰু এইবোৰৰ যাতায়াতি
খৰচো কম হয়। তদুপৰি কাৰ্য্যালয়ৰ দিশত এটা স্বাধীন ক্ৰয় বিভাগ
পৰিচালনা ব্যৱস্থাৰ অৱলোপ ঘটাই ব্যয়ৰ অনুপাত হ্ৰাস কৰা হয়।
ঠিক একেদৰেই কেন্দ্ৰীয় বিক্ৰী বিভাগৰ ব্যৱস্থাপনাই অনাৱশ্যকীয় মধ্য

স্বত্ব-ভোগীৰ ( Middlemen ) অৱসান ঘটোৱা হয়। এই শিতানত হোৱা সঞ্চয় উলাই কৰা বিধৰ নহয়।

(৩) আধুনিক যন্ত্ৰ-পাতিৰে সুসজ্জিত উদ্যোগত উৎপাদনৰ সকলো শিল্প-প্ৰক্ৰিয়া যান্ত্ৰিকীকৰণ ( Mechanisation ) কৰাৰ পাছত, শ্ৰমিক কৰ্মীৰ প্ৰশিক্ষণৰদ্বাৰা কৰ্ম নৈপূণ্য বঢ়াৰ বাবে উৎপাদন আৰু যন্ত্ৰ-পাতিৰ মানদণ্ড নিৰ্ধাৰণ আৰু বিশেষীকৰণ আৰু জটিল উৎপাদন প্ৰক্ৰমত অৱলোপ কৰি সৰলীকৰণ কৰাৰ কাৰণে—সমূহীয়া উৎপাদন সম্ভৱ হয়, ফলত উৎপাদন ব্যয় হ্ৰাস পায়, যিটোৱে পুনৰ উৎপন্ন দ্ৰব্যৰ বিক্ৰী মূল্য নিম্নতৰ কৰে। এই ব্যৱস্থাৰ সদ্ব্যৱহাৰে উৎপাদক বিক্ৰীদাৰ আৰু গ্ৰাহক সকলোলৈকে নিজস্ব দিশত নানান সুযোগ বহন কৰি আনে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল—প্ৰচুৰ উৎপাদন, বৃহৎ উৎপাদিকা শক্তি, অপচয় হ্ৰাস, চৰম কাৰ্য্য দক্ষতা আদি উৎপাদকলৈ আনে, মধ্যস্বত্বভোগীৰ অৱলোপ সাধনে বিক্ৰীদাৰক প্ৰত্যক্ষভাবে উৎপাদকৰ লগত সংযোগ ঘটায়, ফলত কম মূলধনেৰে কম পৰিমাণৰ উৎপন্ন সম্ভাৰ ক্ৰয় কৰি সহজে ব্যৱসায় কৰিবলৈ সুযোগ দিয়ে। আনহাতে মধ্যস্বত্বভোগীৰ লাভৰ অংশ ৰাহি হোৱাত বিক্ৰীদাৰৰ লাভৰ পৰিমাণ অলপ বৃদ্ধি পায়। গ্ৰাহকে সস্তাতে ভাল গুণ-মানৰ উৎপন্ন সম্ভাৰ ক্ৰয় কৰিব পাৰে আৰু সেয়ে গ্ৰাহকৰ ক্ৰয় ক্ষমতাও বৃদ্ধি পায়।

(৪) বিত্তৰ ক্ষেত্ৰত সুমিতিকৰণে এটা উদ্যোগৰ বিভিন্ন উদ্যোগ গোটৰ কেন্দ্ৰীভূত ব্যৱস্থাৰ কাৰণে অধিকাংশ মূলধন সংগ্ৰহ কৰাত সহায়ক হয়। কাৰণ, সুমিতিকৰণে উদ্যোগৰ উৎপাদনৰ বিভিন্ন শিতানত ( Head ) হোৱা খৰচ আৰু উপহিত খৰচৰ ( Over head Exp ) মাত্ৰা হ্ৰাস কৰে, যাৰবাবে বিভিন্ন শিতানত ৰাহি হোৱা অৰ্থ মূলধন হিচাপে প্ৰয়োগ কৰিবলৈ সুবিধা হয়। ইয়াৰ উপৰিও, উৎপন্ন দ্ৰব্যৰ বিক্ৰী ত্বৰান্বিত হোৱা হেতু মূলধনৰ আৱৰ্তন ( Turnover ) বৃদ্ধি



পায়। আনহাতে বিভিন্ন উদ্যোগ গোটৰ কেন্দ্ৰীভূত ব্যৱস্থা হেতু ঋণ সংগ্ৰহ কৰাও স্বাভাৱিকতে সহজ হয়।

(৫) ব্যৱসায়িক দিশত সুমিতিকৰণে বহু খৰচৰ লাঘৱ কৰে। উৎপন্ন দ্ৰব্যৰ বাবে প্ৰয়োজনীয় প্ৰচাৰ বা বিজ্ঞাপন, এক উদ্যোগ হিচাপে কৰা হেতু খৰচ হ্ৰাস পায়। সামগ্ৰীৰ সামূহীয়া পৰিবহণে বন্টন খৰচ হ্ৰাস কৰে আৰু উন্নত মানৰ সামগ্ৰীৰ বিক্ৰী ক্ষিপ্ৰতৰ হোৱা হেতু ভঁড়াল অন্য আনুষংগিক খৰছ হ্ৰাস পায়। উৎপন্ন বস্তুৰ বিবিধতা হ্ৰাস কৰা হেতু পৰিবহণ, টোপোলা বন্ধা আদি কাৰ্য্য সহজ হয়।

(৬) সুমিতিকৰণৰ ফলত কৰ্মীসকলৰ কৰ্ম প্ৰেৰণা বৃদ্ধি পায়, কাৰণ উদ্যোগৰ যান্ত্ৰিক উন্নতিয়ে কৰ্মৰত অৱস্থাৰ উন্নতি সূচায়, কাৰখানাত ভাল পৰিবেশৰ সৃষ্টি কৰে, শ্ৰমিকলৈ কল্যাণমূলক কামৰ সুযোগ আগবঢ়ায়। বৈজ্ঞানিক পৰিচালন পদ্ধতিৰ প্ৰয়োগে উক্ত অৱস্থাৰ উন্নতি নিশ্চিত কৰে, যিহে কৰ্মীক শিল্প নৈপূণ্য চৰম স্তৰলৈ লৈ যায় আৰু প্ৰগতিবাদী নীতি গ্ৰহণ কৰিবলৈ অনুপ্ৰেৰণা দিয়ে। পৰিণতিত উদ্যোগক ফলদায়ক কৰি গঢ়ি তোলে।

(৭) সুমিতিকৰণৰ পৰিকল্পিত উৎপাদন ব্যৱস্থাই অৰ্থাৎ উৎপাদন আঁচনিয়ে অতিৰিক্ত উৎপাদনৰপৰা উদ্যোগক ৰক্ষা কৰে আৰু অপচয়ৰ পৰা হাত সকৰায়।

(৮) সুমিতিকৰণে এটা উদ্যোগক নিজস্ব নীতি অৱলম্বন কৰিবলৈ সুযোগ দিয়ে। যুক্তিসংগত আৰু ন্যায়সংগত ভিত্তিত এটা উদ্যোগ সংগঠিত হবলৈ সমৰ্থৱান কৰি গঢ়ি তোলে।

(৯) সৰ্বশেষত উদ্যোগত সকলো প্ৰকাৰৰ গৱেষণা, অনুসন্ধান জৰীপ আদিৰ কাৰণে উদ্যোগৰ বিভিন্ন গোটে কৰিব লগা খৰচ উমৈহতীয়া ভিত্তিত হোৱা কাৰণে, খৰচৰ পৰিমাণ হ্ৰাস পায়। কম খৰচত গৱেষণাৰ অধিক বিষয় বস্তু সংগ্ৰহ কৰিব পাৰে যিটো ক্ষুদ্ৰ ক্ষুদ্ৰ উদ্যোগ

গোটৰ কাৰণে সম্ভৱপৰ নহয়। এটা উদ্যোগৰ বিভিন্ন উদ্যোগ গোট-সমূহে নিজাকৈ গৱেষণা বা অনুসন্ধান কাৰ্য্য পৰিচালনা কৰিলে সকলো দিশত, বিশেষকৈ যান্ত্রিক, ৰাসায়নিক, পদাৰ্থ, বজাৰ আৰু মনস্তাত্ত্বিক বিষয়ত নিখুঁতভাৱে কাৰ্য্যকৰী নহয়। সেয়ে কেন্দ্ৰীভূত ব্যৱস্থা বেছি লাভজনক হয়।

**সুমিতিকৰণৰ আসোঁৱাহসমূহ (Ills of rationalisation)**: সুমিতিকৰণে আগবঢ়োৱা সা-সুবিধাসমূহৰ লগত কিছুমান আসোঁৱাহ বা দোষো উত্থাপিত হয়। সেই দোষ ত্ৰুটীসমূহ নিম্নোল্লিখিত ধৰণৰ।

(১) সুমিতিকৰণ বা পৰিমিতি কৰণৰদ্বাৰা সংমিশ্ৰণ বা একত্ৰিকৰণ কৰা মানে সেই উদ্যোগত অথবা সেই উদ্যোগৰ গোটসমূহৰ মাজত একাধিকাৰ ( Monoply ) সাব্যস্ত কৰা, যিটোৱে সামগ্ৰীৰ উৎপাদন আৰু বণ্টন নিয়ন্ত্ৰণ কৰে। এই একাধিকাৰ স্বত্বই কেইজনমান মুষ্টিমেয় উদ্যোগপতিৰ হাতত অৰ্থনৈতিক শক্তি কেন্দ্ৰীভূত কৰাত সহায় কৰে, যি দেশৰ জনসাধাৰণক শোষণ কৰাৰ পথ প্ৰশস্ত কৰে। যিহেতু উক্ত একাধিকৰণৰ জৰিয়তে হোৱা সুমিতিকৰণত এনে কোনো প্ৰতিশ্ৰুতি নাই, যে উদ্যোগৰ সংমিশ্ৰিত প্ৰচেষ্টা জনসাধাৰণৰ স্বাৰ্থৰ হকেই নিয়ন্ত্ৰিত হ'ব। পৃথিৱীৰ বিভিন্ন দিশত যিবোৰ ঔদ্যোগিক সংমিশ্ৰণ বা একত্ৰিকৰণ বৰ্তমানলৈকে হৈছে, সেইবোৰে প্ৰমাণ কৰিছে যে, অৰ্থনৈতিক শক্তি হস্তগত হোৱাৰ লগে লগেই উদ্যোগ সুমিতিকৰণৰপৰা সংযোজনলৈ ( Combination ) পৰিবৰ্তিত হয়, যাক পুনৰ ভংগ কৰিবৰ অৰ্থে ৰাষ্ট্ৰই আইন প্ৰণয়ন কৰিব লগা হয়। এয়াই বুৰঞ্জী।

আনহাতে সুমিতিকৰণৰ সংমিশ্ৰণ বা একত্ৰিকৰণে অঞ্চল ভিত্তিত বা দেশ-ভিত্তিত এটা উদ্যোগৰ বিভিন্ন গোটৰ মাজত হ'ব লগা প্ৰতি-যোগিতাৰ অৱসান ঘটাব পাৰে ; কিন্তু সেই উদ্যোগৰ উৎপন্ন সম্ভাৰে আঞ্চলিক প্ৰতিযোগিতা নথকাৰ ফলত আন্তৰ্জাতিক বজাৰত তীব্ৰ প্ৰতিযোগিতাৰ ( Keen competition ) সন্মুখীন হ'ব লগা হয়।



(২) সুমিতিকৰণৰ আন এটা মৌলিক দোষ হ'ল—নিবনুৱা সৃষ্টি। কাৰণ সকলো স্তৰতে মজত্নৰৰপৰা পৰিচালক বৰ্গলৈকে, উদ্যোগৰ পুনৰ সংগঠনৰ ফলত সংস্থানচ্যুত হোৱাটো তেনেই স্বাভাৱিক। যিহেতু সুমিতিকৰণে উদ্যোগৰ, সকলো স্তৰত যান্ত্রিকীকৰণ কৰে, যন্ত্ৰ পাতিৰ আধুনিকীকৰণ কৰে, উৎপাদন নিয়ন্ত্ৰণ কৰে আৰু অনুৎপাদক গোট-সমূহ বন্ধ কৰি দিয়ে। তেনে অৱস্থাত কেৱল প্ৰশিক্ষণ প্ৰাপ্ত শ্ৰমিক কৰ্মীকহে নিযুক্তি দিয়া হয়। উল্লেখিত সকলো অৱস্থাই শ্ৰমিক, কৰ্ম-চাৰীক কৰ্ম সংস্থান হীন কৰে। ইয়াৰ উপৰিও প্ৰতিযোগিতা বন্ধ হোৱাৰ লগে লগে কিছুমান অন্তৰীণ কৰ্মচাৰী কৰ্মহীন হয়। মুঠতে, সকলো পৰ্য্যায়তে শ্ৰমিক কৰ্মী আৰু কৰ্মচাৰী সংস্থানচ্যুত হোৱা দেখা যায়। পৰিচালনাৰ পুনৰ সংগঠনেও বহু কৰ্মচাৰীক কৰ্মহীন কৰে।

উদ্যোগত নিয়োজিত শ্ৰমিক কৰ্মী, কৰ্মচাৰীসকলৰ কৰ্ম নৈপুণ্য বৃদ্ধি কৰি তেওঁলোকক পৰোক্ষ ভাৱে শোষণ কৰা হয়। কাৰণ তেওঁ-লোকৰ পৰিশ্ৰম অনুপাতে যি উৎপাদিকা শক্তি বৃদ্ধি হৈ উদ্যোগত উপাৰ্জনৰ পৰিমাণ বাঢ়ে, সেই অনুপাতে শ্ৰমিক কৰ্মীক পাৰিতোষিক কেতিয়াও বৃদ্ধি কৰি দিয়া নহয়। অৰ্থাৎ শ্ৰম আৰু মূলধনৰ অনুপাত কেতিয়াও সমান হাৰৰ নহয়।

স্থায়ী বা অস্থায়ী যি ভিত্তিতেই নহওক, মুঠতে নিবনুৱা সৃষ্টি হোৱাটো প্ৰায় নিশ্চিত, আৰু বিশেষকৈ কাৰিকৰ, অপটু কৰ্মী আৰু কৰ্মীৰ ক্ষেত্ৰত ই অধিক প্ৰযোজ্য হয়।

অন্যহাতে, উদ্যোগৰ সম্প্ৰসাৰণ নাইবা সম্প্ৰসাৰিত উৎপন্ন সামগ্ৰীৰ তুলনাত কৰ্ম সংস্থান নোলায়, ফলত সুমিতিকৰণে উদ্যোগত কৰ্ম সংস্থানৰ ক্ষেত্ৰত এক প্ৰতিৰোধৰ ভূমিকাহে পালন কৰে।

(৩) সুমিতি কৰণে, অচল আৰু অপ্ৰচলিত যন্ত্ৰ-পাতিৰ অৱলোপ ঘটায়, তাৰ ঠাইত, আধুনিক আৰু স্বয়ং চালিত (Automatic) যন্ত্ৰ-পাতিৰ সংস্থাপন কৰে ; আৰু সমগ্ৰ উদ্যোগৰ প্ৰকল্পটি (Plant) পুনৰ সংগঠন কৰে।

উদ্যোগৰ পুনৰ সংগঠনে বৃহৎ মূলধনৰ বিনিয়োগ ঘটায়, যিটো উদ্যোগৰ কাৰণে সম্ভৱ নহ'ব পাৰে, তথাপি বিনিয়োগ হোৱাৰ পাছত উদ্যোগটি অতিৰিক্ত মূলধনীকৰণ (over capitalisation) হ'ব পাৰে। সংকট কালত এনে উদ্যোগ ওপৰ গধুৰ (Top heavy) হৈ ৰ'ব নোৱাৰা বোজাত পৰিণত হয়। বৃহৎ মূলধন বিনিয়োগৰ অৰ্থে যি ঋণ সংগ্ৰহ কৰা হয় তাৰ ওপৰত বহু সুত ভৰিব লগা হয়।

(৪) বৃহৎ সংমিশ্ৰণ বা একত্ৰিকৰণে একচেটিয়া স্বত্ব দিয়াৰ উপৰিও আৰু কিছুমান কুকাৰ্য্য (Ill-practice) কৰিবলৈ, বিশেষকৈ অৰ্থ বিষয়ত প্ৰৰোচিত কৰে। সেই কাৰ্য্যবোৰ হ'ল—ফটকা ব্যৱসায় (Speculation), সংগঠিত সঞ্চালক ব্যৱস্থা, অতিৰিক্ত পুঁজিকৰণ, হিচাপ নিকাচত হাতচালন বা অভিসাধন (Manipulation), উৎপন্ন বস্তুৰ মূল্য উচ্চ হাৰত ৰাখিবলৈ উৎপাদন সীমিতকৰণ কৰা উৎপন্ন সামগ্ৰী নষ্ট কৰি বস্তুৰ দাম অধিক হাৰত সুৰক্ষা কৰা, অথবা উৎপন্ন সামগ্ৰী মজুতকৰণ কৰি বস্তুৰ মূল্য সমৃদ্ধি কৰা, ইত্যাদি।

এই বৃহৎ সংমিশ্ৰিত উদ্যোগ ব্যৱস্থাই সৃষ্টি কৰা কলুষিত অভ্যাসবোৰে, সাৰ্বজনীন প্ৰশাসন আৰু সাৰ্বজনীন জীৱনলৈও কুফল কঢ়িয়াই আনে।

(৫) সুমিতিকৰণে এটা উদ্যোগৰ বিভিন্ন গোটৰ মাজত উমৈহতীয়া পৰিচালনা আৰু নিয়ন্ত্ৰণ ব্যৱস্থাৰ প্ৰৱৰ্তন কৰে, যিটো সকলো উদ্যোগৰ ক্ষেত্ৰত সম্ভৱপৰ নহয়। কাৰণ, এনে কিছুমান উদ্যোগ আছে যিবোৰৰ উদ্যোগ গোটৰ সংখ্যা অজস্ৰ। তেনে এটা উদ্যোগৰ সকলো ঔদ্যোগিক



গোটৰ মাজত একে ধৰণৰ পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰিব পৰা পৰিচালনীয় প্ৰতিভা কাচিৎহে পোৱা যায়। আনহাতে, পৰিচালনাৰ কাৰণে যদি উদ্যোগৰ সংগঠন ওপৰ গধুৰ (Top heavy) কৰা হয়, তেতিয়াও প্ৰকৃত সমন্বয় আৰু নিয়ন্ত্ৰণৰ অভাৱ ঘটে, ফলত অনুপযুক্ত পৰিচালনাৰ কাৰণে উদ্যোগত লোকচান হয়। সেয়ে, উদ্যোগ বা ব্যৱসায়ত আকাৰৰ স্থূলতাই বা উদ্যোগৰ বৃহৎ আকৃতিয়ে পৰিচালনা প্ৰতিভাবো সমৃদ্ধি ঘটায় বুলি ধৰি লোৱাটো যুক্তিসংগত বিবেচনা নহয়।

(৬) সৰ্বশেষত বৃহৎ সংমিশ্ৰণ বা একত্ৰিকৰণে উদ্যোগলৈ বা ব্যৱসায়লৈ সৰ্বদায় কৰ্মদক্ষতা বা কৰ্ম নৈপুণ্য আহৰণ কৰাৰ প্ৰতিশ্ৰুতি দিব নোৱাৰে।

উল্লেখিত ত্ৰুটী-বিচ্যুতিসমূহৰ পৰিপ্ৰেক্ষিতত সুমিতিকৰণৰ বিপক্ষে উদ্যোগ কৰ্তৃপক্ষই নিম্নোল্লিখিত ধৰণে নিজস্ব মতামত ডাঙি ধৰে।

(১) সুমিতিকৰণে বৃহৎ মূলধন বিনিয়োগৰ পোষকতা কৰে ; কিন্তু প্ৰযুক্ত মূলধনৰ (Working Capital) আকাৰ অনুযায়ী পৰ্য্যাপ্ত লাভৰ (Return) প্ৰতিশ্ৰুতি নিদিয়ে।

(২) উদ্যোগত সুমিতিকৰণৰ নীতি গ্ৰহণ কৰাৰ লগে লগেই ই এক এৰাব নোৱাৰা বিষয় হৈ পৰে। কাৰণ, ভৱিষ্যতলৈ যেতিয়াই কাৰিকৰী উন্নয়ন হ'ব, তেতিয়াই উদ্যোগক পুনৰ গঠনৰ প্ৰয়োজন হয়, যিটো উদ্যোগৰ ক্ষেত্ৰত এক গধুৰ অৰ্থনৈতিক বোজা হৈ পৰে।

ভৱিষ্যতৰ প্ৰতিটো কাৰিকৰী দিশৰ উন্নয়নে উদ্যোগৰ বৰ্তমান উৎপাদন পদ্ধতিৰ (Existing Production System) ওলট-পালট ঘটাব আৰু বৰ্তমান ঔদ্যোগিক গোটসমূহৰ (Existing industrial Units) বিলোপ সাধনে সামগ্ৰিকভাবে ঔদ্যোগিক সংগঠনৰ ক্ষেত্ৰত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিব।

(৩) প্ৰতিটো প্ৰযুক্তি আৰু আভিযান্ত্ৰিক বিষয়ৰ উন্নয়নৰ কাৰণে দীৰ্ঘম্যাদী ( long term ) পুঁজিৰ (Capital) প্ৰয়োজন হয়। দ্বিতীয় অবিহনে সুমিতিকৰণৰ আঁচনি প্ৰবৰ্তন কৰা সম্ভৱ নহয়।

অন্যহাতে শ্ৰমিক আৰু কৰ্মচাৰীয়েও নিম্নোল্লিখিত বিষয়ৰ ভিত্তিত সুমিতিকৰণৰ আঁচনিক প্ৰত্যক্ষভাৱে বিৰোধিতা কৰে।

(১) ই বৃহৎ নিবনুৱা সমস্যাৰ স্পষ্টকৈ সৃষ্টি কৰে।

(২) ই শ্ৰমিক কৰ্মীৰ কৰ্মৰ বোজা ( Work-load ) অতিৰিক্ত কৰে, যাৰ ফলত, কৰ্মীৰ দৈহিক আৰু মানসিক ক্লান্তি বৃদ্ধি পায়।

(৩) দৈহিক আৰু মানসিক কৰ্মৰ বোজা শ্ৰমিক কৰ্মীয়ে অতিৰিক্তকৈ বহন কৰাৰ ফলত যি পৰিমাণৰ উপাৰ্জন উদ্যোগত বৃদ্ধি পায় তাৰ সমানুপাতে শ্ৰমিকসকলক দিয়া নহয়। অৰ্থাৎ উপাৰ্জনৰ সৰহ অংশ কৰ্তৃপক্ষই নিজৰ হাতত ৰাখে।

**ভাৰতবৰ্ষ আৰু সুমিতিকৰণ ( India and Rationalisation ) ঃ**

জাৰ্মান উদ্ভাৱিত সুমিতিকৰণ পদ্ধতিয়ে পশ্চিমীয়া ঔদ্যোগিক দেশসমূহত আন্দোলন হিচাপে স্বীকৃতি আৰু বিস্তৃতি লাভ কৰে; কিন্তু সুমিতিকৰণ বা পৰিমিতি কৰণৰ কাৰ্য্য-ক্ষেত্ৰ ( Scope ) আৰু ৰূপৰ ( Form ) ক্ষেত্ৰত দেশে দেশে বৈষম্য পৰিলক্ষিত হয়। পশ্চিমীয়া দেশৰ এই আন্দোলনে ভাৰতবৰ্ষকো চুই নোযোৱা নহয়; কিন্তু ভাৰতবৰ্ষত এই আন্দোলনৰ ৰূপ বহু খণ্ডৰে খণ্ডিত।

ভাৰতবৰ্ষত সুমিতিকৰণক গ্ৰাহক আৰু শ্ৰমিকসকলে সংযোজন ( Combination ) হিচাপেহে বিবেচনা কৰে। অৰ্থাৎ উৎপন্ন বস্তুৰ দাম উচ্চ হাৰত সুৰক্ষা কৰা আৰু শ্ৰমিকক শোষণ কৰাৰ অস্ত্ৰ বুলি সুমিতিকৰণক ধাৰণা কৰা হয়। আনহাতে উদ্যোগ পক্ষই, ইয়াক সকলো স্তৰতে শ্ৰম লাঘৱকৰ যন্ত্ৰ-পাতিৰ ( Labour-Saving machineries ) সংস্থাপন আৰু শ্ৰম শক্তিক কৰ্তন কৰাৰ উপায় বুলি



ধাৰণা কৰে। অধিকাংশ উদ্যোগকাৰীৰ বাবে, সুমিতিকৰণ মানে মানুহৰ ঠাইত যন্ত্ৰ-পাতিৰ প্ৰতিষ্ঠাপন। ভাৰতবৰ্ষৰ, ব'ম্বে আৰু আহমেদাবাদৰ কাপোৰ কলবিলাকে সুমিতিকৰণ "মানে কি বুজে, তাক আন্তৰ্জাতিক মজদুৰ সংঘই এনেভাৱে লক্ষ্য কৰিছে—"it has mainly meant increasing the number of machines in the change of one worker, either in the spinning, or in the weaving or in both the departments."

ভাৰতবৰ্ষ বৰ্তমানেও ঔদ্যোগিক দিশত পশ্চিমীয়া দেশবোৰৰ তুলনাত নিচেই পাছপৰা। যিবোৰ উদ্যোগ ভাৰতবৰ্ষত ইতিমধ্যে গঢ়ি উঠিছে সেই উদ্যোগৰ যন্ত্ৰ-পাতি, উৎপাদন প্ৰক্ৰিয়াৰ পৰিচালনা আদিও বহু পুৰণি অথবা ঔদ্যোগিক দেশবোৰত সাম্প্ৰতিক অপ্ৰচলিত। গতিকে ঔদ্যোগিক দেশবোৰে উৎপাদন কৰা সামগ্ৰীৰ উৎপাদন খৰচৰ তুলনাত ভাৰতীয় উদ্যোগত নিৰ্মিত বা উৎপাদিত বস্তুৰ মূল্য অধিক হয়।

এনে এটা দুঃখজনক অৱস্থাত থকা সত্বেও সংশ্লিষ্ট পক্ষই যথা উদ্যোগপতি, শ্ৰমিক আৰু চৰকাৰ, সুমিতিকৰণৰ প্ৰতি ভাল মনোভাৱ পোষণ কৰা দেখা নাযায়। এই ক্ষেত্ৰত উদ্যোগ পক্ষৰ অতিৰিক্ত লাভ অৰ্জনৰ মনোবৃত্তিৰ হেতু শ্ৰমিক পক্ষই সজোৰে ইয়াৰ বিৰোধিতা কৰে।

ভাৰতবৰ্ষত সুমিতিকৰণ পদ্ধতিৰ প্ৰথম প্ৰচলন হয় বোম্বে কাপোৰ কলত। ছাছুন গ্ৰুপ মিলত ( Sassoon Group Mills ) ১৯২৮ চনত প্ৰথম প্ৰচলন হোৱা সুমিতিকৰণ পদ্ধতি, পাছত লাহে লাহে ই অন্যান্য কাপোৰ মিললৈও বিয়পি পৰে। অৱশ্যে সুমিতিকৰণ বা পৰিমিতি কৰণক সকলোৱেই সমভাৱে আদৰি নলয়।

১৯৩৫ চনত মহত্মা গান্ধীৰ মধ্যস্থতাত আহমদাবাদ কাপোৰ মিলত

উদ্যোগ পক্ষ আৰু শ্ৰমিক কৰ্মীৰ মাজত এখন চুক্তি সম্পাদিত হয়। উক্ত চুক্তিত তিনিটা নীতি সন্নিবিষ্ট কৰা হয়। যেনে—

(১) সুমিতিকৰণে কোনো কৰ্মীক কৰ্মচ্যুত কৰিব নোৱাৰিব, যদি কোনোবাই সুমিতিকৰণৰ বাবে স্বেচ্ছাৰেই অৱসৰ ল'বলৈ বিচাৰে, তেন্তে তেওঁক পাৰিতোষিক ( Gratuity ) দি বিদায় কৰিব পাৰিব।

(২) কৰ্মীক উপযুক্ত নিৰাপত্তা দিব লাগিব আৰু কৰ্মৰত অৱস্থাৰ ( Working condition ) পৰিৱেশ স্বাস্থ্যকৰ হ'ব লাগিব; যাতে উক্ত অৱস্থাই কৰ্মীৰ স্বাস্থ্য হানি নকৰে।

(৩) শ্ৰমিক কৰ্মীক, সুমিতিকৰণৰ ফলত হোৱা অতিৰিক্ত উপাৰ্জনৰ উপযুক্ত অংশ দিব লাগিব।

উপৰোক্ত নীতিকেই ভাৰতবৰ্ষত সুমিতিকৰণ বা পৰিমিতি কৰণৰ ভিত্তি হিচাপে লোৱা হয়।

১৯৩৮ চনত চৰকাৰৰদ্বাৰা প্ৰতিস্থিত "এনকোৱেৰী কমিটীয়ে ( Enquiry Committee ) সুমিতিকৰণৰ সপক্ষে মতদান কৰে— কমিটীয়ে লক্ষ্য কৰে যে—কাপোৰ কলবিলাকত আধুনিক উৎপাদন পদ্ধতি প্ৰয়োগ কৰা উচিত, যাতে উৎপাদিত কাপোৰৰ মূল্য কম হৈ থাকে।"

স্বাধীনতাৰ পাছত ভাৰতবৰ্ষত, পৰিকল্পিত অৰ্থনৈতিক উন্নয়নৰ পৰিপ্ৰেক্ষিতত, উদ্যোগত উৎপাদিকা শক্তি বৃদ্ধিকৰণৰ উদ্দেশ্যে, পুৰণি প্ৰতিষ্ঠিত উদ্যোগত, যেনে কাপোৰ কল, মৰাপাট কল আৰু কয়লা খনিত সুমিতিকৰণ পদ্ধতি প্ৰয়োগৰ প্ৰয়োজনবোধ কৰা হয়। উদ্যোগৰ উন্নয়ন সন্দৰ্ভত, স্বাধীন চৰকাৰৰো সুমিতিকৰণৰ বিভিন্ন উপাদানসমূহৰ প্ৰতি মনোযোগ আকৰ্ষিত হয়। সেয়ে চৰকাৰৰ দৃষ্টিভংগীয়ে এনে ৰূপ লয় যে—"সুমিতিকৰণ পদ্ধতিৰ প্ৰৱৰ্তন কৰা নিতান্তই প্ৰয়োজন, যদি সুমিতিকৰণে নিবনুৱা সমস্যাৰ সৃষ্টি নকৰে।"



সম্প্ৰতি সংশ্লিষ্ট সকলো পক্ষই ইয়াক উপলব্ধি কৰিছে যে সংগঠিত ঔদ্যোগিক খণ্ডত, বৰ্ধিত উৎপাদন আশা কৰিব পাৰি কেৱল সুমিতি কৰণ পদ্ধতিৰ প্ৰয়োগেৰে। সেয়ে, উদ্যোগত আধুনিক যন্ত্ৰ-পাতি, আৰু শেহতীয়া কৰ্ম কৌশল, পুৰণি বা নতুন সকলো উদ্যোগতে প্ৰচলন কৰাটো অতি জৰুৰী হৈ পৰিছে। যাৰ বাবে কেন্দ্ৰীয় চৰকাৰে পৰিকল্পনা আয়োগৰ ( Planning Commission ) ঔদ্যোগিক উন্নয়ন সমিতিৰ অধীনত এখন উপ-সমিতি গঠন কৰে। উক্ত উপ-সমিতিত চৰকাৰী পক্ষৰ উপৰিও উদ্যোগ কৰ্তৃপক্ষ আৰু শ্ৰমিক পক্ষৰ প্ৰতিনিধি অন্তৰ্ভুক্ত কৰা হয়।

উক্ত উপ-সমিতিৰ সিদ্ধান্ত সমূহ নিম্নোল্লিখিত ধৰণৰ—

(১) ভাৰতীয় উদ্যোগসমূহত কৰ্মীৰ কৰ্তন ৰহিত কৰি বিশেষ সাৱধানতাৰে সুমিতিকৰণ ন্যূনতম ভিত্তিত হলেও প্ৰৱৰ্তন কৰিব লাগে।

(২) কৰ্মীৰ কামৰভাৰৰ ( Work load ) মান নিৰ্ধাৰণ হোৱা উচিত আৰু এই সন্দৰ্ভত যদি কিবা বিবাদ ( Dispute ) থাকে, বিশেষজ্ঞৰদ্বাৰাই তাক অনুসন্ধান কৰি নিৰ্ণয় কৰা প্ৰয়োজন। উক্ত বিশেষজ্ঞৰ নিৰ্বাচন উভয় পক্ষৰদ্বাৰা হোৱা উচিত।

(৩) কামৰপৰা আঁতৰোৱা শ্ৰমিক কৰ্মী বা কৰ্মচাৰীৰ পুনৰ সংস্থাপনৰ হকে চৰকাৰে এক যথোপযুক্ত আঁচনি প্ৰস্তুত কৰা উচিত।

(৪) সুমিতিকৰণৰ ফলশ্ৰুতিক সমাংশিক ভিত্তিত ন্যায্য অংশ শ্ৰমিক সকলক দিব লাগে।

কৰ্মহীনকৃত কৰ্মীক পুনৰ সংস্থাপন আঁচনিত কেৱল সুমিতিকৰণক প্ৰয়োগ কৰাৰ কাৰণে কৰ্মহীন হোৱা কৰ্মীৰহে হে যুক্তিযুক্ত ভিত্তিত অনুমোদন কৰা হয়। অৰ্থাৎ সুমিতি কৰণৰ ফলত যাতে কোনো কৰ্মী কৰ্ম সংস্থানহীন নহয় তাৰ বাবেহে এনে আঁচনি যুগুত কৰা হয়।

আনহাতে এনে ব্যৱস্থাই সুমিতিকৰণক প্ৰায় সীমিত কৰিছে। যি

কি নহওক, সংশ্লিষ্ট সকলো পক্ষই উপৰোক্ত চুক্তি বা সিদ্ধান্ত সমূহ গ্ৰহণ কৰে।

১৯৫৭ চনত কেন্দ্ৰীয় শ্ৰম মন্ত্ৰণালয়ে পুনৰ এখন 'আহি চুক্তি (Model Agreement) প্ৰস্তুত কৰি ভাৰতীয় মজদুৰ সন্মিলনত (Indian Labour Conference July 1957) উত্থাপন কৰে, যাতে সংশ্লিষ্ট পক্ষই উক্ত চুক্তিত সন্নিবিষ্ট বিষয়সমূহৰ ওপৰত নিজস্ব মতামত দাঙি ধৰিব পাৰে। উক্ত 'আহি চুক্তি'ক অৱশ্যে শ্ৰমিক পক্ষই সম্মতি-জ্ঞাপন কৰে।

উক্ত আহি চুক্তি'ত সন্নিবিষ্ট চৰ্তসমূহ এনে ধৰণৰ,—শ্ৰমিক কৰ্মী আৰু উদ্যোগ পক্ষৰ মাজত পাৰস্পৰিক আলোচনা আৰু সহযোগিতাৰ ভিত্তিত যিকোনো সুমিতিকৰণৰ কাৰ্য্য-সূচী ৰূপায়িত কৰিবলৈ কাৰ্য্যপন্থা হাতত লোৱা।

যেতিয়া উদ্যোগ কৰ্তৃপক্ষই কোনো নতুন প্ৰযুক্তি উন্নয়ন আঁচনি (Technological Development Scheme) প্ৰচলন কৰিবলৈ বাঞ্ছা কৰে আৰু সেই আঁচনিৰ সন্দৰ্ভত যদি কোনো শ্ৰমিক কৰ্তনৰ প্ৰশ্ন উঠে, তেন্তে আগতীয়াকৈ শ্ৰমিক সংঘক জাননী দিব লাগিব। উক্ত জাননীৰ সময় তিনি সপ্তাহৰ পৰা তিনি মাহৰ ভিতৰত হ'ব লাগিব। জাননীত নতুন আঁচনি প্ৰবৰ্তন সংক্ৰান্ত সকলো বিষয়ৰ (যথা—আঁচনি প্ৰবৰ্তনৰ তাৰিখ, আঁচনি অনুসৰি শ্ৰমিক কৰ্মীৰ কৰিবলগীয়া কৰ্তব্য, আঁচনি প্ৰবৰ্তনৰ ফলত সম্ভাব্য বৰ্ধিত উপাৰ্জন, আঁচনি অনুযায়ী কৰ্তন কৰিব লগা শ্ৰমিকৰ সংখ্যা আদি) পূৰ্ণ বিৱৰণ থাকিব লাগিব।

উক্ত আঁচনিৰ সন্দৰ্ভত কৰ্তৃপক্ষ আৰু শ্ৰমিক সংঘৰ মাজত পোন-পটীয়া আলোচনাৰ জৰিয়তে যদি পাৰস্পৰিক ভিত্তিত সিদ্ধান্তলৈ আহিব পাৰে তেতিয়াহে উক্ত আঁচনি কাৰ্য্যকৰী কৰাৰ কাৰণে প্ৰয়োগ কৰিব পাৰে।



যদি উদ্যোগত আঁচনি প্ৰবৰ্তনৰ ফলত কোনো শ্ৰমিক কৰ্মচ্যুত হয়, তেন্তে উদ্যোগৰ প্ৰকল্পটি (Plant) সম্প্ৰসাৰণৰ ব্যৱস্থা কৰিব লাগিব নাইবা উৎপাদনৰ পৰিমাণ বৃদ্ধি কৰিব লাগিব, যাতে সেই অতিৰিক্ত শ্ৰমিকৰ পুনৰ সংস্থান হয়। এটা উদ্যোগ গোটৰ উৎপাদনৰ আন বিভাগত যদি কৰ্ম খালী (vacancy) থাকে, নাইবা যদি উদ্যোগ কৰ্তৃ-পক্ষৰ আন উদ্যোগ গোটত কৰ্ম খালী থাকে, তেন্তে আহি চুক্তিত থকা চৰ্ত অনুযায়ী কোনো শ্ৰমিক কৰ্মী নিবনুৱা বা নিযুক্তিহীন হ'ব নোৱাৰিব।

অৱশ্যে এই বিষয়টো নতুন কৰ্মৰ লগত শ্ৰমিক কৰ্মীজনৰ যোগ্যতা বা উপযোগিতাৰ ওপৰত নিৰ্ভৰ কৰে ; কিন্তু কোনো অৱস্থাতেই কৰ্মী জনলৈ অতি কম পাৰিশ্ৰমিক আগবঢ়াব নোৱাৰিব।

যদি আঁচনি প্ৰৱৰ্তন কৰা বিষয়ত কোনো বাদানুবাদ প্ৰত্যক্ষ হয় তেন্তে তাক চালিছীলৈ (Arbitration) পঠাব পাৰিব। অৱশ্যে মধ্যস্থতাকাৰীসকল উভয় পক্ষৰ গ্ৰহণীয় লোক হ'ব লাগিব।

উল্লেখিত 'আহি চুক্তিত বহুতো আসোঁৱাহ লক্ষ্য কৰা যায়। সেই আসোঁৱাহসমূহ হৈছে—

(ক) কোনো নতুন আঁচনি প্ৰবৰ্তন সংক্ৰান্তত যদি পাৰস্পৰিক ভিত্তিত উভয় পক্ষৰ মাজত কোনো সিদ্ধান্তলৈ আহিব পৰা নহয়, তেন্তে সেই আঁচনিৰ শেষ ফল কি হ'ব তাৰ উল্লেখ চুক্তিত নাই।

(খ) যদি এটা উদ্যোগতে বা এটা উদ্যোগৰ বিভিন্ন গোটত একাধিক শ্ৰমিক সংগঠন থাকে, তেন্তে উদ্যোগপক্ষই কোনটো শ্ৰমিক সংগঠনৰ লগত কি ভিত্তিত আলোচনা কৰিব, তাৰ কোনো পথ নিৰ্দেশ চুক্তিত নাই।

(গ) শ্ৰমিক কৰ্মীৰ বাহিৰে আহি চুক্তিত সুমিতিকৰণৰ অন্য বিষয়ৰ ওপৰত যথা—অৰ্থ একত্ৰিকৰণ, একাধিকাৰ স্বত্ব সম্ভূত কৰ্তৃপক্ষৰ নানান

কুকাৰ্য্য ( Mal practices ), পৰিচালনা আদি তেনে কোনো গুৰু দিয়া হোৱা নাই।

(ঘ) ভাৰতীয় সমূহ উদ্যোগৰ বাবে সুমিতিকৰণৰ ৰাষ্ট্ৰীয় নীতি ( State policy ) কি, সুমিতিকৰণ যদি সৰ্বতোভাৱেই গ্ৰহণযোগ্য হয় তেন্তে তাক কেনেভাবে ৰূপায়ণ কৰা হ'ব—তাৰ পৰিকল্পনা বা আঁচনি কি, ইত্যাদি বিষয়ৰ কোনো নিৰ্দিষ্ট প্ৰতিচ্ছবি আৰ্হি চুক্তিত সামৰি লোৱা হোৱা নাই।

মুঠতে আৰ্হি চুক্তিত কোনো সাহসী সমাধান সূত্ৰ সন্নিবিষ্ট হোৱা নাই। তথাপি উক্ত আৰ্হি চুক্তি সুমিতিকৰণ বা পৰিমিতিকৰণৰ প্ৰাথমিক পৰ্য্যায় বুলি অভিনন্দন যোগ্য।

ভাৰতীয় শ্ৰমিক সংঘসমূহে নিবনুৱা সৃষ্টি, কৰ্মীৰ কৰ্ম বোজা বৃদ্ধি আৰু সুমিতিকৰণে বৰ্ধন কৰা উপাৰ্জনৰ বৈষম্যমূলক বণ্টন হেতু উদ্যোগত সুমিতিকৰণে বিৰোধিতা কৰে। এই বিৰোধিতা কাৰ্য্য কেৱল যে সুমিতিকৰণৰ লগত সম্ভূত দুৰ্বলতাসমূহৰ কাৰণেই এনে নহয়, ই ভাৰতীয় উদ্যোগপতিসকলৰ অসৎ মনোবৃত্তি বা কু-অভিপ্ৰায়ৰ কাৰণেহে অধিক প্ৰযোজ্য। কাৰণ ভাৰতীয় উদ্যোগপতিয়ে লাভৰ প্ৰতিহে বেছি দৃষ্টি ৰাখে, যাৰ ফলত, তেওঁলোকৰ শ্ৰমিকৰ প্ৰতি, উদ্যোগৰ প্ৰতি, সমাজৰ প্ৰতি আৰু দেশৰ প্ৰতি কোনো ধৰণৰ আগ্ৰহ বা আসক্তি দেখা নাযায়। ইয়াৰ ফলত, তেওঁলোকৰ আন্ধাৰ ফালটো অধিক ৰূপে প্ৰকট হৈ পৰে। ইয়াৰ উপৰিও, সুমিতিকৰণক সামগ্ৰিকভাৱে প্ৰয়োগ নকৰি কেৱল শ্ৰম বিভাগত প্ৰয়োগ কৰিবলৈ বিচৰাও শ্ৰমিক পক্ষৰপৰা বাধা অহাৰ অন্য এটি ঘাই কাৰণ।

সেয়ে ভাৰতবৰ্ষত সুমিতিকৰণ এটি অত্যন্ত জটিল সমস্যা—যিটো শ্ৰমিকপক্ষ, উদ্যোগপক্ষ আৰু চৰকাৰৰ সক্ৰিয় সহযোগ সহানুভূতি আৰু মিল-মিল বিনে কৃতকাৰ্য্য হোৱা সম্ভৱ নহয়, যিটো সামগ্ৰিকভাৱে উদ্যোগত প্ৰয়োগ নকৰাকৈ খণ্ডিত ৰূপেৰে প্ৰয়োগ কৰিবলৈ বিচাৰিলে ই পক্ষৰপৰা বিভিন্ন প্ৰত্যাহ্বানৰ ( Challange ) সন্মুখীন হ'ব। অৰ্থনৈতিক উন্নয়ন আঁচনিৰ লগত সামঞ্জস্য ৰাখি সৰ্বভাৰতীয় ভিত্তিত ই প্ৰয়োগ হোৱাটো বাঞ্ছনীয়। সুমিতিকৰণৰ অৰ্থে বিস্তাৰিত আঁচনি অপৰিহাৰ্য্য, দেশৰ পৰ্য্যাপ্ত সম্পদৰ লগত সাযুজ্য ৰাখি তেনে বিস্তাৰিত আঁচনিৰ প্ৰণয়নৰদ্বাৰা ইয়াক প্ৰবৰ্তন কৰিবলৈ চেষ্টা কৰিব লাগিব। দূৰ দৃষ্টি সম্পন্ন মনোভংগী আৰু সাহসী পদক্ষেপৰ বাবে, সাম্প্ৰতিক ভাৰতবৰ্ষত কেৱল চৰকাৰেইহে এনে ক্ষেত্ৰত পথ প্ৰদৰ্শক হ'ব পাৰে। শ্ৰমিক পক্ষ আৰু উদ্যোগ কৰ্তৃপক্ষক তেওঁলোকৰ নিজৰ যথেচ্ছাৰ ওপৰত নিৰ্ভৰ কৰি সুমিতিকৰণক প্ৰয়োগ কৰিবলৈ এৰি দিলে এই সমস্যাই আৰু জটিল ৰূপ ধাৰণ কৰিব।



ভাৰতবৰ্ষৰ সকলো জাতীয় শ্ৰমিক সংস্থাই যথা ভাৰতীয় জাতীয় মজদুৰ সংঘ ( I. N. T. U. C ), সৰ্বভাৰতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছ (A.I.T.U.C), "হিন্দ মজদুৰ সংঘ" আদিয়ে সুমিতিকৰণক বিৰোধিতা কৰি আহিছে। সকলো জাতীয় শ্ৰমিক সংস্থাই সুমিতিকৰণ আন্দোলনক বিৰোধিতা কৰা বিষয়টি গভীৰভাৱে বিবেচনাযোগ্য। সুমিতিকৰণ বা পৰিমিতিকৰণৰ অংগাংগী বৈজ্ঞানিক পৰিচালনাৰসৈতে উভয় বিষয়ক ভাৰতীয় উদ্যোগৰ পটভূমিত অনুসন্ধান কৰি পূৰ্ণ মূল্যায়ন কৰা একান্তই সময় সাপেক্ষ বিষয়।

## ভাৰতীয় উদ্যোগত সুমিতিকৰণ

### ( Rationalisation in Indian Industries )

**চেনি উদ্যোগ ( Sugar Industry ):** ভাৰতীয় চেনি উদ্যোগ এটা পুৰণি আৰু প্ৰতিষ্ঠিত উদ্যোগ। এই উদ্যোগত প্ৰকল্পৰ ( Plant ),

আধুনিকীকৰণ নিতান্তই অপৰিহাৰ্য্য। নতুন আধুনিক যন্ত্ৰ-পাতি পুনৰ সংস্থাপনৰ কাৰণে প্ৰায় আশী কোটি টকাৰ প্ৰয়োজন হয়। এই উদ্যোগৰ যি সম্বল ( Resources ) সি নিচেই সামান্য। ১৯৫৯ চনৰ টেৰিফ কমিছনৰ ( Tariff Commission—1959 ) প্ৰতিবেদন মতে কাপোৰ আৰু মৰাপাট কল নবীকৰণৰ ( Modernisation আৰু পুনৰ সংস্থাপনৰ ( Re-hebitation ) কাৰণে, অৰ্থ বিষয়ত যি পদ্ধতি লোৱা হৈছে, ঠিক একে পদ্ধতিকেই চেনি উদ্যোগৰ নৱীকৰণ আৰু সংস্থাপনৰ কাৰণে প্ৰয়োগ কৰিবলৈ পৰামৰ্শ দিয়া হৈছে।

ঔদ্যোগিক বিত্ত নিগমে ( Industrial Finance Corporation ) চেনিকলসমূহলৈ বিত্তৰ যোগান ইতিমধ্যে ধৰিছেই। কুঁহিয়াৰ উন্নয়ন আঁচনিৰ কাৰণে ( Sugarcane Development Scheme ) প্ৰায় ২৭ ( সাতাইশ ) কোটি টকা ব্যয়ৰ এক কাৰ্য্য-সূচী সম্প্ৰতি চলি আছে। যান্ত্ৰিকীকৰণ, নৱীকৰণ আৰু কুঁহিয়াৰ উৎপাদনৰ বাহিৰেও উপজাত সম্ভাৰৰ ( By-product ) ব্যৱহাৰ, উপযুক্ত একত্ৰিকৰণ, উৎপাদন সামগ্ৰীৰ মান নিৰ্ধাৰণ আদি অন্যান্য বহু বিষয়ত জৰুৰী ব্যৱস্থা অৱলম্বন কৰিব লগীয়া আছে।

**মৰাপাট উদ্যোগ ( Jute Industry )ঃ** দ্বিতীয় মহাসমৰৰ পূৰ্বৰপৰাই ভাৰতীয় মৰাপাট উদ্যোগে দুটা বিপদৰ সন্মুখীন হৈ আহিছিল, সি হ'ল—অতিৰিক্ত উৎপাদন আৰু অত্যধিক উৎপাদিকা শক্তি।

উৎপাদন নিয়ন্ত্ৰণ কৰাৰ কাৰণে বিভিন্ন প্ৰচেষ্টা চলি আছিল। ইতিমধ্যে ১৯৪৭ চনৰ স্বাধীনতাই এই উদ্যোগলৈ পূৰ্বৰ বিপদীয়া সমস্যাৰ পৰিবৰ্তে নতুন কিছুমান সমস্যাৰ সৃষ্টি কৰিলে। সেই নতুন সমস্যাবোৰ হ'ল—কেঁচা সামগ্ৰীৰ নাটনি, একচেটিয়া ব্যৱসায়ৰ স্খলন, মূল্যপণ প্ৰতিযোগিতা, মৰাপাটৰ সলনি অন্য কেঁচা সামগ্ৰীৰ অনুসন্ধান আৰু



উদ্যোগত ইমান দিনে ব্যৱহৃত হোৱা যন্ত্ৰ-পাতিবোৰ পুৰণি আৰু অচল হোৱাই প্ৰধান।

স্বাধীনতাৰ লগত হোৱা এই সমস্যাবোৰ ভাৰতবৰ্ষ খণ্ডিতকৰণৰ পৰিণতি। কাৰণ বংগদেশৰ খণ্ডিত ৰূপৰ বাবে হুগলী নদীৰ পাৰত থকা মৰাপাট উদ্যোগৰ প্ৰকল্প আৰু খেতি অঞ্চল দুখন অন্য খণ্ডৰ অন্তৰ্গত হয়। উদ্যোগৰ মিলবোৰ পৰে ভাৰতবৰ্ষত আৰু মৰাপাটৰ খেতি অঞ্চল পৰে পাকিস্তানত ( বৰ্তমান বাংলাদেশ )। যাৰফলত মৰাপাট মিলবোৰত কেঁচা সামগ্ৰীৰ নাটনি হয়। অন্যহাতে পাকিস্তানেও আন্তৰ্জাতিক পাট বজাৰত ভাৰতবৰ্ষৰ প্ৰতিযোগী হিচাপে থিয় দিয়ে, যাৰবাবে ভাৰতবৰ্ষৰ পুৰণি একচেটিয়া ব্যৱসায়ৰ আধিপত্যৰ অৱসান ঘটে। কেঁচা মৰাপাটৰ নাটনি হোৱাত ভাৰতবৰ্ষই মৰাপাটৰ সলনি উদ্যোগত ব্যৱহাৰ কৰিবৰ কাৰণে অন্যান্য আঁহযুক্ত গছৰ খেতি ( Fibre Plantation ) কৰিব লগা হয়। সেয়েহে ভাৰতবৰ্ষত মেষ্টা (Mesta) নামৰ এবিধ পাট জাতীয় গছৰ খেতি কৰিবলৈ আৰম্ভ কৰা হয়।

উদ্যোগৰ যন্ত্ৰ-পাতি, সাজ-সৰঞ্জাম পুৰণি হোৱাৰ লগে লগে পূৰ্বৰ অত্যধিক উৎপাদিকা শক্তি হ্ৰাস হৈ, গৈ অমিতব্যয়ী অৱস্থাত পৰেগৈ। আনহাতে পাকিস্তানে নতুন যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামেৰে আধুনিক পদ্ধতিত ফেক্টৰী বা প্ৰকল্প গঢ়ি তোলে। যেহেতু তেওঁলোকৰ অন্তৰ্ভুক্ত অঞ্চলত ফেক্টৰী পৰাই নাছিল )। এই আধুনিক যন্ত্ৰ-পাতিৰে নিৰ্মিত উদ্যোগত উৎপাদনৰ মাত্ৰা অত্যধিক পৰিমাণে বৃদ্ধি পাই, অন্য ফালে উৎপাদন খৰছো হ্ৰাস পায়। এনে ব্যৱস্থাৰ কাৰণে পাকিস্তানে ভাৰতবৰ্ষৰ পূৰ্বৰ বহু বিদেশী বজাৰ দখল কৰে।

সেয়েহে ১৯৫৩ চনত ভাৰত চৰকাৰে "মৰাপাট অনুসন্ধান আয়োগ" ( Jute Inquiry Committee ) বহুৱায়। উক্ত আয়োগে প্ৰতি-বেদনত প্ৰকল্পৰ নৱীকৰণ ( Modernisation of Plant ) আৰু

যান্ত্ৰিকীকৰণ ( Mechanisation ) কৰাৰ কাৰণে পৰামৰ্শ আগবঢ়ায়-যাতে উদ্যোগে কৰ্ম কুশলতাৰে উৎপাদন বৃদ্ধি কৰিব পাৰে আৰু উৎপাদন ব্যয় হ্ৰাসকৰণদ্বাৰা উদ্যোগক ধ্বংসৰপৰা ৰক্ষা কৰিব পাৰে।

উক্ত প্ৰতিবেদনৰ ওপৰত ভিত্তি কৰি ১৯৫৬ চনৰপৰা মৰাপাট উদ্যোগত নৱীকৰণ আঁচনি স্তৰ অনুযায়ী কাৰ্য্যকৰী কৰি অহা হৈছে। ৰপ্তানি সংবৰ্দ্ধন সমিতিয়ে ( Export Promotion Committee ) ১৯৫৭ চনত মৰাপাট উদ্যোগৰ ওপৰত এখনি প্ৰতিবেদন চৰকাৰৰ হাতত দাখিল কৰে।

উক্ত প্ৰতিবেদনত সন্নিবিষ্ট পৰামৰ্শসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(১) অমিতব্যয়ী উদ্যোগ গোটসমূহ বন্ধ কৰি দিব লাগে আৰু নৱীকৃত প্ৰকল্পত মৰাপাটৰ উৎপাদন কেন্দ্ৰীভূত কৰিব লাগে।

(২) মৰাপাট বা মৰাপাট জাতীয় আঁহযুক্ত গছৰ খেতিৰ সমৃদ্ধি সাধন কৰিব লাগে যাতে কেঁচা সামগ্ৰী আমদানী কৰিবলগীয়া নহয়।

(৩) বিভিন্ন উদ্যোগ গোট সহযোগী হৈ উৎপাদন কৰা উচিত আৰু উপাৰ্জিত লাভ সমবায় ভাণ্ডাৰত ৰাখি তাক সকলো গোটৰ উমৈহতীয়া উপকাৰৰ অৰ্থে ব্যৱহাৰ কৰা প্ৰয়োজন।

শিল্পজাত সামগ্ৰীৰ বাবে বিদেশী বজাৰ দখল কৰিবলৈ প্ৰচাৰ আৰু বিক্ৰী বৰ্ধন অভিযান ( Sales Promotion Campain ) খুব দৃঢ়তাৰে কৰা আৱশ্যক। আন্তৰ্জাতিক বাণিজ্যত প্ৰতিযোগিতাৰ সন্মুখীন হবলৈ—শিল্পজাত সামগ্ৰীৰ মূল্য উৎপাদন ব্যয় হ্ৰাসদ্বাৰা কম কৰা, শিল্পজাত সামগ্ৰীক বিশেষীকৰণ কৰা, মৰাপাটৰ বিকল্প সামগ্ৰীৰ উৎপাদন বৃদ্ধি কৰা দৰকাৰ।

উল্লেখিত পৰামৰ্শসমূহ ৰূপায়িত কৰিবলৈ পৰিকল্পনা আয়োগে নিৰ্দ্ধাৰণ কৰা মতে, প্ৰায় ত্ৰিশ কোটি টকা ১৯৫৬ চনৰপৰা ১৯৬১ চনৰ ভিতৰত প্ৰয়োজন হয়। উদ্যোগৰ নৱীকৰণত পোন্ধৰ কোটি



টকা ১৯৫৯ চনত ব্যয় হৈছিল বুলি কেন্দ্ৰীয় চৰকাৰে নিযুক্তি দিয়া 'এ'ড-হক কমিশনে' ( Ad-hoc Commission ) হিচাপ নিৰ্ণয় কৰি দিয়ে। উক্ত খৰচ উদ্যোগৰ নিজস্ব সম্বলৰপৰাই ( Resources ) কৰা হৈছে। ১৯৫৯ চনত 'জতীয় ঔদ্যোগিক উন্নয়ন নিগমে' ( The National Iudustrial Development Corporation ) মৰাপাট উদ্যোগলৈ চাৰি দশমিক পচপন্ন কোটি ( ৪'৫৫ কোটি ) টকাৰ ঋণ মঞ্জুৰ কৰে। বৰ্তমানলৈকে পাট উদ্যোগত পঞ্চাশ শতাংশতকৈও অধিক পৰিমাণৰ নৱীকৰণ আঁচনি কাৰ্য্যকৰী কৰা হৈছে।

অৰ্থৰ নাটনিৰ কাৰণে নৱীকৰণ আৰু পূৰ্ণসাধনৰ বহু প্ৰক্ৰিয়াৰ কাম এতিয়াও বাকী আছে। কৰ্ম সংস্থান আৰু অৰ্থৰ নাটনি হেতু উক্ত নৱীকৰণ ওৰফে সুমিতিকৰণ বিষয়ত কিছু শিথিলতা অহাটো প্ৰায় স্বাভাৱিক। ভাৰতবৰ্ষৰ উদ্যোগ সমূহৰ ভিতৰত মৰাপাট উদ্যোগ এটি উচ্চ সংগঠিত উদ্যোগ। এই সংগঠিত উদ্যোগৰ বিভিন্ন উদ্যোগ গোটসমূহৰ এটি সামূহিক সন্থা আছে যাক "ভাৰতীয় মৰাপাট উৎপাদক সন্থা।" ( Indian Jute Manufacturers Association ) নামে জনা যায়।

কাপোৰ উদ্যোগ ( **Cotton Industry** ): কাপোৰ উদ্যোগ ভাৰতীয় উদ্যোগসমূহৰ ভিতৰত পুৰণি উদ্যোগ। এই উদ্যোগত প্ৰায় পাঁচ লাখ মানুহৰ নিযুক্তি আছে।

পুৰণি উদ্যোগ, উদ্যোগৰ যন্ত্ৰ-পাতি, সা-সৰঞ্জাম পুৰণি। উৎপাদনৰ পদ্ধতি পৰম্পৰাগত। সম্প্ৰতি যোৱা কেই বছৰ মানৰপৰা এই উদ্যোগে বিভিন্ন ধৰণৰ সমস্যাৰ সন্মুখীন হৈছে আৰু উক্ত সমস্যাৰশতঃ ভালেমান উদ্যোগ গোট ইতিমধ্যে বন্ধ হৈছে।

সেয়ে সুমিতিকৰণৰ আৱশ্যকতা প্ৰায় সকলোৱে উপলব্ধি কৰিছে আৰু ই প্ৰায় এৰাব নোৱাৰা বিষয় হৈ পৰিছে।

১৯২৮ চনতে প্ৰথম সুমিতিকৰণ পদ্ধতি 'চাছুন গ্ৰুপ মিল'ত আৰম্ভ কৰা হৈছিল। ইয়ো কেৱল শ্ৰমিক শিতানত কৰা হৈছিল। সময় আগবঢ়াৰ লগে লগে উদ্যোগত সমস্যা বৃদ্ধি হৈ হৈ ই জটিল আকাৰ ধাৰণ কৰে। বহু সমিতি গঠন কৰা হ'ল, প্ৰায়বোৰ সমিতিয়েই সমস্যা সমাধানৰ অৰ্থে বিভিন্ন ধৰণৰ পৰামৰ্শ, উপদেশ, আগবঢ়ায়; কিন্তু প্ৰায় সকলোবোৰেই সুমিতিকৰণৰ সপক্ষে মত প্ৰকাশ কৰে।

উক্ত সমিতিসমূহৰ ভিতৰত বিশেষ সমিতি কেইখন হ'ল—কাপোৰ উদ্যোগ শ্ৰমিক দলৰ 'টেকনিকেল ছাব কমিটী' ( Technical Sub Committee ) ১৯৫০ চন, টেক্সটাইল্ ইন্‌কোৱাৰী কমিটী—১৯৫২ চন যি কানুনগু কমিটী বুলি জনপ্ৰিয় কটন টেক্সটাইল ইনকোৱাৰী কমিটী ১৯৫৮ চন আদিয়েই প্ৰধান।

টেকনিকেল ছাব কমিটীয়ে দাখিল কৰা প্ৰতিবেদনত প্ৰকাশ পাইছিল যে—

(ক) সূতাকটা বিভাগৰ ( Spining department ) শতকৰা ত্ৰিশ ভাগ ( 30% ) যন্ত্ৰ-পাতি ১৯১০ চনৰ আগতে বহুওৱা আৰু শতকৰা পয়ষষ্ঠি ভাগ ( ৬৫% ) ১৯২৫ চনৰ আগতে প্ৰতিষ্ঠা কৰা।

(খ) বয়ন বিভাগৰ ( Weaving department ) শতকৰা উনপঞ্চাশ ভাগ ( ৪৯% ) যন্ত্ৰ-পাতি ১৯১০ চনৰ পূৰ্বৰ আৰু শতকৰা পয়সত্তৰ ভাগ ( ৭৫% ) স্থাপিত হয় ১৯২৫ চনৰ পূৰ্বে।

ফলত অপ্ৰচলিত যন্ত্ৰ-পাতিৰে ( Out dated Machinary ) উৎপাদন কৰাৰ কাৰণে—

(ক) উৎপাদনৰ পৰিমাণ হ্ৰাস পায়।

(খ) উৎপাদন খৰচ বৃদ্ধি পায়, আৰু

(গ) উৎপন্ন সামগ্ৰীৰ গুণ-মানৰ অৱনতি ঘটে।

কেন্দ্ৰীয় চৰকাৰৰ আমন্ত্ৰণ ক্ৰমে ১৯৫২ চনতে আন্তৰ্জাতিক শ্ৰমিক



সংস্থাৰ ( I. L. O. ) এক মিছন ( Mission ) ভাৰতবৰ্ষলৈ আহিছিল। উক্ত মিছনে কাপোৰ উদ্যোগৰ ওপৰত পৰিচালনা কৰা অনুসন্ধানৰ ফলত প্ৰকাশ পোৱা খুটি-নাটিবোৰ আছিল—(ক) অপ্ৰচলিত আৰু অনুপযুক্ত যন্ত্ৰ-পাতিৰ ব্যৱহাৰ, (খ) কাপোৰ মিলবোৰত নিয়োজিত পৰিদৰ্শক বা কাৰ্য্যকাৰক ( Supervisor and Foreman ) সকলৰ কাৰ্য্যকাৰিতাৰ মানদণ্ড নিম্ন স্তৰৰ। সেয়ে মিছনে বৈজ্ঞানিক ভিত্তিত কৰ্মচাৰীসকলৰ নিৰ্বাচন, বাছনিৰ পিছত যথাবিহিত প্ৰশিক্ষণ, আৰু কৰ্ম মূল্যায়নৰ ( Job Evaluation ) ওপৰত নিৰ্ভৰ কৰি মজুৰি নিৰ্দ্ধাৰণ কৰিবলৈ পৰামৰ্শ আগবঢ়ায়।

**টেক্সটাইল ইনকোৱাৰী কমিটী—১৯৫২ ( The Textile Inquiry Committee—1952 ) ঃ** এই কমিটীক কানুনগু সমিতি নামেও জনা যায়। ১৯৫২ চনত গঠিত হোৱা এই সমিতিয়ে প্ৰতিবেদন দাখিল কৰে ১৯৫৪ চনত। উক্ত প্ৰতিবেদনত আগবঢ়োৱা পৰামৰ্শ কেইটি হ'ল—

(ক) পুৰণি সাধাৰণ তাঁতশালৰ ঠাইত স্বয়ং চালিত তাঁতশাল প্ৰতি বছৰে পাঁচ হাজাৰ খনকৈ প্ৰতিষ্ঠা কৰিবলৈ উপদেশ দিয়া হয়।

(খ) ধুতি আৰু শাৰীৰ উৎপাদন বৰ্তমানে হেণ্ডলুম বিভাগলৈ যিদৰে সংৰক্ষণ ( Reservation ) কৰি ৰখা হৈছে সেইটো সম্প্ৰতিও ৰক্ষা কৰি থাকিব লাগে।

(গ) টাকুৰীৰ ( Spindle ) তুলনাত তাঁতশালৰ সীমাবদ্ধতাই কাপোৰ কলৰ মিতব্যয়িতা হানি কৰে, বুলি সমিতিয়ে ধাৰণা নকৰে, আৰু যদি সেয়ে হয়, তেন্তে তাঁতশালৰ পৰিমাণ টাকুৰী অনুপাতে কৰা আৱশ্যক।

সমিতিয়ে হেণ্ডলুমৰ ওপৰত উচ্চ ধাৰণা পোষণ কৰে; কিন্তু সমিতিয়ে হেণ্ডলুম উদ্যোগৰ সীমিত অৱস্থাৰ প্ৰতি ধ্যান দিয়া বুলি সমূলি ধাৰণা নহয়। হেণ্ডলুম উদ্যোগে যে বিদেশী বজাৰত কৃতকাৰ্য্যতাৰে

প্ৰতিযোগী হ'ব পৰা নাই। তাৰ প্ৰতিও কোনো ধৰণৰ পৰ্য্যবেক্ষণ কৰা হোৱা নাই বুলি প্ৰতিবেদনৰপৰা প্ৰতীয়মান হয়।

**ক'টন টেক্স্‌টাইল ইনকোৱাৰী কমিটী—১৯৫৮ (The Cotton Textile Inquiry Committee 1958):** ১৯৫৮ চনত ডি, এছ, ঘোছীৰ অধ্যক্ষতাত, (তেতিয়াৰ বোম্বাইৰ টেক্সটাইল কমিছনাৰ) কেন্দ্ৰীয় চৰকাৰে কটন টেক্সটাইল ইনকোৱাৰী কমিটীখন গঠন কৰি দিয়ে।

টেক্সটাইল উদ্যোগৰ উৎপাদন, নৱীকৰণ, পৰিচালনা আৰু নিয়ন্ত্ৰণ, বিত্ত আদি সমস্যাসমূহৰ ওপৰত অৰ্থাৎ প্ৰকৃত সুমিতিকৰণৰ ওপৰত অধ্যয়ন কৰিবলৈ কমিটীক দায়িত্ব দিয়া হয়।

কমিটীয়ে বহু পৰামৰ্শ আগবঢ়ায় আৰু তাৰ অন্যতম উল্লেখযোগ্য হ'ল—

(ক) বিভিন্ন উদ্যোগগোটৰ উৎপাদন সামগ্ৰীৰ বিশেষীকৰণ (Specialisation) যাতে উৎপাদিত সম্ভাৰৰ গুণ-মান বৃদ্ধি পায়।

(খ) বজাৰ অনুসন্ধান আৰু গৱেষণা। এই উভয় কাৰ্য্য যাতে ব্যাপক আৰু নিৰৱচ্ছিন্ন হয় তাৰ প্ৰতি লক্ষ্য ৰখা।

(গ) মান-বিশিষ্ট আৰু প্ৰণালীবদ্ধ ব্যয় পদ্ধতিৰ প্ৰয়োগ।

(ঘ) অৱক্ষয় প্ৰাপ্ত আৰু নষ্ট হোৱা যন্ত্ৰ-পাতিৰ উৎপাদন বন্ধ কৰাই নতুন যন্ত্ৰ-পাতিৰদ্বাৰা নতুন উদ্যোগ স্থাপন কৰিবলৈ অনুজ্ঞাপত্ৰ (Licence) প্ৰদান কৰিব লাগে।

(ঙ) যিবোৰ কাপোৰ উদ্যোগ গোট, সুস্থ ৰূপে নীতিগত ভিত্তিত (on principles) নিয়ন্ত্ৰিত হোৱা নাই, যাক উন্নয়ন কৰিবলৈ কৰ্তৃপক্ষ আগ্ৰহশীল নহয়, তেনে উদ্যোগ গোটক পৰিচালনা কৰিবৰ বাবে এখন "সাংবিধিক নিগম' (Statutory corporation) গঠনৰ অনুকূলে কমিটীয়ে অনুমোদন জনায়।



(চ) সৰ্বভাৰতীয় মজদুৰ সন্মিলনৰ উদ্যোগৰ সুমিতিকৰণৰ বিষয়ত অনুমোদন জনোৱা পৰামৰ্শাৱলী যদি কাৰ্যকৰী কৰাটো সম্ভৱপৰ নহয়, তেনে হলে সমগ্ৰ কাপোৰ উদ্যোগৰ বাবে "সুমিতিকৰণ উপ-সমিতি" (Rationalisation Sub-committee) এখন গঠন কৰা প্ৰয়োজন; যি কাপোৰ উদ্যোগত সুমিতিকৰণ পদ্ধতি প্ৰয়োগৰ প্ৰশ্নটি খৰচি মাৰি বিচাৰ বিশ্লেষণ কৰি চাই তাৰ আচৰণ বিধি আৰু নীতি (Policies) সংক্ৰান্ত পৰামৰ্শ আগবঢ়াব পাৰে।

উপৰোক্ত অনুমোদনাৱলীৰ ভালেমানকেই চৰকাৰে নীতিগতভাবে মানি লয় আৰু গ্ৰহণ কৰে; কিন্তু উক্ত গ্ৰহণীয় বিষয়-বস্তুৰ বহুতেই অদ্যাপিও কাৰ্য্যকৰী নহল। ভাৰতীয় ট্ৰেড ইউনিয়নসমূহো উদ্যোগত সৃষ্টি হোৱা সমস্যাসমূহৰ বাবে কম জগৰীয়া নহয়। ইউনিয়নসমূহেও যোৱা পঞ্চম দশকত উদ্যোগতে ভবিষ্যতে কৰ্ম সংস্থান নোহোৱা হ'ব বুলিয়েই যিকোনো আধুনিকীকৰণৰ বিৰুদ্ধে থিয় দিয়ে।

সময় মতে উদ্যোগত আধুনিকীকৰণ নোহোৱাৰ ফলত এটাৰ পাছত এটাকৈ নতুন প্ৰযুক্তি কৌশলৰ উদ্ভাৱনে আৰু প্ৰচলনে, ভাৰতীয় উদ্যোগত প্ৰচলিত যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামক বহু পিছ পেলাই পশ্চিমীয়া দেশবোৰে প্ৰগতি লাভ কৰে। যাৰ ফলত ভাৰতীয় উদ্যোগ-জাত কাপোৰ-কানিয়ে আন্তৰ্জাতিক বজাৰত প্ৰতিযোগী হ'ব নোৱাৰা হয়।

অপ্ৰচলিত আৰু অৱক্ষয় প্ৰাপ্ত যন্ত্ৰ-পাতিৰদ্বাৰা উৎপাদন কৰাৰ কাৰণে খৰচ বৃদ্ধি পায়, পুৰণি পদ্ধতিত উৎপাদন হোৱা কাৰণে উৎপাদনৰ মাত্ৰা বৃদ্ধি কৰিব নোৱাৰে, নৱীকৰণ কৰা কষ্ট সাধ্য আৰু তাৰ প্ৰতি আগ্ৰহো নাই, শ্ৰমিক শ্ৰেণীয়ে নৱীকৰণৰ বিপক্ষে থিয় দিয়ে, ইত্যাদি নানান কাৰণত, ১৯৬৮ চনত কাপোৰ উদ্যোগ গোটৰ নব্বৈ টা মিল বন্ধ হৈ একলাখ শ্ৰমিক কৰ্মী কৰ্ম সংস্থানহীন হয়। সম্প্ৰতি

আধুনিকীকৰণৰ কাৰণে সকলোৱেই চিঞৰ বাখৰ লগাইছে। আনহাতে তাক কৰিবলৈ উদ্যোগপক্ষৰ হাতত প্ৰয়োজনীয় পুঁজি নাই। তথাপিও এই উদ্যোগত নবীকৰণৰ বাহিৰে গত্যন্তৰ নাই।

ভাৰতীয় বাণিজ্যিক মন্ত্ৰণালয়ে কৰা হিচাপ অনুযায়ী প্ৰায় ৩২৫ কোটি থকা কাপোৰ উদ্যোগক নৱীকৰণ, পুনৰ সংস্থাপন আৰু প্ৰয়োগ মূলধন হিচাপে আৱশ্যক হয়।

সদ্যহতে জাতীয় ঔদ্যোগিক উন্নয়ন নিগমে (The National Industrial Development Corporation) কাপোৰ মিলসমূহলৈ ঋণ ভিত্তিত অৰ্থ আগবঢ়াইছে। চৰকাৰেও 'টেক্সটাইল নিগম' (Textile Corporation) এটি গঠন কৰিছে, যাতে উক্ত নিগমৰদ্বাৰা দুৰ্বল কাপোৰ কলসমূহৰ কাৰণে অৰ্থ সাহায্য আগবঢ়াব পাৰে। আচলতে 'সংমিশ্ৰণ' বা 'একত্ৰিকৰণ' পদ্ধতি সুমিতিকৰণ বা পৰিমিতিকৰণৰ এক উত্তম পন্থা। বিশেষকৈ দুৰ্বল গোটসমূহে এই পদ্ধতি অৱলম্বন কৰিলে লাভৱান হয়।

চৰকাৰে বিভিন্ন অনুসন্ধান সমিতিসমূহৰ তৰফৰপৰা নানান উপদেশ, পৰামৰ্শ পোৱা সত্বেও কোনো এক সুস্থিৰ-নীতিত উপনীত হ'ব নোৱাৰাও এই উদ্যোগৰ বাবে আন এটা বিপত্তিৰ কাৰণ। চৰকাৰে সকলো পক্ষকে সন্তুষ্ট কৰিবলৈ যোৱাৰ কাৰণেই কোনো স্থিৰ নীতি অৱলম্বন কৰিব পৰা নাই। সুমিতিকৰণৰ প্ৰথম অৱস্থাত দুই-চাৰি শ্ৰমিক কৰ্মীৰ কৰ্তনে (Retrenchment) এইটো নুসূচায় যে ই সৰ্বদায় কৰ্মীৰ কৰ্তন কৰিব। যদি দুই চাৰি কৰ্মীৰ কৰ্তনলৈ শংকা কৰি থকা হয় তেন্তে ভৱিষ্যতলৈ সমূহ কৰ্মীৰ ওপৰত উল্লেখ কৰা দৰে, সংস্থানহীন হোৱাৰ সম্ভাৱনাই অধিক।

গতিকে চৰকাৰৰ ফালৰপৰা যিকোনো নীতি নিৰ্ধাৰণ আৰু উদ্‌গণি বা সাহায্যমূলক আঁচনিৰ ব্যৱস্থাই এই উদ্যোগক গৌণভাবে হলেও সহায় কৰিব।



সম্প্ৰতি ইংলণ্ড, জাপান আৰু আমেৰিকা যুক্তৰাষ্ট্ৰই কাপোৰ উদ্যোগত অজস্ৰ মূলধন বিনিয়োগ কৰিছে আৰু বহু নতুন দেশ আন্তৰ্জাতিক কাপোৰ ব্যৱসায়ত ইতিমধ্যেই নামি পৰিছে।

যি পৰ্যন্ত ভাৰতীয় কাপোৰ উদ্যোগক আধুনিকীকৰণ আৰু পুনৰ গঠন নকৰিব, কৰ্ম ভিত্তিত কৰ্ম সংস্থান নকৰিব, সকলো উৎপাদন প্ৰক্ৰম যান্ত্ৰিকীকৰণ নকৰিব, আৰু সুমিতিকৰণৰ অন্যান্য বিষয়সমূহৰ প্ৰতি বিচাৰ বিবেচনা নাৰাখিব, ই ভৱিষ্যতৰ কোনোবা সময়ত দুই চাৰি কৰ্মী কৰ্মহীন নহৈ, সমগ্ৰ উদ্যোগটোৱেই বন্ধৰ পৰ্যায়লৈ গতি কৰিব।

**কয়লা উদ্যোগ (Coal Industry)ঃ** ভাৰতবৰ্ষৰ কয়লাখনি সমূহৰ উন্নয়ন আৰু পৰিচালনা সম্পূৰ্ণই অবৈজ্ঞানিক আৰু অযুক্তিকৰ। ফলত কয়লা খনিসমূহে সৰ্বদায় বাস্তৱ সমস্যাৰ সন্মুখীন হৈ থাকে। গতিকে কয়লাখনিত সুমিতিকৰণ পদ্ধতিৰ প্ৰয়োগ নিতান্তই বাঞ্ছনীয়। কয়লাখনিত সুমিতিকৰণ দুটা উপায়েৰে কৰিব পাৰি, যেনে—

(১) কয়লা খনিসমূহক পূৰ্ণ যান্ত্ৰিকীকৰণ কৰি, আৰু

(২) সৰু সৰু খনিসমূহক মিতব্যয়ী গোটত (Economic size) পৰিণত কৰিবলৈ সংমিশ্ৰণ বা একত্ৰিকৰণ পদ্ধতি প্ৰয়োগ কৰি।

১৯৫৫ চনত "কমিটী অন এমালগামেছন অব্ কলিয়েৰীজ (Committee on Amalgamation of Collieries) নামত, কয়লাখনিসমূহৰ একত্ৰিকৰণ বিষয়টি অধ্যয়ন কৰিবলৈ এখন সমিতি গঠন কৰা হয়।

১৯৫৭ চনত উক্ত সমিতিয়ে প্ৰতিবেদন দাখিল কৰে। উক্ত প্ৰতিবেদন অনুযায়ী যি খনিয়ে বছেৰেকত দহ হাজাৰ টনতকৈ অধিক কয়লা উৎপাদন কৰিব নোৱাৰে আৰু যাৰ মাটি কালি এশ একৰৰ তলত তেনে খনি আন এটা বা ততোধিক খনিৰ লগত একত্ৰিকৰণ হোৱা উচিত্।

উক্ত প্ৰতিবেদনৰ পৰামৰ্শ অনুসাৰে ১৯৫৮ চনত কেন্দ্ৰীয় চৰকাৰে

স্বেচ্ছাধীন একত্ৰিকৰণৰ ( Voluntary amalgamation ) হ… কাৰ্য্যপন্থা হাতত লবলৈ এখন সমিতি গঠন কৰি দিয়ে। সেই সমিতি… স্বেচ্ছাধীন একত্ৰিকৰণৰ কাৰণে ১৯৬১ চনলৈ মাত্ৰ ত্ৰিশটা প্ৰস্তা… পায় আৰু তাক অনুমোদন জনায়। বাধ্যতামূলক একত্ৰিকৰণৰ ব্যৱস্থা… নকৰিলে স্বেচ্ছাধীন ব্যৱস্থাত শিথিলতা অহাটো নিতান্তই স্বাভাৱিক।

'কাউন্সিল অব্ নেচনেল প্ৰডাক্টিভিটি'ৰদ্বাৰা (Council of National Productivity) আমেৰিকা যুক্তৰাষ্ট্ৰৰ কাৰিকৰী বিশেষজ্ঞ… মিছনৰ সহযোগত ১৯৬১ চনত ভাৰতীয় কয়লাখনিৰ জটিলতাখিনি পুনৰ… মূল্যায়ন কৰাৰ কাৰণে এটি "ক'ল প্ৰডাক্টিভিটি টীম" ( Coal Productivity Team ) গঠন কৰি দিয়া হয়। উক্ত দলে আগবঢ়োৱা… অনুমোদনাৱলী নিম্নোল্লিখিত ধৰণৰ—

(১) একত্ৰিকৰণ, যিটো ইতিমধ্যে আৰম্ভ হৈছে, ক্ষিপ্ৰতাৰে কৰা… আৱশ্যক।

(২) উচ্চৈমহতীয়া কাৰিকৰী সেৱা আগবঢ়োৱাৰ অৰ্থে "কেন্দ্ৰীয় সমন্বয় পৰিষদ" ( Cental co-ordinating Board ) এখন গঠন কৰা… উচিত।

(৩) ৰাজহুৱা খণ্ডত কয়লাখনিৰ সংগঠন ফৰাছী পদ্ধতিত (French Pattern) হোৱা প্ৰয়োজন। সেই ফৰাছী পদ্ধতি হ'ল—এখন কেন্দ্ৰীয় নীতি-নিৰ্মিত পৰিষদ ( Central policy making Board ) আৰু… আঞ্চলিক ভিত্তিত স্বায়ত্ব শাসিত কয়লা কোম্পানীক সংগঠিত কৰা হ'ব আৰু উক্ত কোম্পানীবোৰৰ তত্ত্বাৱধান আৰু নিয়ন্ত্ৰণ এখনি কেন্দ্ৰীয় নীতি-নিৰ্মিত পৰিষদৰ হাতত ন্যস্ত থাকিব।

(৪) যান্ত্ৰিকীকৰণ, মেচিন কাটিং ( Machine cutting ), ব্লাষ্টিং ( Blasting ) আৰু ছোভেলিং ( Shovelling ) বিষয়ত বাদে অন্যান্য বিষয়ত সীমিত ( Restricted ) হ'ব।



(৫) পূৰ্ণ-সংযোজিত যাতায়াত ব্যৱস্থা।

(৬) উৎপাদনৰত কৰ্মীক 'পিছ-ৰেট' ( Piece-rate ) ভিত্তিত …হৰপৰ হলে মজুৰি দিয়া পদ্ধতিৰ প্ৰচলন।

উল্লেখিত পৰামৰ্শাৱলী এতিয়াকৈ কাৰ্য্যকৰী নোহোৱাৰ ফলত …কয়লাখনি উদ্যোগত উৎপাদন ক্ৰমান্বয়ে হ্ৰাস পাই আহিছে আৰু …কয়লাৰ মূল্য অনুক্ৰমে বৃদ্ধি পাই অহিছে।

**উন আৰু পাট উদ্যোগ ( Wollen & Silk Industry ) ঃ** এই …উদ্যোগতো পুৰণি আৰু অচল যন্ত্ৰ-পাতিৰ ব্যৱহাৰ এতিয়াও প্ৰচলিত …আছে। জাতীয় ঔদ্যোগিক উন্নয়ন নিগমে ( The National Indus- …trial Development corporation ) গঠন কৰি দিয়া "ৱৰ্কিং …গ্ৰুপ"ৰ প্ৰতিবেদন অনুসৰি এই উদ্যোগৰ বিভিন্ন গোটসমূহৰ যন্ত্ৰ-পাতি …আৰু সা-সৰঞ্জামৰ পুনৰ সংস্থাপন আৰু নৱীকৰণ একান্তই প্ৰয়োজন। …এই উভয় কাৰ্য্য সম্পাদন কৰিবলৈ উদ্যোগ গোটসমূহৰ নিজস্ব সম্বল (Resources) আছে। সম্প্ৰতি সেই উদ্যোগ গোটসমূহত সুমিতিকৰণৰ …উল্লেখিত পৰ্য্যায়ৰ কাম আগবাঢ়ি আছে।

**কড়াল উদ্যোগ ( Cement Industry ) ঃ** অপচয়মূলক আৰু …অনিষ্টকৰ প্ৰতিযোগিতাৰপৰা হাত সাৰিবলৈ ভাৰতীয় কড়াল উদ্যোগত …সুমিতি বা পৰিমিতিকৰণ পদ্ধতি প্ৰয়োগ কৰা হয়। কড়াল উদ্যোগৰ …প্ৰতিদ্বন্দ্বিতা অৱলোপৰ কাৰণে ১৯২৬ চনত ভাৰতীয় কড়াল উৎপাদক …সংস্থা ( The Indian Cement Manufactures' Association ) …নামৰ এটি প্ৰতিষ্ঠান সংগঠন কৰা হয়।

ইয়াৰ পাছত, সুমিতি বা পৰিমিতিকৰণৰ দ্বিতীয় খাপ ( Stage ) …হিচাপে, ব্যৱসায়িক দিশত, বিশেষকৈ সকলো উদ্যোগ গোটৰ নিয়মীয়া …উৎপাদন আৰু উৎপাদিত কড়ালৰ নিয়মীয়া বিক্ৰী ব্যৱস্থা সংক্ৰান্তত …আৰু এটি প্ৰতিষ্ঠান গঢ়ি তোলা হয়। উক্ত প্ৰতিষ্ঠান সংযোজন ( Com-

bination ) সংগঠন হিচাপে ১৯৩০ চনত "ছিমেন্ট মাৰকেটিং কোম্পানী অব্ ইণ্ডিয়া" ( Cement Marketing Company of India ) এই নামে জনা যায়।

সুমিতিকৰণৰ উপযুক্ত পদ্ধতি ৰূপে এঘাৰটা কড়াল উদ্যোগ গোটৰ ভিতৰত দহোটা গোট, ১৯৩০ চনতে এটা গোটত বিলীন ( Merged ) হয়। সেই গোটক এছ'চিয়েটেড চিমেন্ট কোম্পানী লিমিটেড ( Associated Cement Company Limited ) নামে জনা যায়। এইটোৱেই আছিল কড়াল উদ্যোগত দলৰূপে ( Group-wise ) সংগঠন আৰু পৰিচালনাৰ প্ৰথম আৰম্ভণি।

ইয়াৰ পাছত, ১৯৩৭ চনত, ডালমিয়াৰদ্বাৰা প্ৰতিষ্ঠিত আৰু পৰিচালিত সকলোবোৰ কড়াল উদ্যোগ গোট একত্ৰিত হয়, যাক "ডালমিয়া চিমেন্ট গ্ৰুপ "( Dalmia Cement Group ) নামে জনা যায়।

সুমিতিকৰণ বা পৰিমিতিকৰণৰ আন উপাদানবোৰ কড়াল উদ্যোগত ডাঙৰ সমস্যাৰূপে প্ৰত্যক্ষ নোহোৱাত সেইবোৰ বিষয়ত সুমিতিকৰণ পদ্ধতি প্ৰয়োগ কৰিবলৈ প্ৰয়োজন বোধ কৰা হোৱা নাই।

উল্লেখিত আৰু আলোচিত উদ্যোগসমূহৰ বাহিৰেও সুমিতিকৰণ পদ্ধতি প্ৰয়োগ কৰা অপৰাপৰ উদ্যোগ সমূহ হ'ল লো-তীখা ইঞ্জিনীয়াৰিং, জুইশলা ইত্যাদি। লো-তীখা উদ্যোগত সৰলীকৰণ, বিশেষীকৰণ, ফাৰনেচৰ ( Furnace ) উন্নয়ন, উৎপাদনত 'কাৰবন পদ্ধতি'ৰ ( Carbon Process ) প্ৰয়োগ, আৰু কয়লা আৰু উপজাত দ্ৰব্যৰ সদ্ব্যৱহাৰৰ কাৰণে গৱেষণা কৰা কাৰ্য্যই প্ৰধান।

**সুমিতিকৰণ আৰু চৰকাৰ ( Rationalisation and Govt. ) ঃ**

ভাৰতৰ কেন্দ্ৰীয় চৰকাৰে সুমিতিকৰণ বা পৰিমিতিকৰণ সন্দৰ্ভত কিছুমান প্ৰত্যক্ষ আৰু পৰোক্ষ ব্যৱস্থা হাতত নোলোৱা নহয়। চৰকাৰে নীতিগতভাৱে সুমিতিকৰণৰ সপক্ষে মত পোষণ কৰে। সেয়ে এই বিষয়টি বিভিন্ন ক্ষেত্ৰত পৰিলক্ষিত হোৱা দেখা যায়।



১৯৫১ চনত গৃহীত হোৱা 'উদ্যোগ উন্নয়ন আৰু বিনিময় আইন" (The Industries Development & Regulation Act—1951) অনুযায়ী কেন্দ্ৰীয় চৰকাৰে দেশৰ বিভিন্ন উদ্যোগ উন্নয়নৰ অৰ্থে একোখন 'উন্নয়নী পৰিষদ' ( Development Council ) উদ্যোগে প্ৰতি গঠন কৰিব পাৰে। ইতিমধ্যে প্ৰায় তেৰটা উদ্যোগত এনে ধৰণৰ তেৰখন পৰিষদ গঠন কৰা হৈছে।

পৰিকল্পনা আয়োগে ( Planning Commission ) প্ৰথম আৰু দ্বিতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাত ব্যক্তিগত খণ্ডৰ উদ্যোগৰ যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জাম নবীকৰণ আৰু পুনৰগঠন কৰাৰ কাৰণে তিনিশ' আশী কোটি টকা ( ২৩০ কোঃ টঃ + ১৫০ কোঃ টঃ ) ধাৰ্য্য কৰা হৈছিল। অৱশ্যে এই শিতানৰ টকা পৰিকল্পিত কালতে ব্যয় হৈছিল যদিও কিমান টকা কি কি বিষয়ত ব্যয় হ'ল তাৰ মূল্যায়ন এতিয়াও কৰিবলৈ বাকী আছে। তথাপি ক'ব লাগিব যে এই শিতানত হোৱা ব্যয়ে সুমিতিকৰণ আন্দোলনকে সহায় কৰিছে।

বিত্ত সাহায্যৰ ক্ষেত্ৰত ঔদ্যোগিক বিত্ত নিগম' ( The Industrial Finance Corporation ), 'জাতীয় ঔদ্যোগিক উন্নয়ন নিগম' ( The National Industrial Development Corporation ) আদি ভালেমান বিত্তীয় সংস্থাৰ গঠন এই ক্ষেত্ৰত উল্লেখযোগ্য।

শিল্পজাত সামগ্ৰীৰ মান নিৰ্ধাৰণ, বিশেষীকৰণ, সৰলীকৰণ, বস্তুৰ টোপোলাবন্ধা কাৰ্য্য, ভঁড়ালৰ ব্যৱস্থা আদি বিষয়ৰ বাবে 'ইণ্ডিয়ান ষ্টেণ্ডাৰ্ড ইনষ্টিটিউট' (The Indian Standard Institute), 'ইণ্ডিয়ান ইনষ্টিটিউট অব্ পেকিং ( The Indian Institute of Paking ), 'চেণ্ট্ৰেল ৱেৰেহাউছ ক'ৰপো'ৰেচন ( Central warehouse Corporation ) ইত্যাদি প্ৰতিষ্ঠানে স্থাপিত কৰা।

শ্ৰমিকৰ বাবে নানান বিষয়ত, যথা মজুৰি, নিৰাপত্তা, বী-1

ভবিষ্যনিধি, বিবাদ ( Dispute ) আদি, আইন প্ৰবৰ্তন আৰু আইন সংশোধনে, সুমিতিকৰণৰ শ্ৰমৰ ( Labour ) ক্ষেত্ৰত পৰোক্ষভাৱে হলেও ব্যাপক কাৰ্য্য ব্যৱস্থা লোৱা হৈছে।

উদ্যোগ বা ব্যৱসায়ৰ পৰিচালনা নিয়ন্ত্ৰণ, বিত্ত আদি বিবিধ বিষয়ত যিখিনি সুস্থ নীতি বা আচৰণ বিধিৰ প্ৰয়োজন হয়। সেয়া কোম্পানী আইনৰ বিভিন্ন ধাৰা-উপধাৰা সংশোধনৰ জৰিয়তে প্ৰবৰ্তন কৰিবলৈ বিচৰা হৈছে।

উদ্যোগৰ গৱেষণা আৰু অনুসন্ধান, শ্ৰমিক কৰ্মীৰ প্ৰশিক্ষণ আদিৰ কাৰণে বহু ধৰণৰ গৱেষণা আৰু প্ৰশিক্ষণ কেন্দ্ৰ বিভিন্ন আঁচনিৰদ্বাৰা দেশত প্ৰতিষ্ঠা কৰা হৈছে। এই ব্যৱস্থাও সুমিতিকৰণ আন্দোলনক পৰোক্ষভাবে হলেও শুদ্ধ পথেদি অগ্ৰসৰ কৰাৰ অন্য এক দৃঢ় পদক্ষেপ।

---

# অষ্টম অধ্যায়

## (গ)

## শ্ৰম ( Labour )

ভূমিকা ( Introduction ) ঃ শ্ৰম, উৎপাদনৰ উপাদান সমূহৰ ...টা অন্যতম প্ৰধান উপাদান। অৰ্থনীতিত, যিকোনো কৰ্মক, দৈহিক ... মানসিক, শ্ৰম বুলি কয়। শ্ৰমৰ আৱশ্যকতা অপৰিহাৰ্য্য ; কিন্তু ... আৱশ্যকতা বিষয়ত বিশেষকৈ উৎপাদনী শ্ৰম ( Productive ...bour) বা অনুৎপাদনী শ্ৰম সংক্ৰান্তত নানাজনৰ নানা মত : এটা কথা ...নস্বীকাৰ্য্য যে বিনা শ্ৰমে কোনো উৎপাদন সম্ভৱপৰ নহয়। উৎপাদনৰ ...ান্য উপাদান সমূহৰ লগত ‘শ্ৰম’ উপাদানৰ পাৰ্থক্য আছে। ‘শ্ৰম’ৰ ...কুমান নিজস্ব বৈশিষ্ট্যৰ বাবেই সেই পাৰ্থক্য বা বৈষম্যৰ সৃষ্টি হয়। ...মৰ সেই বৈশিষ্ট্যৰ কাৰণেই নানান সমস্যাৰো উদ্ভৱ হয়। ‘শ্ৰম’ক ...মিকৰপৰা পৃথক কৰিব নোৱাৰি। আচলতে “Labour is a ...ving thing”। শ্ৰমিকে শ্ৰম বিক্ৰী কৰে ; কিন্তু শ্ৰম বিক্ৰীৰ ...দেশে শ্ৰমিক নিজেই যাব লাগে। শ্ৰম, শ্ৰমিকৰ ব্যক্তিগত ...ৰিসম্পত্তি ; কিন্তু এই পৰিসম্পত্তিৰ মূল্য বিনিয়োগৰ (Investment) ...বা বৃদ্ধি কৰিব পাৰি। সেই বিনিয়োগ হৈছে অনুশীলন আৰু ...শিক্ষণ। অৰ্থাৎ অনুশীলন আৰু প্ৰশিক্ষণৰ জৰিয়তে শ্ৰমিকৰ কৰ্ম...পূণতা বৃদ্ধি কৰা যায়।

শ্ৰম, ক্ষিপ্ৰ-বিনাশশীল সম্ভাৰ ( Perishable goods )। গতিকে ...মক অন্যান্য সম্ভাৰৰ দৰে সঞ্চয় কৰি ৰাখিব নোৱাৰি সেয়ে, ...কোনো শ্ৰমিকে শ্ৰম শক্তি লৈ বহি থাকিব নোৱাৰে। সময় আগ-...চাৰ লগে লগে ই বিনষ্ট হৈ যায়। মুঠতে শ্ৰমৰ কোনো সঞ্চয় মূল্য

নাই। গতিকে অন্যান্য উপাদানৰ তুলনাত শ্ৰমৰ যাচাই বা দৰ-দাম ক্ষমতা ( Bargaining Power ) কম। অন্য হাতে আধুনিক যন্ত্ৰ-পাতিৰ সৈতে শ্ৰমিকৰ শ্ৰমৰ কোনো তুলনাই নহয়, অৰ্থাৎ যন্ত্ৰ-পাতিৰ উৎপাদনী শক্তি মানুহৰ শ্ৰমতকৈ তুলনাহীন ভাবে দূৰত। কাৰণ শ্ৰমিকৰ শ্ৰম এক মানৱীয় উপাদান ; সেয়ে কেৱল অৰ্থনৈতিকেই নহয়, নৈতিক আৰু সামাজিক সমস্যাৰ বিচাৰ বিবেচনাৰ কথাও শ্ৰমিকৰ শ্ৰম উৎপাদনৰ লগত উপস্থিত হয়।

শ্ৰমিকৰ শ্ৰম মূলধনৰ দৰে গতিশীল নহয়। কাৰণ, ভৌগোলিক অৱস্থান, পৰিবেশ, ভাষা, নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ আদি সকলোৰে স্থান পৰিবৰ্তনৰ লগে লগে পৰিবৰ্তন হয়। সেয়ে শ্ৰমিকে নিজৰ স্থানক অন্য ঠাইৰ তুলনাত অধিক পচন্দ কৰে। তেওঁলোক সহজে ঠাই সলনি কৰাৰ পক্ষপাতি নহয় ; যাৰ বাবে শ্ৰমৰ গতিশীলতা ব্যাহত হয়।

উল্লেখিত শ্ৰমৰ বিশেষত্বৰ কাৰণে, বিশেষকৈ শ্ৰম মানৱীয় উপাদান হোৱা হেতু, অৰ্থনৈতিক সমস্যাৰ উৎপত্তিৰ লগত সামাজিক আৰু নৈতিক বহু সমস্যাই উদ্ভৱ হয়। শিল্প-বিপ্লৱৰ সম্ভূত কাৰখানাত ( Workshop), সমূহীয়া উৎপাদন পদ্ধতি প্ৰয়োগৰ কাৰণে যিবোৰ বিভিন্ন এজেন্টে (Agent ) উৎপাদনত উপাদানৰ যোগান ধৰে, সেই সকলোবোৰেই উপাৰ্জনৰ সিংহভাগ লাভ কৰিবলৈ প্ৰচেষ্টা চলায় ; যাৰ ফলত বহু ধৰণৰ মতানৈক্য আৰু বৈষম্যৰ সৃষ্টি হয়। এই লাভ অৰ্জনৰ মনোবৃত্তিয়ে অথবা শ্ৰমৰ উপৰোক্ত বিষেশত্বৰ কাৰণে মুক্ত অৰ্থনীতি বা পুঁজিবাদী অৰ্থনীতিত শ্ৰমিকৰ শ্ৰম শোষণৰ একাধিক সুযোগ থাকে। আনকি সমাজতান্ত্ৰিক অৰ্থনীতিতো, শ্ৰমিকৰ স্বাৰ্থ বিশেষকৈ উন্নততৰ জীৱনৰ মানদণ্ড, জীৱিকাৰ মানদণ্ড, আৰু মজুৰি আদিৰ কাৰণে ৰাষ্ট্ৰৰ লগত অৰ্থবাদ হ'ব পাৰে।

শিল্প বিপ্লৱৰ ফলত বিভিন্ন ধৰণৰ প্ৰভাৱ উৎপাদনৰ সকলো



উপাদানৰ ওপৰত পৰে। উনৈশ শতিকাত গড় হিচাপে সকলো নিয়োগ-কাৰীয়ে ( কৰ্তৃপক্ষ ) কেৱল পৰিচালনা আৰু যন্ত্ৰ-পাতিৰ ওপৰতহে, উৎপাদন খৰচ হ্ৰাস কৰাৰ ক্ষেত্ৰত অধিক গুৰুত্ব দিছিল। মানুহৰ শ্ৰম শক্তিক তেতিয়া তুলনামূলক ভাৱে সস্তীয়া বস্তু হিচাপে গণ্য কৰিছিল ; যাক যি কোনো সময়ত কম মূল্যতেই ক্ৰয় বা নিয়োগ কৰি নিজৰ উপাৰ্জন বৃদ্ধি কৰিবলৈ কোনো অসুবিধা নহৈছিল। সেই সময়ত শ্ৰমক উৎপাদনৰ এক বিশেষ আহিলা বুলি কেতিয়াও কোনেও ধাৰণা কৰা নাছিল ; কিন্তু কাৰখানাত সমূহীয়া উৎপাদন কৰিবৰ কাৰণে এদল শ্ৰমিকৰ প্ৰয়োজন হৈ পৰে আৰু কাৰখানাৰ উৎপাদিত সামগ্ৰীৰ বজাৰ সম্প্ৰসাৰিত হোৱাৰ কাৰণে কোম্পানীৰ নিচিনা সংগঠনৰ প্ৰয়োজন হৈ পৰিল। তথাপিও নিয়োগকাৰীৰ কাৰণে শ্ৰমিক এদল সাধাৰণ কৰ্মী হৈয়েই থাকিল যদিও শ্ৰমিকৰ শ্ৰম সমূহীয়া উৎপাদনৰ বাবে অপৰিহাৰ্য্য হৈ পৰে।

নিয়োগকাৰীৰ অজ্ঞাতেই শ্ৰমিকৰ শ্ৰম সম্পৰ্কে বিভিন্ন দৃষ্টিভংগীৰ উদ্ভৱ হয়, যিবোৰে ক্ৰমোন্নয়ন কৰি গৈ কিছুমান ধাৰণাত ( Concepts) পৰিণত হয়। সেই শ্ৰম সংক্ৰান্ত ধাৰণাবোৰ বস্তু ( Commodity Concept ), যন্ত্ৰ-পাতি (Machinary Concept), মানৱীয় (Humanity Concept ), অংশীদাৰ (Partnership) ব্যক্তিগত গুণ (Individual ability ) আৰু বাছনিসূচক ( Electic Concept ) ধাৰণা আদি।

উক্ত ধাৰণাসমূহৰ ফলশ্ৰুতি হিচাপে বহু শিক্ষিত নিয়োগকাৰীয়ে বিভিন্ন কৰ্ম অনুযায়ী বেলেগ বেলেগ বৈশিষ্ট্য আহৰণ কৰা শ্ৰমিক কৰ্মীৰ সামাজিক আৰু অৰ্থনৈতিক পৰিচয় স্বীকাৰ কৰে। যাৰ ফলত শ্ৰমিকৰ অভিপ্ৰায় আৰু অনুষ্ঠান সমানেই বুলি নিয়োগকাৰীৰ অনুভূত হয়। সেয়েহে উদ্যোগে শ্ৰমিকৰ অধিকাৰ বা স্বত্বক উৎপাদনৰ অন্যতম প্ৰধান উপাদান হিচাপে স্বীকৃতি দিব লগা হয়।

**বিষয়া পৰিচালনা (Personnel Management)**ঃ ব্যৱসায় পৰিচালনাৰ ক্ষেত্ৰত শ্ৰমিক কৰ্মী আৰু বিষয়াৰ পৰিচালনা, বিত্ত, উৎপাদন আৰু বিক্ৰয় বিভাগৰ পিচতেই এটা প্ৰধান বিভাগ বুলি নিয়োগকাৰীৰ উপলব্ধি হল। সেই উপলব্ধিৰ ফলস্বৰূপেই সংগঠিত ব্যৱসায় উদ্যোগত, কৰ্মচাৰী আৰু বিষয়া পৰিচালনাৰ বাবে এটি বিভাগ খোলাৰ ব্যৱস্থা আহি পৰিল। সেই বিভাগৰ পৰিচালক জনক, বিষয়া পৰিচালক (Personnel Manager) নামে জনা যায়। তেওঁ অন্যান্য বিভাগৰ বিভাগীয় মুৰব্বীৰ লগত সমপৰ্য্যায়ৰ আৰু সাধাৰণ পৰিচালকৰ প্ৰত্যক্ষ অধীনত থাকে।

সাধাৰণতে কৰ্মী নিয়োগৰ ওপৰত উদ্যোগৰ উন্নতি বা অবনতি নিৰ্ভৰ কৰে। কৰ্মীৰ নিযুক্তিকৰণো হ'ব লাগে কৰ্ম অনুযায়ী। কৰ্মীৰ গুণ অনুসাৰে কৰ্মত স্থানাভিষিক্ত (Placement) কৰিব লাগে। সেইটো কৰিব নোৱাৰিলে কৰ্মত অনুপস্থিতি (absence), ওপৰওৱালা বা সহকৰ্মীৰ লগত বিবাদ (Conflict), অনুপযুক্ত কৰ্ম আদি নানান আসোঁৱাহ ওলায়। উদ্যোগত অৰ্থনৈতিক আৰু মানৱীয় দিশত ব্যয়ৰ মাত্ৰা বৃদ্ধি পায়। প্ৰায়ে দেখা যায়, কোনো কৰ্মীয়ে যেতিয়া কোনো কাম (Job) অনুপযোগী বুলি এৰে, তেনে কৰ্মীয়েই হয়তো একে উদ্যোগতে আন এটা বিভাগত প্ৰায় সমপৰ্য্যায়ৰ এটা কৰ্ম (job) 'উপযোগী' হিচাপে আৰু অধিক কৃতকাৰ্য্যতাৰে সম্পাদন কৰিব পাৰে। এই বিষয়টি উদ্যোগৰ বিষয়া বা কৰ্মচাৰীৰ ক্ষেত্ৰতো প্ৰায় সমান ভাৱেই প্ৰযোজ্য হয়।

বিষয়া পৰিচালনা বিষয়ৰ ভালেমান বৈশিষ্ট্য আছে, যেনে—

(ক) বিষয়া পৰিচালনাৰ নিৰ্দিষ্ট কিছুমান পথ প্ৰদৰ্শিত নীতি (Guiding Principles) আছে, যিবোৰে মানুহক কৰ্মৰ ক্ষেত্ৰত পৰিচালনা কৰিবৰ বাবে বিবিধ কৌশল আগবঢ়ায়।



(খ) কৰ্মী, কৰ্মচাৰী আৰু বিষয়াক কৌশলপূৰ্ণভাৱে, ব্যক্তিগত বা দল হিচাপে চলোৱা হয়, যাতে তেওঁলোকে উদ্যোগলৈ অতি উৎকৃষ্ট আৰু আকাংক্ষিত কৰ্ম আগবঢ়াব পাৰে।

(গ) সফল পৰিচালনা ব্যৱস্থাই প্ৰতিজন কৰ্মীক নিজৰ প্ৰতিভা অনুযায়ী, আপোন কৰ্মত চৰম আনন্দ লাভৰ কাৰণে সহায় কৰে। ইয়াৰ উপৰি, কৰ্মীয়ে নিজে কৰা এটা কামৰ আংশিক পূৰ্ণতাখিনি (Complete part of a Work) প্ৰত্যক্ষ কৰাৰ সন্তোষ লাভ কৰিবলৈ পৰিচালনাই সুযোগ দিয়ে। বিষয়া পৰিচালনাই সকলো বিভাগৰ পৰিচালনাৰ লগত, (যথা উৎপাদন পৰিচালনা, বিত্তীয় পৰিচালনা আৰু বিক্ৰয় পৰিচালনা) সম্পৰ্ক ৰক্ষা কৰে। সকলো কৰ্মীবপৰা যথাৰ্থ কৰ্ম লাভ কৰাৰ উদ্দেশ্যেই "বিষয়া পৰিচালনা দপ্তৰ" পৰিচালনাৰ সকলো স্তৰতে পৰিব্যাপ্ত।

ই কেৱল কাৰখানা আৰু শ্ৰমিক কৰ্মীৰ কাৰণেই প্ৰয়োজনীয় আৰু সেই বিষয়ৰ ভিতৰতেই সীমাবদ্ধ নহয়। ই কাৰ্য্যালয়, বিক্ৰয়, লেবৰেটৰী আদি বিভাগতো সমানেই গুৰুত্বপূৰ্ণ। আনকি পৰিচালক পদস্থ বিষয়াৰ মাজতো "বিষয়া পৰিচালনা" প্ৰযোজ্য হয়, যিহেতু উচ্চ পদস্থ বিষয়ায়ো কৰ্ম সম্পাদনৰ ক্ষেত্ৰত তলতীয়া বিষয়া আৰু কৰ্মচাৰীৰ সহযোগ পূৰ্ণ মাত্ৰাই আদায় কৰিবলৈ সক্ষম হ'ব লাগে। বিষয়া পৰিচালনা বিভাগটি কেৱল ব্যক্তিগত খণ্ডৰ উদ্যোগতেই যে উপযোগী এনে নহয়, ই ৰাজহুৱা খণ্ডৰ উদ্যোগ, চৰকাৰী বিভাগ, সৈন্যবিভাগ আদিতো সমানেই অপৰিহাৰ্য্য হ'ব পাৰে।

বিষয়া পৰিচালনা বিভাগে শ্ৰমিক কৰ্মী বিষয়াৰ নিয়ন্ত্ৰণ বিষয়ত অনুমোদন জনায়, পৰিচালনাত সহযোগ আৰু পৰামৰ্শ আগবঢ়াই কাৰ্য্য সম্পাদন কৰে। বিষয়া পৰিচালনা বিভাগে আগবঢ়োৱা নীতি নিয়ম, কৰ্ম কৌশল আৰু কাৰ্য্য পদ্ধতিক বিভিন্ন বিভাগৰ জড়িয়তে কাৰ্য্য ক্ষেত্ৰত উদ্যোগ পক্ষই প্ৰয়োগ কৰে।

**বিষয়া পৰিচালনা কাৰ্য্য-কলাপ ( Functions ):** বিষয়া পৰিচালনাৰ কিছুমান মৌলিক কাৰ্য্যকাৰিতা আছে যিবোৰ স্বাভাৱিকতে এই বিভাগৰে কৰণীয়। সেই কাৰ্য্যকাৰিতাসমূহ হৈছে—বাছনি ( Selection ), প্ৰশিক্ষণ ( Training ), মজুৰি বা বেতন নিৰ্ধাৰণ (Wage & Salary fixation), প্ৰমোচন (Promotion), কৰ্ম মূল্যায়ন ( Job evaluation ), বদলিকৰণ, যোগ্যতা মূল্যায়ন ( Merit Paying ) কাৰখানাৰ পৰিবেশ, নিৰাপত্তা ( কৰ্মৰত অৱস্থা আৰু চাকৰি ), স্বাস্থ্য আৰু বিশ্ৰাম। ইয়াৰ উপৰিয়ো, আৰু ভালেমান কাৰ্য্য বিষয়া পৰিচালনা বিভাগে সম্পাদন কৰিব লাগে, সেই কাৰ্যবোৰ হল—উদ্যোগ পৰিচালনাত শ্ৰমিক কৰ্মীৰ অংশ গ্ৰহণ Workers Participation in Management ), উন্নততৰ ঔদ্যোগিক সম্পৰ্ক (Better Industrial Relations), শ্ৰমিক কৰ্মীৰ সংস্থা বা প্ৰতিষ্ঠানৰ লগত যোগাযোগ আৰু সহযোগ স্থাপন, কৰ্মী আৰু উদ্যোগ পক্ষৰ সহযোগত উদ্যোগৰ উৎপন্ন সামগ্ৰীৰ মান নিৰ্ধাৰণ, অপচয় হ্ৰাসকৰণ, আৰু সমূহীয়া উৎপাদন আদি।

বিষয়া পৰিচালনা বিভাগৰ উক্ত কাৰ্য্যালয়সমূহৰ কাৰ্য্য পদ্ধতি হ'ল এনে ধৰণৰ—বাছনি হৈছে প্ৰকৃত কৰ্মত উপযুক্ত কৰ্মীৰ বৃত্তিগত নিৰ্বাচন আৰু কৰ্ম পদ্ধতি সম্পৰ্কে উপদেশ দান আৰু স্থানাভিষিক্ত কৰণ ( Guidance & placement )। সকলো কৰ্মীক কৰ্ম অনুসাৰে বৃত্তিগত প্ৰশিক্ষণ দান। এই নিৰ্বাচন আৰু প্ৰশিক্ষণৰ পিচত কৰ্মীক স্থায়ীভাবে নিযুক্তিকৰণ। মজুৰি বা বেতনৰ ক্ষেত্ৰত যুক্তিযুক্ত নীতিৰ ভিত্তিত (On rational policy) মজুৰি বা বেতন নিৰ্ধাৰণ। উদ্যোগৰ সকলো কৰ্মৰ ( Job ) মূল্যায়ন আৰু যথোপযুক্ত বিশ্লেষণ ( Proper evaluation and analysis )। কৰ্মী, কৰ্মচাৰী, বিষয়াৰ বদলি, প্ৰমোচন বা ডিমোচন ( Demotion ), সাময়িক ভিত্তিত নিলম্বিতকৰণ



( Suspension ) আৰু বৰ্খাস্ত কৰা কাৰ্য্য, কৰ্মীৰ কৰ্মৰ বিভাজন আৰু অৰ্হতাৰ মূল্যায়ন। কাৰখানাত কৰ্ম সম্পাদন কৰাৰ পৰিবেশ যথা—কৰ্মৰত অৱস্থাত কৰ্মীৰ স্বাস্থ্য তেনে অৱস্থাত নিৰাপত্তা, কৰ্ম ক্লান্তিৰ অৰ্থে বিশ্ৰামৰ ব্যৱস্থা কৰা। পৰিচালনাত শ্ৰমিক কৰ্মীৰ অংশ গ্ৰহণ কৰিবলৈ দি উদ্যোগ পক্ষ আৰু শ্ৰমিকৰ মাজত প্ৰকৃত সহযোগিতা স্থাপন কৰা, কৰ্মীৰ আশা-আকাংক্ষাক ৰূপায়িত কৰি সম্পৰ্ক উন্নত কৰা' শ্ৰমিক সংস্থাৰ লগত যোগাযোগ ৰাখি, তেওঁলোকৰ সংস্থাক উপযুক্ত স্বীকৃতি দি উভয় পক্ষৰ সন্মিলিত সহযোগত উদ্যোগৰ মানদণ্ড উন্নীত কৰাৰ উদ্দেশ্যে ওপৰত উল্লেখিত কাৰ্য্যপন্থাবোৰ প্ৰয়োগ কৰা হয়।

**ঔদ্যোগিক মনস্তত্ত্ব ( Industrial Psychology ):** উদ্যোগত মনস্তত্ত্বৰ প্ৰয়োগেই হৈছে ঔদ্যোগিক মনস্তত্ত্ব। উদ্যোগত নিয়োজিত মানুহৰ অধ্যয়নেই ঔদ্যোগিক মনোবিজ্ঞান। সাধাৰণতে এই বিজ্ঞানক, বিজ্ঞানৰ কণিষ্ঠতম প্ৰায়োগিক মনোবিজ্ঞান বুলি কোৱা হয়। পূৰ্বোল্লেখিত উদ্যোগ পক্ষৰ কাৰ্য্যবোৰ ( Functions ) উদ্যোগৰ বাবে নতুন নহয়, কিন্তু সেই কাৰ্য্যবোৰ এটা বিভাগ কৰি, এজন বিভাগীয় মূৰব্বীৰ অধীনত ন্যস্ত কৰা ব্যৱস্থাদি নতুন। সেই বিভাগীয় মূৰব্বীজনে উক্ত কাৰ্যবোৰ সমাধান কৰিবলৈ যি বিজ্ঞান সন্মত আৰু মনোগত কৌশল প্ৰয়োগ কৰে, তাক ঔদ্যোগিক মনস্তত্ত্বৰ শাখা হিচাপে ধৰা হয়।

উদ্যোগত ঔদ্যোগিক সম্পৰ্ক মধুৰতৰ কৰিবৰ কাৰণে অথবা ঔদ্যোগিক সম্পৰ্ক হৈছে শ্ৰমিক কৰ্মী আৰু উদ্যোগ কৰ্তৃপক্ষৰ সম্পৰ্ক। এই সম্পৰ্কৰ অৱনতি হলে, ঔদ্যোগিক সংঘৰ্ষৰ উদ্ভৱ হয়। সাম্প্ৰতিক কালত উভয় পক্ষই সংগঠিত সম্পৰ্কৰ অৱনতি হোৱাৰ কাৰণ বিশ্লেষণ কৰিলে দেখা যায় যে প্ৰায় সকলোবোৰ কাৰণেই অৰ্থনৈতিক। অৰ্থাৎ ঔদ্যোগিক সমস্যাসমূহ অৰ্থনৈতিক কাৰণত প্ৰতিষ্ঠিত। এই অৰ্থনৈতিক সমস্যাসমূহৰ মীমাংসাৰ দায়িত্ব অৰ্থনীতিক আৰু সমাজ বিজ্ঞানীৰ।

উদ্যোগ হৈছে সামাজিক জীৱনৰ সেই অংগ যাৰ কাৰ্য্যকাৰিতাৰ ফলত সভ্য সমাজে প্ৰয়োজনীয় বা লাগতিয়াল সা-সামগ্ৰী লাভ কৰিব পাৰে। উদ্যোগৰ উদ্দেশ্য হৈছে সমাজক প্ৰয়োজনীয় সকলো বস্তু যিমানদূৰ সম্ভৱ মিতব্যয়িতাৰে যোগান ধৰা। মনোবিজ্ঞানে উদ্যোগৰ উক্ত উদ্দেশ্য অধিক সম্প্ৰসাৰিত কৰাৰ কাৰণে প্ৰচেষ্টা চলায়, যাক ঔদ্যোগিক মনস্তত্ত্ব বুলি কোৱা হয়।

সাধাৰণতে দেখা যায় এটা ব্যৱসায় বা এটা উদ্যোগৰ কৃতকাৰ্য্যতা কেৱল মিতব্যয়ী আৰু কাৰিকৰী উপাদানৰ ওপৰতে নিৰ্ভৰ নকৰে, ই অধিককৈ নিৰ্ভৰ কৰে, উদ্যোগ বা ব্যৱসায়ৰ কৰ্মী বিষয়া গাঁথনিৰ ওপৰত। কৰ্মী বা বিষয়া হৈছে কিছুমান স্বতন্ত্ৰ ব্যক্তিৰ সমষ্টি যি সকলৰ কৰ্মৰ অৱস্থা, সময়, কৰ্ম পদ্ধতি, মজুৰি বেতন, বোনাছ কৰ্মৰ তাৰেশ আৰু কৰ্ম ক্লান্তিৰ লগতহে অধিক ঘনিষ্ঠ। এই সকলো বিষয় উদ্যোগৰ কাৰ্য্যকাৰিতাৰ ক্ষেত্ৰত অতীব গুৰুত্বপূৰ্ণ। বিষয়বোৰ প্ৰত্যক্ষ-ভাবে বিষয়া পৰিচালনাৰ লগত জড়িত আৰু যদি সেইবোৰৰ প্ৰতি যথাৰ্থ দৃষ্টি ৰখা নাযায় তেনে সিবোৰে সংঘাটৰ সৃষ্টি কৰিব। উৎপাদনত লোকচান ঘটাব, অপচয় বৃদ্ধি কৰাব, আৰু পৰিণতিত উৎপাদন ব্যয় সৰ্বাধিক কৰিব।

ঔদ্যোগিক মনস্তত্ত্বৰ উদ্দেশ্য হৈছে, চৰম কৰ্ম নৈপূণ্যতা আহৰণ কৰা আৰু ঔদ্যোগিক অপচয় ৰোধ কৰা। ইয়াৰ উদ্দেশ্য প্ৰধানকৈ অধিক উৎপাদন বৃদ্ধি কৰা নহয়; কিন্তু কৰ্মীক কৰ্ম সম্পাদনৰ কাৰণে সৰ্বাধিক স্বচ্ছন্দতা ( Ease ) দিয়া।

মনোবিজ্ঞানৰ লক্ষ্য হৈছে কৰ্মীক কৰ্ম সম্পাদন কৰিবলৈ যিমান দূৰ সম্ভৱ দৈহিক আৰু মানসিক পৰিবেশৰ সুযোগ দিয়া, যাতে কৰ্মীয়ে নিজস্ব মংগল বা কল্যাণ বিসৰ্জন নিদিয়াকৈ চৰম উৎপাদন কৰিবলৈ সক্ষম হয়।



অপচয় ৰোধ কৰি কৰ্ম নৈপূণ্য বৃদ্ধিৰ জড়িয়তে ঔদ্যোগিক মনস্তত্ত্বই উদ্যোগত আওপকীয়াভাৱে উৎপাদনৰ সমৃদ্ধি ঘটাবলৈ চেষ্টা কৰে। অৱশ্যে এই কাৰ্য্য কৰিবলৈ শ্ৰমিক আৰু কৰ্তৃপক্ষৰ মাজত উত্থাপিত বিবাদ আৰু মতানৈক্য নিষ্পত্তিৰ জৰিয়তে যত্ন কৰা হয়। শ্ৰমিক কৰ্মীৰ উপাৰ্জন বৃদ্ধি, অধিক বিশ্ৰাম ব্যৱস্থা আৰু সামাজিকভাৱে শ্ৰমিকক প্ৰতিষ্ঠিত কৰিবলৈও ঔদ্যোগিক মনস্তত্ত্বই কাৰ্য্যপন্থা হাতত লয়। মুঠতে ঔদ্যোগিক কাৰ্য্য দক্ষতা বৃদ্ধিৰ কাৰণে ঔদ্যোগিক মনোবিজ্ঞানক বিভিন্ন উপায়েৰে প্ৰয়োগ কৰা হয়। স্থানান্তৰত ঔদ্যোগিক মনস্তত্ত্ব প্ৰয়োগ কৰা উপায়সমূহৰ আলোচনা কৰা হৈছে।

**কৰ্মী নিয়োগৰ সমস্যা ( Problems of Recruitment ) ঃ** উদ্যোগত শ্ৰমিক কৰ্মীৰ ভৰ্তিয়েই হৈছে বস্তুতঃ নিয়োগৰ প্ৰথম পদক্ষেপ। সেই কাৰণে নিয়োগৰ অন্তিম সফলতা বা বিফলতা নিৰ্ভৰ কৰে, নিয়োগৰ পদ্ধতি বা নিয়োগ সংগঠনৰ ওপৰত। যদি এজন কৰ্মী কৰ্ম অনুযায়ী যথাৰ্থভাৱে ভৰ্তি কৰা নহয়, তেনেহলে সেই কৰ্মীজন কৰ্মত অনুপযুক্ত বা অকৰ্মণ্য বুলি পৰিগণিত হ'ব পাৰে যিটোৱে উৎপাদনত ব্যাঘাট জন্মাব।

একোটা উদ্যোগত বহু শ্ৰমিক কৰ্মী পটু বা অপটু বিভিন্ন কৰ্মত ভৰ্তি কৰিব লাগে। সেয়ে উক্ত নিযুক্তিকৰণ কাৰ্য্যটি সাৱধানতাৰে বিজ্ঞান সন্মত আৰু প্ৰণালীবদ্ধভাৱে কৰাটো একান্তই আৱশ্যক; কিন্তু সেই সন্মত আৰু প্ৰণালীবদ্ধ পদ্ধতিৰ উদ্ভাৱন নিতান্তই কষ্ট সাধ্য। উদ্ভাৱিত পদ্ধতিও সকলো উদ্যোগতে সমভাৱে প্ৰযোজ্য নহয়। অৰ্থাৎ উদ্ভাৱিত পদ্ধতি সমহাৰত সকলো উদ্যোগতে প্ৰয়োগ কৰা অত্যন্ত কঠিন। উদ্যোগত অকৰ্মণ্য কৰ্মীৰপৰা হাত সাৰিবলৈ বিজ্ঞান সন্মত ভৰ্তিকৰণৰ প্ৰয়োজন হয়।

দুৰ্ভাগ্যবশতঃ স্বজন প্ৰিয়তাৰ নিচিনা মানৱীয় উপাদানো বহু ভাল

উদ্যোগৰ অৱনতিৰ কাৰণ হয়। স্বজন প্ৰিয়তা মানৱীয় উপাদান হোৱা বাবেই ই, পৃথিৱীৰ সৰ্বত্ৰ পৰিব্যাপ্ত। শ্ৰমিক কৰ্মচাৰী নিয়োগৰ বিষয়ত ইয়ে৷ এক সমস্যা ৰূপে সদায়েই দেখা দিয়ে।

উনৈশ শতিকাৰপৰা প্ৰায় কুৰি শতিকাৰ আগভাগলৈকে ভাৰতবৰ্ষত শ্ৰমিক কৰ্মীৰ ভৰ্তিকৰণ কাৰ্য্যটি বৰ্তমানৰ তুলনাত সমূলি সন্তোষ জনক নাছিল। প্ৰথম অৱস্থাত শ্ৰমিক শক্তিও বৰ্তমানৰ দৰে বহুল বিস্তৃত আৰু সহজ-লভ্য নাছিল। তাৰ উপৰি শ্ৰমিকৰ স্থানান্তৰী বা ভ্ৰমণশীল চৰিত্ৰৰ ( Migratory Character ) বাবে শ্ৰমিক সংগ্ৰহ কাৰ্যটো কষ্টসাধ্য কাম আছিল। সেয়ে, শ্ৰমিক-কৰ্মচাৰী সংগ্ৰহৰ ক্ষেত্ৰত নিয়োগ কৰ্তাই বা উদ্যোগ পক্ষই নানান পদ্ধতি অৱলম্বন কৰিবলগীয়া হৈছিল। ফলত বৈজ্ঞানিক প্ৰণালীৰ নিয়োগ ব্যৱস্থাৰ প্ৰতি কোনো ধ্যান দিব পৰা নগৈছিল।

**বৃত্তিগত বাছনি আৰু নিৰ্দেশনা : ( Vocational Selection & Guidance ) :** বিবিধ কৰ্মৰ ( Jobs ) বাবে বিভিন্ন অৰ্হতা সম্পন্ন উপযুক্ত মানুহৰ নিৰ্বাচন কৰাকে বৃত্তিগত বাছনি' বোলা হয়। এই বাছনি কৰ্ম-খালী অনুযায়ী অথবা বৃত্তি অনুযায়ী প্ৰাৰ্থীৰ শিক্ষা প্ৰশিক্ষণ অভিজ্ঞতা আদিৰ ওপৰত ভিত্তি কৰি, কৰা হয়। সাধাৰণতে কোনো এটা কৰ্মৰ ( Job ) বাবে কোনো এজন মানুহৰ আৱশ্যক হয়, আৰু সেই মানুহজনৰ বাছনি হৈ গলেই কৰ্তৃপক্ষৰ দৃষ্টিত যথেষ্ট হয়। কোনো কোনো ক্ষেত্ৰত কৰ্মী নিযুক্তিকৰণৰ বিবিধ এজেন্সীয়ে ( Agency ) যি মানুহ উদ্যোগক নিৰ্বাচন কৰি দিয়ে, তাকে পৰ্য্যাপ্ত বুলি ভবা হয়। আচলতে কৰ্মটিৰ প্ৰতি উপযুক্ত মানুহৰ নিৰ্বাচন হলনে নাই তাৰ প্ৰতি গুৰুত্ব দিয়া নহয়। যাৰ ফলত, উদ্যোগত ঔদ্যোগিক অশান্তি ( Industrial Unrest ) বৃদ্ধি পায়।

সাধাৰণ অভিজ্ঞতাৰপৰা দেখা যায়, কিছুমান মানুহ কিছুমান বৃত্তিত



( Profession ) প্ৰতিভাবান হিচাপে কৃতকাৰ্য্য হয় আৰু কিছুমান মানুহ সেই একে বৃত্তিত দুঃখজনকভাৱে বিফলকাম হয়। ইয়াৰ মূল কাৰণ হ'ল—কৰ্ম অনুযায়ী কৰ্মী খাপ নোখোৱা ( Misfits )।

কৰ্ম অনুসৰি কৰ্মী খাপ নোখোৱাৰ দৃষ্টান্ত দিবলৈ হলে কব পাৰি যে আপেক্ষিকভাৱে কৰ্মীৰ গুণ, প্ৰতিভা আৰু অভিজ্ঞতা কৰ্মত প্ৰয়োজন হোৱাতকৈ যদি অধিক উচ্চ হয়, তেনে কৰ্মীজনৰ মনলৈ উচ্চ আকাংক্ষা ব্যাহত হোৱাৰ ভাৱ আহে, কৰ্মটি কৰ্মীজনৰ বাবে আমনিকৰ হয়, কৰ্মীজনৰ সহজতে খং উঠে আৰু কামৰ প্ৰতি বিৰাগ জন্মে।

কৰ্মত প্ৰয়োজন হোৱা বিশেষ বুদ্ধিমত্তা, অৰ্হতা যদি নিয়োজিত কৰ্মীজনৰ নাথাকে, তেতিয়া কৰ্মীজনৰ মনত অক্ষমতাৰ ভাৱে গা কৰি উঠে আৰু সেই অক্ষমতা ঢাকিবৰ কাৰণে অহৰহ চেষ্টা কৰে, ফলত কৰ্মীজন অধিক অক্ষমতা সচেতন হৈ পৰে, যাৰ বাবে কৰ্মীজন কৰ্মৰ প্ৰতি ভয়াতুৰ হয়।

কেতিয়াবা কোনো কৰ্মক্ষম ব্যক্তি ( Capable person ) যদি এনে এটা কৰ্মত নিয়োজিত হয়, যিটো কামত তেওঁ সন্তুষ্ট নহয় নাইবা যিটো কাম তেওঁৰ বাবে যথোচিত নহয়, তেন্তে সেই ব্যক্তিয়ে স্বাভাৱিক-ভাবেই ( Temperamentally ) কৰ্মটি এৰি হয়তো গুছি যাব।

যদি উদ্যোগত কাম কৰাৰ আবেশ আৰু পৰিবেশ স্বাস্থ্যকৰ আৰু উপযোগী নহয়, তেন্তে কৰ্মক্ষম উপযুক্ত কৰ্মী বাছনি কৰিলেও হয়তো সেই কৰ্মীয়ে উদ্যোগ এৰি গুছি যাব, নহলে কৰ্মীজন বেমাৰীবদৰে হ'ব।

যদি একে স্তৰৰ কৰ্মৰ বাবে ন্যূনতম প্ৰয়োজনীয় অৰ্হতা ব্যতিত অধিক অৰ্হতাসম্পন্ন কৰ্মী নিযুক্ত হয়, তেতিয়া সহকৰ্মী সকলৰ মাজত মানদণ্ডৰ বৈষম্য আহে, আৰু সেই বৈষম্যই কিছুমান কৰ্মীক কৰ্মত্যাগ কৰিবলৈ বাধ্য কৰায়। আনহাতে উদ্যোগত শ্ৰমিক কৰ্মচাৰী

পৰিচালনা কৰা বিষয়াৰ নিযুক্তি যদি যথোপযুক্ত নহয়, তেতিয়া সেই বিষয়াই শ্ৰমিক কৰ্মচাৰীক সুচাৰুৰূপে পৰিচালনা কৰিব নোৱাৰে।

উপযুক্ত বাছনিৰ অভাৱে কৰ্মী আৱৰ্তৰ ( Labour Turnover মাত্ৰাধিক্য ঘটায়, কৰ্মীৰ মানসিক অৱস্থা ৰুগ্নপ্ৰায় কৰে, অন্যান্য সক্ষ কৰ্মীৰ ওপৰত অশান্তিৰ মনস্তাত্বিক প্ৰভাৱ পেলায়, আৰু কাৰখানাৰ দুৰ্ঘটনাৰ সংখ্যা বৃদ্ধি পায়। ফলত উদ্যোগত অপচয় বাঢ়ি যায় যিটোৱে উৎপাদন ব্যয় আপেক্ষিক ভাৱে বঢ়াই দিয়ে, উৎপন্ন বস্তুৰ গুণ-মান আৰু পৰিমাণ হ্ৰাস পায়, সময় অনুসৰি বজাৰত উৎপন্ন বস্তুৰ যোগান ধৰিব নোৱাৰা হৈ উদ্যোগৰ সুনাম হানি হয়।

সেয়ে, প্ৰকৃত কৰ্মৰ বাবে উপযুক্ত কৰ্মী বিচাৰি উলিওৱা বিষয়টি অতি গুৰুত্বপূৰ্ণ। এই ক্ষেত্ৰত কাৰ্য্য সাধন হয় তেতিয়া, যেতিয়া এজন মানুহক তেওঁৰ অৰ্হতা অনুসাৰে, আৰু স্বাস্থ্য অনুকূলে প্ৰকৃত কৰ্মলৈ পথ নিৰ্দেশ দিব পৰা যায়। এই বিষয়তেই বৃত্তীয় নিৰ্দেশনাৰ গুৰুত্ব উপলব্ধি কৰা হয়। আপাততঃ এইটো সকলোৰে অৱগত হৈছে যে, এজন মানুহক আচল বৃত্তীয় জীৱন ( Professional Career ) গ্ৰহণ কৰিবলৈ পথ নিৰ্দেশ দিব পৰাটো অতি প্ৰয়োজনীয় বিষয়। ই উদ্যোগ আৰু কৰ্মী উভয়ৰে লাভজনক।

**বৃত্তিমূলক নিৰ্দেশঃ** কৰ্মী বাছনিৰ পাচত উপযুক্ত কৰ্মীৰ বাবে প্ৰকৃত কৰ্ম বিচাৰি উলিওৱা কাৰ্য্যটিয়েই "বৃত্তীয় নিৰ্দেশনা" বা পৰিচালনা। কৰ্মী ভৰ্তিকৰণৰ পিচত, কৰ্মীৰ অৰ্হতা অনুসৰি স্বাস্থ্য অনুযায়ী তাৰ নিচা অনুকূলে কৰ্মত নিয়োজন ( Placement ) কৰা বিষয়টি সাৱধানতাৰে হাতত লোৱা উচিত। এই বিষয়ত প্ৰতি জন কৰ্মীয়ে কৰ্ম বাছনি বিষয়ত সিদ্ধান্ত লোৱাৰ ক্ষেত্ৰত সকলো ধৰণৰ সুযোগ-সুবিধা লাভ কৰে। এই বিষয়ৰ বাছনি কৰ্মীৰ ব্যক্তিগত গুণ, যোগ্যতা, উচ্চ আকাংক্ষা আদিৰ ওপৰত নিৰ্ভৰ কৰে। প্ৰতিজন কৰ্মী



[illegible]নে এটা বৃত্তিত ভৰ্তি হোৱা আৱশ্যক যিটোত তেওঁ আনন্দেৰে সৈতে [illegible] কৰ্ম আগবঢ়াব পাৰে।

[illegible] অহা যুৱকক তেওঁলোকৰ বৃত্তি বাছনিৰ ক্ষেত্ৰত পৰামৰ্শ [illegible]গবঢ়োৱাই বৃত্তীয় নিৰ্দেশনাৰ উদ্দেশ্য। নিপুণ বৃত্তিমূলক পৰিচালনা [illegible]ত্বিক শান্তি অব্যাহত ৰখাত সহায়ক হয়। বৃত্তিমূলক বাছনি আৰু নিৰ্দেশনাৰ সফল প্ৰয়োগে ঔদ্যোগিক ক্লান্তি হ্ৰাস কৰে, উৎপাদন বৃদ্ধি [illegible]ৰে, শ্ৰমিক আৱৰ্তৰ সংকোচন ঘটায় আৰু ঔদ্যোগিক দুৰ্ঘটনাৰ [illegible]খ্যা হ্ৰাস কৰে। যদি এই বিষয়টি কৃতকাৰ্য্যতাৰে সম্পাদন কৰিব [illegible]ৰা নহয়, তেনেহলে উদ্যোগ আৰু কৰ্মী উভয়ৰ ক্ষেত্ৰতে, ইয়াৰ [illegible]ৰিণাম সুদূৰ-প্ৰসাৰী হয়।

সেয়ে প্ৰতিটো কৰ্মত স্বভাৱজভাৱে যি কৰ্মী সক্ষম হয় তেনে কৰ্মীক [illegible]য়োজন কৰাত আধুনিক উদ্যোগে অধিকতৰ গুৰুত্ব দিয়ে। প্ৰতিজন [illegible]ক্তিক কৰ্মদক্ষতা অনুসাৰে কৰ্মত স্থানাভিষিক্ত কৰা আৰু যথোচিত [illegible]ৰ বিশেষ প্ৰশিক্ষণ দান কৰাৰ ওপৰতহে বিষয়া নিয়োজনৰ [illegible]তকাৰ্য্যতা নিৰ্ভৰ কৰে।

[illegible]ঠতে উদ্যোগৰ প্ৰতিটো কৰ্ম উপযুক্ত কৰ্মীৰদ্বাৰা পূৰণ কৰিব লাগে, [illegible]তে কৰ্মীজন কৰ্মতকৈ কম বা অধিক গুণ সম্পন্ন নহৈ যথাযোগ্যৱান [illegible], যাতে কৰ্ম অনুসৰি খাপ নোখোৱা ( Misfit ) বা অসন্তুষ্ট ( Discontent ) কৰ্মীৰদ্বাৰা কোনো খালীপদ ( Vacancy ) পূৰণ [illegible]ৰা নহয়; এনে কাৰ্য্যই উদ্যোগৰ উৎপাদন বৃদ্ধি কৰাৰ পৰিবৰ্তে [illegible]ৰাজহে বৃদ্ধি কৰে।

নিয়োগৰ প্ৰক্ৰম ( Employment Process ) অৱশ্যে কৰ্মীক [illegible]স্থানাভিষিক্ত কৰাতেই সমাপ্ত নহয়। এই নিয়োজন কাৰ্য্যৰ অনুৱৰ্তী-[illegible]ক্ৰিয়া ( Follow-up ) হ'ল, নতুন কৰ্মী জনৰ কৰ্ম-প্ৰগতিৰ প্ৰতিবেদন

( Progress Report ) সংগ্ৰহ কৰা। এই প্ৰতিবেদনত সন্নিবিষ্ট হ'ব লগা চৰ্ত বা বিষয়বস্তু কেইটা হল—

(ক) কৰ্মৰ গুণ-মান নিৰূপণ ( Quality of work ),

(খ) অপচয়ৰ পৰিমাণ ( যিকোনো ) (Quantity of wastage),

(গ) কাৰ্য্য সম্পাদনত হোৱা ক্ৰুটী-বিচ্যুতি ( Errors in Performance ),

(ঘ) ক্ষতি বা লোকচান ( Losses ),

(ঙ) কৰ্মৰ পৰিমাণ ( Quantity of work ), আৰু

(চ) কৰ্ম সম্পাদনত প্ৰয়োজন হোৱা সময়ৰ পৰিমাণ ( Time taken in Performance )।

এই অনুবৰ্তী ক্ৰিয়া অন্ততঃ এমাহৰপৰা তিনি মাহ পৰ্য্যন্ত কৰ্মৰ কঠিনতা অনুসাৰে হোৱা যুগুত। এই কৰ্ম সময়ৰ অন্তত কৰ্মীজনক যোগ্যতা চাই কৰ্মত স্থায়ী ( Confirm ) কৰিব লাগে। কৰ্ম স্থায়ীকৰণৰ পাছত কৰ্মীজনৰ বৃত্তি-অভিলেখ বা চাৰ্ভিছ-বুক ( Service Book ) নিয়মীয়াকৈ লিখি যোৱাৰ নিয়ম। বৃত্তি নিৰ্দেশনা শেষ হোৱাতহে নিয়োগৰ প্ৰক্ৰমো শেষ হয়।

**নিৰ্বাচন পদ্ধতি ( Method of Selection )ঃ** উদ্যোগে প্ৰতি বাছনিৰ পদ্ধতি পৃথক পৃথক। বৃহৎ উদ্যোগত সাধাৰণতে এক বিশেষ 'বিষয়া বিভাগ' ( Personnel Department ) থাকে। এজন উচ্চ অভিজ্ঞতা সম্পন্ন আৰু উচ্চ শিক্ষিত আৰু মনস্তাত্ত্বিক ব্যক্তিৰ তত্বাৱধানত সেই বিভাগটিৰ দায়িত্ব দিয়া থাকে; তেওঁক 'বিষয়া-পৰিচালক' বা Personnel Manager বুলি জনা যায়। উক্ত বিষয়া পৰিচালকে বিভিন্ন বৈজ্ঞানিক পদ্ধতিৰে উদ্যোগত শ্ৰমিক কৰ্মী আৰু বিষয়াৰ বাছনি কৰে।

সাধাৰণতে উদ্যোগৰ কৰ্মী নিৰ্বাচনত দুটা নিৰ্বাচন পদ্ধতি প্ৰয়োগ



কৰা হয়। সেই প্ৰণালী দুটা হল—আভ্যন্তৰীণ নিযুক্তি ( Internal Recruitment ) আৰু বহিঃ নিযুক্তি ( External Recruitment )।

কোনো বৃহৎ উদ্যোগত যেতিয়া কামখালী ( Vacancy ) হয়, তেতিয়া উদ্যোগৰ নিয়োজিত কৰ্মীৰ মাজৰ পৰাই তাক পূৰণ কৰা হয়। এই নিযুক্তিকৰণ সাধাৰণতে প্ৰমোচনৰদ্বাৰা কৰা হয়। এই পদ্ধতিয়ে উদ্যোগত শ্ৰমিক কৰ্মী আৰু নিয়োগ কৰ্তাৰ মাজত থকা ঔদ্যোগিক সম্পৰ্ক উন্নত কৰাত সহায় কৰে। আনহাতে উদ্যোগত নিয়োজিত কৰ্মচাৰীৰ নৈতিকতা সুন্দৰকৈ গঢ়ি তোলাৰ বাবে ই সহায়ক হয়। যি কৰ্মীক প্ৰমোচন ভিত্তিত নৱ নিযুক্তি দিয়া হয়, সেই কৰ্মীৰ কাৰ্য্য দক্ষতা সম্বন্ধে উদ্যোগ পক্ষ পূৰ্বৰেপৰাই অৱগত হৈ থাকে, কাৰণ সেই কৰ্মীয়ে হয়তো ইতিমধ্যেই কেইবা বছৰো সেই উদ্যোগত সেৱা কৰিছে।

এনে পদ্ধতি অৱলম্বন কৰা উদ্যোগত একমাত্ৰ প্ৰধান অসুবিধা হ'ল—নতুন ভাৱধাৰা লৈ অহা বাহিৰৰ নতুন মানুহৰ প্ৰৱেশ বন্ধ কেৱল কৰ্মীৰ মাজৰ পৰাই নিৰ্বাচন কৰা কথাটোৱে কৰ্মীসকলৰ ভিতৰত কৰ্মৰ প্ৰতি কিছু অলসতা আনি দিয়ে। ই এই পদ্ধতিৰ স্বাভাৱিক মনস্তাত্ত্বিক দিশ।

বহিঃ নিযুক্তি পদ্ধতিৰ নিয়ম হৈছে—উদ্যোগত নিয়োজিত কৰ্মীৰ উপৰিও বাহিৰৰপৰা নতুন কৰ্মী আমদানি কৰা। এই পদ্ধতিৰদ্বাৰা উদ্যোগত নতুন কৰ্মীৰ প্ৰৱেশ আৰু নতুন ভাৱধাৰাৰ অন্তৰ্প্ৰবাহ সহজ হয়।

বাহিৰৰ সম্ভাৱনাপূৰ্ণ প্ৰাৰ্থীৰ মাজৰপৰা কৰ্মী নিয়োগ কৰিবলৈ হলে কিছুমান এজেণ্টৰদ্বাৰা ( Agent ) সেই সংগ্ৰহ কাৰ্য্য সম্পাদন কৰিব লগা হয়। সেই এজেণ্টবোৰ এনে প্ৰকাৰৰ হ'ব পাৰে, যথা—ব্যক্তিগত বা সাৰ্বজনিক নিয়োগ বিনিময় কেন্দ্ৰ ( Private or Public

Employment Exchange), পূৰ্ব নিয়োগ কৰ্তা (Former Employer) স্কুল, কলেজ আৰু বিভিন্ন ধৰণৰ এজেন্ট।

**বাছনিৰ মাধ্যম (Medium of selection):** শ্ৰমিক কৰ্মচাৰী নিৰ্বাচনৰ অতি সাধাৰণ মাধ্যম হ'ল—"সাক্ষাৎকাৰ" (Interview) অৱশ্যে ই এটা অন্যতম প্ৰধান মাধ্যম। আগ্ৰহী প্ৰাৰ্থীবপৰা দৰ্খাস্ত আহ্বান কৰা হয়। দৰ্খাস্তত প্ৰাৰ্থীৰ নাম, ঠিকনা, বয়স, শিক্ষা অৰ্হতা, পূৰ্ব অভিজ্ঞতা বিশেষ শিক্ষা বা প্ৰশিক্ষা আদিৰ পূৰ্ণ বিৱৰণ সন্নিবিষ্ট কৰিবলৈ অনুৰোধ কৰা হয়। আগ্ৰহী প্ৰাৰ্থীৰপৰা প্ৰাপ্ত দৰ্খাস্তসমূহৰ অভিলেখ (Record) সাৱধানতাৰে প্ৰস্তুত কৰা হয়। উক্ত অভিলেখৰ (Record) ভিত্তিত 'বিষয়া পৰিচালক' আৰু কেইজনমান বিষয়াৰদ্বাৰা প্ৰাৰ্থীৰ সাক্ষাৎকাৰ লোৱা হয়। উক্ত সাক্ষাৎকাৰদ্বাৰা প্ৰাৰ্থীৰ মানসিক আৰু শাৰীৰিক অৱস্থাৰ পৰিচয় লোৱা হয়। প্ৰাৰ্থীৰ মানসিক আৰু শাৰীৰিক অৱস্থাৰ প্ৰকৃত পৰিচয় পাবলৈ সাক্ষাৎকাৰৰ লগত আৰু কিছুমান পৰীক্ষা লোৱাৰ নিয়ম। এই পৰীক্ষাবোৰ সাক্ষাৎকাৰৰ পূৰ্বে বা পৰৱৰ্তী অৱস্থাতো লব পাৰি। সেই পৰীক্ষাবোৰ হল—বুদ্ধি পৰীক্ষণ (Intelligence Test), ৰুচি পৰীক্ষণ (Aptitude Test) আৰু মনস্তাত্ত্বিক পৰীক্ষণ (Psychological Test)।

**(১) বুদ্ধি পৰীক্ষা (Intelligence Test):** সাধাৰণতে বুদ্ধি পৰীক্ষাক দুটা ভাগত বিভক্ত কৰা হয়। সাধাৰণ বুদ্ধি পৰীক্ষণ (General Intelligence Test) আৰু ব্যৱহাৰিক দক্ষতা পৰীক্ষণ (Proficiency Test)।

সাধাৰণ বুদ্ধি পৰীক্ষণক এনে ভাবে উপায় কৰি লোৱা হয় যাৰদ্বাৰা প্ৰাৰ্থীৰ প্ৰতিভাত্মক পাৰদৰ্শিতা প্ৰকাশ পায়। মৌখিকভাবে প্ৰতিজন প্ৰাৰ্থীক কিছুমান প্ৰশ্ন কৰা হয়। অথবা দল হিচাপে প্ৰশ্নাৱলী আকাৰে কিছুমান কথা শোধা হয়। অৱশ্যে সেই বুদ্ধি পৰীক্ষণৰ এটা প্ৰামাণ্য আদৰ্শ (Standard Norms) থকা উচিত। বুদ্ধি পৰীক্ষণ সদায় প্ৰাৰ্থীয়ে যি কৰ্মৰ বাবে (Job) আবেদন কৰে সেই কৰ্মৰ লগত সংগতি ৰাখি কৰা উচিত; আবেদন পত্ৰত উল্লেখিত অৰ্হতাৰ লগত প্ৰাৰ্থীৰ সংগতি (Consistence) আছেনে নাই, তাৰ বিশ্বাসযোগ্যতা বিচাৰ কৰি চোৱাৰ কাৰণে এই পৰীক্ষা হোৱা প্ৰয়োজন।



অন্যহাতে প্ৰাৰ্থীক বিভিন্ন ধৰণৰ প্ৰায়োগিক প্ৰশ্ন সুধি ব্যৱহাৰিক দক্ষতা পৰীক্ষা কৰা হয়। প্ৰায়ে ব্যৱহাৰিক অনুশীলন সমাধা কৰিবলৈ (To solve in practical problems) প্ৰাৰ্থীক দিয়া হয়। এনে ক্ষেত্ৰত দেখা যায়, প্ৰয়োজনীয় অৰ্হতা বিনে কোনো প্ৰাৰ্থীয়ে অনুশীলনৰ উত্তৰ বা ফলাফল উলিয়াব নোৱাৰে।

উল্লেখিত উভয় বিধ পৰীক্ষণে এজন প্ৰাৰ্থীৰ সাধাৰণ প্ৰতিভা, বিশেষ ব্যৱহাৰিক দক্ষতা, শিক্ষা আৰু অৰ্হতা নিৰ্ধাৰণ কৰাত সহায়ক হ'ব পাৰে, কিন্তু এনে পৰীক্ষাৰদ্বাৰা প্ৰাৰ্থীৰ সততা, একাগ্ৰতা আৰু বাধ্যতা গুণক জুখি চাব নোৱাৰি।

**(২) ৰুচি বা পটুতা পৰীক্ষণ (Aptitude Test):** এজন প্ৰাৰ্থীৰ ৰুচি, অভিবৃত্তি বা বিশেষ যোগ্যতা নিৰ্ধাৰণ কৰিবলৈ এনে পৰীক্ষণৰদ্বাৰা উপায় কৰা হয়। কৰ্মৰ আৱশ্যকতা অনুযায়ী পৰ্য্যাপ্ত বিশ্লেষণৰদ্বাৰা এনে পৰীক্ষা কৰিব পাৰি। উপযুক্ত পটুতা পৰীক্ষণৰ জৰিয়তে প্ৰাৰ্থীৰ কাৰিকৰী দক্ষতা, কাৰিকৰী সুক্ষ্মতা, কেৰাণী বা বিক্ৰেতাৰ বিশেষ যোগ্যতা বিচাৰ কৰি চাব পাৰি। কৰ্ম অনুসৰি যি কোনো এটা সৰু মেচিনত (Small machine) কাম কৰিবলৈ দিয়েই, প্ৰাৰ্থীৰ কাৰিকৰী দক্ষতা পৰীক্ষা কৰা যায়, ঠিক সেইদৰে কেৰাণী বা অন্য উৎপাদন কৰ্মত পৰীক্ষা কৰি চাবলৈও বিভিন্ন উপায় উদ্ভাৱন কৰা হৈছে।

এনে ধৰণৰ পৰীক্ষণৰদ্বাৰা প্ৰাৰ্থীৰ কাম কৰাৰ পটুতা, কিয়াৰ দৈহিক ক্ষমতা আৰু কামৰ প্ৰতি একাগ্ৰতা মূল্যায়ন কৰা যায়। আপাততঃ বৃত্তিগত পটুতা পৰীক্ষণ ( Vocational aptitude Test ) অথবা বৃত্তি পৰীক্ষণ ( Trade Test ) ব্যৱস্থাও উদ্ভাৱন কৰা হৈছে যাৰ দ্বাৰা যিকোনো এটা কোমলমতীয়া ল'ৰাৰ মানসিক দৈহিক, স্বভাৱ সুলভ ( Temperamental ) গঠন প্ৰণালী পৰীক্ষা কৰি চাব পাৰি। বৃত্তি পৰীক্ষণৰদ্বাৰা বিশেষ দক্ষতা আৰু পটুতা এপ্ৰেন্টিচ আৰু সম্পূৰ্ণ ন শিকাৰু উভয়কে ভাগ কৰি উলিয়াব পাৰি।

(৩) **মনস্তাত্বিক বিশ্লেষণ ( Psychological Analysis ) ঃ** উল্লেখিত উভয় বিধ পৰীক্ষণৰদ্বাৰা এজন প্ৰাৰ্থীৰ ( সাধাৰণ প্ৰতিভা, শিক্ষা, অৰ্হতা, ব্যৱহাৰিক দক্ষতা আৰু ৰুচি পৰীক্ষা ) নিৰ্বাচন সম্পূৰ্ণ নহয়। কামটোৰ উপযোগী হোৱাকৈ প্ৰাৰ্থীজনৰ স্বাভাৱ সুলভতা বা চাৰিত্ৰিক লক্ষণ থাকিব লাগিব। এজন মানুহ বুদ্ধিয়ক হ'ব পাৰে, তথাপি জীৱনত তেওঁ কৃতকাৰ্য্য নহ'বও পাৰে। আনহাতে এনে কিছুমান মানুহো পোৱা যায়, যাক উচটাই থাকিলে বা অনুপ্ৰেৰণা দি থাকিলে জীৱনত উন্নতি কৰিব পাৰে। এনে বহু মানুহ আছে যাৰ শিক্ষা অৰ্হতা সাধাৰণ দক্ষতা সকলো আছে কিন্তু নাই সংকল্প ( Determination )। এনে মানুহো পোৱা যায়, যাৰ সাধাৰণ গড় হিচাপে বুদ্ধি বৃত্তি শিক্ষা দীক্ষা থকা সত্বেও আহুকলীয়া বৃত্তিগত জীৱনত সোমাবলৈ বাঞ্ছা নকৰে। সেয়ে ঔদ্যোগিক মনস্তাত্বিকে এনে মনস্তত্ব প্ৰয়োগ কৰি প্ৰাৰ্থীৰ অন্তৰ্নিহিত গুণ, যথা আত্মবিশ্বাস, সংবেদনশীলতা, সততা, একাগ্ৰতা, ভীৰুতা, সাহসীকতা, সুদৃঢ়তা, সামাজিকতা, সহযোগী মনোবৃত্তি আৰু উৎফুল্লতা আদি, সম্বন্ধে অৱগত হ'ব লৈ বিচাৰে। স্বাভাৱিকতে, বিষয়নিষ্ঠ বা বস্তু-নিষ্ঠ ( Objective ) ভিত্তিত প্ৰশ্ন কৰি উক্ত গুণসমূহৰ সম্যক পৰিচয় পাব নোৱাৰি। সেয়ে বৰ্তমানে পশ্চিমীয়া



দেশসমূহত নানান ধৰণৰ স্বভাৱ সুলভ সংলক্ষণ ( Temperamental Trait ) চোৱাৰ পদ্ধতি ওলাইছে, যাৰদ্বাৰা কিছুমান কৰ্মত ( Job ) অলেমান অনুপযুক্ত প্ৰাৰ্থীৰ বাছনি এৰাই চলিব পাৰি।

মনস্তাত্বিক পৰীক্ষণে প্ৰাৰ্থীৰ কৰণীয় কামৰ প্ৰতি ধাপ আছেনে নাই, ৰুটিন ( Routine ) নিৰ্দিষ্ট কাম বেয়া পায় নে ভাল পায়। অকলে বা লগেৰে কাম কৰি ভাল পাই নে নেপায়, কাম কৰোঁতে ঘড়ি-ঘণ্টাৰ প্ৰতি বেছি দৃষ্টি ৰাখেনে কি ইত্যাদিৰ বিষয়ে জানিবলৈ অধিক সুযোগ দিয়ে ; কিন্তু এই পৰীক্ষা লওঁতে এনে এটা সুন্দৰ পৰিবেশ গঢ়ি তুলিব লাগে যাতে প্ৰাৰ্থীয়ে সহজতা অনুভৱ কৰে।

বিষয়া পৰিচালনা বিভাগে কেৱল যে উল্লেখিত, বুদ্ধি ৰুচি আৰু মনস্তাত্বিক পৰীক্ষণকে প্ৰাৰ্থী বাছনিৰ ক্ষেত্ৰত প্ৰয়োগ কৰে এনে নহয়, ই এটা 'নমুনা-পৰীক্ষা' আৰু ( Sample Test ) ইয়াক প্ৰাৰ্থী নিৰ্বাচন বিষয়ত প্ৰয়োগ কৰে।

সেই নমুনা পৰীক্ষা সাধাৰণতে কৰ্ম অনুসাৰে কৰিবলৈ দিয়া হয়। কৰ্ম অনুযায়ী দিয়া নমুনা-পৰীক্ষাৰ দৃষ্টান্ত দিবলৈ হ'লে ক'ব পাৰি—এজন ষ্টেনোগ্ৰাফাৰক শ্ৰুতলিপি দিয়া হয় নিৰ্দিষ্ট সময়ৰ ভিতৰত টাইপ ( Type ) কৰি লিখি দিবলৈ বা এজন ডাফ্‌ট্‌ছমেনক কোনো এক নিৰ্দিষ্ট নক্সাৰ কাম, নিৰ্দিষ্ট সময়ত কৰি শেষ কৰিবলৈ দিয়া হয় ; বা এজন বৃত্তিধাৰী শিল্পীক কোনো এক নিৰ্দিষ্ট শিল্প কৰ্ম, নিৰূপিত সময়ৰ ভিতৰত আকাৰ অনুসৰি ( According to size ) কৰিবলৈ দিয়া হয়। এনে পৰীক্ষাই প্ৰাৰ্থীজনৰ প্ৰকৃত প্ৰতিভা বিচাৰ কৰিবলৈ সুচল কৰি দিয়ে।

কেতিয়াবা "বৈশ্লেষণিক পৰীক্ষণ" ( Analytical Test ) পদ্ধতিও প্ৰয়োগ কৰা হয়। এই পৰীক্ষা কৰ্ম-বিশ্লেষণৰ ( Job analisis ) ওপৰত ভিত্তি কৰি কৰা হয়। ইয়াৰ উপৰি, আসক্তি পৰীক্ষণৰ

( Interest Test ) কিছুমান মাধ্যম আছে। যাৰদ্বাৰা প্ৰাৰ্থীৰ যি কামৰ কাৰণে আবেদন কৰিছে, তাৰ প্ৰতি আসক্তি আছেনে নাই, তাক পৰীক্ষা কৰি চোৱা হয়। আসক্তি নথকা কামত কোনো মানুহেই কৰ্ম নিপুণ হ'ব নোৱাৰে।

বিভিন্ন পৰীক্ষাই এটা কৰ্মৰ ( Job ) বাবে প্ৰয়োজনীয় গুণৰ মান নিৰূপণ কৰা সহজ কৰে। সকলো প্ৰায়োগিক পৰীক্ষা বিষয়-বস্তু নিয় সমজাতিয় আৰু নিৰ্ধাৰিত মানৰ হোৱা প্ৰয়োজন। উল্লেখিত সকলো মৌখিক বা ব্যৱহাৰিক পৰীক্ষা লোৱা পৰিবেশ আদৰ্শ স্থানীয় হোৱা একান্তই আৱশ্যক।

**কৰ্ম মূল্যায়ন ( Job Evaluation )** ঃ একেটা উদ্যোগত কৰ্ম-অনুসৰি যোগ্য কৰ্মী বা বিষয়াৰ নিৰ্বাচন, বিষয়া পৰিচালনা বিভাগৰ প্ৰধান কাৰ্য্যকাৰিতা প্ৰতিটো কামৰ উৎপাদনৰ খৰছৰ লগত প্ৰত্যক্ষ সম্বন্ধ থাকে ; যিহেতু কৰ্মী বা বিষয়াক দিয়া মজুৰি বা বেতন উদ্যোগৰ এটা অন্যতম মুখ্য খৰছ। সেই কাৰণে প্ৰতিটো কামৰ প্ৰকৃত মূল্যায়ন কৰি সেই অনুযায়ী সযত্নেৰে কৰ্মী নিয়োগ কৰা আৱশ্যক।

কোনো এক নিৰ্দিষ্ট কৰ্মত ( Job ) যোগ্য ব্যক্তিক বাছনি কৰিবলৈ হলে, সেই কৰ্মৰ শুদ্ধ উল্লেখ (Exact specification) থকা প্ৰয়োজন। গতিকে প্ৰতিটো কৰ্মক ( Job ) ঠিকমতে নামকৰণ কৰা দৰকাৰ যাতে উদ্যোগক কেনে ব্যক্তি লাগে তাৰ এটা পৰিষ্কাৰ ইংগিত কৰ্মৰ ( Job ) নামটিৰ পৰাই পাব পাৰি। কৰ্ম মূল্যায়নৰ অৰ্থ হৈছে বিভিন্ন কৰ্মৰ ( Job ) দায়িত্ব আৰু দক্ষতা অনুযায়ী নিৰ্ধাৰণ কৰা। অৰ্থাৎ প্ৰতিটো কাম অন্যান্য কামৰ লগত আপেক্ষিক মূল্য অনুসাৰে নিৰ্ধাৰণ কৰা। ই উদ্যোগৰ বিভিন্ন কামৰ গুৰুত্ব অনুসৰি বেতন বা মজুৰিৰ নিৰিখ ( Grade ) নিৰ্ণয় কৰে। মূল্যায়ন আচলতে কৰ্ম-মূল্যৰ ( Value of Job ) প্ৰণালীবদ্ধ মীমাংসা, যিটোৱে বেতনৰ পৰিমাণ নিশ্চিত কৰে।



কৰ্ম মূল্যায়ন কেৱল এটা উদ্যোগৰ সামৰ্থ্য আৰু প্ৰয়োজনৰ ভিত্তিতেই কৰা নহয়, ই অন্যান্য সমজাতীয় উদ্যোগে একে জাতীয় কামত, কৰ্মী বা বিষয়াক দিয়া মজুৰি বা বেতনৰ ওপৰতো নিৰ্ভৰ কৰা হয়। কৰ্ম-মূল্যায়নৰ প্ৰধান লক্ষ্যণীয় বিষয় এয়ে যে, যিবিলাক কৰ্ম, দায়িত্ব আৰু কৰ্তব্য অনুপাতে প্ৰায় একে ধৰণৰ, তেনে কৰ্মৰ বেতন বা মজুৰি প্ৰায় একে হোৱা বাঞ্ছনীয়। কৰ্ম মূল্যায়নে কৰ্মৰ হাৰ নিৰূপণ কৰে। কৰ্ম মূল্যায়নৰ এই নীতিসমূহ সকলো ধৰণৰ কৰ্মচাৰী, বিষয়া আৰু অপাৰেটিভৰ ( operative ) ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি, ঠিক তেনেদৰেই বিভিন্ন আকাৰৰ সকলো প্ৰকাৰ ব্যৱসায়ত ই প্ৰযোজ্য হয়। কৰ্ম-মূল্যায়নৰ অন্তৰ্নিহিত উদ্দেশ্য হৈছে আপেক্ষিক জটিলতাৰ ( Relative difficulty ) ভিত্তিত সকলো কৰ্মৰে মূল্য নিৰূপণ কৰি সমহাৰত মজুৰি বা বেতন ধাৰ্য্য কৰা। অৰ্থাৎ এজন অপাৰেটৰ ( operator ) আৰু এজন মেকানিকৰ কৰ্মত পাৰ্থক্য থকা সত্বেও যদি কৰ্মৰ ক্ষেত্ৰত থকা জটিলতাসমূহ প্ৰায় একে পৰ্য্যায়ৰ একে পৰিমাণৰ হয়? উভয় কৰ্মৰ বাবে যদি প্ৰায় সমান নিপুণতা, সমান অৰ্হতা আৰু সমান শ্ৰমৰ প্ৰয়োজন হয়, তেনে উভয়কে সমহাৰত বেতন বা মজুৰি দিয়াৰ নিয়ম প্ৰয়োগ কৰা হয়। কৰ্ম মূল্যায়ন ব্যৱসায় আৰু উদ্যোগৰ বিভিন্ন বিভাগত আৰু অনেক দিশত উপযোগী। কৰ্ম-মূল্যায়ন আঁচনিদ্বাৰা বিভিন্ন বেতন আৰু মজুৰিৰ নিৰিখত থকা সামঞ্জস্য হীনতা হ্ৰাস কৰি সমগ্ৰ বেতন আৰু মজুৰি গাঁঠনি একীভূত ( Unified ) কৰা হয়।

কৰ্ম-মূল্যায়ন কৰাৰ প্ৰণালী ঘাইকৈ তিনিটা, যথা—(ক) পদ-মৰ্য্যাদা পদ্ধতি ( Grading Method ), (খ) উপাদান উৎপেক্ষ পদ্ধতি ( Factor Companion Method ) আৰু (গ) পইন্ট পদ্ধতি ( The points Method )।

গ্ৰেডিং বা পদ-মৰ্য্যাদা পদ্ধতি মতে এটা প্ৰকল্পৰ সমূহ কৰ্মৰ কৰ্ম-বিশ্লেষণ কৰি গুৰুত্ব আৰু দায়িত্ব অনুসাৰে শ্ৰেণী বিভক্তি কৰণ কৰা হয় অৰ্থাৎ কৰ্মৰ দাবী অনুসৰি ( Job requirements ) এই শ্ৰেণীকৰণ কৰা হয়। এই পদ্ধতি তেনেই সাধাৰণ ( Common )। ইয়াৰ উপৰিয়ো, পদ-মৰ্য্যাদা নিৰ্ধাৰণ কৰাৰ, বিশেষকৈ গুণ-নিৰ্ধাৰণ (Rating of Job ) কৰ্ম-উপাদান বিশ্লেষণ, আপেক্ষিক জটিলতা অধ্যয়ন, বিভিন্ন উদ্যোগৰ কৰ্মপদৰ তুলনামূলক অধ্যয়ন আদি অনেক নিয়ম আছে।

উপাদান উৎপেক্ষ পদ্ধতি অনুসৰি বিশ্লেষকে ঘাই কৰ্মবোৰৰ কৰ্ম-বিৱৰণ ( Job description ) আৰু পইছাৰ নিৰিখ অন্যান্য সং-জাতীয় সংগঠনে নিৰূপণ কৰা নিৰিখৰ ভিত্তি চাই বিবেচনা কৰে। সাধাৰণতে এই কৰ্মবোৰত বিশ্লেষণ হয় কেইটামান নিৰ্দিষ্ট উপাদানৰ ওপৰত নিৰ্ভৰ কৰি আৰু পইছাৰ হাৰ ( Money rate ) যথোপযুক্ত বুলি বিবেচনা কৰা মতে উপাদানে প্ৰতি বিভক্ত কৰি দিয়া হয়। সেই উপাদান কেইটা হ'ল—(ক) মানসিক দাবী ( Mental require-ments ), (খ) দৈহিক দাবী বা প্ৰয়োজন ( Physical require-ments , (গ) দক্ষতা দাবী বা প্ৰয়োজন ( Skill requirements ), (ঘ) কৰ্ম দায়িত্ব ( Job-responsibility ) আৰু কৰ্ম অৱস্থা ( Working conditions )।

এই উপাদানে প্ৰতি পইছাৰ নিৰিখ ধাৰ্য্য কৰাৰ পিচত এটা উপাদানৰ লগত আন এটা উপাদনৰ কৰ্ম বিশ্লেষণ প্ৰক্ৰমত, অৱস্থা অনুযায়ী আৰু পূৰ্ব প্ৰতিস্থিত নিৰিখ ( Preestablished scale ) অনুযায়ী বিবেচনা কৰা হয়। এনে ভাবেই প্ৰতিটো কৰ্মৰ বিভিন্ন উপাদানৰ তুলনামূলক সিদ্ধান্ত কৰিহে তাৰ বেতন বা মজুৰি গাঁঠনি প্ৰতিষ্ঠা কৰা হয়।

পইন্ট পদ্ধতি হৈছে বিভিন্ন আঁচনিৰ সমষ্টি য'ত কৰ্ম মূল্যায়নৰ



কাৰণে পইন্ট ( Points ) ব্যৱহাৰ কৰা হয়। এই পদ্ধতিৰ উদ্দেশ্য হৈছে আপেক্ষিক ভিত্তিত কৰ্ম-মূল্য ( Job Worth ) প্ৰতিষ্ঠা কৰা। বিভিন্ন আঁচনিৰদ্বাৰা কৰ্ম-মূল্যায়নৰ উপাদানসমূহক সজাই লোৱা হয়। উপাদানসমূহ কৰ্মৰ বৈশিষ্ট্য বা চৰিত্ৰ অনুসৰি আৰু আপেক্ষিক দাবী বা প্ৰয়োজন অনুযায়ী সিদ্ধান্ত কৰা হয়। এক আঁচনি অনুযায়ী বিবিধ কৰ্মৰ বৈশিষ্ট্যক তিনিটা ঘাই বিভাগত শ্ৰেণীকৰণ কৰা হয় ; সেই বিভাগসমূহ হৈছে—কৰ্মৰ অৱস্থাবোৰ (Job Conditions), দৈহিক গুণ বা ক্ষমতা ( Physical ability ), আৰু মানসিক দাবী বা প্ৰয়োজনবোৰ ( Mental requirements )। এই তিনিটা বিভাগক প্ৰধান শিতান হিচাপে লৈ আৰু ভালেমান উপাদান প্ৰতিটো বিভাগত তালিকা ভুক্ত কৰা হয়। প্ৰতিটো উপাদানৰ পৰিমাণৰ ( Degree ) এটা বিৱৰণ আৱশ্যক হয় আৰু সেই উপাদানৰ পৰিমাণৰ ( Degree ) ওপৰত ভিত্তি কৰি পইন্ট সংখ্যাৰ নিৰ্ধাৰিত বন্টন (Num-ber of Points alloted of each degree ) কৰা হয়।

এই পইন্টৰ সংখ্যা অনুপাতে কৰ্মৰ শ্ৰেণীকৰণ কৰা হয়। যি কৰ্মত পইন্টৰ সংখ্যা অধিক সেই কৰ্মৰ পদ-মৰ্য্যাদা আৰু বেতনো অধিক।

এই পইন্ট পদ্ধতিক পইন্ট নিৰ্ধাৰণৰ প্ৰণালী বা আঁচনি, ওপৰত আলোচিত প্ৰণালীৰ বাহিৰেও আৰু ভালেমান আছে।

এই কেইটা কৰ্ম মূল্যায়ন পদ্ধতিৰ উদ্দেশ্য একেই, যথা, সমজাতীয় কৰ্মৰ ক্ষেত্ৰত সামঞ্জস্য ৰক্ষা কৰা, সেই অনুপাতে বেতনৰ গাঁঠনি একে ৰূপৰ কৰা আৰু বিভিন্ন দিশত বৈজ্ঞানিক প্ৰণালী প্ৰয়োগ কৰা।

**গুণ-নিৰ্ধাৰণ ( Merit Rating ) : গুণৰ মাপ-কাঠি নিৰ্ণয় :** কিছুমান নিৰ্দিষ্ট কৌশলৰ দ্বাৰা মানুহৰ গুণৰ নিৰ্ধাৰণ কৰা হয়। সেই কৌশলবোৰ হৈছে কৰ্মীক গুণ অনুসাৰে বা কাৰ্য্য অনুসাৰে বাছনি

কৰিবৰ কিছুমান প্ৰথাগত পদ্ধতি। সাধাৰণতে প্ৰতি জন কৰ্মীক কিছুমান গুণৰ ওপৰত, (যেনে-কামৰ পৰিমাণ, কৰ্মৰ জ্ঞান, সহযোগিতা, শুদ্ধতা, বাধ্যতা, উৎপাদন শক্তি, সৃষ্টিকামী গুণ, সহ কৰ্মীৰ লগত একা সম্পৰ্ক আদি) ভিত্তি কৰি মূল্যায়ন কৰা হয়। গুণ নিৰ্ধাৰণক এনেদৰে ব্যাখ্যা কৰা হয়—"a systematic evaluation of an employee"s performance on the job in terms of the requirements of the job,"

গুণ নিৰ্ধাৰণৰ সাধাৰণ নিয়ম হ'ল ফ'ৰমেন (Foreman) বা ছুপাৰভাইজৰে (Supervisor) সাময়িক ভিত্তিত নিয়োগ কৰ্তালৈ প্ৰতিজন কৰ্মীৰ গুণ নিৰূপণ কৰাৰ প্ৰতিবেদন (Report) পঠিয়াব লাগে। উক্ত প্ৰতিবেদনৰ ওপৰত ভিত্তি কৰি কৰ্মীৰ প্ৰমোচন, বদলি, প্ৰশিক্ষণ, আৰু অনুপযুক্ত কৰ্মীক বৰখাস্ত কৰা হয়।

বহু কৰ্মীয়ে বিশেষকৈ সফল কৰ্মীয়ে গুণ নিৰ্ধাৰণ পদ্ধতিক সমাদৰ কৰে। কাৰণ, কৰ্মীৰ কৰ্মত নিয়োগৰ জ্যেষ্ঠতাৰ ওপৰতেই প্ৰমোচন সৰ্বদায় নিৰ্ভৰ যোগ্য হ'ব নালাগে। যিবিলাক কৰ্মীয়ে বিশেষ গুণৰদ্বাৰা ভাল ফলাফল দেখুৱায়, তেনে কৰ্মীয়ে এনে পদ্ধতিৰ জৰিয়তে উন্নতি আশা কৰে। গুণ নিৰূপণে উৎপাদনত মিতব্যয়িতা আনে, উপযুক্ত কৰ্মীক যথাযোগ্য কৰ্মত নিয়োগ কৰাত সুযোগ দিয়ে। ভাল কৰ্মীয়ে ভাল কৰ্ম পোৱাৰ সুবিধাই কৰ্মীৰ নৈতিকতা বৃদ্ধি কৰে। গুণ নিৰ্ধাৰণে কৰ্মীৰ গুণ, দক্ষতাৰ স্বীকৃতি দি প্ৰমোচনৰদ্বাৰা তাক পূৰণ কৰে। বিষয়া পৰিচালকে (Personnel Manager) প্ৰমোচন আৰু নতুন কৰ্মী সংগ্ৰহৰ কাৰণে এই পদ্ধতিৰপৰা বহু প্ৰয়োজনীয় বা-বাতৰি পাব পাৰে। উদ্যোগত কৰ্মী আবৰ্তৰ পৰিমাণ এই পদ্ধতিয়ে বহু পৰিমাণে হ্ৰাস কৰে; কিন্তু এই গুণ নিৰ্ধাৰণ কাৰ্য্যটি খুব সাৱধানতাৰে পৰিচালনা কৰিব লাগে। গুণ নিৰ্ধাৰণৰো বহু পদ্ধতি আছে আৰু



উক্ত পদ্ধতিবোৰৰ শুদ্ধতাৰ ওপৰত অদ্যাপিও বিতৰ্ক হয়। গুণ-নিৰ্ধাৰণ সাধাৰণতে মানুহ অনুযায়ী, পৰ্য্যায় ক্ৰম (Scale) অনুযায়ী আৰু তালিকা (List) অনুযায়ী কৰা হয়।

মানুহ অনুযায়ী গুণ-নিৰ্ধাৰণ কৰাৰ ক্ষেত্ৰত ফ'ৰমেন (Foreman) বা ছুপাৰভাইজৰ (Supervisore) জনৰ ইচ্ছা অনুযায়ী কাম কৰাৰ বিস্তৰ ক্ষমতা থাকে। তেওঁ অকলেই কোনজন উৎকৃষ্ট বা কোনজন নিকৃষ্ট কৰ্মী, তাৰ সিদ্ধান্ত ল'ব পাৰে।

পৰ্য্যায় ক্ৰমাণুবন্ধন (Rating Scale) বা স্কেল অনুসৰি গুণ নিৰূপণ বিষয়ত কামৰ প্ৰতিটো উপাদানৰ, যথা শুদ্ধতা, গুণগতমান, পৰিমাণ আদিৰ ভিত্তিত পূৰ্ণ পৰ্য্যবেক্ষণ কৰা হয়। এই উপাদানসমূহৰ ওপৰত নিৰ্ভৰ কৰি কৰ্মীৰ গুণাগুণ নিৰ্ধাৰণ কৰা যায়।

তালিকা অনুৰূপে (According to Rating list) গুণ-মান নিৰ্ধাৰণ বিষয়ত এখন প্ৰপত্ৰৰ (Form) যোগান ধৰা হয়, য'ত কামৰ প্ৰতিটো উপাদানৰ ওপৰত ভুল শুদ্ধ চাই (যোগ বা বিয়োগ) নম্বৰ দিয়া হয়।

এই সংক্ৰান্তত অন্যান্য পদ্ধতিবোৰ হ'ল ৰেংকিং মেথড (Ranking Method) ফৰ্চড্-ডিষ্ট্ৰীবিউছন মেথড (Forced-Distribution Method), ফিল্ড-ৰিভিও মেথড (Field-Review Method) চইছ মেথড (Choice Method) আদি।

গুণ-নিৰূপণ বিষয়ত উপৰোক্ত যি পদ্ধতিকেই প্ৰয়োগ নকৰক কিয় সকলোকেই সাধুতা, নিৰপেক্ষতা, আৰু একাগ্ৰতাৰে কৰা উচিত। উক্ত পদ্ধতি প্ৰয়োগৰ ক্ষেত্ৰত নাম মাত্ৰ সন্দেহৰ, বিশেষকৈ স্বজন-প্ৰিয়তাৰ অৱকাশ থাকিব নালাগিব। সাধাৰণতে এই গুণ নিৰ্ধাৰণ পদ্ধতি সূত্ৰ-অনুযায়ী অতি উচ্চ স্তৰৰ পদ্ধতি; কিন্তু বাস্তৱ ক্ষেত্ৰত কিমান দূৰ শুদ্ধতাৰে ইয়াক প্ৰয়োগ কৰিব পৰা হয়, সেই লৈ কৰ্মীসকলৰ

মাজত মতদ্বৈধ্যতা সৃষ্টি হয়। বহু কৰ্মীয়ে এই পদ্ধতি নিৰাপত্তাহীন বুলি মত প্ৰকাশ কৰে।

যেই কি নহওক, বিষয়া-পৰিচালনা বিভাগ এই পদ্ধতি প্ৰয়োগৰ ফলত লাভৱান হোৱা দেখা যায় আৰু এই বিভাগৰ কাৰ্য্য-সম্পাদন সহজ হয়।

**শ্ৰমিক-কৰ্মী নিযুক্তি ঃ বিবিধ এজেন্সী (Agencies of recruitment of Labour & Employee) ঃ** বিষয়া পৰিচালনা বিভাগৰ দায়িত্ব হ'ল শ্ৰমিক-কৰ্মচাৰীৰ উৎসৰ (source) লগত ব্যক্তিগত সম্বন্ধ ৰক্ষা কৰা যাতে কৰ্মী নিযুক্তিৰ ক্ষেত্ৰত সম্ভাৱনাপূৰ্ণ প্ৰাৰ্থী (Potential Candidate) নিয়োগ কৰিব পৰা যায়। সেই উৎস হৈছে নিয়োগ বিনিময় কেন্দ্ৰ (Employment Exchange) ব্যক্তিগত আৰু সাৰ্বজনিক নিয়োগ এজেন্সী (Private & Public Employment Agency), বৃত্তিধাৰী পৰিষদ, টেকনিকেল স্কুল আৰু কলেজসমূহ। বিজ্ঞাপন, জাননীপত্ৰ, বিজ্ঞপ্তিৰদ্বাৰা সম্ভাৱনাপূৰ্ণ প্ৰাৰ্থীৰ স্ৰোত বৃদ্ধি কৰিব পাৰি।

যেতিয়া কোনো ভেকেঞ্চীৰ (Vacancy) জাননী দিবলৈ নিয়োগ বিনিময় কেন্দ্ৰক দিয়া হয়, তেতিয়া কৰ্ম-অনুযায়ী প্ৰকৃত প্ৰয়োজনীয়-তাৰ এক সম্যক ধাৰণা, বিনিয়োগ বিনিময় কেন্দ্ৰক, সম্ভাৱনীয় প্ৰাৰ্থীৰ কাৰণে দিয়াটো অপৰিহাৰ্য্য। কৰ্মৰ সম্পূৰ্ণ আৱশ্যকতা, যথা কৰ্মৰ প্ৰকৃতি, নিয়োগৰ পদ্ধতি, শিক্ষা আৰু অৰ্হতাৰ প্ৰয়োজনীয়তা, কৰ্মৰ স্থায়ীত্ব, কৰ্মৰ পাৰিশ্ৰমিক আদি সম্পৰ্কত জাননী দিয়া কেন্দ্ৰক সম্পূৰ্ণ বিৱৰণ দিয়া যুক্তিযুক্ত নিয়ম। উক্ত কৰ্ম সংক্ৰান্ত আৱশ্যকতাখিনি নিয়োগ বিনিময় কেন্দ্ৰক পৰিবেশন নকৰিলে, কেন্দ্ৰই অনুপযুক্ত প্ৰাৰ্থীও নিয়োগ কৰ্তালৈ প্ৰেৰণ কৰিব পাৰে; তাৰ বাবে কেন্দ্ৰ আচলতে দোষী নহ'ব।



**নিয়োগ বিনিময় কেন্দ্ৰ (Employment Exchange) ঃ** নিয়োগ কৰ্তৃপক্ষই কৰ্ম-অনুযায়ী যাতে উপযুক্ত প্ৰাৰ্থী পায়। সেই বিষয়ত নিয়োগ বিনিময় কেন্দ্ৰই সাহায্য আগবঢ়ায়; কিন্তু এই উপযুক্ত বা অৰ্হতা সম্পন্ন প্ৰাৰ্থী পাবলৈ হ'লে, উল্লেখ কৰা মতে, কেন্দ্ৰক সম্পূৰ্ণ কৰ্মৰ বিৱৰণ দিব লাগিবই। সেয়েহে, নিয়োগ বিনিময় কেন্দ্ৰক কৰ্ম (Job) আৰু শ্ৰমিক কৰ্মচাৰীৰ উমৈহতীয়া ভঁড়াল বা পুল (pool) বুলি কোৱা যায়। কেন্দ্ৰই নিয়োগ কৰ্তৃপক্ষক সম্ভাৱনাপূৰ্ণ বা কাৰ্য্যদক্ষ প্ৰাৰ্থী পোৱা বিষয়ত সহায় কৰে আৰু শ্ৰমিক কৰ্মচাৰীক কাম বা চাকৰি দিয়াৰ ক্ষেত্ৰত মধ্যস্থতা কাৰী হিচাপে কাৰ্য্য নিষ্পন্ন কৰে।

অৱশ্যে এই বিনিময় (নিয়োগ) সেৱাৰ চিন্তা হয় মহাযুদ্ধ চলা-কালিনহে অংকুৰিত হৈছিল; আৰু মহাযুদ্ধৰ অন্তত ১৯৪৫ চনত জাতীয় নিয়োগ বিনিময় সেৱা কেন্দ্ৰ সমগ্ৰ দেশতে বিস্তীৰ্ণ ৰূপে গঠন কৰা হৈছিল। এই নিয়োগ বিনিময় কেন্দ্ৰই কৰ্ম-নিযুক্ত হ'ব লৈ বিচৰা সকলো মানুহকে নিয়োগৰ সুযোগ আগবঢ়াই সাহায্য কৰে। অৱশ্যে প্ৰথম অৱস্থাত সৈন্য বিভাগৰ মানুহ, অৱসৰ প্ৰাপ্ত চাকৰিয়াল, কৰ্মহীন যুদ্ধ-নিয়োজিত কৰ্মীক পুনৰ সংস্থাপনৰ অৰ্থেহে এই নিয়োগ বিনিময় কেন্দ্ৰ প্ৰতিষ্ঠা কৰা হৈছিল।

আপাততঃ নিয়োগ বিনিময় কেন্দ্ৰই বিভিন্ন প্ৰাৰ্থী সম্পৰ্কে বিস্তৃত জ্ঞান আহৰণ কৰি, বিভিন্ন নিয়োগ কৰ্তৃপক্ষলৈ যি সুযোগ সুবিধা আগবঢ়ায়, সেইটোৱে নিয়োগ বিনিময় কেন্দ্ৰক দিনে দিনে অধিক প্ৰয়োজনীয় কৰি গঢ়ি তুলিছে। সেয়ে বহু নিয়োগ কৰ্তৃপক্ষই, ব্যক্তিগতই হওক বা সাৰ্বজনিকেই হওক, কেন্দ্ৰৰ (নিয়োগ বিনিময়) সেৱা গ্ৰহণ কৰিবলৈ প্ৰায় ইচ্ছুক হোৱা দেখা যায়। ইয়াৰ উপৰি, চৰকাৰী আচৰণ বিধি আৰু বাধ্যবাধকতাই নিয়োগ বিনিময় কেন্দ্ৰৰ গুৰুত্ব বৃদ্ধি কৰিছে। সেই আচৰণ বিধি হৈছে—নিয়োগ কেন্দ্ৰ

বহিভূ'ত কোনো প্ৰাৰ্থীক নিযুক্তিৰ ক্ষেত্ৰত সুযোগ দিয়া নহয় নিয়োগ বিনিময় কেন্দ্ৰৰ পঞ্জীয়নভুক্ত প্ৰাৰ্থীক সকলো নিয়োগ কৰ্তাই অগ্ৰাধিকাৰ দিব লাগিব ইত্যাদিয়েই প্ৰধান। সম্প্ৰতি নিয়োগ বিনিময় কেন্দ্ৰই শ্ৰমিক কৰ্মচাৰীৰ গতিশীলতাৰ ( Mobility ) কাৰণে আঞ্চলিক আৰু জাতীয় ভিত্তিত নিয়োগৰ এক পদ্ধতি প্ৰৱৰ্তন কৰিছে এনে কৰাৰ অন্তৰ্নিহিত উদ্দেশ্য হ'ল—যাতে কোনো অঞ্চলতেই শ্ৰমিক কৰ্মচাৰীৰ অভাৱ বা উদ্বৃত্ত ( Excess ) নহয়।

শ্ৰম মন্ত্ৰণালয়ে নিয়োগ বিনিময় কেন্দ্ৰৰ জৰিয়তে শ্ৰমিক কৰ্মীৰ বাবে ভালেমান প্ৰশিক্ষণৰ ব্যৱস্থা হাতত লৈছে। সেই ব্যৱস্থা অনুসৰি বিভিন্ন প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰা হৈছে। প্ৰশিক্ষণ কেন্দ্ৰৰ বাহিৰেও জাতীয় স্তৰত এপ্ৰেন্টিচ ছিপ ( Apprentice ship ) আঁচনি উদ্যোগিক শ্ৰমিকৰ প্ৰশিক্ষণৰ বাবে "ট্ৰেইনিং অৱ ইনডাষ্ট্ৰিয়েল ওৱৰ্ক৷ৰ্ছ" ( Traning of Industrial workers ) আঁচনিৰ প্ৰৱৰ্তন কৰা হৈছে। ইয়াৰ বাহিৰেও ৰিফ্ৰেছাৰ্ছ কৰ্ছ (Refresher's Course), ইভিনিং ক্লাছ ( Evening Class ) আদিৰদ্বাৰাও শ্ৰমিক কৰ্মীক বিভিন্ন ব্যৱসায় ( Trade ), বিভিন্ন কৰ্মত ( Job ) বৃত্তিমূলক প্ৰশিক্ষণৰ আঁচনি লৈ, জাতীয় স্তৰত তাক অনুশীলন দিয়াৰ ব্যৱস্থা কৰা হৈছে। এই সন্দৰ্ভত নেচনেল কাউন্সিল ফ'ৰ ট্ৰেনিং ( National council for traning in vocational trades ) সংস্থা সংগঠিত হৈছে। এই সংস্থাই কেন্দ্ৰীয় চৰকাৰক প্ৰশিক্ষণ, সমন্বয় সাধন, সম মানদণ্ড-নিৰ্ধাৰণ আদি বিষয়ত চৰকাৰক উপদেশ পৰামৰ্শ দিব।

এই নিয়োগ বিনিময় কেন্দ্ৰ সমূহৰ দৈনন্দিন প্ৰশাসন ৰাজ্যিক চৰকাৰ সমূহৰ হাতত ন্যস্ত কৰা হৈছে। কেন্দ্ৰীয় চৰকাৰে কেৱল নীতি নিৰ্ধাৰণ, বিভিন্ন পদ্ধতিৰ সমন্বয় সাধন, বিভিন্ন ৰাজ্যৰ কেন্দ্ৰসমূহৰ মান-নিৰ্ধাৰণ, আৰ্থিক সাহায্য দান আদি কিছু সীমিত বিষয়ৰহে দায়িত্ব বহন কৰে।



নিয়োগ বিনিময় কেন্দ্ৰৰ সেৱাৰ গুণগত মান বৃদ্ধিৰ হকে বিভিন্ন ধৰণৰ আঁচনিৰে ( যথা—নিবনুৱা কৰ্মীৰ সংখ্যা সংগ্ৰহ, ব্যৱসায় আৰু বৃত্তিগত গৱেষণা আৰু বিশ্লেষণ ( Commercial & Vocational Research and Analysis ) মৌখিক পৰীক্ষাৰ উন্নয়ন আঁচনি ( Development scheme of Oral Test ), প্ৰশিক্ষণ, অনুশীক্ষণ আদি বিষয়ৰ ওপৰত নানান প্ৰচাৰ-পত্ৰ, পুস্তিকা আদি প্ৰকাশৰ দ্বাৰা বৃত্তিগত শিক্ষা আৰু নিযুক্তি সংক্ৰান্তত নিবনুৱাসকলক পৰামৰ্শ দানৰ ব্যৱস্থা কৰা হৈছে।

পশ্চিমীয়া দেশবোৰত ব্যক্তিগত নিয়োগ বিনিময় কেন্দ্ৰই উপযুক্ত শ্ৰমিক কৰ্মী নিৰ্বাচন কৰি বহু ব্যৱসায়, উদ্যোগৰ কৰ্তৃপক্ষক যোগান ধৰে। কোনো কোনো ক্ষেত্ৰত দেখা যায়, বহু ব্যৱসায় উদ্যোগৰ প্ৰায় সকলোবোৰ কৰ্মীকেই ব্যক্তিগত নিয়োগ কেন্দ্ৰই বাছনি কৰি দিয়া প্ৰাৰ্থীৰদ্বাৰাই পূৰণ কৰা হয়। ইয়াৰ উপৰি, ব্যৱসায় উদ্যোগত নিয়োজিত কৰ্মচাৰীয়ে অনুমোদন কৰা তেওঁলোকক বন্ধু-বান্ধৱক কৰ্মী হিচাপে নিযুক্তি দিয়াৰ পদ্ধতিও বহুলভাৱে প্ৰচলন আছে। ইয়াৰ ফলত, নিয়োগ পক্ষ, আৰু কৰ্মচাৰীৰ মাজত, আৰু কৰ্মচাৰীসকলৰ নিজৰ ভিতৰত এক মধুৰ সম্পৰ্ক গঢ়ি উঠে। টেক্নিকেল স্কুল বা কলেজৰ পৰা পোনপটীয়া ভাৱে কৰ্মী বাছনি কৰাৰ এক পদ্ধতিৰ প্ৰচলনো সেই দেশবোৰত আছে।

ভাৰতবৰ্ষত কুৰি শতিকাৰ আগভাগলৈকে ব্যৱসায় উদ্যোগত শ্ৰমিক কৰ্মীৰ নিৰ্বাচন মধ্য-স্বত্ব ভোগীৰ দ্বাৰা সম্পূৰ্ণ কৰা হৈছিল। সেই মধ্য-স্বত্ব ভোগীসকলক সাধাৰণতে জ'বাৰ ( Jobber ) নামে জনা যায়। তেওঁলোকক অঞ্চল বিশেষে বেলেগ বেলেগ নামে ( যথা—চৰ্দাৰ, মুকদাম ( Mukadam ) চৌধুৰী আদি ) জনা গৈছিল। এই জ'বাৰ'ৰ দ্বাৰা শ্ৰমিক কৰ্মীৰ নিযুক্তি প্ৰথা সাধাৰণতে কাপোৰকল, মৰাপাট কল

আদিত প্ৰচলিত আছিল। এতিয়াও এই পদ্ধতি কিছুমান উদ্যোগত প্ৰচলন আছে। এনেভাৱে নিয়োজিত কৰ্মীৰ ভাগ্য, চাকৰি, চাকৰি সময় আদি জ'বাৰৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল। ইয়াৰ উপৰিও আন এটা প্ৰৱৰ্তিত পদ্ধতি হ'ল ঠিকাদাৰী প্ৰথা (Contract System)। এই ঠিকাদাৰী প্ৰথাত শ্ৰমিক সংগ্ৰহ কৰা কাৰ্য্য প্ৰচলিত হয়—সাধাৰণতে চাহ বাগিছা, কফি বাগিছা আৰু খনি আদিত প্ৰচলিত হয়। ঠিকাদাৰী প্ৰথা, মধ্য-স্বত্ব-ভোগী জ'বাৰ প্ৰথাতকৈ অধিক আসোঁৱাহপূৰ্ণ আৰু কদৰ্য্য বুলি বিবেচিত হয়। ফলত উক্ত প্ৰথাত শ্ৰমিক ভৰ্তিকৰণ ব্যৱস্থা তুলি দিয়া হয়। এই উভয় প্ৰথাৰ বহু পিচত, বোম্বে, আহমেদাবাদ, চোলাপুৰ, আদিৰ কাপোৰ কলবোৰত 'বদলি মিল শ্ৰমিক' ব্যৱহাৰ-দ্বাৰা শ্ৰমিক নিয়োগৰ প্ৰথা প্ৰৱৰ্তিত হয়।

**প্ৰশিক্ষণ (Training)ঃ** এইটো সৰ্বজন স্বীকৃত যে কোনো কাম প্ৰশিক্ষণ ব্যাতিৰেকে পূৰ্ণাংগ আৰু শুদ্ধ হিচাপে সম্পন্ন হ'ব নোৱাৰে। গতিকে সুস্থ পৰিচালনাৰ (Sound Management) বাবে প্ৰশিক্ষণ অতি আৱশ্যকীয় বিষয়। সকলো কৰ্মচাৰীয়েই নিজৰ নিজৰ কাম সুচাৰুৰূপে সম্পাদন কৰিবলৈ হলে প্ৰণালীবদ্ধ প্ৰশিক্ষণ একান্তই আৱশ্যক। প্ৰতিজন কৰ্মীক যিমানেই সাৱধানতাৰে বাছনি কৰা নহওক, যিমানেই কৰ্মীৰ নিজৰ কৰ্মত পটুতা নাথাকক, প্ৰতিজন কৰ্মীয়ে যদি নিজৰ কৰ্মত যোগ্যতা বা মান-বিশিষ্ট হবলৈ উন্নীত হ'ব লৈ বিচাৰে তেন্তে শৃংখলাবদ্ধ প্ৰশিক্ষণ একান্তই বাঞ্ছনীয়।

নতুন কৰ্মীক প্ৰথম অৱস্থাতেই তেওঁৰ কৰণীয় কৰ্মক (Job) শুদ্ধকৈ কৰিবলৈ শিকাব লাগিব। লগে লগে পুৰণি কৰ্মীকো নতুন প্ৰণালী বা পদ্ধতিৰ (New Method) লগত পৰিচয় কৰাই দিয়াৰ বাবে প্ৰণালীবদ্ধ অনুশীলন ব্যৱস্থা থাকিব লাগে।

এনে ব্যৱস্থাই নতুন কৰ্মীক তেওঁৰ কৰ্তব্যৰ এক বাস্তৱ ধাৰণা



কৰিবলৈ সুযোগ দিয়ে আৰু পুৰণা কৰ্মীয়ে আধুনিক উন্নয়নৰ লগত নিজক খাপ-খুৱাই লবলৈ সুচল পায়।

অৱশ্যে এই সকলোবোৰ প্ৰশিক্ষণ কাৰ্য্য-সূচী বা আঁচনিৰ ওপৰত নিৰ্ভৰযোগ্য। প্ৰশিক্ষণৰ কাৰ্য্য-সূচী এনেভাৱে প্ৰস্তুত কৰিব লাগে যাতে কৰ্মীসকলৰ গুণ অনুসৰি শ্ৰেণী বিভাগ কৰিব পাৰি; যাতে কি কৰিব লাগে, কি কৰা উচিত ইত্যাদি নহৈ, কিয় কৰিব লাগে আৰু কেনেকৈ কৰিব পাৰি, তাৰ কাৰ্য্য ব্যৱস্থা থাকিব লাগে। প্ৰশিক্ষণ আঁচনিয়ে কৰ্মী সকলক অধিক ফলপ্ৰসূ আৰু কাৰ্য্যক্ষম কৰিব পাৰিব লাগে। ইয়াৰ উপৰি, প্ৰশিক্ষণৰ আঁচনিয়ে কৰ্তৃপক্ষক সুনিৰ্দিষ্টকৈ ইয়াৰ নীতি-নিয়ম আৰু বিনিময় ব্যাখ্যা কৰাৰ সুযোগ দিব লাগে। প্ৰশিক্ষণ সদায় কাৰ্য্য-সূচী অনুসৰি গভীৰ পাঠ্যক্ৰমৰ (Intensive course) আৰু পৰ্য্যাপ্ত মিয়াদৰ (Sufficient Period) হোৱা প্ৰয়োজন, যাতে কৰ্মচাৰীয়ে নিজ কৰ্মৰ ওপৰত পূৰ্ণ দখল (Mastery) বা শ্ৰেষ্ঠত্ব আয়ত্ত কৰিব পাৰে। সাধাৰণতে নানান আঁচনি বা কাৰ্য্য-সূচীৰে আৰু সময়ৰ মাজেৰে প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰা যায়।

প্ৰশিক্ষণ ব্যৱস্থাই ন্যূনতম তিনিটা দিশত কৰ্তৃপক্ষক লাভৱান কৰে, যথা—কৰ্মীৰ আৱৰ্তৰ (Labour turn over) হ্ৰাস কৰণ, সকলো প্ৰকাৰ অপচয় সংকোচন, আৰু উৎপাদিত সামগ্ৰীৰ মানদণ্ড আৰু পৰিমাণৰ উন্নতি। সকলোৰে ওপৰত সুনাম অৰ্জন। প্ৰশিক্ষণ কাৰ্য্য-সূচীয়ে উদ্যোগ-পক্ষৰ শ্ৰমিক কৰ্মী আৰু কৰ্মচাৰীৰ প্ৰতি থকা মনোভংগীৰ পৰিচয় কাৰ্য্যৰে সদৰি কৰে।

প্ৰশিক্ষণ পদ্ধতিও নানান প্ৰকাৰৰ আছে, তাৰ ভিতৰত তলত লেখা কেই বিধেই প্ৰধান।

(ক) এপ্ৰেণ্টিচ প্ৰশিক্ষণ (Apprentice training)

(খ) কৰ্ম-প্ৰশিক্ষণ (On the Job Training)

(গ) উদ্যোগত প্ৰশিক্ষণ ( Training within Industry)

**(ক) এপ্ৰেণ্টিচ প্ৰশিক্ষণঃ** এই প্ৰশিক্ষণ পদ্ধতি মধ্যযুগীয়া পৰম্পৰাগত ভাৱে ই এতিয়াও চলি আছে ; কিন্তু পুৰণি প্ৰণালীৰ পৰিবৰ্তন হৈ আছে।

মধ্য যুগত যদি কোনোবা উদ্যোগী ডেকাই নিপুণ কাৰিকৰ (Skilled craftsman) হ'বলৈ বিচাৰে, তেনেহলে তেওঁ কোনোবা নিপুণ শিল্প কাৰিকৰৰ অধীনত সাতৰপৰা দহ বছৰলৈ এপ্ৰেণ্টিচ হিচাপে প্ৰশিক্ষণ লব লাগে। এনে উদ্যোগী ডেকাক তেতিয়া দিন হাজিৰা কৰোঁতা ( Journey man ) বোলা হৈছিল।

এই প্ৰশিক্ষণ প্ৰণালীক আপাততঃ পুনৰ প্ৰচলন কৰা হৈছে। বৰ্তমান আধুনিক উদ্যোগত পৰ্য্যাপ্ত পৰিমাণৰ নিপুণ কাৰিকৰৰ প্ৰয়োজন হেতু, এনে ধৰণৰ প্ৰশিক্ষণৰ সুযোগ অধিক। বৰ্তমানে বহু প্ৰকাৰৰ উদ্যোগ আছে, যথা ইঞ্জিনীয়াৰিং, অটোমোবাইল ( Automobile ), ছিপ-বিল্ডিং ( Ship-building ) প্ৰিণ্টিং ( Printing ) স্মল-টুল মেকিং ( Small Tool Making ) ইত্যাদি, যিবিলাকে বিস্তাৰিত ৰূপে নানান কৰ্মৰ ( Jobs ) সুযোগ আগবঢ়ায়। সেই কৰ্মসমূহত স্কুলীয়া শিক্ষা সাংকৰা যুৱকক এপ্ৰেণ্টিচ পাঠ্যক্ৰমত প্ৰশিক্ষণ লবলৈ উদ্যোগবোৰে উদ্গণি দিয়ে।

এপ্ৰেণ্টিচ পাঠ্যক্ৰমৰ আঁচনি অনুযায়ী স্কুলীয়া শিক্ষা সাংকৰা যুৱকক যি কোনো উদ্যোগত যি কোনো এটা ট্ৰেড (Trade) শিকিবলৈ সুযোগ-সুবিধা দিয়া হয়। এই পাঠ্যক্ৰম শেষ কৰিবলৈ সাধাৰণতে দুইৰপৰা চাৰি বছৰ সময়ৰ আৱশ্যক হয়। প্ৰশিক্ষণৰ সময়ত প্ৰশিক্ষাৰ্থীক ( Trainee ) উদ্যোগপক্ষৰপৰা নাম মাত্ৰ এটি জলপানী দিয়া হয়। প্ৰশিক্ষাৰ্থীক বিষয়াত্মক ( Theoritical ) প্ৰশিক্ষণৰ বাবে, উদ্যোগে স্থানীয় কাৰিকৰী শিক্ষা কেন্দ্ৰৰ শ্ৰেণীত উপস্থিত থকাৰ ব্যৱস্থা কৰি



দিয়ে। ইয়াৰ ফলত, প্ৰশিক্ষাৰ্থীৰ ব্যৱহাৰিক প্ৰশিক্ষণৰ ( Practical Training ) লগতে বিষয়াত্মক প্ৰশিক্ষণৰো অন্ত হয়। এই উভয় প্ৰশিক্ষণৰ অন্তত প্ৰশিক্ষাৰ্থীজনক উদ্যোগে কোনো এটা দায়িত্বপূৰ্ণ পদত বা কৰ্মত মকৰল কৰে।

এই প্ৰশিক্ষণ পদ্ধতি খুব ফলপ্ৰদ। কাৰণ, প্ৰশিক্ষাৰ্থীজনে তেওঁ প্ৰশিক্ষণ লোৱা কৰ্মৰ ব্যৱহাৰিক আৰু বিষয়াত্মক উভয় দিশতে পটু হোৱাৰ সুযোগ পায়। ই আচলতে প্ৰশিক্ষাৰ্থীজনক সৰ্বতোভাৱে যোগ্য কৰি গঢ়ি তুলিবলৈ সুবিধা দিয়ে। প্ৰশিক্ষাৰ্থীজনক পূৰ্ব নিৰুপিত কাৰ্য্য-সূচী মতে কৰ্ম সম্পাদন কৰিবলৈ নিয়োজিত কৰা হয়। প্ৰশিক্ষাৰ্থীজনে প্ৰশিক্ষণ লোৱা কৰ্মৰ সম্পূৰ্ন কাৰিকৰী "কৰ্ম-কৌশল" (Technical know-how) জানিবলৈ সুযোগ পায়, যিহেতু শিক্ষণীয় বিষয়টি প্ৰতিদিনে কাৰ্য্যকৰী কৰিবলৈ প্ৰশিক্ষণ ব্যৱস্থাই সুচল কৰি দিয়ে। এপ্ৰেণ্টিচ প্ৰশিক্ষণ সদায় কৰ্ম ভিত্তিক হয় আৰু সেই কৰ্মও প্ৰায়ে উৎপাদন বিষয়ক হয়। ব্যৱহাৰিক আৰু বিষয়াত্মক কাৰ্য্য-সূচী ভাৰসাম্যকৈ যুগুত কৰাৰ অৰ্থই হ'ল সুদক্ষ প্ৰশিক্ষণ। যাৰ ফলত প্ৰশিক্ষণ প্ৰাপ্ত প্ৰশিক্ষাৰ্থীজন পাকৈত কৰ্মী হয়।

এই এপ্ৰেণ্টিচ পাঠ্যক্ৰম ব্যৱস্থা উদ্যোগৰ শ্ৰমিক-কৰ্মীৰ ক্ষেত্ৰত অধিক জনপ্ৰিয়। সেয়ে উদ্যোগত এই ব্যৱস্থাৰ প্ৰবৰ্তন অধিকভাৱে প্ৰচলন হোৱা দেখা যায়।

**(খ) কৰ্মত প্ৰশিক্ষণ ( On the Job Training )ঃ** এই আঁচনি অনুসৰি, প্ৰতিজন নতুন কৰ্মচাৰীক এজন অভিজ্ঞ চুপাৰভাইজৰ ( Supervisor ) বা ফ'ৰ মেনৰ ( Foreman ) অধীনত প্ৰশিক্ষণ লবলৈ দিয়া হয়। নতুন কৰ্মচাৰীজনে কৰ্মৰ প্ৰকৃত অৱস্থাত ( Under actual Condition) থাকি প্ৰশিক্ষণ লব লাগে যাৰ ফলত সোনকালে বা অতি কম সময়তে কৰ্ম বা ট্ৰেড টো ( Trade ) শিকিব পাৰে।

সেয়ে, এই প্ৰশিক্ষণ পদ্ধতিক খুব কাৰ্য্যকৰী আৰু মিতব্যয়ী বুলি বিবেচনা কৰা হয়।

উদ্যোগৰ অৱস্থাৰ ওপৰত আঁচনিৰ কাৰ্য্যকাৰিতা নিৰ্ভৰ কৰে। কৰ্মৰত অৱস্থাৰ আবেশ অনুকূল হোৱা বিষয়টি উদ্যোগ পক্ষৰ নিজস্ব শক্তি-সামৰ্থ্যৰ ভিতৰত সীমিত। কৰ্মৰত অৱস্থা (Working Condition) সৰ্বসাধাৰণতে অনুকূল হোৱা প্ৰয়োজন। প্ৰশিক্ষণৰত কৰ্মচাৰীজনক ব্যক্তিগত আৰু বন্ধুত্বপূৰ্ণ পৰিবেশত উপদেশ পৰামৰ্শ দিব পাৰিব লাগে ; যাতে প্ৰশিক্ষণ যথাৰ্থ ( Effeetive ) হয় প্ৰশিক্ষণ সদায় হকৰ আৰু অনুশিক্ষণ ( Coaching ) পদ্ধতিৰ হোৱা উচিত। মূঠতে অনুশিক্ষণ ( Coaching ) পদ্ধতিৰ অনুশীলনেই প্ৰশিক্ষণৰ যথাৰ্থ পদ্ধতি বুলি পৰিগণিত হয়। উদ্যোগ কৰ্তৃপক্ষয়ো প্ৰশিক্ষণৰ ওপৰত দৃষ্টি ৰখা প্ৰয়োজন। কৰ্তৃপক্ষৰ দৃষ্টি নাথাকিলে হয়তো চুপাৰভাইজৰ জনে প্ৰশিক্ষণত বিশেষ মনোযোগ নিদিবও পাৰে আৰু সীমিত কাৰ্য্য-সূচীৰ ভিতৰতে কৰ্মচাৰীজনৰ প্ৰশিক্ষণ সমাপ্ত কৰিব পাৰে।

ইয়াৰ উপৰিও, ইন্‌ষ্ট্ৰাক্টৰজন উচ্চ প্ৰতিভা সম্পন্ন আৰু অভিজ্ঞ হোৱা আৱশ্যক, নহলে তেওঁৰ কৰ্মকৰাৰ কু-অভ্যাস থাকিলে সেই অভ্যাসবোৰ প্ৰশিক্ষণৰ মাধ্যমেদি প্ৰশিক্ষাৰ্থীজনলৈ বাগৰি যোৱা তেনেই স্বাভাৱিক।

কৰ্মত প্ৰশিক্ষণ পদ্ধতিয়ে কৰ্মৰ প্ৰকৃত প্ৰয়োজনীয়তা ( Actual Requirements ) আৰু কৰ্মৰ উৎপাদন অৱস্থা সম্পৰ্কে কৰ্মচাৰীজনক অৱগত কৰায়। এই ব্যৱস্থাই প্ৰশিক্ষাৰ্থীক প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা ( Training Centre ) প্ৰশিক্ষণ শেষ হোৱাৰ পিচত লৈ পুনৰ কৰ্ম অৱস্থাৰ লগত খাপখুৱাৱ লগীয়া হোৱা অসুবিধা সমূহৰপৰা নিষ্কৃতি দিয়ে। ইয়াৰ উপৰি কৰ্মচাৰীজনে কৰ্মৰ নীতি নিয়ম আৰু কাৰ্য্যবিধিৰ ( Procedure ) প্ৰয়োগ দেখি দেখি কৰ্ম সম্বন্ধে শিক্ষা আহৰণ



সহজ হৈ পৰে। আনহাতে কৰ্তৃপক্ষয়ো কৰ্মচাৰীজনক তেওঁলোকৰ প্ৰয়োজন অনুসৰি প্ৰশিক্ষণ দি লোৱা সহজ হয়।

**(গ) উদ্যোগত প্ৰশিক্ষণ ( Training Within Industry ) ঃ** উদ্যোগৰ অভ্যন্তৰতেই কৰ্মচাৰীক প্ৰশিক্ষণ দিয়া আঁচনিখন সাধাৰণতে ডাঙৰ উদ্যোগে প্ৰয়োগ কৰে। হাজাৰ হাজাৰ মানুহ নিয়োগ কৰা উদ্যোগ, উদ্যোগত কৰ্ম অনুসাৰে বহু নিপূণ কৰ্মীৰ আৱশ্যক হয়। সেয়ে, তেনে উদ্যোগে উদ্যোগৰ অভ্যন্তৰতেই এই প্ৰকাৰ প্ৰশিক্ষণ আঁচনিৰ প্ৰৱৰ্তন কৰে।

এনে প্ৰশিক্ষণ আঁচনিৰ চাৰিটা স্তৰ ( Stage ) দেখা যায় যথা—

(ক) কৰ্মচাৰীজনক প্ৰস্তুত কৰা। ( Prepare the Employee)

(খ) কৰ্মচাৰীজনক কৰিব লগীয়া কামটো দেখুউৱা। ( Show the task to be done )

(গ) অনুশীলনৰ অধ্যৱসায় বা প্ৰয়োগ ( Application of Practice)।

(চ) পৰীক্ষণ ( Test )

**(ক) কৰ্মচাৰীজনক প্ৰস্তুত কৰা ঃ** শিক্ষক জনে ( Instructor ) প্ৰশিক্ষাৰ্থীজনক কৰ্মৰ ( Job ) প্ৰতি সহজ কৰি লব লাগে। তেওঁ, প্ৰশিক্ষাৰ্থীজনৰ শিক্ষণীয় কৰ্মৰ প্ৰতি থকা একাগ্ৰতা আৰু তেওঁৰ ইতিমধ্যে আয়ত্তত থকা ( সেই কৰ্মৰ ওপৰত ) জ্ঞান সম্বন্ধে জানিবলৈ যত্ন কৰিব লাগে। প্ৰশিক্ষণৰ ইয়েই প্ৰথম স্তৰ।

**(খ) কৰ্মচাৰীজনৰ কৰিব লগীয়া কামটো দেখুউৱা ঃ** কৰ্মচাৰীজনৰ আগত কৰিব লগীয়া কাম সংক্ৰান্তত এক পূৰ্ণ-বিবৰণ ডাঙি ধৰিব লাগে। শিক্ষকজনে সহজ কামৰ (Easy Task) স্তৰ ভেদ কৰি প্ৰশিক্ষণ আৰম্ভ কৰিব লাগে। তেওঁ একেলগে ব্যক্তিগতভাৱে প্ৰতিটো কাম সম্পাদন কৰি দেখুৱাবও লাগে আৰু তাৰ ডেমনষ্ট্ৰেচনো দিব লাগে।

উপৰ্যুপৰি চালনৰদ্বাৰা শুদ্ধ কৰ্ম অভ্যাস ( Correct Work Practice ) গঢ়ি তুলিব লাগে আৰু চালনৰ মূল বিষয় কেইটা বিষয়াত্মক ( Theoritically ) হিচাপেও ব্যাখ্যা কৰি দিব লাগে। তেতিয়াহে প্ৰশিক্ষাৰ্থী জনে এটাৰ পিচত এটাকৈ কামত আগবাঢ়ি যাব পাৰে। ই প্ৰশিক্ষণৰ দ্বিতীয় পৰ্য্যায়।

**(গ) অনুশীলনৰ অধ্যৱসায়ঃ** প্ৰশিক্ষণৰ তৃতীয় পৰ্য্যায়ত প্ৰশিক্ষাৰ্থীজনক আপোন প্ৰচেষ্টাৰে কৰ্মটি কৰিবলৈ ভাৰ দিয়া হয়। অৱশ্যে কৰ্ম-সম্পাদন কালত প্ৰশিক্ষাৰ্থী জন শিক্ষক বা চুপাৰভাইজৰ জনৰ সম্পূৰ্ণ তত্বাৱধানত থাকে। প্ৰশিক্ষাৰ্থীজনৰ কৰ্ম সম্পাদনৰ কাৰণে প্ৰয়োজন হোৱা সময়, স্বাভাৱিক ভাৱেই তেওঁৰ দক্ষতা আৰু কৰ্ম অভ্যাসৰ ওপৰত নিৰ্ভৰ কৰে। এই পৰ্য্যায়টি প্ৰশিক্ষণৰ বিভিন্ন পৰ্য্যায়ৰ ভিতৰত গুৰুত্বপূৰ্ণ।

**(ঘ) পৰীক্ষণ ঃ** প্ৰশিক্ষণৰ চতুৰ্থ বা শেষ স্তৰত প্ৰশিক্ষাৰ্থীজনৰ কৰ্মৰ পৰীক্ষা লোৱা হয়। কৰ্ম-সম্পাদন নিয়াৰিকৈ। প্ৰয়োজন অনুসৰি আৰু পূৰ্ব-নিৰূপিত সময়মতে যদি কৰিব পাৰে, তেনেহলে সেই প্ৰশিক্ষাৰ্থীজনক, প্ৰশিক্ষণপ্ৰাপ্ত বুলি ঘোষণা কৰা হয়।

উল্লেখিত প্ৰতিটো পৰ্য্যায় এটা কামত পৃথক পৃথককৈ প্ৰয়োগ কৰা হয়। এনে অৱস্থাত এটা কামক এটা জ'ব (Job) হিচাপে গণ্য কৰা হয়। শিক্ষকে প্ৰতিটো স্তৰক বেলেগ বেলেগকৈ প্ৰশিক্ষণ দিব লাগে। প্ৰতিটো কাম ( Task ) স্তৰ অনুসৰি সম্পাদন কৰা নহলে অৰ্থাৎ ওপৰা-ওপৰি হলে প্ৰশিক্ষাৰ্থীয়ে অনুশীলন কৰাত অসুবিধা হয়।

উল্লেখিত তিনিও বিধ প্ৰশিক্ষণৰ বাহিৰেও ইনষ্ট্ৰাক্টৰ বা চুপাৰভাইজৰ সকলৰ প্ৰশিক্ষণৰ ব্যৱস্থাও আছে। অৱশ্যে এনে প্ৰশিক্ষণৰ তেনে কোনো নিৰ্দিষ্ট কাৰ্য্য-সূচী নাথাকে। চুপাৰভাইজৰ বা ইনষ্ট্ৰাক্টৰৰ



প্ৰশিক্ষণৰ ব্যৱস্থা এইবাবেই থাকিব লাগে যে তেওঁলোক সমকালিক হিচাপে সুদক্ষ কৰ্মী আৰু সু-শিক্ষক। কাৰণ সুদক্ষ কৰ্মী হোৱা সহজ হলেও এজন সুনিপুণ শিক্ষক হোৱা কোনো দিনেই সহজ নহয়। সেয়ে, চুপাৰভাইজৰ সকলৰ প্ৰশিক্ষণৰ ব্যৱস্থা সাধাৰণতে আলোচনা চক্ৰ, কৰ্মী সন্মিলন, কথাছবি প্ৰদৰ্শন আদিৰদ্বাৰা কৰা হয়। ইয়াৰ বাহিৰে, বিশেষজ্ঞৰদ্বাৰা বক্তৃতাৰ ( Lectures ) ব্যৱস্থাও প্ৰশিক্ষণৰ সুষম পদ্ধতি।

বৰ্তমান কালত উদ্যোগত প্ৰশিক্ষণ দিয়াৰ কাৰ্য্য পদ্ধতি প্ৰবৰ্তন হৈছে। দেখা যায়, সকলো গুৰুত্বপূৰ্ণ উদ্যোগত ওপৰত উল্লেখিত ধৰণৰ অথবা আন কাৰ্য্য-সূচীৰদ্বাৰা প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা আছে। আমাৰ দেশৰ বহু উদ্যোগত, বিশেষকৈ চাহ আৰু কফি বাগিছা আৰু কাপোৰ আৰু মৰাপাট মিলত এপ্ৰেণ্টিচ প্ৰশিক্ষণ ব্যৱস্থা বহু কালৰেপৰা প্ৰচলিত হৈ আহিছে। বোম্বে, আহমেদাবাদৰ, কাপোৰকলত শিক্ষাৰ্থী আৰু কৰ্মীক প্ৰশিক্ষণ কেন্দ্ৰৰ শ্ৰেণীত উপস্থিত থাকিবলৈ সুবিধা দিয়া হয়। সেই অনুৰূপে চাহ আৰু কফি বাগিছাত নাম মাত্ৰ জলপানী দি উদ্যোগ কৰ্তৃপক্ষই উদ্যোগ গোটৰ অভ্যন্তৰত প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা ন্যূনতম ভিত্তিত হলেও এতিয়াও চলি আছে।

ইয়াৰ বাহিৰেও ট্ৰেইনিং চেণ্টাৰত ( Training Centre ) প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থাও বহু ক্ষেত্ৰত প্ৰয়োগ কৰা দেখা যায়। এই ব্যৱস্থা কৰ্মচাৰী নিযুক্তিৰ পিচতহে অৱশ্যে প্ৰয়োগ কৰা হয়।

———

# নৱম অধ্যায়

## বিত্ত

### সংগঠন আৰু পৰিচালনা

**সূচনা ঃ** বৰ্তমান সমাজ ব্যৱস্থাৰ ভিত্তি হ'ল—অৰ্থ। অৰ্থহীন সম্পদহীন সমাজ অচল। প্ৰাচীন কালত মানৱগোষ্ঠী প্ৰায় আ নিৰ্ভৰশীল আছিল। তেওঁলোকে নিজৰ প্ৰয়োজনীয় বস্তুবোৰ নি উৎপাদন বা নিৰ্মাণ কৰি লৈছিল। জন সমাজৰ ক্ৰমবিকাশৰ লগে ল প্ৰয়োজনীয় বস্তুৰ অভাবো বৃদ্ধি হবলৈ ধৰিলে। মানৱ গোষ্ঠীসমূহৰ আ নিৰ্ভৰশীলতা শিথিল হ'ল। অৰ্থাৎ সকলো প্ৰয়োজনীয় বস্তুৰ উৎপা আৰু নিৰ্মাণ সকলো মানুহৰদ্বাৰা সম্ভৱপৰ নোহোৱা হ'ল। কিন্তু বস্তুৰ প্ৰয়োজনতকৈ অধিক উৎপাদন অথবা নিৰ্মাণ হোৱাৰ ফল উৎপাদন নোহোৱা বা কৰিব নোৱাৰা বস্তুৰ বাবে, এজনে আন জন ওচৰত সেই অধিক উৎপাদিত বস্তু দি হাত পাতিব লগা হ'ল।

এইদৰেই সমাজ বিবৰ্তনত বস্তু সলোৱা প্ৰথাৰ আবিষ্কাৰ হ'ল য পিছত বিনিময় প্ৰথা" ( Barter System ) বুলি জনা যায়।

মানৱ সমাজৰ দ্ৰুত বিবৰ্তনত লক্ষ্য কৰা গ'ল যে, জনসমাজ সামাজিক ব্যৱস্থাত জটিলতা বাঢ়িল। এই জটিল সমাজ ব্যৱস্থা মানুহৰ প্ৰয়োজনীয় বস্তুৰো পৰিসৰ বাঢ়িল। লাগতিয়াল আৰু নিত ব্যৱহাৰ্য্য বস্তুৰ বাবে ক্ৰমবৰ্ধমান সমাজত ওজন, জোখ-মাখ, পৰিমাণ গুণাগুণ, মূল্যৱান ইত্যাদি তথ্যসমূহৰ উপলব্ধি, আৰু অৱলীলাই উক্ত হ'ল, যিবোৰ "বিনিময় প্ৰথাত" বস্তু আহৰণ কৰোঁতে প্ৰথম অৱস্থা মানুহৰ অভিগম্যই হোৱা নাছিল। উক্ত তথ্যবোৰ সমস্যাৰূপে দেখা



দিলে। ফলত বিনিময় প্ৰথাৰ গতিশীলতা কমিল আৰু সমাজত ইয়াৰ প্ৰচলন কমি আহিল। জনসমাজে লাহে লাহে তাক পৰিত্যাগ কৰিবলৈ আৰম্ভ কৰিলে।

এই ক্ৰম অনুপাতে বিনিময় প্ৰথাৰ পৰিত্যাগ কালত, মানুহৰ বিচাৰ শক্তিৰ (Reasoning power ) চৰ্চাৰ ফলত, এটা নতুন ব্যৱস্থা সমাজত উদ্ভৱিত হ'ল, যিটোৰ প্ৰচলন একলা একলাকৈ বাঢ়ি আহিল। সেই নতুন আবিষ্কৃত ব্যৱস্থাটো হ'ল প্ৰয়োজনীয় অত্যাৱশ্যকীয় বস্তু সলোৱাৰ বাবে এটা উমৈহতীয়া মাধ্যম ( Common Medium )।

এই উমৈহতীয়া মাধ্যমকেই পৰিশেষত নাম দিয়া হয় পইচা (money)। উক্ত পইছা যিকোনো বস্তু হ'ব পাৰে। ধনৰ বুৰঞ্জীলৈ লক্ষ্য কৰিলে দেখা যায়—ঘৰচীয়া জীৱ-জন্তুৰপৰা আৰম্ভ কৰি যিকোনো পণ্য বস্তু সময়ে সময়ে ধনৰূপে পৰিগণিত হয়; কিন্তু উক্ত জীৱ-জন্তু বা পণ্য বস্তুৱে সিহঁতৰ আপোন বৈশিষ্ট্যৰ বাবেই অথবা সিহঁতৰ অন্তৰ্নিহিত গুণ বা দোষৰ বাবেই দীৰ্ঘ দিনৰ কাৰণে "ধন" ৰূপে নচলা হয়।

মানৱ সমাজৰ ক্ৰমবিকাশৰ ফলস্বৰূপেই "ধাতুৰ" উদ্ভাৱন হ'ল। ধাতুৰ ব্যৱহাৰ হোৱাৰ লগে লগে 'ধাতু' টকা-পইছালৈ ৰূপান্তৰিত হ'ল। দেখা গ'ল, অন্য সকলোবে তুলনাত ধাতুৰ পইছা হিচাপে ব্যৱহাৰ অধিক কাৰ্য্যকৰী আৰু উপযোগী হ'ল। ধাতুক সহজে লৈ ফুৰিব পৰা, পৰিমাণ নিৰ্ধাৰণ কৰা, সোনকালে ক্ষয় নোহোৱা, আৰু সঞ্চয়ৰ বাবে কম ঠাই লগা হেতু ই পইছা হিচাপে বেছি যোগ্য হ'ল। তৎকালীন অৱস্থাত আৰু এটা কথাই বেছি প্ৰাধান্য লাভ কৰিলে সি হ'ল—"ধাতুৰ উৎপাদন"। ধাতুৰ বাৰ্ষিক উৎপাদনৰ হাৰ আছিল নিচেই সামান্য। গতিকে মুঠ উৎপাদিত ধাতুৰ লগত প্ৰতি বছৰৰ উৎপাদন যোগ হলেও ই পৰ্য্যাপ্ত নহয়। সেয়ে ধাতু, ধন হিচাপে এক উৎকৃষ্ট 'মাধ্যম'ত

পৰিণত হয়। ধাতুৰ উল্লেখিত গুণসমূহেই প্ৰকৃততে ধনৰ কাৰ্য্য। সেয়ে ধনৰ কাৰ্য্য হল—(ক) উমৈহতীয়া বিনিময় মাধ্যম, (Common medium of exchange), (খ) মূল্যৰ মানদণ্ড ( Standard of value ), (গ) স্থগিত পৰিশোধ ঋণমান ( Standard for deferred payments ), (ঘ) মূল্যৰ সঞ্চয় ( Store of value )।

অৱশেষে বিভিন্ন ধাতুৰ ভিতৰত যাৰ মূল্য প্ৰায় স্থিৰ, যিবিলাক সকলোতে সম-গোত্ৰীয়, যাক সহজে চিনাক্ত কৰা যায় আৰু মূল্য খুব বেছি অথচ আকাৰত সৰু আৰু যিবিলাক অন্তনিহিত মূল্যৰেই মূল্যৱান ; তেনে ধাতুক ভাল গুণ-সম্পন্ন পইছা বুলি অভিহিত কৰা হয়। এই ক্ষেত্ৰত সোণ আৰু ৰূপে উল্লেখিত চৰ্তখিনি পূৰণ কৰে। আকৌ উভয়ৰ মাজত সোণ আদৰ্শ স্থানীয় হোৱাত ই আন্তৰ্জাতিক ধনৰ মৰ্য্যাদা পায়। বৰ্তমান ধাতুৰ লগত কাগজৰ ধনো সমগ্ৰ পৃথিৱীত সাৰ্বজনীনভাৱে চলিছে। কাগজৰ ধনৰ উদ্ভাৱনে অৰ্থ ইতিহাসৰ ক্ৰমবিকাশৰ কথাকেই সূচায়। আনহাতে ধনৰ উদ্ভাৱন সমাজ বিবৰ্তনত আৱিষ্কৃত প্ৰধান আৱিষ্কাৰসমূহৰ অন্যতম। অৰ্থনীতিত, সমগ্ৰ বাণিজ্যিক দিশত মানুহৰ সামাজিক অৱস্থিতিৰ ভিত্তিৰ মূল হ'ল ধন।

**প্ৰয়োজন ( Needs ) ঃ** বৰ্তমানৰ সমাজ গাঠনিত ধনৰ আৱশ্যকতাৰপৰা এৰাই চলিব নোৱাৰি। জীয়াই থকাৰ অৰ্থে পইছাই মূল। একালৰ আত্মনিৰ্ভৰশীল মানুহ বৰ্তমানে পৰনিৰ্ভৰশীল হ'ল। সেয়ে নিজৰ প্ৰয়োজনীয় বস্তুৰ বাবে সদ্যহতে ধন অপৰিহাৰ্য্য। অৰ্থনৈতিক চাহিদা পূৰণাৰ্থে টকা-পইছা যেনেভাৱে আৱশ্যকীয় ঠিক তেনেভাৱে ই দুষ্কৃতিৰো মূল উৎস।

ব্যক্তিগত বা সাৰ্বজনীন অৰ্থনৈতিক উন্নয়নৰ অৰ্থে "টকা-পইছা" বা "অৰ্থ" হ'ল বাস্তৱ উৎস। সাৰ্বজনীন জীৱনৰ মান উন্নয়নৰ কাৰণে



সাৰ্বজনিক উপযোগী সেৱাৰ প্ৰয়োজন। উক্ত সাৰ্বজনিক সেৱা গঢ়ি তুলিবলৈ উদ্যোগৰ আৱশ্যক। বিনা উদ্যোগে কোনো আদৰ্শাত্মক সেৱা সম্ভৱপৰ নহয়। ইয়াৰ উপৰি, সামাজিক সম্পদ সমৃদ্ধিৰ অৰ্থেও শিল্পায়নৰ ( Industrialisation ) প্ৰয়োজন। এই সেৱা খণ্ডৰ উদ্যোগ বা উদ্যোগীকৰণৰ কাৰণে "ধন" বা "অৰ্থ" প্ৰথম আৰু প্ৰধান ভিত্তি।

ব্যক্তিগতভাৱে জীৱন-নিৰ্বাহৰ মানদণ্ড ( Standard of living ) মান বিশিষ্ট স্তৰলৈ ক্ৰমোন্নয়নৰ কাৰণেও অৰ্থৰ প্ৰয়োজন। শিল্প সম্বন্ধীয় নাইবা ব্যৱসায় সম্পৰ্কীয় কাৰ্য্য-কলাপ কেৱল অৰ্থৰদ্বাৰাইহে সম্ভৱপৰ। সংক্ষেপতে, যিকোনো ব্যৱসায় বা শিল্প গঢ়িবলৈ লাগে—ধন। ব্যৱসায় বা শিল্প কাৰ্য্যকৰী কৰি ৰাখিবলৈ অৰ্থ লাগে। সেই ব্যৱসায় বা শিল্পক সম্প্ৰসাৰণ কৰিবলৈও অৰ্থৰ আৱশ্যক।

ৰাষ্ট্ৰৰ সাৰ্বভৌমত্ব আৰু অখণ্ডতা ৰক্ষা কৰিবলৈ হলেও ৰাষ্ট্ৰক ধন লাগে। ধনহীন দেশে নিজৰ অধিকাৰ ক্ষেত্ৰ আনৰ হাতত অৰ্পণ কৰিব লগা হয়। দৰাচলতে ব্যক্তিগত আৰু সামূহিক সম্পদ বৃদ্ধিৰ লগে লগে দেশৰ সম্পদ বৃদ্ধি হয়। দেশৰ সম্পদে বা জাতীয় সম্পদে নিজ ৰাষ্ট্ৰৰ সাৰ্বভৌমত্ব অক্ষুণ্ণ ৰখাত সহায় কৰে ; কিন্তু জাতীয় সম্পদ সমৃদ্ধিৰ বাবে ৰাষ্ট্ৰৰ ভিতৰত বৃহৎ ব্যৱসায় ক্ষেত্ৰ আৰু শিল্প উদ্যোগ গঢ়ি তুলিব লাগে। সেই বাণিজ্য আৰু শিল্পোদ্যোগৰ কাৰণেও ৰাষ্ট্ৰক অৰ্থ লাগে। সমাজৰ সামাজিক অৱস্থিতিও ধনৰ ওপৰত প্ৰতিষ্ঠিত। সেয়েহে পূৰ্বে উল্লেখ কৰাৰদৰে বৰ্তমান সকলো দিশৰ ( বিশেষকৈ অৰ্থনৈতিক, বৈজ্ঞানিক আৰু সামাজিক ) প্ৰণালীবদ্ধ ক্ৰমবিকাশৰ বাবে ভিত্তি স্থানীয় উপাদান হ'ল—অৰ্থ।

এই অৰ্থৰ বিজ্ঞান সন্মত ব্যৱহাৰক "অৰ্থৰ বিজ্ঞান ( Science of money ) বুলি ক'ব পাৰি। বিজ্ঞান সন্মতভাৱে প্ৰয়োগ কৰা অৰ্থক

ভাষান্তৰত "বিত্ত" বুলিও কোৱা হয়। অন্য কথাত "বিত্তক" অৰ্থবিজ্ঞান
বোলাই উপযোগী। বিত্তই অৰ্থ সঞ্চয় কৰা লোকসকলৰপৰা, অৰ্থ
সংগ্ৰহ কৰা আৰু তাক নিয়ন্ত্ৰণ কৰাৰ বিধি আৰু পদ্ধতি অধ্যয়ন কৰে।
অকল ইমানেই নহয়, যিসকলৰ হাতলৈ অৰ্থৰ নিয়ন্ত্ৰণ যায় তাৰে
প্ৰশাসনত বিত্ত থাকে।

Dockeray and Husband এ তেওঁলোকৰ বিত্ত সম্পৰ্কীয়
কিতাপত ( modern Corporation Finance ) বিত্তক যিভাবে
আলোচনা কৰিছে, তাক সহজ অৰ্থত বৰ্ণনা কৰিলে এনে হয়—
"অৰ্থনৈতিক দেহত 'বিত্ত হ'ল চালিকা শক্তি। এই শক্তিৰ অবিহনে
দেহ চলিব নোৱাৰে। দেহৰ ভিন্ ভিন্ অংগই নিজৰ নিজৰ পূৰ্ণ
গঠনৰ অৰ্থে, নাইবা আপোন লক্ষ্যলৈ দৃষ্টি ৰাখি কৰ্ম কৰি যায় আৰু
একেলগে সকলোৱেই সামগ্ৰিকভাবে দেহাটোলৈকে বৰঙণি যোগায়।
উক্ত বিভিন্ন অংগৰ পৰিচালনা আৰু সমন্বয়ৰ বাবে কিবা এটা শক্তিৰ
আৱশ্যক হয়। সেই শক্তিয়েই হৈছে চালিকা শক্তি' যি অৰ্থনৈতিক
কাৰ্য্য-কলাপৰ প্ৰবাহক নিয়ন্ত্ৰণ কৰে আৰু তাৰ চালনক সহজ-সাধ্য
কৰে।

সংগৃহীত পুঁজিক ( Funds ) লাভজনক ব্যৱহাৰলৈ পৰিবৰ্তন
কৰাটোৱেই হৈছে—বিত্তৰ প্ৰক্ৰিয়া।
"বিত্তক" প্ৰশাসনীয় কাৰ্য্য-কলাপৰ এটা ৰূপ বুলি ব্যাখ্যা কৰিব
পাৰি। কাৰণ এটা সংগঠন বা প্ৰকল্পৰ লক্ষ্য বা উদ্দেশ্যসমূহ সন্তোষ-
জনকভাবে ৰূপায়িত কৰিবলৈ হলে অৰ্থৰ প্ৰয়োজন আৰু এই অৰ্থৰ
(নগদ ধন আৰু ঋণ) সু-বন্দবস্ত কৰি দিয়াটোৱেই বিত্তীয় কাৰ্য্য-কলাপ।
অৱশ্যে অন্যান্য অৰ্থনৈতিক শক্তিসমূহৰ লগত ই এনেভাৱে সংমিশ্ৰিত যে
ইয়াৰ ভূমিকা সম্পৰ্কে উচিত মূল্যাংকণ কৰাটো এক কষ্টসাধ্য কাম।
যি কোনো সংগঠনৰ বাবে উপযোগী, ফলদায়ক বিত্তীয় গাঁঠনিৰ



উপাদানসমূহ হ'ল—আৱশ্যকীয় অৰ্থৰ সংগ্ৰহ, বিত্তীয় আঁচনি আৰু তাৰ নিয়ন্ত্ৰণ।

উপৰোক্ত উপাদানসমূহ বিনে, বিত্তীয় অনুশাসন আচল। অৰ্থৰ মূল উৎস হ'ল—সঞ্চয়। সঞ্চিত অৰ্থক বিভিন্ন স্থানৰপৰা সংগ্ৰহ কৰি, তাক ব্যৱসায় আৰু শিল্প উদ্যোগত প্ৰয়োগ কৰিব লাগিব। অৱশ্যে এই প্ৰয়োগৰ বিষয়ত এক সুচিন্তিত আঁচনি আৰু কাৰ্য্য-সূচী প্ৰণয়ন কৰা দৰকাৰ। উক্ত আঁচনি আৰু কাৰ্য্য-সূচী অনুযায়ী অৰ্থক নিয়ন্ত্ৰণ কৰিব লাগিব ; তাকে নকৰিলে অৰ্থৰ অপচয় হ'ব। অৰ্থাৎ বিত্তীয় প্ৰশাসন বিফলকাম হ'ব।

**বিত্তৰ প্ৰকাৰ ভেদ (Kinds of finance) ঃ** স্বাভাৱিকতে বিত্তক সংগঠনৰ ধৰণ অনুসৰি বিভক্ত কৰা যায়। বিস্তাৰিতভাবে, বিভক্ত দুই শ্ৰেণীত পৰ্য্যায়ভুক্ত কৰিব পাৰি। প্ৰথম সাৰ্বজনিকভাবে ( Public Finance ) আৰু দ্বিতীয়তে নিজস্ব বিত্ত ( Private Finance )।

সাৰ্বজানিক বিত্তৰ কৰ্ম হ'ল—ৰাষ্ট্ৰ পৰিচালনাৰ কাৰণে অৰ্থ লাভ কৰাৰ উপায় উদ্ভাৱন, আৰু সেই সংগৃহীত অৰ্থৰ অৰ্থাৎ—সাৰ্বজনিক নিধিৰ ( Funds ) প্ৰশাসন। সাৰ্বজনিক বিত্তৰ সূত্ৰ আৰু প্ৰয়োগ ক্ষেত্ৰত ভালেমান বৈশিষ্ট্যপূৰ্ণ বিষয় থুলমূলকৈ ব্যাখ্যা দিলেও উত্থাপন হ'বই। নিজস্ব বিত্ত হ'ল—ব্যক্তিগত খণ্ডৰ উদ্যোগবোৰৰ বাবে অৰ্থ আহৰণ কৰাৰ উপায় উদ্ভাৱন বিষয়ত আৰু সেই সংগৃহীত অৰ্থ স্বতন্ত্ৰ-ব্যক্তি, স্বেচ্ছাধীন সংস্থা আৰু কোম্পানী বা সংঘবোৰ পৰিচালনা আৰু নিয়ন্ত্ৰণ বিষয়ত সীমাবদ্ধ।

বৰ্তমানৰ গণতান্ত্ৰিক গাঁঠনিত সাৰ্বজনিক ৰাজহৰ বিধান হ'ল জন কল্যাণাৰ্থে ৰাজহৰ সংগ্ৰহ আৰু সেই ৰাজহৰ ব্যয়। নিজস্ব বিত্তৰ উদ্দেশ্য হ'ল—অৰ্থক উচ্চতম লাভৰ (Return) বাবে খৰছ বা বিনিয়োগ কৰা। উক্ত বিনিয়োগে সামাজিক কল্যাণত কিবা প্ৰভাৱ পেলাব

পাৰে নে নোৱাৰে তাৰ বিচাৰ বিবেচনা কৰা নিজস্ব বিত্তৰ কাৰ্য নহয়।

সাৰ্বজনিক আৰু নিজস্ব বিত্তৰ এই বিভাজ্যতা থকা সত্বেও কেইটামান বিষয়ত উভয় বিত্তৰ সাদৃশ্য লক্ষ্য কৰা যায়।

(ক) উভয় খণ্ডৰ বিত্তৰ মাজত বিত্তীয় উদ্দেশ্যৰ পাৰ্থক্য থকা সত্বেও কম খৰছ বা কম ব্যয় কৰি—আটাইতকৈ অধিক অৰ্থনৈতিক লাভ (Financial Return) কৰাৰ ক্ষেত্ৰত উভয় বিধ বিত্তই সমপৰ্য্যায়ৰ।

(খ) বৰ্তমান অৱস্থাত, উভয় খণ্ডতে (সাৰ্বজনিক আৰু নিজস্ব) উভয় বিধ বিত্তৰে ব্যৱসায় গঢ়ি তোলা হৈছে। উভয় খণ্ডৰ ব্যৱসায়তে মূলধন বিনিয়োগ অপৰিহাৰ্য্য।

(গ) দীৰ্ঘকালীন বিনিয়োগৰ অৰ্থে ব্যক্তিগত খণ্ডৰ উদ্যমে পুঁজি বজাৰৰপৰা (Capital Market) মূলধন সংগ্ৰহ কৰে। কোনো কোনো অৱস্থাত সাৰ্বজনিক ৰাজহৰ নাটনি হলে—সাৰ্বজনিক খণ্ডৰ উদ্যম বা প্ৰকল্পৰ বাবেও পুঁজি বজাৰৰ আশ্ৰয় ৰাষ্ট্ৰই ল'ব লগা হয়।

উপৰোক্ত নিজস্ব বিত্তক (Private Finance) আৰু কেইবাটাও উপৰি ভাগত বিভক্ত কৰিব পাৰি, যেনে—ব্যক্তিগত বিধি (Personal finance), যুটীয়া বা স্বেচ্ছাধীন সংস্থাৰ বিত্ত (Partnership finance) আৰু কোম্পানী বা সংঘ বা নিগম বিত্ত (Corporate Finance)।

কোম্পানী বা সংঘ উদ্যম এনে এটা সংগঠন (Organisation) যাক বিশেষ চৰকাৰী আইনৰ দ্বাৰা গঠিত কৰা হয়। উক্ত উদ্যম হৈছে আইনৰ নিৰ্ধাৰিত বিধি অনুযায়ী নিৰূপিত সংঘ বা নিগম। ইয়াক সদস্যসকলৰপৰা পৃথক বুলি বিবেচনা কৰা হয়। আইনে ইয়াক বৈধ পৰিচয় প্ৰদান কৰে। ইয়াৰ নামকৰণ বা চিনাক্তকৰণ চাপ মোহৰৰ দ্বাৰা হয় আৰু স্থায়ী উত্তৰাধিকাৰৰ অধিকাৰ পায়। আইনদ্বাৰা নিৰ্মিত এই কোম্পানী বা নিগম এক কৃত্ৰিম (Artificial) ব্যক্তি। ই



আপোন অধিকাৰেৰে যিকোনো চুক্তি সম্পাদন কৰিব পাৰে, সম্পত্তি আহৰণ কৰিব পাৰে, কাছাৰীত গোচৰ দিব পাৰে নাইবা আনেও ইয়াৰ ওপৰত গোচৰ তৰিব পাৰে। এনে সংঘৰ মূল উদ্দেশ্য হৈছে—লাভ অৰ্জন। বহু কাৰণত পুঁজি (Capital) সংগ্ৰহ কৰা বিষয়ত এই সংঘ এটা কাৰ্য্যকৰী এজেন্সি :—

(১) মজলীয়া উপাৰ্জনক্ষম (Moderate means) জনসাধাৰণৰ পৰা অৰ্থ আহৰণ কৰাৰ উদ্দেশ্যে পুঁজিক (Capital) ক্ষুদ্ৰ ক্ষুদ্ৰ গোটত, অংশ পত্ৰ বা ঋণ পত্ৰ ৰূপেৰে বিভক্ত কৰা হয়।

(২) পুঁজি অংশ আৰু ঋণাংশসমূহক সামান্য মুদ্ৰিত মূল্যত বিভাজন কৰাৰ কাৰণে, সৰ্বসাধাৰণ মানুহে তেওঁলোৰ সঞ্চয় নিধি বহুধা বিভক্ত কৰি বিনিয়োগ কৰিব পাৰে; যিটোৱে লোকচানৰ সম্ভাৱনিয়তা হ্ৰাস কৰে।

(৩) সংঘ বা কোম্পানীৰ নিৰাপত্তা পত্ৰ (Securities) সমূহৰ বিভক্তিকৰণ হেতু বিভিন্ন অৰ্থ গোষ্ঠী মানুহৰ নিধি আকৰ্ষণ কৰাৰ সহায়ক হয়।

(৪) সংগঠিত ষ্টক বজাৰৰ (Stock Market) উন্নয়নে, সংঘৰ নিৰাপত্তা পত্ৰসমূহৰ হস্তান্তৰকৰণ সহজ কৰে আৰু যি কোনো সময়তে বিনিয়োগ ধন (Investment money) আহৰণ (withdraw) কৰাৰ বাবে সহজ হয়।

(৫) সংঘ বা কোম্পানীৰ সীমাবদ্ধ দায়িত্ব (Limited liability) নীতি-নিয়মে, আধুনিক ব্যৱসায় সংগঠনৰ বাবে আৱশ্যক হোৱা বৃহৎ পৰিমাণৰ অৰ্থ সংগ্ৰহ কৰিবলৈ আৰু দেশৰ বৃহৎ সংখ্যক বিনিয়োগকাৰীক আকৰ্ষণ কৰিবলৈ, সুযোগ দিয়ে।

সংঘ বা কোম্পানী হ'ল এটা উপায় (Means), যাৰদ্বাৰা দেশৰ সৰ্বত্ৰ সিচৰতি হৈ থকা ক্ষুদ্ৰ ক্ষুদ্ৰ নিধিক সামূহিক উৎপাদন আৰু

বর্ণনাৰ বাবে থুপ খুৱাব পাৰি। নিধি বা পুঁজি সংগ্রহৰ কার্য্যটি সংঘ বা কোম্পানীয়ে কৃতকার্য্যতাৰে সম্পন্ন কৰিব পাৰে আৰু সেয়ে ই সংস্থা হিচাপে সদায় জীৱাই (Survivor) থাকিব। সেয়ে কোনো কোনোৱে কয় জাতিৰ অর্থ-নীতিত সংঘ বা কোম্পানী উদ্যম (Corporate Enter Prise) স্নায়ু স্বৰূপ। ইয়াৰ সংগঠন, ক্রমোন্নতি আৰু অন্তর্ধ্যানে দেশৰ অর্থ-নীতিক প্রতিবিম্বিত কৰে।

উক্ত কোম্পানী বা নিগমক দুটা সমষ্টিত (Group) বিভক্ত কৰিব পাৰি; যেনে—(ক) সার্বজনিক সংঘ বা নিগম (Public Corporation) আৰু (খ) নিজস্ব সংঘ বা নিগম (Private Corporation)।

সার্বজনিক সংঘ বা নিগম, ব্যৱস্থাপক সভাৰ বিশেষ আইনদ্বাৰা প্রতিষ্ঠা কৰা হয়; কিন্তু নিজস্ব সংঘ কোম্পানী আইনদ্বাৰা সংঘবদ্ধ আৰু স্থাপিত হয়।

বিস্তৃত অর্থত, কোম্পানী বা নিগম বিত্ত (Corporation Finance) কেৱল শিল্প আৰু ব্যৱসায় সম্পৰ্কীয় উদ্যমতে প্রযোজ্য নহয়, ই সংঘ বা নিগম ভিত্তিত গঠিত সার্বজনিক উপযোগী সংগঠনতো নিয়োজিত হয়।

**কোম্পানী বিত্ত ঃ সংজ্ঞা আৰু কার্য্য-ক্ষেত্র (Corporate Finance definition and scope) ঃ** সংঘ বা কোম্পানী বিত্তক অন্য ভাষাত বাণিজ্য বিত্ত বোলা হয়। ব্যৱসায়ৰ কাৰণে অর্থ সংগ্রহ আৰু সেই অর্থ পৰিচালনা কৰাই বাণিজ্য বিত্তৰ কার্য্যকাৰিতা। সাধাৰণতে ব্যৱসায়ৰ সা-সম্পত্তিবোৰ কোম্পানী বা নিগমৰ নামত থাকে; যিহেতু কোম্পানী বিত্তৰ বা নিগম বিত্তৰ, বিত্ত প্রশাসনৰ ক্ষেত্রত বাণিজ্য বিত্তৰ অধ্যয়ন আৰু পৰিচালনা নীতি বিষয়ত গুৰুত্ব আৰোপ কৰা হয়।

কোম্পানী বিত্ত ব্যৱস্থাই কার্য্য আৰু নীতিৰ পর্য্যালোচনা কৰে।



বিত্তীয় প্রশাসন আৰু পৰিচালনাৰ ক্ষেত্রত, ই চলিত নীতি-নিয়ম আৰু প্রয়োগৰ বিষয়ে সমীক্ষা আগবঢ়ায় আৰু সুস্থ নীতি অৱলম্বন বিষয়ত বিত্তীয় পদ্ধতি সম্পর্কে বাট দেখুৱায়।

সংগঠিত উদ্যম বা কোম্পানীৰ অর্থ বিষয়ক সমস্যাসমূহৰ সমাধানাৰ্থেও কোম্পানীৰ বিত্ত ব্যৱস্থাই কার্য্য কৰে। উক্ত সমস্যাসমূহৰ ভিতৰত অন্তর্ভুক্ত হৈছে—নতুন কোম্পানীৰ প্রতিষ্ঠাৰ আর্থিক গাঁঠনি আৰু তাৰ প্রশাসন, চালুকীয়া অৱস্থাৰ উন্নয়ন হেতু অর্থ নিয়ন্ত্রণ, মূলধন আৰু আয়ৰ মাজৰ বিভাজন সংক্রান্ত হিচাপ-নিকাচ, কোম্পানী উন্নয়ন আৰু সম্প্রসাৰণৰ প্রশাসনীয় সমস্যা, আৰু শেষত অর্থনৈতিক সংকটৰ সন্মুখীন হোৱা কোম্পানীৰ বাবে আৱশ্যকীয় বিত্তীয় মীমাংসা।

সেয়ে কোম্পানীৰ বা নিগমৰ বিত্ত ব্যৱস্থাই অধ্যয়ন কৰা, অর্থনৈতিক পৰিচালন সংক্রান্ত বিষয়বোৰ, কোম্পানী গঠনৰপৰা সম্প্রসাৰণলৈকে, সংক্ষিপ্ত কৰিলে এনে হয়—

(ক) কোম্পানী গঠন, উন্নয়ন আৰু সম্প্রসাৰণৰ লগত জড়িত বিত্তীয় ব্যৱস্থা।

(খ) নতুনকৈ সংগঠিত বাণিজ্যিক গোটৰ বিত্তীয় যোজনাৰ সুস্থ অধ্যয়নত সহায় কৰা।

(গ) এটা কোম্পানীৰ প্রকৃতি, বিস্তৃতি আৰু আৱশ্যকীয় মূলধনৰ গঠনশৈলী কেনে হোৱা দৰকাৰ, তাৰ ওপৰত পৰীক্ষা-নিৰীক্ষা কৰা।

(ঘ) কোম্পানীৰ উপার্জন বা লাভৰ ব্যৱহাৰ আৰু বিধি ব্যৱস্থাৰ পর্য্যালোচনা কৰা।

(ঙ) বিভিন্ন বাণিজ্য কোম্পানী বা নিগমবিলাকে, লাভৰ ন্যায্যতা (Property of Dividend), অৱক্ষয়ৰ ব্যৱস্থা, সঞ্চিত নিধিৰ বিধিবদ্ধতাৰ ক্ষেত্রত প্রচলিত ৰীতি-নীতিৰ লগত সংগঠিত ৰাখি চলিছেনে নাই তাৰ প্রতি দৃষ্টি ৰখা।

(চ) বিভিন্ন বিত্ত বিষয়ক সংস্থা সমূহৰ, যেনে—বীমা, বেংক, ষ্ট বজাৰ, দায়িত্ব বাহক সংস্থা (Under Writing Firms) নিৰাপত্ত পত্ৰ বিলিকৃত সংস্থা (Issue Houses), ঔদ্যোগিক বেংক, বিত্তি আকলন সংস্থা, বিনিয়োগ সংস্থা, পৰিচালন অভিকৰ্তা, হল্ডিং কোম্পানী আদিৰ চাৰিত্ৰিক লক্ষণ, কৰ্ম-কুশলতা আৰু প্ৰয়োজনীয়তা সম্পৰ্ক অধ্যয়ন। বিভিন্ন উপায় উদ্ভাৱনেৰে অৰ্থ সংগ্ৰহ আৰু তাৰ লাভজনক বিনিয়োগৰ পৰামৰ্শ দিয়া।

(ছ) অৰ্থৰ ব্যৱহাৰ আৰু ৰীতি-নীতিৰ ক্ষেত্ৰত কোম্পানী বা নিগমৰ বিনিয়ম আৰু নিয়ন্ত্ৰণৰ ভূমিকা সম্পৰ্কে অনুসন্ধান কৰা।

**গুৰুত্ব ( Importance )** ঃ—সাধাৰণতে তিনিটা উপাদানৰ ভিত্তিত কোম্পানী বিত্তৰ অৰ্থনৈতিক তাৎপৰ্য্য প্ৰকাশ পায়— যেনে ঃ— (ক) কোম্পানী বা নিগম ভিত্তিত ব্যৱসায় সংগঠন আৰু তাৰ বৰ্দ্ধিত আকৃতি আৰু প্ৰভাৱৰ বাবে বৃদ্ধি পোৱা সাৰ্বজনিক দায়িত্ব, গ্ৰহণ (খ) কোম্পানীৰ মালিকী স্বত্বৰ বিস্তৃত বন্টন। (গ) মালিকী স্বত্ব আৰু পৰিচালক মণ্ডলীৰ মাজত বিভাজ্যতা।

বাণিজ্য পৰিচালনাৰ কাৰণে উল্লেখিত প্ৰথমটি দফা প্ৰয়োজনীয় বিষয়। পুঁজি (Funds) সংগ্ৰহ হ'ব—ব্যক্তিগত সঞ্চয়ৰপৰা। সেয়ে পৰিচালক বৰ্গ, অংশধাৰীসকলৰ ওপৰত পোনপতীয়াভাৱে দায়িত্বত থাকে। আনৰ ধন ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত পৰিচালক বৰ্গৰ গভীৰ সচেতনতা থকাটো কৰ্তব্য। ব্যৱসায় সুচাৰুৰূপে পৰিচালনা কৰিলেও তাৰ দায়িত্বৰ (Risks) হাত এৰোৱা টান।

ইয়াৰ উপৰি পৰিচালকবৰ্গৰ জনসাধাৰণৰ ওচৰতো এটা দায়িত্ব আছে। ব্যৱসায়ৰ স্থায়ী উত্তৰাধিকাৰৰ চৰিত্ৰৰ বাবে জনসাধাৰণৰ সামূহিক স্বাৰ্থ কম-বেছি পৰিমাণে আহি পৰে। কাৰণ মূল ব্যৱসায়ৰ অধোগতি মানেই ভালেমান সংযোগ ( Link ) ব্যৱসায় আৰু



কৰ্ম-সংস্থানৰ ওচৰত প্ৰতিকূল প্ৰভাৱ পেলোৱা। কোম্পানী বা নিগম পদ্ধতিত ব্যৱসায় সংগঠনৰ বৈশিষ্ট্য হ'ল—মালিকীস্বত্ব আৰু পৰিচালনাৰ বিভাজন। উদ্দেশ্য সাধনত লগাকৈ অৰ্থ-সংক্ৰান্ত প্ৰতিবেদনৰ খচৰা প্ৰস্তুত কৰিবলৈ পৰিচালক মণ্ডলীক সুবিধা প্ৰদান কৰা হয়। অংশধাৰী আৰু অন্যান্য কোম্পানীৰ লগত জড়িত ব্যক্তিৰ সুৰক্ষক হ'ল—কোম্পানীৰ বিত্ত সম্পৰ্কীয় বিধিবদ্ধ জ্ঞান। ইয়াৰ উপৰি, যেতিয়ালৈকে কোম্পানীৰ নিৰাপত্তা পত্ৰদ্বাৰা বিনিয়োগ প্ৰথা চালু থাকিব, তেতিয়ালৈকে কোম্পানীৰ বিত্তীয় ব্যৱস্থাৰ সম্যক জ্ঞানেই, বিনিয়োগ বিষয়ৰ প্ৰশস্ত জ্ঞান হৈ থাকিব।

দেশৰ অৰ্থনৈতিক উন্নয়নত, কোম্পানীসমূহে লোৱা ভূমিকাৰ উচিত মূল্যাংকণ কৰিবলৈ হলে, কোম্পানী বিত্ত ব্যৱস্থা অধ্যয়নৰ আৱশ্যকতা অপৰিহাৰ্য্য হৈ পৰে। এই বিষয়ত স্মৰণযোগ্য কথাষাৰ এনে ধৰণৰ —"Economists, Sociologists, and Students Politics should all be familiar with the machinery of corporation finance if they are to be more than dilettante in their analysis of present day social problems as they are affected by property, chiefly corporate property, which constitutes empire and social power in our current capitalistic regime."

বিত্ত, শিল্পায়নৰ অনিবাৰ্য্য চৰ্ত। পুঁজি-সম্পত্তি (Capital assets) আহৰণৰ ওপৰত উদ্যোগীকৰণ নিৰ্ভৰশীল ; আনহাতে এই পুঁজি-সম্পত্তি আহৰণত কোম্পানী বিত্ত ব্যৱস্থাৰ প্ৰণালীবদ্ধ আৰু সমালোচনাত্মক অধ্যয়ন নিতান্তই প্ৰয়োজন।

এটা উদ্যোগৰ বহিৰ্বিষয়ক আৰু অন্তৰীণ সংস্থানৰ বাবে আৱশ্যক হোৱা অৰ্থ নিৰ্ধাৰণৰ বাবে কোম্পানী বিত্তই সহায় কৰে। বিত্তই

ব্যক্তিগত আৰু সংগঠিত উদ্যম বা সংঘৰ সঞ্চয় অৰ্থ আহৰণ কৰা বিষয়ত বিত্তীয় সংস্থাসমূহৰ কাৰ্য্য দক্ষতা আৰু উৎপাদন ক্ষমতা নিৰ্ধাৰণ কৰে। ই আকাংক্ষিত নিয়োগ ব্যৱস্থাত অৰ্থ বিনিয়োগ কৰিবৰ কাৰণে, সঞ্চিত অৰ্থ আহৰণ কৰিবলৈ নানান উপায় উদ্ভাৱন কৰে। উদ্যোগ বা নিগম কৰ্তৃপক্ষৰ ত্ৰুটীপূৰ্ণ আৰু জালিয়াতি বিত্তীয় পদ্ধতিৰ বিৰুদ্ধে জৰুৰী বিনিয়ম প্ৰণয়ন কৰিবলৈ বিত্ত ব্যৱস্থাই মনোযোগ আকৰ্ষণ কৰে। ই উদ্যোগ আৰু আকলন সংস্থা ( Credit institutions) আৰু বিত্তীয় সংস্থা ( Financial Institutions ) সমূহৰ মাজত থকা দোষ-ত্ৰুটীবোৰৰ পৰ্য্যালোচনা কৰে। কোম্পানী বিত্ত ব্যৱস্থাই ৰাষ্ট্ৰৰ মূলধন নিয়ন্ত্ৰণ বিষয়ত, কোম্পানী আয়ৰ ( Corporate Income ) ওপৰত বহুৱাব লগা কৰ-কাটল বিষয়ত আৰু নিজস্ব খণ্ডৰ কোম্পানী উদ্যমলৈ অৰ্থৰ যোগান ধৰা বিষয়ত, লব লগা ভূমিকা সম্পৰ্কে সকিয়াই দিয়ে।

**উন্নয়ন আঁচনি (Promotion and financial plan) ঃ** কোম্পানী বা নিগমৰ উন্নয়ন উপলক্ষে তিনিটা উপাদানৰ প্ৰয়োজন। বাণিজ্যিক সুযোগৰ উদ্ভাৱন, বিভিন্ন ব্যৱসায়িক উপাদানসমূহৰ সমন্বয় আৰু বিত্তীয় ব্যৱস্থাপনা।

বাণিজ্যিক সুযোগ-সুবিধা উদ্ভাৱনৰ অন্তৰ্গত, স্বাভাৱিকতে কেইবা-টাও কথা আহি পৰে ; যেনে ঃ—এটা নতুন ব্যৱসায় সংস্থা ( সংগঠিত ভাবে ) গঠনৰ ধাৰণা, ইয়াৰ সম্ভাৱনীয়তা সম্পৰ্কে অনুসন্ধান আৰু সত্যতা প্ৰমাণ কাৰ্য্য।

ব্যৱসায়িক উপাদানসমূহ, যেনে—মৌলিক চিন্তা, সা-সম্পত্তি আৰু পৰিচালনাৰ সামৰ্থ্য আদিৰ সমন্বয় সাধন আৰু বিত্ত বিষয়ৰ আঁচনি, কাৰ্য্য-সূচী আৰু তাৰ আৱশ্যকীয় ব্যৱস্থা গ্ৰহণ।



নতুন ব্যৱসায় সংস্থা গঠনৰ ধাৰণা সচৰাচৰ তিনিটা দিশত আহিব পাৰে।

(ক) নতুন কোম্পানী বা নিগম গঠন।

(খ) প্ৰতিষ্ঠিত কোম্পানীৰ বিভিন্ন দিশত সম্প্ৰসাৰণ।

(গ) চলি থকা সম-জাতীয় কোম্পানী বা নিগমৰ মাজত সংযোজন।

নতুন কোম্পানী স্থাপনৰ সম্ভাৱনীয়তা সম্পৰ্কে প্ৰথমে অনুসন্ধানৰ আৱশ্যক হয়। নতুন কোম্পানী প্ৰতিষ্ঠাৰ বাবে সমগ্ৰ আঁচনিখনক উদ্যোক্তাই ( Promoter ) তিনি ভাগত বিভক্ত কৰিব লাগে, যেনে ঃ— কোম্পানীৰ মুঠ মূলধনৰ ব্যয়, সম্ভাৱনীয় স্থূল, ৰাজহৰ মূল্যাংকণ আৰু মুঠ কাৰ্য্যকৰী বা চালন ব্যয়ৰ বিৱৰণ। অৱশ্যে এই অনুসন্ধানৰ ক্ষেত্ৰত আৰু ভালেমান বিষয়ৰ পৰ্য্যবেক্ষণ অপৰিহাৰ্য্য হয়। সেই বিষয়সমূহ হৈছে—

(ক) নতুন আবিষ্কৃত বস্তুৰ ছাপৰ সৰ্বস্বত্ব পেটেণ্ট ৰাইট ( Patent right ) ক্ৰয় কৰিব লগা হলে তাৰ ব্যৱসায়িক সম্ভাৱনীয়তাৰ অনুসন্ধান কৰিব লাগিব।

(খ) প্ৰকল্পৰ অৱস্থান, আকাৰ, কেঁচা সামগ্ৰী, শ্ৰম যোগান, যাতায়ত, বিদ্যুৎ শক্তি, ইন্ধন, পানী আদি বিষয়ৰ সুচিন্তিত অনুধাৱনৰ আৱশ্যক হয়।

(গ) নতুন কোম্পানীৰ হ'ব লগা প্ৰতিযোগিতা আৰু গ্ৰাহকৰ সম্ভাৱনীয়তা আদিৰ পূৰ্ণ অধ্যয়ন।

(ঘ) নতুন আৰু পুৰণি বজাৰ সন্ধান আৰু বজাৰৰ গৱেষণা।

উল্লেখিত অনুসন্ধানৰ সত্যতা নিৰূপণাৰ্থে, দুটা কথাৰ ওপৰত গুৰুত্ব দিব লগা হয় ঃ এক, মানৱীয় দৃষ্টিভংগী, যেনে—অনুসন্ধানকাৰীৰ অনুসন্ধানৰ যোগ্যতা আৰু দ্বিতীয় কাৰিকৰী দৃষ্টিভংগী, যেনে ঃ শিল্প-বিজ্ঞান আৰু আভিযান্ত্ৰিকতা বিষয়ত নিৰ্ভুল তথ্য-পাতিৰ সংগ্ৰহ।

নতুন কোম্পানী বা নিগমৰ সম্ভাৱনীয়তা সম্পৰ্কে পূৰ্ণ জৰীপ চলোৱাৰ পিছত উন্নয়নৰ দ্বিতীয় স্তৰত হ'ল ব্যৱসায়িক উপাদানসমূহৰ সংযোজন আৰু সমন্বয় সাধন।

এই উপাদানসমূহ বিস্তৃত পৰিসৰৰ। ইয়াৰ ভিতৰত অন্তর্ভুক্ত হৈছে নিগমৰ স্থান নিৰ্ণয়, প্ৰকল্পৰ নিৰ্মাণ, যান্ত্ৰিক আহিলা-পাতি ক্ৰয়, পৰিচালনাত ব্যুৎপত্তি থকা লোকৰ নিযুক্তিৰ মীমাংসা, অন্যান্য সা-সম্পত্তি যা-যোগাৰ, কেঁচা সামগ্ৰী আৰু তাৰ যাতায়াত, প্ৰজ্বালক বা তজ্জাতীয় সম্পদৰ আহৰণ, অভিজ্ঞ আৰু পটু কাৰিকৰ, শ্ৰমিকৰ সুবন্দৱস্তই প্ৰধান।

উন্নয়নৰ তৃতীয় বা শেষ স্তৰত হ'ল প্ৰয়োজনীয় পুঁজিৰ ( Funds ) বন্দৱস্ত বা বিত্তীয় ব্যৱস্থাপনা।

সংগৃহীত পুঁজিৰদ্বাৰা কোম্পানীৰ নামত সা-সম্পত্তি যন্ত্ৰ-পাতি ক্ৰয়, নিগমক চালু কৰা, চালনৰ অৰ্থে পৰ্য্যাপ্ত পৰিমাণৰ নগদ ধন হাতত ৰখা আৰু আকস্মিক ব্যয়ৰ বাবে সাজু থকা আদিয়েই পুঁজিৰ ব্যৱস্থাপনা বিষয়ৰ অন্যতম কাৰ্য্য।

কোম্পানী বা নিগমৰ বাবে প্ৰয়োজনীয় পুঁজি সংগ্ৰহৰ পিছত উল্লেখিত ব্যয়ৰ পূৰ্বেই বিত্ত সংক্ৰান্ত প্ৰধান কৰণীয় হ'ল—নিগমৰ বিত্তীয় আঁচনি আৰু কাৰ্য্য-সূচী প্ৰস্তুত।

বিত্তীয় আঁচনিৰ মূল লক্ষ্য হ'ল—ন্যূনতম খৰচৰদ্বাৰা উচ্চতম অৰ্থ-সংগ্ৰহ আৰু সেই অৰ্থৰ বিবেচনা সহকাৰে ব্যৱহাৰ। সেয়ে আঁচনি প্ৰস্তুতকাৰীৰ কৰ্তব্য হ'ল—আঁচনি অনুযায়ী প্ৰয়োজনীয় অৰ্থ আছে নে নাই তাৰ প্ৰতি লক্ষ্য ৰখা ঃ নহলে প্ৰকল্প চালু কৰাৰ পিছত অৰ্থৰ তাড়নাত প্ৰকল্পই দুৰ্য্যোগৰ সমুখীন হ'ব লাগিব।

ঠিক একেদৰেই অজস্ৰ মূলধনে কৰ্তৃপক্ষক বিচাৰ-বিবেচনাহীন ভাবে মূলধন বিনিয়োগ কৰিবলৈ প্ৰণোদিত কৰায়। সেয়ে এখন প্ৰকৃত



বিত্তীয় আঁচনিৰ একান্তই প্ৰয়োজন। উক্ত আঁচনিক এনেভাৱে সজোৱা ( Set up ) দৰকাৰ যাতে বৰ্তমানৰ প্ৰয়োজন আৰু ভবিষ্যতৰ উন্নয়নৰ ব্যৱস্থা তাত সন্নিৱিষ্ট থাকে।

বিত্তীয় আঁচনিৰ বাবে বিবেচনা কৰিব লগা বিবিধ বিষয়ৰ ভিতৰত, প্ৰয়োজনীয় মূলধন, বিনিয়োগকাৰীৰ আৱশ্যকতা আৰু সম্প্ৰসাৰণৰ সম্ভাৱনীয়তা ইত্যাদিক সংক্ষিপ্ত কৰিলে এনে হ'ব—(১) প্ৰয়োজনীয় মুঠ মূলধন, (২) মূলধনৰ গাঁঠনি বা গঠনশৈলী আৰু (৩) সংগৃহীত মূলধনৰ প্ৰশাসনিক বিধি ব্যৱস্থা।

প্ৰকৃততে মূলধনৰ সুস্থ আৰু সুদৃঢ় গাঁঠনি আৰু উপযুক্ত ব্যৱহাৰে এটা ব্যৱসায় সংস্থাক কৃতকাৰ্য্যতা লাভ কৰিবলৈ বৰঙণি যোগায়। সেয়ে এটা নতুন কোম্পানী বা নিগম গঠনত প্ৰয়োজনীয় পুঁজিৰ গাঁঠনি কেনে হোৱা উচিত তাৰ এটা যুক্তিযুক্ত বিশ্লেষণ তলত দিয়া হ'ল।

**আঁচনিৰ অস্পৰ্শনীয় বিনিয়োগ সমূহ ( Intangible investment ) ঃ** (১) উন্নয়ন ব্যয় ( Promotion expense )—নিগম গঠনৰ প্ৰাথমিক খৰচ সমূহ যেনে ঃ—পঞ্জীভুক্ত কৰণ, আভিযান্ত্ৰিক, হিচাপ-পত্ৰ, ব্যৱসায়, আইন-উপদেশ আৰু ব্যৱসায় উপাদান সমূহৰ সংগ্ৰহৰ প্ৰাথমিক খৰছ।

(২) সাংগঠনিক ব্যয়—অৰ্থাৎ সংগঠন জড়িত খৰচ সমূহ।

(৩) চালনৰ ক্ষয়-ক্ষতিসমূহ ( Operating losses ) অৰ্থাৎ কোম্পানী আত্ম-নিৰ্ভৰশীল নোহোৱা পৰ্য্যন্ত হোৱা চালনৰ খৰচবোৰ।

(৪) পুঁজি সংগ্ৰহ ব্যয়—যেনে ; কমিছন, বাট্টা, ৰেহাই ইত্যাদি।

(৫) অস্পৰ্শনীয় পৰিসম্পত্তি আহৰণ খৰচ—যেনে,—সুনাম ( Good will ) ছাব-মোহৰ, পেটেন্ট ( Patent ) আদিৰ খৰচ।

আঁচনিৰ স্পৰ্শনীয় সম্পদসমূহ (**Tangible essets**)ঃ স্থিৰ
সম্পদৰ অন্তৰ্গত—(১) মাটি-বাৰী আৰু (Fixed assets) পকা
ঘৰ-দুৱাৰ, (২) প্ৰকল্পৰ গধুৰ যন্ত্ৰ-পাতি আৰু যন্ত্ৰ-পাতিৰ সা-সৰঞ্জাম,
(৩) অন্যান্য সংযোজিত সা-সৰঞ্জাম, কাঠৰ আহিলা-পাতি আৰু সৰু
যন্ত্ৰ-পাতি।

চলিত সম্পদৰ (Current assets) অন্তৰ্গত (১) নগদ ধন,
(২) প্ৰকল্পৰ সামগ্ৰী আৰু ব্যৱসায় সম্ভাৰসমূহ। (৩) ঋণ বা
আগধন, বিল (bill) আৰু অন্যান্য ঋণাংশ পত্ৰ আদি, (৪) নানান
চলিত সা-সম্পত্তি আদি।

ব্যৱসায় সংস্থাৰ প্ৰকাৰ ভেদে স্থিৰ বা অধিক পৰিসম্পত্তিৰো পাৰ্থক্য
ঘটে।

সাধাৰণতে ব্যক্তিগত সেৱা (Personal Services), ব্যৱসায়
সম্ভাৰ (Merchandise) আৰু অন্যান্য বেপাৰ-বাণিজ্যত স্থিৰ
সম্পদৰ অৰ্থে বিনিয়োগ স্বাভাৱিকতে কম হয়, অৰ্থাৎ ব্যৱসায়ৰ প্ৰকৃতি
অনুযায়ী স্থিৰ সম্পত্তিৰ প্ৰয়োজনীয়তাও পৃথক হয়।

শিল্প উদ্যোগৰ ব্যৱসায় ক্ষেত্ৰত স্থিৰ সম্পদত অৰ্থ বিনিয়োগৰ
মাত্ৰা অধিক হয়। সাৰ্বজনিক সেৱা খণ্ডৰ উদ্যোগত মুঠ মূলধনৰ প্ৰায়
সমষ্ট অংশই স্থিৰ সম্পত্তি আহৰণৰ বাবে বিনিয়োগ কৰিব লগা হয়;
কিন্তু বিত্তীয় সম্বন্ধীয় ব্যৱসায়, উদ্যোগজাত পণ্য-বস্তুৰ ব্যৱসায়, কৃষিজ
পণ্য-সম্ভাৰৰ ব্যৱসায় আদিত স্থিৰ সম্পদত হোৱা বিনিয়োগ প্ৰায়
অনুজ্জ্বল। এই সন্দৰ্ভত লক্ষণীয় বিষয় হ'ল—ব্যৱসায়ৰ প্ৰকৃতি,
আয়তন, চালনৰ নিৰিখ (Scale of operations) আৰু চালনৰ
কাৰ্যক্ষেত্ৰ নিৰ্ণয়। এই মূল উপাদানসমূহৰ অধ্যয়নৰদ্বাৰা স্থিৰ সম্পদত
প্ৰাথমিক বিনিয়োগ কৰিব লগীয়া অৰ্থৰ প্ৰকৃত পৰিমাণৰ সিদ্ধান্ত পাব
পাৰি। স্থিৰ সম্পদ আহৰণ বিষয়ত কোম্পানী বা নিগমে সাধাৰণতে



কৰা কেইটামান ভুল আৰু তাৰ সংশোধনৰ উপায় নিম্নোল্লিখিত ধৰণে
ল'ব পাৰি ঃ—

(ক) মাটি-বাৰী, পকা ঘৰ-দুৱাৰ ক্ৰয় কৰা বিষয়ত সুবিধাজনক
চৰ্তত আৰু উপযুক্ত ভাড়াত পালে, ক্ৰয় নকৰি, ভাড়া লোৱাহে যুক্তি
যুক্ত হয়।

(খ) গধুৰ যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জামসমূহ একেলগে ক্ৰয়
কৰাটো বুধিয়কৰ কাম নহয়। পৰাপক্ষত, ভাড়া পদ্ধতি (Hire-Purchase) বা কিস্তি হিচাপে ক্ৰয় কৰিবলৈ চেষ্টা কৰিলে সম্পদ
আহৰণ সহজ হয়।

(গ) বিভিন্ন শিল্প-প্ৰক্ৰিয়াৰ (Manufacturing Process) বাবে
যদি অন্য শিল্প গোটত যুক্তি সংগত হাৰত (Rate) বস্তু নিৰ্মাণ কৰিব
পাৰি, তেন্তে শিল্প প্ৰক্ৰিয়াৰ বিভিন্ন স্তৰত প্ৰাথমিক খৰচ নকৰি, ভাড়া
ভিত্তিত প্ৰক্ৰিয়াৰ সমুদায় কাম কৰি শেষ সংগ্ৰহৰ (Assembling)
কাৰ্য্যখিনি নিজে সম্পাদন কৰা লাভজনক হয়।

(ঘ) পাৰিত পক্ষে নতুন যন্ত্ৰ-পাতি বা আন পৰিসম্পত্তি সংগ্ৰহ
কৰাতকৈ পুৰণি যন্ত্ৰ-পাতি বা পৰিসম্পত্তি সংগ্ৰহ কৰিবলৈ চেষ্টা
কৰা প্ৰয়োজন। এই বিষয়ত লক্ষ্য কৰিব লগা বিষয় বস্তুৰ প্ৰতি (যেনে
অৱক্ষয়, কৰ-কাটল, বীমা ইত্যাদি) উদ্যোক্তা বা অগ্ৰণীৰ অভিজ্ঞতা
একান্তই ফলপ্ৰদ।

চলিত সম্পদৰ প্ৰয়োনীয়তাৰ ওপৰত মূলধনৰ মূল্যাংকণ নিৰ্ভৰ কৰে।
পৰ্য্যাপ্ত পৰিমাণৰ প্ৰয়োগ পুঁজিয়ে ব্যৱসায়ৰ সবলতা সূচায়। ই বহু
ক্ষেত্ৰত ব্যৱসায়ৰ সুযোগ লাভত সহজ সাধ্যতা আনি দিয়ে। বেংক বা
তৎ জাতীয় অন্যান্য বিত্তীয় ব্যৱসায় সংস্থাৰপৰা সুবিধাজনক হাৰত ঋণ
বা আগধন প্ৰাপ্তিত সাহায্য দান কৰে। লাভজনক চৰ্তত ক্ৰয় আৰু
বিক্ৰয়ৰ সুযোগ আনি দিয়ে। চলিত মূলধন জৰুৰী কালীন অৱস্থাত

সুচাৰুৰূপে ব্যৱসায় চলোৱাৰ উপৰিও ব্যতিক্ৰম মূলক সুবিধা আগবঢ়ায়। ক্ৰয়-বিক্ৰয়, ধাৰ-ঋণ, ব্যৱসায়ৰ আয়তন, ব্যৱসায়ৰ উত্থান-পতন আদি বিষয়ৰ বিবেচনাবোৰ সাধাৰণতে যথোচিত পৰিমাণৰ প্ৰয়োগ পুঁজিৰ ( Working Capital ) ওপৰত নিৰ্ভৰশীল। অৱশ্যে প্ৰয়োগ পুঁজিৰ প্ৰয়োজনীয়তাৰ পৰিমাণ বিশেষকৈ উৎপাদন সময়ৰ দৈৰ্ঘ্য, সামগ্ৰীৰ মূল্য, শ্ৰম, কেঁচা সামগ্ৰী আৰু উৎপাদিত সামগ্ৰীৰ ভঁৰাল ক্ৰয়-বিক্ৰয় চৰ্ত, নগদ ধনৰ আৱশ্যকতা, ব্যৱসায়ত ঋতু নিৰ্ভৰশীলতা আদি বিষয়ৰ ওপৰত প্ৰয়োগ ধনৰ পৰিসীমা নিৰ্ভৰ কৰে।

সাধাৰণতে অস্পৰ্শনীয় বা অদৃশ্য ৰূপ সম্পদত বিনিয়োগ আৰু ব্যয়-সমূহ প্ৰায় বৃহৎ আকাৰৰ। ইয়াৰ ভিতৰত পৰে (ক) উদ্যোক্তা বা অগ্ৰণীক দিব লগা ক্ষতি-পূৰণ, (খ) আইন সংক্ৰান্ত খৰচ, কৰ-কাটল পঞ্জীকৰণ খৰচ, বহী পত্ৰ আৰু দলিল আৰু প্ৰতিবেদন প্ৰকাশৰ খৰচ-সমূহ, কোম্পানী বা নিগমৰ চালন ( Operation ) সংক্ৰান্ত খৰচ। (ঘ) ব্যৱসায় ক্ষেত্ৰ বৃদ্ধিৰ হকে বিজ্ঞাপন আৰু প্ৰচাৰৰ খৰচ, (ঙ) নিগম বা কোম্পানীৰ নিৰাপত্তা পত্ৰৰ ব্যৱসায় আৰু নিৰাপত্তা পত্ৰৰ ব্যৱসায়ী প্ৰতিষ্ঠানক দিব লগা পাৰিশ্ৰমিক আদিৰ ভৰণ-সমূহ আৰু (চ) সুনাম ( Good will ) চাৰ-মোহৰ ক্ৰয় আৰু অধিকাৰ আদিৰ ব্যয়সমূহেই প্ৰধান।

উল্লেখিত বিত্তীয় প্ৰয়োজনীয়তাৰ আলোচনাই কোম্পানী বা নিগম গঠনৰ বিষয়ত অনুসন্ধান কৰিব লগা বিষয়-বস্তুৰ জটিলতা সম্পৰ্কে এক পৰিষ্কাৰ চিত্ৰ দাঙি ধৰে। এইটো এজন মানুহৰ কাৰ্য্য নহয়। বিভিন্ন বিষয়ত অভিজ্ঞ লোকৰ প্ৰয়োজনীয়তা কোনেও নুই কৰিব নোৱাৰে।

বিত্তীয় আঁচনিৰ বাবে মুঠ প্ৰয়োজনীয় মূলধনৰ পৰিমাণ দুটা উপায়েৰে উলিয়াব পাৰি প্ৰথমটি ব্যয়।

**নিৰূপিত পদ্ধতি (Estimating Method) :** এই পদ্ধতিত বিভিন্ন



শিতানত ( Head) হ'ব লগা খৰচৰ এটা আনুমানিক নিৰ্ধাৰণৰ জৰিয়তে আৱশ্যকীয় মূলধনৰ হিচাপ উলিওৱা হয়। দ্বিতীয়টি—

**আপেক্ষিক পদ্ধতি ( Comparative Method ) :** প্ৰায়ে একে জাতীয়, একে আকাৰৰ, আৰু একে অৱস্থাৰ আনৰদ্বাৰা পৰিচালিত কোম্পানীৰ ভিন্ ভিন্ শিতানত হোৱা খৰচৰ পৰিসংখ্যা সংগ্ৰহ কৰি প্ৰস্তাৱিত কোম্পানীৰ মূলধনৰ আৱশ্যকতা নিৰ্ণয় কৰা হয়; কিন্তু কাৰ্য্য-ক্ষেত্ৰত বিচাৰ কৰি চালে দেখা যায় আচলতে প্ৰয়োজনীয় মূলধনৰ পৰিমাণ নিৰ্ণয়ৰ বেলিকা উপৰোক্ত উভয় পদ্ধতিৰ প্ৰয়োগে অধিক নিৰ্ভৰ যোগ্য ফল দান কৰে।

**মূলধন আৰু মূলধনীকৰণ (Capital and Capitalisation) :** বিত্তৰ মৌলিক ধাৰণা হৈছে মূলধন। দুৰ্ভাগ্যবশতঃ "মূলধন" শব্দটি সকলোতে এনে ভাৱে বিভিন্ন অৰ্থত ব্যৱহাৰ কৰিবলৈ লোৱা হ'ল যে, "মূলধন" মানে কি তাক প্ৰসংগ-সংগতি দৰ্শাই কব লগা হয়। যেই কি নহওক, ব্যৱসায় জগতত মূলধন শব্দৰ বিশেষ তাৰতম্য হোৱা নাই। বেপাৰ বাণিজ্যত "মূলধন" বুলি কলে "সম্পত্তি" অথবা "দেনা" বুলি ধৰা হয়।

আনহাতে "মূলধনীকৰণ" শব্দই মূলধনৰ মূল্যায়ন অথবা মূল্য নিৰূপণ বুজায়। এই মূল্যায়নৰ অন্তৰ্গত হ'ব ঋণ (Debt) আৰু পুঁজিসম্ভাৰ (Capital Stock) ; কিন্তু Arthur & Dewingৰ "Corporation Finance" কিতাপত উল্লেখিত মত হ'ল—"The Sum total of the Par Value of all Shares." আনহাতে G. Harold এ তেওঁৰ "Corporation Finance" কিতাপত সন্নিবিষ্ট কৰা মত হ'ল—"The total Par Value of all the Securities outstanding at a given time plus the Valuation of all other long-term Obligations." ঠিক সেইদৰে, E. E. Lincolnএ তেওঁৰ "Applied Business Finance" কিতাপত মূলধনীকৰণ শব্দক এনেভাৱে বিশ্লেষণ

কৰিছে—"The sum of the Outstanding stocks and Funded obligations which may represent wholly fictitious Values."

পৰম্পৰাগত ভাৱে "উদ্বৃত্ত" "( Surplus ) বা "লাভ" ক মূলধনীকৰণৰ অংশ বুলি ধৰা নহৈছিল ; কিন্তু লাভক পুঁজি-সংগ্ৰহৰ এক উৎস বুলি লৈ, নিৰাপত্তা পত্ৰবপৰা আহৃত পুঁজিৰ লগত সংযোজন কৰি ব্যৱসায় কৰিলে নিশ্চয় ব্যৱসায়ৰ আয়তন বৰ্ধিত হয়।

উক্ত "উদ্বৃত" বা "লাভ" দুই ধৰণৰ হ'ব পাৰে—(ক) মূলধনৰ উদ্বৃত (Capital Surplus) আৰু (খ) উপাৰ্জিত উদ্বৃত্ত (Earned Surplus)। মূলধন উদ্বৃত্ত স্থায়ী সম্পদ বা মূলধন সম্পদৰ ওপৰত হোৱা লাভ, যিটো সাধাৰণতে লাভাংশ হিচাপে দিয়া নহয়। উপাৰ্জিত উদ্বৃত্ত হৈছে—ব্যৱসায় কৰি হোৱা লাভ, যিটোক নিগম বা কোম্পানীৰ পুঁজিত (fund) ৰাখিবলৈ অনুমোদন কৰা হয়। বৰ্তমান এই মূলধন উদ্বৃত্তক ন্যায় সংগতভাৱে মূলধনীকৰণৰ এটা ডাঙৰ অংশ হিচাপে বৰ্গীকৰণ কৰিব পৰা হয়। কাৰণ ই দীৰ্ঘ দিনৰ বিত্তীয় গাঁঠনিৰ ফলশ্ৰুতিহে। গতিকে মূলধনীকৰণ বুলিলে বুজায় সকলো দীৰ্ঘ কালীন নিৰাপত্তা পত্ৰৰ মুঠ ধনৰ পৰিমাণ আৰু বিতৰণ নোহোৱা মুঠ উদ্বৃত্তৰ সমষ্টি। সাধাৰণ অৰ্থত মূলধনীকৰণ মানে কোম্পানী সম্পদৰ "বৰ্তমান মূল্যৰ মূল্য নিৰূপণ (Estimation of Present Value), কিন্তু আপাততঃ—মূলধনীকৰণ শব্দক "মূলধন সংগঠন" (Capital Structure) বা "বিত্তীয় আঁচনি"ৰ প্ৰতিশব্দ (Synonym) বুলি ধৰা হয়। কোনো কোনো অৰ্থনীতিবিদে বিস্তৃত অৰ্থত—মূলধনীকৰণ আৰু বিত্তীয় আঁচনি এই দুয়োটা প্ৰতিশব্দ ( Term ) বিনিময় যোগ্য ( Inter changeable ) শব্দ বুলি বিবেচনা কৰে। সেয়ে তেওঁলোকে মূলধনীকৰণ বুলিলে—মুঠ মূলধন, মূলধনৰ গঠন শৈলী আৰু মূলধনৰ প্ৰশাসন, এই তিনিটা দিশৰ সমষ্টি বুলি বিশ্লেষণ কৰে।



অৱশ্যে এই "মূলধনীকৰণ" শব্দটি কেৱল নিগম বা কোম্পানীৰ ক্ষেত্ৰতহে প্ৰযোজ্য হয় ; ই অন্য ব্যৱসায় সংগঠনত ব্যৱহাৰ নহয়। সেয়ে মূলধন আৰু মূলধনীকৰণৰ মাজত লক্ষণীয় পাৰ্থক্য থিনি এনে ধৰণৰ—(ক) মূলধন বুলিলে কোম্পানী বা নিগমৰ মুঠ বিনিয়োগ, বা মুঠ সংস্থান ( Resources ) নাইবা মুঠ সম্পত্তি বুজায়। ই কোম্পানীৰ কেৱল পুঁজি অংশ (Share Capital) নহয়। আনহাতে (খ) মূলধনীকৰণ বুলিলে মুঠ দীৰ্ঘ কালীন নিৰাপত্তা পত্ৰ আৰু ঋণ পত্ৰৰ মুদ্ৰিত মূল্য আৰু উদ্বৃত্ত বা লাভৰ সঞ্চিত অৰ্থ বুজায়। সেই সঞ্চিত লাভ বণ্টনৰ কাৰণে নহয়।

মূলধনীকৰণৰ দুটা সূত্ৰ আছে, যেনে ঃ—(ক) ব্যয় সূত্ৰ ( Cost Theory ) আৰু (খ) উপাৰ্জিত সূত্ৰ ( Earning Theory )।

**ব্যয় সূত্ৰ ঃ** কোম্পানী বা নিগমৰ মুঠ মূল্য—উন্নয়ন, সংগঠন, আৰু স্থিৰ সম্পদত হোৱা খৰচৰ পৰিমাণ, প্ৰয়োগ মূলধন আৰু ব্যৱসায় সুপ্ৰতিষ্ঠাৰ বাবে হোৱা খৰচ ; আৰু কোম্পানীৰ নিৰাপত্তা পত্ৰৰ বাহিৰে অন্যান্য শিতানত ( Heads ) হোৱা প্ৰাৰম্ভণী খৰচ সমূহক ভিত্তি কৰি নিৰূপণ কৰা হয়। উক্ত সমূহ খৰচৰ পৰিমাণৰ ওপৰত নিৰ্ভৰ কৰি ব্যয় সূত্ৰ নিৰ্ণয় কৰা হয়।

আনহাতে উক্ত ব্যয় সূত্ৰৰ ওপৰত ভিত্তি কৰি "মূলধনীকৰণ"ৰ মূল্যায়ন কৰা হয়, কিন্তু ই সাময়িক হিচাপেহে কোম্পানীৰ মূল খৰচবোৰ প্ৰায় স্থিৰ আৰু ভৱিষ্যতৰ পৰিবৰ্তন সম্পৰ্কে কোনো ধাৰণা দিব নোৱাৰে। তদুপৰি, মূল সম্পত্তি বা মূলধন দ্ৰব্যসমূহৰ মূল্য কেতিয়াবা অনুচিতভাৱে স্ফীত ( Inflate ) কৰি থোৱা হয় অথবা অচল মূল্যত ৰখা হয়। সেয়ে, ব্যয় সূত্ৰই কোম্পানী বা নিগমৰ সম্পত্তি মূল্যায়নৰ প্ৰকৃত ছবি দাঙি ধৰিব নোৱাৰে।

**উপাৰ্জিত সূত্ৰ ঃ** ব্যয় সূত্ৰৰ সীমাবদ্ধতাই উপাৰ্জন ভিত্তিত

"মূলধনীকৰণ"ৰ নিৰ্ণয় কৰাটো বেছি সুস্থ পদ্ধতি বুলি প্ৰতিপন্ন কৰে।

উপাৰ্জন আৰু মূলধনৰ বিনিয়োগ প্ৰায় পৰিপূৰক আৰু উভয়ৰ ওচৰত উভয়ে নিৰ্ভৰশীল। উপাৰ্জন ক্ষমতাৰ ভিত্তিত এটা চলিত প্ৰতিষ্ঠানৰ নিৰাপত্তা পত্ৰসমূহৰ মূল্য নিৰ্ণয় কৰা আৰু সেই নিৰাপত্তা পত্ৰসমূহক ভিত্তি হিচাপে লৈ ভৱিষ্যত উপাৰ্জন নিৰ্ণয় কৰা, দুটা সুকীয়া কথা।

এই ক্ষেত্ৰত দুটা কথা লক্ষ্য কৰিবলগীয়া, যেনে :—

(ক) পৰিমাণ আৰু উপাৰ্জনৰ নিয়মানুবৰ্তিতা আৰু

(খ) সেই উপাৰ্জনক "মূলধনীকৰণ" কৰাৰ হাৰ।

ধৰা হওক—কোনো এক উদ্যমৰ কেইবা বছৰৰো গড় উপাৰ্জন আনুমানিক ৯০,০০০ টকা আৰু সেই উপাৰ্জনৰ শতকৰা পোন্ধৰ ভাগ (১৫%) মূলধনলৈ পৰিৱৰ্তন কৰাৰ হাৰ ( Rate )। এতিয়া উপাৰ্জনৰ ওপৰত নিৰ্ভৰ কৰি কোম্পানীটোৰ মূলধনীকৰণ হ'ব $=\frac{৯০,০০০ \times ১০০}{১৫}$

$=$৬,০০,০০০ টকা।

নতুন ব্যৱসায়ত নিয়মিত উপাৰ্জন আৰু উপাৰ্জনৰ পৰিমাণ নিৰ্ধাৰণ কৰাটো কষ্ট সাধ্য কাম। নতুন ব্যৱসায়ত প্ৰথম আগতেই লক্ষ্য কৰিবলগীয়া বিষয় হ'ল—মুঠ বিনিয়োগ কৰা মূলধন। সাধাৰণ মূল্যস্তৰ ( General Price-level ), চাহিদাৰ স্থিতি-স্থাপকতা ( Elasticity of Demand ), চাহিদাৰ প্ৰকৃতি, উৎপাদন খৰচ, প্ৰতিযোগিতাৰ গভীৰতা আৰু শিল্পজ আৰু বিত্ত সম্বন্ধীয় ৰাষ্ট্ৰীয় আচৰণ বিধি ইত্যাদি বিষয়বোৰো বিবেচনাৰ অন্তৰ্ভুক্ত হয়।

এটা কোম্পানীৰ বা নিগমৰ কোনো এক বিবিধ গোটৰ উপাৰ্জনৰ হাৰ পুনৰ বিন্যাস কৰা কামটো নিতান্তই সীমিত। উল্লেখিত প্ৰকাৰৰ কষ্টকৰ কাম আৰু আইন সম্পৰ্কীয় নানান আলৈ আহুকালৰ বাবেই



আয়-সূত্ৰ কেৱল নতুন ব্যৱসায় কোম্পানীৰ "মূলধনীকৰণ"ৰ ভিত্তি হিচাপে ললে অধিক উপযোগী হয়; কিন্তু প্ৰতিষ্ঠিত কোম্পানী বা নিগমৰ উপাৰ্জনৰ ক্ষমতাৰে কোম্পানী সম্পত্তিৰ প্ৰকৃত মূল্য নিৰ্ণয় আৰু কোম্পানীত বিনিয়োগ কৰা মূলধনৰ পৰিমাণৰ মাজত থকা সম্পৰ্ক আৰু তাৰ সমস্যা সম্বন্ধে বিচাৰ-মূলক বিশ্লেষণ কৰিবলৈ উপাৰ্জিত দুয়োই সুযোগ দিয়ে। সেয়ে এটা প্ৰতিষ্ঠিত কোম্পানীত উপাৰ্জিত দুয়োহে অধিক ফলপ্ৰসূ হয়।

যিহেতু পূৰ্ণ আদৰ্শাত্মক প্ৰতিযোগিতা ( Perfect Competition ) আৰু সম্পদৰ মুক্ত চলন ( Free mobility ) কাচিৎহে ব্যৱসায়-বাণিজ্যত পোৱা হয়; যিহেতু মূলধনীকৰণ আৰু ব্যয়, মূলধনীকৰণ আৰু মূলধনীকৃত আয়ৰ মাজত সুসমন্বয় আৰু ভাৰ সাম্য কেতিয়াও নহয়। উক্ত ভাৰসাম্যহীন বৈষম্যই কোম্পানীৰ পৰিসম্পত্তিৰ অতিৰিক্ত মূলধনীকৰণ অথবা নিম্ন মূলধনীকৰণ, এই দুই সমস্যাৰ উদ্ভাৱন কৰে।

**অতিৰিক্ত মূলধনীকৰণ ( Over Capitalisation ) :** কেতিয়াবা কোনো নিগম বা কোম্পানীয়ে, কোম্পানীৰ হে যিমানখিনি পুঁজি অংশ, ঋণ অংশ আদি প্ৰচলন কৰে, তাৰ অনুপাতে যদি উপযুক্ত হাৰত উপাৰ্জন নহয়, তেতিয়া কোম্পানীৰ সম্পত্তিক অতিৰিক্তকৈ মূলধনীকৰণ কৰা হয়। কোম্পানীৰ দিব লগা নিৰাপত্তা পত্ৰসমূহৰ সমুদায় অৰ্থ যদি চলিত সম্পত্তিৰ মূল্যতকৈ অধিক হয়, তেতিয়া মূলধনীকৃত মূল্য বেছিকৈ দেখুওৱা হয়, যাক অতিৰিক্ত মূলধনীকৰণ বা পুঁজি কৰণ কৰা বুলি কোৱা হয়। প্ৰচলন কৰা পুঁজি অংশৰ পৰিমাণ আৱশ্যকতকৈ বহু বেছি, আৰু সেই বিলিকৃত পুঁজি অংশৰ মূল্য কোম্পানীৰ প্ৰকৃত পৰিসম্পত্তিতকৈ অধিক। সেই কাৰণে, পুঁজি অংশবোৰ মুদ্ৰিত মূল্যত বিক্ৰী কৰিবলৈ অনুমতি দিবলৈও লভ্যাংশৰ হাৰ অতি কম হয়। সহজ ভাষাত, কোম্পানী সম্পত্তিৰ পুঁজিকৃত মূল্য ( Capitalised

Value ) অতিৰিক্তকৈ দেখুওৱা হয় তেতিয়া, যেতিয়া ইয়াৰ উপার্জন ক্ষমতা একেবাৰে কমি যায়, যেতিয়া কোম্পানীৰ যথোচিত লাভ নহয় আৰু যেতিয়া কোম্পানীয়ে লভ্যাংশ আৰু ঋণাংশৰ সুত উপযুক্তভাৱে দিব নোৱাৰে। ইয়াৰপৰা অনুমান কৰিব পাৰি, যে কোম্পানীয়ে আদায়ীকৃত পুঁজি অংশ, ঋণাংশ আৰু অন্যান্য ধাৰৰ ধন, সফলভাৱে কোম্পানীৰ ব্যৱসায়ত প্ৰয়োগ কৰিবপৰা নাই, যাৰ ফলত কোম্পানীয়ে ভাৰ সাম্য ৰাখি উপাৰ্জনক্ষম হ'ব পৰা নাই।

অতিৰিক্ত মূলধনীকৰণ হোৱাৰ কাৰণসমূহ নিম্নোল্লিখিত ধৰণৰ। উল্লেখযোগ্য যে তলৰ যিকোনো এটা কাৰণৰ বাবেই এটা কোম্পানীৰ অতিৰিক্ত মূলধনীকৰণ হ'ব পাৰে।

(১) পুঁজি অংশ আৰু ঋণ-অংশ আৱশ্যকতকৈ অধিক প্ৰচলন কৰি তাৰপৰা আদায়ীকৃত বৃহৎ অৰ্থক লাভজনক ভাবে প্ৰয়োগ কৰিব নোৱাৰা হেতু।

(২) কোম্পানী উন্নয়নত প্ৰতিষ্ঠাৰ প্ৰাথমিক খৰছবোৰ ব্যয় বহুল হোৱাৰ বাবে পুঁজিকৃত মূল্য অতিৰিক্ত হয়। কাৰণ এইবিলাক আচলতে অস্পৰ্শনীয় বা অনুৎপাদক সম্পত্তি আৰু কোম্পানীৰ ভৱিষ্যৎ উপাৰ্জনৰ লগত তেনে কোনো সম্পৰ্ক নাই। প্ৰায়ে অধিক পৰিমাণৰ অৰ্থ—সুনাম, ছাপ স্বত্ব, আদিৰ বাবে ব্যয় কৰা হেতু এনে হয়।

(৩) যুটীয়া ব্যৱসায় সংস্থা বা নিজস্ব কোম্পানীৰ পৰিসম্পত্তি আৰু দেনাসমূহ সাৰ্বজনিক নিগমলৈ পৰিবৰ্তন কৰোঁতে স্ফীত মূল্যত মূল্য নিৰূপণ কৰা হেতু, যাৰবাবে মুদ্ৰিত মূল্য প্ৰকৃত মূল্যতকৈ অধিক হয়।

(৪) ব্যৱসায়ত তেজীবজাৰ ( Boom Market ) চলাৰ সময়ত, যিকোনো নতুন কোম্পানী বা নিগমৰ উন্নয়নৰ অৰ্থে পৰিসম্পত্তি আহৰণ কৰিব লগা হয়, তেতিয়া বস্তুৰ দাম বেছি হয় ফলত পুঁজিকৃত মূল্যৰ মাত্ৰাও বৃদ্ধি পায়।



অকল নতুন নিগম বা কোম্পানীয়েই নহয়, পুৰণি প্ৰতিষ্ঠিত কোম্পানীৰ ক্ষেত্ৰতো তেজী বজাৰে প্ৰভাৱ পেলায়। উপাৰ্জনক আগতেই উচ্চ হাৰত ধৰা হেতু অতিৰিক্ত মূলধনীকৰণ নিশ্চিত হৈ পৰে। এই সকলোবোৰ মুদ্ৰা স্ফীতিকৰণ ( Inflationery Conditions ) অৱস্থাৰ কাৰণে সংঘটিত হয়।

(৫) মূলধনৰ নাটনি ( Shortage of Capital ) হোৱাৰ বাবেও পুঁজিকৃত মূল্য অতিৰিক্ত হয়। কাৰণ, বিত্ত আঁচনিৰ পৰিকল্পনাৰ ত্ৰুটিয়ে মূলধনৰ নাটনি ঘটায়। এই নাটনিয়ে, চলিত প্ৰতিষ্ঠানত অধিক হাৰ দি অৰ্থ সংগ্ৰহ কৰিবলৈ বাধ্য কৰায়। সেয়ে উপাৰ্জনৰ সিংহ ভাগ অংশ ধাৰীলৈ নগৈ যায় ঋণদাতালৈ, ফলত নিগমৰ পৰিসম্পত্তিৰ মূল্যমান নিম্নগামী হয়।

(৬) দোষযুক্ত অৱক্ষয় নীতিৰ ( Defective Depreciation Policy ) বাবে কোম্পানী সম্পত্তিৰ মূল্য অতিৰক্ত হৈ থাকে। বহু নিগম বা কোম্পানীয়ে অবক্ষয়, পুনৰ সংস্থাপন ( Replacement ) অপ্ৰচলন আৰু অচল ( Obsolescence ) যন্ত্ৰ-পাতি, যন্ত্ৰ-পাতিৰ সা-সৰঞ্জাম আদি পৰিসম্পত্তিৰ বাবে অসম্পূৰ্ণ আৰু অনুপযুক্ত ব্যৱস্থা ( Provision ) অৱলম্বন কৰা হেতু।

(৭) আৱশ্যকীয় সঞ্চয় নিধিৰ ব্যৱস্থা নকৰি বা লভ্যাংশক পুনৰ বিনিয়োগ নকৰি, উদাৰ নীতিত লভ্যাংশৰ ( Liberal dividend Policy ) অধিক বিতৰণে কোম্পানীৰ পৰিসম্পত্তিৰ ওপৰত প্ৰভাৱ পেলায়। কোনো কোনো ক্ষেত্ৰত দেখা যায়, আনকি আৱশ্যকীয় ব্যৱস্থাৰ কাৰণেও অৱহেলা কৰে আৰু কেতিয়াবা মূলধনৰপৰাও লভ্যাংশ দিয়া হয়গৈ। ফলত কিছু বছৰ যোৱাৰ পিছত কোম্পানী কৰ্তৃপক্ষই উদ্‌ঘাটন কৰিব পাৰে যে তেওঁলোকৰ পৰি-সম্পত্তিৰ তুলনাত পুঁজি অংশৰ মুদ্ৰিত মূল্য অধিক।

(৮) চৰকাৰৰ মাত্ৰাধিক কৰ-কাটলৰ নীতিয়েও ( Taxatio Policy ) কোম্পানীৰ সম্পত্তি অতিৰিক্ত মূলধনীকৰণ কৰে।

(৯) কেতিয়াবা বৃহৎ পৰিমাণৰ ধন মাত্ৰাধিক সুতৰ হাৰত ( High rate of Interest ) লোৱাৰ হেতু। কাৰণ লাভৰ হাৰৰ পৰিমাণতকৈ সুতৰ হাৰ অধিক হ'লে পৰিসম্পত্তিৰ মূল্য আপোনা-আপুনি বাঢ়ি যায়।

অতিৰিক্ত মূলধনীকৰণৰ পৰিণামে কোম্পানীৰ ওপৰত নিম্নোল্লিখি ধৰণে প্ৰভাৱ পেলায়।—

**প্ৰথম ঃ** অতিৰিক্ত মূলধনীকৰণে কোম্পানীৰ প্ৰতি বিনিয়োগকাৰী আস্থা হেৰুৱায়। কাৰণ ই উপাৰ্জনৰ মাত্ৰা নিম্নগামী কৰে আ পুঁজি বজাৰত ( Capital Market ) পুঁজি অংশৰ দাম কমি যায় কোম্পানীৰ নতুন পুঁজি সংগ্ৰহৰ বিষয়ত কষ্টকৰ হয়। অসম্পূৰ্ণত সমূহ পূৰণ কৰিবলৈ দৈনন্দিন পৰিচালনাত টানি ধৰা হয়; অৱক্ষ পুনৰ সংস্থাপন নবীকৰণ আদিৰ প্ৰতি অৱহেলা কৰা হয়। লভ্যাং বেছিকৈ দেখুৱাবৰ কাৰণে হিচাপ-পত্ৰৰ ওপৰত হাত চলোৱা হয় অনুপাৰ্জিত লভ্যাংশবোৰ আদায় দিয়া হয়। এই সকলোবো কোম্পানীৰ সন্মানজনক অৱস্থা ( Credit worthiness ) থকাটো প্ৰমাণ কৰিবলৈ কৰা হয়। পৰিশেষত কোম্পানী ধাৰত পো যাব লগা হয়; আৰু কোম্পানীৰ সুনামত চেকা পৰাটো অৱধাৰি হৈ পৰে।

**দ্বিতীয় ঃ** অংশধাৰীসকলৰ প্ৰাপ্য লভ্যাংশৰ অনিশ্চয়তা বাঢ়ে লভ্যাংশ অনিয়মিত হয়। পুঁজি অংশৰ কাৰণে ফট্‌কা ব্যৱসায়ক উদগণি দিয়া হয়। ফলত প্ৰকৃত বিনিয়োগকাৰীয়ে দুখ ভোগ কৰি লগীয়া হয়। মুঠতে অংশধাৰী সকলে অতিৰিক্ত পুঁজিকৰণৰ দুৰ্ভো অতি মাত্ৰাই ভোগ কৰিব লাগে। কোম্পানীৰ পুনৰ সংগঠনৰ ক্ষেত্ৰতে তেওঁ লোকেই চৰম কষ্টভোগ কৰিব লগীয়া হয়।



**তৃতীয় ঃ** তেনে অতিৰিক্ত পুঁজিকৃত কোম্পানীৰ উৎপাদিত বস্তুৰ গুণ-মান কমে অথচ বস্তুৰ দাম বাঢ়ে। ফলত প্ৰতিযোগী-বজাৰত ব্যৱসায় তিষ্ঠিব নোৱাৰা হয়। পৰিণতিত সেই কোম্পানী দেউলীয়া হয়। দেউলীয়া হ'লে ঋণ-দাতাসকলৰ ওপৰত তাৰ বিকৃত প্ৰভাৱ পৰে আৰু কিছুমান মানুহৰ কৰ্ম সংস্থান নোহোৱা হয়। কৰ্ম সংস্থান থকাসকলৰ বেতন, মজুৰি আৰু অন্যান্য স'-সুবিধা হ্ৰাস কৰা হয়; যাৰ বাবে কৰ্তৃপক্ষ আৰু কৰ্মচাৰীৰ মাজত থকা সম্পৰ্কৰ অৱনতি ঘটে। সৱ শেষত দেশৰ সম্পদৰ অপ-প্ৰয়োগ আৰু অপচয় হয়।

**নিম্ন মূলধনীকৰণ ( Under Capitalisation ) ঃ** নিম্ন মূলধনীকৰণ অনুপৰ্য্যাপ্ত ( Inadequate ) মূলধনৰ তুল্য। অৰ্থাৎ কোম্পানীৰ মুঠ প্ৰয়োজনৰ (Total needs) তুলনাত পুঁজিৰ (Capital) অভাৱ; কিন্তু ইয়াক অতিৰিক্ত মূলধনীকৰণৰ বৈপৰীত্য বুলি বিবেচনা কৰাহে যুক্তিযুক্ত। কাৰণ, ই এনে এটা অৱস্থা য'ত কোম্পানীৰ প্ৰকৃত সম্পত্তিৰ ( Real value ) মূল্য মুদ্ৰিত মূল্যতকৈ ( Book value ) অধিক হয়। দীৰ্ঘ কালীন প্ৰয়োজনীয়তা ( Long term needs ) পূৰণ কৰাৰ অৰ্থে যেতিয়া কোম্পানীৰ পৰ্য্যাপ্ত পৰিমাণৰ পুঁজি ( Funds ) নাথাকে, তেতিয়া সুদক্ষ হিচাপে কোম্পানীটো কাৰ্য্যকৰী হোৱা অসম্ভৱ হ'ব। দীৰ্ঘম্যাদী প্ৰয়োজনীয়তা পূৰণৰ কাৰণে, হ্ৰস্বম্যাদী পুঁজি ব্যৱহাৰ কৰিব লগা হয়। হ্ৰস্বম্যাদী পুঁজি ( Short term Funds ) আহৰণ কৰিবলৈ উচ্চহাৰত সুত দিব লাগে আৰু সেই ঋণ যিকোনো সময়তে ঋণ দাতাৰ প্ৰয়োজন অনুযায়ী ঘুৰাই দিয়ে। মুঠতে বিভিন্ন উপায়েৰে হ্ৰস্বম্যাদী ঋণ আহৰণ কৰি, সেই ঋণ সৰুলেৰে দীৰ্ঘম্যাদী প্ৰয়োজনীয়তা পূৰণ কৰাৰ ব্যৱস্থাই ব্যৱসায় বা উদ্যোগৰ ক্ৰমবৰ্ধমানত হেঙাৰৰ সৃষ্টি কৰে।

নিম্ন মূলধনীকৰণ তলত উল্লেখ কৰা কাৰণ সমূহৰ বাবে সংঘটিত হ'ব পাৰে ঃ—

(১) নিম্ন মানত ভবিষ্য উপাৰ্জন নিৰূপণ ( **Under estimation of Future earnings** ) ঃ বিত্তীয় যোজনাৰ খচৰা প্ৰস্তুত কৰোঁতে কোম্পানীৰ উপাৰ্জনৰ পৰিমাণ কমকৈ নিৰূপণ কৰা হয়। পিছত কোম্পানীৰ কাৰ্য্যকৰী অৱস্থাত যদি উপাৰ্জনৰ পৰিমাণ যোজনা নিৰূপিত পৰিমাণতকৈ অধিক হয়, তেতিয়া সেই কোম্পানী নিম্ন মূলধনীকৃত হয়।

(২) অজানিত মাত্ৰাধিক্য উপাৰ্জন ( **Unforeseeble increase in earning** ) ঃ বহু নিগম বা কোম্পানী সংকট কালত আৰম্ভ হৈ তেজী বজাৰ কালত নিম্ন পুঁজিকৃত হৈ পৰা দেখা যায়। তেজী বজাৰ কালীন উপাৰ্জন নিয়োজিত মূলধনৰ হাৰতকৈ ক্ৰমান্বয়ে উচ্চ হাৰত বৃদ্ধি পাই, উপাৰ্জনৰ মাত্ৰাধিক্য ঘটে।

(৩) ৰক্ষণশীল লভ্যাংশ নীতি ( **Conservative Dividend Policy** ) ঃ আয় বিতৰণৰ ক্ষেত্ৰত কোনো কোনো কোম্পানীয়ে সুস্থ আৰু ৰক্ষণশীল নীতি অৱলম্বন কৰে। সেই কোম্পানীয়ে বিভিন্ন শিতানত (Heads), যেনে ঃ—অৱক্ষয়, অপচয়, পুনৰ সংস্থাপন আদিত পৰ্য্যাপ্ত পৰিমাণৰ সঞ্চয় নিধিৰ সৃষ্টি কৰে; আৰু উক্ত নিধিসমূহ ব্যৱসায়ত পুনৰ বিনিয়োগ কৰাৰ ফলত উপাৰ্জন ক্ৰমাগতভাৱে বৃদ্ধি হয়। পৰিণাম স্বৰূপে কোম্পানী পুঁজি অংশৰ অন্তৰ্নিহিত মূল্য আপেক্ষিকভাৱে মুদ্ৰিত মূল্যতকৈ বৃদ্ধি পায়।

(৪) উন্নত কাৰ্য্যকাৰিতাৰ অনুশীলন ( **Maintenance of high efficiency** ) ঃ উৎপাদনৰ শেহতীয়া নিয়ম আৰু প্ৰক্ৰিয়াৰ অনুশীলন আৰু উদ্যোগত সুমিতিকৰণে (Rationalization) কোম্পানীৰ উন্নীত কাৰ্য্যকাৰিতাৰ ইংগিত দিয়ে। কোম্পানীৰ কাৰ্য্যকাৰিতাৰ অৰ্থে



...তৰ সঞ্চয় নিধি ব্যৱহাৰ কৰা হয়। এনে কোম্পানীৰ বৰ্ধিত লাভ ...ত কাৰ্য্যকাৰিতাৰ ফলশ্ৰুতি। উচ্চ কাৰ্য্য-কুশলতাই লাভৰ পৰি-...ৰ সমৃদ্ধি ঘটায় যি শেষত কোম্পানীৰ অন্তৰ্নিহিত মূল্যমান মুদ্ৰিত ...তকৈ অধিক কৰে।

কোনো কোনো কোম্পানীয়ে, কোম্পানীৰ আচল উপাৰ্জনক ...ভিন্ন পুঁজি ( Reserves ) সৃষ্টিৰ জৰিয়তে হ্ৰাস কৰি দেখুৱায়, যাতে ...কোম্পানীৰ পুঁজি অংশৰ মূল্য কম হৈ থাকে। এনে ক্ষেত্ৰত কোম্পানীৰ ...কৃত অৱস্থাতকৈ ( Real State ), পুঁজি অংশৰ মূল্য কম হৈ থকাৰ ...বে নিম্ন মূলধনীকৰণ সংঘটিত হয়।

উপৰোক্ত কাৰণসমূহে পুঁজি বজাৰত পুঁজি অংশৰ মূল্য বহুল ভাবে নমনীয় কৰে। এনে কোম্পানীৰ ব্যৱসায় যি কোনো সময়ত বন্ধ হৈ যোৱাৰ আশংকা থাকে। নিম্ন মূলধনীকৰণে গুপ্ত পুঁজি ( Secret funds ) সৃষ্টি কৰিবলৈ কোম্পানী কৰ্তৃপক্ষক প্ৰণোদিত কৰে আৰু হ্ৰাস কৰি দেখুওৱা লাভে পুঁজি অংশৰ মূল্য কম কৰে। ফলত কোম্পানীৰ ভিতৰুৱা খবৰ ৰখা সকলে কোম্পানী পুঁজি অংশ ক্ৰয়ৰ বিষয়ত অজ্ঞ অংশধাৰীসকলক এক প্ৰকাৰ শোষণ কৰে।

পুঁজি অংশৰ উচ্চ হাৰৰ আয় আধিক্যই প্ৰতিযোগিতাৰ সৃষ্টি কৰে। কোম্পানীৰ উন্নতিৰ কাৰণে কৰ্মচাৰীবৃন্দৰ দাবী বৃদ্ধি পায়। সেই কোম্পানী বা নিগমে উৎপাদন কৰা বস্তুৰ ক্ৰেতাসকলে বস্তুৰ ওপৰত অধিক দাম লৈছে বুলি ধাৰণা কৰে। অত্যধিক আয়কৰে ( Excess Profit Tax ) নিম্ন পুঁজিকৃত কোম্পানীৰ ওপৰত গধুৰ বোজা বহনৰ প্ৰৱণতা আনি দিয়ে।

এই ত্ৰুটী-বিচ্যুতিসমূহৰ হাত সৰা বা নিৰাময়ৰ উপায় হ'ল—লাভ অংশ ( Share Dividend ) নাইবা বোনাছ অংশ ( Bonus share ) সঞ্চয়-নিধি বা উদ্বৃত্তৰ ওপৰত প্ৰচলন কৰি মূলধনীকৰণ কৰা

নিগম বা কোম্পানীৰ ক্ষেত্ৰত উভয়বিধ পুঁজিকৰণেই সৰ্বতো... পৰিত্যাজ্য। যদি এনে প্ৰশ্ন উঠে কোন বিধ পুঁজিকৰণ আচলতে অধিক ধ্বংসাত্মক, তেনেহলে কব পাৰি—"অতিৰিক্ত পুঁজিকৰণ"; কাৰণ অতি- ৰিক্ত পুঁজিকৰণে কোম্পানীটোৰ অন্তঃসাৰ শূন্যতা সূচায়। আনহাতে নি... পুঁজিকৰণে কোম্পানীটোৰ সমৃদ্ধিশালী অৱস্থাৰ উমান দিয়ে, যিটো কোম্পানী, কৰ্মচাৰী, আৰু সমাজৰ সকলোলৈকে পৰোক্ষ বা প্ৰত্যক্ষ ভাৱে আৰ্থিক উন্নতি কঢ়িয়াই আনে।

**মূলধনৰ গঠন ( Form of Capital ) ঃ** পুঁজিকৰণৰ পিছৰ স... মূলধনৰ সংগঠন। মূলধনৰ সংগঠন মানে—বিভিন্ন প্ৰকাৰৰ নিৰাপত্তা পত্ৰ, তাৰ প্ৰকৃত অনুপাত ( Ratio ) আৰু পৃথক পৃথক পৰিমাণৰ স্থুল সমষ্টি। অৰ্থাৎ মুঠ পুঁজিকৰণ কি কি প্ৰকাৰৰ নিৰাপত্তা পত্ৰৰে গঠিত হ'ব আৰু উক্ত পত্ৰসমূহৰ অনুপাত আৰু পৰিমাণ কিমান হ'ব তাৰ মীমাংসাই হ'ল—মূলধনৰ গাঁঠনি।

মিতব্যয়ী মূলধন গাঁঠনিৰ উপাদানসমূহ হৈছে এনে ধৰণৰ—

(১) সমাংশ বা সমতাংশৰ ব্যৱসায় ( Trading on Equity ),
(২) কোম্পানীৰ নিয়ন্ত্ৰণ সংৰক্ষণ (Retention of Control),
(৩) আঁচনিৰ স্থিতি স্থাপকতা ( Elasticity of Financial Plan ),
(৪) সম্ভাব্যপূৰ্ণ বিনিয়োগকাৰীৰ আৱশ্যকতা ( Requirements Potential Investors ),
(৫) বজাৰৰ অৱস্থা ( Temper of Market ),
(৬) পুঁজিৰ মিয়াদ ( Fund's tenure ),
(৭) পুঁজি সংগ্ৰহৰ খৰচ ( Cost of financing ) আৰু
(৮) আইন সংক্ৰান্ত বাধা-বিঘিনি আদিয়েই প্ৰধান।

**(১) সমাংশৰ ব্যৱসায় ঃ** ইকুইটি ( Equity ) বা সমাংশ শব্দই



কোম্পানীৰ ষ্টক ( stock ) বা কোম্পানীস্বত্ব বুজায়; আৰু ব্যৱসায় (trading ) মানে "সুযোগ লোৱা" ( Taking advantages of ) অৰ্থাৎ যুক্তিসংগত ভিত্তিত কোম্পানী স্থায়ী ষ্টকৰ বিনিয়োগৰ জৰিয়তে পুঁজি আহৰণ কৰিবলৈ সুযোগ লোৱা।

ই এনে এটা সূত্ৰত প্ৰতিষ্ঠিত যে এটা কোম্পানীয়ে প্ৰচলন কৰা বিভিন্ন নিৰাপত্তা-পত্ৰৰ লাভ অৰ্জনৰ হাৰবো বৈষম্য থাকে। এই সন্দৰ্ভত সমাংশ শব্দটি দুটা অৰ্থত ব্যৱহাৰ হয়—এটা লঘু বা পাতল সমাংশ (Thin Equity) আৰু এটা ঘন সমাংশ (Thick Equity)।

লঘু বা পাতল সমাংশই বুজায় যে ঋণৰ পৰিমাণ তুলনা মূলক ভাৱে সমাংশৰ পুঁজিতকৈ বৃহৎ আৰু ঘন সমাংশই সূচায় যে ঋণ-নিধি ( Borrowed Funds ) সমাংশ পুঁজিৰ (Equity Capital) তুলনাত কম।

সাধাৰণতে সমাংশৰ ব্যৱসায় ( Trading on Equity ) বুলিলে লঘু সমাংশৰ ব্যৱসায় বুজায়।

"সমাংশ ব্যৱসায়'ৰ ধাৰণা কেৱল ঋণ পত্ৰ ( Debentures ) আৰু আৰু খতৰ ( Bonds ) ব্যৱহাৰতে সীমাবদ্ধ নহয়। কাৰণ লভ্যাংশৰ নিৰ্ধাৰিত হাৰ ( Stipulated rate ) আৰু সঘনে পৰিশোধ চৰ্ত সাপেক্ষ ( Frequent Provision for redemption ) প্ৰধানাংশ পত্ৰকো ঋণ-পত্ৰ হিচাপে ধৰা হয়।

প্ৰধানাংশ পুঁজিৰদৰে, কোম্পানীয়ে ঋণ-পুঁজিকো ( Borrowed Capital ) নিৰ্ধাৰিত হাৰত সুত দিয়ে। যদি এই নিৰ্ণিত হাৰৰ সুত, কোম্পানীৰ উপাৰ্জনৰ সাধাৰণ হাৰতকৈ কম হয়, তেতিয়া কোম্পানীৰ সমাংশধাৰীসকলে, অতিৰিক্ত লাভৰ সুযোগ পায়। এই অতিৰিক্ত লাভৰ সুযোগ-সুবিধা উপভোগ কৰাকে "সমাংশ ব্যৱসায়ৰ" তুল্য বুলি কোৱা হয়।

সেয়ে সমাংশৰ ব্যৱসায় এনে এটা ব্যৱস্থা, য'ত এটা কোম্পানী নিৰ্ণিত হাৰত সুত দি ঋণ-নিধিৰ ( Borrowed funds ) ব্যৱহাৰ হে সত্বেও সমাংশ পত্ৰত লভ্যাংশৰ হাৰ বৃদ্ধি পায়। এটা কোম্পানী ঋণাংশ পত্ৰ আৰু প্ৰধানাংশ পত্ৰ প্ৰচলনৰদ্বাৰা বাস্তৱিকতে সমাংশধাৰী সকলৰ লভ্যাংশৰ হাৰ বৃদ্ধি কৰিব পাৰে।

কোম্পানীৰ সমুদায় পুঁজি ( Entire Capital ) সমাংশ পত্ৰৰদ্বাৰা সংগ্ৰহ কৰিলেও লভ্যাংশৰ হাৰ কোম্পানীৰ সাধাৰণ উপাৰ্জন হাৰতকৈ কেতিয়াও উৰ্ধলৈ যাব নোৱাৰে। অৱশ্যে "সমাংশ ব্যৱসায়"ৰ সীমা-বদ্ধতা নথকা নহয়।

১। সমাংশ ব্যৱসায় নীতি আৰু পদ্ধতি সেই কোম্পানীত কৃতকাৰ্য হ'ব, যাৰ উপাৰ্জন নিয়মিত আৰু স্থায়ী।

২। যি কোম্পানীৰ স্থিৰ পৰি-সম্পত্তিত ( Fixed assets ) অৰ্থৰ অধিকাংশ বিনিয়োগ থাকে, তেনে কোম্পানীয়ে এই পদ্ধতিত কৃতকাৰ্য লাভ কৰিব পাৰে, কাৰণ বিনিয়োগকাৰীক সম্পত্তিৰ পৰিমাণেই কোম্পানীৰ স্থায়ীত্বৰ ইংগিত দিয়ে।

৩। কোম্পানীৰ কৰ্মক্ষেত্ৰ প্ৰতিষ্ঠিত আৰু বহুল, আৰু য'ত ফটকা ব্যৱসায়ৰ ( speculation ) স্থান নাই।

উপৰোক্ত অৱস্থা ব্যতিত "সমাংশৰ ব্যৱসায়" ( Trading on Equity ) ফলদায়ক নহয়।

**(২) কোম্পানীৰ নিয়ন্ত্ৰণ সংৰক্ষণ ঃ** মূলধনৰ গাঁঠনিত নানান প্ৰকাৰৰ, বিভিন্ন মূল্যমানৰ আৰু বিবিধ ভোটাধিকাৰৰ নিৰাপত্তা পত্ৰৰ প্ৰচলন কৰাৰ সুবিধা থাকিব লাগে, যাতে সাৰ্বজনিক পুঁজিৰ পৰিমাণ অধিক হয়, অথচ সাৰ্বজনিক নিয়ন্ত্ৰণ নাথাকে ; কিন্তু কোম্পানীৰ ব্যৱসায়ৰ নিয়ন্ত্ৰণ বা পৰিচালনা নাইবা মাত্ৰাধিক উপাৰ্জন, এই দুয়োটাৰ কোনো এটাও অগ্ৰণীসকলে (Promoters) হাত এৰি দিব নোখোজে ।



কোম্পানীৰ সাধাৰণ প্ৰশাসনত ঋণ-পত্ৰধাৰীৰ কোনো ভোটাধিকাৰ নাথাকে। ঠিক তেনেকৈয়ে প্ৰধানাংশ পত্ৰধাৰীকো তেওঁলোকৰ সংশ্লিষ্ট বিষয় বাদে সাধাৰণ প্ৰশাসনত কোনো অধিকাৰ নাই। আন ধৰণৰ অংশ পত্ৰৰ প্ৰচলন চৰকাৰী আইনে নিষিদ্ধ কৰি দিছে।

**(৩) আঁচনিৰ স্থিতি-স্থাপকতা ঃ** মূলধন গাঁঠনিৰ আঁচনিত স্থিতি-স্থাপকতাৰ অতি প্ৰয়োজন। কোম্পানী সম্প্ৰসাৰণৰ বাবে ভৱিষ্যতে মূলধন সংগ্ৰহ কৰিবলৈ সম্ভাব্য সকলো ব্যৱস্থা আঁচনিত থকা আৱশ্যক। ঋণাংশ পত্ৰ আৰু প্ৰধানাংশ পত্ৰত অতিমাত্ৰা নিৰ্ভৰতাই মূলধন গাঁঠনি লৈ কঠোৰতা আনে।

সাধাৰণ সূত্ৰমতে কোম্পানী গঠনৰ প্ৰাৰম্ভণিত ঋণাংশ পত্ৰ প্ৰচলন কৰাটো নীতি বহিৰ্ভূত কাম। কোম্পানীৰ সম্প্ৰসাৰণৰ বেলিকাহে ঋণাংশ পত্ৰ প্ৰচলন কৰাৰ নিয়ম। আনহাতে, প্ৰধানাংশ পত্ৰ কোম্পানী গঠনৰ আৰম্ভণিতে প্ৰচলন কৰা হয়।

**(৪) সন্তাৰ্যপূৰ্ণ বিনিয়োগকাৰীৰ আৱশ্যকতা ঃ** মূলধনৰ গাঁথনি এনে হোৱা প্ৰয়োজন যাতে সকলো ধৰণৰ অৰ্থাৎ সকলো শ্ৰেণীৰ বিত্তীয় গোষ্ঠীৰ বিনিয়োগকাৰীয়ে অৰ্থ-বিনিয়োগ কৰিবলৈ সুবিধা পায়। যিবিলাক বিনিয়োগকাৰী মূলধনৰ প্ৰতি বেছি সতৰ্কৱান বা সংবেদনশীল অথচ এটা নিয়মিত উপাৰ্জন বাঞ্ছা কৰে, তেনেবোৰৰ বাবে ঋণাংশ পত্ৰ, যিবিলাকে উচ্চ হাৰত নিৰ্দিষ্ট লাভ আশা কৰে, তেওঁলোকৰ বাবে প্ৰধানা শ পত্ৰ আৰু যিবিলাকে কোম্পানীৰ সাধাৰণ প্ৰশাসনত অংশ ল'ব খোজে আৰু কোম্পানীৰ দায়িত্ব ( Risks ) ল'ব বিচাৰে, তেওঁলোকৰ বাবে সমাংশ প্ৰচলনৰদ্বাৰা সন্তাৰ্যপূৰ্ণ সকলো বিনিয়োগকাৰীক আকৰ্ষণ কৰাৰ ব্যৱস্থা থাকিব লাগে।

নিৰাপত্তা পত্ৰসমূহৰ মুদ্ৰিত মূল্য এনে হোৱা প্ৰয়োজন যাতে নিম্ন আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ মানুহৰ বাবেও ই বৰঙনি যোগ্য হয়।

(৫) **বজাৰৰ অৱস্থা ঃ** মূলধন গাঁথনিৰ খচৰা প্ৰস্তুত কৰোঁতাই বিনিয়োগকাৰীৰ কুসংস্কাৰক আওহেলা কৰিব নালাগে। সাধাৰণতে অধিকাংশ বিনিয়োগকাৰীয়েই চঞ্চল মনৰ। ব্যৱসায়ৰ অৱস্থাৰ পৰিপ্ৰেক্ষিতত বিনিয়োগকাৰীৰ মনোভংগী পৰিবৰ্তন হোৱা স্বাভাৱিক। অৰ্থনৈতিক সংকট কালত পুঁজি অংশ পত্ৰতকৈ ঋণাংশ পত্ৰই বেছি ব্যৱসায় পায়। আনহাতে পুঁজি অংশ পত্ৰৰ ব্যৱসায় তেজীবজাৰ (Boom on Recovery Market) চলা সময়ত অধিক পৰিমাণৰ হয়।

সেয়ে গাঁথনি প্ৰণয়নৰ ক্ষেত্ৰত বিনিয়োগকাৰীৰ চলিত মনোভংগীৰ প্ৰতি গাঁথনিৰ আঁচনি প্ৰস্তুতকাৰক সদায় সক্ষম আৰু সচেতন হোৱা আৱশ্যক। প্ৰস্তুতকাৰক সদায় বিভিন্ন বাস্তৱ উদ্দেশ্য আৰু বিনিয়োগকাৰীৰ হুজুগী মনোবৃত্তিৰ মাজত সামঞ্জস্য ৰাখি ভাৰ-সাম্যকৈ মূলধনৰ আঁচনি প্ৰণয়ন কৰিবলৈ সচেষ্ট হ'ব লাগে।

(৬) **পুঁজিৰ ম্যাদ ঃ** হ্ৰস্ব কালীন প্ৰয়োজনৰ বাবে আৱশ্যকীয় অৰ্থ বেংক বা তজ্জাতীয় বিত্তীয় সংস্থা আৰু সাৰ্বজনিক পুঁজি (Funds) আহৰণৰ জৰিয়তে সংগ্ৰহ কৰিব লাগে আৰু দীৰ্ঘ কালীন প্ৰয়োজনৰ বাবে আৱশ্যক হোৱা অৰ্থ, পুঁজি অংশ আৰু ঋণাংশ প্ৰচলনৰদ্বাৰা সংগ্ৰহ কৰা দৰকাৰ। দীৰ্ঘ-ম্যাদী পুঁজি সংগ্ৰহৰ পিছত হ্ৰস্ব-ম্যাদী ঋণ পৰিশোধ বিধেয় ব্যৱস্থা।

(৭) **পুঁজিসংগ্ৰহৰ খৰচ ঃ** পুঁজি সংগ্ৰহৰ ক্ষেত্ৰত বিশেষকৈ ভিন্ ভিন্ নিৰাপত্তা পত্ৰৰ সংগ্ৰহ বিষয়ত খৰচৰ তাৰতম্য ঘটে। উপাৰ্জন অনুপাতে যিমান কম খৰচত, কম সুতত আৰু কম লভ্যাংশত পুঁজি অংশ, ঋণাংশ আদি সংগ্ৰহ কৰিব পৰা যায়, বিত্তীয় আঁচনিৰ বাবে সিমানেই লাভজনক।

সুতৰ হাৰ কম থাকোঁতে ঋণাংশ পত্ৰত অৰ্থ সংগ্ৰহ আৰু



পুঁজি অংশৰ তুলনাত উপাৰ্জন অধিক থাকোঁতে পুঁজি অংশত অৰ্থ সংগ্ৰহ কৰিব পৰাটোৱেই আঁচনিৰ ফলপ্ৰসূতা বুজায়।

(৮) **আইনৰ বাধা নিষেধ ঃ** কিছুমান ব্যৱসায়ত সকলো প্ৰকাৰৰ নিৰাপত্তা পত্ৰ প্ৰচলন কৰাটো আইন বিৰুদ্ধ কথা। আইনক এৰাই কোনো বেপাৰ-বাণিজ্য পৰিচালনা হ'ব নোৱাৰে। ১৯৪৯ চনৰ ভাৰতীয় বেংকিং কোম্পানীৰ আইনে সমাংশ পত্ৰ প্ৰচলনৰ বাহিৰে অন্য অংশ পত্ৰ বিতৰণ নিষিদ্ধ কৰি দিছে। তেনে বিষয়ত কোম্পানী কৰ্তৃপক্ষই ইচ্ছা অনুসৰি সকলো ধৰণৰ নিৰাপত্তা পত্ৰ প্ৰচলন কৰিব নোৱাৰে।

**বিত্তৰ উৎসসমূহ (Sources of Finance) ঃ** ব্যৱসায় উদ্যমৰ বাবে বিত্তৰ উৎপত্তি স্থল বহুত আৰু বহুধা বিভক্ত। একস্বত্বাধিকাৰী ব্যৱসায়ত বিত্তৰ উৎস হ'ল ব্যক্তিগত সঞ্চয় আৰু ব্যক্তিগত ঋণ। যুটীয়া ব্যৱসায় সংস্থাৰ বিত্ত অংশীদাৰসকলৰ বৰঙণিৰে সংগঠিত। হিন্দু পৰিয়ালৰ ব্যৱসায়ৰ পুঁজি পৰিয়ালৰ সঞ্চয় আৰু কৰ্তা মুৰব্বীৰ ব্যক্তিগত ঋণেৰে গঠিত। অৱশ্যে পৰিয়ালৰ অন্য সদস্যয়ো সমৰ্থ অনুযায়ী ঋণ সংগ্ৰহ কৰিব পাৰে।

বৃহৎ উদ্যোগ, প্ৰকল্প বা ব্যৱসায় যি কোম্পানী সংগঠনৰদ্বাৰা চালিত, তাৰ বাবে বহু অৰ্থ বা বিত্তৰ প্ৰয়োজন। সেই অৰ্থ বিভিন্ন উৎসৰপৰা সংগৃহীত হয়। সেই সংগৃহীত বিত্তৰ উৎপত্তিস্থলসমূহ নিম্নোল্লিখিত ৰূপৰ ঃ—

(ক) ব্যক্তিগত সঞ্চয় ( Personal Savings ),

(খ) সাৰ্বজনিক জমা ( Public Deposits ),

(গ) ব্যৱসায়িক বেংক আৰু বিবিধ দেশজ অৰ্থ ব্যৱসায়ী ( Commercial Banks and Indigenous Bankers ),

(ঘ) পৰিচালন অভিকৰ্তা ( Managing Agents ),

(ঙ) সমবায় বেংক ( Co-operative Banks ),

(চ) পুঁজি বজাৰ, বিভিন্ন প্ৰকাৰৰ, পুঁজি অংশ, ঋণ অংশ, বন্ধকী পত্ৰ আদিৰ ব্যৱসায় কৰা ( Capital Market ),

(ছ) উপাৰ্জিত লাভৰ পুনৰ বিনিয়োগ ( Ploughing back of earnings ),

(জ) বিভিন্ন ৰাষ্ট্ৰীয় অৰ্থ-সংস্থাসমূহ, যেনে—অৰ্থ উন্নয়ন নিগম, শিল্পজ বিত্তীয় সংস্থা, জীৱন-বীমা নিগম আৰু অন্যান্য বিত্তীয় সংস্থা-সমূহ।

উল্লেখিত উৎসৰ বিত্তক সম্পদ অনুযায়ী প্ৰয়োগ কৰা হয়। সেয়ে বিত্তক ম্যাদ ভিত্তিত দুটা ভাগত বিভক্ত কৰিব পাৰি, যেনে হ্ৰস্ব-কালীন বিত্ত আৰু দীৰ্ঘ কালীন বিত্ত। হ্ৰস্ব-কালীন বিত্ত, সাধাৰণতে উদ্যোগৰ চলিত বা প্ৰয়োগ পুঁজিৰ অৰ্থে আৱশ্যক হয়। এই বিত্ত সাৰ্বজনিক সঞ্চয়, ব্যৱসায়িক বেংক আৰু বিবিধ দেশজ অৰ্থ ব্যৱসায়ী, পৰিচালন অভিকৰ্তা, সংযোজিত ঋণাংশ আৰু পুঁজি অংশ পত্ৰ প্ৰচলন আৰু উপাৰ্জিত লাভ পুনৰ বিনিয়োগৰদ্বাৰা সংগ্ৰহ কৰা হয়।

**দীৰ্ঘ্যকালীন বিত্ত ঃ** বৃহৎ উদ্যোগৰ স্থিৰ পুঁজি আৰু উদ্যোগৰ সম্প্ৰসাৰণ আৰু ক্ৰমোন্নতিৰ অৰ্থে ব্যৱহৃত পুঁজি, এই উভয়ৰ কাৰণে প্ৰয়োজন হয়। স্থিৰ আৰু সম্প্ৰসাৰণৰ কাৰণে লগা অৰ্থ, স্বাভাৱিকতে—(১) নিৰাপত্তা পত্ৰৰ প্ৰচলনৰদ্বাৰা ( পুঁজি অংশ আৰু ঋণাংশ পত্ৰ ) (২) পৰিচালনা অভিকৰ্তা, (৩) সাৰ্বজনিক পুঁজি, (৪) উপাৰ্জিত লাভৰ পুনৰ বিনিয়োগ আৰু (৫) ৰাষ্ট্ৰীয় বিত্ত সংস্থা আৰু অন্যান্য সংস্থাৰপৰা, সংগ্ৰহ কৰা হয়।

পুঁজি বা অৰ্থ সংগ্ৰহৰ, বিস্তাৰিত অৰ্থত দুটা পদ্ধতি আছে। এটা হ'ল—নিজস্ব নিৰাপত্তা পত্ৰ, ( Ownership Securities ) প্ৰচলনৰ-দ্বাৰা সংগ্ৰহ ; দ্বিতীয় পদ্ধতি হ'ল ঋণ সৰ্বস্ব নিৰাপত্তা পত্ৰ ( Creditor-ship Securities ) প্ৰচলনৰ জৰিয়তে সংগ্ৰহ। এনেভাৱে সংগৃহীত



অৰ্থক নিজা-পুঁজি ( Owned Capital ) আৰু ঋণ-পুঁজি ( Borrowed Capital ) বোলা হয়।

**অংশ সমূহ ( Shares ) ঃ** এটা কোম্পানীৰ মূল ধনক অথবা "কোম্পানী মূলধন"ক বহু অংশত সমান ভাগ কৰি বিভক্ত কৰা হয়। উক্ত অংশসমূহক অংশ বজাৰত ( Share Market ) বিক্ৰীৰ বাবে প্ৰচলন ( issue ) কৰা হয়। এই অংশসমূহ ক্ৰয় কৰা লোকসকলক কোম্পানীটোৰ অংশধাৰী ( Shareholder ) বোলা হয়। অংশধাৰী-সকল কোম্পানীটোৰ প্ৰতি অনুৰক্ত হয় আৰু তেওঁলোকৰ কোম্পানীৰ ওপৰত অংশ অনুসৰি মালিকীস্বত্ব থাকে। অংশধাৰীসকলে অংশ অনুযায়ী কোম্পানীৰপৰা লভ্যাংশ পাবৰ বাবে যোগ্যৱান হয়।

**অংশৰ প্ৰকাৰ ( Kinds of Shares ) ঃ** এটা কোম্পনীয়ে বহু ধৰণৰ পুঁজিৰ অংশ পত্ৰ প্ৰচলন কৰিব পাৰে ; যেনে—প্ৰধানাংশ পত্ৰ ( Preference Share ) সাধাৰণাংশ পত্ৰ ( Ordinary Shares ), উদ্যোক্তাংশ পত্ৰ ( Founder's Share ) অথবা স্থগিতাংশ পত্ৰ ( Deferred Shares ) আদি। অংশ পত্ৰসমূহৰ প্ৰকাৰ ভেদে তাৰ স্বত্বৰো পাৰ্থক্য ঘটায়।

১৯৫৬ চনৰ কোম্পানী আইন অনুযায়ী সাৰ্বজনিক কোম্পানীক ( Public Company ) দুই ধৰণৰ অংশ-পত্ৰ প্ৰচলন কৰিবলৈ অধিকাৰ দান কৰিছে। সেই দুবিধ অংশ-পত্ৰ হ'ল—প্ৰাধান্যাংশ পত্ৰ ( Preference Shares ) আৰু সাধাৰণ বা সমাংশ পত্ৰ ( Equity Shares ) ; কিন্তু নিজস্ব কোম্পানীক ( Private Company ) সকলো বিধৰ অংশ পত্ৰ প্ৰচলন কৰিবলৈ সুযোগ দিয়া হৈছে।

**প্ৰাধান্যাংশ পত্ৰ ঃ ( Preference Shares ) ঃ** এইটো স্বীকাৰ্য্য যে প্ৰাধান্যাংশ পত্ৰ কোম্পানীৰ অৰ্ধ-স্থায়ী বিত্ত আহৰণাৰ্থে এক উপযোগী পদ্ধতি। প্ৰাধান্যাংশৰ পত্ৰৰ বৈশিষ্ট্য সমূহ এনেধৰণৰ—

১। প্ৰাধান্যাংশ নামটিয়েই অৰ্থবহ ; অধিকাৰ বা স্বত্বৰ ক্ষেত্ৰত ইয়াৰ প্ৰাধান্য সূচায়।

২। কোম্পানীত লভ্যাংশৰ হাৰ নিৰ্ধাৰিত।

৩। অন্যান্য অংশ পত্ৰৰ লভ্যাংশ প্ৰদানৰ আগতেই ই লভ্যাংশ প্ৰাপ্তিত অগ্ৰাধিকাৰ পায়।

৪। কোম্পানী ভংগ কালত পুঁজি অংশৰ পুনৰ পৰিশোধ বিষয়ত এনে পত্ৰৰ অগ্ৰাধিকাৰ থাকে।

৫। প্ৰাধান্যাংশ ধাৰীয়ে তেওঁলোকৰ অংশ পত্ৰ সমূহক সমাংশ বা সমতাংশলৈ পৰিবৰ্তন কৰাৰ সুযোগ পায়।

৬। এই পত্ৰ সমূহ প্ৰচলন কৰা বিষয়ত হ'ব লগা প্ৰাথমিক খৰচ কম।

৭। প্ৰাধান্যাংশ পত্ৰই কোম্পানীৰ কৃতকাৰ্য্যতা বঢ়ায়।

৮। প্ৰাধান্যাংশ পত্ৰৰ অংশধাৰীয়ে তেওঁলোকৰ অধিকাৰ আৰু স্বাৰ্থজড়িত বিষয়ত কোম্পানীৰ পৰিচালনাত ভাগ লব পাৰে।

৯। সকলো প্ৰাধান্যাংশ পত্ৰৰ প্ৰচলনত বাধ্যতা মুলক ভাবে সৰ্বদায় লভ্যাংশ দিব লগা নুসূচায়।

১০। সমাংশ পত্ৰ বা ঋণাংশ পত্ৰ ক্ৰয় কৰা সকলৈ বোনাছ ( Bonus ) হিচাপে প্ৰাধান্যাংশ পত্ৰ প্ৰচলন কৰিব পাৰি।

১১। কোম্পানীৰ সম্প্ৰসাৰণ বিষয়ত আৱশ্যকীয় লগ্নী অৰ্থৰ বাবে প্ৰাধান্যাংশ পত্ৰ প্ৰচলন কৰা হয় আৰু কেতিয়াবা সাৰ্বজনিক পুঁজি ( Public Deposits ) পৰিশোধৰ বাবে এনে পত্ৰ প্ৰচলন কৰা হয়।

প্ৰাধান্যাংশ পত্ৰসমূহক লভ্যাংশ আৰ্জনৰ বিষয় লৈ দুভাগে বিভক্ত কৰা হয় ; যেনে লভ্যাংশ বৰ্ধক প্ৰাধান্যাংশ পত্ৰ ( Commulative Preference Share ), আৰু লভ্যাংশ অবৰ্ধক প্ৰাধান্যাংশ পত্ৰ (Non Commulative Preference share ) লভ্যাংশ পত্ৰই অতীতত



নোপোৱা লভ্যাংশ ( Dividend ) বৰ্তমানে বা ভবিষ্যতে পোৱাৰ স্বত্ব ৰাখে। অৰ্থাৎ, যদি কোনোবা বছৰ কোম্পানীৰ লাভে নুকুলায় বা লাভ নহয়, তেতিয়া লভ্যাংশ দিব নোৱাৰে ; কিন্তু সেই বছৰৰ অনাদেয় লাভ পিছত হোৱা লাভৰপৰা বা কোম্পানীয়ে পিছত কৰা লাভৰপৰা দিব লাগে। ফলত প্ৰতি বছৰৰ লভ্যাংশ এই পত্ৰসমূহে লাভ কৰেই। কেৱল সময়ৰ আগ বা পিছ। অনাদেয় লাভৰ অংশ নিদিয়া পৰ্য্যন্ত স্থগিত হৈ থাকে।

লভ্যাংশ অবৰ্ধক প্ৰাধান্যাংশ পত্ৰ হৈছে সেই বিধ প্ৰাধান্যাংশ পত্ৰ যি পত্ৰত বাকী পৰা লভ্যাংশ বা অনাদেয় লভ্যাংশ পোৱাৰ কোনো স্বত্ব নাথাকে। অৰ্থাৎ লাভ নোহোৱা বা লাভে নুকুলোৱা বছৰৰ লভ্যাংশ এই পত্ৰই পোৱাৰ অধিকাৰ নাপায়। ধৰা হওক, কোনো এটা কোম্পানীয়ে ১৯৭২ চনত একো লাভ কৰিব নোৱাৰিলে আৰু সেয়ে লভ্যাংশ দিয়া নহ'ল ; কিন্তু সেই কোম্পানীয়ে ১৯৭৩ চনত ভাল আয় কৰিলে আৰু সেই আয়ৰ লভ্যাংশ বণ্টন কৰা হ'ল। লভ্যাংশ অবৰ্ধক পত্ৰই কোম্পানীৰ পৰা ১৯৭৩ চনৰ লভ্যাংশ পাব আৰু লভ্যাংশ বৰ্ধক প্ৰাধান্যাংশ পত্ৰই ১৯৭৩ চনৰ আয়ৰপৰাই ১৯৭২ আৰু ১৯৭৩ উভয় চনৰ লভ্যাংশ পাব।

উল্লেখিত প্ৰাধান্যাংশ পত্ৰৰ বাহিৰেও আৰু কেইবিধমান এনে জাতীয় পত্ৰ কোম্পানী সমূহে প্ৰচলন কৰে, যেনে—পৰিশোধনীয় প্ৰাধান্যাংশ পত্ৰ ( Redeemable preference share ), সহযোগী প্ৰাধান্যাংশ পত্ৰ ( Participating preference share ), জামিনবদ্ধ প্ৰাধান্যাংশ পত্ৰ ( Guranteed preference share ) আদি।

**পৰিশোধনীয় প্ৰাধান্যাংশ পত্ৰ ঃ** এনে পত্ৰ কোম্পানীয়ে কেইটামান চৰ্ত সাপেক্ষে প্ৰচলন কৰে। উক্ত চৰ্ত সমূহ হৈছে মুল পুঁজি অংশৰ ধন পৰিশোধ কৰাৰ উদ্দেশ্যে এনে পত্ৰ প্ৰচলন কৰা হয়। এনে পত্ৰৰ অৰ্থ

পৰিশোধ কৰা হয়, যদি পত্ৰৰ সম্পূৰ্ণ অৰ্থ আদায়ীকৃত হয়। কোম্পানীৰ লাভৰ অংশৰপৰা এনে পত্ৰৰ মূলধন পৰিশোধ কৰা হয় অথবা নতুন অংশ পত্ৰৰ প্ৰচলন আৰু তাৰ বিক্ৰীৰ ধনেৰে এনে পত্ৰৰ ধন পৰিশোধ কৰিব পাৰে। পৰিশোধনীয় প্ৰাধান্যাংশ পত্ৰৰ মূলধন পৰিশোধৰ সময়-সীমা পূৰ্বতেই নিৰ্দিষ্টকৈ দিয়া থাকে। এই পত্ৰসমূহৰ ধন পৰিশোধৰ বাবে "মূলধন পৰিশোধ সঞ্চয় নিধি ( Capital Redemption Reserve Fund ) নামৰ এটা নিধি গঠন কৰিব লাগে।

পৰিশোনীয় প্ৰাধান্যাংশ পত্ৰৰ অৰ্থ আচলতে কোম্পানীৰ বিত্ত-সংগ্ৰহৰ এটা মূল উৎস। এই উৎসৰ ধন দীৰ্ঘ-কালীন নাইবা মধ্য-কালীন পুঁজি হিচাপে ব্যৱহাৰ কৰিব পাৰি। কাৰণ, এই পত্ৰৰ ধন পৰিশোধৰ সময়-সীমা আৰু পত্ৰৰ সম্পূৰ্ণ অৰ্থ আদায়ীকৃত নোহোৱা পৰ্যন্ত পৰি-শোধৰ প্ৰশ্ন নুঠে।

**সহযোগী প্ৰাধান্যাংশ পত্ৰ** সমূহে নিজৰ ধৰা-বন্ধা লভ্যাংশ পোৱাৰ অন্তত যদি কিবা অৱশিষ্ট লাভৰ টকা কোম্পানীৰ হাতত থাকে, সেয়া লভ্যাংশ হিচাপে এই সহযোগী পত্ৰই ভোগ কৰাৰ অধিকাৰ পায়।

**জামিনবন্ধ প্ৰাধান্যাংশ পত্ৰ** প্ৰচলন কৰা হয় তেতিয়া, যেতিয়া এটা নিজস্ব ব্যৱসায় সংস্থা ( Private Business Concern ) কোম্পানীলৈ ৰূপান্তৰ হয়; অথবা এটা কোম্পানী আন এটা কোম্পানীত বিক্ৰী হৈ যায়। তেনে ক্ষেত্ৰত বিক্ৰীদাৰে বা অনুৰক্ত পক্ষই কেইবছৰমানৰ বাবে এনে পত্ৰত নিৰ্দিষ্ট পৰিমাণৰ লভ্যাংশ দিবলৈ দায়বদ্ধ হয়।

বিস্তৃত অৰ্থত, প্ৰাধান্যাংশ পত্ৰই কোম্পানী বা নিগমৰ মূলধন গঠনত এক উল্লেখযোগ্য বৰঙণি আগবঢ়ায়। ই দীৰ্ঘ-কালীন আৰু মধ্য-কালীন পুঁজি হিচাপে ব্যৱহৃত হয়।

**সমাংশ (Equity Shares) ঃ** কোম্পানীত বা নিগমত প্ৰাধান্যাংশ



...জি নোহোৱা পুঁজি অংশ সমূহক সমাংশ বা সমতাংশ নামে নামকৰণ ...া হৈছে।

সমাংশ পুঁজিৰ লক্ষণসমূহ নিম্নোল্লিখিত ধৰণৰ ঃ—

(১) সাধাৰণতে সমাংশ পুঁজিৰ অংশধাৰী সকলেই কোম্পানীৰ ...কী বা স্বত্বাধিকাৰী বুলি পৰিগণিত কৰা হয়।

(২) সমাংশ পত্ৰৰ প্ৰচলন বিস্তৃত; ইয়াৰ সংখ্যা প্ৰাধান্যাংশ ...তকৈ অধিক; কিন্তু পত্ৰৰ মূল্য তাতকৈ বহু কম।

(৩) কোম্পানীৰ পুঁজি অংশলৈ বৰঙণি আগবঢ়োৱাত সমাংশ পত্ৰক ...ধিকাৰ দিয়া হয়, কিন্তু লভ্যাংশৰ ক্ষেত্ৰত কোম্পানীয়ে অন্য ...লো পত্ৰত লভ্যাংশ দিয়াৰ অন্ততহে সমাংশ পত্ৰই লাভৰ অংশ পায়। ...য়ে দেখা যায়, সমাংশধাৰীসকলে তেজী বজাৰত ( Boom ...arket ) লাভৱান হয়। আনহাতে সংকট কালত ( অৰ্থনৈতিক ) ...জি অংশও হেকৱাব লগা হয়।

(৪) লভ্যাংশ অৰ্জনৰ বিষয়ত কোনো নিৰ্দিষ্ট হাৰ ( Stipulated ...te) সামাংশ পত্ৰৰ নাই। আনহাতে লভ্যাংশ পোৱাটো কোম্পানীৰ "...কালক পৰিষদ"ৰ মনোভংগী সাপেক্ষ কথা।

(৫) কোম্পানী ভংগ কৰাৰ কালত সকলো ধৰণৰ ধাৰ-ঋণ, ...ধান্য পুঁজি অংশ পৰিশোধ কৰাৰ পিছতহে সমাংশ পুঁজি পৰিশোধ ...কৰাৰ নিয়ম।

(৬) কোম্পানীৰ পৰিচালনা কাৰ্য্যত সমাংশধীসকলে ভাগ লোৱা, কোম্পানী সংক্ৰান্ত সকলো বিষয় অৱগত হোৱা, সমাংশ পত্ৰ হস্তান্তৰ কৰা, ...ইন বিৰ্হগিত কাৰ্য্য কৰিবলৈ কোম্পানীক নিৰস্ত কৰা, কোম্পানীয়ে ...তিৰিক্ত পত্ৰ প্ৰচলন কৰোঁতে ক্ৰয় কৰিবলৈ প্ৰথম সুযোগ পোৱা, ...তিৰিক্ত লভ্যাংশ বন্টন বিষয়ত ভাগ লোৱা আৰু সকলো বিষয়তে ...ভোট দিয়াৰ অধিকাৰ পায়। Prof. W. H. S. Stevens অৰ মতে

"Stock holders vote not merely upon one but u[illegible] many matters, So that the right to vote is to all inte[illegible] and purposes "a bundle of rights' to vote".

(৭) কোম্পানীয়ে সমাংশ পত্ৰ প্ৰচলনৰদ্বাৰা স্থায়ী পুঁজি স[illegible] কৰে যিটো পুনৰ ঘূৰাই দিয়াৰ বা পৰিশোধ কৰাৰ কোনো ব[illegible] বাধকতা নাই। অৰ্থাৎ সমাংশ পত্ৰৰ মূলধন পুনৰ পৰিশোধৰ স[illegible] সীমা নাথাকে।

(৮) কোম্পানীৰ ব্যৱসায় দায়িত্ব (Business risks) সমাংশধা[illegible] সকলৰ হাততেই বাস্তৱিকতে থাকে। সেয়ে তেওঁলোক কোম্পানী[illegible] দায়-বাহক ( Risk bearer ) ৰূপে পৰিগণিত হয়।

সমাংশ পত্ৰৰ পুঁজি অংশই আচলতে কোম্পানীৰ সাহসৰ মূলধন[illegible] কোম্পানীয়ে লভ্যাংশ ঘোষণা কৰাটো স্বেচ্ছাধীন কথা। সেয়ে ব[illegible] ক্ষেত্ৰত দেখা যায়, কোম্পানীৰ আয়ক লভ্যাংশ হিচাপে ঘোষণা[illegible] নকৰি কোম্পানীৰ উন্নয়ন অথবা সম্প্ৰসাৰণৰ অৰ্থে, সেই লাভক ব[illegible] আয়ক পুনৰ বিনিয়োগ কৰা হয়। আনহাতে, কোম্পানীৰ জীৱন[illegible] কালত সেই সমাংশৰ পুঁজি পৰিশোধ কৰাৰ কথাই নুঠে। গতিকে[illegible] সমাংশ পুঁজিয়ে কোম্পানীক স্থায়ী পুঁজিৰ নিশ্চয়তা দিয়ে।

তথাপিও কেৱল সমাংশ পুঁজিৰেই কোম্পানীৰ পুঁজি গঠন কৰা পদ্ধতিক সুস্থ-পদ্ধতি বুলি কোৱা নাযায়। সমাংশ পুঁজিৰ বিস্তাৰিত ব্যৱস্থাৰে "ব্যৱসায়"ৰ ( Trading on Equity ) সুযোগ নষ্ট কৰে। ক্ষেত্ৰ বিশেষে লক্ষ্য কৰা যায় যে কোম্পানীৰ পৰিচালনা আৰু নিয়ন্ত্ৰণত সমাংশধাৰীৰ কোনো কোনো দলে ( Group ) বা পক্ষই দ্বন্দোলামান অৱস্থাৰ সৃষ্টি কৰে। সমাংশ পুঁজিৰ মাত্ৰাধিক্যাই অতিৰিক্ত মূলধনী-কৰণলৈ কোম্পানীক অগ্ৰসৰ কৰায়।



[illegible]দ্ৰিত মূলহীন অংশ ( No par value share ) : মুদ্ৰিত মূল্য [illegible]কা পুঁজি অংশৰ প্ৰচলন ভাৰতবৰ্ষ বা ইংলণ্ডত নাই ; কিন্তু [illegible]মেৰিকাত এনে অংশ পত্ৰৰ খুব সমাদৰ। ব্যৱসায় সদায় গতিশীল। [illegible]য়ে পুঁজি অংশৰ মূল্যও নমনীয়। এনে অংশ পত্ৰক কোনো নিৰ্দিষ্ট [illegible]ল্যমান নিদিয়াকৈ কিছুমান নিৰ্দিষ্ট সংখ্যাত বিভক্ত কৰি প্ৰচলন কৰা [illegible]য়। অংশ প্ৰমাণ পত্ৰই ( Share Certificate ) কিমান সংখ্যাৰ [illegible]তেনে অংশ পত্ৰ এজন অংশধাৰীয়ে লৈছে তাৰ হিচাপহে দিয়ে, কিন্তু [illegible]তেনেকৈ লোৱা অংশ পত্ৰৰ মূল্য কিমান তাৰ উল্লেখ অংশ পত্ৰত নাথাকে।

এই অংশ পত্ৰ সমূহৰ লভ্যাংশ শতকৰা হাৰৰ ভিত্তিত দিয়া নহয়। যিহেতু অংশ পত্ৰত কোনো নিৰ্দিষ্ট মুদ্ৰিত মূল্য দিয়া নাথাকে। গতিকে এখন অংশ পত্ৰত কিবা এটা নিশ্চিত পৰিমাণৰ লভ্যাংশ নিৰ্ধাৰণ কৰি অংশধাৰীক দিয়া হয়।

এনে অংশ পত্ৰৰ প্ৰচলন ভাৰতবৰ্ষত নিষিদ্ধ। এনে পুঁজি অংশ থকা কোম্পানীৰ হিচাপ সমীকৰণ পত্ৰই ( Balance Sheet ) প্ৰকৃত আৰু শুদ্ধ হিচাপ প্ৰদৰ্শন কৰে। কাৰণ কোম্পানীৰ মূলধন সদায় কোম্পানীৰ পৰিসম্পত্তিৰ লগত সমান থাকে।

মূল্য নথকা এনে অংশ পত্ৰ যি কোনো দামত বিক্ৰী কৰিব পাৰি আৰু যদি ইয়াৰ প্ৰাথমিক মূল্য প্ৰচলনকাৰী কোম্পানীক ( Issuing Company ) আদায় দিয়া হয়, তেনেহলে এনে অংশ পত্ৰৰ কোনো দায়িত্ব অংশধাৰীৰ নাথাকে। সেয়ে দেখা যায়, অংশ পত্ৰ সমূহ সদায় পূৰ্ণ আদায়ীকৃত আৰু ইয়াৰ দাম সদায় নিশ্চল নহয়। পৰিৱৰ্তিত অৱস্থাত এনে অংশ-পত্ৰৰ দাম নিৰ্ধাৰণ কৰাত বৰঞ্চ সুচল হয়। ইয়াৰ উপৰিও, অংশ পত্ৰৰ দাম কোম্পানীৰ উপাৰ্জনৰ লগত সৰ্বদায় জড়িত

থাকে, ফলত অংশ পত্ৰৰ অন্তৰ্নিহিত মূল্য নিৰূপণ কৰোঁতে অংশধাৰীৰ কোনো অসুবিধা নহয়।

এইটো মনত ৰখা উচিত হ'ব যে, মূল্য নথকা অংশ পত্ৰৰ ক্ষেত্ৰত পুঁজি অংশৰ হ্ৰাসকৰণৰ প্ৰশ্ন নুঠে, যিহেতু অংশ পত্ৰৰ মূল্য সদায় কোম্পানীৰ উপাৰ্জনৰ লগত আপোনা-আপুনি মিলি থাকে।

তথাপিও, যিহেতু অংশ পত্ৰৰ মুদ্ৰিত মূল্য নাই, পৰি-সম্পত্তিৰ মূল্যায়নৰে অংশ পত্ৰৰ মূল্য নিৰ্ণয় কৰা কঠিন। অংশ-পত্ৰৰ মূল্য কম নে বেছি তাক নিৰূপণ কৰাৰ কোনো ভিত্তি নাই, গতিকে বিনিয়োগৰ ফিৰৎ-লাভ ( Return ) লাভজনক হৈছে, নে নাই হোৱা তাক বুজা নাযায়। এইবোৰ ত্ৰুটী-বিচ্যুতিয়ে প্ৰচলনকাৰী কোম্পানীক অতিৰিক্ত বা নিম্ন মূলধনীকৰণ কৰাৰ সম্ভাৱনীয়তা ৰাখে।

**ঋণ-পত্ৰ ( Debenture ):** এটা কোম্পানীৰ উন্নয়নৰ কাৰণে "নিজস্ব মূলধন" ( Owned Capital ) কেনেভাৱে সংগ্ৰহ কৰিব পাৰি তাৰ পৰ্য্যালোচনা হ'ল; কিন্তু এটা সাৰ্বজনিক কোম্পানীৰ সম্প্ৰসাৰণ বা ক্ৰমোন্নয়নৰ অৰ্থে কিছু অতিৰিক্ত পুঁজিৰ প্ৰয়োজন হয়। উক্ত পুঁজি ঋণৰদ্বাৰা বা ধাৰ কৰি সংগ্ৰহ কৰা হয়; যাক ঋণ-সৰ্বস্ব পুঁজি ( Borrowed Capital ) বুলি অভিহিত কৰা যায়। কিছুমান বিনিয়োগকাৰীয়ে কোম্পানীৰ পুঁজি অংশ ক্ৰয় নকৰে অথচ কোম্পানীলৈ ঋণ আগবঢ়ায়। সেই ঋণৰ বাবে কোম্পানীয়ে এখন প্ৰলেখ ( Document ) বা ঋণলেখ ঋণ-দাতাজনক ( Creditor ) বা মহাজনক দিব লাগে। উক্ত ঋণলেখ বা প্ৰলেখক বাণিজ্য ভাষাত কোম্পানী নিৰাপত্তা ঋণ-পত্ৰ বা ডিবেঞ্চাৰ ( Debenture ) বোলা হয়।

ঋণ-পত্ৰ হৈছে কোম্পানীয়ে লোৱা ধাৰৰ বা ঋণৰ প্ৰাপ্তি স্বীকাৰ। কোম্পানীৰ অন্তৰ্নিয়ম দলিলত লিপিবদ্ধ হোৱা নীতি-নিয়ম অনুযায়ী -



ই ঋণ-পত্ৰ বজাৰত প্ৰচলন কৰা হয়। ঋণ-পত্ৰসমূহ কোম্পানীৰ পুঁজি ৰৰ দৰে সমান মূল্যাংশত বিভক্ত কৰা হয়। পুঁজি অংশৰ দৰেই কো সৰ্বজনৰ মাজত প্ৰচলন বা বিক্ৰীৰ বাবে আগবঢ়োৱা হয়। -পত্ৰৰ পিছ-পিঠিত পত্ৰৰ আচৰণ বিধিৰ উল্লেখ থাকে। আচৰণ ধিৰ অন্তৰ্গত বিষয়-বস্তু হৈছে—সুতৰ হাৰ, ঋণ পৰিশোধৰ সময় আৰু নিয়ম, নিৰাপত্তাৰ চৰ্ত আদিয়েই প্ৰধান।

বাস্তৱিকতে ঋণ-পত্ৰধাৰীসকল অংশধাৰীসকলৰ সম-পৰ্য্যায়ৰ নহয়। ঋণ-পত্ৰধাৰীসকল কোম্পানীৰ উত্তমৰ্ণ বা ঋণদাতা কিন্তু; অংশধাৰীজন কোম্পানীৰ প্ৰকৃত গৰাকী। সেয়ে ঋণদাতাই ঋণৰ সুত পায়, উক্ত সুত কোম্পানীয়ে অনিবাৰ্য্য দায়িত্ব হিচাপে দিব বা পৰিশোধ কৰিব লাগে। ই কোম্পানীৰ লাভ-লোকচানৰ ওপৰত নিৰ্ভৰ যোগ্য নহয়। আনহাতে, অংশধাৰীয়ে কোম্পানীৰ লভ্যাংশ পায়, যদি কোম্পানীৰ লাভ হয়; কিন্তু লভ্যাংশ দিয়া বিষয়টি সঞ্চালক মণ্ডলীৰ ইচ্ছা সাপেক্ষ। ঋণ-পত্ৰৰ অৰ্থ কোম্পানীৰ বাবে ঋণ বা ধাৰ, সেই ধাৰ বিধি অনুযায়ী পৰিশোধনীয়; কিন্তু কোম্পানীৰ সমুদায় পুঁজি অংশ, দুই এক প্ৰকাৰ পুঁজি অংশৰ বাদে, বিধি-ব্যৱস্থা ব্যতিৰেকে, সাধাৰণতে পৰিশোধ কৰিব লগা অনিবাৰ্য্য স্বত্ব নহয়।

কোম্পানী ভংগকালীন অৱস্থাত ঋণ-পত্ৰই পৰিশোধৰ ক্ষেত্ৰত ঋণ-পত্ৰ অনুযায়ী অগ্ৰাধিকাৰ পায়, কিন্তু কেম্পানী চলিত কালত, পৰিচালনা বা নিয়ন্ত্ৰণ বিষয়ত ঋণ-পত্ৰধাৰীৰ কোনো স্বত্ব বা অধিকাৰ নাথাকে।

ঋণ-পত্ৰক নিৰাপত্তা আৰু আচৰণ বিধি অনুযায়ী কেইবা ভাগতো বিভক্ত কৰা হৈছে; যেনে—(১) নগ্ন বা সাধাৰণ ঋণ-পত্ৰ ( Naked or simple Debenture ) (২) বন্ধকী ঋণ-পত্ৰ ( Mortgaged Debenture ) (৩) পঞ্জীকৃত ঋণ-পত্ৰ (Registered Debenture) (৪) পৰিশোধনীয় ঋণ-পত্ৰ ( Redeemable Debenture ).

(৫) অপৰিশোধনীয় ঋণ-পত্ৰ ( Irredeemable Debenture আৰু বাহক বা মুক্ত ঋণ-পত্ৰ ( Bearer Debenture )।

(১) সাধাৰণ এক ঋণ পৰিশোধৰ প্ৰতিশ্ৰুতি দি কোম্পানীয়ে **বা সাধাৰণ ঋণ-পত্ৰৰ** প্ৰচলন কৰে। এনে ঋণে পৰিশোধৰ কোনো বস্তুগত স্বীকৃতি নাপায়। অৰ্থাৎ ঋণ-পত্ৰধাৰীয়ে কোম্পানীৰ কোনো সা-সম্পত্তি ( Assets ) জামিন ( Security ) হিচাপে নাপায়।

(২) কোম্পানীয়ে আপোন দায়বদ্ধতাত আৰু পৰি সম্পত্তিৰ কিছু অংশ বন্ধক দি যিবোৰ ঋণপত্ৰ প্ৰচলন কৰে তাক **বন্ধকী বা নিশ্চিত ( Secured ) ঋণ-পত্ৰ** বুলি পৰিগণিত কৰা হয়। উক্ত জিম্মাত ৰখা বা বন্ধক ৰখা বস্তু নিৰ্ধাৰিত বা স্থিৰ ( Fixed ) হ'ব পাৰে—যেনে কোম্পানীৰ কোনো বিশেষ সম্পত্তি ( Particular assets )। অথবা জিম্মাত ৰখা বস্তু নিৰ্ধাৰিত বা স্থিৰ নহৈ কোম্পানীৰ যিকোনো সম্পত্তি ( কোম্পানীত থকা যিকোনো বস্তু—Floating Asset ) ঋণ-পত্ৰ পৰিশোধ নোহোৱা পৰ্যন্ত বা স্থিৰ সম্পত্তিলৈ নামান্তৰ নোহোৱা পৰ্যন্ত হ'ব পাৰে।

উপৰোক্ত উভয় বিধ ঋণ-পত্ৰ "নিৰাপত্তা" ( security ) বিভাগত অন্তৰ্ভুক্ত একেটা মুদ্ৰাৰ যেন দুটা ফাল।

(৩) কোম্পানীয়ে পঞ্জীবদ্ধ বহীৰদ্বাৰা যিবোৰ ঋণ-পত্ৰ প্ৰচলন কৰে তেনে ঋণ-পত্ৰক **পঞ্জীকৃত বা পঞ্জীবদ্ধ ঋণ-পত্ৰ** বুলি জনা যায়। এনেভাবে প্ৰচলন কৰাৰ পিছত যিসকলে ইয়াক ক্ৰয় কৰে, তেওঁলোকৰ নাম-ঠিকনা পঞ্জীবদ্ধ বহীত লিপিবদ্ধ কৰি ৰখা হয়। এনে ঋণ-পত্ৰৰ সুত পঞ্জীবদ্ধ বহীত নাম-ঠিকনা থকা লোকসকলে পাব পাৰে। পঞ্জীবদ্ধ বহীত নাম-ঠিকনাৰ অন্তৰ্ভুক্তিয়ে এনে পত্ৰৰ স্বত্বাধিকাৰ দিয়ে। পঞ্জীকৃত ঋণ পত্ৰ হস্তান্তৰ দলিলৰদ্বাৰা ( Transfer deed ) হস্তান্তৰিত কৰিব পাৰি ; কিন্তু হস্তান্তৰ হোৱাৰ পিছত হস্তান্তৰিত বিষয়টি কোম্পানীৰ বহীত পঞ্জীবদ্ধ হ'ব লাগে।



(৪) কোম্পানীয়ে এটা প্ৰতিশ্ৰুতিৰে সৈতে **বাহক বা মুক্ত ঋণ-পত্ৰৰ** প্ৰচলন কৰে। উক্ত প্ৰতিশ্ৰুতি হ'ল—"যি সেই পত্ৰ ধাৰণ ( Holder ) বা বহন কৰে তেওঁকেই পত্ৰৰ মূল্য বা সুত দিয়া হয়।" সেয়ে এনে পত্ৰৰ সাধাৰণ ভাবেই সাল-সলনি হ'ব পাৰে। যাৰ হাতত বাহক ঋণ-পত্ৰ থাকে তেৱেঁই সেই পত্ৰৰ গৰাকী। গতিকে বাহকজনেই ঋণ-পত্ৰত সংলগ্ন থকা সুত-কুপনৰ ( Interest Coupons ) জড়িয়তে কোম্পানীত সেই সুত-কুপন দাখিল ( Produce ) কৰি সুত নিব পাৰে। উক্ত উভয় বিধ ঋণ-পত্ৰ হস্তান্তৰ কৰণ" ( Transference ) শ্ৰেণীৰ অন্তৰ্ভুক্ত।

(৫) পৰিশোধনীয় ঋণ-পত্ৰৰদ্বাৰা কোম্পানীয়ে অৰ্থ সংগ্ৰহ কৰোঁতে, এনে ঋণ-পত্ৰৰ মূল্য নিৰ্দিষ্ট সময়, জাননী বা দাবীত পৰিশোধ কৰিবলৈ দায়বদ্ধ হয়। সাধাৰণতে পৰিশোধৰ সকলো নিয়ম বা চৰ্ত ঋণ-পত্ৰৰ পিঠিকালে লিখা থাকে।

(৬) অপৰিশোধনীয় বা স্থায়ী ঋণ-পত্ৰৰ ( Irredeemable or Perpetual Debenture ) ঋণাংশ কোম্পানীয়ে কেতিয়া পৰিশোধ কৰিব তাৰ কোনো নিশ্চয়তা নাথাকে। নিৰ্ধাৰিত সময় নথকা সত্বেও এনে ঋণাংশ পৰিশোধ হয়। অৱশ্যে ঋণ-পত্ৰধাৰীয়ে কোম্পানী চলি থকা দিনলৈকে, ঋণাংশ পৰিশোধৰ বাবে দাবী কৰিব নোৱাৰে ; কিন্তু সুতৰ ক্ষেত্ৰত কোম্পানীয়ে নিয়মিতভাবে আওহেলা নকৰাকৈ সুত দি থাকিব লাগে। কোম্পানী ভংগ কালীন অৱস্থাত এনে ঋণ-পত্ৰৰ ঋণ সম্পূৰ্ণকৈ পৰিশোধ কৰিব লগা হয়।

উপৰোক্ত দুয়োবিধ ঋণ-পত্ৰ "মূলধন পৰিশোধ"ৰ শিতানত অন্তৰ্ভুক্ত। আলোচিত কেউ শ্ৰেণী ঋণ-পত্ৰক সিপিঠিৰ বৈখিক চিত্ৰৰে প্ৰকাশ কৰিব পাৰি।






উপৰোক্ত ঋণ-পত্রৰ বাহিৰেও মৰ্য্যাদা আৰু প্ৰাধান্য অনুসাৰে আৰু ভালেমান ঋণ-পত্র প্ৰচলনৰ নিয়ম আছে। সেই ঋণ-পত্রসমূহ হ'ল —সমাংশীয় বা সাধাৰণাংশ ঋণ-পত্র ( Equitable or Ordinary Debenture ), আইন অনুমোদিত ঋণ-পত্র ( Legal Debenture ), পৰিবৰ্তন কৰিব পৰা পৰিবৰ্তনীয় ঋণ-পত্র ( Convertible Debenture ), অপৰিবৰ্তনীয় ঋণ-পত্র ( Non-Convertible Debenture ) আদি।

কোম্পানীৰ আৰ্থিক বিষয়ত ঋণ-পত্রৰদ্বাৰা সংগৃহীত পুঁজিয়ে কোম্পানীৰ উত্থানৰ বাবে শকট অৰিহণা আগবঢ়ায়। এই ঋণ-পত্রৰ অৰ্থৰে বিত্তীয় আঁচনিৰ কাৰ্য্য-ক্ষেত্ৰৰ পৰিসৰ বঢ়াব পাৰি। এনে ঋণে এটা নিৰ্দিষ্ট সময়ৰ বাবে কোম্পানীক অৰ্থৰ যোগান ধৰে। দেশৰ উদ্যোগসমূহত ঋণ-পত্রৰ অৰ্থই এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে।

সাৰ্বজনিক সেৱা খণ্ডৰ উদ্যমৰ বাবে ঋণ-পত্রৰ জড়িয়তে পুঁজি সংগ্ৰহ কৰাটো ফলদায়ক, যিহেতু এনে উদ্যমৰ ভৱিষ্যতৰ উপাৰ্জন প্ৰায় নিশ্চিত। অৱশ্যে শিল্পজাত উদ্যোগত সমাংশৰ ( Equity Shares ) দ্বাৰা মূলধন সংগ্ৰহ বেছি লাভজনক হয়। এনে উদ্যোগত অধিক ধাৰ বা ঋণ সৰ্বতোভাবে পৰিত্যাজ্য। যিবিলাক উদ্যোগত পৰিসম্পত্তিৰ পৰিমাণ বৃহৎ তেনে উদ্যোগত পৰিশোধনীয় বা অপৰিশোধনীয় ঋণ-পত্রৰ দ্বাৰা পুঁজি সংগ্ৰহ কৰিলে উদ্যোক্তা অসুবিধাত নপৰে। যি উদ্যোগৰ উপাৰ্জন অনিয়মিত তেনে উদ্যোগত প্ৰাধান্যাংশ পুঁজি লগ্নি লাভজনক হয়। পূৰ্ণ প্ৰতিষ্ঠিত উদ্যোগত, যদি ক্ৰমোন্নয়ন বা সম্প্ৰসাৰণৰ প্ৰশ্ন উঠে আৰু তাৰ বাবে অৰ্থৰ আৱশ্যক হয়, তেতিয়া সস্তীয়া ধৰণৰ ঋণ-পত্র (সাধাৰণ, মুক্ত বা বাহক, পঞ্জীকৃত আদি) প্ৰচলনৰদ্বাৰা অৰ্থসংগ্ৰহ কৰিব লাগে। এনে ধৰণৰ কিছুমান ৰীতি-নীতি অনুশীলন নকৰিলে উদ্যোগত

ঋণ-পত্ৰৰ অৰ্থই অনৰ্থ ঘটায়; কিন্তু ভাৰতবৰ্ষত ঋণ-পত্ৰৰ প্ৰচলন অনুজ্জ্বল হোৱাৰ কেইবাটাও কাৰণ আছে—যেনে ঃ—

(ক) পৰিচালন অভিকৰ্তাই কোম্পানীৰ ওপৰত নিজৰ গুৰুত্ব হ্ৰাস পোৱাৰ ভয়ত ঋণ-পত্ৰ প্ৰচলনত নিৰুৎসাহ কৰে।

(খ) ঋণ-পত্ৰ প্ৰচলনৰ অৰ্থে প্ৰাথমিক খৰছ (বাট্টা কমিছন, বেহাই আদি) উচ্চ হাৰৰ হোৱাও জনপ্ৰিয়তা নোহোৱাৰ কাৰণ।

(গ) উন্নতশীল পুঁজি বজাৰৰ অভাৱ আৰু সীমিত ঋণ-পত্ৰ ক্ৰয় সম্ভাৰ কাৰণে ইয়াৰ পৰিসৰ বৃদ্ধি পোৱা নাই।

(ঘ) বীমা জাতীয় কোম্পানীয়ে এনে ঋণ-পত্ৰ ক্ৰয়ৰ কাৰণে কোনো উৎসাহ নেদেখুৱায়।

(ঙ) কম উপাৰ্জনক্ষম ব্যৱসায়ীৰ বাবে ঋণ-পত্ৰৰ মুদ্ৰিত মূল্য খুব অধিক হয়।

(চ) ৰাষ্ট্ৰীয় নিৰাপত্তা পত্ৰয়ো ঋণ-পত্ৰৰ বহুল প্ৰচলনত বাধা সৃষ্টি কৰে।

(ছ) ভাৰতীয় ব্যৱসায়ী অধিকোষ বা বেংকসমূহৰ ঋণ-পত্ৰৰ প্ৰতি ভাল মনোভাৱ নথকাও অপ্ৰচলনৰ অন্যতম কাৰণ। ঋণ-পত্ৰ প্ৰচলন কৰা কোম্পানীক আৰ্থিকভাৱে টনকিয়াল নহয় বুলি তেওঁলোকে ঋণ-দান নকৰে।

সদ্যহতে, উল্লেখিত ঋণ-পত্ৰৰ বিভ্ৰান্তিকৰ কাৰণসমূহৰ পুনৰ মূল্যায়ন হৈছে আৰু আকৰ্ষণীয় চৰ্ত (যেনে পৰিবৰ্তন (Convertible) কৰাৰ সুবিধা), ন্যাসধাৰী সেৱা (Trustee Service), দায়িত্ববাহী অভিকৰ্তা (Under Writing Agent), প্ৰতিষ্ঠানীয় সংস্থাৰ বিনিয়োগ সুবিধা (Institutional investors), আৰু ব্যৱসায়ী বেংকৰ (Commercial Bank) সংস্কাৰ মুক্ত হোৱা বাবে ঋণ-পত্ৰৰ প্ৰচলন ক্ৰমশঃ বাঢ়ি আহিছে।



**নিজস্ব আৰু সাৰ্বজনিক সঞ্চয় বা জমা (Private and Public Deposit)** ঃ শিল্পোদ্যোগ আৰু বেপাৰ-বাণিজ্যত নিজস্ব আৰু সাৰ্বজনিক পুঁজিয়ে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। সাধাৰণতে ...নৰ স্থিৰ আৰু কাৰ্য্যকৰী মূলধনৰ চাহিদা, এই সঞ্চয়ে প্ৰায় ভাগ পূৰণ কৰে। অপ্ৰচুৰ অধিকোষৰ ব্যৱস্থাৰ কাৰণে এই খণ্ডৰ পুঁজিয়ে ব্যৱসায় বা উদ্যোগৰ আৰ্থিক অনাটনসমূহ দূৰ কৰে।

এই জমাসমূহ বিভিন্ন পৰিচালন অভিকৰ্তাই (Managing Agent) ...য় ক্ষেত্ৰতে তেওঁলোকৰদ্বাৰা পৰিচালিত বেলেগ বেলেগ শিল্পজ ব্যৱসায়ত বিনিয়োগ কৰে। স্বাভাৱিকতে প্ৰায়বিলাক ব্যৱসায় বাণিজ্যত প্ৰাথমিক মূলধন আৰু খৰছসমূহ উক্ত অভিকৰ্তাই যোগান ...াৰ নিয়ম প্ৰচলন হয়।

এনে অভিকৰ্তাই যোগান ধৰা অৰ্থে সাধাৰণতে তেওঁলোকৰ নিজস্ব গোষ্ঠী আৰু বন্ধু-বান্ধৱবপৰা সংগ্ৰহ কৰে। অভিকৰ্তাৰ প্ৰতিপত্তি আৰু প্ৰভাৱে নিজস্ব পুঁজি (Private Diposits) আহৰণত অৰিহণা যোগায়। কোনো কোনো সময়ত অভিকৰ্তাই অন্য অৱস্থাপন্ন মানুহৰ-জামিন হৈ সঞ্চয়-পুঁজি সংগ্ৰহ কৰে; আৰু এই সংগৃহীত সঞ্চয়-পুঁজি তেওঁলোকৰদ্বাৰা পৰিচালিত আৰু নিয়ন্ত্ৰিত ব্যৱসায়ত বিনিয়োগ কৰে।

বাস্তৱ অৰ্থত, যি সকলে ব্যৱসায় সংস্থা বা উদ্যোগলৈ পুঁজি আগবঢ়ায়, তেওঁলোক প্ৰতক্ষ্য বা পৰোক্ষভাৱে ব্যৱসায় সংস্থাৰ লগত জড়িত হৈ পৰে। এই সম্পৰ্ক অভিকৰ্তাৰ, বা সমভাগীৰ হ'ব পাৰে। এই সম্পৰ্কই উদ্যোগ বা ব্যৱসায়ৰপৰা নিজস্ব পুঁজি তুলি নিয়াৰ কোনো সংশয় নাৰাখে। ফলত আৰ্থিক সংকটকালীন অৱস্থাত এই পুঁজিয়েই মূল উৎস হৈ পৰে।

এই নিজস্ব পুঁজিৰদ্বাৰা দেশত মধ্যমীয়া উদ্যোগ বা ব্যৱসায় স্থাপন সহজ হয় আৰু নতুন উদ্যমৰ প্ৰাথমিক স্তৰত হোৱা আৰ্থিক চাহিদাখিনি ই পূৰণ কৰে।

তথাপিও এই নিজস্ব বা ব্যক্তিগত সঞ্চয়ে ব্যৱসায় বা উদ্যোগত
কিছুমান অসুবিধাৰ সৃষ্টি নকৰা নহয়। ই সাধাৰণতে সুদিনৰ বন্ধু হয়
কাৰণ সংকট কালীন অৱস্থাত এই পুঁজিৰ সোঁত বন্ধ হৈ যাব পাৰে
অথবা লগ্নি পুঁজিও ( Working Capital ) ব্যৱসায় বা উদ্যোগৰপৰা
তুলি নিব পাৰে। উদ্যোগ বা ব্যৱসায়ত অভিকৰ্তাৰ পৰোক্ষ অনু
প্ৰৱেশে, উদ্যোগৰ ক্ৰমোন্নতি শিথিল কৰে। কোনো কোনো ক্ষেত্ৰত
নিজস্ব পুঁজিৰ সুতৰ হাৰ মাত্ৰাধিক হয়। নিজস্ব পুঁজি দাতাৰ প্ৰতিশ্ৰুতি
কেতিয়াবা কোনো উদ্যোক্তাই উদ্যোগ আৰম্ভ কৰি, পিচত তেনে পুঁজি
নাপাই উদ্যোগত লোকচান ভৰিব লগা হয়, অথবা তেনে পুঁজি দাতাৰ
মনোভাৱ অনুযায়ী উদ্যোক্তাই নিজৰ চিন্তা ভাৱনা বা পৰিকল্পনা বিসৰ্জন
দি উদ্যোগ পৰিচালনা কৰিব লগা হয়।

ভাৰতবৰ্ষৰ বিভিন্ন ব্যৱসায় বাণিজ্য আৰু উদ্যোগত, যথা—
খাদ্যোচাৰী গুৰ, চেনি, জুইশলা, কাপোৰৰ কল আদি উদ্যোগৰ মূলধন
গাঁঠনিত এই নিজস্ব পুঁজিৰ এক বৃহৎ পৰিমাণৰ অৰ্থ বিনিয়োগ হৈছে।

ঠিক একে ধৰণেই সাৰ্বজনিক পুঁজিও ভাৰতবৰ্ষৰ বিভিন্ন ব্যৱসায়
প্ৰতিষ্ঠান উদ্যোগ আদিত প্ৰয়োগ হৈছে। এই ক্ষেত্ৰত দেখা যায়,
বম্বে, আহমেদাবাদ, নাগপুৰ, কৰ্ণাটক আদিত প্ৰতিষ্ঠিত কাপোৰ
কলসমূহ প্ৰায় সাৰ্বজনিক পুঁজিৰ ভিত্তিত সংগঠিত আৰু চলিত হৈছে।
অসম আৰু পশ্চিমবংগৰ বহু চাহ-বাগিচাৰ লগ্নী-পুঁজিও এই খণ্ডৰ পুঁজিৰ-
পৰাই অহা। উল্লেখিত উদ্যোগসমূহৰ গৰাকীয়ে তেওঁলোকৰ প্ৰভাৱ,
প্ৰতিপত্তি আদিৰ সুনামেৰে সাৰ্বজনিক পুঁজি সংগ্ৰহ আৰু প্ৰয়োগ
কৰিবলৈ সুযোগ পায়। এই পুঁজি অৱশ্যে ছমাহৰপৰা সাত বছৰ-
লৈকে লোৱাৰ নিয়ম আছে। সুতৰ হাৰ প্ৰায় নিৰ্ধাৰিত। উক্ত
উদ্যোগবোৰে এনে সাৰ্বজনিক পুঁজি প্ৰয়োগ মূলধনত ( Working
Capital ) ব্যৱহাৰ কৰে। কাপোৰ কলবোৰে উৎপাদনৰ বাবে কপাহ



ক্ৰয় কৰিবৰ বাবে এনে পুঁজি সংগ্ৰহ কৰে আৰু ছমাহৰ পিছত উৎ-
পাদিত কাপোৰ বিক্ৰী কৰি তেনে পুঁজি পৰিশোধ কৰে উপৰোক্ত
উদ্যোগৰ বাহিৰেও অন্যান্য কিছুমান শিল্পজ সংস্থাটো সাৰ্বজনিক পুঁজিৰ
প্ৰয়োগ হৈছে।

তৃতীয় দশকৰ সংকট কালীন অৱস্থাৰ আগলৈকে সাৰ্বজনিক
পুঁজিয়ে শিল্প উন্নয়নৰ ক্ষেত্ৰত এক আদৰ্শনীয় ভূমিকা গ্ৰহণ কৰিছিল।
১৯৫০ চনৰ পিচৰপৰা শিল্প-বাণিজ্যত পুনৰ সাৰ্বজনিক পুঁজি প্ৰচলনৰ
ক্ৰমোন্নতি উল্লেখনীয় ভাবে বৃদ্ধি পাইছিল আৰু প্ৰায়ে সকলো ধৰণৰ
বাণিজ্য উদ্যোগে সাৰ্বজনিক পুঁজি ব্যৱহাৰ কৰিবলৈ পাইছিল। ১৯৬৪-
৬৫ আৰু ১৯৬৫-৬৬ চনত এনে সাৰ্বজনিক পুঁজিৰ বিনিয়োগ মুঠ ঋণৰ
শিতানত শতকৰা ষাঠি ভাগ আছিল; কিন্তু "ৰিজাৰ্ভ বেংক অৱ্
ইণ্ডিয়াই" শিল্প উদ্যোগত "সাৰ্বজনিক পুঁজি" বিনিয়োগ পৰিসীমা বান্ধি
দিয়ে। এই পৰিসীমা অনুযায়ী অধিকোষ 'ব্যৱসায়ৰ ( Banking
business ) বাহিৰে আন বাণিজ্য উদ্যোগত মুঠ আদায়ীকৃত মূলধনৰ
বা অৰ্পিত মূলধনৰ ( Paid up Capital ) শতকৰা পঁচিশ ভাগতকৈ
অধিক হ'ব নোৱাৰিব।

সাৰ্বজনিক পুঁজি সংগ্ৰহৰ সংগ্ৰহ পদ্ধতি তেনেই সহজ। "পুঁজি"
জমা পোৱা ৰচীদ ( Receipt ) খনেই বিনিয়োগকাৰীৰ যথাসৰ্বস্ব।
খুব কম খৰচেৰে প্ৰয়োগ মূলধন আহৰণ কৰিব পাৰি। কোম্পানীয়ে
কোম্পানীৰ অংশধাৰীক এনে ধনৰ প্ৰয়োজন ফলত অধিক লাভ কৰি,
বেছি লভ্যাংশ দিব পাৰে। সাৰ্বজনিক পুঁজিৰ ঋণ, নিৰাপত্তাহীন।
আৰ্থিক সংকট কালত সাৰ্বজনিক পুঁজিৰ বিনিয়োগকাৰীয়ে সংশয়
বশতঃ তেওঁলোকৰ ঋণ-পুঁজি উদ্যোগৰপৰা তুলি ( Withdraw )
নিয়ে। পৰিচালন অভিৰ্কতাৰ সীমিত কাৰ্য্যকাৰিতাৰ বাবে এনে
পুঁজিৰ ওপৰত উদ্যোক্তাই বিশ্বাস স্থাপন কৰিব নোৱাৰা হৈ আহিছে।

এই নিজস্ব আৰু সাৰ্বজনিক পুঁজি ব্যৱস্থাই "পুঁজি অংশ বজাৰ" বা "বিনিয়োগ বজাৰ"ৰ পৰিসৰ সীমিত কৰে।

**বাণিজ্যিক অধিকোষ ( Commercial Banks ):** ভাৰতীয় বেংকবোৰ কেৱল সঞ্চয়কোষ ! হ্ৰস্বম্যাদী ঋণ দানৰ ক্ষেত্ৰত বাণিজ্যিক বেংকৰ কাৰ্য্যকাৰিতা সৰ্বজন স্বীকৃত। বহু উদ্যোগে নিজৰ নিজৰ আৱশ্যকীয় প্ৰয়োগ মূলধন বাণিজ্যিক বেংকৰপৰা লয়। এই ঋণ দানৰ পদ্ধতি সাধাৰণতে প্ৰত্যক্ষ ধাৰ, বেংক্ ওপৰঞ্চি (Bank over Draft) আৰু যাবতীয় বাণিজ্যিক প্ৰলেখ ( Note ) বা ঋণ-পত্ৰ আদি। বাণিজ্যিক বেংকবোৰ সচৰাচৰ সঞ্চয় বেংক আৰু সিহঁতৰ দায়বদ্ধতা হ্ৰস্ব-ম্যাদৰ। সেয়ে, এনে বেংকে কম সময়ৰ বাবেহে ঋণ আগবঢ়াব পাৰে। দীৰ্ঘ-কালীন ( Long term ) আটক ( Block ) হৈ থকা পুঁজি অংশৰ বাবে এই বেংকসমূহে ঋণ আগবঢ়াব নোৱাৰে; কাৰণ তেওঁলোকৰ সঞ্চয়সমূহ দাবী কৰা মাত্ৰে হ্ৰস্ব জাননীৰ ( Short Notice ) জৰিয়তে সঞ্চয়কাৰীয়ে আহৰণ ( withdraw কৰিব পাৰে। গতিকে এই কথা পৰিষ্কাৰ যে হ্ৰস্ব-ম্যাদৰ জমা বা সঞ্চয়েৰে দীৰ্ঘ-কালীন ঋণ দান সম্ভৱপৰ নহয়। কোনো কোনো ক্ষেত্ৰত ঋণ দিয়াৰ সম্ভাৱনীয়তা থাকিলেও সেই ঋণ কেৱল উদামৰ নগদ পৰিসম্পত্তিত ( Liquid Assets ) আৱদ্ধ ৰাখে। সেয়ে, বাণিজ্যিক বেংকে ব্যৱসায় সংস্থা বা উদ্যোগৰ কেঁচা সামগ্ৰী, সম্ভাৰ বা সম্ভাৰ ভঁড়াল বন্ধকত লৈ নগদ ঋণ আগবঢ়ায়। অৱশ্যে এই বন্ধকী বিষয়ত বন্ধকী বস্তুৰ শতকৰা ত্ৰিশৰপৰা পঞ্চাশ ভাগলৈ মূল্য হ্ৰাস কৰি অথবা লাভ কৰিহে বেংকে বন্ধক লয়। বেংকৰ ঋণ পৰিশোধৰ নিয়ম খুব কটকটীয়া।

স্থিৰ বা প্ৰয়োগ মূলধনৰ বিষয়ত বেংকে দীৰ্ঘম্যাদী ঋণদান নিদিয়া বিষয় লৈ বহু সমালোচনা হোৱা দেখা যায়। এই সন্দৰ্ভত জাৰ্মান



বেংকে শিল্পোদ্যোগত লোৱা সক্ৰিয় ভূমিকা সম্পৰ্কে বহু কথাই সদৰি কৰা হয়। কোৱা হয়, ভাৰতীয় বাণিজ্যিক বেংকসমূহে তেওঁ-লোকৰ ৰক্ষণশীল নীতি এৰি সেই দিশত পদক্ষেপ দিব লাগে। কথাখিনি যুক্তিযুক্ত; কিন্তু ইয়াৰ অন্তৰালত থকা এটা কথা প্ৰকাশ পোৱা নাছিল, সি হ'ল—জাৰ্মান বেংকসমূহ আছিল ঔদ্যোগিক বেংক আৰু ভাৰতীয় বেংকসমূহ হ'ল বাণিজ্যিক বেংক।

তথাপি এটা কথা অনস্বীকাৰ্য্য যে ভাৰতীয় বাণিজ্যিক বেংকসমূহে পূৰ্বৰপৰা এক গোড়া মনোবৃত্তিৰে অৰ্থ ব্যৱসায় কৰি আহিছে। প্ৰমাণ হৈছে, সৰু উদ্যোগলৈ ডাঙৰ বাণিজ্যিক বেংকে ঋণ দানৰ দ্বাৰা পূৰ্ণ নিৰাপত্তা নিদিয়ে বা ঋণদান নকৰে। অথচ ডাঙৰ উদ্যোগলৈ শকত পৰিমাণৰ মোটা ঋণ আগবঢ়োৱাৰ নজিৰ বহুত আছে। সেয়ে, সেই মনোবৃত্তিৰ কিছু পৰিবৰ্তনৰ প্ৰয়োজন, যি পৰিবৰ্তনে প্ৰগতিশীল ভূমিকাত অৱতীৰ্ণ হ'বলৈ বেংকসমূহক প্ৰেৰণা যোগাব। এই ভূমিকা হ'ব—

(ক) দেশৰ সকলো সৰু-বৰ উদ্যোগ আৰু ব্যৱসায় সংস্থালৈ পাৰিতপক্ষে হ্ৰস্বম্যাদী ঋণ আগবঢ়োৱা।

(খ) নতুন অথবা প্ৰতিষ্ঠিত উদ্যোগৰ মাজত, সৰু অথবা ডাঙৰ উদ্যোগৰ মাজত, বৈষম্য নাৰাখি ঋণ দান কৰা।

(গ) বাণিজ্যিক বেংকসমূহৰ শাখা বা গোট ( Unit ) চহৰ অঞ্চলৰ পৰা গ্ৰামাঞ্চললৈ কৰা।

(ঘ) ঋণ দান পদ্ধতি সহজ আৰু সৰল কৰা।

(ঙ) ঋণ-পৰিশোধৰ নীতি-নিয়মত কিছু উদাৰ পন্থা অৱলম্বন কৰা, আদিয়েই প্ৰধান।

উপৰোক্ত ভূমিকাৰ ক্ষেত্ৰত কোনো কোনো বাণিজ্যিক বেংক কিছু আগবঢ়া দেখা যায়। দুই-এক বীমা কোম্পানী, ষ্টেট বেংক

আদিয়ে, ঔদ্যোগিক সংস্থাৰ পুঁজি অংশ আৰু ঋণ অংশ পত্ৰত, দেশৰ লোকৰ সঞ্চয় বিনিয়োগ কৰা দেখা গৈছে। ঔদ্যোগিক ঋণ দানৰ ক্ষেত্ৰত প্ৰাথমিক কাৰ্য্যৰূপে দুই-এক ঔদ্যোগিক অধিকোষ, নিগম আদি গঢ়ি উঠিছে।

তৃতীয় পৰিকল্পনাৰ শেষৰপৰা বিভিন্ন সৰু-বৰ উদ্যোগ আৰু ব্যৱসায় সংস্থালৈ বাণিজ্যিক বেংকসমূহৰ ঋন দান বৃদ্ধি পাইছে। তথাপি, আমাৰ দেশৰ বৰ্ধিত উদ্যোগ আৰু ব্যৱসায় সংস্থা অনুপাতে উক্ত ঋণ দানৰ সা-সুযোগ এতিয়াও নিচেই সামান্য হৈ আছে। ঋণৰ সা-সুবিধাই উদ্যম বা ব্যৱসায়ৰ পৰিসৰ বৃদ্ধি কৰে। সেয়ে, ঋণদানৰ সা-সুবিধা সকলো উদ্যোগ আৰু বাণিজ্যলৈ আগবঢ়োৱাটো বাণিজ্যিক বেংকৰ লক্ষ্য হোৱা উচিত।

**বিৱিধ দেশজ অৰ্থ ব্যৱসায়ী (Indigenous Bankers) :** দেশৰ বিভিন্ন অঞ্চলত থকা বিবিধ অৰ্থ ব্যৱসায়ীয়ে, বেপাৰ-বাণিজ্য, উদ্যম প্ৰকল্প, সকলোতে অৰ্থৰ লেন-দেন বহু কালৰেপৰা কৰি আহিছে। এই বিবিধ দেশজ অৰ্থ ব্যৱসায়ী হৈছে—মহাজন, শেঠজী, হুণ্ডিয়াল, কাবুলী, মাৰোৱাৰী, দেশীয় বেংকাৰ, অৰ্থ সংস্থা আদিৰ সমষ্টি। দেশৰ নতুন উদ্যোগ স্থাপনত, দীৰ্ঘম্যাদী ঋণ দানেৰে এই বিবিধ সংস্থাই এক সুনিৰ্দিষ্ট বৰঙণি আগবঢ়াইছিল আৰু এতিয়াও সেই ভূমিকা নিচিহ্ন হোৱা নাই। উদাহৰণ স্বৰূপে, দেশৰ চাহ-শিল্প, মধ্যমীয়া আৰু ক্ষুদ্ৰ শিল্পসমূহ, যেনে:—কাগজ, চেনি, জুইশলা, ধান-কল, তেল-কল আদিত এই সংস্থাসমূহে অদ্য পৰিমিত হ্ৰস্ব আৰু দীৰ্ঘম্যাদী ঋণ আগবঢ়াই আছে।

যেতিয়া নতুন উদ্যোগে কোনো বাণিজ্যিক বেংক বা সাৰ্বজনিক পুঁজিৰপৰা অৰ্থ সংগ্ৰহ কৰিব নোৱাৰে; নাইবা কোনো প্ৰতিষ্ঠিত উদ্যোগ বা ব্যৱসায়ে লগ্নি-পুঁজিৰ অভাৱত পৰে; তেতিয়া সেই



উদ্যোক্তা বা ব্যৱসায়ীয়ে এনে অৰ্থ ব্যৱসায়ীৰ কাষ চাপে। এনে ব্যৱসায়ীৰ সুতৰ হাৰ অধিক; কিন্তু এনে ব্যৱসায়ীৰপৰা ঋণ সংগ্ৰহ কৰা সহজ। ব্যক্তিগত চিনাকি, ব্যক্তিগত দায়বদ্ধতাত এনে অৰ্থ ব্যৱসায়ীয়ে সুতলৈ ঋণ দিয়ে। গতিকে, প্ৰায়ে দেখা যায়, নতুন উদ্যোগী বা ব্যৱসায়ীয়ে অন্য সকলো অৰ্থৰ উৎসৰপৰা বিমুখ হৈ, এনে মহাজন, শেঠজীৰপৰা ধন ধাৰে লৈ উদ্যোগ ব্যৱসায়ত বিনিয়োগ কৰে। ক্ষুদ্ৰ উদ্যোগী বা ব্যৱসায়ীয়েও এনে ধৰণৰ অৰ্থ ব্যৱসায়ীৰপৰা ঋণ লৈ নিজৰ ব্যৱসায়ত বিনিয়োগ কৰে। কাৰণ তেওঁলোকক ক্ষুদ্ৰ ব্যৱসায়ী বুলিয়েই বাণিজ্যিক বেংকে আওহেলা কৰে।

আপাততঃ এই জাতীয় অৰ্থ ব্যৱসায়ীৰ ব্যৱসায় ক্ৰমান্বয়ে হ্ৰাস পাইছে। তাৰ কাৰণ হৈছে বাণিজ্যিক বেংকৰ—প্ৰসাৰতা চৰকাৰী ঋণ-দান নিগম গঠন, বন্ধকী বেংক গঠন, গাওঁ অঞ্চলৰ বাবে—ঋণ-দান সমবায়, কৃষি সমবায় আদি নতুন নতুন অৰ্থ সংস্থাৰ সম্প্ৰসাৰণ; এনে অৰ্থ ব্যৱসায়ীৰ প্ৰতিযোগী বা প্ৰতিপক্ষ হৈছে। দ্বিতীয়তে—ব্যক্তিগত চিনাকি আৰু দায়বদ্ধতাত ঋণ-দান কৰাও ক্ৰমশঃ জটিল হৈ আহিছে; কাৰণ মানুহৰ আৰ্থিক আৰু মানসিক জটিলতাই যুক্তিবাদী আৰু বস্তুবাদী চিন্তাৰ সমল যোগাইছে; যাৰ ফলত, উপায়হীন হৈ ঋণ ললেও অকল্পনীয় সুত দিবলৈ কোনো মানুহেই প্ৰস্তুত নহয়।

**পৰিচালন অভিকৰ্তা (Managing Agent) :** ভাৰতবৰ্ষত উদ্যোগৰ প্ৰাৰম্ভণিৰেপৰা এই পৰিচালন অভিকৰ্তাই, উদ্যোগ আৰু ব্যৱসায়ত বিত্তৰ নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰি আহিছিল।

নতুন উদ্যোগৰ স্থাপন, পুৰণি উদ্যোগ বা ব্যৱসায়ৰ সম্প্ৰসাৰণ, উন্নয়ন আৰু প্ৰতিষ্ঠিত উদ্যোগৰ চালিকা শক্তিৰ বাবে সৰ্বদায় পৰিচালন অভিকৰ্তা সংস্থাৰ ওচৰত হাত পাতিব পাৰি। এনে সংস্থাই আগবঢ়োৱা সাহায্য সকলো প্ৰকাৰৰ হ'ব পাৰে। এনে সংস্থাই নিজে ঋণ দিব

নোৱাৰিলেও, আনৰপৰা ঋণ পোৱাৰ সুবন্দৱস্ত কৰি দিয়ে। ভাৰতী
ঔদ্যোগিক উন্নয়নত সকলো প্ৰকাৰৰ বিত্ত আগবঢ়াইছে, সকলো হৰ
বিত্তীয় সমস্যা সমাধান কৰি এক মূল্যৱান সেৱা আগবঢ়াইছিল।

এনে বিত্তীয় সংস্থাই বন্ধু-বান্ধৱ, ইষ্ট-কুটুম্ব আৰু জনসাধাৰণ
উদ্যোগৰ পুঁজি অংশ, ঋণ অংশ, ক্ৰয় কৰিবলৈ উদ্গাণি দিছিল; নিজ
প্ৰভাৱেৰে প্ৰভাৱান্বিত কৰিছিল। ফলত এনে সংস্থাসমূহে সাৰ্বজনি
পুঁজি, বেংক ঋণ, নিজস্ব পুঁজি আদি সংগ্ৰহ কৰিবলৈ সমৰ্থ হৈছিল
এনে অভিকৰ্তা সংস্থাই দায়িত্বশীল সংস্থা ( Under Writing House
বা প্ৰচলনকাৰী সংস্থা ( Issuing House ) হিচাপে ঔদ্যোগিক বিত্ত
কাৰণে কাৰ্য্য সম্পাদন কৰিছিল।

এনে সংস্থাৰ উদ্যোগত বিত্ত যোগানৰ কাৰ্য্যকাৰিতাখিনি ধূলমূলকৈ
এনে আছিল —(১) নিজস্ব পুঁজিৰ বিনিয়োগ (২) সাৰ্বজনিক পুঁজিৰ
বিনিয়োগ, (৩) দায়িত্বশীল ( Guarantor ) হিচাপে ঋণ-সংগ্ৰহ কৰা
(৪) বিনিয়োগ কোম্পানী হিচাপে কাৰ্য্যবহন, (৫) এজন অভিকৰ্তাৰ
তত্বাৱধানত থকা বিভিন্ন সংস্থাৰ পুঁজি সংগ্ৰহ কৰা ( Interlocking
of Funds ), (৬) ব্যৱসায় আৰু উদ্যোগৰ মাজত বিত্তীয় সংহতি
(Financial Integration), (৭) যুটীয়া ব্যৱসায়ৰদ্বাৰা (Joint deal)
( ভাৰতীয় সংস্থাই বিদেশী সংস্থাৰ লগ হৈ দেশৰ ব্যৱসায়ী গোটৰবাবে)
বিত্ত সংস্থান কৰা আৰু সংকট কালত অন্য সংস্থাই কোনো
অৰ্থ-কড়ি নিদিলে এনে সংস্থাৰদ্বাৰা সকলো সাহায্য আগবঢ়োৱা কাৰ্যাই
অন্যতম প্ৰধান কাৰ্য্য-কলাপ।

পৰিচালন অভিকৰ্তাৰ ক্ৰুটীসমূহ সংক্ষিপ্ত কৰিলে এনে হয়—
(১) পুঁজিৰ অপব্যৱহাৰ ( Misuse of funds ) (২) ঋণ-যোগান
খৰচৰ আধিক্য ; (৩) উদ্যোগৰ ওপৰত বিত্তীয় অধিপত্য ;
(৪) ক্ষমতা বৰ্হিভূত ফটকা ব্যৱসায় ; (৫) উদ্যোগৰ নিজস্ব কোনো



বিত্তীয় আঁচনি থাকিবলৈ নিদিয়া ; (৬) উদ্যোগৰো বিত্ত বিষয়ত সংস্থাৰ ওপৰত অত্যধিক নিৰ্ভৰশীলতা আদি।

উল্লেখিত পৰিচালন অভিকৰ্তাৰ কাৰ্য্য-কলাপ আৰু ক্ৰুটী-বিচ্যুতি-সমূহে অভিকৰ্তাৰ বিত্তীয় কাৰ্য্য-ব্যৱহাৰ পৰিবৰ্তন ঘটায় আৰু সংকট মাতি আনে। কালক্ৰমে, এই দোষ-ক্ৰুটীৰ বাবে ৰাষ্ট্ৰৰ ৰোষাগ্নিত পৰি অভিকৰ্তাৰ ব্যৱসায় আইন সিদ্ধভাবে বন্ধ হৈ যায়।

**উপাৰ্জিত আয়ৰ পুনৰ বিনিয়োগ ( Ploughing back of Profits ) :** যিকোনো ব্যৱসায় সংস্থাৰ যেতিয়া আয় বা উপাৰ্জন অধিক হয়, তেতিয়া সেই উপাৰ্জনৰ কিছু অংশ পৃথক কৰি ৰখাৰ নিয়ম সংগঠিত ব্যৱসায়ত আছে। কোম্পানী বা উদ্যোগৰ সমৃদ্ধিশালী দিনত এই আয় বা উপাৰ্জন হয়। কোম্পানীৰ "সঞ্চালক পৰিষদে" বৰ্ধিত উপাৰ্জনক পৃথক কৰি নিধি বা সঞ্চয় জমা হিচাপে ৰাখে। উক্ত নিধিক "সঞ্চয় নিধি" বুলি জনা যায়। এনেভাৱে পৃথক কৰি নাৰাখিলে অংশধাৰীক মাত্ৰাধিক লভ্যাংশ দিব লগা হয়, ফলত কোম্পানীৰ সংকট কালত বা অন্য পৰিবৰ্তিত অৱস্থাত, মাত্ৰাধিক লভ্যাংশ দিয়া কাৰ্য্যই কোম্পানীৰ ক্ষতি সাধন কৰে। গতিকে কিছুমান কোম্পানীয়ে লভ্যাংশ বিতৰণৰ ক্ষেত্ৰত ৰক্ষণশীল নীতি অৱলম্বন কৰে। এই নীতিয়ে উল্লেখিত "সঞ্চয় নিধি" সমূহ সৃষ্টি কৰাত সাহায্য কৰে কোম্পানী বা উদ্যোগৰ মন্দা ব্যৱসায় ( Dull Business ) চলা সময়ত বা সংকট-কালীন অৱস্থাত উক্ত সঞ্চয় নিধিৰপৰা অংশধাৰীসকলক লভ্যাংশ দিয়া হয়। প্ৰতিষ্ঠিত কোম্পানী বা উদ্যোগৰ সম্প্ৰসাৰণ বা উন্নয়নৰ অৰ্থে সঞ্চয় নিধিৰ অৰ্থ বিনিয়োগ কৰা হয়। আচলতে, উন্নয়নমুখী উদ্যোগ বা কোম্পানীৰ বাবে সঞ্চয় নিধিৰ পুনৰ বিনিয়োগ এটা আদৰ্শ স্থানীয় পদ্ধতি। কাৰণ, নতুন উদ্যোগ বা কোম্পানীয়ে সাধাৰণতে যিকোনো উৎসৰপৰা ধন আহৰণ নতুন বুলিয়েই কৰিব নোৱাৰে। গতিকে এই

সঞ্চয় নিধিৰ ব্যৱহাৰ প্ৰায় যুক্তিযুক্ত আৰু ই ব্যৱসায়ত সঞ্জিৱনী শক্তি আগবঢ়োৱা কথাটো লেখত লবলগীয়া। কোম্পানীৰ সম্প্ৰসাৰণৰ কাৰণে আৱশ্যকীয় পুঁজি ঋণ-পত্ৰ বা সংযোজিত পুঁজি অংশৰদ্বাৰা সংগ্ৰহ কৰিব পাৰি, কিন্তু সেই পদ্ধতিত হোৱা অত্যধিক খৰচ প্ৰায় অপচয়ৰ তুল্য। সঞ্চয় নিধি থকা উদ্যোগে উক্ত খৰচৰপৰা অব্যাহতি পায়। বহু শিল্পজ উদ্যোগত সঞ্চয় নিধি প্ৰয়োগ মূলধন হিচাপে বিনিয়োগ কৰি উপাৰ্জন বৃদ্ধি কৰাও দেখা যায়। ইংলণ্ড বা আমেৰিকাৰ উদ্যোগসমূহত স্ব-উপাৰ্জিত অৰ্থ বিনিয়োগ পদ্ধতি উদ্যোগ উন্নয়ন আৰু সম্প্ৰসাৰণৰ বাবে এক প্ৰধান হাথিয়াৰ। ভাৰতবৰ্ষত বৰ্তমানে এনে অৰ্থ-বিনিয়োগৰ প্ৰচেষ্টা চলি আছে, আৰু ই ক্ৰমান্বয়ে বিভিন্ন উদ্যোগ বা ব্যৱসায়লৈ সম্প্ৰসাৰিত হৈ আছে।

এনেভাবে লাভ সঞ্চয় কৰা পদ্ধতিয়ে কোম্পানীৰ অৰ্থনৈতিক সুস্থতাৰ ইংগিত দিয়ে। স্ব-উপাৰ্জিত অৰ্থৰ বিনিয়োগে উদ্যমৰ উপাৰ্জন বৃদ্ধি কৰায়। বিবিধ অৰ্থ-ব্যৱসায়ী আৰু পৰিচালন অভিকৰ্তাই উদ্যমলৈ যি ঋণ আগবঢ়াই, সেই ঋণৰ সুতৰ বাবদ দি বৃহৎ পৰিমাণৰ লভ্যাংশ নিয়ে তাক পুনৰ অৰ্থ বিনিয়োগ পদ্ধতিয়ে বন্ধ কৰে। উদ্যমৰ উপাৰ্জন বৃদ্ধিয়ে পুঁজি অংশ পত্ৰৰ প্ৰচলন বা পুঁজি বজাৰৰ পৰিসৰ ব্যাপক কৰে।

স্ব-উপাৰ্জিত বিনিয়োগে উদ্যমক অৱশ্যে অতিৰিক্ত মূলধনীকৰণ (Over Capitalisation) কৰাৰ পথলৈ আগুৱাই দিয়ে, যাৰ ফলত উদ্যমৰ ভাৰ সাম্য ৰক্ষা কৰাত বিফল হ'ব লগা হয়। যিহেতু অংশধাৰীয়ে কোম্পানীৰপৰা নিয়মিত বৰ্ধিত লভ্যাংশ আশা কৰে, তেওঁলোক এই কাৰ্য্য ব্যৱস্থাৰ বাবে নিৰাশ হয়; সেয়ে বহু অংশধাৰীয়ে তেওঁলোকৰ প্ৰাপ্য লভ্যাংশ নাই পোৱা বুলি অসন্তুষ্ট হয়। এই অসন্তুষ্টি কোম্পানীৰ বাবে সমূলি লাভ জনক নহয়, বৰঞ্চ ক্ষতিকাৰক। কেতিয়াবা



উক্ত সঞ্চয় নিধিৰ বিনিয়োগ বিষয়ত সঞ্চালক মণ্ডলী বিভ্ৰান্ত হৈ উদ্যোগৰ অত্যধিক সম্প্ৰসাৰণ ঘটায়; যাৰ কাৰণে অতিৰিক্ত অৰ্থ বিনিয়োগ কৰিব লগা হয়, যিটোৱে উদ্যোগলৈ অনিষ্ট মাতি আনে।

**ভাৰতীয় অৰ্থ যোগান সংস্থাসমূহ (Agencies supplying finance in India)ঃ** ভাৰতীয় অৰ্থ যোগান ধৰা সমূহ সংস্থাক দুটা ভাগত বিভক্ত কৰিব পাৰি; যেনে—(১) নিজস্ব খণ্ডৰ সংস্থা আৰু (২) ৰাজহুৱা খণ্ডৰ সংস্থা।

নিজস্ব খণ্ডৰ বিত্তৰ ক্ষেত্ৰত ওপৰত আলোচিত উৎসসমূহৰ উপৰিয়ো কিছুমান বিত্ত যোগানৰ অৰ্থ সংস্থা বা বিত্ত সংস্থা আছে। সেই অৰ্থ সংস্থাসমূহে ভাৰতীয় বাণিজ্য আৰু উদ্যোগত বিত্তৰ যোগান ধৰি আহিছে। তেনে অৰ্থ সংস্থাসমূহ হ'ল—(১) বিনিয়োগ ন্যাস (Investment Trust) (২) সাধাৰণ বীমা কোম্পানীসমূহ (General Insurance Companies) (আগতে অৱশ্যে জীৱন বীমা কোং আৰু অন্তৰ্ভুক্ত আছিল) (৩) ঔদ্যোগিক ঋণ আৰু বিনিয়োগ নিগম (Industrial Credit and investment Corporation) আদি।

দেশৰ আৰ্থিক উন্নয়নৰ কাৰণে বাণিজ্য আৰু উদ্যোগত ৰাষ্ট্ৰই বিত্তীয় সাহায্য দিয়াটো অপৰিহাৰ্য্য বুলি সমগ্ৰ পৃথিৱীয়ে স্বীকাৰ কৰিছে। সেই উদ্দেশ্যে এই শতিকাৰ চতুৰ্থ দশকলৈকে বিভিন্ন অৰ্থনৈতিক আঁচনিৰ প্ৰচলন ভাৰতবৰ্ষতো কৰা হৈছিল; কিন্তু সেই আঁচনিসমূহে ভাৰতীয় উদ্যোগত, ব্যৱসায়ত তেনে কোনো সক্ৰিয় অংশ ল'ব নোৱাৰিলে। পিচত ৰাষ্ট্ৰই স্বাধীনোত্তৰ কালত শিল্পোদ্যোগৰ সাহায্যাৰ্থে ঔদ্যোগিক বিত্ত নিগম (Industrial Finance Corporation) নামৰ এটা বিত্তীয় সংস্থা গঠন কৰে। উক্ত নিগম গঠনৰ পিছত বিশেষ শ্ৰেণীৰ ভিন্ ভিন্ নিগম সংগঠিত হবলৈ ধৰে। তেনে অৰ্থ সংস্থা বা নিগম সমূহ হ'ল—ৰাজ্যিক ভিত্তিত ৰাজ্যিক বিত্ত নিগম

( State Finance Corporation ), জাতীয় ঔদ্যোগিক উন্নয়ন নিগ
( The National Industrial Development Corporatio
জাতীয় ক্ষুদ্র উদ্যোগ নিগম ( The National Small Industri
Corporation ), উদ্যোগৰ অৰ্থে পৰিপূৰক বিত্ত নিগম ( Th
Re-Finance Corporation for Industries), ভাৰতীয় ঔদ্যোগি
উন্নয়ন বেংক্ (The Industrial Development Bank of Indi
ইত্যাদি ।

**বিনিয়োগ ন্যাস ( Investment Trust ) ঃ** বিনিয়োগ ন্যাস এ
বিত্তীয় সংস্থা । সঞ্চিত পুঁজি সংগ্ৰহৰ উদ্দেশ্যে ইয়াক গঠন কৰা হয়
সেই সংগৃহীত অৰ্থ দেশৰ বিভিন্ন শিল্প উদ্যোগত যোগান ধৰা হয়
বিনিয়োগ ন্যাসসমূহ কোম্পানী হিচাপে সংগঠিত । এনে কোম্পানী
বিভিন্ন সাদৃশ্যবিহীন বিনিয়োগকাৰীৰপৰা অৰ্থ সংগ্ৰহ কৰে । সেই অ
শিল্প উদ্যোগৰ বিবিধ নিৰাপত্তা পত্ৰত বিনিয়োগ কৰে । ইয়াৰ ফল
স্বাভাৱিকতে, স্বতন্ত্ৰ বিনিয়োগকাৰীসকল লাভৱান হয়, বিশেষকৈ ক্ষু
বিনিয়োগকাৰীসকল । কাৰণ, তেওঁলোকৰ কম পৰিমাণৰ অৰ্থ বিভি
শিল্পোদ্যোগত ক্ষুদ্ৰ ক্ষুদ্ৰ অংশত বিভক্ত হৈ বিনিয়োগ হয়, যাৰ ফল
তেওঁলোকৰ সমুদায় অৰ্থ অনাহুত লোকচানৰপৰা ৰক্ষা পৰে। ন্যাস
মূল নিয়ম হ'ল—ন্যাসৰ সদস্যবৃন্দৰ সমুদায় অৰ্থ কিছুমান ক্ষুদ্ৰ ক্ষু
অংশত বিভক্ত কৰি বিনিয়োগ কৰা । ক্ষুদ্ৰ ক্ষুদ্ৰ অংশৰ অৰ্থ বিনিয়ো
বিবিধ নিৰাপত্তা পত্ৰৰ মূল্য উঠা-নমা (Fluctuate) হ'লেও বিনিয়ো
কাৰীৰ ক্ষতিৰ সম্ভাৱনীয়তা কমায় । ন্যাসসমূহে আচলতে বিনিয়ো
কাৰীক অৰ্থ বিনিয়োগৰ অভিজ্ঞতা, আৰু বিশেষ বিষয়ত নিপুণ পৰি-
চালনাৰ সুযোগ দিয়ে ।

সাধাৰণতে সৰু সৰু বিনিয়োগকাৰী ন্যাস কোম্পানীৰ সদস্য হয়
তেওঁলোকৰ অৰ্থ ন্যাস কোম্পানীয়ে বহুধা বিভক্ত কৰি নানান ব্যৱসায়ি



ক ঔদ্যোগিক ব্যৱসায়ত বিনিয়োগ কৰে । অৰ্থ-বিনিয়োগ কৰাৰ
ত বিনিয়োগকাৰীয়ে অৰ্থ আৰু ক্ষমতা উভয়ে বিনিয়োগ ন্যাসৰ
পক্ষৰ হাতত তুলি দিয়ে ।

**বিনিয়োগ উপদেষ্টা সংস্থা (Investment Counsel) ঃ** বিনিয়োগ
উপদেষ্টা বা পৰামৰ্শদাতা সংস্থা বিভিন্ন বিষয়ত অভিজ্ঞ আৰু কুশলী
ব্যক্তিৰদ্বাৰা গঠিত । সেই অভিজ্ঞ ব্যক্তি সকল হ'ল—উকীল, ডাক্তৰ,
সনদপ্ৰাপ্ত-গাণনিক, উদ্যোগ-কুশলী, ইঞ্জিনীয়াৰ আদি । তেওঁলোকে
বিনিয়োগ কাৰীক ভিন্ ভিন্ উদ্যোগ বা ব্যৱসায়ত অৰ্থ-বিনিয়োগৰ
বাবে পৰামৰ্শ দিয়ে । নিৰাপত্তা পত্ৰৰ বজাৰৰ অৱস্থা, ভৱিষ্য বজাৰ,
কোম্পানীৰ অৰ্থনৈতিক অৱস্থা আৰু ঋণ-সংক্ৰান্ত বিভিন্ন বিষয় সম্পৰ্কে
পৰামৰ্শ দিয়াই উপদেষ্টা সংস্থাৰ কাৰ্য্য । পৰামৰ্শ বা উপদেশ দানৰ
বাবে বিনিয়োগ কাৰীৰপৰা সংস্থাই ফিজ ( Fees ) কমিছন ( Comm-
ission ) আদি লয় । অৱশ্যে সংস্থাৰ পৰামৰ্শ গ্ৰহণ কৰা নকৰা কথাটো
বিনিয়োগ কাৰীৰ নিজস্ব । সাধাৰণতে এনে সংস্থাৰ পৰামৰ্শ অৱস্থাপন্ন
বিনিয়োগকাৰীয়েহে গ্ৰহণ কৰিব পাৰে, কাৰণ সংস্থাৰ ফিজ, কমিছন
আদি উচ্চ হাৰৰ । এনে সংস্থাই বিনিয়োগকাৰীসকলৰ ব্যক্তিগত
সা-সুবিধাৰ প্ৰতি লক্ষ্য ৰাখিও পৰামৰ্শ আগবঢ়ায় । এই পদ্ধতি
আমেৰিকাত বহুল ভাবে প্ৰচলিত । ভাৰতবৰ্ষত এনে সংস্থা স্থাপনৰ
বাবে বিভিন্ন কমিছন (Commission) কমিটী আদিয়ে পৰামৰ্শ দিছে ।
ইয়াৰ সম্ভাৱনীয়তা ভাৰতবৰ্ষত নোহোৱা নহয় ; কিন্তু প্ৰকৃত মূল্যায়ন
কৰাটো কষ্টসাধ্য কাম । উপদেষ্টা সংস্থা বস্তুতঃ আৰ্থিক মধ্য-স্বত্ব
ভোগী সংস্থা ।

**ন্যাসৰ প্ৰকাৰ ( Kinds of Trust ) ঃ** সাধাৰণতে বিনিয়োগ-
ন্যাসক দুই প্ৰকাৰে বিভক্ত কৰা যায়, যেনে—(১) স্থিৰ বিনিয়োগ ন্যাস

( Fixed on Unit Investment Trust ) আৰু (২) পৰিচালন বিনিয়োগ ন্যাস ( Management Investment Trust )।

**স্থিৰ বা গোট বিনিয়োগ ন্যাস ঃ** স্থিৰ বিনিয়োগ ন্যাসৰ সংগঠন খুব সহজ। ইয়াৰ কাৰ্য্য-কাৰিতাৰ নীতি হৈছে পৰিচালকবৰ্গক ন্যাসৰ অৰ্থ-কড়ি ইচ্ছানুযায়ী বিনিয়োগ কৰাৰ ক্ষমতা দিয়া নহয়। ন্যাসে সংগৃহীত অৰ্থ বিনিয়োগৰ বাবে এখন নিৰাপত্তা পত্ৰৰ তালিকা ( List of Securities) আগতীয়াকৈ প্ৰস্তুত কৰা হয়। উক্ত তালিকা অনুযায়ী বিভিন্ন শিল্পোদ্যোগ বা শিল্প সংস্থাৰ নিৰাপত্তা পত্ৰ ক্ৰয় কৰা হয়। সাধাৰণতে বিশেষ কিছুমান কোম্পানীৰ নিৰ্দিষ্ট শ্ৰেণীৰ নিৰাপত্তা পত্ৰ ন্যাসে ক্ৰয় কৰে। সেই বিশেষ উদ্যোগ বা কোম্পানীৰ যেনে—কাপোৰ কল, বেংকিং কোম্পানী, ৰেল আদি বিশেষ শ্ৰেণীৰ নিৰাপত্তা পত্ৰক এটা গোট বা ইউনিট ( Unit ) বোলা হয়। সেই বিশেষ কোম্পানীৰ নিৰ্দিষ্ট নিৰাপত্তা পত্ৰ সমূহৰ এটা গোট বা ইউনিটক বহু উপগোটত বা ছাব্-ইউনিটত ( Sub-Unit ) বিভক্ত কৰি সৰ্ব সাধাৰণক বিক্ৰী কৰা হয়। উক্ত উপগোট বা ছাব্-ইউনিট ক্ৰেতাসকলক একোখন সহযোগৰ প্ৰমাণ-পত্ৰ ( Certificate of Participation ) দিয়া হয় ; যাৰ দ্বাৰা সেই গোট বা ইউনিটে উপাৰ্জন কৰা লাভৰ এটা উপলভ্যাংশ পাবলৈ ক্ৰেতাজন যোগ্যৱান হয়। আনহাতে ন্যাসে ক্ৰয় কৰা নিৰাপত্তা পত্ৰসমূহ আচলতে আন কোম্পানীৰ পুঁজি অংশ পত্ৰ। এই অংশ পত্ৰবোৰৰ প্ৰমাণ পত্ৰসমূহ ( Certificate of Securities ) নিৰ্বিঘ্নভাবে সংৰক্ষণ কৰিব লাগে।

উচ্চ মৰ্য্যাদা সম্পন্ন এখন ন্যাসধাৰী পৰিষদৰ ( Board of Trustees ) হাতত উক্ত প্ৰমাণ পত্ৰবোৰ সংৰক্ষণ কৰিব লাগে। সেই পৰিষদ কোনো বেংক অথবা বীমা কোম্পানী হ'ব পাৰে। কোনো উপগোট ক্ৰয় কৰা গোট অধিকাৰী বা ন্যাস-পত্ৰ অধিকাৰীয়ে উপগোটক বজাৰত বিক্ৰী কৰিবৰ কাৰণে ন্যাস-কৰ্তৃপক্ষক অনুৰোধ কৰিব পাৰে। এই ক্ষেত্ৰত ন্যাসে নিৰাপত্তা পত্ৰসমূহৰ সেই সময়ত চলিত বজাৰ দৰ অনুসৰি মূল্য নিৰ্ধাৰণ কৰি সেই উপগোটক ক্ৰয় কৰি ৰাখিব পাৰে।



ন্যাসধাৰী পৰিষদে উক্ত নিৰাপত্তা পত্ৰসমূহৰ লাভ সংগ্ৰহ কৰি তাক ন্যাসপত্ৰধাৰীসকলৰ মাজত তেওঁলোকৰ গোটৰ অংশ অনুপাতে লাভৰ অংশ বিতৰণ কৰি দিয়ে। সেয়ে স্থিৰ বিনিয়োগ ন্যাস এটা কোম্পানী নহয় কেৱল এটা সাধাৰণ বিনিয়োগ যোগ্য ন্যাস।

**সা-সুবিধাবোৰ ( Advantages ) ঃ**

(১) অৰ্থ বিনিয়োগকাৰীসকলে তেওঁলোকৰ অৰ্থ ক'ত বিনিয়োগ হৈছে তাক সহজেই জানে বা অনুমান কৰিব পাৰে।

(২) পৰিচালকবৰ্গৰ স্বেচ্ছাধীন ক্ষমতা নথকা বাবে পৰিচালক পক্ষৰ ভুল বশতঃ কেলেংকাৰী বা ফটকাবাজ ব্যৱসায়ৰ কাৰণে কোনো ভৰণ বা লোকচানৰ প্ৰশ্ন নুঠে।

(৩) ন্যাসৰ নিৰাপত্তা পত্ৰৰ সংৰক্ষণৰ ব্যৱস্থা সাধাৰণতে বিশ্বাসযোগ্য।

(৪) ক্ষুদ্ৰ বিনিয়োগকাৰীয়ে বিবিধ ব্যৱসায়ত বহুধা বিভক্ত কৰি অৰ্থ বিনিয়োগ কৰিবলৈ ন্যাসৰ জৰিয়তে সুযোগ পায়।

(৫) ন্যাসৰ উপগোটসমূহৰ মুদ্ৰিত মূল্য খুব কম হোৱা বাবে সাধাৰণ শ্ৰেণীৰ মানুহেও ক্ৰয় কৰিবলৈ সুযোগ পায়।

(৬) অৰ্থ বিনিয়োগকাৰীয়ে ইচ্ছা কৰিলে একোটা পূৰ্ণগোট ( Full unit ) ক্ৰয় কৰিব পাৰে।

(৭) বিনিয়োগকাৰীয়ে ক্ৰয় কৰা গোট বা উপগোট ন্যাসৰ কৰ্তৃপক্ষক ফিৰৎ দি তাৰ মূল্য ঘুৰাই নিয়াত কোনো বাধা নিষেধ নাই।

স্থিৰ ন্যাসৰ প্ৰধান অসুবিধা হৈছে পূৰ্ব সিদ্ধান্ত অনুযায়ী নিৰ্দিষ্ট

কিছুমান উদ্যোগৰ নিৰাপত্তা পত্ৰ ক্ৰয় কৰাৰ বাহিৰে বহুলভাৱে ক্ৰ বিনিয়োগ কৰাৰ ব্যৱস্থা নাই। গতিকে বিনিয়োগকাৰীৰ ইচ্ছা অনুসৰি নানান উদ্যোগ বা কোম্পানীত অৰ্থ বিনিয়োগৰ নমনীয়ত নাই। আনহাতে ন্যাসৰ গোটসমূহৰ ক্ৰয় খৰচ (দালালী খৰচ, কমিছন কাৰ্য্যালয় খৰচ আদিৰ সমষ্টি) উচ্চ দৰৰ। ন্যাসৰ গোট বা ইউনিট সমূহ মুকলি বজাৰত বিক্ৰী কৰিব নোৱাৰি।

**পৰিচালনা বিনিয়োগ ন্যাস (Management Investment Trust):** পৰিচালনা বিনিয়োগ ন্যাসক ইচ্ছাধীন বিনিয়োগ ন্যাস (Discretionary Trust) বা বিনিয়োগ কোম্পানী (Investment Company) নামেও জনা যায়। পৰিচালনা বিনিয়োগ ন্যাস কোম্পানী আইন অনুসৰি সংগঠন কৰা হয়। গতিকে কোম্পানী গঠনৰ সকলো বিধি পদ্ধতি পৰিচালনা ন্যাস গঠন কৰোঁতেও মানি চলিব লাগে; অৰ্থাৎ ন্যাসৰ মূলধন, পুঁজি অংশ আৰু ঋণ-পত্ৰৰদ্বাৰা সংগ্ৰহ কৰিব লাগে, আৰু ন্যাস পৰিচালনাৰ কাৰণে "সঞ্চালক অধিকৰ্তা পৰিষদ" গঠন কৰিব লাগে। ন্যাসৰ অন্তৰ্নিয়ম অনুযায়ী লভ্যাংশ ঘোষণা নকৰিও সঞ্চয় পুঁজি (Reserve Fund) তৈয়াৰ কৰিব পাৰে আৰু আন কোম্পানীৰদৰে লভ্যাংশ বন্টনো কৰিব পাৰে।

ইচ্ছাধীন নামটোৱেই ন্যাসৰ কাৰ্য্য-কলাপৰ ইংগিত দিয়ে। ন্যাসৰ সদস্যবৃন্দৰ পুঁজিৰ (Fund) সঞ্চালক পৰিষদে স্ব-ইচ্ছাৰে আৰু স্বাধীনভাৱে তেওঁলোকে নিৰ্বাচন কৰা যি কোনো কোম্পানীৰ নিৰাপত্তা পত্ৰত বিনিয়োগ কৰিব পাৰে। ন্যাস কৰ্তৃপক্ষক পুঁজি বিনিয়োগ বিষয়ত মৌলিক নিৰ্বাচন কৰিবলৈ আৰু বিনিয়োগ ক্ষেত্ৰ সাল-সলনি কৰিবলৈ স্বতন্ত্ৰীয়া অধিকাৰ দিয়া হয়। পৰিচালক-বৰ্গই যি কোনো কোম্পানীৰ যি কোনো উদ্যোগত নিৰাপত্তা পত্ৰ ক্ৰয় বা বিক্ৰয় যি কোনো সময়ত কৰিবৰ পাৰে। তেনেভাৱে ক্ৰয়



নিৰাপত্তা পত্ৰৰ শ্ৰেণী আৰু প্ৰকাৰ, যদি ন্যাস কৰ্তৃপক্ষই উপযোগী ভাৱে পৰিবৰ্তনো কৰিব পাৰে। ন্যাসৰ অন্তৰ্নিয়ম (Articles association) বা উপবিধিত (By laws) আৰোপিত বাধ্যবাধ- তাৰ বাহিৰে আন কোনো বাধা-নিষেধ নোহোৱাকৈ ন্যাস কৰ্তৃপক্ষৰ উল্লেখিত কাৰ্য্যসমূহ সম্পাদন কৰিবলৈ অধিকাৰ আছে।

ন্যাসৰ প্ৰতিজন সদস্য বা অংশধাৰীয়েই সেই নিৰাপত্তা পত্ৰ ক্ৰয় কৰা কোনো কোম্পানীৰ বিনিয়োগকাৰী হিচাপে, আংশিক স্বত্বাধিকাৰী। ন্যাস কৰ্তৃপক্ষক নিৰাপত্তা পত্ৰ ক্ৰয় কৰাৰ অধিকাৰ ক্ষেত্ৰত পূৰ্ণ অধিকাৰ যিহেতু দিয়া হয়, সেই কাৰণে অংশধাৰীসকলৰ স্বাৰ্থৰ হৈ, নিৰাপত্তা পত্ৰ ক্ৰয় কৰা লোকসকলে পুঁজি বজাৰৰ পৰিবৰ্তনীয় অৱস্থাৰ (যথা ষ্টক আৰু পুঁজি বজাৰত অংশ-পত্ৰ বা নিৰাপত্তা পত্ৰৰ মূল্য উঠা-নমা (Fluctuation) হোৱা অংশ-পত্ৰৰ চাহিদা আৰু যোগানৰ তাৰতম্য হোৱা ইত্যাদি) প্ৰতি সৰ্বদায় সজাগ থকাটো অপৰিহাৰ্য্য বিষয়। পৰিবৰ্তিত অৱস্থাৰ লগত খাপখুৱাই প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰিব পৰা সচেতনতা অংশ-পত্ৰ ক্ৰেতাৰ থাকিলে ন্যাসৰ সদস্যবৰ্গ লাভৱান হোৱা স্বাভাৱিক হয়। সেয়ে ন্যাসৰ অংশ-পত্ৰ ক্ৰেতাসকল আপোন উদ্দেশ্যত বিশ্বাসী, পুঁজি বজাৰ পটু, মৌলিক বাণিজ্য পাৰদৰ্শী আৰু বাস্তৱ জ্ঞান সম্পন্ন লোক হোৱা অত্যন্ত আৱশ্যক।

সেয়ে ন্যাসৰ অংশধাৰী বা সদস্য বৃন্দৰ, ন্যাস কৰ্তৃপক্ষই নিৰাপত্তা পত্ৰ ক্ৰয় কৰা বিষয়ত, কোনো ধৰণৰ মাত থাকিব নোৱাৰে। ই সম্পূৰ্ণৰূপে কৰ্তৃপক্ষৰ দায়িত্ব আৰু কৰ্তব্যৰ অন্তৰ্গত।

পৰিচালনা বিনিয়োগ ন্যাসৰ উল্লেখিত বৈশিষ্ট্যসমূহ আইন সংগত আৰু শুদ্ধ।

তথাপি আমাৰ দেশৰ ন্যাসসমূহ পৰিচালন অভিকৰ্তাৰ (Managing Agent) হাতৰ মুঠিত। ফলত অভিকৰ্তাই পৰিচালনা ন্যাসক হুডিং

কোম্পানীৰ ( Holding Company ) স্তৰলৈ নমাই আনি ইয়াক পৰোক্ষভাৱে নিয়ন্ত্ৰণ কৰে। পৰিচালনা ন্যাসৰ সা-সুবিধাসমূহ এনে ধৰণে পোৱা হয়—

(ক) ন্যাসৰ পুঁজি বিনিয়োগৰ নমনীয়তা।

(খ) পুঁজি বজাৰৰ নিৰবচ্ছিন্ন অধ্যয়নে বিনিয়োগৰ ক্ষেত্ৰ বিশ্বাস আৰু নিৰ্ভৰযোগ্য কৰি তোলে।

(গ) সকলো শ্ৰেণীৰ মানুহে আকৰ্ষণীয় আৰু লাভৱান নিৰাপত্তা পত্ৰত সঞ্চিত পুঁজি বিনিয়োগ কৰিবলৈ সুযোগ পায়।

(ঘ) মূলধন সংগ্ৰহ কৰাত ন্যাসে প্ৰেৰণা দিয়ে।

(ঙ) ন্যাসৰ পৰিচালনা ব্যয় তুলনামূলকভাৱে অন্যতকৈ কম, কাৰণ কেইজনমান পুঁজি-বজাৰ বিশেষজ্ঞই হাজাৰ হাজাৰ মানুহৰ পুঁজি বিনিয়োগ কৰে।

(চ) ন্যাসৰ সঞ্চয় পুঁজি ( Reserve Fund ) পুনৰ বিনিয়োগৰ সুবিধাই লভ্যাংশৰ হাৰ বৃদ্ধি কৰে।

অংশধাৰীৰ কোনো মাত নথকা, পৰিচালকবৰ্গৰ স্বেচ্ছাধীন ক্ষমতা আৰু পৰিচালকবৰ্গৰ নিৰ্বাচনত অযোগ্য ব্যক্তিৰ নিৰ্বাচনেই পৰিচালনা বিনিয়োগ ন্যাসৰ ঘাই দোষ ; যাৰ ফলত এনে ন্যাসৰ পৰিচালনা অন্তৰ দ্বাৰা নিয়ন্ত্ৰণাধীন হয় আৰু অংশধাৰীসকলে ন্যায্য লভ্যাংশৰপৰা বিমুখ হ'ব লগা হয়।

**সীমাবদ্ধ বিনিয়োগ ন্যাস ( Limited Investment Trust ):** আলোচিত উভয় বিধ ন্যাসৰ চৰম পন্থা অৱলম্বন হেতু, মধ্যস্থ বা অন্তৰ্বৰ্তী হিচাপে আৰু এবিধ ন্যাস বৰ্তমানে উদ্ভাৱন হৈছে, যাক সীমাবদ্ধ বিনিয়োগ ন্যাস" নামে জনা যায়।

কাৰণ, স্থিৰ বিনিয়োগ ন্যাসক পুঁজি বিনিয়োগ বিষয়ত অধিকাৰ দিয়া নহয় ; আনহাতে পৰিচালনা বিনিয়োগ ন্যাসক বিনিয়োগৰ পূৰ্ণ



স্বাধীনতা দিয়া হয়। সেয়ে, উভয় বিধ ন্যাসৰ সৈতে সম্ভূত অসম্পূৰ্ণতা-সমূহ মধ্যম পন্থা অৱলম্বনৰদ্বাৰা পূৰণ কৰিবৰ বাবে এই সীমাবদ্ধ বিনিয়োগ ন্যাসৰ জন্ম। সেয়ে সীমাবদ্ধ ন্যাসৰ বৈশিষ্ট্য হ'ল—

(ক) পৰিচালক বৰ্গৰ পুঁজি বিনিয়োগ বিষয়ত অধিকাৰ থকা।

(খ) পুঁজি বিনিয়োগৰ উক্ত অধিকাৰ বা ক্ষমতা পৰিচালক বৰ্গৰ ইচ্ছাধীন নহয়।

(গ) কৰ্তৃপক্ষৰ পুঁজি বিনিয়োগ অন্তৰ্নিয়মৰ নিৰ্ধাৰিত চৰ্ত অনুসাৰে সম্পাদিত হ'ব।

(ঘ) সীমাবদ্ধ বিনিয়োগ ন্যাসৰ অন্তৰ্নিয়মে সাধাৰণতে পুঁজি বিনিয়োগৰ ক্ষেত্ৰত পৰিচালক বৰ্গক কিছু চৰ্ত সাপেক্ষ অধিকাৰ দিছে। কিন্তু পৰিচালক বৰ্গৰ কাৰ্য্য-কলাপৰ পূৰ্ণ অনুসন্ধান কৰিবৰ বাবে সেই অন্তৰ্নিয়মে সদস্যসকলৰ সাধাৰণ পৰিষদক ক্ষমতা দান কৰিছে।

**ভাৰতীয় বিনিয়োগ ন্যাস ( Indian Investment Trust ):** এই শতিকাৰ তৃতীয় দশকৰপৰা ভাৰতবৰ্ষত বিনিয়োগ ন্যাস গঠনৰ প্ৰচেষ্টা চলিছিল। ১৯৩৩ চনত ভাৰতত শিল্প সমন্ধীয় প্ৰথম বিনিয়োগ ন্যাস, মেছাৰ্ছ প্ৰেমচান্দ ৰায়চান্দ এণ্ড চনছ্ ( M/S Premchand Roychand and Sons ) নামৰ এক ব্যৱসায় সংস্থাই, প্ৰতিষ্ঠা কৰে।

এই বিনিয়োগ ন্যাস ১৮২২ চনত প্ৰথম ইউৰোপৰ বেলজিয়ামত উদ্ভাৱিত আৰু প্ৰতিষ্ঠিত হৈছিল। পিছত ইংলণ্ডতো এই ন্যাস আন্দোলন ঊনবিংশ শতিকাৰ ষষ্ঠ দশকত গঢ়ি উঠিছিল। আমেৰিকাত ভাৰতবৰ্ষবো কেইবছৰমানৰ পিছতহে ন্যাস আন্দোলনে গঢ় লৈছিল।

উল্লেখিত মেছাৰ্ছ প্ৰেমচান্দ ৰায়চান্দৰ বিনিয়োগ ন্যাসে অন্যান্য ঔদ্যোগিক মনোভংগীৰ ব্যৱসায়ীক বেলেগ বেলেগ ক্ষেত্ৰতো ন্যাস সংগঠনৰ প্ৰেৰণা দিয়ে। বোম্বাইত ৰায়চান্দৰ ঔদ্যোগিক সীমাবদ্ধ বিনিয়োগ ন্যাস ( The Industrial Investment Trust Ltd. )

গঠন হোৱাৰ পিছত, কলিকতাত বার্ড এণ্ড কোম্পানীয়ে ( Bird & Co. ) তিনিটা বিনিয়োগ ন্যাস গঠন কৰে। বার্ড এণ্ড কোম্পানীৰ পাছত ৰাম দত্ত ৰামকিছান দাসে স্থাপন কৰে "ভাৰতীয় বিনিয়োগ নিগম, কলিকতা" (Indian Investment Corporation Calcutta). সেইদৰেই বম্বেত মেচার্ছ টাটা ছনছে প্রতিষ্ঠা কৰে—টাটা বিনিয়োগ ন্যাস (নিজস্ব) কোং, আৰু "কনছলিডেটেড ইনভেষ্টমেণ্টে ট্রাষ্ট" প্রাইভেট লিমিটেড্ ( Consolidated Investment Trust (P) Ltd. )

দ্বিতীয় মহাসমৰৰ প্রস্তুতি কালিন অৱস্থাতেই, ভাৰতৰ মুখ্য স্থানীয় "পৰিচালন অভিকর্তা ( Managing Agent ) সমূহে নিজৰ নিজৰ ঔদ্যোগিক সংস্থাৰ বিত্তীয় সাহায্যৰ অৰ্থে, বিনিয়োগ ন্যাস গঢ়াৰ প্ৰতি আসক্ত হয়। সেয়ে, টাটা, বিৰলা, ডালমিয়া, গোৱেংকা, ছাংঘানীয়া, বার্ড আদিয়ে নিজাকৈ বিভিন্ন নামত বিনিয়োগ ন্যাস প্ৰতিষ্ঠা কৰে। Andrew Yule আৰু ভালেমান প্রধান পৰিচালন অভিকর্তায়ো কিছুমান বিনিয়োগ কোম্পানী সংগঠন আৰু পৰিচালনা কৰে। সেয়ে, ১৯৬৩ চনৰ মার্চ মাহত ভাৰতবৰ্ষত মুঠ বিনিয়োগ ন্যাসৰ সংখ্যা আছিল ৫৪২ টা, যাৰ আদায়ীকৃত মূলধন আছিল ৪২·২৮ কোটি টকা ; কিন্তু ১৯৪৮ চনত এই বিনিয়োগ ন্যাসৰ সংখ্যা ৪৬৫ টা আছিল আৰু যাৰ আদায়ীকৃত মূলধন আছিল মুঠেই ১৮ ( ওঠৰ ) কোটি টকা।

ভাৰতীয় বিনিয়োগ ন্যাসৰ বৈশিষ্ট্য, অন্যান্য দেশৰ বিনিয়োগ ন্যাসৰ বৈশিষ্ট্যৰ লগত সাদৃশ্যত গড়মিল হয়। তাৰ কাৰণসমূহ তলত উল্লেখ কৰা হ'ল ঃ—

(ক) ভাৰতীয় ন্যাস কোম্পানীসমূহ পৰিচালন অভিকর্তাৰ সহযোগত চালিত।

(খ) পৰিচালন অভিকর্তাৰদ্বাৰাই ন্যাস কোম্পানী সংগঠিত আৰু নিয়ন্ত্রিত।



(গ) ন্যাস কোম্পানীৰ জৰিয়তে ভাৰতীয় ঔদ্যোগিক বিত্তৰ ওপৰত পৰিচালন অভিকর্তাৰ কর্তৃত্ব আৰু প্রভুত্ব বিস্তাৰ।

(ঘ) এদল বিত্তৱান পুঁজিপতিৰ, ন্যাসৰ ওপৰত থকা আধিপত্যৰ জৰিয়তে জাতীয় ঔদ্যোগিক কার্য্য-কলাপত প্রভুত্ব আৰু নিয়ন্ত্রণ।

(ঙ) বিনিয়োগ ন্যাসসমূহ ভাৰতবৰ্ষৰ মহাৰাষ্ট্ৰ, গুজৰাট, পশ্চিমবংগ আৰু ৰাজস্থানত কেন্দ্ৰীভূত। মহাৰাষ্ট্ৰ আৰু পশ্চিমবংগত ভাৰতত থকা মুঠ বিনিয়োগ ন্যাসৰ শতকৰা ৬১ ভাগ আছে, আৰু মুঠ অৰ্পিত মূলধন শতকৰা ৫৭ ভাগ আছে। ১৯৬৩ চনত ৫৪২ টা বিনিয়োগ ন্যাসৰ ভিতৰত—মহাৰাষ্ট্ৰত ১০১টা পশ্চিমবংগত, ২৩০টা আৰু ৰাজস্থানত ৫১টা আছে।

(চ) ন্যাসসমূহৰ আকাৰ আৰু আয়তন গড় হিচাপে চালে তেনেই সৰু। কাৰণ ৫৪২টা ন্যাস কোম্পানীৰ মুঠ অৰ্পিত মূলধন ৫ ( পাঁচ ) লাখতকৈ কম। মাত্র যোলটা কোম্পানীৰ পঞ্চাশ লাখ টকাৰ ওপৰত অৰ্পিত মূলধন আছে।

(ছ) পৰিচালন অভিকর্তাৰ নির্দেশত পুঁজি বিনিয়োগ হোৱা বাবে, পুঁজি বহুধা বিভক্ত হবলৈ নাপায়, কাৰণ অভিকর্তাৰ সম্পর্ক থকা উদ্যোগ বা কোম্পানীৰ নিৰাপত্তা পত্ৰহে ন্যাসে ক্ৰয় কৰে।

(জ) ভাৰতীয় অধিকাংশ ন্যাস কোম্পানীয়েই বিনিয়োগ ন্যাসৰ লক্ষ্য অৰু উদ্দেশ্যৰ লগত সাজুয্য ৰাখি কর্ম সম্পাদন কৰিব নোৱাৰে, অর্থাৎ বিনিয়োগ ন্যাস হিচাপে এই ন্যাস কোম্পানীসমূহ স্বাধীনচিতীয়া নহয়।

সেয়ে দেখা যায়, ভাৰতীয় ঔদ্যোগিক আৰু বাণিজ্যিক বিত্তৰ নিয়ন্ত্ৰণৰ ক্ষমতা কেইজন মান পুঁজিপতিৰ হাতত দিনে দিনে কেন্দ্ৰীভূত হৈ আহিছে। এই কথাৰ উপযুক্ত প্ৰমাণ—বিনিয়োগ ন্যাসৰ গঠন-পদ্ধতি আৰু তাৰ প্ৰবৰ্তকসকল। টাটা গোষ্ঠীৰদ্বাৰা গঠিত হৈছে—

ইণ্ডাষ্ট্ৰিয়েল কৰপ'ৰেছন অব্ ইণ্ডিয়া লিমিটেড (Industrial Coporation of India Ltd.), ইনভেষ্টা ইণ্ডাষ্ট্ৰিয়েল কৰপ'ৰেচন লিমিটেড্ ( Investa Industrial Corporation Limited ).

বিৰলা গোষ্ঠীবদ্বাৰা সংগঠিত হৈছে—নিউ ইণ্ডিয়া ইনভেষ্ট্‌মেন্ট্ কৰপ'ৰেছন লিমিটেড্ ( New India Investment Corporation Limited ) হিন্দুস্থান ইনভেষ্ট্‌মেণ্ট্ কৰপ'ৰেচন লিমিটেড্ ( Hindustan Investment Corporation Limited ).

ডালমীয়া গোষ্ঠীবদ্বাৰা পৰিচালিত ন্যাস কোম্পানীসমূহ হল—ডালমিয়া ইনভেষ্ট্‌মেণ্ট্ কোম্পানী লিমিটেড্ ( Dalmia Investment Co. Ltd.), ইণ্ডাষ্ট্ৰিয়েল ক্ৰেডিট কোম্পানী লিমিটেড্ (Industrial Credit Company Ltd.), ডালমিয়া জৈন এণ্ড কোম্পানী লিঃ ( Dalmia Join & Co. Ltd. ) ছাংঘানীয়া গোষ্ঠীৰ ন্যাসসমূহ হৈছে—জে. কে. ছিনঠেটিকছ লিঃ ( J. K. Synthetics Ltd. ), জে. কে, ইনভেষ্টৰ ( বোম্বাই ) লিমিটেড ( J. K. Investor, Bombay Ltd.), জে. কে. কমাৰ্চিয়েল কৰপ'ৰেচন লিমিটেড (J. K. Commercial Corporation Ltd.), জে. কে. লিমিটেড (J. K. Ltd.) আদি আৰু বহুতো।

উল্লেখিত গোষ্ঠীসমূহৰদৰে গোয়েংকা, বাৰ্ড এণ্ড কোং, এন্ড্ৰু য়ুল ( Andrew yule ) কোম্পানীৰো নিজস্ব বিনিয়োগ ন্যাস আছে।

ভাৰতীয় বিনিয়োগ ন্যাসে যি ভাবে উপযোগিতা আহৰণ কৰিব লাগিছিল, সেয়া কাৰ্য্য ক্ষেত্ৰত থাকিও কাৰ্য্যকৰী হ'ব পৰা নাই। সেইকাৰণে ৰাষ্ট্ৰ এই বিষয়ত উদ্যোগী হোৱাটো অপৰিহাৰ্য্য হৈ পৰিছে। উপৰোক্ত অভিকৰ্তীয় ন্যাসসমূহত ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ অথবা পৰোক্ষ হৈঁচা দিয়া আৱশ্যক যাতে ক্ষুদ্ৰ ক্ষুদ্ৰ বিনিয়োগকাৰী লাভৱান হয়। যাতে প্ৰকৃতাৰ্থত ন্যাস গঠিত হয়, যিটোৱে বিনিয়োগ ব্যৱসায়ৰ বাহিৰে অন্য



...য়ৰলৈ ন্যাসৰ পৰিসৰ বহলাব নোৱাৰে ; যাতে বিনিয়োগ ন্যাসসমূহ ...চালন অভিকৰ্তাৰ হাতৰ পুতলা নহয়।

**ইউনিট ট্ৰাষ্ট অব্ ইণ্ডিয়া ( The Unit Trust of India ) ঃ** ...ষ্ট্ৰ উদ্যোগী হৈ প্ৰকৃতাৰ্থত ন্যাস গঠন কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি ...ৰ ফলস্বৰূপে, "ইউনিট ট্ৰাষ্ট অব্ ইণ্ডিয়া" নামত ৰাজহুৱা খণ্ডত ...টা ন্যাস যোৱা ১৯৬৩ চনত স্থাপিত হয়।

১৯৬৩ চনৰ ইউনিট ট্ৰাষ্ট এক্ট অনুসৰি এই ন্যাস বা ট্ৰাষ্ট প্ৰতিষ্ঠা ...য়। ন্যাস ইংলণ্ডত প্ৰচলিত বিনিয়োগ ন্যাসৰ আহিত সংগঠিত। ...উনিট ট্ৰাষ্ট গঠন কৰাৰ উদ্দেশ্য হ'ল—জনসাধাৰণৰ সঞ্চয় অভ্যাস গঢ়ি ...তোলা আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ বিনিয়োগকাৰীক বিভিন্ন কোম্পানীৰ সমাংশ ...পুঁজিত ( Equity Share Capital ) অৰ্থ বিনিয়োগ কৰিবলৈ সুযোগ ...দিয়া ; আৰু চৰকাৰৰ ক্ষুদ্ৰ সঞ্চয় আঁচনি ( Small Savings ...Scheme ) কাৰ্য্যকাৰী কৰা। উল্লেখ কৰা উদ্দেশ্যৰ বাহিৰেও দেশৰ ...পুঁজি বজাৰ ( Capital Market ) আৰু ষ্টক বিনিময় ( Stock ...Exchange ) উভয়কে শক্তিশালী কৰাও অন্যতম প্ৰধান লক্ষ্য।

**ন্যাসৰ পুঁজি ( Trust Capital ) ঃ** পুঁজি সংগঠিত হৈছে ৰিজাৰ্ভ ...বেংক, ষ্টেট বেংক অনুসূচীভুক্ত বেংক আৰু অন্যান্য অৰ্থ ব্যৱসায়ী ...সংস্থাবদ্বাৰা। ন্যাসৰ মুঠ পুঁজি—পাঁচ কোটি টকা।

ন্যাসৰ মূল পুঁজিলৈ তলত দিয়া ধৰণে অৰ্থ সংস্থাসমূহে বৰঙণি আগবঢ়াইছে—

| | | |
|---|---|---|
| (১) | ৰিজাৰ্ভ বেংক অব্ ইণ্ডিয়া | ২.৫০ কোটি টকা |
| (২) | ষ্টেট বেংক অব্ ইণ্ডিয়া | ·৭৫ " " |
| (৩) | জীৱন বীমা নিগম | ·৭৫ " " |
| (৪) | অনুসূচীভুক্ত বেংক আৰু অন্যান্য অৰ্থ সংস্থা | ১·০০ " " |
| | মুঠ পুঁজি— | ৫·০০ কোটি টকা |

**পৰিচালনা (Management)** ঃ ইউনিট ট্ৰাষ্টৰ পৰিচালনাৰ ভাৰ এখন ন্যাসধাৰী পৰিষদৰ (Board of Trustees) হাতত অৰ্পিত। পৰিষদৰ পৰিষদৰ নজন ন্যাসধাৰীৰে (Trustee) সংগঠিত। পৰিষদৰ ন্যাসধাৰীৰ নিৰ্বাচন এনে ভাৱে হয়—

(১) ৰিজাৰ্ভ বেংকে নিয়োগ কৰে—৫ জন সদস্য,

(২) জীৱন বীমা নিগমে এজন সদস্য,

(৩) ষ্টেট বেংকে নিয়োগ কৰে—দুজন সদস্য, মুঠ ন'জন সদস্য।

ৰিজাৰ্ভবেংকে নিয়োগ কৰা মুঠ পাঁচজন সদস্যৰ ভিতৰত এজন পৰিষদৰ অধ্যক্ষ আৰু বাকী চাৰিজন সদস্য। পৰিষদৰ কাৰ্য্যপৰিচালনা কৰিবলৈ—এজন কাৰ্য্য-নিৰ্বাহক ন্যাসধাৰী (Executive Trustee) ৰিজাৰ্ভ বেংকে নিয়োগ কৰে। ন্যাস পৰিষদে ব্যৱসায়িক ৰীতি-নীতিত ভিত্তি কৰি ন্যাসৰ কাৰ্য্য পৰিচালনা কৰিব লাগে, আৰু ন্যাসৰ ন্যাস-পত্ৰধাৰীৰ স্বাৰ্থৰ অনুকূলে কাৰ্য্য কৰা একান্ত নিয়ম।

**বিনিয়োগ নীতি (Investment Policy)** ঃ সাধাৰণতে দুটা বিষয়ত ন্যাস পৰিষদে বিশেষ লক্ষ্য ৰাখিব লাগে; প্ৰথম বিপদহীন বিনিয়োগ আৰু দ্বিতীয় বিনিয়োগৰ যথোচিত উপাৰ্জন।

সেই উপলক্ষে কেইটামান নীতি নিৰ্ধাৰণ কৰি দিয়া হৈছে—প্ৰথম, ন্যাসৰ মুঠ বিনিয়োগ যোগ্য পুঁজিৰ শতকৰা পাঁচ ভাগতকৈ অধিক অৰ্থ কোনো এটা কোম্পানীত "বিনিয়োগ" অথবা কোনো এটা কোম্পানীয়ে প্ৰচলন কৰা নিৰাপত্তা পত্ৰৰ শতকৰা দহ ভাগতকৈ বেছি ক্ৰয় কৰিব নোৱাৰে ঃ অৱশ্যে "বিনিয়োগ" বা "ক্ৰয়" উভয়ৰ ভিতৰত যিটোৱেই কম হ'ব, সেইটোহে এই ক্ষেত্ৰত প্ৰযোজ্য হ'ব।

দ্বিতীয়—নতুন কোম্পানীত কোম্পানীয়ে প্ৰথমে প্ৰচলন কৰা মুঠ নিৰাপত্তা পত্ৰৰ বিনিয়োগ, ন্যাসৰ মুঠ বিনিয়োগ যোগ্য অৰ্থৰ শতকৰা পাঁচ ভাগতকৈ অধিক হ'ব নোৱাৰিব।



তৃতীয়—বিভিন্ন চৰকাৰী আৰু ঔদ্যোগিক কোম্পানীৰ (চৰকাৰী নিৰাপত্তা পত্ৰ আৰু ঔদ্যোগিক পত্ৰ) মাজত অৰ্থ বিনিয়োগৰ ভাৰসাম্য ৰাখিব লাগিব; যাতে উপাৰ্জনৰ গড় শতকৰা ছয় ভাগতকৈ উৰ্দ্ধত থাকে।

চতুৰ্থ—ন্যাসৰ মুঠ অৰ্থ বিনিয়োগৰ পৰিসীমা এশ কোটি (১০০,০০,০০,০০০) কোটি টকা।

**আঁচনি (Scheme)** ঃ ন্যাসধাৰী পৰিষদে (Board of Trustees) ন্যাসৰ পৰিচালনাৰ বাবে এখন আঁচনি প্ৰস্তুত কৰে। ন্যাসৰ অৰ্থ সংগ্ৰহ সেই অনুযায়ী কৰা হয়। ১৯৬৪ চনৰ জুলাই মাহৰপৰা আঁচনিখন কাৰ্য্যকৰী কৰা হৈছে।

আঁচনি সন্নিৱিষ্ট নিয়মসমূহ তলত উল্লেখ কৰা ধৰণৰ—

(১) ন্যাসৰ এটা ইউনিট বা গোটৰ মুদ্ৰিত মূল্য ন্যূনতম দহ টকা আৰু উচ্চতম এশ টকা।

(২) ইউনিট বা গোটসমূহ ন্যাসে সিদ্ধান্ত কৰা দাম অনুযায়ী বিক্ৰী হয়। সাধাৰণতে, মুদ্ৰিত মূল্যৰ ওপৰত ঘোষিত লভ্যাংশ অনুসৰি দাম নিৰ্ধাৰণ হয়।

(৩) ন্যাসৰ গোট ক্ৰয় কৰাৰ ক্ষেত্ৰত কোনো সীমাবদ্ধতা নাই। যিকোনো বিনিয়োগকাৰীয়ে নিজৰ ইচ্ছা অনুযায়ী গোট বা ইউনিট ক্ৰয় কৰিব পাৰে।

(৪) ন্যাসপত্ৰধাৰীয়ে (Unit holder) বা বিনিয়োগকাৰীয়ে ন্যাসকেই বিক্ৰী কৰিব পাৰে। তাৰ মূল্য সময়ে সময়ে ন্যাসে ঘোষণা কৰা মূল্যানুযায়ী নিৰ্ধাৰণ কৰা হয়।

(৫) ন্যাস পত্ৰধাৰীয়ে নিজৰ গোট বা উপগোট হস্তান্তৰ কৰিব পাৰে, কিন্তু সেই হস্তান্তৰ সদায় বেংকৰ নামত হ'ব লাগিব। বেংকৰপৰা এই গোট বা ইউনিটৰ হৈ ঋণ বা আগধন লব পাৰে।

(৬) ন্যাস পত্ৰধাৰীয়ে ইউনিট বা গোটৰ ওপৰত হোৱা লাভ
আকৌ "পুনৰ বিনিয়োগ আঁচনিত" বিনিয়োগ কৰিব পাৰে।
ন্যাস গঠনৰ সময়ত ইউনিট বা গোটসমূহ দহ টকা দামত বিক্ৰী কৰ
হৈছিল ; কিন্তু পিচত দৈনিক ঘোষিত দাম অনুপাতেহে গোটৰ দা
নিৰ্ণয় কৰা হয়। ১৯৬৮ চনৰ জুন মাহত ন্যাসে বিক্ৰী কৰা মুঠ গোট
ইউনিটৰ মূল্য হৈছিলগৈ—১৫৩৩·৫২ লাখ টকা। এই সমুদায় অ
ব্যক্তিগত ক্ৰেতাৰপৰা সংগৃহীত হৈছিল। ন্যাসে সেই তাৰিখলৈকে
বিনিয়োগ কৰা মুঠ অৰ্থৰ পৰিমাণ আছিল ৪৮·৭ কোটি টকা।
ন্যাসৰ লভ্যাংশৰ ওপৰত চৰকাৰে বহু কৰ-কাটল ৰেহাই দিয়ে।
সাধাৰণতে লভ্যাংশৰ পৰিমাণ এহেজাৰ টকালৈকে কোনো আয়কৰ বা
তৎজাতীয় কৰ কাটল দিব নালাগে। উক্ত টকা কৰ-কাটল মুক্ত।
ন্যাসপত্ৰ ক্ৰয় বিষয়তো বহু কৰ-কাটলৰ ৰেহাই দিয়া হয়।

**ক্ৰমবিকাশ (Evolution) :** ১৯৬৪ চনত পহিলা জুলাইত প্ৰয়োগ
কৰা আঁচনিখনৰ ফলত এবছৰৰ পিছতেই ন্যাসৰ স্থূল আয়ৰ ( Gross-
income ) পৰিমাণ হৈছিলগৈ—১৫৩·৪৬ লাখ টকা। ন্যাসৰ জন-
সাধাৰণৰ ওচৰত গোট বা ইউনিট বিক্ৰী কৰাৰ পৰিমাণ হৈছিলগৈ
১৯·১৪ কোটি টকা। ন্যাস পত্ৰধাৰীসকলক প্ৰায় শতকৰা ৬·১% ভাগ
লভ্যাংশ দিছিল। ১৯৬৯-৭০ চনত ন্যাসৰ গোট বিক্ৰীৰ পৰিমাণ
হৈছিলগৈ ২,২৮৩·৪০ কোটি টকা আৰু ন্যাসৰ মুঠ বিনিয়োগ হৈছিল—
৮৮·৩ কোটি টকা। উল্লেখিত গোট বিক্ৰী জনসাধাৰণৰ ওচৰত হৈছিল
—২,২৬৫·৭২ লাখ টকাৰ আৰু অন্যান্য সংস্থাৰ মাজত হৈছিল—১৭·৬৮
লাখ টকা। ন্যাসপত্ৰৰ লভ্যাংশ বৃদ্ধি হৈছিলগৈ শতকৰা ৭·২ ভাগ।
উপৰোক্ত হিচাপৰপৰা এটা কথা পৰিষ্কাৰ হৈছে যে, ন্যাসে
আচলতে মধ্যমীয়া উপাৰ্জনক্ষম ব্যক্তিৰ সঞ্চয় পুঁজি আহৰণ কৰা
অধিক ফলপ্ৰদ হৈছে। অন্য কথাত ন্যাসে, মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত



বিনিয়োগকাৰীৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হৈছে। প্ৰকৃততে, এই মধ্যস্থতাকাৰী প্ৰতিষ্ঠানে ৰাজহুৱা সঞ্চিত ধনক সংগৃহীত কৰি বিভিন্ন ব্যৱসায় প্ৰতিষ্ঠানৰ নিৰাপত্তা পত্ৰত বিনিয়োগ কৰিছে ; যিটোৱে সঞ্চিত ধনৰ এক যুক্তি যুক্ত আৰু নিয়মিত উপাৰ্জন ন্যাসপত্ৰধাৰীলৈ আহৰণ কৰাত সহায়ক হৈছে।

ইউনিট স্কিম বা গোট আঁচনি ক্ষুদ্ৰ বিনিয়োগকাৰীৰ বাবে উপযোগী মাধ্যম। অৱশ্যে গোট আঁচনিৰ সৰ্বাধিক প্ৰচাৰে আৰু দেশৰ বৃহৎ জনসাধাৰণৰ সহযোগ আৰু অধিক ফলপ্ৰসূ কৰি তুলিব পাৰে।

**ন-পৰিকল্পনা ( New Plans ) :** ১৯৬৬ চনত ইউনিট ট্ৰাষ্ট অব্ ইণ্ডিয়া এক্ট ( Unit Trust of India Act ) খন সংশোধন কৰা হয়। সংশোধিত আইন অনুযায়ী ভাৰতীয় বিনিয়োগ ন্যাসে বা ইউনিট ট্ৰাষ্টে নতুন ভালেমান আঁচনি বা পৰিকল্পনা গ্ৰহণ কৰাৰ সুযোগ পায়। পুনৰ বিনিয়োগ আঁচনি ( Re-investment Plan ), স্বেচ্ছাধীন আঁচনি (Voluntary Savings Scheme ), শিশুৰ উপঢৌকন আঁচনি (Children's Gift Plan ) সহবীমা আঁচনি ( Savings Cum Insurance Plan ) আদিয়েই সেই নতুন পৰিকল্পনাৰ অন্যতম।

**পুনৰ বিনিয়োগ আঁচনি ( Re-investment Plan ) :** এই আঁচনি অনুসৰি এজন ন্যাসপত্ৰধাৰীয়ে তেওঁৰ ন্যাস পত্ৰত অৰ্জন কৰা লভ্যাংশ পুনৰ বিনিয়োগ কৰাৰ সুযোগ পায়। ই আচলতে, উপাৰ্জনক পুনৰ বিনিয়োগৰ জৰিয়তে দ্বিগুণ কৰাৰ এক কাৰ্য্যকৰী প্ৰচেষ্টা। এনে আঁচনিয়ে এজন ন্যাসপত্ৰধাৰীয়ে লোৱা ন্যাস পত্ৰৰ মূল্য দহ বছৰ মানৰ ভিতৰত দুগুণ কৰিবগৈ পাৰে। পুনৰ বিনিয়োগ আঁচনি খন ন্যাসধাৰী পৰিষদে ১৯৬৬ চনত আৰম্ভ কৰিছিল। সেই বছৰ, ৪০৬৩ জন আবেদন কাৰীয়ে ১০,৪২,২২০টা ন্যাস গোট ক্ৰয় কৰে। ১৯৬৯-৭০ চনত, ১৯৬৯ লভ্যাংশ বিতৰণৰ ওপৰত পুনৰ বিনিয়োগ হৈছে—৩৬·৫২ লাখ টকা।

**স্বেচ্ছাধীন সঞ্চয় আঁচনি ঃ** এই আঁচনি ১৯৬৯ চনৰ পহিলা জুলাই তাৰিখে আৰম্ভ কৰিছিল। মধ্যমীয়া আৰু নিম্ন শ্ৰেণীৰ উপাৰ্জনক্ষম মানুহক নিৰ্ধাৰিত সময় অনুযায়ী অৰ্থ সঞ্চয় আৰু বিনিয়োগ কৰিবলৈ এই আঁচনিয়ে সুবিধা আগবঢ়াইছে। ১৯৬০-৭০ চনত এই আঁচনিৰ জৰিয়তে প্ৰাপ্ত অৰ্থৰ পৰিমাণ আছিল এক লাখ টকা আৰু উক্ত অৰ্থ ৪৯১ জন আবেদনকাৰীৰপৰা পোৱা হৈছিল।

**শিশুৰ উপঢৌকন আঁচনি ঃ** ১৯৭০ চনৰ জুলাইৰ পহিলা তাৰিখে এই আঁচনি প্ৰৱৰ্তন কৰা হয়। আঁচনি অনুযায়ী সৰু ল'ৰা-ছোৱালীৰ হৈ কিছুমান গোট প্ৰচলন কৰা হয়। উক্ত বিলিকৃত গোটসমূহ ল'ৰা-ছোৱালীৰ মাক-দেউতাক বা অভিভাৱকে ক্ৰয় কৰিব পাৰে। তেনেদৰে বিক্ৰী হোৱা গোটসমূহৰ ওপৰত প্ৰতি বছৰে হোৱা আৰ্জনক পুনৰ বিনিয়োগ কৰা হয়। ল'ৰা-ছোৱালী প্ৰাপ্ত-বয়স্ক নোহোৱালৈকে ( একৈশ বছৰ ) গোটৰ অধিকাৰী হোৱা সত্ত্বেও সেই গোটসমূহৰ হৈ কোনো ধৰণৰ লেন-দেন কৰিব নোৱাৰে। আঁচনি অনুযায়ী ল'ৰা-ছোৱালীৰ সংজ্ঞা পোন্ধৰ বছৰৰ তলৰ আৰু প্ৰতিজন আবেদনকাৰীয়ে ন্যূনতম পঞ্চাশটা গোট একেলগে ক্ৰয় কৰিব নালাগে। অৱশ্যে আবেদনকাৰীয়ে ক্ৰয় কৰাৰ ক্ষেত্ৰত কোনো উচ্চ সীমা নিৰ্ধাৰণ কৰি দিয়া নাই।

**বীমা কোম্পানীসমূহ ( Insurance Companies ) ঃ** বীমা কোম্পানীসমূহেও দেশৰ বিভিন্ন উদ্যোগ ব্যৱসায় প্ৰতিষ্ঠান আদিত অৰ্থ বিনিয়োগ কৰে। বীমা কোম্পানীসমূহৰ ভিতৰত ফায়াৰ ( Fire ), মেৰাইন ( Marine ), জেনেৰেল ( General ) আদিয়েই অন্যতম। বীমা কোম্পানীসমূহৰ আচৰণ বিধি সদায় বীমা-আইন অনুযায়ী পৰিচালিত হয়। গতিকে বীমা-কোম্পানীবোৰৰ অৰ্থ বিনিয়োগ ক্ষেত্ৰত চৰকাৰী নিয়ন্ত্ৰণ আছেই। আইন অনুযায়ী শতকৰা পঁচিশ



ভাগ চৰকাৰ অনুমোদিত ন্যাসধাৰী নিৰাপত্তা পত্ৰত আৰু পয়ত্ৰিশ ভাগ আইন সিদ্ধ বিত্ত নিগম, বা শিল্পোদ্যোগৰ নিৰাপত্তা পত্ৰত বিনিয়োগ কৰাৰ বিষয়ত, বিনিয়োগ কৰা শিল্প-উদ্যোগৰ অৱস্থা সুস্থ সবল হ'ব লাগিব। যিকোনো এটা কোম্পানীতে সমুদায় অৰ্থৰ বিনিয়োগ হ'ব নোৱাৰিব। প্ৰয়োজন বোধ কৰিলে, অৰ্থ-বিনিয়োগ বন্ধ কৰি দিব পৰা ক্ষমতা চৰকাৰৰ হাতত ন্যস্ত কৰা আছে। উক্ত চৰ্তবোৰ আৰোপ কৰাৰ অৰ্থ হ'ল—বীমাপত্ৰধাৰীক ( Policy Holder ) অকল্পনীয় লোকচানৰ পৰা পৰিত্ৰাণ কৰা।

সমূহ বীমা কোম্পানীৰ ভিতৰত আৰম্ভৰেপৰাই জীৱন বীমা কোম্পানীৰ ব্যৱসায় উল্লেখনীয় আছিল। ১৯৫৬ চনত জীৱন-বীমা কোম্পানীক জাতীয়কৰণ কৰা হয়। সেই অনুক্ৰমে গৃহীত হোৱা আইনখন হ'ল—লাইফ ইন্স্যুৰেন্স কৰপ'ৰেচন অব্ ইণ্ডিয়া এক্ট ১৯৫৬ চন' ( Life Insurance Corporation of India Act—1956 )। জীৱন-বীমা নিগমৰ অৰ্থবিনিয়োগ কৰাৰ কাৰণে এখন অৰ্থ বিনিয়োগ সমিতি ( Investment Committee ) আছে। অৰ্থ বিনিয়োগ সমিতিয়ে জীৱন-বীমা নিগমৰ বিনিয়োগ যোগ্য অৰ্থৰ ( Investible Funds ) বিনিয়োগ কৰে। বৰ্তমানে মুঠ বিনিয়োগৰ শতকৰা পঞ্চাশ ভাগ চৰকাৰী বা তৎস্থানীয় নিৰাপত্তা পত্ৰত বিনিয়োগ কৰিব লাগে। শতকৰা পঞ্চাশ ভাগৰ পয়ত্ৰিশ ভাগ চৰকাৰী অনুমোদিত ব্যৱসায় প্ৰতিষ্ঠানত বিনিয়োগ কৰিব লাগে। শেষৰ পোন্ধৰ ভাগ অন্যান্য খণ্ডত বিনিয়োগ কৰিব পাৰে।

জীৱন-বীমা নিগম, বিনিয়োগ কোম্পানী নহয় ; গতিকে জীৱন-বীমাৰ অৰ্থ-বিনিয়োগ কৰাৰ আঁচনি বাহুল্যকৈ কৰিব নোৱাৰি। জীৱন-বীমা নিগমে অৰ্থ-বিনিয়োগ কৰা উদ্যোগসমূহ হ'ল বিদ্যুৎ, ইঞ্জিনীয়াৰিং, কাপোৰ কল, লোহা আৰু তীখা, চিমেণ্ট ( Cement ), মৰাপাট আৰু

কাগজ। বৰ্তমান জীৱন-বীমা নিগমে ৰাজহুৱা খণ্ডৰ প্ৰকল্প বা উন্নত
অন্যান্য অৰ্থ যোগান সংস্থাৰ লগত শতকৰা পোন্ধৰ ভাগ অৰ্থ বিনিয়োগ
কৰিছে। নিগমে উদ্যোগ বা প্ৰকল্পৰ "পুঁজি অংশ" ক্ৰয় কৰাতকৈ
"ঋণ-পত্ৰ" ক্ৰয় কৰাতহে বেছি আগ্ৰহ দেখুৱায়। কোনো কোনো
সময়ত বিভিন্ন বজাৰত প্ৰচলিত ঋণ-পত্ৰৰ প্ৰায় শতকৰা একত্ৰিশ
ভাগলৈকে ক্ৰয় কৰাৰ উদাহৰণ নিগমৰ আছে।

নিগমে, দেশৰ বাহিৰেও বিদেশতো জীৱন-বীমাৰ ব্যৱসায় কৰিছে।
সেই দেশসমূহ হ'ল—ফিজি, কেনিয়া, মালেছীয়া, নেপাল, চিংগাপুৰ,
মৌৰিচিয়াছ আৰু ইংলণ্ডই প্ৰধান। ১৯৭১ চনৰ মাৰ্চ মাহত উল্লেখিত
দেশসমূহত কৰা ব্যৱসায় হ'ল—৪৫৩৬টা প্ৰ'পজেল (proposal)
৯·৬৫ কোটি টকাৰ জামিনত (Assurance) পাইছিল। তাৰে
৩,৯৪৫ খন চুক্তি-পত্ৰত (Policy), ৮·৫১ কোটি টকাৰ দায়বদ্ধতাৰে
প্ৰদান কৰা হৈছে।

১৯৭১ চনৰ মাৰ্চ মাহত নিগমৰ অৰ্থবিনিয়োগৰ মুঠ মুদ্ৰিত মূল্য
হৈছিলগৈ—১৭১৭·৫৯ কোটি টকা। সেই একে তাৰিখে নিগমৰ আচল
লাভ হৈছিল ৩৯৪·০১ কোটি টকা; অৱশ্যে ইয়াৰ ভিতৰত কিস্তিধনত
(Premium) উপাৰ্জন হয় ২৯২·১৫ টকা। নিগমৰ মুঠ লেন-দেন—
১৯৭৩ চনৰ মাৰ্চ মাহলৈকে ১৬·১৬ লাখ নতুন চুক্তি-পত্ৰত ১৩০৩ কোটি
টকা জামিনবন্ধ হৈ প্ৰদান কৰা হৈছে।

১৯৭০-৭১ চনত জীৱন-বীমা নিগমে—১৭ (সোতৰ) কোটি টকা
ৰাজ্যিক চৰকাৰসমূহক "আবাস গৃহ আঁচনিৰ বাবে (Housing
Scheme) আগধন দিছে।

১৯৭১ চনৰ মে মাহত ফায়াৰ (Fire) জেনেৰেল (General)
আৰু অন্যান্য বীমাৰ ব্যৱসায় (সকলো দেশী-বিদেশী কোম্পানী)
কেন্দ্ৰীয় চৰকাৰে জেনেৰেল ইন্সুৰেন্স এক্টৰদ্বাৰা (General
Insurance Act 1971) ৰাষ্ট্ৰীয়কৰণ কৰে।



**ঔদ্যোগিক ঋণ আৰু বিনিযোগ নিগম (Industrial Credit
and Investment Corporation) :** এই নিগম, ১৯৫৫ চনৰ
জানুৱাৰী মাহত ভাৰতীয় কোম্পানী আইনৰ অধীনত পঞ্জীভুক্ত হয়।
নিগম গঠিত হোৱাত বিশ্ব বেংক (World Bank) আৰু আমেৰিকা
যুক্তৰাষ্ট্ৰৰ কেইজনমান বিত্ত-উদ্যোগী জড়িত। নিগমৰ উদ্দেশ্য হ'ল,
ভাৰতবৰ্ষত ব্যক্তিগত খণ্ডত গঢ়ি উঠা সৰু বৰ সকলো উদ্যোগকে বিত্তীয়
সংস্থান দিয়া।

নিগমৰ প্ৰধান কাৰ্য্যালয় বোম্বে চহৰত আৰু অনুমোদিত পুঁজিৰ
পৰিমাণ—পঁচিশ কোটি টকা। নিগমৰ অৰ্পিত মূলধন হৈছে—৭·৫
কোটি টকা আৰু নিগমৰ বিনিয়োগকাৰী সকল ভাৰতবৰ্ষৰ বাহিৰেও
ইংলণ্ড আৰু আমেৰিকাত আছে। ভাৰতীয় বিনিয়োগকাৰীৰ
ভিতৰত সৰ্বাধিক পুঁজি অংশৰ ক্ৰেতা হ'ল—ভাৰতীয় জীৱন বীমা
নিগম।

**বিত্তদান পদ্ধতি (Methods of Finance) :** নিগমে
ব্যক্তিগত খণ্ডৰ সকলো ঔদ্যোগিক প্ৰতিষ্ঠানক বিত্তীয় সাহায্য দিয়াৰ
প্ৰতিশ্ৰুতি দিয়ে। উক্ত প্ৰতিশ্ৰুতি সমূহ এনে জাতীয় (ক) নতুন
উদ্যোগৰ উন্নয়ন। (খ) প্ৰতিষ্ঠিত উদ্যোগৰ সম্প্ৰসাৰণ আৰু নবীকৰণ
(Modernisation), (গ) পৰিচালনা, যান্ত্ৰিকতা আৰু প্ৰশাসনিক
ক্ষেত্ৰত বিভিন্ন প্ৰশিক্ষণ আৰু সাহায্যদান। (ঘ) উদ্যোগত ব্যক্তিগত
পুঁজি লগ্নৰ বাবে প্ৰতিশ্ৰুতিৰ দ্বাৰা উৎসাহ দান। (ঙ) একযন্ত্ৰাধিকাৰী
উদ্যোগীক ঔদ্যোগিক বিনিময়ৰ বাবে প্ৰেৰণা দিয়া আৰু বিনিয়োগ
বজাৰ (Investment Market) সম্প্ৰসাৰণ কৰা।

উল্লেখযোগ্য যে ইতিমধ্যে নিগমে কিছুমান কাৰ্যকৰী ব্যৱস্থা হাতত
লৈছে, যেনে--দীৰ্ঘ-কালীন আৰু হ্ৰস্ব-কালীন ভিত্তিত ঋণ-দান কৰা,
নতুন ঔদ্যোগিক উদ্যমে প্ৰচলন কৰা পুঁজি অংশৰ দায়িত্ব গ্ৰহণ

(Under writing), আগধন দিবলৈ চুক্তিবদ্ধ আদিয়েই অন্যতম প্ৰধান কাৰ্য্য-কলাপ।

**মূলধন (Capital):** নিগমৰ মুঠ অনুমোদিত পুঁজি অংশ (Authorised Capital) হৈছে—পঁচিশ কোটি টকা। পাঁচ লাখ সাধাৰণ অংশ পত্ৰত (Ordinary Shares) উক্ত মূলধনক ভাগ কৰা হৈছে; প্ৰতিটো পুঁজি অংশৰ মূল্য এশ টকা আৰু বিশ লাখ অবৰ্গীকৃত অংশ (Unclassified Shares) যাৰ প্ৰতিটোৰ মূল্যও এশ টকা। বৰ্তমান নিগমৰ ৫ লাখ এশ টকা মূল্যৰ সাধাৰণ অংশ পত্ৰ বিলিকৃত কৰা হৈছে। প্ৰতিটো অংশৰ ভোটাধিকাৰ সংখ্যাও এটা। অংশ পত্ৰৰ প্ৰচলনত এনেভাৱে মূল্যায়ন কৰা হৈছে—দুই কোটি টকাৰ অংশ পত্ৰৰ ভাৰতীয় বেংক, বীমা কোম্পানী আৰু অন্যান্যই ক্ৰয় কৰিব। ডেৰ কোটি টকাৰ অংশ-পত্ৰ ৰাজহুৱাভাৱে সংগৃহীত হ'ব। এনেকৈ ৩·৫ কোটি টকাৰ অংশ-পত্ৰৰ পুঁজি অংশ সংগৃহীত হ'ব। অৱশিষ্ট পুঁজিৰ বাবে—এক কোটি টকাৰ অংশ বৃটিছ বিনিয়োগকাৰীয়ে আৰু পঞ্চাশ লাখ টকাৰ অংশ আমেৰিকান বিনিয়োগ কাৰীয়ে ক্ৰয় কৰিব বুলি প্ৰতিশ্ৰুতি দিছে।

**নিগমলৈ ঋণ (Loan):** এইখিনিতেই স্মৰণীয় যে ভাৰত চৰকাৰে প্ৰায় ১৭½ কোটি টকাৰ ঋণ এই নিগমক দিছে। উক্ত ঋণৰ ৭½ কোটি টকাৰ ঋণৰ সুত নাই, অৱশিষ্ট দহ কোটি টকাৰে সুতৰ হাৰ বছৰি মাত্ৰ ৪½%। ইয়াৰ বাহিৰেও আন্তৰ্জাতিক বেংকে (International Bank for Reconstruction and Development) ভাৰত চৰকাৰৰ দায়বদ্ধতাৰে আৰ্থিক সাহায্য আগবঢ়াইছে।

নিগম প্ৰতিষ্ঠাৰ পাঁচ বছৰৰ পিছৰ পৰাই নিগমে উপাৰ্জনৰ শতকৰা পঁচিশ ভাগ সঞ্চয় নিধিত জমা ৰাখিব লাগে। যেতিয়ালৈকে সেই



নিধিৰ অৰ্থ চৰকাৰী সাহায্য আৰু চৰকাৰী দায়বদ্ধতাৰদ্বাৰা প্ৰাপ্য সাহায্যৰ সমান নহয়।

**কাৰ্য্য-কলাপ (Activities):** ব্যক্তিগত খণ্ডত প্ৰতিষ্ঠিত আৰু নতুনকৈ প্ৰতিষ্ঠা হোৱা বহু উদ্যোগত, এই নিগমে অৰ্থ সাহায্য আগবঢ়াইছে। ব্যক্তিগত খণ্ডত শিল্পায়নৰ ক্ষেত্ৰত এই নিগমৰ কাৰ্য্য উল্লেখযোগ্য। ১৯৫৫ চনৰপৰা ১৯৭০ চনলৈ, নিগমে উদ্যোগক দিয়া অৰ্থ সাহায্যৰ পৰিমাণ হৈছিলগৈ ২৬৪·৬ কোটি টকা। অন্য উদ্যোগৰ দায়িত্ব গ্ৰহণ কৰা ব্যৱসায়ৰ পৰিমাণ হৈছিল গৈ—৫৭·৮ কোটি টকা। নিগমে ১৯৭০ চনৰ মাৰ্চ মাহলৈকে ৫০৫টা কোম্পানীৰ অৰ্থ যোগান ধৰিছে। ১৯৬৯ চনৰ ডিচেম্বৰ মাহলৈকে এই নিগমৰ মুঠ বিত্তীয় সংস্থান (Financial Resources) আছিল ২১০·৪৪ কোটি টকা। উক্ত পুঁজিৰ (Fund) ৬৯·৪৭ কোটি টকা ভাৰতীয় মুদ্ৰা আৰু ১৪০·৯৭ কোটি টকা বিদেশী মুদ্ৰা।

ই কেৱল এটাই ভাৰতীয় প্ৰতিষ্ঠান, যিটোৱে বিদেশী বিনিয়োগকাৰীৰপৰা বিদেশী মুদ্ৰাত অৰ্থ সংগ্ৰহ কৰি আছে আৰু ভাৰতীয় উদ্যোগে বিদেশৰপৰা বিভিন্ন সাহায্য পাই আছে। নিগমৰ আন্তৰ্জাতিক ক্ষেত্ৰত যোগাযোগ আছে আৰু নিগমে বিদেশী ৰাষ্ট্ৰত বিনিয়োগ কেন্দ্ৰ প্ৰতিষ্ঠা কৰি, বিদেশী পুঁজি আৰু সাহায্য আহৰণ কৰিবলৈ সমৰ্থ হৈছে।

**ভাৰতীয় ঔদ্যোগিক বিত্ত নিগম (Industrial Finance Corporation of India):** উদ্যোগত অৰ্থ সাহায্য দিবলৈ বিশেষকৈ দীৰ্ঘ কালীন আৰু মধ্য কালীন ঋণ দানৰ বাবে, ১৯৪৮ চনত ভাৰতীয় ঔদ্যোগিক বিত্ত নিগম গঠিত হয়। জম্মু আৰু কাশ্মীৰৰ বাহিৰে নিগমৰ কাৰ্য্যক্ষেত্ৰ সমগ্ৰ ভাৰতবৰ্ষ। নিগমে প্ৰায় সকলো সাৰ্বজনিক ঔদ্যোগিক সংস্থাক অৰ্থ সাহায্য দিয়াৰ নীতি গ্ৰহণ কৰিছে; কিন্তু

যুটীয়া ব্যৱসায় সংস্থা আৰু একস্বত্বাধিকাৰী ব্যৱসায় আৰু নিজস্ব
কোম্পানীৰ গঠন পদ্ধতিত ব্যৱসায় গঢ়ি উঠা উদ্যোগে এই নিগমৰপৰা
বিত্তীয় সংস্থান নাপায় ; কিন্তু সমবায় আইন অনুসৰি ভাৰতত পঞ্জীভুক্ত
হোৱা সীমাবদ্ধ সমিতিয়ে ( যি উৎপাদন, সংৰক্ষণ শ্ৰেণী বিভক্তি কৰণ,
শক্তি বণ্টন ( Power distribution ) খনিজ উদ্ঘাটন আদি ব্যৱসায়
কৰে ) এই নিগমৰপৰা ঋণ পাবৰ যোগ্য । আনহাতে কিছুমান অনুন্নত
অঞ্চলত নতুন উদ্যোগ গঢ়ি তুলিবৰ কাৰণে বেহাই ভিত্তিটো আৰ্থিক
সাহায্য এই নিগমে আগবঢ়ায় ।

**কাৰ্য্য-কলাপ ( Functions ) ঃ** নিগমে আগবঢ়োৱা বিত্ত সাহায্যৰ
স্বৰূপ নিম্ন উল্লেখিত প্ৰকাৰৰ ।

(১) ঔদ্যোগিক সংস্থাই সংগ্ৰহ কৰা (Raise) ঋণৰ বাবে প্ৰতিশ্ৰুতি
বদ্ধ হোৱা । এই ঋণ পঁচিশ বছৰৰ ভিতৰতহে পুনৰ পৰিশোধ হয় ।

(২) ঔদ্যোগিক সংস্থাই প্ৰচলন কৰা পুঁজি অংশ ঋণ-পত্ৰ, ঋণলেখ
( Bond ) আদিৰ দায়িত্ব গ্ৰহণ ; কিন্তু এনে নিৰাপত্তা পত্ৰ সাত বছৰৰ
ভিতৰত হস্তান্তৰিত হ'ব লাগিব ।

(৩) উদ্যোগ প্ৰতিষ্ঠানলৈ ঋণ বা আগধন মঞ্জুৰ কৰা অথবা ঋণ-পত্ৰ
ক্ৰয়ৰদ্বাৰা ধৰগুণি আগবঢ়োৱা । সেইখন পঁচিশ বছৰৰ ভিতৰত
প্ৰতিশোধ হ'ব লাগিব ।

(৪) কেন্দ্ৰীয় চৰকাৰ আৰু আন্তৰ্জাতিক বেংকে বিভিন্ন ঔদ্যোগিক
সংস্থালৈ আগবঢ়োৱা ঋণ আৰু আগধনৰ বাবে নিগমে অস্থায়ী অভিকৰ্তা
( Agent ) হিচাপে কাৰ্য্য সম্পাদন কৰে ।

(৫) কেন্দ্ৰীয় চৰকাৰৰপৰা ঋণ বা আগধন লোৱাৰ ব্যৱস্থা কৰা ।

(৬) বিদেশৰপৰা মূলধনী বস্তু ( Capital goods ) আমদানি
কৰোঁতাৰ হৈ, বিদেশী শিল্প উৎপাদকৰ ওচৰত স্থগিত পৰিশোধৰ বাবে
( Deferred Payment ) প্ৰতিশ্ৰুতি দান কৰা ।



৭) নিগমে পোনপটীয়াকৈ কোনো শিল্পোদ্যোগৰ পুঁজি অংশ গ্ৰহণ
অথবা ঋণ বা আগধনক পুঁজি অংশ লৈ ৰূপান্তৰ কৰাৰ অধিকাৰ
কাৰ্য্য ।

(৮) নিগমক বন্ধকত দিয়া সা-সম্পত্তি খাজনাত ( Lease ) দিয়া
। 

(৯) কেন্দ্ৰীয় চৰকাৰৰ পূৰ্ব অনুমতি সাপেক্ষে বিদেশী ৰাষ্ট্ৰৰপৰা
লোৱা, ঋণৰ ব্যৱস্থা কৰা বিষয়ত দেশৰ ঔদ্যোগিক সংস্থাক বিদেশী
ৰ বাবে সাহায্য দান কৰা ।

উল্লেখিত ঋণ দান পদ্ধতিৰে সূচায় যে, নিগমে কেতিয়াবা প্ৰচলন-
কাৰী ব্যৱসায় প্ৰতিষ্ঠান (Issueing house) হিচাপে আৰু কেতিয়াবা
নিশ্চয়তা বাহী ( Under writer ) ।

ব্যৱসায়ী হিচাপে আৰু কেতিয়াবা ঋণ দান অনুষ্ঠান হিচাপে কাৰ্য্য
কৰে বাবে । এই নিগমক এটা কোম্পানী হিচাপে ধৰা হয় ; সেয়ে
কোম্পানী হিচাপেই নিগমে আয় উপাৰ্জনৰ ওপৰত কৰ কাটল দিব
লাগে ।

অৱশ্যে উপৰুক্ত কাৰ্য্য-কলাপসমূহ সম্পাদন কৰিবলৈ যাওঁতে নিগমে
কিছুমান চৰ্ত আৰোপ কৰে । সেই চৰ্তসমূহ হৈছে নিগমে স্পৰ্শনীয়
সা-সম্পত্তি ব্যতিৰেকে কোনো ধৰণৰ সাহায্য আগ নবঢ়ায় । আগ-
বঢ়োৱা সাহায্যৰ ওপৰত আৱশ্যক হলে চৰ্ত আৰু বিধি ব্যৱস্থা আৰোপ
কৰিব পাৰে । অৰ্থ সাহায্যৰ পৰিমাণ একক উদ্যোগত নিগমৰ অৰ্পিত
মূলধনৰ শতকৰা দহ ভাগ নাইবা এক কোটি টকাৰ অধিক হ'ব নোৱাৰিব ।
যদি অৰ্থ সাহায্য দিয়া কোনো উদ্যোগে ঋণ বা সুতৰ ধন পৰিশোধ
কৰিব নোৱাৰে, তেন্তে নিগমে সেই উদ্যোগৰ নিয়ন্ত্ৰণৰ দায়িত্ব নিজৰ
হাতলৈ আনিবৰ অধিকাৰ ৰাখে । নিগমে প্ৰয়োজন বোধ কৰিলে,
অৰ্থ সাহায্য দিয়া উদ্যোগৰ 'সঞ্চালক' পৰিষদলৈ নিজৰ তৰফৰপৰা

এজন সঞ্চালক সদস্য মনোনীত কৰিবলৈ উদ্যোগ কৰ্তৃপক্ষক সমৰ্থন কৰাব পাৰে।

**মূলধন সংগঠন ( Capital Structure ) ঃ** নিগমৰ অনুমোদিত মূলধন ( Authorised Capital ) হ'ল—দহ কোটি টকা। পাঁচ হাজাৰ টকাৰ একোটা অংশ কৰি ২০,০০০ ( বিশ ) হাজাৰ অংশত অনুমোদিত মূলধনক বিভক্ত কৰিছে। মুঠ বিশ হাজাৰ পুঁজি অংশত দহ হাজাৰ পুঁজি অংশ বিলিকৃত হৈছিল। পুঁজি ক্ৰয় কৰা অনুষ্ঠান-সমূহ হ'ল—

| | | |
|---|---|---|
| (১) | কেন্দ্ৰীয় চৰকাৰ— | ২,০০০ পুঁজি অংশ |
| (২) | ৰিজাৰ্ভ বেংক— | ২,০০০ " " |
| (৩) | অনুসূচীভুক্ত বেংক— | ২,৫০০ " " |
| (৪) | বীমা কোম্পানী আৰু অন্য বিত্ত সংস্থা— | ২,৫০০ " " |
| (৫) | সমবায় বেংক— | ১,০০০ " " |
| | | মুঠ—১০,০০০ পুঁজিঅংশ |

১৯৭০ চনৰ জুন মাহত নিগমৰ মুঠ অৰ্পিত মূলধনৰ ( Paid-up Capital ) পৰিমাণ হয়গৈ ৮'৩৫ কোটি টকা। সেই তাৰিখে—পুঁজি অংশৰ বিতৰণ এনেভাৱে প্ৰতিফলিত হয়—

| | | |
|---|---|---|
| (১) | ইণ্ডাষ্ট্ৰিয়েল ডেভেলপ্‌মেণ্ট— | ৮,৩৪৬ টা পুঁজি অংশ |
| (২) | বীমা কোম্পানী আৰু জীৱন বীমা নিগম— | ৩,৫৮৬ " " " |
| (৩) | অনুসূচীভুক্ত বেংক— | ৩,৪০৫ " " " |
| (৪) | সমবায় বেংক— | ১,৩৫৫ " " " |
| | | মুঠ—১৬,৬৯২ টা পুঁজি অংশ |



উল্লেখিত পুঁজি অংশৰ হস্তান্তৰ হ'ব পাৰে। কেন্দ্ৰীয় চৰকাৰে মূলধন [illegible] লভ্যাংশ শতকৰা ২¼% হাৰত দিবলৈ প্ৰতিশ্ৰুত। অৱশ্যে এই [illegible] প্ৰথম কিস্তিত ( First Instalment ) বিলিকৃত পুঁজি অংশৰ [illegible]তহে প্ৰযোজ্য হয়। পিচৰ বিলিকৃত পুঁজি অংশৰ বাবে শতকৰা [illegible]ৰি ( ৪% ) ভাগ হাৰত দিয়াৰ সিদ্ধান্ত লৈছে ; কিন্তু আইন অনুযায়ী [illegible]ভ্যাংশৰ হাৰ শতকৰা পাঁচ ভাগতকৈ অধিক হ'ব নোৱাৰিব।

**মূলধন সংগ্ৰহৰ অন্যান্য উৎস ( Other source of raising Capital ) ঃ**

**(ক) ঋণ-পত্ৰ আৰু খত ( Debentures & Bonds ) ঃ** নিগমে ঋণ-পত্ৰ আৰু খত বা ঋণলেখ প্ৰচলনৰদ্বাৰা মূলধন সংগ্ৰহ কৰিব পাৰে। উক্ত ঋণ বা খতৰ বাবে কেন্দ্ৰীয় চৰকাৰ জামিনবদ্ধ হয়। সংগৃহীত ধনৰ পৰিমাণ নিগমৰ অৰ্পিত মূলধন আৰু সঞ্চয় নিধিৰ মুঠ অৰ্থৰ দহ গুণতকৈ অধিক হ'ব নোৱাৰিব। ঋণ-পত্ৰসমূহে ছমাহত বা বছৰেকত সুত পোৱাৰ অধিকাৰ থাকে। ১৯৭০ চনৰ জুন মাহত এনে অৰ্থৰ পৰিমাণ আছিল—৫২,৭৪ কোটি টকা।

**(খ) কেন্দ্ৰীয় চৰকাৰ ( Central Govt. ) ঃ** ১৯৫২ চনৰ সংশোধিত আইন অনুসৰি নিগমে কেন্দ্ৰীয় চৰকাৰৰপৰাও ধাৰ বা ঋণ ল'ব পাৰে। কেন্দ্ৰীয় চৰকাৰৰপৰা লোৱা ঋণৰ পৰিমাণ বৰ্তমান ( ১৯৭০ জুন ) ৭৯'৫১ কোটি টকা। সুতৰ হাৰ শতকৰা চাৰে চাৰি ভাগ ( ৪½% )।

**(গ) বিদেশী মুদ্ৰা ( Foreign Exchange ) ঃ** নিগমে পশ্চিম জাৰ্মান গণতন্ত্ৰ আৰু ফৰাছী চৰকাৰৰপৰাও ঋণ পাইছে। সেই ঋণ পৰিবৰ্তন কৰি নিগমে মূলধনী দ্ৰব্য ( Capital goods ) বা অন্য ইঞ্জিনীয়াৰিং কৰ্মকুশলতাৰ ( Engg. know-how ) আমদানি কৰিব পাৰে।

**(ঘ) ৰিজাৰ্ভ বেংক (Reserve Bank of India)ঃ** নিগমে উপবিধি অনুযায়ী ঋণ-পত্ৰৰদ্বাৰা ৰিজাৰ্ভ বেংকৰপৰা ঋণ আহৰণ কৰিব পাৰে। অৱশ্যে এই ঋণ আহৰণৰ পৰিমাণ সৰ্বাধিক তিনি কোটি টকা হ'ব আৰু ঋণৰ সময় কাল হ'ব ওঠৰ মাহ।

**(ঙ) সঞ্চয় নিধি (Reserve Fund)ঃ** নিগমে বিশেষ সঞ্চয় নিধি এটা সংগঠন কৰিছে। ইয়াৰ উদ্দেশ্য হ'ল নিগমৰ বিত্তৰ অৱস্থা শক্তিশালী কৰা। সঞ্চয় নিধি গঠিত হৈছে ৰিজাৰ্ভ বেংক আৰু কেন্দ্ৰীয় চৰকাৰক দিবলগা লাভাংশৰদ্বাৰা। নিধিত সঞ্চিত হোৱা অৰ্থৰ পৰিমাণ পঞ্চাশ লাখতকৈ অধিক হ'ব নোৱাৰিব। এই বিশেষ সঞ্চয় নিধিৰ বাহিৰেও অন্যান্য সঞ্চয় নিধিও নিগমৰ আছে।

**(চ) সাৰ্বজনিক বা নিজস্ব পুঁজি (Public, Private Deposits)ঃ** নিগমে সাৰ্বজনিক আৰু নিজস্ব পুঁজিও গ্ৰহণ কৰিব পাৰে; কিন্তু এনেভাৱে গ্ৰহণ কৰা পুঁজিৰ পৰিমাণ যি কোনো সময়ত দহ কোটি টকাতকৈ অধিক হ'ব নোৱাৰিব। এনে অৰ্থ নিৰ্দিষ্ট সময় সীমাৰ ভিতৰত পৰিশোধ কৰিব লাগিব আৰু সেই সময় সীমা পাঁচ বছৰতকৈ অধিক হ'ব নালাগিব।

বৰ্তমান নিগমৰ সমূদায় সংস্থানৰ পৰিমাণ জুনৰ ১৯৭০ চনত হৈছেগৈ—২৫০·৫১ কোটি টকা। ইয়াৰ উৎস সমূহ নিম্নলিখিত ধৰণৰ—

| | | |
|---|---|---|
| (১) | অৰ্পিত মূলধন— | ৮·৩৫ কোটি টকা। |
| (২) | সঞ্চয় নিধি— | ১২·৬৫ „ „ |
| (৩) | ঋণ-পত্ৰৰদ্বাৰা প্ৰাপ্য— | ৫২·৭৪ „ „ |
| (৪) | কেন্দ্ৰীয় চৰকাৰৰ ঋণ— | ৭৯·৬১ „ „ |
| (৫) | (ক) বিদেশী ঋণ— | ৩২·৩৭ „ „ |
| (৫) | (খ) বিদেশী বিনিয়োগ— | ৬৪·৮৯ „ „ |
| | সংস্থানৰ পৰিমাণ মুঠ— | ২৫০·৫১ কোটি টকা। |



**সাহায্য (Assistance)ঃ** নিগমৰ 'সঞ্চালক পৰিষদে' কিছুমান নিয়মৰ ওপৰত ভিত্তি কৰি ঋণ দান কৰাৰ সিদ্ধান্ত কৰিছে। ঋণ দানৰ সিদ্ধান্ত লবলৈ যোৱাৰ পূৰ্বে বিবেচনা কৰিব লগা বিষয়বোৰ এনে ধৰণৰ—যি প্ৰকল্প লৈ ঋণ দান কৰিব সেই প্ৰকল্পৰ, দেশৰ ঔদ্যোগিক উন্নয়নৰ অৰ্থে বৰঙণি আগবঢ়োৱাৰ ক্ষমতা, প্ৰকল্পৰ যান্ত্ৰিক কাৰ্যকুশলতা উপাৰ্জন ক্ষমতা প্ৰকল্পৰ কৰ্মকুশলী আৰু কেঁচা সামগ্ৰীৰ প্ৰাচুৰ্য্য, প্ৰকল্পৰ সম্পদৰ তুলনাত বিত্তীয় সাহায্য বিচৰা আঁচনিৰ ব্যয়, প্ৰকল্পই দিব পৰা নিৰাপত্তা, বিত্তীয় সাহায্যই প্ৰকল্পত বৃদ্ধি কৰিবলগীয়া নৈপুণ্য আৰু অৰ্থনৈতিক সম্ভাৱন আৰু প্ৰয়োজনীয়তাই প্ৰধান।

স্বাভাৱিকতে ঋণ মঞ্জুৰ কৰাৰ উদ্দেশ্য হ'ল—নতুন উদ্যোগ প্ৰতিষ্ঠা, প্ৰতিষ্ঠিত উদ্যোগৰ আধুনিকীকৰণ আৰু নতুন আঁচনিৰ ৰূপায়ণ।

১৯৭০ চনৰ জুন মাহলৈ নিগমৰ সমূদায় অৰ্থ মঞ্জুৰৰ পৰিমাণ হৈছিল—৩৩৭·০৮ কোটি টকা আৰু ঋণ দানৰ পৰিমাণ আছিল—৩০৯·৩৯ কোটি টকা; এই অৰ্থৰ—২৫০·৬১ কোটি টকা নগদ দিয়া হৈছিল। অৰ্থ সাহায্য কৰা প্ৰকল্পৰ মুঠ সংখ্যা হ'ল ৫০৫ টা।

**সাহায্যৰ পদ্ধতি (Process of Assistance)ঃ** ব্যক্তিগত ব্যৱসায়ী, যুটীয়া ব্যৱসায় সংস্থা আৰু নিজস্ব কোম্পানীৰ বাহিৰে আন সকলো শিল্প উদ্যোগত জড়িত কোম্পানী বা সমবায় সমিতিয়ে এই নিগমৰপৰা সাহায্য পোৱাৰ সুযোগ আৰু সুবিধা আছে।

নিগমৰপৰা সাহায্য লাভ কৰিবলৈ হলে নিম্নোল্লিখিত নিয়মসমূহ মানি চলিব লাগিব—

সাহায্যৰ বাবে আবেদন কৰা, আবেদনত উদ্যোগৰ বিত্তীয় আৰু আভিযান্ত্ৰিক সম্বন্ধীয় সকলো বিৱৰণ বিস্তৃতভাৱে দিয়া উচিত। উক্ত আবেদনৰ ভিত্তিত নিগমৰদ্বাৰা উদ্যোগৰ সকলো দিশ তন্ন তন্নকৈ বিশেষজ্ঞৰদ্বাৰা (Experts) পৰীক্ষা-নিৰীক্ষা কৰা হয় আৰু প্ৰতিবেদন

(Report) উপদেষ্টা সমিতিক (Advisory Committee) দাখিল কৰা হয়।

উপদেষ্টা সমিতিৰ অনুমোদন সাপেক্ষে, সঞ্চালক পৰিষদে (Board of Directors) ঋণ মঞ্জুৰ কৰে। ঋণ মঞ্জুৰ হোৱাৰ পিছত উদ্যোগ কৰ্তৃপক্ষলৈ ঋণ প্ৰাপ্তিৰ অৰ্থে মানিব লগা আচৰণ বিধিখিনি ইংগিত দিয়া হয়। সেই আচৰণ বিধি অনুযায়ী ঋণ চুক্তি-পত্ৰ (Loan Agreement) আৰু অন্যান্য দলিলসমূহ ৰচনা আৰু প্ৰস্তুত কৰি নিগমৰ কাৰ্য্যালয়ত দাখিল কৰিব লাগে। নিগমে সকলো বিধি সন্মত নীতি-নিয়ম মানি—ঋণৰ চুক্তি পত্ৰৰ চৰ্ত অনুযায়ী ঋণ দিয়াৰ দিহা কৰে। উদ্যোগ ঋণৰ ধন উদ্যোগ নিৰ্মাণৰ হাৰ অনুপাতে নিগমে দি থাকে। উদ্যোগ কৰ্তৃপক্ষই উদ্যোগ নিৰ্মাণ আৰু উন্নয়নৰ 'ক্ৰমোন্নয়ন প্ৰতিবেদন' (Progress Report) নিগমৰ কাৰ্য্যালয়ত সময় মতে দাখিল কৰিব লাগে।

নিৰ্মাণ বা উন্নয়নৰ কাম শেষ হোৱাৰ পিছত যেতিয়া উদ্যোগে উৎপাদনৰ কাম আৰম্ভ কৰে, তেতিয়াও নিগমৰ তৰফৰপৰা উদ্যোগৰ কাম-কাজ, সময়ে সময়ে নিয়মিত ব্যৱধানত পৰিদৰ্শন আৰু নিৰীক্ষণ কৰাৰ নিয়ম।

**মূল্যায়ন (Evaluation):** নিগম প্ৰতিষ্ঠা হোৱাৰ পৰা সুদীৰ্ঘ চৌবিশ বছৰ কাল দেশৰ ঔদ্যোগিক উন্নয়ন বিষয়ত নিগমে আৱশ্যকীয় সেৱা আগবঢ়াই আহিছে। বিশেষকৈ, উন্নয়নত দীৰ্ঘ আৰু মধ্য কালীন ঋণ দানৰ জৰিয়তে সেই সেৱাৰ মূল্যাংকন কৰা হয়। তথাপি কিছুমান কাৰ্য্য-কলাপৰ বাবে বিভিন্ন পক্ষৰপৰা নিগম সমালোচনাৰ সন্মুখীন হৈছে। সেই সমালোচনাবোৰ নিম্নোল্লিখিত ধৰণৰ—

(১) নিগমৰপৰা অৰ্থ সাহায্য বিচাৰি হাবাথুৰি খাব লগা হয়। অৰ্থ সাহায্য দিওঁতেও যি দীৰ্ঘসূত্ৰিতাৰে (Procrastinating) কাৰ্য্য সম্পাদন কৰে, সি অক্ষমণীয়।



(২) অৰ্থ সাহায্যৰ ক্ষেত্ৰত স্বজন-তোষণ লক্ষণীয় বিষয়।

(৩) ভাৰতবৰ্ষৰ উদ্যোগ ক্ষেত্ৰত থকা অসমতাৰ বাবে নিগম দায়ী, কাৰণ, নিগমে প্ৰকৃতাৰ্থত আঞ্চলিক অসমতা গঢ়ি তুলিছে তাৰ প্ৰমাণ, দেশৰ উত্তৰ পূব অঞ্চলত থকা উদ্যোগৰ পৰিমাণ সমুদায় উদ্যোগৰ এক শতাংশও নহ'ব; আনহাতে ভাৰতৰ পশ্চিম অঞ্চলত থকা উদ্যোগৰ পৰিমাণ দেশৰ সকলো অঞ্চলতকৈ অধিক।

(৪) পঞ্চ বাৰ্ষিক পৰিকল্পনাৰ বহিৰ্ভূ'ত উদ্যোগক অৰ্থ সাহায্য দিয়া অৰ্থাৎ পৰিকল্পনাহীন ভাৱে অৰ্থ সাহায্য দিয়া অশোভনীয়।

(৫) আপেক্ষিক ভাৱে প্ৰতিষ্ঠিত উদ্যোগক (Established Industry) অধিক ঋণ দানে—নতুন উদ্যোগৰ প্ৰতি অৱহেলা সূচায়।

(৬) উদ্যোগলৈ পুঁজিৰ সমাংশ পত্ৰৰ প্ৰতি বংগুণি আগবঢ়োৱা কাৰ্য্য।

(৭) নিগমৰ ঋণৰ বাবে দিব লগা সুতৰ হাৰ বেছি আৰু মূলধনী দ্ৰব্য (Capital Goods) আহৰণ কৰাৰ ক্ষেত্ৰত নিগমৰ উদাসীনতা।

উল্লেখযোগ্য যে, ওপৰত উদ্ধৃত সকলো দোষ-ক্ৰটীয়েই সত্য নহয়। বহু ক্ষেত্ৰত দোষ-ক্ৰটী ডাঙি ধৰা পক্ষ সমূহৰো পক্ষপাতিত্বৰ দোষ নথকা নহয়। তথাপি নিগমৰ কিছুমান ভুল-ক্ৰটী নোহোৱা নহয়। এই সুদীৰ্ঘ কালছোৱাৰ ভিতৰত উল্লেখিত দোষসমূহৰ বহুতৰ মাত্ৰা কমিছে বা নাইকিয়া হৈছে। উল্লেখিত ক্ৰটী সমূহৰ ভিতৰত, আঞ্চলিক অসমতাৰ ক্ষেত্ৰত নিগম কম বেছি পৰিমাণে পক্ষপাতিত্বৰ দোষেৰে দোষী। অৱশ্যে তাৰ নিৰাময়ৰ কাৰণে সদ্যহতে কিছুমান ব্যৱস্থা হাতত লৈছে, যেনে নীতি-নিয়মৰ ক্ষেত্ৰত উদাৰতা, সুতৰ হাৰৰ ৰেহাই আৰু ঋণ পৰিশোধৰ বাবে সময় বঢ়ায় দিয়া কাৰ্য্যই প্ৰধান।

মূলধনী দ্ৰব্য আহৰণৰ ক্ষেত্ৰতো নিগমে ভালেমান কাৰ্য্যকৰী ব্যৱস্থা হাতত লৈছে। নিগমে যদি নতুন উদ্যোগ গঠন কৰাৰ বিষয়ত আৰু

সৰু আৰু মধ্যমীয়া উদ্যোগলৈ ঋণ দানৰ প্ৰতি কিছু সহানুভূতিশীল মনোভাব গ্ৰহণ কৰে, তেন্তে ই বেছি আদৰণীয় হ'ব। আৰু আদৰণীয় হ'ব, যদি উদ্যোগৰ ক্ষেত্ৰত আঞ্চলিক ভাৰসাম্যলৈ লক্ষ্য ৰাখি ৰাজ্যিক চৰকাৰ সমূহৰ লগত যোগাযোগ কৰি, উদ্যোগ নথকা অঞ্চলত উদ্যোগ প্ৰতিষ্ঠাৰ বাবে চেষ্টিত হ'বলৈ উদ্যোক্তাক সুযোগ দিয়া হয়।

আঞ্চলিক ভাৰসাম্য নথকাটো নিম্নোল্লিখিত হিচাপেই প্ৰমাণ কৰে—

| | | | | |
|---|---|---|---|---|
| (১) | মহাৰাষ্ট্ৰত | ঋণ | বিনিয়োগ হৈছে— | ৬১·৩৭ কোটি টকা |
| (২) | তামিলনাডুত | " | " | ৪৬·২২ " " |
| (৩) | পশ্চিমবংগত | " | " | ৩৮·১৬ " " |
| (৪) | উত্তৰ প্ৰদেশত | " | " | ২৩·৭৫ " " |
| | | | মুঠ | ১৬৯·৫০ কোটি টকা |
| | ভাৰতৰ আন সমুদায় ৰাজ্যত অৰ্থ বিনিয়োগ হৈছে— | | | ১৫১·৯৭ " " |
| | ১৯৬৯ চনৰ জুন মাহলৈকে | | মুঠ— | ৩২১·৪৭ কোটি টকা |

নিগমে সাহায্য দান কৰা উদ্যোগসমূহ হৈছে—চেনি, কাপোৰ, কেমিকেল, কাগজ আৰু ইঞ্জিনীয়াৰিং।

উক্ত উদ্যোগসমূহত আগবঢ়োৱা অৰ্থৰ পৰিমাণ হৈছে ( জুন ১৯৬৯ ) ২০৯·৪১ কোটি টকা ; কিন্তু লক্ষণীয় বিষয় এয়ে যে, উক্ত উদ্যোগৰ শতকৰা ·০৫ ভাগো উত্তৰ-পূব ভাৰতৰ ৰাজ্যসমূহত গঢ়ি উঠা নাই। তথাপি ঔদ্যোগিক উন্নয়নৰ ক্ষেত্ৰত নিগমে আগবঢ়োৱা বৰঙণি উল্লেখযোগ্য।

**ৰাজ্যিক বিত্তীয় নিগম ( State Financial Corporation ):** ঔদ্যোগিক বিত্ত নিগমৰ পৰিসৰ সাৰ্বজনিক কোম্পানী আৰু সমবায় সমিতিৰদ্বাৰা গঠিত ৰাষ্ট্ৰৰ বৃহৎ আৰু মধ্যমীয়া উদ্যোগক অৰ্থ সাহায্য



দিয়াতেই সীমাবদ্ধ। কেৱল এনে এটা সংস্থাই দেশৰ সামগ্ৰিক উদ্যোগ উন্নয়নৰ ক্ষেত্ৰত পৰ্য্যাপ্ত নহয়।

এনে বিবেচনাৰ ফলতেই কেন্দ্ৰীয় চৰকাৰে ১৯৫১ চনত ষ্টেট ফাইনেন্সিয়েল এক্ট ( State Financial Act ) নামে এখন আইন প্ৰণয়ন কৰে। উক্ত আইনে ৰাজ্যিক চৰকাৰ সমূহক ৰাজ্যিক বিত্তীয় নিগম এই নামত একোটাকৈ নিগম গঠন কৰিবলৈ ক্ষমতা দান কৰে। সেই ভাবে ১৯৬৮ চনত বিভিন্ন ৰাজ্যত গঠিত নিগমৰ সংখ্যা হয় ওঠৰ খন। ৰাজ্যিক নিগমসমূহ আচলতে ঔদ্যোগিক বিত্ত নিগমৰ সংযোজক নিগম। কাৰণ, এই নিগমসমূহ সৰু ডাঙৰ সকলো উদ্যোগকে দীৰ্ঘ কালীন আৰু মধ্য কালীন অৰ্থ যোগান ধৰিবলৈ গঠন কৰা হৈছে। ৰাজ্যিক বিত্তীয় নিগমৰ কাৰ্য্যক্ষেত্ৰৰ পৰিসীমা ঔদ্যোগিক নিগমৰ দৰে সীমিত নহয়। কাৰ্যতঃ ৰাজ্যিক নিগমৰ কাৰ্য্যকাৰিতা, সৰু মজলীয়া আৰু কুটীৰ শিল্পতে কেন্দ্ৰীভূত হয়। নিজস্ব সীমাবদ্ধ কোম্পানী, যুটীয়া ব্যৱসায় সংস্থা আৰু এক স্বত্বাধিকাৰী ব্যৱসায়ীলৈও ৰাজ্যিক বিত্তীয় নিগমে ঋণ আগবঢ়ায়।

**মূলধন সংগঠন (Capital Structure) ঃ** ৰাজ্যিক বিত্তীয় নিগমৰ মূলধনৰ গাঁথনি ৰাজ্য চৰকাৰসমূহৰ আইন সাপেক্ষ। কেন্দ্ৰীয় চৰকাৰৰ আইন অনুযায়ী অনুমোদিত মূলধন ন্যূনতম পঞ্চাশ লাখ আৰু উচ্চতম পাঁচ কোটি টকাৰ ভিতৰত হ'ব লাগে। ৰাজ্য চৰকাৰেই অনুমোদিত মূলধন অনুপাতে পুঁজি অংশ নিৰ্ধাৰণ কৰিব ; কিন্তু পুঁজি অংশৰ মূল্য সমান হ'ব লাগিব। সমুদায় পুঁজি অংশত শতকৰা পঁচিশ ভাগ জনসাধাৰণৰপৰা সংগৃহীত হ'ব আৰু সংশ্লিষ্ট পয়সত্তৰ ভাগ, ৰাজ্যিক চৰকাৰ, ৰিজাৰ্ভ বেংক, অনুসূচীভুক্ত বেংক, সমবায় বেংক, বীমা কোম্পানী, আৰু অন্যান্য অৰ্থ সংস্থাৰ মাজৰপৰা সংগ্ৰহ কৰা হ'ব লাগে। অৱশ্যে কোনে কিমান অংশ ক্ৰয় কৰিব সেইটো ৰাজ্য চৰকাৰে

কেন্দ্ৰীয় চৰকাৰৰ লগত আলচ কৰি মীমাংসা কৰিব। সাধাৰণতে নিগমৰ পুঁজি অংশ ৰাজ্য চৰকাৰলৈহে হস্তান্তৰিত হ'ব পাৰে। সাৰ্বজনিক পুঁজি অংশৰ হস্তান্তৰ হ'ব পাৰে আৰু অন্যান্য পুঁজি অংশ যিসকলে ক্ৰয় কৰে তেওঁলোকে ৰাজ্য চৰকাৰৰ অনুমতি সাপেক্ষে কেৱল বিজ্ঞা বেংক, অনুসূচীভুক্ত বেংক, আৰু সমবায় বেংকলৈ হস্তান্তৰ কৰাৰ বাবে স্বীকৃতি পায়। নিগমৰ বিত্তক ভাৰতীয় ন্যাস আইন অনুসৰি ন্যাসধাৰী নিৰাপত্তা পত্ৰ বুলি পৰিগণিত কৰা হয়।

পুঁজি অংশৰ মূল্য আৰু এটা নিৰ্ণীত হাৰত বাৰ্ষিক লাভাংশ দিয়াৰ বাবে ৰাজ্য চৰকাৰ পুঁজি অংশধাৰীৰ ওচৰত দায়বদ্ধ (Guranteed); কিন্তু কোনো অৱস্থাতেই লাভাংশৰ পৰিমাণ পাঁচ শতাংশতকৈ অধিক হ'ব নোৱাৰিব। বাৰ্ষিক লাভাংশৰ হাৰ কেন্দ্ৰীয় চৰকাৰৰ লগত আলোচনা সাপেক্ষে সিদ্ধান্ত কৰা হয়।

নিগমে নিজস্ব পুঁজি শকত কৰিবৰ কাৰণে অন্য পন্থাও অৱলম্বন কৰিব পাৰে, যেনে ঋণ-পত্ৰ আৰু খতৰ ( Bond ) প্ৰচলন। অৱশ্যে এই ঋণ-পত্ৰ আৰু খতৰপৰা সংগৃহীত অৰ্থৰ পৰিমাণ অৰ্পিত পুঁজি অংশ ( Paid-up Capital ) আৰু সঞ্চয় নিধিৰ ( Reserve Fund ) মুঠ অৰ্থৰ পাঁচ ভাগতকৈ অধিক হ'ব নোৱাৰিব। উক্ত ঋণ-পত্ৰ আৰু খত সমূহ ৰাজ্য চৰকাৰৰদ্বাৰা প্ৰতিশ্ৰুত হ'ব লাগিব। ঠিক তেনেদৰে সেই ঋণৰ পুনৰ পৰিশোধ ব্যৱস্থাৰ বিষয়তো ৰাজ্য চৰকাৰৰ দায়বদ্ধতা থাকিব লাগিব। ইয়াৰ উপৰিও ঋণৰ দিব লগা সুতৰ হাৰ পূৰ্ব-নিৰ্দিষ্ট আৰু ৰাজ্য চৰকাৰৰ প্ৰতিজ্ঞাবদ্ধ হ'ব লাগে।

নিগমে সাৰ্বজনিক পুঁজি ( Public Funds ) গ্ৰহণ কৰিব পাৰে; কিন্তু সেই ঋণ পাঁচ বছৰতকৈ অধিক কাল ৰাখিব নোৱাৰে। নিগমৰ মুঠ অৰ্পিত পুঁজি অংশতকৈ এই ঋণ অধিক হ'ব নোৱাৰিব।



**বিত্তীয় সাহায্য ( Financial Assistance )**ঃ নিম্নোল্লিখিত ধৰণে অৰ্থ সাহায্য দিবলৈ নিগমক কৰ্তৃত্ব দিয়া হৈছে—

(১) ঔদ্যোগিক সংস্থাক ঋণ বা আগধন দিয়া আৰু সংস্থাই প্ৰচলন কৰা ঋণ-পত্ৰ ক্ৰয় কৰা— ; কিন্তু উক্ত ঋণ বিশ বছৰৰ ভিতৰত পৰিশোধ হ'ব লাগিব।

(২) ঔদ্যোগিক সংস্থাই অন্যৰ পৰা লোৱা ঋণৰ বাবে জামিনবন্ধ হোৱা ; কিন্তু সেই অৰ্থও বিশ বছৰৰ ভিতৰত পৰিশোধ কৰিব লাগিব।

(৩) উদ্যোগে প্ৰচলন কৰা পুঁজি অংশ, খত, ঋণ-পত্ৰ ষ্টকৰ দায়িত্বভাৰ ( Under writing ) নিগমে লব পাৰে যদি সেই অংশসমূহ সাত বছৰৰ ভিতৰত বজাৰত বিক্ৰী হয়।

(৪) দেশৰ ভিতৰত মূলধনী বস্তু ( Capital Goods ) ক্ৰয় কৰা সন্দৰ্ভত স্থগিত পৰিশোধৰ বাবে ( Deferred Payments ) ঔদ্যোগিক সংস্থাৰ হৈ জামিন বন্ধ হোৱা।

(৫) লেন দেনৰ বিধি-ব্যৱস্থাই সমৰ্থন কৰিলে ঋণ বা আগ ধনক পুঁজি অংশলৈ ৰূপান্তৰ কৰিব পাৰে।

(৬) ৰাজ্যিক বিত্তীয় নিগমে কেন্দ্ৰীয় চৰকাৰ বা ৰাজ্য চৰকাৰ বা ভাৰতীয় ঔদ্যোগিক বিত্ত নিগমৰ এজেন্ট (Agent) হিচাপে, ঔদ্যোগিক সংস্থাৰ লগত অৰ্থৰ লেনদেন কৰে।

ঔদ্যোগিক বিত্ত নিগমতকৈ ৰাজ্যিক বিত্ত নিগমৰ কাৰ্য্যকাৰিতাৰ সুযোগ বেছি। অৱশ্যে নিগমে পোনপটীয়াকৈ কোনো উদ্যোগৰ পুঁজি অংশ আৰু ষ্টক ( Stock ) ক্ৰয় কৰিব নোৱাৰে। কোনো এটা উদ্যোগ সংস্থাক নিগমে দহ লাখ টকা নাইবা অৰ্পিত মূলধনৰ দহ শতাংশ, উভয়ৰ ভিতৰত যিটো কম হয়, তাকেহে দিব—পাৰিব। ঋণ বা আগ ধন, দায়িত্ব লোৱা ঋণ-পত্ৰ, খত আদিৰ পৰিবৰ্তে নিগমে যি কোনো স্থায়ী সম্পত্তি বা স্পৰ্শনীয় সম্পত্তিৰ বন্ধক, নিৰাপত্তা মূলক

ব্যৱস্থা হিচাপে সন্থাৰপৰা ৰখাটো বাঞ্চনীয়। নিগমক কোনো দুৰ্বল উদ্যোগ সংস্থাৰ দায়িত্ব ভাৰ লোৱা, ঋণ পৰিশোধ কৰিব নোৱাৰিলে সংস্থাৰ বন্ধকী সম্পত্তি ( Mortgaged Assets ) বিক্ৰী কৰাৰ ক্ষমতা আইনে সংগত বুলি দি ৰাখিছে।

**নিগমৰ কাম-কাজ ( Workings ) ঃ** ওপৰত উল্লেখিত ওঠৰখন ৰাজ্যিক নিগমৰ সদ্যহতে এক কোটি টকাকৈ অৰ্পিত মূলধন আছে; তাৰ ভিতৰত অন্ধ্ৰপ্ৰদেশ, তামিলনাড়ু আৰু জন্মু-কাশ্মীৰৰ অৰ্পিত মূলধন ক্ৰমান্বয়ে—১·৫ কোটি টকা, ১·৩২ কোটি টকা আৰু ৭৬·৬২ লাখ টকা আছে। উক্ত ৰাজ্যিক নিগমসমূহে দিয়া বা সংস্থালৈ আগবঢ়োৱা অৰ্থ সাহায্যৰ পৰিমাণ ১৯৬৯-৭০ চনত আছিল ১৪৯·৯ কোটি টকা।

এই ওঠৰখন নিগমৰ—ভিতৰত অন্ধ্ৰ, গুজৰাট, মহাৰাষ্ট্ৰ, ৰাজস্থান আৰু উত্তৰ প্ৰদেশৰ কাম-কাজ প্ৰশংশনীয়।

**সীমা বদ্ধতা ( Limitation ) ঃ** ৰাজ্যিক বিত্ত নিগমসমূহে বিভিন্ন ৰূপৰ বাধা বিঘিনি আৰু অসুবিধাৰ সন্মুখীন হৈছে আৰু উক্ত বাধা আৰু অসুবিধাসমূহ কম বেছি পৰিমাণে সকলো ৰাজ্যৰ নিগমৰে প্ৰায় একে ধৰণৰ।

**প্ৰথম ঃ**—উদ্যোগ সংস্থাসমূহৰ অৰ্থনৈতিক অৱস্থাৰ মূল্যায়ন সহজে কৰিব নোৱাৰি; বিশেষকৈ বিজ্ঞানসন্মত হিচাপ-পত্ৰৰ অভাৱ আৰু উৎপাদিত বস্তুবোৰৰ মানদণ্ড নিম্ন থাপৰ হেতু।

**দ্বিতীয় ঃ**—উদ্যোগ সংস্থাৰ উৎপাদন, গুণ-মান নিয়ন্ত্ৰণ, উৎপাদিত বস্তুৰ চাহিদা, অৰ্থ ব্যৱস্থা আৰু ব্যৱসায়ৰ মাজত তেনে কোনো বিজ্ঞান সন্মত সম্পৰ্ক নথকাৰ বাবে সংস্থাই উদ্যোগৰ সম্প্ৰসাৰণ, ধাৰণ শক্তি, প্ৰকৃত উৎপাদন, উৎপাদনৰ সমৃদ্ধি আদি সম্পৰ্কে পৰ্য্যাপ্ত বিৱৰণ দিব নোৱাৰে; অৰ্থাৎ—উদ্যোক্তাই উদ্যোগৰ বিভিন্ন দিশত প্ৰকৃত পৰিসংখ্যা দিব নোৱাৰে। সেয়ে নিগমে উদ্যোগ সম্বন্ধে অধ্যয়ন নকৰে বা কৰিবলৈ ইচ্ছাও নকৰে।



**তৃতীয় ঃ** একস্বত্বাধিকাৰী ব্যৱসায়ী আৰু যুটীয়া ব্যৱসায় সংস্থাৰ নিগমক ঋণ বা আগধনৰ বিনিময়ত বন্ধক দিব লগা তেনে কোনো স্থাবৰ সম্পত্তি নাথাকে।

**চতুৰ্থ ঃ** ঋণ গ্ৰহণৰ বিষয়ত নিগমৰ আচৰণ বিধি পালন কৰিব নোৱাৰা আৰু আইন-সংগত বিধি-বদ্ধতা খিনি পূৰণ কৰিব নোৱাৰা বাবে বহু উদ্যোগ সংস্থাই প্ৰাপ্য ঋণো নাপায়।

**পঞ্চম ঃ** চৰকাৰী নীতিৰ সাদৃশ্য হীনতা। কুটীৰ শিল্প বিষয়ত অধিক গুৰুত্ব দিয়াৰ ফলত ক্ষুদ্ৰ শিল্পৰ পৰিসৰ ঠেক হয়, যাৰ বাবে, অৰ্থ সাহায্যৰ গণ্ডীবো সংকোচন হয়।

**ষষ্ঠ ঃ** নতুন উদ্যোগ স্থাপনাৰ্থে দিয়া আঁচনি, কাৰ্য্য-সুচী পৰীক্ষা কৰিব পৰাকৈ নিগমৰ যান্ত্ৰিক কুশলী আৰু বিশেষজ্ঞৰ অভাৱ।

**সপ্তম ঃ** কিছুমান ক্ষুদ্ৰ উদ্যোগৰ, ব্যক্তিগত মানুহৰ কৰ্ম কুশলতাৰ কাৰণে, কাৰ্য্যকাৰিতা উন্নত ধৰণৰ হয়।

ফলত ব্যৱসায়ত কৃতকাৰ্য্যতা লাভ কৰে; কিন্তু কেতিয়াবা সেই মানুহৰ পৰিবৰ্তনে উদ্যোগলৈ দুৰ্য্যোগ আনে আৰু কোনো কোনো উদ্যোগত পটু কৰ্মীৰ বা শিল্প-কুশলীৰ সাল-সলনিত উদ্যোগ বন্ধ হয়। তেনে উদ্যোগলৈ যদি নিগমে ঋণ দি ৰাখে, ঋণ পৰিশোধৰ বিষয়ত বহু অসুবিধাৰ সন্মুখীন হ'ব লগা হয়।

**অষ্টম ঃ** নিগমৰ কাম-কাজৰ পদ্ধতিত বিষয়াসকলৰ আমোলা মনোভাৱ আৰু আমোলাতান্ত্ৰিক নীতি-নিয়ম অদ্যাপিও চলি আছে; ফলত ঋণ মঞ্জুৰ হওঁতে বহু সময়ৰ আৱশ্যক হয়।

উপৰোক্ত সীমাবদ্ধতাই প্ৰতি দিনে বৃদ্ধি পোৱা উদ্যোগৰ সম্প্ৰসাৰণৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰিছে। সেয়ে ৰাজ্যিক নিগমৰ ওপৰত ঔদ্যোগিক বিত্ত নিগমৰ দৰেই কাৰ্য্যকাৰিতাৰ ক্ষেত্ৰত প্ৰত্যক্ষ বা পৰোক্ষ ভাৱে সমালোচনা হয়। এতিয়াও নিগমৰ কাৰ্য্য-ক্ষেত্ৰৰ পৰিসৰ প্ৰয়োজন

অনুসৰি বিস্তৃত হোৱা নাই। গতিকে সীমাবদ্ধতা খিনিৰ সংশোধন কৰিব নোৱাৰিলে, নিগমৰ কাৰ্য্যকাৰিতাৰ পৰিসৰ বৃদ্ধি হোৱাত কৈ সংকোচন হ'বলৈ বাধ্য। নিগমৰ কাৰ্য্য-ক্ষেত্ৰৰ পৰিসৰ বৃদ্ধি পাবলৈ সম্ভাব্য বহু স্থল আছে।

**জাতীয় ঔদ্যোগিক উন্নয়ন নিগম ( The national Industrial Development Corporation ) ঃ** জাতীয় ঔদ্যোগিক উন্নয়ন নিগম ১৯৫৪ চনত গঠিত হয়। এই নিগম 'নিজস্ব সীমাবদ্ধ কোম্পানী ( Private Limited Company ) হিচাপে ১৯৫৬ চনৰ কোম্পানী আইনৰ অধীনত পঞ্জীভুক্ত হয়। নিগমৰ সৰ্ব মুঠ অনুমোদিত মূলধন এক কোটি টকা"। তাৰে দহ লাখ টকা ভাৰত চৰকাৰে সম্পূৰ্ণ অৰ্পিত মূলধন হিচাপে নিগমলৈ আগবঢ়াইছে। উক্ত অৰ্পিত মূলধনৰ পৰিমাণ ১৯৬৩ চনত হয়গৈ পঞ্চাশ লাখ টকা। নিগমৰ মূলধনক কেন্দ্ৰীয় চৰকাৰৰ ঋণ আৰু মঞ্জুৰীৰদ্বাৰা পৰিপুষ্ট কৰা হয়। সেই মঞ্জুৰী যন্ত্ৰ-কুশলী, পৰিচালক বিষয়াৰ প্ৰশিক্ষণ, প্ৰকল্পৰ সূত্ৰ নিৰ্ণয় বা প্ৰকল্পৰ-ধাৰা অধ্যয়ন, উদ্যোগ আঁচনিত কাৰ্য্য-সূচী পৰীক্ষা-নিৰীক্ষা আদিৰ বাবে আগবঢ়ায়। নতুন প্ৰকল্পৰ নিৰ্মাণৰ অৰ্থেও ঋণ আগবঢ়োৱা হয়। এই নিগমৰ লক্ষ্য হৈছে—দেশৰ উদ্যোগ উন্নয়নৰ কাৰণে কাৰ্য্য কৰা।

**উদ্দেশ্য ( Objects ) ঃ** নিগমে সেইবিলাক উদ্যোগ উন্নয়নৰ কাৰণে কাৰ্য্য কৰে যিবিলাক উদ্যোগ ঔদ্যোগিক গঠনৰ ( Industrial structural) বাবে অতি প্ৰয়োজনীয় ; যিবিলাক উদ্যোগত মূলধনৰ বিনিয়োগ বৃহৎ, যিবিলাক উদ্যোগ উৎপাদনক্ষম হওঁতে বহু সময়ৰ প্ৰয়োজন হয়, যিবিলাক উদ্যোগে বিশেষকৈ পুঁজি দ্ৰব্য ( Capital Goods ) আৰু যন্ত্ৰ-পাতিৰ উৎপাদন কৰে আৰু যি উদ্যোগৰ উৎপাদনৰ পৰিমাণ সামান্য। অন্যান্য উদ্যোগক সহায় কৰিবৰ কাৰণে নিগমে সহায়কাৰী উদ্যোগ ( Ancillary Industries ) প্ৰতিষ্ঠা আৰু উন্নয়ন কৰে।



ইয়াৰ উপৰিও দেশৰ উদ্যোগ ক্ষেত্ৰৰ পৰিসীমা বিস্তৃত কৰাৰ উদ্দেশ্য ... সামগ্ৰীৰে নতুন উদ্যোগ গঠন কৰিবলৈ সম্যক অধ্যয়ন, আঁচনি ..., আৰু বিশেষজ্ঞৰ অনুসন্ধান আদি কাৰ্য্য কৰাও ইয়াৰ লক্ষ্য।

উল্লেখিত সকলো কৰ্ম কেন্দ্ৰীয় চৰকাৰৰ এজেন্সী হিচাপে নিগমে ... নিৰ্বাহ কৰে। নিগমৰ কাৰ্য্য-ক্ষেত্ৰ সাৰ্বজনিক আৰু নিজস্ব উভয় ...তে প্ৰবাহিত হয়। এইটো কোৱা হয় যে, কেন্দ্ৰীয় চৰকাৰ নতুন ...সামগ্ৰীৰদ্বাৰা নতুন উদ্যোগ গঠনত অধিক আগ্ৰহশীল আৱশ্যক বোধ কৰিলে, নিগমে নিজ পৰিচালনাতে এনে উদ্যোগ গঢ়ি তুলিব পাৰে, ...ৰ ফলত ব্যক্তিগত খণ্ডত সহায়কাৰী উদ্যোগ সংগঠন কৰাত সহায়ক হয়।

**পৰিচালনা ( Management ) ঃ** নিগমৰ পৰিচালনাৰ ভাৰ 'সঞ্চালক পৰিষদ'ৰ ওপৰত ন্যস্ত। পৰিষদত সঞ্চালকৰ সংখ্যা ন্যূনতম পোন্ধৰ জন আৰু উচ্চতম পঁচিশ জন হ'ব লাগে। পৰিষদৰ সঞ্চালকসকল বিভিন্ন বিষয়ৰ প্ৰতিভাসম্পন্ন লোক, যথা শিল্প উদ্যোক্তা, বৈজ্ঞানিক, যন্ত্ৰ কুশলী, আভিযান্ত্ৰিক আদি হোৱা দৰকাৰ। কেন্দ্ৰীয় চৰকাৰে পৰিষদৰ সকলো সদস্যকে নিযুক্তি দিয়ে।

এইটো সকলোৰে অৱগত যে, উদ্যোগৰ ক্ষেত্ৰত ভাৰতীয়ৰ বাবে বিটো আটাইতকৈ অভাৱ—সি হৈছে উচ্চ জ্ঞানসম্পন্ন যন্ত্ৰ-কুশলী আৰু আভিযান্ত্ৰিক উপদেষ্টা ; যাৰ ফলত, ভাৰতবৰ্ষত বৃহৎ উদ্যোগ ভাৰতীয়ৰ দ্বাৰা গঢ়ি তুলিবপৰা হোৱা নাই। সেয়ে যন্ত্ৰ-কুশলী, কাৰিগৰী জ্ঞান সম্পন্ন প্ৰতিভাৱান ব্যক্তি, ৰাসায়নিক আৰু ঔদ্যোগিক আভিযান্ত্ৰিক উপদেষ্টা, সৃষ্টি কৰাই নিগমৰ কাৰ্য্যকাৰিতাৰ প্ৰথম আৰু প্ৰধান পদক্ষেপ। এই কাৰ্য্যই ভৱিষ্যতৰ বাবে প্ৰতিভাৱান উপদেষ্টা গঢ়ি তোলাত সহায়ক হ'ব।

**মূলধন ( Capital ) ঃ** কেন্দ্ৰীয় চৰকাৰৰ অৰ্পিত মূলধনেই

( Paid-up Capital ) নিগমৰ পুঁজি। নিগমে বিত্ত সংস্থান, পুঁজি অংশ আৰু ঋণ পত্ৰ বিক্ৰীৰ জৰিয়তে কৰিব পাৰে। ইয়াৰ উপৰিও নিগমে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰ, বেংক আৰু কোম্পানী আদিৰ পৰা অৰ্থ জমা ৰাখিব পাৰে।

**সাহায্য ( Assistance ) ঃ**

(ক) নিগমে নতুন উদ্যোগ গঠনৰ উদ্দেশ্যে, আঁচনি আৰু কাৰ্য্য-সূচী তৈয়াৰ কৰি কাৰিকৰী সহায় আগবঢ়ায়।

(খ) উল্লেখিত উদ্দেশ্যৰ প্ৰতি সাযুজ্য ৰাখি—নিগমে যি কোনো ব্যৱসায় সংগঠনৰে ( Forms of organisation ) যি কোনো ঔদ্যোগিক প্ৰকল্পলৈ অৰ্থ সাহায্য দিব পাৰে।

(গ) নিগমে শিল্প উদ্যোগৰ পুঁজি অংশ, ঋণাংশ আদিৰ দায়িত্বভাৰ ( under writing ) ল'ব পাৰে আৰু উদ্যোগত পোনপটীয়াভাৱেও অৰ্থ-বিনিয়োগ কৰিব পাৰে।

(ঘ) নিগমৰদ্বাৰা অনুমোদিত শিল্পোদ্যোগৰ পৰিচালনা, নিয়ন্ত্ৰণ বা তত্ত্বাৱধানৰ দায়িত্বও নিগমে গ্ৰহণ কৰিব পাৰে ; অথবা যুটীয়া ভাৱেও পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰিব পাৰে।

১৯৭২ চনৰ মাৰ্চ মাহলৈকে নিগমে আগবঢ়োৱা সাহায্য পৰিমাণ হৈছেগৈ—১৮.৭৪ কোটি টকা। নিগমে সাহায্য আগবঢ়োৱা উদ্যোগ সমূহ হৈছে—কাপোৰ কল, মৰাপাট উদ্যোগ আৰু মেচিন টুলৰ ( Machine Tool ) সংস্থা বা গোটসমূহ। ইতিমধ্যে নিগমে এটা উপদেষ্টা সংস্থা ( Consultancy Bureau ) গঠন কৰিছে। উক্ত সংস্থাই দেশ আৰু বিদেশত কাৰিকৰী দিশত পৰামৰ্শ আৰু উপদেশ দানেৰে সেৱা আগবঢ়াইছে।

**জাতীয় ক্ষুদ্ৰ উদ্যোগ নিগম (The National Small Industries Corporation) ঃ** ১৯৫৫ চনৰ ফেব্ৰুৱাৰী মাহত জাতীয় ক্ষুদ্ৰ উদ্যোগ



... প্ৰতিষ্ঠা কৰা হয়। দেশৰ ক্ষুদ্ৰ উদ্যোগৰ উন্নয়নাৰ্থে, যেনে ... সেৱা ( Marketing Service ), ভাড়াত ক্ৰয়-প্ৰথা আঁচনি ...e purchase System ), উদ্যোগ পাম (Industrial Estate) ...ৰ দৰে ভিন্ ভিন্ বিষয়ত সুযোগ-সুবিধা দিয়াই নিগমৰ উদ্দেশ্য।

**কাৰ্য্য-কলাপ ( Functions ) ঃ** নিগমৰ কৰণীয় কাৰ্য্য-কলাপ ...হ নিয়োল্লিখিত ধৰণৰ—

(ক) ক্ষুদ্ৰ ক্ষুদ্ৰ শিল্প উদ্যোগলৈ (বৃহৎ উদ্যোগৰ সহায় কাৰী উদ্যোগ ...ৰ পৰাকৈ) সাহায্য দান কৰা।

(খ) ক্ষুদ্ৰ উদ্যোগৰ বাবে লাগতিয়াল যন্ত্ৰ-পাতি সাজ-সৰঞ্জাম আদি "ভাড়াত ক্ৰয় কৰা" প্ৰথা আঁচনি' অনুযায়ী যোগান ধৰা।

(গ) ব্যৱসায়লৈ বিভিন্ন ধৰণৰ সেৱা আগবঢ়োৱা, যাতে ৰপ্তানি ...ণিজ্যৰ উন্নয়ন হয়।

(ঘ) উদ্যোগ পামৰ নিৰ্মাণ আৰু তাৰ পৰিচালনা।

(ঙ) উৎপাদনক্ষম হোৱাকৈ উৎপাদন সহ প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰা।

কাৰ্য্যকাৰিতাৰ বিষয়ত নিগমৰ কাৰ্য্য-কলাপসমূহক দুটা ভাগত ...ভক্ত কৰিব পাৰি, যথা ঃ উন্নয়নমূলক আৰু ব্যৱসায় মূলক আঁচনি।

**আৰ্থিক সংস্থান ( Financial Resources ) ঃ** দহ লাখ টকাৰ অনুমোদিত মূলধনেৰে নিগম প্ৰতিষ্ঠা হয়। কেন্দ্ৰীয় চৰকাৰে এই ...গমলৈ মাত্ৰাধিক কৰ্মৰ আঁচনি নিৰূপণ কৰা হেতু নিগমৰ অনুমোদিত ...ৰু অৰ্পিত মূলধনৰ পৰিমাণ সময়ে সময়ে বঢ়াই নিয়ে। ...৬৯-৭০ চনত অৰ্পিত মূলধনৰ পৰিমাণ হয়গৈ—৩৫০.০০ লাখ টকা। সেয়ে, নিগমৰ উদ্বৃত্ত সহ সঞ্চয় নিধিৰ অৰ্থ ১৯৭০ চনৰ মাৰ্চ মাহত হয়গৈ ...৯৪.৩৭ লাখ টকা। নিগমৰ সকলো অৰ্থ কেন্দ্ৰীয় চৰকাৰৰ। চৰকাৰ আৰু বিদেশী সংস্থাৰপৰা নিগমে ঋণ গ্ৰহণ কৰি মূলধন বৃদ্ধি কৰে।

নিগমে পশ্চিম জাৰ্মান গণতন্ত্ৰ আৰু আন্তৰ্জাতিক উন্নয়ন সংস্থাৰপৰা অৰ্থ সাহায্য ইতিমধ্যেই লাভ কৰিছে।

১৯৭০ চনৰ মাৰ্চৰ একত্ৰিশ তাৰিখলৈ নিগমে ভাৰত চৰকাৰৰপৰা প্ৰাপ্ত ঋণৰ পৰিমাণ হয়গৈ ১,১২৭·০৭ লাখ আৰু উপৰুক্ত উভয় বিদেশী ৰাষ্ট্ৰ আৰু সংস্থাৰপৰা সেই তাৰিখলৈ প্ৰাপ্ত ঋণৰ পৰিমাণ আছিল ১৮৯·১৪ লাখ টকা।

**নিগমৰ কাম-কাজ (Works)** ঃ ক্ষুদ্ৰ উদ্যোগ সংস্থা আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত সম্পৰ্কৰক্ষী অভিকৰ্তা হিচাপে নিগমে কাৰ্য্য নিষ্পন্ন কৰে।

ক্ষুদ্ৰ সংস্থাসমূহৰ হৈ চৰকাৰৰপৰা বিভিন্ন ক্ষুদ্ৰ শিল্পজাত সামগ্ৰীৰ ফৰমাচ ( Order ) লাভ কৰাটো নিগমৰ পক্ষে প্ৰশংসনীয় কাম। ক্ষুদ্ৰ শিল্প প্ৰতিষ্ঠানত ( Small Industries Institute ) তালিকাভুক্ত উদ্যোগ সংস্থাসমূহে এই আঁচনিৰ সুযোগ লাভ কৰিবলৈ সমৰ্থ হৈছে। এনে ক্ষুদ্ৰ শিল্প প্ৰতিষ্ঠানত তালিকাভুক্ত ক্ষুদ্ৰ শিল্প সংস্থাৰ সংখ্যা ১৯৭০ চনৰ মাৰ্চ মাহত হয়গৈ ১৮,৮৮৯টা যিবোৰে চৰকাৰী ফৰমাচ (Orders) অনুপাতে বস্তুৰ যোগান ধৰিব পাৰে। ১৯৭০ চনত এনে সংস্থাই কেন্দ্ৰীয় চৰকাৰক ২১ কোটি ( একৈশ ) কোটি টকাৰ বস্তু যোগান ধৰিছিল।

ক্ষুদ্ৰ উদ্যোগ সংস্থাই ঋণ বা আগধন পাবৰ কাৰণে নিগমে এটি ব্যৱস্থা ( Arrangement ) কৰিছে। উক্ত ব্যৱস্থা অনুযায়ী নিগমে অনুমোদন জনোৱা সংস্থাসমূহে ঋণ পাব। সেই ঋণ 'ষ্টেট বেংক অব্ ইণ্ডিয়া'ই আগবঢ়াব। নিগম উক্ত ঋণৰ বাবে ষ্টেট বেংকৰ ওচৰত দায়বদ্ধ বা প্ৰতিশ্ৰুত হ'ব। এই ঋণ আঁচনি বলবৎ হৈছে। ১৯৬৯ চনত এই আঁচনি অনুসৰি ছয়ত্ৰিশ টা ক্ষুদ্ৰ সংস্থালৈ ষ্টেট বেংকে ১৩·২৫ লাখ টকাৰ ঋণ আগবঢ়ায়।



নিগমে ক্ষুদ্ৰ উদ্যোগ সেৱা প্ৰতিষ্ঠানৰ সহযোগত ক্ষুদ্ৰ শিল্প সংস্থাৰ বাবে ভাড়াত ক্ৰয় পদ্ধতিৰে বহু যন্ত্ৰ-পাতি, সা-সৰঞ্জাম ক্ৰয় কৰে। ক্ষুদ্ৰ সংস্থাসমূহৰ উন্নয়নৰ কাৰণে, ঋণ পৰিশোধৰ কোনো ব্যৱস্থা নোহোৱা-কৈয়ে নিগমে, যন্ত্ৰ-পাতি, সাজ-সৰঞ্জাম আদিৰ যোগান উক্ত সংস্থা-সমূহক ধৰি আছে।

ক্ষুদ্ৰ শিল্পজাত সামগ্ৰীৰ ব্যৱসায় আৰু প্ৰচাৰৰ অৰ্থে, নিগমে এটা ব্যৱসায় বিভাগৰ সংগঠন কৰে। উক্ত বিভাগে কৰা ব্যৱসায়ৰদ্বাৰা নিগমৰ ১৯৬৯-৭০ চনত ০·৯৫ লাখ টকা উপাৰ্জন হয়।

নিগমে তিনি ঠাইত, যথা—ওখলা, ৰাজকোট আৰু হাওৰাত, প্ৰশিক্ষণ দিয়াৰ উদ্দেশ্যে তিনিটা আহিঁ স্থানীয় উৎপাদন সহ প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰিছে। এই প্ৰশিক্ষণ কেন্দ্ৰত বিদেশৰপৰা আমদানি কৰা শেহতীয়া আহিঁৰ ক্ষুদ্ৰ মেচিন, আৰু সা-সৰঞ্জাম নিৰ্মাণ কৰা মেচিনৰদ্বাৰা, নতুন যন্ত্ৰ-পাতি আৰু সা-সৰঞ্জাম নিৰ্মাণ কৰিবলৈ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰা হৈছে।

**পৰিপূৰকবিত্ত নিগম ( Re-Finance-Corporation )** ঃ ১৯৫৬ চনত ভাৰতবৰ্ষ আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ মাজত সম্পাদিত চুক্তি অনুযায়ী, আমেৰিকা যুক্তৰাষ্ট্ৰৰ পি, এল ৪৮০ৰ প্ৰাপ্য পুঁজিৰ ভাৰতীয় ব্যক্তিগত খণ্ডৰ উদ্যমলৈ পুনৰ বিনিয়োগ কৰাৰ অৰ্থে, পৰিপূৰক বিত্ত নিগম প্ৰতিষ্ঠা কৰা হয়। ১৯৫৮ চনৰ জুন মাহত পৰিপূৰক নিগমৰ প্ৰতিষ্ঠা হয়। ই "নিজস্ব সীমাবদ্ধ কোম্পানী" হিচাপে গঠিত। নিগমে ব্যক্তিগত খণ্ডৰ উদ্যোগ সংস্থাসমূহলৈ সাহায্য আগবঢ়ায়। নিগম গঠন কালত, তাৰ পুঁজিৰ পৰিমাণ আছিল ছাবিশ কোটি টকা।

**নিগমৰ সম্পদ ( Resources )** ঃ নিগমৰ অনুমোদিত মূলধন পঁচিশ কোটি টকা। এক লাখ টকাৰ একোটা পুঁজি অংশৰে ২,৫০০টা পুঁজি অংশত মূলধন বিভক্ত কৰা হৈছে। সঞ্চালক পৰিষদে ১২·৫০

কোটি টকা পুঁজি অংশ বিলিকৃত কৰে। উক্ত বিলিকৃত পুঁজি অংশ—
ৰিজাৰ্ভ বেংক, জীৱন বীমা নিগম আৰু অনুসূচীভুক্ত বেংকে একেলগে
ক্রয় কৰে। নিগমৰ আৱশ্যক হলে—ভাৰত চৰকাৰে প্ৰায় ছবি
কোটি টকালৈকে নিগমক সুতলৈ আগধন দিয়াৰ ব্যৱস্থা আছে।

**উদ্দেশ্য (Object) ঃ** প্ৰথম আৰু প্ৰধান উদ্দেশ্য পি, এল
৪৮০ৰ প্ৰতি অংশ পুঁজিক (Counterpart Fund) ব্যৱহাৰ কৰা
লক্ষ্যই আছিল যদিও, পিছত ব্যক্তিগত খণ্ডৰ মজলীয়া ধৰণৰ
শিল্পোদ্যোগত মধ্যম্যাদী ঋণ প্ৰাপ্যৰ ক্ষেত্ৰত থকা দূৰত্বৰ অৱসান
ঘটাবলৈ নিগমৰ উদ্দেশ্য প্ৰবাহিত হয়। ব্যক্তিগত খণ্ডৰ মজলীয়া
উদ্যোগৰ প্ৰতি মধ্যমাদী ঋণ দান কৰিবলৈ সদস্য বেংকসমূহক পৰিপূৰক
অৰ্থৰ সুবিধা দিয়াই নিগমৰ কাৰ্য্য-সূচী।

**পৰিচালনা (Management) ঃ** নিগমৰ পৰিচালনাৰ দায়িত্ব
ভাৰ সঞ্চালক পৰিষদৰ হাতত অৰ্পণ কৰা হৈছে। পৰিষদখন সাত
জন সদস্যৰ সমষ্টি।

**ঋণ দান পদ্ধতি (Mode of Finance) ঃ** পৰিপূৰক বিত্তৰ অৰ্থে
নিগমে অনুমোদন কৰা ঋণ প্ৰাপ্তিৰ নিয়ম এনে ধৰণৰ—

(ক) যি উদ্যোগৰ অৰ্পিত আৰু সঞ্চিত অৰ্থৰ পৰিমাণ পাঁচ লাখ
টকাতকৈ কম নহয় আৰু ২·৫ কোটি টকাতকৈ অধিক নহয়, তেনে
ধৰণৰ মজলীয়া উদ্যোগ ঋণ পাবৰ যোগ্য।

(খ) তেনে একোটা উদ্যোগলৈ মঞ্জুৰ হ'ব পৰা ঋণৰ পৰিমাণ ৫০
(পঞ্চাশ) লাখতকৈ অধিক হ'ব নোৱাৰিব।

(গ) ঋণৰ সময় কাল তিনি বছৰৰপৰা সাত বছৰলৈ থাকে।

নিগমৰ সদস্য অনুসূচী ভুক্ত বেংকে পৰিকল্পনা অন্তৰ্ভুক্ত ব্যক্তিগত
খণ্ডৰ ঔদ্যোগিক সংস্থাসমূহক দিয়া ঋণ বা আগধন সৰ্বদায়—উৎপাদন
বৃদ্ধিৰ হকে হ'ব লাগিব।



নিগমৰ সদস্য বেংকবোৰৰ ঔদ্যোগিক সংস্থাক ঋণ বা আগধন
দিয়াৰ ক্ষেত্ৰত, নিজস্ব বিচাৰ বিবেচনাৰ ক্ষমতা থাকিব।

সদস্য বেংকক দিয়া ঋণৰ ওপৰত নিগমৰ সুতৰ হাৰ শতকৰা পাঁচ
ভাগ আৰু সদস্য বেংকে ঔদ্যোগিক সংস্থাক দিয়া সেই ঋণৰ ওপৰত সুতৰ
হাৰ হ'ব নিগমতকৈ অন্ততঃ ডেৰগুণ বেছি ; কিন্তু সদস্য বেংকে ধাৰ্য্য
কৰা সুতৰ হাৰ, অন্যান্য নিগম—যথা ঔদ্যোগিক বিত্ত নিগম, ঔদ্যোগিক
ঋণ আৰু বিত্ত নিগম আদিৰ সুতৰ হাৰতকৈ উচ্চ হ'ব নোৱাৰিব।

নিগমৰ ঋণেৰে গঠিত আৰু চলিত শিল্পোদ্যোগ সমূহ হৈছে,
চিমেণ্ট, গধূৰ ৰাসায়নিক শিল্প, চেনি উৎপাদন, ৰাসায়নিক সাৰ, বিদ্যুৎ
আৰু যান্ত্ৰিক শিল্প, কাপোৰ কল আদি।

নিগমৰ কৰ্ম ক্ষেত্ৰৰ পৰিসৰ সীমাবদ্ধ আৰু কাৰ্য্যকাৰিতাৰ নীতি
নিয়মসমূহ কঠোৰ হোৱাৰ কাৰণে নিগমৰ কৃতকাৰ্য্যতাও সীমিত হৈ
আছে।

**ভাৰতীয় ঔদ্যোগিক উন্নয়ন বেংক (The Industrial Development Bank of India) ঃ** ১৯৬৪ চনত ভাৰতীয় ঔদ্যোগিক উন্নয়ন
বেংক স্থাপিত হয়। ঔদ্যোগিক বিত্তৰ ক্ষেত্ৰত ই এটা ডাঙৰ পদক্ষেপ। ই
শীৰ্ষ স্থানীয় বিত্ত প্ৰতিষ্ঠান। উত্তাৰিত আৰু উন্নয়নমুখী উদ্যোগলৈ
(Developing industries) অৰ্থ সাহায্য আগবঢ়োৱাৰ অৰ্থে ই
প্ৰতিষ্ঠিত। উন্নয়ন বেংকে অৱশিষ্ট ঋণ দাতা হিচাপে কাৰ্য্য সম্পাদন
কৰে। বেংকে উভয় খণ্ডৰে যথা ৰাজহুৱা আৰু ব্যক্তিগত খণ্ডৰ
প্ৰতিষ্ঠিত (Establised) উদ্যোগলৈও সহায় আৰু সহযোগ
আগবঢ়ায়।

**পৰিচালনা (Management) ঃ** ঔদ্যোগিক বেংক সম্পূৰ্ণই
ৰিজাৰ্ভ বেংকৰ নিজস্ব সহায়ক (Subsidiary) বেংক। ৰিজাৰ্ভ
বেংকৰ কেন্দ্ৰীয় সঞ্চালক পৰিষদৰ (Central Board of Directors)

সঞ্চালকসকলৰ অন্যতম সঞ্চালকেৰে উন্নয়ন বেংকৰ সঞ্চালক পৰি[illegible] গঠন কৰা হৈছে। ৰিজার্ভ বেংকৰ গভর্ণৰ উন্নয়ন বেংকৰ সঞ্চাল[illegible] পৰিষদ'ৰ অধ্যক্ষ ( Chairman )।

**বিত্ত সম্পদ ( Resources ) ঃ** উন্নয়ন বেংকৰ অনুমোদিত মূলধন পঞ্চাশ কোটি টকা। অৱশ্যে, এই মূলধন ৰিজার্ভ বেংকে কেন্দ্রীয় চৰকাৰৰ পূর্ব সন্মতি সাপেক্ষে এশ কোটি টকালৈও বৃদ্ধি কৰিব পাৰে। বেংকৰ বিলিকৃত মূলধন হৈছে—দহ কোটি টকা। এই বিলিকৃত মূলধনৰ সমুদায় অর্থ ৰিজার্ভ বেংকে আগবঢ়াইছে, আৰু উক্ত অর্পিত মূলধনৰ পৰিমাণ বর্তমান ( জুন, ১৯৭০ ) বিশ কোটি টকা। সেই মূলধনো কেন্দ্রীয় চৰকাৰৰ অনুমতি সাপেক্ষে বৃদ্ধি কৰিব পাৰি। কেন্দ্রীয় চৰকাৰে আৰম্ভণিতে উন্নয়ন বেংকলৈ দহ কোটি টকাৰ সুতহীন ঋণ আগবঢ়াইছিল। উক্ত ঋণ প্ৰতি বছৰে এটিকৈ কিস্তি ( Instalment ) হিচাপে পোন্ধৰ বছৰৰ ভিতৰত পৰিশোধ কৰিব লাগে। বেংকে তেনে ভাবে পোৱা ঋণৰ পৰিমাণ ১৯৬৯—৭০ চনত হৈছিল ৮'৯৯ কোটি টকা; আৰু তাৰ ভিতৰত প্ৰথম কিস্তিত ০'০৭ কোটি টকা ইতিমধ্যে পৰিশোধ কৰা হয়। ইয়াৰ বাহিৰেও ৰিজার্ভ বেংক নাইবা কেন্দ্রীয় চৰকাৰৰপৰা ঔদ্যোগিক বেংকে ঋণ লৈছে।

বেংকে ঋণ পত্ৰ বা খত বিলি কৰিও অর্থ সংগ্ৰহ কৰিব পাৰে। ই সঞ্চিত সার্বজনিক পুঁজিয়ো ( Public Deposits ) এবছৰৰ কাৰণে গ্ৰহণ কৰিব পাৰে। ৰিজার্ভ বেংকৰ 'জাতীয় ঔদ্যোগিক ঋণ পুঁজিৰ পৰাও ( National Indusrial Credit Fund ) উন্নয়ন বেংকে ঋণ ল'ব পাৰে। কেন্দ্রীয় চৰকাৰৰ আচৰণ বিধি সাপেক্ষে বিদেশী মুদ্ৰাত ঋণো সংগ্ৰহ কৰিব পাৰে।

**লক্ষ্য ( Aims ) ঃ** দেশত প্ৰচলিত বিভিন্ন বিত্তীয় নিগমসমূহৰ ওপৰত। ঔদ্যোগিক উন্নয়ন বেংক হৈছে শীর্ষস্থানীয় প্ৰতিষ্ঠান।



দীর্ঘম্যাদী আৰু মধ্যম্যাদী ঔদ্যোগিক বিত্ত অবিহণা যোগানৰ ক্ষেত্ৰত ই এটা শক্তিশালী পদক্ষেপ। ভাষান্তৰত বিভিন্ন বিত্তীয় নিগম আৰু ঔদ্যোগিক ঋণ দানৰ ক্ষেত্ৰত ই এক মাইলৰ খুটি। এই বেংক কানাডাৰ ঔদ্যোগিক বেংকৰ আৰ্হিত গঠিত হৈছে। বেংকৰ লক্ষ্য হৈছে বৃহৎ উদ্যোগসমূহৰ বাবে বেলেগ বেলেগ সংস্থাৰ অর্থ আহৰণ কৰি তাৰ উন্নয়ন সাধন কৰা, অর্থ দান কৰা বিবিধ প্ৰতিষ্ঠানসমূহৰ মাজত সমন্বয় সাধন কৰা।

**কার্য-কলাপ (Functions) ঃ** উন্নয়ন বেংক আচলতে, বাণিজ্যিক, ঔদ্যোগিক উন্নয়ন আৰু পৰিপূৰক বিত্ত কর্মৰ স্থূল সমষ্টি। বেংকৰ প্ৰধান কার্য্য-কলাপসমূহ নিম্নোল্লিখিত ধৰণৰ—

(ক) ঔদ্যোগিক বিত্তীয় নিগম, ৰাজ্যিক বিত্তীয় নিগম আৰু তেনে জাতীয় প্ৰতিষ্ঠানক, বিভিন্ন উদ্যোগলৈ দীর্ঘ-ম্যাদী ঋণ দিবৰ বাবে, ঋণ আৰু আগধন অনুমোদন কৰা। অনুসূচীভুক্ত আৰু সমবায় বেংকে, ঔদ্যোগিক সংস্থালৈ আগবঢ়োৱা ঋণৰ বাবে পৰিপূৰক ঋণ আগবঢ়োৱা; ঠিক তেনেকুপেই ৰপ্তানি বাণিজ্যতো পৰিপূৰক ঋণ উক্ত বেংক আৰু বিত্ত নিগম সমূহলৈ মঞ্জুৰ কৰা।

(খ) ঔদ্যোগিক সংস্থাৰ বিল (Bill of Exchange), প্ৰতিশ্ৰুতি-পত্ৰ ( Promissory Notes ), বাট্টাদেয় বা গ্ৰহণীয় বিল ( Discounting or Accepting bill ) আদিৰ জৰিয়তে উন্নয়নত সহযোগ কৰা।

(গ) বিভিন্ন বিত্তীয় প্ৰতিষ্ঠানৰ পুঁজি অংশ, ঋণাংশ আদিলৈ অবিহণা যোগোৱা আৰু দায়বদ্ধ ( Under writing ) হোৱা কার্য্য।

(ঘ) বিভিন্ন ঔদ্যোগিক সংস্থালৈ, ঔদ্যোগিক সংস্থাই লোৱা ঋণৰ হৈ প্ৰতিশ্ৰুতি হয় ( Guaranteeing ) আৰু দায়িত্ববাহী ( Under writing ) হিচাপে সাহায্য আগবঢ়োৱা।

(ঙ) যান্ত্রিকতাগত, কাৰিকৰীমূলক, গৱেষণামূলক আৰু প্ৰশাসনিক সেৱা ৰূপ সাহায্য বিভিন্ন উদ্যোগলৈ আগবঢ়োৱা।

(চ) উদ্যোগৰ পৰিকল্পনা উন্নয়ন আঁচনি আদিৰ পুনৰ গঠন, আৰু যি কোনো উন্নয়নমূলক আঁচনিত যেনে—বণিকী ব্যৱস্থাৰ সম্প্ৰসাৰণ ( Expansion of Marketing Procedures ), উদ্যোগৰ সম্প্ৰসাৰণ ( Expansion of Industriy ), নৱীকৰণ ( Modernisation ) আদি কাৰ্য্যত বেংক সহায়ক হোৱা। ভাৰতীয় ঔদ্যোগিক গাঁঠনিৰ মাজত থকা যি কোনো ব্যৱধান দূৰ কৰাৰ অৰ্থে সকলো প্ৰকাৰৰ উদ্যোগ সংস্থালৈ, বিশেষকৈ কাৰিকৰী আৰু বাণিজ্য বিষয়ত সাহায্য আগবঢ়োৱা।

(ছ) মৌলিক উদ্যোগৰ ( Key Industry ) ক্ষেত্ৰত সকলো ধৰণৰ আৰ্থিক আৰু কাৰিকৰী সাহায্য আগবঢ়োৱা আদিয়েই বেংকৰ প্ৰধান কৰ্তব্য।

ইয়াৰ বাহিৰেও কেন্দ্ৰীয় চৰকাৰৰ যি কোনো অৰ্থ সম্বন্ধীয় আৰু কাৰিকৰী সম্বন্ধীয় কাম ৰিজাৰ্ভ বেংকৰ অনুমোদন সাপেক্ষে উন্নয়ন বেংকে কৰিব লাগে। বেংকৰ কাৰ্য্য-কলাপৰ সু-সম্পাদনৰ কাৰণে সহায়কাৰী সংস্থাও বেংকে গঠন কৰিব পাৰে।

**চালন ( Operations ) ঃ** যোৱা কেই বছৰৰ বেংকৰ কৰ্মৰাজিয়ে বিশেষকৈ ঔদ্যোগিক বিত্তৰ ক্ষেত্ৰত যি ভূমিকা গ্ৰহণ কৰিছে। উল্লেখযোগ্য বেংকৰ নমনীয় নীতিয়ে, উদাৰ আচৰণ বিধিয়ে কাৰ্য্য-ক্ষেত্ৰত সৰ্বতো প্ৰকাৰে অগ্ৰসৰ হ'বলৈ প্ৰেৰণা দিছে।

১৯৭০ চনত বেংকৰ আঞ্চলিক কাৰ্য্যালয়, কলিকতা, মাদ্ৰাজ আৰু নতুন দিল্লীত খোলা হৈছে। পৰিচালন অভিকৰ্তা অৱলোপ কৰা হেতু বহু কোম্পানী আৰু অন্যান্য সংস্থাৰ বাবে নতুন পৰিচালনা ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ ক্ষেত্ৰত বেংকে আগভাগ লৈছে। বেংকে, সদ্যহতে ৰাষ্ট্ৰীয়



...সমূহকো বিশেষকৈ অৰ্থৰ শিতানত সাহায্য দিয়াৰ কথাও বিবেচনা [illegible] আছে।

প্ৰথম পদক্ষেপ হিচাপে বেংকে বিভিন্ন পিছ পৰা অঞ্চলত ঔদ্যোগিক [illegible]নৰ সম্ভাৱনীয়তা সম্পৰ্কে জৰীপ কাৰ্য্য চলায়, আৰু এই অনুসন্ধান কাৰ্য্য প্ৰথম অসম আৰু ত্ৰিপুৰাত কৰি, যোৱা ১৯৭০ চনত শেষ কৰে। ইতিমধ্যে ( মাৰ্চ, ১৯৭২ ) উক্ত অনুসন্ধান আৰু জৰীপ কাৰ্য্য এঘাৰ [illegible] ৰাজ্য আৰু চাৰি খন কেন্দ্ৰীয় শাসিত অঞ্চলত কৰা হৈ উঠিছে।

দেশৰ বিভিন্ন ঠাইত যেনে—মাদ্ৰাজ, বম্বে, দিল্লী, কলিকতা আদিত বেংকৰ আঞ্চলিক কাৰ্য্যালয় গঠন কৰা হৈছে। অনুন্নত অঞ্চলৰ ৰাজ্যিক বিত্তীয় নিগমক, বেংকে নতুন উদ্যোক্তা সকললৈ দিয়া অৰ্থ আৰু অন্যান্য সাহায্যৰ বাবে, পৰিপূৰক মজুৰি দিবলৈ ব্যৱস্থা হাতত লৈছে।

বেংকে আগবঢ়োৱা সাহায্যৰ এটা চিত্ৰ তলত দিয়া হ'ল—

| ১৯৬৪ চনৰ জুলাইৰ পৰা ১৯৭২ চনৰ জুনলৈ→ | সৰ্বমুঠ মঞ্জুৰ কৰা ঋণৰ পৰিমাণ | সৰ্বমুঠ ব্যয় হোৱা ঋণৰ পৰিমাণ |
| --- | --- | --- |
| | ৫৯৮·০৯ কোটি টকা | ৪২৪·৬০ কোঃ টঃ |
| **সৰ্বমুঠ আৰ্থিক সাহায্য** | **প্ৰত্যক্ষ সাহায্য** | **পৰিপূৰক সাহায্য** |
| ১৯৭০—৭১ | ৯৭·৭ কোঃ টঃ | ৫৪·২ কোঃ টঃ |
| ১৯৭১—৭২ | ১৪১·৮ কোঃ টঃ | ৭৩·৭ কোঃ টঃ |

বিঃ—কোঃ টঃ=কোটি টকা

ভাৰতীয় বেহা-বেপাৰ আৰু শিল্প উদ্যোগলৈ বিত্তৰ যোগান ধৰা উল্লেখিত প্ৰতিষ্ঠান আৰু সংস্থা সমূহ আৰু ভালেমান প্ৰতিষ্ঠান আৰু সংস্থা আপাততঃ চলন্ত অৱস্থাত আছে। উক্ত প্ৰতিষ্ঠান আৰু সংস্থাসমূহ কেৱল ভাৰতৰেই নহয় বিদেশৰো আছে। দৰাচলতে ভাৰতীয় বাণিজ্য আৰু শিল্পোদ্যোগলৈ বিত্তৰ সংস্থান ধৰা সংস্থাসমূহৰ আলোচনা-হে মূল প্ৰতিপাদ্য বিষয়।

সেই প্ৰতিষ্ঠানসমূহ হৈছে—আন্তৰ্জাতিক বিত্ত নিগম (International Finance Corporation), আন্তৰ্জাতিক বেংক (The International Bank for Reconstruction or Development), এক্সপ'ৰ্ট ক্ৰেডিট এণ্ড গাৰাণ্টী কৰপোৰেচন (Export Credit and Guarantee Corporation), ষ্টেট ট্ৰেডিং কৰপোৰেচন (State Trading Corporation) ইত্যাদি।

ইয়াৰ বাহিৰেও দেশৰ পুঁজি-বজাৰ (Capital Market) আৰু ষ্টক-বজাৰ (Stock Market) আদিয়েও সৰ্বতোভাৱে আন্তৰ্দেশীয় ব্যৱসায় বাণিজ্য আৰু উদ্যোগত বিত্ত সংগ্ৰহ আৰু যোগান বিষয়ত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে।

দেশৰ ঔদ্যোগিক উন্নয়ন বিষয়ত আলোচিত বিত্ত নিগম বা অৰ্থ সংস্থাসমূহৰ কাৰ্য্যকাৰিতা দিনে দিনে বৃদ্ধি পাই আহিছে। এই অৰ্থ সংস্থাসমূহৰ কাৰ্য্যকৰী চালনৰ ফলত দেশৰ পুঁজি বজাৰ, ষ্টক বজাৰ আদিৰ পৰিসৰো বিস্তাৰিত হৈছে। মুকলি ভাবে সমালোচনা হোৱা বিষয় কেইটাৰ প্ৰতি (যথা উন্নত ৰাজ্যসমূহেই অৰ্থ সংস্থাসমূহৰ পৰা অধিক সুবিধা পোৱা, নতুন উদ্যোগ স্থাপনৰ বাবে উন্নত ৰাজ্য কেইখনেই যেনে—মহাৰাষ্ট্ৰ, গুজৰাট, পশ্চিমবংগ আদিয়ে) অধিক অনুজ্ঞা পত্ৰ (License) পোৱা বাণিজ্য উদ্যোগলৈ ঋণ দানৰ বিষয়ত হেমাহি, ৰঙা সূতাৰ মেৰ পাক আদি) সচেতন হলে ঔদ্যোগিক উন্নয়নৰ গতি বেগ বৃদ্ধি পাব বুলি আশা কৰিব পাৰি। ইয়াৰ উপৰিও, বৰ্তমান সময়ৰ তাগিদা হৈছে, সংস্থাসমূহৰ মাজত পৰিমিত যোগ সূত্ৰ আৰু সমন্বয় সাধনৰদ্বাৰা সংস্থা সমূহৰ কাৰ্য্যদক্ষতা বৃদ্ধি কৰা।

---

# দশম অধ্যায়

## বজাৰকৰণ ঃ সংগঠন আৰু ব্যৱস্থাপনা

## Marketing : Organisation and Management :

### প্ৰথম খণ্ড ঃ বজাৰ আৰু বজাৰকৰণ

**বজাৰ (Market) ঃ** সচৰাচৰ বজাৰ বুলিলে এখন ঠাই বুজায়, য'ত ক্ৰেতা আৰু বিক্ৰেতা একেলগে সমাবেশ হৈ বস্তু-বেহানি, জীৱ-জন্তু আৰু সেৱা, ক্ৰয়-বিক্ৰয় কৰে, অথবা ব্যৱসায়িক লেনদেন কৰে।

অৰ্থ শাস্ত্ৰত বজাৰৰ গুৰুত্বপূৰ্ণ তাৎপৰ্য্য আছে। অৰ্থনীতিজ্ঞ Cornot অৰ মতে বজাৰ হৈছে..."not any particular market place which things are brought & sold, but whole of any region in which buyers and sellers are in such a free intercourse with another that the prices of the same goods tend to equality easily and quickly."

অৰ্থনীতিত বজাৰে কোনো ঠাই বা অঞ্চল নুবুজায়। ইয়াৰ অৰ্থ বৃহৎ পৰিসৰৰ। এদল বা বহুদল ক্ৰেতা বা বিক্ৰেতাই প্ৰত্যেকেই প্ৰত্যেকৰ লগত বস্তু-বেহানি, জীৱ-জন্তু, আৰু সেৱা বিনিময়ৰ উদ্দেশ্যে মুক্তভাৱে প্ৰতিযোগিতা কৰে। ক্ৰেতা আৰু বিক্ৰেতাৰ ইচ্ছা অনুযায়ী বজাৰৰ আকাৰ ক্ষুদ্ৰ বা বৃহৎ হ'ব পাৰে।

পূৰ্ণ বজাৰ (Perfect Market) এখন হবলৈ হলে কেইটামান অৱস্থা কাৰ্য্যকৰী হোৱা প্ৰয়োজন, যেনে—ক্ৰেতা আৰু বিক্ৰেতাৰ উপস্থিতিৰ সংখ্যা প্ৰচুৰ হ'ব লাগিব। বজাৰলৈ সকলো ক্ৰেতা-বিক্ৰেতাৰ আগমন আৰু নিগমনৰ দ্বাৰ উন্মুক্ত হ'ব লাগিব, ক্ৰেতা-বিক্ৰেতাৰ মাজত

মুক্ত আৰু পূৰ্ণ প্ৰতিযোগিতা হ'ব লাগিব, বজাৰ সম্পৰ্কে ক্ৰেতা-বিক্ৰেতাৰ অভিজ্ঞতা থাকিব লাগিব, বজাৰলৈ সহজতৰ যাতায়াত ব্যৱস্থা আৰু বজাৰ সংক্ৰান্ত বা বাতৰি প্ৰেৰণৰ বাবে ক্ষিপ্ৰতৰ যোগাযোগ ব্যৱস্থা থাকিব লাগিব। বজাৰলৈ বস্তু-বেহানিৰ চলাচল মুক্ত হ'ব লাগিব।

উল্লিখিত অৱস্থাসমূহ যদি পূৰণ হয়, তেন্তে বস্তু-বেহানিৰ এক বজাৰ দৰ, ক্ৰেতা আৰু বিক্ৰেতাৰ চাহিদা আৰু যোগান অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰি নিৰূপিত হ'ব। উপৰোক্ত উপাদানবোৰৰ ব্যতিৰেকে এখন বজাৰ পূৰ্ণ বজাৰ হ'ব নোৱাৰে। আনহাতে ক্ৰেতা আৰু বিক্ৰেতাৰ ব্যাপক ব্যৱসায়িক অনভিজ্ঞতা, অভ্যাস, ৰীতি-নীতি সংস্কাৰ আদিয়ে এই ক্ষেত্ৰত বিশেষ ক্ৰিয়া কৰে। ক্ৰেতা-বিক্ৰেতাৰ মাজত প্ৰকৃত আদান-প্ৰদান নোহোৱা, কোনেও কাৰো বস্তুৰ মূল্য দৰ নজনা আৰু বস্তুৰ পৰিমাণ বা সংখ্যা নজনাও এই বিষয়ত উল্লেখযোগ্য। মুঠতে, একে সময়তে একে দ্ৰব্য সম্ভাৱত ভিন ভিন দৰ প্ৰচলন হোৱা নিয়মেই অপূৰ্ণ বজাৰৰ লক্ষণ নিৰ্ণয় কৰে।

থোৰতে, বজাৰ সম্পৰ্কে বিভিন্ন জনে আগবঢ়োৱা কেইটমান সংজ্ঞাৰ উদ্ধৃতি দিয়া হ'ল।

(ক) আমেৰিকান মাৰ্কেটিং এছ'চিয়েচনে বজাৰ সম্পৰ্কে এনে সংজ্ঞা দিছে ঃ

"At every point at which a specific commodity is concentrated for sale, a market is found."

(খ) মিট্‌ছেল আৰু অন্যৰ বজাৰ সম্পৰ্কে তেওঁলোকৰ কিতাপ "The Elements of Marketing"অত এনেভাৱে ব্যাখ্যা দিছে— "Market is the business place of buying and Selling."

(গ) J. F. pyle এ তেওঁৰ Marketing Principles কিতাপত এই বুলি ব্যাখ্যা আগবঢ়াইছে—"Marketing includes both place and region in which buyers and Sellers are in free intercourse with one another."



(ঘ) Jevous অৰ মতে বজাৰ হৈছে—"markets may or may not be localised, the central point of a market is a public Exchange or a market or an auction room where the traders agree to meet and transact business.

(Theory of Political Economy)

সংক্ষেপতে বজাৰ হৈছে সেই ঠাই, য'ত ক্ৰেতা আৰু বিক্ৰেতাৰ মাজত বস্তু-বেহানি, জীৱ-জন্তু আৰু সেৱাৰ বিনিময় হয় আৰু য'ৰ পৰা বস্তু-বেহানিৰ প্ৰকৃত বিতৰণ ঘটে।

**(খ) বজাৰ শ্ৰেণীকৰণ ( Classification ) ঃ** সাধাৰণ ভাৱে বজাৰক নিম্নোল্লিখিত প্ৰকাৰে শ্ৰেণীকৰণ কৰিব পাৰি—

**ঠাই বা এলেকা ( Space or Area ) ঃ** বজাৰৰ স্থান বা এলেকা অনুসৰি স্থানীয় ( Local ), ৰাষ্ট্ৰীয় ( National ) আৰু আন্তঃৰাষ্ট্ৰীয় ( International ) বুলি চিনাক্ত কৰিব পাৰি।

সাধাৰণতে যিবিলাক বস্তু-বেহানি সহজে বিনষ্ট হয়, অধিক ওজনৰ অথচ মূল্য কম, তেনে বস্তুৰ বজাৰ সদায়েই কোনো এক বিশেষ এলেকা বা ঠাইৰ ভিতৰতেই সীমাবদ্ধ। আনহাতে যি ক্ৰেতা-বিক্ৰেতা এক ক্ষুদ্ৰ ঠাইৰ ভিতৰতেই জৰিত আৰু তেওঁলোকৰ প্ৰয়োজনীয়তাও সীমিত তেনে বজাৰক 'স্থানীয় বজাৰ' বোলা হয়—যথা গুৱাহাটী বজাৰ।

যিবিলাক শিল্পজাত বা কৃষিজাত বস্তুৰ ক্ৰেতা আৰু বিক্ৰেতা সমগ্ৰ ৰাষ্ট্ৰ জুৰি বিস্তৃত, তেনে বস্তু আৰু ব্যৱসায়ীৰ বজাৰক 'ৰাষ্ট্ৰীয় বজাৰ'—বোলা হয়, যেনে—ভাৰতীয় বজাৰ।

যিবিলাক বস্তু পৃথিৱীৰ সকলোতে সাৰ্বজনীনভাৱে ব্যৱহৃত হয় আৰু

যাৰ চাহিদা সমগ্ৰ পৃথিৱী জুৰি ব্যাপ্ত, তেনে বস্তুৰ বজাৰক আন্তঃৰাষ্ট্ৰীয় বা 'আন্তৰ্জাতিক বজাৰ' বোলে।

**বিক্ৰীৰ ধৰণ ( Mode of Sale ) ঃ** বস্তু-বেহানিৰ বিক্ৰীৰ ধৰণ অনুযায়ী বজাৰক পাইকাৰী ( Whole Sale ) আৰু খুচুৰা ( Retail ) বজাৰ বুলিও ভাগ কৰিব পাৰি।

যেতিয়া দ্ৰব্য-বস্তুৰ ক্ৰয়-বিক্ৰয় মুঠ হিচাপে বা বৃহৎ আকাৰত হয় তেতিয়া তাক পাইকাৰী বজাৰ ( Whole Sale Market ) আৰু যেতিয়া ক্ষুদ্ৰ আকাৰত ক্ৰয়-বিক্ৰয় সংঘটিত হয়, তাক খুচুৰা বজাৰ ( Retail Market ) বোলা হয়।

**বিক্ৰেতাৰ মৰ্য্যাদা ( Status of Sellers ) ঃ** বিক্ৰেতাৰ মৰ্য্যাদা অনুসৰিয়ো বজাৰৰ শ্ৰেণীকৰণ কৰা হয়।

কৃষিজাত দ্ৰব্য উৎপন্নকাৰী বা শিল্পজ দ্ৰব্য—উৎপন্নকাৰীয়ে যেতিয়া নিজৰ দ্ৰব্য বস্তু পাইকাৰী ব্যৱসায়ীক বিক্ৰী কৰে তেতিয়া সেই বজাৰক প্ৰাথমিক বজাৰ ( Primary Market ), যেতিয়া পাইকাৰী ব্যৱসায়ীয়ে খুচুৰা ব্যৱসায়িক দ্ৰব্য সম্ভাৰ বিক্ৰী কৰে, তেতিয়া সেই বজাৰক মাধ্যমিক বজাৰ ( Secondary Market ) আৰু যেতিয়া খুচুৰা ব্যৱসায়ীয়ে গ্ৰাহক বা উপভোক্তাক দ্ৰব্য সামগ্ৰী বিক্ৰী কৰে তেতিয়া তাক শেষ বা এমূৰীয়া বজাৰ ( Terminal Market ) বোলা হয়।

**দ্ৰব্যৰ প্ৰাচুৰ্য্য ( Availability of goods ) ঃ** দ্ৰব্যৰ প্ৰাচুৰ্য্য আৰু কাল ( Time basis ) ভিত্তিত বজাৰক তিনি প্ৰকাৰে বিভক্ত কৰিব পাৰি, যেনে—অতি হ্ৰস্ব কালীন বজাৰ, হ্ৰস্ব কালীন বজাৰ, আৰু দীৰ্ঘ কালীন বজাৰ।

যিবিলাক বস্তু অতি সহজে বিনষ্ট হয়, ( যেনে—শাক-পাচলি, ফল-মূল আদি )। তেনে বজাৰ সাধাৰণতে অতি কম সময়ৰ ভিতৰতে.



হয়। এনে বজাৰত বস্তুৰ চাহিদা অনুসৰি মূল্য নিৰূপণ হয়। ...ৰে এই বজাৰক অতি হ্ৰস্ব কালীন বজাৰ ( Very short period ...arket ) বুলি কোৱা হয়। যিবিলাক বজাৰত বস্তুৰ যোগানৰ ...ৰত চাহিদা পূৰণাৰ্থে কিছু বিচাৰ-বিবেচনা ৰখা হয়; কিন্তু ...গানৰ বাবে প্ৰয়োজনীয় সময় পোৱা নহয়, তেনে, বজাৰক হ্ৰস্ব কালীন ...জাৰ ( Short Period Market ) বুলি জনা যায়। এনে বজাৰতো ...ৰ মূল্য প্ৰায় চাহিদা ভিত্তিক হয়। যিবিলাক বজাৰত চাহিদাৰ ...স বৃদ্ধিয়ে ( Fluctuation ) বস্তুৰ উৎপাদনৰ ওপৰত প্ৰভাৱ পেলায় ...ক প্ৰভাৱান্বিত কৰা বিষয়ত পৰ্য্যাপ্ত সময় পায়, তেনে বজাৰক ...ৰ্ঘ কালীন বজাৰ ( Long term Market ) বোলা হয়। উল্লিখিত ...ৱস্থাত যোগানে চাহিদা উপাদানক পৰিচালিত কৰে আৰু দীৰ্ঘ সময়ৰ ...াছত বজাৰ দৰে ( price ) বস্তুৰ প্ৰান্তীয় উৎপাদন ব্যয়ক সামৰি ...য়।

বজাৰ সম্পৰ্কে ওপৰত আলোচিত শ্ৰেণী বিভাগৰ উপৰিয়ো বজাৰক আৰু কেইবিধমান বিশেষ শ্ৰেণীত বিভক্ত কৰা হয়। তলত সেই বিশেষ শ্ৰেণীবিভাগৰ ৰেখা চিত্ৰ দিয়া হ'ল। এনে ৰেখা চিত্ৰই আচলতে অৰ্থনীতি বজাৰ সম্পৰ্কে সম্যক প্ৰতীতি আহৰণ কৰাত সহায় কৰে।






উল্লেখিত ৰেখা চিত্ৰত বজাৰক যথাক্ৰমে দ্ৰব্য আৰু পুঁজি এই দুই প্ৰধান ভাগত বিভক্ত কৰি দেখুওৱা হৈছে।

**দ্ৰব্য বজাৰ ( Commodity Market ) ঃ** দ্ৰব্যৰ প্ৰকৃতি আৰু প্ৰকাৰ অনুসৰি তিনি অংশত যথাক্ৰমে পণ্য বজাৰ, শিল্পজ দ্ৰব্য বজাৰ আৰু সোণ-ৰূপ ধাতুৰ বজাৰ হিচাপে বিভক্ত কৰা হৈছে।

পণ্য বজাৰত কৃষিজাত দ্ৰব্যৰ ব্যৱসায় হয়। আন দুখন বজাৰত শিল্প নিৰ্মিত উৎপন্ন বস্তু, আৰু অমুদ্ৰিত ধাতুৰ লেন্‌দেন্ হয়।

**পুঁজি বজাৰ ( Capital Markets ) ঃ** পুঁজি বজাৰক পুঁজি বিনিময়ৰ অৱস্থা আৰু সময় অনুযায়ী যথাক্ৰমে অংশ বজাৰ আৰু মুদ্ৰা বজাৰ নামে দুটা উপবিভাগত ভাগ কৰা হৈছে। এই বিভাজন বজাৰৰ পৃথক পৃথক কাৰ্য্যকাৰিতাৰ ওপৰত প্ৰতিষ্ঠিত।

অংশ বজাৰত বিভিন্ন প্ৰকাৰ নিৰাপত্তা পত্ৰৰ লেন্‌দেন্ বা পুঁজি বিনিয়োগ সাধাৰণতে দীৰ্ঘ কালীন ভিত্তিত হয়। মুদ্ৰা বজাৰক পুনৰ দেশীয় আৰু বৈদেশিক মুদ্ৰা বজাৰ হিচাপে অন্তৰ্ভাগ কৰা হৈছে। এনে বজাৰত পুঁজিৰ বিনিয়োগ ঘটে হ্ৰস্ব কালীন ভিত্তিত। দেশৰ বিভিন্ন বিত্ত সংস্থাবোৰে দেশীয় আৰু বৈদেশিক মুদ্ৰাৰ ব্যৱসায়িক লেন্‌দেন্ সাময়িক ভিত্তিত পৰিচালনা কৰে। অৱশ্যে পুঁজি আৰু মুদ্ৰা বজাৰ পাৰস্পৰিকভাৱে নিৰ্ভৰশীল।

উপৰোক্ত দ্ৰব্য আৰু পুঁজি বজাৰবোৰত আৰু কিছুমান বজাৰৰ আভ্যন্তৰিক নাম শুনিবলৈ পোৱা যায়। তেনে আভ্যন্তৰিক বজাৰবোৰক লেন্‌দেন্ সময় অনুসৰি—যথাক্ৰমে, নগদ ( Cash Market ) ভৱিষ্য বজাৰ ( Future Market ) বুলি শ্ৰেণীকৰণ কৰা হয়। বজাৰত ব্যৱসায়িক লেন্‌দেন্ নগদ ভিত্তিত হলে তাক 'নগদ বজাৰ' আৰু যেতিয়া ব্যৱসায়িক লেন্‌দেন ভৱিষ্যৎ ভিত্তিত হয় তাক 'ভৱিষ্য বজাৰ' বুলি চিহ্নিত কৰা হয়।

**(গ) সংগঠিত বজাৰ ( Organised Market ) :** আলোচিত বজাৰসমূহক আকৌ সংগঠনৰ দিশত সংগঠিত আৰু অসংগঠিত বজাৰ বুলিও চিনাক্তকৰণ কৰা দেখা যায়।

বজাৰৰ কাৰ্য্যক্ৰমণিকা যেতিয়া কিছুমান লিপিবদ্ধ নিয়মৰদ্বাৰা পৰিচালিত হয়, যেতিয়া প্ৰচলিত ব্যৱসায়িক ৰীতি-নীতিৰদ্বাৰা পালনীয় হয়, আৰু যেতিয়া ব্যৱসায়িক লেন্‌দেন্ মানবিশিষ্ট পদ্ধতিৰে চলোৱা হয়, তেতিয়া তেনে বজাৰক সংগঠিত বজাৰ বুলি চিনাক্তকৰণ কৰা হয়।

ব্যৱসায়ীৰ জৰিয়তে সংগঠিত স্বেচ্ছাধীন বা স্বায়ত্বশাসিত কোনো সংঘৰদ্বাৰা এনে ধৰণৰ সংগঠিত বজাৰ পৰিচালিত হয়। এটা বা একাধিক দ্ৰব্য সম্ভাৰৰ ব্যৱসায়, সংগঠিত বজাৰত প্ৰচলন হোৱা দেখা যায়। সকলো প্ৰকাৰৰ দ্ৰব্য সম্ভাৰৰ ব্যৱসায় সংগঠিত বজাৰত কৰিব নোৱাৰি। চৰকাৰৰ হাতত এনে বজাৰ নিয়ন্ত্ৰণৰ অধিকাৰ ন্যস্ত থাকে। জনসাধাৰণৰ এনে বজাৰলৈ প্ৰবেশৰ ক্ষেত্ৰত বিভিন্ন প্ৰকাৰ বাধা নিষেধ আৰোপ কৰা হয়। সাধাৰণতে এনে বজাৰ কেৱল সদস্য ব্যৱসায়ীৰ বাবেহে সীমাবদ্ধ।

সংগঠনৰ ক্ষেত্ৰত আধুনিক বজাৰত অন্য আৰু ভালেমান পালনীয় বিষয় আছে। সেই বিষয়বোৰ যেনে, কাৰ্য্যাৱলীৰ বিশেষীকৰণ, বজাৰৰ দ্ৰব্য সম্ভাৰৰ শ্ৰেণীকৰণ, পৃথকীকৰণ আৰু মানবিশিষ্টিকৰণ, ফট্‌কা ব্যৱসায় পদ্ধতিৰ পালন, ব্যৱসায়িক কাৰ্য্য-কলাপৰ যথোপযুক্ত বিৱৰণৰ প্ৰচাৰ আৰু বিজ্ঞাপন জ্ঞাপন, দ্ৰব্য সম্ভাৰ জোখ-মাখৰ আদৰ্শ-মান প্ৰচলন ক্ষিপ্ৰ যোগাযোগ ব্যৱস্থাৰ বিকাশ আদিয়েই অন্যতম।

সংগঠিত বজাৰৰ কৰ্তৃপক্ষই নিজৰ ফালৰপৰা ব্যৱসায়ৰ ক্ষেত্ৰত কোনো ধৰণৰ আগভাগ নলয়, নাইবা তেওঁলোকে দ্ৰব্যৰ দৰ-দাম নিৰ্ধাৰণ বা নিয়ন্ত্ৰণ নকৰে। সংগঠিত বজাৰত সাধাৰণতে, ব্যৱসায়ী,



...ৰ, সাউদ, মুদৈ আদিয়ে যুগ্মভাৱে গোট খাই কোনো ঠাইৰ কোনো ...ৰ অন্তৰ্ভাগত, তেওঁলোকৰ ব্যৱসায়িক লেন্-দেন্ সমাধা কৰে।

এই ব্যৱসায়িক কাৰ্য্য নিষ্পন্ন কৰাৰ ক্ষেত্ৰত অসংগঠিত বজাৰ ...পক্ষই মুখ্যতঃ বজাৰৰ সুবিধাজনক স্থান, বজাৰত ব্যৱসায় পৰিচালনাৰ সময়, বিক্ৰী পদ্ধতি, বিবদমান বিষয়ৰ নিষ্পত্তি, আৰু ...ৱসায়ী সদস্যসকলৰ ব্যৱসায় পৰিচালনা কৰাত সুযোগ-সুবিধা আগবঢ়োৱা বিষয়ত, সাহায্যকাৰী হিচাপেহে কাৰ্য্য সম্পাদন কৰে। সংগঠিত বজাৰৰ সদস্যসকলে নিজৰ দায়িত্ব আৰু নেতৃত্বৰ ব্যৱসায় চলায়।

এনে ধৰণৰ সংগঠিত বজাৰক 'বিনিময়' বজাৰ বোলা হয়। আপাততঃ এনে বিনিময় বজাৰ ( Exchange ) পৃথিৱীৰ সকলো উন্নত দেশতে গঠিত হোৱা দেখা যায়। সংগঠিত বজাৰ ঘাইকৈ দুই প্ৰকাৰৰ— যেনে, বিনিময় বজাৰ আৰু অংশ বা ষ্টক্ বিনিময় বজাৰ।

উল্লিখিত সংগঠন নথকা সকলো বজাৰক অসংগঠিত বজাৰৰ অন্তৰ্ভুক্ত কৰিব পাৰি ; অথবা উপৰোক্ত সংগঠনহীন বজাৰক অসংগঠিত বজাৰ বুলি নামকৰণ কৰিব পাৰি। অসংগঠিত বজাৰৰ সদস্যসকলে ...মেহতীয়া নীতি নিয়ম অপেক্ষা নিজা নীতি নিয়মহে মানি চলে। সেয়ে এনে বজাৰ সংগঠিত বজাৰৰ নিয়ন্ত্ৰণৰ বাহিৰত। আনহাতে, এনে বজাৰ কোনো ধৰণৰ চৰকাৰী বিনিময়ৰ নিয়ন্ত্ৰণাধীন নহয়।

১। [ক] **বজাৰ কৰণ ( Marketing ) :** "বজাৰকৰণ" এই শব্দৰ অৰ্থ ব্যাপক। বজাৰকৰণ বুলিলে সকলো ব্যৱসায়িক কাৰ্য্য-কলাপ অন্তৰ্ভুক্ত হয়, যি কাৰ্য্য-কলাপৰ ফলত উৎপাদকৰপৰা গ্ৰাহকৰ হাতলৈ বস্তু-বেহানি আৰু সেৱাৰ অধিকাৰ হস্তান্তৰ হয়।

বজাৰকৰণৰ প্ৰচলিত অৰ্থ হৈছে—ই সেই কাৰ্য্যবোৰৰ সমষ্টি যাৰদ্বাৰা দ্ৰব্য বস্তু আৰু সেৱাৰ যথোপযুক্ত বণ্টন আৰু মালিকীয়ত্বৰ

হস্তান্তৰকৰণ সম্পন্ন হয়। এই ব্যাখ্যাৰ উপৰিও, বজাৰকৰণৰ ওপৰত নানান লেখকে আগবঢ়োৱা কেইটামান সংজ্ঞা তলত উল্লেখ কৰা হ'ল—

(ক) "The performance of business activities that direct the flow of goods and Services from the producer to consumer as user."

—আমেৰিকান মাৰ্কেটিং এছ'চিয়েচন

(খ) "The economic process by means of which goods and services are exchanged and their values determined in terms of money prices." —মিট্‌চেল

(The Textile Industries—An Economic Analysis —H. E. Mitchell.)

(গ) "Marketing includes all the activities involved in the creation of place, time and possession utilities."

—কনভাচ

(The elements of Marketing Converse & others).

(ঘ) "Marketing is the creation and delivery of a standard of living to society—Prof. Mevair.

উল্লেখিত সংজ্ঞাবোৰ বিশ্লেষণ কৰিলে বজাৰকৰণৰ ব্যাখ্যা এনেভাৱে পাব পাৰি।

(ক) ই উৎপাদকৰপৰা উপভোক্তালৈ বস্তু-বেহানিৰ অধিকাৰ হস্তান্তৰ কৰে।

(খ) পইচাৰ ভিত্তিত দ্ৰব্য বস্তুৰ মূল্য নিৰূপণ হয়।

(গ) বস্তু-বেহানিৰ যথোচিত আৰু বাস্তৱ (Physical) বন্টন ঘটে।

(ঘ) পৰিবহণে বস্তু-বেহানিৰ মূল্য আৰু উপযোগিতা বৃদ্ধি কৰে।



(ঙ) সমাজৰ জীৱন নিৰ্বাহৰ মানদণ্ড উন্নীত কৰে।

**[খ] কাৰ্য্যাৱলী, বজাৰকৰণ (Functions, Marketing) :**

[বস্তু]-বেহানি আৰু সেৱা যেতিয়া উৎপাদকৰপৰা উপভোক্তালৈ বা ব্যৱ-[হাৰকাৰী]লৈ হস্তান্তৰ হয় আৰু সেই হস্তান্তৰৰ বাবে যিবোৰ কাৰ্য্য সম্পাদন [কৰিব] লাগে, সেই কাৰ্য্যসমূহক বজাৰকৰণ কাৰ্য্য বোলা হয়। বজাৰ-[কৰণৰ] কাৰ্য্য-কলাপে উৎপাদক আৰু উপভোক্তাৰ মাজত সমন্বয় সৃষ্টি [ক]ৰে।

বস্তু-বেহানি আৰু সেৱা উৎপাদকৰপৰা গ্ৰাহকলৈ সঞ্চালন হ'বই [লা]গিব, আৰু সেই সঞ্চালনো বজাৰকৰণ যন্ত্ৰৰদ্বাৰা হ'ব। বজাৰকৰণ [ৰদ্বা]ই (ক্ৰয়-বিক্ৰয়) দ্ৰব্য সামগ্ৰীৰ মালিকী স্বত্ব হস্তান্তৰ কৰে। [সাধা]ৰণতে বস্তু-বেহানিৰ বাস্তৱিক সঞ্চালনে—স্থান, কাল, আৰু [অ]ধিকাৰৰ উপযোগিতা সৃষ্টি কৰে। উৎপাদকৰপৰা বস্তু-বেহানি সংগ্ৰহ [ক]ৰি গ্ৰাহকৰ হাতত তুলি দিবৰ বাবে যিবোৰ কাৰ্য্য সম্পন্ন কৰিব লগা [হ]য়, সেই সকলো কাৰ্য্যক বজাৰকৰণ কাৰ্য্য বোলে।

বজাৰকৰণৰ এই কাৰ্য্যকলাপসমূহক নানান ভাৱে শ্ৰেণী বিভাগ কৰিছে। পৃথক পৃথক লেখকে আগবঢ়োৱা বজাৰকৰণ কাৰ্য্যাৱলীৰ শ্ৰেণী বিভাগৰ ব্যাখ্যা ৰেখা চিত্ৰৰদ্বাৰা সিপিঠিত দেখুৱা হৈছে।

*(১) Duddy & Rezzan অৰ বজাৰকৰণ কাৰ্য্যাৱলীৰ শ্ৰেণীবিভাগ :




*(২) Holtzclawৰ শ্ৰেণীকৰণ :




*(৩) Suklaৰ শ্ৰেণীকৰণ—




*[১] Duddy & Revzan—Marketing, An Institutional Approach.

*[২] Holtzclaw, H. F.—The Principles of Marketing.

*[৩] Sukla, M. C.—Business Organisation & Management.

বজাৰকৰণৰ কাৰ্য্যাৱলীসমূহৰপৰা এইটোৱেই প্ৰতীয়মান হয় যে ইয়াত, ক্ষুদ্ৰৰপৰা বৃহৎ সকলো মধ্য ব্যৱসায়ী, সঞ্চয়কাৰী, অৰ্থ লেন-দেন কাৰী বা বিত্তীয় সংস্থা, বিপদ বাহনকাৰী সংস্থা, আদি বিভিন্ন ব্যৱসায়িক কাৰ্য্যত জড়িত ব্যক্তি আৰু সংস্থাৰ উপৰিও, উৎপাদক আৰু উপভোক্তায়ো বিশেষ ভূমিকা পালন কৰে।

গতিকে সমগ্ৰ বজাৰকৰণ কাৰ্য্যক দুটা মাই ভাগত বিভক্ত কৰিব পাৰি, যেনে—কেন্দ্ৰীকৰণ ( Concentration ) আৰু বিক্ষেপণ ( Dispersion )। বজাৰকৰণৰ কেন্দ্ৰীকৰণ কাৰ্য্যাৱলীত অন্তৰ্ভুক্ত কৰিব পৰা বিষয়বোৰ, যেনে—ক্ৰয় বা সংগ্ৰহ, পৰিবহণ, সঞ্চয়কৰণ, বিত্ত বিনিয়োগ মানকৰণ আৰু শ্ৰেণীকৰণ, আৰু সৰ্বশেষত বিপদ বাহন। আনহাতে বিক্ষেপণ কাৰ্য্যাৱলীত বিক্ৰয় পৰিবহণ, সঞ্চয়কৰণ, মানকৰণ আৰু শ্ৰেণীকৰণ, প্ৰচাৰ আৰু বিজ্ঞাপন, পৃথকীকৰণ, টোপোলাকৰণ, বিত্ত আৰু বিপদ বাহন অন্তৰ্ভুক্ত কৰিব পাৰি।

কেন্দ্ৰীকৰণ আৰু বিক্ষেপণ এই উভয় ভাগৰ মধ্যম স্থানত উপবিষ্ট কাৰ্য্য-কলাপবোৰ হৈছে—পৰিবহণ, সঞ্চয়, মানকৰণ আৰু শ্ৰেণীকৰণ, বিত্ত আৰু বিপদবাহন। সেয়ে বজাৰকৰণ কাৰ্য্য-কলাপক ক্ৰম অনুসৰি নিম্নোল্লিখিতভাৱে সজাব পাৰি—

**বজাৰকৰণ কাৰ্য্যাৱলীৰ শ্ৰেণীবিভাগ**






(১) **সংগ্ৰহ বা ক্ৰয় ঃ** বজাৰকৰণৰ বিভিন্ন কাৰ্য্য-কলাপৰ ভিতৰত সংগ্ৰহ কাৰ্য্য অন্যতম মাই কাৰ্য্য। সংগ্ৰহ কাৰ্য্যৰ অৰ্থ যোগানৰ উৎস বিচাৰি উলিওৱা, পৰিমাণ, গুণ, আৰু বিবিধতা অনুসৰি মূল্য আৰু অন্যান্য বিষয়ত নিপুণতাৰে ক্ৰয় কৰা, স্থান আৰু কালৰ অভাৱ অনুযায়ী উক্ত দ্ৰব্য সামগ্ৰী সহজ লব্ধ কৰা।

ক্ৰয়ৰ চৰম উদ্দেশ্য সংগ্ৰহ। অৰ্থাৎ ক্ৰয় সংগ্ৰহৰ অন্তঃ অৰ্থ। ক্ৰয় কৰাৰ পদ্ধতি বহুত। সামগ্ৰীৰ গুণ, মান, প্ৰয়োজনীয়তা আদি পৰীক্ষা, নমুনা পৰীক্ষা, সামগ্ৰীৰ বিৱৰণ বা ব্ৰেণ্ড ( Brand ) পৰীক্ষা, আৰু শ্ৰেণীবিভাগ অনুযায়ী ক্ৰয় কৰাৰ পদ্ধতিয়েই ভিন ভিন পদ্ধতিৰ ভিতৰত অন্যতম।

সামগ্ৰী সংগ্ৰহ কৰাৰ কাৰণ হিচাপে নিম্নোল্লিখিত উপাদান কেইটিলৈ আঙুলিয়াব পাৰি।

(১) কৃষি-ক্ষেত্ৰ, জলবায়ু আৰু ঋতু অনুসৰি শস্যৰ গুণৰ তাৰতম্য।

(২) ভিন্ ভিন্ ঋতুত ভিন্ ভিন্ শস্যৰ উৎপাদন।

(৩) গ্ৰাহকে প্ৰতি চাহিদাৰ বিভিন্নতা।

(৪) বৃহৎ পৰিমাণৰ সামগ্ৰীৰ বজাৰকৰণত মিতব্যয়িতা।

(৫) কৃষিজাত দ্ৰব্যৰ উৎপাদনৰ পৰিমাণ কম, উৎপাদকৰ সংখ্যা অধিক, উৎপাদন এলেকা বৃহৎ, ফলত উৎপাদকৰ বাবে বজাৰকৰণ অমিতব্যয়ী হোৱা হেতু সংগ্ৰহ কাৰ্য্য অপৰিহাৰ্য্য হয়।

সামগ্ৰী সংগ্ৰহ এক কলা। পৰিবহণবদ্বাৰা সিঁচৰতি হোৱা ঠাইৰ বস্তু একে ঠাইতে বৃহৎ পৰিমাণে থুপতে পোৱা হয়। সংগ্ৰহ কাৰ্য্যই বজাৰ বিস্তাৰিত কৰে। শিল্প উৎপাদকে এনে সংগৃহীত কেন্দ্ৰৰপৰা কেঁচা সামগ্ৰী ক্ৰয় কৰা সুচল হয়। সংগ্ৰহ ব্যৱস্থাই কৃষিজাত সামগ্ৰীৰ শ্ৰেণীকৰণ কৰিবলৈ আৰু সৰহীয়া সামগ্ৰী ক্ৰমসাধনেৰে পৃথকীকৰণ কৰিবলৈ সুযোগ দিয়ে। অৱশ্যে সামগ্ৰী সংগ্ৰহ কাৰ্য্য কষ্ট সাধ্য।

(২) পৰিবহণ আৰু যোগাযোগ ঃ বজাৰকৰণ কাৰ্য্য-কলাপৰ আন এটি ঘাই উৎপাদন পৰিবহণ আৰু যোগাযোগ। পৰিবহণ ব্যতি ৰেকে কোনো পণ্য দ্ৰব্য বা শিল্প দ্ৰব্যৰ বিস্তাৰিত বজাৰ পোৱা নহয় সম্ভাৰৰ স্থান আৰু কালৰ উপযোগিতা সৃষ্টি নহয় আৰু সম্ভাৰৰ মূ বৃদ্ধি নাপায়।

সাধাৰণতে বেহা-বেপাৰ আৰু পৰিবহণ আৰু যোগাযোগক যমজ সন্তান বুলি বিবেচনা কৰা হয়। সেয়ে উভয় বিষয়েই যদি সমপৰ্য্যায়ত গতি নকৰে তেনে হলে এটাৰ প্ৰতিবন্ধকতাই আনটোৰ উন্নয়নত বাধাৰ সৃষ্টি কৰিব। পৰিবহণ আৰু যোগাযোগক কেইবাটাও পৰ্য্যায়ত বিভক্ত কৰিব পাৰি, যথা—

(ক) গাওঁ বা আভ্যন্তৰীণ অঞ্চলৰপৰা বজাৰলৈ, ৰেল বা মটৰ আস্থানলৈ ;

(খ) বজাৰ বা ৰেল বা মটৰ আস্থানৰপৰা উপভোক্তা তথা গ্ৰাহক বা ব্যৱহাৰকৰ কেন্দ্ৰলৈ,

(গ) উৎপাদন কেন্দ্ৰৰপৰা বন্দৰ, উদ্যোগ বা বন্টন কেন্দ্ৰলৈ। পৰিবহণ আৰু যোগাযোগৰ এই পৰ্য্যায়সমূহত বিভিন্ন ভাৰবাহী জীৱ জন্তু, যান-বাহন আৰু চলন মাধ্যমৰ প্ৰয়োজন হয়। দেশৰ ভিতৰত থকা বাট-পথৰ ক্ৰমোন্নতিৰ ওপৰত পৰিবহণ আৰু যেগাযোগৰ ব্যৱস্থা নিৰ্ভৰ কৰে।

( স্থানান্তৰত আলোচনা কৰা হৈছে )

(৩) সঞ্চয় ঃ বজাৰকৰণৰ আন এটি কাৰ্য্য হৈছে—সঞ্চয়কৰণ। সঞ্চয়ৰ নিম্নোল্লিখিত কাৰ্য্যকাৰিতাই ইয়াৰ উপযোগিতাৰ ইংগিত দিয়ে।

(১) সঞ্চয়কৰণে দ্ৰব্য সম্ভাৰৰ সময়ৰ উপযোগিতা সৃষ্টি কৰে।

(২) সঞ্চয়ে দ্ৰব্য সম্ভাৰৰ কায়িক সুৰক্ষা দান কৰে।



(৩) সঞ্চয়ে দ্ৰব্য সম্ভাৰ পূৰঠ হবলৈ, পকিবলৈ, গুণ বৃদ্ধি কৰিবলৈ উচ্চ দামত বিক্ৰী কৰিবলৈ সুযোগ দিয়ে।

(৪) সহজে বিনষ্ট হোৱা দ্ৰব্য সম্ভাৰ, ফল-মূল আদিক পৰিমিত সময়ৰ বাবে ৰাখিব পৰা হয়।

(৫) ব্যৱসায়ত আৰ্থিক সাহায্য লাভ কৰিবলৈ সঞ্চয়ে সুচল কৰি দিয়ে।

(৬) চাহিদা আৰু যোগানৰ সমীকৰণ কৰিবলৈ সুবিধা হয়।

(৭) দ্ৰব্য সামগ্ৰীৰ মূল্যাংকণত স্থায়ীত্ব দান কৰে।

(৮) নিয়মিত বজাৰকৰণৰ বাবে সুচলতা দান কৰে।

(৯) বিপদ স্থানান্তৰকৰণ কৰিবলৈ সুবিধা হয়।

(১০) শ্ৰমিকৰ নিয়োগৰ ক্ষেত্ৰত উন্নয়ন।

(১১) ন সম্পদ সৃষ্টিৰ বাবে সুযোগ দিয়ে।

(১২) অনিয়মিত উপাদান হোৱা সত্বেও দ্ৰব্য সামগ্ৰীৰ প্ৰবাহ নিয়মীয়া কৰে।

(১৩) ব্যৱসায়িক সময়ৰ দীৰ্ঘতা বৃদ্ধি কৰে।

(১৪) উদ্যোগৰ বাবে প্ৰয়োজনীয় সামগ্ৰী সময় মতে যোগান ধৰে।

( দ্বাদশ অধ্যায়ত বিস্তৃত আলোচনা আছে। )

(৪) মানবিশিষ্টিকৰণ আৰু শ্ৰেণীকৰণ ঃ মানবিশিষ্টিকৰণৰ অৰ্থ গুণ অনুসৰি দ্ৰব্য সামগ্ৰীৰ মান নিৰ্ধাৰণ। আনহাতে, একেধৰণৰ বস্তুৰ সাদৃশ্য অনুসৰি নিৰ্দিষ্ট কিছুমান মানৰ ভিত্তিত বিভাজন কৰাকে শ্ৰেণীকৰণ বা ক্ৰম সাধন বোলা হয়। উক্ত মান—বস্তুৰ ৰং, আকাৰ, গড়, ওজন, পূৰ্ণতা, স্বাদ, সেমেকা গুণ, ৰাসায়নিক আকৰ, আহি, কোমলতা, দৃঢ়তা, দৈৰ্ঘ্য, শক্তি আৰু বিদেশী বস্তুৰ পৰিমাণৰ ওপৰত নিৰ্ভৰ কৰি নিৰ্ণয় কৰা হয়।

বস্তুৰ এনে মান আৰু শ্ৰেণী বা প্ৰকাৰ নিৰ্ধাৰণ কৰাৰ উদ্দেশ্য হৈছে

বজাৰৰ চাহিদা অনুসৰি বস্তুৰ যোগান ধৰিবৰ বাবে সজ্জিত কৰা এনে মান আৰু শ্ৰেণীৰ নিৰ্ধাৰণে দ্ৰব্য বস্তুৰ বাবে এক সাধাৰণ মান বিশিষ্টতা আৰু প্ৰকাৰ আহৰণ কৰিবলৈ সমৰ্থ কৰে, যাৰ ফলত বস্তু বজাৰকৰণ সহজসাধ্য হয়।

মানবিশিষ্টিকৰণ আৰু শ্ৰেণীকৰণৰ তাৎপৰ্য্যসমূহ এনে ধৰণৰ—

(১) মান আৰু শ্ৰেণী ভিত্তিত দ্ৰব্যৰ বিক্ৰয় কাৰ্য্য পৰিচালনা কৰিবলৈ সহজ হয়।

(২) মান নিৰ্নীত বস্তুৰ বিক্ৰী কাৰ্য্যত, প্ৰচাৰ আৰু বিক্ৰেতাৰ খৰচ হ্ৰাস পায়।

(৩) প্ৰমাণিকৃত বস্তু-বেহানিৰ মূল্যায়ন কৰিবলৈ উজু হয়।

(৪) মানবিশিষ্ট বস্তুৰ বাবে অৰ্থ বিনিয়োগ আৰু ঋণ সংগ্ৰহ সহজ হয়।

(৫) এনে বস্তু-বেহানিৰ ওপৰত ফট্‌কা ব্যৱসায়ৰ (Speculation) সুযোগ কম।

(৬) শ্ৰেণীকৃত আৰু মান নিৰ্নীত দ্ৰব্য সামগ্ৰীৰ বন্টন সুলভ হয়।

(৭) শ্ৰেণীকৰণে দ্ৰব্য সামগ্ৰী—নমুনা আৰু বিৱৰণদ্বাৰা বিক্ৰী কৰিবলৈ সুচল কৰে।

(৮) নিয়মিত মানবিশিষ্ট বস্তুৰ ব্যৱহাৰে উৎপাদন ক্ষেত্ৰত সমৰূপতা আহৰণ কৰিবলৈ সুচল কৰে।

(৯) মান বিশিষ্টতাই পৰিবহণত দ্ৰব্য সামগ্ৰী বিনষ্ট হোৱাৰ পৰা ৰক্ষা কৰে।

(১০) বস্তু-বেহানিৰ মানবিশিষ্টিকৰণে উৎপাদন, বন্টন আৰু ব্যৱহাৰত অপচয় হ্ৰাস কৰে।

(১১) মানবিশিষ্ট আৰু শ্ৰেণীকৃত বস্তুৱে সংগঠিত বজাৰৰ মানদণ্ড উন্নয়ন কৰাত সহায় কৰে।



(১২) মান নিৰ্নীত দ্ৰব্য-বস্তুৱে ব্যাপকভাৱে বজাৰ দৰ হ্ৰাস বৃদ্ধি (Fluctuation) হোৱাত বাধা দিয়ে আৰু বজাৰ দৰৰ হ্ৰাস বৃদ্ধি ক্ষিপ্ৰ বেগে প্ৰকাশ কৰে।

(১৩) মান বিশিষ্ট আৰু শ্ৰেণীকৃত বস্তুৱে টোপোলাকৰণ, গাড়ী, ৰেল আদিত উঠোৱা নমোৱা কাৰ্য্য সহজ কৰে।

বস্তু-বেহানিৰ মান নিৰ্ণয়ৰ সাধাৰণ ভেঁটি হ'ল—পৰিমাণ, আকাৰ আৰু আয়তন, জোখ, মাপ, গুণ, ৰং, মূল পদাৰ্থ, সেৱা আৰু দাম। ইয়াৰ উপৰিও, বস্তু অনুসৰি আৰু কিছুমান উপাদান মান নিৰ্ধাৰণৰ ক্ষেত্ৰত প্ৰয়োগ হয়, যিবিলাক অৱশ্যে সাধাৰণভাৱে প্ৰযোজ্য নহয়।

(৫) **বিত্ত ঃ** স্থানান্তৰত দ্ৰষ্টব্য।

(৬) **বিপদ বাহন ঃ** ব্যক্তিগত জীৱনলৈ বিভিন্ন সময়ত নানান দুখ-দুৰ্দশা অহাৰ দৰে ব্যৱসায়িক লেন্‌দেনৰ সময়তো দ্ৰব্য সামগ্ৰীৰ মূল্যৰ ক্ষেত্ৰত লোকচান বা ক্ষতি আছে। সেই ক্ষয়-ক্ষতি অনিশ্চিত। এনে অনিশ্চিত ক্ষয়-ক্ষতি স্বাভাৱিক। কম বা বেছি পৰিমাণে সকলো-ধৰণৰ বেহা বেপাৰৰ লেন্‌দেনত ই উপস্থিত হয়।

এনে ধৰণৰ অনিশ্চিত বিপদক কেইবা প্ৰকাৰেও বিভক্ত কৰিব পাৰি, যেনে—(ক) আশংকিত বিপদ—বিশেষকৈ জুই পানী, ধুমুহা বতাহ আৰু ভূ-কম্পন; (খ) গুণ-মান অৱনতিৰ ক্ষতি—বস্তু-বেহানিৰ গুণ আৰু মান অৱনতি হোৱাৰ ফলত হোৱা ক্ষয়-ক্ষতি, (গ) সঞ্চয় ক্ষতি—সঞ্চয়কৰণত হোৱা লোকচান বা অপচয়ৰ ক্ষতি; (ঘ) উৎপাদন ক্ষতি—দ্ৰব্য সামগ্ৰীৰ উৎপাদন আৰু চালানত হোৱা ক্ষতি; (ঙ) পৰিবহণ ক্ষতি; (চ) একে ধৰণৰ দ্ৰব্য বস্তুৰ প্ৰতিযোগিতাত হোৱা ক্ষতি, (ছ) দ্ৰব্য বস্তুৰ মূল্য যোগান আৰু চাহিদা পৰিবৰ্তনৰ ফলত হোৱা ক্ষয়-ক্ষতি।

উল্লিখিত ক্ষয়-ক্ষতিবোৰৰ কিছুমান অৱলোপ কৰিবলৈ, ক্ষয়-ক্ষতিৰ

আকাৰ ক্ষুদ্ৰতৰ কৰিবলৈ, ক্ষতিৰ গভীৰতা কমাবলৈ আৰু ক্ষয়-ক্ষতিৰ দায়িত্ব হস্তান্তৰ কৰিবলৈ নিম্নলিখিত যিকোনো পদ্ধতি অৱলম্বন কৰিব পাৰি।

(১) বিপদ নিবাৰণ ঃ অনিশ্চিত বিপদক নিশ্চিত কৰিবৰ বাবে গৱেষণাৰ ব্যৱস্থা কৰা, বৃহৎ সংগঠনৰদ্বাৰা বিপদৰ সন্মুখীন হোৱা, ক্ষয়-ক্ষতি পূৰণ কৰিবৰ বাবে সঞ্চয় নিধিৰ (Reserve Fund) ব্যৱস্থা প্ৰৱৰ্তন কৰা আৰু আধুনিক বিজ্ঞান আবিষ্কৃত সা-সঁজুলি আৰু ব্যৱস্থাৰদ্বাৰা অনিশ্চিত বিপদৰ আশংকা নিৰ্মূল কৰা, আদি কাৰ্য্যই বিপদ নিবাৰণৰ প্ৰধান উপায়।

(২) অনিবাৰ্য্য ক্ষয়-ক্ষতিৰ বাবে প্ৰস্তুতি সাধাৰণতে সকলো বিপদ নিবাৰণ কৰা নাযায়। অথবা সকলো বিপদ হস্তান্তৰ কৰিবও নোৱাৰি। গতিকে তেনে ধৰণৰ অহস্তান্তৰিত আৰু অনিবাৰ্য্য বিপদৰ বাবে নিজভাৱে প্ৰস্তুতি চলোৱাটো অপৰিহাৰ্য্য কাৰ্য্য।

(৩) বিপদ বিঘিনিৰ হস্তান্তৰকৰণ—ক্ষয়-ক্ষতি হাস্তান্তৰ কৰাৰ যি পদ্ধতি হৈছে—বীমা ( Insurance ) আৰু প্ৰতিৰক্ষিত লেন্‌দেন্ ( Hedging ).

(১) **বিক্ৰয় ঃ** বজাৰকৰণৰ বিক্ষেপণ বিভাগৰ বিক্ৰয় হৈছে প্ৰধান উপাদান। বিক্ৰেতাই নিষ্ঠা সহকাৰে কৰা প্ৰচেষ্টাৰ ফলশ্ৰুতিৰ দ্ৰব্য সামগ্ৰীৰ মালিকী স্বত্ব গ্ৰাহকলৈ হস্তান্তৰিত হয়। বিৰামহীন ব্যৱসায় কৰিবলৈ হলে বিক্ৰয় কাৰ্য্যাৱলীও লগে লগে সমাধা কৰিব লাগিব। বৃহৎকায় উদ্যোগ প্ৰকল্পত উৎপাদিত দ্ৰব্য সামগ্ৰীৰ পৰিমাণো বৃহৎ। ফলত এই বিয়াগোম উৎপাদনক বজাৰকৰণ কৰিবলৈ বিক্ৰয় আৰু বিজ্ঞাপনৰ আশ্ৰয় লোৱা কাৰ্য্য অত্যন্ত অপৰিহাৰ্য্য।

উচ্চ স্তৰৰ বিক্ৰয়ৰদ্বাৰাহে বিক্ৰেতাই চাহিদা সৃষ্টি কৰিব পাৰে, সম্ভাব্য গ্ৰাহকক গ্ৰাহকলৈ ৰূপান্তৰ ঘটাব পাৰে, দ্ৰব্য সামগ্ৰীৰ প্ৰাচুৰ্য্য,



...মান আৰু মূল্য সম্পৰ্কে জনসাধাৰণক অৱগত কৰাব পাৰে। ...ৰ সম্পৰ্কে কে, আৰ কূলকৰ্ণিয়ে এনে ব্যাখ্যা দিছে—"

"Selling is the personal or imparsonal process of ...ting and or persuading a prospective customer, to ... a commodity as service as to act upon an idea."

...বিক্ৰয়ন কাৰ্য্যকাৰিতাই কোনো দ্ৰব্য বস্তু লাভ কৰিবলৈ উদ্দীপনা ... কৰে, সম্ভাব্য গ্ৰাহকক গ্ৰাহক কৰিবলৈ প্ৰৰোচিত কৰে, আৰু ...কৰ চাহিদা অনুসৰি দ্ৰব্য-সম্ভাৰ বিক্ৰীৰ ওপৰত এনে কাৰ্য্যৰ ...লতা নিৰ্ভৰ কৰে।

বিক্ৰয় কাৰ্য্য সমাধা কৰিবলৈ নিম্নোল্লিখিত যিকোনো এটা বা ...ধিক পদ্ধতি গ্ৰহণ কৰিব পাৰি।

(১) ব্যক্তিগত বিক্ৰয় পদ্ধতি,

(২) পৰিদৰ্শনৰদ্বাৰা বিক্ৰী,

(৩) প্ৰচাৰ আৰু বিজ্ঞাপন বিক্ৰয় পদ্ধতি,

(৪) নমুনা আৰু নক্সা প্ৰদৰ্শনৰদ্বাৰা বিক্ৰী,

(৫) বিৱৰণ, জাননী পত্ৰ বা চাকুৰ্লাৰ পত্ৰৰদ্বাৰা বিক্ৰয় পদ্ধতি।

[১] **ব্যক্তিগত বিক্ৰয় পদ্ধতি ঃ** এই পদ্ধতিত বিক্ৰেতাক প্ৰত্যক্ষ ...ভাৱে সম্ভাব্য গ্ৰাহকৰ লগত যোগাযোগ কৰিবলৈ দিয়া হয়। এনে যোগাযোগ ব্যক্তিগতভাৱে বিক্ৰেতা আৰু সম্ভাব্য গ্ৰাহকৰ মাজত হয়। প্ৰত্যক্ষ আলাপ আলোচনাৰদ্বাৰা বিক্ৰী কাৰ্য্য সম্পন্ন কৰা হয়। ...ৰক্ষে আলাপ আলোচনা ব্যক্তিগতভাৱে আৰু টেলিফ'নৰদ্বাৰা পৰোক্ষভাৱেও হ'ব পাৰে।

[২] **দ্ৰব্য পৰিদৰ্শন পদ্ধতি ঃ** এই পদ্ধতিত ব্যক্তিগতভাৱে দ্ৰব্য সম্ভাৰ পৰীক্ষা কৰাৰ নিয়ম। দ্ৰব্য সম্ভাৰ পৰীক্ষা কাৰ্য্য গ্ৰাহক অথবা গ্ৰাহকৰ প্ৰতিনিধিয়ে কৰে। বৰ্তমান সময়ত দ্ৰব্য সম্ভাৰ পৰীক্ষা কৰি

ক্ৰয় কৰাৰ পদ্ধতি নিচেই সাধাৰণ। এই দ্ৰব্য সম্ভাৰ গ্ৰাহকক পৰীক্ষা
কৰি চাবলৈ দিবলৈ প্ৰদৰ্শন কক্ষ বা দ্ৰব্য বিন্যাসৰ ব্যৱস্থা কৰিব লাগে।
প্ৰদৰ্শন কক্ষত দ্ৰব্য সম্ভাৰৰ কায়িক প্ৰদৰ্শনৰ বাবে সময়, শক্তি আৰু
অৰ্থৰ প্ৰয়োজন হয়। এনে ব্যৱস্থাত অপ্ৰমাণিত, সহজে বিনষ্ট হোৱা
ক্ৰয় মূল্যৰ হ্ৰাস বৃদ্ধি হোৱা আৰু স্বয়ং সম্ভূত সেৱাৰ প্ৰয়োজন হোৱা
বস্তুহে বিক্ৰী হয়।

[৩] **নমুনা পদ্ধতিৰে বিক্ৰী** ঃ সঞ্চয়কৰা দ্ৰব্য সম্ভাৰৰ প্ৰতিনিধিত্ব
কৰা দ্ৰব্য বস্তুক নমুনা বোলা হয়। দ্ৰব্যৰ সকলো দিশতে প্ৰতিনিধিত্ব
কৰিব পৰা গুণৰ সমাহাৰ সন্নিবিষ্ট হ'ব লাগে।

এই পদ্ধতি সাধাৰণতে ব্যৱসায়ী আৰু শিল্প উৎপাদকে অৱলম্বন
কৰে। যেতিয়া বিক্ৰেতাই বিক্ৰী কৰে, তেতিয়া তেওঁ নমুনা অনুসাৰেহে
দ্ৰব্য সম্ভাৰৰ যোগান ধৰে। এনে পদ্ধতিয়ে বৃহৎ পৰিমাণৰ ফৰমাচ্
আদায় কৰিবলৈ সুযোগ দিয়ে। অৱশ্যে নমুনা লোৱাৰ ক্ষেত্ৰত পালনীয়
নীতি কেইটামান হ'ল—

(ক) নমুনা সদায় যাদৃচ্ছিকভাৱে ( At random ) লব লাগে।

(খ) গুণক প্ৰতিনিধিত্ব কৰিব পৰাকৈ ই যথাৰ্থ হ'ব লাগে।

(গ) নমুনা লোৱা দ্ৰব্য সদায় উপযুক্ত পৰিমাণৰ হোৱা উচিত।
নমুনা দ্ৰব্যৰ পৰ্য্যাপ্ততাই গ্ৰাহকৰ দ্ৰব্যত সত্যতা সম্পৰ্কে অৱগত কৰিব
পাৰিব লাগে।

[৪] **প্ৰচাৰ আৰু বিজ্ঞাপন পদ্ধতি** ঃ প্ৰচাৰ আৰু বিজ্ঞাপন
ব্যক্তি ৰহিত পদ্ধতি। গ্ৰাহক আৰু বিক্ৰেতাৰ যোগাযোগ হয়, ছপা
কৰা কাৰ্ড, কেলেণ্ডাৰ, চিনেমা, শ্লাইড, ছবি ৰেডিঅ', টেলিভিছন,
প্ৰচাৰ-পত্ৰ আদি নানান প্ৰচাৰ মাধ্যমৰ জৰিয়তে। এই পদ্ধতিত
বিক্ৰেতাৰ সংগঠন আৰু দ্ৰব্যৰ এক ভাৱমূৰ্তি গঢ়ি তোলা হয়। অৱশ্যে
প্ৰচাৰ আৰু বিজ্ঞাপন সহজ আৰু সু-দৃঢ় হয়। আনহাতে ব্যক্তিগত



যোগাযোগৰ ফলত প্ৰচাৰ আৰু বিজ্ঞাপনৰ যথাৰ্থতা নিৰূপণ কৰাত
[...]ষ্ট হয়। সেয়ে ব্যক্তিগত বিক্ৰী পদ্ধতি আৰু প্ৰচাৰ পদ্ধতিৰ মাজত
আন্তঃ নিৰ্ভৰতা পৰিলক্ষিত হোৱা দেখা যায়।

[৫] **বিৱৰণদ্বাৰা বিক্ৰয় পদ্ধতি** ঃ বিৱৰণদ্বাৰা বস্তু বিক্ৰী
পদ্ধতি বৰ্তমানৰ উদ্ভাৱন। বস্তুৰ লগত বৰ্ণনাৰ সাদৃশ্য এই পদ্ধতিত
অপৰিহাৰ্য্য। ই অনুমানসিদ্ধ যে কিছুমান সামগ্ৰী আছে—যিবিলাক
জাননী পত্ৰ, কেটেলগ্ ( Catalogue ) বিশেষ উল্লেখ পত্ৰ ( Speci-
fication ) আদিৰদ্বাৰা এনেভাৱে উপস্থাপন কৰিব পাৰি যে তাৰ
কোনো অংশই বাদ নপৰে। যাৰ কাৰণে বিক্ৰী কালত তাৰ কোনো
গোটক প্ৰদৰ্শন কৰিব নালাগে।

বিক্ৰীৰ পাছত বৰ্ণনাৰ লগত বস্তুৰ সাদৃশ্য থকাৰ উপৰিও, তেনে
বৰ্ণনাত্মক বস্তুবোৰ মানবিশিষ্ট হোৱা ভাল। বিশ্বাস আৰু উপযুক্ত
লেনদেনৰ ওপৰতেই এই পদ্ধতিৰ সফলতা নিৰ্ভৰ কৰে।

**বিক্ৰীৰ সাধাৰণ অৱস্থা** ঃ নিম্নোল্লিখিত উপাদান কেইটিৰ
ভিত্তিতেই বিক্ৰী কাৰ্য্য সম্পন্ন হয়। যেনে—

[ক] **দ্ৰব্য সম্ভাৰৰ পৰিমাণ** ঃ বজাৰৰ অৱস্থা অনুযায়ী পৰি-
মাণৰ তাৰতম্য হয়। ক্ৰেতাৰ ফৰমাচ্ অনুসৰিহে বিক্ৰেতাই সম্ভাৰ
প্ৰদান কৰা উচিত। যোগান আৰু চাহিদাৰ হ্ৰাস বৃদ্ধিয়ে বিক্ৰী কাৰ্য্যত
প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে।

[খ] **গুণ** ঃ বজাৰত যিকোনো এটা দ্ৰব্যৰ, বিবিধ গুণ সন্নিবিষ্ট
দ্ৰব্য পোৱা যায়; কিন্তু বিক্ৰেতাই ক্ৰেতাৰ ফৰমাচ্ অনুযায়ীহে বস্তু
প্ৰদান কৰা উচিত। ক্ৰেতাই অৱশ্যে গুণৰ ওপৰত ভিত্তি কৰিহে
ফৰমাচ্ দিব। সেই গুণ বিভিন্ন ভিত্তিত নিৰূপিত হ'ব পাৰে।

[গ] **দাম পৰিশোধ পদ্ধতি** ঃ বিক্ৰী কাৰ্য্যত বস্তুৰ দাম আদায়
বা পৰিশোধ পদ্ধতিৰ নিৰ্ধাৰণ এক ঘাই উপাদান। দাম পৰিশোধ

পদ্ধতি বহুত। তেনে পদ্ধতিৰ পূৰ্ব নিৰ্ণীতকৰণে বিক্ৰী কাৰ্য্য অধিক কাৰ্য্যকৰী কৰে।

[ঘ] **টোপোলাকৰণ বা পেকিং ঃ** বিক্ৰী কাৰ্য্যত আপাততঃ ই এক প্ৰধান ভূমিকা পালন কৰে।

[ঙ] **প্ৰদান বা ডেলিভাৰী (Delivery) ঃ** বিক্ৰী কাৰ্য্য সম্পাদন হোৱাৰ লগে লগেই দ্ৰব্য সম্ভাৰৰ মালিকী স্বত্ব হস্তান্তৰ হয়। গতিকে এনে হস্তান্তৰকৰণে দ্ৰব্য সামগ্ৰীৰ বস্তুনিষ্ঠ চলন ( Physical movement ) অপৰিহাৰ্য্য কৰে। দ্ৰব্য প্ৰদানৰ পদ্ধতি অনেক। সেই পদ্ধতিৰ নিৰ্বাচনো বিক্ৰী কাৰ্য্যৰে এক উপাদান।

(২) পৰিবহণ ঃ

(৩) সঞ্চয়কৰণ ঃ

(৪) মানকৰণ আৰু শ্ৰেণীকৰণ ঃ

(৬) প্ৰচাৰ আৰু বিজ্ঞাপন ঃ

(৬) পৃথকীকৰণ আৰু টোপোলাকৰণ ঃ

(৭) বিত্ত ঃ

(৮) বিপদ বাহন ঃ

( স্থানান্তৰত আলোচনা দ্ৰষ্টব্য। )

# দ্বিতীয় খণ্ড ঃ

## বিনিময় কেন্দ্ৰ, ফট্কা ব্যৱসায় পুঁজি বজাৰ

**[৩] দ্ৰব্য বিনিময় কেন্দ্ৰ ( Commodity Exchange )**

**(ক) সংজ্ঞা ( Definition ) ঃ** দ্ৰব্য বজাৰ সংগঠিত বজাৰ। এনে বজাৰত কৃষিজাত, শিল্পজাত আৰু অমুদ্ৰিত পাইকাৰী হাৰত ক্ৰয় বিক্ৰয় হয়; কিন্তু ক্ৰয়-বিক্ৰয়ত দ্ৰব্য বস্তুৰ কায়িক উপস্থাপনৰ প্ৰয়োজন নহয়। নমুনা, বিৱৰণ, প্ৰকাৰ অনুযায়ী ইয়াত ক্ৰয়-বিক্ৰয় সমাধা হয়। সংগঠিত বজাৰত ক্ৰয়-বিক্ৰয় কাৰ্য্য কেৱল সদস্যসকলৰ বাবেহে সীমাবদ্ধ। ক্ৰয়-বিক্ৰয় লেন্‌দেন্ সংগঠিত বজাৰৰ নীতি আৰু বিনিময়ৰ ভিত্তিত পৰিচালিত হয়।

দ্ৰব্য বজাৰক দ্ৰব্য বিনিময় কেন্দ্ৰ বা পণ্য বিনিময় কেন্দ্ৰ বুলিও জনা যায়। দ্ৰব্য বিনিময় কেন্দ্ৰ বুলিলে সাধাৰণতে সকলো দ্ৰব্য সামগ্ৰীৰ ( যথা কেঁচা সামগ্ৰী, শিল্প নিৰ্মিত সামগ্ৰী আৰু অমুদ্ৰিত ধাতু ) ব্যৱসায় সামৰি লয়; কিন্তু পণ্য বিনিময় কেন্দ্ৰই কেৱল কেঁচা সামগ্ৰীৰহে বেহা-বেপাৰ পৰিচালনা কৰে। সেয়ে—"Commodity is a large genus, of which the produce exchange is a species."

সংগঠিত দ্ৰব্য বজাৰসমূহ সাধাৰণ ( General ) বা বিশেষীকৃত ( Specialised ) হ'ব পাৰে। সাধাৰণ সংগঠিত বজাৰত একাধিক দ্ৰব্যৰ ব্যৱসায় পৰিচালিত আৰু নিয়ন্ত্ৰিত হোৱাৰ নিয়ম আছে; কিন্তু বিশেষীকৃত বজাৰত কেৱল একক দ্ৰব্যৰহে ব্যৱসায় কৰা হয়।

**(খ) উদ্দেশ্য কাৰ্য্যাৱলী ( Objects and functions ) ঃ** দ্ৰব্য বিনিময় কেন্দ্ৰই কৃষিজ আৰু শিল্পজ দ্ৰব্য সামগ্ৰীৰ ব্যৱসায় সহহীয়াকৈ কৰিবলৈ সুযোগ দিয়ে। শস্য কটা বা তোলাৰ বতৰত বজাৰত পণ্য

দ্ৰব্য উদ্বৃত্ত হয় আৰু তাৰ দাম নিম্নগামী হয়। আনহাতে পণ্য দ্ৰব্য ব্যৱহাৰৰ পাছত তাৰ যোগান হ্ৰাস হৈ গৈ দৰ উৰ্ধগামী হয়। পণ্য দ্ৰব্যৰ দৰ হ্ৰাস বৃদ্ধিৰ উগ্ৰতা ৰহিত কৰিবলৈ দ্ৰব্য বিনিময় কেন্দ্ৰৰ প্ৰয়োজন। দ্ৰব্য বিনিময় কেন্দ্ৰই ভৱিষ্য বজাৰৰ সুযোগ আগবঢ়ায় যি কাৰ্য্যই বস্তু-বেহানিৰ দৰ দামত এক সমন্বয়পূৰ্ণ প্ৰবাহ গঢ়ি তোলাত সহায় কৰে। আন হাতেদি শিল্প উৎপাদকেও কেঁচা সামগ্ৰীৰ দৰ-দামৰ অধিক উঠা-নামা হ্ৰাস বৃদ্ধি বাঞ্ছা নকৰে, কাৰণ কেঁচা সামগ্ৰীৰ উঠানমা দামে ( Fluctuation ) উৎপাদিত সামগ্ৰীৰ দৰ-দামৰ ওপৰত প্ৰভাৱ পেলায়, যিটোৱে ব্যৱসায়ত আশংকা বৃদ্ধি কৰে।

বিনিময় কেন্দ্ৰৰ ক্ৰমোন্নতিয়ে উৎপাদক, গ্ৰাহক. আৰু শিল্প নিৰ্মাতা সকলোকে বিভিন্ন ধৰণৰ উপকাৰিতা আহৰণ কৰিবলৈ সুবিধা দিয়ে। ব্যৱসায়িক লেন্‌দেনত নিয়মানুবৰ্তিতা আৰু স্থায়ীত্ব আৰ্জন কৰিবলৈ বিনিময় কেন্দ্ৰই সুযোগ দিয়ে। বিনিময় কেন্দ্ৰই একেজাতীয় দ্ৰব্য সামগ্ৰীৰ ব্যৱসায় কৰা, উমৈহতীয়া স্বাৰ্থ থকা কিছুমান মানুহক একত্ৰিত হবলৈ সুচল কৰি দিয়ে। এনে উমৈহতীয়া স্থানে সামগ্ৰীৰ চাহিদাৰ পৰিসৰ বিস্তৃত কৰে। ই দ্ৰব্য সামগ্ৰীৰ বস্তুনিষ্ঠ চলন, ব্যৱসায়ীসকলৰ ক্ষিপ্ৰতৰ যোগাযোগৰ উন্নয়ন সহজতৰ কৰি তোলে।

দ্ৰব্য বিনিময় কেন্দ্ৰৰ ঘাই কাৰ্য্য-কলাপসমূহ নিম্নলিখিত প্ৰকাৰৰ—

* ব্যৱসায়িক লেন্-দেন্ কৰিবৰ বাবে, বিশেষকৈ সদস্যসকলক সুবিধজনক স্থান, দ্ৰব্য বিনিময় কেন্দ্ৰই আগবঢ়ায়।

** শ্ৰেণীকৰণ আৰু মানবিশিষ্টি কৰণৰ যথোপযুক্ত নীতি পালনীয় হোৱা হেতু দ্ৰব্যসমূহৰ সমৰূপ গুণ সম্পন্নতা আহৰণ কৰিবলৈ কেন্দ্ৰই সুযোগ দিয়ে। বজাৰকৰণৰ অন্যতম ঘাই বৈশিষ্ট্য দ্ৰব্য সম্ভাৰৰ মানবিশিষ্টিকৰণ। মানবিশিষ্টতা আৰু পৃথকীকৰণ নীতিৰ অনুসৰণে দ্ৰব্য সামগ্ৰী ক্ৰয়-বিক্ৰয় ক্ষেত্ৰত কোনো ধৰণৰ সন্দেহৰ অৱকাশ নাথাকে ফলত ক্ৰয়-বিক্ৰয় চুক্তি সম্পাদন কৰা সহজ হয়।



*** বিনিময় কেন্দ্ৰই ব্যৱসায়িক লেন্‌দেনৰ নীতি নিয়ম আৰু তাৰ প্ৰয়োগ পদ্ধতি প্ৰণয়ন কৰি দিয়ে, যাতে দ্ৰব্য সামগ্ৰীৰ বেহা-বেপাৰ সুস্থ নিশ্চিত সম্পন্ন হয়। এই নীতি নিয়মত কেন্দ্ৰৰ সদস্যসকলৰ পালনীয় কৰ্তব্যৰ কথাও উল্লেখ থাকে আৰু ব্যৱসায়িক লেন্‌দেনৰ পদ্ধতিসমূহো নিৰূপণ কৰি দিয়া হয়।

**** দ্ৰব্য বিনিময় কেন্দ্ৰই ব্যৱসায়িক লেন্‌দেনৰ পৰিসংখ্যা— আৰু অন্যান্য বাজিক বা বাতৰিৰ অভিলেখ ৰাখে। কেন্দ্ৰই বিভিন্ন দ্ৰব্য বজাৰৰ তথ্য পাতি বিশেষকৈ দ্ৰব্য সামগ্ৰীৰ দৰদাম আৰু তাৰ প্ৰবাহ, সম্পৰ্কীয় বা-বাতৰি সংগ্ৰহ কৰি সদস্যসকলক বণ্টন কৰি দিয়ে; যাতে ব্যৱসায়ী সকলে সেই প্ৰাপ্ত বা-বাতৰি মতে ক্ৰয়-বিক্ৰয় লেন্-দেন্ কৰিব পাৰে।

***** বিনিময় কেন্দ্ৰই এটি হুণ্ডিৰ কাৰবাৰ চলোৱা স্থান (Clearing House) স্থাপন কৰে। কেন্দ্ৰৰ নীতি নিয়মৰদ্বাৰাই এই স্থান শাসিত হয়। বিনিময় কেন্দ্ৰৰ সকলো ক্ৰেতা বিক্ৰেতাই ইয়াৰ সদস্য। হুণ্ডি প্ৰচলন স্থানৰ সকলো কাৰ্য্য দৈনিক, সাপ্তাহিক, পষেকীয়া বা মাহেকীয়া ভিত্তিত নিষ্পত্তি কৰা হয়। ইয়াতে কেন্দ্ৰৰ সকলো লেন্-দেন্ নিষ্পত্তি হয়।

****** বেহা-বেপাৰত হোৱা বিবাদ নিষ্পত্তি কৰিবৰ বাবে কেন্দ্ৰই এক মধ্যস্থতা যন্ত্ৰৰ ( Arbitration machinery ) ব্যৱস্থা কৰে। প্ৰায় সকলো দ্ৰব্য বিনিময় কেন্দ্ৰৰ ব্যৱসায়িক বিবাদ নিষ্পত্তিৰ বাবে বেলেগ মধ্যস্থতাকাৰী সমিতি থাকে। এনে সমিতিয়ে কেন্দ্ৰৰ সদস্যসকলৰ বেহা-বেপাৰ সংক্ৰান্ত বাদ-বিবাদ, মতানৈক্যৰ মীমাংসা কৰে।

******* বিনিময় কেন্দ্ৰই পণ্য-দ্ৰব্যৰ দৰ-দাম বিষয়ত সম্ভাব্য হ্ৰাস বৃদ্ধিক আশ্ৰয় দায়ক বা প্ৰতি ৰক্ষিত লেন্‌দেনৰ (Hedging

Transaction) জৰিয়তে যথোচিত প্ৰতিৰক্ষা পদ্ধতি আগবঢ়াবলৈ সম... হয়। ফলত দৰ-দামৰ উঠা-নমাৰ পৰিণামগত সম্ভাব্য বিপদৰপৰা নি... উৎপাদক বা অন্যান্য ব্যৱসায়ী হাতসৰাব সুযোগ পায়।

******* বিনিময় কেন্দ্ৰত ব্যৱসায় চলা দ্ৰব্য সামগ্ৰীৰ ধীৰ প্ৰবা... ধাৰাবাহিকতা কেন্দ্ৰই প্ৰতিপালন কৰিবলৈ সমৰ্থ হয়।

********* দেশৰ দ্ৰব্য সামগ্ৰীৰ মূল্য নিৰূপণৰ ক্ষেত্ৰত বজাৰৰ গতি কোন মুখে ঢাল লয়, সেই অৱস্থা নিৰ্ণয় কৰা বিষয়ত বিনিময় কেন্দ্ৰই বেৰ'মিটাৰৰ ( Barometer ) দৰে কাৰ্য্য সম্পাদন কৰে।

**(গ) দ্ৰব্য সামগ্ৰীৰ উপযোগিতা ঃ** সংগঠিত বজাৰত সকলো প্ৰকাৰ পণ্য-দ্ৰব্যৰ ব্যৱসায় কৰিবলৈ উপযোগী নহয় মানকৰণ আৰু শ্ৰেণীকৰণ কৰাৰ সুবিধা থকাৰ উপৰিয়ে। যিবিলাক পণ্য দ্ৰব্যৰ নিম্নোল্লিখিত লক্ষণসমূহ থাকে তেনেবিলাক সামগ্ৰীহে দ্ৰব্য বিনিময় কেন্দ্ৰত ব্যৱসায়ৰ বাবে যথোপযুক্ত।

**(১) স্থায়িত্ব ( Durability ) ঃ** যি পণ্য দ্ৰব্য স্থায়ী, ভৱিষ্য চুক্তিৰ সময়লৈকে গুণৰ কোনো অৱনতি নঘটে, যি চুক্তি এবছৰ বা ততোধিক সময়লৈকে বিস্তাৰিত হ'ব পাৰে, তেনে দ্ৰব্যকহে স্থায়ী বুলি গণ্য কৰা হয়।

**(২) সমজাতীয়তাঃ সমধৰ্মীয়তাঃ ( Homogeneity ) ঃ** যি বিশেষ দ্ৰব্যৰ সকলো গোটক ( Unit ) একে গুণ সম্পন্ন বুলি বিভিন্ন স্থান, কাল আৰু পাত্ৰত চিনাক্ত কৰিবপৰা যায়, তেনে পণ্য দ্ৰব্যক সজাতীয় বা একধৰ্মী পণ্য দ্ৰব্য বোলা যায়।

**(৩) চাহিদা আৰু যোগান ( Demand & Supply ঃ** যি পণ্য দ্ৰব্য যোগান মুক্ত আৰু খোলা ; যি দ্ৰব্যৰ কোনো একক বা এদল লোকৰ একচেটিয়া নিয়ন্ত্ৰণ নাথাকে আৰু যি দ্ৰব্যৰ যোগানৰ ওপৰত চৰকাৰৰ কোনো অনুশাসন বা বিনিময় আৰোপিত নহয়, তেনে পণ্য দ্ৰব্য বিনিময় কেন্দ্ৰৰ ব্যৱসায়ৰ বাবে উপযোগী।



...যি পণ্য দ্ৰব্যৰ চাহিদা অনিশ্চিত আৰু অনিয়ন্ত্ৰিত আৰু বৃহৎ পৰি-... তেনে দ্ৰব্য বিনিময় কেন্দ্ৰত ব্যৱসায়িক লেন্‌দেনৰ বাবে সুবিধা-...।

**(৪) দৰ-দামৰ হ্ৰাস বৃদ্ধি ( Price Fluctuation ) ঃ** যি দ্ৰব্য ...গ্ৰীৰ দৰ-ভাও মুক্ত অবিৰত আৰু প্ৰতিদ্বন্দ্বিতামূলক বজাৰত উগ্ৰ ...নমা তেনে দ্ৰব্য-বস্তুৰ ব্যৱসায়, কেন্দ্ৰৰ বাবে উপযুক্ত। আন ...ত, ফট্‌কা ব্যৱসায়ৰ সুযোগ থকা দ্ৰব্যৰ লক্ষণ কেন্দ্ৰৰ ব্যৱসায়ত ...বিহাৰ্য্য।

**(৫) পৰিমাণ ( Quantity ) ঃ** বিনিময় কেন্দ্ৰত ব্যৱসায় যোগ্য ...ৰ পৰিমাণ বৃহদাকাৰৰ আৰু সঘনে সমাগম পূৰ্ণ প্ৰকৃতিৰ হোৱা ...য়োজন।

**(৬) স্তৰ ভেদ ( Gradation ) ঃ** যি পণ্য দ্ৰব্য স্বাদ, জোখ, ...প, সংখ্যা অনুসাৰে স্তৰ ভেদ বা পৃথকীকৰণ কৰিবৰ যোগ্য তেনে ...দ্ৰব্য সামগ্ৰীহে বিনিময় কেন্দ্ৰত ব্যৱসায়ৰ বাবে বিবেচিত হয়। কাৰণ ...নমুনা, আৰ্হি আৰু বিৱৰণৰ ওপৰত নিৰ্ভৰ কৰি দ্ৰব্য বজাৰত, বহু ...ময়ত দ্ৰব্য সম্ভাৰৰ লেন্‌দেন্ নিষ্পন্ন হয়।

**(৭) সঞ্চয় যোগ্যতা ( Storability ) ঃ** গুণৰ কোনো অৱনতি ...া অৱলোপ নোহোৱাকৈ যদি কোনো পণ্য দ্ৰব্য কিছু কালৰ বাবে সঞ্চয় ...কৰি ৰাখিব পাৰি, তেনে দ্ৰব্যৰ বাবে সংগঠিত দ্ৰব্য বজাৰৰদ্বাৰা সৰ্বদায় ...উন্মুক্ত থাকে।

**[ঘ] সেৱা ( Services ) ঃ** যদি দ্ৰব্য বা পণ্য বিনিময় কেন্দ্ৰক ...সুষ্ঠু ভাৱে সংগঠিত কৰা যায়, তেন্তে বিনিময় কেন্দ্ৰই প্ৰয়োজনীয় দ্ৰব্য ...সামগ্ৰীক যথাৰ্থ বজাৰৰ সুবিধা আগবঢ়াব পাৰে। দ্ৰব্য সম্ভাৰ বজাৰ...কৰণৰ উপযুক্ত সা-সুবিধাই উৎপাদক, উদ্যোগ পতি, ব্যৱসায়ী আৰু ...গ্ৰাহক সকলোলৈকে নিম্নলিখিত সুবিধাসমূহ আগবঢ়ায়। সকলোৱে

ওপৰত প্ৰকৃত দ্ৰব্য বা পণ্য বিনিময় কেন্দ্ৰই দেশৰ অৰ্থনীতিত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে।

(১) নগদ আৰু অবিৰত বজাৰ ( **Ready & Continuous Market** ) ঃ বিনিময় কেন্দ্ৰই সৰ্বদায় আৱশ্যকীয় দ্ৰব্য সামগ্ৰীক ক্ৰয় বিক্ৰয়ৰ বাবে এখনি 'সদা প্ৰস্তুত আৰু অবিৰত বজাৰ' আগবঢ়ায় বিনিময় বজাৰত উৎপাদকে স্বাধীনভাৱে নিজা সামগ্ৰী বজাৰকৰণ কৰিব পাৰে। এনে বজাৰৰ জৰিয়তে দ্ৰব্য বস্তুৰ মূল্য আৰু আনুষংগিক ব্যয়ৰ এক আঁচনি ক্ৰেতাই মূল্যায়ন কৰিব পাৰে।

বিভিন্ন ক্ৰেতা বিক্ৰেতাৰ মাজত বজাৰ সংক্ৰান্ত আলাপ আলোচনা আৰু মত বিনিময় কৰিবলৈ দ্ৰব্য বা পণ্য বিনিময় কেন্দ্ৰই সুযোগ দিয়ে। কেন্দ্ৰই সংগ্ৰহ আৰু বণ্টন কৰা পৰিসংখ্যা আৰু অন্যান্য বজাৰৰ তথ্য পাতিৰ ওপৰত ভিত্তি কৰি ক্ৰেতা বিক্ৰেতাই ভৱিষ্য বজাৰ, দ্ৰব্য-বস্তুৰ মূল্য, দেশৰ বিভিন্ন বজাৰৰ অৱস্থা আদি অৱগত হ'ব পাৰে।

উৎপাদক আৰু শিল্পপতিৰ পণ্য সম্ভাৰৰ যথাৰ্থ দৰ-দাম নিৰূপণৰ ক্ষেত্ৰত বিনিময় কেন্দ্ৰ প্ৰতিনিধি স্থানীয় হয়।

(২) সম্ভাব্য উগ্ৰ হ্ৰাস বৃদ্ধি (**Probable violent Fluctuation**)ঃ বিনিময় কেন্দ্ৰই দৰ-দামৰ সম্ভাৱনীয় উগ্ৰ বঢ়া-টুটাৰ আশংকা বিভিন্ন সমান্তৰাল বজাৰৰ জৰিয়তে লাঘৱ কৰিবলৈ সক্ষম হয়। সাধাৰণতে, শিল্প উৎপাদকে, কোনো বিনিময় কেন্দ্ৰৰপৰা বৃহদাকাৰৰ কেঁচা সামগ্ৰী ক্ৰয় কৰি সঞ্চয় কৰে। তেনে শিল্প উৎপাদকে লোকচানৰপৰা হাত সাৰিবলৈ অন্য এক অগ্ৰিম বজাৰত ( Forward Market ) উক্ত ক্ৰয় কৰা সামগ্ৰী বিক্ৰী কৰি নিজৰ লাভৰ পৰিমাণ, অটুত ৰখাৰ সুযোগ পায়, অথবা সম্ভাব্য অতিমাত্ৰা লোকচানৰপৰা ৰেহাই পায়। ভিন্ ভিন্ পণ্য দ্ৰব্যৰ সমান্তৰাল বজাৰে অতিপাত লোকচান, বা লাভ হোৱাৰ বাট বন্ধ কৰাৰ সুবিধা দিয়ে।



(৩) ক্ষতি হস্তান্তৰকৰণ ( **Transference of Risks** ) ঃ পণ্য বিনিময় কেন্দ্ৰই সাধাৰণ ব্যৱসায়ীৰ ব্যৱসায়িক ক্ষতিৰ সম্ভাৱনাক, পেশাদাৰ বিপদ বাহকলৈ ( Professional Risk-bearers ) অৰ্থাৎ ফট্‌কা ব্যৱসায়ীলৈ হস্তান্তৰ কৰিবলৈ সুযোগ দিয়ে।

(৪) দৰদাম ৰক্ষণ পদ্ধতি ( **Price Insurance Method** ) ঃ ভৱিষ্য আৰু আশ্ৰয়দায়ক লেন্‌দেনৰ সা-সুবিধা দি বিনিময় কেন্দ্ৰই পণ্য দ্ৰব্যৰ দৰ-দামৰ এক আৱশ্যকীয় ৰক্ষণ পদ্ধতি আগবঢ়ায়। যাৰ ফলত, দৰ-দাম লৈ ক্ৰেতা বিক্ৰেতাৰ উদ্বিগ্নতা বহু পৰিমাণে হ্ৰাস পায়।

(৫) পণ্য দ্ৰব্যৰ ধাৰাবাহিকতা (**Continuity in Commodity**)ঃ বিনিময় কেন্দ্ৰই পণ্য দ্ৰব্যৰ ব্যৱসায়ত ধাৰাবাহিকতা বা পণ্য দ্ৰব্যৰ ধীৰ প্ৰবাহ প্ৰতিপালন কৰে। এনে ব্যৱস্থাই পণ্য দ্ৰব্যৰ বাবে অৰ্থ লগ্নকাৰীক অৰ্থৰ অগ্ৰিম বিনিয়োগ কৰিবলৈ অনুপ্ৰেৰণা দিয়ে।

(৬) আশ্ৰয়দায়ক লেন্‌দেনৰ স্থানান্তৰকৰণ (**Transference of Hedging Transaction** ) ঃ এখন বজাৰৰপৰা আন এখন বজাৰলৈ, আশ্ৰয়দায়ক লেন্‌দেন্ বা হেজিং লেন্‌দেনৰ স্থানান্তৰ কৰিবলৈ, নাইবা বদলা লেন্‌দেন্ ( Budla straddle Transactions ) পৰিচালনা কৰিবলৈ বিভিন্ন কেন্দ্ৰসমূহে সুবিধা দিয়ে। এনে ধৰণৰ লেন্‌দেনে বিভিন্ন পণ্য দ্ৰব্যৰ বজাৰত পণ্য দ্ৰব্যৰ দাম সমীকৰণ কৰাত সহায় কৰে।

(৭) সম্ভাব্য ক্ৰেতা বিক্ৰেতাৰ মিলনভূমি ( **Meeting place for prospective sellers & purchasers** ) ঃ যিবিলাক উৎপাদকে নিজৰ উৎপাদিত সামগ্ৰী বজাৰত শীঘ্ৰে প্ৰদান কৰিব নোৱাৰে, অথচ বজাৰৰ গতিবিধি নিৰীক্ষণ কৰি থাকে, আৰু যিবিলাক ব্যৱসায়ীয়ে বিনিময় কেন্দ্ৰৰ পণ্য দ্ৰব্য আৰু তাৰ বজাৰ দৰৰ আলেখ লেখ চাই থাকে বৰঞ্চ তেতিয়াই ব্যৱসায়িক লেন্‌দেনত জৰিত নহয়, তেনে সম্ভাব্য ক্ৰেতা আৰু বিক্ৰেতাৰ বাবে বিনিময় কেন্দ্ৰ এক যথাৰ্থ মিলন স্থান।

**(৮) সহায়কাৰী ব্যৱসায় সেৱা (Ancillary Trade Services):** বিনিময় কেন্দ্ৰসমূহে বজাৰ গৱেষণা (Market Research) পণ্য দ্ৰব্য আৰু ধাতুৰ গৱেষণাগাৰ পৰিচালনা কৰে, যাৰদ্বাৰা ব্যৱসায়ী আৰু জন সাধাৰণ সমানেই লাভৱান হয়। ইয়াৰ উপৰিও, বিনিময় কেন্দ্ৰসমূহে বাণিজ্যিক সংঘৰ (Chambers of commerce) বহু কাৰ্য্য সম্পাদন কৰে। ব্যৱসায় বাণিজ্যৰ সাধাৰণ ক্ৰমোন্নতিত উল্লেখিত কাৰ্য্যৰ সম্পাদনে পৰোক্ষভাৱে সহায় কৰে।

সংগঠিত বজাৰসমূহে আৰু বহু সহায়কাৰী ব্যৱসায় গঢ়ি তুলিবলৈ সুবিধা দিয়ে, যিবিলাক আচলতে বিনিময় বজাৰৰ দৌলত গঢ়ি উঠে। সেই ব্যৱসায়সমূহ হৈছে—বিনিময় বজাৰৰ পণ্য দ্ৰব্য জড়িত অৰ্থ সংক্ৰান্ত ব্যৱসায়, মধ্যম ব্যৱসায়, আৰু পণ্য দ্ৰব্যৰ বাবে লাগতিয়াল অন্য সাঁজুলিৰ ব্যৱসায়। এনেবিলাক সহায়কাৰী ব্যৱসায়ে সমাজলৈ ভিন্ ভিন্ দিশত আগবঢ়োৱা সেৱাও বিনিময় কেন্দ্ৰ প্ৰতিষ্ঠাৰ বাবেই অৰ্জিত।

**(৯) সামাজিক সেৱা (Social Service):** বিনিময় কেন্দ্ৰত পঞ্জীবদ্ধ হোৱা প্ৰতিটো লেনদেনৰ ওপৰত কেন্দ্ৰই এটি কৰ (Rate) লয়। উক্ত কৰৰ পৰিমাণ অতি সামান্য; কিন্তু কেন্দ্ৰই সংগ্ৰহ কৰা এই সামান্য কৰৰ অংক ডাঙৰ: তাৰেই বহু দাতব্য প্ৰতিষ্ঠানলৈ বৰঙণি আগবঢ়োৱা হয়।

দেশৰ অৰ্থনীতিত এনে সংগঠিত বজাৰে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে প্ৰভূত প্ৰভাৱ পেলায়। বিনিময় কেন্দ্ৰসমূহলৈ অহা পণ্য দ্ৰব্যৰ পৰিমাণে দেশত হোৱা উৎপাদনৰ প্ৰায় প্ৰকৃত ছবি দাঙি ধৰে। পণ্য দ্ৰব্যৰ মুঠ উৎপাদনৰ পৰিমাণ দেশৰ অৰ্থনৈতিক উন্নতি বা অৱনতিৰ ইংগিত দিয়ে।

**[৬] সংগঠন আৰু ব্যৱস্থাপনা (Organisation & Management):**

**(১) সংবিধান (Constitution):** সমগ্ৰ পৃথিৱীৰ পণ্য দ্ৰব্যৰ



বিনিময় কেন্দ্ৰসমূহ সচৰাচৰ সংঘবদ্ধ নিকায় (Incorporated Bodies)। দেশৰ সাধাৰণ নিগম আইন অনুসৰি নিকায়বোৰ সংগঠিত।

বিনিময় কেন্দ্ৰৰ প্ৰশাসনিক কাৰ্য্য পৰিচালনা আৰু সাধাৰণ ব্যৱস্থাপনাৰ সম্পূৰ্ণ দায়িত্ব সঞ্চালক পৰিষদৰ (Board of Directors) হাতত ন্যস্ত থাকে। কেন্দ্ৰৰ নীতি নিয়ম প্ৰণয়ন, তাৰ প্ৰয়োগ, নিয়ন্ত্ৰণ আৰু তত্বাৱধানৰ উচ্চতম নিয়ামক সঞ্চালক পৰিষদ।

সঞ্চালক পৰিষদে প্ৰণয়ন কৰা নীতি নিয়মবোৰ, ভিন্ ভিন্ স্থায়ী সমিতিৰদ্বাৰা কাৰ্য্যকৰী কৰা হয়। সদস্য সকলৰ ব্যৱসায়িক লেনদেন্ স্থায়ী সমিতিৰদ্বাৰা নিষ্পত্তি কৰা হয়। এই সঞ্চালক পৰিষদ আৰু স্থায়ী সমিতিসমূহৰ জোঁটনি বা ৰচনা পদ্ধতি পণ্য দ্ৰব্যৰ কেন্দ্ৰ অনুসৰি পৃথক পৃথক।

ভাৰতবৰ্ষৰ প্ৰায় সকলোবোৰ পণ্য দ্ৰব্যৰ বিনিময় কেন্দ্ৰই কোম্পানী আইনৰ অধীনত—সীমাবদ্ধ কোম্পানী ৰূপে পঞ্জীয়নকৃত। এনে কেন্দ্ৰ পুঁজি অংশ (Share Capital) থাকিব বা নাথাকিব পাৰে। এনে বহু বিনিময় কেন্দ্ৰ কেৱল ভৱিষ্য ব্যৱসায়ৰ উদ্দেশ্যেই গঠিত হৈছে। কোম্পানী ভিত্তিত গঠিত কেইখনমান বিনিময় কেন্দ্ৰইহে কেৱল স্থানিক বা নগদ ব্যৱসায় নিয়ন্ত্ৰণ কৰে। বিনিময় কেন্দ্ৰসমূহৰ সঞ্চালক পৰিষদ বা সঞ্চালক সমিতিৰ আকাৰ মূলধন অনুযায়ী পাৰ্থক্য হয়।

আপাততঃ বিনিময় কেন্দ্ৰৰ পৰিচালনা কাৰ্য্য দুটা ভাগত বিভক্ত যেনে—নিষ্কাষণ আৰু প্ৰশাসনিক। নিষ্কাষণ বিভাগে ব্যৱসায়িক দিশ আৰু প্ৰশাসনিক বিভাগে সুব্যৱস্থাপনাৰ দিশত কাৰ্য্য পৰিচালনা কৰে।

**(২) প্ৰকাৰ (Types):** পণ্য দ্ৰব্যৰ বিনিময় কেন্দ্ৰসমূহক

সাধাৰণতে দুটা ঘাই ভাগত বিভক্ত কৰা হয়। বিবিধ পণ্য দ্ৰব্যৰ ব্যৱসায় ভিত্তিত আৰু লাভ বণ্টন ভিত্তিত।

**বিবিধ পণ্য দ্ৰব্যৰ ব্যৱসায় ( Dealings in variety of commodities )** ঃ যিবিলাক বিনিময় কেন্দ্ৰই বিস্তাৰিত ভাৱে বিভিন্ন পণ্য দ্ৰব্যৰ ব্যৱসায় কৰিবলৈ সদস্যসকললৈ সুযোগ আগবঢ়ায়, তেনেবোৰ কেন্দ্ৰক সাধাৰণ বিনিময় কেন্দ্ৰ ( General Exchange ) বোলা হয়।

আনহাতে যিবিলাক বিনিময় কেন্দ্ৰত কোনো বিশেষ বা বিশেষীকৃত পণ্য দ্ৰব্যৰ বেহা-বেপাৰ পৰিচালনা কৰা হয়, তেনেবোৰ কেন্দ্ৰক বিশেষ বিনিময় কেন্দ্ৰ বা 'স্পেচিয়েল এক্স্চেঞ্জ (Special Exchange) বোলা হয়।

**লাভ বণ্টন ( Profit Sharing )** ঃ লাভৰ ফালৰপৰা এটি বিনিময় কেন্দ্ৰ লাভ বণ্টন বিনিময় কেন্দ্ৰ বা লাভ নোলোৱা বিনিময় কেন্দ্ৰ হ'ব পাৰে।

ভাৰতবৰ্ষৰ প্ৰায় সকলোবোৰ পণ্য দ্ৰব্যৰ বিনিময় কেন্দ্ৰ লাভ বণ্টন বিভাগৰ অন্তৰ্ভুক্ত। ভাৰতীয় লাভ নোলোৱা কেন্দ্ৰবোৰ ( Non frofit sharing ) প্ৰায় সকলো বন্দৰ যুক্ত নগৰ আৰু শিল্পাঞ্চল চহৰত অৱস্থিত। ইষ্ট ইণ্ডিয়া কটন এছ'চিয়েচন ( East India Cotton Association ) বোম্বাই, এইজাতীয় কেন্দ্ৰ। ভাৰতীয় লাভ নোলোৱা বিনিময় কেন্দ্ৰসমূহ অধিক স্থায়ী আৰু ইয়াৰ সদস্যসকলে লাভ বণ্টন বিনিময় কেন্দ্ৰৰ তুলনাত অধিকতৰ সা-সুবিধা লাভ কৰে।

লাভ বণ্টন বিনিময় কেন্দ্ৰসমূহ সাধাৰণতে সৰু সৰু নগৰত বিশেষকৈ দেশৰ আভ্যন্তৰীণ চহৰসমূহত অৱস্থিত। লাভ বণ্টন বিনিময় কেন্দ্ৰসমূহে ভাৰতীয় পণ্য দ্ৰব্যৰ ব্যৱসায়ত বিশেষ ভূমিকা লব পৰা নাই। এনে জাতীয় কেন্দ্ৰসমূহৰ বহুতো অসংগঠিত আৰু অপঞ্জীভুক্ত; কেন্দ্ৰৰ আকাৰ ক্ষুদ্ৰ। ইণ্ডিয়ান এক্স্চেঞ্জ লিমিটেড্ অমৃতসৰ ( Indian



Exchange Ltd., Amritsar ) এনে ধৰণৰ এক উল্লেখনীয় বিনিময় কেন্দ্ৰ।

(৩) **সদস্য পদ ( Membership )** ঃ বিনিময় কেন্দ্ৰৰ সদস্য পদ লাভ কৰিবলৈ হলে পুঁজি অ'শ সীমাবদ্ধ কোম্পানী পদ্ধতিত সংগঠিত কেন্দ্ৰৰ অংশ পত্ৰ ক্ৰয় কৰিব লাগে আৰু নিৰ্ধাৰিত মাচুল জমা দি সদস্য হিচাপে তালিকাভুক্ত হ'ব লাগে ; কিন্তু কেন্দ্ৰৰ সদস্য হ'বলৈ ইতিপূৰ্বে থকা অন্যান্য সদস্যসকলৰ অন্ততঃ দুজনমান সদস্যৰ অনুমোদনৰ প্ৰয়োজন। প্ৰত্যাভূতি সীমাবদ্ধ কোম্পানী পদ্ধতিত সংগঠিত বিনিময় কেন্দ্ৰৰ সদস্যপদ কেৱল ভৱিষ্য ব্যৱসায় কৰিবলৈ ইচ্ছুক ব্যক্তিকহে দিয়া হয়।

বিনিময় কেন্দ্ৰত দুই প্ৰকাৰ সদস্য থাকে। কাৰ্য্য-কলাপৰ প্ৰকৃতি ( Nature of Functions ) আৰু লেন্দেনৰ প্ৰকৃতি ( Nature of Transaction ) অনুসৰি সদস্য পদ নিৰ্ধাৰণ কৰা হয়।

কাৰ্য্য-কলাপৰ ওপৰত ভিত্তি কৰি নিৰ্ণয় কৰা সদস্যজন পাইকাৰী ব্যৱসায়ী, খুচুৰা ব্যৱসায়ী, আমদানিকাৰী, ৰপ্তানিকাৰী, উৎপাদক, দালাল ( Broker ) আৰু জ'ব্বাৰ ( Jobber ) হ'ব পাৰে, আনহাতে ব্যৱসায়িক লেন্দেন্ অনুসৰি তেনে সদস্যক ফট্কা ব্যৱসায়ী বা স্পেকুলেটৰ ( Speculator ) আৰু প্ৰতিৰক্ষক বা হে'জাৰ (Hedger) বোলা হয়।

বিনিময় কেন্দ্ৰই নিজাভাৱে বেহা-বেপাৰ নকৰে, কেন্দ্ৰৰ সদস্যসকলেহে নিজৰ নামত অথবা দস্তুৰি বা কমিছন গ্ৰহণ কৰি আনৰ হৈ ব্যৱসায় কৰে। অৱশ্যে কেন্দ্ৰৰ সকলো সদস্যই ব্যৱসায় নকৰে। এই বিষয়ত কেন্দ্ৰৰ সদস্যসকলক পুনৰ দুভাগে বিভক্ত কৰিব পাৰি। যেনে—ব্যৱসায়ী সদস্য আৰু অব্যৱসায়ী সদস্য। বছেৰেকীয়া বৰঙণি ভৰ্তি মাচুল, জামিন জমা আৰু অন্যান্য কৰ-কাটল পৰিশোধ কৰিলেহে

[৪] লেনদেনৰ প্ৰকাৰ ( Types of Transactions ) ঃ

পণ্য দ্ৰব্যৰ বিনিময় কেন্দ্ৰত সম্পাদন হোৱা লেনদেন সমূহৰ এখনি বৈখিক চিত্ৰ তলত দিয়া হল ঃ






ব্যৱসায়ী সদস্য হ'ব পাৰে। পণ্য দ্ৰব্যৰ বিনিময় কেন্দ্ৰত সদস্যভুক্তি বিষয়ত ষ্টক্ বজাৰৰ দৰে কঠোৰ অনুশাসন মানি চলা নহয়।

পণ্য দ্ৰব্যৰ বিনিময় কেন্দ্ৰত ঘাইকৈ দুই ধৰণৰ লেন্‌দেন্ পৰিচালিত হোৱা দেখা যায়, যেনে—স্থানিক বা নগদ লেন্‌দেন্ আৰু ভৱিষ্য লেন্‌দেন্।

**স্থানিক বা নগদ লেন্‌দেন্ ( Spot or Cash Transactions ) ঃ** পণ্য-দ্ৰব্য বিনিময় কেন্দ্ৰত যদি কোনো নিৰ্দিষ্ট গুণ শ্ৰেণীৰ পণ্য বা দ্ৰব্য সামগ্ৰী নগদ ধনেৰে, তৎস্থানিক ( on the spot ) ক্ৰয়-বিক্ৰয় হয় অথবা কেন্দ্ৰই নিৰূপিত কৰি দিয়া সময়ৰ ভিতৰত ক্ৰয়-বিক্ৰয় হয়, তেনেহলে, তেনে জাতীয় ব্যৱসায়িক লেন্‌দেনক নগদ বা স্থানিক লেন্‌দেন্ বুলি কোৱা হয়। কেন্দ্ৰৰ নিৰূপিত সময় অতি হ্ৰস্ব ম্যাদৰ আৰু এনে লেন্‌দেনত পণ্য-দ্ৰব্য প্ৰদানৰ ( Delivery ) সময় তৎস্থানিক অথবা আঠ দিনৰ ভিতৰত সম্পূৰ্ণ হ'ব লাগে।

স্থানিক লেন্‌দেন্ হৈছে এক সম্পাদিত চুক্তি বা বিক্ৰী, ইয়াক দৰ পৰিবৰ্তন হোৱাৰ কাৰণে, অধিক লাভৰ আশাত ভৱিষ্য লেন্‌দেনৰ দৰে বাতিল কৰিব নোৱাৰি। দ্ৰব্য বস্তুৰ নমুনাৰ ওপৰত ভেটি কৰি স্থানিক লেন্‌দেন্ নিষ্পন্ন হয়।

**ভৱিষ্য লেন্‌দেন্ ( Future Transactions ) ঃ** ভৱিষ্য লেন্‌দেন্ বা ভৱিষ্য ( Future ) হৈছে কোনো নিৰ্দিষ্ট পণ্য দ্ৰব্য ক্ৰয় বা বিক্ৰয় কৰিবলৈ ব্যৱসায়ীৰ মাজত হোৱা এক চুক্তি ; যি চুক্তি কোনো এটা ভৱিষ্যৎ নিৰ্ধাৰিত তাৰিখত পণ্য দ্ৰব্য প্ৰদান কৰাৰ, নগদ ধন আদায় দিয়াৰ বুজা বুজি লৈ সম্পাদিত হয়। ভৱিষ্য চুক্তি, সাধাৰণতে পণ্য দ্ৰব্যৰ প্ৰমাণিত শ্ৰেণীৰ ওপৰত ভিত্তি কৰি সম্পাদন কৰা হয়।

চিৰাচৰিত নিয়ম মতে ভৱিষ্য লেন্‌দেনৰ দুটা উদ্দেশ্য যথা—পণ্য দ্ৰব্যৰ বজাৰ দৰ পৰিবৰ্তনৰদ্বাৰা ভৱিষ্যাত্মক লাভ ( Speculative

gain), আৰু বজাৰ দৰৰ উগ্ৰ হ্ৰাস বৃদ্ধিৰ বিপৰীতে প্ৰতিৰক্ষিত ব্যৱস্থা গ্ৰহণ। বিনিময় কেন্দ্ৰত পণ্য দ্ৰব্যৰ দৰ স্বীকৃতি প্ৰাপ্ত গুণৰ স্তৰ অনুসৰি স্থিৰ কৰা হয়।

ওপৰত উল্লেখিত উদ্দেশ্য অনুসৰি ভবিষ্য বা ফট্‌কা লেন্‌দেনক দুটা শ্ৰেণীত বিভক্ত কৰা হয়, যেনে—ভবিষ্যাত্মক বা ফট্‌কা আৰু প্ৰতিৰক্ষিত বা হেজিং।

**(ক) ভৱিষ্যাত্মক লেন্‌দেন্ঃ** ইয়াক পুনৰ চাৰিটা উপবিভাগত বিভক্ত কৰা হৈছে; যেনে—অগ্ৰিম (Forward)। ঐচ্ছিক (Option), বদ্‌লা (Carry over), সাল-সলনি বা ষ্ট্ৰাডেল (Straddle) নাইবা বিনিময় বা আৰবিট্ৰেজ (Arbitrage)। উক্ত উপবিভাগৰ ঐচ্ছিক লেন্‌দেনক পুনৰ তেজী (Call), মণ্ডা (Put), আৰু তেজী মণ্ডা (Call & put or Double option) হিচাপে প্ৰশাখাভুক্ত কৰা হৈছে।

**(১) অগ্ৰিম লেন্‌দেন্ (Forward Transactions)ঃ** অগ্ৰিম লেন্‌দেন্ চৰিত্ৰ আচলতে ভবিষ্যাত্মক। এনে লেন্‌দেনত ক্ৰেতাই ভবিষ্যতে পণ্য দ্ৰব্য প্ৰদান কৰাৰ কাৰণে ক্ৰয় কৰে। যেতিয়া সেই ভবিষ্য তাৰিখটো উপস্থিত হয়, তেতিয়া ক্ৰেতাই পণ্য দ্ৰব্যৰ সম্পূৰ্ণ মূল্য নগদ আদায় দি পণ্য দ্ৰব্য গ্ৰহণ কৰে।

অগ্ৰিম লেন্‌দেনত পণ্য দ্ৰব্যৰ ব্যৱসায় সদায় কোনো নিৰ্দিষ্ট দৰ-দামত সম্পন্ন হয় আৰু লেন্‌দেন্ সাধাৰণতে ভবিষ্যতৰ কোনো তাৰিখত ক্ৰয় বিক্ৰয়ৰদ্বাৰা সমতা স্থাপন কৰা হয়। এইটো উল্লেখ যোগ্য যে যেতিয়া পণ্য দ্ৰব্য প্ৰমাণ আৰু গ্ৰহণ কৰিবলৈ উভয় চুক্তিবদ্ধ পক্ষই সন্মতি প্ৰকাশ কৰে, তেতিয়া সেই লেন্‌দেন্ চৰিত্ৰত ভবিষ্যাত্মক হলেও ই আচলতে অগ্ৰিম প্ৰদান লেন্‌দেনৰহে (Forward Delivery Contract or Transaction) ৰূপ লয়। ষ্টক্ বজাৰত জামিন পত্ৰৰ লেন্‌দেনো এই পদ্ধতিত সম্পন্ন হয়।



**(২) 'অপ্‌চন' লেন্‌দেন্ (Option Transactions)ঃ** পণ্য বা নিৰাপত্তা পত্ৰৰ ব্যৱসায় সদায় সাধাৰণ পদ্ধতিতেই বিনিময় কেন্দ্ৰত নিষ্পন্ন নহয়। মাজে সময়ে লেন্‌দেন্‌সমূহ অধিক ভবিষ্যাত্মক ... সম্পন্ন হয়।

সেই পদ্ধতিৰ নাম 'অপ্‌চন লেন্‌দেন' বা বিশেষ অধিকাৰ ব্যৱসায়। ... ব্যৱসায়, কোনো নিৰ্দিষ্ট পণ্য দ্ৰব্য বা জামিন পত্ৰ (Securities), ... নিৰ্ণীত দামত, নিৰ্দিষ্ট তাৰিখত ক্ৰয় বা বিক্ৰয় কৰাৰ বিশেষ অধিকাৰ লাভৰ ব্যৱসায়। ঐচ্ছিক লেন্‌দেন্ তিনি ধৰণে হয়, যেনে—তেজী 'অপ্‌চন' (Call Option), মণ্ডা অপ্‌চন' (Put Option) ... তেজী মণ্ডা 'অপ্‌চন (Call & Put Option or double option)।

তেজী 'অপ্‌চন' লেন্‌দেনত ব্যৱসায়ীয়ে কোনো নিৰ্দিষ্ট পৰিমাণৰ পণ্য দ্ৰব্য (ষ্টক্ বজাৰ জামিন বা নিৰাপত্তা পত্ৰ) কোনো নিৰ্ণীত দৰত, ভৱিষ্যতৰ কোনো নিৰ্দিষ্ট তাৰিখত 'ক্ৰয়' কৰিবলৈ অধিকাৰ বা স্বত্ব (Right) ক্ৰয় কৰে।

মণ্ডা 'অপ্‌চন' লেন্‌দেনত, ব্যৱসায়ী বা দালালে কোনো নিৰ্দিষ্ট পৰিমাণৰ পণ্য দ্ৰব্য (ষ্টক্ বিনিময় কেন্দ্ৰত—নিৰাপত্তা পত্ৰ) কোনো নিৰূপিত দৰত, ভবিষ্যতৰ কোনো স্থিৰীকৃত তাৰিখত 'বিক্ৰী' কৰিবলৈ অধিকাৰ (স্বত্ব) ক্ৰয় কৰে।

তেজী মণ্ডা 'অপ্‌চন' লেন্‌দেন্ বা ব্যৱসায়ত দালাল বা তেওঁৰ সহকাৰীয়ে কোনো নিৰূপিত পৰিমাণৰ পণ্য দ্ৰব্য, কোনো স্থিৰীকৃত দৰত, ভবিষ্যতৰ কোনো নিৰ্দিষ্ট তাৰিখৰ ভিতৰত 'ক্ৰয় বা বিক্ৰয়' কৰিবলৈ অধিকাৰ বা স্বত্ব ক্ৰয় কৰে।

ব্যৱসায়ী বা দালালজনে কোনো নিৰ্ণীত পৰিমাণৰ অৰ্থ পণ্য দ্ৰব্যৰ মোট অনুসৰি (নিৰাপত্তা পত্ৰ হলে সংখ্যা অনুসৰি) 'অপ্‌চন' মঞ্জুৰ কৰা

পক্ষক আদায় দিয়ে। এই ঐচ্ছিক ধনক (Option money) প্ৰিমিয়া
বা কিস্তিও বোলা যায়। তেজী 'অপ্‌চন' ক্ৰয় কৰা হয় যেতিয়া পণ্য
দ্ৰব্য বজাৰত ( ষ্টক্ বজাৰত নিৰাপত্তা পত্ৰ ) পণ্য দ্ৰব্যৰ দাম উৰ্দ্ধগামী
হ'ব বুলি বিশ্বাস কৰা হয়। আনহাতে মণ্ডা 'অপ্‌চন' ক্ৰয় কৰা হয়
তেতিয়া, যেতিয়া পণ্য দ্ৰব্যৰ দৰ নিম্নগামী হ'ব বুলি ধাৰণা কৰা হয়
কিন্তু তেজী মণ্ডা 'অপ্‌চন' ক্ৰয় কৰা হয় তেতিয়া, যেতিয়া বজাৰত পণ্য
দ্ৰব্যৰ দৰ খুব বেছিকৈ হ্ৰাস বৃদ্ধি হৈ ব্যাপকতৰ চলতা প্ৰতীয়মান
হয়।

যেতিয়া 'অপ্‌চন' ব্যৱসায় কাৰ্য্যকৰী কৰাৰ সময় আহে, তেতিয়া
অপ্‌চন ক্ৰেতাই 'অপ্‌চন' কাৰ্য্যকৰী কৰিব নে নকৰে তাৰ ঘোষণা দিব
লাগে। যদি তেজী 'অপ্‌চন' কাৰ্য্যকৰী কৰে তেন্তে 'অপ্‌চন' ক্ৰেতা
ব্যৱসায়ীজনে পণ্য দ্ৰব্যৰ দাম পৰিশোধ কৰি পণ্য দ্ৰব্য গ্ৰহণ কৰিব
যদি মণ্ডা বা মণ্ডী 'অপ্‌চন' কাৰ্য্যকৰী কৰে, তেন্তে ব্যৱসায়ীয়ে পণ্য
দ্ৰব্য প্ৰদান (Delivery) কৰি তাৰ ধন গ্ৰহণ কৰিব। পূৰ্বে 'অপ্‌চন'
ক্ৰেতাজনে, 'অপ্‌চন' মঞ্জুৰ কৰা পক্ষক দিয়া 'অপ্‌চন' ধন অপ্‌চন
কাৰ্য্যকৰী কৰিলেও বা নকৰিলেও ই কেতিয়াও প্ৰত্যৰ্পণ নহয়।

( ভাৰতীয় বজাৰত এই 'অপ্‌চন' লেন্‌দেন্ সম্প্ৰতে নিষিদ্ধ )।

(৩) বদ্‌লা লেন্‌দেন্ ( **Budla or Carry Over** ): প্ৰতিজন
ফট্‌কা ব্যৱসায়ীয়ে ( Speculators ) বজাৰ দৰ উঠা নমাৰদ্বাৰা লাভ
কৰাৰ মানসেৰে ভৱিষ্যৎ দৰ দামৰ গতি প্ৰকৃতি আগতীয়াকৈ জানিবলৈ
যত্ন কৰে। যদি তেওঁৰ ভৱিষ্যৎ অনুমান শুদ্ধ হয়, তেন্তে লাভ কৰিব
পাৰে। যদি ফট্‌কা ব্যৱসায়ীয়ে আশা কৰা মতে বজাৰ দৰ গতি
( move ) নকৰে তেন্তে তেওঁ সম্ভাব্য লোকচানৰ সন্মুখীন হ'ব লগা
হয়। এনে সম্ভাব্য লোকচানৰপৰা হাত সাৰিবলৈ ফট্‌কা ব্যৱসায়িক
এটা সুযোগ দিয়া হয়, সেই সুযোগ হৈছে ব্যৱসায়িক লেন্‌দেনৰ চূড়ান্ত



স্তিৰ বা বন্দবস্তিৰ তাৰিখ তাৰ পাছৰ বন্দ বস্তিলৈ (Next Settle-
) স্থগিত ৰখা। পাছৰ বন্দবস্তিলৈ ব্যৱসায়িক লেন্‌দেনৰ দৰাদৰি
gain ) স্থগিত ৰখাৰ এই সুবিধাক বদ্‌লা ( Carry over ) বুলি
হয়। এনে সুযোগ গ্ৰহণ কৰা ফট্‌কা ব্যৱসায়ীয়ে আনজন
ব্যৱসায়িক বদ্‌লা খৰচ ( Budla-charge ) দিব লাগে।
ই ধৰণৰ নতুন দৰাদৰিৰদ্বাৰা বদ্‌লা লেন্‌দেন্ কাৰ্য্যকৰী কৰা হয়।
তেজী লেন্‌দেন্ চলিত বন্দবস্তিৰ কাৰণে ( For current Settle-
) বিক্ৰীৰদ্বাৰা বদ্‌লা কৰা হয়, আৰু তাৰ পাছৰ বন্দবস্তিৰ
ণে পুনৰ ক্ৰয় ( Re-purchase ) কৰা হয়। আনহাতে, এটা মণ্ডা
দেন্ চলিত বন্দবস্তিৰ বাবে ক্ৰয়দ্বাৰা বদ্‌লা কৰা হয় আৰু তাৰ
ৰ বন্দবস্তিৰ কাৰণে, পুনৰ বিক্ৰী কৰা হয়।
ইয়াৰ ফলত চলিত বন্দবস্তিৰ কাৰণেই প্ৰাথমিক দৰাদৰি ( Ori-
al bargain) সম্পূৰ্ণ হয় আৰু এটা নতুন লেন্‌দেন্ নতুন দৰ-দামত
ৰ পাছৰ বন্দবস্তিৰ কাৰণে, মুকলি কৰা হয়।
আচলতে এক আগতীয়া লেন্‌দেনৰ ( Forward Transaction )
ন এক পাছৰ বৈদা লেন্‌দেনলৈ, লেন্‌দেন্ বদলি কৰাকে বদ্‌লা
লেন্‌দেন্ বোলা হয়। এনে বদ্‌লা লেন্‌দেন্ কেইবা প্ৰকাৰো আছে ;
নে—

(১) একেখন বজাৰতে সমীপৱৰ্তী আৰু দূৰৱৰ্তী মাহৰ মাজত
বদ্‌লা সম্পাদন,

(২) দুখন পৃথক বজাৰৰ মাজত বদ্‌লা সম্পাদন ;

(৩) দুবিধ পৃথক পণ্য দ্ৰব্যৰ মাজত বদ্‌লা সম্পাদন, আৰু

(৪) একেবিধ দ্ৰব্যৰ দুটা শ্ৰেণীৰ ( গুণ ) মাজত বদ্‌লা সম্পাদন হয়.

তেজী লেনদেনৰ তেজৰীয়া বা তেজীৱালাই যদি বদ্‌লা সুবিধাৰ বাবে
লেন্‌দেন্ স্থগিত ৰাখিবলৈ বদ্‌লা চুক্তি কৰে, তেনে হলে তেওঁ মণ্ডীয়াক

বা মণ্ডীৱালাক চুক্তি বাবদ দিব লগা খৰচক কণ্টাংগো ( Contango বোলা হয়। আনহাতে মণ্ডা লেন্‌দেনৰ মণ্ডীয়াই যদি বদ্‌লা চু সম্পন্ন কৰিবলৈ বিচাৰে, তেন্তে তেওঁ তেজৰীয়াক বা তেজীৱালাক চু বাবদ দিব লগা খৰচক 'বেক্‌ওৱাৰডেচন' (Backwardation) বোলা হয়

**(৪) সাল-সলনি বা ষ্ট্ৰাডেল্ বিনিময় বা আৰবিট্ৰেজ (Stradd Arbitrage) ঃ** উল্লেখিত শব্দ কেইটা পৃথক পৃথক বজাৰত বেলে নামেৰে জনা যায়। পণ্য দ্ৰব্যৰ বজাৰত ইয়াক সাল-সলনি বা ষ্টাডে বা স্প্ৰেডিং ( Spreading ) বুলি কোৱা হয়। আনহাতে ষ্টক্ অংশ বজাৰত ইয়াক বিনিময় বা আৰবিট্ৰেজ বুলি জনা যায়; কিন্তু নামেৰেই ইয়াক মতা নহওক, ইয়াৰ কাৰ্য্য কলাপত, ফট্‌কা ব্যৱসায় ( Speculation ) এক উমৈহতীয়া বৈশিষ্ট্য প্ৰকাশ পায়। জাতীয় লেন্‌দেনে দুখন বজাৰৰ মাজত ব্যৱসায় কৰাৰ ইংগিত দিয়ে।

কোনো পণ্য দ্ৰব্য একে সময়তে দুখন বেলেগ বজাৰত ক্ৰ আৰু বিক্ৰয় কৰা কাৰ্য্যক সাল-সলনি বা ষ্ট্ৰাডেল্ লেন্‌দেন্ বোলা হয় উভয় ক্ৰয় আৰু বিক্ৰয়ৰ মাজত হোৱা পাৰ্থক্যই ফট্‌কা ব্যৱসায়ীজন লাভ। অন্য কথাত কবলৈ হলে কোনো মণ্ডা বজাৰত বস্তু ক্ৰয় কৰি সেই বস্তু আন কোনো তেজীবজাৰত বিক্ৰী কৰা ব্যৱসায়িক কাৰ্য সাল-সলনি বা ষ্ট্ৰাডেল্। এনে ধৰণৰ লেন্‌দেনক আকৌ স্প্ৰেডিং বিস্তৃতি নামেৰেও জনা যায়। দুখন বজাৰত একে দ্ৰব্যৰে দৰ-দাম হোৱা পাৰ্থক্যক বা বৈষমক বিস্তৃত বা স্প্ৰেড্ ( Spread ) বুলি ব্যা কৰা হয়।

অৱশ্যে সাল-সলনি লেন্‌দেনত দুখন বজাৰত একে সময়তে ক্ৰয়-বিক্ৰ হোৱা পণ্য দ্ৰব্য সদায় সমজাতীয় বা একে প্ৰকাৰৰ নহ'বও পাৰে—আ সেইদৰে ক্ৰয় বিক্ৰয় কাৰ্য্যও একে ধৰণৰ নীতি-নিয়ম সাপেক্ষ নহয়।

বিনিময় বা আৰবিট্ৰেজ লেন্‌দেনৰ ক্ষেত্ৰত সাধাৰণতে কোনো ম



ৰত নগদ বা স্থানিক ভিত্তিত জামিন পত্ৰ ক্ৰয় কৰা হয় আৰু আন নো তেজী বজাৰত ভবিষ্য লেন্‌দেনৰ জৰিয়তে উক্ত জামিন পত্ৰ ক্ৰী কৰা হয়। কেতিয়াবা ক্ৰয়-বিক্ৰয়ৰ দুটা পাৰস্পৰিক ভবিষ্য চুক্তি সম্পাদনৰদ্বাৰা বিনিময় লেন্‌দেন্ সম্পূৰ্ণ হয়। বিনিময় বা আৰবিট্ৰেজ লেন্‌দেন্ ষ্টক্ বজাৰত চলে। এনে লেন্‌দেন্ দেশৰ ভিতৰৰ দুখন ষ্টক্ বজাৰত সম্পন্ন হলে তাক আভ্যন্তৰীণ বিনিময় আৰু যেতিয়া দুখন বেলেগ দেশৰ বজাৰৰ মাজত লেন্‌দেন্ কৰা হয়, তেন্তে তাক বিদেশী বিনিময় বা ফ'ৰেইন আৰবিট্ৰেজ ( Foreign Arbitrage ) বোলা হয়। বিদেশী বিনিময়ে ষ্টক্ বজাৰৰ লেন্‌দেনৰ প্ৰকৃতি আন্তৰ্জাতিক কৰি গঢ়ি তোলে।

**(খ) আশ্ৰয়দায়ক বা প্ৰতিৰক্ষিত বা হেজিং লেন্‌দেন্ (Hedging or Protective Transactions) ঃ** পাৰস্পৰিক প্ৰকৃতিৰ দুটা বিপৰীতমুখী চুক্তিত ( এটা স্থানিক বা নগদ বজাৰত আৰু আনটো ভবিষ্য বজাৰত ) একে সময়তে আৰম্ভ হোৱা লেন্‌দেনৰ প্ৰয়োগ পদ্ধতিক, আশ্ৰয়দায়ক বা প্ৰতিৰক্ষিত লেন্‌দেন্ বোলা যায়।

উভয় চুক্তি প্ৰকৃতিত বিপৰীত মুখী। এটা চুক্তি ক্ৰয় আৰু আনটো বিক্ৰয় জড়িত ; কিন্তু দ্ৰব্য সামগ্ৰীৰ ক্ষেত্ৰত উভয় চুক্তিৰ বিক্ৰী বেহানি সমপৰিমাণৰ। এনে সমপৰিমাণৰ বিপৰীত মুখী ক্ৰয়-বিক্ৰয় চুক্তিৰ প্ৰথমটো নগদ বা স্থানিক বজাৰত ( য'ত প্ৰকৃত দ্ৰব্য সম্ভাৰৰ কায়িক চালনা হয় ) আৰু দ্বিতীয়টি ভবিষ্য বজাৰত কৰা হয়। যদি উভয় বজাৰৰ পণ্য-দ্ৰব্যৰ দৰ-দাম, সমান্তৰালভাৱে গতি কৰে, তেন্তে এখন বজাৰৰ দৰ পৰিবৰ্তনৰ ফলত হোৱা লোকচান, আনখন বজাৰৰ লাভে পৰিপূৰণ কৰে।

এনে প্ৰতিৰক্ষিত লেন্‌দেনত এজন শিল্প উৎপাদকে স্থানিক বা নগদ বজাৰত কেঁচা সামগ্ৰী ক্ৰয় কৰে ; কিন্তু ভবিষ্যত উক্ত কেঁচা সামগ্ৰী বা

উৎপাদিত সম্ভাৰ বজাৰ দৰ হ্ৰাস বৃদ্ধি হৈ লোকচান ভৰাৰ আশংকাত উৎপাদক জনে, সেই পৰিমাণৰ কেঁচা সামগ্ৰী ভৱিষ্যৎ বজাৰত বিক্ৰী কৰাৰ বাবে চুক্তি কৰে। ভবিষ্যৎ বজাৰত কেঁচা সামগ্ৰী সমূলি প্ৰদান কৰা নুবুজায়। উৎপাদকজনৰ এই চুক্তি সম্পূৰ্ণভাৱে ভবিষ্যাত্মক লেন্‌দেন্। এনে চুক্তিৰ জৰিয়তে তেওঁ প্ৰথমতে শিল্প উৎপাদনৰ কাৰণে ক্ৰয় কৰা কেঁচা সামগ্ৰীৰ বজাৰ দৰ বঢ়া টুটাৰপৰা হ'ব পৰা সম্ভাব্য লোকচান পূৰণ কৰিবলৈ ব্যৱস্থা কৰে। এইভাৱে ভবিষ্যতে আচল ক্ৰয়ৰ পৰা হ'ব পৰা লোকচান লাভক ভৱিষ্যাত্মক বিক্ৰীৰ লাভ লোকচানৰদ্বাৰা সমীকৰণ কৰা হয়। অৰ্থাৎ এক ক্ৰয়ক আন এক সমজাতীয় বিক্ৰীৰদ্বাৰা অথবা তাৰ বিপৰীতে প্ৰতিৰক্ষা দিব পৰা যায়।

বিভিন্ন লেখকে 'হেজিং' বা প্ৰতিৰক্ষিত লেন্‌দেন্ বিষয়ত আগবঢ়োৱা সংজ্ঞাবোৰ এনে ধৰণৰ—

জি, ডব্লিউ, হ'ফমেনৰ ( G. W. Hofman ) ভাষাত প্ৰতিৰক্ষিত লেন্‌দেন্ হৈছে—

"The difference between the merchant who follows the policy of hedging and the one who does not, is thus the difference between a much smaller and a much larger but much more uncertain one."

কক্সৰ ( A. B. Cox ) মতে হেজিং হৈছে—"Sale or Purchase of a contract for future delivery against a previous purchase or sale of quantity of another Commodity that has a parallel price movement."

ডঃ ইমেৰি ( Dr. H. C. Emery ) সংজ্ঞা "The hedger has made two equal and opposite transactions, and if the price moves either way, he losses one and gains on the other."



...তে, ব্যৱসায়ীয়ে যেতিয়া লাভ নিশ্চিত কৰিবলৈ নাইবা লোকচান ...লোপ বা হ্ৰাস কৰিবলৈ যি দুটা পাৰস্পৰিক চুক্তি কৰে ( এটা নগদ ...ৰত ক্ৰয় চুক্তি, আনটো ভৱিষ্য বজাৰত বিক্ৰী চুক্তি ) সেই চুক্তিক বা ...ৰৰ লেন্‌দেনক হেজিং প্ৰতিৰক্ষিত লেন্‌দেন্ বোলা হয়।

এনে লেন্‌দেনক দুটা ভাগত বিভক্ত কৰিব পাৰি, যেনে—

(ক) ক্ৰয় প্ৰতিৰক্ষিত লেন্‌দেন্ ( Hedge-Purchase ),

(খ) বিক্ৰী প্ৰতিৰক্ষিত লেন্‌দেন্ ( Hadge-Sale )।

**প্ৰতিৰক্ষিত লেন্‌দেনৰ উদ্দেশ্য ( Objects ) :** প্ৰতিৰক্ষিত লেন্‌দেনৰ ঘাই উদ্দেশ্যসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(১) ব্যক্তিগত লেন্‌দেনত ব্যৱসায়িক লাভ সুৰক্ষা কৰাই আশ্ৰয় দায়ক লেন্‌দেনৰ প্ৰধান উদ্দেশ্য।

(২) এনে লেন্‌দেনে ঋণ আৰু পণ্য-দ্ৰব্যৰ বিস্তৃত দৰ-দাম পৰিবৰ্তনৰ আশংকা আঁতৰ কৰে বা লাঘৱ কৰে।

(৩) এনে লেন্‌দেনে ব্যৱসায়ীক লোকচানৰপৰা হাত সকৰায় নাইবা লোকচানৰ মাত্ৰা হ্ৰাস কৰে।

(৪) উৎপাদক, ব্যৱসায়ী শিল্প উদ্যোক্তাৰ অপ্ৰতিৰক্ষিত লাভৰ ওপৰত দৰ-দামৰ পৰিবৰ্তন আৰু ব্যৱসায়িক ঋণৰ বিপদে অধিকতৰ প্ৰভাৱ পেলায়। সেয়ে উক্ত দৰৰ হ্ৰাস বৃদ্ধি আৰু ঋণভিত্তিক লেন্‌দেনৰ-পৰা হাত সাৰিবলৈ এই লেন্‌দেন পদ্ধতি প্ৰয়োগ কৰা হয়।

(৫) প্ৰতিৰক্ষিত লেন্‌দেনক কেতিয়াও ভৱিষ্যাত্মক লাভ অৰ্জনৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰা নহয়। বৰঞ্চ স্থানিক বা ভৱিষ্য বজাৰত হোৱা লেন্‌দেনৰ লাভ লোকচান সমীকৰণ কৰিবলৈ বা লোকচান অবলোপ কৰিবলৈ উপায় হিচাপে ব্যৱহাৰ কৰা হয়।

(৬) প্ৰতিৰক্ষিত লেন্‌দেনে ব্যৱসায়ীলৈ ব্যৱসায়িক ঋণ বা বিত্তীয় সা-সুযোগ আগবঢ়ায়। কৃষিজ উৎপাদকলৈ ঋণ বা আগধন নিদিয়া

বেংকেও পণ্য দ্ৰব্যৰ প্ৰতিৰক্ষিত লেনদেনৰ বাবে আগধন দিয়ে। ফলত প্ৰতিৰক্ষিত লেন্‌দেনৰ মূল্য উৰ্দ্ধগামী হয় আৰু ব্যৱসায়ীসকলৰ ধন শক্তি ( Borrowing Power ) বৃদ্ধি পায়।

(৭) এনে লেন্‌দেনৰ ফলত ব্যৱসায়ীৰ সংস্থাপন ব্যয় (Establishment Cost) লাঘৱ হয়। কাৰণ প্ৰতিৰক্ষিত ক্ৰয়-বিক্ৰয়ত পণ্য দ্ৰব্যৰ দৰৰ লগত ব্যৱসায়িক খৰচ (Marketing Exp.) সমূহ অন্তৰ্ভুক্ত হয়।

(৮) প্ৰতিৰক্ষিত লেনদেন্ চলাকালক—(ক) বিনিময় কেন্দ্ৰ নিৰ্দিষ্ট গুণ স্তৰ অনুসৰি পণ্য দ্ৰব্যৰ দৰ আৰু বাস্তৱ বজাৰৰ (Physical market) উক্ত গুণ স্তৰৰ পণ্য দ্ৰব্যৰ দৰ-দামৰ মাজত স্থায়ী পাৰস্পৰিক সমন্বয় সাধন ;

(খ) কেঁচা সামগ্ৰীৰ দামৰ লগত উৎপাদিত সামগ্ৰীৰ দামৰ এক সমন্বয়পূৰ্ণ স্থায়ী দৰ-দূৰত্ব ( Stable price Spread ) পালন ;

(গ) স্থানিক আৰু ভৱিষ্য বজাৰৰ মাজত দৰ-দামৰ এক সমুচিত ধাৰাবাহিকতা ( Proper continuity in prices ) পালন ; কৰিব পৰাটোৱেই আচলতে পূৰ্ণ প্ৰতিৰক্ষাৰ লক্ষ্য।

সেয়ে, প্ৰতিৰক্ষিত লেন্‌দেনৰ ফলত ব্যৱসায়ী আৰু শিল্প উৎপাদকে আহৰণ কৰা সুবিধাখিনি নিম্নোল্লিখিত প্ৰকাৰৰ—

(ক) খাঁটি ব্যৱসায়ীৰ ব্যৱসায়িক বিপদ লাঘৱ কৰে আৰু নিয়মীয়া লাভ অৰ্জন কৰিবলৈ সমৰ্থ কৰে।

(খ) ব্যৱসায়ত মূলধন অৱৰুদ্ধ নহয়।

(গ) সঞ্চয়কৰণৰ প্ৰয়োজন নহয়।

(ঘ) বজাৰলৈ পণ্য দ্ৰব্যৰ প্ৰবাহ নিয়মিত হয়।

(ঙ) উৎপাদকৰ উৎপাদন নিয়মীয়া হয়।

(চ) বৈদেশিক বাণিজ্যৰ ধাৰাবাহিকতা অটুট থাকে।

**সীমাবদ্ধতা ( Limitations ) :** প্ৰতিৰক্ষিত বা হেজিং লেন্‌দেনৰ



জৰিয়তে ব্যৱসায় কৰিলেও, তাৰো কিছুমান আহুকাল নথকা নহয়। তেনে কেইটামান আসোঁৱাহ উল্লেখ কৰা হ'ল—

(১) এই লেন্‌দেনে সাধাৰণতে দৰ হ্ৰাস-বৃদ্ধিৰদ্বাৰা সম্ভাব্য ক্ষতিৰ বিপৰীতেহে ব্যৱসায়িক সুৰক্ষা দিব পাৰে। তেনে ক্ষতি বা অনিষ্টৰ বাহিৰেও অন্য বহু ধৰণৰ ক্ষতিৰ সম্ভাৱনা বেহা-বেপাৰত জাজ্বল্যমান। সেয়ে তেনে ক্ষতিৰ ক্ষেত্ৰত এই লেন্‌দেনৰ কাৰ্য্যকাৰিতা সীমিত। ৰাষ্ট্ৰীয় নীতিয়ে যিবোৰ দ্ৰব্য সম্ভাৰৰ যোগান আৰু চাহিদাৰ ক্ষেত্ৰত অধিকৰূপে ক্ৰিয়া কৰে তেনে সম্ভাৰৰ ক্ষেত্ৰত এই ব্যৱস্থা কাৰ্য্যকৰী নহয়।

(২) কেঁচা সামগ্ৰীৰ দৰ-দামৰ লগত উৎপাদিত সামগ্ৰীৰ এক সমন্বয়-পূৰ্ণ দূৰত্ব সদায় আশা কৰা নাযায়। তাৰ কাৰণ, কেঁচা সামগ্ৰীৰ দৰ অপৰিবৰ্তিত থকা সত্বেও শিল্প উৎপাদন জৰিত ব্যয় ( যথা শ্ৰম আৰু অন্য খৰচ ) বাহুল্যই আশ্ৰয়দায়ক লেন্‌দেন অকাৰ্য্যকৰী কৰে।

(৩) আশ্ৰয়দায়ক লেন্‌দেনত পণ্য সম্ভাৰৰ পৰিমাণ উভয় চুক্তিতে সম পৰিমাণৰ। এনে ব্যৱস্থা ব্যৱসায়ীৰ বাবে যোগ্য হলেও শিল্প উৎপাদকৰ বাবে সৰ্বদায় আদৰণীয় নহয়, যিহেতু শিল্প উৎপাদকৰ প্ৰয়োজনীয়তা আৰু ভৱিষ্য চুক্তিত সন্নিবিষ্ট দ্ৰব্য সম্ভাৰৰ গোট (Unit) সমপৰিমাণৰ নহ'বও পাৰে। আনহাতে ভৱিষ্য চুক্তি সন্নিবিষ্ট দ্ৰব্য সম্ভাৰৰ গুণ বা শ্ৰেণীৰ লগত স্থানিক বজাৰত ক্ৰয় কৰিব লগা গুণ বা শ্ৰেণী সময়ত সম পৰ্য্যায়ৰ নহ'ব পাৰে।

(৪) ফট্‌কা বজাৰৰ চৰম উৎকৰ্ষতা ( Perfectness ) আৰু পূৰ্ণতাৰ ওপৰত প্ৰতিৰক্ষিত লেন্‌দেনৰ সফলতা নিৰ্ভৰ কৰে। পূৰ্ণ ভৱিষ্য বজাৰে আশ্ৰয়দায়ক লেন্‌দেন্ জৰিত আনুষংগিক লেন্‌দেনৰ ক্ৰম বিকাশত সহায় কৰে।

ভাৰতীয় ফট্‌কা বজাৰত ব্যৱসায়ীসকলে আশ্ৰয়দায়ক চুক্তিত জৰিয়তে কোনো বিশেষ উপকাৰ লাভ কৰিবলৈ সক্ষম হোৱা নাই।

ইয়াৰ প্ৰথম আৰু প্ৰধান কাৰণ প্ৰতিৰক্ষিত চুক্তি সম্পৰ্কীয় প্ৰবিধিৰ অজ্ঞতা ( Technical ignorance )। এনে অজ্ঞতা বিশেষকৈ উৎপাদক, শিল্প নিৰ্মাতা, ৰপ্তানিকাৰী আৰু সঞ্চয়কাৰীৰ ক্ষেত্ৰত অধিক প্ৰকট। ব্যৱসায়ী আৰু উৎপাদকসকলৰ এনে প্ৰকাৰ সীমিত জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰিবলৈ হ'লে দেশৰ কৃষিজ আৰু শিল্পজ উৎপাদন, দৰদামৰ গতি ( Movement of Price ), অৰ্থনৈতিক পৰিবৰ্তন, মুদ্ৰাস্ফীতি আৰু বিবিধ বজাৰ দৰ সম্পৰ্কে সম্পূৰ্ণ তথ্য-পাতিৰে উৎসাহীসকল অৱহিত হ'ব লাগিব। এনে তথ্য-পাতি, বা-বাতৰি সংগ্ৰহ আৰু বন্টনৰ বাবে বিভিন্ন মহলে সমগ্ৰ দেশতে সমবায় পাম গঠন কৰাৰ পৰামৰ্শ দিয়ে। সমবায় পালে দেশৰ ভিন্ ভিন্ বিনিময় কেন্দ্ৰ আৰু ভৱিষ্য বজাৰৰপৰা নানান তথ্য-পাতি সংগ্ৰহ কৰি প্ৰতিৰক্ষিত লেন্‌দেন্ উৎসাহীসকললৈ বিতৰণ কৰিব, ফলত দেশৰ উৎপাদকক, এনে লেন্‌দেনৰপৰা আহৰণ কৰিব পৰা উপকাৰৰ প্ৰতি আকৰ্ষিত কৰিব বুলি ভাবিবৰ থল আছে।

দ্বিতীয়তে ভাৰতীয় ভৱিষ্য বজাৰসমূহ প্ৰায়বোৰ অসংগঠিত, নিজৰ ব্যৱসায়িক নীতি নিয়মৰদ্বাৰা প্ৰবৰ্তিত, পৰম্পৰাগত বেহা-বেপাৰৰ আচৰণ বিধিৰ জৰিয়তে পৰিচালিত, আৰু আঞ্চলিক বা স্থানীয় ব্যৱসায় পদ্ধতিৰদ্বাৰা চালিত। সমগ্ৰ দেশ জুৰি কোনো মানবিশিষ্ট নীতি নিয়ম প্ৰচলন নোহোৱা হেতু ভাৰতীয় ফট্‌কা বা ভৱিষ্য বজাৰসমূহ একেখন জুৱাখেল সংস্থালৈ পৰিণত হৈছিল বুলি বহুতেই বিশ্বাস কৰিছিল। ফলত ফট্‌কা বজাৰৰ প্ৰতি ব্যৱসায়ী আৰু উৎপাদকসকলৰ বহুতৰেই অনিচ্ছা আছিল।

১৯৫২ চনত ভৱিষ্য চুক্তি ( বিনিয়ম ) আইনৰ ( The Forward Contracts ( Regulation ) Act—1952 ) দ্বাৰা "ভৱিষ্য বজাৰ আয়োগ" ( Forward Market Commission ) নামৰ এটি স্থায়ী



...প্ৰতিষ্ঠা কৰা হয়। উক্ত আয়োগৰ নিয়ন্ত্ৰণমূলক আৰু তত্ত্বাৱধান-...ক নীতি নিয়ম প্ৰয়োগৰ ফলত ভাৰতীয় ফট্‌কা বজাৰত এক উন্নত ...নৰ আচৰণ বিধি পৰিলক্ষিত হয়। ব্যৱসায়ী উৎপাদক, শিল্প ...ৎপাদক, মজুতকাৰ সকলৰ, বিনিময় বজাৰৰ প্ৰতি সেয়ে, আস্থা বৃদ্ধি ...োৱা দৃষ্টিগোচৰ হয়।

**[৫] কৰ্ম পদ্ধতি ( Method of work ) ঃ** পণ্য দ্ৰব্যৰ বিনিময় ...ন্দ্ৰত ব্যৱসায় কৰাৰ পদ্ধতি দুটা—

(১) যিকোনো লোকে কেন্দ্ৰত নিজে সদস্য পদলৈ নিজৰ ...হিচাপত ব্যৱসায় কৰিব পাৰে ;

(২) আন কোনো মধ্যম ব্যক্তিৰ জৰিয়তে ( যাক দালাল বা ...কাৰ বোলা হয় ) ব্যৱসায় কৰিব পাৰে। তেনে ব্যক্তিক অৱশ্যে ...স্তুৰি বা কমিছন দিহে সেৱা আদায় কৰা হয়।

মধ্যম ব্যক্তিৰদ্বাৰা ব্যৱসায় কৰিবলৈ হ'লে অৱশ্য পালনীয় কিছুমান কৰ্তব্য আছে, যথা—

প্ৰথম—মধ্যম ব্যক্তি বা দালালজনৰ নিৰ্বাচন।

দ্বিতীয়—দালালজনৰ জৰিয়তে ব্যৱসায় কৰিবলৈ এটি অৰ্থ-কড়িৰ হিচাপ খোলাৰ প্ৰয়োজন। প্ৰকৃততে পণ্য দ্ৰব্যৰ বজাৰত ব্যৱসায় কৰিবলৈ প্ৰধান বিবেচনাযোগ্য দিশটি হৈছে প্ৰয়োজনীয় মূলধন।

তৃতীয়—ব্যৱসায়ীজনে হিচাপ মুকলি কৰা চৰ্ত আৰোপিত পত্ৰ ( Form ) খনত দালালৰ সৈতে একে সময়তে চহী কৰি, প্ৰয়োজনীয় আৰম্ভণি অৰ্থ জমা দি হিচাপ খুলিব লাগে।

উক্ত হিচাপ মুকলি কৰা পত্ৰখনত সংস্থিত চৰ্তবোৰৰদ্বাৰাহে দালাল-জনে ব্যৱসায়ীজনৰ হৈ ব্যৱসায় পৰিচালনা কৰিব পাৰিব। এই ফৰ্ম বা পত্ৰখনে আচলতে ব্যৱসায়ী আৰু দালাল উভয়কে সুৰক্ষা দিয়ে। ব্যৱসায়ীজনৰ ক্ৰয়-বিক্ৰয় আদেশসমূহ ( Order ) পূৰ্ণ তাৰ প্ৰকাশক

হোৱা প্ৰয়োজন—যাতে তাৰ অপব্যাখ্যা নহয়। ক্ৰয়-বিক্ৰয়ৰ বাবে উপস্থাপন কৰা আদেশসমূহৰ অনেক পদ্ধতি আছে। তাৰ অন্যতম প্ৰধান পদ্ধতিবোৰ হৈছে—

**(১) বজাৰ দৰ আদেশ (Market Rate Order)**ঃ এই পদ্ধতিত বস্তুৰ নাম, গুণ, আৰু পৰিমাণৰ উল্লেখ থাকে। এনে ফৰমাচ বজাৰ চলিত সুলভ দৰত দ্ৰব্য ক্ৰয় কৰি কাৰ্য্যকৰী কৰিবলৈ কোৱা হয়, যেনে—"এশ গাঁঠ বেংগল কপাহ ক্ৰয় কৰা" (Buy one hundred bale Bengal Cotton)।

**(২) স্থিৰ হাৰ আদেশ (Fixed Rate Order)**ঃ এই পদ্ধতিত বস্তুৰ নাম, গুণ, আৰু ক্ৰয় হাৰ—গ্ৰাহকজনে (ব্যৱসায়ী জনে) নিৰ্ণয় কৰি দালালক সেই অনুসৰি কাৰ্য্যাকৰী কৰিবলৈ নিৰ্দেশ দিয়ে, যেনে 'এক গাঠ বেংগল কপাহ ক্ৰয় কৰা—৩৫০" (Buy one hundred bale Bengal Cotton—350)।

**(৩) ষ্টপ লছ আদেশ (Stop-Loss Order)**ঃ এনে ক্ৰয়-বিক্ৰয় নিৰ্দেশ বিবিধ প্ৰকাৰৰ। সচৰাচৰ, ভবিষ্যাত্মক (Speculative) আৰু আশ্ৰয়দায়ক (Hedging) লেন্‌দেন্ কৰা বিষয়ত এই আদেশ পদ্ধতি প্ৰচলন হোৱা দেখা যায়। ক্ৰয় বিক্ৰয়ৰ আদেশ এনে দৰে লিপিবদ্ধ কৰা হয়—"এশ গাঁঠ বেংগল কপাহ ক্ৰয় কৰা ৩৫০, ষ্টপ-লছ—৩৪৫" (Bengal Cotton one hundred bale—350 Stop-Loss—345)"।

এই ফৰমাচৰ ব্যৱসায়ীজনে ৩৫০ টকা হাৰত এশ' গাঠ বেংগল গ্ৰেডৰ কপাহ ক্ৰয় কৰিবলৈ দালালক নিৰ্দেশ দিছে, অন্য হাতে যদি বজাৰ দৰ হ্ৰাস পায় তেনেহলে তেওঁ ৩৪৫ টকা হাৰত সেই একে কপাহৰ নিজা ষ্টক্ বিক্ৰী কৰিবলৈ বিচাৰে। অৰ্থাৎ তেওঁ প্ৰতি গাঁঠ কপাহত পাঁচ টকাকৈ লোকচান সীমায়িত কৰিব খোজে। যদি উক্ত ব্যৱসায়ীজনে ক্ৰয়ৰ ওপৰত দহ টকা লাভ কৰিব খোজে তেনে তেওঁৰ ফৰমাচৰ ধৰণ হ'ব এনে "এশ গাঁঠ বেংগল কপাহ ক্ৰয় কৰা—৩৫০, ষ্টপ লছ—৩৪৫ বুক প্ৰফিট—৩৬০" (Buy Bengal Cotton one hundred bale—350, stop-Loss 345, Book Profit 360).

**(৪) সময় সীমিত আদেশ (Time limit order)**ঃ এনে আদেশত ব্যৱসায়ীজনে কোনো নিৰ্দিষ্ট হাৰত ক্ৰয়ৰ সময় সীমা নিৰ্ণয় কৰি দিয়ে, যথা—"ক্ৰয় কৰা—এশ, গাঁঠ বেংগল কপাহ—৩৫০, পোন্ধৰ দিনৰ ভিতৰত" (Buy one hundred bale Bengal Cotton—350 till-fifteenth.)

উল্লেখিত আদেশ বা ফৰমাচ সমূহৰ জৰিয়তে ব্যৱসায়ীজনে পণ্য-দ্ৰব্য বিনিময় কেন্দ্ৰত তেওঁৰ চুক্তিবদ্ধ দালালজনৰদ্বাৰা পণ্য দ্ৰব্য ক্ৰয় কৰাৰ বাবে চুক্তি কৰিব লাগে। উক্ত চুক্তি, কৰাৰ পাছত চুক্তি টোকা (Contract Note) প্ৰস্তুত কৰিব লাগে। কাৰণ কেন্দ্ৰৰ মজিয়াত (Floor) লেন্‌দেন্ চুক্তি কৰোঁতে সাধাৰণতে "কাচ্চা অপ্‌চেন" বহীত কৰা হয়। পাছত দালালজনে নিজ কাৰ্য্যালয়ত তাক "পক্কা অপ্‌চেন" বহীত লিপিবদ্ধ কৰি চুক্তি টোকা এটা নিজৰ মক্কেললৈ আৰু এটা চুক্তিবদ্ধ পক্ষলৈ প্ৰেৰণ কৰাৰ নিয়ম। টোকা পোৱাৰ পাছত উভয় পক্ষই টোকা তুলনা কৰি চাই চহী কৰি চুক্তি পক্কা কৰে আৰু যথা সময়ত আদান-প্ৰদান সম্পন্ন হয়।

**(৬) ব্যৱসায় প্ৰণালী (System of Trading)**ঃ পণ্য দ্ৰব্য বিনিময় কেন্দ্ৰৰ লেন্‌দেন্ প্ৰণালী অতিশয় আমোদজনক আৰু বৈশিষ্ট্যা-পূৰ্ণ। লেন্‌দেন্ প্ৰণালীত বিভিন্নতাও দৃষ্টিগোচৰ হয়।

সচৰাচৰ কেইবাটাও প্ৰণালীত ব্যৱসায়িক লেন্‌দেন্ পৰিচালিত হয়। নগদ বা স্থানিক লেন্‌দেনত 'ডাক পদ্ধতি' (Call Method) আৰু 'নিলাম পদ্ধতি' (Auction Method) প্ৰচলন থকা দেখা যায়।

ডাক পদ্ধতিত বিক্ৰেতা আৰু ক্ৰেতা উভয় পক্ষই পণ্য দ্ৰব্যৰ দৰ আৰু ব্যক্তিগতভাৱে আগবঢ়োৱা দামৰ ঘোষণা দিয়ে আৰু লেন্‌দেন্ তেতিয়াই সমাপ্ত হয় যেতিয়া ডাক দাম আৰু ঘোষিত দৰ সমান হয়।

আনহাতে নিলাম পদ্ধতিত চৰমতম নিলাম ডাকোঁতাক বা 'বিদাৰ'ক ( Bidder ) পণ্যদ্ৰব্য দিয়া হয়। কিছুমান অসংগঠিত বিনিময় কেন্দ্ৰই ইয়াৰ সদস্যসকলক এখন কাপোৰৰ আৱৰণৰ মাজত দৰাদৰি কৰিবলৈ অনুমতি দিয়ে ; কিন্তু ভৱিষ্য বজাৰত কেৱল ডাক পদ্ধতিৰদ্বাৰাহে বেচা-কিনাৰ লেন্‌দেন্ হয়।

বিনিময় কেন্দ্ৰৰ মজিয়াত এক বৃত্তাকাৰ চক্ৰ বা বৰ্ক্ষনীৰ ( Ring ) মাজত ডাকোঁতা ( Caller আৰু তেওঁৰ সহকৰ্মীয়ে ব্যৱসায়িক লেন্‌দেন্ পৰিচালনা কৰে। বৰ্ক্ষনীৰ চাৰিওকাষে সমূহ সদস্য ক্ৰেতা-বিক্ৰেতাই আবৰি ধৰি দৰ-দাম কৰে। দৰাদৰিৰ এই পদ্ধতিত সকলো সদস্যই নিজৰ নিজৰ দৰ-দাম প্ৰতিপন্ন বা গ্ৰহণযোগ্য কৰিবৰ বাবে বেছি চিঞৰ বাখৰ, হাত জোকৰা-জোকৰি কৰি কোঢ়ালৰ সৃষ্টি কৰে। এনে অৱস্থাই আচলতে অশালিনতা প্ৰদৰ্শন কৰে। যি এনে জাতীয় প্ৰবিধিৰ ( Technicalities ) লগত পৰিচিত নহয় তেনে ব্যক্তিয়ে অৱশ্যে উল্লেখিত দৃশ্য দেখি আমোদ পাব।

উক্ত চিঞৰ-বাখৰ আৰু কোঢ়ালৰ আতিশয্য হলেও সদস্যসকলৰ প্ৰত্যেকেই প্ৰত্যেকৰ কথা বুজি পায় আৰু ব্যৱসায়িক লেন্‌দেন্ সহজ আৰু ঠিক ভাৱেই সম্পন্ন হয়। প্ৰকৃততে চিঞৰ-বাখৰ আৰু আত্মাহ পৰা কাৰ্য্যই পণ্য দ্ৰব্যৰ দৰ-দাম নিয়মিত আৰু নিৰপেক্ষ কৰে।

**ভৱিষ্য বা ফট্‌কা বজাৰ ( Forward or Future Market ) :**

পণ্য দ্ৰব্যৰ বিনিময় কেন্দ্ৰসমূহক বেহা-বেপাৰৰ ধৰণ অনুসৰি দুটা ঘাই ভাগত ভাগ কৰিব পাৰি, যথা—

এক—নগদ বা স্থানিক লেন্‌দেনৰ বিনিময় কেন্দ্ৰ বা নগদ বা স্থানিক বজাৰ।



ই—ভৱিষ্য লেন্‌দেনৰ বিনিময় কেন্দ্ৰ বা ভৱিষ্য বা ফট্‌কা বজাৰ।

ইয়াৰ উপৰিও উভয় বিধ লেন্‌দেন্ পৰিচালিত হোৱা সংমিশ্ৰিত নিময় কেন্দ্ৰক 'দ্ৰব্য বজাৰ' ( Commodity Market ) বুলি কোৱা য়।

(১) **নগদ বা স্থানিক বজাৰ :** নগদ বজাৰৰ বৈশিষ্ট্য হৈছে—

(ক) নগদ বা স্থানিক ভিত্তিত লেন্‌দেন্।

(খ) লেন্‌দেনৰ লগত পণ্য দ্ৰব্যৰ তৎস্থানীয় বাস্তৱ লেন্‌দেন্ কালন ঘটে অথবা পণ্য দ্ৰব্যৰ বস্তুগত হস্তান্তৰকৰণ তৎকালেই নাইবা ঠ দিনৰপৰা এঘাৰ দিনৰ ভিতৰত সম্পন্ন হয়।

(গ) নগদ বজাৰত লেন্‌দেনৰ চুক্তি উৎপাদনক বা ব্যৱসায়ীয়ে নিজে অথবা দালালৰ জৰিয়তে নিষ্পন্ন কৰিব পাৰে।

(ঘ) চুক্তিয়ে কোনো নিৰ্দিষ্ট কেন্দ্ৰ বা ঠাইত পণ্য দ্ৰব্যৰ প্ৰদান াৰু তাৰ সময় নিৰূপিত কৰি দিয়ে।

(ঙ) যি কোনো পৰিমাণৰ পণ্য দ্ৰব্যৰ বাবে চুক্তি কৰিব পাৰি ; কিন্তু তাৰ পৰিমাণ চুক্তিত থাকিব লাগিব।

(চ) পণ্য দ্ৰব্যৰ প্ৰকৃত গুণ-স্তৰ চুক্তিত বৰ্ণিত হ'ব লাগিব।

(ছ) নগদ বা স্থানিক লেন্‌দেন্ বছৰৰ কেউটা মাহতে কৰিব পাৰি।

(জ) নগদ লেন্‌দেনৰ চুক্তি নগদ বা স্থানিক বজাৰৰ চৰ্ত সাপেক্ষ হ'ব বা নহ'বও পাৰে।

(ঝ) নগদ চুক্তি সম্পাদন কৰাৰ ক্ষেত্ৰত কোনো পক্ষই চুক্তি ধন ( Margin Money ) জমা দিব নালাগে।

(ঞ) ই এক সম্পাদিত চুক্তি বা ক্ৰয়-বিক্ৰয়ৰ চুক্তি যাক বাতিল কৰা নাযায় ;

(ট) নগদ লেন্‌দেন্ সদায় নমুনাৰ ওপৰত ভিত্তি কৰি সম্পন্ন হয়।

(ঠ) এনে লেন্‌দেন্ দালালৰ কাৰ্য্যালয়, কেন্দ্ৰৰ মজিয়া নাইবা যি কোনো স্থানত কাৰ্য্যকৰী হ'ব পাৰে।

**( দুই ) ভৱিষ্য বা ফট্‌কা বজাৰ (Futures Market)** : ভৱিষ্য বা অগ্ৰিম লেন্‌দেনৰ বিনিময় কেন্দ্ৰক ভৱিষ্য বা ফট্‌কা বজাৰ বুলিব পাৰি। ফট্‌কা বজাৰত সচৰাচৰ সকলো ধৰণৰ ভৱিষ্য আৰু অগ্ৰিম ( Forward ) সম্পন্ন সংগঠিত হয়। ইয়াৰ পণ্য দ্ৰব্য আৰু টকা-কড়ি উভয় বিধ লেন্‌দেনেই ভবিষ্যতত সম্পন্ন হয়।

স্বৰূপতে সীমিত সদস্য পদৰ নিজা সংস্থা বা সীমাবদ্ধ কোম্পানী ( Private Organisation with limited membership ) ভৱিষ্য আৰু অগ্ৰিম ব্যৱসায়ত উৎসাহীলোকে এনে সংস্থা সংগঠন কৰিব পাৰে যেতিয়া এনে সংস্থা ৰাষ্ট্ৰৰদ্বাৰা স্বীকৃত হয়, তেতিয়া তাক স্বীকৃতি প্ৰাপ্ত সংস্থা বা দ্ৰব্য বিনিময় কেন্দ্ৰ বোলা যায়।

ফট্‌কা বজাৰত সংঘটিত হোৱা লেন্‌দেন বা চুক্তিসমূহৰ ব্যাখ্যা বিভিন্ন লেখকে বিভিন্ন ভাৱে দিছে, যদিও তাৰ মৌলিক বিষয় বস্তু একেই।

হ'ফমেনৰ ভাষাত ভৱিষ্য চুক্তি মানে "An agreement to buy
or Sell, in accordance with law and rules of the excha-
nge, a definite quantity of a Commoditiy at an agreed
price at a future date being entered into for the Puropse
of speculating on as hedging against price Changes and
being usually Closed out by another off-setting future
trade"*

আন এজন লেখক অধ্যাপক ইমেৰিৰ মতে ভৱিষ্য চুক্তি মানে—"A
Contract for the future delivery of some Commodity
without reference to Specific lots made under the rules
of some Commercial body in a set form, by which the
Conditions as to the unit of amount, the quality, and
the time of delivery as stereotyped and only the
determination of the total amount and the price is left
open to the Contracting parties".

---

* Future Trading upon organised Commodity Markets—Hoffman G. W.



এনে ফট্‌কা বজাৰৰ বৈশিষ্ট্যসমূহ নিম্নলিখিত প্ৰকাৰৰ—

(১) ফট্‌কা বজাৰৰ সকলো সদস্যই দালাল। কোনো ক্ৰেতা-বিক্ৰেতাক ফট্‌কা বজাৰৰ সদস্য হ'বলৈ আৰু ফট্‌কা ব্যৱসায়ত অংশ গ্ৰহণ কৰিবলৈ অনুমতি দিয়া নহয়।

(২) ফট্‌কা বজাৰত কেৱল ভবিষ্যাত্মক আৰু আশ্ৰয়দায়ক লেন্‌দেনৰহে সুযোগ আগবঢ়োৱা হয়।

(৩) এনে বজাৰত সচৰাচৰ কৃষিজ সামগ্ৰীৰ ব্যৱসায় কৰা হয়। কেৱল ব্যতিক্ৰম "ইণ্ডিয়ান ফিউচাৰছ মাৰ্কেট" য'ত শিল্পজ মৰাপাট সামগ্ৰীৰ ব্যৱসায় চলে )।

(৪) এবিধ বা দুবিধ গুণ স্তৰৰ পণ্য দ্ৰব্যৰ ব্যৱসায়হে ভৱিষ্য বজাৰত কৰা হয় আৰু নিৰ্ধাৰিত পৰিমাণৰ পণ্য সামগ্ৰীৰ একোটা নিৰ্ণীত গোট হিচাপে লৈ, উক্ত গোট অপেক্ষা কম পৰিমাণৰ লেন্‌দেন্ কৰিবলৈ দিয়া নহয়।

(৫) উল্লেখিত একাধিক মানবিশিষ্ট পণ্য দ্ৰব্যৰ যি কোনো এবিধ বিক্ৰেতাৰ ৰুচি অনুসৰি প্ৰদান কৰিবলৈ সুযোগ পোৱা চুক্তিক 'মূলচুক্তি' বা বেছিছ কনট্ৰেক্ট ( Basis Contract ) আৰু বিশেষ বিধৰ পণ্য দ্ৰব্যৰ উল্লেখ থকা চুক্তিক 'বিশেষ চুক্তি' ( Specific Contract ) বোলা হয়।

(৬) ফট্‌কা বজাৰৰ নিয়ম অনুসৰি বিশেষ বিধৰ দ্ৰব্যৰ পৰিমাণ, তাৰ স্বিৰীকৃত মূল্য, ক্ৰেতা-বিক্ৰেতাৰ নাম, পণ্য দ্ৰব্য প্ৰদানৰ সময় আৰু ক্ৰয়-বিক্ৰয়ৰ ভৱিষ্য তাৰিখ সন্নিবিষ্ট চুক্তিক 'ভৱিষ্য চুক্তি' বোলা হয়।

(৭) ভৱিষ্য চুক্তিৰ বিভিন্ন চৰ্তসমূহ ফট্‌কা বজাৰৰ নীতি আৰু বিনিময়ৰদ্বাৰা অনুশাসিত ; কিন্তু আচল দৰাদৰি সম্পূৰ্ণ অনানুষ্ঠানিক ভিত্তিত ( Informal basis ) নিষ্পন্ন হয়।

(৮) বিক্ৰেতাক চুক্তি কৰা পৰিমাণৰ পণ্য সামগ্ৰী প্ৰদান কৰিবলৈ

সুবিধা দিয়া হয়। পণ্য সামগ্ৰীৰ প্ৰদান চুক্তি নিৰ্ণীত ম্যাদৰ যিকোনো তাৰিখত কৰিব পাৰে যাক 'প্ৰদান সময়' বোলা হয়।

(৯) ফট্কা বজাৰৰ কাম-কাজ চলা সময়ৰ ভিতৰত সকলো ভৱিষ্য চুক্তি সম্পাদন হ'ব লাগিব। সেই চুক্তিসমূহ সম্পাদন হোৱাৰ স্থান হ'ল ভৱিষ্য বজাৰৰ নিজা 'ব্যৱসায়িক চক্ৰ বা বন্ধনী (Trading Ring)।

(১০) প্ৰতিটো চুক্তিবদ্ধ পক্ষই ফট্কা বজাৰৰ বিনিয়ম অনুসৰি কোনো নিৰ্দিষ্ট পৰিমাণৰ অৰ্থ কোনো তৃতীয় পক্ষৰ ওচৰত বা বজাৰ কৰ্তৃপক্ষৰ লগত জমা ৰাখিব লাগে-যাক 'চুক্তি অৰ্থ বা মাৰ্জিন মনি (Margin Money) বোলে। এই পদ্ধতিয়ে প্ৰতিটো চুক্তি বা চুক্তি-বদ্ধ পক্ষক প্ৰতিৰক্ষা দিয়ে।

(১১) পণ্য দ্ৰব্যৰ প্ৰদান স্বীকৃতি প্ৰাপ্ত পণ্যাগাৰৰ ৰচিদ হস্তান্তৰ-কৰণৰদ্বাৰাও সম্পন্ন কৰিব পাৰি, অৱশ্যে উক্ত পণ্যাগাৰৰ অৱস্থান বজাৰ থকা নগৰৰ ওচৰে-পাজৰে হ'ব লাগিব। আদান-প্ৰদান কাৰ্যটি ভৱিষ্য চুক্তিৰ ক্ষেত্ৰত অত্যন্ত বাধ্যতামূলক নহয়।

(১২) ভৱিষ্য চুক্তিৰ ব্যৱসায়িক লেন্দেন্ কেৱল কেন্দ্ৰৰ সদস্য তালিকাত দালাল হিচাপে পঞ্জীভুক্ত হোৱা সকলৰ মাজতেই সীমিত।

(১৩) ভৱিষ্য লেন্দেন্ বছৰৰ নিৰ্দিষ্ট কেইটামান মাহৰ ভিতৰতেই সীমাবদ্ধ।

(১৪) ভৱিষ্য চুক্তি প্ৰতি পক্ষই চুক্তি অৰ্থ পৰিহাৰ কৰি বাতিল কৰিব পাৰে নাইবা উভয় পক্ষই সমিলমিলেৰে প্ৰদান কাল শেষ হোৱাৰ আগতেই চুক্তি অৰ্থৰ লেন্দেন্ নিষ্পত্তি কৰি বাতিল কৰিব পাৰে।

(১৫) ফট্কা বজাৰত শতকৰা নব্বৈ ভাগেই বস্তুৰ মান্যকৃত গুণ



ৰ ওপৰত ভিত্তি কৰিহে পণ্য দ্ৰব্যৰ ক্ৰয়-বিক্ৰয় হয়। অৱশ্যে নমুনা ক্ৰয়-বিক্ৰয় হোৱা কাৰ্য্যও অস্বাভাৱিক নহয়।

(১৬) বিক্ৰেতাই 'মূল চুক্তি' সম্বলিত পণ্য দ্ৰব্যৰ বাহিৰেও ভৱিষ্য ৰ স্বীকৃত অন্য কোনো মান্যকৃত গুণ স্তৰৰ দ্ৰব্য প্ৰদান কৰাৰ সুযোগ ৰ আৰু সেই দ্ৰব্যৰ মূল্য পূৰ্ব চুক্তি নিৰূপিত মূল্য অপেক্ষা কম বা ধিক হৈ পাৰ্থক্য হলে, সেই পাৰ্থক্যৰ মূল্য বিনিময় কেন্দ্ৰই নিৰূপণ ৰি দিয়ে যি ক্ৰেতা বিক্ৰেতাৰ গ্ৰহণীয়। অৱশ্যে এনে পাৰ্থক্য বা ৰমাৰ মূল্যায়ন বজাৰ অনুসৰি পৃথক পৃথক হ'ব পাৰে।

(১৭) ভৱিষ্য লেন্দেন্সমূহ বন্দৱস্তি বা নিষ্পত্তি (Settlement) বটোৰ ভিতৰত অনেক বাৰ হয়। প্ৰতিটো বন্দবস্তি বা নিষ্পত্তিৰ ৰিখত দুই এটা বদ্‌লা লেন্দেন্ চুক্তিৰ বাহিৰে সকলো লেন্দেন্ সমাধা ৰই লাগে।

দুই বন্দৱস্তিৰ মাজৰ সময় ব্যাপ্ত দৰ-দামৰ বিস্তৃত বঢ়া-টুটা (wide price fluctuation) হ্ৰাস কৰিবলৈ আৰু ফট্কা বজাৰৰ বিত্তীয় অৱস্থাৰ স্থায়ীত্ব পৰীক্ষা কৰি চাবলৈ, যদি প্ৰয়োজন হয়, তেন্তে সেই বিস্তৃত বৈষম্য আৱধিক পৰিশোধৰদ্বাৰা (Periodical Payments) পূৰণ কৰিবলৈ ফট্কা বজাৰত বিধি ব্যৱস্থা ৰখা হয়। অৰ্থাৎ ভৱিষ্যাত্মক লেন্দেনবোৰ দৰ-দামৰ পাৰ্থক্যৰ অৰ্থ পৰিশোধ কৰি সম্পূৰ্ণ কৰিব লাগে।

(১৮) ভৱিষ্য বজাৰত সাধাৰণতে দুই ধৰণৰ চুক্তিহে সম্পাদিত হয়, যেনে—(ক) ভৱিষ্যাত্মক আৰু (খ) প্ৰতিৰক্ষিত বা হেজিং।

ভৱিষ্যাত্মক চুক্তি কেইবা প্ৰকাৰৰো আছে, কিন্তু প্ৰতিৰক্ষিত চুক্তি দুই ধৰণৰহে আছে, তাৰে এটি খাঁটি ব্যৱসায়িক চুক্তি (genuine contract) আৰু আনটি প্ৰতিৰক্ষিত চুক্তি, যি ভৱিষ্যতে সম্ভাব্য লোকচানৰ বিপৰীতে ক্ষতি পূৰণৰ উদ্দেশ্য সম্পাদিত হয়। এই দুয়ো চুক্তি সচৰাচৰ একে সময়তে নিষ্পন্ন হয়।

(১৯) ভৱিষ্যাত্মক লেন্‌দেনৰ অগ্ৰিম প্ৰদান চুক্তি ( Forward Delivery Contract ) অনুসৰি ক্ৰয়-বিক্ৰয় চুক্তিত পণ্য দ্ৰব্যৰ প্ৰকৃত গুণ স্তৰ, বিক্ৰী ধৰণ ( Terms of Sale ) বা চৰ্ত (যথা— প্ৰদান অন্তত প্ৰৰিশোধ ( Cash on Delivery ), পণ্য দ্ৰব্য প্ৰদানৰ ত্ৰিশ/ষাঠি/নব্বৈ দিনৰ অন্তত নগদ পৰিশোধ আদি ) প্ৰদান পদ্ধতি ( যথা—কাৰখানা বহিৰ্ভূত প্ৰদান Ex-Factory Delivery, ৰেল বা জাহাজ পৰ্যান্ত মুক্ত ( Free on Board Delivery ), ব্যয় বীমা আৰু ভাড়া ( Cost Insur nce and Freight—CIF ইত্যাদি), আদি অন্তৰ্ভুক্ত হ'ব লাগিব।

(২০) ভৱিষ্য চুক্তিৰ ক্ষেত্ৰত যদি কিবা মতদ্বৈধতা বা বিবাদ সৃষ্টি হয় তেন্তে তাক ফট্‌কা বজাৰ বা বিনিময় কেন্দ্ৰৰ নিয়মানুসাৰে বাধ্যতা-মূলকভাৱে মধ্যস্থতাৰদ্বাৰা মীমাংসা কৰা হয়, কিন্তু অগ্ৰিম প্ৰদান চুক্তিৰ ক্ষেত্ৰত কেন্দ্ৰৰ এনে বাধ্যতামূলক চৰ্ত প্ৰয়োগ কৰা নহয়।

**ভৱিষ্য বজাৰ ঃ সুযোগ-সুবিধাসমূহ (Advantages of Futures) ঃ**

(*১) দেশৰ ভিতৰত থকা সকলোবিলাক দ্ৰব্য বজাৰ আৰু পণ্য বজাৰে উৎপাদিত সামগ্ৰীৰ যথোচিত মূল্য নিৰূপণ কৰাত সহায় কৰে। অৰ্থাৎ পণ্য দ্ৰব্যৰ মূল্য নিয়ামক সংস্থা বুলি অভিহিত কৰিব পাৰি।

(*২) দেশ বিদেশৰ পণ্য দ্ৰব্যৰ দৰ-দাম, উৎপাদন পৰিমাণ, বিভিন্ন দ্ৰব্য সম্ভাৰৰ গুণ স্তৰ আৰু তাৰ মূল্যায়ন, ভৱিষ্য বজাৰৰ গতি-প্ৰকৃতি, বণ্টন, পণ্য সামগ্ৰীৰ ভৱিষ্য সম্ভাব্য দৰ, আদি সকলো ধৰণৰ বা-বাতৰি পণ্য দ্ৰব্য ভিন্ ভিন্ বজাৰ সমূহে প্ৰচাৰ আৰু প্ৰকাশ কৰে। এনে বা-বাতৰি তথ্য-পাতিৰ ক্ষেত্ৰত আন কোনো সংস্থাই ভৱিষ্য বজাৰত কৈ অধিক বিশ্বাসযোগ্য বাতৰি প্ৰেৰণ কৰিব নোৱাৰে এনে বা-বাতৰি প্ৰকাশ আৰু বণ্টনে আচলতে উৎপাদক, শিল্প নিৰ্মাতা, খেতিয়ক,



...য়ী আৰু গ্ৰাহক সকলোকে পণ্য দ্ৰব্য সংক্ৰান্তত নিজ নিজ বিষয়ত ...ত সিদ্ধান্ত লোৱাত সহায় কৰে।

(*৩) ফট্‌কা বজাৰৰ পণ্য-দ্ৰব্যৰ ভৱিষ্য বজাৰ দৰক দেশৰ স্থানীয় ...ৰু কাম্নিক বজাৰে দৰ-দামৰ বেৰ'মিটাৰ বুলি বস্তুতঃ স্বীকাৰ কৰে।

(*৪) ভৱিষ্য বজাৰে সদায় সৰ্বপ্ৰকাৰ বজাৰ বলৰদ্বাৰা ( Market Force) প্ৰভাৱান্বিত হৈ যোগান আৰু চাহিদাৰ ওপৰত ক্ৰিয়া কৰে, যাৰ ফলত ই এখন একক আৰু বৃহৎ বজাৰ হিচাপে কাৰ্য্য সম্পাদন কৰে।

(*৫) ফট্‌কা বজাৰৰ ভৱিষ্য দৰদামলৈ লক্ষ্য ৰাখি পণ্য দ্ৰব্যৰ যোগান আৰু চাহিদা সংক্ৰান্তত উৎপাদক আৰু কৃষকসকলে তেওঁলোকৰ হাতত থকা উৎপাদিত সম্ভাৰ কিছু দিনলৈ আটক কৰি ৰাখিব পাৰে নাইবা বিক্ৰী কৰিব পাৰে। ভৱিষ্যৎ উৎপাদন অধিক বা হ্ৰাস কৰাৰ সিদ্ধান্ত লব পাৰে।

(*৬) ফট্‌কা বজাৰৰ পণ্য দ্ৰব্যৰ ব্যৱসায়িক ভৱিষ্য লেন্‌দেন্ পণ্য দ্ৰব্যৰ উৎপাদন আৰু বণ্টন সংক্ৰান্তত প্ৰকৃত পথ প্ৰদৰ্শক হয়।

(*৭) ভৱিষ্য বজাৰৰ প্ৰতিৰক্ষিত লেন্‌দেনে শিল্প উদ্যোক্তাৰ উৎপাদন বৈদেশিক ব্যৱসায়ীৰ ব্যৱসায়, আৰু খাঁটি ব্যৱসায়ীৰ ব্যৱসায়িক সা-সুবিধা বৃদ্ধি কৰে, উৎপাদকৰ সম্ভাব্য ক্ষতি লাঘৱ কৰে, বিত্তীয় সংস্থাৰ-পৰা বিত্ত সংগ্ৰহ সহজ সাধ্য কৰে।

(*৮) ফট্‌কা বজাৰৰ কাৰ্য্য-কলাপে বজাৰলৈ সমগ্ৰ বছৰতে পণ্য দ্ৰব্যৰ প্ৰবাহ নিয়মীয়া কৰে যিটোৱে দৰ-দামৰ উগ্ৰ হ্ৰাস বৃদ্ধি কৰে।

অৱশ্যে ভৱিষ্য বজাৰৰ দোষ ক্ৰটীও নথকা নহয়।

ফট্‌কা বজাৰে অপ্ৰচুৰ অৰ্থ আৰু পৰ্য্যাপ্ত অভিজ্ঞতাহীন ব্যৱসায়িক দালালৰ জৰিয়তে বৃহৎ লেন্‌দেনত জৰিত কৰিবলৈ প্ৰৰোচিত কৰে, ফলত এনে লেন্‌দেনত জৰিত হৈ নিজে আৰু ঋণদাতা উভয়ে ক্ষতি

হোৱাৰ উপৰিও সমগ্ৰ বজাৰখনকে বিপথে পৰিচালিত কৰে। ঠিক তেনেদৰেই অৱস্থা পন্ন পেশাদাৰী ফট্‌কাবাজে ( Professional Speculator ) নিজৰ অৰ্থ আৰু অভিজ্ঞতা প্ৰয়োগ কৰি অভিসান্ধৰ দ্বাৰা ( By manipulation ) ভৱিষ্য বজাৰখনক নিজ স্বাৰ্থৰ হকে ব্যৱহাৰ কাৰ। এনে অবিবেকী ফট্‌কা ব্যৱসায়ীয়ে সময়ে সময়ে পণ্য দ্ৰব্যৰ বজাৰত নানান সমস্যাৰ সৃষ্টি কৰে আৰু তাৰ কেতিয়াবা বিনিময় কেন্দ্ৰৰ উদ্দেশ্য আৰু লক্ষ্যৰপৰা বিচলিত কৰায়।

অতিদক্ষ ফট্‌কাবাজে লেন্‌দেনত বিভিন্ন পদ্ধতি অৱলম্বন কৰি ( যথা—( Cornering ), ধলাই বিক্ৰী মেট্‌চ্‌দ অৰ্দাৰ ( Matched order ) নিজ স্বাৰ্থ সাধন কৰিবলৈ প্ৰচেষ্টা চলায়, তেনে জাতীয় লেন্‌দেনে কেতিয়াবা সমস্ত নিয়োজিত মূলধনৰ ক্ষতি সাধন কৰাৰ উপৰিও সমগ্ৰ বজাৰকেই দেউলীয়া অৱস্থা প্ৰাপ্ত কায়। সেয়ে ভৱিষ্যাত্মক লেন্‌দেন্ যথোপযুক্ত নহলেই ভৱিষ্য বজাৰ আৰু সমাজলৈ অপকাৰহে মাতি আনিব।

**(৭) ভাৰতীয় পণ্য দ্ৰব্য বিনিময় কেন্দ্ৰৰ বিনিয়ম (Regulations of Indian Produce & Commodity Exchanges) :** দেশৰ পণ্য আৰু দ্ৰব্য বিনিময় কেন্দ্ৰসমূহে যথোচিত সেৱা জনসমষ্টিলৈ আগবঢ়াব পাৰে যদি তাক ভাল ভাৱে পৰিচালনা আৰু নিয়ন্ত্ৰণাধীন কৰিব পৰা যায়। দেশৰ অৰ্থনৈতিক কল্যাণৰ বাবে নিয়ন্ত্ৰিত বিনিময় কেন্দ্ৰৰ অতীব প্ৰয়োজন।

সেয়ে দ্বিতীয় মহাসমৰৰ সংকট কালতেই ভাৰত চৰকাৰে পণ্য দ্ৰব্য বিনিময় কেন্দ্ৰৰ ৰাষ্ট্ৰীয় নিয়ন্ত্ৰণ আৰোপ কৰে। ভাৰত প্ৰতিৰক্ষা আইনৰ ( India Defence Rules ) সহায়ত কিছুমান পণ্য দ্ৰব্যৰ ফট্‌কা ব্যৱসায়ৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰে। মহাযুদ্ধ অৱসান হোৱাৰ পাছতো উল্লেখিত পণ্য দ্ৰব্যৰ নিষেধাজ্ঞা ৰাষ্ট্ৰই তুলি নলৈ,



১৯৪৬ চনৰ প্ৰয়োজনীয় সামগ্ৰী যোগান ( অস্থায়ী ) আইনৰ (sential Supplies ( Temporary ) Act—1946) অধীনত সেই গ্ৰীসমূহ নিয়ন্ত্ৰণাধীন কৰি ৰাখিলে।

পণ্য দ্ৰব্যৰ ভৱিষ্য ব্যৱসায় অধিক বিশ্লেষণাত্মক ভাৱে নিয়ন্ত্ৰণ কৰাৰ অৰ্থে শ্ৰফ্ সমিতিৰ ( Shroff Committee ) অনুমোদন সাপেক্ষে ৫২ চনত ভৱিষ্য চুক্তি ( বিনিময় ) আইনৰ প্ৰণয়ন হয় ( The Forward Contracts (Regulation) Act—1952 )। এই আইন ৫৩ চনৰ ২৪ আগষ্টৰপৰা বলবৎ হয়। ১৯৬০ চনৰ ডিচেম্বৰ মাহত ই আইনখন সংশোধন কৰা হয়।

ভৱিষ্য চুক্তি আইনখনে বিনিময় কেন্দ্ৰসমূহ ব্যৱসায়িক চুক্তিৰ দুটা ভাগত বিভক্ত কৰিছে—যথা, (১) স্থানিক বা মজুত প্ৰদান চুক্তি (Ready Delivery Contract) আৰু (২) ভৱিষ্য প্ৰদান (Forwad Delivery Contract)। মজুত প্ৰদান চুক্তিৰ সংজ্ঞা দিয়া হৈছে, এনেদৰে—ই এনে চুক্তি য'ত পণ্য দ্ৰব্যৰ প্ৰদান আৰু দাম পৰিশোধ লেন্‌দেন্ তৎস্থানেই আৰু তৎকালেই সমাধা হ'ব লাগে নাইবা ই এঘাৰ দিনৰ ভিতৰত সম্পূৰ্ণ হ'ব লাগে।

আইনখনত ভৱিষ্য প্ৰদান চুক্তিত অন্তৰ্ভুক্ত কৰা হৈছে অগ্ৰিম বা আগবঢ়া লেন্‌দেন্ ( Forward Deal ), ভৱিষ্য লেন্‌দেন্ ( Future Transactions ) আৰু হস্তান্তৰ যোগ্য স্থানিক চুক্তি (Transferable Spot Contracts)। হস্তান্তৰ যোগ্য স্থানিক চুক্তি হৈছে—যি চুক্তি এজনৰ পৰা আনজনলৈ হস্তান্তৰিত হৈ গৈ থাকে আৰু প্ৰথম বিক্ৰেতা জনে হস্তান্তৰৰ অন্তত শেষ ক্ৰেতাজনক চুক্তি অনুযায়ী পণ্য-দ্ৰব্য প্ৰদান কৰে। আইনখনে হস্তান্তৰহীন স্থানিক বা মজুত প্ৰদান চুক্তিৰ বাহিৰে সকলো চুক্তিকে সামৰি লৈছে।

পণ্য-দ্ৰব্য বিনিময় কেন্দ্ৰৰ নিয়ন্ত্ৰণ আৰু তাৰ ব্যৱসায়িক কাৰ্য্য

সূচাৰুৰূপে পালন কৰাৰ বাবে সম্পূৰ্ণ দৃষ্টি ৰাখিবলৈ আইনে 'ভৱিষ্য বজাৰ আয়োগ' ( The Forward Markets Commission ) নামত এটি স্থায়ী আয়োগ গঠন কৰি দিয়ে। প্ৰথম অৱস্থাত ভাৰত প্ৰতিৰক্ষা আইনৰদ্বাৰা নিয়ন্ত্ৰিত হোৱা পণ্য-দ্ৰব্যসমূহ আছিল তেলগুটি, ভেজিটেব'ল অইল, মা-মচলা, খাদ্য-শস্য, কপাহ, সূতা, কাপোৰ আৰু চেনি।

ভৱিষ্য চুক্তি আইন সম্বলিত চৰ্ত আৰু বিনিয়মসমূহ নিম্নলিখিত প্ৰকাৰৰ—

(ক) ভৱিষ্য বজাৰ আয়োগৰ অনুমোদন সাপেক্ষেহে পণ্য দ্ৰব্য বিনিময় কেন্দ্ৰক ৰাষ্ট্ৰই বা কেন্দ্ৰীয় চৰকাৰে স্বীকৃতি দিব। এনে স্বীকৃতি প্ৰাপ্ত পণ্য দ্ৰব্য বিনিময় কেন্দ্ৰইহে ভৱিষ্য আৰু অগ্ৰিম চুক্তিৰ ব্যৱসায়িক লেন্‌দেন্ কৰিবলৈ অনুমতি পাব।

ভৱিষ্য আয়োগৰ পৰামৰ্শ অনুসৰি ৰাষ্ট্ৰই স্বীকৃতি প্ৰাপ্ত ভৱিষ্য বজাৰৰ নীতি নিয়ম, উপবিধি আদি সলনি বা সংশোধন কৰিব পাৰে, কেন্দ্ৰৰ স্বীকৃতি প্ৰত্যাহাৰ কৰিব পাৰে, কেন্দ্ৰৰ পৰিচালনা সমিতিৰ ক্ষমতা বা অধিকাৰ অতিক্ৰম কৰিব পাৰে, কেন্দ্ৰৰ দৈনন্দিন কাৰ্য্য ক্ৰমণিকা অধিকতম সাত দিনৰ বাবে নিলম্বিত ( Suspend ) কৰিব পাৰে, কেন্দ্ৰৰ পৰিস্থিতি আৰু পৰিচালনা সম্পৰ্কে, কেন্দ্ৰৰ কোনো সদস্যৰ কৰ্তব্য কৰ্ম সম্পৰ্কে আৱধিক প্ৰতিবেদন দাখিল কৰিবলৈ নিৰ্দেশ দিব পাৰে, অধিকতম চাৰিজন প্ৰতিনিধি প্ৰতিখন স্বীকৃতিপ্ৰাপ্ত বিনিময় কেন্দ্ৰলৈ ৰাষ্ট্ৰই মনোনীত কৰিব পাৰে। মুঠতে ৰাষ্ট্ৰই ভৱিষ্য বজাৰ আয়োগৰ পৰামৰ্শ অনুযায়ী যিকোনো স্বীকৃতিপ্ৰাপ্ত পণ্য-দ্ৰব্য বিনিময় কেন্দ্ৰৰ ওপৰত সৰ্বাত্মক নিয়ন্ত্ৰণ প্ৰয়োগ কৰিব পাৰে।

(খ) এখন স্বীকৃতিপ্ৰাপ্ত পণ্য-দ্ৰব্য বিনিময় কেন্দ্ৰৰ উপবিধিত সন্নিবিষ্ট কৰিব পৰা প্ৰয়োজনীয় বিষয়সমূহ নিম্নলিখিত প্ৰকাৰৰ—

(১) কেন্দ্ৰৰ এটি নিজা হুণ্ডিৰ কাৰবাৰ চলোৱা সংস্থা ( Clearing House ) স্থাপন।



(২) কেন্দ্ৰৰ লেন্‌দেন্ পৰেকীয়া ভিত্তিত নিষ্পত্তি কৰাৰ ব্যৱস্থা।

(৩) একচেটিয়া ব্যৱসায় বা কৰ্ণাৰিং, স্কুইজ ( Squeeze ) আদি ব্যৱসায়িক লেন্‌দেন্ নিবাৰণ কৰাৰ ব্যৱস্থা।

(৪) পণ্য-দ্ৰব্যৰ বিভিন্ন সময়ৰ বজাৰ দৰ ( Rate ) নিৰ্ধাৰণ।

(৫) বিনিময় বজাৰৰ পণ্য দ্ৰব্যৰ চুক্তিৰ গুণ স্তৰ আৰু মান্যযোগ্য গুণ স্তৰৰ নিৰ্ধাৰণ।

(৬) ভৱিষ্য ব্যৱসায় সামৰি লোৱা চুক্তি অৰ্থৰ ( Contract or Margin Money ) মুঠ পৰিমাণৰ চৰ্ত আৰোপ।

(৭) দালালী ( Brokerage ) আৰু অন্যান্য কৰ-কাটল, মাচুল, ৰৰঙণি, জৰিমনা আদিৰ নিৰিখ নিৰূপণ।

(৮) উপবিধি উলংঘন কৰা সকলৰ শাস্তি বিধানৰ ব্যৱস্থা।

(৯) বজাৰ খোলা আৰু বন্ধ কৰাৰ সময় আৰু ব্যৱসায় সময়ৰ ব্যৱস্থাপনা।

(১০) ব্যৱসায় বন্দবস্তিৰ ( Settlement ) সময় নিৰূপণ, স্থগিত-কৰণ আৰু সালসলনি কৰাৰ দিন-বাৰ নিৰ্ধাৰণ।

(গ) পণ্য-দ্ৰব্যত ডব্বা ব্যৱসায় ( Dabba Trading ) আৰু ঐচ্ছিক ব্যৱসায় ( Option dealing ) নিষিদ্ধকৰণ।

(ঘ) কাৰ্ব লেন্‌দেন্ ( Kerb Transactions ) কেন্দ্ৰৰ ব্যৱসায়িক বন্ধনী আৰু ব্যৱসায় পৰিচালনা সময়ৰ বাহিৰে অবৈধ কৰা হৈছে।

(ঙ) ৰাষ্ট্ৰই অহস্তান্তৰিত বিশিষ্ট প্ৰদান চুক্তিকো ( Specific Delivery Contract ) ( এই চুক্তিত পণ্য-দ্ৰব্য আৰু টকা-পইচাৰ লেন্‌দেন্ ভৱিষ্যৎ কোনো বিশেষ তাৰিখত বিশিষ্ট গুণ স্তৰৰ পণ্য দ্ৰব্যৰ আদান-প্ৰদান স্থিৰীকৃত দৰত সম্পন্ন হয় ) নিয়ন্ত্ৰণাধীন কৰাৰ অধিকাৰ থাকিব।

(চ) ভৱিষ্য আইনৰ কোনো চৰ্ত যদি কোনো বিনিময় কেন্দ্ৰই

উলংঘা বা অমান্য কৰে, তেনেহলে সেই কেন্দ্ৰক শাস্তি বিধান আৰু দণ্ডনীয় কৰাৰ ক্ষমতা ৰাষ্ট্ৰৰ থাকিব।

(ছ) আইনত স্বীকৃতি প্ৰাপ্ত বিনিময় কেন্দ্ৰত ব্যৱসায় কৰা সকলৈ কিছুমান সুযোগ-সুবিধা আগবঢ়োৱাৰ দিহা আছে যেনে—

(১) কোনো অস্বীকৃত আৰু অনুজ্ঞা পত্ৰহীন পণ্য-দ্ৰব্যৰ বজাৰ চলিবলৈ অনুমতি দিয়া নহয়।

(২) বজাৰৰ জোখ-মাপৰ প্ৰকৃত নিয়ন্ত্ৰণ আৰু মানবিশিষ্টিকৰণ।

(৩) যিকোনো ব্যৱসায়িক বাদ-বিবাদ মতানৈক্য, বন্ধুত্বপূৰ্ণ আপোচ মীমাংসাৰদ্বাৰা নিষ্পত্তিকৰণৰ বাবে উৎসাহ দান।

(৪) চুক্তি অৰ্থৰ পৰিমাণ ইমানেই অধিক কৰা হয় যাতে অত্যধিক ভৱিষ্যাত্মক লেন্‌দেন্ বজাৰত প্ৰচলন নহয়।

(৫) কেন্দ্ৰৰ সম্পূৰ্ণ বা-বাতৰি আৰু দেশৰ বিভিন্ন কেন্দ্ৰৰ খা-খবৰ নিয়মীয়াকৈ সদস্যসকলক দিয়া হয় যাতে কোনো দালাল বা ব্যৱসায়ীয়ে লেন্‌দেনত অজ্ঞতাৰ সুবিধা লব নোৱাৰে।

(৬) সকলো ধৰণৰ লেন্‌দেন্ (যথা—পণ্য-দ্ৰব্যৰ প্ৰদান আৰু টকা-পইচাৰ আদায় বা পৰিশোধ সুকলমে নিষ্পত্তি কৰাৰ সুবিধা আৰু সুযোগ দান।

(জ) যি কোনো বিনিময় কেন্দ্ৰই যদি ভৱিষ্য ব্যৱসায় কৰিব খোজে তেন্তে সেই কেন্দ্ৰই চৰকাৰী স্বীকৃতিৰ বাবে কেন্দ্ৰীয় চৰকাৰলৈ নিৰ্ধাৰিত আবেদনপত্ৰ পূৰণ কৰি আবেদন কৰিব লাগিব। এনে আবেদনৰ লগত ভৱিষ্য চুক্তিৰ বিনিয়ম আৰু নিয়ন্ত্ৰণ উপবিধিৰ প্ৰতিলিপি আৰু বিনিময় সংস্থাৰ সংবিধানৰ প্ৰতিলিপিও সংলগ্ন কৰি দিব লাগে। আবেদনৰ পাছত আবেদন সংশ্লিষ্ট বিষয়সমূহৰ যথোচিত অনুসন্ধান আৰু পৰীক্ষা কৰি যদি সন্তোষজনক বুলি ভাবে তেতিয়াহে কেন্দ্ৰীয় চৰকাৰে সেই সংস্থাৰ স্বীকৃতি মঞ্জুৰ কৰে।



**ভৱিষ্য বজাৰ আয়োগ (Forward Market Commission) :**

২ চনৰ ভৱিষ্য চুক্তি (বিনিয়ম) আইন সম্বলিত ধাৰা অনুসৰি, ন্দ্ৰীয় চৰকাৰক—'ভৱিষ্য চুক্তি বজাৰ আয়োগ' নামত এটি আয়োগ ন কৰিবলৈ ক্ষমতা দিয়া হয়। উক্ত ক্ষমতাৰ ভিত্তিত কেন্দ্ৰীয় ৰকাৰে ভৱিষ্য বজাৰ আয়োগ গঠন কৰে।

এই আয়োগৰ সদস্য সংখ্যা ন্যূনতম দুজন আৰু অধিকতম তিনিজন হ'ব। সদস্যসকলৰ কেন্দ্ৰীয় চৰকাৰে মনোনীত কৰিব, তাৰে এজনক চৰকাৰে আয়োগৰ অধ্যক্ষ হিচাপে মনোনীত কৰিব। অধ্যক্ষ আৰু অন্য সদস্য কেইজন পূৰ্ণকালীন বিষয় ববীয়া (Chairman) হ'ব বা নহ'ব পাৰে। উক্ত সদস্য কেইজনৰ অন্ততঃ এজন ভাৰতীয় আগতীয়া বজাৰ সংক্ৰান্তত অভিজ্ঞ, অৰ্হতা সম্পন্ন আৰু প্ৰয়োজনীয় জ্ঞান লব্ধ হ'ব লাগিব। আয়োগৰ কোনো সদস্যকেই তিনি বছৰতকৈ অধিক কাল আয়োগৰ বিষয় বাব ধাৰণ কৰিবলৈ দিয়া নহয়; কিন্তু কোনো সদস্যই ইচ্ছা কৰিলে প্ৰতিদ্বন্দিতা কৰি পুনৰ নিৰ্বাচিত হ'ব পাৰে। আয়োগৰ বিষয় ববীয়াক পূৰ্ণকালীন কৰা বিষয়টো কেন্দ্ৰীয় চৰকাৰৰ ইচ্ছা সাপেক্ষ।

**আয়োগৰ কাৰ্য্যাৱলী (Functions,) :** নিম্নলিখিত কাৰ্য্যসমূহ আয়োগে সম্পাদন কৰিব লাগে।

(১) কোনো বিনিময় কেন্দ্ৰৰ স্বীকৃতি নাইবা প্ৰত্যাহাৰ কৰা আৰু আইনৰ কোনো ধাৰাৰ প্ৰয়োগ সংক্ৰান্তত কেন্দ্ৰীয় চৰকাৰলৈ পৰামৰ্শ দান।

(২) ভাৰতৰ আগতীয়া বজাৰ সংক্ৰান্তত যি কোনো সমস্যা বা ক্ৰিয়া-কলাপ সংঘটিত হলেই তাক কেন্দ্ৰীয় চৰকাৰক উপযুক্ত অনুমোদনেৰে অৱগত কৰোৱাৰ দায়িত্ব আয়োগৰ।

(৩) ভৱিষ্য বজাৰৰ সংগঠন আৰু কৰ্ম পদ্ধতি উন্নয়নৰ বাবে পৰামৰ্শ দান।

(৪) স্বীকৃতি প্ৰাপ্ত যি কোনো বিনিময় সংস্থাৰ হিচাপ-পত্ৰ আৰু সংৰক্ষণ কৰা অন্যান্য অভিলেখ ( Record ) পৰীক্ষা কৰা আয়োগৰ কাম।

(৫) ভৱিষ্য চুক্তি আইনৰ অন্তৰ্ভুক্ত বিভিন্ন পণ্য-দ্ৰব্যৰ ব্যৱসায়িক পৰিস্থিতি, অৱস্থা, আৰু লেন্‌দেন বা-বাতৰি সংগ্ৰহ কৰা আৰু প্ৰকাশ কৰা। সেইদৰে যিকোনো ভৱিষ্য বজাৰৰ সম্ভাৱনীয়তা সম্পৰ্কে অধ্যয়ন কৰা।

(৫) ভৱিষ্য আইনৰ বিভিন্ন চৰ্ত আৰু বিনিয়ম প্ৰয়োগ সম্পৰ্কে চৰকাৰক আৱধিক প্ৰতিবেদনদ্বাৰা অৱগত কৰোৱা কাৰ্য্য সম্পাদন।

(৭) বিভিন্ন বিনিময় সংস্থাৰ দৈনন্দিন কাৰ্য্য-কলাপ পৰিদৰ্শন আৰু তদাৰক কৰা আয়োগৰ কাৰ্য্যৰ অন্তৰ্গত বিষয়।

ভৱিষ্য চুক্তি ( বিনিময় ) আইনৰ ১৯৬৯ চনৰ সংশোধনী আইন অনুসৰি।

(ক) আয়োগৰ সদস্য সংখ্যা চাৰিজনলৈ বৃদ্ধি পায়।

(খ) স্বীকৃতি প্ৰাপ্ত বিনিময় কেন্দ্ৰৰ যিকোনো সদস্যৰ ওপৰত আয়োগৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণৰ অধিকাৰ আৰোপ। এই নিয়ন্ত্ৰণ বিশেষকৈ—

(১) কোনো সদস্য নিলম্বিত ( Suspend ) কৰা।

(২) বজাৰ সংক্ৰান্ত যি কোনো বা-বাতৰি আয়োগক যোগান ধৰিবলৈ নিৰ্দেশ দিয়াৰ অধিকাৰ।

(৩) সদস্যৰ হিচাপ পত্ৰ পৰীক্ষা কৰাৰ অধিকাৰ।

(গ) বিনিময় সংস্থাৰ ভৱিষ্য বজাৰ সংক্ৰান্ত উপবিধি সংশোধন কৰাৰ অধিকাৰ দান।

(ঘ) আয়োগলৈ সীমিত ভাৱে হলেও অসামৰিক আদালতৰ ক্ষমতা দান, যথা সদস্যলৈ চমন ( Summon ) জাৰি কৰা শপত গ্ৰহণ কৰা ইত্যাদি।



(৬) দেশত থকা সকলো বিনিময় সংস্থা আয়োগৰ কাৰ্য্যালয়ত তালিকাবদ্ধ নোহোৱা সম্পৰ্কে কৈফিয়ৎ বিচৰাৰ অধিকাৰ। সকলো সংস্থা তালিকাবদ্ধ হলে হস্তান্তৰযোগ্য বিশিষ্ট প্ৰদান চুক্তি আৰু অহস্তান্তৰিত বিশিষ্ট প্ৰদান চুক্তিৰ পৰিমাণ নিৰ্ণয় কৰিব পাৰি।

**(৮) বিনিময় কেন্দ্ৰৰ হুণ্ডি প্ৰচলন কেন্দ্ৰ ( Clearing House ) ঃ**

সংজ্ঞা ঃ সচৰাচৰ পণ্য-দ্ৰব্য বিনিময় কেন্দ্ৰৰ সমূহ টকা-কড়ি আৰু পণ্য-দ্ৰব্যৰ আদান প্ৰদান সুচাৰুৰূপে সম্পাদন কৰিবৰ অৰ্থে এটা পৃথক বিভাগ পালন কৰা হয়। উক্ত বিভাগক হুণ্ডিৰ কাৰবাৰ চলোৱা সংস্থা বুলি জনা যায়। প্ৰতিটো পণ্য-দ্ৰব্য বিনিময় কেন্দ্ৰৰ এটি হুণ্ডি বিভাগ থাকে। এই হুণ্ডি বিভাগ কেন্দ্ৰৰ নীতি নিয়ম বা উপবিধিৰদ্বাৰা (Bye-law) শাসিত হয়। বিনিময় কেন্দ্ৰৰ সকলো সদস্য ইয়াৰো সদস্য। পণ্য-দ্ৰব্য বিনিময় কেন্দ্ৰৰ এক প্ৰধান বৈশিষ্ট্য হৈছে এটি হুণ্ডি সংস্থা স্থাপন। যিকোনো ব্যৱসায়িক কালৰ অন্তত সকলো মানবিশিষ্ট চুক্তি আৰু পণ্য-দ্ৰব্যৰ নিষ্কাষণ সম্পন্ন কৰা হয়। বিনিময় বজাৰৰ সকলো ধৰণৰ চুক্তি হুণ্ডি প্ৰচলন সংস্থাৰ তালিকাভুক্ত হ'ব লাগিবই। প্ৰতিটো চুক্তিৰ উভয় চুক্তিবদ্ধ পক্ষই ভৱিষ্যৎ চুক্তি প্ৰকৃতাৰ্থত কাৰ্য্যকৰী কৰাৰ বাবে এটি নিৰ্ধাৰিত ক্ষুদ্ৰ পৰিমাণৰ অৰ্থ হুণ্ডি সংস্থা বা কোনো অনুমোদিত বেংক বা কেন্দ্ৰৰ কোনো বিষয় ববীয়াৰ ওচৰত জমা ৰাখিব লাগে, যাক চুক্তি অৰ্থ বা মাৰ্জিন ( Margin money ) বোলে। বিনিময় কেন্দ্ৰৰ হুণ্ডি সংস্থাই, কেন্দ্ৰৰ সকলো সদস্যই নিষ্পন্ন কৰা সমূহ চুক্তিক প্ৰত্যাভূতি ( Guarantee ) দিয়ে। ফট্‌কা বজাৰৰ দৈনন্দিন কামৰ সময়ত সম্পাদিত হোৱা সকলো লেন্‌দেন্‌, সংস্থাৰ প্ৰতি দিনৰ কাম-কাজ সামৰাৰ সময়ত চুক্তি অৰ্থ সমীকৰণ সংক্ৰান্ত সকলো কাৰ্য সম্পূৰ্ণ কৰা হয়।

**কৰ্ম পদ্ধতি ঃ** বিনিময় কেন্দ্ৰৰ যিকোনো দালালে বহুতো ক্ৰয় বা

বিক্ৰয়ৰ ভৱিষ্য চুক্তিত আৱদ্ধ হ'ব পাৰে। উক্ত ভৱিষ্য চুক্তি সমূহত ভৱিষ্যতৰ কোনো এটা নিৰ্দিষ্ট মাহত ক্ৰয়-বিক্ৰয় চুক্তি মতে পণ্য দ্ৰব্যৰ আদান প্ৰদান হ'ব পাৰে। সেই চুক্তিসমূহৰ উভয় পক্ষকে আমন্ত্ৰণ কৰাৰ পৰিবৰ্তে নিষ্কাষণ সংস্থাৰ জৰিয়তে দ্ৰব্য সামগ্ৰীৰ আদান-প্ৰদান কাৰ্য্য সমাধা কৰিব পাৰি।

প্ৰতিটো ভৱিষ্য চুক্তিৰ হৈ উভয় পক্ষই চুক্তি ধন' হুণ্ডি প্ৰচলন বিভাগ বা কোনো তৃতীয় পক্ষক জমা দিয়াটো অপৰিহাৰ্য্য। চুক্তি ধন জমা দিয়া কাৰ্য্য হুণ্ডি প্ৰচলন সংস্থাৰ ফলশ্ৰুতি। হুণ্ডি প্ৰচলন বিভাগৰ সকলো সদস্যই প্ৰতি দিনৰ লেন্‌দেনৰ অন্তত নিজৰ নিজৰ লেন্‌-দেনৰ প্ৰতিবেদন সংস্থাক দাখিল কৰিব লাগে। উক্ত প্ৰতিবেদনত ক্ৰয় বা বিক্ৰয় চুক্তি ভাগ কৰি, ক্ৰয়ৰ চুক্তি অৰ্থৰ মুঠ পৰিমাণ আৰু বিক্ৰয়ৰ চুক্তি অৰ্থৰ মুঠ পৰিমাণ উলিয়াই লাভ লোকচানৰ ৰাহি নিৰ্ণয় কৰি দিব লাগে। যদি আচল ৰাহিত (Net Balance) লোকচান হয়, তেনেহলে লোকচানৰ পৰিমাণৰ এখন চেক্ ( Cheque ) আৰু যদি আচল ৰাহিত লাভ হয়, তেন্তে এখন লাভৰ বিল ( Bill ) সংস্থাক প্ৰতিবেদনৰ লগত সংযুক্ত কৰি দিব লাগে। এনে প্ৰতিবেদন নিৰূপিত সময়ৰ ভিতৰত সংস্থাৰ কাৰ্য্যালয়ত জমা দিবই লাগিব। সংস্থাত ভৱিষ্য চুক্তিৰ বন্দৱস্তি দৈনিক, সাপ্তাহিক, পাক্ষিক আৰু মাসিক ভিত্তিত সম্পন্ন হয়। যেতিয়া কোনো শেষ বন্দবস্তি ( Final Settlement ) নিষ্পত্তি নহয়, তেতিয়া শেষ নিষ্পত্তি স্থগিত ৰাখি, আৱধিক বন্দৱস্তি ( Periodical Settlement ) দি আংশিক পৰিশোধৰ ব্যৱস্থা কৰা হয়।

সংস্থাৰদ্বাৰা সংঘটিত হোৱা সকলো ভৱিষ্য চুক্তিৰ বাবে বিনিময় কেন্দ্ৰই নিৰ্ধাৰিত কৰি দিয়া সামান্য পৰিমাণৰ মাচুল সদস্য সকলে দিব লাগে। সাধাৰণতে হুণ্ডি সংস্থাই দুই ধৰণৰ বন্দৱস্তি দিয়ে, যেনে—

(ক) প্ৰত্যক্ষ বন্দৱস্তি য'ত লেন্‌দেনত কেৱল ক্ৰেতা আৰু বিক্ৰেতা এই দুই পক্ষহে থাকে।



(খ) বহুনী বন্দৱস্তি-য'ত ক্ৰেতা-বিক্ৰেতাৰ বহু পক্ষ থাকে। এই বন্দৱস্তিৰ ব্যৱস্থা সমগ্ৰ পৃথিৱীতে থাকে।

**(৯) উপকাৰিতা ঃ** (ক) হুণ্ডিৰ প্ৰচলন সংস্থাই সদস্যসকলৰ চুক্তিধন অৰ্জনৰ উদ্দেশ্যে কৰা ভৱিষ্য চুক্তিৰ সংখ্যা হ্ৰাস কৰে।

(খ) প্ৰতিজন সদস্যই ব্যক্তিগত সকলো লেন্‌দেন্ সংস্থাৰ জৰিয়তে প্ৰতি দিনৰ প্ৰতিবেদনদ্বাৰা নিষ্পত্তি কৰিবলৈ সুযোগ পায়।

(গ) ভৱিষ্য চুক্তিৰ লেন্‌দেন্ সহজ কৰে।

(ঘ) প্ৰতিটো চুক্তিৰ পণ্য দ্ৰব্যৰ প্ৰদান আৰু অৰ্থ পৰিশোধৰ সম্পূৰ্ণ সুৰক্ষণ দিয়ে।

(ঙ) ঋণ প্ৰতিৰক্ষাৰ ( Credit Insurance ) দ্বাৰা সংস্থাই সদস্য-সকলৈ বিশেষ সেৱা আগবঢ়ায়।

(চ) সদস্যসকলৰ সকলো চুক্তি, চুক্তিধন আদায়দ্বাৰা সংস্থাই সুৰক্ষিত কৰে।

(ছ) হুণ্ডি প্ৰচলন সংস্থাই ক্ৰয়-বিক্ৰয় চুক্তিৰ দৰ নিৰূপণ কৰাত সদস্যসকলক সহায় কৰে।

**(১০) পণ্য দ্ৰব্যৰ বিনিময় বজাৰ লণ্ডন টি এক্স্‌চেঞ্জ ( London Tea Exchange ) ঃ** "লণ্ডন চাহ বিনিময় কেন্দ্ৰ" চাহপাত বজাৰত সমগ্ৰ পৃথিৱীৰ ভিতৰতে বৃহৎ। লণ্ডনৰ মিনচিংলেনত ( Mincing Lane ) এই বজাৰ।

পৃথিৱীৰ বিভিন্ন চাহ উৎপাদনশীল দেশৰপৰা ইয়ালৈ চাহপাত আমদানি হয়, আৰু বিভিন্ন পণ্যাগাৰ আৰু গুদামত ইয়াক সঞ্চয় কৰা হয়।

এই বজাৰত চাহপাত নিলামত ( Auction ) বিক্ৰী হয়। নিলাম বিক্ৰী জনসাধাৰণৰ বাবে মুক্ত। নিলাম বিক্ৰীত অংশ গ্ৰহণ কৰি সকলো মানুহেই প্ৰত্যক্ষ ভাবে চাহপাত ক্ৰয় কৰিব পাৰে।

চাহ বিনিময় কেন্দ্ৰৰ ব্যৱসায়িক ক্ৰয় বিক্ৰয় কোঠাত এই নিলাম ডাক পৰিচালনা কৰা হয়, কিন্তু বৃহৎ পৰিমাণৰ চাহৰ ক্ৰয়-বিক্ৰয় সদায় দালালৰ জৰিয়তে সম্পন্ন হয়।

বিক্ৰী দালালে (Selling broker) আমদানিকাৰীৰ (Importer) হৈ আৰু ক্ৰেতা দালালে ( Buying broker ) ক্ৰেতাৰ ( Buyer ) হৈ ক্ৰয়-বিক্ৰয় কাৰ্য্য সমাধা কৰে। ক্ৰয়-বিক্ৰয় চুক্তি সম্পন্ন হোৱাৰ পাছত চুক্তিৰ দলিল পত্ৰসমূহ ফিল্‌পট্‌ লেনত ( Philpot lane ) থকা কেন্দ্ৰীয় চাহ নিষ্কাষণ সংস্থাৰ ( Central Tea Clearing House ) কাৰ্যালয়ত জমা দিব লাগে আৰু তাতেই হিচাপ-পত্ৰ নিষ্পত্তি কৰা যায়। ক্ৰয়-বিক্ৰয় চুক্তি সংক্ৰান্তত কিবা বিবাদ বা মতানৈক্য ঘটিলে তাক আপোচ মীমাংসাৰ জৰিয়তে নিষ্পত্তি কৰাৰ নিয়ম

সাধাৰণতে যেতিয়া কোনো আমদানিকাৰীয়ে চাহপাতৰ চালান ( Consignment ) পায়, তেতিয়া তেওঁ তেওঁৰ দালালক বিক্ৰীৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰে। দালালে এখন তালিকা প্ৰস্তুত কৰে। উক্ত তালিকাত চাহপাতৰ বিৱৰণ, ওজন, গুণ, চাহপাতৰ অংশ ( Lot ) আদি সন্নিৱিষ্ট কৰা হয়। দালালজনে নমুনা আৰু গুণ স্তৰ (Trade) প্ৰস্তুত কৰে।

দালালজনে প্ৰস্তুত কৰা তালিকাখন সম্ভাব্য গ্ৰাহকলৈ নিলামৰ তাৰিখ আৰু নমুনা চাবৰ বাবে পণ্যাগাৰৰ নাম ঠিকনা লিখি প্ৰেৰণ কৰে। বিভিন্ন দেশৰ চাহপাতৰ বাবে নিলামৰ দিনো পৃথক পৃথক। ভাৰতীয় চাহ—সোম আৰু বুধবাৰ, শ্ৰীলংকাৰ চাহ—মংগল আৰু বৃহস্পতিবাৰ, জাভা আৰু অন্যান্য দেশৰ চাহ—বৃহস্পতি বাবে নিলামৰ দিন কেন্দ্ৰই নিৰূপণ কৰি দিছে। নিলাম বিক্ৰীত গ্ৰাহকসকলে প্ৰতি অংশ ( Each lot ) চাহপাতৰ বাবে প্ৰতিদ্বন্দ্বিতামূলক ডাক দিয়ে। সাধাৰণতে নিলাম ডাকৰ সময়ত নিৰ্দিষ্ট পৰিমাণৰ নিলাম ধন জমা দিব



লাগে। উচ্চতম ডাক দিওঁতাজনৰ সেই ধন কেন্দ্ৰৰ কৰ্তৃপক্ষ বা হুণ্ডিৰ কাৰবাৰী সংস্থা বা কোনো তৃতীয় ব্যক্তিৰ হাতত জমা থাকে। নিলামৰ পাছত বিক্ৰেতা দালালে তেওঁৰ গৰাকীলৈ ( Principal ) প্ৰতিটো চাহ অংশ বিক্ৰীৰ পূৰ্ণ বিৱৰণ দি 'চুক্তি টোকা' (Contract Note) পঠায়। সমানহাতে বিক্ৰেতা দালালে ক্ৰয় দাম, গুণ, স্তৰ পৰিমাণ আদি বিৱৰণৰ লগতে তেওঁ ক্ৰয় কৰা সময়ত জমা দিয়া অৰ্থৰ পৰিমাণ বাদ দি দিব লগা পইচাৰ হিচাপ দি এটি "ওৱেইট ন'ট ( Weight Note ) ক্ৰেতা দালাললৈ পঠায়।

উক্ত অৱশিষ্ট ক্ৰয় মূল্য "প্ৰম্পট্‌ ডে"ৰ ( Prompt Day ) দিনা বা তাৰ আগতে দিব লাগে। আচলতে উক্ত 'প্ৰম্পট্‌ ডে' তিনি মাহৰ শেষত পৰে। উক্ত অৱশিষ্ট ক্ৰয় মূল্য দিয়াৰ পাছতহে ক্ৰেতাক পণ্যাগাৰ ৰচিদ ( Warehouse warrent ) দিয়া হয়। সেই ৰচিদ দাখিল কৰিলেহে পণ্যাগাৰে মাল প্ৰদান কৰে। অথবা অৱশিষ্ট ক্ৰয় মূল্য পণ্যাগাৰ ৰচিদৰ বিপৰীতে পৰিশোধ কৰিব লাগে আৰু উক্ত ৰচিদ দাখিল কৰি মাল খালাচ লব পাৰে। সেই সময়ৰ ভিতৰত পণ্যাগাৰৰ পৰা মাল খালাচ নকৰিলে ক্ৰেতাই সেই মালৰ বাবে পণ্যাগাৰৰ ভাড়া ভৰিব লগা হয়।

**দি ইষ্ট ইণ্ডিয়া কটন এছ'চিয়েচন লিমিটেড, ব'ম্বে ( The East India Cotton Association Ltd. Bombay )** ঃ ইষ্ট্‌ ইণ্ডিয়া কটন এছ'চিয়েচনৰ প্ৰতিষ্ঠা হয় ১৯২১ চনত। ই এখন কপাহ ব্যৱসায়ী সকলৰ প্ৰধান বাণিজ্যিক সন্থা। ১৯২১ চনত এই সন্থা গঠন হোৱাৰ পূৰ্বে বোম্বাই ৰাজ্যৰ সমগ্ৰ কপাহ ব্যৱসায় ব'ম্বে কটন ব্ৰ'কাৰছ্‌ এছ'-চিয়েচন ( Bombay Cotton Brokers Association ) আৰু ব'ম্বে মিল অ'নাৰছ্‌ এছ'চিয়েচনৰদ্বাৰা ( Bombay Mill Owners Association ) পৰিচালিত আৰু নিয়ন্ত্ৰিত হৈছিল।

১৯২১ চনৰপৰা সমগ্ৰ ব'ম্বে ৰাজ্যৰ বৰ্তমান মহাৰাষ্ট্ৰ আৰু গুজৰাটৰ কপাহৰ ব্যৱসায় এই সন্থাৰ হাতলৈ আহে।

এই সন্থা গঠনৰ উদ্দেশ্য—

(ক) কপাহ বিনিময় কেন্দ্ৰৰ বাবে এক উপযোগী স্থানৰ ব্যৱস্থা কৰা।

(খ) কপাহ ব্যৱসায়ত উপযুক্ত আৰ্হিৰ চুক্তি প্ৰবৰ্তন কৰা আৰু ব্যৱসায়িক লেন্দেন্ নিষ্পত্তি কৰিবৰ বাবে এটি হুণ্ডিৰ কাৰবাৰ চলোৱা সংস্থা স্থাপন কৰা।

(গ) কপাহ ব্যৱসায়ত হোৱা যি কোনো ব্যৱসায়িক বিবাদ নিষ্পত্তি কৰাৰ সুযোগ দিয়া।

(ঘ) সৰ্বভাৰতীয় ভিত্তিত কপাহ আৰু কাপোৰ ব্যৱসায়লৈ উপযুক্ত সা-সুবিধা ( যথা—গুণ স্তৰ, পৃথকীকৰণ, পৃথিৱীৰ বিভিন্ন দেশৰ কপাহ আৰু কাপোৰ সম্পৰ্কীয় বা বাৰ্তাৰ সংগ্ৰহ আৰু বণ্টন, সমজাতীয় নিয়ম-কানুন, প্ৰথাগত পদ্ধতি, বিনিময়ৰ ব্যৱস্থা কৰা আদি ) আগবঢ়োৱা।

১৯৫২ চনত ভৱিষ্য চুক্তি ( বিনিয়ম ) আইন প্ৰণয়ন হোৱাৰ পাছত, এই সন্থাক উক্ত আইন অনুসৰি পুনৰ সংগঠন কৰা হয়। আইনগত সংগঠনৰ পাছত এই সন্থাই ১৯৫৬ চনৰ জুন মাহৰপৰা কপাহ বিনিময় কেন্দ্ৰ হিচাপে ভৱিষ্য ব্যৱসায় কৰিবলৈ অনুমতি পায়।

এই কেন্দ্ৰ সীমাবদ্ধ নিগম ৰূপে সংগঠিত। সঞ্চালক পৰিষদৰ সদস্য সংখ্যা বাইশ জুন। পৰিষদৰ সদস্যই ক্ৰেতা, বিক্ৰেতা, দালাল, সহযোগী সদস্য কপাহ খেতিয়ক ভাৰতীয় কেন্দ্ৰীয় কপাহ সমিতি, ভৱিষ্য বজাৰ আয়োগ, আৰু সদস্যৰ সাধাৰণ পৰিষদক প্ৰতিনিধিত্ব কৰে। বিভিন্ন মহলাৰপৰা নিৰ্বাচিত আৰু মনোনীত সদস্যৰ সংখ্যা তলত দিয়া ধৰণৰ—

(১) ক্ৰেতাৰ তালিকাৰপৰা চাৰিজন



(২) বিক্ৰেতাৰ তালিকাৰপৰা চাৰিজন

(৩) দালালৰ মাজৰপৰা চাৰিজন

(৪) সহযোগী সদস্যৰপৰা দুজন ( Associated members )

(৫) উল্লেখিত চৈধ্যজন সদস্যই সদস্যসকলৰ 'সাধাৰণ পৰিষদত' তিনিধিত্ব কৰিবলৈ এজন সহযোজিত ( Co-opted member ) স্য লয়।

(৬) ভাৰতীয় কেন্দ্ৰীয় কপাহ সমিতিৰ মনোনীত চাৰিজন

(৭) ভৱিষ্য বজাৰ আয়োগ মনোনীত তিনিজন

মুঠ সদস্য—বাইশজন।

বিনিময় কেন্দ্ৰৰ সাধাৰণ পৰিষদলৈ কপাহ খেতিয়কসকলৰ মাজৰ-ৰা সাতজন সদস্য মনোনীত কৰি লোৱা হয়। উল্লেখিত কেন্দ্ৰৰ লক পৰিষদক কেন্দ্ৰৰ বিভিন্ন ব্যৱসায়িক কাৰ্য্য-কলাপ পৰিচালনাত হায় কৰিবৰ বাবে পাঁচখন পৃথক পৃথক সমিতি আছে। এই সমিতি-মূহৰ পালনীয় কৰ্তব্য কৰ্মও বেলেগ বেলেগ।

(১) কেন্দ্ৰৰ হুণ্ডিৰ কাৰবাৰ চলোৱা সংস্থা সমিতি (Clearing House Committee) যি অৰ্থ কড়িৰ শোধ-পৰিশোধ আৰু পণ্য দ্ৰব্যৰ চুক্তিৰ বন্দবস্তি দিয়ে।

(২) সমীক্ষা সমিতি ( Survey Committee ) ঃ যি কপাহৰ গুণাগুণ লৈ হোৱা মতবিৰোধৰ মীমাংসা দিয়ে।

(৩) প্ৰামাণিক সমিতি ( Standards Committee ) ঃ যি কপাহৰ বিভিন্ন মান নিৰূপণ কৰে।

(৪) দৈনন্দিন হাৰ সমিতি ( Daily Rate Committee ) ঃ যি কপাহৰ গুণস্তৰ অনুযায়ী বজাৰ দৰ নিৰ্ধাৰণ কৰে।

(৫) **বন্ধনী সমিতি ঃ** বন্ধনীৰ ভিতৰত সুচাৰুৰূপে ব্যৱসায় পৰিচালনা কৰিবলৈ এই সমিতিক দায়িত্ব দিয়া হৈছে।

সাধাৰণতে এই বন্ধনীৰ ভিতৰত সংস্থাৰ ব্যৱসায়িক লেন্‌দেন্ দিনৰ বাব বজাৰপৰা গধূলী পাঁচ বজাৰ ভিতৰত সম্পাদিত হয়। বন্ধনীৰ ভিতৰত কেন্দ্ৰৰ ব্যৱসায় পৰিচালনা কৰা কৰ্ম কৰ্তা সকলে সকলোবোৰ পণ্য দ্ৰব্যৰ প্ৰস্তাৱিত মূল্য (Offers) আৰু তাৰ গ্ৰহণৰ (Acceptance অভিলেখ লিপিবদ্ধ কৰে। পণ্য-দ্ৰব্য আদান-প্ৰদানৰ সময় বছৰত তিনি মাহ ( যথা ফেব্ৰুৱাৰী, মে' আৰু আগষ্ট ) নিৰ্ণয় কৰি দিয়া হৈছে।

বিনিময় কেন্দ্ৰত কপাহ সঞ্চয় কৰিবৰ বাবে নিজা সঞ্চয়াগাৰৰ সুবিধ আছে। কেন্দ্ৰই দুই গুণ স্তৰৰ কপাহ বিক্ৰী কৰিবৰ বাবে ব্যৱস্থা কৰিছে তাবে এবিধৰ নাম “জাৰিলা ২৫/৩২” ( Jarilla—25/32 ) মিহি, আৰু আনবিধ “বিজয় ২৭/৩২” মিহি ( Vijoy 27/32-Fine )।

বোম্বাই চহৰৰ কলবাদেৱী আৰু শিউৰীত সন্থাৰ নিজা বৃহৎ পকী ঘৰ আছে। কলবাদেৱীত থকা সন্থাৰ ঘৰটিক ‘কপাহ বিনিময় কেন্দ্ৰ’ ( Cotton Exchange ) বুলি জনা যায়—য'ত ভৱিষ্য ব্যৱসায় পৰিচালনা কৰা হয়। ইয়াতেই কেন্দ্ৰৰ হুণ্ডিৰ কাৰবাৰী সংস্থাৰ বিভাগটিও আছে। শিউৰীত থকা ঘৰটি “কটন গ্ৰীণ” ( Cotton Green ) নামে পৰিচিত। ইয়াত সঞ্চয়াগাৰ, আৰু গুদামৰ ব্যৱস্থা আছে। ইয়াতেই সন্থাৰ কপাহৰ স্থানিক বা নগদ ব্যৱসায় (Spot or Cash Trading) পৰিচালিত হয়। সন্থাৰ বিনিময় কেন্দ্ৰত ভৱিষ্য চুক্তিৰ ভিতৰত প্ৰতিৰক্ষিত চুক্তি অত্যধিকভাৱে সম্পন্ন হোৱা দৃষ্টিগোচৰ হয়।

**ফট্‌কা ব্যৱসায় ( Speculation ) ঃ** ‘স্পেকুলেচন’ এই প্ৰতি শব্দটিৰ মূল “স্পেকুলেয়াৰ” ( Speculare )। ই লেটিন শব্দ। স্পেকুলেয়াৰ শব্দৰ অৰ্থ বহু দূৰৰ পৰা চোৱা, (Look at from a far)। ভৱিষ্যতে হ'ব পৰা কোনো ঘটনা বা পৰিণাম সম্পৰ্কে এতিয়াই দৃষ্টিপাত কৰাৰ ইংগিত সূচায়। অৰ্থাৎ এই শব্দৰ বোধগত অৰ্থ—ভৱিষ্যৎ চিন্তন।



ব্যৱসায় জগতত এই শব্দৰ প্ৰয়োগে এখন বজাৰত পণ্য দ্ৰব্য বা মিন পত্ৰ—এটা সময়ত লাভ কৰাৰ উদ্দেশ্যে ক্ৰয় বা বিক্ৰী কৰি আন টা সময়ত সেই বজাৰতে বিক্ৰী বা ক্ৰয় কৰা সূচায়। বৰ্তমান, সময়ৰ ণ্য দ্ৰব্য বা জামিন পত্ৰৰ মূল্যৰ লগত ভৱিষ্যতে হ'ব পৰা মূল্যৰ তাৰ-ম্যক ( Difference ) লক্ষ্য কৰা কাৰ্য্যই ব্যৱসায়িক লেন্‌দেনত ভৱিষ্যৎ চিন্তন সেই তাৰতম্যই প্ৰকৃতাৰ্থত লাভ বা লোকচান। ক্তিকে ব্যৱসায়ত সেই ভৱিষ্যৎ, তাৰতম্যৰ প্ৰতি দৃষ্টি ৰাখিব পৰা মানুহজনক ভৱিষ্যবাদী বা, ফট্‌কা বাজ, বা ফট্‌কা ব্যৱসায়ী ( Speculator ) আৰু সেই ব্যৱসায়ক ভৱিষ্য ব্যৱসায় বা ফট্‌কা ব্যৱসায় ( Speculation ) বুলিব পাৰি।

ফট্‌কা ব্যৱসায়ীজনে পণ্য দ্ৰব্য বা জামিন পত্ৰ কেৱল অনুমান সিদ্ধ মূল্য পৰিবৰ্তনৰদ্বাৰা লাভ বা উপাৰ্জন কৰাৰ আশাত ক্ৰয়-বিক্ৰয় কৰে। সেয়ে ফট্‌কাবাজ জনৰ ভৱিষ্যৎ চিন্তন যদি অথলে যায়, তেতিয়া তেওঁৰ বৃহৎ পুঁজি লোকচান যাব আৰু যদি অনুমান সফল হয়, তেন্তে তেওঁ লাভ কৰিব। ফট্‌কা ব্যৱসায়ী সেইজনেই যি নিজৰ পুঁজি এনে এক উদ্যমত বিনিয়োগ কৰে, যি উদ্যমৰ বিপদ বা আশংকা সম্পৰ্কে কোনেও নাজানে।

পণ্য দ্ৰব্য বা ষ্টক বিনিময় কেন্দ্ৰৰ ব্যৱসায়ী সেইজনেই যি বিনিময় কেন্দ্ৰত পণ্য দ্ৰব্য বা জামিন পত্ৰৰ দৰদাম উঠা নমাৰ সম্ভাৱনীয়তাৰ ওপৰত ভিত্তি কৰি ব্যৱসায় কৰে। তেওঁলোকে পণ্য দ্ৰব্য বা জামিন পত্ৰ সম্পত্তি হিচাপে ৰাখি তাৰপৰা নিয়মীয়া লাভ কৰিবলৈ ক্ৰয়-বিক্ৰয় নকৰে। তেওঁলোকে পণ্য দ্ৰব্য বা ষ্টক্ বিনিময় কেন্দ্ৰত ক্ৰয়-বিক্ৰয় কৰে, কেৱল তাৰ মাজৰ তাৰতম্যৰপৰা লাভ অৰ্জন কৰিবলৈ। এনে ব্যৱসায়ীৰ ব্যৱসায় প্ৰবিধি বা কৌশল ( Business Technique ) আৰু সাধাৰণ ব্যৱসায়িক বাৰ্তা বিষয়ত গভীৰ জ্ঞান আৰু দখল থাকে।

সেয়ে ফট্‌কা বাজে ভৱিষ্যৎ ব্যৱসায়ৰ প্ৰবাহ নিজৰ অন্তৰ্দৃষ্টিৰেহে বিচাৰ বিবেচনা কৰে। ভিন্ ভিন্ উপাদানে এজন ফট্‌কাবাজৰ ভৱিষ্যৎ গণনা ওলট-পালট কৰি ব্যৱসায়ত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিব পাৰে। যিহেতু ব্যৱসায়ীজনৰ ব্যৱসায়েই ভৱিষ্যাত্মক। ফট্‌কা ব্যৱসায়ক সেইকাৰণে প্ৰবৃত্তি আৰু সুযোগৰ প্ৰতিযোগিতা বুলি ব্যাখ্যা কৰা হয়।

ফট্‌কা ব্যৱসায়ত শুভ আৰু অশুভ উভয় দিশেই দৃষ্টিগোচৰ হয়। শুভ ফট্‌কা সঞ্চাৰণে ( Sound Speculative motive ) পণ্য-দ্ৰব্য বা জামিন পত্ৰৰ বজাৰ দৰ স্থায়ী কৰাত সাহায্য কৰে আৰু নতুন উদ্যম গঢ়াৰ পথ প্ৰশস্ত কৰে। আনহাতে অশুভ ফট্‌কা সঞ্চাৰণে আৰ্থিক অৱস্থাত সংকটৰ সৃষ্টি কৰে।

**ফট্‌কা ব্যৱসায় ঃ অৰ্থনৈতিক ব্যৱস্থা (Economics of Speculation) ঃ** নিম্নোল্লিখিত উপাদান কেইটিকে শুভ ফট্‌কা ব্যৱসায়ক নায্য বুলি প্ৰমাণ কৰিব পাৰি।

(১) যোগান আৰু চাহিদাৰ মাজত ভাৰসাম্যৰ স্থায়ীত্ব প্ৰদান কৰি ফট্‌কা ব্যৱসায়ে দৈনন্দিন বজাৰ দৰক ঋতু-কালীন দৰৰ ( Seasonal market Price ) সমপৰ্য্যায় কৰে। কেঁচা সামগ্ৰী সৰ্বস্ব উদ্যোগত লোকচানৰ আশংকা অধিক থাকে, কাৰণ কেঁচা সামগ্ৰীৰ যোগান সদায় অনিৰ্দিষ্ট। কেঁচা সামগ্ৰীৰ যোগানৰ পৰিমাণ হ্ৰাস পোৱাৰ লগে লগে তাৰ বজাৰ দৰ উৰ্ধমুখী, হয়, যদি অন্য ক্ৰিয়মান শক্তিয়ে যেতিয়া ক্ৰিয়া নকৰে, তেনে সামগ্ৰীৰ বজাৰ দৰ চূড়ান্ত পৰ্য্যায় পাবগৈ পাৰে। সেই অন্য শক্তি হ'ল মধ্যম ব্যক্তিৰ কাৰ্য্য-কলাপ। তেওঁলোকৰ কাৰ্য্যকাৰিতাৰ ধৰণেই ( mode of operation ). ভৱিষ্য ঘটনা প্ৰবাহ নিৰ্ণয় কৰে। যদি তেওঁলোকে চিন্তা কৰে, যে বজাৰ দৰ পৰি যাব, তেতিয়া তেওঁলোকে পণ্য সামগ্ৰী ভৱিষ্য প্ৰদান ভিত্তিত বিক্ৰী



কৰিব, আৰু যদি তেওঁলোকে ভাবে যে পণ্য সামগ্ৰীৰ বজাৰ দৰ উৰ্ধ্ব-গামী হ'ব, তেতিয়া তেওঁলোকে ভৱিষ্য প্ৰদান ভিত্তিত ক্ৰয় কৰিব। বৰ্তমানৰ বিক্ৰীয়ে বজাৰ দৰ আপাতভাৱে নিম্নগামী কৰে যদিও, ধাৰণা মতে হঠাৎ অধঃপতিত হোৱাৰ মাত্ৰা হ্ৰাস কৰে। সেইদৰে বৰ্তমান ক্ৰয় কাৰ্য্যই বজাৰ দৰ সোনকালে উৰ্ধগামী কৰে যদিও অনুমান ধাৰণা অনুসৰি অতি দ্ৰুত উত্থানত বাধা আৰোপ কৰে।

যদি উল্লেখিত বজাৰ দৰ হ্ৰাস-বৃদ্ধিৰ যি কোনো দিশত ফট্‌কা ব্যৱসায়ীৰ ধ্যান ধাৰণা বা ভৱিষ্য গণনা শুদ্ধ হয়, তেনেহলে বজাৰ দৰ সুস্থিৰ হোৱাৰ ফালে ঢাল খাব আৰু চূড়ান্ত উত্থান-পতন প্ৰতিহত কৰিব।

(২) উৎপাদক, শিল্প নিৰ্মাতা আৰু গ্ৰাহকৰ ক্ষতি বা বিপদৰ সম্ভাৱনা ফট্‌কা ব্যৱসায়ীয়ে নিজে বহন কৰি, তেওঁলোকক সেই ক্ষতিৰ পৰা উদ্ধাৰ কৰে। কোনো সময়ত শিল্প উদ্যোক্তাই নিজেও ভৱিষ্য প্ৰতিৰক্ষিত চুক্তিৰ জৰিয়তে লাভ লোকচানৰ মাজত সমতা স্থাপন কৰিব পাৰে।

(৩) সুদক্ষ ফট্‌কা ব্যৱসায়ীয়ে যোগানৰ সুগম বন্টনত সাহায্য কৰে। এই বিষয়ত তেওঁলোক উৎপাদকৰ ডাঙৰ সহায়ক। ফট্‌কা ব্যৱসায়ে উৎপাদন আৰু নিয়োগত সুস্থিৰতা আহৰণ সম্ভৱপৰ কৰে। উৎপাদিত সামগ্ৰীৰ যোগান আৰু চাহিদাৰ মাজত সমন্বয় ঘটাবলৈ সাহায্য প্ৰদান কৰে, কাৰণ তেওঁলোকে যোগান আৰু বজাৰ দৰৰ অনিশ্চয়তা নিজ কাৰ্য্য পন্থাৰদ্বাৰা বহু পৰিমাণে হ্ৰাস কৰে।

(৪) ফট্‌কা ব্যৱসায়ীয়ে সময় আৰু স্থানৰ উপযোগিতা সৃষ্টি কৰে। সচল ব্যৱসায়ীয়ে বজাৰ দৰ অপেক্ষাকৃতভাৱে সস্তা সময়ত ক্ৰয় কৰি, দৰ বৃদ্ধিৰ সময়ত বিক্ৰীয়েই নকৰে, বৰঞ্চ তেওঁ য'ত বজাৰ দৰ তুলনামূলকভাৱে কম তাত ক্ৰয় কৰি য'ত বজাৰ দৰ অধিক তাত

বিক্ৰীও কৰে। তাৰ ফলত বিভিন্ন স্থানৰ বজাৰ দৰৰ তাৰতম্য নাইকিয়া কৰে।

(৫) ফট্‌কা ব্যৱসায়ে পণ্য সামগ্ৰী মানবিশিষ্ট আৰু গুণ বিভাজন কৰিবলৈ (বিশেষকৈ বিনিময় কেন্দ্ৰসমূহত বজাৰকৰণ কৰা দ্ৰব্য সামগ্ৰীৰ) অনুপ্ৰেৰণা দিয়ে।

(৬) ফট্‌কা ব্যৱসায়ে নতুন উদ্যম বা প্ৰকল্প গঢ়ি তোলাত উদ্গনি দিয়ে। ই পণ্য দ্ৰব্য বা জামিন পত্ৰৰ মজুত অৱস্থা (Cash position) স্বচ্ছল ৰখাৰ সহায়ক হয়।

**অবৈধ ফট্‌কা ব্যৱসায় বা জুৱাখেল (Illegitimate Speculation or gambling) ঃ** যি ফট্‌কা ব্যৱসায়ীয়ে অন্ধ আৰু অজ্ঞ হৈ অতি লাভ আহৰণ কৰাৰ আশাত বৃহৎ ফট্‌কা লেন্‌দেন্ চালনা কৰে তেনে ব্যৱসায়ক অবৈধ ফট্‌কা ব্যৱসায় বা জুৱাখেল বুলি চিহ্নিত কৰিব পাৰি। এনে ফট্‌কা লেন্‌দেনত কৰ্ণাৰিং বা একচেটিয়া কাৰবাৰ, ধলাই বিক্ৰী (Wash Sale) আদি অন্তৰ্ভুক্ত হয়। এনে লেন্‌দেন্ সচৰাচৰ উচ্চ দক্ষতা সম্পন্ন আৰু অবিবেকী ফট্‌কাবাজে কৰে। এনে ব্যৱসায়ত ক্ষতিৰ সম্ভাৱনা পূৰামাত্ৰাই থাকে। কেতিয়াবা সমগ্ৰ নিয়োজিত পুঁজিয়েই শেষ হ'ব পাৰে; কিন্তু কাৰ্য্যতঃ দেখা যায়, তেওঁলোকৰ ক্ষতি অলপেই হয়, অথবা কেতিয়াবা সমূলি নহয়। যিহেতু তেওঁলোকে ঋণ কৰা অৰ্থৰে ব্যৱসায় কৰে বা কেতিয়াবা কোনো মূলধন নোহোৱাকৈয়ে কৰে। ষ্টক্ বিনিময় কেন্দ্ৰত বুল আৰু বিয়েৰ (Bull & Bear) ফট্‌কাবাজে জামিন পত্ৰৰ সাৰ্বজনীন চাহিদা নিজ নিজ অভিসাধনৰদ্বাৰা প্ৰভাৱন্বিত কৰিবলৈ প্ৰচেষ্টা চলায়। যেতিয়া জামিন পত্ৰৰ দৰৰ চাহিদা চূড়ান্ত পৰ্য্যায়লৈ যায়, তেতিয়া তেওঁলোকে সমূহ পত্ৰ অজস্ৰ লাভ লৈ বিক্ৰী কৰি দিয়ে, অথবা যেতিয়া জামিন পত্ৰৰ বজাৰ দৰ নিম্নতম পৰ্য্যায় পায়গৈ, তেতিয়া তেওঁলে'কে প্ৰায় সমূহ পত্ৰ অজস্ৰ লাভ ৰাখি ক্ৰয় কৰি লয়।



এনে জাতীয় ফট্‌কা লেন্‌দেন্ আচলতে অবৈধ বা বে-আইনী। এই ৱসায়ক জুৱাখেল বুলি চিহ্নিত কৰা যায়। এনে ক্ষতিকৰ ব্যৱসায় নাই বাহিৰা বিনিয়োগকাৰীক (Private investors) ধ্বংস কৰে ৰু আনফালে বজাৰ দৰৰ ক্ষেত্ৰত উগ্ৰ চলতাৰ (violent fluctuations) সৃষ্টি কৰে। ইয়াৰ ফলশ্ৰুতিত দেশৰ অৰ্থনৈতিক ব্যৱস্থাত এক তিকূল অৱস্থাৰ সৃষ্টি হয়।

**নিয়ন্ত্ৰণ আৰু বিধান (Control & Regulation) ঃ** বিনিময় েন্দ্ৰত সংঘটিত প্ৰসংগত অশুভ ফট্‌কা ব্যৱসায়, অবলোপ কৰিবলৈ বিভিন্ন মহলৰপৰা নানান পৰামৰ্শ আছে, যিহেতু ভৱিষ্য বজাৰৰ কৰ্ণাৰিং, অপচন ব্যৱসায় বিয়েৰ বা বুল শ্ৰেণী ব্যৱসায়ীৰ আক্ৰমণ, বিভিন্ন প্ৰকাৰৰ অভিসাধন আদিয়ে যে ফট্‌কা ব্যৱসায়ক জুৱাখেলত পৰিণত কৰে, সেই কথা অনস্বীকাৰ্য্য।

সেয়ে অশুভ ফট্‌কা ব্যৱসায় আৰু ভৱিষ্য ব্যৱসায় নিয়ন্ত্ৰণ আৰু নিয়মিতকৰণৰ বাবে ৰাষ্ট্ৰই বিশেষ দুখন আইন প্ৰণয়ন কৰে। সেই আইন দুখন হ'ল—

(ক) ভৱিষ্য চুক্তি (বিনিয়ম) আইন—১৯৫২ চন।

(খ) নিৰাপত্তা পত্ৰ চুক্তি (বিনিয়ম) আইন—১৯৫৬ চন।

ভৱিষ্য চুক্তি (বিনিয়ম) আইনখন ১৯৬০ চনৰ ডিচেম্বৰ মাহত সংশোধন কৰা হৈছে। আইনখন পণ্য দ্ৰব্য বিনিময় কেন্দ্ৰসমূহ পৰিচালনা আৰু নিষন্ত্ৰণৰ বাবে প্ৰযোজ্য। ভৱিষ্য চুক্তি আইন সমূহ পণ্য-দ্ৰব্যৰ বজাৰৰ নিয়ন্ত্ৰণ আৰু বিনিয়মৰ দায়িত্ব 'ভৱিষ্য বজাৰ আয়োগৰ' হাতত ন্যস্ত কৰিছে। সেইৰূপে নিৰাপত্তা পত্ৰ চুক্তি বিনিয়ম আইনখন (১৯৫৬) দেশৰ ষ্টক্ বিনিময় কেন্দ্ৰসমূহ নিয়ন্ত্ৰণ আৰু ব্যৱস্থাপনাৰ বাবে প্ৰযোজ্য। এই আইনৰ যথাৰ্থ প্ৰশাসন আৰু প্ৰয়োগৰ বাবে কেন্দ্ৰীয় চৰকাৰে ষ্টক্ বিনিময় কেন্দ্ৰৰ বাবে এটি

সঞ্চালকালয় ( Directorate ) স্থাপন কৰিছে। সঞ্চালকালয়ে কেন্দ্ৰীয় চৰকাৰ আৰু ষ্টক্ বিনিময় কেন্দ্ৰৰ মাজত যোগসূত্ৰ হৈ ষ্টক্ বজাৰসমূহৰ নিয়ন্ত্ৰণ আৰু প্ৰশাসনিক কাৰ্য্য পৰিচালনা কৰে।

প্ৰসংগত উভয় আইনে অশুভ ফট্কা ব্যৱসায় আৰু ভৱিষ্য বজাৰ একাদিক্ৰমে অৱলোপ আৰু নিয়ন্ত্ৰণ কৰিবৰ অৰ্থে ক্ৰমাগতভাৱে নানান ব্যৱস্থা গ্ৰহণ কৰি আহিছে।

**পুঁজি বজাৰ ( Capital Market ) ঃ** দীৰ্ঘ কালীন বিত্তৰ উৎস— পুঁজি বজাৰ। পুঁজি বজাৰে বহুধা বিভক্ত প্ৰণালীৰ জৰিয়তে জন সঞ্চিত সঞ্চিত অৰ্থ, বিভিন্ন ঔদ্যোগিক আৰু ব্যৱসায়িক উদ্যম আৰু সাৰ্বজনিক প্ৰতিষ্ঠানসমূহৰ বাবে প্ৰয়োজন অনুসৰি পাৰ পৰা কৰে।

সেই সঞ্চিত অৰ্থৰ উৎস হৈছে নিজা সঞ্চয়, কোম্পানী সঞ্চয়, বিবিধ সঞ্চয় বিনিয়োগকাৰী প্ৰতিষ্ঠান আৰু চৰকাৰী উদ্বৃত্ত ধন।

পুঁজি বজাৰত—কৃষি, উদ্যোগ, বাণিজ্য আৰু ৰাষ্ট্ৰৰ ফালৰপৰা বিত্তৰ চাহিদা সৃষ্টি হয়, আৰু উল্লেখিত সঞ্চয়ৰপৰা সেই চাহিদাৰ যোগান ধৰা হয় ; কিন্তু পুঁজি বজাৰলৈ বিভিন্ন সঞ্চয় সংস্থাৰ কাৰ্য্যকাৰিতাৰ ফলতহে সেই অৰ্থৰ যোগান সম্ভৱ হয়। আচলতে সঞ্চয় সংস্থাইহে সঞ্চয় গতিশীল কৰে। নানান সঞ্চয় অধিকোষ ( Savings Bank ) বিনিয়োগ ন্যাস ( Investment Trust ) বিনিয়োগ কোম্পানী ( Investment Company ) বিশেষ বিত্তীয় নিগম ( Specialised Financial Corporation ), ঔদ্যোগিক বেংক ( Industrial Bank ) আৰু ষ্টক্ বিনিময় কেন্দ্ৰ আদি পুঁজি বজাৰৰ অংগ বিশেষ।

এখন সুস্থ পুঁজি বজাৰ অৰ্থনৈতিক উন্নয়নৰ পূৰ্ব চৰ্ত ; কিন্তু এখন দেশৰ পুঁজি বজাৰৰ উন্নয়ন পৰ্য্যাপ্ত সঞ্চয়ৰ ওপৰত নিৰ্ভৰশীল। ইয়াৰ উপৰিও এনে কিছুমান মধ্যস্থতাকাৰী প্ৰতিষ্ঠানৰ প্ৰয়োজন যি



বিনিয়োগকাৰী আৰু ব্যৱসায় কুশলী উভয়কে পাৰস্পৰিক স্বাৰ্থৰ বাবে, বিশেষকৈ বিনিয়োগৰ ক্ষেত্ৰত নিয়োজিত কৰিব পাৰে। তেনেদৰে নীত পুঁজি বজাৰে বিত্তক উদ্যোগ আৰু বাণিজ্যৰ প্ৰয়োজনীয় হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰিব পাৰে।

উদ্যোগ আৰু ব্যৱসায়ত বৃহদাকাৰ জইন্ট ষ্টক্ কোম্পানীৰূপ ব্যৱসায় সংগঠনৰ ক্ৰমিক উন্নয়নে, পুঁজি বজাৰৰ প্ৰাধান্য ক্ৰমাগত ভাৱে উৰ্ধমুখী কৰিছে। বৰ্তমানে যি কোনো উন্নতিশীল দেশৰ চাবি কাঠি সেই দেশৰ পুঁজি বজাৰ।

লেখক লিভিংষ্টনৰ পুঁজি বজাৰ সম্পৰ্কে এই অভিমত "It is the business of the Capital market to facilitate the movement of the Stream of Command Over Capital, to the points of highest yield. By so doing it enables control over resources to pass into the hands of those who can employ them most effectively, there by increasing productive capacity and swelling the National Dividend."

(The English Capital Market—F. Livingstone )

**শ্ৰেণীকৰণ ( Classification ) ঃ** ভাৰতীয় পুঁজি বজাৰক দুই শ্ৰেণীভুক্ত কৰিব পাৰি—যেনে সংগঠিত আৰু অসংগঠিত।

সংগঠিত পুঁজি বজাৰত বিশেষকৈ যুটীয়া ব্যৱসায় সংস্থা, কোম্পানী উদ্যম, চৰকাৰী আৰু অৰ্ধ চৰকাৰী প্ৰতিষ্ঠান সমূহৰপৰা বিত্তৰ চাহিদা আহে আৰু সেই বিত্তৰ যোগান ধৰে নিজা বিনিয়োগকাৰী, প্ৰাতিষ্ঠানিক বিনিয়োগকাৰী, চৰকাৰ আৰু আন্তঃৰাষ্ট্ৰীয় এজেন্সীসমূহে।

পুঁজি বজাৰৰ অসংগঠিত খণ্ড নগৰাঞ্চলৰ বেংকাৰ আৰু গ্ৰামাঞ্চলৰ অৰ্থ মহাজনৰদ্বাৰা গঠিত। অৱশ্যে এই উভয় অংশৰ মাজত তেনে

কোনো সম্পৰ্ক নাই। এই খণ্ড সংগঠিত খণ্ডৰপৰা কম বেছি পৰিমাণে বিচ্ছিন্ন। অসংগঠিত খণ্ডৰ অৰ্থ বল প্ৰয়োজন অপেক্ষা অপৰ্যাপ্ত। আনহাতে অসংগঠিত খণ্ডৰ অৰ্থৰ চাহিদা কোনো উৎপাদন বা বণ্টন সংক্ৰান্ত বিষয়ৰ নহয়। ই পৃৰামাত্ৰাই উপভোগ বা ব্যৱহাৰ জৰিত সেয়ে, এই খণ্ডৰ অৰ্থ লেন্‌দেনত সুতৰ হাৰ ( Rate of Interest ) অত্যধিক।

**পুঁজি বজাৰৰ স্বাধীনতা পূৰ্ব অৱস্থা ( Conditions of Pree-Independence )ঃ** ভাৰতীয় পুঁজি বজাৰৰ সংগঠিত খণ্ডৰ স্বাধীনতা পূৰ্ব অৱস্থা মুঠেই আশাপ্ৰদ নাছিল। তাৰ কাৰণ সমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(ক) ভাৰতবৰ্ষ কৃষি প্ৰধান দেশ।

(খ) বেহা-বেপাৰ আৰু উদ্যোগৰ বৃহদংশ বিদেশী লোকৰ মালিকীস্বত্বত চালিত।

(গ) প্ৰায় সমূহ উদ্যোগ আৰু ব্যৱসায় পৰিচালন সংস্থাৰদ্বাৰা (Managing Agency ) নিয়ন্ত্ৰিত।

(ঘ) দেশৰ ষ্টক্ বিনিময় কেন্দ্ৰত চালিত জামিন পত্ৰৰ পৰিমাণ নিচেই সামান্য। তাৰো সৰহ ভাগ চৰকাৰী জামিন পত্ৰ।

(ঙ) জন সমষ্টিৰ সঞ্চয় অভ্যাস সীমিত আৰু বিভিন্ন বিত্তীয় সংস্থাৰ ওপৰত বিনিয়োগ বিষয়ত চৰকাৰী নিয়ন্ত্ৰণ।

ভাৰতবৰ্ষ কৃষি প্ৰধান দেশ হোৱা হেতু উদ্যোগৰ ক্ষেত্ৰত আপেক্ষিক-ভাৱে পাছ পৰি থকা স্বাভাৱিক ; কিন্তু যাৰদ্বাৰা সেই অৱস্থাৰ পৰিৱৰ্তন সাধিত হ'ব পাৰে, সেই চৰকাৰৰদ্বাৰাও পৰিৱৰ্তনৰ কোনো প্ৰচেষ্টা কৰা নহৈছিল। আনহাতে দেশত যিবোৰ উদ্যোগ গঢ়ি উঠিছিল তাৰ বিত্তীয় লেন্‌দেন্ লণ্ডন পুঁজি বজাৰৰ ওপৰত নিৰ্ভৰ আছিল। পৰিচালন সংস্থা-বোৰে ব্যৱসায় উদ্যোগৰ উন্নয়ন আৰু উৎপাদিত সম্ভাৰৰ বজাৰকৰণৰ



ব্যৱস্থা নিজৰ হাতত ৰাখিছিল। কেন্দ্ৰীয় চৰকাৰে বিত্তীয় সংস্থাবোৰৰ ওপৰত এনে ভাৱে পৰোক্ষ আৰু প্ৰত্যক্ষ নিয়ন্ত্ৰণ আৰোপ কৰিছিল যাতে সেইবোৰে অত্যধিক বিনিয়োগৰ সুযোগ নাপায়। ভাৰতবৰ্ষক কেৱল কৃষি প্ৰধান ৰাষ্ট্ৰ কৰি ৰখা, আৰু দেশীয় ব্যৱসায়িক উদ্যোগ আৰু ব্যৱসায়ত সুযোগ নিদি কেন্দ্ৰীয় চৰকাৰে উপনিবেশিকতা প্ৰবৰ্তাই ৰখা কাৰ্য্যই পুঁজি বজাৰ অসম্পূৰ্ণতাৰ মূল কাৰণ।

**স্বাধীনতাৰ পৰবৰ্তী অৱস্থা ( Conditions after independence )ঃ** স্বাধীনতাৰ পূৰ্ববৰ্তী অৱস্থাৰ বহু পৰিৱৰ্তন স্বাধীনতা পৰবৰ্তী অৱস্থাত সাধিত হৈছে। সেই পৰিৱৰ্তনে অৱশ্যে পুঁজি বজাৰক উন্নত পুঁজি বজাৰ হিচাপে গঢ়ি তোলাৰ পথ প্ৰশস্ত কৰিছে। এই কাৰ্য্য ৰাষ্ট্ৰ আৰু জনসাধাৰণৰ যুটীয়া ফলশ্ৰুতি। যি কি নহওক যিবিলাক উপাদানে পুঁজি বজাৰলৈ পৰিৱৰ্তন আনিছে তাৰ এক সংক্ষিপ্ত বিৱৰণ তলত দাঙি ধৰা হ'ল—

(১) জনসমষ্টি আৰু প্ৰাতিষ্ঠানিক বিনিয়োগকাৰীৰ বিনিয়োগৰ পৰিমাণ বৃদ্ধি। ইয়াৰ উপৰি, এনে কিছুমান বিশেষ বিত্তীয় প্ৰতিষ্ঠান আৰু সংস্থা স্থাপন হৈ আছে, যিবিলাকৰ সম্পৃক্ত গাঁথনিয়ে নতুন নতুন জামিন পত্ৰত অৰ্থ বিনিয়োগৰদ্বাৰা নতুন আয় অৰ্জন কৰিবলৈ সক্ষম হৈছে। সেই বিত্তীয় প্ৰতিষ্ঠান বা সংস্থা, নিজা বিনিয়োগকাৰী আৰু প্ৰাতিষ্ঠানিক বিনিয়োগকাৰীক, বিনিয়োগৰ ক্ষেত্ৰত, কোম্পানী আইন, পুঁজি বণ্টন ( নিয়ন্ত্ৰণ ) আইন ( Capital issue ( Control ) Act. ), নিৰাপত্তা পত্ৰ চুক্তি বিনিময় আইন, ভৱিষ্য চুক্তি বিনিময় আইনে সুৰক্ষা দিছে। সেই সংস্থা আৰু বিনিয়োগকাৰী হৈছে বিনিয়োগ ন্যাস, বীমা কোম্পানী, বৈদেশিক, ঔদ্যোগিক, বাণিজ্যিক, সমবায় আৰু গাঁৱলীয়া বেংক, ভিন্ ভিন্ দেশীয় আৰু আন্তঃৰাষ্ট্ৰীয় বিত্তীয় নিগম, ভিন্ ভিন্ সঞ্চয় সংস্থা, দায় বদ্ধ সংস্থা, ষ্টক্ দালাল, আদিয়েই অন্যতম।

(২) দায়বদ্ধতা আৰু প্ৰত্যাভূতিৰ সা-সুবিধাই পুঁজি বজাৰৰ উন্নতি ক্ৰমাগতভাৱে উল্লেখনীয় কৰিছে। দায়বদ্ধ ব্যৱস্থাই নতুন কোম্পানী বা ব্যৱসায় সংস্থাৰ পুঁজি আহৰণ কৰাত সহায়ক হয়। এই ক্ষেত্ৰত ঔদ্যোগিক ঋণ আৰু বিনিয়োগ নিগম (I. C. & T. Corpn.) ঔদ্যোগিক বিত্ত নিগম ( I. F. C ), ইউনিট ট্ৰাষ্ট (Unit trust), বীমা কোম্পানী, ঔদ্যোগিক বেংক (I. Bank) আদিয়ে এই বিষয়ত অবিহণা যোগাইছে।

(৩) বাণিজ্যিক, বেংকসমূহৰ কাৰ্য্যকাৰিতায়ো, বিশেষকৈ, জামিন পত্ৰৰ বিপৰীতে ঋণ দান, বিত্ত নিগমসমূহক তেওঁলোকৰ অংশ পত্ৰ আৰু ঋণ পত্ৰ ক্ৰয় কৰি সাহায্য কৰা, অন্য বেংক, বিত্ত সংস্থাৰ প্ৰত্যাভূতি দিয়া আদিয়ে পুঁজি বজাৰ গঠনত প্ৰভূত সহায় কৰে।

(৪) সংগঠিত আৰু অসংগঠিত পুঁজি বজাৰৰ মাজত, পুঁজি বজাৰ আৰু মুদ্ৰা বজাৰৰ মাজত ওতঃপ্ৰোত সম্পৰ্ক গঢ়ি উঠা কাৰ্যাই পুঁজি বজাৰ গাঁথনি সম্পূৰ্ণ হোৱাৰ পথত এক বিশেষ বৰঙণি আগবঢ়াইছে। জইণ্ট ষ্টক্ কোম্পানীৰ দ্বাৰা ব্যৱসায় সংস্থাৰ গঠন, ৰিজাৰ্ভ বেংকে গাঁৱলীয়া ঋণৰ ক্ষেত্ৰত লোৱা সম্প্ৰসাৰণ নীতি, সঞ্চয় বেংক আৰু বাণিজ্যিক বেংকৰ শাখাৰ দেশৰ অভ্যন্তৰলৈ হোৱা সম্প্ৰসাৰণ, সমবায় জাতীয় বেংকৰ উন্নয়ন আৰু বিভিন্ন শিতানত ৰাষ্ট্ৰৰ সাহায্যই উভয় বজাৰৰ সম্পৰ্ক ধীৰে ধীৰে সংহত কৰিছে।

(৫) জীৱন বীমা নিগমৰ জমা, চাকৰিয়ালসকলৰ ভৱিষ্য-নিধি ( Provident Fund ) আদি সাৰ্বজনীন নিধিৰ বিনিয়োগ কাৰ্যাই পুঁজি বজাৰৰ ভেটি সুদৃঢ় কৰিছে।

**পুঁজি বজাৰ, মুদ্ৰা বজাৰ ( Capital & Money Market ) :** সংকীৰ্ণ অৰ্থত, মুদ্ৰা বজাৰ চলতি মুদ্ৰা বা প্ৰবাহিত ধাৰ সংশ্লিষ্ট বজাৰ। ভালেমান বিত্তীয় সংস্থাই হ্ৰস্ব কালীন জমা ( Short-term Deposit ) সংগ্ৰহ কৰি বিভিন্ন বেহা-বেপাৰ উদ্যোগত হ্ৰস্ব কালীন ভিত্তিত বিনিয়োগ



কৰে। দীৰ্ঘ কালীন পুঁজি সংগঠন পদ্ধতিৰ লগত এই মুদ্ৰা বজাৰৰ সংগঠনো জড়িত। প্ৰকৃততে কবলৈ গলে পুঁজি বজাৰ আৰু মুদ্ৰা বজাৰ পাৰস্পৰিক নিৰ্ভৰশীল। মুদ্ৰা বজাৰত সুতৰ হাৰৰ আপেক্ষিক বৃদ্ধিয়ে পুঁজি বজাৰৰ চাহিদা বঢ়ায়। আকৌ পুঁজি বজাৰৰ সুত বা উৎপন্ন হাৰৰ আপেক্ষিক বৃদ্ধিয়ে মুদ্ৰা বজাৰৰ চাহিদা অধিক কৰে। সেয়েহে মুদ্ৰা বজাৰ আৰু পুঁজি বজাৰৰ সম্পৰ্ক গভীৰ। বিভিন্ন প্ৰকাৰৰ বিত্তীয় সংস্থাই মুদ্ৰা বজাৰৰ পুঁজিৰ (Fund) বা নিধিৰ গতিশীলতা দিয়ে।

মুদ্ৰা বজাৰৰ বিভিন্ন উপাদান বিশিষ্ট কাৰ্য্য-কলাপবোৰ এনে ধৰণৰ জমা গ্ৰহণ, জমাৰ ওপৰত সুত প্ৰদান, সুত আহৰণ হ্ৰস্বকালীন ভিত্তিত ঋণ দান, অভাৰ ড্ৰাফট্ ( Over Draft ) প্ৰদান, বাট্টা ৰাখি বিলৰ অৰ্থ পৰিশোধ, মক্কেলৰ হৈ বিল আৰু চেকৰ ( Bill & Cheque ) অৰ্থ সংগ্ৰহ, ঋণ আজ্ঞা পত্ৰ প্ৰদান ( Letter of credit ) হ্ৰস্বকালীন ভিত্তিত জামিনদাৰ হোৱা, অন্তৰ্দেশীয় আৰু বৈদেশিক ব্যৱসায়লৈ কম সময়ৰ বাবে অৰ্থ যোগান, ন্যাসধাৰীৰ কাৰ্য্য ( Work of Trustee ship) সম্পাদন, মূল্যৱান সা-সম্পত্তিৰ তত্ত্বাৱধায়ক হোৱা, ষ্টক্ বজাৰৰ হুণ্ডিৰ কাৰবাৰ চলোৱা সংস্থাৰ কাৰ্য্য পৰিচালনা আদিয়েই প্ৰধান।

সাধাৰণতে দেশৰ কেন্দ্ৰীয় বেংকেই মুদ্ৰা বজাৰৰ প্ৰকৃত অভিভাৱক, যিহেতু দেশৰ কেন্দ্ৰীয় বেংকেই চলন্ত মুদ্ৰা প্ৰচলন কৰে আৰু দেশৰ অৰ্থনৈতিক গাঁথনি নিয়ন্ত্ৰণ কৰে।

মুদ্ৰা বজাৰক পুঁজি বজাৰৰ দৰে দুই শ্ৰেণী ভুক্ত কৰিব পাৰি—যেনে সংগঠিত আৰু অসংগঠিত খণ্ড।

ভাৰতীয় মুদ্ৰা বজাৰৰ বৈশিষ্ট্য নিম্নলিখিত ধৰণৰ—

[১] সংগঠিত আৰু অসংগঠিত এই দুই খণ্ডৰে ভাৰতীয় মুদ্ৰা বজাৰ গঠিত। সংগঠিত খণ্ডৰ মুদ্ৰা বজাৰ তলৰ উপাদান কেইটাৰ সমষ্টি—

(ক) ৰিজাৰ্ভ বেংক অব্ ইণ্ডিয়া ই ভাৰতবৰ্ষৰ কেন্দ্ৰীয় বেংক। ভাৰতীয় মুদ্ৰাৰ গৰাকী।

(খ) বৈদেশিক বেংক্—এনে বেংকক বিনিময় বেংক বুলি কোৱা হয়। ডি চাৰ্টাৰ্ড বেংক্ ( The Chartered Bank ), বেংক অব ট'কিও ( Bank of Tokyo ), ডি নেচনেল এণ্ড গ্ৰিণ্ডলেজ বেংক (The National & Grindlays Bank ) ইত্যাদি। এই বেংকবোৰৰ পঞ্জীয়ন অফিচ ভাৰতবৰ্ষৰ বাহিৰত।

(গ) বাণিজ্যিক বেংক। এই বিভাগত ষ্টেট বেংক্ আৰু ইয়াৰ শাখা, ৰাষ্ট্ৰীয়কৃত সূচী ভুক্ত চৈধ্যতা বেংকৰ উপৰিও নিজা খণ্ডৰ অন্যান্য সূচী ভুক্ত বেংকসমূহ অন্তৰ্ভুক্ত হয়।

(ঘ) সূচী বহিৰ্ভুক্ত সকলো বাণিজ্যক বেংক্।

(ঙ) কেন্দ্ৰীয় আৰু ৰাজ্যিক ভিত্তিত গঠিত সকলো সমবায় গাঁৱলীয়া আৰু নগৰীয়া বেংক, ঔদ্যোগিক সমবায় বেংক, ঋণ সমবায় সমিতি ইত্যাদি ( All kinds of Co-operative Banks & Societies)।

(চ) লেণ্ড মৰ্টগেজ বেংক ( Land Mortagage Banks) ডাক ঘৰৰ সঞ্চয় আঁচনি ( Savings Scheme of post office) পঞ্জীয়নকৃত চিট ( Chit ) ফাণ্ড আদি। সংগঠিত খণ্ডৰ মূদ্ৰা বজাৰ পশ্চিমীয়া সাঁচত গঢ়ি উঠিছে।

[২] অসংগঠিত খণ্ড দেশজ বেংকাৰ ( Indigenous Bankers) আৰু অৰ্থকড়িৰ লেন্‌দেন্ কৰা অৰ্থ মহাজনৰ সমষ্টি। এওঁলোকে দেশৰ এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে। ভাৰতবৰ্ষৰ গাঁৱলীয়া ঋণৰ প্ৰায় সত্তৰ শতাংশ এনে দেশীয় বেংকাৰ আৰু মহাজনৰদ্বাৰা পৰিচালিত।

**কাৰ্য্য-কলাপ ( Functions ) ঃ** (ক) পুঁজি-বজাৰে বিনিয়োগকাৰী আৰু উদ্যোগকাৰীৰ মাজত সমন্বয় ৰক্ষীৰ কাৰ্য্য সম্পাদন কৰে।

(খ) ই দীৰ্ঘকালীন বিত্তৰ যোগান ধৰে আৰু নানান উপায়ে পুঁজিৰ চাহিদা পূৰণ কৰে।



(গ) পুঁজি বজাৰৰ অংগ স্বৰূপ ষ্টক্ বিনিময় কেন্দ্ৰ বিবিধ প্ৰকাৰ ঋণ পত্ৰ, চৰকাৰী আৰু অৰ্ধ চৰকাৰী কাগজ আদিৰ এখন মজুত বজাৰ। ইয়াত নিৰাপত্তা পত্ৰৰ ক্ৰয় বিক্ৰয় হয়। গতিকে পুঁজি বিনিয়োগ কৰিবৰ বাবে আৰু পুঁজি সংগ্ৰহ কৰিবলৈ ই এখন নিৰ্ভৰযোগ্য বজাৰ।

(ঘ) বিভিন্ন প্ৰকাৰ বিত্ত আৰু বিনিয়োগ কোম্পানীয়ে দীৰ্ঘকালীন অৰ্থ মঞ্জুৰ কৰে, নতুন উদ্যোগ সংস্থাপনত সহায় কৰে, ঋণ আৰু অন্যান্য প্ৰশাসনিক সেৱা ( Service ) ব্যৱসায় উদ্যোগলৈ আগবঢ়ায় ; ষ্টক্, ঋণ-পত্ৰ আৰু অংশ পত্ৰৰ দায়বদ্ধতা গ্ৰহণ কৰে।

(ঙ) বিনিয়োগ ন্যাসে ( Investment Trust ) ক্ষুদ্ৰ ক্ষুদ্ৰ বিনিয়োগকাৰীৰপৰা সঞ্চয় সংগ্ৰহ কৰি ষ্টক্ বজাৰত নিৰ্বাচিত নিৰাপত্তা পত্ৰত সেই অৰ্থ বিনিয়োগ কৰি নিয়মীয়া উপাৰ্জনৰ আহৰণ সুনিশ্চিত কৰে।

(চ) এখন আদৰ্শ পুঁজি বজাৰে নানান উপায়ে উপযুক্ত সুতৰ হাৰত যিকোনো উদ্যোগ, ব্যৱসায়, সাৰ্বজনিক প্ৰতিষ্ঠানক অৰ্থ সংগ্ৰহ কৰিবলৈ সুযোগ দিয়ে।

মুঠতে বিভিন্ন কাৰ্য্যকাৰিতাৰে পুঁজি বজাৰে ব্যৱসায়িক আৰু ঔদ্যোগিক ক্ষেত্ৰত অমূল্য সেৱা আগবঢ়োৱাৰ জৰিয়তে দেশৰ অৰ্থনৈতিক উন্নয়নৰ ভেটি সুদৃঢ় কৰে।

**ষ্টক্ বিনিময় কেন্দ্ৰ ( Stock Exchange ) ঃ** সৰল অৰ্থত ষ্টক্ বিনিময় কেন্দ্ৰ মানে বিত্তীয় নিৰাপত্তা পত্ৰ ক্ৰয়-বিক্ৰয়ৰ সুসংগঠিত বজাৰ। ষ্টক্ বিনিময় কেন্দ্ৰত সকলোবিধৰ নিৰাপত্তা পত্ৰ ( যথা পুঁজি অংশ, ষ্টক্, ঋণ-পত্ৰ, চৰকাৰী বিত্তীয় কাগজ ) কেন্দ্ৰীয় ভাৱে ক্ৰয়-বিক্ৰয় কৰা হয়। উক্ত নিৰাপত্তা পত্ৰসমূহৰ আটাইবোৰ নতুন নহয়।

ইয়াত পুৰণি অথবা আগেয়ে ব্যৱহাৰ কৰা (Second Hand) নিৰাপত্তা পত্ৰবো লেন্‌দেন্ হয়।

সেয়ে ষ্টক্ বিনিময় কেন্দ্ৰক ব্যৱসায়ৰ ব্যৱসায় (The business of business) বুলি কোৱা হয়। কাৰণ ই বিনিয়োগকাৰী, বেংকাৰ ব্যৱসায়ী, উদ্যোগপতি, আৱিষ্কাৰক আদি সকলোকেই অৱশেষত সহায় কৰে। ষ্টক্ বজাৰে নিৰাপত্তা পত্ৰৰ সম্ভাব্য গ্ৰাহকক বিক্ৰীদাৰৰ লগত লেন্‌দেন্ কৰিবলৈ সুযোগ দিয়ে। আচলতে জনসাধাৰণৰ সঞ্চয়ক লাভজনক বিনিয়োগৰ সুযোগ দি পৰোক্ষভাৱে উক্ত ধনক গতিশীল কৰে। জইন্ট্ ষ্টক্ কোম্পানী বা যৌথ ব্যৱসায় সংঘ বিভিন্ন অধিকোষ (Banking Institutions) প্ৰতিষ্ঠান চৰকাৰী আৰু অৰ্ধ চৰকাৰী বিভিন্ন ব্যৱসায়িক প্ৰতিষ্ঠান আৰু জনসাধাৰণৰ সঞ্চয় অভ্যাসৰ ফলশ্ৰুতি আৰু তাৰ স্থায়ীত্বই ষ্টক্ বজাৰৰ সৃষ্টি, স্থিতি আৰু ক্ৰমোন্নয়ন সূচায়।

মুঠতে ষ্টক্ বিনিময় কেন্দ্ৰ নিৰাপত্তা-পত্ৰ ক্ৰয়-বিক্ৰয়ৰ এখনি মুক্ত বজাৰ। ১৯৫৫ চনত নিৰাপত্তা-পত্ৰ চুক্তি (বিনিময়) আইনে ষ্টক্ বিনিময় কেন্দ্ৰক তলত উল্লেখ কৰা ধৰণে ব্যাখ্যা কৰিছে।—

"an association, organisation, or body of individuals, whether incorporate or not, established for the purpose of assisting, regulating and controlling business in buying, selling and dealing in securities." অৰ্থাৎ ই এনে এখন বজাৰ, য'ত অযথা পলম নোহোৱাকৈ প্ৰতিযোগিতামূলক হাৰত (Rate) সকলো ধৰণৰ নিৰাপত্তা পত্ৰ হস্তান্তৰ কৰাৰ প্ৰয়োজনীয় সুযোগ সুবিধা দান কৰা হয়।

(-) **সংগঠন (Organisation)**: ষ্টক্ বিনিময় কেন্দ্ৰসমূহ তুলনামূলকভাৱে সাম্প্ৰতিক কালত গঢ়ি উঠা ব্যৱসায়িক প্ৰতিষ্ঠান।



এই ব্যৱসায়ৰ ব্যৱসায় প্ৰতিষ্ঠান প্ৰথমে ১৭৭৩ চনত ইংলণ্ডত প্ৰতিষ্ঠা হৈছিল।

ইংলণ্ডৰ উক্ত ষ্টক্ বিনিময় কেন্দ্ৰৰ নাম "লণ্ডন ষ্টক্ বিনিময় কেন্দ্ৰ।" এই প্ৰতিষ্ঠানটি গঢ় লোৱাৰ পাছত ই পৃথিৱীৰ সৰ্বপ্ৰথম বিত্তীয় স্নায়ু কেন্দ্ৰ ৰূপে পৰিগণিত হয়। এটা শতাব্দীৰ ভিতৰতে এনে জাতীয় প্ৰতিষ্ঠান পৃথিৱীৰ অন্যান্য দেশতো গঢ়ি উঠে। সেই দেশবোৰ ক্ৰমান্বয়ে ফ্ৰান্স, জাৰ্মান আৰু আমেৰিকা যুক্তৰাষ্ট্ৰ।

আধুনিক অৰ্থত কোনো বিনিময় কেন্দ্ৰ ১৮৮৭ চনলৈকে গঠন হোৱা নাছিল। ভাৰতবৰ্ষত ১৮৫০ চনলৈকে এনে জাতীয় প্ৰতিষ্ঠানৰ কোনো ধাৰণাই নাছিল। ১৮৪০ চনত বোম্বাই চহৰত এটি বিনিময় কেন্দ্ৰৰ নিচিনা সংস্থা গঠিত হৈছিল যাৰ নাম আছিল—"নেটিভ ছেয়াৰ এণ্ড ষ্টক্ ব্ৰ'কাৰ্ছ এছ'চিয়েচন অব্ ব'ম্বে" (Native Share and Stock Brokers Association of Bombay)। উক্ত সংস্থাক প্ৰকৃতাৰ্থত ১৮৮৭ চনত "বম্বে ষ্টক্ এক্স্‌চেঞ্জ্" নাম দি আনুষ্ঠানিকভাৱে প্ৰকৃত বিনিময় কেন্দ্ৰ হিচাপে সংগঠন কৰা হয়। এই কেন্দ্ৰই ভাৰতবৰ্ষত বিনিময় কেন্দ্ৰৰ ব্যৱসায়িক দিশত প্ৰথম বাটকটীয়া প্ৰতিষ্ঠান।

ইয়াৰ পাছত সংস্থাপিত হোৱা প্ৰতিষ্ঠান হ'ল—কলিকতা ষ্টক্ এক্স্‌চেঞ্জ্—১৯০৮ চন, মাদ্ৰাজ ষ্টক্ এক্স্‌চেঞ্জ্ লিমিটেড্, ১৯২০—পুনৰ সংস্থাপিত ১৯৩৭ চন, ইণ্ডিয়ান ষ্টক্ এক্স্‌চেঞ্জ্ লিমিটেড্ ১৯৩৮ চন।

উল্লেখিত ষ্টক্ বিনিময় কেন্দ্ৰ সমূহৰ উপৰিও আহমেদাবাদ (১৯৩৯), কানপুৰ (১৯৪০), হায়দৰাবাদ (১৯৪৩), দিল্লী (১৯৪৭), ইণ্ডোৰ আৰু বাংগালোৰত ষ্টক্ বিনিময় কেন্দ্ৰ প্ৰতিষ্ঠা কৰা হৈছে। বিভিন্ন ষ্টক্ বিনিময় কেন্দ্ৰৰ কাৰ্য্য-কলাপবোৰ কেন্দ্ৰীয়ভাৱে নিয়ন্ত্ৰণ কৰিবলৈ ১৯৫৬ চনত ভাৰতৰ কেন্দ্ৰীয় চৰকাৰে নিৰাপত্তা পত্ৰ চুক্তি (বিনিময়) আইন প্ৰণয়ন কৰে। উক্ত আইনে কেৱল স্বীকৃতি প্ৰাপ্ত ষ্টক্

বিনিময় কেন্দ্রসমূহকহে নিৰাপত্তা পত্ৰৰ ব্যৱসায় কৰিবলৈ অনুমতি দিয়ে।

এনেভাৱে চৰকাৰী স্বীকৃতি প্ৰাপ্ত ষ্টক্ বিনিময় কেন্দ্ৰৰ সংখ্যা বৰ্তমান আঠখন। সেই ষ্টক্ বিনিময় কেন্দ্ৰসমূহ হৈছে—

(১) ডি ষ্টক্ এক্স্চেঞ্জ, ব'ম্বে ( The stock Exchange Bombay )।

(২) ডি কলিকতা ষ্টক্ এক্স্চেঞ্জ এছ'চিয়েচন কলিকতা (The Calcutta Stock Exchange Association, Calcutta)।

(৩) ডি আহমেদাবাদ ছেয়াৰ এণ্ড ষ্টক্ ব্ৰকাৰ্ছ এছ'চিয়েচন, আহমেদাবাদ ( The Ahmedabad Share & Stock Brokers' Association Ahmedabad ).

(৪) ডি মাদ্ৰাজ ষ্টক্ এক্সচেঞ্জ্ লিমিটেড, মাদ্ৰাজ (The Madras Stock Exchange Ltd. Madras)।

(৫) ডি ডেল্হি ষ্টক্ এক্স্চেঞ্জ্ এছ'চিয়েচন লিমিটেড্ (The Delhi Stock Exchange Ltd. )।

(৬) ডি হায়দৰাবাদ ষ্টক্ এক্স্চেঞ্জ্ লিমিটেড, হায়দৰাবাদ (The Hydarabad Stock Ex. Ltd. )।

(৭) ডি ষ্টক্ এক্স্চেঞ্জ্ ইণ্ড'ৰ ( The Stock Exchaange Indore )।

(৮) ডি ষ্টক্ এক্স্চেঞ্জ্ বাংগালোৰ ( The Stock Exchange Bangalore )

ওপৰত উল্লেখিত ষ্টক্ বিনিময় কেন্দ্ৰসমূহৰ ভিতৰত বোম্বেই ষ্টক্ বিনিময় কেন্দ্ৰকহে স্থায়ী স্বীকৃতি দিয়া হৈছে। আনবিলাক ষ্টক্ বিনিময় কেন্দ্ৰক এবাৰত কেৱল পাঁচ বছৰৰ বাবেহে স্বীকৃতি দিয়া হয়। বোম্বাই আৰু ইন্দোৰ ষ্টক্ বিনিময় কেন্দ্ৰ কোম্পানী আইনৰ অধীনত সীমাবদ্ধ কোম্পানী হিচাপে পঞ্জীভুক্ত।



**(৩) ব্যৱস্থাপনা ( Management ) ঃ** ষ্টক্ বিনিময় সাধাৰণ শাসন সদস্যবৰ্গদ্বাৰা গঠিত এখন পৰিষদৰ হাতত অৰ্পণ কৰা হয়। এই পৰিষদখনক বিভিন্ন নামেৰে জনা যায়। পৰিষদখনে কোম্পানীৰ সঞ্চালক পৰিষদৰ দৰে কাৰ্য্য সম্পাদন কৰে। সাধাৰণতে এই পৰিষদৰ ওপৰত সাধাৰণ প্ৰশাসন আৰু পৰিচালনাৰ ভাৰ ন্যস্ত কৰা হয়।

বিনিময় কেন্দ্ৰৰ দৈনন্দিন প্ৰশাসনৰ বাবে কিছুমান উপসমিতিক দায়িত্ব দিয়া হয়। সেই সমিতিবোৰ বিভিন্ন কাৰ্য্যৰ ওপৰত ভেটি কৰি গঠন কৰা হয়। বাদ বিবাদৰ বাবে মধ্যস্থতা সমিতি (Arbitration Committee ) সদস্যসকলে মাচুল আদি দিয়া নিদিয়াৰ প্ৰতি ব্যৱস্থা কৰিবৰ বাবে বাকীদাৰ সমিতি বা ডিফল্টাৰ কমিটী, ( Defaulter Committee ) বিভিন্ন নিৰাপত্তা পত্ৰ তালিকা ভুক্তিৰ বাবে তালিকা-ভুক্তি সমিতি ( Listing Committee ) আদি।

নিৰাপত্তা পত্ৰ চুক্তি ( বিনিময় ) আইন প্ৰণয়ন কৰাৰ ফলত ভাৰতবৰ্ষত সকলোবিলাক ষ্টক বিনিময় কেন্দ্ৰৰ পৰিচালনাৰ নীতি নিয়ম প্ৰায় সমপৰ্য্যায়ৰ আৰু সমৰূপৰ হোৱা দেখা যায়।

**(৪) সদস্যপদ ( Membership ) ঃ** ষ্টক্ বিনিময় কেন্দ্ৰত ব্যৱসায়িক লেন্দেন্ কৰিবলৈ হলে কেন্দ্ৰৰ সদস্যপদ গ্ৰহণেই হ'ল প্ৰথম আৰু প্ৰধান অৰ্হতা। সদস্যপদ বিহীন কোনো মানুহক কেন্দ্ৰলৈ সোমাবলৈ দিয়া নহয়। ভৰ্তি মাচুল, জামিন ধন, আৰু অন্যান্য বৰঙণি কেন্দ্ৰৰ উপবিধি অনুসৰি জমা দিহে ষ্টক্ বিনিময় কেন্দ্ৰৰ সদস্য পদ লাভ কৰিব পাৰি। সদস্য পদ লাভ কৰিবলৈ প্ৰয়োজনীয় অন্যান্য অৰ্হতাসমূহ হ'ল।

(ক) ন্যূনতম দুজন স্থায়ী সদস্যৰ অনুমোদন ;

(খ) যদি কোনো স্থায়ী সদস্যই সদস্য প্ৰাৰ্থী জনৰ বিপক্ষে কোনো ধৰণৰ অভিযোগ উত্থাপন নকৰে ;

(গ) যদি ষ্টক্ বিনিময় কেন্দ্ৰৰ পৰিচালনা সমিতিয়ে সদস্য প্ৰাৰ্থী জনৰ ব্যৱসায়িক অভিজ্ঞতা আৰু বিত্তীয় স্থায়িত্ব সম্পৰ্কে নিঃসন্দেহ হয়, তেনে সদস্যকহে সমিতিয়ে নিৰ্বাচিত কৰে। কোম্পানী হিচাপে পঞ্জীভুক্ত ষ্টক্ বিনিময় কেন্দ্ৰ সদস্য পদৰবাবে মাত্ৰ এটা অংশ পত্ৰ (Share) ক্ৰয় কৰিলেই যথেষ্ট। কেন্দ্ৰৰ আচৰণ বিধি অনুসৰি সদস্য পদ সচৰাচৰ সীমিত থকা দেখা যায়।

উল্লেখিত অৰ্হতা বিশিষ্ট সদস্যই ষ্টক্ বিনিময় কেন্দ্ৰত সদস্যৰ পূৰ্ণ অধিকাৰ আৰু কেন্দ্ৰৰ মজিয়াত ব্যৱসায়িক লেনদেনত সম্পূৰ্ণ সুযোগ লাভ কৰে। ষ্টক্ বজাৰ পৰিচালনাৰ সুচলৰ অৰ্থে আৰু কিছুমান মানুহক সীমিত স্বত্ব প্ৰদান কৰি কেন্দ্ৰৰ মজিয়ালৈ সোমাবলৈ অনুমতি দিয়া হয় আৰু তেওঁলোকে আচল সদস্যৰ হৈ ব্যৱসায়িক কাৰ্য্য সম্পাদন কৰে। সেই সীমিত অধিকাৰৰ সদস্যসকলক (ক) কৰ্তৃত্ব প্ৰাপ্ত কেৰাণী বা অথৰাইজড ক্লাৰ্ক' আৰু (খ) ৰেমিছিয়াৰ (Remisiers) বা স্বত্ব প্ৰাপক বোলা হয়।

(ক) **কৰ্তৃত্বপ্ৰাপ্ত কেৰাণী বা অথৰাইজ্‌ড্‌ ক্লাৰ্ক ঃ** প্ৰায় সকলো ষ্টক্ বজাৰৰ সদস্যক নিৰ্দিষ্ট সংখ্যাৰ কৰ্তৃত্বপ্ৰাপ্ত কেৰাণী বা অথৰাইজ্‌ড্‌ ক্লাৰ্ক নিয়োগ কৰিবলৈ অনুমতি দিয়া হয়। এনে কেৰাণীয়ে তেওঁলোকৰ কৰ্তাৰ হৈ কেন্দ্ৰৰ মজিয়াত ব্যৱসায়িক লেন্‌দেন্ কৰিবলৈ সুযোগ পায়। কৰ্তৃত্বপ্ৰাপ্ত কেৰাণীয়ে বা সদস্য সহকাৰীয়ে তেওঁলোকৰ নিজৰ নামত কোনো ব্যৱসায় কৰিব নোৱাৰে। তেওঁলোকক নিয়োগ কৰা সদস্যইহে তেওঁলোকক দা-দৰমহা আৰু দস্তুৰি দিয়ে। এনে কেৰাণী বা সদস্য সহকাৰী (Member's Assistants) নিয়োগৰ পৰিমাণ বোম্বাই আৰু লণ্ডন এক্স্‌চেঞ্জত পাঁচজন, মাদ্ৰাজ এক্সচেঞ্জত তিনিজন আৰু কলিকতা এক্স্‌চেঞ্জৰ অধিকতম আঠ জন।



(খ) **ৰেমিছিয়াৰ বা সত্ব প্ৰাপক (Remisier) ঃ** বম্বে ষ্টক্ চেঞ্জৰ সদস্যসকলে ৰেমিছিয়াৰ নিয়োগ কৰে। ৰেমিছিয়াৰসকলে কেন্দ্ৰৰ পূৰ্ণ সদস্যৰ দালাল হিচাপে ব্যৱসায় কাৰ্য্য আৰু গৰাকীৰ হৈ বিনিময় কেন্দ্ৰত নিৰাপত্তা পত্ৰৰ ব্যৱসায়িক সংগ্ৰহ কৰে। গতিকে তেওঁলোকে ব্যৱহাৰিক দিশত উপ দালাল ব্ৰ'কাৰ। তেওঁলোক কেন্দ্ৰৰ সকলো নীতি-নিয়মৰ অধীন। ৰেমিছিয়াৰক নিজৰ হিচাপত ব্যৱসায় কৰিবলৈ দিয়া নহয়। ৰেমিছিয়াৰে পূৰ্ণ সদস্যজনৰ হৈ অৰ্জ'ন কৰা ব্যৱসায়ৰ কমিছনৰপৰা পাৰিশ্ৰমিক পায়। এই পাৰিশ্ৰমিক সাধাৰণতে পঞ্চাশ শতাংশ অপেক্ষা অধিক হ'ব নোৱাৰে। সেয়ে ৰেমিছিয়াৰক অৰ্ধ' দস্তুৰি প্ৰাপক বা হাফ কমিছন মেন' (Half Commission Man) বোলা হয়। এজন মানুহে একে সময়তে দুজন সদস্যৰ ৰেমিছিয়াৰ হ'ব নোৱাৰে।

ষ্টক্ বিনিময় কেন্দ্ৰৰ সদস্য সকলক জব্বাৰ (Jobber) বা নিৰাপত্তা পত্ৰ ব্যৱসায়ী আৰু ব্ৰ'কাৰ (দালাল) বুলি জনা যায়। যি কোনো সদস্যই একে সময়তে ব্যৱসায়ী আৰু দালাল হিচাপে ব্যৱসায় কৰিব পাৰে। (অৱশ্যে লণ্ডন বিনিময় কেন্দ্ৰত এজন সদস্যক একেলগে জ'ব্বাৰ আৰু ব্ৰ'কাৰ হিচাপে ব্যৱসায় কৰিবলৈ দিয়া নহয় ; উভয় বিধ সদস্যই সম পৰ্য্যায়ৰ। জ'ব্বাৰসকলে নিৰাপত্তা পত্ৰৰ ব্যৱসায় কৰে।

তেওঁলোকে কেন্দ্ৰৰ ভিতৰত থাকি নিৰাপত্তা পত্ৰৰ ক্ৰয়-বিক্ৰয় নিজে নিজৰ হিচাপত কৰে। জ'ব্বাৰসকলে আন কোনো সদস্যপদ নথকা মানুহৰ লগত ব্যৱসায়িক লেন্‌দেন্ কৰিব নোৱাৰে। তেওঁলোকৰ ব্যৱসায়িক লাভ হৈছে—সস্তাত নিৰাপত্তা পত্ৰ ক্ৰয় কৰি অধিক দামত বিক্ৰী কৰাৰ ফলত হোৱা পাৰ্থক্য। জ'ব্বাৰসকলে কেইবিধমান নিৰ্দিষ্ট নিৰাপত্তা পত্ৰৰহে ব্যৱসায় কৰে। জ'ব্বাৰসকলক পূৰ্ণ মাত্ৰাই নহলেও নিৰাপত্তা পত্ৰৰ পাইকাৰী ব্যৱসায়ী বুলি কব পাৰি।

আনহাতে ব্ৰ'কাৰসকলে বাহিৰৰ ব্যৱসায়ীৰ হৈ জ'ব্বাৰসকলৰ লগত নিৰাপত্তা পত্ৰৰ ক্ৰয়-বিক্ৰয় লেন্‌দেন্ সমাধা কৰে। সদস্যপদ নথকা বাহিৰা ব্যৱসায়ীৰ হৈ নিৰাপত্তা পত্ৰৰ কিনা বেচা কৰা হেতু এওঁলোকক ব্ৰ'কাৰ বা দালাল বোলা হয়। দালালসকলে এওঁলোকৰ মক্কেলৰ হৈ ক্ৰয়-বিক্ৰয় লেন্‌দেন্ কৰাৰ বাবে কমিছন পায় আৰু জ'ব্বাৰক ফৰমাচ সংগ্ৰহ কৰি দিয়াৰ বাবদ তেওঁলোকৰ পৰাও পাৰিশ্ৰমিক লয়। দালালে সাধাৰণতে নিজে ব্যৱসায় নকৰে। দালালে বিভিন্ন মক্কেলৰ এজেণ্ট হিচাপে বিবিধ নিৰাপত্তা পত্ৰৰ ব্যৱসায়িক লেন্‌দেন্ কৰে। আচলতে দালালৰ কাৰ্য্য হ'ল নিৰাপত্তা পত্ৰ ক্ৰয় আৰু বিক্ৰয়ৰ বাবে ফৰমাচ সংগ্ৰহ কৰা। এনে ফৰমাচ সংগ্ৰহৰ ফলত উভয় দিশৰপৰা যথাক্ৰমে বাহিৰা বিনিয়োগকাৰী মক্কেল আৰু জ'ব্বাৰপৰা কমিছন লাভ কৰিব পাৰে। ব্ৰ'কাৰ প্ৰকৃত অৰ্থত মধ্যস্থ মানুহ।

উল্লেখিত জ'ব্বাৰ আৰু ব্ৰ'কাৰ এই দুবিধ সদস্য পদ থকাটোৱেই লণ্ডন ষ্টক্ এক্স্‌চেঞ্জৰ বৈশিষ্ট্য। বোম্বাই ষ্টক্ বিনিময় কেন্দ্ৰত সদস্যসকলক "টাৰাৱাণীৱালা" ( Tarawaniwala ) আৰু দস্তুৰি প্ৰাপক দালাল বোলা হয়। দস্তুৰি প্ৰাপক দালালে অন্যান্য সদস্য আৰু সদস্য নোহোৱা অন্য ব্যৱসায়ীৰ হৈ দস্তুৰি ভিত্তিত ব্যৱসায়িক লেন্‌দেন্ সম্পন্ন কৰে। টাৰাৱাণীৱালাই জ'ব্বাৰ হিচাপে ব্যৱসায় কৰে যদিও প্ৰায়বোৰ লেন্-দেনতে সুযোগ আৰু সুবিধা পালেই দালাল ৰূপে কাৰ্য্য সম্পন্ন কৰে। অৰ্থাৎ এওঁলোকে কোনো নিৰাপত্তা পত্ৰৰ ক্ৰয়-বিক্ৰয় কাৰ্য্য, পত্ৰৰ প্ৰকৃত আদান-প্ৰদানৰ উদ্দেশ্যে নকৰি, তাৰ মাজৰ বৈষম্যৰ ফলত হ'ব লগা লাভৰ উদ্দেশ্যেহে কৰে। কলিকতা ষ্টক্ বিনিময় কেন্দ্ৰৰ সকলো সদস্যই ব্ৰ'কাৰ বা দালাল। এনে দালালে প্ৰয়োজন বোধ কৰিলে তেওঁলোকৰ হৈ নিৰাপত্তা পত্ৰৰ চুক্তি সম্পাদন কৰিবলৈ এজেণ্ট নিয়োগ কৰিব পাৰে। এনে এজেণ্টে নিজৰ হিচাপত কোনো লেন্‌দেন্ কৰিব



…াৰে। নিৰ্ধাৰিত আচৰণবিধি অনুসৰি কোনো সদস্যই নিজৰ …সায় প্ৰচাৰ কৰিব নোৱাৰিব। অৱশ্যে সদস্যই নিজৰ মক্কেললৈ …ননী আৰু সাময়িকী আৰু অন্যান্য প্ৰতিবেদন বিলি কৰিব পাৰিব। …ময়িক প্ৰতিবেদন বাতৰি কাকতত নিজৰ নাম উল্লেখ নকৰাকৈ প্ৰকাশ …ৰু প্ৰচাৰ কৰিব পাৰিব। ষ্টক্ বজাৰে নিৰূপণ কৰি দিয়া চুক্তিৰ কমিছনতকৈ কম পৰিমাণৰ কমিছন কোনো সদস্যই লব নোৱাৰিব। সদস্যসকলক নিৰূপিত পৰিমাণৰ ব্যৱসায় কৰিবলৈ দিয়া হয়, যি পৰিমাণ কম হ'ব নোৱাৰিব।

[8] **ব্যৱসায়ৰ প্ৰকৃতি ( Nature of Business )** : দেশৰ বিভিন্ন ষ্টক্ বজাৰে বিবিধ নিৰাপত্তা পত্ৰৰ ব্যৱসায় পৰিচালনা কৰে। দেশৰ ভিন্ ভিন্ ঠাইত থকা ষ্টক্ বজাৰত তালিকাভুক্ত হোৱা নিৰাপত্তা সদায় বজাৰৰ ওচৰে পাজৰে থকা ব্যৱসায় আৰু শিল্প উদ্যোগৰ। দৃষ্টান্ত স্বৰূপে বোম্বাই ষ্টক্ বজাৰত কপাহ আৰু বেংকৰ নিৰাপত্তা পত্ৰবোৰ অধিক জনপ্ৰিয় আৰু বজাৰত অত্যধিক আধিপত্য বিস্তাৰ কৰা দেখা যায়।

কলিকতা ষ্টক্ বিনিময় কেন্দ্ৰত সাধাৰণতে কয়লা, মৰাপাট বেংক্ আৰু ইঞ্জিনীয়াৰিং উদ্যোগৰ অংশ পত্ৰ অধিক প্ৰচলন হোৱা পৰিলক্ষিত হয়। আহমেদাবাদত কাপোৰৰ অংশ-পত্ৰ আৰু মাদ্ৰাজত বাগিচা ( Plantation ) আৰু কাপোৰৰ নিৰাপত্তা পত্ৰৰ প্ৰচলন অত্যধিক হোৱা দৃষ্টি গোচৰ হয়। সেয়ে প্ৰতিখন ষ্টক্ বজাৰৰ ব্যৱসায়ৰ প্ৰকৃতিত আঞ্চলিক শিল্প উদ্যোগে সামৰিক প্ৰভাৱ পেলায়, ফলত ব্যৱসায়ৰ প্ৰকাৰো প্ৰভেদ হয়।

দেশত থকা বিভিন্ন ষ্টক্ বজাৰত আৰু এটি বৈশিষ্ট্য লক্ষণীয়। সাধাৰণভাৱে ষ্টক্ বজাৰত ভিন্ ভিন্ ঋণ পত্ৰ, অংশ পত্ৰ ষ্টক্, চৰকাৰী কাগজ আদিৰ প্ৰয়োভৰ হয়। তাৰ ভিতৰত সকলো বজাৰতে সকলো

শ্ৰেণীৰ নিৰাপত্তা পত্ৰৰ প্ৰভাৱ পৰিলক্ষিত নহয়। এই ফালৰপৰাও ব্যৱসায়ত বিবিধতা দৃষ্টিগোচৰ হয়। বোম্বাই ষ্টক্ বজাৰত সাধাৰণতে ষ্টক্, অংশ পত্ৰ, চৰকাৰী কাগজ আদিৰ সূচীভুক্তি। সমগ্ৰ দেশৰ ষ্টক্ বজাৰৰ ভিতৰতে সৰ্বাধিক। অন্যহাতে কলিকতা ষ্টক্ বিনিময় কেন্দ্ৰত তালিকাভুক্ত হোৱা চৰকাৰী কাগজ অংশ-পত্ৰ, ঋণ-পত্ৰ আদিৰ ভিতৰত ঋণ-পত্ৰৰ সংখ্যাই অন্যান্য ষ্টক্ বিনিময় কেন্দ্ৰৰ তুলনাত সৰ্বোচ্চ।

(৫) **লেন্-দেনৰ প্ৰকাৰ (Kinds of Transactions) ঃ** ষ্টক্ বিনিময় কেন্দ্ৰসমূহৰ লেন্দেন্ সচৰাচৰ নগদ আৰু ভৱিষ্য বা অগ্ৰিম (Cash or forward) হ'ব পাৰে। নগদ লেন্দেনে মজুত প্ৰদান চুক্তি সূচায় য'ত টকা পৰিশোধ আৰু নিৰাপত্তা পত্ৰৰ প্ৰদান নিচেই কম সময়ৰ ভিতৰতে নিষ্পত্তি হয়। এনে লেন্দেনক নিৰাপত্তা পত্ৰৰ লগ্নী লেন্দেন্ (Investment Transactions) বুলিও চিনাক্তকৰণ কৰা হয়। খাঁটি নিৰাপত্তা পত্ৰৰ ক্ৰয় বিক্ৰয়েই ইয়াৰ মূল ভেটি। অন্যহাতে অগ্ৰিম লেন্দেন্ সাধাৰণভাৱে ভৱিষ্যাত্মক লেন্দেন্ বুলিয়েই স্বীকাৰ্য্য। অগ্ৰিম প্ৰদান চুক্তিৰদ্বাৰা নিৰ্দিষ্ট বন্দবস্তিৰ দিনত ইয়াক নিষ্পত্তি কৰা হয়। অগ্ৰিম প্ৰদান চুক্তিত 'চুক্তিধন' (Margin) জমা দিয়াটো অৱশ্য প্ৰয়োজনীয়। ভৱিষ্যাত্মক লেন্দেনত আচলতে প্ৰকৃত টকা পৰিশোধ আৰু নিৰাপত্তা পত্ৰ প্ৰদানৰ কোনো অভিপ্ৰায় নাথাকে।

(৬) **হুণ্ডিৰ কাৰবাৰচলোৱা সংস্থা (Clearing House) ঃ** হুণ্ডিৰ কাৰবাৰ চলোৱা সংস্থাৰ আলোচনা স্থানান্তৰত দ্ৰষ্টব্য। এই সংস্থাটি ষ্টক্ বজাৰৰ এটি পৃথক বিভাগ হিচাপে ৰাখিব পাৰি আৰু ইয়াৰ পৰিচালানাৰ দায়িত্ব কোনো বেংকৰ ওপৰত ন্যস্ত কৰিব পাৰি। সাধাৰণতে এই সংস্থাৰ দায়িত্ব পৃথক পৃথক বেংকৰ হাতত অৰ্পণ কৰা দৃষ্টিগোচৰ হয়। ভাৰতীয় ষ্টক্ বিনিময় কেন্দ্ৰৰ ভিতৰত মাদ্ৰাজ



বম্বে ষ্টক্ বজাৰৰ হুণ্ডিৰ কাৰবাৰ চলোৱা সংস্থাৰ দায়িত্ব বেংক ইণ্ডিয়া, কলিকতা ষ্টক্ বিনিময় কেন্দ্ৰৰ হুণ্ডিৰ কাৰবাৰ চলোৱা ...ৰ দায়িত্ব এলাহাবাদ বেংক, আহমেদাবাদ ষ্টক্ বজাৰৰ হুণ্ডিৰ ...বাৰ চলোৱা সংস্থাৰ দায়িত্ব চেণ্ট্ৰেল বেংকৰ হাতত অৰ্পণ কৰা ...। অৱশ্যে বেংকৰ হাতত দায়িত্ব ভাৰ নিদিয়াৰ দৃষ্টান্ত ৰূপে দিল্লী বজাৰলৈ আঙুলিয়াব পাৰি, যিটো হুণ্ডি কাৰবাৰী সংস্থা কেন্দ্ৰই পৰিচালনা কৰে।

(৭) **নিৰাপত্তা পত্ৰ তালিকা ভুক্তি (Listing of Securities) ঃ** কোনো সাৰ্বজনিক কোম্পানীয়ে যেতিয়া জনসাধাৰণলৈ অংশ পত্ৰ ... কৰিব খোজে, তেতিয়া কোম্পানীয়ে নিজৰ সমুদায় অংশ পত্ৰ বা ... কিয়দংশ ষ্টক্ বিনিময় কেন্দ্ৰত তালিকাভুক্তি কৰিব পাৰে। অৱশ্যে ... বিনিময় কেন্দ্ৰত তালিকাভুক্তি কৰা নিৰাপত্তা পত্ৰৰ বিষয়টো ...ম্পানীৰ নিজা। যি কোনো কোম্পানীয়ে ইচ্ছা কৰিলে আনুষ্ঠানিক ...ৰ বিনিময় কেন্দ্ৰলৈ অনুমতি বিচাৰি আবেদন কৰিব পাৰে। উক্ত ...বেদনৰ ওপৰত বিচাৰ-বিবেচনা কৰি কেন্দ্ৰই আবেদন মঞ্জুৰ কৰিলেহে ... বজাৰত নিৰাপত্তা পত্ৰ তালিকাভুক্ত হয়। অৰ্থাৎ আবেদন কৰা ...ম্পানীৰ নিৰাপত্তা পত্ৰসমূহ ষ্টক্ বজাৰৰ কাৰ্য্যালয় তালিকাত ...সায়ৰ উদ্দেশ্যে তালিকাভুক্ত কৰা হয়।

যিকোনো ষ্টক্ বিনিময় কেন্দ্ৰত তালিকাভুক্তি হবলৈ বিচাৰিলে ...ম্পানীয়ে কিছুমান নিৰ্দিষ্ট বিবৰণ ঘাইকৈ কোম্পানীৰ সংগঠন আৰু ...ৰ্য্যকাৰিতা (Working) সংক্ৰান্ত প্ৰতিবেদন দাখিল কৰিব লাগে ...ক ষ্টক্ বিনিময় কেন্দ্ৰৰ আচৰণ-বিধি নীতিগতভাৱে মানি চলিবলৈ ...মত হ'ব লাগে। ষ্টক্ বিনিময় কেন্দ্ৰত তালিকাভুক্তি হোৱাটোৱে ...কেন্দ্ৰই কোম্পানীৰ সুস্থতাৰ প্ৰত্যাভূতি দিয়া নুবুজায়, নাইবা কোম্পানীৰ ...ৰাপত্তা পত্ৰসমূহক জনসাধাৰণে লবৰ বাবে অনুমোদন কৰাও নুবুজায়।

মুঠতে ই কেৱল ইয়াকেই সূচায় যে কোম্পানীটি কোম্পানী আইন অনুসৰি পঞ্জীভুক্ত আৰু চালিত প্ৰতিষ্ঠান হিচাপে স্বচ্ছল। এনে ধাৰণাই নিৰাপত্তা পত্ৰ বিলিকৃত কোম্পানী আৰু লগ্নীকাৰীলৈ ( Investors ) আস্থা আহৰণ কৰাত সহায় কৰে। ফলত উভয় পক্ষৰ স্বাৰ্থ ৰক্ষা পৰে। ষ্টক্ বজাৰত তালিকাভুক্তিয়ে সেয়ে কোম্পানীৰ সুনাম অৰ্জন কৰিবলৈ আৰু নিৰাপত্তা পত্ৰৰ ব্যৱসায় ব্যাপক কৰিবলৈ সুযোগ দিয়ে। এনে লগ্নীকাৰীক বেহা-বেপাৰৰ নিৰ্বিঘ্নতা দান কৰে আৰু প্ৰয়োজনৰ বেলিকা হস্তান্তৰ কাৰ্য্য খৰটকীয়া কৰে।

ষ্টক্ বিনিময় কেন্দ্ৰই কোনো কোম্পানীৰ নিৰাপত্তা পত্ৰ তালিকাভুক্তি কৰা সংক্ৰান্তত নামঞ্জুৰ কৰাৰ অধিকাৰ আছে। অৱশ্যেই চৰকাৰী চৰ্ত সাপেক্ষ। ভাৰত চৰকাৰে নিৰাপত্তা পত্ৰ তালিকাভুক্তি সংক্ৰান্তত ১৯৫৬ চনত নিৰাপত্তা পত্ৰ চুক্তি ( বিনিময় ) আইনত কিছুমান নীতি-নিয়ম বিধিবদ্ধ কৰি দিছে।

যি কোম্পানীয়ে নিৰাপত্তা পত্ৰৰ তালিকাভুক্তি বিচাৰে তেনে কোম্পানীয়ে নিৰ্দিষ্ট ফৰ্মত আবেদন কৰিব লাগে। উক্ত আবেদন পত্ৰ নিম্নোল্লিখিত দলিল পত্ৰৰ সাক্ষৰদ্বাৰা সমৰ্থিত হ'ব লাগিব।

(ক) কোম্পানীৰ স্মাৰক ; অন্তৰ্নিয়ম, প্ৰতিষ্ঠান পত্ৰ ( Prospectus ) বা প্ৰবিষ্ঠান পত্ৰৰ পৰিবৰ্তে প্ৰতিবেদন, সঞ্চালকৰ প্ৰতিবেদন, সমীকৰণ পত্ৰ আৰু দায়বদ্ধতাৰ চুক্তি বা আন্দাৰ ৰাইটিং চুক্তি আদিৰ প্ৰতিলিপি অবেদন পত্ৰৰ লগত দাখিল কৰিব লাগে।

(খ) কোম্পানীৰ অংশ পত্ৰ, ঋণ পত্ৰৰ নমুনা আৰু তাৰ আবেদন বণ্টন বা অনুমোদন, অনুমোদন, কিস্তি পত্ৰৰ প্ৰামাণ্য প্ৰতিলিপি দাখিল কৰিব লাগে'

(গ) মূলধনৰ গঠন সম্পৰ্কীয় প্ৰয়োজনীয় সম্পূৰ্ণ বিৱৰণ।

(ঘ) কোম্পানীৰ অংশ পত্ৰ বণ্টন তালিকা সংক্ৰান্তীয় প্ৰতিবেদন।



(ঙ) পুৰণি কোম্পানীৰ ক্ষেত্ৰত লভ্যাংশ আৰু বোনাছৰ দহ বছৰীয়া প্ৰতিবেদন।

(চ) কোম্পানীৰ সা-সম্পত্তি সংক্ৰান্ত এক থ্ৰূলমূল বিৱৰণ।

(ছ) ষ্টক্ বিনিময় কেন্দ্ৰলৈ ব্যৱসায়ৰ বাবে আবেদন কৰা নিৰাপত্তা পত্ৰসমূহৰ বিৱৰণ।

(জ) কোম্পানীৰূপে পঞ্জীকৰণ হোৱাৰপৰা ষ্টক্ বজাৰলৈ আবেদন কৰা কাললৈকে কোম্পানীৰ সংক্ষিপ্ত ইতিহাস।

**তালিকাভুক্তিৰ লক্ষণসমূহ (Criteria of Listing) ঃ** সাধাৰণতে ষ্টক্ বিনিময় কেন্দ্ৰই কোনো সাৰ্বজনিক কোম্পানীৰ নিৰাপত্তা পত্ৰৰ তালিকা ভুক্তিৰ আবেদন পত্ৰ পৰীক্ষা কৰোঁতে তলৰ নিয়ম সমূহলৈ অধিক মনোযোগ দিব লাগে।

(১) কোম্পানীৰ অন্তনিয়মত ( Articles of Association ) সন্নিবিষ্ট থাকিব লগা বিষয়সমূহ হৈছে—

(ক) অংশ পত্ৰৰ হস্তান্তৰকৰণত কোনো বাধা নিষেধ নাথাকে।

(খ) আগতীয়াকৈ কিস্তি ধন পৰিশোধ কৰা অংশই কেৱল সুত লাভ কৰাৰহে সুবিধা পাব।

(গ) দাবী নকৰা লভ্যাংশ নিৰূপিত সময় বাধা নহালৈকে বাজেয়াপ্ত কৰা নহ'ব।

(ঘ) কোম্পানীৰ বাৰ্ষিক অধিবেশনৰ অনুমোদন সাপেক্ষেহে অংশ পত্ৰসমূহ আহ্বান কৰা নকৰাটো নিৰ্নীত হ'ব।

(ঙ). পূৰ্ণ আদায়ীকৃত অংশ পত্ৰসমূহ কোম্পানীৰ দখলত ৰখা স্বত্ত সাপেক্ষ নহয়।

(২) বাতৰি কাকতৰ জৰিয়তে প্ৰতিবিধ বিলিকৃত নিৰাপত্তা পত্ৰৰ অন্ততঃ উনপঞ্চাশ শতাংশ জনসাধাৰণলৈ ক্ৰয় কৰিবৰ বাবে আগবঢ়োৱা হৈছে নে নাই ?

(৩) ষ্টক্ বজাৰলৈ তালিকাভুক্তিৰ বাবে আবেদন কৰা কোম্পানীটিৰ মূলধনৰ বুনিয়াদ প্ৰসাৰিত হয় নে নহয় ?

(৪) কোম্পানীটোৰ আকাৰ উপযুক্ত পৰিসৰৰ হয় নে নহয় আৰু তাৰ নিৰাপত্তা পত্ৰৰ প্ৰতি জনসাধাৰণৰ আস্থা আছেনে নাই ?

উল্লেখিত লক্ষণসমূহ অধ্যয়নৰ পাছত যদি ষ্টক্ বিনিময় কেন্দ্ৰৰ কৰ্তৃপক্ষ অসন্তুষ্ট হয় তেনেহলে, তালিকাভুক্তিৰ সংক্ৰান্তত এখন তালিকাভুক্তি চুক্তি সম্পাদন কৰিবলৈ কোম্পানীক আমন্ত্ৰণ জনায়। উক্ত চুক্তি অনুসৰি কোম্পানীয়ে দায়িত্ব লব লগা বিষয় কেইটা নিম্নোল্লিখিত প্ৰকাৰৰ—

(১) কোম্পানীৰ নিৰাপত্তা পত্ৰত প্ৰভাৱ পেলাব পৰা বিষয় সংক্ৰান্তত কোম্পানীৰ সিদ্ধান্তসমূহ ষ্টক্ বিনিময় কেন্দ্ৰক সম্যক ৰূপে অৱগত কৰোৱা নিশ্চিত কৰ্তব্য। সেই অৱহিত কৰিব লগা বিষয়বোৰ এনে ধৰণৰ—

(ক) সঞ্চালক পৰিষদে কোম্পানীৰ লভ্যাংশ আৰু লভ্যাংশ বণ্টন সংক্ৰান্তত লোৱা যি কোনো সিদ্ধান্তৰ পূৰ্ণ বিৱৰণ ষ্টক্ বিনিময় কেন্দ্ৰত দিব লাগিব।

(খ) কোম্পানীৰ পৰীক্ষিত বাৰ্ষিক হিচাপ, অন্যান্য জৰিত বিভাগ আৰু ব্যক্তিলৈ বিলিকৃত কৰোঁতে তাৰ এটা প্ৰতিলিপি তালিকাভুক্ত হোৱাৰ পাছত ষ্টক্ বিনিময় কেন্দ্ৰলৈও প্ৰেৰণ কৰিব লাগিব।

(গ) কোম্পানীৰ ব্যৱসায়িক দিশত হোৱা যি কোনো ব্যৱহাৰিক পৰিবৰ্তন সম্পৰ্কে ষ্টক্ বজাৰক অবগত কৰাব লাগিব।

(ঘ) কোম্পানীৰ মূলধনৰ গাঁথনি সংক্ৰান্তত আৰু নতুন অংশ পত্ৰ, বোনাছ পত্ৰ, বিলিকৰণ কৰা বিষয়ত হোৱা যি কোনো পৰিৱৰ্তন সম্পৰ্কে ষ্টক্ বিনিময় কেন্দ্ৰৰ কৰ্তৃপক্ষক অৱগত কৰাব লাগিব।



(২) কোম্পানীয়ে নিৰাপত্তা পত্ৰৰ তালিকাভুক্তি বিষয়ত পালিব ীয়া আচৰণ বিধি সমূহ তলত উল্লেখ কৰা বিধৰ—

(ক) ষ্টক্ বজাৰৰ সৈতে চুক্তিৰ চৰ্তসমূহ যাতে উলংঘন নহয়।

(খ) তালিকাভুক্ত হোৱা কোনো নিৰাপত্তা পত্ৰৰ যদি কোনো অংশ কিবা কাৰণে পৰিশোধন ( Redemption ), বাতিল, বা বিৰতি ( Cancellation or Retirement ) আৰু উপবিভাগ কৰিব লগা হয়, তেন্তে সেই সম্পৰ্কে ষ্টক্ বিনিময় কেন্দ্ৰক অৱগত কৰাটো চুক্তিৰ অন্যতম চৰ্ত।

(গ) কোম্পানীৰ অংশধাৰীসকলক কোম্পানীৰ অৱস্থা সম্পৰ্কে কিয়াই থাকিবৰ কাৰণে যি কোনো প্ৰয়োজনীয় বা-বাতৰি ষ্টক্ বজাৰক যোগান ধৰাটো চৰ্তৰ অন্তৰ্ভুক্ত বিষয়।

(ঘ) কোম্পানীৰ অংশ পত্ৰৰ সংক্ৰান্তত যি কোনো ভুৱা বজাৰ স্থিতিৰ পৰা বিৰত থকাটো তালিকাভুক্তি চুক্তিৰ চৰ্ত সাপেক্ষ বিষয়।

(ঙ) কোম্পানীৰ নিৰাপত্তা পত্ৰৰ কাৰণে আবেদনকাৰী সকলোৰে প্ৰতি কোম্পানীয়ে অংশ পত্ৰ আৰু অধিকাৰৰ ( Rights ) ক্ষেত্ৰত সাধুতা অৱলম্বন কৰিবই লাগিব।

১৯৫৬ চনৰ কোম্পানী আইনৰ ৭৩ নং নিৰাপত্তা পত্ৰৰ তালিকাভুক্তিৰ নীতি-নিয়ম উল্লেখ কৰা হৈছে। উক্ত আইনত প্ৰতিষ্ঠান-পত্ৰ প্ৰথম বিলিকৰণ কৰাৰ দহ দিনৰ ভিতৰত নিৰাপত্তা পত্ৰ তালিকাভুক্তিৰ বাবে ষ্টক্ বিনিময় কেন্দ্ৰলৈ প্ৰয়োজনীয় প্ৰমাণ পত্ৰ সহ আবেদন কৰিবলৈ নিৰ্দেশ দিয়া হৈছে। ষ্টক্ বজাৰত তালিকাভুক্তিৰ অনুমতি জনসাধাৰণৰপৰা বৰঙণি গ্ৰহণৰ শেষ দিনৰ পৰা ( From the date of Closing the Subscription List ) চাৰি সপ্তাহৰ ভিতৰত পাব লাগিব। অন্যথা বৰঙণি গ্ৰহণৰ শেষ দিনৰপৰা এই ম্যাদ সাত সপ্তাহ অপেক্ষা অধিক হ'ব নোৱাৰিব। উল্লেখিত চৰ্তৰ উলংঘা হ'ব নোৱাৰিব।

স্বীকৃতি প্ৰাপ্ত কোনো ষ্টক্ বজাৰত যিকোনো সাৰ্বজনিক কোম্পানীৰ নিৰাপত্তা পত্ৰৰ তালিকাভুক্তি কৰাটো বাধ্য বাধকতা কৰিব পৰাৰ ক্ষমতা কেন্দ্ৰীয় চৰকাৰৰ আছে।

(৮) **ক্ৰেতা আৰু বিক্ৰেতা (Buyers and Sellers)** ঃ কোম্পানীৰ নিৰাপত্তা পত্ৰ আৰু চৰকাৰী কাগজ পত্ৰৰ ক্ৰয়-বিক্ৰয় কৰাৰ সংগঠিত বজাৰক ষ্টক্ বিনিময় কেন্দ্ৰ বোলা হয়।

ইয়াৰ ক্ৰেতা আৰু বিক্ৰেতাসকল বিনিয়োগকাৰী অথবা ফট্‌কা ব্যৱসায়ী হ'ব পাৰে। বিনিয়োগকাৰীসকলে কোম্পানী বা চৰকাৰী কাগজ, অংশ পত্ৰ আদি ক্ৰয় কৰে, নিজৰ টকা বিনিয়োগ কৰি লাভ অৰ্জনৰ উদ্দেশ্যে। অৱশ্যে অৰ্থলগ্নকাৰীয়ে বিনিয়োগত বিপদ মুক্ত নিৰাপত্তা, আৰু উপাৰ্জনত নিয়মীয়া হোৱাটো বাঞ্ছা কৰে। অৰ্থলগ্নীকাৰীয়ে তেওঁ ধন বিনিয়োগৰ বিপৰীতে লাভ আশা কৰে।

অন্যহাতে ফট্‌কা ব্যৱসায়ীয়ে নিৰাপত্তা পত্ৰ ক্ৰয় কৰে লাভলৈ কিছুদিনৰ পাছতে বিক্ৰী কৰাৰ উদ্দেশ্যে নাইবা সদ্যহতে বিক্ৰী কৰে, পাছত সস্তাত ক্ৰয় কৰি লাভ কৰাৰ উদ্দেশ্যে। এই ক্ৰয় আৰু বিক্ৰয় অথবা বিক্ৰয় আৰু ক্ৰয়ৰ মাজত থকা পাৰ্থক্যই হ'ল তেওঁলোকৰ উপাৰ্জন। তেওঁলোকে নিৰাপত্তা পত্ৰসমূহৰ আদান প্ৰদান (Take or give delivery) নকৰে; কিন্তু সেইবোৰৰ বজাৰ দৰৰ পাৰ্থক্যৰদ্বাৰাই লাভ অৰ্জন কৰে। ফট্‌কা ব্যৱসায়ীৰ তেওঁৰ মূলধনৰ মূল্য উৰ্ধগামী হোৱা বিষয়ত অধিক স্বাৰ্থ থাকে। কাৰণ তাৰদ্বাৰা তেওঁৰ লাভ অৰ্জন দ্ৰুত হয়। ফট্‌কা ব্যৱসায়ীয়ে নিৰাপত্তা পত্ৰ বিক্ৰী আৰু ক্ৰয়ৰদ্বাৰা হোৱা বৈষম্যৰপৰা লাভ বাঞ্ছা কৰে।

ব্যৱহাৰিক দিশত কোনো ষ্টক বিনিময় কেন্দ্ৰত খাটি বিনিয়োগকাৰী আৰু খাটি ফট্‌কা ব্যৱসায়ী পোৱা নাযায়। কোনো কোনো সময়ত বিনিয়োগকাৰী ফট্‌কা ব্যৱসায়ীৰ ভূমিকাত আৰু ফট্‌কা ব্যৱসায়ী



বিনিয়োগকাৰীৰ ভূমিকাত অৱতীৰ্ণ হোৱা পৰিলক্ষিত হয়। এই উভয়ৰ মাজত থকা বৈষম্য কেৱল মাত্ৰাৰহে, প্ৰকৃতিগত নহয়।

(১) **ফট্‌কা ব্যৱসায়ী (Speculators)** ঃ ষ্টক্ বিনিময় কেন্দ্ৰত উপস্থিত ফট্‌কা ব্যৱসায়ী বহু প্ৰকাৰ থকা দৃষ্টিগোচৰ হয়। সেই ব্যৱসায়ীসকলৰ নাম সমূহ সাধাৰণতে জন্তু জগতৰপৰা আহৰণ কৰা হৈছে। জন্তুৰ আচৰণৰ লগত ফট্‌কা ব্যৱসায়ীৰ আচৰণৰ সাদৃশ্যলৈ লক্ষ্য ৰাখি ফট্‌কা ব্যৱসায়ীৰ নামসমূহ দিয়া হৈছে। সেই নামসমূহ হৈছে—বুল (Bull), বিয়েৰ (Bear), ষ্টাগ (Stag : হৰিণ), লে'মডাক (Lame Duck : খোৰা মাইকী পাতিহাঁহ) ইত্যাদি।

**বুল (Bull)** ঃ সবল অৰ্থত বুল জন আশাবাদী ফট্‌কা ব্যৱসায়ী। এনে ফট্‌কা ব্যৱসায়ীয়ে ষ্টক্ বজাৰত নিৰাপত্তা পত্ৰসমূহ ক্ৰয় কৰে এই আশাত যে সেইবোৰ কাগজৰ ডেলিভাৰী লোৱাৰ আগতেই পুনৰ তাক অধিক দামত বিক্ৰী কৰিব পাৰিব। যাৰদ্বাৰা ক্ৰয় আৰু বিক্ৰয়ৰ মাজত থকা পাৰ্থক্যই ব্যৱসায়ীজনৰ লাভ অৰ্জনৰ সহায়ক হ'ব।

বুলজন এনে ক্ৰেতা যি ভৱিষ্যতে নিৰাপত্তা পত্ৰৰ দাম বাঢ়িব এই ধাৰণাৰে সদ্যহতেই উক্ত পত্ৰবোৰ ক্ৰয় কৰে। তেওঁ স্থায়ীকৈ সংগ্ৰহ কৰাৰ উদ্দেশ্যে নিৰাপত্তা পত্ৰ ক্ৰয় নকৰে। বৰঞ্চ উক্ত পত্ৰৰ অৰ্থ পৰিশোধ কৰাৰ আগতেই তাক বিক্ৰী কৰাৰ মানসেৰেহে ক্ৰয় কৰে। সেয়ে তেওঁক সম্ভাব্য বিক্ৰেতা বোলা হয়।

ভাৰতীয় ষ্টক্ বজাৰত বুলজন "তেজীৱালা" নামে পৰিচিত। এই ভৱিষ্যবাদী ফট্‌কা ব্যৱসায়ীজনৰ বুল' নামকৰণ অৰ্থবহ। 'বুল' বা ষাঁড় গৰুৱে তাৰ 'বলিক' বা শত্ৰুক শিঙেৰে ওপৰলৈ দলিয়াই দিয়ে (throw's its victim up in the air) এই আচৰণ ষাঁড় গৰুৰ ক্ষেত্ৰত সৰ্বদায় দৃশ্যমান। সেয়ে 'বুল' ব্যৱসায়ীজনৰ আচৰণো ষাঁড়ৰ লগত এই অৰ্থতেই মিলে যে তেওঁৱো নিৰাপত্তা পত্ৰৰ দাম ভৱিষ্যতে ওপৰলৈ

উঠিব বুলি আপাততঃ ক্রয় কৰে। তেওঁ আচলতে দীৰ্ঘম্যাদী ক্রেতা। এটি উদাহৰণে বুল ব্যৱসায়ীজনক সুন্দৰকৈ প্ৰকাশ কৰিব।

এজন বুল ব্যৱসায়ীয়ে বম্বে ষ্টক্ বজাৰত কোনো কোম্পানীৰ এশ টকাকৈ কিছুমান অংশ পত্ৰ বজাৰৰ আৰম্ভণিতেই ষ্টক্ বিনিময় কেন্দ্ৰৰ হিচাপত ক্ৰয় কৰিলে। ষ্টক্ বজাৰৰ লেন্‌দেন্‌সমূহ মাহেকীয়া ভিত্তিত বন্দবস্ত হয়। গতিকে ধৰা হওক মাহ শেষ হোৱাৰ আগে আগে সেই অংশ পত্ৰসমূহ এশ দুটকাকৈ বিক্ৰী কৰি দিলে, ফলত তেওঁৰ প্ৰতিটো অংশত দুটকাকৈ লাভ হ'ল। মাহৰ মূৰত ষ্টক্ বিনিময় কেন্দ্ৰত সমূহ লেন্‌দেনৰ হিচাপ নিষ্পত্তি কৰা হ'ল। তেতিয়া বুলজনে প্ৰতিটো অংশ পত্ৰৰ বিপৰীতে দুটকাকৈ তেওঁ বিক্ৰী কৰা সমূহ অংশ পত্ৰৰ মুঠ টকাৰ এখন চেক্ ( Cheque ) কেন্দ্ৰৰ পৰা পাব। অৱশ্যে উক্ত লেন্‌দেনৰ বাবদ কমিছন, নিষ্কাষণ মাচুল আদি কেন্দ্ৰই কাটি ৰাখিব। উল্লেখিত কাৰ্য্যৰ বুলজনে বস্তুতঃ কোনো পইচা-পাতিৰ লেন্‌দেন্ নকৰিও লাভ অৰ্জন কৰিলে।

**বিয়েৰ ( Bear )** ঃ বিয়েৰজন নিৰাশবাদী ফট্‌কাবাজ, যি ষ্টক্ বজাৰৰ নিৰাপত্তা পত্ৰৰ দাম পৰি যাব বুলি বিশ্বাস কৰি ব্যৱসায়িক লেন্‌দেন্ কৰে। এওঁ প্ৰকৃততে হ্ৰস্বম্যাদী বিক্ৰেতা। নিজৰ হাতত নিৰাপত্তা পত্ৰ নথকাকৈয়ে তেওঁ বিক্ৰীৰ চুক্তি কৰে এই আশাত যে অদূৰ ভৱিষ্যতে সেই নিৰাপত্তা পত্ৰৰ দাম নিম্নগামী হ'ব আৰু তেতিয়া বিয়েৰজনে সস্তাত পুনৰ উক্ত পত্ৰবোৰ ক্ৰয় কৰিববৈ সক্ষম হ'ব। ফলত এনে বিক্ৰী আৰু ক্ৰয় লেন্‌দেনৰ পাৰ্থক্যৰদ্বাৰা তেওঁ লাভৱান হ'ব।

ভাৰতীয় ষ্টক্ বজাৰৰ বিয়েৰ জন "মাণ্ডিৱালা" বা মন্দৰীয় নামে পৰিচিত। ফট্‌কা ব্যৱসায়ীজনৰ বিয়েৰ নামকৰণৰ বৈশিষ্ট্য এয়ে যে ভালুকে সাধাৰণতে তাৰ বলি বা শত্ৰুক তললৈ হেঁচা মাৰি বা চেপা মাৰিহে মাৰে। সেয়ে ভালুকৰ এই আচৰণৰ লগত ফট্‌কা



ব্যৱসায়ীজনৰ আচৰণৰ আত্মীয়তা পৰিলক্ষিত হয়। কাৰণ বিয়েৰজনে [illegible] বজাৰ দৰ তললৈ নমাৰ বাঞ্ছা কৰে। বজাৰ দৰ নিম্নগামী হোৱাৰ বাবে তেওঁ প্ৰয়োজনীয় প্ৰচেষ্টাও কৰে যাতে, বজাৰ দৰ পৰি যায় আৰু তেওঁ বন্দবস্তিৰ দিনা সস্তাতে নিৰাপত্তা পত্ৰ ক্ৰয় কৰি অধিক পৰিমাণৰ লাভ কৰিব পাৰে। সেই কাৰণেই তেওঁ এজন [illegible] ক্ৰেতা।

এই ফট্‌কা ব্যৱসায়ীজনক বুজিবলৈ এটা উদাহৰণ দাঙি ধৰিব পাৰি। ধৰা হওক, এজন বিয়েৰ ব্যৱসায়ীয়ে বিশ্বাস কৰিছে যে কোনো এবিধ অংশ পত্ৰৰ বজাৰ দৰ সোনকালে নিম্নগামী হ'ব। গতিকে বিয়েৰ জনে সেই অংশ পত্ৰ কিছুমান খনে প্ৰতি নিৰান্নবৈ টকাকৈ বিক্ৰী কৰিলে ; কিন্তু সেই বিক্ৰী কৰা অংশ পত্ৰসমূহ বিক্ৰীৰ সময়ত তেওঁৰ হাতত নাছিল ; কিন্তু তেওঁ বাঞ্ছা কৰিছে যে তেওঁ উক্ত অংশ পত্ৰবোৰ ক্ৰেতাক প্ৰদান কৰাৰ আগতেই তাৰ দাম বহু পৰিমাণে পৰি যাব। তেতিয়া পূৰ্বৰ বন্দবস্তি দিনৰ আগতেই তাক ক্ৰয় কৰি ক্ৰেতাক দিব পাৰিব যদি ব্যৱসায়ীজনে ধাৰণা কৰা মতেই বজাৰৰ গতি ধাবিত হয় তেন্তে, ধৰাহওক, সেই অংশ পত্ৰৰ দাম চৌৰান্নবৈ টকালৈ নামি আহে। যেতিয়া ব্যৱসায়ীজনে সেই দামত অংশ পত্ৰবোৰ ক্ৰয় কৰি খনে প্ৰতি পাঁচ টকাকৈ লাভ কৰিব পাৰে। অৱশ্যে লেন্‌দেন্ সংক্ৰান্তত অন্যান্য কিছু খৰচ উক্ত লাভৰ পৰা বাদ যোৱাটো স্বাভাৱিক কথা।

ওপৰত উল্লেখ কৰা দুয়োবিধ ব্যৱসায়ী বিপৰীত মুখী দৃষ্টি ভংগীৰ। এদল ব্যৱসায়ীয়ে নিৰাপত্তা পত্ৰৰ দাম উৰ্ধগামী হ'ব বুলি ভাবি লাভ কৰিবলৈ ক্ৰয় কৰে। আনহাতে আন এদল ব্যৱসায়ীয়ে বজাৰ দৰ নিম্নগামী হোৱাৰ বাঞ্ছা কৰি লাভ অৰ্জনৰ উদ্দেশ্যে নিৰাপত্তা পত্ৰ হাতত নথকাকৈয়ে বিক্ৰী কৰে।

নিৰাপত্তা পত্ৰ বিক্ৰী কৰা দলৰ অৰ্থাৎ বিয়েৰ ব্যৱসায়ীৰ যেতিয়া

বিনিময় পত্র প্ৰদান কৰা সময় আহে, তেতিয়া তেওঁলোকে পুনৰ সেই পত্র ক্রয় কৰিব লগা হয়; কিন্তু ইতিমধ্যে যদি প্ৰথম ক্ৰেতা সকলে (অৰ্থাৎ বুল ব্যৱসায়ীয়ে) দাম এৰি নিদি বৰঞ্চ অধিক দাম দাবী কৰে তেতিয়া বহু বিয়েৰ ব্যৱসায়ীয়েই দেউলীয়া হ'ব লগা হয়। বিয়েৰ শ্ৰেণীৰ এই অৱস্থাক বিয়েৰ স্কুইজ (Bear Squeeze) বা "ভালুক চেপা" বোলে। যেতিয়া নিৰাপত্তা পত্ৰৰ দাম বিয়েৰ ব্যৱসায়ীয়ে ভৱা মতে কোনো পধ্যেই নিম্নগামী নহয় তেতিয়া আৰু অধিক লোকচান নিদিয়াৰ চৰ্তত তেওঁলোকে তেওঁলোকৰ লেন্‌দেন্ লেঠা মাৰিবৰ বাবে বেছি দামত নিৰাপত্তা পত্র ক্রয় কৰি অধিকতৰ লোকচানৰ বাট বন্ধ কৰে। ইয়াকে বিয়েৰ কৰ্ণাৰিং (Bear Cornering) বা 'ভালুক বেৰা' বোলা যায়।

**লে'ম ডাক (Lame Duck):** একোজন বিয়েৰ ফট্‌কা ব্যৱসায়ীক লে'ম ডাক বা খোৰা হাঁহ (বা অক্ষম দালাল) বুলি নাম-কৰণ কৰা হয় তেতিয়া, যেতিয়া তেওঁ বিক্ৰীৰ চুক্তি অনুসৰি নিৰাপত্তা পত্র প্ৰদান কৰিবৰ সময়ত যিকোনো মূল্য দিয়ো ক্রয় কৰিবলৈ নাপাই সংকটাপন্ন হয়। বিয়েৰ জনে যি কোনো দাম দিবলৈ প্ৰস্তুত হৈয়ো সেই নিৰাপত্তা পত্ৰৰ বজাৰত অভাৱ হোৱাত ক্রয় কৰিবলৈ নাপায়, অন্যহাতে তেওঁ চুক্তিবদ্ধ পক্ষৰ লগত সন্ধি চৰ্তত আহিবলৈয়ো অপৰাগ হয় আৰু তেওঁৰ এনে কোনো বন্ধু নাই যি তেওঁৰ হাতত থকা উক্ত নিৰাপত্তা পত্ৰসমূহ বিয়েৰজনক দি তেওঁক সংকট অৱস্থাৰপৰা উদ্ধাৰ কৰিব।

বিয়েৰ জনৰ সেই দুঃখজনক অৱস্থাটি এটি খোৰা পাতি হাঁহৰ লগত তুলনীয়। কাৰণ খোঁৰা পাতি হাঁহ জনীকো তাইৰ খোঁৰা অৱস্থাৰপৰা পৰিত্ৰাণ কৰিবলৈ কোনো নাই। বিয়েৰ ব্যৱসায়ীজনৰ দুঃখজনক আৰু সহায়হীন অৱস্থা এজনী খোঁৰা পাতি হাঁহৰ অৱস্থাৰ লগত স্বৰূপত একে-



তীয় হোৱা হেতু এনে ব্যৱসায়ীজন 'লেমডাক' (অক্ষম দালাল) ...ৰে পৰিচিত।

**ষ্টেগ (Stag):** ষ্টক বজাৰত আন এটি পৰিচিত জন্তু হৰিণ বা ষ্টেগ। ...ৰ ফট্‌কা ব্যৱসায়ী এই নামেৰে সুপৰিচিত। এইবিধ ব্যৱসায়ীয়ে ... কোনো কোম্পানীৰ নতুনকৈ বিলিকৃত অংশ পত্র সমূহ ক্রয় কৰিবৰ ...বে কোম্পানীলৈ আবেদন কৰে; কাৰণ, এনে ব্যৱসায়ীয়ে আশা ...ৰে যে এনে অংশ পত্ৰৰ বজাৰ দৰ কম সময়ৰ ভিতৰতে প্ৰিমিয়াম মূল্য লৈ উঠিব (যি বিলিকৃত মূল্যৰ উৰ্ধত)।

উক্ত নতুন অংশ পত্র সমূহৰ প্ৰকৃত অংশধাৰী হোৱাৰ ইচ্ছা এই ব্যৱসায়ীৰ কেতিয়াও নাথাকে বৰঞ্চ তেওঁৰ নামত বিতৰণ হোৱা অংশ পত্ৰসমূহ যদি বিলিকৃত মূল্য অপেক্ষা অধিক দামলৈ উঠে তেন্তে তেওঁ ততালিকেই সেই অংশ পত্ৰসমূহ বিক্ৰী কৰি দিব। ব্যৱসায়ীজনে পৰি-শোধ কৰা আবেদন মূল্য আৰু তেওঁৰ নামত অংশ পত্ৰসমূহ বিতৰণ হোৱাৰ পাছত মূল্যৰ মাজত থকা পাৰ্থক্যই তেওঁৰ লাভ।

ষ্টেগ জন আচলতে 'প্ৰিমিয়াম চিকাৰী' ষ্টেগ নামকৰণে এই অৰ্থই বুজাব যে হাবিত নতুন ঘাঁহ ওলোৱাৰ লগে লগেই প্ৰথমে যেনে তেনে প্ৰকাৰে হৰিণে খাবলৈ চেষ্টা কৰে আৰু খায়ো। ষ্টক বজাৰতো নতুন অংশ পত্র বিলিকৃত হোৱাৰ লগে লগে ষ্টেগ ব্যৱসায়ীয়ে ক্রয় কৰিবলৈ আবেদন কৰে যাতে পাছত বিলিকৃত মূল্য অপেক্ষা বজাৰত দাম বাঢ়িলেই তেওঁ সেই অংশ পত্র পুনৰ বিক্ৰী কৰি তাৰদ্বাৰাই লাভৱান হ'ব। এই উভয়ৰ মাজত থকা কাৰ্য্যৰ একাত্মীয়তাই উক্ত নামকৰণৰ উদ্দেশ্য।

অৱশ্যে এই ষ্টেগ ব্যৱসায়ীৰ ব্যৱসায়িক চৰিত্ৰ সততাপূৰ্ণ নোহোৱাত বজাৰৰ ভিতৰত বিভিন্ন প্ৰকাৰৰ বেমেজালি সৃষ্টি হোৱা দেখা যায়।

উল্লেখিত বুল আৰু বিয়েৰ ফট্‌কা ব্যৱসায়ীৰ কাৰ্য্য-কলাপে ষ্টক বজাৰত প্ৰচলিত বিভিন্ন নিৰাপত্তা পত্ৰৰ দৰ দামৰ ওপৰত যথেষ্ট

প্ৰভাৱ পেলায়। কাৰণ ষ্টক্ বজাৰত থকা বুল আৰু বিয়েৰ বৃহৎ হিচাপে ( Accounts ) বজাৰৰ ওপৰত পৰিণামদৰ্শী প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে।

(১০) বন্দবস্তি ( Settlements ) ঃ সমগ্ৰ পৃথিৱীৰ বিভিন্ন ষ্টক্ বিনিময় কেন্দ্ৰৰ ব্যৱসায়িক পদ্ধতি পৃথক পৃথক। তথাপিও ব্যৱসায়িক দেন্‌দেন্ কিছুমানত উমৈহতীয়া পদ্ধতিৰ প্ৰচলন দেখা যায়।

যেতিয়া কোনো ব্যৱসায়ীয়ে যি কোনো জামিন পত্ৰ ক্ৰয় বা বিক্ৰী কৰিব খোজে, তেতিয়া প্ৰথমে তেওঁ এজন দালালৰ সহায় লব লাগে। দালাল বা ব্ৰ'কাৰ জনে কোনো নিৰাপত্তা পত্ৰৰ ব্যৱসায়িক বা জ'ব্বাৰক নিৰাপত্তা পত্ৰৰ দাম নিৰ্ণয় কৰিবলৈ ( Make a price ) অনুৰোধ কৰে। জ'ব্বাৰজনে সাধাৰণতে ক্ৰয় আৰু বিক্ৰীৰ দুটা দাম উল্লেখ কৰে যাক দ্বিমুখী দাম বা ডব্‌ল্ বেৰেলড্ প্ৰাইচ ( Double Barrelled ) বোলে। ব্ৰ'কাৰজনে ক্ৰয় কৰে নে বিক্ৰী কৰে তাক নজনাৰ কাৰণে, জ'ব্বাৰজনে এনে দুমুখীয়া দামৰ প্ৰস্তাৱ দিয়ে। যেতিয়া ক্ৰয়-বিক্ৰয়ৰ লেন্‌দেন্ জ'ব্বাৰ আৰু ক্ৰেতা জনৰ মাজত ব্ৰ'কাৰ জনৰ জৰিয়তে সম্পূৰ্ণ হয়, তেতিয়া ব্ৰ'কাৰজনে বিক্ৰী চুক্তি টোকা ( Contract Sold Notes ) আৰু ক্ৰয় চুক্তি টোকা ( Contract bought Note ) প্ৰস্তুত কৰি ক্ৰয় বিক্ৰয়ৰ উভয় পক্ষলৈ প্ৰেৰণ কৰে আৰু তেতিয়াই লেন্‌দেন্ সাব্যস্ত ( Confirmed ) কৰা হয়।

ষ্টক্ বিনিময় কেন্দ্ৰত লেন্‌দেনবোৰ নগদ বা মজুত প্ৰদান আৰু ভৱিষ্য প্ৰদান ভিত্তিত সমাধা হয়। উভয় বিধ লেন্‌দেন্ বন্দবস্তিৰ কাৰ্য্য পদ্ধতি পৃথক পৃথক।

নিম্নোল্লিখিত পদ্ধতিত বন্দবস্তিবোৰ সম্পন্ন হয়।

**মজুত বা নগদ প্ৰদান চুক্তিৰ বন্দবস্তি ( Settlement of Ready or Cash Delivery Contracts ) ঃ** নগদ প্ৰদান চুক্তিত নিৰাপত্তা পত্ৰৰ প্ৰদান আৰু অৰ্থ পৰিশোধ একে লগতে সম্পন্ন হয়। এনে চুক্তিৰ বন্দবস্তি হোৱাৰ দিনাই অথবা চুক্তি হোৱাৰ কেইদিনমানৰ ভিতৰতে অৰ্থাৎ ষ্টক্ বিনিময় কেন্দ্ৰই স্থিৰ কৰি দিয়া সময়ৰ ভিতৰতে নিষ্পন্ন হয়। উদাহৰণ স্বৰূপে বম্বে আৰু মাদ্ৰাজ বিনিময় কেন্দ্ৰত সাত দিন কলিকতা বিনিময় কেন্দ্ৰত তিনি দিনৰ ম্যাদ চুক্তি বন্দবস্তিৰ বাবে অনুমোদন কৰা হয়। নগদ তালিকাভুক্ত নিৰাপত্তা পত্ৰৰ ব্যৱসায়হে নগদ প্ৰদান লেন্‌দেনৰ অন্তৰ্ভুক্ত। নগদ তালিকাভুক্ত নিৰাপত্তা পত্ৰসমূহ নিষ্কাষিত বা অনিষ্কাষিত হ'ব পাৰে।



নিষ্কাষিত নিৰাপত্তা পত্ৰসমূহ হুণ্ডি কাৰবাৰী সংস্থাৰদ্বাৰা বন্দবস্তি দিয়া হয়। অন্যহাতে অনিষ্কাষিত নিৰাপত্তা পত্ৰসমূহ নিম্নোল্লিখিত উপায়ে বন্দবস্তি কাৰ্য্য নিষ্পন্ন কৰা হয়।

(১) দালালজনে বিক্ৰী কৰা নিৰাপত্তা পত্ৰসমূহ 'হাতে হাতে প্ৰদান' ( Hand delivery ) কৰি ক্ৰেতাৰ পৰা তেওঁ মক্কেলৰ হৈ অৰ্থ আদায় কৰিব পাৰে। আনহাতে দালালজনে তেওঁৰ মক্কেলৰ হৈ ক্ৰয় কৰা নিৰাপত্তা পত্ৰবোৰ হাতে হাতে লৈ তাৰ ধন বিক্ৰেতাক আদায় দিয়ে।

(২) দ্বিতীয় পদ্ধতিটো হৈছে বন্দবস্তিৰ সময়ত নতুন ক্ৰয়-বিক্ৰয় দ্বাৰা ( Fresh Sale or Purchase ) মূল লেন্‌দেনৰ সমতা স্থাপন কৰা। ধৰা হওক যদি দালালজনে এশটা অংশ পত্ৰ পঞ্চাশ টকাকৈ ক্ৰয় কৰিবলৈ চুক্তি কৰিছিল তেন্তে তেওঁ বন্দবস্তিৰ দিনা সেই সময়ত প্ৰচলিত দামত পঞ্চল্লিশ টকাকৈ উক্ত এশ অংশ পত্ৰৰ বিক্ৰী কৰাৰ চুক্তি কৰি বন্দবস্তি নিষ্পত্তি কৰিব পাৰে। এই উপায়েৰে লেন্‌দেনৰ সমতা স্থাপন কৰিবলৈ যাওঁতে অৱশ্যে দালালজনৰ মক্কেলে পাঁচ শ' টকা লোকচান ভৰিব লগা হয়।

**হুণ্ডি কাৰবাৰী সংস্থাৰদ্বাৰা বন্দবস্তি ( Settlement through clearing House ) :** হুণ্ডি কাৰবাৰী সংস্থাই ক্রেতা আৰু বিক্রেতাৰ মাজত প্রয়োজনীয় যোগাযোগ স্থাপন কৰে। নিষ্কাষিত নিৰাপত্তা পত্রৰ ( Cleared Securities ) দৰাদৰি ষ্টক্ বজাৰৰ যি কোনো ব্যৱসায় দিনত হ'ব পাৰে। দৰাদৰি তিনি চাৰি দিনৰ ভিতৰত উক্ত লেন্‌দেনৰ বন্দবস্তি দিয়া হয়। সংস্থাই চুক্তি বদ্ধ উভয় পক্ষকে সমুচিত অটুট অর্থহে ( Netmoney ) চুক্তিৰ মূলধনৰ পৰিবৰ্তে দিয়া লোৱাৰ ব্যৱস্থা কৰে। বন্দবস্তিৰ দিনা বিক্রেতাই হস্তান্তৰ দলিল (Transfer deed) সহ নিৰাপত্তা পত্রসমূহ নিষ্কাষণ সংস্থাৰ হাতত প্ৰদান কৰে, আৰু সংস্থাৰপৰা তেওঁ নিৰাপত্তা পত্রৰ অটুট ধনৰ এখন চেক্ পায়। উক্ত পত্রসমূহক ক্রেতাই ব্যক্তিগতভাৱে নাইবা কর্তৃত্ব প্রাপ্ত কেৰাণীৰদ্বাৰা চহী কৰি সংস্থাৰপৰা গ্ৰহণ কৰে।

**ভৱিষ্য প্রদান চুক্তিৰ বন্দবস্তি ( Settlement of Forward Delivery contracts ) :** ভাৰতীয় বিনিময় কেন্দ্ৰসমূহত মাহেকীয়া ভিত্তিত বন্দবস্তি দিয়া নিয়মৰ প্ৰচলন দেখা যায়।

সাধাৰণতে বন্দবস্তিৰ দিন মাহৰ শেষৰ সপ্তাহত নিৰ্ণয় কৰা হয়। ষ্টক্ বিনিময় কেন্দ্ৰৰ কাৰ্য্যকৰী সমিতিয়েহে বন্দবস্তিৰ দিন কেইটা নিৰ্ধাৰণ কৰে। অৱশ্যে চুক্তিবদ্ধ পক্ষই আন এটা চুক্তিৰদ্বাৰা বন্দবস্তিৰ তাৰিখ পাছৰ তাৰিখলৈ স্থগিত ৰাখিব পাৰে, যাক বদ্‌লা ( Badla ) চুক্তি বুলি জনা যায়। ভৱিষ্য তালিকাভুক্ত নিৰাপত্তা পত্রসমূহৰ ওপৰতহে ভৱিষ্য ব্যৱসায় কৰিবলৈ অনুমতি দিয়া হয়।

ভাৰতবৰ্ষৰ ইন্দোৰ আৰু হায়দৰাবাদ ষ্টক্ বজাৰত ভৱিষ্য তালিকাভুক্ত নিৰাপত্তা পত্রৰ ব্যৱসায় কৰা নহয়। আইনত সকলো চুক্তিয়েই নিৰাপত্তা পত্র আদান বা প্ৰদান অন্তত নগদ ধন আদায় দিয়াৰ ভিত্তিত সম্পন্ন হ'ব লাগে। কাৰ্য্যতঃ ভৱিষ্য ব্যৱসায় দুই বন্দবস্তিৰ পার্থক্যত



[illegible] কৰাৰ উদ্দেশ্যে কৰা হয়। সাধাৰণতে নিৰাপত্তা পত্রৰ আদান [illegible]নৰদ্বাৰা, অথবা মজুত প্ৰদান চুক্তি ৰূপ অথবা বদ্‌লা চুক্তিৰদ্বাৰা [illegible]বস্তি নিষ্পত্তি কৰা হয়। ভৱিষ্য প্ৰদান চুক্তিৰ বন্দবস্তিৰ ম্যাদ [illegible]ৰি দিন। বন্দবস্তিৰ প্ৰথম দিনাক কটাংগো বা বদ্‌লা দিন বোলা [illegible]। সেই দিনা দালালবোৰে ক্রেতা আৰু বিক্রেতা হিচাপে [illegible]লোকৰ স্মাৰক শিল্পবোৰ ( Memorandum slip ) তুলনা কৰি [illegible]ৰ আৰু লেন্‌দেনবোৰ সাল বদল কৰিব।

বন্দবস্তিৰ দ্বিতীয় দিনা টিকেট দিন ( Ticket day or Name day ) বোলা হয়। সেইদিনা নিৰাপত্তা পত্রৰ বাবে টিকেট প্ৰস্তুত কৰা হয়, যিবিলাক নিৰাপত্তা পত্রৰ পিঠিত লগাই নিৰাপত্তা পত্রৰ গৰাকীলৈ প্ৰেৰণ কৰাৰ ব্যৱস্থা কৰা হয়। অৰ্থাৎ নিৰাপত্তা পত্র ক্রয় আৰু বিক্রয় কৰা উভয় পক্ষৰ নাম এই দিনাহে প্ৰকাশ কৰা হয়।

বন্দবস্তিৰ তৃতীয় দিনক মধ্যবৰ্ত্তী দিন ( Intermediate day or Making up day ) নিৰাপত্তা পত্রসমূহ প্ৰকৃতাৰ্থত নিষ্কাষণ সংস্থাকে প্ৰদান কৰা হয়।

বন্দবস্তিৰ শেষৰ দিনক হিচাপৰ দিন ( Account day or pay day ) বোলা হয়। এই দিনাই আচলতে বন্দবস্তি হয়। সেইদিনা ষ্টক্ বজাৰৰ সকলো সদস্যই একোখন সমীকৰণ পত্র (Ballance sheet) আৰু হিচাপ পার্থক্যৰ এখন প্ৰতিবেদন (Statement of differences) নিষ্কাষণ সংস্থাৰ কাৰ্য্যালয়ত দাখিল কৰে। প্ৰতিবেদনত দেখুওৱা যি কোনো জেৰ বা ৰাহি ( Balance ) সংস্থাৰ হাতত থকা প্ৰতিজন সদস্যৰ খৰচ ( Debit ) বা জমা ( Credit ) হিচাপত ধৰা হয়। যদি কোনো সদস্যৰ 'দেনা' সেই দিনাৰ দিনৰ বাৰ বজাৰ আগতে প্ৰতিশোধ কৰিব নোৱাৰে তেন্তে তেওঁক পাছ দিনা অনাদায়ী সদস্য' বা বাকীদাৰ বা ডিফল্‌টাৰ ( Difaulter ) বুলি ঘোষণা কৰা হয়। বাকীদাৰ

সদস্যৰ বিনিময় কেন্দ্ৰৰ সদস্য পদ লগে লগে বাতিল হয়। তেওঁৰ সকলো লেন্‌দেন্ বাকীদাৰ বুলি ঘোষণা কৰা দিনৰ 'বজাৰ দৰ'ৰ ওপৰত ভিত্তি কৰি নিষ্পত্তি কৰা হয়। সেই সদস্যজনৰ পুনৰ সদস্য পদ দিয়া প্ৰশ্নটো বাকীদাৰ সমিতিয়ে বিচাৰ কৰে। সদস্য পদ লাভ কৰিবলৈ তেওঁৰ আৰ্থিক অৱস্থা, হিচাপ পত্ৰ, সাধাৰণ চৰিত্ৰ, আচাৰ ব্যৱহাৰৰ ওপৰত বিচাৰ বিবেচনা কৰি ষ্টক্ বিনিময় কেন্দ্ৰৰ পৰিচালনা সমিতিৰ হাতত প্ৰতিবেদন দাখিল কৰিব লাগে। সেই প্ৰতিবেদনৰ ওপৰত ভিত্তি কৰি সদস্যপদ দিয়া হয়। অৱশ্যে বহু বিনিময় কেন্দ্ৰই বাকীদাৰ সদস্যৰ ওপৰত কিছুমান চৰ্ত পূৰণ কৰিবৰ কাৰণে আৰোপ কৰে, নহলে তেনে সদস্যক সদস্য পদ দিয়া নহয়।

**(১১) ভৱিষ্যাত্মক লেন্‌দেন্ (Speculative Transactions)ঃ**

**(১) অপ্‌চন ব্যৱসায় (Option dealings)ঃ** স্থানান্তৰত দ্ৰষ্টব্য।

**(২) ক'ভাৰ ছীষ্টেম (Coper System)ঃ** আশ্ৰয় (জমা) প্ৰণালী।

আশ্ৰয় বা জমা প্ৰণালীৰ ভৱিষ্য লেন্‌দেনত কোনো ব্যৱসায়ীয়ে তেওঁৰ দালালজনক অংশ পত্ৰ ক্ৰয় বা বিক্ৰী কৰিবলৈ প্ৰতিটো অংশ পত্ৰৰ বাবে কিছু শতাংশ ধন জমা দিয়ে এই ভাৱত যে, যদি ষ্টক্‌বজাৰে ব্যৱসায়ীজনৰ ধাৰণাৰ বিপৰীত গতি কৰে আৰু লোকচান হৈ উক্ত জমা শেষ হয়, তেতিয়া জমাধন নোহোৱাকৈ লেন্‌দেন্ বন্ধ কৰিব লাগে। আনহাতে যদি লেন্‌দেন্ লাভজনক হয়, ব্যৱসায়ীজনে দালালৰপৰা উপাৰ্জন আৰু জমা ধন উভয়কে লাভ কৰে।

আশ্ৰয় বা জমাধন আৰু অপ্‌চন ধনৰ মাজত এটা পাৰ্থক্য আছে। আশ্ৰয় ধন সৰ্বদায় লাভৰ লগত প্ৰত্যৰ্পণ হয়, যি ক্ষেত্ৰত অপ্‌চন ধন প্ৰত্যৰ্পণ কৰা নহয়। অপ্‌চনধন বা প্ৰিমিয়াম অপ্‌চন মঞ্জুৰ কৰা পক্ষক



[illegible]চন কৰাৰ অধিকাৰ দিয়াৰ বাবে দিয়া হয়। অপ্‌চন কাৰ্য্যকৰী [illegible] নকৰাৰ ওপৰত ই নিৰ্ভৰযোগ্য নহয়।

**(৩) মাৰ্জিন ট্ৰেডিং (Margin Trading)ঃ** ই এনে এটা [illegible]তি য'ত নিৰাপত্তা পত্ৰ ক্ৰয় কৰিবলৈ দালালৰপৰা ঋণ লোৱা হয়। [illegible] পদ্ধতিত দালাল জনে ষ্টক্ কেন্দ্ৰৰ কৰ্তৃপক্ষৰ হাতত তেওঁ কৰা [illegible]ৱসায়ৰ হৈ কিছু ধন জমা দিয়ে। ষ্টক্ বজাৰত কৰা ব্যৱসায়িক লেন্‌দেনৰ অনুপাত ভিত্তিক ব্যৱসায় জমা কৰা হয়।

ব্যৱসায় জমা ফট্‌কা ব্যৱসায়ৰ এক উপজাত বেপাৰ ; কাৰণ নগদ লেন্‌দেনত ব্যৱসায়ৰ বাবে ধন জমা দিয়াৰ প্ৰয়োজন নহয়। যেতিয়া কোনো ব্যৱসায়ীয়ে হিচাপত (on a/c) বেহা বেপাৰ কৰে তেতিয়াহে [illegible]ই জমাৰ প্ৰয়োজনৰ প্ৰশ্ন উঠে।

দালালৰ কোনো মক্কেলে যদি জমা ভিত্তিত ব্যৱসায় কৰিব খোজে, তেতিয়া তেওঁ দালালৰ লগত এটি হিচাপ প্ৰয়োজনীয় আৰম্ভণী টকা জমা দি খুলিব লাগে। সেই হিচাপত কোনো নিৰ্দিষ্ট পৰিমাণৰ টকা বা জামিন পত্ৰৰ টকা জমা ৰাখিব লাগে। এই ব্যৱসায় জমা পদ্ধতিয়ে [illegible]জন বাহিৰা ব্যৱসায়িক (Private business man or investor) [illegible]নে পৰিমাণৰ ব্যৱসায় কৰিবলৈ সুযোগ দিয়ে যিটো তেওঁৰ ধাৰণাৰ অতীত। দালালজন তেওঁৰ মক্কেলক বিত্তৰ যোগান ধৰিবলৈ সদায় সাজু, যদিহে তেওঁ যুটীয়া হিচাপত (Joint A/c) নিৰ্ধাৰিত অৰ্থ জমা ৰাখে। কেৱল দৰৰ পাৰ্থক্য সামৰি লবৰ কাৰণেহে জমা ধনৰ প্ৰয়োজন। সাধাৰণতে পাঁচ শ টকাৰ জমাৰে দহ হাজাৰ টকাৰ জামিন পত্ৰৰ ক্ৰয়-বিক্ৰয় লেন্‌দেন্ সম্পন্ন কৰিব পাৰি।

এনে ব্যৱসায় জমা দুই প্ৰকাৰে হ'ব পাৰে—যেনে অংশ পত্ৰৰ সংখ্যা ভিত্তিক আৰু ক্ৰয়-বিক্ৰয়ৰ সৰ্বমুঠ মূল্য ভিত্তিক। উভয় ক্ষেত্ৰতে

নিৰ্ধাৰিত সংখ্যা আৰু মূল্য অপেক্ষা ব্যৱসায় অধিক হলে ষ্টক্ বজাৰ কৰ্তৃপক্ষৰ হাতত ব্যৱসায় জমা আদায় দিব লাগিব।

ব্যৱসায় জমা পদ্ধতিয়ে অতিৰিক্ত ব্যৱসায়ত বাধা আৰোপ কৰে। ই ফট্কা ব্যৱসায়ৰ গুৰুত্ব হ্ৰাস কৰে, ষ্টক্ বজাৰৰ একচেটিয়া ব্যৱসায় বা সংকটৰ হাত সকৰায় আৰু ভৱিষ্য চুক্তিসমূহ সুস্থ ভিত্তিক হ'বলৈ সুযোগ দিয়ে।

**(৪) কৰ্ণাৰিং (Cornering)ঃ** কৰ্ণাৰিং শব্দটি আমেৰিকাৰ ষ্টক্ বজাৰৰ।

প্ৰথম অৱস্থাত বিয়েৰ শ্ৰেণীৰ দালালে, জামিন পত্ৰ হাতত নথকাকৈ দাম পৰি যোৱাৰ ভৱিষ্য আশাত বিক্ৰী চুক্তি সম্পন্ন কৰে। বিয়েৰ শ্ৰেণীৰ দালালে প্ৰায় সমস্ত জামিন পত্ৰ বিক্ৰী কৰাৰ পাছত সেই সমূহ পত্ৰ কোনো সময়ত বুল শ্ৰেণী দালালৰ হস্তগত হয়। যেতিয়া বিয়েৰ দালালে বিক্ৰী চুক্তি সম্পাদন কৰিবলৈ আচলতে ক্ৰয় কৰিবলৈ বিচাৰে, তেতিয়া বজাৰত সেই পত্ৰৰ অভাৱ ঘটে। কাৰণ তেতিয়া বুল দালালে একচেটিয়া ব্যৱসায় গঢ়ি তোলে আৰু সমগ্ৰ বজাৰ তেওঁলোকৰ হস্তগত হয়। এই বুল দালালে যি একচেটিয়া ব্যৱসায় ষ্টক্ বজাৰত সৃষ্টি কৰে তাকেই কৰ্ণাৰিং বোলা হয়। বুল দালালে যি দাম বিচাৰে তাকে দি বিয়েৰ দালালে পত্ৰ ক্ৰয় কৰি তেওঁলোকৰ বিক্ৰী চুক্তিৰ বন্দৱস্তি নিষ্পত্তি কৰিব লগা হয়। বিয়েৰ শ্ৰেণী দালালৰ এই "পানীত হাঁহ নচৰা" অৱস্থাক "বিয়েৰ স্কুইজ" বোলা হয়।

**(৫) ব্লেংক ট্ৰেন্স্ফাৰ (Blank Transfer)ঃ** ব্লেংক ট্ৰেন্সফাৰৰ জৰিয়তে জামিন পত্ৰ সংৰক্ষণ কৰা ভাৰতীয় ষ্টক্ বজাৰৰ এক উমৈহতীয়া ব্যৱসায়িক আচৰণ। এনে অনুশীলন ভৱিষ্যাত্মক ব্যৱসায়ত ব্যাপক ভাৱে ব্যৱহাৰ হয় আৰু সকলো ষ্টক্ বজাৰে বৈধ প্ৰদান পদ্ধতি বুলি স্বীকৃতি দিয়ে।



কোনো অংশধাৰীয়ে নিজৰ অংশ পত্ৰ হস্তান্তৰ দলিলত নাম উল্লেখ নকৰাকৈ অন্য কোনো মানুহলৈ হস্তান্তৰ কৰণৰ তাৰিখ আৰু চহী কৰি অংশৰ প্ৰমাণ পত্ৰ সহ (Along with Share certificate) হস্তান্তৰ কৰা কাৰ্য্যক ব্লেংক ট্ৰেন্স্ফাৰ বা "খালী হস্তান্তৰ" বোলে।

অংশ পত্ৰৰ ক্ৰেতাজনক সেই হস্তান্তৰ কৰা পত্ৰবোৰ অংশধাৰীয়ে প্ৰদান কৰে। এই পদ্ধতিও অংশ পত্ৰ বা জামিন পত্ৰসমূহ কোম্পানীত পঞ্জীভুক্ত হোৱাৰ আগতেই বহু হাত বদলি হৈ আৱৰ্তিত হয়। এনে ব্লেংক ট্ৰেন্স্ফাৰ সুবিধাজনক তেতিয়া, যেতিয়া অংশ পত্ৰসমূহ বদ্লাৰ (Carry over) অংশ বিশেষ হিচাপে প্ৰদান কৰিবলগীয়া হয়। ব্লেংক ট্ৰেন্স্ফাৰে অংশ পত্ৰৰ হস্তান্তৰৰ যোগ্যতা আৰু আৱৰ্তৰ (Turn over) গতিবেগ বৃদ্ধি কৰে।

আনহাতে ব্লেংক ট্ৰেন্স্ফাৰৰ অপকাৰিতাসমূহ এনে ধৰণৰ—

(ক) ই প্ৰকৃত গৰাকীৰ চিনাক্তকৰণ গোপন কৰে।

(খ) আয়কৰ ফাঁকি দিয়াৰ সুযোগ আগবঢ়ায়।

(গ) অত্যধিক ফট্কা ব্যৱসায়ৰ সুযোগ দি ই বজাৰত অসুস্থ পৰিবেশ সৃষ্টি কৰে।

সেয়ে এটলী কমিটীয়ে ইয়াক অৱলোপৰ বাবে পৰামৰ্শ দিছিল; কিন্তু ডঃ থমাছে বেংকৰ ঋণ দানৰ সা-সুবিধা, কোম্পানী বিত্ত আৰু অন্যান্য ব্যৱসায়িক লেন্দেনলৈ লক্ষ্য ৰাখি দুমাহৰ ভিতৰত লেন্দেন্ সম্পূৰ্ণ হ'ব পৰাকৈ সীমিত পৰিমাণৰ পত্ৰ চলাচল কৰাৰ সুবিধা দিয়াৰ বিষয়ে পৰামৰ্শ দিয়ে। সেই পৰামৰ্শ অনুযায়ীয়েই সদ্যহতে ব্লেংক ট্ৰেন্স্ফাৰৰ চলাচল অধিকতম দুমাহ ম্যাদৰ ভিতৰত প্ৰচলন হোৱা দেখা যায়।

**(৬) আৰবিট্ৰেজ বা বিনিময় (Arbitrage dealings)ঃ** স্থানান্তৰত দ্ৰষ্টব্য।

**(৭) বদল লেন্দেন (Badla or Carry over)ঃ** স্থানান্তৰত দ্ৰষ্টব্য।

**(১২) নিৰাপত্তা পত্ৰৰ বজাৰ দৰ হ্ৰাস বৃদ্ধিৰ কাৰণসমূহ ( Reasons of Price Fluctuation in Securities ) ঃ** নিম্নলিখিত উপাদানসমূহে নিৰাপত্তা পত্ৰসমূহৰ বজাৰ দৰৰ ওপৰত প্ৰভাৱ পেলায়, যাৰ ফলত ষ্টক্ বিনিময় কেন্দ্ৰত বজাৰ দৰৰ বঢ়া-টুটা পৰিলক্ষিত হয় ।

**(ক) চাহিদা আৰু যোগদান ( Demand & Supply ) ঃ** ষ্টক্ বিনিময় কেন্দ্ৰত প্ৰতিযোগিতা আছেই । সেয়ে চাহিদা আৰু যোগান এই দুই শক্তিৰ পাৰস্পৰিক ক্ৰিয়াৰ ফলত নিৰাপত্তা পত্ৰৰ দাম স্থিৰীকৃত হয় । যোগান আৰু চাহিদাৰ সাধাৰণ সূত্ৰ অনুসৰি বজাৰত নিৰাপত্তা পত্ৰৰ যোগান বৃদ্ধি মানে সেই নিৰাপত্তা পত্ৰৰ চাহিদা কমি গৈ দাম নিম্নগামী হোৱা বুজায় । আনহাতে চাহিদা বৃদ্ধি হোৱা মানে যোগান হ্ৰাস পাই নিৰাপত্তা পত্ৰৰ দাম উৰ্ধগামী হোৱাৰ ইংগিত সূচায় । সাধাৰণতে নিৰাপত্তা পত্ৰৰ যোগান কম বেছি পৰিমাণে স্থিৰীকৃত। তথাপিও নিৰাপত্তা পত্ৰৰ দাম হ্ৰাস বৃদ্ধি হোৱা দৃষ্টিগোচৰ হয়। যেতিয়া কোম্পানীয়ে তাৰ অংশ পত্ৰৰ ওপৰত ঘোষণা কৰা লভ্যাংশৰ পৰিমাণ ষ্টক্ বিনিময় কেন্দ্ৰত ব্যৱসায়ীয়ে আশা কৰাতকৈ অধিক হয়, তেতিয়া সেই পত্ৰৰ বজাৰ দৰ উৰ্ধগামী হয় । কাৰণ সেই কোম্পানীৰে অংশ পত্ৰ ধাৰণ কৰা বিনিয়োগকাৰীয়ে পত্ৰসমূহ বজাৰত বিক্ৰী কৰিবলৈ ইচ্ছা নকৰে । আনফালে যদি কোম্পানীৰ লভ্যাংশৰ পৰিমাণ সৰ্বসাধাৰণে আশা কৰাতকৈ হ্ৰাস পায়, তেতিয়া সেই অংশ-পত্ৰৰ ক্ৰেতা অপেক্ষা বিক্ৰেতাৰ সংখ্যা বৃদ্ধি পায় আৰু অংশ পত্ৰৰ দাম নিম্নগামী হয় ।

**(খ) কোম্পানীৰ আৰ্থিক অৱস্থা ( Financial Position of Company ) ঃ** যি কোনো কোম্পানীৰ আৰ্থিক অৱস্থাই প্ৰত্যক্ষভাৱে লভ্যাংশ বন্টনত ক্ৰিয়া কৰে । ষ্টক্ বিনিময় কেন্দ্ৰত অংশ-পত্ৰৰ বজাৰ



...তিটো অংশ পত্ৰৰ লভ্যাংশৰ পৰিমাণৰ ওপৰত নিৰ্ভৰ কৰে । ...শৰ পৰিমাণ বৃদ্ধিয়ে অংশ পত্ৰৰ বজাৰ দৰো বৃদ্ধি কৰে । ...তিয়াবা অৱশ্যে লভ্যাংশৰ পৰিমাণ অধিক থকা সত্বেও অংশ ...ৰ বজাৰ দৰ ফট্কা ব্যৱসায়ীৰ অত্যধিক ক্ৰিয়া কলাপৰ ফলত ...পোৱা দৃষ্টিগোচৰ নোহোৱা নহয় । কাৰণ তেওঁলোকে লভ্যাংশৰ ... হাৰ আগতীয়াকৈ আশা কৰি অংশ পত্ৰবোৰ বিক্ৰী কৰি লাভ ...ন কৰে। তেওঁলোকে উচ্চ হাৰত অংশ পত্ৰ বিক্ৰী কৰাৰ বাবে ...ৰত সেই অংশ পত্ৰক লৈ সন্দেহ ঘনীভূত হয় আৰু তাৰ দাম ...ৰত নিম্নগামী হয় । মুঠত কোম্পানীৰ সুনামে অংশপত্ৰৰ বজাৰ বৃদ্ধি কৰে ।

**(গ) দায়-বন্ধীৰ কাৰ্য্যাৱলী (Activities of under writers) ঃ** ...শ পত্ৰৰ মূল্য হ্ৰাস বৃদ্ধি হোৱাৰ ক্ষেত্ৰত দায় বন্ধীৰ কাৰ্য্য-কলাপেও ...যোগ্য ইন্ধন যোগায় । দায় বন্ধীয়ে দায়িত্ব লোৱা অংশ পত্ৰ-...হৰ উপযুক্ত চাহিদা বৃদ্ধিৰ বাবে তেওঁলোকে কৃত্ৰিমভাৱে অংশ পত্ৰ-...ৰ ক্ৰয় কৰে । এনে কৃত্ৰিম ক্ৰয়ে সেই অংশ পত্ৰসমূহৰ বজাৰ দৰ ...গামী কৰাত সহায় কৰে ।

**(ঘ) বিত্তীয় সংস্থাৰ কাৰ্য্য ( Activities of Financial Insti-tions ) ঃ** দেশত থকা বিভিন্ন বিত্তীয় সংস্থা, নিগমসমূহে—( যথা— ...ক, বীমা, ঔদ্যোগিক বিত্ত-নিগম, ঔদ্যোগিক ঋণ আৰু বিনিয়োগ ...গম ইত্যাদি ) নিজ নিজ প্ৰতিষ্ঠানৰ অৰ্থ যথাৰ্থ উপাৰ্জনক্ষম নিৰাপত্তা ...ত বিনিয়োগ কৰা দেখা যায় । প্ৰতিষ্ঠান সমূহে বৃহদাকাৰ ...ৰিমাণৰ অংশ পত্ৰৰ ক্ৰয়-বিক্ৰয় কৰা হেতু জনসাধাৰণৰ ওপৰত এনে ...তিষ্ঠানৰ প্ৰভাৱ পৰে । জনসাধাৰণে এনে প্ৰতিষ্ঠানৰ নেতৃত্ব মানি ...য় । গতিকে এই বিত্তীয় সংস্থা সমূহেও দেশৰ ষ্টক্ বজাৰত নিৰাপত্তা ...ত্ৰৰ বজাৰ দৰ বঢ়া-টুটাৰ ওপৰত এক গুৰুত্বপূৰ্ণ প্ৰভূত্ব বিস্তাৰ কৰে ।

(ঙ) **বাণিজ্য চক্র ( Trade cycle ) :** ষ্টক্ বজাৰত নিৰাপত্তা পত্ৰসমূহৰ বজাৰ দৰ হ্ৰাস বৃদ্ধি হোৱা বিষয়ত তেজী বজাৰ আৰু মন্দা বজাৰেও ক্ৰিয়া কৰে।

তেজী বজাৰ চলা কালত অংশ পত্ৰসমূহৰ দাম উৰ্ধগামী হয় আৰু মন্দা বজাৰ চলা কালত অংশ পত্ৰৰ দাম নিম্নগামী হয়।

(চ) **বেংকৰ হাৰ ( Bank Rate ) :** দেশৰ বিভিন্ন বেংকসমূহে সঞ্চয়ৰ ওপৰত আগবঢ়োৱা বেংক হাৰ যদি বৃদ্ধি কৰে, তেন্তে নিৰাপত্তা পত্ৰৰ বজাৰ দৰ হ্ৰাস পোৱা স্বাভাৱিক, কাৰণ, বিনিয়োগকাৰীয়ে নিৰাপত্তা পত্ৰত অৰ্থলগ্নী অপেক্ষা বেংকত সঞ্চয় অধিক কৰে। যদি বেংক হাৰ নিম্নগামী হয় তেতিয়া বিনিয়োগকাৰীয়ে নিৰাপত্তা পত্ৰত বিনিয়োগৰ মাত্ৰা অধিক কৰে, ফলত ষ্টক্ বজাৰত অংশ পত্ৰৰ বজাৰ দৰ বৃদ্ধি পায়।

(ছ) **ভৱিষ্যাত্মক চাপ ( Speculative Pressures ) :** ষ্টক্ বিনিময় কেন্দ্ৰত বুল আৰু বিয়েৰ এই উভয় শ্ৰেণীৰ ফট্কা ব্যৱসায়ীৰ নিৰাপত্তা পত্ৰক লৈ হোৱা যুঁজৰ আৰু তাৰ পৰিণতিত নিৰাপত্তা পত্ৰৰ বজাৰ দৰ হ্ৰাস বৃদ্ধি হোৱা পৰিলক্ষিত হয়। বিয়েৰ ব্যৱসায়ীয়ে সদায় অংশ পত্ৰৰ বজাৰ দৰ নিম্নগামী হোৱাটো বাঞ্ছা কৰে আৰু সেই দৰে ব্যৱসায়িক কাৰ্য্যও পৰিচালনা কৰে। আনহাতে বুল ব্যৱসায়ীয়ে নিৰাপত্তা পত্ৰৰ বজাৰ দৰ উৰ্ধগামী হলে লাভৱান হোৱাৰ আশাত নিৰাপত্তা পত্ৰৰ একচেটিয়া ব্যৱসায় গঢ়ি তুলিবলৈ চেষ্টা কৰে।

(জ) **সহানুভূতিশীল হ্ৰাস বৃদ্ধি (Sympathetic Fluctuations):** যেতিয়া কোনো কোম্পানীৰ অংশ পত্ৰসমূহ একাধিক ষ্টক্ বজাৰত তালিকাভুক্ত কৰা হয়, তেতিয়া এখন বজাৰৰ বজাৰ দৰৰ পৰিবৰ্তনে আনখন বিনিময় কেন্দ্ৰৰ বজাৰ দৰতো তাৰ প্ৰতিফলন ঘটায়। ফলত, সকলো বজাৰতে বজাৰ দৰ সমৰূপ হোৱাৰ প্ৰৱণতা লক্ষ্য কৰা যায়।



(ঝ) **ৰাজনৈতিক উপাদান ( Political Factors ) :** ৰাজনীতি ক্ষেত্ৰত যি কোনো সামান্য ওলট পালটে ষ্টক্ বজাৰত প্ৰতিকূল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পাৰে। আনকি কোনো বিদেশী ৰাষ্ট্ৰত ঘটা সংঘৰ্ষ বিশৃংখলতায়ো দেশৰ ষ্টক্ বিনিময় কেন্দ্ৰত তাৰ তৎকালিক প্ৰভাৱ বিস্তাৰ কৰে। যিহেতু ষ্টক্ বজাৰ বৰ সংবেদনশীল।

(ঞ) **কোম্পানীৰ সঞ্চালক পৰিষদৰ পৰিবৰ্তন ( Changes in the Board of Directors ) :** সঞ্চালক পৰিষদৰ কোনো সদস্যৰ নিৰ্গমন, মৃত্যু আৰু আগমনৰ পৰিবৰ্তনে কোম্পানীৰ অংশ পত্ৰৰ বজাৰ দৰক প্ৰভাৱান্বিত কৰে।

কাৰণ কোনো প্ৰভাৱশালী সঞ্চালকৰ নিৰ্গমনে জনসাধাৰণৰ মনত সন্দেহৰ উদ্ৰেক কৰে যিটোৱে অংশ পত্ৰৰ ওপৰত বিৰুদ্ধ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। আনহাতে কোনো সঞ্চালকৰ মৃত্যুৰ ফলত তেওঁৰ হাতত সংৰক্ষিত অংশ পত্ৰবোৰ বিতৰণ কৰাৰ বাবে অংশ পত্ৰৰ বজাৰ দৰ নিম্নগামী হয়।

সেইদৰে কোনো নতুন সঞ্চালকৰ আগমনেও সেই কোম্পানীৰ অংশ পত্ৰৰ বজাৰ দৰৰ ওপৰত পৰোক্ষ প্ৰভাৱ সাব্যস্ত কৰা দেখা যায়।

(ট) **সানমিহলি উপাদান (Miscellaneous factors) :** উদ্ধৃত কাৰণবোৰৰ উপৰিও আৰু অনেক উপাদান আছে যিবিলাকে দেশৰ ষ্টক্ বিনিময় কেন্দ্ৰত প্ৰচলন থকা বিভিন্ন কোম্পানীৰ নিৰাপত্তা পত্ৰৰ ওপৰত আংশিকভাৱে হলেও নিৰন্তৰ পৰিবৰ্তনৰ ইংগিত দিয়ে। সেই উপাদানসমূহ এনে ধৰণৰ—

(ক) যুদ্ধ-বিগ্ৰহ, বিপ্লৱ, আন্দোলন, ধৰ্মঘট তলাবন্ধ আদি।

(খ) চৰকাৰ পৰিবৰ্তন, চৰকাৰী নতুন ঔদ্যোগিক আৰু বিত্তীয় নীতিৰ প্ৰয়োগ, নতুন কৰ-কাটল আৰোপ, প্ৰতিযোগিতা ( Competetion ), উৰা বাতৰি, প্ৰতিকূল বাণিজ্যিক ৰাহিৰ বৈদেশিক বাণিজ্য

( Unfavourable balance of Trade ), ঋণযোগ্য পুঁজিৰ অৱস্থা ( Loanable Fund ),

(গ) একাধিক কোম্পানীৰ সংমিশ্ৰণ, ব্যৱস্থাপনাৰ পৰিবৰ্তন, উদ্যোগৰ অতিৰিক্ত উৎপাদন আৰু স্বল্প উপভোগ (Over Production & Under Consumption ).

ষ্টক্ বিনিময় কেন্দ্ৰসমূহ ইমানেই সংবেদনশীল যে প্ৰসংগত যি কোনো কাৰ্য্যই, ঘটনাই আৰু পৰিবৰ্তনে ষ্টক্ বজাৰত উল্লেখযোগ্য প্ৰভাৱ পেলোৱাটো নিশ্চিত।

**(১৩) কাৰ্য্য কলাপ ( Functions ) ঃ** ষ্টক্ বিনিময় কেন্দ্ৰই আৰ্থিক সংক্ৰান্ত বিশেষকৈ কোম্পানী বিত্ত জৰিত বিভিন্ন গুৰুত্বপূৰ্ণ কাৰ্য্য-কলাপ সম্পন্ন কৰে। কোম্পানী বিত্তই দেশৰ অৰ্থনীতিত এক উল্লেখযোগ্য ভূমিকা সততেই গ্ৰহণ কৰা দেখা যায়। ষ্টক্ বিনিময় কেন্দ্ৰৰ ঘাই কাৰ্য্যবোৰ তলত উল্লেখ কৰা ধৰণৰ—

**(১) মজুত বজাৰ ( Ready Market ) ঃ** ষ্টক্ বিনিময় কেন্দ্ৰই বিভিন্ন নিৰাপত্তা পত্ৰৰ মজুত বজাৰ হিচাপে কাৰ্য্য সম্পাদন কৰে। বিভিন্ন অংশ-পত্ৰ, ঋণ-পত্ৰ, আৰু চৰকাৰী কাগজ ষ্টক্, বজাৰকৰণ কৰাৰ সুযোগ ষ্টক্ বিনিময় কেন্দ্ৰই আগবঢ়ায়। বিনিয়োগকাৰীক অৰ্থ বিনিয়োগ কৰিবলৈ আৰু নিয়োজিত অৰ্থ শীঘ্ৰে প্ৰত্যপৰ্ন কৰিবলৈ ( নিচেই সামান্য লোকচানৰ জৰিয়তেই ) সুবিধা দিয়ে। নগদ অৰ্থ নিৰাপত্তা পত্ৰলৈ ৰূপান্তৰ কৰিবলৈ বা নিৰাপত্তা পত্ৰ নগদ অৰ্থলৈ ৰূপান্তৰ কৰিবলৈ ই এখন সদা প্ৰস্তুত বজাৰ। বজাৰকৰণৰ সহজতৰ ব্যৱস্থাই অংশ-পত্ৰ, ষ্টক্, ঋণ-পত্ৰ আৰু চৰকাৰী কাগজৰ চলতি ( Liquidity ) বৃদ্ধি কৰে। অংশ-পত্ৰৰ প্ৰৱাহে ওলোটাকৈ ইয়াৰ মূল্য ঊৰ্ধগামী কৰে আৰু ঋণ বিষয়ত অংশ-পত্ৰক সম স্তৰৰ জামিনৰ ( Co-Lateral Security ) পৰ্য্যায়লৈ উন্নীত কৰাৰ সুবিধা দিয়ে।



নিয়োগ কাৰীয়ে বা ঋণ দাতাই নিৰাপত্তা পত্ৰৰ মূল্য ষ্টক্ বিনিময় কেন্দ্ৰৰ বজাৰ দৰ অনুযায়ী কিমান হ'ব সহজে বুজে। এনে বজাৰে ৰাজহুৱা কাৰক অৰ্থনৈতিক উন্নয়নৰ হকে ঋণ সংগ্ৰহ কৰাৰ সুযোগ দিয়ে আৰু লেনদেনেই অন্যান্য প্ৰতিষ্ঠানক অৰ্থ বিনিয়োগ কৰিবৰ বাবে আৰু ঋণ সংগ্ৰহ কৰিবৰ অৰ্থে সহায় কৰে। জামিন পত্ৰ প্ৰদানৰ জৰিয়তে প্ৰয়োজনৰ সময়ত বাহিৰা ( Private ) ব্যক্তিয়েও ঋণ সংগ্ৰহ কৰিব পাৰে।

**(২) বিনিয়োগকাৰীলৈ ৰক্ষণা বেক্ষণ ( Protection of Investor ) ঃ** ষ্টক্ বিনিময় কেন্দ্ৰৰ বিভিন্ন নীতি নিয়ম আৰু আইন কানুনৰ কঠোৰ প্ৰয়োগে বিনিয়োগকাৰীৰ স্বাৰ্থক সুৰক্ষা দিয়ে। ষ্টক্ বজাৰৰ সদস্য দালালৰ যি কোনো কু-আচৰণে বিনিয়োগকাৰীৰ অৰ্থ হানি কৰা স্বাভাৱিক। সদস্য দালালৰ কু-অভিপ্ৰায় আৰু অসৎ স্বভাৱে বিনিয়োগকাৰীৰ মাজত এক ভাঙোনমুখী ধাৰণাৰ সৃষ্টি কৰিব পাৰে। গতিকে তেনে ধৰণৰ অসৎ সদস্যৰ ওপৰত ষ্টক্ বিনিময় কেন্দ্ৰৰ কৰ্তৃপক্ষই কঠোৰ ব্যৱস্থা গ্ৰহণ কৰাৰ জৰিয়তে বিয়োগকাৰীলৈ প্ৰয়োজনীয় নিৰাপত্তা আৰু সুস্থ ব্যৱসায়ৰ সুযোগ আগবঢ়ায়।

**(৩) সঞ্চয়ৰ প্ৰতি উৎসাহদান (Encouragement to Savings) ঃ** প্ৰাচীন কালত যেতিয়া ষ্টক্ বজাৰ, বেংক আদি নাছিল, তেতিয়া জনসাধাৰণৰ সঞ্চয় কৰাৰ সুযোগ সামান্য আছিল আৰু সেই কাৰণেই সঞ্চয় কৰাৰ মনোবৃত্তিও গঢ়ি উঠা নাছিল।

আপাততঃ দেশৰ সমূহ জনসাধাৰণেই সঞ্চয় কৰিবৰ বাবে সেই সুযোগ পাইছে। এনে প্ৰতিষ্ঠানৰ সংস্থাপনে আৰু বেংকত সঞ্চয় কৰাৰ অভ্যাসে যি কোনো মানুহক মিতব্যয়ী হৈ সঞ্চয় কৰিবলৈ আৰু সঞ্চিত অৰ্থক পুনৰ বিনিয়োগৰদ্বাৰা বুজন পৰিমাণৰ কৰি বৃহৎ অংকৰ নিৰাপত্তা পত্ৰত বিনিয়োগ কৰিবলৈ প্ৰবৃত্ত কৰে।

ষ্টক্ বিনিময় কেন্দ্ৰই সেয়ে নিৰাপত্তা পত্ৰ ক্ৰয়-বিক্ৰয় কৰিবলৈ যি মজুত আৰু নিৰন্তৰ বজাৰৰ সুযোগ দিছে সি জনসাধাৰণক সঞ্চয় আৰু অৰ্থলগ্নীৰ বাবে অধিকতৰ অনুপ্ৰেৰণা দিয়ে।

(৪) **উদ্যোগলৈ মূলধনৰ প্ৰবাহ ( Flow of Capital into industry ) ঃ** ষ্টক্ বিনিময় কেন্দ্ৰই সাৰ্বজনিক সঞ্চয়ক গতিশীল কৰে। এই গতিশীল সঞ্চয় সততেই লাভজনক স্থানত বিনিয়োগৰ বাবে চালিত হয়। যিবিলাক কোম্পানী উদ্যোগে যথোপযুক্ত লাভ অৰ্জন কৰে তেনে কোম্পানী উদ্যোগত জনসাধাৰণে অৰ্থ বিনিয়োগ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰে। সেয়ে সৰ্বদায় উপযুক্ত আয় আহৰণ কৰা সু-সংগঠিত ষ্টক্ বজাৰৰ জৰিয়তে কোম্পানী উদ্যোগলৈ সাৰ্বজনিক সঞ্চয় প্ৰণালীবদ্ধভাৱে প্ৰবাহিত হয়; কিন্তু ষ্টক্ বিনিময় কেন্দ্ৰৰ অভাৱে জনসাধাৰণৰ উক্ত সঞ্চিত ধন অযথা বিনষ্ট হয় নাইবা অলাভজনক পদ্ধতিত নিয়োজিত হয়।

(৫) **নিৰাপত্তা পত্ৰৰ যথাৰ্থ মূল্যায়ন ( Proper Appraisal of Securities ) ঃ** ষ্টক্ বিনিময় কেন্দ্ৰৰ নিয়মানুসাৰে কেন্দ্ৰৰ সকলো লেন্‌দেনৰ অভিলেখ সংৰক্ষণ কৰা হয়। সেই অভিলেখ জনসাধাৰণৰ অৱগতিৰ অৰ্থে প্ৰকাশ আৰু প্ৰচাৰ কৰা হয়। সেয়ে নিৰাপত্তা পত্ৰৰ ক্ৰয়-বিক্ৰয়ৰ মূল্য চৰকাৰী বজাৰ মূল্যবেদন ( Official Market quotational ) বুলি ধাৰ্য্য কৰা হয়। ষ্টক্‌ বজাৰৰ এই মূল্যবেদন অনুসৰি প্ৰতিজন জামিন পত্ৰৰ বা নিৰাপত্তা পত্ৰৰ গৰাকীয়ে নিজৰ হাতত থকা মূল্য নিৰ্ণয় কৰিব পাৰে। ষ্টক্‌ বিনিময় কেন্দ্ৰই সেয়ে ভিন্ ভিন্ পত্ৰৰ মূল্য মূল্যায়ন কৰা বিষয়ত অৰিহণা যোগায়। এনে মূল্যাংকিত জামিন পত্ৰৰ ঋণ ভিত্তিক লেন্‌দেন্ ষ্টক্‌ বজাৰে' সৰলতৰ কৰে।



(৬) **মূলধন গঠনত সাহায্য দান ( Capital Formation ) ঃ** বিনিময় কেন্দ্ৰই দেশৰ মূলধন গাঁথনিৰ ক্ষেত্ৰত এক উল্লেখযোগ্য হণা আগবঢ়ায়। ষ্টক্‌ বিনিময় কেন্দ্ৰই, কেন্দ্ৰৰ বিভিন্ন তালিকাভুক্ত মিন পত্ৰসমূহৰ যি প্ৰচাৰ দেশৰ সমগ্ৰ জনসাধাৰণলৈ আগবঢ়ায় তাৰ প্ৰেক্ষিততেই জনসাধাৰণক তেওঁলোকৰ সঞ্চিত অৰ্থ দেশৰ বিভিন্ন ৰকীয় প্ৰকল্পত বিনিয়োগ কৰিবলৈ প্ৰণোদিত কৰা হয়। যি দৃঢ় অবিৰত সুযোগ ষ্টক্‌ বজাৰে জামিন পত্ৰ ক্ৰয়-বিক্ৰয়ৰ বাবে ন কৰি আহিছে, সিয়েহে আচলতে জনসাধাৰণৰ সঞ্চয় বিনিয়োগৰ নতা গঢ়ি তুলিছে। এনেদৰেই ষ্টক্‌ বিনিময় কেন্দ্ৰই নতুন উদ্যোগৰ ধনৰ ভেটি স্থাপনৰ বাবে সততে দৃঢ় আৰু নিয়মিত অৰ্থৰ প্ৰবাহ াহৰণ কৰিবলৈ সক্ষম হৈছে। ফলশ্ৰুতিত বহু নতুন উদ্যোগ প্ৰকল্পৰ জি সংগঠন বুনিয়াদ সুস্থিৰ হোৱা পৰিলক্ষিত হয়। বিনিয়োগকাৰীয়ে তেওঁলোকৰ লভ্যাংশ আৰু সুতৰ ধন উদ্যোগ আৰু চৰকাৰী কাগজত নৰ বিনিয়োগ কৰা কাৰ্য্যই ষ্টক্‌ বজাৰৰ যথাৰ্থতা প্ৰতিপন্ন কৰে।

(৭) **ভৱিষ্যাত্মক লেন্‌দেনৰ সুযোগ ( Facilities for speculative Transaction ) ঃ** ষ্টক্‌ বিনিময় কেন্দ্ৰই খাটি ফট্‌কা ব্যৱসায়িক জামিন পত্ৰৰ বজাৰ দৰ হ্ৰাস বৃদ্ধিৰ প্ৰকৃত মনোবিচাৰ কৰি লাভ অৰ্জন কৰিবলৈ সুবিধা প্ৰদান কৰে। ষ্টক্‌ বজাৰত ব্যৱসায়িক লেন্‌দেনৰ বহভাগ ফট্‌কা ব্যৱসায়ীদ্বাৰা সম্পন্ন হয়। ফট্‌কা ব্যৱসায়ে বেলেগ বেলেগ বজাৰত জামিন পত্ৰৰ যোগান আৰু চাহিদাৰ সমীকৰণ কৰে। সেইদৰে জামিন পত্ৰৰ বজাৰ দৰৰ চলন ( Movement ) ফট্‌কা ব্যৱসায়ীৰ কাৰ্য্যকাৰিতাই সহজ কৰে।

(৮) **ষ্টক্ বজাৰ জাতীয় অৰ্থনীতিৰ দাপোন ( Mirror of National economy) ঃ** ষ্টক্‌ বজাৰত প্ৰচলিত জামিন পত্ৰৰ উত্থান-পতনে দেশৰ বেপাৰ-বাণিজ্যৰ উন্নতি অৱনতি প্ৰতিবিম্বিত কৰে। বেহা

বেপাৰৰ উন্নতি অৱনতিয়েই জাতিৰ উন্নতি বা অবনতি সূচায়। সেহেয়ে ষ্টক্ বিনিময় কেন্দ্ৰক জাতীয় অৰ্থনীতিৰ স্নায়ুকেন্দ্ৰ বুলি বিবেচনা কৰা হয়। জাতীয় অৰ্থনীতিত ষ্টক্ বিনিময় কেন্দ্ৰৰ প্ৰভাৱলৈ লক্ষ্যৰাখি জাৰ্মান ডিপ্লোমেট বিছ্‌মাৰ্কে ( Bismark ) এই বুলি মন্তব্য কৰিছিলে—"If you want to feel the pulse of the British Nation then look for it not in the British House of Commons, but on the London stock-Exchange".

ষ্টক্ বজাৰে কেৱল ব্যৱসায়িক লেন্‌দেনেই সমাধা নকৰে, ই বৰঞ্চ ব্যৱসায় বাণিজ্যৰ সাধাৰণ অৱস্থা ঔদ্যোগিক বিকাশ, আৰু সুস্থ ব্যৱসায়ত অৰ্থ বিনিয়োগৰ প্ৰতিয়ো দৃষ্টিপাত কৰাৰ সুযোগ দিয়ে। সেয়েহে ষ্টক্ বিনিময় কেন্দ্ৰক দেশৰ বেহা-বেপাৰৰ 'বেৰোমিটাৰ' বুলি বহুতেই মত পোষণ কৰে।

বৰ্তমান বেপাৰ বাণিজ্যত বৃহৎ জইন্ট ষ্টক্ কোম্পানী ৰূপত গঢ়ি উঠা ব্যৱসায়িক সংস্থাবোৰৰ ক্ষিপ্ৰ উন্নয়নৰ আঁৰত আছে—ষ্টক্ বিনিময় কেন্দ্ৰ। কাৰণ সেই জইন্ট ষ্টক্ বজাৰত য'ত দেশৰ সকলো ঠাইত বিনিয়োগকাৰীয়ে অৰ্থ বিনিয়োগ কৰে। ফলত উক্ত কোম্পানীবোৰৰ নিৰাপত্তা পত্ৰ ক্ৰয়-বিক্ৰয় কৰাৰ অৰ্থই হ'ল কোম্পানীসমূহৰ খৰতকীয়া উন্নয়ন।

আচলতে ষ্টক্ বিনিময় কেন্দ্ৰই পৰোক্ষভাৱে দেশৰ বাণিজ্য উদ্যোগত মূলধনৰ যোগান ধৰে। ষ্টক্ বিনিময় কেন্দ্ৰৰ আৱিষ্কাৰে ব্যৱসায়ীৰ ব্যৱসায় বৃদ্ধি কৰিবলৈ, কোম্পানী উদ্যোক্তাক নতুন অন্বেষণ কৰিবলৈ, বিনিয়োগকাৰীক সঞ্চিত অৰ্থ বিনিয়োগ কৰিবলৈ, বেংকাৰক জমা অৰ্থৰ পৰা লাভ অৰ্জন কৰিবলৈ আৰু চৰকাৰক যি কোনো পৰিকল্পনা ৰূপায়িত কৰাৰ বাবে অৰ্থ সংগ্ৰহ কৰিবলৈ সুযোগ আৰু সুবিধা প্ৰদান কৰে, যিহেতু ষ্টক্ বজাৰক ব্যৱসায়ীৰ ব্যৱসায় বোলা



য়। ষ্টক্ বিনিময় কেন্দ্ৰই আংশিক ভাৱে হলেও দেশৰ জন সাধাৰণৰ বৈষয়িক ক্ৰমোন্নতি দ্ৰুততৰ কৰি তোলে।

তথাপিও ষ্টক্ বিনিময় কেন্দ্ৰৰ অসম্পূৰ্ণতা নথকা নহয়। একালত এনে প্ৰতিষ্ঠানত অসৎ, অসাধু, আৰু জুৱাচুৰি ব্যৱসায়ৰ প্ৰচলন আছিল। অৱশ্যে আধুনিক যুগত সেই অৱস্থাবোৰৰ অৱসান ঘটিছে। সাম্প্ৰতিক কালত চলি থকা চূড়ান্ত ভৱিষ্যাত্মক ব্যৱসায়ে বহু অনভিজ্ঞ ব্যৱসায়ীক, বিনিয়োগকাৰীক দেউলীয়া কৰাৰ নিদৰ্শনো নোহোৱা নহয়। চূড়ান্ত ভৱিষ্যাত্মক লেন্‌দেনে বিনিয়োগকাৰী সদস্য দালাললৈ দুৰ্যোগ মাতি অনাৰ উপৰিও ষ্টক্ বজাৰলৈয়ো দুৰ্নাম আনে।

মুঠতে ষ্টক্ বিনিময় কেন্দ্ৰই দেশৰ অৰ্থনীতিত অতি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে, যাৰ কাৰ্য্যকাৰিতাৰ উল্লেখিত ফৰ্দি সমূলি বাহুল্য নহয়।

(১৪) উপকাৰিতা ( **Benefits** ) ঃ এটা সুসংগঠিত ষ্টক্ বিনিময় কেন্দ্ৰই জন-সমষ্টিলৈ, ব্যৱসায়িক সংস্থালৈ আৰু বিনিয়োগকাৰীলৈ বিভিন্ন ধৰণৰ উপকাৰিতা আহৰণ কৰে।

**জনসমষ্টিলৈ আগবঢ়োৱা উপকাৰসমূহ ( Benefits to Community ) ঃ** (১) ষ্টক্ বিনিময় কেন্দ্ৰই মূলধনৰ গাঁথনি সুদৃঢ় কৰে।

(২) ই চৰকাৰক জন সমষ্টিৰপৰা আহুত অৰ্থ সংগ্ৰহ কৰি জাতীয় আঁচনিত বিনিয়োগ কৰিবলৈ সুযোগ দিয়ে।

(৩) ভিন্ ভিন্ জামিন পত্ৰৰ বজাৰকৰণৰ সুযোগ আগবঢ়াই অপেক্ষাকৃতভাৱে অৱস্থাপন্ন কোম্পানীৰ অৱস্থা আৰু উন্নত কৰে।

(৪) নগদ বজাৰকৰণৰ সুবিধাই জন সাধাৰণক তেওঁলোকৰ সঞ্চিত অৰ্থ বিনিয়োগ কৰিবলৈ প্ৰণোদিত কৰে।

(৫) বিনিয়োগকাৰীক উৎপাদনক্ষম উদ্যোগত অৰ্থ বিনিয়োগ কৰিবলৈ সুযোগ দি, ষ্টক্ বজাৰ অৰ্থনৈতিক উন্নতিৰ বাহক হয়।

(৬) ষ্টক্ বিনিময় কেন্দ্রই দেশত ব্যৱসায় বাণিজ্যৰ এক পাৰি-পাৰ্শ্বিকতা সৃষ্টি কৰি জন সাধাৰণ মাজত সঞ্চয় অভ্যাস গঢ়ি তোলে।

(৭) ষ্টক্ বজাৰে নিৰাপত্তা পত্ৰৰ ব্যৱসায়ৰদ্বাৰা জন সমষ্টিলৈ ঋণ সংগ্ৰহৰ সুচলতা দান কৰে।

**কোম্পানী ব্যৱসায়লৈ আগবঢ়োৱা উপকাৰসমূহ ঃ**

(১) কোম্পানাৰ জামিন পত্ৰৰ ব্যৱসায় কৰিবলৈ সুবিধা দিয়া হেতু কোম্পানীৰ কাগজে ব্যাপক বজাৰ লাভ কৰে।

(২) ষ্টক্ বজাৰত নিৰাপত্তা পত্ৰৰ ব্যৱসায় কৰাৰ যোগ্যতা অৰ্জন কৰা কোম্পানীৰ সুনামে ঋণ বজাৰৰ সমৃদ্ধি ঘটায়।

(৩) ষ্টক্ বিনিময় কেন্দ্ৰত, যি কোম্পানীৰ নিৰাপত্তা পত্ৰ ক্ৰয়-বিক্ৰয় হয়, তেনে কোম্পানীৰ পত্ৰৰ বজাৰ দৰ বৃদ্ধি পায়, ফলত কোম্পানীৰ সংমিশ্ৰণ, সংযোজন, আদিৰ ক্ষেত্ৰত সেই কোম্পানীৰ দৰা-দৰিৰ ক্ষমতা অধিক হয়।

(৪) অপেক্ষাকৃতভাৱে অৱস্থাপন্ন কোম্পানীয়ে ষ্টক্ বিনিময় কেন্দ্ৰত নিৰাপত্তা পত্ৰৰ তালিকাভুক্ত কৰি অতিৰিক্ত পুঁজি সংগ্ৰহৰ সুযোগ লয়।

(৫) ষ্টক্ বজাৰত তালিকাভুক্ত হোৱা কোম্পানীৰ জামিন পত্ৰই বিনিয়োগকাৰীৰপৰা ভাল সঁহাৰি পায়।

**ষ্টক্ বজাৰে বিনিয়োগকাৰীলৈ আগবঢ়োৱা উপকাৰ সমূহঃ**

(১) সঞ্চিত অৰ্থৰ জামিন পত্ৰত বিনিয়োগৰ সুযোগ দান।

(২) বিনিয়োগৰ চলতি ( Liquidity ) বৃদ্ধি কৰে।

(৩) অৰ্থ বিনিয়োগৰ বাবে নিৰাপত্তা আৰু সুৰক্ষা আগবঢ়ায়।

(৪) জামিন পত্ৰৰ মূল্য আগতীয়াকৈ অৱগত হোৱা হেতু জামিন পত্ৰৰ ক্ৰয়-বিক্ৰয়ৰদ্বাৰা লাভ অৰ্জন কৰাৰ সুবিধা।

(৫) বিনিয়োগকাৰীৰ বিশ্বাস অটুত ৰাখিবৰ বাবে সুস্থ ব্যৱসায়িক লেন্দেনৰ সুবিধা দান।



(৬) ষ্টক্ বজাৰত তালিকাভুক্ত জামিন পত্ৰই ঋণ সংগ্ৰহৰ বাবে বিনিয়োগকাৰীক উল্লেযোগ্য সহায় কৰে।

(৭) জামিন পত্ৰৰ সহজ ৰূপান্তৰে ( Convension ) বিনিয়োগ-কাৰীক অৰ্থ বিনিয়োগৰ বাবে প্ৰকাৰান্তৰে আকৰ্ষিত কৰে।

(৮) ষ্টক্ বিনিময় কেন্দ্ৰৰ ব্যৱসায়িক লেন্দেনৰ প্ৰকাশে ইয়াৰ শিক্ষামূলক আৰু প্ৰচাৰমূলক জ্ঞান আহৰণ কৰিবলৈ বিনিয়োগকাৰীক সক্ষম কৰে।

**(১৫) ষ্টক্ বিনিময় কেন্দ্ৰ ঃ ফট্কা ব্যৱসায়ৰ নিয়ন্ত্ৰণ আৰু বিনিময় ( Control of Speculation and Regulation of Stock Exchange ) ঃ** যোগান আৰু চাহিদাৰ মাজত ভাৰসাম্য প্ৰতিষ্ঠা কৰাই ফট্কা ব্যৱসায়ৰ উদ্দেশ্য। ই কেৱল আইন সংগত আৰু নিয়মিত ফট্কা ব্যৱসায়ৰদ্বাৰাহে সম্ভৱপৰ হয়। অবৈধ ফট্কা ব্যৱসায়ে, বিশেষকৈ অসাধু লেন্দেন্ ইচ্ছাকৃত অভিসাধনৰদ্বাৰা জালিয়াতি ব্যৱসায়ে ঔদ্যোগিক চলতাৰ গভীৰতা বঢ়ায় আৰু সংকট ঘণীভূত কৰে। সেইকাৰণে অবাঞ্ছিত ফট্কা ব্যৱসায় নিয়ন্ত্ৰণ কৰাৰ অৰ্থে ষ্টক্ বিনিময় কেন্দ্ৰৰ ওপৰত ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ অপৰিহাৰ্য্য হয়। ইয়াৰ উপৰিও ষ্টক্ বজাৰৰ সীমা বহিঁভূত জামিন পত্ৰৰ লেন্দেন্ নিয়ন্ত্ৰণ কৰাও ষ্টক বিনিময় কেন্দ্ৰৰ সুস্থতাৰ বাবেই প্ৰয়োজন।

ষ্টক্ বিনিময় কেন্দ্ৰৰ ফট্কা ব্যৱসায়ৰ বিভিন্ন দোষ ত্ৰুটীবোৰ অধ্যয়ন কৰিবৰ কাৰণে, বোম্বাই লেজিছ লেটিভ কাউন্সিলে ১৯২২ চনত এখনি অনুসন্ধান সমিতি নিয়োগ কৰিছিল। সেই সমিতিয়ে ষ্টক্ বিনিময় কেন্দ্ৰৰ পৰিচালনা সমিতিৰ ক্ষমতা, চুক্তি বন্দবস্তিৰ ব্যৱস্থা, সদস্য পদ চুক্তিধন, দৰাদৰিৰ ব্যৱস্থা, বন্ধ দিন, কৰ্ণাৰিং ব্যৱসায়, সং-বিধান কেন্দ্ৰৰ উপবিধি আদিৰ নিয়ন্ত্ৰণ আৰু বিনিময়ৰ বাবে বিভিন্ন পৰামৰ্শ আগবঢ়াইছিল। উক্ত পৰামৰ্শাৱলীৰ ওপৰত নিৰ্ভৰ কৰি

তেতিয়াৰ বোম্বাই ৰাজ্যিক চৰকাৰে "১৯২৫ চনৰ বোম্বাই নিৰাপত্তা পত্র চুক্তি নিয়ন্ত্রণ আইন" প্রণয়ন কৰে। এই আইনৰ পৰিসীমা আছিল বোম্বাই ৰাজ্য। ৰাজ্যৰ সকলোবোৰ ষ্টক্ বিনিময় কেন্দ্রই চৰকাৰলৈ স্বীকৃতিৰ বাবে আবেদন কৰিব পাৰে। এই আইনে অস্বীকৃত ষ্টক্ বিনিময় কেন্দ্রৰসমূহ লেন্‌দেন্‌ক অচল ( Void ) লেন্‌দেন্ বুলি গণ্য কৰে।

ইয়াৰ উপৰিয়ো ষ্টক্ বিনিময় কেন্দ্রৰ বিভিন্ন দিশত যথা পৰিচালনা সমিতিৰ ক্ষমতা আৰু কর্তব্য, কেন্দ্রৰ বিভিন্ন কৰ-কাটলৰ পৰিমাণ, দৰাদৰি বন্দবস্তি আৰু নিষ্পত্তি, কর্ণাৰিং ব্যৱসায়ৰ ওপৰত জৰুৰী ক্ষমতা প্রয়োগ, বাদ-বিসম্বাদ নিষ্পত্তিৰ ব্যৱস্থা, সদস্যসকলৰ ব্যৱসায় নিয়মিতকৰণ আদি, আইনৰ বাধ্যবাধকতা আৰোপ কৰে।

উল্লিখিত আইনৰ উপৰিও ১৯৩৬ চনত আৰু এখন 'ষ্টক্ বিনিময় কেন্দ্র অনুসন্ধান সমিতি, [ যি ১৯৩৬ চনৰ মৰিছন কমিটী (Morison committee) বুলি খ্যাত ], বোম্বাই চৰকাৰে নিয়োগ কৰিছিল। ষ্টক্ বিনিময় কেন্দ্রৰ বিভিন্ন দিশৰ বৈশিষ্ট্য বিশেষকৈ বিনিয়োগকাৰী জন সমষ্টিৰ স্বার্থলৈ লক্ষ্য ৰাখি কোনো আপাতিক সংশোধন বাঞ্ছনীয় হয়নে নহয় তাক বিবেচনা কৰি চাবলৈ নিয়োজিত কৰা হৈছিল।

এই সমিতিয়ে বিশেষভাৱে অসুস্থ ফট্‌কা ব্যৱসায় বন্ধ কৰিবলৈ পৰিচালনা সমিতিক ক্ষমতা দান, ষ্টক্ বিনিময় কেন্দ্রৰ প্রশাসনিক যন্ত্রক কার্য্যক্ষম কৰিবলৈ, বাকীদাৰ সদস্যৰ ওপৰত প্রশাসনিক ব্যৱস্থা গ্রহণ কৰিবলৈ, আৰু ব্লেংক ট্রেন্স্‌ফাৰ ব্যৱসায়ক নিকৃষ্ট প্রদান ( Bad-Delivery ) বুলি গণ্য কৰিবলৈ পৰামর্শ আগবঢ়াইছিল।

১৯৪৫-৪৬ চনত যুদ্ধোত্তৰ কালত ষ্টক্ বিনিময় কেন্দ্রত চলা তেজী ব্যৱসায়ে সর্বভাৰতীয় ভিত্তিত পোন প্রথম বাৰৰ বাবে ষ্টক্ বজাৰক সংস্কাৰ কৰাৰ প্রয়োজনীয়তা অধিক জোৰদাৰ কৰিলে।



সেই অনুসৰি ষ্টক্ বিনিময় কেন্দ্রৰ সর্বভাৰতীয় ভিত্তিত এক বিশ্লেষণমূলক অধ্যয়ন কৰিবৰ বাবে, কেন্দ্রীয় চৰকাৰে বিত্ত মন্ত্রণালয়ৰ অর্থনৈতিক পৰামর্শ দাতা ডঃ পি. জে, থমাছক নিয়োগ কৰিলে। ষ্টক্ বিনিময় কেন্দ্রক সংস্কাৰ কৰাৰ উদ্দেশ্যে এখন পূর্ণ প্রতিবেদন ডঃ থমাছে কেন্দ্রীয় চৰকাৰৰ ওচৰত দাখিল কৰিলে। উক্ত প্রতিবেদনখন ১৯৪৮ চনত এক উচ্চ ক্ষমতা সম্পন্ন চৰকাৰী সমিতিয়ে পৰীক্ষা কৰি চায় আৰু সেই প্রতিবেদনক ভিত্তি কৰি এখন খচৰা বিল ( Draft Bill ) প্রস্তুত কৰে ; কিন্তু চৰকাৰে সেই প্রতিবেদন বা খচৰা বিলৰ ওপৰত ১৯৫০ চনলৈকে কোনো ব্যৱস্থা গ্রহণ নকৰি বৰঞ্চ ১৯৫১ চনত পুনৰ প্রধানকৈ বেচৰকাৰী সদস্যৰে মিঃ এ, ডি, গড়ৱালাক অধ্যক্ষ ৰূপে লৈ, এখন অনুসন্ধান সমিতি গঠন কৰিলে। গড়ৱালা কমিটীক পূর্বৰ প্রতিবেদন আৰু খচৰা বিল আদি পৰীক্ষা কৰি চাবলৈ দিলে।

গড়ৱালা কমিটীয়ে ১৯৫১ চনৰ আগষ্ট মাহত পুনৰ সংশোধিত খচৰা বিল সহ এখনি প্রতিবেদন চৰকাৰৰ ওচৰত দাখিল কৰিলে। উক্ত প্রতিবেদন আৰু খচৰা বিলৰ ওপৰত ভিত্তি কৰি নিৰাপত্তা পত্র চুক্তি ( বিনিময় ) বিল ( Securities Contracts ( Regulation ) Bill —1954 ) এখন ১৯৫৪ চনত লোকসভাত উত্থাপন কৰা হ'ল আৰু ১৯৫৭ চনত ই আইন ৰূপে বিধিবদ্ধ হ'ল।

উক্ত আইনে যিবিলাক ত্রুটী বিচ্যুতি আঁতৰাবলৈ বিচাৰিছে সেইবোৰ চমুকৈ নিম্নোল্লিখিত প্রকাৰৰ ঃ—

(১) দেশৰ সমগ্র ষ্টক্ বিনিময় কেন্দ্রৰ কার্য্য-পদ্ধতি আৰু নীতি নিয়মৰ মাজত কোনো সমতা ( Uniformity ) নাছিল।

(২) ষ্টক্ বিনিময় কেন্দ্রৰ সদস্য পদ লাভৰ কাৰণে কোনো অর্হতাৰ আৱশ্যক নাছিল আৰু কেন্দ্রৰ সদস্য সংখ্যাবো কোনো নির্দিষ্ট পৰিসীমা নির্ধাৰিত নাছিল। ( ফলত কেন্দ্রবোৰ বিভিন্ন ধৰণৰ অবাঞ্ছিত মানুহৰ অসৎ ব্যৱসায়িক থলীত পৰিণত হৈছিল। )

(৩) অসুস্থ আৰু অতিৰিক্ত ফট্‌কা ব্যৱসায় কেন্দ্ৰসমূহৰ উল্লেখনীয় বৈশিষ্ট্য আছিল।

(৪) অপ্‌চন ব্যৱসায় ( Option deal ) কাৰ্ব ট্ৰেডিং ( Kerb Trading ) আৰু ব্লেংক ট্ৰেন্স্‌ফাৰ (Blank Transfer) কৰা বিষয়ত কোনো ৰূপ প্ৰতিবন্ধকতা নাছিল।

(৫) চুক্তি ধন ( Contract money ) অপ্‌চন ধন ( Option money ) আৰু আশ্ৰয় ধন ( Cover money ) আদি কেন্দ্ৰ কৰ্তৃপক্ষক জমা দি ব্যৱসায় কৰিব নালাগিছিল ( সেয়ে দালালসমূহে কেন্দ্ৰৰ ব্যৱসায় তেওঁলোকৰ ইচ্ছা সাপেক্ষ কৰি তোলে। )

(৬) কেন্দ্ৰত জামিন পত্ৰৰ তালিকাভুক্তি হোৱা বিষয়ত কোনো ৰূপ চৰকাৰী নিয়ন্ত্ৰণ বা কেন্দ্ৰৰ নিজা কোনো উচিত আচৰণ বিধি নাছিল। ( যিহেতু নিকৃষ্ট কোম্পানীয়ে অভিসাধনৰদ্বাৰা ( Manipulation ) নিজৰ জামিন পত্ৰৰ প্ৰচলন কৰিবলৈ সুযোগ লৈ বহু বিনিয়োগকাৰীক প্ৰবঞ্চিত কৰে। )

**(১৬) ১৯৫৬ চনৰ নিৰাপত্তা পত্ৰ চুক্তি ( বিনিয়ম ) আইন— ( Securities Contracts ( Regulation ) Act—1956. )** ঃ—ষ্টক্ বিনিময় কেন্দ্ৰৰ উল্লিখিত দোষ ত্ৰুটীবোৰ আঁতৰাবৰ বাবে, আৰু অবাঞ্ছিত লেন্‌দেনৰ ওপৰত বাধা নিষেধ আৰোপ কৰিবৰ বাবে সৰ্ব-ভাৰতীয় ভিত্তিত এই আইন ১৯৫৭ চনৰ বিশ ফেব্ৰুৱাৰীৰ পৰা বলবৎ কৰা হয়।

আইনখনৰ প্ৰধান প্ৰধান চৰ্তসমূহৰ সংক্ষিপ্ত বিৱৰণ নিম্নোল্লিখিত ধৰণৰ—

**[১] ষ্টক্ বিনিময় কেন্দ্ৰৰ স্বীকৃতি ( Recognition of Stock Exchanges )** ঃ দেশৰ সমূহ ষ্টক্ বিনিময় কেন্দ্ৰই নিৰাপত্তা পত্ৰৰ ব্যৱসায় কৰিবলৈ হলে কেন্দ্ৰীয় চৰকাৰৰপৰা স্বীকৃতি লব লাগিব।



অস্বীকৃত ষ্টক্ বিনিময় কেন্দ্ৰসমূহ অবৈধ আৰু তাৰ কাৰ্য্যকাৰিতাৰ ওপৰত নিষেধাজ্ঞা আৰোপ কৰা হৈছে। কোনো কেন্দ্ৰই নিম্নোল্লিখিত চৰ্ত কেইটা যদি পূৰণ কৰিব পাৰে তেনেহলে কেন্দ্ৰীয় চৰকাৰৰপৰা স্বীকৃতি পাব।

[ক] ষ্টক্ বিনিময় কেন্দ্ৰই নিজৰ নীতি-নিয়ম আৰু উপবিধিৰ ( Rules & Bye laws ) একোটা প্ৰতিলিপি আবেদন পত্ৰৰ লগত দাখিল কৰিব লাগিব। নীতি-নিয়মৰ ক্ষেত্ৰত বিশেষকৈ।

(ক) পৰিচালনা সমিতিৰ ক্ষমতা, স্বত্ব আৰু কৰ্তব্য আৰু কেন্দ্ৰৰ ব্যৱস্থাপনা আৰু সংবিধান,

(খ) বিষয় ববীয়াৰ ক্ষমতা আৰু কৰ্তব্য,

(গ) বিভিন্ন শ্ৰেণীৰ সদস্যৰ ভৰ্তিকৰণ অৰ্হতা, বহিষ্কৰণ, নিলম্বিত কৰণ আৰু পুনৰ ভৰ্তিকৰণ,

(ঘ) ভিন্ ভিন্ যুটীয়া ব্যৱসায় সংস্থাক সদস্যৰূপে পঞ্জীয়নকৰণৰ পদ্ধতি আৰু কৰ্তৃত্ব প্ৰাপ্ত কেৰাণী, ৰেমিশ্বিয়াৰ আদি ভৰ্তিকৰণৰ ৰীতি আদিয়েই স্বীকৃতি সম্পৰ্কীয় উপাদান। উক্ত নীতি আৰু উপবিধিত ন্যায় ব্যৱসায়ৰ ব্যৱস্থা আৰু বিনিয়োগকাৰীৰ স্বাৰ্থ ৰক্ষা কৰাৰ নিৰাপত্তা থাকিব লাগিব।

[খ] ষ্টক্ বিনিময় কেন্দ্ৰই সময়ে সময়ে ৰাষ্ট্ৰই আৰোপ কৰা যিকোনো চৰ্ত বিনিময় অনুযায়ী কাৰ্য্য কৰাৰ সন্মতি জ্ঞাপন কৰিব লাগিব।

[গ] দেশৰ বেপাৰ বাণিজ্য আৰু জনসাধাৰণ, এই উভয়ৰ বৃহদংশৰ স্বাৰ্থৰ বাবেহে ষ্টক্ বিনিময় কেন্দ্ৰলৈ স্বীকৃতি মঞ্জুৰ কৰা হয়।

যদি ৰাষ্ট্ৰই কোনো ষ্টক্ বিনিময় কেন্দ্ৰৰ বিভিন্ন দিশ অনুসন্ধানৰ পাছত প্ৰত্যাহাৰ কৰাটো অপৰিহাৰ্য্য বুলি ভাবে তেন্তে ষ্টক্ বিনিময় কেন্দ্ৰৰ কৰ্তৃপক্ষক তেওঁলোকৰ কৈফিয়ৎ তলব কৰিবৰ বাবে এটা সুযোগ

দিব, অৱশ্যে এনে স্বীকৃতি প্ৰত্যাহাৰ পূৰ্ব কোনো ব্যৱসায়িক চুক্তি স্বীকৃতি প্ৰত্যাহাৰে খাৰিজ নকৰে। ৰাষ্ট্ৰই জন স্বাৰ্থৰ খাতিৰত স্বীকৃতি প্ৰত্যাহাৰ কৰাৰ অধিকাৰ আছুতীয়াকৈ ৰাখে।

সম্প্ৰতি দেশৰ মাত্ৰ আঠখন ষ্টক্ বিনিময় কেন্দ্ৰকহে উল্লেখিত আইনৰ অধীনত স্বীকৃতি দিয়া হৈছে।

[২] **ৰাষ্ট্ৰীয় নিয়ন্ত্ৰণ (Government Control)**: নিৰাপত্তা পত্ৰ চুক্তি (বিনিময়) আইনে, ষ্টক্ বিনিময় কেন্দ্ৰসমূহৰ নিয়ন্ত্ৰণৰ দায়িত্ব কেন্দ্ৰীয় চৰকাৰৰ ওপৰত অৰ্পণ কৰিছে। স্বীকৃতি প্ৰাপ্ত ষ্টক্ বিনিময় কেন্দ্ৰই কেন্দ্ৰীয় চৰকাৰে দাবী কৰা অনুসৰি দাখিল কৰিব-লগীয়া আনুষ্ঠানিক বিষয়বোৰ এনে ধৰণৰ—

(ক) ষ্টক্ বিনিময় কেন্দ্ৰৰ সদস্য হবলৈ প্ৰয়োজনীয় অৰ্হতা।

(খ) কেন্দ্ৰৰ অৱস্থা সম্পৰ্কে আৱধিক প্ৰতিবেদন।

(গ) কেন্দ্ৰৰ বাৰ্ষিক প্ৰবিবেদন,

(ঘ) প্ৰতিজন সদস্যৰ দৈনন্দিন ব্যৱসায়িক হিচাপ পালন আৰু চনদ প্ৰাপ্ত হিচাপ পৰীক্ষকৰদ্বাৰা প্ৰয়োজন মতে হিচাপ পৰীক্ষাৰ ব্যৱস্থা।

(ঙ) ষ্টক্ বিনিময় কেন্দ্ৰৰ সম্পাদিত হোৱা চুক্তিৰ ধৰণ আৰু সদস্যৰ মাজত তাক বলবৎ কৰাৰ পদ্ধতি।

উল্লেখিত চৰ্তসমূহ পূৰণ কৰাৰ উপৰিও কেন্দ্ৰীয় চৰকাৰে প্ৰয়োজন বুলি ভাবিলে ষ্টক্ বিনিময় কেন্দ্ৰৰ সাধাৰণ পৰিচালনা আৰু কাৰ্য্যাৱলীৰ বাবে অনুসন্ধান সমিতি নিয়োগ কৰিব পাৰে। চৰকাৰে যিকোনো এবিধ বা সকলো জামিন পত্ৰৰ ব্যৱসায় নিষিদ্ধ কৰিব পাৰে আৰু কোনো ষ্টক্ বিনিময় কেন্দ্ৰৰ সঞ্চালক পৰিষদক নিলম্বিত (Suspend) কৰিব পাৰে। চৰকাৰে যিকোনো ষ্টক্ বজাৰৰ কাৰ্য্যাৱলী একেলেগে সাত দিনৰ বাবে বন্ধ কৰিব পাৰে। স্বীকৃতি প্ৰাপ্ত ষ্টক্ বিনিময়



...ৰ পৰিচালনা সমিতিৰ স্থান কেন্দ্ৰীয় চৰকাৰে নিজৰ হাতলৈ নিব ...ে আৰু প্ৰয়োজনবোধে পৰিচালনা সমিতি পুনৰ গঠিত কৰিব পাৰে। ... বিনিময় কেন্দ্ৰৰ প্ৰশাসন আৰু সংবিধি জড়িত উপবিধিৰ কোনো ...ম সংশোধন কৰিবলৈ বা নতুন কোনো নিয়ম সংযোজন কৰিবলৈ ...ন্দ্ৰীয় চৰকাৰে নির্দেশ দিব পাৰে।

আইনখন ষ্টক্ বজাৰৰ জামিন পত্ৰৰ সকলো ভৱিষ্য আৰু নগদ বা ...ত ব্যৱসায়ৰ ক্ষেত্ৰত প্ৰযোজ্য হ'ব। আনকি নগদ লেন্‌দেনৰ ...ত্ৰতে চৰকাৰক জনস্বাৰ্থলৈ লক্ষ্য ৰাখি বিধিগত ব্যৱস্থা গ্ৰহণ কৰিবলৈ ...মতা প্ৰদান কৰা হৈছে। কোনো বিশিষ্ট জামিন পত্ৰৰ যদি কিবা ...ৱাঞ্ছিত ব্যৱসায় কোনো অঞ্চলত পৰিচালিত হয়, তেন্তে তাক কেন্দ্ৰীয় ...কাৰে জাননীৰদ্বাৰা সেই অঞ্চলত সেই বিশিষ্ট জামিন পত্ৰৰ ব্যৱসায় ...ন্ধ কৰি দিব পাৰে। কিছুমান নির্দিষ্ট সাৰ্বজনিক কোম্পানীক ষ্টক্ ...িনিময় কেন্দ্ৰৰ তালিকাভুক্তিৰ প্ৰয়োজনীয় সকলো চৰ্ত মানি চলিবলৈ ...াৰু কেন্দ্ৰত নিজ নিজ কোম্পানীৰ জামিন পত্ৰ তালিকাভুক্ত কৰিবলৈ ...ন্দ্ৰীয় চৰকাৰে বাধ্য কৰাব পাৰে। ষ্টক্ বিনিময় কেন্দ্ৰৰ পৰিসীমাৰ ...াহিৰৰ কোনো ব্যৱসায়িক জামিন পত্ৰৰ ব্যৱসায় কৰিবলৈ লাইচেন্স্ ... অনুজ্ঞা পত্ৰ দিব পাৰে। স্বীকৃতি প্ৰাপ্ত ষ্টক বিনিময় কেন্দ্ৰই ...ন্দ্ৰৰ ব্যৱসায়িক চুক্তি নিয়ন্ত্ৰণ বা নিয়মিতকৰণৰ বাবে কেন্দ্ৰীয় ...ৰকাৰৰ পূৰ্ব অনুমোদন ব্যতিৰেকে উপবিধি প্ৰণয়ন কৰিব নোৱাৰিব।

[৩] **ষ্টক্ বিনিময় কেন্দ্ৰৰ কাৰ্যপদ্ধতিৰ বিনিয়ম (Working of Exchanges Regulation)**: ষ্টক্ বিনিময় কেন্দ্ৰৰ দৈনন্দিন কাৰ্য্য পৰিচালনাৰ বাবে বিভিন্ন বিষয়ৰ ওপৰত কিছুমান বিধান বিধিবদ্ধ কৰিবলৈ নিৰাপত্তা পত্ৰ চুক্তি আইনে কেন্দ্ৰীয় চৰকাৰক ক্ষমতা প্ৰদান কৰিছে।

(১) ষ্টক্ বিনিময় কেন্দ্ৰত সম্পন্ন হোৱা নিৰাপত্তা পত্ৰৰ সকলো

লেন্‌দেন্ পৰিচালনাৰ বাবে চুক্তি কাৰবাৰী সংস্থা স্থাপন আৰু কাৰ্য্য নিয়ন্ত্ৰণ।

(২) ষ্টক্ বজাৰৰ ব্যৱসায়ৰ সময়।

(৩) ব্লেংক ট্ৰেন্সফাৰ আৰু বদ্‌লা লেন্‌দেনৰ ওপৰত অনুশাসন।

(৪) জামিন পত্ৰৰ বজাৰ দৰ নিৰ্ধাৰণ আৰু প্ৰচাৰ।

(৫) ব্যৱসায়িক বাদ বিবাদ, দাবী ( claims ) ওজৰ-আপত্তি মধ্যস্থতাৰদ্বাৰা নিষ্পত্তিকৰণৰ ব্যৱস্থা।

(৬) প্ৰতিজন কেন্দ্ৰৰ সদস্যই কৰা ব্যৱসায়ৰ পৰিমাণ সীমিতকৰণ।

(৭) দালালী ( Brokerage ), মাচুল ( Fees ), জৰিমনা ( Fine ) চুক্তিধন ( Contract money ), আশ্ৰয় ধন ( Cover money ), ব্যৱসায় জমা ( Margin ) ইত্যাদিৰ হাৰ নিৰূপণ।

(৮) টাৰাৱানিৰ ( Tarawani ) ব্যৱসায় নিয়মিতকৰণ।

(৯) ষ্টক্ বিনিময় কেন্দ্ৰৰ বন্ধ দিন নিৰ্ধাৰণ।

[৪] **বিনিময় কেন্দ্ৰ : ফট্‌কা ব্যৱসায় ( Speculation ) :** নিৰাপত্তা পত্ৰৰ চুক্তি ( বিনিয়ম ) আইনে—সকলো অপ্‌চন ব্যৱসায় বে-আইনী বুলি ঘোষণা কৰে আৰু আইন বলবৎ কৰাৰ পাছত এনে ব্যৱসায়ত ৰত যিকোনো ব্যক্তিয়েই আইনতঃ দণ্ডনীয় হয়।

**কাৰ্ব ট্ৰেডিং ( Kerb Trading ) :** ষ্টক্ বিনিময় কেন্দ্ৰৰ ওচৰত, কিন্তু কেন্দ্ৰৰ বাহিৰত কিছুমান নিৰ্দিষ্ট নিৰাপত্তা পত্ৰৰ ব্যৱসায় চলে যাক কাৰ্ব ট্ৰেডিং বোলা হয়। এনে ব্যৱসায় অসংগঠিত। বিনিময় কেন্দ্ৰৰ বজাৰক অৱশ্যে ভিন্ ভিন্ দিশত প্ৰভাৱান্বিত কৰে। কাৰ্ব ব্যৱসায়ে সাধাৰণতে ভৱিষ্যাত্মক লেন্‌দেনক উৎসাহিত কৰে। এনে ব্যৱসায়ৰ কোনো আইন সংগত মৰ্য্যাদা নাই। গতিকে নিৰাপত্তা পত্ৰ আইনে এই নিৰাপত্তা পত্ৰৰ বজাৰ বহিৰ্ভূত ব্যৱসায়ৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰে।



ব্লেংক ট্ৰেন্স্‌ফাৰৰদ্বাৰা নিৰাপত্তা পত্ৰৰ ব্যৱসায়ৰ ম্যাদ আইনে সংকোচন কৰি দিছে।

[৫] **ষ্টক্ বিনিময় কেন্দ্ৰসমূহৰ সঞ্চালকালয় ( Directorate of Stock Exchanges ) :** নিৰাপত্তা পত্ৰ চুক্তি ( বিনিয়ম ) আইনৰ কাৰ্য প্ৰশাসন আৰু প্ৰয়োগকৰণ নিশ্চিত কৰিবৰ বাবে ষ্টক্ বজাৰসমূহৰ অৰ্থে কেন্দ্ৰীয় চৰকাৰে এটি সঞ্চালকালয় স্থাপন কৰে।

এই সঞ্চালকালয়ৰ মুখ্য কাৰ্য্যালয় বোম্বাই নগৰত। কলিকতা আৰু দিল্লী নগৰীত ইয়াৰ দুটা শাখা আছে।

সঞ্চালকালয়ৰ কাৰ্য্য-কলাপবোৰ নিম্নোল্লিখিত প্ৰকাৰৰ—

(১) ই সকলো ষ্টক্ বিনিময় কেন্দ্ৰৰ কাৰ্য্যকাৰিতাৰ ওপৰত পূৰ্ণ দৃষ্টি ৰাখে। কোনো কেন্দ্ৰৰ ব্যৱসায়ত অবাঞ্ছিত কাৰ্য্য সংঘটিত হলে তাক শুদ্ধ কৰিবলৈ পৰামৰ্শ আগবঢ়ায়।

(২) ই কেন্দ্ৰসমূহৰ দৈনন্দিন ব্যৱসায়িক প্ৰতিবেদন পৰীক্ষা কৰিব লাগে। প্ৰতিবেদনত যদি কোনো সদস্যৰ অতিৰিক্ত ব্যৱসায় কৰা প্ৰতিফলিত হয়, তেনে সদস্যৰ প্ৰতি যথোচিত কাৰ্য্য ব্যৱস্থা লবলৈ কেন্দ্ৰৰ কৰ্তৃপক্ষক পৰামৰ্শ দিয়ে।

(৩) ষ্টক্ বজাৰৰ পৰিসীমাৰ বাহিৰৰ ( Outside the jurisdiction of stock Exchange ) কোনো ব্যৱসায়িক সঞ্চালকালয়ে কেন্দ্ৰত বজাৰ কৰিবলৈ লাইচেন্স প্ৰদান কৰিব পাৰে।

(৪) সঞ্চালকালয়ে নিৰ্দিষ্ট কোনো সাৰ্বজনিক কোম্পানীক স্বীকৃতিপ্ৰাপ্ত বিনিময় কেন্দ্ৰৰ তালিকাভুক্তিৰ সকলো আৱশ্যকীয় চৰ্ত পূৰণ কৰিবলৈ বাধ্য কৰাব পাৰে আৰু কোনো সাৰ্বজনিক কোম্পানীৰ প্ৰতি যাতে পক্ষপাতমূলক আচৰণ কোনো কেন্দ্ৰই নেদেখুৱায় তাৰ নিৰাপত্তা দিয়া সঞ্চালকালয়ৰ কাৰ্য্য।

(৫) সঞ্চালকালয় কেন্দ্ৰীয় চৰকাৰ আৰু ষ্টক্ বিনিময় কেন্দ্ৰৰ মাজত সংযোগ স্থাপন কৰে।

# তৃতীয় খণ্ড

## বিক্ৰয় বিদ্যা আৰু প্ৰচাৰ বিজ্ঞাপন

**( Salesmanship & Advertising )**

(ক) ব্যৱসায় বিক্ৰেতাত্ব (**Trade Salesmanship**)ঃ বৰ্তমান কালত ব্যৱসায়ৰ পৰিসৰ অত্যন্ত বিস্তৃত। আধুনিক পৃথিৱীত ব্যৱসায়ৰ পৰিসীমা জগৎ-জোৰা। অৱশ্যে ই মূলধন সৰ্বস্ব নহয়। মূলধনৰ উপৰিও ব্যৱসায়ৰ বাবে অধ্যৱসায়, ধৈৰ্য্য, সহিষ্ণুতা, সততা, উদ্যম, একাগ্ৰতা আৰু কৰ্ম দক্ষতাৰ প্ৰয়োজন। ব্যৱসায় বাণিজ্যত অগ্ৰগতি লাভৰ বাবে আন এটা প্ৰধান বৈশিষ্ট্য হ'ল, মানুহৰ চৰিত্ৰৰ মনোবিশ্লেষণ। ইয়াৰ বাবে গভীৰ গৱেষণা আৰু অধ্যয়নৰ আৱশ্যক। মানৱ চৰিত্ৰ অধ্যয়ন সততেই বাস্তৱ অভিজ্ঞতা ভিত্তিক হোৱা উচিত।

ব্যৱসায় বাণিজ্যৰ আন এক ভেটি হল—শ্ৰম বিভাজন। যি কোনো ক্ষেত্ৰতে শ্ৰমৰ বিভাজনে চূড়ান্ত কৰ্ম দক্ষতা আহৰণ কৰিবলৈ সক্ষম কৰে। সেয়ে ব্যৱসায় বাণিজ্যত শ্ৰম বিভাজন সফলতাৰ সোপান স্বৰূপ।

ব্যৱসায় বাণিজ্যত ক্ৰমোন্নতিৰ আন এক ঘাই উপাদান বিক্ৰয় বিদ্যা বা বিক্ৰেতাত্ব। বিক্ৰয় বিদ্যা ব্যতিৰেকে ব্যৱসায় বাণিজ্যহে নালাগে জীৱনৰ কোনো দিশতেই উন্নতি কৰা সম্ভৱপৰ নহয়। বিক্ৰয় বিদ্যা অৰ্থনৈতিক সঁচাৰ কাঠি।

**বিক্ৰয় স্থান ঃ** শিল্প বিপ্লৱৰ পূৰ্ববৰ্তী অৱস্থাত ব্যৱসায়ত বিক্ৰেতাৰ প্ৰাধান্য অধিক আছিল। তেতিয়া উৎপাদনৰ পৰিমাণ চাহিদা অনুপাতে কম আছিল। প্ৰায় ক্ষেত্ৰতে উৎপাদন ফৰমাচ সাপেক্ষ আছিল। গতিকে উৎপাদিত সামগ্ৰীয়ে সততেই এখন নগদ বজাৰ



হৈছিল। আনহাতে ব্যৱসায় পৰিসৰ বিভিন্ন কাৰণত সীমিত হোৱা হেতু, প্ৰতিযোগিতা প্ৰায় নাছিলেই। ব্যৱসায়িক লেনদেনৰ বজাৰখন সীমিত উৎপাদন আৰু যোগানৰ বাবেই বিক্ৰেতাৰ বজাৰ আছিল (Seller's Market)। বিক্ৰেতা বজাৰত বিক্ৰেতাৰ আধিপত্যই তেওঁলোকক অসততাৰ শাৰীলৈ টানি নিছিল। বিক্ৰেতাই যি কোনো উপায়ে অৰ্থ উপাৰ্জনত ব্ৰতী হৈছিল। ফলত বিক্ৰেতাৰ ওপৰত কোনো গ্ৰাহকেই আস্থা স্থাপন নকৰিছিল। বৰঞ্চ তেওঁলোকক ব্যৱসায় কাৰ্য্যত শঠ বুলিহে গণ্য কৰিছিল। আনহাতে উৎপাদিত বস্তুৰ বিবিধতা কম হোৱা হেতু বিক্ৰেতাৰ বিক্ৰী কাৰ্য্যত অধিক মনোনিবেশৰ প্ৰয়োজন নাছিল।

শিল্প বিপ্লৱৰ পৰবৰ্তী অৱস্থাত উল্লেখিত ব্যৱসায় পদ্ধতিৰ আমূল পৰিবৰ্তন ঘটিল। শিল্প বিপ্লৱে আগবঢ়োৱা যন্ত্ৰৰ জৰিয়তে উৎপাদনৰ নতুন পদ্ধতি উদ্ভাৱন হ'ল। লগে লগে উৎপন্ন বস্তুৰ পৰিমাণ বৃহদাকাৰ হ'ল। নতুন যন্ত্ৰ-পাতিৰ আবিষ্কাৰে নতুন দ্ৰব্য সম্ভাৰৰ উৎপাদন আৰু যোগান বৃদ্ধি কৰে। ফলস্বৰূপে সমূহীয়া উৎপাদন আৰু তাৰ বিবিধতাই পূৰ্বৰ বিক্ৰেতা বজাৰখনৰ পৰিবৰ্তন ঘটায়।

নতুন যান্ত্ৰিক ব্যৱস্থাই দ্ৰব্য সম্ভাৰৰ যোগান অধিক কৰাৰ লগে লগে পূৰ্বৰ চাহিদা পূৰণ কৰাৰ উপৰিয়ো সম্ভাৰ উদ্বৃত্ত হয়। তদুপৰি পণ্য সম্ভাৰৰ বিবিধতা বাঢ়ে। সেয়ে বিক্ৰেতাই নতুন বজাৰৰ সন্ধান লব লগা হয়।

পূৰ্বৰ বিক্ৰেতা বজাৰখন ক্ৰমাগত ভাৱে ক্ৰেতাৰ বজাৰলৈ (Buyer's market) ৰূপান্তৰিত হয়। ইয়াৰ ঘাই কাৰণ হ'ল উৎপাদনৰ পৰিমাণ, উৎপাদনত বিবিধতা, উৎপাদনৰ মাজত প্ৰতিযোগিতা আৰু ক্ৰেতাৰ স্বল্পতা। শিল্প পূৰ্ববৰ্তী অৱস্থাত প্ৰতিযোগিতা অতি সামান্য আছিল। শিল্প পৰবৰ্তী অৱস্থাত উৎপাদকৰ সংখ্যা বৃদ্ধিয়ে বিক্ৰেতাৰ সংখ্যাও

বৃদ্ধি কৰে। গতিকে বিভিন্ন বিক্ৰেতাৰ মাজত সৃষ্ট প্ৰতিযোগিতাই গ্ৰাহকৰ শঠতাৰ ঠাইত সততাৰে নতুন দ্ৰব্যৰ সম্পৰ্কে অৱগত কৰাই দ্ৰব্য-বস্তু বিক্ৰী কৰিব লগা হয়। এই পথ ব্যতিৰেকে দ্ৰব্য সম্ভাৰ বিক্ৰী কৰা অসম্ভৱ হৈ পৰে। গ্ৰাহকৰ গুৰুত্ব বাঢ়ি যোৱাৰ লগে লগে বিক্ৰেতাৰ বজাৰ ক্ৰেতা বজাৰত পৰিণত হয়। (কাৰণ পূৰ্বতে গ্ৰাহকৰ সংখ্যা অধিক, সম্ভাৰ কম আছিল, ফলত সেই বজাৰত বিক্ৰেতাৰ আধিপত্য অধিক আছিল। পাছত দ্ৰব্য সম্ভাৰৰ সাপেক্ষে গ্ৰাহকৰ সংখ্যা কমি গ'ল ফলত ক্ৰেতাৰ গুৰুত্ব বৃদ্ধি পালে)।

ক্ৰমাগতভাৱে ক্ৰেতাৰ বজাৰত সেয়ে বিক্ৰেতাৰ বিক্ৰী কাৰ্য্য অধিক জটিল হৈ পৰে। বিক্ৰী কাৰ্য্যত জটিলতা বঢ়াৰ মূলতে হ'ল সমূহীয়া উৎপাদন, সম্ভাব্য চাহিদা নিৰ্ভৰ উৎপাদন, সম্প্ৰসাৰিত বজাৰ, শিক্ষা সংস্কৃতি, পৰম্পৰা, ধৰ্ম-ব্যৱস্থা, আচাৰ আচৰণ ইত্যাদিৰ প্ৰভেদ, গ্ৰাহকৰ প্ৰকাৰভেদ, উৎপাদকৰ মাজত প্ৰতিযোগিতা, যাতায়াত আদি। উক্ত উপাদানসমূহৰ সমন্বয়ৰ বাবে বিক্ৰেতাক নতুন দৃষ্টিভংগী আৰু নতুন পথৰ প্ৰয়োজন হয়। সেই কাৰণে ব্যৱসায়ত বিক্ৰয়হে মূল দিশ হৈ পৰে; কিন্তু বিক্ৰয়ৰ সফলতা নিৰ্ভৰ কৰে কিছুমান মৌলিক উপাদানৰ ওপৰত। সেই উপাদানসমূহৰ অন্যতম প্ৰধান বিক্ৰয় কলা আৰু বিজ্ঞান। বিক্ৰয়ত সৃজনীধৰ্মিতাও ইয়াৰ অন্তৰ্ভুক্ত বিষয়। সেই জটিল বিক্ৰী কাৰ্য্যত মিতব্যয়িতা, ক্ৰেতাৰ মনোবিশ্লেষণ আৰু উৎপাদনৰপৰা বণ্টনলৈকে পৰিমিত ব্যৱসায় প্ৰক্ৰমো জৰিত। এই কেইটা উপাদানৰ সফল প্ৰয়োগে ব্যৱসায়ত উত্তৰোত্তৰ শ্ৰীবৃদ্ধি ঘটাব পাৰে।

**প্ৰয়োজনীয়তা (Necessity)**: উল্লেখিত জটিল বিক্ৰী কাৰ্য্যৰ সফল ৰূপায়ণে নতুন বজাৰ গঢ়ি তোলে। আঞ্চলিক বজাৰক দেশীয় বজাৰলৈ আৰু দেশীয় বজাৰক অন্তৰ্দেশীয় বজাৰলৈ ৰূপান্তৰিত কৰে। সেইদৰে উৎপাদকৰ উৎপাদন সহজ কৰে। শিল্প উদ্যোগত উৎপানৰ



[illegible] সমূহীয়া কৰে। উৎপাদিত সম্ভাৰৰ যোগান নিয়মীয়া কৰে। [illegible] উৎপাদনৰ ফলত উৎপাদন ব্যয় হ্ৰাস পায়। বিক্ৰয় কাৰ্য্যই [illegible] পৰিসৰ বৃহৎ কৰে আৰু ই ব্যৱসায়ৰ সুনাম বৃদ্ধি কৰে। উৎ-[illegible]ৰপৰা গ্ৰাহকক পণ্য সম্ভাৰ বণ্টন কৰি দিয়া কাৰ্য্যলৈকে ব্যৱসায়িক [illegible]ত যিবিলাক খৰচ হয় তাক হ্ৰাস কৰা বা মিতব্যয়ী কৰাও এই [illegible]ৰ অন্তৰ্গত। খৰচত মিতব্যয়িতাই বস্তুৰ মূল্য হ্ৰাস কৰে। ফলত [illegible]ৰ ক্ৰয় ক্ষমতা বৃদ্ধি পায় আৰু মানুহৰ জীৱন যাপনৰ মান উন্নীত [illegible]। সেয়েহে বিক্ৰী কাৰ্য্যৰ গুৰুত্ব উপলব্ধি কৰি ডব্লিউ, এছ, হেৱাৰ্ডে-[illegible] বুলি মন্তব্য কৰিছে—

"Advertising Policy may be excellent and the price [illegible]d quality of the merchandise beyond criticism, but [illegible] the manner of effecting the direct contact between [illegible]e store and consumer is poor, the store will never [illegible]ttain the measure of success to which other factors may [illegible]title to it," (The Retail Hand Book W. S. Hayward).

বিক্ৰয় কাৰ্য্যৰ উপযুক্ত প্ৰয়োগ নহলে একচেটিয়া ব্যৱসায় চলি [illegible]কিলেও সাধাৰণ উদ্যম (General enter prises) সমূহ চলাই [illegible]কা সম্ভৱ নহয়। বিক্ৰয় কাৰ্য্যই উৎপাদকৰ পৰা দ্ৰব্য সামগ্ৰী আৰু সেৱাৰ নিৰন্তৰ প্ৰবাহ নিয়মীয়া কৰে।

বিক্ৰয় কাৰ্য্যক তেতিয়াহে উৎপাদনক্ষম বোলা যায়, যেতিয়া ই বজাৰকৰণৰ ব্যয় হ্ৰাস কৰে। বিক্ৰী ব্যয় হ্ৰাসে উৎপাদন ব্যয় নিম্নগামী কৰে, বস্তু বা সেৱাৰ উপযোগিতা বিক্ৰী মূল্য অপেক্ষা বৃদ্ধি পায়, খৰচৰ তুলনাত অধিক সুফল আহৰণ কৰা যায়, আৰু সমাজৰ ক্ৰমোন্নয়নৰ বাহক হয়। ইয়াৰ যথাৰ্থ প্ৰয়োগে সমূহীয়া উৎপাদনৰ লগত সমূহীয়া উপভোগৰ সমীকৰণ ঘটায়।

উৎপাদন-ক্ষম বিক্ৰী কাৰ্য্যক C. Bennetএ এনেদৰে ব্যাখ্যা কৰিছে—"Salesmanship if a Constructive and creative type is a success device in promoting well being and important in personal selling technique would promote mass selling, and create sales to balance mass production with mass consumption"—

( Scientific sales manship—C. Bennet )

**বিক্ৰয় বিদ্যা ( Salesmanship ) ঃ** বিক্ৰয় বিদ্যা এক কলা। বিক্ৰেতাই সম্ভাব্য গ্ৰাহকৰ ওচৰত তেওঁৰ বিক্ৰয়ী বেহানি বা সেৱাক এনেভাৱে উপস্থাপন কৰিব লাগে যাতে সম্ভাব্য গ্ৰাহকে তাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিব পাৰে, যাৰ ফলত সেই সম্ভাব্য গ্ৰাহক প্ৰকৃত গ্ৰাহকত পৰিণত হয়। পশ্চিমীয়া দেশত বিক্ৰয় বিদ্যাক এনে দৰে বিশ্লেষণ কৰিছে—

'An art of so presnting an Offering that the prospect appreciates the need for it and the mutually satisfactory sale follows."

সেয়ে বিক্ৰয় বিদ্যা হৈছে "এজনৰ বুদ্ধি বৃত্তিৰে আন এজনৰ বুদ্ধি বৃত্তিক প্ৰভাৱান্বিত কৰা" ই এনে এটা গুণ যাৰদ্বাৰা মানুহক নতুন বস্তুৰ প্ৰতি আকৰ্ষিত কৰিব পাৰি, আৱশ্যকতা অৱগত কৰাব পাৰি, বস্তুৰ এক ভাৱ মূৰ্তি গঢ়ি তুলিব পাৰি, আৰু শেষত সেই আৱশ্যকতাক অভাৱলৈ ৰূপান্তৰিত কৰিব পাৰি। সেয়ে বিক্ৰয় বিদ্যাৰ সেইগুণ আছে যাৰদ্বাৰা মানুহৰ প্ৰয়োজনক অভাৱলৈ পৰিবৰ্তন কৰিব পাৰে। "Sales manship is the ability to change human needs into human wants—Ibid."

মিঃ ৰিপ্‌লেৰ বিক্ৰয় বিদ্যাৰ ব্যাখ্যাক এনেভাৱে কব পাৰি—



বিক্ৰয় বিদ্যা এনে এটা শক্তি যি বহু মানুহক মনোৰমকৈ প্ৰৰোচিত কৰিব পাৰে আৰু লাভ জনক হিচাপে স্থায়ী গ্ৰাহক কৰিব পাৰে।

বিক্ৰয় বিদ্যাৰ জৰিয়তে সম্ভাব্য গ্ৰাহকৰ কোনো বাঞ্ছিত বস্তু, সেৱা বা ধাৰণাৰ পৰিচয়ে এক উমৈহতীয়া দৃষ্টিভংগীৰ প্ৰতি ( Common point of view ) সৈমান কৰাব পাৰি। অৱশ্যে সেই উদ্দেশ্য সাধনৰ বাবে ব্যক্তিগত সংযোগৰ প্ৰয়োজন। সেয়ে, এইছ, আৰ, টছডলৰ ভাষাত "it is that form of the art of salesmanship which depends upon personal contact of individuals to accomplish its purpose."

সফল বিক্ৰয় বিদ্যাৰে বিক্ৰেতাই সম্ভাব্য গ্ৰাহকৰ বিশ্বাস লাভ কৰিব পাৰে, আৰু সেই আস্থাৰে সম্ভাব্য গ্ৰাহকক স্থায়ী আৰু নিয়মীয়া গ্ৰাহকলৈ ৰূপান্তৰ কৰিব পাৰে। অৰ্থাৎ গ্ৰাহকৰ প্ৰয়োজনীয়তা সন্তুষ্টিৰে সৈতে পূৰণ কৰিব পৰাই আস্থা।—

বিক্ৰয় বিদ্যা এক বিজ্ঞান। বিজ্ঞান সন্মতভাৱে ইয়াৰ প্ৰয়োগ নহলে সেই বিদ্যাৰ স্থায়ীত্ব থাকিব নোৱাৰে। উপযুক্ত শিক্ষা, প্ৰশিক্ষণ আৰু অনুশীলনী আদিৰ জৰিয়তেহে বিক্ৰয় বিদ্যা অৰ্জন কৰা যায়। এই বিদ্যা আহৰণৰ বাবে জন্মগত গুণৰ উপৰিও বাস্তৱ জ্ঞান আৰু অভিজ্ঞতাৰ প্ৰয়োজন। কিছুমান মূল ব্যৱসায়িক নীতি নিয়ম অনুসৰণ কৰিহে বিক্ৰয় জ্ঞান লাভ কৰিব পাৰি। সেই মূল নীতিৰ তাত্বিক দিশটি সদায় বিজ্ঞান ভিত্তিক।

আধুনিক যান্ত্ৰিক যুগৰ সকলো উৎপন্ন সম্ভাৰ আৰু সেৱাৰ লগত গ্ৰাহকক পৰিচয় কৰোৱাৰ একমাত্ৰ উত্তম মাধ্যম বিক্ৰয় বিদ্যা আৰু বিজ্ঞাপন। বিক্ৰয় বিদ্যাই আজিৰ বিলাস সামগ্ৰীক কালিলৈ প্ৰয়োজনীয় সামগ্ৰীত পৰিণত কৰাব পাৰে। যাৰ ফলত মানুহৰ দৈনন্দিন জীৱন যাপনৰ মানদণ্ড ক্ৰমাগতভাৱে উন্নীত হৈ আহি আছে।

জীৱন যাপনৰ নতুন দৃষ্টিভংগী, নতুন দিশৰ সন্ধান দিয়া বিষয়ত বিক্ৰয় বিদ্যাৰ সৃজনী ধৰ্মিতা গুণক অস্বীকাৰ কৰিব নোৱাৰি।

মুঠতে যি কোনো মানুহেই যি কোনো জীৱন পথত সফল কাম হ'বলৈ হলে বিক্ৰয় বিদ্যাৰ প্ৰয়োজন। এই বিদ্যাহীন মানুহ যিমানেই গুণৱান নহওক তেওঁ জীৱনত কৃতকাৰ্য হ'ব নোৱাৰে। বিক্ৰেতাই সদায় নিজৰ দৃষ্টিভংগীহে বিক্ৰী কৰে, কিন্তু তাকে কৰিবলৈ তেওঁ প্ৰথমে, সম্ভাব্য গ্ৰাহকৰ দৃষ্টিভংগীৰপৰা আৰম্ভ কৰি গ্ৰাহকৰ মন এনেভাৱে আগবঢ়াব লাগিব য'ত গ্ৰাহকে আহি বিক্ৰেতাৰ মনোভংগী বা দৃষ্টিভংগী গ্ৰহণ কৰে।

হেন্‌ৰী ফ'ৰ্ডে বিক্ৰয় বিদ্যাৰ ব্যাখ্যা এনেভাবে দিছে—"First it is your business to sell. But what is it you are to sell? Why are you to sell paints, varnish and so on. But these things are merely instruments. The Fundamental thing is that you are to sell ideas ; ideas of beauty, of health, of economy, of prosperity, of Service."

আচলতে এজন বিক্ৰেতাই গ্ৰাহকক তেওঁৰ ধাৰণা বা প্ৰত্যয়হে বিক্ৰী কৰে, যি প্ৰত্যয় কলা, বিজ্ঞান, অৰ্থনীতি, ঐশ্বৰ্য্য সমৃদ্ধি আৰু সেৱাৰ ওপৰত প্ৰতিষ্ঠিত।

**(খ) বিক্ৰয়ন ঃ মূলতত্ব (Essential Principles) ঃ** নিম্নোল্লিখিত উপাদান কেইটাক বিক্ৰয় বিদ্যাৰ মূল ভেটি বুলি চিহ্নিত কৰিব পাৰি।

**(১) বিক্ৰয় নীতি ( Sales policy ) ঃ** এই বিক্ৰয়নৰ অন্যতম প্ৰধান উপাদান। বিক্ৰয় নীতিৰদ্বাৰা বিক্ৰী সংক্ৰান্তত ভৱিষ্য কৰ্ম পন্থা নিৰ্ধাৰণ কৰিব পাৰি। বজাৰৰ প্ৰকৃত আয়তন আৰু ইয়াৰ অৰ্থনৈতিক পৰিবৰ্তন, চলিত দ্ৰব্য সামগ্ৰীৰ বাবে বাঞ্ছিত বজাৰ, নতুন দ্ৰব্যৰ বজাৰ, অনুপ্ৰেৰণা, বৰ্তমানৰ বজাৰ, নতুন বজাৰৰ সম্ভাৱনীয়তা, পুৰণি



বজাৰৰ সংকোচন ইত্যাদি বিষয়ৰ নিৰ্ণয়েই বিক্ৰয় নীতিৰ ভৱিষ্য কৰ্ম পন্থা।

অৱশ্যে এই নীতি অতীত অভিজ্ঞতা, বৰ্তমান অৱস্থা, বজাৰ গৱেষণা আৰু অধ্যয়নৰদ্বাৰা নিৰূপণ কৰা হয়। এটা নিৰ্দিষ্ট ম্যাদৰ বাবে বিক্ৰয় নীতি প্ৰণয়ন কৰা হয় আৰু ই অৱস্থা বিশেষে পৰিবৰ্তন-যোগ্য। বিক্ৰয় উন্নয়নৰ অৰ্থে বিক্ৰয় নীতি অপৰিহাৰ্য্য।

বিক্ৰয় নীতিক নিম্নোল্লিখিত উপায়ে শ্ৰেণী বিভাগ কৰিব পাৰি—

**(ক) বজাৰ ( Market ) ঃ** বিক্ৰীযোগ্য দ্ৰব্যৰ বৰ্তমান বজাৰ নতুন বজাৰৰ সম্ভাৱনা বৰ্তমান প্ৰচলিত দ্ৰব্যৰ প্ৰকৃত বাঞ্ছিত বজাৰ, চলিত বজাৰৰ অৰ্থনৈতিক অৱস্থা, বজাৰৰ পৰিবৰ্তনমুখিতা, বিভিন্ন কাৰণত সংকোচিত আৰু পৰিত্যক্ত বজাৰ, বজাৰত নতুন একে জাতীয় দ্ৰব্যৰ প্ৰৱেশ নতুন দ্ৰব্যই আহৰণ কৰিব পৰা বজাৰৰ আয়তন আদি সম্পৰ্কে প্ৰয়োজনীয় নীতিৰ নিৰ্ধাৰণ।

**(খ) দ্ৰব্য ( Product ) ঃ** দ্ৰব্যৰ দাম, পাইকাৰী আৰু খুচুৰা ব্যৱসায়ীক দ্ৰব্যৰ দিয়া দাম গ্ৰাহকৰপৰা আদায় কৰিবলগীয়া দ্ৰব্যৰ দাম, অঞ্চল বিশেষে দ্ৰব্যৰ দাম, দ্ৰব্যৰ দামৰ ওপৰত মধ্যম ব্যৱসায়ীক দিব লগা পৃথক বাট্টাৰ পৰিমাণ, মধ্যম ব্যৱসায়ীৰপৰা দ্ৰব্যৰ দাম আদায়ৰ পদ্ধতি, ইত্যাদি সম্বন্ধে নীতি নিৰ্ধাৰণ। দ্ৰব্যৰ দামৰ লগত গুণ-মানৰ সামঞ্জস্য ৰাখিহে দাম নিৰূপণ বাঞ্ছনীয়—সেইদৰে প্ৰতিযোগী দ্ৰব্যৰ দামৰ প্ৰতিও লক্ষ্য ৰখা উচিত।

**(গ) বণ্টন প্ৰণালী ( Channels of distribution ) ঃ** দ্ৰব্য অনুসৰি বণ্টন পদ্ধতিৰ পূৰ্ব নিৰূপণ অতীৱ গুৰুত্বপূৰ্ণ। পাইকাৰী ব্যৱসায়ী বা একচেটিয়া অভিকৰ্তাৰদ্বাৰা বণ্টন, নিজ বিক্ৰী ভাণ্ডাৰদ্বাৰা প্ৰত্যক্ষ বণ্টন, নিজা প্ৰতিনিধিৰদ্বাৰা খুচুৰা ব্যৱসায়ীলৈ পোনপটীয়া বণ্টন। দ্ৰব্য বণ্টনৰ উক্ত পদ্ধতিৰ ভিতৰত কোন পদ্ধতি গ্ৰহণ কৰা হ'ব

তাক পূৰ্বেই সিদ্ধান্ত কৰা প্ৰয়োজন। পদ্ধতিৰ লগত গুণৰ প্ৰত্যাভূতি ( Guarantee ) দিয়া, বেয়া দ্ৰব্য ভাল দ্ৰব্যৰদ্বাৰা পুনৰ স্থাপন (Replacement ), অবিক্ৰীত সম্ভাৰৰ প্ৰত্যৰ্পণ আদিও বন্টন ব্যৱস্থাৰ লগত সিদ্ধান্ত-যোগ্য বিষয়।

(ঘ) গ্ৰাহক ( **Consumer or customers** ) : দ্ৰব্য সামগ্ৰী আৰু সেৱাৰ উৎপাদন এনে হোৱা উচিত যাতে গ্ৰাহকৰ আস্থা আৰু বিশ্বাস আহৰণ কৰিব পাৰি। উৎপাদকে গ্ৰাহকক দ্ৰব্যৰ গুণাগুণ সম্পৰ্কে প্ৰত্যাভূতি দিব পৰাৰ ব্যৱস্থা গ্ৰহণ। প্ৰত্যাভূতি নিদিয়াকৈ দ্ৰব্য সম্পৰ্কে গ্ৰাহকৰ সন্তুষ্টি আদায় কৰিব পাৰিলে বিক্ৰয় নীতি অধিক ফলপ্ৰসূ হয়। এই দিশত এক কাৰ্য্যকৰী ভূমিকা গ্ৰহণ কৰিবলৈ বজাৰ অধ্যয়ন আৰু গৱেষণা, বিক্ৰয় নীতিৰ পূৰ্ব চৰ্ত হোৱা আৱশ্যক। বজাৰ গৱেষণাই গ্ৰাহকৰ শ্ৰেণী বিভাগ, গ্ৰাহকৰ অৱস্থা, গ্ৰাহকৰ ক্ৰয় কৰাৰ অধিকাৰ আৰু অন্যান্য সামাজিক, অৰ্থনৈতিক বিষয়ৰ প্ৰতি আলোকপাত কৰা উচিত।

(ঙ) **প্ৰতিযোগিতা (Competition)** : প্ৰতিযোগিতাৰ সন্মুখীন হ'বলৈ নীতি নিৰ্ধাৰণৰ ক্ষেত্ৰত দুটা কথাৰ প্ৰতি দৃষ্টি ৰখা সদায়েই বাঞ্ছনীয়।

প্ৰথম :—শিল্প উৎপাদকে বা বিক্ৰেতাই "প্ৰতিযোগিতা কি ?" তাক হৃদয়ংগম কৰা উচিত।

দ্বিতীয় :—ই কোন ক্ষেত্ৰত অধিক কাৰ্য্যক্ষম আৰু তাৰ পৰিণাম কি ?

উৎপাদক আৰু বিক্ৰেতাৰ প্ৰতিযোগিতাত লক্ষণীয় বিষয় হ'ল— উৎপাদন ব্যয়, দ্ৰব্য সম্ভাৰৰ দাম, গ্ৰাহকৰ সেই দ্ৰব্যৰ প্ৰয়োজনীয়তা, বিক্ৰী সংক্ৰান্ত ব্যয়, গ্ৰাহকৰ প্ৰতি আগবঢ়োৱা সেৱা, দ্ৰব্যৰ গুণাগুণ, বিক্ৰী পদ্ধতি আৰু বিক্ৰেতা বা উৎপাদকৰ কৰ্ম-ক্ষমতা।



ইয়াৰ উপৰিয়ো প্ৰতিযোগীয়ে দ্ৰব্য সম্ভাৰ বিক্ৰী কৰাত লেন্‌দেনৰ প্ৰতিযোগীয়ে পৰিচালনা কৰা বজাৰকৰণ পদ্ধতি, প্ৰতিযোগীৰ ৰ দাম, বাট্টাৰ ভিত্তি আৰু বন্টন ব্যৱস্থাৰ সম্যক ধাৰণা আৰু তাৰ লোচনাত্মক অধ্যয়নেৰে নিজৰ নীতি নিৰূপণ।

(চ) **ব্যৱসায়ৰ কৰ্মচাৰীৰ প্ৰতি মনোভংগী (Attitude Towards mployees of the business)** : ব্যৱসায়ত লাগি থকা কৰ্মচাৰী-কলৰ প্ৰতি সহানুভূতিশীল মনোভাৱ গ্ৰহণেৰে কৰ্মচাৰীৰ কাৰ্য্যদক্ষতা, ম সহযোগ অৰ্জন কৰিব পাৰি। তেওঁলোকৰ অভিযোগ আৰু দাবী-হ সহানুভূতিৰে পূৰণ কৰিবলৈ চেষ্টা কৰিলে ব্যৱসায় সংস্থাই সকলো প্ৰকাৰ বিক্ৰয় প্ৰতিৰোধ কাৰ্য্য এৰাই চলিব পাৰে। কৰ্মচাৰীসকলৰ নিৰ্বাচন পদ্ধতি, নিয়োগ, নিয়োগৰ চৰ্ত, দায়িত্ব, কৰ্তব্য, প্ৰমোচন, ভমোচন, চাকৰীৰ স্থায়ীত্ব, পাৰিশ্ৰমিক, ভাট্টা, লভ্যাংশ আদি সংক্ৰান্ত বিষয়ৰ নীতি প্ৰণয়ন।

(২) **বিক্ৰয় আঁচনি আৰু পদ্ধতি ( Sales Planning & Methods )** : বিক্ৰয় নীতিক অনুসৰণ কৰি বিক্ৰয় আঁচনি আৰু কাৰ্য্য-সূচী আৰু তাৰ প্ৰয়োগ পদ্ধতি নিৰূপণ কৰা উচিত।

বিক্ৰয় আঁচনিৰদ্বাৰা সমগ্ৰ বজাৰ আৰু গ্ৰাহকক অঞ্চল ভিত্তিত শ্ৰেণীভুক্ত কৰা হয়। এনে শ্ৰেণীকৰণৰ পাছত দ্ৰব্য সামগ্ৰী বা সেৱা অনুসৰি বিক্ৰী লক্ষ্য ( Target ) আৰু সময় সীমা নিৰূপণ কৰা হয়। বিক্ৰী অনুসৰি বন্টন আঁচনিও প্ৰণয়ন কৰিব লাগে। বিক্ৰী লক্ষ্য পূৰণৰ বাবে কিছুমান বিক্ৰয় ক্ৰমোন্নয়ন আঁচনিও এই বিষয়ত প্ৰয়োজনীয়।

নানান বিক্ৰয় পদ্ধতিৰ প্ৰয়োগেৰে বিক্ৰয় আঁচনি কাৰ্য্যকৰী কৰা হয়। উপযুক্ত বিক্ৰেতা নিয়োগ, নমুনা, নক্সা, দ্ৰব্য আৰু মূল্য তালিকা প্ৰস্তুত, আৱশ্যকীয় প্ৰচাৰ আৰু বিজ্ঞাপন, মেলা আৰু প্ৰদৰ্শনীত

দ্ৰব্য প্ৰদৰ্শন, দোকানত দ্ৰব্য সামগ্ৰীৰ বিন্যাস আদিয়েই বিক্ৰয় আঁচনি ৰূপায়িত কৰাৰ প্ৰধান পদ্ধতি।

নিম্নোল্লিখিত স্তৰ বিভাজনেৰে বিক্ৰয় আঁচনি আৰু কাৰ্য্যসূচী প্ৰস্তুত কৰা অপৰিহাৰ্য্য :—

(ক) **গ্ৰাহক :** গ্ৰাহকৰ প্ৰয়োজনীয়তা নিৰূপণ কৰিবলৈ বজাৰ গৱেষণা আৰু অধ্যয়নৰ আৱশ্যক। সাধাৰণতে সমগ্ৰ বজাৰখন কিছুমান অঞ্চলত বিভক্ত কৰা হয়। প্ৰতিটো অঞ্চলৰ গ্ৰাহকৰ ক্ৰয় অভ্যাস, ক্ৰয় অধিকাৰ, ক্ৰয় ক্ষমতা, গ্ৰাহকৰ অৱস্থা আৰু পাৰিপাৰ্শ্বিকতা, বজাৰকৰণ কৰিবলগা দ্ৰব্যৰ চাহিদাৰ প্ৰকৃতি, দ্ৰব্য সম্ভাৰৰ মূল্য আৰু বিক্ৰীৰ ধৰণ আদি সম্পৰ্কে পূৰ্ণ আঁচনি অধ্যয়নৰদ্বাৰা প্ৰস্তুত কৰিব লাগে। ইয়াৰ উপৰি সম্ভাব্য গ্ৰাহকৰ অনুসন্ধান, গ্ৰাহকৰ ওচৰ চপাৰ নানান পদ্ধতি, নতুন বজাৰ সম্প্ৰসাৰণৰ কাৰ্য্যকৰী আৰু গৱেষণাৰ ওপৰত নিৰ্ভৰ কৰি যুগুত কৰা উচিত।

(খ) **দ্ৰব্য :** উল্লেখিত আঞ্চলিক বজাৰৰ গ্ৰাহকৰ আৱশ্যকতা অনুসৰি দ্ৰব্যৰ শ্ৰেণীকৰণ, পৃথকীকৰণ, পেকিং, নক্সা, ওজন সংখ্যা, মান বিশিষ্টিকৰণ, ব্ৰেণ্ড আৰু ট্ৰেড মাৰ্কৰ ব্যৱস্থাকৰণ—আৰু সেই ক্ষেত্ৰত হোৱা খৰচ গ্ৰাহকৰ চাহিদা অপেক্ষা অধিক হয়নে কম হয়, তাৰ আঁচনি অধ্যয়নৰদ্বাৰা প্ৰস্তুত কৰা প্ৰয়োজন।

(গ) **চাহিদা :** কোনো নিৰ্দিষ্ট ব্ৰেণ্ড বা ট্ৰেড মাৰ্কৰ দ্ৰব্য বস্তু বিক্ৰী কৰিবলৈ বিভিন্ন উপায়ে চাহিদা সৃষ্টি কৰিব লাগে। চাহিদা সৃষ্টিৰ কাৰ্য্যসমূহ নানান মাধ্যমেৰে ৰূপায়িত কৰা হয়। সেই মাধ্যমবোৰ হৈছে ব্যক্তিগত সাক্ষাৎ, বিজ্ঞাপন আৰু প্ৰচাৰ, প্ৰদৰ্শনী, দ্ৰব্য বিন্যাস, শিক্ষামূলক প্ৰদৰ্শন, প্ৰচাৰ সাহিত্য, নমুনা, নক্সা ইত্যাদি! এই মাধ্যমসমূহ কাৰ্য্যকৰী কৰাৰ কাৰ্য্যসূচী যুগুত কৰিব লাগে।

(ঘ) **বণ্টন :** প্ৰতিখন বজাৰলৈ যাতে সহজে আৰু খৰতকীয়াকৈ



[...]ী যোগ্য দ্ৰব্যৰ যোগান ধৰিব পাৰি তাৰ বাবে নিয়াৰিকৈ **বণ্টন** [কা]ৰ্য্যসূচী যুগুত কৰা প্ৰয়োজন। বিতৰণ আঁচনিৰ কাৰ্য্যকৰী **ৰূপ** [দি]বলৈ বজাৰৰ বিভিন্ন স্থানত দ্ৰব্য সম্ভাৰ যাতায়াতৰ সু-বন্দবস্ত, **উপযুক্ত** [প]ৰিচালকৰণ আৰু খুচুৰা ব্যৱসায়ীয়ে যাতে প্ৰত্যক্ষভাৱে উৎপা**দকৰপৰা** [আ]ৰু পৰোক্ষভাৱে পাইকাৰী ব্যৱসায়ীৰপৰা দ্ৰব্য সম্ভাৰৰ **চালান লাভ** কৰিব পাৰে, তাৰ ব্যৱস্থা গ্ৰহণেই প্ৰধান কৰ্তব্য।

(ঙ) **বিক্ৰয় নিয়ন্ত্ৰণ :** বিক্ৰী লক্ষ্য নিৰূপণ বজাৰ **অনুসৰি** প্ৰতিজন বিক্ৰেতালৈ কাৰ্য্যক্ষেত্ৰ বণ্টন, প্ৰতিজন বিক্ৰেতাৰ **নিম্নতম** বিক্ৰয়াংশ ( quota ) নিৰ্ধাৰণ কৰি বিক্ৰয় নিয়ন্ত্ৰণৰ **আঁচনি** কৰা হয়।

প্ৰতিজন বিক্ৰেতা বা এজেন্টৰপৰা বিক্ৰয় প্ৰতিবেদন সংগ্ৰহ, **বজাৰ** আৰু বিক্ৰী সম্পৰ্কীয় তথ্য-পাতি আৰু পৰিসংখ্যা যুগুত কৰা **বিভিন্ন** শ্ৰেণীৰ গ্ৰাহকৰপৰা তেওঁলোকৰ মতামত গ্ৰহণ আৰু বিক্ৰেতাৰ **সন্মিলন** আৰু সমাবেশৰদ্বাৰা বিক্ৰয় নিয়ন্ত্ৰণৰ প্ৰকৃত মূল্যায়ন কৰিব পাৰি।

(চ) **জনসম্পৰ্ক :** জনসাধাৰণৰ লগত সম্পৰ্ক **ৰক্ষা কৰা** কাৰ্য্যসূচীও বিক্ৰয় আঁচনিৰ অন্তৰ্ভুক্ত হোৱা উচিত। গ্ৰাহকৰ **অভিযোগ** দাবী, ওজৰ-আপত্তি, সংস্কাৰ আদি সম্পৰ্কে উত্থাপিত হোৱা **বিষয়সমূহৰ** প্ৰতি মনোযোগ দিয়া, তাক খণ্ডন বা প্ৰতিৰোধ কৰিবলৈ ব্যৱস্থা **লোৱা** উচিত ব্যৱসায়ৰ গতি-প্ৰকৃতি, দ্ৰব্য বস্তুৰ পৰিবৰ্তন, নতুন ৰীতিৰ **প্ৰবৰ্তন** আদি বিষয়সমূহৰ প্ৰতি সম্ভাব্য গ্ৰাহক তথা জনসাধাৰণক অৱগত **কৰাব** পাৰিলে তেওঁলোকৰ সহানুভূতি লাভ কৰা সহজ হয়।

(ছ) **প্ৰচাৰ পুস্তিকা :** জনসাধাৰণক দ্ৰব্য বস্তুৰ গুণ, ৰং, **আকাৰ,** নক্সা, মূল্য মান, গ্ৰাহকৰ মন্তব্য, বিক্ৰয় সফলতা সম্পৰ্কে অৱগত **কৰাবলৈ** পুস্তিকা আকাৰে প্ৰচাৰ কাৰ্য্যসূচীয়ো আঁচনিভুক্ত কৰিব লাগে। **ইয়াৰ** উপৰি, গ্ৰাহকক আকৰ্ষণ কৰিবলৈ দ্ৰব্য সামগ্ৰীৰ ছবি, **ফটো, দ্ৰব্যৰ**

আংশিক ৰূপ, ব্যৱহাৰিক দিশ প্ৰদৰ্শিত নক্সা আদিৰ ছবি বহী ছপাই প্ৰচাৰ কৰাও কাৰ্য্যসূচীৰ অন্তৰ্গত বিষয়।

বিভিন্ন ঋতু উৎসৱ, ধৰ্মীয় অনুষ্ঠান আদি উপলক্ষে দ্ৰব্য সামগ্ৰী ক্ৰয় কৰা আগ্ৰহৰ মাজত দ্ৰব্য ভিত্তিক বিষয়ৰ ওপৰত প্ৰতিযোগিতা পতা, বিক্ৰী কুপন প্ৰচলন কৰি উপহাৰ প্ৰদান ব্যৱস্থাও কাৰ্য্যসূচীৰ ভিতৰত অন্তৰ্ভুক্ত কৰিব লাগে।

উল্লেখিত বিক্ৰয় নীতি, আঁচনি আৰু কাৰ্য্যসূচী আৰু প্ৰয়োগ পদ্ধতি কেতিয়াও যথাৰ্থভাৱে বলবৎ নহ'ব, যেতিয়ালৈকে এটা উপযুক্ত বিক্ৰয় সংগঠন বা বিক্ৰয় বিভাগ নাথাকে। বিক্ৰয় সংগঠনে বিক্ৰী জৰিত সমূহ কাৰ্য্য-কলাপৰ মাজত সমন্বয় সাধন কৰে। বিক্ৰী কাৰ্য্য পৰিচালনাৰ বাবে এই বিভাগক উপযুক্ত বিষয়া, কৰ্মচাৰী আৰু বিক্ৰেতাবৃন্দৰা সংগঠিত কৰিব লাগে। বিক্ৰেতাৰ প্ৰশিক্ষণ অনুশীলনৰ ব্যৱস্থা কৰিব লাগে। বিক্ৰয় সংগঠনৰ মূৰব্বীজনৰ কাৰ্য্য দক্ষতাৰ ওপৰত বিক্ৰী কাৰ্য্যৰ সফলতা নিৰ্ভৰ কৰে। বিক্ৰয় সংগঠনৰ গাঁথনি সম্বন্ধে তলত উল্লেখ কৰা হ'ল।

(৩) **বিক্ৰয় সংগঠন (Organisation):** বৃহদাকাৰ ব্যৱসায় প্ৰতিষ্ঠানৰ বিক্ৰয় সংগঠন বা বিক্ৰয় বিভাগ পৃথক। ক্ষুদ্ৰাকাৰ প্ৰতিষ্ঠানত ইয়াক পৃথকভাৱে দেখা নাযায়।

বিক্ৰয় সংগঠন পৃথক কৰাৰ আৰু এটা কাৰণ পৰিলক্ষিত হয়। যি ব্যৱসায় সংস্থাই প্ৰত্যক্ষভাৱে গ্ৰাহকলৈ দ্ৰব্য সামগ্ৰী বন্টন ব্যৱস্থা নিজৰ হাতত ৰাখে, তেনে প্ৰতিষ্ঠানে পৃথক বিক্ৰয় বিভাগ ৰাখে। আনহাতে যি ব্যৱসায় সংস্থাই পৰোক্ষভাৱে বন্টন কাৰ্য্য চলায়, তেনে সংস্থাই পৃথক বিক্ৰয় বিভাগ ৰখা দেখা নাযায়।

ডাঙৰ ব্যৱসায় প্ৰতিষ্ঠানত ব্যৱসায় সুকলমে পৰিচালনা কৰিবৰ বাবে কাৰ্য্য অনুসৰি—পৃথক পৃথক বিভাগৰ সৃষ্টি কৰা হয়। প্ৰতিটো



ভাগৰ দায়িত্ব একোজন অভিজ্ঞ, অৰ্হতা সম্পন্ন আৰু কাৰ্য্যক্ষম ব্যক্তিৰ হাতত অৰ্পণ কৰা হয়। কাৰণ বিক্ৰয় কাৰ্য্যকাৰিতাৰ ওপৰত সমগ্ৰ ব্যৱসায় সংস্থাৰ ক্ৰমোন্নতি নিৰ্ভৰ কৰে। বিক্ৰয় সংগঠন সেই শাখা বিভাগসমূহৰ এটা—যাৰ দায়িত্ব বিক্ৰয় সঞ্চালক বা বিক্ৰয় পৰিচালকৰ হাতত ন্যস্ত থাকে।

ব্যৱসায়ৰ আকাৰে এই বিভাগ পুনৰ উপবিভাগত পৰিণত কৰে। সাধাৰণতে বিক্ৰয় বিভাগক বিশেষকৈ য'ত দ্ৰব্য সম্ভাৰৰ প্ৰত্যক্ষ বন্টন ব্যৱস্থা আছে তেনে ক্ষেত্ৰত ইয়াক বহু উপবিভাগত বিভক্ত কৰা হয়। এনে উপবিভাগবোৰ বিক্ৰয় কাৰ্য্যালয়, বিজ্ঞাপন বিভাগ, প্ৰচাৰ বিভাগ, বজাৰ গৱেষণা আৰু পৰিসংখ্যা, বিক্ৰেতা বিভাগ, ঋণ সংগ্ৰহ বিভাগ, ব্যয় মূল্যায়ন বিভাগ, পেকিং ইত্যাদি। ইয়াৰ উপৰিও বিক্ৰীৰ ধৰণ অনুসৰি বিক্ৰয় বিভাগক অনেক উপবিভাগত বিভক্ত কৰা হয়—যেনে বৈদেশিক বিক্ৰী বিভাগ, ডাকযোগে ব্যৱসায় বিভাগ ইত্যাদি। এনে উপবিভাগবোৰ বিক্ৰয় সঞ্চালক পৰিচালকৰ অধীনত একোজন সহকাৰীৰ দায়িত্বত দিয়া হয়। প্ৰতিটো উপবিভাগৰ ভাৰপ্ৰাপ্ত বিষয়া একজনৰ অধীনত কেইবাজনো সহকাৰী কৰ্মচাৰী থাকে।

বিক্ৰয় সঞ্চালক বিক্ৰেতাৰ নিৰ্বাচন, নিয়োগ, প্ৰশিক্ষণ, কাৰ্য্যক্ষেত্ৰ বন্টনৰ পোনপটীয়া দায়িত্ব থাকে। বিক্ৰয় কাৰ্য্যালয়, সঞ্চালকৰ প্ৰত্যক্ষ তদাৰকত চলে। বিক্ৰয় কাৰ্য্যালয়ৰ কাৰ্য্যসমূহ এনে ধৰণৰ বিক্ৰেতা আৰু গ্ৰাহকৰ লগত চিঠি পত্ৰৰ যোগাযোগ, ফৰমাচ সংগ্ৰহ আৰু ক্ৰমানুসাৰে পূৰণ, বিক্ৰেতাৰ প্ৰতিবেদন আৰু অন্যান্য তথ্য-পাতি সংগ্ৰহ, বিক্ৰয় বিভাগৰ সকলো নথি পত্ৰৰ নথি ভুক্তি, নথি পত্ৰৰ অভিলেখ সংৰক্ষণ, জন সম্পৰ্ক স্থাপন, বিক্ৰেতালৈ ভ্ৰমণ বানচ, বেতন আদি প্ৰেৰণ, প্ৰচাৰ সাহিত্যৰ বন্টন, বিক্ৰেতাৰ কাৰ্য্য নিয়ন্ত্ৰণ আৰু পৰিচালনা, বিক্ৰেতালৈ প্ৰয়োজনীয় আৰ্হি পত্ৰ, বিল পত্ৰ, ছবি বহী, দিন লেখা, বিক্ৰয় পুস্তিকা, মূল্য তালিকা যোগান।

বিক্ৰয় সঞ্চালকে বিক্ৰয় বিভাগৰ বিভিন্ন উপবিভাগৰ কৰ্মচাৰীসকলৰ মাজত সমন্বয় ৰক্ষা কৰাৰ উপৰিও ব্যৱসায় প্ৰতিষ্ঠানৰ আন বিভাগ সমূহৰ লগতো সমন্বয় সাধন কৰাটো তেওঁৰ অন্যতম কৰ্তব্য। বিক্ৰয় বিভাগৰ লগত সাধাৰণতে, হিচাপ, গুদাম, ট্ৰেফিক, ক্ৰয় বা উৎপাদন বিভাগৰ সম্পৰ্ক নিবিৰ। এই সকলো বিভাগৰ মাজত সু-সমন্বয় কৰিবলৈ কাৰ্য্যক্ৰমণিকাৰ প্ৰয়োজন, যিটো সুস্থ সংগঠনৰ এক প্ৰধান বৈশিষ্ট্য।

বিক্ৰয় সঞ্চালকৰ আন এক সুস্থ সংগঠন বৈশিষ্ট্য হৈছে আঁচনিৰ প্ৰস্তুতি আৰু ৰূপায়ণ। বিক্ৰয় সঞ্চালকৰ বাবে বিক্ৰয় সংগঠন বা বিভাগৰ সফল ভেটি হ'ল সঞ্চালকৰ পৰিচালনা আৰু নিয়ন্ত্ৰণৰ পাৰদৰ্শিতা, যাৰ বাবে তেওঁৰ বিজ্ঞান সন্মত পৰিচালনা জ্ঞান আৰু বিক্ৰয় বিদ্যাৰ সম্যক জ্ঞান অপৰিহাৰ্য্য। বিক্ৰয় পৰিচালক বা সঞ্চালক সুস্থ সংগঠন, পৰিচালনা, নিয়ন্ত্ৰণ, নেতৃত্ব অগ্ৰগণ্য, আঁচনিৰ পূৰ্ব প্ৰস্তুতি আৰু তাৰ ৰূপায়ণৰ স্থিৰ আৰু ক্ষীপ্ৰ সিদ্ধান্ত লোৱাৰ জ্ঞান আৰু কৰ্মক্ষমতাৰ ওপৰত ব্যৱসায়ৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে।

**(8) বিক্ৰয় পৰিচালনা আৰু নিয়ন্ত্ৰণ (Management & Control)**: সুস্থ বিক্ৰয় সংগঠনে দিয়া বিষয়সমূহৰ যথাৰ্থ প্ৰয়োগ পৰিচালনাৰ ক্ষেত্ৰত অপৰিহাৰ্য্য।

**সংগঠনৰ ভিতৰুৱা বিষয়**: বিক্ৰয় নীতি অনুযায়ী বিক্ৰয় আঁচনি আৰু কাৰ্য্যসূচী প্ৰস্তুত আৰু তাৰ ৰূপায়ন। আঁচনিত বিক্ৰয় আৰু বিক্ৰয় জৰিত সমূহ বিষয়েই অন্তৰ্ভুক্ত। গ্ৰাহক, বজাৰ, চাহিদা, দ্ৰব্য সম্ভাৰ বন্টন, জন সম্পৰ্ক, প্ৰচাৰ আৰু নিয়ন্ত্ৰণ। ইয়াৰ উপৰি অনেক বিক্ৰী সহায়কাৰী আঁচনি যুগুত কৰা আৰু তাক ৰূপায়ণ কৰা।

এনে আঁচনি ৰূপায়ণত প্ৰতিটো ম্যাদৰ বাবে বিক্ৰী লক্ষ্য নিৰূপণ আৰু তাৰ কাৰ্য্যকৰীকৰণ অপৰিহাৰ্য্য। সংগঠনৰ আঁচনি ৰূপায়ন



...লৈ বিক্ৰয় বিভাগক বিভিন্ন উপবিভাগত কাৰ্য্য অনুসৰি বিভক্ত ...ৰি পৰিচালনা শৃংখলাবদ্ধ কৰাৰ উপৰিও বিক্ৰয় শক্তিক (Sales ...rce) অৰ্থাৎ সকলো বিক্ৰেতাকে অঞ্চল ভিত্তিত বজাৰ বিতৰণ কৰি ... হয়। প্ৰতিজন বিক্ৰেতাৰ নিম্নতম বিক্ৰয়াংশ নিৰ্ধাৰণ কৰি দিয়া ... কি পদ্ধতিত বিক্ৰয় কাৰ্য্য পৰিচালনা কৰিব যাৰদ্বাৰা গ্ৰাহকে ...জে, সময়মতে আৰু সুবিধা অনুযায়ী দ্ৰব্য সম্ভাৰ পাব পাৰিব, তাৰ ...স্থাকৰণ পৰিচালনা কাৰ্য্যভুক্ত বিষয়।

দ্ৰব্য সম্ভাৰ উৎপাদকৰপৰা গ্ৰাহকৰ হাতলৈ যোৱালৈকে সম্ভাৰৰ যি ...ক্ৰমণ তাৰ সুচল পদ্ধতিৰ উদ্ভাৱন পৰিচালনা আৰু নিয়ন্ত্ৰণ বিক্ৰয় ...ৰিচালনাৰ অন্তৰ্গত।

বিক্ৰয় শক্তি অৰ্থাৎ বিক্ৰেতাৰ নিৰ্বাচন, নিয়োগ প্ৰশিক্ষণ, অনুশীলন, ...ৰ্য্য বন্টন, লক্ষ্য মাত্ৰা বা বিক্ৰয়াংশ নিৰূপণ, কাৰ্য্য-ক্ষেত্ৰত তেওঁলোকে ...খীন হোৱা সমস্যাৰ প্ৰতিবেদন, তথ্য-পাতি, পৰিসংখ্যা সংগ্ৰহ, সমস্যা ...াধানাৰ্থে সমাবেশ সন্মিলনৰ ব্যৱস্থা কৰা আদি সকলো বিক্ৰয় পৰি-...লনা আৰু নিয়ন্ত্ৰণৰ অন্তৰ্গত। কাৰ্য্য-ক্ষেত্ৰত বিক্ৰেতাৰ নিয়ন্ত্ৰণ চিঠি ...ৰ যোগাযোগ, দিন লেখা, প্ৰতিবেদন, ব্যক্তিগত সম্বন্ধ প্ৰতিযোগিতা, ...াবেশ আৰু সন্মিলনৰদ্বাৰা কৰিব পাৰি। বিক্ৰেতাৰ প্ৰতিবেদন ...ত বজাৰৰপৰা প্ৰতিযোগিতালৈকে সকলো বিষয় সন্নিবিষ্ট কৰি দিয়া ...চিত, যাতে বিক্ৰেতাৰপৰা সকলো তথ্য-পাতি সংগ্ৰহ কৰা সুচল হয়। ...ক্ৰেতাৰ নিৰ্বাচন সচৰাচৰ যোগ্যতা ভিত্তিক হয়। আবেদন পত্ৰ ...ক্ষাৎকাৰ, প্ৰশ্নোত্তৰ, আবেদন পত্ৰত উদ্ধৃত পক্ষৰ লগত পত্ৰবিনিময় ...বেদন পত্ৰত উল্লেখিত অৰ্হতা, অভিজ্ঞতা, শিক্ষা-দীক্ষা, সাক্ষাৎকাৰত ...ৰ্থীৰ স্বাস্থ্য, চেহেৰা, আচাৰ-ব্যৱহাৰ আৰু বয়সৰ প্ৰতি দৃষ্টি ৰখা, ...শ্নোত্তৰৰ জৰিয়তে মনোবিশ্লেষণ কৰাৰ ক্ষমতা আদিৰ ওপৰত ভিত্তি ...ৰি বিক্ৰেতা নিৰ্বাচন কৰা হয়। বিক্ৰেতাৰ বাছনিৰ পাছত নিয়োগ

পদ্ধতি সংক্ৰান্ত নীতি নিয়মৰ ওপৰত প্ৰকৃত কাৰ্য্যকৰীকৰণ, বিক্ৰয় সঞ্চালকৰ কৰ্তব্য। বিক্ৰেতাক দুই ধৰণে স্থায়ী আৰু অস্থায়ী ভিত্তিত মকৰল কৰিব পাৰি। প্ৰবীন, অৰ্হতা সম্পন্ন, প্ৰশিক্ষণ প্ৰাপ্ত, অভিজ্ঞ প্ৰাৰ্থীৰ স্থায়ীভাৱে আৰু আন অনভিজ্ঞ প্ৰাৰ্থীৰ অস্থায়ী ভিত্তিত নিয়োগৰ ব্যৱস্থা হ'ব লাগে। বিক্ৰেতা নিয়োগৰ পাছত বিক্ৰেতাই তেওঁৰ প্ৰাপ্য বেতন, পাৰিশ্ৰমিক, ভাট্টা, নিয়মিতভাৱে পোৱাৰ ব্যৱস্থা কৰা, সময় অনুসৰি অস্থায়ী বিক্ৰেতাক স্থায়ী কৰা, স্থায়ী বিক্ৰেতাক পদোন্নতি দিয়া, আঁচনি অনুসৰি পাৰিতোষিক দিয়া, লভ্যাংশ দিয়া আৰু তেওঁ-লোকৰ মাজত প্ৰেৰণামূলক আঁচনি প্ৰচলন কৰাও বিক্ৰয় সঞ্চালকৰ পৰিচালনাৰ এক আংশিক কাৰ্য্য।

বিক্ৰেতাৰ প্ৰশিক্ষণ বিভিন্ন উপায়ে (যথা বিক্ৰয় কলা আৰু বিজ্ঞান বিষয় থকা মহাবিদ্যালয় বা কোনো প্ৰশিক্ষণ কেন্দ্ৰ, বা বিক্ৰয় সঞ্চালক, প্ৰবীণ বিক্ৰেতা, কাৰিকৰী বিশেষজ্ঞ, কোনো ব্যৱসায় সংস্থাৰ পৰিচালন সঞ্চালক, পৰিদৰ্শক, অধ্যাপক আদিৰদ্বাৰা কাৰ্য্যালয়ত বক্তৃতা, শিক্ষামূলক প্ৰদৰ্শনৰ ব্যৱস্থা গ্ৰহণ, দ্ৰব্য জ্ঞান সংক্ৰান্তত কাৰখানাত উৎপাদন প্ৰক্ৰমৰ শিক্ষাদান, প্ৰবীণ বিক্ৰেতাৰ লগত ভ্ৰামণিক বিক্ৰেতাক বজাৰলৈ প্ৰেৰণ, প্ৰধান বিক্ৰেতাৰ লগত নবীন বিক্ৰেতাক সহযোগী কৰা ধৰণৰ প্ৰশিক্ষণ) পৰিচালনা কৰিব পাৰি।

প্ৰশিক্ষণৰ পাছত কিছুদিনলৈ নতুন বিক্ৰেতাক প্ৰবীণ বিক্ৰেতা বা উচ্চ পদস্থ বিষয়াৰ সন্মুখত কাৰ্য্য অনুশীলন কৰিবলৈ দিয়া ব্যৱস্থা বিক্ৰেতা পৰিচালনাৰ অন্তৰ্ভুক্ত বিষয়।

বিক্ৰেতাক বিক্ৰী কাৰ্য্যত সহায় কৰিবলৈ নানান সহায়কাৰী আঁচনি ৰূপায়িত কৰিব লাগে। সেই আঁচনিসমূহৰ যথাৰ্থ পৰিচালনা আৰু নিয়ন্ত্ৰণ প্ৰয়োজনীয়। সাধাৰণতে সেই সহায়ক আঁচনিবোৰ হৈছে—প্ৰচাৰ আৰু বিজ্ঞাপন—দ্ৰব্য আৰু মূল্য তালিকা প্ৰচাৰ, পঞ্জিকা, ছবি বহী



...ন, প্ৰতিযোগিতা পৰীক্ষা, বিক্ৰী কুপনৰদ্বাৰা উপহাৰ বন্টন, খিৰিকী ...ক দুৱাৰ সজ্জা, আভ্যন্তৰিক দ্ৰব্য বিন্যাস প্ৰাংগণ সজ্জা আদি।

বিক্ৰী অধ্যয়ন আৰু গৱেষণা কাৰ্য্য পৰিচালনা, বিভিন্ন প্ৰতিষ্ঠিত ...হকৰ অভিমত সংগ্ৰহ, প্ৰতিযোগী দ্ৰব্য সম্পৰ্কে তথ্য-পাতি আহৰণ ...ক বিভিন্ন বিক্ৰয় সমস্যা সমাধান কল্পে বিক্ৰেতাৰ আলোচনা চক্ৰ ...ক সমাবেশৰ ব্যৱস্থা কৰিব পাৰিলে বিক্ৰয় নিয়ন্ত্ৰণৰ উপযুক্ত মূল্যায়ন ...ৱৰ হয়।

অনুপ্ৰেৰণামূলক আঁচনি অন্তৰ্ভুক্তিৰে বিক্ৰয় পৰিচালনা যথাযথ ৰূপে কাৰ্য্যকৰী কৰিব পাৰি। সুদক্ষ আৰু কৰ্ম তৎপৰ বিক্ৰেতাক বিভিন্ন উপায়ে (যথা—কমিছন, প্ৰাইজ, ভাট্টা, লভ্যাংশ প্ৰমোচন আদি) উপকৃত কৰিব পাৰিলে পৰিচালনা সহজ আৰু সৰল হয়। ইয়াৰ বাহিৰেও বিক্ৰেতাক কিছুমান বিষয়ত (যথা গ্ৰাহকক ঋণ প্ৰদান, ঋণ সংগ্ৰহৰ অধিকাৰ, ৰেহাই, প্ৰত্যাভূতি, দ্ৰব্য পুনৰ স্থাপন আদি) কৰ্তৃত্ব প্ৰদান কৰিলেও বিক্ৰয় পৰিচালনা সুকলমে পৰিচালনা কৰিব পাৰি, কিন্তু ইয়াতো সঞ্চালকৰ নিয়ন্ত্ৰণ অৱশ্য কৰ্তব্য।

বিক্ৰয় পৰিচালনা সহজ কৰাৰ আৰু এটা কিটিপ হৈছে সংগঠনৰ কৰ্মচাৰীসকলৰ ওজৰ আপত্তি, অভিযোগ আদিৰ প্ৰতি সহানুভূতিশীল মনোভাৱ গ্ৰহণ।

বিক্ৰয় সঞ্চালকে আৰু কেইটামান বিষয়ৰ, যথা দ্ৰব্যৰ মূল্য, ব্ৰেণ্ড, পেকিং আৰু দ্ৰব্য সম্ভাৰৰ যথাযথ বন্টনৰ প্ৰতি নিৰন্তৰ প্ৰশাসনিক দৃষ্টি ৰখা দৰকাৰ।

বিক্ৰয় পৰিচালকৰ সফল সংগঠন, পৰিচালনা, নিয়ন্ত্ৰণ আৰু প্ৰশাসনে ব্যৱসায়ক সুপ্ৰতিষ্ঠিত কৰিব পাৰে।

**বিজ্ঞাপন (Advertising):** বিক্ৰীযোগ্য সামগ্ৰী আৰু সেৱাক সম্ভাব্য গ্ৰাহকক পৰিচিত কৰাই দিয়াৰ কৌশলক বিজ্ঞাপন বোলে।

ছপাৰ জৰিয়তে বিক্রী কৰাৰ ই এক বিক্রী কৌশল। বিজ্ঞাপনৰ জৰিয়তে কোনো দ্রব্য সম্ভাৰ বা সেৱাক জনসাধাৰণৰ ওচৰত এনেভাৱে উপস্থাপন কৰা হয় যাতে তাৰদ্বাৰাই সম্ভাব্য গ্রাহক আকৰ্ষিত হয়। মিঃ ষ্টাৰ্চে ( Mr. Starch ) এনে এক ব্যাখ্যাকেই আগবঢ়াইছে—"Presenting a commodity in Print to the people in such a way that they may be induced to buy it."

বিজ্ঞাপন প্রকৃততে এক যান্ত্রিক বিক্রী পদ্ধতি। সবলভাৱে মানুহৰ প্রবৃত্তিক ( Instinct ) প্রভাৱান্বিত কৰাৰ ই এক কলা। প্রবৃত্তিক এনেভাৱে জাগৃত কৰা হয় যাতে সেই প্রচাৰিত বস্তুটো পোৱাৰ বাবে হেঁপাহ বাঢ়ে।

চমুকৈ, বিজ্ঞাপন এক জন প্রৰোচনা। বিজ্ঞাপনৰ ওপৰত গাৰ্ডনাৰৰ ( Gardner ) ব্যাখ্যা হ'ল—"A means of selling that has grown up parallel with and has been made necessary by mass production."

বিজ্ঞাপন বিক্রীৰ এক অনিন্দ সুন্দৰ কৌশল। এনে কৌশলৰ দ্বাৰাইহে সমূহীয়া উৎপাদনক বিতৰণ কৰা সহজ। বিজ্ঞাপন শিল্প-যুগে সৃষ্টিকৰা বিক্রয় মাধ্যম।

বিজ্ঞাপনৰ আৰম্ভণি ক'ত—অজ্ঞাত ; কিন্তু খৃষ্ট পূর্ব তিনি হেজাৰ বছৰ মানৰ আগতে একালৰ বেবিলন নগৰত ইটাৰ ওপৰত নাম লিপিবদ্ধ কৰাৰ উদাহৰণ আছে। তাৰে পৰাই অনুমান কৰিব পাৰি বিজ্ঞাপনৰ মূল। ইটাৰ ওপৰত মন্দিৰৰ নাম, মন্দিৰ নির্মাণ শিল্পীৰ নাম লিপিবদ্ধ কৰাৰ পৰাই আৰম্ভ হৈ, বিজ্ঞাপনে বর্তমানে অৱস্থা পাইছেহি।

শিল্প বিপ্লৱৰ পাছত ইয়াৰ অপৰিহাৰ্য্যতা নুই কৰিব নোৱাৰা হয়। কাৰণ শিল্প বিপ্লৱে দিয়া যান্ত্রিক উৎপাদন পদ্ধতিৰ ফলত উৎপাদন সমূহীয়া হয় আৰু লগে লগে বজাৰৰ আকাৰো বিস্তৃত হয়। বিস্তৃত



বজাৰৰ সকলো গ্রাহক, সম্ভাব্য গ্রাহকৰ লগত উৎপাদকে ব্যক্তিগতভাৱে সংযোগ স্থাপন কৰা সম্ভৱপৰ নহয়। সেয়ে বিজ্ঞাপনৰ প্রয়োজনীয়তা ব্যৱসায় বাণিজ্যত অবিচ্ছেদ্য হৈ পৰে।

**আৱশ্যকতা ( Need )** ঃ ঔদ্যোগিক বিপ্লৱ সৃষ্ট যান্ত্রিক পদ্ধতিৰে যি সমূহীয়া উৎপাদনৰ ব্যৱস্থা আহিল তাৰ বাবেই বিজ্ঞাপনৰ আৱশ্যকতা বাঢ়ি গ'ল। বর্তমান এনেদৰে কোৱা শুনা যায়—বিজ্ঞাপন য'ত, ব্যৱসায় ত'ত। বিজ্ঞাপনহীন ব্যৱসায় নাওঠে।

বিজ্ঞাপনে দেশৰ সর্বত্র আনকি বিদেশতো বজাৰ সৃষ্টি কৰিব পাৰে। জন সাধাৰণৰ ওপৰত বিজ্ঞাপনৰ প্রভাৱ অপৰিসীম। সেয়ে দ্রব্য সম্ভাৰৰ বাবে নতুন বজাৰ সৃষ্টি কৰাত বিজ্ঞাপন অদ্বিতীয়। মানুহৰ মনত মানসিক প্রবৃত্তি জাগৃত কৰি বিজ্ঞাপনে নতুন চাহিদা সৃষ্টি কৰিব পাৰে আৰু প্রচলিত চাহিদা বৃদ্ধি কৰিব পাৰে।

বিজ্ঞাপনে নতুন দ্রব্যৰ লগত জনসাধাৰণক পৰিচয় কৰাই দিয়ে। দ্রব্যৰ গুণাগুণ সম্পর্কে অভিজ্ঞ আৰু বিশেষজ্ঞই কি মন্তব্য দিছে তাকো ৰাইজৰ ওচৰত সদৰি কৰি দ্রব্যৰ প্রতি জনসাধাৰণৰ এক ভাৱমূর্তি গঢ়ি তোলে। সেই দ্রব্য ক'ত পোৱা যায়, তাৰ দাম, গুণ-মান, পেকিং, ব্রেণ্ড, ট্রেডমার্ক, আদি সম্পর্কে পূর্ণ বিৱৰণ দিয়াৰ উপৰিও, ব্যৱহাৰ পদ্ধতি, প্রস্তুত প্রণালী, মানৱীয় আবেদন—(যথা স্বাস্থ্য, আৱৰণ, খাদ্য, অধিকাৰ, সঞ্চয় অনুসন্ধিৎসু আৰু গৌৰৱ) প্রয়োগ প্রণালী সম্পর্কে প্রণোদিত কৰিব পৰাকৈ জনসমাজৰ ওচৰত দ্রব্যটি উপস্থাপন কৰে। ফলত দ্রব্য সম্পর্কে সম্পূর্ণ জ্ঞান, আহৰণ কৰিবলৈ জনসাধাৰণৰ সুচল হয়।

বিজ্ঞাপনে জনসাধাৰণক ষ্টাইল, ফেছন, জীৱন-যাপন পদ্ধতি, আচাৰ-ব্যৱহাৰ, ভিন্ ভিন্ বিষয় জড়িত অভ্যাস মিতব্যয়িতা, সহজ পদ্ধতি, আহৰণ কৰিবলৈ সুযোগ দিয়ে।

বিজ্ঞাপন উৎপাদক, বিক্ৰেতা পাইকাৰী বা এজেন্ট, খুচুৰা ব্যৱসায়ী সকলোকে দ্ৰব্য সম্ভাৰ অলপ আয়াসতে বিক্ৰী কৰাৰ সহায়ক হয়।

বিজ্ঞাপনে দ্ৰব্য সামগ্ৰীক অধিক চাহিদা সৃষ্টি কৰি সমূহীয়া বিক্ৰী সহজ কৰে। যাৰ ফলত উৎপাদনৰ পৰিমাণ বৃদ্ধি পায় আৰু উৎপাদিত দ্ৰব্যৰ পৰিমাণ বৃদ্ধিয়ে দ্ৰব্যৰ দাম হ্ৰাস কৰে।

উৎপাদনৰ ক্ষেত্ৰত দ্ৰব্যৰ বিবিধতা বাঢ়ি যোৱাৰ লগে লগে বিভিন্ন শ্ৰেণীৰ মানুহৰ নিয়োগ ক্ষেত্ৰও বৃদ্ধি পায়। কাৰণ বিভিন্ন দ্ৰব্য সম্ভাৰৰ বিজ্ঞাপন দিয়াৰ বাবে অধিক সংস্থাৰ প্ৰয়োজন হয় বা বিজ্ঞাপন সম্ভাৰ আয়তন বাঢ়ি যায়। বৰ্ধিত আয়তনে সেয়ে নিয়োগ সৃজন কৰে।

প্ৰচাৰ আৰু বিজ্ঞাপনৰপৰা প্ৰাপ্ত অৰ্থই বাতৰি কাগজ, আলোচনী, সাময়িকী আদিৰ ছপা খৰচ হ্ৰাস কৰে, ফলত জনসাধাৰণে সস্তাতে বাতৰি কাগজ-পত্ৰ পঢ়িবলৈ পায়। অৰ্থ বিপত্তি নোহোৱা প্ৰেছৰ স্বাধীনতা অক্ষুণ্ণ থাকে।

বিজ্ঞাপন আৰু প্ৰচাৰে—ব্যৱসায়ী আৰু উৎপাদকৰ বিক্ৰী ব্যয় হ্ৰাস কৰে। বিজ্ঞাপনৰ নিয়মীয়া প্ৰচাৰে সকলোবোৰ মধ্যস্থ ব্যৱসায়ীৰ কাৰ্য্যকাৰিতা হ্ৰাস কৰে। সম্ভাব্য গ্ৰাহক বা গ্ৰাহকসকলে আগতীয়াকৈ দ্ৰব্য সম্পৰ্কে অৱগত বা আকৰ্ষিত হোৱা হেতু বিক্ৰেতা, পাইকাৰী বা খুচুৰা ব্যৱসায়ীৰ বিক্ৰয় বোজা বহু পৰিমাণে লাঘৱ হয়। ফলত বিক্ৰয় ব্যয় নিম্নগামী হয়। আপেক্ষিকভাৱে কিছুমান দ্ৰব্য সম্ভাৰৰ কাৰণে বিজ্ঞাপন পদ্ধতি অধিক মিতব্যয়ী। বিজ্ঞাপনক ব্যৱহাৰ কৰি দ্ৰব্য বা সেৱা সম্পৰ্কে জনসাধাৰণক পূৰ্ণ পৰিচয় প্ৰদান কৰি, সেই দ্ৰব্যৰ প্ৰতি আকৰ্ষণ, আৱশ্যকতা আৰু তাৰ অভাৱ সৃষ্টি কৰিব পাৰিলেহে বিক্ৰেতাক জনসমাজে সহজেই গ্ৰহণ কৰিব। জনসাধাৰণৰ সেই স্থাপিত বিশ্বাসক মূলধন কৰিব পাৰিলে বিক্ৰয় খৰচ এনেয়েই কমি যায়।



স্বাভাৱিকতে যেতিয়া লাভ অধিক হ'ব তেতিয়া সেই ব্যৱসায়ী বা উৎপাদকে বিভিন্ন পত্ৰ-পত্ৰিকাত বৃহৎ আকাৰৰ বিজ্ঞাপন দি তেওঁৰ প্ৰতিযোগীক ব্যৱসায়ৰপৰা উভালি পেলাব পাৰে।

সেইদৰে নতুন দ্ৰব্যৰ বাবে বিজ্ঞাপন অতি অপৰিহাৰ্য্য। বিজ্ঞাপন বিনে নতুন দ্ৰব্যই বজাৰ লাভ কৰিব নোৱাৰে, অৱশ্যে পুৰণা চলিত দ্ৰব্যৰ বাবেও জনসাধাৰণক সোঁৱৰাই থাকিবৰ বাবেও বিজ্ঞাপনৰ প্ৰয়োজন। বিজ্ঞাপন নতুন দ্ৰব্যৰ বজাৰ সন্ধানৰ এক ফলদায়ক অস্ত্ৰ। আধুনিক জীৱন যাপনৰ পদ্ধতিত প্ৰয়োগ হোৱা নানান নতুন দ্ৰব্য-সম্ভাৰ বা সেৱাৰ লগত বিজ্ঞাপনে পৰিচয় কৰি দি তেনে দ্ৰব্য ক্ৰয় কৰিবলৈ উদ্বুদ্ধ কৰায়। গতিকে আজিৰ বিশ্বাসপূৰ্ণ নতুন সামগ্ৰী কালিলৈ মিতব্যয়ী ব্যৱহাৰ্য্য সামগ্ৰীত পৰিণত হয়, যাৰ বাবে সমাজৰ জীৱন যাপন মানদণ্ড উন্নীত হয়।

চমুকৈ কবলৈ হলে, বিজ্ঞাপনৰ প্ৰয়োজনীয়তা গুৰুত্বপূৰ্ণ। ই জনসাধাৰণক বিভিন্ন সামগ্ৰী বা সেৱাৰ শিক্ষা দিয়ে, বিক্ৰেতাক বিক্ৰয় ব্যৱসায়ত সহায় কৰে, বজাৰ সম্প্ৰসাৰিত কৰে, বন্টন কাৰ্য্য সৰল কৰে, ব্যৱসায়ৰ নাম, ব্ৰেণ্ড বা ট্ৰেডমাৰ্কৰ প্ৰাধান্য বঢ়ায়, আৰু গ্ৰাহকক মিতব্যয়িতাৰে বস্তু ক্ৰয় কৰাত সাহায্য কৰে।

মুঠতে ব্যৱসায়ী বা উৎপাদক তথা জনসমাজৰ অৰ্থনৈতিক, বাণিজ্যিক, ব্যৱসায়িক সামাজিক আৰু বিভিন্ন শিক্ষাপ্ৰদ দিশত বিজ্ঞাপনৰ স্থান অতি গুৰুত্বপূৰ্ণ।

(১) **বিজ্ঞাপনৰ নীতি (Advertising Policies)ঃ** বিজ্ঞাপনৰ নীতি নিশ্চিত কৰিবলৈ হলে বিজ্ঞাপনৰ উদ্দেশ্য সম্পৰ্কে অৱগত হ'ব লাগিব। সেই উদ্দেশ্য বা লক্ষ্য হৈছে—বিজ্ঞাপিত সামগ্ৰী বা সেৱাৰ বিক্ৰী তৎকালিক হ'ব নে ই ভৱিষ্যৎ বিক্ৰীৰ কাৰণে হ'ব।

সাধাৰণতে তৎকালিক বিক্ৰী আৰু ভৱিষ্যৎ বিক্ৰীৰ মাজত নীতি

নির্ণয়ৰ ক্ষেত্রত কিছু তাৰতম্য হয়। সেই তাৰতম্য অনুসৰি বিজ্ঞাপন দিয়াৰ নীতিৰো পৰিবৰ্তন হয়।

(ক) সাধাৰণ প্ৰচাৰ ( Mere Publicity ): এই বিজ্ঞাপন পদ্ধতিৰ সচৰাচৰ দ্ৰব্য সম্ভাৰ বা সেৱাৰ সাধাৰণ বৈশিষ্ট্যৰ বিৱৰণ দি উক্ত সম্ভাৰ বা সেৱাক ৰাইজৰ অৱগতিৰ অৰ্থে গোহাৰি জনোৱা হয়। এই বিধ অতি সৰল বিজ্ঞাপন। এনে বিজ্ঞাপনে জনসমাজক প্ৰভাৱান্বিত কৰিব নোৱাৰে। এনে বিজ্ঞাপনে অধিক প্ৰচলিত দ্ৰব্য সম্ভাৰ বা সেৱাৰ প্ৰতি গ্ৰাহকক সোঁৱৰাই থকাৰ কাৰ্যহে সম্পাদন কৰে।

(খ) আবেদন ( Appeal ): তৎকালিক বিক্ৰীৰ বাবে প্ৰত্যক্ষ গোহাৰি জনাই বিজ্ঞাপন দিয়াৰ নীতি অনুসৰণ কৰিব পাৰি। এনে বিক্ৰী যোগ্য দ্ৰব্যৰ গুণাগুণ বৰ্ণাই প্ৰচলিত বিজ্ঞাপন ব্ৰেণ্ড বা ট্ৰেডমাৰ্ক ভিত্তিক হ'ব পাৰে। দৃষ্টান্তস্বৰূপে কব পাৰি—"নতুন দাৰ্জিলিং চাহ ক্ৰয় কৰক।"

(গ) পৰোক্ষ আবেদন ( Indirect Appeal ): পৰোক্ষ আবেদনৰ জৰিয়তেও বিজ্ঞাপন দিয়া হয়। এই পদ্ধতি সাধাৰণতে ভৱিষ্যৎ বিক্ৰী ভিত্তিক। বিক্ৰেতাই বহু ক্ষেত্ৰত সম্ভাব্য গ্ৰাহকলৈ নানান জাতীয় উপহাৰ প্ৰেৰণ কৰে। এনেদৰে প্ৰেৰিত উপহাৰে গ্ৰাহকৰ মন সেই দ্ৰব্য বা সেৱাৰ প্ৰতি আকৰ্ষিত কৰে। সময়ত এনে সম্ভাব্য গ্ৰাহক প্ৰকৃত গ্ৰাহকত পৰিণত হয়।

কেতিয়াবা ব্ৰেণ্ড বা ট্ৰেডমাৰ্ক থকা বিশেষ দ্ৰব্য ক্ৰয় কৰিবলৈ পৰোক্ষ অনুৰোধ জনায়ো বিজ্ঞাপন দিয়া হয়। এনে বিজ্ঞাপনত কেৱল ব্ৰেণ্ডৰ উল্লেখহে কৰা হয়, যেনে—'পলছন বাটাৰ' 'ব্ৰুকব'ণ্ড টি'। কেতিয়াবা কোনো ব্যৱসায় সংস্থাই কোনো কল্যাণমূলক অনুষ্ঠানলৈ বৰঙণি আগবঢ়াই পৰোক্ষ বিজ্ঞাপন কৰিব পাৰে।



(ঘ) শিক্ষাপ্ৰদ বিজ্ঞাপন ( Educational Advertisement ): শিক্ষাপ্ৰদ বিজ্ঞাপন তৎকালিক বা ভৱিষ্য উভয় প্ৰকাৰ বিক্ৰী বিষয়ত প্ৰযোজ্য হয়।

বহু ক্ষেত্ৰত বিক্ৰেতাই জনসাধাৰণক বিক্ৰী যোগ্য দ্ৰব্য বা সেৱা সম্পৰ্কে সম্যক জ্ঞান আহৰণ কৰিব পৰাকৈ বিজ্ঞাপন দিয়ে। এনে বিজ্ঞাপনে বিক্ৰেতাৰ সততা প্ৰমাণ কৰিবলৈ চেষ্টা কৰে।

শিক্ষামূলক এনে বিজ্ঞাপনে সম্ভাব্য গ্ৰাহকৰ মন আকৃষ্ট কৰে।

কোনো কোনো ক্ষেত্ৰত বিক্ৰেতাই একে জাতীয় দুটা সামগ্ৰী বা সেৱাৰ তুলনামূলক অধ্যয়ন আগবঢ়াই সম্ভাব্য গ্ৰাহকক প্ৰৰোচিত কৰিবলৈ যত্ন কৰে। সেই সামগ্ৰী দুটাৰ এটা পুৰণি আৰু আনটো নতুন। দৃষ্টান্ত স্বৰূপে মটৰ গাড়ীৰ তুলনা আগবঢ়াব পাৰি।

(ঙ) বিপদ সংকেত বিজ্ঞাপন ( Alarm of Panic ): এনে পদ্ধতিৰ বিজ্ঞাপন সাধাৰণতে শিল্প উৎপাদক বা তেনে জাতীয় ব্যৱসায়ীয়ে দিয়া দেখা যায়।

এনে বিজ্ঞাপনৰ মূলতে হ'ল যিবিলাক দ্ৰব্য-বস্তুৰ মূল্য অধিক, যোগ্য বা ঋতুকালীন আৰু চৰকাৰী নিয়ন্ত্ৰণ সাপেক্ষ; যেনে বন্দুক, বন্দুকৰ কাৰ্ট্ৰিজ আদি ( Cartridge )। এনে বিজ্ঞাপনৰদ্বাৰা জনসাধাৰণক কোনো বিশেষ বিপদৰ প্ৰতি আঙুলিয়াই দ্ৰব্য সম্ভাৰ ক্ৰয় কৰিবলৈ, অনুৰোধ কৰিব পাৰি। যেনে—"মোৱা পোক পৰিছে—পোকৰ ঔষধ ব্যৱহাৰ কৰক—এগ্ৰো মেডিচিন"।

(চ) অনুসন্ধিৎসু বিজ্ঞাপন (Inquisitiveness Advertisement): এনে অনুসন্ধিৎসুমূলক বিজ্ঞাপন প্ৰচাৰৰ উদ্দেশ্যই হ'ল জনসাধাৰণৰ কৌতূহল বৃদ্ধি কৰা। এনে বিজ্ঞাপন একেলগে প্ৰচাৰ কৰা নহয়। সমগ্ৰ বিজ্ঞাপনক কেইটামান অংশত বিভক্ত কৰা হয়। প্ৰতিটো অংশক একাদিক্ৰমে প্ৰকাশ কৰা হয়। বিজ্ঞাপনৰ প্ৰতিটো অংশক এনেভাৱে

সজোৱা হয় যাতে জনসাধাৰণ এটাৰ পাছত আনটোৰ প্ৰতি আগ্ৰহেৰে বাট চায়। তেওঁলোকৰ কৌতুহল ক্ৰমান্বয়ে বঢ়াই নি থকা হয় আৰু কৌতুহলে যেতিয়া চূড়ান্ত পৰ্য্যায় পায়গৈ, তেতিয়া বিজ্ঞাপনৰ শেষ অংশটি প্ৰকাশ পায়। সেই সময়ত আৰু সম্ভাব্য গ্ৰাহকে উক্ত বিজ্ঞাপিত দ্ৰব্য বা সেৱা লাভ কৰিবলৈ নাপালে আমোদ নাপায়, যাৰ ফলত বিজ্ঞাপন দাতাৰ উদ্দেশ্য সফল হয়।

(ছ) **পৰামৰ্শসূচক বিজ্ঞাপন (Suggestive Advertisement)** : কোনো কোনো বিজ্ঞাপন পৰামৰ্শ সূচক প্ৰকৃতিৰ। এনে বিজ্ঞাপন প্ৰায়ে মানৱ কল্যাণ ভিত্তিক।

স্বাস্থ্যৰ প্ৰতি, খাদ্যৰ প্ৰতি যত্ন লবলৈ আহ্বান জনাই এনেবোৰ বিজ্ঞাপন দিয়া হয়। উদাহৰণ স্বৰূপে কব পাৰি "স্বাস্থ্য ভালকৈ ৰাখিবলৈ "ৰেল মাৰ্কা মিঠাতেল ব্যৱহাৰক কৰক"।

কেতিয়াবা এনে বিজ্ঞাপনত বিশেষজ্ঞৰ মন্তব্যও সন্নিবিষ্ট কৰা হয়," যেনে--"স্বাস্থ্য ভালে ৰাখিবলৈ "আগ মাৰ্ক" থকা ৰেলমাৰ্কা মিঠাতেল ব্যৱহাৰ কৰক।

(জ) **সম্পাদকীয় বিজ্ঞাপন (Editorial)** : কোনো কোনো বিজ্ঞাপন সম্পাদকীয় মন্তব্য সম্বলিত হৈ প্ৰকাশ পায়। এনে বিজ্ঞাপন বিজ্ঞাপন দিবৰ বাবে বিজ্ঞাপনদাতাই চেষ্টা কৰি কোনো বাতৰি কাকতৰ সম্পাদকৰপৰা সম্পাদকীয় মন্তব্য সংগ্ৰহ কৰি সম্পাদকীয় কলমতেই তাক প্ৰৱন্ধাকাৰে প্ৰকাশ কৰে। অথবা কেতিয়াবা কোনো সম্পাদকক বিজ্ঞাপন দাতাই উৎপাদন বা ব্যৱসায় কৰা দ্ৰব্য সামগ্ৰী বা সেৱা সম্পৰ্কে যথোচিত মন্তব্য দিবলৈ অনুৰোধ কৰে, যাৰ ফলত এনে সঁহাৰি পোৱা যায়।

এনে সম্পাদকীয় মন্তব্য সম্বলিত বিজ্ঞাপনত দ্ৰব্য সামগ্ৰী বা সেৱাই জনসমাজৰ অধিক সমাদৰ লাভ কৰিবলৈ সক্ষম হয়। এনে বিজ্ঞাপন ভবিষ্য বিক্ৰীৰ বাবে অধিক কাৰ্য্যকৰী।



উল্লিখিত বিভিন্ন বিজ্ঞাপন নীতি নিৰ্ণীত কৰাৰ ক্ষেত্ৰত বিজ্ঞাপনৰ বিষয় বাছনি কৰাও প্ৰয়োজন। বিজ্ঞাপনত বিষয়-বস্তুৰ (Theme) ওপৰত অধিক গুৰুত্ব দিয়া হয়।

মানুহৰ কিছুমান উমেহতীয়া বিষয় আছে যাৰ ওপৰত চিন্তা কৰা হয়, কোৱা হয়, লিখা আৰু কাৰ্য্য সম্পাদন কৰা হয়। বিজ্ঞাপিত দ্ৰব্য সম্ভাৰ বা সেৱা সেই বিষয় নিৰ্ভৰ হলে, তেতিয়া বিজ্ঞাপন অধিক শক্তিশালী হয়।

সেই বিষয়বোৰ হ'ল—

(১) **গৌৰৱ (Pride)** : সচৰাচৰ দামী দ্ৰব্য বস্তু পিজ্ঞাপনৰ ক্ষেত্ৰত এই বিষয়টি সুৰুচিপূৰ্ণ হয়।

(২) **সৌন্দৰ্য্য (Beauty)** : দেহ মনৰ সৌন্দৰ্যবৰ্ধক দ্ৰব্য বা সেৱাৰ বিজ্ঞাপন দিয়াৰ ক্ষেত্ৰত এই বিষয়ৰ ব্যৱহাৰে সুফল আহৰণ কৰিবলৈ সুবিধা দিয়ে।

(৩) **স্বদেশ প্ৰেম (Patriotism)** : বিদেশত নিৰ্মিত দ্ৰব্য সম্ভাৰ বা সেৱা ব্যৱহাৰ কৰাতকৈ স্বদেশ জাত দ্ৰব্য ব্যৱহাৰ কৰিবলৈ আহ্বান জনাই দেশজাত দ্ৰব্যৰ বজাৰ পাব পাৰি। গতিকে বিজ্ঞাপনৰ শিৰোনামা এনে হোৱা দেশজ বস্তুৰ প্ৰতি অধিক লাভজনক।

(৪) **মিতব্যয়িতা (Economy)** : এই বিষয়ৰ ওপৰতো বিভিন্ন দ্ৰব্য সম্ভাৰ বা সেৱাৰ বিজ্ঞাপন অধিক কাৰ্য্যকৰী হয়।

(৫) **স্বাস্থ্য (Health)** : স্বাস্থ্যজনিত দ্ৰব্য সামগ্ৰী বা সেৱাৰ বিজ্ঞাপন বিষয়ত, এই বিষয়ৰ শিৰোনামাই স্বাস্থ্যৰ প্ৰতি দৃষ্টি ৰখা মানুহৰ মনোযোগ আকৰ্ষণ কৰিব পাৰে।

আৰু বহু বিষয় আছে (যেনে আৰাম, প্ৰেম-প্ৰীতি, ভয়, মানুহৰ শ্ৰেণী চেতনা, প্ৰতিযোগিতা, খেলাধূলা, সংগীত-নাট ইত্যাদি) যিবোৰক ভিত্তি কৰি বিজ্ঞাপনৰ বিষয় নিৰূপণ কৰিলে দ্ৰব্য সামগ্ৰীৰ বজাৰ সৃষ্টি আৰু বৃদ্ধিৰ সহায়ক হয়।

(২) **আঁচনি আৰু বিজ্ঞাপন অভিযান (Planning & Advertising Campaign)** : বিজ্ঞাপন অভিযান পৰিচালনা কৰিবলৈ এক সুস্থ আৰু বিজ্ঞানসন্মত আঁচনি প্ৰস্তুত কৰিব লাগে। আঁচনিহীন অভিযান কেতিয়াও কাৰ্য্যকৰী নহয়। সংগঠিত আৰু প্ৰণালীবদ্ধ বিজ্ঞাপন অভিযানে ব্যৱসায়লৈ কৃতকাৰ্য্যতা আনিব পাৰে। বিজ্ঞাপন অভিযানৰ বাবে আৰম্ভণিতে পৰিকল্পনা বা আঁচনিৰ দৰকাৰ। বিজ্ঞাপন অভিজানৰ ভিত্তিতহে যথাৰ্থ বিক্ৰয় প্ৰচেষ্টা পৰিচালনা কৰিবলৈ সুচল হয়। বিজ্ঞাপনদাতাই বিজ্ঞাপন অভিযান পৰিচালনা কৰিবলৈ কিছুমান উপাদানৰ ওপৰত বিজ্ঞাপন আঁচনিৰ খচৰা প্ৰস্তুত একান্ত আৱশ্যক। সেই উপাদানসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(১) **বজাৰ (Market)** : দ্ৰব্য সামগ্ৰীৰ বাবে বজাৰ নিৰ্ধাৰণ, বজাৰৰ আয়তন, জনগোষ্ঠী, ক্ৰেতা, ক্ৰয়ৰ ওপৰত পৰা প্ৰভাৱ, ক্ৰয়ৰ সময় আৰু পৰিমাণ।

(২) **বণ্টন প্ৰণালী (Way of distribution)** : বিজ্ঞাপিত দ্ৰব্য সম্ভাৰৰ বাবে বণ্টন প্ৰণালীৰ নিৰ্ধাৰণ। পৰম্পৰাগত বণ্টন প্ৰণালী দ্ৰব্য অনুসৰি সামঞ্জস্য হ'বনে নহয় তাৰ বিবেচনা। পৰম্পৰাগত বণ্টন প্ৰণালীত কিবা সংস্কাৰ বা সংশোধনে দ্ৰব্য সম্ভাৰৰ চাহিদা বৃদ্ধি কৰিবনে নাই, বিশেষকৈ আঁচনি প্ৰস্তুতৰ বেলিকা সি বিচাৰ্য্য বিষয় হোৱা উচিত।

(৩) **বিজ্ঞাপন ক্ষেত্ৰ (Field of Advertisement)** : বিজ্ঞাপন ক্ষেত্ৰৰ পৰিসীমা নিৰ্ণয় কৰা বিষয়ত সম্যক অধ্যয়নৰ প্ৰয়োজন। দেশৰ কোন কোন অঞ্চললৈ বা মণ্ডললৈ ই বিস্তৃত হ'ব, কোন কোন শ্ৰেণীৰ মানুহক বিজ্ঞাপনে সামৰি লব, সেই বিষয়ত পূৰ্ব আঁচনি অতীৱ প্ৰয়োজন।



(৪) **বিজ্ঞাপনৰ মাধ্যম নিৰ্বাচন (Selection of Media)** : বিজ্ঞাপন মাধ্যমৰ বাছনিও আঁচনি অন্তৰ্ভুক্ত বিষয়। উপযুক্ত বিজ্ঞাপন মাধ্যমৰ বাছনি নহলে কোনো বিজ্ঞাপনেই ফলপ্ৰদ হ'ব নোৱাৰে। যথাৰ্থ মাধ্যমৰ নিৰ্বাচন নহলে অধিক অৰ্থ ব্যয় হয়, যি ব্যয়ে কোনো সুফল নিদিয়ে। সেয়ে মাধ্যম নিৰ্বাচন কিছুমান নীতি নিয়মৰ ওপৰত ভেটি কৰি কৰা উচিত।

নিম্নোল্লিখিত বিষয়সমূহৰ প্ৰতি দৃষ্টি ৰাখিব পাৰিলে বাছনি ফলপ্ৰদ হয়।

(ক) **বিজ্ঞাপন মাধ্যমে প্ৰভাৱান্বিত কৰিব পৰা জনসমষ্টি (People influenced by the medium)** : প্ৰতিটো বিজ্ঞাপন আৰু প্ৰচাৰ মাধ্যমৰ সাধাৰণ প্ৰচলন আছে। সেই সাধাৰণ প্ৰচলনৰ পৰিসীমা কিমান বিস্তৃত ; ই স্থানীয়, আঞ্চলিক, দেশীয় নে বহিৰ্দেশীয়? কিমান শতাংশ পাঠকে সেই মাধ্যম পঢ়ে। তাৰ ওপৰত নিৰ্ণয় কৰি বজাৰৰ পৰিসৰ, জনসাধাৰণৰ ওপৰত মাধ্যমৰ প্ৰভাৱ নিৰ্ণয় কৰিব পাৰি।

(খ) **মাধ্যমে প্ৰভাৱান্বিত কৰা জনসাধাৰণৰ শ্ৰেণী (Class of people influenced by it)** : আলোচিত প্ৰচাৰ মাধ্যমৰ পাঠক-সমূহ জন সমাজৰ কোন শ্ৰেণী ভুক্ত? তেওঁলোক সমাজৰ উচ্চ, মধ্যম আৰু নিম্ন শ্ৰেণীৰ ভিতৰত কোন শ্ৰেণীত পৰে? অৱশ্যে মাধ্যমৰ মানদণ্ডই শ্ৰেণী নিৰ্বাচন নিৰূপণ কৰে। প্ৰচাৰ মাধ্যমৰ পাঠকক গাঁৱলীয়া আৰু নগৰীয়া হিচাপেও শ্ৰেণীকৰণ কৰিব পাৰি। এই শ্ৰেণী কৰণৰ ভিতৰত কোন শ্ৰেণীৰ বাবে বিজ্ঞাপিত দ্ৰব্য সামগ্ৰী বা সেৱা অভিজ্ঞাপন কৰা হ'ব? সেই শ্ৰেণীৰ সংখ্যা মাধ্যম অনুসৰি কিমান? অৰ্থাৎ মাধ্যমে প্ৰভাৱান্বিত কৰা বিভিন্ন শ্ৰেণীৰ পাঠকৰ ভিতৰত বিজ্ঞাপিত সামগ্ৰী বা সেৱা কিমানৰ বাবে উপযোগী সেই সংখ্যাৰেই মাধ্যমৰ গুৰুত্ব নিৰূপণ কৰিব পাৰি।

(গ) **মাধ্যমৰ সুনাম ( Reputation of Media ) ঃ** যিবিলাক প্ৰচাৰ মাধ্যমৰ সুনাম আছে প্ৰচাৰ অধিক আৰু মানদণ্ড উচ্চ, তেনে মাধ্যমত প্ৰকাশিত বিজ্ঞাপনে অধিক গুৰুত্ব লাভ কৰে। নিম্ন পৰ্য্যায়ৰ প্ৰচাৰ মাধ্যমত প্ৰকাশিত বিজ্ঞাপনৰ দ্ৰব্য সম্ভাৰক নিম্ন স্তৰৰ দ্ৰব্য সম্ভাৰ বুলি জনসমাজে গণ্য কৰে। গতিকে মাধ্যমৰ সুনামে বিজ্ঞাপনৰ যথাৰ্থতা বৃদ্ধি কৰে।

(ঘ) **দ্ৰব্য সামগ্ৰী বা সেৱাৰ প্ৰকৃতি ( Nature of Product or Service ) ঃ** প্ৰচাৰ মাধ্যম নিৰ্বাচনৰ ক্ষেত্ৰত দ্ৰব্য সম্ভাৰ বা সেৱাৰ প্ৰকৃতিও বিচাৰ্য্য বিষয়। দ্ৰব্য সামগ্ৰীৰ স্থায়ীত্ব, ব্যৱহাৰ, প্ৰয়োগ আদিয়েই ইয়াৰ প্ৰকৃতি নিৰ্ণয় কৰে। প্ৰকৃতি অনুসৰি মাধ্যমৰ বাছনি অধিক কাৰ্য্যকৰী হয়।

(ঙ) **সম্ভাব্য গ্ৰাহকৰ জীৱন যাপনৰ মান (Standard of living of Prospect) ঃ** সম্ভাব্য গ্ৰাহকৰ শিক্ষা-দীক্ষা, সংস্কৃতি, গুণ-গৰিমা, আশা-আকাংক্ষা, আচাৰ-ব্যৱহাৰ, অভ্যাস, ধৰ্মীয় উৎসৱ অনুষ্ঠান আদিয়েই মাধ্যম বাছনি নিৰ্ণয়ত সহায় কৰে। ( শিক্ষিত মানুহে ৰাষ্টাত পোৱাই যোৱা হেণ্ড-বিল জাতীয় বিজ্ঞাপন নপঢ়ে ; কিন্তু সেই বিজ্ঞাপন বাতৰি কাকতত ছপা হলে হয়তো পঢ়ি চায় ? হয়তো তাকেই গোহাৰি আকাৰে প্ৰেৰণ কৰিলে আগ্ৰহেৰে পঢ়ে। )

(চ) **আবেদন ( Appeal ) ঃ** আবেদনৰ বিস্তৃতি, প্ৰকাৰ আৰু সময় সীমাৰ প্ৰতি লক্ষ্য ৰাখি প্ৰচাৰ পদ্ধতি নিৰূপণ কৰা উচিত। যি প্ৰচাৰ মাধ্যমৰ আবেদনৰ ব্যাপকতা বেছি, প্ৰকাৰ ভেদ কৰাৰ সুবিধা আৰু আবেদন ম্যাদ দীৰ্ঘ কালীন তেনে মাধ্যম অধিক উপযোগী।

(ছ) **মাধ্যমৰ স্থায়ীত্ব ( Stability of Medium ) ঃ** যি প্ৰচাৰ মাধ্যম দীৰ্ঘ দিন ধৰি নিৰন্তৰ প্ৰচলন হৈ আছে, যি প্ৰচাৰ মাধ্যম স্থায়ী, তেনে মাধ্যমৰ বাছনি বিজ্ঞাপনৰ বাবে ফলপ্ৰদ।



(জ) **বিজ্ঞাপন ব্যয় ( Expenses in advertising media ) ঃ** মাধ্যমৰ জৰিয়তে বিজ্ঞাপন প্ৰকাশ কৰিলে বিজ্ঞাপন ব্যয় আপেক্ষিক ভাৱে কম হয়, তেনে মাধ্যমৰ নিৰ্বাচন বিবেচনা যোগ্য হোৱা উচিত, কিন্তু অন্যান্য উপাদানসমূহ জলাঞ্জলি দিব লগা নহয়। ইয়াৰ উপৰি মাধ্যম বাছনি আঁচনি নিৰ্ভৰ হোৱা উচিত।

(৫) **আদৰ্শ ( Idea ) ঃ** বিজ্ঞাপনৰ বাবে এক মৌলিক আৰু কেন্দ্ৰীয় আদৰ্শৰ উদ্ভাৱন। প্ৰতিটো দ্ৰব্য সম্ভাৰ বা সেৱাৰ আদৰ্শ বা ধাৰণাত্মক ধাৰণা আছে, যাৰদ্বাৰা বিক্ৰী সহজ হয়। সেই আদৰ্শ বিষয়টি আবিষ্কাৰ কৰিব লাগিব। উক্ত আদৰ্শ বিষয়ৰ সমৰ্থনত বিজ্ঞাপনে যথাৰ্থতা লাভ কৰে।

(৬) **মানৱীয় অভিলাস ( Human desire ) ঃ** যি দ্ৰব্য-বস্তু বা সেৱাৰ ওপৰত বিজ্ঞাপন অভিযান চলাবলৈ বিচৰা হৈছে, সেই সামগ্ৰীৰ প্ৰতি মানৱীয় অভিলাস নিৰ্ধাৰণ। তেনে মানৱীয় আবেদন ভিত্তিক বিজ্ঞাপনে জন সমাজলৈ সুন্দৰ আহ্বান জনাব পাৰে।

(৭) **বিজ্ঞাপনৰ সময় (Time of Advertisement) ঃ** বিজ্ঞাপন দিয়াৰ সময় নিৰূপণ। বিজ্ঞাপন অভিযানৰ আৰম্ভণি তাৰিখ, কোন কোন সময়ত বিজ্ঞাপন প্ৰকাশ পাব তাৰ সময় সূচী নিৰূপণ অতি আৱশ্যকীয়। বিজ্ঞাপন প্ৰকাশৰ লগত বিক্ৰয় অভিযানৰ অন্যান্য কাৰ্য্য-কলাপৰ মাজত সমন্বয় সাধন।

(৮) **বিজ্ঞাপনৰ স্থান ( Space of Advertising ) ঃ** বিভিন্ন বাতৰি কাকত, আলোচনী বা অন্য বিজ্ঞাপন মাধ্যমত বিজ্ঞাপনৰ বাবে ক্ৰয় কৰিবলগীয়া স্থানৰ পৰিমাণ নিৰ্ধাৰণ। সেই বিজ্ঞাপনৰ মাধ্যম যদি বাতৰি কাকত বা আলোচনী হয়, তেন্তে কিমান কলম (Column) বা স্তম্ভ, আৰু কিমান পৃষ্ঠা ক্ৰয় কৰিলে বিজ্ঞাপন অভিযানৰ বাবে

যথেষ্ট হয় তাৰ পূৰ্ব নিৰূপণৰ আৱশ্যক ; কিন্তু সেই মাধ্যমত বিজ্ঞাপনৰ স্থান ক'ত, সিয়ো এই বিষয়ত বিচাৰ্য্য বিষয়।

(৯) **বিজ্ঞাপনৰ কথন ভংগী ( Tone of Advertisement ):** বিজ্ঞাপনখন কোন কথন ভংগীত অৰ্থাৎ কোন সুৰ বা বাক্-ৰীতি সম্বলিত কৰি প্ৰকাশ কৰা যাব, সেই নিয়মৰ পূৰ্ব নিৰূপণ আৱশ্যক।

বিজ্ঞাপনৰ বাক্-ৰীতি বা কথন ভংগী যুক্তি সূচক হ'ব নে পৰামৰ্শাত্মক হ'ব। নাইবা শিক্ষামূলক হ'ব নে ৰসিকতাপূৰ্ণ বা গাম্ভীৰ্য্য-পূৰ্ণ হ'ব, এই বিষয়ত পূৰ্ব প্ৰস্তুতিয়ে বিজ্ঞাপনৰ মান উন্নত কৰে।

(১০) **বিজ্ঞাপন প্ৰতিলিপি ( Copy of Advertisement ):** বিজ্ঞাপনৰ প্ৰতিলিপিও পূৰ্ব নিৰ্ণীত হোৱা আৱশ্যক। সকলো উপাদান সন্নিবিষ্ট ভাল প্ৰতিলিপিয়েই হৈছে সৰ্বাংগ সুন্দৰ বিজ্ঞাপন।

এটা সুন্দৰ বিজ্ঞাপন "মানুহে চায়, পঢ়ে, বুজে, বিশ্বাস কৰে আৰু তাক কাৰ্য্যকৰী কৰে।" বিজ্ঞান সন্মতভাৱে প্ৰস্তুত কৰা এটা প্ৰতি-লিপিয়ে মানুহৰ সাধাৰণ দৃষ্টি আকৰ্ষণ কৰে, বিজ্ঞাপনৰ উজ্জ্বলতাৰ প্ৰতি আকৰ্ষিত হৈ আসক্তি বাঢ়ে, তাৰ ওপৰত ক্ৰমান্বয়ে বিশ্বাস গঢ়ি উঠে (ফলত বিজ্ঞাপনটি স্মৰণীয় হয়)। উক্ত বিশ্বাসে প্ৰত্যয় জন্মায়, প্ৰত্যয়ে প্ৰৰোচনাৰ প্ৰৱণতা দিয়ে। প্ৰৰোচনাই পৰামৰ্শ বা উপদেশ দিয়ে, উপদেশ বা পৰামৰ্শই মানুহক সিদ্ধান্ত লোৱাত সহায় কৰে, সিদ্ধান্তই বিজ্ঞাপনৰ বিজ্ঞাপিত দ্ৰব্য সম্ভাৰ ক্ৰয় কৰা কাৰ্য্যটি সম্পাদন কৰায়।

সেয়ে এটা সৰ্বাংগ সুন্দৰ বিজ্ঞাপন প্ৰতিলিপি হ'বলৈ হলে নিম্নোল্লিখিত উপাদান কেইটি অপৰিহাৰ্য্য :

(১) দৃষ্টি আকৰ্ষণ শক্তি—বিভিন্ন ৰং, উজ্জ্বল নক্সা শৈলীৰ সমাবেশৰ দ্বাৰা আৰু পোহৰৰ ব্যৱস্থাৰে কৰিব পাৰি।

(২) মনোযোগ নিৰন্ধৰ বাবে—সজ্জাকৰণ, চিত্ৰকৰণ আৰু তাৰ গঠন শৈলীৰদ্বাৰা কৌতূহল সৃষ্টি।



(৩) উপদেশাত্মক প্ৰমূল্য—প্ৰয়োজনীয়তা সংক্ৰান্ত স্মৰণীয় উক্তি, ..., বাণী ( Slogan ) আদিৰ সংমিশ্ৰণেৰে সৃষ্টি কৰা হয়।

(৪) প্ৰত্যয়াত্মক প্ৰমূল্য—সত্য আৰু বিশ্বাসযোগ্য উক্তি বা বৰ্ণনা।

(৫) আৱেগ পূৰ্ণ ভাৱ—'স্থানীয় স্বদেশ নিৰ্মিত, উক্তিয়ে আৱেগ ...হৰণ কৰে।

(৬) শিক্ষাপ্ৰদ প্ৰমূল্য—দ্ৰব্যৰ শিক্ষামূলক তথ্য প্ৰকাশ।

(৭) মানৱীয় আবেদন—মানুহৰ প্ৰবৃত্তি নিৰ্ভৰ আবেদন সৃষ্টি।

উল্লেখিত উৎপাদন কেইটিৰ লগত যথাৰ্থ সজ্জাকৰণে বিজ্ঞাপন বিজ্ঞান সন্মত কৰে। বিজ্ঞান সন্মত বিজ্ঞাপনৰ বাবে মনুহৰ মনস্তত্ত্ব অধ্যয়ন আৰু তাৰ প্ৰয়োগ অতি অপৰিহাৰ্য্য। মুঠতে প্ৰতিলিপি প্ৰস্তুতিত এহাতে কেন্দ্ৰীয় ভাৱ, বিষয় বস্তু, কথন ভংগী, আবেদন, শিক্ষামূলক তথ্য, প্ৰত্যয়াত্মক বৰ্ণনা সন্নিবিষ্ট কৰিব লাগে, আনহাতে সেই উপাদান ...নিক যথোচিত সজ্জাকৰণে ৰূপায়িত কৰিব লাগে।

(১১) **প্ৰতিযোগীৰ শক্তি ( Strength of Competitors ):** বিজ্ঞাপন দাতাই তেওঁৰ সামগ্ৰী বা সেৱাৰ বিপৰীতে থকা প্ৰতিযোগীৰ সংখ্যা প্ৰতিযোগীয়ে ব্যৱহাৰ কৰা বিজ্ঞাপনৰ মাধ্যম, তেওঁলোকৰ অৰ্থ-নৈতিক অৱস্থা আদি সম্পৰ্কে কিছু কথা অৱগত হোৱা দৰকাৰ।

সেই প্ৰতিযোগী বিষয়ক জ্ঞানে নিজৰ বিজ্ঞাপন অভিযান মণ্ডল নিৰ্ণয়, গ্ৰাহকৰ শ্ৰেণী নিৰ্ধাৰণ বৰ্তমান আৰু ভৱিষ্যতে দখল কৰিবলগীয়া বজাৰ, আদি পূৰ্বেই নিৰ্ণয় কৰি বিজ্ঞাপন অভিযানত নামিব লাগে।

এই ফালৰপৰা বিজ্ঞাপন আঞ্চলিক ভিত্তিত বা জাতীয় ভিত্তিত প্ৰচাৰ কৰিব পাৰি। গ্ৰাহকৰ শ্ৰেণী ভিত্তিত বিজ্ঞাপন কৰিবলৈ সুচল হয়।

(১২) **বিজ্ঞাপন বাজেট ( Budget of Advertisement ):** বিজ্ঞাপন অভিযান পৰিচালনা কৰিবলৈ আচলতে অৰ্থ মূল। অভিযান

কৃতকাৰ্য্য কৰিবলৈ কিমান অৰ্থৰ প্ৰয়োজন হ'ব তাৰ আঁচনিও কৰিব লাগিব বিজ্ঞাপনৰ বাবে বাজেট প্ৰস্তুত কৰাৰ উদ্দেশ্য হৈছে বিজ্ঞাপন ব্যয়ৰ প্ৰকৃত মূল্যায়ন। দ্ৰব্য সম্ভাৰ বা সেৱাৰ ওপৰত নিৰ্ভৰ কৰি এই ব্যয় মূল্যাংকণ কৰা হয়। সম্পূৰ্ণ নতুন, বৰ্তমান বজাৰত প্ৰচলিত, আৰু প্ৰতিযোগিতাৰপৰা চাহিদা আহৰণ কৰাৰ ভেটিত দ্ৰব্য সামগ্ৰী বা সেৱাৰ ব্যয় নিৰূপণ কৰিব পাৰি। ইয়াৰ উপৰিয়ো ব্যয় নিৰূপণ কৰাৰ উপাদান কেইটা হ'ল বজাৰৰ প্ৰকাৰ ভেদ, দ্ৰব্য সামগ্ৰী বা সেৱাৰ প্ৰকৃতি অৰ্থাৎ গুণগত বা মানগত চৰিত্ৰ, বিজ্ঞাপনৰ বিস্তৃতি (Extent of advertising Campaign), প্ৰতিযোগীৰ দ্ৰব্য সামগ্ৰীৰ মূল্যৰ তুলনাত বিজ্ঞাপিত দ্ৰব্যৰ মূল্য হয় কম নহয় সমান, বিজ্ঞাপনৰ বিস্তৃতি অনুসৰি দ্ৰব্যৰ চাহিদা আৰু তাৰ যোগান, দ্ৰব্য সম্ভাৰ বা সেৱাৰ গুণ অনুসৰি ব্যয় নিৰ্ণয়। বিজ্ঞাপন সংস্থাক দিবলগীয়া পাৰিশ্ৰমিকৰ অংকও পূৰ্ব নিৰূপিত হোৱা উচিত।

(১৩) **বিজ্ঞাপন অভিযানৰ কাৰ্য্য বণ্টন ( Allocation of campaign work )** ঃ বিজ্ঞাপন অভিযানৰ কাৰ্য্য বণ্টন আৰু পূৰ্ব সিদ্ধান্ত হোৱা উচিত। বিজ্ঞাপনদাতাই বিজ্ঞাপনৰ বাবে নিজা বিভাগ ৰাখিব পাৰে। তেতিয়া তেনে বিভাগেই বিজ্ঞাপন অভিযান পৰিচালনা কৰিব।

যদি নিজা বা স্বতন্ত্ৰ বিভাগ নাথাকে, তেতিয়া কোনো বিজ্ঞাপন সন্থাক বিজ্ঞাপন অভিযানৰ বাবে নিৰ্বাচিত কৰিব লাগিব। বিজ্ঞাপন সন্থাৰ বাছনি পূৰ্ব নিৰূপিত হোৱা প্ৰয়োজন। বিজ্ঞাপন প্ৰকাশৰ ক্ষেত্ৰত বিজ্ঞাপন সন্থাৰ ক্ষীপ্ৰ পৰিবৰ্তন মুঠেই গ্ৰহণ যোগ্য নহয়। বিজ্ঞাপন সংস্থাৰ নিৰ্বাচন সুদক্ষতা, স্থায়ীত্ব, সাধুতা, সুনাম আৰু আৰ্থিক অৱস্থাৰ ওপৰত নিৰ্ভৰশীল। গোপনীয়তা ৰক্ষা নকৰিলে বিজ্ঞাপন-দাতা, ব্যৱসায়ী বা কোম্পানীৰ অশেষ ক্ষতিৰ সম্ভাৱনা অৱশ্যম্ভাবী হয়। সন্থাৰ সাল-সলনিয়ে সেয়ে গোপনীয়তা লংঘন কৰে।



(১৪) **বিজ্ঞাপন সজ্জা ( Layout of Advertisement )** ঃ বিজ্ঞাপনৰ প্ৰতিলিপিকৰণত দুটা দিশৰ প্ৰতি সদায় লক্ষ্য ৰাখিব লাগে। এই দিশ দুটা হ'ল—বিজ্ঞাপনৰ আদৰ্শ বা বিষয় আৰু বিজ্ঞাপনৰ সজ্জাকৰণ।

বিজ্ঞাপন সজ্জা বুলিলে বিজ্ঞাপন প্ৰতিলিপিৰ বিভিন্ন অংশৰ স্থান-নিৰূপণ বুজায়। সুন্দৰ সজ্জাৰ অৰ্থ প্ৰণালীবদ্ধ উপস্থাপন। বিজ্ঞাপনৰ মাধ্যম অনুসৰি সজ্জাৰ ধৰণ ( Pattern ) পৃথক হয়। দৃষ্টান্ত দিবলৈ হ'লে—বাতৰি কাকত আৰু ৰেডিঅ'ৰ কথা উনুকিয়াব পাৰি। বাতৰি কাকতত ছবি আৰু কথা দুয়োটাকে উপস্থাপন কৰা যায়; কিন্তু ৰেডিঅ'ত কেৱল কথাহে উপস্থাপন কৰা হয়।

সেয়ে লিপিবদ্ধ কৰিবপৰা বিজ্ঞাপনৰ সজ্জাকৰণৰ বাবে লক্ষ্য ৰাখিব-লগীয়া উপাদান কেইটি হ'ল আকাৰ ( Size—length & breadth ) আকৃতি ( Shape ), শিৰোনামা ( Head lines ) মেটাৰৰ (Matter) গভীৰতা, চিত্ৰ ( Illustration ) কথা বা পাঠ ভাগ ( Text ) আৰু চিত্ৰৰ পটভূমি ( Back ground )।

(১৫) **বজাৰ গৱেষণা ( Market Research )** ঃ আপাতত: বিজ্ঞাপন অভিযানৰ আন এটা আঁচনি অন্তৰ্ভুক্ত উপাদান বজাৰ গৱেষণা। বজাৰ গৱেষণা আৰু অনুসন্ধানে বিক্ৰী উন্নয়নৰ যথাৰ্থ বা-বাতৰি, তথ্য-পাতি, আৰু পৰিসংখ্যা সংগ্ৰহ কৰিবলৈ সুযোগ দিয়ে। বজাৰ অঞ্চলৰ পৰিধি, অভিজ্ঞাপন কৰিবলগা সম্ভাব্য গ্ৰাহক, চাহিদা থকা দ্ৰব্যৰ ধৰণ, চাহিদাৰ পৰিমাণ, গ্ৰাহকৰ ক্ৰয় ক্ষমতা, অভিজ্ঞাপন পদ্ধতি, নতুন গ্ৰাহক আৰু বজাৰৰ সম্ভাৱনীয়তা উদঘাটন আৰু উদ্ভাৱন কৰাই গৱেষণাৰ উদ্দেশ্য। গৱেষণাই বিজ্ঞাপন প্ৰতিলিপি প্ৰস্তুত কৰাত সহায় কৰে। ই ব্যৱসায়ী আৰু গ্ৰাহকৰ প্ৰকৃত অধ্যয়ন সামৰি লব লাগে।

(১৬) **পৰিকল্পনা অভিযান ( Conduction of Campaign ) ঃ** প্ৰতিটো বিজ্ঞাপনৰ প্ৰতিলিপি সময় মতে নিৰূপিত মাধ্যমৰ প্ৰকাশকৰ হাতত দাখিল কৰিব লাগে আৰু অভিযান পৰিচালনাত তত্বাৱধান লব লাগে।

**বিজ্ঞাপন সংগঠন ( Organisation ) ঃ** সচৰাচৰ বিজ্ঞাপন বিভাগটি বৃহৎ ব্যৱসায়িক বা ঔদ্যোগিক কোম্পানীত এটা স্বাধীন শাখা হিচাপে থকা দৃষ্টিগোচৰ হয় ; কিন্তু প্ৰায়বিলাক মধ্যমীয়া ব্যৱসায়িক বা ঔদ্যোগিক কোম্পানীত ( যাৰ সংখ্যাই সৰহ ) বিজ্ঞাপনৰ শাখাটি বিক্ৰয় বিভাগৰ এটি উপবিভাগ হিচাপে ৰাখে। সেয়ে বিজ্ঞাপনৰ উপবিভাগৰ ঘাই কৰ্মকৰ্তা হ'ল বিক্ৰয় সঞ্চালক।

বিক্ৰয় সঞ্চালকৰ অধীনত বিজ্ঞাপন শাখাৰ সমূহ কাৰ্য্য-কলাপৰ দায়িত্ব সহকাৰী বিক্ৰয় সঞ্চালক বা বিজ্ঞাপন পৰিচালকৰ হাতত ন্যস্ত কৰা হয়। সহকাৰী বিক্ৰয় সঞ্চালক বা বিজ্ঞাপন পৰিচালক জন বিজ্ঞাপন বিষয়ত বিশেষজ্ঞ। তেওঁৰ অধীনত বিজ্ঞাপন শাখাৰ বিভিন্ন উপশাখা থাকে। এই উপশাখাবোৰ এনে ধৰণৰ—

(ক) কলা বিভাগ—( Art Department )
(খ) প্ৰতিলিপি বিভাগ—( Copy Department )
(গ) সংবাদ প্ৰচাৰ বিভাগ—( Press Publicity Department )
(ঘ) বহিৰ্বিভাগীয় বিজ্ঞাপন — ( Outdoor Advertising Department )

(ক) **কলা বিভাগ ( Art Department ) ঃ** এই বিভাগটি এজন অভিজ্ঞ অৰ্হতা সম্পন্ন আৰু গুণী শিল্পীৰ হাতত অৰ্পণ কৰা হয়। যাক কলা পৰিচালক ( Art Manager ) বোলা যায়। তেওঁৰ অধীনত কেইবাজনো কলাকাৰ থাকে। সেই কলাকাৰসকলে বিজ্ঞাপনৰ প্ৰতিলিপিৰ সজ্জা প্ৰস্তুত কৰে। অৰ্থাৎ তেওঁলোকে বিজ্ঞাপনৰ বাস্তৱৰূপ দিয়ে। চিত্ৰ, আখৰ, পটভূমি, শিৰোনামা আকাৰ আৰু আকৃতিৰ ৰূপ দিয়ে। কলা পৰিচালকে কলাকাৰ সকলৰ কৰ্তব্য নিৰূপণ কৰে, উপশাখাটিৰ সমূহ কৰ্মৰ দায়িত্ব তেওঁৰ ওপৰত থাকে। বিজ্ঞাপন পৰিচালকৰ লগত কলা পৰিচালকৰ প্ৰত্যক্ষ সম্পৰ্ক থাকে।



(খ) **প্ৰতিলিপি বিভাগ ( Copy Department ) ঃ** এই বিজ্ঞাপনৰ উপশাখাটি প্ৰতিলিপি পৰিচালকৰ প্ৰত্যক্ষ পৰিচালনাত চলে। প্ৰতিলিপি ( Copy manager ) পৰিচালকৰ তলত কেইবা-জনো লিপিকাৰ ( Copy writers ) থাকে। এই বিভাগটিয়ে ( Copy writer ) সকলো মাধ্যমত প্ৰকাশ কৰা সংবাদ প্ৰচাৰ বা বহিঃ বিজ্ঞাপনৰ প্ৰতিলিপি প্ৰস্তুত কৰে। এই উপশাখাটিৰ কলা বিভাগৰ লগত নিবিড় সম্পৰ্ক।

প্ৰতিলিপি পৰিচালকে তেওঁৰ সহকাৰী লিপিকাৰৰ সহযোগত বিজ্ঞাপনৰ সমূহ প্ৰতিলিপি প্ৰস্তুত কৰিব লাগে। তেওঁৰ বিজ্ঞাপন পৰিচালকৰ ওচৰত জবাবদিহি পৰ্যায়ত থাকে।

(গ) **সংবাদ প্ৰচাৰ বিভাগ (Press Publicity Department)ঃ** সংবাদ প্ৰচাৰ বিভাগটি সংবাদ প্ৰচাৰ পৰিচালকৰ নিয়ন্ত্ৰণত পৰিচালিত হয়। প্ৰচাৰ পৰিচালকৰ অধীনত কেইবাজনো প্ৰচাৰ মাধ্যম সমীক্ষক বা বিশ্লেষক ( Press media Analyst ) কাকত আলোচনীত ঠাই ক্ৰয় কৰোঁতা ( Space buyer ) সংযোগ ৰক্ষী-সহকৰ্মী ( Liason Assistant ) থাকে। প্ৰচাৰ পৰিচালকে প্ৰচাৰ মাধ্যম বিশ্লেষক, স্পেচ্ বায়াৰ আদিৰদ্বাৰা বিভিন্ন প্ৰচাৰ পত্ৰ, বাতৰি কাকত, আলোচনীৰ সাময়িকী আদিৰ মাজৰপৰা প্ৰচাৰ মাধ্যম নিৰ্বাচন কৰে, তেনে পত্ৰ-পত্ৰিকাৰ স্থান ক্ৰয় কৰে, প্ৰকাশিত বিজ্ঞাপনৰ তদাৰক কৰে আৰু প্ৰচাৰ মাধ্যমৰ লগত নিয়মীয়া সংযোগ ৰক্ষা কৰে।

সংবাদ পত্র প্ৰচাৰ মাধ্যমত বিজ্ঞাপন প্ৰকাশৰ সকলো দায় দায়িত্ব এই উপশাখাৰ ওপৰত ন্যস্ত থাকে। সকলো সংবাদ পত্রৰ বিজ্ঞাপন এই বিভাগৰ পৰিচালনাত প্ৰকাশ পায়।

প্ৰচাৰ পৰিচালক প্ৰত্যক্ষভাৱে বিজ্ঞাপন পৰিচালক আৰু পৰোক্ষ ভাৱে বিক্ৰয় সঞ্চালকৰ ওচৰত জবাব দিহি স্থানত অৱস্থিত বিষয়া।

(ঘ) **বহিৰ্বিভাগীয় বিজ্ঞাপন ( Outdoor Advertising Department )** : এই বিভাগৰ সমগ্ৰ দায়িত্ব বহিৰ্বিজ্ঞাপন পৰিচালকৰ তত্ত্বাৱধানত থাকে। বহিৰ্বিজ্ঞাপন পৰিচালকৰ অধীনত কেইবাজনো সহকাৰী যেনে স্থান বিশেষজ্ঞ ( Site Specialists ), সম্পৰ্ক ৰক্ষী সহকৰ্মী ( Liason Co-worker ), সংযোগ কৰ্মী ( Contact man ) থাকে। তেওঁলোকৰদ্বাৰা বহিৰ্বিজ্ঞাপন পৰিচালকে নানান ঠাইত বহিৰ্বিজ্ঞাপন প্ৰকাশ আৰু প্ৰচাৰ কৰাৰ ব্যৱস্থা কৰে। এই বিজ্ঞাপন সমূহ বাটৰ কাষত, তিনি আলি বা চাৰি আলিত, ৰেল, মটৰ, ট্ৰাম গাড়ীত, গাড়ীৰ আস্থান ( Station ) সমূহত, হাট-বজাৰত, নগৰ-চহৰৰ বিভিন্ন কাৰ্য্যালয়, অনুষ্ঠান প্ৰতিষ্ঠানৰ বেৰ-ছালত, খেল-পথাৰ সাৰ্বজনিক ভৱন ক্লাব, ছবি ঘৰ আদিৰ বিভিন্ন দৃষ্টি গোচৰ হোৱা স্থানত উপস্থাপন কৰা হয়। বহিৰ্বিজ্ঞাপন নানান প্ৰকাৰৰ, যেনে—প্ৰচাৰ পত্ৰ, নিয়ন লাইট, নাম ফলি, প্লে-কাৰ্ড (Play card), ফলি বিজ্ঞাপন, বেলুন, ফিল্ড চাইনছ্ ( Field Signs ), বিজুলী বাতি, ফানুচ, চিলা বিজ্ঞাপন, মালা বিজ্ঞাপন, ধূম্ৰলিপি ইত্যাদি।

এনে বিজ্ঞাপন প্ৰচাৰৰ বাবে বিভিন্ন স্থান বাছনি কৰা, স্থানৰ মালিকৰ লগত যোগাযোগ কৰা, বিভিন্ন চৰকাৰী আৰু বে-চৰকাৰী পথ পৰিবহণ বিভাগৰ লগত যোগাযোগ কৰা, অনুমতি লোৱা, স্থানৰ ভাড়া পৰিশোধ কৰা, বিভাগীয় বিষয়া, স্থানৰ গৰাকীৰ লগত নিয়মীয়া সংযোগ ৰক্ষা কৰা আদি কাৰ্য্য বহিৰ্বিজ্ঞাপন পৰিচালকে সহকৰ্মীৰ পূৰ্ণ সহায় সহযোগত সম্পাদন কৰিব লাগে।



বহিৰ্বিজ্ঞাপন পৰিচালকৰ কাৰ্য্য-কলাপৰ ওপৰত বিজ্ঞাপন পৰিচালক বিক্ৰয় সঞ্চালকৰ পোনপটীয়া নিয়ন্ত্ৰণ থাকে।

(ঙ) **যান্ত্ৰিক উৎপাদন বিভাগ ( Machanical Production Department )** : যান্ত্ৰিক উৎপাদন বিভাগটি এজন কাৰিকৰী অভিযন্তাৰ অধীনত থাকে। তেওঁ এদল ব্লক মেকাৰ, মেকানিক, প্ৰুফ ৰীডাৰ ( Proof Reader ) আদি কাৰিকৰী লোকৰদ্বাৰা বহিৰ্বিষয়ক আৰু সংবাদ পত্ৰ প্ৰচাৰ বিভাগৰ বিজ্ঞাপনৰ বাবে প্ৰয়োজনীয় ব্লক, ফ্ৰেম, মেটাৰ ( Matter ) আদি প্ৰস্তুত কৰি উভয় বিভাগৰ বিজ্ঞাপন সঁজুলিৰ যোগান ধৰে।

এই বিভাগৰ লগত অন্যান্য সকলো বিভাগৰে অতি ওচৰ সম্বন্ধ। ইয়াৰ বাহিৰেও এই বিভাগে গোহাৰি সম্বন্ধীয় বিজ্ঞাপনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সঁজুলিও প্ৰস্তুত কৰে।

উল্লেখিত সংবাদ পত্ৰ প্ৰচাৰ—বিজ্ঞাপন, আৰু বহিৰ্বিজ্ঞাপনৰ বাহিৰেও ডাঙৰ প্ৰতিষ্ঠানবোৰে আৰু এটি পৃথক বিভাগ ৰাখে। সেই বিভাগটিক জাননী পত্ৰ প্ৰচাৰ ( Circulation Publicity ) বিভাগ বুলি জনা যায়। এই বিভাগে দ্ৰব্য তালিকা, মূল্য তালিকা, ক্ষুদ্ৰ পুস্তিকা, ছপা খাম, কুপন ( Coupon ), টোকা কাগজ ( Blotting Paper ), জাননী পত্ৰ, প্ৰত্যুত্তৰ পত্ৰ ( Reply Card ), পূৰ্ব পত্ৰ ( Folder ), ছবি বহী, চাৰ্কুলাৰ পত্ৰ আদি প্ৰস্তুত কৰে। ডাক তালিকাত ( Mailing List ) উল্লেখিত সম্ভাব্য গ্ৰাহক আৰু গ্ৰাহকলৈ এই পত্ৰ আৰু সঁজুলিসমূহ প্ৰেৰণ কৰি পৰিচালকে বিজ্ঞাপন কাৰ্য্য পৰিচালনা কৰে। এনে বিভাগৰ দায়িত্ব ব্যৱসায়িক সাহিত্যৰ ওপৰত অৰ্পণ কৰা হয়। এই বিভাগীয় মূৰব্বীক চাৰ্কুলেটিং মেনেজাৰ বা প্ৰচাৰ পৰিচালক বোলা হয়। ব্যৱসায়িক সাহিত্যিক কৰ্মী (Literary

Assistant ) আৰু কাকত চাওঁতা (Proof Reader) আদি সহকৰ্মীৰ দ্বাৰা বিভাগটি সংগঠন কৰা হয়।

বিক্রয় সঞ্চালক বা বিজ্ঞাপন পৰিচালকে প্রসংগত উপবিভাগসমূহৰ মাজত সমন্বয় সাধন কৰে। বিজ্ঞাপন বিভাগৰ লগত জড়িত বিক্রয়ৰ আন উপবিভাগৰ লগত বিক্রী উন্নয়ন আৰু চালান বিভাগৰ সংযোগ অতি প্রয়োজন।

বিজ্ঞাপনৰ উপবিভাগসমূহৰ আৱধিক প্রতিবেদন বিজ্ঞাপন পৰিচালক বা বিক্রয় সঞ্চালকৰদ্বাৰা উর্ধতন কর্তৃপক্ষলৈ প্রেৰণ কৰা সংগঠনৰ অন্তর্ভুক্ত বিষয়। বিজ্ঞাপন উপবিভাগসমূহৰ কার্য্য পৰিচালনা আঁচনি অনুসৰি হৈছেনে নাই তাৰ ওপৰত দৃষ্টি ৰখাটো বিজ্ঞাপন পৰিচালক বা বিক্রয় সঞ্চালকৰ কর্তব্য।

আঁচনি অনুসৰি বজাৰ, চাহিদা, বন্টন প্রণালী, বিজ্ঞাপন ক্ষেত্র, বিজ্ঞাপন প্রচাৰৰ সময়, প্রতিযোগীৰ বজাৰ, বাজেট, অভিযানৰ কার্য্য বন্টন আদি কার্য্য সম্পাদিত হোৱা নোহোৱাৰ ওপৰত ব্যৱসায়ৰ উন্নয়ন নির্ভৰ কৰে।

বিজ্ঞাপনত প্রচাৰ কৰা অনুসৰি দ্রব্য সম্ভাৰৰ গুণাগুণ, ব্রেণ্ড, টোপোলা বাৱসায়, মার্কা, মূল্য আদিৰ লগত সাদৃশ্য থাকিলেহে জনসাধাৰণৰ সেই বিজ্ঞাপনৰ ওপৰত সততা, সাধুতা, আৰু আস্থা প্রতীয়মান হ'ব। এনে ধৰণৰ তুলনামূলক সমীক্ষা কৰি চোৱাও সুস্থ সংগঠনৰ কার্য্য।

বিজ্ঞাপন আৰু বিক্রয় বিভাগে একে উদ্দেশ্য লৈয়েই কার্য্য সম্পাদন কৰিছে যেতিয়া উভয় বিভাগৰ মাজত পৰিকল্পিত সহযোগৰ প্রয়োজন; যিটোৰ তত্বাৱধানৰ ভাৰ বিক্রয় সঞ্চালকৰ ওপৰত ন্যস্ত থাকে। বিজ্ঞাপন আৰু বিক্রয় বিভাগে সহযোগী হিচাপে কার্য্য সম্পাদন কৰিলে সংগঠন মর্য্যাদাৰ উন্নতি হয় আৰু প্রতিষ্ঠান ব্যৱসায়িক দিশত সুদৃঢ় হয়।



বিজ্ঞাপন বিভাগ সংগঠনৰ আৰু এক বৈশিষ্ট্য এয়ে যে পৰিমিত ব্যয়ত বিক্রয় উন্নয়ন। যদি পৰিমিত ব্যয় বা কম খৰচত বিক্রী অধিক হোৱা প্রমাণিত হয়, তেন্তে সংগঠন সুস্থ হৈছে বুলি প্রত্যয় যাব পাৰি।

বিজ্ঞাপন সংগঠনৰ উদ্দেশ্য সৃজনশীল আঁচনিৰ ৰূপায়ণ। বিজ্ঞাপন বিভাগৰ উপবিভাগসমূহৰ সংগঠন এনেভাবে কৰা উচিত যাতে পৰম্পৰাগত পদ্ধতিৰ উপৰিয়ো কোনো সৃষ্টিকামী আঁচনি ৰূপায়িত কৰিব পাৰে। এনে আঁচনি সদায় দীর্ঘকালীন ভিত্তিত পৰিচালনা কৰা উচিত। স্বাধীনচেতা আঁচনি আৰু তাৰ ৰূপায়ণৰ চর্ত সংগঠনৰ গাঁথনিভুক্ত হোৱাও উপযুক্ত সংগঠনৰ আন এক চৰিত্র।

বিজ্ঞাপন বিভাগৰ সংগঠন সাধাৰণতে ওপৰত আলোচিত ব্যৱস্থাৰেই হৈ আহিছে যদিও বর্তমান আন এক ব্যৱস্থাৰ প্রচলন হোৱা লক্ষ্য কৰা হৈছে। সেই নতুন লক্ষণ 'বিজ্ঞাপন সংস্থাৰ' সংগঠন বিজ্ঞাপন সংস্থাই বিজ্ঞাপন দাতাৰপৰা বিজ্ঞাপন সংগ্রহ কৰি নি বিজ্ঞাপন দাতাৰ ইচ্ছা অনুসৰি বিভিন্ন মাধ্যমত প্রকাশ আৰু প্রচাৰ কৰায়। সেই কার্য্যৰ বাবে সকলো বিজ্ঞাপনৰ খৰচ দিয়াৰ ওপৰঞ্চি হিচাপে কিছু শতাংশ পাৰিশ্রমিক সংস্থাক দিব লাগে। এনে সংস্থা জইন্ট ষ্টক্ কোম্পানী ৰূপে সংগঠন হয়। এনে সংস্থাৰ পৰিচালকজন কর্মচাৰী নহয় কোম্পানীৰ উদ্যোক্তাই পৰিচালকৰ কার্য্য বহন কৰে।

যিবিলাক ব্যৱসায় বা ঔদ্যোগিক কোম্পানীয়ে পৃথক বিজ্ঞাপন বিভাগ নাৰাখে, তেওঁলোকে এনে বিজ্ঞাপন সংস্থাৰদ্বাৰাই বিজ্ঞাপন দিয়াৰ ব্যৱস্থা কৰে। ব্যৱসায়ত সংগঠনৰ বহু কার্য্যৰ পৰিধি এনে উপায় অৱলম্বনে লাঘৱ কৰে।

**(8) পৰিচালনা ( Management ) :** বিক্রয় সঞ্চালকৰ ঘাই কর্তব্য হ'ল বিক্রয় বিভাগৰ কর্মক্ষমতা আহৰণ কৰা। তেওঁৰ প্রধান উদ্দেশ্য হৈছে ব্যৱসায় সংস্থাৰ সামগ্রী বা সেৱাৰ বিক্রীৰ আবর্ত

( Turnover ) বৃদ্ধি কৰা। ইয়াৰ বাবে ব্যৱসায় সংস্থাই কি নীতি অনুসৰণ কৰিব তাক মৌলিক সূত্ৰ হিচাপে উদ্ভাৱন কৰা আৰু উপৰোক্ত উদ্দেশ্য সফল কৰিবৰ কাৰণে কি পদ্ধতি অৱলম্বন কৰিব তাক নিৰ্ধাৰণ কৰাই বিক্ৰয় সঞ্চালকৰ প্ৰত্যক্ষ দায়িত্ব। সেয়ে তেওঁ কাৰ্য্যক্ৰমণিকা অনুসৰি কাম কৰাৰপৰা অব্যাহতি পাব লাগে যাতে তেওঁ উচ্চ স্তৰৰ কাৰ্য্যবাহী কৰ্মবোৰৰপ্ৰতি নিৰন্তৰ মনোযোগ দিব পাৰে। সেই কৰ্মবোৰ হ'ল—প্ৰশাসন, নিৰ্দেশ, নিয়ন্ত্ৰণ, সমন্বয় আৰু সৃজনীশীল আঁচনি।

বিক্ৰয় উন্নয়নৰ বাবে প্ৰয়োজনীয় কাৰিকৰী বিস্তৃত জ্ঞান সঞ্চালক নহলেও হয়; কিন্তু উন্নয়নৰ সেই কাৰিকৰী কাৰ্য্যবোৰ কেতিয়া আৰু কোন সময়ত প্ৰয়োগ কৰিব লাগে, তাক জানিব লাগিব। তেওঁ সেই কাৰ্য্যৰ বাবে বিশেষজ্ঞ নিয়োগ কৰিব পাৰে বা তেওঁ কোনো বিশিষ্ট সংস্থাক, সেই দায়িত্ব ভাৰ অৰ্পণ কৰিব পাৰে, তথাপিও যথাৰ্থ পৰামৰ্শ আৰু তত্বাৱধানৰ বাবেই সঞ্চালকক সেই কাৰিকৰী জ্ঞানৰ প্ৰয়োগ বিধিৰ সম্যক বোধ আৱশ্যক।

মাজে সময়ে ব্যৱসায় বা ঔদ্যোগিক সংস্থাৰ বিক্ৰয় সঞ্চালকক কোনো কোনো মহলে বিজ্ঞাপন বিভাগৰ দায়িত্ব নিদিয়াৰ সপক্ষে যুক্তি দিয়ে, যিহেতু বিক্ৰয় সঞ্চালকৰ কাৰ্যখিনিয়েই অধিক, তাৰ ওপৰত অতিৰিক্ত দায়িত্ব দিয়া সমুচিত কাৰ্য্য নহয় বুলি তেওঁলোকে ধাৰণা কৰে।

আনহাতে যিহেতু বিজ্ঞাপন, বিক্ৰয়ৰ দৰে সমপৰ্য্যায়ৰ গুৰুত্বপূৰ্ণ বিভাগ। গতিকে এই বিভাগে এজন যোগ্য ব্যক্তিৰ সম্পূৰ্ণ মনোযোগ পাব লাগে। সেয়ে, এই বিভাগক বিক্ৰয়ৰ দৰে পৃথক বিভাগ হিচাপে এজন অৰ্হতা সম্পন্ন আৰু অভিজ্ঞ ব্যক্তিৰ তত্বাৱধানত স্থাপন কৰিব লাগে।



পৃথক বিভাগ নহলে ব্যৱসায় সংস্থাৰ উচ্চতম পৰিষদে এই বিভাগৰ ব্যয়, বিজ্ঞাপন পদ্ধতি, নীতি আৰু আঁচনি সম্পৰ্কে সিদ্ধান্ত লব পাৰে। উক্ত সিদ্ধান্ত অনুযায়ী কোনো বিজ্ঞাপন সংস্থাক বিজ্ঞাপনৰ সমূহ দায়িত্ব অৰ্পণ কৰিব পাৰে।

তথাপিও বিক্ৰয় সঞ্চালকৰ বিজ্ঞান সংক্ৰান্তত মৌলিক জ্ঞানৰ আৱশ্যক যিহেতু সেই সংস্থাৰ কাৰ্য্য-কলাপক অনুসন্ধান কৰা, তত্বাৱধান লোৱাৰ দায়িত্ব তেতিয়াও বিক্ৰয় সঞ্চালকৰ ওপৰৰপৰা আঁতৰি নাযায়।

বিজ্ঞাপন বিভাগটি যদি বিক্ৰয় বিভাগৰ এটি উপবিভাগ কৰা হয়, তেন্তে নিয়োগ কৰা বিষয়াজন অৰ্থাৎ বিজ্ঞাপন পৰিচালকৰ ওপৰত বিজ্ঞাপনৰ বিভিন্ন কাৰ্য্য-কলাপৰ দায়িত্ব দিব পৰা হয়। বিজ্ঞাপন পৰিচালকে বিজ্ঞাপন বিভাগৰ কাৰ্য্যবোৰ কেনেভাৱে পৰিচালনা কৰিছে, তাৰ ওপৰত প্ৰশাসনিক দৃষ্টি ৰখাৰ দায়িত্ব বিক্ৰয় সঞ্চালকৰ। মুঠতে বিজ্ঞাপন বিভাগৰ পৰিচালনা প্ৰশাসন নিয়ন্ত্ৰণ আৰু আঁচনিৰ ৰূপায়ণ দিশত ব্যৱস্থা গ্ৰহণৰ সম্পূৰ্ণ অধিকাৰ বিক্ৰয় সঞ্চালকৰহে থাকে।

বিজ্ঞাপন বিভাগে বিজ্ঞাপনৰ পূৰ্ব নিৰূপিত নীতি অনুসৰি কাৰ্য্য সম্পাদন কৰা নকৰাৰ ওপৰত চকু দিয়া, সেইবোৰ কামৰ অনুসন্ধান কৰা, তত্বাৱধান লোৱা কাৰ্য্য পৰিচালনাৰ অন্তৰ্গত। দ্ৰব্য সম্ভাৰ বা সেৱা বিক্ৰীৰ বাবে কোন নীতিৰ ভিত্তিত বিজ্ঞাপন দিয়া হৈছে, সেই নীতি পূৰ্ব নিৰূপিত হয়নে নহয় তাক অনুধাৱন কৰা প্ৰশাসনীয় বিষয়। বিজ্ঞাপন আৰু দ্ৰব্যসম্ভাৰ বা সেৱাৰ মাজত বৰ্তমান বা ভবিষ্যৎ বিক্ৰী বিষয়ত লোৱা নীতিৰ সমন্বয় সাধিত কৰা কাৰ্য্যই নিয়ন্ত্ৰণ সাপেক্ষ কথা।

বিজ্ঞাপন বিভাগে পূৰ্ব নিৰূপিত আঁচনি অনুসৰি বিজ্ঞাপণ অভিযান

পৰিচালনা কৰিব লাগে। সেই আঁচনিৰ অন্তৰ্ভুক্ত বিষয়সমূহ হৈছে— বজাৰ, গ্ৰাহক আৰু চাহিদা, বণ্টন প্ৰণালী, বিজ্ঞাপন ক্ষেত্ৰ, বিজ্ঞাপনৰ মাধ্যম, বিজ্ঞাপনৰ আদৰ্শ বা বিষয়, মানৱীয় আবেদন, বিজ্ঞাপনৰ সময়, বিজ্ঞাপন দিয়া মাধ্যমত বিজ্ঞাপনৰ ঠাই, বিজ্ঞাপনৰ কথনভংগী ( Tone ), বিজ্ঞাপনৰ প্ৰতিলিপি,—প্ৰতিযোগীৰ শক্তি হ্ৰাস কৰিবৰ উদ্দেশ্যে বিজ্ঞাপনৰ প্ৰচাৰ ব্যৱস্থা, বিজ্ঞাপন, কাৰ্য্য পৰিচালনা কৰিবলৈ দিয়া সংস্থাৰ ( Agency ) কাৰ্য্য-কলাপৰ অনুসন্ধান আদি এই সকলো বিষয় যথাৰ্থ পৰিচালনা, আসোঁৱাহ আৰু সমস্যাৰ উদ্ভাৱন কৰা, তাক সংস্কাৰ কৰা, নিয়ন্ত্ৰণ কৰা কাৰ্য্যই পৰিচালনা আৰু নিয়ন্ত্ৰণৰ মূল বিষয়-বস্তু।

বিজ্ঞাপন বিভাগক বিজ্ঞাপন বিষয়ত পৰম্পৰাগত আঁচনিৰ উপৰিয়ো কোনো নতুন সৃজনীশীল আঁচনি গ্ৰহণ কৰিবলৈ সুযোগ সুবিধা আগবঢ়োৱা কাৰ্য্যও পৰিচালনা আৰু প্ৰশাসন জৰিত বিষয়। এনে সৃজনীশীল আঁচনি বিজ্ঞাপন বিভাগক লবলৈ উদ্বুদ্ধ কৰা বা উদ্গণি দিয়া কাৰ্য্য ব্যৱসায় সংস্থাৰ ব্যৱসায়িক ক্ৰমোন্নতিৰ আন এক মৌলিক দিশ।

প্ৰচাৰিত বিজ্ঞাপনে যাতে গ্ৰাহকক বিপথে পৰিচালিত নকৰে, সত্যৰ অপলাপ নহয়, আৰু বিজ্ঞাপনৰ মূল বিষয়বস্তু যাতে শব্দালংকাৰৰ ফলত ধোঁৱাময় নহয়, বিজ্ঞাপনত অশ্লীলতা আৰোপ নহয়, তাৰ প্ৰতি লক্ষ্য ৰখা প্ৰশাসনৰ অন্তৰ্ভুক্ত বিষয়।

দ্ৰব্য সম্ভাৰ আৰু বিজ্ঞাপন মোহৰৰ ইপিঠি সিপিঠি হোৱা উচিত। বিজ্ঞাপনত উন্নত নৈতিকমান সংৰক্ষণ কৰা, কোনো অশ্লীল বাক্যালংকাৰ বা চিত্ৰ প্ৰচাৰ নকৰাৰ প্ৰতি বিক্ৰয় সঞ্চালকৰ নিয়ন্ত্ৰণ থাকিব লাগিব। বিজ্ঞাপন যাতে গঠনমূলক, শিক্ষাপ্ৰদ আৰু প্ৰতিদ্বন্দ্বিতামূলক হয় তাৰ প্ৰতি সঞ্চালকে বিধি বিধান আৰোপ কৰা উচিত। এনে কাৰ্য্যই



জনসাধাৰণৰ বিজ্ঞাপিত দ্ৰব্য সম্ভাৰৰ প্ৰতি আস্থা আহৰণ কৰিব। বিজ্ঞাপনত দ্ৰব্য সম্ভাৰৰ আপেক্ষিক শিক্ষামূলক বিশ্লেষণে জনসাধাৰণক সেই বিজ্ঞাপিত সামগ্ৰী বা সেৱাৰ প্ৰতি স্মৰণীয় প্ৰমূল্য দান কৰিব। ফলত বিজ্ঞাপনৰ উপযোগিতা প্ৰতীয়মান হ'ব যিটো সঞ্চালকৰ প্ৰশাসনিক হস্তক্ষেপৰদ্বাৰাহে সম্ভৱ হয়।

বিজ্ঞাপন বিভাগৰ বাজেট অনুসৰি খৰচ হৈছেনে নাই তাৰ ওপৰত প্ৰশাসনিক নিয়ন্ত্ৰণ থকা অপৰিহাৰ্য্য বিষয়। ব্যয় বাজেটৰ মুঠ অৰ্থৰ পৰিমাণ পূৰ্ব নিৰূপিত। ই সাধাৰণতে সূত্ৰ-নিৰ্ভৰ। বিজ্ঞাপনৰ বাবে যি পুঁজিৰ ( Fund ) প্ৰয়োজন তাক বিক্ৰী শতাংশৰ ( Parcentage of Sales ) নিয়োগ-প্ৰত্যৰ্পণ ( Return or investment method ) পদ্ধতি, লক্ষ্য আৰু কৰ্ম ( Objective & Task ) প্ৰতিদ্বন্দী সমমান পদ্ধতিৰ ( Competitive parity ) যি কোনো পদ্ধতিত নিৰূপণ কৰি, সেই অনুযায়ী ব্যয়কৰণ হৈছেনে নাই তাৰ ওপৰত পূৰ্ণ অনুশাসনৰ প্ৰয়োজন।

নতুন সৃজনীশীল আঁচনি ৰূপায়ণৰ বাবে বজাৰ গৱেষণা অত্যন্ত উপযোগী উপাদান। এনে গৱেষণা বা অধ্যয়ন পূৰ্বে পৰিচালনা কৰি তাৰ ওপৰত নিৰ্ভৰ কৰি বিজ্ঞাপনৰ সংশোধন, নতুন বিজ্ঞাপনৰ প্ৰকৃতি, মাধ্যমৰ সংস্কাৰ কৰা কাৰ্য্যই পৰিচালনা আৰু নিয়ন্ত্ৰণভুক্ত বিষয়। নিয়মীয়া অধ্যয়ন আৰু গৱেষণা হৈছেনে নাই তাৰ ওপৰত আঁচনি প্ৰণয়ন কৰা হৈছেনে নাই ইত্যাদি বিষয়ৰ প্ৰতি দৃষ্টি ৰখাও সঞ্চালকৰ কৰ্তব্য। বজাৰ গৱেষণা আপাততঃ বিজ্ঞাপন অভিযানৰ এক আৱশ্যকীয় উপাদান। সৰ্বশেষত উপবিভাগসমূহৰ মাজত সহযোগ, সমন্বয়, মতামত আৰু কাৰ্য্য বিনিময় হোৱাৰ ভিত্তিতহে প্ৰকৃত নিয়ন্ত্ৰণ আৰু পৰিচালনা প্ৰতিপন্ন হয়।

উল্লেখিত নীতি, আঁচনি সংগঠন পৰিচালনা নিয়ন্ত্ৰণ আৰু সমন্বয়

সাধন যথাৰ্থ হৈছেনে নাই, সেইটো বিক্ৰয় উন্নয়ন বা বৰ্ধন অৱস্থাই নিৰ্ধাৰণ কৰে। যদি সঁচাকৈয়ে বিজ্ঞাপন বিভাগৰ সকলো বিষয়ৰ কাৰ্য্য সম্পাদন নিয়াৰিকৈ হয়, বিক্ৰয় বিভাগৰ লগত বিজ্ঞাপন বিভাগৰ কাৰ্য্যৰ সু-সংযোগ ঘটে, তেন্তে ব্যৱসায় সংস্থাৰ বিক্ৰীৰ উন্নয়ন পৰিকল্পনা সফলকাম হ'বই।

**প্ৰচাৰ মাধ্যমসমূহ ( Medium of Advertisement ):** প্ৰচাৰ মাধ্যমসমূহক কেইবা প্ৰকাৰে বিভক্ত কৰিব পাৰি। তাৰ ভিতৰত সংবাদ পত্ৰৰ প্ৰচাৰ মাধ্যম ( Press Publicity ), বহিৰ্বিভাগীয় প্ৰচাৰ মাধ্যম, ( Outdoor Publicity ), জাননী পত্ৰ আৰু অন্যান্য প্ৰচাৰ মাধ্যমেই প্ৰধান।

সংবাদ পত্ৰ প্ৰচাৰ মাধ্যমৰ অন্তৰ্ভুক্ত—পদ্ধতিসমূহ হৈছে—
(ক) বাতৰি কাকত, (খ) আলোচনী আৰু সাময়িকী, (গ) বিভিন্ন বৃত্তিৰ ( Trade ) বাৰ্তালোচনী।

**(১) সংবাদ পত্ৰৰ প্ৰচাৰ মাধ্যম :**

**(ক) বাতৰি কাকত ( News papers ):** সংবাদ পত্ৰৰ বিভিন্ন মাধ্যমৰ ভিতৰত। বাতৰি কাকতৰ ভূমিকা গুৰুত্বপূৰ্ণ। বাতৰি কাকত প্ৰচাৰ মাধ্যম হিচাপে অধিক উপযোগী হোৱাৰ ঘাই কাৰণ হ'ল কাকত প্ৰচলনৰ বিস্তৃতি, নিয়মীয়া প্ৰচলন, পাঠকৰ সংখ্যা, বিজ্ঞাপন দিয়াৰ সময় আৰু তাৰ প্ৰচাৰ, পাঠকৰ শ্ৰেণী, অবিৰত বিজ্ঞাপন দিয়াৰ সুবিধা, বিজ্ঞাপনৰ স্থান, ব্যয়, স্থানীয় সুযোগ আৰু বিজ্ঞাপনৰ সজ্জাৰ সুচলতা আদিয়েই প্ৰধান।

বাতৰি কাকতত আঞ্চলিক বা ৰাষ্ট্ৰীয় ভিত্তিত বিজ্ঞাপন দিব পাৰি। বিজ্ঞাপনদাতাই ইচ্ছা অনুসৰি বিজ্ঞাপন প্ৰচাৰ সীমিত বা বিস্তৃত কৰিব পাৰে। দ্ৰব্য সামগ্ৰীৰ বজাৰ অনুসৰি বিজ্ঞাপন দিয়াৰ সুযোগ বাতৰি কাকতে দিয়ে। কাকতৰ নিয়মীয়া প্ৰচলনে বিজ্ঞাপন দাতাক নিয়মীয়া



…ক নিৰন্তৰ বিজ্ঞাপন প্ৰচাৰৰ সুবিধা দিয়ে। বিজ্ঞাপন দিয়াৰ সময় …বাচন কৰাও কাকতত সুচল হয়। গ্ৰাহক আৰু সম্ভাব্য গ্ৰাহক …ম্ভাবিত ভাৱে পাব পাৰি। অৱশ্যে কাকতৰ পঠন যোগ্যতাইহে …ম্ভাব্য গ্ৰাহকৰ পৰিসৰ নিৰ্ণয় কৰে। কাকতৰ মানদণ্ড উচ্চ হলে, নিৰপেক্ষ বাতৰি যোগানৰ সুনাম থাকিলে, কাকতখনে পাঠকৰ সংখ্যা অধিক পায়, যিহে সম্ভাব্য গ্ৰাহকৰ সংখ্যাও বৃদ্ধি কৰে। বাতৰি কাকতৰ মানদণ্ডই গ্ৰাহকৰ শ্ৰেণী নিৰূপণ কৰাত সহায় কৰে। বাতৰি কাকতৰ বিবিধতায়ো ( যথা মহিলা, চেমনীয়া. শিশু, শ্ৰমিক, কৃষক, উদ্যোগ, খেলাধূলা, ৰাজনীতি, ধৰ্মীয় পত্ৰ, ব্যৱসায় বাণিজ্যৰ বাবে প্ৰচাৰিত ) সম্ভাব্য গ্ৰাহকৰ শ্ৰেণী, লিংগ, পদ মৰ্য্যাদা, আৰ্থিক অৱস্থা আদি নিৰূপণ কৰাত সহায় কৰে। বাতৰি কাকতৰ স্থান বিজ্ঞাপন দাতাই ইচ্ছা অনুসৰি কম বেছি কৰি ল'ব পাৰে। সেইৰূপে বিজ্ঞাপনৰ মূল্যও স্থান, কাকত, পৃষ্ঠা, বিজ্ঞাপনৰ শ্ৰেণী নিৰ্বাচনৰদ্বাৰা হ্ৰাস বৃদ্ধি কৰিব পাৰে। বাতৰি কাকতৰ গুণ মান, আৰু প্ৰচলন অনুসৰি মূল্য কম বা বেছি হয়। ৰাষ্ট্ৰীয় মৰ্য্যাদাৰে কাকতৰ বিজ্ঞাপন স্থানৰ মূল্য, স্থানীয় বা আঞ্চলিক কাকতৰ বিজ্ঞাপন স্থানৰ মূল্যৰ সৈতে সমান নহয়। ইয়াৰ উপৰি, পুৱা বাতৰি কাকত (Morning news Paper) বা সন্ধ্যা বাতৰি কাকতত বিজ্ঞাপন স্থানৰ মূল্যৰো বহু তাৰতম্য হয়। বিজ্ঞাপন স্থানৰ ব্যয় হ্ৰাস বৃদ্ধি হোৱাৰ আন এটা কাৰণ হ'ল বাতৰি কাকতৰ পৃষ্ঠা। প্ৰথম পৃষ্ঠাৰ বাতৰি কাকতৰ দৰ বা হাৰৰ লগত শেষ পৃষ্ঠাৰ হাৰ একে নহয়। সেইদৰে বৰ্গীকৃত ( Classified ) বিজ্ঞাপন আৰু অবৰ্গীকৃত বিজ্ঞাপনৰ হাৰ একে নহয়।

বিজ্ঞাপন দাতাৰ দ্ৰব্য সামগ্ৰী বা সেৱা অনুসৰি কোন বিধ বাতৰি কাকত ( স্থানীয় নে ৰাষ্ট্ৰীয় ) অধিক উপযোগী তাৰ বিচাৰ কৰি চোৱা উচিত। ভোগ্য বস্তুৰ বাবে ৰাষ্ট্ৰীয় কাকত যিদৰে উপযোগী, তেনেদৰে

আঞ্চলিক ভাৱে উৎপাদিত দ্ৰব্য সামগ্ৰীৰ বাবে স্থানীয় বাতৰি কাকত উপকাৰী। ইয়াৰ বাহিৰেও, যেতিয়া কোনো বিশেষ অঞ্চলত দ্ৰব্য সামগ্ৰীৰ বিজ্ঞাপন কেন্দ্ৰীভূত কৰিবলৈ বিচৰা হয়, তেতিয়া স্থানীয় বাতৰি কাকতৰ প্ৰয়োজনীয়তা গুৰুত্বপূৰ্ণ হয়। বিজ্ঞাপনদাতাই কোনো দ্ৰব্য সামগ্ৰী বা সেৱাৰ ৰাষ্ট্ৰীয় অভিযান চলাবলৈ মনস্থ কৰিলে তাৰ গুৰুত্ব বিচাৰ কৰি চোৱাৰ বাবে আঞ্চলিক বাতৰি কাকতৰ আৱশ্যক। কোনো ৰাষ্ট্ৰীয় অভিযানৰ দ্ৰব্য সামগ্ৰীৰ যদি কোনো অঞ্চলত বিক্ৰী নোহোৱা হয় বা নিম্নগামী হয়, তেতিয়া আঞ্চলিক কাকতক প্ৰচাৰ মাধ্যম হিচাপে ললে অধিক ফলপ্ৰদ হয়।

বিজ্ঞাপনদাতাৰ বাবে ৰাষ্ট্ৰীয় মৰ্য্যাদাৰ কাকত অপেক্ষা স্থানীয় কাকতৰ মূল্য অধিক হ'ব যদিহে তেনে কাকতৰ বিজ্ঞাপনে বিক্ৰী বৃদ্ধি কৰে।

ৰাষ্ট্ৰীয় কাকতত বিজ্ঞাপন প্ৰকাশ পোৱাৰ লগে লগে সেই বিজ্ঞাপিত দ্ৰব্যৰ বাবে খুচুৰা ব্যৱসায়ীৰপৰা বিজ্ঞাপনদাতাই সহযোগ পোৱা উচিত। বিজ্ঞাপিত দ্ৰব্যক খুচুৰা ব্যৱসায়ীয়ে প্ৰয়োজন অনুসৰি সঞ্চয় কৰা, গ্ৰাহকৰ চাহিদা অনুসৰি যোগান ধৰা কাৰ্য্যইহে ৰাষ্ট্ৰীয় কাকতত দিয়া বিজ্ঞাপনৰ মূল্য বৃদ্ধি কৰিব। ৰাষ্ট্ৰীয় মৰ্য্যাদাৰ কাকতত বিজ্ঞাপন হাৰ বেছি যদিও ইয়াৰ প্ৰতি গোটৰ খৰচ অতি কম। গতিকে যি বস্তুৰ ৰাষ্ট্ৰীয় চাহিদা আছে তেনে দ্ৰব্য বস্তুৰ বাবে প্ৰথমে স্থানীয় আৰু পাছত ৰাষ্ট্ৰীয় কাকত নিৰ্বাচন কৰিলে মাধ্যম বাছনি বহু ক্ষেত্ৰত ফল-প্ৰদ হয়। বাতৰি কাকতত বিজ্ঞাপন প্ৰচাৰৰ আন সুবিধা কৌশলগত। বিজ্ঞাপনৰ সজ্জা, চিত্ৰ, লিপি শৈলী, আদিৰ ছপা কাৰ্য্য নিখুঁটভাৱে আৰু উজ্জলতাৰে কৰিব পৰা কাৰ্য্যই বিজ্ঞাপন প্ৰচাৰৰ ক্ষেত্ৰত বাতৰি কাকতৰ সমকক্ষ কোনো প্ৰচাৰ মাধ্যম আপাততঃ ওলোৱা নাই।



**(খ) আলোচনী আৰু সাময়িকী (Magagine & Periodicals) ঃ**

বাদ পত্ৰ প্ৰচাৰ মাধ্যমৰ অন্যতম প্ৰধান মাধ্যম আলোচনী আৰু ময়িকী। আলোচনী আৰু সাময়িকীৰ প্ৰকাশ আৰু প্ৰচাৰ পষেকীয়া, হেকীয়া, তিনিমহীয়া, ছমহীয়া ভিত্তিত হলেও ইয়াত প্ৰচাৰ কৰা জ্ঞাপনৰ স্থায়ীত্ব অধিক। আলোচনাৰ প্ৰচাৰ বহুল নহলেও ইয়াক নুহে বহু দিনৰ বাবে সংৰক্ষণ কৰে কাৰণে ইয়াৰ পাঠকৰ সংখ্যা অধিক হয় আৰু বিজ্ঞাপনো বেছি দিনলৈ স্থায়ী হয়। বিজ্ঞাপনদাতাই কোন শ্ৰেণীৰ মানুহলৈ উদ্দেশ্য কৰি বিজ্ঞাপন দিব, তাক আলোচনীৰ বাছনিয়ে নিৰ্ণয় কৰে। যিবিলাক দ্ৰব্য সামগ্ৰীৰ চাহিদা কেৱল কোনো বিশেষ শ্ৰেণীৰ গ্ৰাহকৰপৰা আছে তেনে শ্ৰেণীৰ মাজত প্ৰচলিত আলো-চনীত বিজ্ঞাপন দিলে বিজ্ঞাপনৰ প্ৰচাৰ ফলপ্ৰদ হয়। তেনে জাতীয় পৃথক পৃথক আলোচনীত পৃথক পৃথক বিজ্ঞাপনৰ অভিজ্ঞাপনে বিজ্ঞাপনৰ যথাৰ্থতা বৃদ্ধি কৰে।

আলোচনী বহু প্ৰকাৰৰ আছে। বয়স, লিংগ, ৰুচি, বৃত্তি-ভেদে আলোচনী পৃথক হয়। আলোচনী সাময়িকীত বিষয়-বস্তু উপস্থাপন কৰিহে সম্পাদকে বিজ্ঞাপনৰ ওপৰত গুৰুত্ব আৰোপ কৰে। গতিকে বহু আলোচনীয়ে সকলো বিজ্ঞাপন আলোচনীৰ শেষত ছপা কৰে, ফলত বিজ্ঞাপনৰ আচল উদ্দেশ্য বহু সময়ত ব্যাহত হোৱা দেখা যায়। এই বিষয়ত বিজ্ঞাপনদাতাৰ বিশেষ অনুৰোধ আৰু তত্ত্বাৱধানতাৰ প্ৰয়োজন হয়। আলোচনীত বিজ্ঞাপনৰ, সজ্জাকৰণ বা নক্সাকৰণ কৰাৰ সুযোগ বিস্তৃত। পাঠকৰ মনোযোগ আকৰ্ষণ কৰিবলৈ বিজ্ঞাপনত সজ্জাকৰণ আৰু চিত্ৰিতকৰণ কৰাৰ সুবিধা বিজ্ঞাপনদাতাই হেৰুৱাব নালাগে। তেনেদৰে আলোচনীৰ প্ৰতিটো সংখ্যাত সেই সজ্জাকৰণ ক্ষেত্ৰত চিন্তাৰ বিকাশ প্ৰতিফলিত হ'ব লাগে, যিহে পাঠকৰ প্ৰত্যয় জন্মাব পাৰে। আলোচনীত সফল বিজ্ঞাপনৰ বিভিন্ন স্তৰ অনুসৰি একাদিক্ৰমে

বিজ্ঞাপন দিব পাৰিলে তাৰ শিক্ষামূলক আৰু গঠনমূলক দিশটি পৰিস্ফুট হয়, যাৰ বাবে গ্ৰাহকৰ আস্থা আহৰণ কৰিব পাৰি। সেইদৰে সকলো বিজ্ঞাপনৰে তাৰ কেন্দ্ৰীয় ভাৱ, মানৱীয় আবেদন সন্নিৱিষ্ট কৰিলে বহু দিনৰ পাছলৈকে সেই বিজ্ঞাপনৰ স্থায়ীত্ব থাকে।

আলোচনীৰ আন এটা বৈশিষ্ট্য হ'ল ইয়াৰ বিশিষ্টতা অনুসৰি স্বীয় মৰ্য্যাদা সেই মৰ্য্যাদাই বিজ্ঞাপনৰ মৰ্য্যাদাও সৃষ্টি আৰু বৃদ্ধি কৰে। আলোচনীত বিশেষ সংখ্যাবোৰৰ প্ৰতি পাঠকৰ আকৰ্ষণ বেছি। গতিকে তেনে সংখ্যাত প্ৰদত্ত জাকজমক বিজ্ঞাপনে পাঠকৰ মনত ৰেখাপাত কৰে। আলোচনী আৰু সাময়িকী যোগে চালিত ব্যৱসায়ৰ বাবে অধিক উপযোগী।

**(গ) বৃত্তি জড়িত বাৰ্ত্তালোচনী ( Trade journals ) ঃ** বিভিন্ন ব্যৱসায়, বাণিজ্যৰ বৃত্তি জড়িত আলোচনীৰ প্ৰচলনো আপাততঃ অধিক। এনে বৃত্তি জড়িত আলোচনীত ব্যৱসায় বা বৃত্তি অনুসৰি বিজ্ঞাপন প্ৰচাৰ খুব লাভজনক হয়। কাৰণ এনে আলোচনী সাধাৰণতে শ্ৰেণীগত বা বৃত্তিগত পাঠকেই ক্ৰয় কৰে।

গতিকে বৃত্তি বা ব্যৱসায় অনুযায়ী এনে আলোচনীত বিজ্ঞাপনৰ প্ৰচাৰে বিজ্ঞাপনদাতাৰ সম্ভাৱ্য গ্ৰাহক আৰু বজাৰৰ পৰিধি বিস্তাৰিত কৰে।

**(২) বহিৰ্বিভাগীয় প্ৰচাৰ মাধ্যম ( Outdoor Advertising media ) ঃ** বহিৰ্বিভাগীয় প্ৰচাৰ মাধ্যমত অন্তৰ্ভুক্ত হয়—প্ৰচাৰ পত্ৰ (Posters), যান-বাহন বিজ্ঞাপন, বিজুলী চাকি, নিয়ন লাইট, আকাশ মাৰ্গ বিজ্ঞাপন আদি।

বহিৰ্বিভাগীয় প্ৰচাৰ মাধ্যম কোনো বিশেষ অঞ্চলত প্ৰচাৰ ঘণীভূত কৰাৰ সুযোগ দিয়ে। অন্যান্য বিজ্ঞাপন মাধ্যমৰ লগত সংযোগ গঢ়ি তোলে। বহিৰ্বিভাগীয় মাধ্যমক প্ৰক্ৰম অভিজ্ঞাপন প্ৰতিলিপিৰ ভিত্তিত



প্ৰচাৰ কৰিব পাৰিলে এনে বিজ্ঞাপনৰ গুৰুত্ব বাঢ়ে। প্ৰতিলিপিক ক্ৰম অনুসৰি সজাই একাদিক্ৰমে প্ৰচাৰ কৰা কাৰ্য্যই পাঠকক অধিক ৰূপে আকৰ্ষিত কৰে।

**(ক) প্ৰাচীৰ পত্ৰ ঃ** প্ৰাচীৰ পত্ৰৰ প্ৰস্তুতি কাৰ্য্য দীৰ্ঘ প্ৰণালীৰ। ইয়াক এনেভাৱে কৰিব লাগে যাতে ছপাৰ সুবিধা হয়। ইয়াৰ আকাৰ প্ৰামাণিক জোখৰ হোৱা উচিত। প্ৰাচীৰ-পত্ৰ জাক-জমকপূৰ্ণ, ৰঙীণ, উজ্জ্বল আৰু সৰল হ'ব লাগে। লিপি ডাঙৰ আৰু কথন ভংগী আকৰ্ষণীয় হোৱা উচিত।

কেতিয়াবা প্ৰাচীৰ পত্ৰ স্থায়ী ভিত্তিত প্ৰস্তুত কৰা দেখা যায়। এনে প্ৰাচীৰ পত্ৰ ঘৰৰ বেৰ, ছাল, প্ৰাচীৰ, ডাঙৰ গছ আদিত উপস্থাপন কৰা হয়। ইয়াৰ উপস্থাপন দোকান-পোহাৰৰ বিপৰীত দিশত হলে গ্ৰাহকক ই বেছি প্ৰণোদিত কৰিব পাৰে। এনে প্ৰাচীৰ-পত্ৰৰ ব্যয় কম।

বিজ্ঞাপনৰ অপচয় অধিক হোৱা সম্ভাৱনা থাকে, যদিহে স্থায়ী নহয়। স্থায়ী প্ৰাচীৰ পত্ৰত পোহৰ সংযোগে ইয়াৰ গাম্ভীৰ্য্য বঢ়ায়। এনে বিজ্ঞাপন কেৱল তেনে অৱস্থাত অধিক প্ৰযোজ্য হয়, যেতিয়া বিজ্ঞাপন দাতাই অতি কম সময়ৰ ভিতৰত বিস্তৃতভাৱে প্ৰচাৰ কৰিবলৈ বিচাৰে।

ই মানুহক পলকতে মুহিৰপৰা বিধৰ হোৱা আৱশ্যক "A poster has to arrest & impress."

**(খ) যান-বাহন বিজ্ঞাপন ( Vechicular Advertisment ) ঃ** বিভিন্ন যান-বাহনত ৰেল, মটৰ, বাছ, ট্ৰাম, ভান, কেৰিয়াৰ আদিত প্লেকাৰ্ড ( Pla-card ) আৰু স্থায়ী প্ৰাচীৰ পত্ৰ বাহনৰ বাহিৰে ভিতৰে দৃষ্টি পৰা ঠাইত উপস্থাপন কৰি বিজ্ঞাপন দিয়া হয়। এনে বিজ্ঞাপন যান-বাহনৰ বাহিৰতকৈ ভিতৰত অধিক ফলপ্ৰদ।

এনে বিজ্ঞাপনে মানুহক বিজ্ঞাপনটি মনত ৰাখিবলৈ সুযোগ দিয়ে। যান-বাহন বিজ্ঞাপনত ব্ৰেণ্ড বা ট্ৰেড মাৰ্ক থকা দ্ৰব্য সামগ্ৰীৰ প্ৰচাৰ লাভজনক।

(গ) বিজুলী বাতি, নিয়ন লাইট, আৰু আকাশ মাৰ্গৰ বিজ্ঞাপন ( Electrical Arrangemeuts ) ঃ বিজুলী চাকি, নিয়ন লাইট আৰু আকাশ মাৰ্গৰ ধূম্ৰলিপি, বেলুন, ফানুচ, চিলা, আতচ বাজী, বিজ্ঞাপন আধুনিক। এনে পোহৰ সজ্জাই পথিকক মুগ্ধ কৰে আৰু বহু সময়ত দোকানলৈ আকৰ্ষণ কৰিব পাৰে।

(ঙ) জাননী পত্ৰ আৰু অন্যান্য প্ৰচাৰ মাধ্যম (Circular letters & others ) ঃএনে মাধ্যমত সন্নিবিষ্ট বিভিন্ন প্ৰকাৰ জাননী পত্ৰ, দ্ৰব্য তালিকা, মূল্য তালিকা, ক্ষুদ্ৰ পুস্তিকা, পৃট পত্ৰ, টোকা কাগজ, পঞ্জিকা, দিন লেখা, ছপা খাম, প্ৰত্যুত্তৰ পত্ৰ, কুপন কাৰ্ড, ছবি বহী, গিফ্‌ট্ কাৰ্ড আদি এনে মাধ্যমবদ্বাৰা সম্ভাব্য গ্ৰাহক আৰু গ্ৰাহকৰ লগত ব্যক্তিগত সম্পৰ্ক গঢ়ি তুলিব পাৰি।

সম্ভাব্য গ্ৰাহকৰ নাম সংগ্ৰহ কৰি তেওঁলৈ প্ৰেৰণ কৰা চিঠি আৰু অন্য উপহাৰে বিজ্ঞাপিত দ্ৰব্যৰ প্ৰতি মনোযোগ বঢ়ায়। উপহাৰ জাতীয় বিজ্ঞাপন ব্যয় বহুল। গতিকে এনে বিজ্ঞাপন স্থায়ী গ্ৰাহকলৈ প্ৰেৰণ কৰা লাভজনক। ডাকযোগে চালিত ব্যৱসায়ৰ বাবে এনেবোৰ বিজ্ঞাপন পদ্ধতি খুব উপযোগী আৰু কাৰ্য্যকৰী।

উৎপাদকে ব্যৱসায়ীলৈ অধিক বিক্ৰী কৰা হেতু গিফ্‌ট্ কাৰ্ড, কুপন আৰু প্ৰিমিয়াম দি তেওঁলোকক পুৰস্কৃত কৰিলে ভৱিষ্যতলৈ উৎপাদকৰ দ্ৰব্য সম্ভাৰ অধিক বিক্ৰী হোৱাৰ সম্ভাৱনা থাকে।

ডাক তালিকাৰপৰা উদ্ধৃত নামে সম্ভাব্য গ্ৰাহকৰপৰা বিজ্ঞাপন-দাতাৰ দ্ৰব্য সম্ভাৰৰ প্ৰতি সুনাম অৰ্জন কৰিবলৈ সুযোগ দিয়ে।

উল্লেখিত বিভিন্ন প্ৰচাৰ মাধ্যমৰ উপৰিও আৰু কিছুমান শক্তিশালী আৰু উপযোগী প্ৰচাৰ মাধ্যম বৰ্তমান ব্যৱসায় বাণিজ্যত প্ৰয়োগ কৰা দেখা যায়। তাৰ ভিতৰত অন্যতম ৰেডিঅ' আৰু টেলিভিছন ( Television )।



(ঙ) ৰেডিঅ' ( Radio ) ঃ ই এক যথাৰ্থ শক্তিশালী বিজ্ঞাপন মাধ্যম। এনে মাধ্যমে দেশৰ বাহিৰে ভিতৰে থকা নানান শ্ৰোতাক বিজ্ঞাপিত দ্ৰব্য সামগ্ৰী আৰু সেৱা সম্পৰ্কে অৱগত কৰাব পাৰে। ৰেডিঅ'ই অন্যান্য সকলো বিজ্ঞাপনৰ প্ৰচাৰ মাধ্যমৰ ওপৰত প্ৰভাৱ পেলায়। অন্যান্য মাধ্যমক শক্তিশালী কৰে। ৰেডিঅ' বাণী বা গানৰ ব্যৱহাৰ অতি ফলপ্ৰদ।

পশ্চিমীয়া দেশত ৰেডিঅ' আৰু টেলিভিছনৰদ্বাৰা বিজ্ঞাপনৰ প্ৰচাৰে অধিক সমাদৰ লাভ কৰা দেখা যায়। ৰেডিঅ' আচলতে সংবাদ প্ৰচাৰ আৰু বহিৰ্বিভাগীয় প্ৰচাৰ মাধ্যমৰ ভেটি প্ৰতিষ্ঠা কৰাব সহায়ক হয়।

ইয়াৰ বাহিৰেও প্ৰদৰ্শনী, নৃত্য-গীত আৰু যাত্ৰাদল, খিৰিকী আৰু প্ৰবেশদ্বাৰ বিন্যাস, প্ৰদৰ্শন কক্ষ, দোকানৰ আভ্যন্তৰীণ দ্ৰব্য-বিন্যাস, শিক্ষামূলক প্ৰদৰ্শন, ইত্যাদি নানান প্ৰকাৰ প্ৰচাৰ মাধ্যম আছে— যিবিলাকে ব্যৱসায় বাণিজ্যত, বিক্ৰী বৰ্ধনৰ ক্ষেত্ৰত উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা দেখা যায়।

———

# একাদশ অধ্যায়

## পৰিবহণ

**( Transport )**

**সূচনা ঃ** জাতীয় জীৱনত যাতায়ত স্নায়ু স্বৰূপ। উন্নত যাতায়ত বা পৰিবহণ ব্যৱস্থাই উৎপাদন আৰু জাতীয় আয়ৰ ক্ষেত্ৰত এক যোগ্য স্থান অধিকাৰ কৰি অহাটো যাতায়তৰ বুৰঞ্জীৰ প্ৰতি লক্ষ্য কৰিলেই বোধগম্য হয়। ওঠৰ শতিকাৰ শেষৰ ফালে আৰম্ভ হোৱা শিল্প বিপ্লৱত যাতায়ত বা পৰিবহণে পৰোক্ষভাৱে হলেও এক উল্লেখনীয় ভূমিকাত অৱতীৰ্ণ হৈছিল। সাধাৰণতে কৃষি আৰু উদ্যোগৰ ক্ৰমোন্নতি পৰিবহণ বিনে সম্ভৱপৰ নহয়। সেয়েহে কোৱা হয়—যদি কৃষি আৰু উদ্যোগ জাতিৰ যান্ত্ৰিক গাঁঠনিত অৱয়ৱ আৰু অস্থি হয়, তেন্তে যাতায়ত বা পৰিবহণ তাৰ স্নায়ুসমূহ। এই ক্ষেত্ৰত অৰ্থনীতিবিদ্ Adam Smith অৰ যাতায়ত সম্পৰ্কে কোৱা কথাষাৰ স্মৰণযোগ্য—"Good roads, canals and navigable rivers, by diminishing the expenses of carriage, put the remote parts of the country on a level with those in the neibourhood of a town; they are upon that account, the greatest of all improvements."

জল, স্থল, আৰু আকাশ মাৰ্গৰ পৰিবহণ উন্নতিৰ লগত মানৱ জীৱনৰ আৰ্থিক ক্ৰমোন্নতি ওতঃপ্ৰোতভাৱে জড়িত। কোনো জাতিয়েই অৰ্থনৈতিক উন্নতিৰ ক্ষেত্ৰত দোপতদোপে আগুৱাই যাব নোৱাৰে, যদি তেওঁলোকৰ পণ্য আৰু মানুহৰ যাতায়তৰ বাবে তেনে কোনো সা-সুবিধা নাথাকে। দৰাচলতে সকলো ধৰণৰ যাতায়ত ব্যৱস্থা একত্ৰিত



কৰিলে ই এক বৃহৎ সম্পদত পৰিণত হয়, যিহে প্ৰত্যক্ষ বা পৰোক্ষভাৱে আমাক নিয়োগৰ সুযোগ দিয়ে। উক্ত নিয়োগ দক্ষতাই আমাৰ জাতীয় উপাৰ্জন সৰ্বদায় বৃদ্ধি কৰায়।

অলিম্পিকৰ অনিৰ্বাণ দীপশিখাৰ দৰে যাতায়ত আগে আগে যায় আৰু সভ্যতাই তাক অনুসৰণ কৰে। যুগে যুগে সভ্যতাৰ ৰূপান্তৰো যাতায়ত আৰু পৰিবহণেই কৰে। পৃথকীকৰণ গুচাই, অজ্ঞতা আঁতৰাই নতুন চিন্তা-ভাৱনাৰ দিক্ যাতায়তে মুকলি কৰে। পুৰণি পৰম্পৰাগত সংস্কাৰবোৰ শিথিল কৰে আৰু এই শিথিলকৰণে বিভিন্ন জাতি-গোষ্ঠীৰ মাজত ভাৱৰ, ভাষাৰ আৰু সংস্কৃতিৰ সংমিশ্ৰণ ঘটায়, আৰ্থিক উন্নতিৰ নতুন তোৰণ উন্মোচন কৰে। যাতায়ত আৰু পৰিবহণ অবিহনে এখন দেশৰ ৰাষ্ট্ৰীয় সংহতি সংহত আৰু শক্তিমন্ত হ'ব নোৱাৰে। সেয়েহে, আৰ্থিক, প্ৰশাসনিক, সাংস্কৃতিক আৰু প্ৰতিৰক্ষাৰ দিশৰপৰা উন্নতশীল পৰিবহণ ব্যৱস্থা জাতীয় জীৱনৰ এক অপৰিহাৰ্য্য অংগ।

প্ৰশাসনিক নৈপুণ্য, পীড়িত অঞ্চলৰ সাহায্য, প্ৰাকৃতিক সম্পদ আহৰণ আদি কৰ্মৰ বাবে, নতুন উদ্যোগ স্থাপন আৰু নতুন বেহাৰ সম্প্ৰসাৰণেৰে দেশৰ নতুন গাঁঠনি নিৰ্মাণৰ কাৰণে প্ৰয়োজন হয় এক উন্নতিশীল যাতায়ত ব্যৱস্থা। যাতায়তৰ লক্ষ্য আৰু উদ্দেশ্য যিয়েই নহওক লাগে যাতায়তে আগবঢ়োৱা সুবিধাবোৰ কিন্তু উলাই কৰা বিধৰ নহয়। যাতায়তৰ কাৰ্য্যাৱলীৰ ভিতৰত হৈছে—(ক) যাতায়তে নতুন বজাৰ সৃষ্টি কৰে আৰু সেই বজাৰে নতুন শিল্পোদ্যোগ গঢ়ি তোলে. (খ) পণ্যদ্ৰব্য আৰু বস্ত্ৰ-বেহানিৰ বিভিন্ন অঞ্চলৰ চাহিদা যাতায়তে পূৰণ কৰে, লগতে শ্ৰম-বিভাজন আৰু পণ্য দ্ৰব্যৰ বিশেষীকৰণৰ ( Specialisation ) সৃষ্টি কৰে। (গ) বিভিন্ন ঠাইৰ ব্যৱহাৰিক মূল্য যাতায়াত পথে বৃদ্ধি কৰে আৰু যাতায়তে উৎপাদনৰ বিবিধ উপাদানৰ সামূহিক সন্মিলন ঘটায়।

আৰ্থিক ক্ৰমোন্নতিৰ ক্ষেত্ৰত থকা প্ৰতিবন্ধকতা সমূহৰ ভিতৰত পৰিবহণ হৈছে অন্যতম কাৰণ। সেয়েহে ইউ, এন, অ'ৰ (U.N.O) অনুন্নত দেশৰ শিল্পোদ্যোগৰ ক্ষেত্ৰত প্ৰকাশিত প্ৰতিবেদনত যাতাঃত সম্পৰ্কে এনেদৰে লিপিবদ্ধ কৰা হৈছে যে "যাতায়ত ব্যৱস্থাই প্ৰধান অন্তৰায়।" শিল্পোদ্যোগৰ মাধ্যমিক স্তৰত থকা উদ্যোগসমূহৰ কাৰণে কেঁচা সামগ্ৰী সংগ্ৰহ কৰা, প্ৰজ্বালক সংগ্ৰহ কৰা আৰু উক্ত উদ্যোগজাত বস্তুসমূহৰ, সমগ্ৰ দেশত সিচৰতি হৈ থকা গ্ৰাহকসকলক বিতৰণ কৰা, উন্নত যাতায়ত ব্যৱস্থা বিনে কঠিন কাম। সেয়েহে অনুন্নত দেশ সমূহৰ শিল্পোদ্যোগৰ ক্ৰমোন্নতিৰ ক্ষেত্ৰত প্ৰতি পদক্ষেপতে যাতায়তে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে। উন্নত যাতায়ত ব্যৱস্থা ব্যতিৰেকে কোনো ধৰণৰ যুক্তিপূৰ্ণ অৰ্থনৈতিক উন্নতি আশা কৰা নাযায়। কৃষি আৰু শিল্পোদ্যোগ উন্নতিৰ সোপান হ'ল—যাতায়ত আৰু পৰিবহণ। এতিয়াও পৃথিৱীৰ বহু দেশৰ বহু অঞ্চল জাতীয় সংহতিৰ মূলধাৰাৰপৰা বিচ্যুত হৈ থকা দেখা যায়—যাৰ প্ৰথম আৰু প্ৰধান কাৰণ দুৰ্গম পথ পৰিবহণ।

**যাতায়তৰ যথাৰ্থতা ঃ** উন্নত যাতায়ত আৰু পৰিবহণ ব্যৱস্থাই আচলতে দুটা দিশত নিজস্ব যথাৰ্থতা প্ৰমাণ কৰে। প্ৰথমতে দূৰত্ব অনুপাতে প্ৰতিগোট যাতায়তৰ খৰচ হ্ৰাস কৰে ফলত পণ্য-বস্তু আৰু মানুহৰ যাতায়ত কম খৰচতে সম্পন্ন হয়। দ্বিতীয়তে—পৰিবহণৰ গতিবেগ বৃদ্ধি হয়; সংৰক্ষণ আৰু সংনম্যতা বাঢ়ে।

উন্নত যাতায়ৰ আৰু পথ পৰিবহণৰ ফলত বেহা-বেপাৰ আৰু ঔদ্যোগিক উন্নতি, বিবিধ জাতি গোষ্ঠীৰ সংমিশ্ৰণ আৰু ৰাজনীতিত জাতীয় সংহতিৰ সম্প্ৰসাৰণ হয়। পথ-পৰিবহণৰ ফলত উপভোক্তাই নিজ অঞ্চলত উৎপাদন নোহোৱা পণ্য-বস্তুৰ ব্যৱহাৰ বা ভোগ কৰিবলৈ পায়। পৰিবহণে উৎপাদন হোৱা ঠাইৰপৰা উৎপাদন নোহোৱা অঞ্চললৈ পণ্য-বস্তু কঢ়িয়াই নিয়াৰ সহায় কৰি মূল্য স্ফীতি হ্ৰাস কৰে,



ভিন্ ঠাইৰ বজাৰৰ পণ্য-বস্তুৰ মূল্যৰ স্থিতিস্থাপকতা আনে আৰু স্থাপন কৰে। কৃষি-ক্ষেত্ৰত সাধাৰণতে উৎপাদনৰ নিয়ন্ত্ৰণ কৰা ন, সেয়ে সস্তীয়া পৰিবহণ ব্যৱস্থাই নিয়ন্ত্ৰণ আৰু পৰিচালনাৰ দায়িত্ব কৰে। ই পণ্য-বস্তুৰ মাত্ৰাধিক উৎপাদনৰ অপচয় হ্ৰাস কৰে। বহণত খৰচ কম হোৱা মানে উৎপাদিত পণ্য-বস্তুৰ বজাৰৰ পৰিধি পোৱা, যিটোৱে মূল্যমানৰ বঢ়া-টুটা (Fluctuation) নাশ ৰে।

উন্নত পৰিবহণে পণ্য-বস্তুৰ মূল্য হ্ৰাস কৰাই উপভোক্তাক কম দামত -বস্তু ক্ৰয় কৰিবলৈ উদগণি দিয়ে। কাৰণ সস্তীয়া পৰিবহণ ব্যৱস্থাই ভৌগোলিক শ্ৰম বিভাজনৰ সৃষ্টি কৰে আৰু সামুহিক উৎপাদনৰ অৰ্থে ৰণা যোগায় যি দুটা কথাই সামগ্ৰীক ভাৱে পণ্য-বস্তুৰ মূল্য হ্ৰাস ৰাৰ পথ সুগম কৰে। ইয়াৰ উপৰিয়ো, বিভিন্ন পণ্য-দ্ৰব্যৰ উৎপাদন স্থাই সস্তীয়া পৰিবহণৰ সুযোগ লৈ নিজস্ব উৎপাদিত বস্তু বজাৰকৰণ ৰাৰ ফলত পণ্য-বস্তুৰ বজাৰ দৰ হ্ৰাস পায়। বিভিন্ন উৎপাদিত সংস্থাৰ ৱত হোৱা প্ৰতিযোগিতাই পণ্য-বস্তুৰ বিশেষীকৰণ বৃদ্ধি কৰে, আৰু গ্ৰাহকৰ সংখ্যা বঢ়ায়—অৰ্থাৎ শিল্পজাত সামগ্ৰীৰ ব্যৱহাৰ আভ্যন্তৰীণ আৰু বহিঃবাণিজ্যৰ ক্ষেত্ৰত সম্প্ৰসাৰণ ঘটাই বহুধা বিভক্ত কৰে। পণ্য-বস্তু আৰু অন্যান্য শিল্পজাত সামগ্ৰীৰ বিশেষীকৰণ বৃদ্ধি পোৱাৰ লগে লগে ইয়াৰ গুণগত মান উন্নত হয়। প্ৰদেশ বা অঞ্চলবোৰক বিশেষীকৰণ ভিত্তিত পৰিচালিত আন্তঃআঞ্চলিক বাণিজ্যৰ উত্থানে এনে ভাৱে সংহত কৰে যে—অঞ্চলবোৰৰ আত্মনিৰ্ভৰশীলতা হ্ৰাস পায় আৰু বেছি উৎপাদনক্ষম হয়।

পৰিবহণৰ উন্নতিয়ে নতুন অঞ্চলৰ—বিশেষকৈ উৎপাদনক্ষম কৃষি-ক্ষেত্ৰৰ, মূল্যৱান কাঠনিৰ, সঞ্চিত খনিজাত আকৰৰ দ্বাৰ উন্মোচন কৰে। সেই অব্যৱহাৰ্য্য সামগ্ৰী আৰু অঞ্চল মানৱ জাতিৰ কল্যাণৰ হকে

নিয়োজিত হয়। পথ পৰিবহণৰ বিস্তৃতিয়ে প্ৰত্যক্ষভাৱে সেৱা খণ্ডৰ জাতীয় আয় বা উপাৰ্জন বৃদ্ধি কৰে। অন্যহাতে পৰিবহণৰ বিভিন্ন উপকৰণ যেনে ৰেল, জাহাজ, মটৰ গাড়ী আৰু অন্য যাতায়তৰ সা-সৰঞ্জাম উৎপাদনে জাতীয় জীৱনৰ অৰ্থনৈতিক দিশ অগ্ৰসৰ হোৱাৰ সহায়ক হয়। নতুন ৰেলপথ, আন স্থলপথ, প্ৰোতাশ্ৰয়, বন্দৰ, বিমান-বন্দৰ নিৰ্মাণে নতুন নতুন শিল্পোদ্যোগ গঢ়ি উঠিবলৈ উদগণি দিয়ে যিবোৰে পুনৰ পৰিবহণৰ ক্ষেত্ৰত বৰ্ধিষ্ণু সামগ্ৰীৰ যোগান ধৰে। আনফালে, নতুন পথ নিৰ্মাণে বিদ্যুৎ শক্তি, কয়লা, লোহা, তেল. ইঞ্জিনীয়াৰিং কৰ্মক্ষেত্ৰৰ পৰিধি বিস্তৃত কৰে।

শিল্পোদ্যোগৰ ক্ষেত্ৰত উন্নত যাতায়ত ব্যৱস্থাই অন্যান্য উপাদানৰ তুলনাত 'অৱস্থান' ( Location ) বিষয়ত বিশেষ প্ৰভাৱ পেলায়। যাতায়তৰ কম খৰচেই মূল কথা নহয়; কিন্তু ঔদ্যোগিক প্ৰাৰম্ভিক উপাদানৰ ক্ষেত্ৰত থকা আন উপাদানসমূহ যেনে বজাৰ, কেঁচা সামগ্ৰী, শ্ৰম শক্তি, ইন্ধন, বেংকিঙৰ সুযোগ সুবিধাবোৰ অৱস্থানৰ লগত সংযোগ ঘটাই দিব পাৰিলেহে প্ৰকৃততে প্ৰভাৱিত কৰাটো বুজায়। যাতায়তে তেনে উপাদানৰ সমন্বয় সাধন কৰে। ইয়াৰ বাদেও উদ্যোগলৈ আৰু কিছুমান বিষয়ৰ বিস্তৃতিও যাতায়তে কঢ়িয়াই আনে—সেয়া হ'ল আগতে উল্লেখ কৰি অহা—শ্ৰম-বিভাজন আৰু সামূহিক উৎপাদন। সামূহিক উৎপাদনে নতুন বজাৰ সৃষ্টি কৰে, ফলত পৰিবহণৰ পৰিসৰো বৃদ্ধি পায়। আচলতে, উন্নত যাতায়তৰ ব্যৱস্থাই যথাৰ্থ মিতব্যয়ী অৱস্থানৰ সন্ধান দিয়ে আৰু উদ্যোগক তাৰ অনুকূলতম আকাৰলৈ ( Optimum size ) লৈ যায়।

যাতায়তে কেৱল জাতীয় আয়েই নবঢ়ায়, ই আভ্যন্তৰীণ অঞ্চলৰ অলাগতিয়াল মাটি-বাৰীৰ মূল্য বা খাজনাও বৃদ্ধি কৰে। প্ৰকৃতিয়ে যিদৰে কিছুমান ঠাইৰ বা অঞ্চলৰ আৰ্থিক সুযোগ-সুবিধা দান কৰে—ঠিক



তেনেদৰেই উন্নত যাতায়ত ব্যৱস্থায়ো তাকেই আগ বঢ়ায়। ফলপ্ৰদ যাতায়ত ব্যৱস্থাই যাতায়তৰ নিজস্ব খৰচ ক্ৰমহ্ৰাসমান পদ্ধতিত কমাই আনে আৰু ই "ক্ৰছ ট্ৰেভেল" ( Cross travell ) নাইকিয়া কৰে।

কাৰ্য্যকৰী যাতায়তে সামাজিক জীৱনৰ ওপৰতো তাৰ প্ৰভাৱ বিস্তাৰ কৰে। পৰিবহণ আৰু যাতায়তে বহু আভ্যন্তৰীণ অঞ্চলৰ অৱস্থান সন্মুখলৈ আনে। সেই অঞ্চল সমূহলৈ ক্ৰমান্বয়ে দেশান্তৰ বা স্থানান্তৰ হৈ বহু মানুহৰ সমাগম হয়, ফলত সেই অঞ্চলসমূহ সৰু সৰু চহৰলৈ ৰূপান্তৰিত হয়। এই অঞ্চলসমূহৰ ৰূপান্তৰে সামাজিক জীৱনৰ মান জীৱন নিৰ্বাহ পদ্ধতি বা বৈশিষ্ট্যৰ পৰিবৰ্তন ঘটায়। গ্ৰাম্য জীৱনৰ যি শনৈঃ শনৈঃ গতিবেগ তাক দ্ৰুত কৰে। পৃথিৱীখন সৰু হৈ আহে—ফলত মানুহৰ সময় আৰু দূৰত্বৰ ধাৰণা সলনি হৈ যায়।

মানুহৰ ধ্যান ধাৰণাৰ ৰূপান্তৰে, নতুন চিন্তা-ভাৱনা, নতুন শিল্প-শৈলী, বিজ্ঞান-সন্মত চিন্তা-চৰ্চা আৰু উৎপাদনৰ নতুন পদ্ধতিৰ আনয়ন কৰে। নতুন উৎপাদন পদ্ধতিৰ আমদানিয়ে পুৰণি আৰু নতুন পদ্ধতিৰ মাজত অৰ্থাৎ পৰম্পৰাগত পদ্ধতি ( Traditional system ) আৰু বৈজ্ঞানিক পদ্ধতিৰ ( Scientific system ) মাজত প্ৰতিযোগিতাৰ সৃষ্টি কৰে।

এই সকলোৰে ওপৰত পথ পৰিবহণে ( Motor transport ) ভিন্ ভিন্ জাতি গোষ্ঠীৰ মাজত সংমিশ্ৰণ কৰাই ভাষা, শিক্ষা, সংস্কৃতিৰ মিলন ঘটায়। এই সন্মিলনে বহুধা বিভক্ত সমাজৰ মাজত সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত নতুন দিশত চিন্তা-চৰ্চাৰ দ্বাৰ উন্মোচন কৰে। মুঠতে যাতায়তে সামাজিক ৰূপান্তৰ ঘটাই মানুহক এক ধৰণৰ অৰ্থনৈতিক ভিত্তিৰপৰা পৰিবাহিত কৰি অন্য এক উন্নত অৰ্থনৈতিক ভিত্তিলৈ উন্নীত কৰে।

কাৰ্য্যকৰী পথ-পৰিবহণে প্ৰতি অঞ্চলৰ লগত প্ৰতিটো অঞ্চলৰ প্ৰতিখন প্ৰদেশৰ লগত প্ৰতিখন প্ৰদেশৰ বেপাৰ বাণিজ্য, শিল্প উদ্যোগ, ভাষা সংস্কৃতিৰ বিনিময় হৈ, আন্তঃসংযোজন ঘটাই কৰি ৰাষ্ট্ৰীয় জীৱনৰ সংহতি আনে। আনহাতে যথাৰ্থ যাতায়তে জাতিৰ প্ৰতিৰক্ষাৰ বিষয়ত ৰাষ্ট্ৰৰ শক্তি বঢ়ায় আৰু দৃঢ় কৰে। সৰশেষত যাতায়ত আৰু পৰিবহণে বহু দেশৰ ৰাজনৈতিক একত্ৰিকৰণ হোৱা বিষয়তো বিশেষ বৰঙণি যোগায়।

**যাতায়াতৰ উপায় সমূহ ( Means of Transport )ঃ** যাতায়ত ব্যৱস্থাক সাধাৰণতে তিনিটা প্ৰধান ভাগত বিভক্ত কৰিব পাৰি, যেনে—

(ক) জল পথ (খ) স্থলপথ আৰু (গ) আকাশী পথ।

যাতায়ত মাধ্যমৰ প্ৰধান বিভাগ আৰু উপবিভাগৰ বৈথিক ভাৱে চিত্ৰিত কৰা হ'ল—






সাধাৰণতে আভ্যন্তৰীণ যাতায়ত ব্যৱস্থা হ'ল—আলিবাট, অন্তৰ্দেশীয় জলপথ আৰু ৰেলপথ। বিমান পথ সাধাৰণ যাতায়তৰ উৰ্ধত। পণ্য দ্ৰব্য পৰিবহণৰ বাবে ( বিশেষকৈ আয়তন আৰু ওজন বেছি ) মুখ্যতঃ দুটা যাতায়ত পথক অগ্ৰাধিকাৰ দিয়া হয়। প্ৰথম জলপথ আৰু দ্বিতীয়তে ৰেলপথ। অৱশ্যে যাতায়ত মাধ্যমে আগবঢ়োৱা সময়, মূল্য, দূৰত্ব আদি সুযোগ সুবিধাবোৰৰ ওপৰতো যাতায়ত মাধ্যমৰ নিৰ্বাচন নিৰ্ভৰ কৰে। যাত্ৰীৰ ক্ষেত্ৰত স্বাভাৱিকতে অগ্ৰাধিকাৰ পোৱা মাধ্যম হ'ল—বিমান, মটৰ আৰু ৰেলগাড়ী।

**জলপথঃ** জলপথ দুই শ্ৰেণীৰ—(ক) সাগৰীয় জলপথ আৰু (খ) অন্তৰ্দেশীয় জলপথ।

অন্তৰ্দেশীয় জল পৰিবহণৰ উপায় হ'ল নদী খাল আৰু হ্ৰদ।

দূৰ পৰিবহণৰ পুৰণি উপায় জলপথ। যাতায়তৰ বাবেই মানুহৰ বসতি স্থান নদী উপত্যকা। সেয়ে নৈ, নৈমুখী খাল আদিত প্ৰথম পৰিবহণ হৈছিল। পৰিবহণৰ যান আছিল ভুৰ। পিচত নাও। নাওৰ পিছৰ সৃষ্টি ভাপ-চালিত নাও, জাহাজ ইত্যাদি। বৰ্তমান অন্তৰ্দেশীয় উভয় বাণিজ্যতে জাহাজৰ গুৰুত্ব বেছি। সাগৰীয় পথেই আন্তৰ্জাতিক বাণিজ্যৰ একমাত্ৰ প্ৰধান পৰিবহণ পথ।

**বিশেষত্বঃ** জলপথৰ বিশেষত্বসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(ক) জলপথত চালিত নাও বা জাহাজত মূলধনৰ বিনিয়োগ কম।

(খ) জলপথ প্ৰকৃতিৰ দান, গতিকে নিৰ্মাণৰ কোনো খৰচ নাই।

(গ) জলপথৰ কোনো নিয়মিত মেৰামতিৰ প্ৰয়োজন নাই।

(ঘ) পানী ভাগৰ কোনো ৰাজহ বা কৰ-কাটল ভৰিব নালাগে।

(ঙ) খুব কম ইন্ধন বা প্ৰজ্বালকবেই পানীত ভাপ চালিত নাও বা জাহাজ চলাব পাৰি।

(চ) জাহাজ বা ভাপ চালিত নাৱত কাম কৰা শ্ৰমিকৰ পৰিমাণ তুলনামূলক ভাৱে আনতকৈ কম।

(ছ) জলপথত পৰিবাহিত পণ্য দ্ৰব্যৰ ওজন, আকাৰ, পৰিমাণ আন সকলো যাতায়ত পথৰ মাধ্যমতকৈ বেছি।

(জ) জলপথত চালিত মানৰ ক্ষয়-ক্ষতিৰ পৰিমাণ কম।

(ঝ) জলপথ দেশীয় আৰু বৈদেশিক বাণিজ্যৰ সংযোগস্থল।

**জলপথৰ সীমাবদ্ধতা ঃ** নদীৰ একাবেকা গতিৰ বাবে দুখন ঠাইৰ দূৰত্ব কম হোৱা সত্বেও জলপথৰ দূৰত্ব বেছি হয়। জলপথৰ বাবে কৃত্রিম খালৰ নিৰ্মাণ খৰচ ৰেলপথৰ নিৰ্মাণ খৰচতকৈ বহু বেছি হয়। নদীত পানী কম হলে, জলপথত জলপ্ৰপাত থাকিলে নাও বা অন্য যান-বাহন চলাচল ব্যাহত হয়। বিভিন্ন ঠাইৰ ভৌগোলিক অৱস্থানে (Topographical features) কৃত্রিম খাৰৈ বা খালৰ খনন কাৰ্য্য কঠিন কৰি তোলে। অন্যহাতে খৰচৰ মাত্ৰা বৃদ্ধি কৰে। নদী বা কৃত্রিম খালৰ যাতায়ত ব্যৱস্থা যদি শামুকীয়া গতিৰ হয় তেন্তে ব্যৱসায়িক ভিত্তিত ই অত্যন্ত নিন্দাৰ্হ হয়।

এই যাতায়ত ব্যৱস্থাৰ লগত স্থলপথৰ যাতায়তে যদি প্ৰতিযোগিতাৰ সৃষ্টি কৰে তেন্তে সি পৰিবাহিত পণ্য দ্ৰব্যৰ যাতায়তী খৰচ নিম্নগামী কৰিব। এনে অৱস্থাই জলপথৰ যান-বাহনৰ উপাৰ্জন ক্ষমতাৰ অৱনতি ঘটায়।

সাগৰীয় জলপথৰ মাজে মাজে ইন্ধন বা প্ৰজ্বালক পোৱাৰ ব্যৱস্থা নথকাটো দূৰবাহী জাহাজৰ বাবে এক প্ৰধান অন্তৰায়। আনফালে বৰফৰ স্তুপ, হিম-প্ৰবাহ আদিয়ে জাহাজৰ গতিপথত বাধাৰ সৃষ্টি কৰে। কুঁৱলী, ধুমুহা বতাহ, সাগৰীয় জলস্ৰোত, ইত্যাদিয়েও এনে পথত বাধাৰ সৃষ্টি কৰে।

**স্থলপথ ঃ** এখন দেশৰ আভ্যন্তৰীণ স্থলপথ পৰিবহণৰ বাবে বিশেষ



প্ৰয়োজনীয়। স্থলপথক দুভাগে বিভক্ত কৰিব পাৰি—(ক) আলিবাট আৰু (খ) ৰেলপথ।

**(ক) আলিবাট ঃ** ই মানৱ ইতিহাসৰ সৈতে সমান পুৰণি। মানুহে আহাৰ, পানী, বিচাৰি ঘুৰিফুৰা দিনতে বাট-পথৰো আৰম্ভ। যিমানুহে বাট-পথ গঢ়ে তেওঁ প্ৰকৃতাৰ্থত সভ্যতা গঢ়ে। বাট-পথৰ সংমিশ্ৰণ সাদৃশ্য-হীন বিভিন্ন ধৰণৰ যান-বাহন, ইয়াৰ ওপৰেদি যাতায়ত কৰে। বাট-পথৰ বৈশিষ্ট্য বহুমুখী। বাট-পথত যাত্ৰী, জীৱ-জন্তু, জন্তুৱে টনা চকাৰ গাড়ী, আৰু যন্ত্ৰিক গাড়ীয়েই নচলে ই মানুহৰ বাসস্থানো দান কৰে। প্ৰাকৃতিক দুৰ্য্যোগত পতিত মানুহ দেশান্তৰিত বা স্থানান্তৰিত হোৱা মানুহ আৰু দুখীয়া-নিচলা মানুহৰ বাবে বাট-পথ হৈ পৰে ঘৰ। বাসোপযোগী ঠাই। মুঠতে মানৱ জাতিৰ ক্ৰমোন্নতিৰ ক্ষেত্ৰত বাট-পথ এক অবিচ্ছেদ্য অংগ।

এই বাট-পথ সমূহক ব্যৱহাৰ আৰু উন্নয়নৰ ফালৰপৰা চাৰিটা ভাগত ভগাব পাৰি—

(১) ৰাষ্ট্ৰীয় পথ ( National High way ) (২) ৰাজ্যিক পথ ( State high way (৩) গাৱঁলীয়া পথ ( Local roads ) আৰু (৪) নিজস্ব পথ ( Private roads).

ৰাষ্ট্ৰীয় বা কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা পৰিচালিত, প্ৰতিপালিত পথক ৰাষ্ট্ৰীয় পথ বোলা হয়।

ৰাজ্যিক চৰকাৰৰদ্বাৰা পৰিচালিত গড়কাপ্তানি বিভাগৰ জড়িয়তে ৰাজ্যিক পথৰ নিৰ্মাণ সম্প্ৰসাৰণ আৰু প্ৰতিপালন কৰা হয়।

গাঁৱৰ মানুহৰদ্বাৰা নিৰ্মিত আঞ্চলিক পৰিষদ আদিৰদ্বাৰা আংশিক সাহায্য প্ৰাপ্ত আৰু প্ৰতিপালিত পথক গাৱঁলীয়া পথ বোলা হয়।

ব্যক্তিগত খণ্ডত আপোন প্ৰচেষ্টাত গঢ়ি উঠা পথসমূহক ব্যক্তিগত বা নিজস্ব পথ বুলি কোৱা হৈছে।

**বিশেষত্ব ঃ** সম্ভৱত: সকলো যাতায়ত ব্যৱস্থাৰে চলাচল কৰা যাত্ৰীৰ মুঠ সংখ্যাতকৈ ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পথে চলাচল কৰা যাত্ৰীৰ সংখ্যা বহু অধিক।

সাধাৰণতে মটৰ গাড়ীৰ নমনীয়তা বেছি আৰু ই বহুধা বিভক্ত। মটৰ গাড়ীৰ জড়িয়তে প্ৰতি ঘৰ মানুহৰপৰা মাল-বস্তু সংগ্ৰহ কৰিব পাৰি আৰু ঘৰে ঘৰে বস্তু-বাহানিৰ বিতৰণো কৰিব পাৰি। ই অন্যান্য সকলো যাতায়ত ব্যৱস্থাৰ বিশেষকৈ জলপথ আৰু স্থলপথৰ সংযোগ সূত্ৰ ৰূপে কাৰ্য্য সম্পাদন কৰে। সেৱা খণ্ডত মটৰে বৃহৎ পৰিষৰ পায়। বিশেষকৈ য'ত যান্ত্ৰিক যাতায়ত ( Traffic ) লঘু আৰু য'ত অধিক সংমন্যতাৰ আৱশ্যক হয়।

মটৰত ফল-মূল, ফুল, শাক-পাচলি আদি দূৰ ঠাইলৈ সতেজ অৱস্থাত থাকোঁতেই পৰিবহণ কৰিব পাৰি ; কাৰণ পাৰিবাহ্য সম্ভাৰৰ পৰিমাণ আৰু ওজন কম আৰু ই নিৰ্দিষ্ট পথেদিয়েই যে যাব লাগে তেনে কোনো নিশ্চিত পথৰ কথা নাই। সেয়ে যাত্ৰীয়ে নিজৰ সুবিধা, অসুবিধা চাই নিজে পণ্য সম্ভাৰৰ তোল'-নমোৱা কৰিব পাৰে। দৰাচলতে মটৰেদি সঘনে পণ্য-বস্তু আৰু যাত্ৰী পৰিবহণ কৰিব পাৰি।

কম দূৰত্বত মটৰ পৰিবহণ সস্তা হয় আৰু পৰিবহণৰ গতিবেগে বহু সময় ৰাহি কৰে। পণ্য-দ্ৰব্য পৰিবহণৰ বাবে যি পেকিংৰ ( Packing ) আৱশ্যক হয়, যি অতি সামান্য ধৰণৰ আৰু কম খৰচৰ হলেও মটৰ পৰিবহণত কোনো অসুবিধা নহয়।

সোনকালে নষ্ট হোৱা, কোমল বা নৰম, সহজতে সতেজতা নষ্ট হোৱা, ভাগি যোৱা আদি বস্তু-বেহানিৰ পৰিবহণৰ বাবে মটৰ পৰিবহণেই উচ্চ স্তৰৰ। এই মটৰ পৰিবহণে আভ্যন্তৰীণ অঞ্চলৰ কৃষিজাত সামগ্ৰী শিল্পোদ্যোগলৈ আনি আৰু শিল্পজ সামগ্ৰী আভ্যন্তৰীণ অঞ্চললৈ নি বজাৰ আৰু উদ্যোগৰ মাজত এক সহজ সমন্বয়ৰ সৃষ্টি



কৰে—যিটো অন্য কোনো যাতায়াত ব্যৱস্থাই ইমান সহজে নিষ্পন্ন কৰিব নোৱাৰে।

পথ পৰিবহণৰ তেনে কোনো প্ৰাথমিক জটিলতা নাই। পথ-পৰিবহণ ৰাষ্ট্ৰীয় যন্ত্ৰৰ এটা ভাল উপাৰ্জনৰ বাট।

মটৰ পৰিবহণৰ ব্যৱসায় তুলনামূলক ভাৱে কম মূলধনেৰে কৰিব পাৰি। মটৰ পথ নিৰ্মাণ সংৰক্ষণ আৰু সংযোগ আদি মটৰ পৰিবহণ ব্যৱস্থাই নিয়োগৰ এক বৃহৎ সুযোগ আগবঢ়ায়।

**সীমাবদ্ধতা ঃ** পথ পৰিবহণৰো কিছুমান অসুবিধা নথকা নহয়। পথ-পৰিবহণত দুৰ্ঘটনা বেছি হয়। দুৰ্ঘটনা হোৱাৰ কাৰণ সমূহ এনে ধৰণৰ—যান্ত্ৰিক বিজুতি, চালকৰ অক্ষমতা, ঠেক আৰু বেয়া বাট, সৰু আৰু বেছি ওজন লব নোৱাৰা দলং, বাট, দলঙৰ কাষৰ সৰু পথ আদিৰ নিয়মিত মেৰামতি হীনতা, বাটেদি যোৱা যাত্ৰীৰ অসাৱধানতা আৰু বাটত অনিয়ন্ত্ৰিত গৰু-ছাগলীৰ বিচৰণ আদিয়েই প্ৰধান।

পথ পৰিবহণৰ ভাড়াৰ অনিশ্চয়তা আৰু সেৱাৰ ক্ষেত্ৰত চলাচল কৰাৰ নিৰূপিত সময়ৰ অভাৱ সদায়েই পৰিলক্ষিত হয়। আচলতে ৰাজ্যিক পৰিবহণ বাদে আন পাব্লিক চাৰ্ভিছ বোৰ (Public service) অসংগঠিত আৰু সমন্বয়হীন। মটৰ পৰিবহণত নানাবিধ কৰ কাটল, যেনে—আমদানি শুল্ক, বিক্ৰী কৰ, ভেহিক্‌ল্ টেক্স্ (Vehicle Tax) হুইল টেক্স্ ( Wheel tax ) আদিৰ পৰিমাণ আন পৰিবহণতকৈ অধিক। ইয়াৰ বাহিৰেও যান-বাহনৰ চলাচল খৰচ, যেনে—অধিক পৰিমাণৰ শক্তি (পেট্ৰোল, ম'বিল, ডিজেল আদি), অৱক্ষয় খৰচ, টায়াৰ টিউবৰ অপচয়, বীমাৰ খৰচ আদিয়ে, খৰচৰ পৰিমাণ বৃদ্ধি কৰে।

ব্যক্তিগত খণ্ডত মটৰ পৰিবহণত বহু ধৰণৰ বাধা নিষেধ আৰোপ কৰা হয়। আনহাতে বেলেগ বেলেগ প্ৰদেশৰ প্ৰশাসনিক সামঞ্জস্য হীনতাই উক্ত বাধা নিষেধৰ গাঢ়তা বঢ়ায়।

দেশত যান-বাহনৰ অভাৱ, যান-বাহন ক্রয় কৰিবৰ হেতু ঋণ-ব্যৱহাৰ (Credit facilities) অভাৱ আৰু সৰ্বোপৰি যান-বাহনৰ ফলপ্রসূ নিয়ন্ত্রণৰ সীমিত ব্যৱস্থাই প্রকৃত সীমাবদ্ধতাকে সূচীত কৰে।

(খ) **ৰেলপথ ঃ**—অন্তৰ্দেশীয় সম্ভাৰ পৰিবহণৰ প্ৰথম আৰু প্ৰধান বাহন—ৰেলপথ। এখন দেশত বৃহৎ অংশত বহুল পৰিমাণৰ সামগ্ৰীৰ পৰিবহণ ৰেলপথ বিনে আন কোনো যাতায়তে কৰিব নোৱাৰে। মিতব্যয়িতাৰ ক্ষেত্ৰত নিৰ্দিষ্ট সংখ্যক জলপথে কেইবিধমান পণ্য সম্ভাৰ পৰিবহণৰ বাহিৰে আন কোনো স্থলপথে ৰেলপথৰ সমান দূৰলৈ নিবলগ পণ্য-দ্ৰব্য কম সময় আৰু কম খৰচৰ আদান-প্ৰদানত কৰিব নোৱাৰে। ৰেলপথে এখন দেশৰ দুই-প্ৰান্তত থকা দুখন ঠাইৰ দূৰত্ব হ্ৰাস কৰে। আয়তন, ওজন পৰিমাণ দিশৰপৰা অধিক সম্ভাৰ কেৱল ৰেলপথেই পৰিবহণ কৰিব পাৰে। বৰ্তমান সামূহিক শিল্পজ সামগ্ৰী উৎপাদনৰ যুগত, শিল্প বাণিজ্যত কেঁচামালৰ আদান-প্ৰদান, শিল্পজ পণ্য-দ্ৰব্যৰ বিতৰণ, জাতীয় প্ৰতিৰক্ষা আৰু অন্যান্য কাৰ্য্যৰ বাবে ৰেলপথেই প্ৰধান বাহন।

**বিশেষত্ব ঃ—**

(ক) ৰেলপথ দেশৰ যি কোনো ঠাইলৈ নিৰ্মাণ কৰিব পাৰি।

(খ) ৰেলপথ নিৰ্মাণৰ প্ৰাথমিক খৰচ (Preliminary expenses) অত্যধিক।

(গ) ৰেলপথৰ সংৰক্ষণ, ইন্ধন বা শক্তি, আৰু অন্যান্য কাৰিকৰী আৰু প্ৰশাসনিক বিভাগ সমূহৰ বাবে নিয়মিত আৰু নিৰ্ধাৰিত পুঁজিৰ (Fund) প্ৰয়োজন হয়; অৱশ্যে পৰিবাহিত সম্ভাৰৰ ওপৰত এনে খৰচৰ বঢ়া-টুটা (Fluctuation) নিৰ্ভৰ কৰে।

(ঘ) সমাগম পূৰ্ণ ঠাই বিশেষত যাত্ৰী আৰু মাল-বস্তু উঠা-নমা কৰিবৰ বাবে ষ্টেচন, প্লেটফৰ্ম (Plate form), গুদাম (Warehouse) আদি নিৰ্মাণ অপৰিহাৰ্য্য বিষয়।



(ঙ) ৰেলগাড়ী পৰিচালনাৰ বাবে টেলিগ্ৰাফ, টেলিফোনৰ নিয়মিত ব্যৱস্থা লাগে।

(চ) ৰেল পৰিবহণত বতৰে অন্য পথৰ তুলনাত বিশেষ বাধাৰ সৃষ্টি নকৰে।

(ছ) ৰেলগাড়ীত প্ৰজ্জ্বালক বা শক্তিৰ ব্যৱহাৰ তুলনামূলক ভাৱে কম।

(জ) ৰেলপথৰ ভাৰা বা কেৰেয়াৰ সঘনে সলনি নহয়, ৰেলপথৰ উপাৰ্জন কেৱল যাত্ৰী আৰু মাল-বস্তুৰ ভাৰা বা কেৰেয়াৰ পৰাই হয়।

(ঞ) ৰেলপথৰ বিভিন্ন বিভাগৰ বাবে বহু ধৰণৰ কাৰিকৰী সুদক্ষ, শিল্প পটু আৰু অপটু কৰ্মীৰ প্ৰয়োজন হয়।

(ট) ৰেলপথ এবাৰ নিৰ্মাণ কৰাৰ পিচত ইয়াক ইচ্ছা কৰিলেই যিকোনো সময়ত পথৰ সালসলনি কৰিব পৰা নাযায়।

(ঠ) ৰেলপথত সম্ভাৰৰ পৰিবহণ বঢ়াৰ লগে লগে পৰিবাহিত খৰচ কমি আহে।

(ড) ৰেলপথৰ সমৃদ্ধিয়ে শিল্প-বাণিজ্যৰ পৰিসৰ বৃদ্ধি কৰে।

(ঢ) নিজস্বভাৱে ৰেলবিভাগে যাতায়তৰ বহু ধৰণৰ সা-সঁজুলি নিৰ্মাণ কৰে।

**সীমাবদ্ধতা ঃ**—ৰেলপথ নিৰ্মাণৰ বাবে প্ৰয়োজন হোৱা মূলধন আৰু সংৰক্ষণ খৰচ অত্যধিক হোৱাৰ ফলত যদি কেতিয়াবা কোনো পথত পৰিবাহিত সম্ভাৰ কিবা কাৰণত নাইকিয়া হয়, তেন্তে সেই ছোৱা পথৰ মূলধনৰ বৃহৎ অংশই নষ্ট হয়। ৰেলপথ নিৰ্মাণৰ পিছত সহজে কোনো পৰিবৰ্তন ঘটাব নোৱাৰা বাবে ই অন্য পথৰ সৈতে ফলপ্ৰসূ

প্ৰতিযোগিতা চলাব নোৱাৰে। ৰেলপথৰ কৰ্মী আৰু কৰ্মচাৰী বহুসংখ্যক হোৱা, কাৰ্য্যকৰী নিয়ন্ত্ৰণ কেন্দ্ৰীভূত হোৱাৰ বাবে ৰেলকৰ্মী আৰু কৰ্তৃপক্ষৰ মাজত কোনো প্ৰকাৰৰ ব্যক্তিগত যোগাযোগ নাথাকে। ৰেলপথৰ মধ্যম স্থানৰ ষ্টেছন (Station) বোৰে বহু সময়ত পৰিবহণৰ গতিবেগ হ্ৰাস কৰি সময়ৰ অপচয় কৰে। চমুপথ পৰিবহণৰ যি সময় আৰু ভাৰা বা কেৰেয়া ভৰিব লাগে সেয়া ৰেল পৰিবহণে আগবঢ়াব নোৱাৰে।

ৰেলপথৰ নমনীয়তা (Flexibility) নাই আৰু ই অন্য যাতায়ত ব্যৱস্থাই দুৱাৰে দুৱাৰে আগবঢ়োৱা সেৱা আগবঢ়াব নোৱাৰে।

ই প্ৰাকৃতিক অৱদান জড়িত নহয় বাবে প্ৰকৃতিয়ে অযাচিতে দিয়া পথ পৰিবহণৰ সুযোগবোৰ দিব নোৱাৰে, বৰঞ্চ ভৌগোলিক অৱস্থানে ক্ষেত্ৰ-বিশেষে পথ নিৰ্মাণ ব্যাহত কৰে।

**আকাশী পথ ঃ** যাতায়ত পদ্ধতিৰ সৰ্বাধুনিক মাধ্যম হ'ল আকাশী-পথ। দ্বিতীয় মহাসমৰৰ সময়ৰপৰা ক্ৰমোন্নতিৰ বাবে পৃথিৱীৰ সকলো দেশেই যত্নৱান হৈছে। ইয়াৰ বৈশিষ্ট্যসমূহ হ'ল—ইয়াৰ বাবে কোনো নিৰ্ধাৰিত পথ (Track) নালাগে। তেনে কোনো ভৌগোলিক বাধা-বিপত্তি আকাশীপথৰ নাই, অৱশ্যে ৰাজনৈতিক বাধা নিষেধ আছে। গতি-বেগৰ ক্ষেত্ৰত ই সকলো যাতায়াত ব্যৱস্থাতকৈ উচ্চস্তৰৰ। আকাশীযানৰ নিৰ্মাণ, বিমান ঘাটিৰ নিৰ্মাণ আৰু পৰিবহণৰ খৰচ অত্যন্ত অধিক। ইয়াৰ অৱক্ষয় অচলাৱস্থাৰ মাত্ৰাও অধিক। যদিও বৰ্তমানে আকাশীপথেদি দ্ৰব্য সম্ভাৰ পৰিবহণৰ ব্যৱস্থা কৰা হৈছে সেয়া আয়তন আৰু ওজনত লঘু সম্ভাৰহে। দৰাচলতে যাত্ৰী আৰু ডাক পৰিবহণৰ বাবেহে ই অধিক উপযোগী। দূৰ পৰিবহণৰ কাৰণে ই এটা সুচল মাধ্যম। আকাশীযানক কৃষি-ক্ষেত্ৰত সাৰ আৰু ঔষধ (প্ৰতিষেধক) ছটিওৱা, বানপীড়িত, দুৰ্ভিক্ষ-পীড়িত আৰু ভূমিকম্প-পীড়িত



অঞ্চলত সাহায্য দান কৰা আদি জৰুৰীকালীন কৰ্মক্ষেত্ৰত নিয়োগ কৰা যায়। আকাশীযান যুদ্ধক্ষেত্ৰৰ প্ৰথম আৰু প্ৰধান আহিলা; সাগৰীয় জাহাজৰ বাবে ই দ্বিতীয় শাৰীৰ প্ৰতিৰক্ষা হাঠিয়াৰ। নিৰ্ধাৰিত পথ পৰিবহণৰ ক্ষেত্ৰত তুলনামূলক ভাৱে ই অতি সহজ।

আকাশীযানে অধিক ওজন আৰু বেছি আয়তনৰ মাল-বস্তু কঢ়িয়াব নোৱাৰে বাবে ইয়াৰ প্ৰতিগোট সেৱাৰ (Unit cost of service) খৰচ সবাতোকৈ অধিক। সেয়ে সাধাৰণ মানুহৰ যাতায়তৰ কাৰণে ই সহজসাধ্য নহয়। বাণিজ্যিক সামগ্ৰীৰ পৰিবহণ খৰচ আৰু নিৰূপিত সময়ত আকাশীযান চলাচলৰ অসুবিধাৰ কাৰণে, সহজ-সাধ্য নহয়। যাতায়াতত ভৌগোলিক অৱস্থাই. যেনে-বতৰ, কুৱঁলী, ধুমুহা-বতাহ, জালভূমি আদিয়ে, প্ৰতিবন্ধকতাৰ সৃষ্টি প্ৰায়ে কৰে। সেয়ে আকাশী পথৰ যাতায়ত অন্যান্য যাতায়াততকৈ বিপদসংকুল আৰু আৰামহীন। বিমানঘাটিৰ সকলো যান্ত্ৰিক ব্যৱস্থাৰ সংগঠন সৰ্বদায় সকলো সময়তে দোষমুক্ত কৰি ৰখাটো কষ্টসাধ্য কাম, যাৰ ফলত, বিমান-ঘাটিৰ কিঞ্চিত বিজুটিয়ে বহু অৰ্থসম্পদ আৰু মানৱ জীৱনৰ ধ্বংস সাধন কৰে।

**পৰিহবণ ঃ প্ৰতিযোগিতা ঃ (Competition) ঃ** দুই মহাসমৰৰ অন্তৰ্বৰ্তীকালীন সময়ত বিশেষকৈ ৩য় আৰু ৪ৰ্থ দশকত বিভিন্ন পথ-পৰিবহণ মাধ্যমৰ মাজত খুব বেছিকৈ প্ৰতিযোগিতা চলিছিল। এই সময়ছোৱাত ইংলণ্ড আৰু আমেৰিকাত পৰিবহণ প্ৰতিযোগিতাই চৰম অৱস্থা পাইছিলগৈ। দৰাচলতে প্ৰতিযোগিতাখন ৰেলপথ আৰু আলিবাটৰ মাজতেই বিশেষভাৱে পৰিলক্ষিত হৈছিল। আলিবাটত চলা বিভিন্ন যাতায়ত মাধ্যমৰ ভিতৰত মটৰ গাড়ীৰ লগত ৰেলগাড়ীৰ প্ৰতিযোগিতাই প্ৰধান। ৩য় দশকত বিভিন্ন যান্ত্ৰিক দিশত মটৰ গাড়ীৰ উন্নতিয়ে এই প্ৰতিযোগিতাক দৃঢ় কৰিছিল।

ৰেল বিভাগে ৰেল চলাচলৰ দক্ষতা আৰু সেৱা আগবঢ়াই ৰেলৰ ভাৰ অসম্ভৱ ৰূপে কমাই দি প্ৰতিযোগিতাত নামিছিল।

এই প্ৰতিযোগিতাত মটৰ পৰিবহণ ৰেল পৰিবহণতকৈ তুলনামূলক ভাৱে সুবিধাজনক স্থানত থকাৰ কথা কোৱা হৈছিল। সুবিধাজনক স্থানৰ ব্যাখ্যা এনেভাৱে দিয়া হৈছিল যে, ৰেল তাৰ যাতায়ত পথৰ নিৰ্মাণৰ নিজস্ব পুঁজিৰপৰা কৰিব লাগে ; আন পক্ষে মটৰ পৰিবহণৰ যি চলাচল পথ সি ৰাজ্যিক আৰু সাৰ্বজনীন পুঁজিৰদ্বাৰা নিৰ্মিত হয়। ৰেল পৰিবহণৰ ক্ষেত্ৰত বৰ্তমানেও বহু চৰকাৰী নীতি-নিয়ম আৰোপ কৰা আছে যিটো মটৰ পৰিবহণৰ ক্ষেত্ৰত শিথিল কৰি দিয়া হৈছে। ভাৰতবৰ্ষৰ ক্ষেত্ৰত এই যুক্তিটো সম্পূৰ্ণ ভাৱেই প্ৰমাণিত, কাৰণ ১৯৩৯ চনৰ "মটৰ ভেহিক্ল্ এক্ট্" খন ১৯৫৬ চনত পূৰ্ণ সংশোধনৰদ্বাৰা আইনত বহু বাধ্য বাধকতা আঁতৰাই দিয়া হৈছিল। আনহাতে ৰেলপথক দেশৰ অৰ্থনৈতিক উন্নতিৰ প্ৰথম সোপান বুলি কৈ তাক ৰক্ষণাবেক্ষণ দিয়াৰ কথাহে উল্লেখ হৈছিল। প্ৰতিযোগিতাৰ আচল কাৰণ—পথ মাধ্যমৰ যোগ্যতা মটৰ পৰিবহণৰ যোগ্যতা—ক্ষীপ্ৰ-গতিবেগ, সময়ৰ সদ্ব্যৱহাৰ আৰু প্ৰায় দুৱাৰে দুৱাৰে আগবঢ়োৱা সেৱা, চুৰি-চাৰিৰ কথা নথকা মটৰৰ নমনীয়তা আৰু যোগসূত্ৰতা। উল্লেখিত মটৰ পৰিবহণৰ সুবিধাখিনি ৰেলপথে দিব নোৱাৰাৰ কাৰণ দৰ্শোৱা হৈছিল যে ৰেলপথে আইনক অতিক্ৰম কৰি চলিব নোৱাৰে ; স্থানীয় বুলি কোনো সা-সুবিধা আগবঢ়াব নোৱাৰে। আনহাতে ভাৰাৰ ক্ষেত্ৰত জাতীয় ভিত্তিত এক সম সুষম নীতি অব্যাহত ৰাখিব লাগে।

উল্লেখিত প্ৰতিযোগিতাত মটৰ পৰিবহণেও কিছুমান যুক্তি আগ-বঢ়াইছিল। সেই যুক্তিসমূহত কোৱা হৈছিল যে বাট-পথৰ ক্ৰমোন্নতি মানে যান্ত্ৰিক উন্নতি। মটৰ পৰিবহণৰ অযথা নিয়ন্ত্ৰণে আভিযান্ত্ৰিক



...ৰ ক্ৰমোন্নতি ব্যাহত কৰে। বিভিন্ন বাধ্য বাধকতাত মটৰ পৰিবহণ ...লিত হোৱা সত্বেও ৰাষ্ট্ৰীয় বা ৰাজ্যিক পুঁজিলৈ ই এটা শকত ধনৰ ...না, কৰ-কাটল, মূলধন বিনিয়োগ আদিৰদ্বাৰা সৰ্বদায় আগবঢ়াই ...াহিছে। পথ নিৰ্মাণৰ ক্ষেত্ৰত এনেদৰে কোৱা হৈছিল যে—এমাইল ৰেলপথ নিৰ্মাণত যি খৰচ লাগে, তাৰ তুলনাত পাঁচ গুণ কম খৰচত আলিবাট নিৰ্মাণ কৰিব পাৰি।

বাট-পথ কেৱল যান-বাহনেই ব্যৱহাৰ নকৰে, ই ভিন ভিন সামাজিক, ৰাজনৈতিক, উদ্দেশ্যতো ব্যৱহাৰ হয়। বাট-পথত লগোৱা বা বহুওৱা কৰ-কাটলৰ মাত্ৰা বাট-পথৰ সংৰক্ষণ খৰচতকৈ বহু বেছি। পথ নিয়ন্ত্ৰণ বা সংৰক্ষণৰ ক্ষেত্ৰত চৰকাৰ প্ৰায় পক্ষপাতমূলক,—কাৰণ ৰেলপথক চৰকাৰে অৰ্থনৈতিক দিশত সৰ্বদায় বেছি প্ৰাধান্য দিয়ে।

পথ পৰিবহণৰ ক্ষেত্ৰত পৃথক পৃথক যান-বাহনৰ মাজতো সময়ে সময়ে ফেৰীয়া ফেৰি বা প্ৰতিযোগিতাৰ মনোভাৱ পৰিলক্ষিত হয়। এই প্ৰতিযোগিতাৰ মনোভাৱ প্ৰথম অৱস্থাত নাছিল। ৰাজ্যিক চৰকাৰৰদ্বাৰা বহুপথ জাতীয়কৰণ কৰাৰ ফলত এনে প্ৰতিযোগিতা সৃষ্টি হয় ; বিশেষকৈ ৰাজ্যিক পৰিবহণ ব্যৱস্থাৰ লগত পাব্লিক ছাৰ্ভিচ বা পৰিবহণৰ। ব্যক্তিগত খণ্ডত গঢ়ি উঠা পাব্লিক পৰিবহণ বাছবোৰে আগবঢ়োৱা সা-সুবিধা, ৰাজ্যিক পৰিবহণে আগবঢ়াব নোৱাৰে বা আগ নবঢ়ায়। ৰাজ্যিক পৰিবহণ চৰকাৰী পৰ্য্যায়ত হোৱা বাবে তাত সেৱাৰ মনোভাৱতকৈ চৰকাৰী আমোলাৰ মনোভাবে গঢ় লয়। ফলত যাত্ৰীসকলৰ প্ৰতি পৰিবহণ ব্যৱস্থাই যে সেৱা আগবঢ়াইছে সেইটো হৈ নুঠে, বৰঞ্চ পৰিবহণে যেন যাত্ৰীসকলক অনুগ্ৰহ বা পুতৌহে কৰিছে এনে মনোভাৱহে দেখা যায়।

আনহাতে পাব্লিক চাৰ্ভিছে সকলো ধৰণৰ সা-সুবিধা বহু ক্ষেত্ৰত আগনবঢ়াব লগীয়া সুবিধাও আগবঢ়ায়। কাৰণ ই ব্যক্তিগত খণ্ডত

পৰিচালিত। সেয়ে দেখা যায় একে পথত আৰু পাব্লিক ছাৰ্ভিচ ৰাজ্যিক পৰিবহণৰ বাছ থাকে, তেন্তে পাব্লিক ছাৰ্ভিচত যাত্ৰী আৰু সম্ভাৰৰ সংখ্যাৰ পৰিমাণো বেছি হয়।

অৱশ্যে ৰাজ্যিক পৰিবহণ সংস্থাই ওপৰ ভাগ পকা কৰা বা মেটেল্‌ড্‌ কৰা পথবোৰ নিজস্ব সংস্থাৰ বাবে কৰায়ত্ত কৰাৰ ফলত পাব্‌লিক ছাৰ্ভিছবোৰ দেশৰ ভিতৰুৱা অঞ্চললৈ সোমাই যাব লগা হৈছে। দেখা যায় চৰকাৰী নিয়ন্ত্ৰণ থকা হেতুকেহে ৰাজ্যিক পৰিবহণৰ বাছ চলাচল সম্ভৱ হয়; নহলে পাব্লিক চাৰ্ভিছৰ সেৱাৰ তুলনাত ৰাজ্যিক পৰিবহণ সংস্থাই সেৱা আগবঢ়াব নোৱাৰি কেতিয়াবাই বাছ চলাচল বন্ধ কৰিব লাগিল হেতেন। পণ্য সম্ভাৰৰ ক্ষেত্ৰত পাব্‌লিক চাৰ্ভিছ ৰাজিক পৰিবহণতকৈ বেছি ফলপ্ৰসূ বুলি প্ৰতীয়মান হয়।

অন্তৰ্দেশীয় যাতায়ত ব্যৱস্থাৰ এই প্ৰতিযোগিতা কোনো অঞ্চলত ৰেলপথ আৰু জলপথৰ মাজতো পৰিলক্ষিত হৈছিল। প্ৰতিযোগিতাত দেখা গৈছিল ৰেল বিভাগে দ্ৰব্য সম্ভাৰ আৰু যাত্ৰীৰ ভাড়া হ্ৰাস কৰিবলগীয়া হৈছিল; কাৰণ জলপথত চলা ভাপ বা মটৰ-নাও, জাহাজ আদিৰ ভাড়া এনেয়ে কম, তাতে বহু সময়ত আয়তনত ডাঙৰ আৰু কম মূল্যৰ সম্ভাৰ সাধাৰণতে জাহাজৰদ্বাৰা পৰিবহণ হ'লে খৰচ কম হয়। আনহাতে জলপথত সম্ভাৰৰ তোলা নমোৱা কাম অল্পায়াসতে সম্পন্ন কৰা যায়। এনে ক্ষেত্ৰতো ৰেল বিভাগে জলপথৰ লগত প্ৰতিযোগিতাত নামিছিল।

জলপথত চালিত ভিন্ ভিন্ জাহাজৰ মাজতো প্ৰতিযোগিতা লক্ষ্য কৰা হয়। প্ৰায় পৰম্পৰাগত ভাৱে এই প্ৰতিযোগিতা চলি আহিছে। জলপথ সকলো জাহাজৰ বাবে মুক্ত। ৰেলপথৰ দৰে জাহাজ এক-চেটিয়া ব্যৱসায়ী বাহন নহয়। পৃথক পৃথক জাহাজ সংস্থাৰ জাহাজৰ বেলেগ বেলেগ কাৰ্য্যকৰী দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰি এই প্ৰতিযোগিতা বৰ্তী আছে, যেনে ট্ৰাম্প (Tramp) বা ধীৰগতিৰ জাহাজবোৰৰ—



[illegible]ৰ (Liner) বা নিৰূপিত বেগী জাহাজৰ লগত প্ৰতিযোগিতা। [illegible] কাৰণ হৈছে ধীৰগতিৰ জাহাজৰ ভাড়া আৰু সময় নিৰ্দিষ্ট নহয়; [illegible]ৰি পৰিবাহিত সম্ভাৰ যথেষ্ট নহলে এই জাহাজে চলাচল নকৰে; [illegible] লাইনাৰ বা নিৰূপিত বেগী জাহাজৰ ভাড়া, সময় সকলো নিৰ্ধাৰণ [illegible] থাকে; ইয়াৰ উপৰি এনে জাহাজৰ গতিবেগ অন্যান্য জাহাজতকৈ [illegible]।

এনে প্ৰতিযোগিতা মহাসমৰৰ অন্তৰ্বৰ্তীকালীন সময়ত আৰু ঠিক [illegible] পিচত খুব বেছি হৈছিল। তাৰ কাৰণ আছিল বহু যুদ্ধ জাহাজ [illegible]জনতকৈ বেছিকৈ বাণিজ্যিক দিশত চলাচল কৰিবলৈ দিয়া হৈছিল। [illegible]হাতে সেই সময়ত এই উদ্যোগত এটা অস্থিৰ অৱস্থা প্ৰবৰ্তিত [illegible]ছিল।

**সমন্বয় (Co-Ordination):** পৰিকল্পিত অৰ্থনৈতিক উন্নতিৰ [illegible] ভিন্ ভিন্ যাতায়ত ব্যৱস্থাৰ মাজত সমন্বয় অপৰিহাৰ্য্য। বহুধা [illegible] যাতায়াতৰ মাজত প্ৰতিযোগিতা হোৱাৰ অন্যতম কাৰণ হ'ল [illegible] যান-বাহনৰ লগত নতুনকৈ আবিষ্কাৰ হোৱা যান-বাহনৰ [illegible]হীনতা।

[illegible] দশকত হোৱা প্ৰতিযোগিতাই এই সমন্বয় সাধন অপৰিহাৰ্য্য [illegible] তোলে।

বিবিধ যাতায়ত ব্যৱস্থাৰ মাজত যিদৰে সমন্বয়ৰ আৱশ্যক হয়, সেই-[illegible] একে জাতীয় যাতায়ত মাধ্যমৰ মাজতো সমন্বয়ৰ দৰকাৰ। সেয়ে [illegible]য়ত ব্যৱস্থাক এনে ভাৱে সংগঠন কৰা উচিত যাতে প্ৰতিটো [illegible]য়ত মাধ্যমেই নিজ নিজ পথত অপ্ৰতিৰোধ ভাৱে কৰ্মক্ষম হ'বলৈ [illegible] পায়, যি আৰ্থিক ক্ষেত্ৰত অনুকূল অৱস্থালৈ নিজক উন্নীত কৰিব [illegible]ৰে। অৱশ্যে সংগঠনৰ ক্ষেত্ৰত বহু কথাই বিবেচনা কৰিব লগা হয়, [illegible]নে—যাতায়াত মাধ্যমৰ উপযোগিতা, অঞ্চল বিশেষে যাতায়তৰ

আৱশ্যকতা, যাতায়াত মাধ্যমৰ উন্নতিৰ সম্ভৱনীয়তা পথ আৰু মাধ্যমৰ বাবে প্ৰয়োজনীয় প্ৰাথমিক খৰচ, এনে বিষয়ত আৱশ্যকীয় বিদেশী মূদ্ৰা আৰু যাতায়াতৰ চাহিদা অনুযায়ী ভাৰাৰ সমীকৰণ ইত্যাদিয়েই প্ৰধান।

যাতায়াত ব্যৱস্থাক উপযুক্ত সমন্বয়ৰ জৰিয়তে অশুভ প্ৰতিযোগিতাৰ পৰা হাত সকুৱাব পাৰি। বিভিন্ন যাতায়াত ব্যৱস্থাক ক্ষতিকাৰক প্ৰতিযোগিতাই লোকচানৰ বাটলৈ আগুৱাই দিয়ে। আনহাতে কৃত্ৰিম উপায়েৰে যি কোনো যাতায়াত ব্যৱস্থাক একচেটিয়া কৰিলে সি উপযোগী নহৈ অনিষ্টকৰ হয়।

সেয়েহে উচিত সমন্বয়ৰদ্বাৰা ক্ষতিকাৰক প্ৰতিযোগিতা ত্যাগ কৰা অথবা হ্ৰাস কৰা ভাল। যি প্ৰতিযোগিতাই যাতায়াত ব্যৱস্থাৰ গুণগত মান আৰু কাৰ্য্যদক্ষতা অটুত ৰাখিব পাৰে, তেনে সুস্থ প্ৰতিযোগিতা আদৰণীয়।

বিভিন্ন যাতায়াত ব্যৱস্থা ব্যৱহাৰ কৰা জনসাধাৰণক তেওঁলোকৰ সুচল আৰু সুবিধা অনুযায়ী যাতায়াত কৰিবলৈ দিব লাগে। তেতিয়া হলে বিভিন্ন যাতায়াত ব্যৱস্থা একেলগে একে সময়তে এটাই আনটোৰ পৰিপূৰক হিচাপে চালিত হৈ অঞ্চল বিশেষৰ সামগ্ৰীক চাহিদা পূৰণ কৰিব পাৰে। ইয়াৰ উদ্দেশ্য হৈছে যাতায়াত ব্যৱস্থাৰ মুঠ ধাৰণ শক্তি যাতে অতিৰিক্ত হৈ অযথা অপচয় নহয়; অথবা সেই ধাৰণ শক্তিৰ অনাটন হৈ অৰ্থনৈতিক উন্নয়নত বাধাপ্ৰাপ্ত নহয়।

এই ক্ষেত্ৰত কেইটামান কথা উল্লেখ কৰিব পাৰি, যেনে—(ক) পথ-পৰিবহণক চমু পথৰ বাবে যাত্ৰী, লঘু পণ্য-বস্তু অনা নিয়াৰ বাবে ৰেল-পথ বা জল-পথৰ সংযোগ পথ হিচাপে ব্যৱহাৰ কৰিব পাৰি। (খ) দূৰ যাতায়ত, সৰহীয়া পণ্য-বস্তু আৰু যাত্ৰীৰ বাবে, সাগৰীয় জল-পথৰ সংযোগপথ হিচাপে, ৰেলপথক ব্যৱহাৰ কৰিব পাৰি। এনে



[…]লে—পৰিবহণৰ ধাৰণ শক্তিৰ অপচয় নহয় আৰু ইটোৱে—সিটোৰ [পৰি]পূৰক পথ হিচাপে উপযোগী হয়।

অৰ্থনৈতিক উন্নয়নৰ এক নিৰ্ধাৰিত কাৰ্য্যসূচীয়ে যাতায়ত ব্যৱস্থাৰ [ও]পৰত দুটা দিশত প্ৰভাৱ পেলাব পাৰে। প্ৰথম ই উৎপাদন বৃদ্ধিৰ [লগে] লগে যাতায়তৰ চাহিদা কমাই আনিব পাৰে আৰু দ্বিতীয়তে [সম্ভা]-সম্ভাৰৰ দূৰ পথ পৰিবহণৰ অপৰিহাৰ্য্যতা হ্ৰাস পাব পাৰে। [সাধা]ৰণ ৰীতি অনুযায়ী অৰ্থনৈতিক উন্নতিয়ে যাতায়তৰ সা-সুবিধাৰ [চা]হিদা বৃদ্ধি কৰে।

দেখা যায় পশ্চিমীয়া দেশসমূহত যাতায়ত ব্যৱস্থা যুক্তিসংগত তথ্যৰ [ভি]ত্তিত নিয়ম-নীতি নিৰ্ধাৰিত হয়। ইয়াত কোনো ভাবাবেগৰ ওপৰত [নী]তি নিৰ্নিত নহয়; যাৰ ফলত তৃতীয় দশকত দেখা দিয়া সংকট [ক্ৰ]মান্বয়ে নাইকিয়া হ'ল আৰু উন্নত যাতায়ত ব্যৱস্থাই সেই দেশ সমূহক [অ]ৰ্থনৈতিক ক্ষেত্ৰত অগ্ৰসৰ হোৱাত প্ৰধান অৱলম্বন হিচাপে কাৰ্য্য [ক]ৰিছিল।

পৰিবহণৰ প্ৰকৃত সমন্বয়ে বহু ধৰণৰ উপকাৰ সাধন কৰিব পাৰে। ই আভ্যন্তৰীণ অঞ্চল সমূহৰ লুপ্ত আৰু দুষ্প্ৰাপ্য দ্ৰব্য সম্ভাৰ জনসাধাৰণৰ কল্যাণৰ অৰ্থে পৰিবহণ কৰে; কাৰ্য্যকৰী যাতায়ত ব্যৱস্থাই ভাড়াৰ মাত্ৰা বা মূল্য হ্ৰাস কৰিবলৈ সমৰ্থ হয়; জনসাধাৰণৰ যাতায়তৰ চাহিদা পূৰণ কৰিবলৈ সক্ষম হয় আৰু পুঁজিৰ বিনিয়োগ আৰু কৰ্ম-সংস্থানৰ জনক হৈ অৰ্থনৈতিক দিশত এক সুস্থ পৰিবেশ গঢ়ি তুলিব পাৰে।

উল্লেখিত প্ৰকৃত সমন্বয় সাধন বহু-দিশৰপৰা সুগম কৰিব পাৰি :—

প্ৰথমে—বিভিন্ন যাতায়ত ব্যৱস্থাৰ মাজত অথবা একেজাতীয় যাতায়াতৰ মাজত মুক্ত বাধাহীন আৰু সুস্থ প্ৰতিযোগিতা।

দ্বিতীয়ত—চৰকাৰী বিধি ব্যৱস্থাৰ জৰিয়তে সমন্বয় সাধন। এই

ক্ষেত্ৰত নীতি-নিয়মৰ উদ্দেশ্য আৰু ইয়াক কাৰ্য্যকৰী কৰাত কাৰ্য সাধন যন্ত্ৰৰ, কৰ্মসূচী নিৰ্ধাৰণ কৰি দিয়াৰ দায়িত্ব সংবিধান পৰিষদৰ হাতত অৰ্পণ কৰিব পাৰে।

তৃতীয়ত—প্ৰায় একে জাতীয় দুই যাতায়ত ব্যৱস্থাৰ একত্ৰিকৰণ।

চতুৰ্থত—সকলো যাতায়াত ব্যৱস্থাক জাতীয়কৰণদ্বাৰা সমন্বয় সাধন।

পঞ্চমত—একেজাতীয় দুই বা ততোধিক যাতায়ত ব্যৱস্থাৰ মাজত স্বেচ্ছাধীন চুক্তিবদ্ধতা।

ষষ্ঠত—চৰকাৰী কৰ-কাটল ব্যৱস্থাৰ জৰিয়তে বিভিন্ন যাতায়তৰ মাজত সমতা স্থাপন।

সপ্তমত—দেশৰ চলিত প্ৰধান যাতায়ত ব্যৱস্থাৰদ্বাৰা অন্য সকলো যাতায়ত ব্যৱস্থাৰ কাৰ্য্য নিয়ন্ত্ৰণ, সংস্থাপন আৰু তত্বাৱধানৰ জৰিয়তে একগোট কৰণ।

দেশৰ ভৌগোলিক বিৱৰণ, পৰিবেশ জন-সাধাৰণৰ ৰীতি-নীতি আদিলৈ লক্ষ্য ৰাখি উপৰোক্ত সমন্বয় সাধনৰ উপায় সমূহৰ যি কোনো এক বা ততোধিক উপায় কাৰ্য্যকৰী কৰাৰ জড়িয়তে যাতায়ত ব্যৱস্থাৰ সমন্বয় সাধন কৰিব পাৰি।

**ভাড়া-নিৰ্ধাৰণ (Fixation of rates)ঃ** দেশৰ অৰ্থনৈতিক গাঁঠনিৰ ওপৰত যাতায়তৰ ভাড়া বা কেৰেয়াই এক বিশেষ প্ৰভাৱ পেলায়। ভাড়া বা কেৰেয়াৰ গাঁঠনিয়ে যিকোনো যাতায়ত ব্যৱস্থাৰ সংগঠন বহুল বিস্তৃত কৰিব পাৰে অথবা যাতায়াতৰ সংকোচনো ঘটাব পাৰে। ভাড়াৰ গাঁঠনিয়ে যাতায়াতৰ সা-সুবিধাৰ পৰিমাণ আৰু উপযোগিতা বৃদ্ধি কৰে। আচলতে যাতায়তৰ সুচলতাই হ'ল ভাড়া বা কেৰেয়াৰ এনে ক্ৰমবৰ্ধমান হাৰত সংগঠন কৰিব লাগে, যাৰ ফলত কাষৰ বা দূৰৈৰ উৎপাদক সকল উমৈহতীয়া বজাৰত প্ৰতিযোগী হয়, -



হে বিস্তৃত অঞ্চলৰ পণ্য-বস্তু গোট খোৱাত আৰু বিতৰণ হোৱাত সহায় কৰে। কেৱল যাতায়তৰ ভাড়া বা কেৰেয়াৰ সংগঠিত ৰূপেহে ব্যৱসায় বাণিজ্যৰ পৰিধি দেশৰপৰা বহিৰ্দেশলৈ প্ৰসাৰিত কৰিব পাৰে; যি বহিৰ্বাণিজ্যৰ আধাৰ-স্বৰূপ হ'ব পাৰে।

ভাড়াৰ গাঁঠনি এনে হোৱা উচিত যিটোৱে যাতায়তৰ পুঁজিলৈ (Fund) খৰচৰ পিছত উদ্বৃত্ত আনে। উক্ত খৰচ বিভিন্ন বিষয়ৰ সমষ্টি, যেনে—প্ৰাথমিক খৰচ, অবক্ষয়, আধুনিকীকৰণ, মূলধন বিনিয়োগৰ সুত আৰু দৈনন্দিন পৰিচালন খৰচ আদি। ভাড়া যদি বেছি হয় তেনে জনসাধাৰণে সেই যাতায়ত বাহনক এৰাই চলিবলৈ যত্নৱান হ'ব। অধিক ভাড়াই কৃষিজ আৰু শিল্পজ আৰু পণ্য-বস্তুৰ উৎপাদিত খৰচৰ মাত্ৰা বৃদ্ধি কৰিব আৰু ই শিল্প বাণিজ্যৰ উন্নয়নত বাধা-স্বৰূপ হ'ব। দোষযুক্ত কেৰেয়াৰ ব্যৱস্থাই শিল্প উদ্যোগৰ অৱস্থিতিৰ ক্ষেত্ৰত বিকৃতান্তৰ ঘটাই শিল্পোদ্যোগ প্ৰতিষ্ঠাৰ ৰূপেই সলনি কৰি দিব পাৰে।

সেয়ে ভাড়াই সমতা স্থাপন কৰা আৱশ্যক। যি সমতাই উদ্যোগৰ ক্ষীপ্ৰ উন্নয়নৰ লগে লগে যাতায়াতৰ পুঁজিৰ অৱস্থাও টনকিয়াল কৰে। এই দুয়োটা বিষয়ৰ উপৰি আৰু কিছুমান সামাজিক আৰু অৰ্থনৈতিক বিষয় ভাড়াৰ লগত আহি পৰে—যেনে,—সমীকৰণ আৰু যুক্তিযুক্ত ভাড়াই অতিপাত হেঁচা-টেপা হোৱা নগৰ-চহৰ সমূহৰ মানুহৰ মাত্ৰাধিক্য হ্ৰাস কৰিব পাৰে। সংগতিপূৰ্ণ ভাড়াই মানুহক কৰ্ম অৱসৰৰ পিচত আউলীয়া নগৰ এৰি নগৰৰ কাষৰ ঠাইত থাকিবলৈ প্ৰেৰণা দিব পাৰে, ই নগৰবাসীকো হেঁচা-ঠেলাৰপৰা সকাহ দিয়ে। উচিত ভাড়াই নগৰীয়া বজাৰলৈ আভ্যন্তৰীণ অঞ্চলৰ কৃষিজাত পণ্য-বস্তুৰ আমদানী সহজ কৰে; ইয়াৰ ফলত নগৰত থাকিও সতেজ আৰু সজীৱ পণ্য সস্তাৰ ব্যৱহাৰ কৰিব পাৰে আনহাতে কৃষিজাত পণ্য-দ্ৰব্যৰ উৎপাদকে

উৎপাদিত সম্ভাৰৰ প্ৰকৃত মূল্য পাবলৈ সক্ষম হয়। সেইভাৱে নগৰৰ শিল্পজ সম্ভাৰেও প্ৰকৃত মূল্যতে দেশৰ আভ্যন্তৰীণ অঞ্চলৰ বজাৰসমূহত নিজক প্ৰতিষ্ঠা কৰিব পাৰে।

গতিকে প্ৰতি ভাড়া বা কেৰেয়া এনে হোৱা আৱশ্যক, যাতে সেই ভাড়া বা কেৰেয়াই প্ৰতি-গোট সেৱা খৰচ (Cost of service) যোগাব পাৰে ; যাতে সম্ভাৰ-পৰিবহণত চৰম মিতব্যয়িতাৰ প্ৰেৰণা দিব পাৰে, যাতে বিভিন্ন যাতায়াত ব্যৱস্থাৰ ভাড়াৰ মাজত এক সংগতি স্থাপন কৰিব পাৰে। মুঠতে যাতায়াতৰ ভাড়া প্ৰকৃত মূল্যবোধৰ ওপৰত প্ৰতিস্থিত হ'ব লাগে।

উল্লেখিত ভাড়া সংক্ৰান্ত আলোচনাখিনি সকলো যাতায়াত ব্যৱস্থাতেই প্ৰযোজ্য হ'ব পাৰে, অৱশ্যে ভিন্ ভিন্ যাতায়াত ব্যৱস্থাৰ বাবে দুই-চাৰি বিষয় সংযোগ বা বিয়োগ ঘটিব পাৰে।

সাধাৰণতে যাতায়াতৰ ভাড়া নিৰ্ধাৰণ কৰাৰ দুটা উপায় আছে— এটা হ'ল—সম্ভাৰ-শুল্ক পদ্ধতি ( Tariff Method ) আৰু আনটো হ'ল—চুক্তি-পদ্ধতি (Contract Method)। এই উভয় পদ্ধতিক নিয়ন্ত্ৰণ কৰে কিছুমানে উপাদানে, যেনে—পৃথক পৃথক বা একেজাতীয় যাতায়াত ব্যৱস্থাৰ মাজত পৰিচালিত প্ৰতিযোগিতা, যাতায়াতত একচেটিয়া ব্যৱসায়, আৰু যাতায়াতৰ সৰ্বমুঠ খৰচ।

ইয়াৰ বাহিৰেও ক্ৰমান্বয়ে হ্ৰাস পোৱা, অঞ্চল-বিশেষে সমভাৱে ভাড়া লোৱা পদ্ধতিও যাতায়াত ব্যৱস্থাৰ মাজত চলি আছে।

**ৰেলৰ ভাড়া ( Railway rates )**ঃ—ৰেল-পথ দৰাচলতে অৰ্ধ-বাণিজ্যিক উদ্যোগ। গতিকে ইয়াৰ ভাড়া বা কেৰেয়া নিৰ্ধাৰণ কৰাৰ আগতে দুটা কথালৈ লক্ষ্য ৰখা প্ৰয়োজন। ৰেল-পথ পৰিবহণৰ স্বাৰ্থ আৰু দেশৰ কৃষি-উদ্যোগ আৰু বেহা-বেপাৰ। ৰেল-পৰিবহণৰ সামূহিক কাৰ্য্যই ৰেলৰ পুঁজিলৈ কিছু উদ্বৃত্ত অনাটো অপৰিহাৰ্য্য।



কাৰণ ৰেলপথ নিৰ্মাণৰ বাবে এক বৃহৎ মূলধনৰ আৱশ্যক হয় ; অথচ সেই বেচ কিছুকাললৈ উভতি নাহে। ৰেলৰ পৰিবাহিত সম্ভাৰৰ প্ৰতিটো বিষয়তে (Item) যাবতীয় খৰচ নুঠিব পাৰে ; কিন্তু এটাৰ লোকচানক আন এটা লাভে ক্ষতিপূৰণ কৰি প্ৰায় সমতা স্থাপন কৰাৰ ব্যৱস্থা কৰিব পাৰে।

ৰেলৰ ভাড়া বা কেৰেয়াৰ নিৰ্ণয়ৰ ক্ষেত্ৰতো প্ৰতিযোগিতা একচেটিয়া অৱস্থা, ধনৰ বঢ়া-টুটা (Fluctuation), প্ৰাথমিক খৰচৰ নমনীয়তা, আৰু ক্ৰমবৰ্ধমান বা ক্ৰমবৰ্ধমান সম্ভাৰৰ প্ৰভাৱ পৰিলক্ষিত হয়। সেয়ে ভাড়া নিৰ্ধাৰণ সম্ভাৰ আৰু যাত্ৰীৰ দৰে বহুধা বিভক্ত হয়।

ৰেল ভাড়াৰ কেইটামান সূত্ৰ আছে। তাক উল্লেখ কৰা হ'ল—

(১) সেৱা খৰচ সূত্ৰ (Cost of service theory) (২) সেৱা মূল্য সূত্ৰ (Value of service theory) আৰু (৩) দূৰত্ব অনুসৰি ভাড়া (Mileage system) পদ্ধতি।

**(১) সেৱা খৰচ সূত্ৰ ( Cost of Service Theory )**ঃ এই সূত্ৰ অনুযায়ী সম্ভাৰ পৰিবহণৰ প্ৰতি আগবঢ়োৱা প্ৰতি গোট ( Unit ) সেৱাৰ খৰচ ভিত্তিত ৰেলৰ ভাড়া গঠিত হয়। দেখাত ই সহজ। যুক্তি সংগত ; কিন্তু কাৰ্য্যক্ষেত্ৰত এই সূত্ৰ নিৰ্ভুল নহয় ; কাৰণ প্ৰতিগোট সেৱাৰ বাবে হোৱা খৰচ উপযুক্ত ভাৱে নিৰ্ণয় কৰিব নোৱাৰি। ৰেল-পৰিবহণৰ সেৱাৰ উৎপাদন খৰচ ( "Cost of Production" of transport service ) নিৰ্ধাৰণ কৰাটোৱেই আটাইতকৈ কঠিন কাম। ফেক্টৰীৰ উৎপাদন খৰচ, বিভিন্ন ৰেলপথ নিৰ্মাণৰ খৰচ, বিভিন্ন ঠাইৰ ৰেলপথৰ প্ৰতিপালন আৰু ৰক্ষণা-বেক্ষণৰ খৰচ, বিভিন্ন পণ্য-বস্তুৰ বন্ধা-মেলাৰ (Packing) আৰু তোলা-নমোৱাৰ (Loading unloading) খৰচ মিলি যি খৰচৰ হিচাপ ওলাব সি হ'ব পৰিবহণৰ খৰচ। পৰিবহণ খৰচৰ বাবে যি সেৱা আগবঢ়াব লাগে সেয়া আগ নবঢ়োৱাকৈয়ে

হিচাপটো আচুতীয়াকৈ উলিওৱাটো সম্ভৱপৰ নহয়। আনহাতে বহু ক্ষেত্ৰত পণ্য-বস্তু আৰু যাত্ৰী একেলগে পৰিবাহিত হয়, অথচ পণ্য-বস্তু আৰু যাত্ৰীৰ বাবে হোৱা খৰচৰ পৰিমাণ একে নহয়। গতিকেই প্ৰকৃতাৰ্থত সেৱা খৰচ সূত্ৰক কাৰ্য্যকৰী কৰা সম্ভৱপৰ নহয়গৈ।

এনে ক্ষেত্ৰত খৰচৰ এটা নিম্নতম সীমা নিৰ্ণয় কৰি তাৰ ভিত্তিত ভাড়া নিৰ্ধাৰণ কৰাই শ্ৰেয়স্, যাতে সেই পৰিবহণ খৰচৰ সীমা নিম্নতম সীমাৰ তললৈ কোনো পক্ষেই যাব নোৱাৰে।

**(২) সেৱা মূল্য সূত্ৰ ( Value of Service Theory ) :** এই সূত্ৰই কয়—'এটা ভাড়া নিৰ্ধাৰণ কৰা যিটো সম্ভাৰে বহন কৰিবলৈ সক্ষম হয়।' অৰ্থাৎ সম্ভাৰে বহন কৰিবলৈ সক্ষম হোৱা ভাড়া। সাধাৰণতে কিছুমান সম্ভাৰে বেছি কেৰেয়া দিবলৈ সক্ষম ; কিন্তু অন্য কিছুমানে সেই কেৰেয়া দিব নোৱাৰে বা দিয়াৰ ক্ষমতা নাথাকে।

ধৰা হওক সোণ আৰু লোহাৰ কেৰেয়া। একটন লোহাই যি কেৰেয়া দিব পাৰিব তাতকৈ এক কিলোগ্ৰাম সোণে বহু বেছি ভাড়া দিব পাৰে। কাৰণ, সোণ আৰু লোহাৰ বস্তুগত মূল্য সমান নহয়। ই আকাশ, পাতাল প্ৰভেদ। গতিকে সোণ পৰিবহণৰ বাবে যি ভাড়া দিয়া যাব, সেই ভাড়া লোহা পৰিবহণে দিব নোৱাৰে।

সেয়ে ভাড়া নিৰ্ধাৰণৰ ভিত্তি হয়—প্ৰভেদ-নীতি। ৰেল পৰিবহণ হৈছে স্থিতিশীল। গতিকে পৰিবহণত ভাড়া নিম্নগামী হ'লেই পৰিবাহিত সম্ভাৰৰ মাত্ৰা বাঢ়িব পাৰে। সম্ভাৰ অনুযায়ীও ভাড়াৰ গতি উৰ্ধগামী বা নিম্নগামী হ'ব। আচলতে—সেৱা মূল্য হৈছে যি ভাড়াৰ নিৰূপণে সম্ভাৰৰ মনোবল নাভাঙে সেই ভাড়া। সেই ভাড়াই হৈছে—চৰম চাহিদা মূল্য। গতিকে সেৱা মূল্য চৰম চাহিদা মূল্যৰ তুল্য। সেৱা মূল্য সূত্ৰত, যি চৰম মূল্য সম্ভাৰে দিয়ে তাৰ উৰ্ধলৈ সম্ভাৰে মূল্য দিব পৰাটো অসম্ভৱ হয়।



গতিকে চৰম ভাড়া নিৰ্ধাৰণ কৰা কথাটো অবিবেচনাৰ কাম আৰু তাৰ ফলশ্ৰুতি লাভজনক নহয়। সকলোবোৰ বিচাৰ-বিশ্লেষণ কৰি চালে দেখা যায়—সেৱা খৰচ সূত্ৰ, এই উভয় সূত্ৰৰ মাজত যদি ৰেল পৰিবহণে তাৰ কেৰেয়া বা ভাড়া নিৰ্ধাৰণ কৰে, তেন্তে সেইটোৱেই হ'ব পাৰে যুক্তিপূৰ্ণ আৰু সমীচীন ভাড়া।

**(৩) দূৰত্ব অনুসাৰে ভাড়া ( Mileage System ) :** দূৰত্ব অনুসাৰে ভাড়া নিৰ্ধাৰণ কৰাৰ নীতি হৈছে—সম্ভাৰ পৰিবহণৰ ক্ষেত্ৰত চমু বা দূৰ পথ বুলি ভাড়াৰ কোনো তাৰতম্য নাই ; যেনে—এক টন বস্তুৰ এক ক্ৰোশ পৰিবহণৰ যি ভাড়া এশ ক্ৰোশ পৰিবহণৰ ভাড়া এশ গুণ হোৱাৰ বাহিৰে অন্য কোনো উপাদানৰ পৰিবৰ্তন বা তাৰতম্য নহয়। ইয়াৰ ফলত দূৰ পৰিবাহিত সম্ভাৰৰ ভাড়া বা কেৰেয়া খুব বেছি হয়—আৰু চমু পথ পৰিবহণৰ ভাড়া কম হয়।

গতিকে, এই ভাড়া নিৰ্ণয় পদ্ধতি যথোপযুক্ত নহয়। ফলত, এই পদ্ধতিৰ সংশোধনী হিচাপে উদ্ভাৱন কৰা পদ্ধতিটো আছিল—"সীমা-মূৰি কৰ আৰু দূৰত্ব অনুসাৰে ভাড়া" ( Combination of Mileage system and Terminal charges )। উক্ত সংশোধনীও কাৰ্য্যকৰী নহৈ পৰিত্যাজ্য হয়।

**জলপথৰ ভাড়া ( Rates of water-carriers ) :** জলপথত চালিত জাহাজৰ ভাড়া সাধাৰণতে সহজ। ৰেল ভাড়া সংগঠনৰ লগত ইয়াৰ সংগঠন পদ্ধতিও প্ৰায় নিৰ্ভৰশীল আছিল। সময়ৰ পৰিবৰ্তনৰ লগত ব্যক্তিগত দৰ-দাম চৰকাৰী বিধানলৈ পৰিৱৰ্তন হ'ল। বৰ্তমান চৰকাৰৰ নিৰ্ধাৰিত আচৰণ বিধিৰ ওপৰত ভিত্তি কৰিহে ভাড়া প্ৰবৰ্তন হয়। চৰকাৰৰ মটৰ ভাড়া সংগঠনৰ নীতি ৰেলৰ ভাড়াৰ ভিত্তিত প্ৰতিষ্ঠিত। অৱশ্যে ৰেলৰ ভাড়াৰ দৰে মটৰৰ ভাড়া বহু বিভক্ত নহয়। বহু ক্ষেত্ৰত দূৰত্ব অনুসৰি ভাড়া লোৱাৰ নিয়ম মটৰ পৰিবহণত প্ৰয়োগ

কৰা দেখা যায়। পণ্য সম্ভাৰ পৰিবহণৰ বেলিকা দ্ৰব্য-সম্ভাৰৰ ওজন আৰু দূৰত্বৰ ওপৰত নিৰ্ধাৰিত হোৱা কেৰেয়াৰ প্ৰায়ে প্ৰভেদ হয়।

যাত্ৰী আৰু সম্ভাৰৰ ভাড়াৰ ক্ষেত্ৰত আৰু এটা বিষয়ে ক্ৰিয়া কৰে— সেইটো হ'ল যাতায়াত পথ। পথৰ অৱস্থা যদি উন্নত নহয় তেন্তে কেৰেয়া বা ভাড়াৰ মাত্ৰাও উৰ্ধগামী হয়। ইয়াৰ উপৰি দেশৰ আভ্যন্তৰীণ অঞ্চললৈ পৰিবাহিত হ'ব লগা সম্ভাৰ অথবা যাত্ৰীৰ ভাড়া সাধাৰণ অৱস্থাৰ ভাড়াতকৈ অধিক হয়। এই অধিক ভাড়া হোৱাৰ কাৰণ হ'ল—অনুন্নত পথ, একপথৰ ( One way ) সম্ভাৰ আৰু মটৰ আৰু মটৰ পৰিবহণ উপাদান সমূহৰ দুষ্প্ৰাপ্য আদিয়েই প্ৰধান।

**আকাশী যানৰ ভাড়া ( Rates of Air transport ) :** আকাশী পথৰ বিমান ভাড়াও ৰেল ভাড়াৰ ওপৰত প্ৰতিষ্ঠিত। সাধাৰণতে ৰেলৰ প্ৰথম শ্ৰেণীৰ ভাড়াৰ লগত আৰু কেইটামান খৰচ, যেনে—বিমান ঘাটিৰ খৰচ, বিমানঘাটিৰপৰা নগৰলৈ পৰিবহণ খৰচ, জলযোগৰ খৰচ আদি সংযোগ কৰি ৰেলতকৈ কিছু উৰ্ধত ভাড়া নিৰ্ণয় কৰা হয়। ৰেলতকৈ বৰ্ধিত ভাড়া হোৱা সত্বেও আকাশীপথে ৰেলপথৰেই প্ৰতিযোগী হিচাপে চলি আছে।

আকাশী পথৰ যাত্ৰী আৰু সম্ভাৰৰ ভাড়া আৰু অন্যান্য আকাশী-যান সংক্ৰান্ত চৰকাৰী নীতি-নিয়ম জনসাধাৰণৰ সুবিধাৰ্থে প্ৰচাৰ আৰু প্ৰকাশ কৰা হয়।

**ভাৰতীয় পৰিবহণ ( Indian Transport ) :**—ভাৰতবৰ্ষ এখন উপমহাদেশ। এই উপমহাদেশৰ বিশালতা, আয়তন আৰু জনসংখ্যালৈ চাই পৰিবহণ একে। জলপথত চলাচল কৰা দুবিধ প্ৰধান জাহাজৰ ভিতৰত লাইনাৰ বা নিৰূপিত বেগী জাহাজৰ ভাড়াৰ তালিকা ছপা কৰি প্ৰকাশ কৰা হয়। এই তালিকাত পণ্য-সম্ভাৰ আৰু যাত্ৰীৰ ভাড়া পৃথককৈ দেখুওৱা হয়।



লাইনাৰ জাহাজৰ প্ৰথমে প্ৰবৰ্তিত ভাড়া পদ্ধতিক কোৱা হৈছিল 'সন্মিলন পদ্ধতি' ( Conference System )। নানা বিধ জাহাজ কোম্পানীয়ে ধীৰগতিৰ (Tramp) জাহাজৰ সৈতে হোৱা প্ৰতিযোগিতা উত্তম-প্ৰতিযোগিতা হ'বলৈ, এখন সন্মিলনৰ জড়িয়তে কিছুমান ভাড়া বা কেৰেয়া সমভাৱে নিৰ্ধাৰণ কৰিছিল, তাকে সন্মিলন পদ্ধতি বোলা হয়।

এই পদ্ধতি অধিক কাল বৰ্তী নথকাৰ ফলত উদ্ভাৱন হ'ল—"ভৱিষ্য বাট্টা পদ্ধতি" ( Deffered Rebate System )। এই পদ্ধতিত এজন সদাগৰে এটা নিৰ্দিষ্ট সময়ৰ বাবে এটা পথত তেওঁৰ জাহাজ চলাচল কৰিবলৈ পায়। সেই কালছোৱাত জাহাজে পোৱা মুঠ ভাড়া বা কেৰেয়াৰ ওপৰত বাট্টা দিয়া হয়। অৱশ্যে সেই জাহাজৰ পৰিবহণত বিশ্বাস যোগ্যতা প্ৰমাণিত হ'ব লাগিব। এই পদ্ধতি সুচাৰুৰূপে চলাৰ পিছতো কোনো কোনো দেশে ইয়াক একচেটিয়া কাৰবাৰ বুলি বেআইনী ঘোষণা কৰিলে।

ইয়াৰ পিচত প্ৰয়োগ কৰা পদ্ধতি হ'ল 'চুক্তিবদ্ধ পদ্ধতি' ( Agreement System )। এই পদ্ধতি সাধাৰণতে চৰকাৰ আৰু লাইনাৰ জাহাজ কোম্পানীৰ মাজত প্ৰৱৰ্তিত হয়।

বৰ্তমানে চৰকাৰী নীতি-নিয়ম অনুযায়ী জলপথত পৰিবাহিত বিভিন্ন জাহাজৰ ভাড়া নিৰ্ধাৰণ কৰা হয়; অৰ্থাৎ চৰকাৰে বান্ধি দিয়া ভাড়া পদ্ধতিয়েই বিদ্যমান।

আনবিধ ট্ৰাম্প ( Tramp ) বা ধীৰগতি জাহাজৰ বেলিকা ভাড়াৰ নিম্নতম হাৰ প্ৰকাশ কৰাৰ বাহিৰে অন্যান্য বিস্তাৰিত বিৱৰণ প্ৰকাশ নকৰে। এই ধীৰগতি জাহাজৰ ভাড়া চাহিদা আৰু যোগানৰ ওপৰত নিৰ্ভৰশীল। অৱশ্যে এই জাহাজৰ ভাড়া চুক্তি অনুযায়ী নিৱন্ধন হয়। এই চুক্তিবদ্ধ ভাড়া অন্যান্য ভাড়াতকৈ নিয়তৰ। সম্ভাৰৰ পৰিমাণ

আৰু আয়তনৰ ওপৰত নিৰ্ভৰশীল বাবে ভাড়াৰ মাজত পাৰ্থক্যও বিৰাজমান।

**পথ পৰিবহণৰ ভাড়া (Rates of Motor Transport) ঃ** পূৰ্বতে মটৰ পৰিবহণৰ ভাড়া ব্যক্তিগত দৰদামৰ (Bargain) ভিত্তিত ব্যৱস্থা সমূলি সন্তোষজনক নহয়।

জলপথ একালত ভাৰতীয় বহিৰ্বাণিজ্য আৰু অন্তৰ্দেশীয় বাণিজ্যৰ প্ৰথম আৰু প্ৰধান অৱলম্বন আছিল। কালক্ৰমত সেই জলপথৰ পৰিবহণ নোহোৱা হ'লগৈ। অৱস্থাৰ আৱৰ্তনত তাৰ ক্ৰমোন্নতি নহল।

দুশ বছৰ বৃটিছ শাসন কালত, দেশত যি ৰেল-পথ আৰু আলিবাট গঢ়ি উঠিছিল সেই সকলোবোৰেই বন্দৰমুখী আছিল। তাৰ কাৰণ—ইংৰাজসকলে ভাৰতীয় কেঁচামাল সাগৰীয় পথেদি নিজ দেশলৈ ৰপ্তানি কৰিবলৈ আৰু নিজ দেশৰ শিল্পজ সম্ভাৰ ভাৰতলৈ আমদানি কৰিবৰ উদ্দেশ্যে পৰিবহণ ব্যৱস্থাক তেনেভাৱেই সংগঠিত কৰিছিল। স্বাধীনোত্তৰ কালত যি পৰিবহণ ব্যৱস্থা ক্ৰমান্বয়ে গঢ়ি উঠিছে—সিয়ো দেশৰ আভ্যন্তৰীণ অঞ্চলসমূহ আৰু পাহাৰীয়া অঞ্চলসমূহ সামৰিবগৈ পৰা নাই। অনাহাতে দেশৰ ভিতৰত থকা পাহাৰ, পৰ্বত আৰু বৃহৎ নদীসমূহে পৰিবহণ প্ৰথাত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে।

**আভ্যন্তৰীণ জলপথ ঃ** ভাৰতবৰ্ষত বৰ্তমানে নাব্য জলপথ আছে ১৪,১৫০ কিলোমিটাৰ। ইয়াৰে ৩,০০০ (তিনি) হাজাৰ কিলোমিটাৰত জাহাজ চলাচল কৰিব পৰা।

উল্লেখ কৰিব পৰা নাব্য নদীসমূহ হ'ল—গংগা, গংগাৰ উপনৈ, গোদাবৰী, কৃষ্ণা আৰু তাৰ খালসমূহ, কেৰেলাৰ পশ্চিম উপকূলীয় খালসমূহ, অন্ধ্ৰপ্ৰদেশৰ বাকিংহাম খালপথ, তামিলনাড়ুৰ খালসমূহ, উৰিষ্যাৰ নদী মোহনা অংশ আৰু গোৱাৰ মানডোবি আৰু জোৱাৰী।

আচলতে দেশৰ উত্তৰ-পূৱ অঞ্চল, উৰিষ্যাৰ উপকূলীয় অঞ্চল,



অন্ধ্ৰপ্ৰদেশ, তামিলনাড়ুৰ নদী আৰু খালসমূহ, আৰু কেৰেলাৰ নদী আৰু খালসমূহে আভ্যন্তৰীণ জলপথৰ এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিব পাৰে; কিন্তু এই সন্দৰ্ভত চৰকাৰৰ দৃষ্টি প্ৰায় ক্ষীণ হোৱাত প্ৰথম দুটা পৰিকল্পনাত বিশেষ একো উন্নতি নহল। কাৰণ পৰিবহণ শিতানত উক্ত দুয়োটা পৰিকল্পনাত এক কোটিতকৈয়ো কম টকা ব্যয় কৰা হৈছিল। তৃতীয় পৰিকল্পনাত ধৰা হৈছিল ৭.৫ কোটি টকা। তাৰ ভিতৰত কেন্দ্ৰীয় চৰকাৰৰ ভাগত ৬ (ছয়) কোটি টকা ৰাখি ৰাজ্যিক চৰকাৰ সমূহলৈ দিয়া হৈছিল ১.৫ কোটি টকা। বৰ্তমান চতুৰ্থ পৰিকল্পনাত পৰিবহণ শিতানত কেন্দ্ৰীয় চৰকাৰৰ বাবদ পাঁচ কোটি, কেন্দ্ৰীয় তত্ত্বাৱধায়ক আঁচনিৰ বাবদ ৪ কোটি আৰু ৰাজ্যিক চৰকাৰৰ আঁচনিৰ কাৰণে ৪ কোটি মুঠ ১৩ কোটি টকা ধৰা হৈছে। ইয়াৰ বাবেও কেন্দ্ৰীয় চৰকাৰৰ গৃহ দপ্তৰে গোৱাৰ কম্বাৰজুৱা খালৰ বাবে ১৩ লাখ টকা ধৰিছে।

অন্তৰ্দেশীয় জলপথ তত্ত্বাৱধায়ক সংস্থা (Inland water Transport Directorate) এটি চৰকাৰে ১৯৬৫ চনৰ মাৰ্চ মাহত কেন্দ্ৰীয় চৰকাৰৰ পৰিবহণ মন্ত্ৰণালয়ৰ তলত গঠন কৰি দিছে। উক্ত মন্ত্ৰণালয়ে গঠন কৰি দিয়া "ভাগৱতী কমিটীয়ে" যিবোৰ আঁচনিৰ কথা চতুৰ্থ আৰু পঞ্চম পৰিকল্পনাৰ কালছোৱাৰ বাবে কাৰ্য্যকৰী কৰিবলৈ অনুমোদন কৰিছে—তাৰ সৰ্বমুঠ খৰচ হ'ব ২৭.৩ কোটি টকা। উক্ত আঁচনিসমূহৰ অন্যতম বিশখন আঁচনি, ভিন ভিন ৰাজ্যত কাৰ্য্যকৰী কৰিবলৈ কেন্দ্ৰীয় চৰকাৰে ৫.৯৭ কোটি টকা মজুৰ কৰিছে।

১৯৬৫ চনৰ ভাৰত-পাক্ যুদ্ধই কলিকতা আৰু অসমৰ মাজত থকা পোনপটীয়া জলপথ পৰিবহণ বন্ধ কৰে। আপাততঃ বাংলাদেশৰ অভ্যুত্থানে বাংলাদেশৰ জলপথেদি সেই পৰিবহণ পুনৰ প্ৰবৰ্তন কৰাৰ সিদ্ধান্ত লোৱা হৈছে। ১৯৭২ চনৰ মাৰ্চ মাহত সম্পাদিত হোৱা ভাৰত

বাংলাদেশ বাণিজ্যিক চুক্তিত উক্ত পৰিবহণ ব্যৱস্থাৰ কথা সন্নিবিষ্ট কৰা হৈছে।

**সাগৰীয় জলপথঃ** প্ৰাক্ স্বাধীন ভাৰতবৰ্ষত ভাৰতীয় সাগৰীয় জাহাজৰ যি বহিৰ্বাণিজ্য আছিল সি নিচেই সামান্য। সেই কালৰ শাসক বৰ্গই জাতীয় জাহাজ ব্যৱসায় গঢ়ি তোলাৰ পক্ষপাতী নাছিল। ফলত সাগৰীয় পথত চালিত জাহাজ কোম্পানী যি আছিল সিও বিদেশী প্ৰতিযোগী কোম্পানীৰ সম্মুখত তিষ্ঠিব নোৱাৰিছিল। গতিকেই ভাৰতবৰ্ষৰ স্বাধীনতাৰ বছৰত ২,০০,০০০ টন ওজন শক্তিতকৈও কম ওজনৰ জাহাজহে ভাৰতত আছিল; কিন্তু ১৯৪৭ চনতে চৰকাৰী কমিটীয়ে (Shipping Policy Committee) যি আঁচনিৰ অনুমোদন জনাইছিল, সি আজিও কাৰ্য্যকৰী হোৱা নাই। সেই আঁচনি অনুযায়ী শতকৰা এশ ভাগ উপকূলীয় বাণিজ্য, শতকৰা পয়সত্তৰ ভাগ কাষৰীয়া দেশসমূহৰ বাণিজ্য আৰু পঞ্চাশ ভাগ বহিৰ্বাণিজ্য ভাৰতীয় কোম্পানীৰদ্বাৰা পৰিবহণ কৰা কথা উল্লেখ কৰা হৈছিল।

চতুৰ্থ পৰিকল্পনাত সাগৰীয় জাহাজ ছল্লিশ লাখ টন শক্তিলৈ বৃদ্ধি কৰিবলৈ সিদ্ধান্ত লোৱা হৈ আছে। বৰ্তমান (এপ্ৰিল ১৯৭২ চন) ভাৰতবৰ্ষত ২৫·২০ লাখ টন ওজন শক্তিৰ জাহাজ আছে। মুঠ জাহাজৰ সংখ্যা—২৫৭ খন। ইয়াৰ ভিতৰৰ বাষষ্ঠিখন উপকূলীয় ব্যৱসায়ত আৰু এশ পঞ্চান্নবৈ খন বহিৰ্বাণিজ্যত ব্যৱহৃত হৈছে। বহিৰ্বাণিজ্যৰ পৰিবহণৰ ক্ষেত্ৰত দেশীয় জাহাজৰ দ্বাৰা পৰিবাহিত সম্ভাৰ মাত্ৰ শতকৰা পোন্ধৰ ভাগ। যোৱা ১৯৭০-৭১ চনত পৰিবাহিত সম্ভাৰ আছিল এক কোটি টন।

ভাৰতীয় জাহাজ কোম্পানীবোৰক দুটা ভাগত বিভক্ত কৰিব পাৰি, যেনে—(১) ৰাজহুৱা খণ্ড আৰু (২) ব্যক্তিগত খণ্ড। ৰাজহুৱা খণ্ডত চালিত হৈছে—(১) ছিপিং কৰ্পোৰেচন অব্ ইণ্ডিয়া (Shipping



শিল্পৰ ক্ৰমোন্নতি ব্যাহত কৰে। বিভিন্ন বাধ্য বাধকতাত মটৰ পৰিবহণ চালিত হোৱা সত্বেও ৰাষ্ট্ৰীয় বা ৰাজ্যিক পুঁজিলৈ ই এটা শকত ধনৰ যোগান, কৰ-কাটল, মূলধন বিনিয়োগ আদিৰদ্বাৰা সৰ্বদায় আগবঢ়াই আহিছে। পথ নিৰ্মাণৰ ক্ষেত্ৰত এনেদৰে কোৱা হৈছিল যে—এমাইল ৰেলপথ নিৰ্মাণত যি খৰচ লাগে, তাৰ তুলনাত পাঁচ গুণ কম খৰচত আলিবাট নিৰ্মাণ কৰিব পাৰি।

বাট-পথ কেৱল যান-বাহনেই ব্যৱহাৰ নকৰে, ই ভিন ভিন সামাজিক, ৰাজনৈতিক, উদ্দেশ্যতো ব্যৱহাৰ হয়। বাট-পথত লগোৱা বা বহুওৱা কৰ-কাটলৰ মাত্ৰা বাট-পথৰ সংৰক্ষণ খৰচতকৈ বহু বেছি। পথ নিয়ন্ত্ৰণ বা সংৰক্ষণৰ ক্ষেত্ৰত চৰকাৰ প্ৰায় পক্ষপাতমূলক,—কাৰণ ৰেলপথক চৰকাৰে অৰ্থনৈতিক দিশত সৰ্বদায় বেছি প্ৰাধান্য দিয়ে।

পথ পৰিবহণৰ ক্ষেত্ৰত পৃথক পৃথক যান-বাহনৰ মাজতো সময়ে সময়ে ফেৰীয়া ফেৰি বা প্ৰতিযোগিতাৰ মনোভাৱ পৰিলক্ষিত হয়। এই প্ৰতিযোগিতাৰ মনোভাৱ প্ৰথম অৱস্থাত নাছিল। ৰাজ্যিক চৰকাৰৰদ্বাৰা বহুপথ জাতীয়কৰণ কৰাৰ ফলত এনে প্ৰতিযোগিতা স্পষ্ট হয়; বিশেষকৈ ৰাজ্যিক পৰিবহণ ব্যৱস্থাৰ লগত পাব্লিক ছাৰ্ভিচ বা পৰিবহণৰ। ব্যক্তিগত খণ্ডত গঢ়ি উঠা পাব্‌লিক পৰিবহণ বাছবোৰে আগবঢ়োৱা সা-সুবিধা, ৰাজ্যিক পৰিবহণে আগবঢ়াব নোৱাৰে বা আগ নবঢ়ায়। ৰাজ্যিক পৰিবহণ চৰকাৰী পৰ্য্যায়ত হোৱা বাবে তাত সেৱাৰ মনোভাৱতকৈ চৰকাৰী আমোলাৰ মনোভাৱে গঢ় লয়। ফলত যাত্ৰীসকলৰ প্ৰতি পৰিবহণ ব্যৱস্থাই যে সেৱা আগবঢ়াইছে সেইটো হৈ নুঠে, বৰঞ্চ পৰিবহণে যেন যাত্ৰীসকলক অনুগ্ৰহ বা পুতৌহে কৰিছে এনে মনোভাৱহে দেখা যায়।

আনহাতে পাব্লিক চাৰ্ভিছে সকলো ধৰণৰ সা-সুবিধা বহু ক্ষেত্ৰত আগনবঢ়াব লগীয়া সুবিধাও আগবঢ়ায়। কাৰণ ই ব্যক্তিগত খণ্ডত

পৰিচালিত। সেয়ে দেখা যায় একে পথত আৰু পাব্লিক ছাৰ্ভিচ ৰাজ্যিক পৰিবহণৰ বাছ থাকে, তেন্তে পাব্লিক ছাৰ্ভিচত যাত্ৰী আৰু সম্ভাৰৰ সংখ্যাৰ পৰিমাণে৷ বেছি হয়।

অৱশ্যে ৰাজ্যিক পৰিবহণ সংস্থাই ওপৰ ভাগ পকা কৰা বা মেটেল্‌ড্‌ কৰা পথবোৰ নিজস্ব সংস্থাৰ বাবে কৰায়ত্ত কৰাৰ ফলত পাব্‌লিক ছাৰ্ভিছবোৰ দেশৰ ভিতৰুৱা অঞ্চললৈ সোমাই যাব লগা হৈছে। দেখা যায় চৰকাৰী নিয়ন্ত্ৰণ থকা হেতুকেহে ৰাজ্যিক পৰিবহণৰ বাছ চলাচল সম্ভৱ হয়; নহলে পাব্লিক চাৰ্ভিছৰ সেৱাৰ তুলনাত ৰাজ্যিক পৰিবহণ সংস্থাই সেৱা আগবঢ়াব নোৱাৰি কেতিয়াবাই বাছ চলাচল বন্ধ কৰিব লাগিল হেতেন। পণ্য সম্ভাৰৰ ক্ষেত্ৰত পাব্‌লিক চাৰ্ভিছ ৰাজ্যিক পৰিবহণতকৈ বেছি ফলপ্ৰসূ বুলি প্ৰতীয়মান হয়।

অন্তৰ্দেশীয় যাতায়ত ব্যৱস্থাৰ এই প্ৰতিযোগিতা কোনো অঞ্চলত ৰেলপথ আৰু জলপথৰ মাজতো পৰিলক্ষিত হৈছিল। প্ৰতিযোগিতাত দেখা গৈছিল ৰেল বিভাগে দ্ৰব্য সম্ভাৰ আৰু যাত্ৰীৰ ভাড়া হ্ৰাস কৰিবলগীয়া হৈছিল; কাৰণ জলপথত চলা ভাপ বা মটৰ-নাও, জাহাজ আদিৰ ভাড়া এনেয়ে কম, তাতে বহু সময়ত আয়তনত ডাঙৰ আৰু কম মূল্যৰ সম্ভাৰ সাধাৰণতে জাহাজৰদ্বাৰা পৰিবহণ হ'লে খৰচ কম হয়। আনহাতে জলপথত সম্ভাৰৰ তোলা নমোৱা কাম অল্পায়াসতে সম্পন্ন কৰা যায়। এনে ক্ষেত্ৰতো ৰেল বিভাগে জলপথৰ লগত প্ৰতিযোগিতাত নামিছিল।

জলপথত চালিত ভিন্ ভিন্ জাহাজৰ মাজতো প্ৰতিযোগিতা লক্ষ্য কৰা হয়। প্ৰায় পৰম্পৰাগত ভাৱে এই প্ৰতিযোগিতা চলি আহিছে। জলপথ সকলো জাহাজৰ বাবে মুক্ত। ৰেলপথৰ দৰে জাহাজ একচেটিয়া ব্যৱসায়ী বাহন নহয়। পৃথক পৃথক জাহাজ সংস্থাৰ জাহাজৰ বেলেগ বেলেগ কাৰ্য্যকৰী দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰি এই প্ৰতিযোগিতা বৰ্তী আছে, যেনে ট্ৰাম্প (Tramp) বা ধীৰগতিৰ জাহাজবোৰৰ



লাইনাৰ (Liner) বা নিৰূপিত বেগী জাহাজৰ লগত প্ৰতিযোগিতা। ইয়াৰ কাৰণ হৈছে ধীৰগতিৰ জাহাজৰ ভাড়া আৰু সময় নিৰ্দিষ্ট নহয়; উপৰি পৰিবাহিত সম্ভাৰ যথেষ্ট নহলে এই জাহাজে চলাচল নকৰে; কিন্তু লাইনাৰ বা নিৰূপিত বেগী জাহাজৰ ভাড়া, সময় সকলো নিৰ্ধাৰণ কৰা থাকে; ইয়াৰ উপৰি এনে জাহাজৰ গতিবেগ অন্যান্য জাহাজতকৈ অধিক।

এনে প্ৰতিযোগিতা মহাসমৰৰ অন্তৰ্বৰ্তীকালীন সময়ত আৰু ঠিক তাৰ পিচত খুব বেছি হৈছিল। তাৰ কাৰণ আছিল বহু যুদ্ধ জাহাজ প্ৰয়োজনতকৈ বেছিকৈ বাণিজ্যিক দিশত চলাচল কৰিবলৈ দিয়া হৈছিল। আনহাতে সেই সময়ত এই উদ্যোগত এটা অস্থিৰ অৱস্থা প্ৰবৰ্তিত আছিল।

**সমন্বয় (Co-Ordination):** পৰিকল্পিত অৰ্থনৈতিক উন্নতিৰ বাবে ভিন্ ভিন্ যাতায়ত ব্যৱস্থাৰ মাজত সমন্বয় অপৰিহাৰ্য্য। বহুধা বিভক্ত যাতায়াতৰ মাজত প্ৰতিযোগিতা হোৱাৰ অন্যতম কাৰণ হ'ল পুৰণি যান-বাহনৰ লগত নতুনকৈ আৱিষ্কাৰ হোৱা যান-বাহনৰ সমন্বয়হীনতা।

তৃয় দশকত হোৱা প্ৰতিযোগিতাই এই সমন্বয় সাধন অপৰিহাৰ্য্য কৰি তোলে।

বিবিধ যাতায়ত ব্যৱস্থাৰ মাজত যিদৰে সমন্বয়ৰ আৱশ্যক হয়, সেইদৰে একে জাতীয় যাতায়ত মাধ্যমৰ মাজতো সমন্বয়ৰ দৰকাৰ। সেয়ে যাতায়ত ব্যৱস্থাক এনে ভাৱে সংগঠন কৰা উচিত যাতে প্ৰতিটো যাতায়ত মাধ্যমেই নিজ নিজ পথত অপ্ৰতিৰোধ ভাৱে কৰ্মক্ষম হ'বলৈ সুবিধা পায়, যি আৰ্থিক ক্ষেত্ৰত অনুকূল অৱস্থালৈ নিজক উন্নীত কৰিব পাৰে। অৱশ্যে সংগঠনৰ ক্ষেত্ৰত বহু কথাই বিবেচনা কৰিব লগা হয়, যেনে—যাতায়াত মাধ্যমৰ উপযোগিতা, অঞ্চল বিশেষে যাতায়তৰ

আৱশ্যকতা, যাতায়াত মাধ্যমৰ উন্নতিৰ সম্ভৱনীয়তা পথ আৰু মাধ্যমৰ বাবে প্ৰয়োজনীয় প্ৰাথমিক খৰচ, এনে বিষয়ত আৱশ্যকীয় বিদেশী মূদ্ৰা আৰু যাতায়াতৰ চাহিদা অনুযায়ী ভাৰাৰ সমীকৰণ ইত্যাদিয়েই প্ৰধান।

যাতায়াত ব্যৱস্থাক উপযুক্ত সমন্বয়ৰ জৰিয়তে অশুভ প্ৰতিযোগিতাৰ পৰা হাত সকৱাব পাৰি। বিভিন্ন যাতায়াত ব্যৱস্থাক ক্ষতিকাৰক প্ৰতিযোগিতাই লোকচানৰ বাটলৈ আগুৱাই দিয়ে। আনহাতে কৃত্ৰিম উপায়েৰে যি কোনো যাতায়াত ব্যৱস্থাক একচেটিয়া কৰিলে সি উপযোগী নহৈ অনিষ্টকৰ হয়।

সেয়েহে উচিত সমন্বয়ৰদ্বাৰা ক্ষতিকাৰক প্ৰতিযোগিতা ত্যাগ কৰা অথবা হ্ৰাস কৰা ভাল। যি প্ৰতিযোগিতাই যাতায়াত ব্যৱস্থাৰ গুণগত মান আৰু কাৰ্য্যদক্ষতা অটুত ৰাখিব পাৰে, তেনে সুস্থ প্ৰতিযোগিতা আদৰণীয়।

বিভিন্ন যাতায়াত ব্যৱস্থা ব্যৱহাৰ কৰা জনসাধাৰণক তেওঁলোকৰ সুচল আৰু সুবিধা অনুযায়ী যাতায়াত কৰিবলৈ দিব লাগে। তেতিয়া হলে বিভিন্ন যাতায়াত ব্যৱস্থা একেলগে একে সময়তে এটাই আনটোৰ পৰিপূৰক হিচাপে চালিত হৈ অঞ্চল বিশেষৰ সামগ্ৰীক চাহিদা পূৰণ কৰিব পাৰে। ইয়াৰ উদ্দেশ্য হৈছে যাতায়াত ব্যৱস্থাৰ মুঠ ধাৰণ শক্তি যাতে অতিৰিক্ত হৈ অযথা অপচয় নহয়; অথবা সেই ধাৰণ শক্তিৰ অনাটন হৈ অৰ্থনৈতিক উন্নয়নত বাধাপ্ৰাপ্ত নহয়।

এই ক্ষেত্ৰত কেইটামান কথা উল্লেখ কৰিব পাৰি, যেনে—(ক) পথ-পৰিবহণক চমু পথৰ বাবে যাত্ৰী, লঘু পণ্য-বস্তু অনা নিয়াৰ বাবে ৰেল-পথ বা জল-পথৰ সংযোগ পথ হিচাপে ব্যৱহাৰ কৰিব পাৰি। (খ) দূৰ যাতায়ত, সৰহীয়া পণ্য-বস্তু আৰু যাত্ৰীৰ বাবে, সাগৰীয় জল-পথৰ সংযোগপথ হিচাপে, ৰেলপথক ব্যৱহাৰ কৰিব পাৰি। এনে-



[ক]ৰিলে—পৰিবহণৰ ধাৰণ শক্তিৰ অপচয় নহয় আৰু ইটোৱে—সিটোৰ [প]ৰিপূৰক পথ হিচাপে উপযোগী হয়।

অৰ্থনৈতিক উন্নয়নৰ এক নিৰ্ধাৰিত কাৰ্য্যসূচীয়ে যাতায়ত ব্যৱস্থাৰ [উ]পৰত দুটা দিশত প্ৰভাৱ পেলাব পাৰে। প্ৰথম ই উৎপাদন বৃদ্ধিৰ [ল]গে লগে যাতায়তৰ চাহিদা কমাই আনিব পাৰে আৰু দ্বিতীয়তে [প]ণ্য-সম্ভাৰৰ দূৰ পথ পৰিবহণৰ অপৰিহাৰ্য্যতা হ্ৰাস পাব পাৰে। [স]াধাৰণ ৰীতি অনুযায়ী অৰ্থনৈতিক উন্নতিয়ে যাতায়তৰ সা-সুবিধাৰ [চা]হিদা বৃদ্ধি কৰে।

দেখা যায় পশ্চিমীয়া দেশসমূহত যাতায়ত ব্যৱস্থা যুক্তিসংগত তথ্যৰ ভিত্তিত নিয়ম-নীতি নিৰ্ধাৰিত হয়। ইয়াত কোনো ভাবাবেগৰ ওপৰত ৰীতি নিৰ্নিত নহয়; যাৰ ফলত তৃতীয় দশকত দেখা দিয়া সংকট ক্ৰমান্বয়ে নাইকিয়া হ'ল আৰু উন্নত যাতায়ত ব্যৱস্থাই সেই দেশ সমূহক অৰ্থনৈতিক ক্ষেত্ৰত অগ্ৰসৰ হোৱাত প্ৰধান অৱলম্বন হিচাপে কাৰ্য্য কৰিছিল।

পৰিবহণৰ প্ৰকৃত সমন্বয়ে বহু ধৰণৰ উপকাৰ সাধন কৰিব পাৰে। ই আভ্যন্তৰীণ অঞ্চল সমূহৰ লুপ্ত আৰু দুষ্প্ৰাপ্য দ্ৰব্য সম্ভাৰ জনসাধাৰণৰ কল্যাণৰ অৰ্থে পৰিবহণ কৰে; কাৰ্য্যকৰী যাতায়ত ব্যৱস্থাই ভাড়াৰ মাত্ৰা বা মূল্য হ্ৰাস কৰিবলৈ সমৰ্থ হয়; জনসাধাৰণৰ যাতায়তৰ চাহিদা পূৰণ কৰিবলৈ সক্ষম হয় আৰু পুঁজিৰ বিনিয়োগ আৰু কৰ্ম-সংস্থানৰ জনক হৈ অৰ্থনৈতিক দিশত এক সুস্থ পৰিবেশ গঢ়ি তুলিব পাৰে।

উল্লেখিত প্ৰকৃত সমন্বয় সাধন বহু-দিশৰপৰা সুগম কৰিব পাৰি ঃ—

প্ৰথমে—বিভিন্ন যাতায়ত ব্যৱস্থাৰ মাজত অথবা একেজাতীয় যাতায়াতৰ মাজত মুক্ত বাধাহীন আৰু সুস্থ প্ৰতিযোগিতা।

দ্বিতীয়ত—চৰকাৰী বিধি ব্যৱস্থাৰ জৰিয়তে সমন্বয় সাধন। এই

ক্ষেত্রত নীতি-নিয়মৰ উদ্দেশ্য আৰু ইয়াক কাৰ্য্যকৰী কৰাত কাৰ্য সাধন যন্ত্ৰৰ, কৰ্মসূচী নিৰ্ধাৰণ কৰি দিয়াৰ দায়িত্ব সংবিধান পৰিষদৰ হাতত অৰ্পণ কৰিব পাৰে।

তৃতীয়ত—প্ৰায় একে জাতীয় দুই যাতায়ত ব্যৱস্থাৰ একত্ৰিকৰণ।

চতুৰ্থত—সকলো যাতায়াত ব্যৱস্থাক জাতীয়কৰণৰদ্বাৰা সমন্বয় সাধন।

পঞ্চমত—একেজাতীয় দুই বা ততোধিক যাতায়ত ব্যৱস্থাৰ মাজত স্বেচ্ছাধীন চুক্তিবদ্ধতা।

ষষ্ঠত—চৰকাৰী কৰ-কাটল ব্যৱস্থাৰ জৰিয়তে বিভিন্ন যাতায়তৰ মাজত সমতা স্থাপন।

সপ্তমত—দেশৰ চলিত প্ৰধান যাতায়ত ব্যৱস্থাৰদ্বাৰা অন্য সকলো যাতায়ত ব্যৱস্থাৰ কাৰ্য্য নিয়ন্ত্ৰণ, সংস্থাপন আৰু তত্ত্বাৱধানৰ জৰিয়তে একগোট কৰণ।

দেশৰ ভৌগোলিক বিৱৰণ, পৰিবেশ জন-সাধাৰণৰ ৰীতি-নীতি আদিলৈ লক্ষ্য ৰাখি উপৰোক্ত সমন্বয় সাধনৰ উপায় সমূহৰ যি কোনো এক বা ততোধিক উপায় কাৰ্য্যকৰী কৰাৰ জড়িয়তে যাতায়ত ব্যৱস্থাৰ সমন্বয় সাধন কৰিব পাৰি।

**ভাড়া-নিৰ্ধাৰণ ( Fixation of rates ) ঃ** দেশৰ অৰ্থনৈতিক গাঁঠনিৰ ওপৰত যাতায়তৰ ভাড়া বা কেৰেয়াই এক বিশেষ প্ৰভাৱ পেলায়। ভাড়া বা কেৰেয়াৰ গাঁঠনিয়ে যিকোনো যাতায়ত ব্যৱস্থাৰ সংগঠন বহুল বিস্তৃত কৰিব পাৰে অথবা যাতায়াতৰ সংকোচনো ঘটাব পাৰে। ভাড়াৰ গাঁঠনিয়ে যাতায়াতৰ সা-সুবিধাৰ পৰিমাণ আৰু উপযোগিতা বৃদ্ধি কৰে। আচলতে যাতায়তৰ সুচলতাই হ'ল ভাড়া বা কেৰেয়াৰ এনে ক্ৰমবৰ্ধমান হাৰত সংগঠন কৰিব লাগে, যাৰ ফলত কাষৰ বা দুৰৈৰ উৎপাদক সকল উমৈহতীয়া বজাৰত প্ৰতিযোগী হয়,



যিহে বিস্তৃত অঞ্চলৰ পণ্য-বস্তু গোট খোৱাত আৰু বিতৰণ হোৱাত সহায় কৰে। কেৱল যাতায়তৰ ভাড়া বা কেৰেয়াৰ সংগঠিত ৰূপেহে ব্যৱসায় বাণিজ্যৰ পৰিধি দেশৰপৰা বহিৰ্দেশলৈ প্ৰসাৰিত কৰিব পাৰে ; যি বহিৰ্বাণিজ্যৰ আধাৰ-স্বৰূপ হ'ব পাৰে।

ভাড়াৰ গাঁঠনি এনে হোৱা উচিত যিটোৱে যাতায়তৰ পুঁজিলৈ ( Fund ) খৰচৰ পিছত উদ্বৃত্ত আনে। উক্ত খৰচ বিভিন্ন বিষয়ৰ সমষ্টি, যেনে—প্ৰাথমিক খৰচ, অবক্ষয়, আধুনিকীকৰণ, মূলধন বিনিয়োগৰ সুত আৰু দৈনন্দিন পৰিচালন খৰচ আদি। ভাড়া যদি বেছি হয় তেনে জনসাধাৰণে সেই যাতায়ত বাহনক এৰাই চলিবলৈ যত্নৱান হ'ব। অধিক ভাড়াই কৃষিজ আৰু শিল্পজ আৰু পণ্য-বস্তুৰ উৎপাদিত খৰচৰ মাত্ৰা বৃদ্ধি কৰিব আৰু ই শিল্প বাণিজ্যৰ উন্নয়নত বাধা-স্বৰূপ হ'ব। দোষযুক্ত কেৰেয়াৰ ব্যৱস্থাই শিল্প উদ্যোগৰ অবস্থিতিৰ ক্ষেত্ৰত বিকৃতান্তৰ ঘটাই শিল্পোদ্যোগ প্ৰতিষ্ঠাৰ ৰূপেই সলনি কৰি দিব পাৰে।

সেয়ে ভাড়াই সমতা স্থাপন কৰা আৱশ্যক। যি সমতাই উদ্যোগৰ ক্ষীপ্ৰ উন্নয়নৰ লগে লগে যাতায়াতৰ পুঁজিৰ অৱস্থাও টনকিয়াল কৰে। এই দুয়োটা বিষয়ৰ উপৰি আৰু কিছুমান সামাজিক আৰু অৰ্থনৈতিক বিষয় ভাড়াৰ লগত আহি পৰে—যেনে,—সমীকৰণ আৰু যুক্তিযুক্ত ভাড়াই অতিপাত হেঁচা-টেপা হোৱা নগৰ-চহৰ সমূহৰ মানুহৰ মাত্ৰাধিক্য হ্ৰাস কৰিব পাৰে। সংগতিপূৰ্ণ ভাড়াই মানুহক কৰ্ম অৱসৰৰ পিচত আউলীয়া নগৰ এৰি নগৰৰ কাষৰ ঠাইত থাকিবলৈ প্ৰেৰণা দিব পাৰে, ই নগৰবাসীকো হেঁচা-ঠেলাৰপৰা সকাহ দিয়ে। উচিত ভাড়াই নগৰীয়া বজাৰলৈ আভ্যন্তৰীণ অঞ্চলৰ কৃষিজাত পণ্য-বস্তুৰ আমদানী সহজ কৰে ; ইয়াৰ ফলত নগৰত থাকিও সতেজ আৰু সজীৱ পণ্য সস্তাৰ ব্যৱহাৰ কৰিব পাৰে আনহাতে কৃষিজাত পণ্য-দ্ৰব্যৰ উৎপাদকে

উৎপাদিত সম্ভাৰৰ প্ৰকৃত মূল্য পাবলৈ সক্ষম হয়। সেইভাৱে নগৰৰ শিল্পজ সম্ভাৰেও প্ৰকৃত মূল্যতে দেশৰ আভ্যন্তৰীণ অঞ্চলৰ বজাৰসমূহত নিজক প্ৰতিষ্ঠা কৰিব পাৰে।

গতিকে প্ৰতি ভাড়া বা কেৰেয়া এনে হোৱা আৱশ্যক, যাতে সেই ভাড়া বা কেৰেয়াই প্ৰতি-গোট সেৱা খৰচ (Cost of service) যোগাব পাৰে; যাতে সম্ভাৰ-পৰিবহণত চৰম মিতব্যয়িতাৰ প্ৰেৰণা দিব পাৰে, যাতে বিভিন্ন যাতায়াত ব্যৱস্থাৰ ভাড়াৰ মাজত এক সংগতি স্থাপন কৰিব পাৰে। মূঠতে যাতায়াতৰ ভাড়া প্ৰকৃত মূল্যবোধৰ ওপৰত প্ৰতিস্থিত হ'ব লাগে।

উল্লেখিত ভাড়া সংক্ৰান্ত আলোচনাখিনি সকলো যাতায়াত ব্যৱস্থাতেই প্ৰযোজ্য হ'ব পাৰে, অৱশ্যে ভিন্ ভিন্ যাতায়াত ব্যৱস্থাৰ বাবে দুই-চাৰি বিষয় সংযোগ বা বিয়োগ ঘটিব পাৰে।

সাধাৰণতে যাতায়াতৰ ভাড়া নিৰ্ধাৰণ কৰাৰ দুটা উপায় আছে— এটা হ'ল—সম্ভাৰ-শুল্ক পদ্ধতি ( Tariff Method ) আৰু আনটো হ'ল—চুক্তি-পদ্ধতি (Contract Method)। এই উভয় পদ্ধতিক নিয়ন্ত্ৰণ কৰে কিছুমানে উপাদানে, যেনে—পৃথক পৃথক বা একেজাতীয় যাতায়াত ব্যৱস্থাৰ মাজত পৰিচালিত প্ৰতিযোগিতা, যাতায়াতত একচেটিয়া ব্যৱসায়, আৰু যাতায়াতৰ সৰ্বমূঠ খৰচ।

ইয়াৰ বাহিৰেও ক্ৰমান্নয়ে হ্ৰাস পোৱা, অঞ্চল-বিশেষে সমভাৱে ভাড়া লোৱা পদ্ধতিও যাতায়াত ব্যৱস্থাৰ মাজত চলি আছে।

**ৰেলৰ ভাড়া ( Railway rates )**ঃ—ৰেল-পথ দৰাচলতে অৰ্ধ-বাণিজ্যিক উদ্যোগ। গতিকে ইয়াৰ ভাড়া বা কেৰেয়া নিৰ্ধাৰণ কৰাৰ আগতে দুটা কথালৈ লক্ষ্য ৰখা প্ৰয়োজন। ৰেল-পথ পৰিবহণৰ স্বাৰ্থ আৰু দেশৰ কৃষি-উদ্যোগ আৰু বেহা-বেপাৰ। ৰেল-পৰিবহণৰ সামূহিক কাৰ্য্যই ৰেলৰ পুঁজিলৈ কিছু উদ্বৃত্ত অনাটো অপৰিহাৰ্য্য।



ৰণ ৰেলপথ নিৰ্মাণৰ বাবে এক বৃহৎ মূলধনৰ আৱশ্যক হয়; অথচ ই বেচ কিছুকাললৈ উভতি নাহে। ৰেলৰ পৰিবাহিত সম্ভাৰৰ তিটো বিষয়তে (Item) যাবতীয় খৰচ নুঠিব পাৰে; কিন্তু এটাৰ াকচানক আন এটা লাভে ক্ষতিপূৰণ কৰি প্ৰায় সমতা স্থাপন কৰাৰ বস্থা কৰিব পাৰে।

ৰেলৰ ভাড়া বা কেৰেয়াৰ নিৰ্ণয়ৰ ক্ষেত্ৰতো প্ৰতিযোগিতা একচেটিয়া ৱস্থা, ধনৰ বঢ়া-টুটা (Fluctuation), প্ৰাথমিক খৰচৰ নমনীয়তা, াৰু ক্ৰমবৰ্ধমান বা ক্ৰমবৰ্ধমান সম্ভাৰৰ প্ৰভাৱ পৰিলক্ষিত হয়। সেয়ে ভাড়া নিৰ্ধাৰণ সম্ভাৰ আৰু যাত্ৰীৰ দৰে বহুধা বিভক্ত হয়।

ৰেল ভাড়াৰ কেইটামান সূত্ৰ আছে। তাক উল্লেখ কৰা হ'ল—

(১) সেৱা খৰচ সূত্ৰ (Cost of service theory) (২) সেৱা মূল্য সূত্ৰ (Value of service theory) আৰু (৩) দূৰত্ব অনুসৰি ভাড়া (Mileage system) পদ্ধতি।

**(১) সেৱা খৰচ সূত্ৰ ( Cost of Service Theory )ঃ** এই সূত্ৰ অনুযায়ী সম্ভাৰ পৰিবহণৰ প্ৰতি আগবঢ়োৱা প্ৰতি গোট ( Unit ) সেৱাৰ খৰচ ভিত্তিত ৰেলৰ ভাড়া গঠিত হয়। দেখাত ই সহজ। যুক্তি সংগত; কিন্তু কাৰ্য্যক্ষেত্ৰত এই সূত্ৰ নিৰ্ভুল নহয়; কাৰণ প্ৰতিগোট সেৱাৰ বাবে হোৱা খৰচ উপযুক্ত ভাৱে নিৰ্ণয় কৰিব নোৱাৰি। ৰেল-পৰিবহণৰ সেৱাৰ উৎপাদন খৰচ ( "Cost of Production" of transport service ) নিৰ্ধাৰণ কৰাটোৱেই আটাইতকৈ কঠিন কাম। ফেক্টৰীৰ উৎপাদন খৰচ, বিভিন্ন ৰেলপথ নিৰ্মাণৰ খৰচ, বিভিন্ন ঠাইৰ ৰেলপথৰ প্ৰতিপালন আৰু ৰক্ষণা-বেক্ষণৰ খৰচ, বিভিন্ন পণ্য-বস্তুৰ বন্ধা-মেলাৰ (Packing) আৰু তোলা-নমোৱাৰ (Loading unloading) খৰচ মিলি যি খৰচৰ হিচাপ ওলাব সি হ'ব পৰিবহণৰ খৰচ। পৰিবহণ খৰচৰ বাবে যি সেৱা আগবঢ়াব লাগে সেয়া আগ নবঢ়োৱাকৈয়ে

হিচাপটো আচুতীয়াকৈ উলিওৱাটো সম্ভৱপৰ নহয়। আনহাতে বহু ক্ষেত্ৰত পণ্য-বস্তু আৰু যাত্ৰী একেলগে পৰিবাহিত হয়, অথচ পণ্য-বস্তু আৰু যাত্ৰীৰ বাবে হোৱা খৰচৰ পৰিমাণ একে নহয়। গতিকেই প্ৰকৃতার্থত সেৱা খৰচ সূত্ৰক কাৰ্য্যকৰী কৰা সম্ভৱপৰ নহয়গৈ।

এনে ক্ষেত্ৰত খৰচৰ এটা নিম্নতম সীমা নিৰ্ণয় কৰি তাৰ ভিত্তিত ভাড়া নিৰ্ধাৰণ কৰাই শ্ৰেয়স্, যাতে সেই পৰিবহণ খৰচৰ সীমা নিম্নতম সীমাৰ তললৈ কোনো পক্ষেই যাব নোৱাৰে।

(২) সেৱা মূল্য সূত্ৰ ( **Value of Service Theory** ) ঃ এই সূত্ৰই কয়—'এটা ভাড়া নিৰ্ধাৰণ কৰা যিটো সম্ভাৰে বহন কৰিবলৈ সক্ষম হয়।' অৰ্থাৎ সম্ভাৰে বহন কৰিবলৈ সক্ষম হোৱা ভাড়া। সাধাৰণতে কিছুমান সম্ভাৰে বেছি কেৰেয়া দিবলৈ সক্ষম ; কিন্তু অন্য কিছুমানে সেই কেৰেয়া দিব নোৱাৰে বা দিয়াৰ ক্ষমতা নাথাকে।

ধৰা হওক সোণ আৰু লোহাৰ কেৰেয়া। একটন লোহাই যি কেৰেয়া দিব পাৰিব তাতকৈ এক কিলোগ্ৰাম সোণে বহু বেছি ভাড়া দিব পাৰে। কাৰণ, সোণ আৰু লোহাৰ বস্তুগত মূল্য সমান নহয়। ই আকাশ, পাতাল প্ৰভেদ। গতিকে সোণ পৰিবহণৰ বাবে যি ভাড়া দিয়া যাব, সেই ভাড়া লোহা পৰিবহণে দিব নোৱাৰে।

সেয়ে ভাড়া নিৰ্ধাৰণৰ ভিত্তি হয়—প্ৰভেদ-নীতি। ৰেল পৰিবহণ হৈছে স্থিতিশীল। গতিকে পৰিবহণত ভাড়া নিম্নগামী হ'লেই পৰিবাহিত সম্ভাৰৰ মাত্ৰা বাঢ়িব পাৰে। সম্ভাৰ অনুযায়ীও ভাড়াৰ গতি উৰ্ধগামী বা নিম্নগামী হ'ব। আচলতে—সেৱা মূল্য হৈছে যি ভাড়াৰ নিৰূপণে সম্ভাৰৰ মনোবল নাভাঙে সেই ভাড়া। সেই ভাড়াই হৈছে—চৰম চাহিদা মূল্য। গতিকে সেৱা মূল্য চৰম চাহিদা মূল্যৰ তুল্য। সেৱা মূল্য সূত্ৰত, যি চৰম মূল্য সম্ভাৰে দিয়ে তাৰ উৰ্ধলৈ সম্ভাৰে মূল্য দিব পৰাটো অসম্ভৱ হয়।



গতিকে চৰম ভাড়া নিৰ্ধাৰণ কৰা কথাটো অবিবেচনাৰ কাম আৰু তাৰ ফলশ্ৰুতি লাভজনক নহয়। সকলোবোৰ বিচাৰ-বিশ্লেষণ কৰি চালে দেখা যায়—সেৱা খৰচ সূত্ৰ, এই উভয় সূত্ৰৰ মাজত যদি ৰেল পৰিবহণে তাৰ কেৰেয়া বা ভাড়া নিৰ্ধাৰণ কৰে, তেন্তে সেইটোৱেই হ'ব পাৰে যুক্তিপূৰ্ণ আৰু সমীচীন ভাড়া।

(৩) দূৰত্ব অনুসাৰে ভাড়া ( **Mileage System** ) ঃ দূৰত্ব অনুসাৰে ভাড়া নিৰ্ধাৰণ কৰাৰ নীতি হৈছে—সম্ভাৰ পৰিবহণৰ ক্ষেত্ৰত চমু বা দূৰ পথ বুলি ভাড়াৰ কোনো তাৰতম্য নাই ; যেনে—এক টন ঘেঁহুৰ এক ক্ৰোশ পৰিবহণৰ যি ভাড়া এশ ক্ৰোশ পৰিবহণৰ ভাড়া এশ গুণ হোৱাৰ বাহিৰে অন্য কোনো উপাদানৰ পৰিবৰ্তন বা তাৰতম্য নহয়। ইয়াৰ ফলত দূৰ পৰিবাহিত সম্ভাৰৰ ভাড়া বা কেৰেয়া খুব বেছি হয়—আৰু চমু পথ পৰিবহণৰ ভাড়া কম হয়।

গতিকে, এই ভাড়া নিৰ্ণয় পদ্ধতি যথোপযুক্ত নহয়। ফলত, এই পদ্ধতিৰ সংশোধনী হিচাপে উদ্ভাৱন কৰা পদ্ধতিটো আছিল—"সীমামূৰি কৰ আৰু দূৰত্ব অনুসাৰে ভাড়া" ( Combination of Mileage system and Terminal charges )। উক্ত সংশোধনীও কাৰ্য্যকৰী নহৈ পৰিত্যাজ্য হয়।

**জলপথৰ ভাড়া ( Rates of water-carriers )** ঃ জলপথত চালিত জাহাজৰ ভাড়া সাধাৰণতে সহজ। ৰেল ভাড়া সংগঠনৰ লগত ইয়াৰ সংগঠন পদ্ধতিও প্ৰায় নিৰ্ভৰশীল আছিল। সময়ৰ পৰিবৰ্তনৰ লগত ব্যক্তিগত দৰ-দাম চৰকাৰী বিধানলৈ পৰিৰ্তন হ'ল। বৰ্তমান চৰকাৰৰ নিৰ্ধাৰিত আচৰণ বিধিৰ ওপৰত ভিত্তি কৰিহে ভাড়া প্ৰবৰ্তন হয়। চৰকাৰৰ মটৰ ভাড়া সংগঠনৰ নীতি ৰেলৰ ভাড়াৰ ভিত্তিত প্ৰতিষ্ঠিত। অৱশ্যে ৰেলৰ ভাড়াৰ দৰে মটৰৰ ভাড়া বহু বিভক্ত নহয়। বহু ক্ষেত্ৰত দূৰত্ব অনুসৰি ভাড়া লোৱাৰ নিয়ম মটৰ পৰিবহণত প্ৰয়োগ

কৰা দেখা যায়। পণ্য সম্ভাৰ পৰিবহণৰ বেলিকা দ্ৰব্য-সম্ভাৰৰ ওজন আৰু দূৰত্বৰ ওপৰত নিৰ্ধাৰিত হোৱা কেৰেয়াৰ প্ৰায়ে প্ৰভেদ হয়।

যাত্ৰী আৰু সম্ভাৰৰ ভাড়াৰ ক্ষেত্ৰত আৰু এটা বিষয়ে ক্ৰিয়া কৰে—সেইটো হ'ল যাতায়াত পথ। পথৰ অৱস্থা যদি উন্নত নহয় তেন্তে কেৰেয়া বা ভাড়াৰ মাত্ৰাও উৰ্ধগামী হয়। ইয়াৰ উপৰি দেশৰ আভ্যন্তৰীণ অঞ্চললৈ পৰিবাহিত হ'ব লগা সম্ভাৰ অথবা যাত্ৰীৰ ভাড়া সাধাৰণ অৱস্থাৰ ভাড়াতকৈ অধিক হয়। এই অধিক ভাড়া হোৱাৰ কাৰণ হ'ল—অনুন্নত পথ, একপথৰ ( One way ) সম্ভাৰ আৰু মটৰ আৰু মটৰ পৰিবহণ উপাদান সমূহৰ দুষ্প্ৰাপ্য আদিয়েই প্ৰধান।

**আকাশী যানৰ ভাড়া ( Rates of Air transport ) :** আকাশী পথৰ বিমান ভাড়াও ৰেল ভাড়াৰ ওপৰত প্ৰতিষ্ঠিত। সাধাৰণতে ৰেলৰ প্ৰথম শ্ৰেণীৰ ভাড়াৰ লগত আৰু কেইটামান খৰচ, যেনে—বিমান ঘাটিৰ খৰচ, বিমানঘাটিৰপৰা নগৰলৈ পৰিবহণ খৰচ, জলযোগৰ খৰচ আদি সংযোগ কৰি ৰেলতকৈ কিছু উৰ্ধত ভাড়া নিৰ্ণয় কৰা হয়। ৰেলতকৈ বৰ্ধিত ভাড়া হোৱা সত্বেও আকাশীপথে ৰেলপথৰেই প্ৰতিযোগী হিচাপে চলি আছে।

আকাশী পথৰ যাত্ৰী আৰু সম্ভাৰৰ ভাড়া আৰু অন্যান্য আকাশী-যান সংক্ৰান্ত চৰকাৰী নীতি-নিয়ম জনসাধাৰণৰ সুবিধাৰ্থে প্ৰচাৰ আৰু প্ৰকাশ কৰা হয়।

**ভাৰতীয় পৰিবহণ ( Indian Transport ) :**—ভাৰতবৰ্ষ এখন উপমহাদেশ। এই উপমহাদেশৰ বিশালতা, আয়তন আৰু জনসংখ্যালৈ চাই পৰিবহণ একে। জলপথত চলাচল কৰা দুবিধ প্ৰধান জাহাজৰ ভিতৰত লাইনাৰ বা নিৰূপিত বেগী জাহাজৰ ভাড়াৰ তালিকা ছপা কৰি প্ৰকাশ কৰা হয়। এই তালিকাত পণ্য-সম্ভাৰ আৰু যাত্ৰীৰ ভাড়া পৃথককৈ দেখুওৱা হয়।



লাইনাৰ জাহাজৰ প্ৰথমে প্ৰবৰ্তিত ভাড়া পদ্ধতিক কোৱা হৈছিল 'সন্মিলন পদ্ধতি' ( Conference System )। নানা বিধ জাহাজ কোম্পানীয়ে ধীৰগতিৰ (Tramp) জাহাজৰ সৈতে হোৱা প্ৰতিযোগিতা উত্তম-প্ৰতিযোগিতা হ'বলৈ, এখন সন্মিলনৰ জড়িয়তে কিছুমান ভাড়া বা কেৰেয়া সমভাৱে নিৰ্ধাৰণ কৰিছিল, তাকে সন্মিলন পদ্ধতি বোলা হয়।

এই পদ্ধতি অধিক কাল বৰ্তী নথকাৰ ফলত উদ্ভাৱন হ'ল—"ভৱিষ্য বাট্টা পদ্ধতি" ( Deffered Rebate System )। এই পদ্ধতিত এজন সদাগৰে এটা নিৰ্দিষ্ট সময়ৰ বাবে এটা পথত তেওঁৰ জাহাজ চলাচল কৰিবলৈ পায়। সেই কালছোৱাত জাহাজে পোৱা মুঠ ভাড়া বা কেৰেয়াৰ ওপৰত বাট্টা দিয়া হয়। অৱশ্যে সেই জাহাজৰ পৰিবহণত বিশ্বাস যোগ্যতা প্ৰমাণিত হ'ব লাগিব। এই পদ্ধতি সুচাৰুৰূপে চলাৰ পিছতো কোনো কোনো দেশে ইয়াক একচেটিয়া কাৰবাৰ বুলি বেআইনী ঘোষণা কৰিলে।

ইয়াৰ পিচত প্ৰয়োগ কৰা পদ্ধতি হ'ল 'চুক্তিবদ্ধ পদ্ধতি' ( Agreement System )। এই পদ্ধতি সাধাৰণতে চৰকাৰ আৰু লাইনাৰ জাহাজ কোম্পানীৰ মাজত প্ৰৱৰ্তিত হয়।

বৰ্তমানে চৰকাৰী নীতি-নিয়ম অনুযায়ী জলপথত পৰিবাহিত বিভিন্ন জাহাজৰ ভাড়া নিৰ্ধাৰণ কৰা হয়; অৰ্থাৎ চৰকাৰে বান্ধি দিয়া ভাড়া পদ্ধতিয়েই বিদ্যমান।

আনবিধ ট্ৰাম্প ( Tramp ) বা ধীৰগতি জাহাজৰ বেলিকা ভাড়াৰ নিম্নতম হাৰ প্ৰকাশ কৰাৰ বাহিৰে অন্যান্য বিস্তাৰিত বিৱৰণ প্ৰকাশ নকৰে। এই ধীৰগতি জাহাজৰ ভাড়া চাহিদা আৰু যোগানৰ ওপৰত নিৰ্ভৰশীল। অৱশ্যে এই জাহাজৰ ভাড়া চুক্তি অনুযায়ী নিবন্ধন হয়। এই চুক্তিবদ্ধ ভাড়া অন্যান্য ভাড়াতকৈ নিম্নতৰ। সম্ভাৰৰ পৰিমাণ

আৰু আয়তনৰ ওপৰত নিৰ্ভৰশীল বাবে ভাড়াৰ মাজত পাৰ্থক্যও বিৰাজমান।

**পথ পৰিবহণৰ ভাড়া (Rates of Motor Transport) ঃ** পূৰ্বতে মটৰ পৰিবহণৰ ভাড়া ব্যক্তিগত দৰদামৰ ( Bargain ) ভিত্তিত ব্যৱস্থা সমূলি সন্তোষজনক নহয়।

জলপথ একালত ভাৰতীয় বহিৰ্বাণিজ্য আৰু অন্তৰ্দেশীয় বাণিজ্যৰ প্ৰথম আৰু প্ৰধান অৱলম্বন আছিল। কালক্ৰমত সেই জলপথৰ পৰিবহণ নোহোৱা হ'লগৈ। অৱস্থাৰ আৱৰ্তনত তাৰ ক্ৰমোন্নতি নহল।

ডুশ বছৰ বৃটিছ শাসন কালত, দেশত যি ৰেল-পথ আৰু আলিবাট গঢ়ি উঠিছিল সেই সকলোবোৰেই বন্দৰমুখী আছিল। তাৰ কাৰণ— ইংৰাজসকলে ভাৰতীয় কেঁচামাল সাগৰীয় পথেদি নিজ দেশলৈ ৰপ্তানি কৰিবলৈ আৰু নিজ দেশৰ শিল্পজ সম্ভাৰ ভাৰতলৈ আমদানি কৰিবৰ উদ্দেশ্য পৰিবহণ ব্যৱস্থাক তেনেভাৱেই সংগঠিত কৰিছিল। স্বাধীনোত্তৰ কালত যি পৰিবহণ ব্যৱস্থা ক্ৰমান্বয়ে গঢ়ি উঠিছে—সিয়ো দেশৰ আভ্যন্তৰীণ অঞ্চলসমূহ আৰু পাহাৰীয়া অঞ্চলসমূহ সামৰিবগৈ পৰা নাই। অনাহাতে দেশৰ ভিতৰত থকা পাহাৰ, পৰ্বত আৰু বৃহৎ নদীসমূহে পৰিবহণ প্ৰথাত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে।

**আভ্যন্তৰীণ জলপথ ঃ** ভাৰতবৰ্ষত বৰ্তমানে নাব্য জলপথ আছে ১৪,১৫০ কিলোমিটাৰ। ইয়াৰে ৩,০০০ ( তিনি ) হাজাৰ কিলোমিটাৰত জাহাজ চলাচল কৰিব পৰা।

উল্লেখ কৰিব পৰা নাব্য নদীসমূহ হ'ল—গংগা, গংগাৰ উপনৈ, গোদাবৰী, কৃষ্ণা আৰু তাৰ খালসমূহ, কেৰেলাৰ পশ্চিম উপকূলীয় খালসমূহ, অন্ধ্ৰপ্ৰদেশৰ বাকিংহাম খালপথ, তামিলনাডুৰ খালসমূহ, উৰিষ্যাৰ নদী মোহনা অংশ আৰু গোৱাৰ মানডোবি আৰু জোৱাৰী।

আচলতে দেশৰ উত্তৰ-পূৰ অঞ্চল, উৰিষ্যাৰ উপকূলীয় অঞ্চল,



প্ৰদেশ, তামিলনাডুৰ নদী আৰু খালসমূহ, আৰু কেৰেলাৰ নদী ... খালসমূহে আভ্যন্তৰীণ জলপথৰ এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ ... পাৰে ; কিন্তু এই সন্দৰ্ভত চৰকাৰৰ দৃষ্টি প্ৰায় ক্ষীণ হোৱাত ... দুটা পৰিকল্পনাত বিশেষ একো উন্নতি নহল। কাৰণ পৰিবহণ ...নত উক্ত দুয়োটা পৰিকল্পনাত এক কোটিতকৈয়ো কম টকা ব্যয় ... হৈছিল। তৃতীয় পৰিকল্পনাত ধৰা হৈছিল ৭.৫ কোটি টকা। তাৰ ...ৰত কেন্দ্ৰীয় চৰকাৰৰ ভাগত ৬ ( ছয় ) কোটি টকা ৰাখি ৰাজ্যিক ...াৰ সমূহলৈ দিয়া হৈছিল ১.৫ কোটি টকা। বৰ্তমান চতুৰ্থ পৰিকল্পনাত পৰিবহণ শিতানত কেন্দ্ৰীয় চৰকাৰৰ বাবদ পাঁচ কোটি, কেন্দ্ৰীয় ...ৱধায়ক আঁচনিৰ বাবদ ৪ কোটি আৰু ৰাজ্যিক চৰকাৰৰ আঁচনিৰ ...ৰণে ৪ কোটি মুঠ ১৩ কোটি টকা ধৰা হৈছে। ইয়াৰ বাবেও কেন্দ্ৰীয় ...কাৰৰ গৃহ দপ্তৰে গোৱাৰ কম্বাৰজুৱা খালৰ বাবে ১৩ লাখ টকা ...ছে।

অন্তৰ্দেশীয় জলপথ তত্ত্বাৱধায়ক সংস্থা ( Inland water Trans...rt Directorate ) এটি চৰকাৰে ১৯৬৫ চনৰ মাৰ্চ মাহত কেন্দ্ৰীয় ...কাৰৰ পৰিবহণ মন্ত্ৰণালয়ৰ তলত গঠন কৰি দিছে। উক্ত মন্ত্ৰণালয়ে ...ন কৰি দিয়া "ভাগৱতী কমিটীয়ে" যিবোৰ আঁচনিৰ কথা চতুৰ্থ আৰু ...ম পৰিকল্পনাৰ কালছোৱাৰ বাবে কাৰ্য্যকৰী কৰিবলৈ অনুমোদন ...ছে—তাৰ সৰ্বমুঠ খৰচ হ'ব ২৭.৩ কোটি টকা। উক্ত আঁচনিসমূহৰ ...তম বিশখন আঁচনি, ভিন ভিন ৰাজ্যত কাৰ্য্যকৰী কৰিবলৈ কেন্দ্ৰীয় ...কাৰে ৫.৯৭ কোটি টকা মজুৰ কৰিছে।

১৯৬৫ চনৰ ভাৰত-পাক্ যুদ্ধই কলিকতা আৰু অসমৰ মাজত থকা ...নপটীয়া জলপথ পৰিবহণ বন্ধ কৰে। আপাততঃ বাংলাদেশৰ ...ভ্যথানে বাংলাদেশৰ জলপথেদি সেই পৰিবহণ পুনৰ প্ৰবৰ্তন কৰাৰ ...ক্ৰান্ত লোৱা হৈছে। ১৯৭২ চনৰ মাৰ্চ মাহত সম্পাদিত হোৱা ভাৰত

বাংলাদেশ বাণিজ্যিক চুক্তিত উক্ত পৰিবহণ ব্যৱস্থাৰ কথা সন্নিবিষ্ট কৰা হৈছে।

**সাগৰীয় জলপথ ঃ** প্ৰাক্ স্বাধীন ভাৰতবৰ্ষত ভাৰতীয় সাগৰীয় জাহাজৰ যি বহিৰ্বাণিজ্য আছিল সি নিচেই সামান্য। সেই কালৰ শাসক বৰ্গই জাতীয় জাহাজ ব্যৱসায় গঢ়ি তোলাৰ পক্ষপাতী নাছিল। ফলত সাগৰীয় পথত চালিত জাহাজ কোম্পানী যি আছিল সিও বিদেশী প্ৰতিযোগী কোম্পানীৰ সন্মুখত তিষ্ঠিব নোৱাৰিছিল। গতিকেই ভাৰতবৰ্ষৰ স্বাধীনতাৰ বছৰত ২,০০,০০০ টন ওজন শক্তিতকৈও কম ওজনৰ জাহাজহে ভাৰতত আছিল ; কিন্তু ১৯৪৭ চনতে চৰকাৰী কমিটীয়ে (Shipping Policy Committee) যি আঁচনিৰ অনুমোদন জনাইছিল, সি আজিও কাৰ্য্যকৰী হোৱা নাই। সেই আঁচনি অনুযায়ী শতকৰা এশ ভাগ উপকূলীয় বাণিজ্য, শতকৰা পয়সত্তৰ ভাগ কাষৰীয়া দেশসমূহৰ বাণিজ্য আৰু পঞ্চাশ ভাগ বহিৰ্বাণিজ্য ভাৰতীয় কোম্পানীৰদ্বাৰা পৰিবহণ কৰা কথা উল্লেখ কৰা হৈছিল।

চতুৰ্থ পৰিকল্পনাত সাগৰীয় জাহাজ ছল্লিশ লাখ টন শক্তিলৈ বৃদ্ধি কৰিবলৈ সিদ্ধান্ত লোৱা হৈ আছে। বৰ্তমান ( এপ্ৰিল ১৯৭২ চন ) ভাৰতবৰ্ষত ২৫'২০ লাখ টন ওজন শক্তিৰ জাহাজ আছে। মুঠ জাহাজৰ সংখ্যা—২৫৭ খন। ইয়াৰ ভিতৰৰ বাৰষঠিখন উপকূলীয় ব্যৱসায়ত আৰু এশ পঞ্চান্নবৈ খন বহিৰ্বাণিজ্যত ব্যৱহৃত হৈছে। বহিৰ্বাণিজ্যৰ পৰিবহণৰ ক্ষেত্ৰত দেশীয় জাহাজৰ দ্বাৰা পৰিবাহিত সম্ভাৰ মাত্ৰ শতকৰা পোন্ধৰ ভাগ। যোৱা ১৯৭০-৭১ চনত পৰিবাহিত সম্ভাৰ আছিল এক কোটি টন।

ভাৰতীয় জাহাজ কোম্পানীবোৰক দুটা ভাগত বিভক্ত কৰিব পাৰি, যেনে—(১) ৰাজহুৱা খণ্ড আৰু (২) ব্যক্তিগত খণ্ড। ৰাজহুৱা খণ্ডত চালিত হৈছে—(১) ছিপিং কৰ্পোৰেচন অব্ ইণ্ডিয়া ( Shipping



"সাগৰীয় জাহাজৰ ক্ৰম-বিবৰ্তন তালিকা"

| সময় Period | জাহাজৰ সংখ্যা Number of ships | আঁচনি ধন Plan Provision | মুঠ ওজন শক্তি লাখ টন হিচাপে Total Tonnage in lakh | মুঠ খৰচৰ পৰিমাণ Total Expenses | ওজন শক্তি বঢ়োৱাৰ লক্ষ্য Target of Tonnage |
|---|---|---|---|---|---|
| ১৯৪৫ চন | ৪২ খন | — | ০'৯৮ লাখ টন | — | — |
| ১৯৪৭ চন | ৫৯ খন | — | ১'৯২ লাঃ টঃ | — | — |
| ১ম পৰিকল্পনাৰ শেষত ১৯৫৬-৫৭ | ১২৬ খন | ২৬'৩০ কোঃ টঃ | ৪'৮০ লাঃ টঃ | ১৮'৭১ কোঃ টঃ | ৬'০০ লাঃ টঃ |
| ২য় পৰিকল্পনাৰ শেষত ১৯৬১-৬২ | ১৭২ খন | ৪৫'০০ কোঃ টঃ (আঁচনি বহিৰ্ভূত ১'৫ কোঃ+১৬ কোঃ টঃ ) | ৮'৫৭ লাঃ টঃ | ৫২'৭০ কোঃ টঃ | ৯'০০ লাঃ টঃ |
| ৩য় পৰিকল্পনাৰ শেষত ১৯৬৫-৬৬ | ২২১ খন | ৫৫'০০ কোঃ টঃ ( আঃ বহিৰ্ভূত ৪'০০+৭'০০ কোঃ ) | ১৫'৪০ লাঃ টঃ | — | ১১ ১৬ লাঃ টঃ |
| ১৯৭১ চন | ২৫৭ খন | — | ২৫'২০ লাঃ টঃ | — | ৪০ ০০ লাঃ টঃ |

Corporation of India ), আৰু (২) মোগল লাইনছ ( Mogul Lines ).

ব্যক্তিগত খণ্ডত চালিত—জাহাজ কোম্পানীৰ সংখ্যা তেত্রিশটা। ইয়াৰ অন্যতম প্রধান হৈছে—(১) ছিন্ধিয়া ষ্টিম নেভিগেচন কোং, ( Scindia Steam Navigation Company ) (২) 'ইণ্ডিয়া ষ্টীম-ছিপ কোং, ( Indias Steam-ship Company ) (৩) ছাউথ ইণ্ডিয়া ছিপিং কৰ্পোৰেচন ( South India Shipping Corporation ) (৪) গ্ৰেট ইষ্টাৰ্ণ ছিপিং কোং ( Great Eastern Shipping Co. )

নাৱিকসকলৰ প্ৰশিক্ষণৰ বাবে বৰ্তমান ভাৰতত ছটা প্ৰশিক্ষণ কেন্দ্ৰ ( কলিকতা আৰু বোম্বাইত ) আছে।

জাহাজ নিৰ্মাণৰ শিল্প-কেন্দ্ৰ বৰ্তমান তিনিটা কাৰ্য্যক্ষম অৱস্থাত চলি আছে। সেই কেন্দ্ৰ কেইটা হ'ল—হিন্দুস্থান ছিপয়াৰ্ড, বিশাখাপট্টম ( Hindusthan Shipyard, Visakha Patam ) গাৰ্ডেন ৰীচ্ ওৱৰ্কছপ ( Garden Reach Workshop ) আৰু মাজাগঁ ডক ( Mazagon Dock ). ইতিমধ্যে কোচিনত আন এটি নিৰ্মাণ কেন্দ্ৰ—কোচিন ছিপয়াৰ্ড ( Cochin Shipyard ) নাম দি নিৰ্মাণ কৰি থকা হৈছে।*

ভাৰতবৰ্ষত আঠোটা বৃহৎ বন্দৰ আৰু ১৮৭টা সৰু-বৰ বন্দৰ আছে। ইয়াৰ উপকূল ভাগৰ দৈৰ্ঘ্য—৫,৬৯০ কিঃ মিঃ। ডাঙৰ বন্দৰ কেইটা হ'ল—কলিকতা, মাদ্ৰাজ, কোচিন, বিশাখাপট্টম, বোম্বাই, কান্তলা পাৰাদ্বীপ আৰু মৰ্ম্মুগুৱা ( গোৱা )। পিচৰ তিনিটা ১৯৪৭ চনৰ স্বাধীনতাৰ পিচত উন্নয়ন কৰা হৈছে।

* জলপথত চলাচল কৰা "সাগৰীয় জাহাজৰ ক্ৰম-বিবৰ্তন তালিকা" লগত দিয়া হ'ল।



প্ৰধান বন্দৰ কেইটাই যোৱা ১৯৭০-৭১ চনত ৫৫৬ লাখ টন মাল-বস্তু ...ৰহণ কৰিছিল—তাৰে ২৫৬ ( দুশ ছাপন্ন ) লাখ টন আমদানি আৰু ...০ লাখ টন ৰপ্তানি।

**বন্দৰ সমূহৰ 'পৰিকল্পনাত' উন্নয়নৰ পৰিসীমা**

| ...ৰিকল্পনা | আঁচনি-ধন | খৰছ (মুঠ) | সৰু বন্দৰৰ বাবে আঁচ- | মুঠ খৰছ |
|---|---|---|---|---|
| প্ৰথম | ৩৭ কোঃ টঃ | ৩৭ কোঃ টঃ | ২·৪ কোঃ টঃ | ১·৫ কোঃ টঃ |
| দ্বিতীয় | — | ৩৩·৪ কোঃ টঃ | ৫ কোঃ টঃ | ৫ কোঃ টঃ |
| তৃতীয় | ১১৫ কোঃ টঃ | — | ১৫ কোঃ টঃ | — |
| চতুৰ্থ | ২৮০ কোঃ টঃ | — | ১৩·০২কোঃটঃ | — |

বিঃ দ্ৰঃ কোঃ=কোটি
টঃ=টকা

...ীয় পৰিকল্পনাৰ মুঠ ধনৰ ৮০ কোটি টকা প্ৰধান বন্দৰ সমূহৰ বাবে, ... কোটি টকা ফাৰাক্কা বান্ধৰ বাবে নিৰূপিত কৰা হৈছিল।

চতুৰ্থ পৰিকল্পনাৰ মুঠ আঁচনি-ধনৰ ২৬০ কোটি টকা পৰিকল্পিত ...ৰৰ বাবে আৰু অৱশিষ্ট বিশ কোটি টকা পঞ্চম পৰিকল্পনালৈ ...লি নিয়া হ'ব।

প্ৰধান বন্দৰ সমূহ সংবিধান সন্মত ভাৱে পৰ্ট-ট্ৰাষ্ট্ ব'ৰ্ডৰদ্বাৰা ( Port Trust Board ) পৰিচালিত।

**ৰেল-পথ ঃ** ভাৰতীয় পথ ব্যৱস্থাৰ অন্যতম প্ৰধান পথ হ'ল—...ল-পথ। বৃটিছৰ শাসনাধীন কালতে ৰেল-পথৰ নিৰ্মাণ ১৮৫৩ চনত ...ৰম্ভ হৈছিল। তৎকালীন চৰকাৰে বিভিন্ন বৃটিছ প্ৰাইভেট কোম্পানীক ...লপথ নিৰ্মাণ আৰু তাৰ পৰিচালনাৰ দায়িত্ব দিছিল। কোনো ...কোনো ক্ষেত্ৰত চৰকাৰেও ৰেল-পথ নিৰ্মাণ আৰু পৰিচালনা কৰিছিল ...াক কিছুমান কোম্পানীৰ পৰিচালন দায়িত্বও গ্ৰহণ কৰিছিল।

উক্ত কোম্পানীবিলাকে কেইবা ধৰণৰো ৰেল-পথৰ প্ৰচলন কৰে। সাধাৰণতে ৰেলৰ আকাৰ অনুপাতে পথ বিলাকৰ বিভক্তি কৰণ কৰা হয়, যেনে প্ৰশস্ত পথ ( Broad Gauge )। মিটাৰ পথ (Metre Gauge) আৰু সংকীৰ্ণ পথ (Narrow Gauge)। স্বাধীনতাৰ পিচতে ভাৰতবৰ্ষত প্ৰায় বিয়াল্লিছটা প্ৰণালীৰ তেৰটা শ্ৰেণী বিভক্ত ৰেল-পথ আছিল। স্বাধীন চৰকাৰে ৰেল-পথ ৰাষ্ট্ৰীয়কৰণ কৰিলে। সেয়ে ১৯৫১ চনত ৰেল-পথৰ এই বহু বিভক্ত প্ৰণালী আৰু শ্ৰেণীসমূহৰ অৱসান ঘটাই সমগ্ৰ ৰেল-পথক পৰিচালনাৰ সুবিধাৰ্থে অঞ্চল ভিত্তিত নটা অঞ্চলত বিভক্ত কৰিলে।

ৰেল-পথ মন্ত্ৰণালয়ৰ অধীনত এখন উচ্চ ক্ষমতা সম্পন্ন কেন্দ্ৰীয় পৰিষদৰদ্বাৰা ভাৰতীয় পৰিবহণ পৰিচালিত হয়।

ভাৰতীয় ৰেলপথৰ ক্ৰম-বিবৰ্তনৰ ৰূপটি তলত তালিকা ( Table ) আকাৰে দেখুওৱা হ'ল।

সংকেট ঃ—(১) No.=Number
(২) K. M.=Kilo Metre
(৩) সং=সংখ্যা
(৪) লা=লাখ ( হিচাপে ) + লাখ টন হিচাপে ( পণ্য সম্ভাৰ )
(৫) কোঃ টঃ=কোটি টকা।
(৬) উল্লেখিত পৰিসংখ্যা ভাৰত চৰকাৰৰ ৰেল বিভাগৰ পৰা প্ৰাপ্য—( ১৯৭০—৭১ চন হিচাপে )।

উল্লেখিত ৰেল-পথৰ ক্ৰম-বিবৰ্তনৰ লগত আৰু বহু দিশত পৰিবৰ্তন ঘটি আছে। তাৰ অন্যতম উল্লেখযোগ্য হ'ল—যুদ্ধ-কালীন পুৰণি ৰেলৎপথ উঠোৱা, সকীৰ্ণ গজক মিটাৰ গজলৈ আৰু মিটাৰ গজক বহল গজলৈ ৰূপান্তৰ কৰা, ৰেল-পথৰ বৈদ্যুতিকৰণ, অচল পথ সচলকৰণ,

| সময় (Period) | মুঠ টকাৰ পৰিমাণ ( Total Amount) | মুঠ খৰচ ( Total Exp. ) | ৰেল ইঞ্জিন সংখ্যা Locomotive No. | যাত্ৰী ডবা সং Coach No. | মালৰ ডবা সং wagon No. | ৰেলপথৰ দৈৰ্ঘ্য Route Length K.M. | যাত্ৰীৰ সংখ্যা ( লা ) Number of Passengers (Lakhs) | পণ্য সম্ভাৰৰ পৰিমাণ Goods Tonnage Lakh Tons |
|---|---|---|---|---|---|---|---|---|
| ১৯৫০-৫১ | — | — | ৮,২০৯ | ১৯,৫৪১ | ২,০৫,৫৯৬ | ৫৩,৫৯৬ | ১২,৮৪০ | ৯৩০ |
| ১৯৫১-৫৬ ১ম পঃ | ৪০০ কোঃ টঃ | ৪৩২ কোঃ টঃ | ৯৬৩ / ৯,১৭২ | ৩,৬৫১ / ২৩,১৯২ | ৩৫,১৬০ / ২,৪০,৭৫৬ | ১.৪১৫ / ৫৫,০১১ | ১০০(—) / ১২,৭৫০ | ১২৯ / ১,১৫৯ |
| ১৯৫৬-৬১ ২য়ঃ পঃ | ৯০০ কোঃ টঃ | ৮৬০ কোঃ টঃ | ১.৪৫২ / ১০,৬২৪ | ৫,১৩১ / ২৮,৩২৩ | ৬৭,১৫১ / ৩,০৭,৯০৭ | ১.২৩৬ / ৫৬,২৪৭ | ৩,১৯০ / ১৫,৯৪০ | ৪০৩ / ১,৫৬২ |
| ১৯৬১-৬৬ ৩য়ঃ পঃ | ১৩২৫ কোঃ টঃ | — | ১,১১৯ / ১১,৭৪৩ | ৪,৫০৯ / ৩২,৮৩২ | ৬২.১১২ / ৩,৭০,০১৯ | ২,১৫২ / ৫৮,৩৯৯ | ৪.৮৮০ / ২০,৮২০ | ৪৭৮ / ২,০৩০ |
| ১৯৭০-৭১ ৪ৰ্থঃ পঃ ( অন্তৰ্গত ) | ১৪০০ কোঃ টঃ | — | (—) ৫৮৫ / ১১,১৫৮ | ২,২৩৬ / ৩৫,০৬৮ | ১৩,৯৮৪ / ৩,৮৪,০০৩ | ১.৩৯১ / ৫৯,৭৯০ | ৩,৪৯০ / ২৪,৩১০ | (—) ৬৫ / ১,৯৬৫ |

এটীয়া পথক দ্বিতীয়া পথলৈ পৰিবৰ্তন, নতুন নতুন জংচনৰ সংযোজন, বিভিন্ন সীমা মূৰীয়া অৱস্থান নিৰ্মাণ, নতুন দলং, বান্ধ আৰু সুৰংগ নিৰ্মাণ আৰু ভাপ ইঞ্জিনবপৰা ডিজেল ইঞ্জিনলৈ ৰূপান্তৰ কৰণ আদিয়েই প্ৰধান।

ভাৰতীয় ৰেল-পথ পৰিবহণে এছিয়া মহাদেশৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰিছে আৰু পৃথিৱীৰ বিভিন্ন ৰেল-পথৰ ভিতৰত চতুৰ্থ স্থান অধিকাৰ কৰিছে।

১৯৭১-৭২ চনত ৰেল-পৰিবহণত নতুন সংযোজন হৈছে। ভাৰতৰ লগত বাংলাদেশৰ ( অসম-বাংলাদেশ, পূৰ্ববংগ-পশ্চিমবংগ ) কাথিৱাৰৰ পৰা জন্মলৈ ৰেল-পথ নিৰ্মাণে ভাৰতীয় ৰেল পৰিবহণৰ পৰিসৰ বৃদ্ধি কৰিছে। অহা পোন্ধৰ বছৰৰ ভিতৰত অৰ্থাৎ ১৯৮৭-৮৮ চনৰ ভিতৰত কাৰ্য্যকৰী কৰিব লগা সি আঁচনি ৰেল বিভাগৰ হাতত আছে, সেয়া হৈছে—বৈদ্যুতিকীকৰণ, ডিজেল ইঞ্জিনলৈ ৰূপান্তৰ আৰু সমুদায় মিটাৰ গজ ৰেল-পথৰ বহল গজলৈ ৰূপান্তৰ। ইয়াৰ আনুমানিক ব্যয়ৰ আঁচনি ২০০০ কোটি টকা।

দেশত সম্ভৱতঃ ৰেল-বিভাগেই আটাইতকৈ অধিক স্থায়ী ভিত্তিত কৰ্ম সংস্থান দিয়া পথ-শিল্প উদ্যোগ। সেই নিয়োগ সুবিধা দিয়া চিত্ৰটি এনে ধৰণৰ—১৯৫০-৫১ চনত ৰেল-বিভাগৰ কৰ্মচাৰী সংখ্যা আছিল—৯.১ লাখ জন আৰু ১৯৭০-৭১ চনত সেই সংখ্যা বৃদ্ধি হৈ হলগৈ—১৩.৭ লাখ জন। বৰ্তমান কৰ্মচাৰীৰ বছেৰেকীয়া খৰচ—৪৫০.৬৩ কোটি টকা (১৯৭০-৭১)। প্ৰথম তিনিটা পৰিকল্পনাত কৰ্মচাৰীৰ আবাসিক গৃহ-নিৰ্মাণ কৰা হৈছিল ১,৬৮,৫০০টা আৰু ১৯৬৬-৬৭ চনৰ পৰা ১৯৭০-৭১ চনৰ ভিতৰত নিৰ্মাণ কৰা হৈছে—৬৬,৪৮০ টা। কৰ্মচাৰীৰ স্বাস্থ্যৰ অৰ্থে ৯৮ খন হস্পিতেল আৰু ৫৫৪ টা স্বাস্থ্যকেন্দ্ৰ খোলা হৈছে। কৰ্মচাৰীৰ কল্যাণমূলক আঁচনিৰ কামত ১৯৭০-৭১ চনত ২৬০৬৪ কোটি টকা ব্যয় কৰা হৈছে।



বিভিন্ন ৰেল-ওৱৰ্কছপ সমূহে সন্মুখীন হোৱা সমস্যা সমূহ সমাধানাৰ্থে ৰেল-বিভাগে এটা গৱেষণা কেন্দ্ৰ, দুটা উপকেন্দ্ৰৰ সৈতে ( চিত্তৰঞ্জন আৰু লোনাভ্‌লা ) লখ্‌নৌত স্থাপন কৰিছে। ৰেল-বিভাগৰ বিভাগীয় প্ৰশিক্ষণৰ বাবে চাৰিটা প্ৰশিক্ষণ কেন্দ্ৰ—বৰোদা, পুণা, চেকেন্দ্ৰাবাদ আৰু জামালপুৰত আছে। ৰেল-পথত আত্মনিৰ্ভৰশীল হ'বৰ বাবে সমগ্ৰ দেশত তিনিটা ৰেল ইঞ্জিন আৰু অন্যান্য সা-সঁজুলি নিৰ্মাণ কৰাৰ শিল্পকেন্দ্ৰ পশ্চিমবংগ ( চিত্তৰঞ্জন ) উত্তৰপ্ৰদেশ ( বাৰাণসী ) আৰু তামিলনাডুত ( পেৰেমপুৰ—ইন্টিগ্ৰেল ক'চ্‌ ফেক্টৰী ) আছে।

বৰ্তমানেও সমগ্ৰ দেশত ব্যক্তিগত খণ্ডত—৪৫৪ কিলো-মিটাৰ ৰেলপথ প্ৰায় ছটা পথত চলি আছে।

**ৰেল ৰাজহ ( Railway Revenue ) ঃ** ৰেল বিভাগৰ ৰাজহ কেন্দ্ৰীয় চৰকাৰে সাধাৰণ ৰাজহৰপৰা পৃথক কৰি দিছে। তৃতীয় দশকত ৰেল-বিভাগত যি অৰ্থনৈতিক ক্ষতি হৈছিল, সি লাহে লাহে দ্বিতীয় মহাযুদ্ধৰপৰা পণ্য-সম্ভাৰ আৰু যাত্ৰীৰ ভিৰে ৰেল-ৰাজহলৈ সুন্দৰ উপাৰ্জন আনে। খৰচ বৃদ্ধি হোৱা সত্বেও উপাৰ্জন মাত্ৰাধিক্য হোৱা বাবে ৰেল-বিভাগে বৰ্ধিত আয়ক অবক্ষয় পুঁজি ( Depreciation Fund ) আৰু সাধাৰণ ৰাজহলৈ ( General Revenue ) বৰঙণি আগবঢ়াব পৰা হয়। তলত ৰাজহৰ ক্ৰমোন্নতিৰ এখন তালিকা দিয়া হ'ল।

বেল ৰাজহৰ তালিকা

**Table—Railway Revenue**

( কোটি টকা হিচাপে )

| মিয়াদ Period | যাত্ৰীৰ পৰা হোৱা উপাৰ্জন (কোঃ হিঃ) Earnings from Passengers | মাল বস্তুৰ পৰা হোৱা উপাৰ্জন Goods earnings | মুঠ উপাৰ্জন Total earnings | মুঠ খৰচ Total Expenses | মুঠ ৰাহি Total Earning balance | সাধাৰণ ৰাইজলৈ দিয়া ধন Dividend to General Revenue | অবক্ষয় পুঁজিলৈ দিয়া ধনৰ ভাগ Appropriation Depreciation Fund |
|---|---|---|---|---|---|---|---|
| ১৯৫০-৫১ | ৯৭.৪ কোঃ | ১৪৩.০ কোঃ | ২৬৩.৩ কোঃ | ২১৫.৭ কোঃ | ৪৭.৬ কোঃ | ৩২.৫ কোঃ | ১৫.১ কোঃ |
| ১৯৬০-৬১ | ১৩১.৬ কোঃ | ২৮৬.১ কোঃ | ৪৫৬.৮ কোঃ | ৩৬৮.৯ কোঃ | ৮৭.৯ কোঃ | ৫৫.৯ কোঃ | ৩২.০ কোঃ |
| ১৯৭০-৭১ | ৩৯১.০ কোঃ | ৬১৮.২৩ কোঃ | ১০০৯.২৩ কোঃ | ৮৬৪.৫০ কোঃ | ১৪৪.৭৩ কোঃ | ১৬৪.৫৭ কোঃ (—) ১৯.৮৪ কোঃ | — |



**বিশেষ ঃ**—যাত্ৰী আৰু মাল-বস্তুৰপৰা আৰ্জিত আয়ৰ বাহিৰেও অন্য উপাৰ্জনৰ হিচাপ ইয়াত অন্তৰ্ভুক্ত হৈছে—সেয়ে "মুঠ উপাৰ্জনৰ" ৰত দেখুওৱা হিচাপটি অলপ অমিল দেখা যায়।

প্ৰকৃতাৰ্থত ভাৰতীয় ৰেলপথেইহে ভাৰতৰ শিল্প-বাণিজ্যৰ উন্নয়নত, কৃষি প্ৰধানৰপৰা শিল্পপ্ৰধানলৈ অগ্ৰসৰ হোৱাত প্ৰত্যক্ষ ভাৱে সহায় কৰি আহিছে।

**আলিবাট ( Roads ) ঃ** বৃটিছ চৰকাৰে দেশৰ আলিবাট উন্নয়নৰ বাবে বিশেষ মনোযোগ দিয়া নাছিল। ৰেলপথ নিৰ্মাণৰ ক্ষেত্ৰত কিছু প্ৰচেষ্টা কৰা হেতু আলিবাটক ৰেলৰ পোষিত বাট হিচাবেহে নিৰ্মাণ আৰু ব্যৱহাৰ কৰিছিল। সংকটপূৰ্ণ তৃতীয় দশকত যেতিয়া আলিবাটৰ লগত হোৱা প্ৰতিযোগিতাত ৰেল-পথৰ বহু ক্ষতি সাধিত হ'ল, তেতিয়া ভাৰতীয় বিধায়িনী সভাই ১৯৩৭ চনত এটা প্ৰস্তাৱ যোগে এই ক্ষতি-কাৰক প্ৰতিযোগিতা অনুশাসন আৰু নিয়ন্ত্ৰণ কৰাৰ সিদ্ধান্ত লয়। ফলত ১৯৩৯ চনত 'মটৰ ভেহিক্‌ল্ এক্ট'ৰ ( Motor Vehicle Act ) উদ্ভাৱন হয়। এই আইন অনুযায়ী পথ-পৰিবহণত বহু বাধা নিষেধ নীতি-নিয়ম আৰোপ কৰা হয় আৰু দূৰ-পৰিবাহিত সম্ভাৰ ৰেল-পথৰ বা আচুতীয়াকৈ ৰখাৰ নিয়ম প্ৰয়োগ কৰা হয়।

**নাগপুৰ আঁচনি ( Nagpur Plan ) ঃ** ১৯৪৩ চনত নাগপুৰত বহা মুখ্য অভিযন্তাসমূহৰ সন্মিলনত দেশৰ আলিবাটবোৰক চাৰি শ্ৰেণীত ভাগ কৰে, যেনে—(১) ৰাষ্ট্ৰীয় পথ (২) প্ৰাদেশিক বা ৰাজ্যিক পথ (৩) জিলা পথ আৰু (৪) গাৱঁলীয়া পথ।

এই আঁচনি মতে কোনো উন্নত কৃষি অঞ্চলৰ গাওঁ, প্ৰধান আলিবাটৰ পৰা পাঁচ মাইলৰ ভিতৰত থাকিব লাগে, আৰু কোনো গ্ৰাম্যাঞ্চল মূল বাটৰপৰা বিশ মাইলৰ অধিক দূৰত থাকিব নালাগে। সেয়ে এই

আঁচনি কাৰ্য্যকৰী কৰিবলৈ ৩৭২ কোটি টকা ধৰা হৈছিল। পিছত এই আঁচনিৰ নতুন মূল্যাংকণ কৰি ৭৪৪ কোটি টকাৰ এক বিস্তৃত আঁচনি যুগুত কৰা হৈছিল।

নাগপুৰ আঁচনি অনুযায়ী কেন্দ্ৰীয় চৰকাৰে ১৯৪৭ চনৰ এপ্ৰিল মাহত ৰাষ্ট্ৰীয় পথ নিৰ্মাণৰ দায়িত্ব গ্ৰহণ কৰে আৰু পথ উন্নয়নৰ অৰ্থে ২৩'৫ কোটি টকা ধাৰ্য্য কৰে। অৱশ্যে প্ৰকৃত খৰচ আৰু কম কৰে। একে সময়তে প্ৰাদেশিক চৰকাৰ সমূহে পথ-নিৰ্মাণ আৰু উন্নয়নৰ বাবে ১২০ কোটি টকাৰ পাঁচ-বছৰীয়া পৰিকল্পনা কৰে। আঁচনি মতে ৮০,০০০ মাইল বাট ( আশী হাজাৰ ) নিৰ্মাণ আৰু উন্নয়ন হ'ব লাগে। পিছত এই খৰচৰ মাত্ৰা নিম্নগামী হৈ—হয়গৈ মাত্ৰ ৫৯ কোটি টকা আৰু উন্নয়ন সামগ্ৰীৰ অভাৱত ( বিশেষকৈ লোহা আৰু কড়াল (Cement) ) আৰু প্ৰাদেশিক চৰকাৰৰ অৱহেলাত আঁচনিখন লক্ষ্যণীয় ভাৱে কাৰ্য্যকৰী নহ'ল।

পৰিকল্পনাৰ কালছোৱাত আলিবাটৰ উন্নয়ন তলত দেখুওৱা ধৰণে হৈছে।

**বিশেষ** ঃ—উল্লেখিত আলিবাটৰ দৈৰ্ঘ্যত সকলো আলিবাটকেই অন্তৰ্ভুক্ত কৰা হৈছে। ভাৰতবৰ্ষৰ আয়তন আৰু জনসংখ্যাৰ তুলনাত ভাৰতৰ বৰ্তমানে প্ৰতি ২০০ বৰ্গকিলোমিটাৰ অঞ্চলত মুঠ পথৰ দৈৰ্ঘ্য ৩৬ কিলোমিটাৰ। ৰাষ্ট্ৰীয় পথৰ দৈৰ্ঘ্য ১৯৭২ মাৰ্চলৈ মুঠ ২৮,৮১৯ কিঃ মিঃ।



"আলিবাট উন্নয়ন তালিকা"

| সময় | আঁচনিৰ মুঠ ধন | মুঠ খৰচ | মুঠ পথৰ দৈৰ্ঘ্য '০০০ কিলোমিটাৰ | মন্তব্য |
|---|---|---|---|---|
| প্ৰথম, দ্বিতীয়, আৰু তৃতীয় পৰিকল্পনা ১৯৫১-৫২—৬৫-৬৬ | ৮৩১'৩৯ কোটি টকা | ৭১৩'০০ কোটি টকা | ৮৩৫ | উপবিভাগ টান গ্ৰেভেল আৰু কেঁচা বাট সহ। |
| ১৯৬৬-৬৭ চনৰ পৰা ১৯৬৮-৬৯ লৈ | ৩০৩'৪৭ কোটি টকা | — | ৩৩৬ | মুঠ পথৰ দৈৰ্ঘ্য হয় ১১৭১ হেজাৰ কিলো মিটাৰ। |
| চতুৰ্থ পৰিকল্পনা ১৯৬৯-৭৪ | ৮৭১'০০ কোঃ টঃ ( প্ৰস্তাৱিত ) | — | ৩৬৭ ( প্ৰস্তাৱিত ) | উল্লেখিত মুঠ ধনৰ ৩২৮ কোটি টকা ৰাষ্ট্ৰীয় পথৰ বাবে আচুতীয়াকৈ ৰখা হৈছে। |

অন্যদেশৰ তুলনাত ভাৰতবৰ্ষৰ স্থলপথৰ দৈৰ্ঘ্য মুঠেই সন্তোষজনক নহয় তাক তলত দেখুওৱা হিচাপৰ পৰাই জানিব পাৰি।

( ১৯৬০-৬১ )

| দেশ | আলিবাটৰ দৈৰ্ঘ্য ( ১০০ বৰ্গমাইল অঞ্চলত ) |
|---|---|
| ইংলণ্ড— | ৩২৪ মাইল |
| আমেৰিকা— | ১০০ ঐ |
| ফ্ৰান্স— | ৩০৩ ঐ |
| শ্ৰীলংকা— | ৩৮ ঐ |
| ভাৰতবৰ্ষ— | ২৫ ঐ |

কেন্দ্ৰীয় চৰকাৰে সীমান্ত পথ নিৰ্মাণৰ বাবে ১৯৬০ চনত গঠন কৰি দিয়া পৰিষদ, দেশৰ সীমামূৰীয়া অঞ্চল সমূহত, যেনে—উত্তৰ অঞ্চল, উত্তৰ পূৱ অঞ্চল, উত্তৰ-পূৱ সীমান্ত প্ৰদেশ, জম্মু আৰু কাশ্মীৰ আদিত পথ-ঘাট নিৰ্মাণৰ কামত নিয়োজিত হৈছে।

কেন্দ্ৰীয় চৰকাৰৰ নীতি অনুযায়ী সকলো প্ৰাদেশিক চৰকাৰে পথ পৰিবহণৰ ব্যৱস্থা নিজ নিজ চৰকাৰৰদ্বাৰা পৰিচালন আৰু নিয়ন্ত্ৰণ কৰাৰ নীতি প্ৰয়োগ কৰিছে। কেন্দ্ৰীয় চৰকাৰে পথ নিৰ্মাণৰ সমস্যা সমূহ দূৰীকৰণৰ উদ্দেশ্যে ১৯৬২ চনত এটি গৱেষণা কেন্দ্ৰ দিল্লীত প্ৰতিষ্ঠা কৰিছে।

১৯৪৭ চনত ভাৰতবৰ্ষত পথত চলাচল কৰা যান-বাহনৰ সংখ্যা নিচেই নগণ্য আছিল। **১৯৭০ চনৰ হিচাপ মতে**—যান-বাহনৰ মুঠ সংখ্যা হৈছেগৈ ১৬·৩৫ লাখ খন। ই স্বাধীনতাৰ সময়তকৈ প্ৰায় আঠগুণ অধিক।



"যানবাহনৰ তালিকা"

ৰাজ্যসমূহৰ যান-বাহন আৰু পথৰ দৈৰ্ঘ্য ( লাখৰ ওপৰত ) ( ১৯৭০—মাৰ্চ )

| ৰাজ্যসমূহ | মুঠ যান-বাহনৰ সংখ্যা | পথৰ দৈৰ্ঘ্য | মন্তব্য |
|---|---|---|---|
| মহাৰাষ্ট্ৰ | ২,৭৭,৭৮৩ | — | তালিকাত ৰাজ্যসমূহৰ লাখ কিলো মিটাৰতকৈ বেছি পথৰ দৈৰ্ঘ্য থকা আৰু লাখতকৈ বেছি যান-বাহন থকা ৰাজ্য-সমূহৰ বিৱৰণ দিয়া হ'ল। বিশেষ ঃ—অসমৰ হিচাপটো পৃথককৈ দিয়া হ'ল। |
| পশ্চিমবংগ | ১,৭০,৫৮২ | — | |
| দিল্লী | ১,৫২,২৭৬ | — | |
| গুজৰাট | ১,২৬,৭১৩ | — | |
| তামিলনাডু | ১,১৮,১৫০ | — | |
| মহীশূৰ | ১,০৯,৯৪৮ | — | |
| উত্তৰ প্ৰদেশ | ১,০৭,৮৮৫ | ১,৬২,১৭৯ কিঃ মিঃ | |
| অন্ধ্ৰ প্ৰদেশ | ১,০৪,১১৫ | ১,০০,৫৭৪ ঐ | |
| মধ্য প্ৰদেশ | — | ১,০১,৯০৮ ঐ | |
| অসম | ৪৬,৬৬২ কিঃ মিঃ | ৪৬,৬৬২ কিঃ মিঃ | |

যানবাহনৰপৰা চৰকাৰে কৰ-কাটল পাইছে—৬১৫ কোটি টকা। ইয়াৰ ৪০৪·৩২ কোটি টকা পাইছে কেন্দ্ৰীয় চৰকাৰে, বাকী অংশ আহিছে ৰাজ্য চৰকাৰ সমূহলৈ।

সমগ্ৰ দেশৰ ভিতৰত মহাৰাষ্ট্ৰই যান-বাহনৰপৰা বেছি কৰ-কাটল সংগ্ৰহ কৰিছে।

**বিমান পথ ঃ** স্বাধীনতাৰ পিছৰপৰা ভাৰতীয় বিমান পথৰ ক্ৰমোন্নতি হৈছে। ভাৰতীয় উপমহাদেশৰ আয়তন আৰু জন সংখ্যালৈ চাই বিমান পথৰ প্ৰয়োজনিয়তা কোনেও নুই কৰিব নোৱাৰে।

১৯৪৭ চনত ভাৰতীয় বিমান উৰিছিল—২·১৬ কোটি কিঃ মিঃ পথ আৰু ১৯৭১ চনত অতিক্ৰম কৰা পথৰ দৈৰ্ঘ্য হৈছে ৬·৩০ কোটি কিলো মিটাৰ। বিমানে যাত্ৰী বহন কৰিছে ২৬·২৫ লাখ জন আৰু মাল-বস্তু বহন কৰিছে ৫·২ কোটি কিলোগ্ৰাম। ১৯৪৭ চনত এই সংখ্যা আছিল—যাত্ৰী ৩·১ লাখজন আৰু মাল-বস্তু ৪৫·৬ লাখ কিলোগ্ৰাম।

ভাৰতীয় বিমান বিভাগৰ তদাৰক চিভিল এভিয়েচন ( Civil Aviation ) মন্ত্ৰণালয়ে কৰে। ভাৰতবৰ্ষত বৰ্তমানে চাৰিটা আন্তৰ্জাতিক বিমান ঘাটি—কলিকতা, বোম্বাই, মাদ্ৰাজ আৰু দিল্লীত আছে। ইয়াৰ বাহিৰে অন্তৰ্দেশীয় বিমান ঘাটিৰ সংখ্যা হৈছেগৈ—৮৫ টা।

১৯৫৩ চনত এয়াৰ কৰপোৰেচন এক্ট'ৰ ( Air Corporation Act ) জৰিয়তে ভাৰতীয় আকাশী পথ পৰিবহণ জাতীয় কৰণ কৰা হয়। উক্ত আইনৰদ্বাৰা সাৰ্বজনীন খণ্ডত দুখন নিগম গঠন কৰা হয়,—ইণ্ডিয়ান এয়াৰ লাইন্‌ছ্ কৰপোৰেচন ( Indian Air Lines Corporation ) আৰু এয়াৰ ইণ্ডিয়া ইন্টাৰনেচনেল ( Air India International )।

দেশৰ ভিতৰত সময়সূচী মতে ইণ্ডিয়ান এয়াৰ লাইনছৰ বিমান চলাচল কৰে। ইয়াৰ বাহিৰেও চুবুৰীয়া দেশ, বাৰ্মা, শ্ৰীলংকা, নেপাল আদিলৈয়ো বিমান চলায়।



ভাৰতৰপৰা বিদেশী ৰাষ্ট্ৰলৈ এয়াৰ ইণ্ডিয়া ইন্টাৰনেচনেলৰ বিমান চলাচল কৰে। এয়াৰ ইণ্ডিয়াই বিমান চলাচল কৰা বিদেশী ৰাষ্ট্ৰৰ সংখ্যা হৈছেগৈ সাতাইশ খন ; আপাততঃ বহু বিদেশী ৰাষ্ট্ৰৰ লগত এয়াৰ ইণ্ডিয়াই বিমান চলাচলৰ বাবে চুক্তিবদ্ধ হৈছে।

বৈমানিক আৰু বিমান-ঘাটিৰ অন্যান্য কাৰিকৰী আৰু বিষয়াসকলৰ প্ৰশিক্ষণৰ বাবে এলাহাবাদত এটি প্ৰশিক্ষণ কেন্দ্ৰ কেন্দ্ৰীয় চৰকাৰৰ নিয়ন্ত্ৰণ আৰু তত্ত্বাৱধানত প্ৰতিষ্ঠিত হৈছে।

১৯৭১ চনলৈকে ভাৰতবৰ্ষত পঞ্জীয়ন ভুক্ত বিমানৰ সংখ্যা আছিল—৮৯০ খন ; আৰু আকাশত উৰিবলৈ যোগ্যতাৰ প্ৰমাণ-পত্ৰ পোৱা উৰা-জাহাজৰ সংখ্যা আছিল—২৬০ খন। বাংগালোৰ আৰু কাণপুৰত দুটা বিমান নিৰ্মাণ কাৰখানা আছে য'ত বিমান নিৰ্মাণ কাৰ্য্য চলি আছে।

১৯৪৭ চনৰপৰা ২৯৫০-৫১ চনলৈ বিমান পৰিবহণৰ কাৰণে ২৩·২ কোটি টকা যোজনাত ধৰা হৈছিল, প্ৰকৃত পক্ষে খৰচ হৈছিল—৭·২৪ কোটি টকা। ঠিক সেইদৰে দ্বিতীয় পৰিকল্পনাত নিৰূপিত অৰ্থৰ পৰিমাণ আছিল ৪৯·০০ কোটি টকা—আৰু প্ৰকৃত খৰচৰ পৰিমাণ আছিল—১৫·৯ কোটি টকা। তৃতীয় পৰিকল্পনাত নিৰূপিত অৰ্থৰ পৰিমাণ আছিল—২৫·৫ কোটি টকা।

উল্লেখিত আঁচনিৰ অৰ্থ আৰু প্ৰকৃত কাৰ্য্যকৰী খৰচৰ মাজত থকা বৈষম্যই বিমান পৰিবহণত অৰ্থ সংকটৰ সন্ধান দিয়ে। অৰ্থ সংকটৰ বাহিৰেও অন্যান্য সমস্যাসমূহ এনে ধৰণৰ—পুৰণি বিমানৰ পৰিবৰ্তে নতুন বিমানৰ প্ৰতিষ্ঠাপন ( Replacement ), বিমানৰ আধুনিকীকৰণ, অপটু বৈমানিক আৰু প্ৰশিক্ষণৰ ন্যূনতা, বিমান চালনৰ অসমৰ্থতা

( Operational inefficiency ) আৰু বিমান ঘাটি আৰু সা-সুযোগৰ অল্পতাই প্ৰধান।

এলাহাবাদত থকা প্ৰশিক্ষণ কেন্দ্ৰৰ অকাৰ্য্যকাৰিতাৰ কথা দুখন উচ্চ ক্ষমতা সম্পন্ন সমিতিয়ে অনুসন্ধান কৰি সমালোচনা কৰিছিল। বিমান বিভাগৰ যথাৰ্থ পৰিচালনৰ অভাৱত হোৱা লোকচানৰ মাত্ৰাধিক্যই বিমান পৰিবহণত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে। পুৰণি বিমানৰ পৰিবৰ্তে আধুনিক বিমানৰ প্ৰচলন অথবা বিমানৰ আধুনিকীকৰণ আৰু পৰিবহণৰ ক্ষেত্ৰত সমানেই বাধাত্মক। উচ্চমান বিশিষ্ট বিমান ঘাটি আৰু বিমান প্ৰতিৰক্ষাৰ বাবে প্ৰয়োজনীয় আহিলা-পাতি আৰু সা-সৰঞ্জামৰ অভাৱো এই ক্ষেত্ৰত উল্লেখযোগ্য সমস্যা। বিমান প্ৰতিৰক্ষাৰ প্ৰয়োজনীয় আধুনিক ব্যৱস্থাই অন্ততঃ লোকচানৰ মাত্ৰাধিক্য লাঘৱ কৰিলেহেঁতেন, কিন্তু তেনে আহিলা-পাতি নিৰ্মাণৰ বিশেষ কাৰখানা অদ্যাপিও দেশত গঢ়ি উঠা নাই।

———

# দ্বাদশ অধ্যায় (ক)

## "ব্যৱসায় বাণিজ্য আৰু উদ্যোগৰ সম্প্ৰসাৰণত বিভিন্ন চৰকাৰী আৰু অৰ্ধ চৰকাৰী এজেন্সীৰ ভূমিকা"

**সূচনা ঃ** বেপাৰ বাণিজ্য আৰু উদ্যোগৰ সম্প্ৰসাৰণ আৰু পৰিপুষ্টিত কিছুমান সংস্থা প্ৰত্যক্ষভাৱে জড়িত। সেই সংস্থাবোৰে আভ্যন্তৰীণ আৰু বৈদেশিক বাণিজ্যৰ নিৰৱচ্ছিন্ন প্ৰতিপালন আৰু সম্প্ৰসাৰণৰ দায়িত্ব গ্ৰহণ কৰে। সংস্থাবোৰৰ কিছুমান নিজস্ব উদ্যমৰদ্বাৰা আৰু কিছুমান ৰাষ্ট্ৰৰদ্বাৰা সংগঠিত আৰু প্ৰতিপালিত। কাৰণ, আজিৰ ৰাষ্ট্ৰই প্ৰাচীন কালৰ নীতি-নিয়ম মানি দেশৰ বাণিজ্য আৰু উদ্যোগৰ ক্ষেত্ৰত অকৰ্মণ্য দৰ্শকৰ দৰে ৰৈ থাকিব নোৱাৰে। সেয়ে ৰাষ্ট্ৰই প্ৰত্যক্ষভাৱে ব্যৱসায় বাণিজ্যত অংশ গ্ৰহণ কৰাৰ উপৰিও নানা পৰিষদ, সংস্থা, বিভাগ আদি স্থাপন কৰি বিবিধ উপায়েৰে বাণিজ্য উদ্যোগৰ পৰিপুষ্টি আৰু সম্প্ৰসাৰণৰ অৰ্থে কাম কৰে।

এই বিষয়ত ভাৰতবৰ্ষ কেতিয়াও ব্যতিক্ৰম নহয়। জাতীয় চৰকাৰে বিভিন্ন সংস্থা, পৰিষদ, ফ'ৰাম, বিভাগ, বিভাগীয় শাখা আদিৰ জৰিয়তে বাণিজ্য উদ্যোগৰ সম্প্ৰসাৰণৰ হকে যৎপৰোনাস্তি চেষ্টা কৰি আহিছে। ১৯৪৭ চনৰ স্বাধীনতাৰ আগলৈকে ভাৰতবৰ্ষৰ বৈদেশিক বাণিজ্যৰ যি ভূমিকা সি আছিল নিচেই নগণ্য। সেই ভাৰতীয় বৈদেশিক বাণিজ্যও বৃটিছ চৰকাৰৰদ্বাৰা পৰিচালিত কেইখনমান ঔপনিবেশিক দেশ আৰু ইংলণ্ডৰ লগতেই জড়িত আছিল। প্ৰাক্-বৃটিছ যুগৰ যি পৰম্পৰাগত বেহা-বেপাৰ বৈদেশিক ক্ষেত্ৰত আছিল, সি বৃটিছৰ ঔপনিবেশিক চৰকাৰৰ

তলত ধ্বংস হয়। কাৰণ বৃটিছ চৰকাৰেও সেই পৰম্পৰাগত স্বাধীন বৈদেশিক বাণিজ্যৰ প্ৰতিপালন আৰু সম্প্ৰসাৰণ বিচৰা নাছিল। বৃটিছৰ ঔপনিবেশিক দেশ আৰু নিজদেশ ইংলণ্ডৰ সৈতে চলা বৈদেশিক বাণিজ্যৰ লেন্‌দেনৰ সম্ভাৰসমূহ আছিলতে কৃষিজাত সামগ্ৰী। বৃটিছৰ নিজ স্বাৰ্থ অক্ষুণ্ণ ৰখাৰ হেতু ভাৰতবৰ্ষৰ আভ্যন্তৰীণ ব্যৱসায় বাণিজ্যৰ বিশেষ সম্প্ৰসাৰণ বিচৰা নাছিল। বৃটিছ যুগত যি দুই চাৰিটা উদ্যোগ, কল-কাৰখানা সংগঠিত বা প্ৰতিষ্ঠিত হৈছিল সি হৈছিল কেৱল বৃটিছৰ নিজস্ব ব্যৱসায়ৰ ক্ৰম বৰ্ধমানৰ হেতু।

ভাৰতবৰ্ষক এখন কৃষি প্ৰধান দেশ হিচাপে ৰাখিবলৈকে বৃটিছে সৰ্বদায় চেষ্টা কৰি আছিল। যিহেতু ভাৰতৰ কৃষিজাত সামগ্ৰী আমদানি কৰি নিজ দেশত সেই সামগ্ৰী শিল্পজ কৰি পুনৰ ভাৰতত্তে বিক্ৰী কৰাৰ এক গুপ্ত আঁচনি তেওঁলোকৰ ভিতৰত আছিল, আৰু তাক বহুল পৰিমাণে কাৰ্য্যকৰীয়ো কৰিছিল। ফলত, ভাৰতবৰ্ষই বৃটিছ যুগত প্ৰাচীন পৰম্পৰাগত ভাৱে পোৱা বাণিজ্যিক প্ৰতিভা হেৰুৱায়। বৃটিছৰ শাসন কালতেই আভ্যন্তৰীণ আৰু বৈদেশিক বাণিজ্যত ভাৰতীয় মানুহৰ বাণিজ্যিক আয়ুস প্ৰায় নাইকিয়া হয়, কাৰণ দেশীয় লোকৰ বাণিজ্যত প্ৰতিপত্তি বাঢ়িলেই বৃটিছ চৰকাৰে বিভিন্ন বাধা-নিষেধ আৰোপ কৰি আৰু নানা কুটাঘাটমূলক কাৰ্য্য-সম্পাদন কৰি মূলতে নিৰ্মূ'ল কৰাৰ বহু দৃষ্টান্ত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত আছে।

স্বাধীনতাৰ পিছত দেশীয় চৰকাৰে সেয়ে, আভ্যন্তৰীণ আৰু বৈদেশিক বাণিজ্যৰ ক্ৰমোন্নয়ন, প্ৰতিপালন আৰু সম্প্ৰসাৰণৰ বাবে নানান উপায় অৱলম্বন কৰিছে। তেনে কিছু সংস্থাৰ বিৱৰণ তলত উল্লেখ কৰা হ'ল।

**(ক) মন্ত্ৰণালয়ঃ** একোজন মন্ত্ৰীৰ তত্ত্বাৱধানত আৰু সম্পূৰ্ণ দায়িত্বত দেশৰ বেপাৰ বাণিজ্য আৰু উদ্যোগৰ সমগ্ৰ আচৰণ-বিধি,



প্ৰসাৰণ আৰু উন্নয়নৰ ভাৰ বিভাগীয় ভিত্তিত আৰোপিত হয়। উক্ত বিভাগীয় প্ৰধানজনক অৰ্থাৎ মন্ত্ৰীজনাক দেশৰ আইন সভাই নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰে। আইন-সভাই (Parliament) হ'ল দেশৰ উচ্চতম শাসন সম্পৰ্কীয় কৰ্তা। গতিকে আইন সভাৰ নিয়ন্ত্ৰণ অবিহনে মন্ত্ৰণালয়ৰ মূৰব্বীজন স্বেচ্ছাই পৰিচালিত হ'ব নোৱাৰে। তেওঁ আইন সভাৰ নিৰ্দেশাধীন। ভাৰতবৰ্ষৰ সাংবিধানিক নিয়ম অনুযায়ী ব্যৱসায় বাণিজ্যআৰু উদ্যোগৰ অৰ্থে পৃথক, পৃথক বিভাগীয় মন্ত্ৰণালয়ৰ ব্যৱস্থা কৰা হৈছে। সেয়ে ব্যৱসায় বাণিজ্যৰ বাবে বাণিজ্য মন্ত্ৰণালয় আৰু উদ্যোগৰ বাবে ঔদ্যোগিক উন্নয়ন আৰু কোম্পানী এফেয়াৰ্চ মন্ত্ৰণালয় আছে। বাণিজ্য মন্ত্ৰণালয়ক পুনৰ আভ্যন্তৰীণ আৰু বৈদেশিক বাণিজ্যৰ বাবে বেলেগ বেলেগ শাখা কৰা হৈছে। ঠিক তেনেকৈয়ে উদ্যোগৰ ভিতৰতো উদ্যোগ অনুযায়ী বেলেগ বেলেগ মন্ত্ৰণালয়, যেনে ষ্টীল, মাইনছ এণ্ড মিটেলছ পেট্ৰোলিয়াম এণ্ড কেমিকেল্‌ছ্‌ আদি আছে। এই মন্ত্ৰণালয়সমূহৰ সহায়কাৰী হিচাপে বহু অনুমোদিত বিভাগ বা সংস্থা আছে।

**(খ) সঞ্চালকালয় (Directorate)ঃ** উল্লেখিত মন্ত্ৰণালয় সমূহক প্ৰত্যক্ষভাৱে সহায় আৰু সহযোগ কৰিবলৈ বিবিধ সহযোগী সংস্থা আছে। উক্ত সংস্থাসমূহৰ ভিতৰত মন্ত্ৰণালয়ৰ ঠিক পিছৰ সংস্থাটি হ'ল— "সঞ্চালকালয় এই সংস্থাৰ মূৰব্বীজন "সঞ্চালক প্ৰধান।" সঞ্চালক প্ৰধানে তেওঁৰদ্বাৰা চালিত সঞ্চালক কাৰ্য্যালয়ৰ জৰিয়তে (যেনে— ডিৰেক্টৰেট অব্‌ এক্স্‌প'ৰ্ট প্ৰমোচন (Directorate of Export promotion), ডিৰেক্টৰেট অব্‌ এক্‌জিবিচন্‌ছ্‌ (Directorate of Exhibitions), ডিৰেক্টৰেট জেনেৰেল অব্‌ ছিভিল এভিয়েচন (Directorate general of civil Aviation), ডিৰেক্টৰেট অব্‌ প্লেণ্ট প্ৰটেকচন (Directorate of Plant Protections), মন্ত্ৰণালয়ক সকলো

ধৰণৰ আৱশ্যকীয় তথ্য-পাতি, পৰিসংখ্যা প্ৰতিবেদনৰ যোগান ধৰে।

দেশৰ বিভিন্ন প্ৰয়োজনীয় শিল্প উদ্যোগৰ উন্নয়নৰ অৰ্থে ভাৰত চৰকাৰৰ কেন্দ্ৰীয় ক্ৰয়-বিক্ৰয় সংগঠনে ( ডিৰেক্টৰেট জেনেৰেল অব্ ছাপ্লাইজ এণ্ড ডিছপ'জেলছ্—Directorate General of Supplies and disposals) নানান সুযোগ-সুবিধা, যেনে টকা-কড়ি, তথ্য-পাতি, প্ৰচাৰ বিজ্ঞাপন, ক্ৰয়-বিক্ৰয় ইত্যাদিৰে আগবঢ়াই আহিছে।

কেন্দ্ৰীয় চৰকাৰৰ মন্ত্ৰণালয় আৰু সঞ্চালকালয়ৰ উপৰিও ৰাজ্য ভিত্তিত ৰাজ্যিক মন্ত্ৰণালয় আৰু সঞ্চালকালয় আছে। উক্ত ৰাজ্যিক মন্ত্ৰণালয় আৰু তাৰ সহযোগী সঞ্চালকালয়ে ৰাজ্যখনৰ সামগ্ৰীক বেপাৰ বাণিজ্য আৰু উদ্যোগৰ উন্নয়ন, সম্প্ৰসাৰণ আৰু প্ৰতিপালনৰ অৰ্থে সহায় সহযোগ আগবঢ়ায়। চৰকাৰী খণ্ডত পৰিচালিত বেপাৰ-বাণিজ্য আৰু উদ্যোগৰ কাৰ্য্যও পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰে।

ৰাষ্ট্ৰীয় ব্যৱস্থাত উল্লেখিত মন্ত্ৰণালয় আৰু সঞ্চালকালয়ৰ উপৰ্য্যুপৰি আৰু বহু চৰকাৰী সংস্থা, পৰিষদ, সংগঠন, কাউন্সিল আদি আছে ; যিবিলাকে বাণিজ্য আৰু উদ্যোগৰ উন্নয়নাৰ্থে ৰপ্তানি আৰু আমদানি ব্যৱসায় সম্প্ৰসাৰণৰ কাৰণে, নিজ নিজ কাৰ্য্য সম্পাদন কৰি আহিছে। তেনে বিশেষ সংস্থাবোৰৰ নামোল্লেখ কৰা হ'ল, যেনে চৰকাৰী বিক্ৰী ভাণ্ডাৰ ( Govt. sales Emporium ), বাণিজ্যিক পৰিষদ ( Marketing Board ), উন্নয়নী পৰিষদ ( Development Council ), ৰপ্তানি বৰ্ধন পৰিষদ ( Export Promotion Council), ব্যৱসায় পৰিষদ ( Board of Trade ), ট্ৰেড ডেলিগেচন আৰু ট্ৰেড মিছন ( Trade Delegation and trade Mission ), ব্যৱসায় আয়ুক্ত ( Trade Commissioner ) ক্ষুদ্ৰ উদ্যোগ সেৱা কেন্দ্ৰ ( Small Industries Service Instituites ), বৈজ্ঞানিক আৰু ঔদ্যোগিক



গৱেষণা পৰিষদ ( Council of Seientific and Industrial Research), ডি ইণ্ডিয়ান ইনষ্টিটিউট অব্ ফ'ৰেইন ট্ৰেড (The Indian Institute of Foreign Trade ), বাণিজ্যিক চোৰাংচোৱা আৰু পৰিসংখ্যা বিভাগ ( Department of Commercial Intelligence and statistics ) বাণিজ্যিক যাদুঘৰ আৰু গ্ৰন্থাগাৰ ( Commercial Musiums and Library ) ৰপ্তানি সংস্থা ( Export House )।

**(গ) বিশেষ ৰাষ্ট্ৰীয় প্ৰতিষ্ঠানসমূহ ঃ—**

**(১) চৰকাৰী বিক্ৰী ভাণ্ডাৰ ( Govt. Sales Emporium ) ঃ** বিক্ৰী সংগঠনৰ অভাৱত দেশত উৎপাদিত বহু বস্তুৰ ব্যৱসায় নহয়। সেয়ে চৰকাৰে নিজ উদ্যোগত কিছুমান বিক্ৰী সংগঠন প্ৰতিষ্ঠা কৰে, যাক আমি বিক্ৰী ভাণ্ডাৰ নামে জানো। চৰকাৰৰদ্বাৰা সংগঠিত হোৱা বিক্ৰী ভাণ্ডাৰ বোৰ দেশৰ পণ্য দ্ৰব্য বা অন্যান্য বস্তু-বেহানিৰ ব্যৱসায় আৰু প্ৰচাৰৰ এক উপযুক্ত মাধ্যম। এনে চৰকাৰী সংগঠনে কুটীৰ শিল্প, ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগত নিৰ্মিত বস্তু-বেহানি, পণ্য দ্ৰব্যৰ বণ্টন আৰু বিক্ৰী কৰিবলৈ নিতান্তই সুচল হয়। কাৰণ কুটীৰ শিল্প, ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগত তৈয়াৰী বস্তুৰ বিক্ৰীৰ বাবে তেনে কোনো সুবিধাজনক সংগঠন দেশত গঢ়ি উঠা নাই। আনহাতে এনে উদ্যোগৰ অৰ্থনৈতিক অৱস্থাও সন্তোষজনক নহয় ; ফলস্বৰূপে-কুটীৰ শিল্প বা ক্ষুদ্ৰ উদ্যোগত জড়িত লোকসকলৰ আৰ্থিক অৱস্থাও তথৈবচ।

ভাৰতৰ নিচিনা কৃষি-প্ৰধান দেশত য'ত বিশেষকৈ কুটীৰ শিল্পই জাতীয় অৰ্থনীতিত এক প্ৰধান ঠাই দখল কৰি আছে, এনে চৰকাৰী প্ৰচেষ্টাত প্ৰতিষ্ঠিত সংগঠনৰ অতি প্ৰয়োজন। এনে সংগঠনৰদ্বাৰা কুটীৰ শিল্প আৰু ক্ষুদ্ৰ শিল্পত নিৰ্মিত বস্তুৰ বিক্ৰী, বিকাশ আৰু বিজ্ঞাপনৰ যোগে দেশৰ অৰ্থনীতিত এক উল্লেখযোগ্য বৰঙণি যোগাব

পাৰি। ভাৰতবৰ্ষৰ সকলো প্ৰদেশতেই কুটীৰ আৰু ক্ষুদ্ৰ শিল্প আছে আৰু এই শিল্প উদ্যোগসমূহৰ নিয়ন্ত্ৰণ আৰু পৰিচালনা চৰকাৰৰদ্বাৰাই কৰিবলৈ প্ৰচেষ্টা চলাই অহা হৈছে। সেই উদ্দেশ্যে চৰকাৰে, উক্ত উদ্যোগসমূহত নিৰ্মিত বস্তুৰ বিক্ৰী আৰু প্ৰচাৰৰ বাবে বিক্ৰী ভাণ্ডাৰ বা ছেলছ এম্পৰিয়াম বিভাগৰ সংগঠন কৰিছে। ভাৰতৰ প্ৰতিখন ৰাজ্যৰে নিজস্ব বিক্ৰী বিভাগ (Sales Department) আৰু কুটীৰ আৰু ক্ষুদ্ৰ শিল্প বিভাগ গঢ়ি তোলা হৈছে। সমগ্ৰ দেশৰ বিভিন্ন নগৰ-চহৰত ভিন্ ভিন্ ৰাজ্যৰ এনে চৰকাৰী বিক্ৰী কেন্দ্ৰ আছে। এনে ধৰণৰ ভাণ্ডাৰত নিজ-নিজ ৰাজ্যৰ ক্ষুদ্ৰ আৰু কুটীৰ শিল্পজ সামগ্ৰী বিক্ৰী কৰা হয়; ফলত কুটীৰ আৰু ক্ষুদ্ৰ শিল্পই বিস্তৃতি লাভ কৰে; নিৰ্মিত সামগ্ৰীৰ বিক্ৰীয়ে কিছুমান মানুহৰ সংস্থান দিয়ে আৰু বিদেশত ইয়াৰ বিক্ৰী আৰু প্ৰচাৰে দেশৰ সাংস্কৃতিক আৰু অৰ্থনৈতিক মান উন্নীত কৰে।

(২) **বাণিজ্যিক পৰিষদ (Marketing Board)**ঃ দেশত গঢ়ি উঠা সকলো ধৰণৰ গধুৰ আৰু লঘু শিল্প সম্ভাৰ বিক্ৰী আৰু প্ৰচাৰ কৰাৰ অৰ্থে বাণিজ্যিক পৰিষদ গঠন কৰা হয়। এনে পৰিষদক পণ্য পৰিষদ (Commodity Board) নামেও জনা যায়। উক্ত বিক্ৰী আৰু প্ৰচাৰ দেশৰ ভিতৰত আৰু বিদেশী বজাৰত কৰিব লাগে। পৰিষদৰ বিক্ৰী আৰু প্ৰচাৰৰ উপৰিয়ো অন্যান্য কৰ্মৰাজিৰ ভিতৰত আছে—উৎপাদন উন্নয়ন আৰু সম্প্ৰসাৰণ। সাধাৰণতে এনে পৰিষদ বৃহৎ আৰু গধুৰ শিল্পোদ্যোগত সম্ভাৰৰ উৎপাদন, উন্নয়ন, বিক্ৰী আৰু প্ৰচাৰৰ অৰ্থে অধিক উপযোগী, বাণিজ্যিক বা পণ্য পৰিষদ উদ্যোগ ভিত্তিত (Industry wise) গঠিত হ'লে বেছি সংগতি পূৰ্ণ হয়। কাৰণ, সু-পৰিকল্পনা, সামগ্ৰিক আঁচনি আৰু সামূহিক কাৰ্য্য-সূচীৰ বাবে একে জাতীয় উদ্যোগৰ মাজত, কোনো নিৰ্দিষ্ট দিশত উন্নয়ন, প্ৰচাৰ আৰু বজাৰ দখল কৰাটো সহজ আৰু সমন্বয় পূৰ্ণ হয়।



এই প্ৰকাৰৰ প্ৰতিষ্ঠান সমূহত স্বাভাৱিকতে সকলো দিশৰ লোকৰ, ...নে চৰকাৰ, উদ্যোক্তা, আৰু উপভোক্তাৰ প্ৰায় সমানে বিশেষ ...নোযোগ থাকে। সেয়ে এনে সংগঠন অৰ্ধ চৰকাৰী ভিত্তিত অৰ্থাৎ ...ংবিধিক পৰিষদ হিচাপে (Statutory Board) গঠিত হয়। পৰিষদে ...ৰ্বদায় নিজ উদ্যোগৰ উৎপাদন বৃদ্ধি আৰু তাৰ সামূহিক বণ্টনৰ বাবে কাৰ্য্যকৰী ব্যৱস্থা লয়। বহুল ভাবে উৎপাদিত (Large scale production) সামগ্ৰীৰ বজাৰৰ বাবে বিদেশত সেই উদ্যোগৰ বহুল প্ৰচাৰ আৰু প্ৰসাৰ নিতান্তই পৰিষদৰ প্ৰয়োজনীয় কৰ্ম।

এনে পৰিষদৰ কাৰ্য্যকাৰিতা উলাই কৰিব নোৱাৰা বিধৰ। তাৰ প্ৰমাণ বৰ্তমান চলি থকা কেইখনমান পৰিষদৰ কাৰ্য্য-কলাপৰ পৰাই পাব পাৰি। এই ক্ষেত্ৰত আঙুলিয়াব পাৰি চাহ পৰিষদলৈ (The Market Expansion Board)। চাহ পৰিষদে ভাৰতীয় চাহ-পাতক বিদেশী বজাৰত প্ৰতিষ্ঠিত কৰিবলৈ আগবঢ়োৱা অৰিহনাই পৰিষদৰ প্ৰয়োজনীয়তা আৰু তাৰ কৰ্ম কুশলতাৰ প্ৰমাণ দিয়ে।

বৰ্তমান এনে পৰিষদ বহু উদ্যোগত গঠিত হৈছে। তাৰ অন্যতম হিচাপে কফি, ৰবৰ, পাত (Silk), কইৰ (Coir), নাৰিকল বাকলিৰ (আঁহ), এলাচি (Cardamom) আদি পৰিষদৰ নামোল্লেখ কৰিব পাৰি।

উদ্যোগৰ উন্নয়ন, সম্প্ৰসাৰণ আৰু প্ৰচাৰৰ অৰ্থে এই পৰিষদসমূহে, উদ্যোক্তাক হ্ৰস্ব আৰু দীৰ্ঘ-ম্যাদী ঋণদান, হায়াৰ পাৰছেজ পদ্ধতিত (Hire-purchase System) মেছিন আৰু যন্ত্ৰ-পাতি সৰঞ্জাম আদি যোগান ধৰা, গৱেষণামূলক কাৰ্য্যৰ বাবে সাহায্য দান, বোনাছ বা ছাবছিডি আঁচনিৰ প্ৰৱৰ্তন, শিল্প উদ্যোগৰ (চাহ, কফি, আদি) প্ৰয়োগ-মূলক অনুসন্ধান আৰু নিত্য-নতুন, পৰীক্ষা-নিৰীক্ষা, নতুন নমুনা বা আৰ্হিৰ বস্তু নিৰ্মাণৰ বাবে সাহায্য আৰু প্ৰশিক্ষণ আদিয়েই প্ৰধান।

এনে ব্যৱসায়িক পৰিষদৰ উপৰিয়ে। প্ৰাক্‌স্বাধীনতা কালত ব্যক্তিগত খণ্ডত গঢ়ি-উঠা কিছুমান শিল্প প্ৰতিষ্ঠান স্বাধীনোত্তৰ কালত সম্প্ৰসাৰিত হয়। ব্যক্তিগত খণ্ডত প্ৰতিষ্ঠিত এনে প্ৰতিষ্ঠানসমূহক স্বাধীনোত্তৰ কালত চৰকাৰে সাংবিধানিক পৰিষদৰ জড়িয়তে উন্নয়ন আৰু পৰিবৰ্ধনৰ চেষ্টা কৰে আৰু তাৰে কিছুমান শিল্পোদ্যোগ পূৰ্ণ-চৰকাৰী পৰ্য্যায়লৈ উন্নীত কৰে। তেনে জাতীয় প্ৰতিষ্ঠানসমূহ হৈছে—খাদী প্ৰতিষ্ঠান, গ্ৰামোদ্যোগ, হেণ্ডিক্ৰোফ্‌ট্‌ছ, হেণ্ডলুম ইণ্ডাষ্ট্ৰী আদি। এই ক্ষুদ্ৰ আৰু গ্ৰামোদ্যোগসমূহৰ বহুতো বৰ্তমানে ৰাষ্ট্ৰ আৰু ৰাজ্য ভিত্তিত চৰকাৰী আৰু অৰ্ধ-চৰকাৰী সংস্থা হিচাপে সংগঠিত কৰা হৈছে।

**ৰাষ্ট্ৰীয় ভিত্তিত গঠিত উদ্যোগৰ ভিতৰত আছে—**

(ক) গ্ৰামদ্যোগ প্ৰকল্প—১৯৬২-৬৩ চন (Rural Industries Projects): বৰ্তমান সমগ্ৰ দেশত এনে ধৰণৰ কেন্দ্ৰীয় চৰকাৰৰ অনুগ্ৰহত গঠিত প্ৰকল্পৰ পৰিমাণ হৈছেগৈ উনপঞ্চাশটা। (১৯৬৫ চন)।

(খ) ৰাষ্ট্ৰীয় ভিত্তিত সংগঠিত আন এখন পৰিষদ হৈছে সৰ্ব-ভাৰতীয় হস্ত শিল্প পৰিষদ (All India Handi-crafts Board 1952): এই পৰিষদৰ সদৰ কাৰ্য্যালয় প্ৰতিষ্ঠা কৰা হৈছে নতুন দিল্লীত আৰু বোম্বাই, কলিকতা, দিল্লী, লক্ষ্ণৌ আৰু মাদ্ৰাজত পাঁচোটা আঞ্চলিক কাৰ্য্যালয় স্থাপন কৰা হৈছে। হস্ত শিল্প পৰিষদৰ অন্তৰ্গত সমগ্ৰ দেশৰ বিভিন্ন অঞ্চলত নক্সা কেন্দ্ৰ, প্ৰশিক্ষণ কেন্দ্ৰ, উন্নয়নী কেন্দ্ৰ, যাদুঘৰ আদি প্ৰতিষ্ঠা কৰা হৈছে।

(গ) সৰ্ব-ভাৰতীয় খাদী আৰু গ্ৰামোদ্যোগ পৰিষদ—১৯৫৩ (All India khadi and village Industries Board) খাদী আৰু গ্ৰামোদ্যোগৰ উন্নয়ন প্ৰসাৰণ আৰু প্ৰচাৰৰ অৰ্থে সাংবিধিক পৰিষদীয় ভিত্তিত গ্ৰামোদ্যোগ পৰিষদ গঠিত হৈছিল। পিছত (১৯৬০ চনত) এই পৰিষদৰ কাৰ্য্যভাৰ আয়োগলৈ (Commission) হস্তান্তৰ



কৰা হয়। উক্ত আয়োগে পঞ্জীয়ন ভুক্ত শিল্প প্ৰতিষ্ঠান, সমবায় সমিতি, ৰাজ্যিক গ্ৰামোদ্যোগ পৰিষদ সমূহলৈ আৰ্থিক সাহায্য আগবঢ়ায়। খদ্দৰ, পাত, মুগা, উন কাপোৰ, আৰু অন্যান্য বাইশটা প্ৰাচীন উদ্যোগৰ উন্নয়ন সম্প্ৰসাৰণ ক্ৰয়-বিক্ৰয় আৰু প্ৰচাৰৰ দায়িত্ব আয়োগ সংগঠিত হোৱাৰ পৰাই বহন কৰি আহিছে। উল্লেখিত বাইশটি উদ্যোগৰ অন্যতম হৈছে খদ্দৰ আৰু অন্যান্য কাপোৰ, ঘানী তেল, মৌ পালন, হস্ত নিৰ্মিত কাগজ, জুইশলা উদ্যোগৰ, চাবোন, মৃৎ শিল্প, কমাৰ শিল্প আৰু খান্দচেৰী গুৰ।

(ঘ) সৰ্ব-ভাৰতীয় হেণ্ডলুম পৰিষদ ১৯৫২ চন (All India Handloom Board): এই পৰিষদখন কেন্দ্ৰীয় ব্যৱসায়িক সংগঠন হিচাপে সংগঠিত। হেণ্ডলুম কাপোৰৰ বাণিজ্য সম্প্ৰসাৰণৰ অৰ্থে এই পৰিষদে দেশ আৰু বিদেশৰ বজাৰত প্ৰচাৰ চলায়। এই পৰিষদৰদ্বাৰা কেন্দ্ৰীয় প্ৰশিক্ষণ প্ৰতিষ্ঠান এটিও ১৯৬০ চনৰপৰা ছালেমত (Salem) পৰিচালিত হৈছে। প্ৰতিষ্ঠানে হেণ্ডলুম প্ৰযুক্তি বিদ্যাৰ (Handloom Technology) ওপৰত ডিপ্লোমা কৰ্ছৰ (Diploma Course) প্ৰচলন আৰু প্ৰশিক্ষণ দিছে। ইয়াৰ বাহিৰেও পৰিষদে নতুন নক্সা আৰু গঢ়নৰ বাবে দেশৰ বিভিন্ন ঠাইত চাৰিটা সেৱা কেন্দ্ৰ (Weavers Service Centre) প্ৰতিষ্ঠা আৰু পৰিচালনা কৰিছে।

ক্ষুদ্ৰ আৰু গ্ৰামীণ উদ্যোগসমূহৰ বহুতো সম্প্ৰতে ৰাজ্য ভিত্তিত অৰ্ধ-চৰকাৰী বিভাগ হিচাপে সংগঠিত হৈছে, যেনে অসম খাদী আৰু গ্ৰামোদ্যোগ ব'ৰ্ড, বংগীয় খাদী আৰু গ্ৰামোদ্যোগ প্ৰতিষ্ঠান, বিহাৰ খাদী আৰু গ্ৰামোদ্যোগ সংঘ আদি।

পূৰ্ণ-চৰকাৰী পৰ্য্যায়লৈ উন্নীত হোৱা শিল্প উদ্যোগসমূহ হৈছে হেণ্ডলুম বিভাগ, কটেজ ইণ্ডাষ্ট্ৰী বিভাগ, চিল্ক-এণ্ড ছেৰিকালচাৰ বিভাগ ইত্যাদি। এনে ধৰণৰ চৰকাৰী বিভাগ হিচাপে পৰিচালিত

উদ্যোগসমূহে বিদেশলৈ শিল্পজ সামগ্ৰী ৰপ্তানি কৰি প্ৰশংসনীয় স্থান অধিকাৰ কৰা দেখা যায়।

(৩) **উন্নয়নী পৰিষদ ( Development Council )**: কেন্দ্ৰীয় চৰকাৰৰ শিল্পায়ন নীতিৰে সৈতে সামঞ্জস্য ৰাখি ১৯৫১ চনত শিল্পোদ্যোগ ( উন্নয়ন আৰু নিয়ন্ত্ৰণ ) আইন, দেশত গঢ়ি উঠা শিল্পোদ্যোগৰ উন্নয়ন আৰু নিয়ন্ত্ৰণ নিশ্চিত কৰাৰ উদ্দেশ্যে, গৃহীত হয়।

এই আইনে মৌলিক চৰ্ত হিচাপে বিভিন্ন মূল শিল্পোদ্যোগসমূহত একোখনকৈ উন্নয়নী পৰিষদ ( Development Council ) গঠন কৰিবলৈ কেন্দ্ৰীয় চৰকাৰক ক্ষমতা দান কৰে। উন্নয়নী পৰিষদ প্ৰতিষ্ঠাৰ প্ৰয়োজনীয়তা হৈছে ব্যক্তিগত আৰু সাৰ্বজনীন উভয়-খণ্ড উদ্যোগৰ ভিতৰত সামঞ্জস্য ৰক্ষা কৰা আৰু ব্যক্তিগত খণ্ডৰ উদ্যোগসমূহে যাতে সুপৰিকল্পিতভাৱে ক্ৰমান্বয়ে অগ্ৰসৰ হ'বলৈ যোগ্য হয়, তাক নিশ্চিত কৰা।

উন্নয়নী পৰিষদৰ মূল কাৰ্য্য-কলাপসমূহ নিম্নোল্লিখিত ধৰণৰ—

(১) উৎপাদন লক্ষ্যক অনুমোদন জনাবলৈ, উৎপাদনৰ প্ৰক্ৰিয়া-সমূহৰ সমন্বয় সাধন কৰিবলৈ আৰু সময়ে সময়ে সেই প্ৰগতিৰ সমীক্ষা ( Review ) আগবঢ়াবলৈ ;

(২) কৰ্ম-কুশলতাৰে অপচয় ৰোধ কৰাৰ পৰামৰ্শ দিবলৈ, চৰম উৎপাদন পাবলৈ, গুণৰ মান উন্নতিৰে ব্যয়-হ্ৰাস কৰা আদৰ্শৰ প্ৰতি দৃষ্টি ৰাখিবলৈ ;

(৩) উদ্যোগৰ যন্ত্ৰ-পাতিৰ ধাৰণ ক্ষমতা অনুপাতে সম্পূৰ্ণ ব্যৱহাৰ কৰিবলৈ, উদ্যোগৰ কাৰ্য্যকৰিতাৰ ক্ৰমোন্নতিৰ অৰ্থে পৰামৰ্শ আগবঢ়াবলৈ ;

(৪) নিয়ন্ত্ৰিত সামগ্ৰী বন্টনৰ ক্ষেত্ৰত ব্যৱস্থা লবলৈ, আৰু



অনুৎপাদিত সামগ্ৰী ৰাষ্ট্ৰৰ অৰ্থে সংগ্ৰহৰ ক্ষেত্ৰত লবলগা ব্যৱস্থাত সাহায্য কৰিবলৈ ;

(৫) বৈজ্ঞানিক আৰু ঔদ্যোগিক গৱেষণাৰ ব্যৱস্থা কৰিবলৈ, বিভিন্ন উদ্যোগ সংক্ৰান্ত পৰিসংখ্যাৰ সংগ্ৰহ আৰু সাধাৰণ সূত্ৰ আকাৰে প্ৰকাশ কৰিবলৈ ;

(৬) ক্ষুদ্ৰ আৰু কুটীৰ জাতীয় শিল্পৰ বিভিন্ন উৎপাদনৰ প্ৰক্ৰিয়া আৰু স্তৰৰ বিকেন্দ্ৰী কৰণ কৰাৰ ক্ষেত্ৰত সম্ভৱনীয়তা সম্পৰ্কে অনুসন্ধান কৰিবলৈ ;

(৭) উদ্যোগত নিয়োজিত কৰ্মীসকলৰ, অথবা উদ্যোগত কৰ্মী হোৱাৰ মন থকা লোকৰ কাৰিকৰী বিষয়ৰ প্ৰশিক্ষণ, উদ্যোগত নিয়োজিত কৰ্মীৰ বিকল্প কৰ্মৰ প্ৰশিক্ষণ, বা উদ্যোগৰপৰা কৰ্তন ( Retrench ) কৰ্মীৰ পুনৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিবলৈ ;

(৮) উন্নয়নী পৰিষদলৈ পঠিওৱা কোনো বিষয়ৰ ওপৰত কেন্দ্ৰীয় চৰকাৰক পৰামৰ্শ দানৰ অৰ্থে অনুসন্ধান কাৰ্য্য নিষ্পন্ন কৰিবলৈ, লোৱা কৰ্ম ৰাজিয়েই পৰিষদৰ প্ৰধান কাৰ্য্য।

বৰ্তমান প্ৰায়বোৰ প্ৰধান উদ্যোগক সামৰি, যেনে—চেনি, কাগজ, কাগজৰ মণ্ড (Paper Pulp), অ'ট'ম'বাইলছ, কেমিকেল, ইঞ্জিনীয়াৰিং গুড্‌ছ, লঘু আৰু গুৰু বিদ্যুৎ শক্তি, চামৰা, ঔষধ আৰু ওষধিদ্ৰব্য, যন্ত্ৰ-পাতি, যন্ত্ৰ-পাতিৰ সা-সৰঞ্জাম, তেল, চাবোন আৰু ৰং, গ্লাছ আৰু কেৰামিক্‌ছ, বাইচাইকেল, চিলাই কল, উন আৰু পাত সূতা, পৰিবহণৰ যান-বাহন, খাদ্য বস্তুৰ প্ৰক্ৰিয়া ( Food Processing ) ইত্যাদি। এনে পৰিষদৰ, সংখ্যা সদ্যহতে বিশ খন।

উদ্যোগে প্ৰতি, এনে পৰিষদ গঠনৰ ধাৰণা ভাৰতবৰ্ষই গ্ৰেট-ব্ৰিটেনৰ-পৰা আহৰণ কৰে। পৰিষদৰ কাৰ্য্যদক্ষতা ইয়াৰ সদস্য-বৃন্দৰ নিৰ্বাচনৰ ওপৰত নিৰ্ভৰ কৰে। সাধাৰণতে সদস্যসকল উদ্যোগপতি, চৰকাৰ,

কৰ্মচাৰী, প্ৰযুক্তিবিদ্, বিশেষজ্ঞ, পটু কাৰিকৰী আৰু গ্ৰাহকৰ মাজৰপৰা নিৰ্বাচন কৰা হ'য়। উন্নয়নী পৰিষদ খন হৈছে সাংবিধিক পৰিষদ। পৰিষদৰ কাৰ্য্য পৰিচালনা কৰিবলৈ আৰু অন্যান্য উদ্যোগৰ উন্নয়নমূলক ক্ৰিয়া সম্পাদন কৰিবলৈ, যেনে বৈজ্ঞানিক আৰু শিল্পায়ন সম্বন্ধীয় গৱেষণা, উৎপাদিত সামগ্ৰীৰ গুণগত মান আৰু নক্সাৰ উন্নয়ন, আৰু সৰ্বস্তৰৰ কৰ্মীৰ প্ৰশিক্ষণ ; যি অৰ্থৰ প্ৰয়োজন হয়, সেই অৰ্থ উৎপাদিত বস্তুৰ মূল্যৰ ওপৰত শতকৰা বাৰ পইছাকৈ কৰ বহুৱাই কেন্দ্ৰীয় চৰকাৰক, সংগ্ৰহ কৰিবলৈ আইন খনে অধিকাৰ দিছে।

**(৪) ৰপ্তানি বৰ্ধন পৰিষদ ( Export Promotion Council ) ঃ** সুপৰিকল্পিত অৰ্থনৈতিক উন্নয়ন কৰিবলৈ হ'লে বিজ্ঞানসন্মত আঁচনি আৰু কাৰ্য্যসূচীৰ প্ৰয়োজন। বিজ্ঞানসন্মত আঁচনি বিনে কোনো দেশেই দেশৰ শিল্প সম্পদ বা কৃষি সম্পদৰ যথোপযুক্ত উন্নয়ন আৰু বাণিজ্যিক ভাৰসাম্য অক্ষুণ্ণ ৰাখিব নোৱাৰে।

ভাৰতবৰ্ষও ইয়াৰ ব্যতিক্ৰম নহয়। ভাৰতবৰ্ষই পৰিকল্পিত উন্নয়ন আঁচনি গ্ৰহণ কৰাৰ লগে লগে দেশৰ উৎপাদিত সম্পদ আৰু আৱশ্যকীয় সম্পদৰ মাজত ভাৰসাম্য বজাই ৰখাটো অপৰিহাৰ্য্য হৈ পৰে। কেন্দ্ৰীয় চৰকাৰে সেয়ে, কিছুমান সংগঠন নিজে প্ৰতিষ্ঠা কৰিছে আৰু কিছুমান ব্যক্তিগত খণ্ডত প্ৰতিষ্ঠিত সংগঠনক স্বীকৃতি দিছে। তেনে সংগঠনসমূহক দুভাগত বিভক্ত কৰিব পাৰি। এভাগ উৎপাদন উন্নয়ন, আৰু সম্প্ৰসাৰণ বিষয়ৰ আৰু আন ভাগ উৎপাদিত সম্ভাৰৰ ৰপ্তানি আৰু উৎপাদনৰ অৰ্থে আৱশ্যকীয় সম্ভাৰৰ আমদানি বিষয়ৰ। এই দুবিধৰ ভিতৰত বৰ্তমান আলোচ্য পৰিষদ খন দ্বিতীয় বিধৰ। আপাততঃ আমদানিৰ নিয়ন্ত্ৰণ আৰু ৰপ্তানিৰ পৰিবৰ্ধনেই কেন্দ্ৰীয় চৰকাৰৰ সমস্যাৰ বিষয়। শিল্প উদ্যোগৰ উন্নয়নাৰ্থে যিদৰে যন্ত্ৰ-পাতি, সা-সৰঞ্জাম, ভিন্ ভিন্ শিল্প প্ৰক্ৰিয়াৰ আহিলা-পাতি সম্ভাৰ আৰু কেঁচা সামগ্ৰীৰ



প্ৰয়োজন হয়, ঠিক তেনেদৰেই সেই বস্তু-সমূহৰ আহৰণাৰ্থে দেশৰ ভিতৰত সামূহিক উৎপাদনৰ পৰিসৰ বৃদ্ধিৰ জৰিয়তে ৰপ্তানিৰ ক্ৰমোন্নতি কৰাটো নিতান্তই অপৰিহাৰ্য্য।

এই অপৰিহাৰ্য্যতাকে মুখ্য হিচাপে লৈ কেন্দ্ৰীয় চৰকাৰে ৰপ্তানি বৃদ্ধিৰ হেতু ৰপ্তানি বৰ্ধন পৰিষদ গঠন কৰিছে। এনে পৰিষদ বিবিধ দ্ৰব্যৰ কাৰণে, ( যেনে কাপোৰ, পাত আৰু ৰেচম কাপোৰ, কেমিকেল সামগ্ৰী, ধপাত, ইঞ্জিনীয়াৰিং সামগ্ৰী, মাইকা, প্লাষ্টিক, নৌবহৰ সম্পৰ্কীয় সম্ভাৰ, খেলা ধূলাৰ সৰঞ্জাম, জালুক, বিবিধ মছলা ইত্যাদি ) প্ৰতিষ্ঠা কৰা হৈছে।

ৰপ্তানি পৰিষদে সম্পাদন কৰিবলগীয়া কাৰ্য্যসমূহ হৈছে—

(ক) ৰপ্তানি সম্ভাৱনা ( Potentiality ) হেতু বিদেশী বজাৰৰ অনুসন্ধান ;

(খ) নতুন ধৰণৰ দ্ৰব্য-সম্ভাৰ নিৰ্মাণ, গৱেষণা, আৰু তাৰ ব্যৱহাৰ ;

(গ) ৰপ্তানি অভিকৰ্তাক বিভিন্ন বিদেশী বজাৰ সম্পৰ্কে অৱগত কৰোৱা ;

(ঘ) বিদেশী ব্যৱসায়ীৰ লগত পাৰস্পৰিক যোগাযোগ আৰু বাণিজ্যিক সমন্বয়ৰ সৃষ্টি কৰা ;

(ঙ) বিদেশীলৈ পাঠওৱা বস্তুৰ গুণগত মান, পেকিং ( Packing ) শ্ৰেণী বিভাগৰ ওপৰত পূৰ্ণ নিয়ন্ত্ৰণ ৰক্ষা ;

(চ) বিদেশী ব্যৱসায়ীৰ লগত হোৱা লেন্‌দেনৰ বিবাদ নিষ্পত্তি কৰা আদিয়েই উল্লেখযোগ্য কৃত্য কৰ্ম।

এনে পৰিষদৰ পৰিচালনাৰ কাৰণে প্ৰয়োজনীয় অৰ্থ শিল্প উদ্যোগ কেন্দ্ৰীয় চৰকাৰে বহন কৰে। কেন্দ্ৰীয় চৰকাৰে সেই অৰ্থ সহায়ক অনুদান ( Grant-in-Aid ) হিচাপে আগবঢ়ায়।

**(৫) ৰপ্তানি অনুসন্ধান পৰিষদ ( Export Inspection Council ) ঃ** ৰপ্তানি ( গুণ-মান নিয়ন্ত্ৰণ আৰু অনুসন্ধান ) আইনে ( ১৯৬৩ ) ( The Export 'Quality Control Inspection' Act 1963 ) কেন্দ্ৰীয় চৰকাৰক ৰপ্তানিকৃত দ্ৰব্য-সম্ভাৰৰ গুণগত মান পৰীক্ষা কৰিব চাবলৈ, আৰু সেই সংক্ৰান্তীয় নীতি-নিয়ম প্ৰণয়ন কৰিবলৈ ক্ষমতা অৰ্পণ কৰে। উক্ত আইন অনুযায়ী গুণ-মান নিয়ন্ত্ৰণ আৰু অনুসন্ধানৰ কাৰণে ৰপ্তানি অনুসন্ধান পৰিষদ ( Export Inspection Council ) নামে এটি সংস্থা কেন্দ্ৰীয় চৰকাৰে গঠন কৰে।

এই অনুসন্ধান পৰিষদে বাধ্যতামূলকভাৱে দ্ৰব্য বস্তুৰ গুণ-মান নিয়ন্ত্ৰণৰ অৰ্থে নানান আচৰণ বিধিৰ প্ৰৱৰ্তন কৰে। বিদেশী ৰাষ্ট্ৰলৈ ৰপ্তানি কৰিবলগা দ্ৰব্য-সম্ভাৰৰ জাহাজ বোজাই কৰাৰ প্ৰাক্ কালত নানান পৰীক্ষা-নিৰীক্ষা কৰি চোৱাৰ বিধিবদ্ধ উপায় অৱলম্বন কৰে। ৰপ্তানি দ্ৰব্য-বস্তুৰ অনুসন্ধান প্ৰণালী কৌশলপূৰ্ণ হোৱাটো নিশ্চিত কৰিবলৈ পৰিষদে ইয়াৰ তলতীয়া কৰ্মচাৰীসকলক ( যেনে—পৰিদৰ্শক, জৰীপকাৰক, বিশেষজ্ঞ আদি ) অনুসন্ধান বিষয়ক শেহতীয়া কাৰিকৰী জ্ঞানেৰে প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰে।

**(৬) ব্যৱসায় পৰিষদ ( Board of Trade ) ঃ** দেশৰ ব্যৱসায় বাণিজ্য আৰু শিল্পোদ্যোগৰ ওপৰত ভেটি কৰি ভাৰতীয় ৰপ্তানি বাণিজ্যৰ উন্নয়নী নীতি নিৰৱচ্ছিন্ন ভাৱে উদ্ভাৱন কৰিবলৈ ১৯৬৩ চনৰ মে' মাহত "ব্যৱসায় পৰিষদ" নামে এখন উচ্চ ক্ষমতা সম্পন্ন পৰামৰ্শ সমিতি কেন্দ্ৰীয় চৰকাৰে স্থাপন কৰে।

ব্যৱসায় পৰিষদৰ কৰণীয় কৰ্ম-সমূহ নিম্নোল্লিখিত প্ৰকাৰৰ ঃ—

(১) পৰিষদে ভিন্ ভিন্ বিষয়ৰ বাবে অনুসন্ধানী দল, অধ্যয়নী দল আৰু নানান সমিতি গঠন কৰি দিয়ে। উক্ত দল আৰু সমিতিসমূহে ব্যৱসায় পদ্ধতি, বাণিজ্যিক অনুশীলন, বেহা-বেপাৰৰ উন্নয়ন, আৰু ব্যৱসায় সংক্ৰান্ত অন্যান্য বিষয়বোৰৰ তথ্য-পাতি পৰিসংখ্যা সংগ্ৰহ কৰে, উক্ত তথ্য-পাতি, প্ৰতিবেদন, পৰিসংখ্যাৰ ভিত্তিত পৰিষদে প্ৰকৃত সমস্যা সম্পৰ্কে অৱগত হয়।



সেই সমস্যা সমাধানৰ উপায় উদ্ভাৱনৰদ্বাৰা চৰকাৰলৈ পৰামৰ্শ আগবঢ়ায়।

(২) সৰ্বশক্তি প্ৰয়োগ কৰি পৰিষদে বিদেশী ৰাষ্ট্ৰত ভাৰতীয় দ্ৰব্য-বস্তুৰ জনপ্ৰিয়তা বৃদ্ধি কৰিবলৈ প্ৰচাৰ কাৰ্য্য চলায়। ছায়াছবিৰ দ্বাৰা আৰম্ভ কৰি বাতৰি কাগজ, আলোচনী, তালিকা-পত্ৰ, আৰ্হি-পত্ৰ, নক্সা ছবি উপহাৰ, উপঢৌকন, মডেল আদিৰ জৰিয়তে বিজ্ঞাপন আৰু প্ৰচাৰ কাৰ্য্য পৰিচালনা কৰে।

(৩) সত্যালোচনা বা সমীক্ষাৰদ্বাৰা ব্যৱসায়ৰ বিকেন্দ্ৰীকৰণ, প্ৰসাৰণ, ৰপ্তানি-আমদানিৰ সমন্বয় সাধন আদি কাৰ্য্য পৰিচালনা কৰিবলৈ চৰকাৰক পৰামৰ্শ দিয়ে।

(৪) বিভিন্ন বাণিজ্যিক চুক্তি, সাংস্কৃতিক বিনিময় আঁচনি, মেলা বা প্ৰদৰ্শনীৰ আয়োজনৰ আৱশ্যকতা সম্বন্ধে চৰকাৰলৈ পৰামৰ্শ আগবঢ়ায়।

(৫) দেশৰ ৰপ্তানি ব্যৱসায়ীক ৰপ্তানিকৃত দ্ৰব্য-বস্তুৰ কলেৱৰ বঢ়োৱাৰ উদ্দেশ্যে নানান প্ৰেৰণামূলক আঁচনি (Incentive Scheme) যুগুত আৰু প্ৰৱৰ্তন কৰা সম্পৰ্কে বিবেচনা কৰিবলৈ কেন্দ্ৰীয় চৰকাৰলৈ পৰিষদে পৰামৰ্শ দিয়ে।

(৬) ৰাষ্ট্ৰীয় বাণিজ্যিক নিগমৰ কাৰ্য্য-কলাপৰ ওপৰত চোকা দৃষ্টি ৰাখিবলৈ হ'লে কাৰ্য্য-নিয়ন্ত্ৰণ কৰিবলৈ, দেশ আৰু বিদেশৰ ব্যৱসায়িক গৱেষণা, অনুসন্ধান আৰু জৰীপৰদ্বাৰা বজাৰ দখল কৰিবলৈ, কেন্দ্ৰীয় চৰকাৰলৈ বিভিন্ন সত্যালোচনা আগবঢ়ায়।

বৰ্তমান পৰিষদখন চৌধজন সদস্যৰদ্বাৰা গঠিত। পৰিষদৰ অধ্যক্ষ

হ'ল বৈদেশিক বাণিজ্যৰ মন্ত্ৰী গৰাকী। পৰিষদ প্ৰকৃতাৰ্থত সকলো বিষয়ৰে প্ৰতিভাশালী ব্যক্তিত্বৰদ্বাৰা সংগঠিত। সদাগৰ, উদ্যোক্তা, অৰ্থনীতিবিদ্, প্ৰযুক্তিবিদ্, অৰ্থনীতি আৰু বাণিজ্য বিষয়ৰ সচিব, পৰিকল্পনা বিভাগৰ সচিব আদি পৰিষদৰ সদস্যৰূপে আছে।

এই পৰিষদখন দৰাচলতে পৰামৰ্শ মণ্ডলীহে। ৰপ্তানি বাণিজ্য বিষয়ত পৰিষদে কেন্দ্ৰীয় চৰকাৰলৈ নানান উপদেশ, পৰামৰ্শ অনুমোদন প্ৰতিবেদন আগবঢ়ায়। অৱশ্যে ব্যৱসায় পৰিষদে অন্যান্য পৰিষদৰ (ৰপ্তানি বৰ্ধন পৰিষদ, পণ্য দ্ৰব্যৰ পৰিষদ, নিৰ্দিষ্ট বিষয়ৰ বাণিজ্য পৰিষদ আদি) সৈতে সমন্বয় ৰক্ষা কৰি চলিব লাগে। ব্যৱসায় পৰিষদে গঠন কৰি দিয়া নানান সমিতি, উপসমিতি, অধ্যয়নী, অনুসন্ধানী দল আদিৰ সাবগৰ্ভমূলক পৰামৰ্শাৱলীৰ ভিত্তিতেই ভাৰতীয় বাণিজ্য বিদেশৰ বজাৰত বৰ্তি আছে। ভাৰতীয় দ্ৰব্য-সম্ভাৰৰ বহিঃবাণিজ্যৰ কলেৱৰ বৃদ্ধিৰ উদ্দেশ্যেই এনে ধৰণৰ পৰিষদৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি।

(৭) ট্ৰে'ড ডেলিগেচন আৰু ট্ৰে'ডমিছন ( **Trade Delegation and Trade Missiom** ) : বাণিজ্যি সজাতি দলৰ প্ৰথম আৰু প্ৰধান উদ্দেশ্যে হৈছে আন্তৰ্জাতিক বাণিজ্যৰ কলেৱৰ বৃদ্ধি কৰা। এখন দেশে আন এখন বিদেশী ৰাষ্ট্ৰলৈ সজাতি দল পঠিয়ায়। তাৰদ্বাৰা উভয় দেশৰ মাজত সদিচ্ছা প্ৰতিষ্ঠা হয়। যিটোৱে ব্যৱসায় বাণিজ্য আৰু সাংস্কৃতিক বিনিময়ৰ ক্ষেত্ৰত মৌলিক অৱদান যোগায়। বাণিজ্যিক সজাতি দলবোৰ সাধাৰণতে দেশৰ উদ্যোগপতি, ব্যৱসায়ী, সদাগৰ, জাতীয় লোকৰদ্বাৰা সংগঠিত হয়। তেওঁলোকে নিজৰ উদ্যমত বিদেশলৈ গৈ বিদেশী ৰাষ্ট্ৰৰ ব্যৱসায়ী, সদাগৰ, উদ্যোক্তাৰ সৈতে ব্যক্তিগতভাৱে পৰিচয় হয় আলাপ আলোচনা কৰে।

উভয়দেশৰ স্বাৰ্থসিদ্ধি হোৱা উদ্যোগ আৰু ব্যৱসায় সংক্ৰান্ত বিষয়ৰ



সাম্ভাৱনীয়তা সম্পৰ্কে উপায় উদ্ভাৱন কৰে। প্ৰকৃত স্থানত থাকি ব্যৱসায়িক গৱেষণা, তুলনামূলক বিচাৰ বিশ্লেষণৰদ্বাৰা দ্ৰব্য মূল্যৰ হাৰ, গুণগত মান, স্থায়িত্ব সম্বন্ধে নিশ্চিত হয়। সম্ভৱনীয় ক্ৰেতা আৰু বিক্ৰেতাই তেওঁলোকৰ ৰপ্তানি আমদানি বিষয়ত বাধা স্বৰূপ হোৱা সমস্যা সমূহৰ যথোপযুক্ত আলোচনাৰে সমাধানৰ প্ৰয়াশ পায়।

বাণিজ্যিক সজাতিদলৰ দৰেই বিভিন্ন স্বাধীন দেশে বাণিজ্যিক দূত মণ্ডল (Trade Mission) এখন দেশে আন এখন দেশলৈ পঠোৱাৰ নিয়ম আছে। এই উভয় দলৰ মাজত কিছুমান পাৰ্থক্য লক্ষণীয়। বাণিজ্যিক দূত মণ্ডল চৰকাৰী ভাবে সংগঠিত কৰি পঠোৱা হয়। বাণিজ্যিক দূত মণ্ডলৰ আন্তৰ্জাতিক বাণিজ্যত নিজস্ব ব্যৱসায় বঢ়োৱা আৰু তাৰ পৰ্য্যবেক্ষণ কৰাৰ উপৰিও কূটনৈতিক প্ৰয়োজনীয়তা থাকে। দূত-মণ্ডলৰ সদ্ ইচ্ছাৰ দৌত্যকাৰ্য্যৰ ফল স্বৰূপে উভয় ৰাষ্ট্ৰৰ স্বাৰ্থৰ হকে দ্বি-পাক্ষিক বাণিজ্যিক চুক্তি স্বাক্ষৰিত হ'ব পাৰে। পুৰণি বা পূৰ্বৰ বাণিজ্য চুক্তিক নতুনকৈ সম্পাদন, বাণিজ্যৰ পৰিসৰ বৃদ্ধি কৰা আদি কৰ্ম ট্ৰেড-মিছনৰ সাফল্যেৰে সম্পাদিত হোৱা স্বাভাৱিক।

নিজস্ব প্ৰেৰণাত সজাতি দল সংগঠিত হৈ বিদেশলৈ যোৱা কাৰ্য্যৰ সকলোবোৰ উদ্দেশ্যৰ উপৰিয়ো উল্লেখিত কাৰ্য্য-সমূহ দূত-মণ্ডলে সমাধা কৰিব পাৰে।

বৰ্তমান ভাৰতবৰ্ষই বহু-বাণিজ্যিক সজাতি দল আৰু দূতমণ্ডল বিদেশী ৰাষ্ট্ৰলৈ সম্ভাব্য ব্যৱসায়ৰ অৰ্থে পঠিয়াইছে; তেনে ৰাষ্ট্ৰ সমূহ হৈছে ইজিপ্ত, ছুডান, আফগানিষ্ঠান, ইৰাণ, ইৰাক, জৰ্দন, টিউনিছিয়া, ছুইজাৰলেণ্ড, ৰুমানিয়া, হাংগেৰী, বেলজিয়াম, ইংলণ্ড, ইটালি, ফ্ৰান্স, ৰাছিয়া, ছেকোশ্লাভাকিয়া, যুগোশ্লাভাকিয়া, নেপাল, পেৰু, নৰ্থ ভিয়েটনাম, নৰ্থ কোৰিয়া, পোলেণ্ড আদিয়েই প্ৰধান।

১৯৭১-৭২ চনত ভাৰতবৰ্ষই প্ৰথম ইৰাক আৰু পেৰুৰ লগত বাণিজ্য চুক্তি সম্পাদন কৰিছে। পূৰ্বৰেপৰা ভাৰতৰ বাণিজ্যিক লেন্‌দেন্ থকা ৰাষ্ট্ৰ-কেইখন হ'ল যুক্তৰাষ্ট্ৰ, কানাডা, ইজিপ্ত, জৰ্ডন, ছুডান, ফ্ৰান্স, যুগোশ্লাভিয়া, ৰুছিয়া, ইংলণ্ড, হাংগেৰী, ৰুমানিয়া, জাৰ্মান ৰিপাব্‌লিক, বুলগেৰিয়া, টিউনিছিয়া আদিয়েই প্ৰধান।

এনে ধৰণৰ সজাতি দল, দূত মণ্ডলৰ জৰিয়তে বাণিজ্যৰ ক্ষেত্ৰত বাণিজ্যিক লেন্‌দেন্ প্ৰচলন হয়, ২য় মহাসমৰৰ পিছৰপৰা উক্ত বাণিজ্যিক যোগাযোগ চৰকাৰী আৰু অনা-চৰকাৰী উভয়-খণ্ডতে প্ৰতিষ্ঠিত হোৱা দেখা যায়।

**(৮) ব্যৱসায় আয়ুক্ত ( Trade Commissioner ):** এখন দেশে আন এখন বিদেশী ৰাষ্ট্ৰত নিজ দেশৰ বেপাৰ বাণিজ্য বিষয়ত প্ৰতিনিধিত্ব কৰিবলৈ একোজন চৰকাৰী বিষয়া নিয়োগ কৰে, যাক 'ব্যৱসায় আয়ুক্ত' বুলি কয়। ব্যৱসায় আয়ুক্ত পূৰ্ণ পৰ্য্যায়ৰ চৰকাৰী বিষয়া। আয়ুক্তৰ নিজ দেশৰ বাণিজ্য বিষয়ৰ স্বাৰ্থৰ হকে নিয়োজিত বিদেশী ৰাষ্ট্ৰখনৰ বেপাৰ-বাণিজ্যৰ সকলো খা-খবৰ, পৰিসংখ্যা সংগ্ৰহ কৰে। সেই বিদেশী ৰাষ্ট্ৰৰ বাণিজ্যিক আচৰণ বিধি, নীতি নিয়মৰ সাল-সলনিয়ে নিজ দেশৰ ব্যৱসায় বাণিজ্যত কিবা প্ৰভাৱ পেলাব পাৰেনে কি সেই সম্পৰ্কে খুটি নাটি মাৰি অনুসন্ধান আৰু পৰীক্ষা কৰি চোৱাই আয়ুক্তৰ প্ৰয়োজনীয় কৰ্তব্য। ব্যৱসায় আয়ুক্তৰ দেশৰ, ব্যৱসায়ীসকলে আয়ুক্তৰ নিৰ্দেশ অনুমোদন আৰু পৰামৰ্শাৱলীৰ ওপৰত নিৰ্ভৰ কৰিহে নিয়োজিত দেশখনৰ সৈতে পাৰস্পৰিক বাণিজ্যিক যোগাযোগ ৰক্ষা কৰে। আয়ুক্ত নিয়োজিত বিদেশী ৰাষ্ট্ৰখনৰ সৈতে বাণিজ্যৰ ক্ষীপ্ৰ উন্নয়ন সম্ভৱপৰ হয়। কেৱল—

(ক) আয়ুক্তৰদ্বাৰা বিদেশী ৰাষ্ট্ৰ খনৰ ব্যৱসায়, খা-খবৰ, বা-বাতৰি আৰু পৰিসংখ্যা সংগ্ৰহৰ পৰিপ্ৰেক্ষিতত ;



(খ) নিজস্ব টোকা সহ উক্ত খবৰ সমূহ নিজ দেশৰ ব্যৱসায়ী সকলৰ মাজত সময়ানুযায়ী বিতৰণ ;

(গ) বিদেশী ৰাষ্ট্ৰখনৰ সৈতে নতুন দ্ৰব্য সম্ভাৰৰ ব্যৱসায় উদ্ভাৱন ;

(ঘ) নিজ দেশৰ উৎপাদিত শিল্পজ আৰু কৃষিজ বস্তুৰ প্ৰদৰ্শনীৰ আয়োজন আদিৰ জৰিয়তে।

উল্লেখিত ব্যৱসায় আয়ুক্তৰূপে কিছুমান স্বাধীন দেশে নিজ দেশৰ হে প্ৰধান প্ৰধান দেশসমূহত বাণিজ্য দূত ( Consul ) নিয়োগ কৰে। "বাণিজ্য দূত" চৰকাৰী প্ৰতিনিধি। সাধাৰণতে, বিভিন্ন দেশে, বিভিন্ন দেশৰ বাণিজ্য প্ৰধান অঞ্চলত বা ঠাইত বাণিজ্য দূতাবাস (Consulate) স্থাপন কৰে। বাণিজ্য দূতাবাসৰ প্ৰধানজনেই হৈছে—বাণিজ্য প্ৰধান দূত (Consul General)। বাণিজ্য প্ৰধান দূতৰ তলত বাণিজ্য দূত, সচিব আদি দূতাবাসত থাকে।

এখন স্বাধীন দেশে আন এখন স্বাধীন দেশত বাণিজ্য দূতাবাস পতাৰ উদ্দেশ্য হৈছে—

(ক) নিজ দেশৰ বাণিজ্যিক স্বাৰ্থ ৰক্ষাৰ্থে বিদেশী ৰাষ্ট্ৰত প্ৰতিনিধিত্ব কৰা ;

(খ) বিদেশী ৰাষ্ট্ৰ খনত নিজ দেশৰ দ্ৰব্য-সম্ভাৰ প্ৰচাৰ, প্ৰসাৰ আৰু বিক্ৰী সুচাৰুৰূপে চলিছে নে নাই তাৰ প্ৰতি দৃষ্টি ৰখা ;

(গ) বিদেশী ৰাষ্ট্ৰখনে বাণিজ্য দূতৰ দেশলৈ ৰপ্তানি কৰা বস্তুৰ সবিশেষ বিৱৰণ, মূল্যমান, গুণ-মান আদিৰ ওপৰত চালান (Consular Invoice) দিয়া কৰ্মেৰে আমদানি সহজ কৰা ;

(ঘ) বাণিজ্য দূতৰ দেশে আমদানি কৰা বিদেশী ৰাষ্ট্ৰখনত উৎপন্ন হোৱা বস্তুৰ প্ৰকৃত প্ৰমাণ পত্ৰ দিয়া কাৰ্য্য ; আৰু—

(ঙ) ব্যৱসায়িক লেনদেনৰ ক্ষেত্ৰত বাণিজ্য দূত ন'টাৰি পাব্‌লিকৰ ( Notary Public ) ক্ষমতাৰে কৰ্ম সম্পাদন কৰা।

উক্ত কাৰ্য্য-কলাপৰ উপৰিয়ো বাণিজ্য দূতে কম-বেছি পৰিমাণে কিছুমান ৰাজনৈতিক চৰিত্ৰৰ কৰ্মও নিষ্পত্তি কৰিব লাগে। সেই কৰ্ম-সমূহ হৈছে—বিদেশী ৰাষ্ট্ৰখনে নিজ দেশৰ ( বাণিজ্য দূতৰ দেশৰ ) মানুহৰ ওপৰত অমানৱীয় ব্যৱহাৰ কৰিলে, তাৰ প্ৰকৃত অনুসন্ধান কৰি সেই ৰাষ্ট্ৰৰ ওপৰত অভিযোগ কৰা, আৱশ্যক হ'লে পাছ-পৰ্ট ( Pass Port ) প্ৰদান কৰা, বিদেশী ৰাষ্ট্ৰখনত থকা নিজ দেশৰ দুৰ্য্যোগ গ্ৰস্ত মানুহক স্বদেশলৈ আহিবলৈ সা-সুবিধা প্ৰদান কৰা আদিয়েই প্ৰধান।

**(৯) ক্ষুদ্ৰ উদ্যোগ সেৱা কেন্দ্ৰ ( Small Industries Service Institutes ) ঃ** ক্ষুদ্ৰ আৰু গ্ৰাম্য উদ্যোগৰ উন্নয়ন আৰু সম্প্ৰসাৰণৰ অৰ্থে কেন্দ্ৰীয় চৰকাৰে 'কেন্দ্ৰীয় ক্ষুদ্ৰ উদ্যোগসমূহৰ উন্নয়ন সংগঠন ( Central small Industries Development Organisation ) নামে এটি সংস্থা গঠন কৰে। এই সংস্থাৰ জৰিয়তে কেন্দ্ৰীয় চৰকাৰে প্ৰত্যক্ষভাবে ক্ষুদ্ৰ আৰু কুটীৰ-শিল্পৰ ঔদ্যোগিক উন্নয়নৰ কাৰণে প্ৰচেষ্টা চলাই আহিছে। উক্ত সংগঠনে ক্ষুদ্ৰ উদ্যোগক কাৰিকৰী সাহায্য প্ৰদানৰ কাৰণে 'ঔদ্যোগিক সম্প্ৰসাৰণ সেৱা' ( Industrial Extension Service ) নামৰ কাৰিকাৰী আঁচনি এখনৰ অংশ হিচাপে ষোলটা ক্ষুদ্ৰ উদ্যোগ সেৱা কেন্দ্ৰ ষোল খন ৰাজ্যত স্থাপন কৰে। এই ষোলটা সেৱা কেন্দ্ৰৰ উপৰিও আঁঠোটা শাখাকেন্দ্ৰ আৰু পচপন্নটা সম্প্ৰসাৰণ, উৎপাদন আৰু প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰা হয়। এনে সেৱা কেন্দ্ৰই ক্ষুদ্ৰ আৰু গ্ৰাম্য উদ্যোগসমূহলৈ, প্ৰশিক্ষণৰ সুযোগ-সুবিধা, কাৰিকৰী উপদেশ আৰু উৎপাদন মিতব্যয়িতাৰ পৰামৰ্শ আগবঢ়ায়। ক্ষুদ্ৰ শিল্পলৈ আগবঢ়াব লগীয়া প্ৰশিক্ষণৰ বাবে বিদেশৰ পৰাও কাৰিকৰী বিশেষজ্ঞ অনা হয়।

ক্ষুদ্ৰ-শিল্পৰ কাৰিকৰী দিশৰ উন্নয়নৰ বাহিৰেও প্ৰায় সকলো গধুৰ আৰু লঘু শিল্পোদ্যোগৰ অৰ্থে দেশত বহু ধৰণৰ কাৰিকৰী ইঞ্জিনীয়াৰিং



আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰতিষ্ঠান আছে। এই সন্দৰ্ভত সৰ্ব-ভাৰতীয় কাৰিকৰী শিক্ষা পৰিষদে ( All India Council for Technical Education ) কেন্দ্ৰীয় চৰকাৰক জাতীয় স্তৰত কাৰিকৰী শিক্ষাৰ উন্নয়ন আৰু সম্প্ৰসাৰণৰ বাবে বিভিন্ন সমিতি, উপসমিতি আৰু কাৰিকৰী পৰিষদ আদিৰদ্বাৰা পৰামৰ্শ আগবঢ়ায়। উক্ত পৰিষদৰ পৰামৰ্শ ক্ৰমে দেশত বহুতো ইঞ্জিনীয়াৰিং, পলিটেকনিক, টেকন'লজিৰ প্ৰতিষ্ঠান কেন্দ্ৰীয় আৰু ৰাজ্যিক ভিত্তিত গঢ়ি উঠিছে।

**(১০) বৈজ্ঞানিক আৰু ঔদ্যোগিক গৱেষণা পৰিষদ ( Council of Scientific and Industrial Research ) ঃ** কেন্দ্ৰীয় চৰকাৰে বৈজ্ঞানিক আৰু ঔদ্যোগিক উন্নয়ন, সম্প্ৰসাৰণ আৰু উদ্ভাৱনৰ বাবে ৰাষ্ট্ৰীয় ভিত্তিত প্ৰতিষ্ঠা কৰা সংগঠনটিৰ নাম—'বৈজ্ঞানিক আৰু ঔদ্যোগিক গৱেষণা পৰিষদ'। উক্ত গৱেষণা পৰিষদৰ নিয়ন্ত্ৰণ আৰু তত্ত্বাৱধানত বিবিধ জাতীয় গৱেষণাৰ কেন্দ্ৰ গঠিত হৈছে। পৰিষদৰ আৰ্থিক সাহায্যৰে ভাৰতৰ বিভিন্ন বিশ্ববিদ্যালয়ত বহু গৱেষণাৰ, কেন্দ্ৰ নিৰ্মিত আৰু পৰিপোষিত হৈছে।

পৰিষদে বৈজ্ঞানিক আৰু গৱেষণা সমৃদ্ধিৰ অৰ্থে সংস্থাপন আৰু উন্নয়ন কৰা প্ৰধান জাতীয় গৱেষণাগাৰসমূহৰ নাম তলত উল্লেখ কৰা হ'ল। উক্ত গৱেষণাৰগাৰসমূহে নানান বিষয়ত যেনে—ৰসায়ন, পদাৰ্থ বিদ্যা, ধাতু আহৰণ বিদ্যা, খাদ্য আৰু খাদ্য-বস্তুৰ গৱেষণা, বিদ্যুৎ শক্তি, ইলেক্‌ট্ৰনিক্‌ছ্‌, চাম্‌ৰা আৰু চামৰাৰ সামগ্ৰী, চিভিল আৰু মেকানিকেল ইঞ্জিনীয়াৰিং বিষয়, ঔষধ আৰু ওষধী দ্ৰব্য, গ্লাছ, নিমখ, খনিজ-দ্ৰব্য, পথ-পৰিবহণ, বন উন্নয়ন, প্ৰাণী-বিদ্যা, ভূ-বিদ্যা, নৃতত্ত্ব, চিকিৎসা, নৌ-বিদ্যা, ব্যোম বিজ্ঞান, পৰমাণু, জল বিদ্যুৎ, জল সিঞ্চন, উদ্ভিদ-বিদ্যা, ইন্ধন, উন্নয়ন, আদিয়েই প্ৰধান।

আপাততঃ কাৰ্য্যদক্ষ গৱেষণাগাৰসমূহ হৈছে—নেচনেল কেমিকেল

লেবৰেটৰী (National Chemical Laboratory) নেচনেল ফিজিকেল লেবৰেটৰী (National Physical Laboratory) ফুৱেল ৰিচাৰ্ছ ইনষ্টিটিউট ( Fuel Research Institute ), চেণ্ট্ৰেল ফুড টেক্নলজিকেল ৰিচাৰ্ছ ইন্‌ষ্টিটিউট ( Central Food Technological Research Institute ), চেণ্ট্ৰেল লেডাৰ ৰিচাৰ্ছ ইন্‌ষ্টিটিউট ( Central Lather Research Institute ), চেণ্ট্ৰেল মেকানিকেল ইঞ্জিনীয়াৰিং ৰিচাৰ্ছ ইন্‌ষ্টিটিউট (Central Machenical Engineering Research Institute), চেণ্ট্ৰেল ইলেক্‌ট্ৰনিক্‌ছ্‌ ইঞ্জিনীয়াৰিং ৰিচাৰ্ছ ইন্‌ষ্টিটিউট ( Central Electronics Engineering Research Institute ), চেণ্ট্ৰেল ছ'ল্ট ৰিচাৰ্ছ ইন্‌ষ্টিটিউট ( Central salt Research Institute ), ছেণ্ট্ৰেল গ্লাছ এণ্ড কেৰামিক ৰিচাৰ্ছ ইন্‌ষ্টিটিউউট ( Central glass and Ceramic Research Institute ), নেচনেল বোটানিকেল গাৰ্ডেনছ ( National Botanical Gardens ), চেণ্ট্ৰেল মাইনিং ৰিচাৰ্ছ ষ্টেচন (Central mining Research station), নেচনেল এৰ'নটিকেল লেবৰেটৰী ( National Aeronautical Laboratory ), চেণ্ট্ৰেল ড্ৰাগ ৰিচাৰ্ছ ইন্‌ষ্টিটিউট ( Central Drug Research Institute ), চেণ্ট্ৰেল, ৰ'ড ৰিচাৰ্ছ ইন্‌ষ্টিটিউট ( Central Road Research Institute )।

**(১১) ডি ইণ্ডিয়ান ইন্‌ষ্টিটিউট অব্‌ ফ'ৰেইন্‌ ট্ৰেড ( The Indian Institute of Foreign Trade ) ঃ** বিদেশী বাণিজ্যৰ ওপৰত সংগঠিত এই প্ৰতিষ্ঠানটি ১৯৬৪ চন ছ'চাইটি ৰেজিষ্ট্ৰেছন এক্টৰ ( *S*ociety Registration Act—1964 ) নিয়মানুযায়ী পঞ্জীয়ন কৃত হয়।

প্ৰাথমিক অৱস্থাত ই সংক্ষিপ্তভাৱে ৰপ্তানি বাণিজ্যৰ পৰিবৰ্ধনৰ ওপৰতেই মেছি গুৰুত্ব দিছিল। পিছলৈ অৱশ্যে বিদেশী বাণিজ্য কেন্দ্ৰৰ পৰিসৰ বৃদ্ধি পায়।



বৰ্তমান কেন্দ্ৰৰ কৰ্ম ৰাজিৰ ভিতৰত উল্লেখযোগ্য হ'ল—

(ক) আন্তৰ্জাতিক বাণিজ্যৰ প্ৰশিক্ষণ ;

(খ) সাধাৰণ গৱেষণা ;

(গ) বিশেষ বাণিজ্যিক গৱেষণা ;

(ঘ) আঞ্চলিক ভিত্তিত বিদেশী বাণিজ্যৰ জৰীপ আৰু আৰোপ অনুসন্ধান।

সদ্যহতে এই প্ৰতিষ্ঠানে আন্তৰ্জাতিক বাণিজ্যৰ ওপৰত বিভিন্ন পাঠ্যক্ৰম অনুসৰি বহু চৰকাৰী বিষয়া, উদ্যোগপতি, ক্ষুদ্ৰ উদ্যোগৰ উদ্যোক্তা, সদাগৰ ( ৰপ্তানি ) আদিক প্ৰশিক্ষণ আৰু অনুশিক্ষণ দিছে।

**(১২) বাণিজ্যিক চোৰাং চোৱা আৰু পৰিসংখ্যা বিভাগ ( Department of Commercial Intelligence and statistics ) ঃ** বাণিজ্যিক গোষ্ঠী আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত সমন্বয়ৰক্ষী বিভাগ হিচাপে এই সংস্থাই কাৰ্য্য সম্পাদন কৰে। বিশেষকৈ ৰপ্তানি বাণিজ্যৰ ক্ৰমবিকাশৰ বাবে এই বিভাগে দেশ আৰু বিদেশৰ বিভিন্ন ৰাষ্ট্ৰৰ বিবিধ ব্যৱসায়িক বা-বাতৰি সংগ্ৰহ কৰে আৰু তাক সদাগৰ, ব্যৱসায়ী আৰু অন্যান্য ব্যৱসায় সংস্থাৰ মাজত বণ্টন কৰে। বিভিন্ন ব্যৱসায়ৰ পৰিসংখ্যা, বা-বাতৰি, নতুন উদ্ভাৱন, ৰপ্তানি-আমদানি ব্যৱসায় চৰ্ত লেন্‌দেনৰ পদ্ধতি, আদিৰ ওপৰত পৰিসংখ্যা বিভাগে বাণিজ্যিক আলোচনী প্ৰকাশ আৰু প্ৰচাৰ কৰে। স্বকীয় গ্ৰন্থাগাৰ আৰু ৰিডিং ৰুমৰদ্বাৰা (Reading Room) এই বিভাগ ব্যৱসায় বাণিজ্যত চোৰাং চোৱাগিৰি কৰাত প্ৰায় স্বয়ং সম্পূৰ্ণ।

**(১৩) বাণিজ্যিক গ্ৰন্থাগাৰ আৰু যাদুঘৰ (Commercial Library and Museum) ঃ** এনে ধৰণৰ কিছুমান প্ৰতিষ্ঠান চৰকাৰী আৰু অনাচৰকাৰী খণ্ডত প্ৰতিষ্ঠা হৈছে যিবিলাকত বিভিন্ন শিল্পজ, আৰু কৃষিজ সামগ্ৰী, কেঁচা সামগ্ৰী, ক্ষুদ্ৰ আৰু গ্ৰাম্য উদ্যোগৰ সা-সঁজুলি,

আহিলা-পাতি, কুটীৰ শিল্পসম্ভাৰ, বিবিধ ব্যৱসায় বাণিজ্য আৰু উদ্যোগ সম্পৰ্কে প্ৰকাশিত কিতাপ-পত্ৰ আদি বিন্যাসৰদ্বাৰা পঠন আৰু প্ৰদৰ্শন কৰা হয়। এই ব্যৱস্থাৰদ্বাৰা জনসাধাৰণ আৰু ব্যৱসায়ী গোষ্ঠীৰ ব্যৱসায় বাণিজ্যৰ প্ৰতি, বিশেষকৈ ৰপ্তানি বাণিজ্যৰ প্ৰতি, গভীৰ আকৰ্ষণ আৰু আসক্তি বৃদ্ধি কৰিবলৈ, আৰু এচাম ব্যৱসায়ীক বা উদ্যোগীক অনুপ্ৰেৰণা দিবলৈ প্ৰচেষ্টা কৰা হয়।

(১৪) **ৰপ্তানি-অভিকৰ্তা বা সন্থা (Export Agent or House)** ঃ ৰপ্তানি বাণিজ্যৰ সমৃদ্ধিৰ অৰ্থে কেন্দ্ৰীয় চৰকাৰে এখন (সংশোধিত) আঁচনি ১৯৬৮ চনৰ পৰা প্ৰৱৰ্তন কৰে। উক্ত আঁচনি অনুসৰি কোম্পানী বা সমবায় আইনৰদ্বাৰা পঞ্জীয়ন কৃত সুস্থ অৰ্থনৈতিক অৱস্থা থকা আৰু ৰপ্তানি বাণিজ্যৰ অভিজ্ঞতা থকা বা সংস্থাক "ৰপ্তানি অভিকৰ্তা বা সংস্থা" হিচাপে স্বীকৃতি দিয়া হয়। এনে অভিকৰ্তা বা সংস্থাৰ বাৰ্ষিক ব্যৱসায় অপৰম্পৰাগত দ্ৰব্য-সম্ভাৰৰ বাবে নিম্নতম পঁচিশ লাখ টকা মূল্যৰ হোৱা প্ৰয়োজন ; কিন্তু পৰম্পৰাগত দ্ৰব্য-সম্ভাৰৰ বাৰ্ষিক ব্যৱসায় মূল্য নিম্নতম দুই কোটি টকা হ'ব লাগিব। এনে ধৰণৰ স্বীকৃতি প্ৰাপ্ত সংস্থাই একেৰাহে তিনি বছৰৰ কাৰণে ব্যৱসায় কৰিবলৈ অনুজ্ঞাপত্ৰ (License) পায়। স্বীকৃত সংস্থাই-চৰকাৰী ব্যৱসায়িক ক্ৰমোন্নয়ন পুঁজিৰপৰা (Marketing Development Fund) বিভিন্ন প্ৰকাৰৰ সহায় সমৰ্থন লাভ কৰিবলৈ সমৰ্থ হয়।

---

# দ্বাদশ অধ্যায় (থ)

## ॥ ব্যৱসায় বাণিজ্য আৰু উদ্যোগৰ সহায়ক সংস্থা-সমূহ আৰু বণিক আৰু উদ্যোগ সংঘ ॥

ব্যৱসায় বাণিজ্য আৰু উদ্যোগৰ উন্নয়ন, সম্প্ৰসাৰণ আৰু নিয়ন্ত্ৰণৰ ক্ষেত্ৰত বিভিন্ন প্ৰকাৰৰ অনুষ্ঠান প্ৰতিষ্ঠানে সহায় আৰু সমৰ্থন কৰে। উক্ত সহায়কাৰী, সহযোগী সংস্থা সমূহৰ অবিহনে আচলতে বাণিজ্য বা উদ্যোগৰ ক্ৰমোন্নয়ন সম্ভৱপৰ নহয়। এই সহায়কাৰী সংস্থা সমূহে কেৱল যে আভ্যন্তৰীণ বেহা-বেপাৰতেই সাহায্য দিয়ে এনে নহয়, বৈদেশিক বাণিজ্যৰ সম্প্ৰসাৰণতো সহায়ক হয়।

এই বিবিধ সহায়ক সংস্থাবোৰ ব্যক্তিগত আৰু সাৰ্বজনীন উভয় খণ্ডতে গঢ়ি উঠে। বিভিন্ন বিত্তীয় সংস্থা আৰু বেংকসমূহ, যাতায়ত, পণ্যাগাৰ (Ware house), গুণ-মানদণ্ড নিৰ্ধাৰণ সংস্থা পেকিং (Packing) ব্ৰেণ্ডিং (Branding) প্ৰতিষ্ঠান, বীমা কোম্পানী আৰু বিবিধ বাণিজ্যিক সংস্থাই প্ৰধান।

উল্লেখিত প্ৰতিষ্ঠানসমূহৰ এক সংক্ষিপ্ত পৰিচয় আগবঢ়োৱা হ'ল—

(১) **বিত্তীয় সংস্থা আৰু বেংক (Financing Institutions and Banks)** ঃ বিভিন্ন বেহা-বেপাৰ আৰু উদ্যোগৰ সংগঠন, উন্নয়ন আৰু সম্প্ৰসাৰণত বিবিধ বিত্তীয় সংস্থা আৰু নানান বেংকে এক উল্লেখযোগ্য অৰিহণা আগবঢ়াই আহিছে। বেলেগ বেলেগ দেশৰ বিত্তীয় সংস্থানৰ পদ্ধতিও পৃথক পৃথক ; কিন্তু ভাৰতবৰ্ষত বৃজন অংশৰ বেহা-বেপাৰ উদ্যোগত বিবিধ বিত্ত সংস্থা আৰু বিত্ত ব্যৱসায়ীয়ে শকট পৰিমাণৰ অৰ্থৰ যোগান ধৰে। গতিকে ভাৰতীয় অৰ্থৰ বজাৰখন

(Capital Market) নিম্নোল্লিখিত বিত্ত-ব্যৱসায়ী, বিত্তীয় সংস্থা আৰু আধুনিক বেংকৰদ্বাৰা সংগঠিত হৈছে, যথা—

(ক) দেশৰ ভিন্ ভিন্ ঠাইত ভিন্ ভিন্ নামে জ্ঞাত অর্থ ব্যৱসায়ী (Indigenous Bankers), যেনে—বণিয়া, মহাজন ছ্ৰ'ফ ( Shroff ), চহুকাৰ, শেঠজী, মাৰোৱাৰী আদি। এওঁলোকৰ অর্থৰ ব্যৱসায়িক লেনদেন দেশৰ ভিতৰতে সীমাবদ্ধ। এই বিবিধ অর্থ ব্যৱসায়ী দলৰ মাজত কোনো ধৰণৰ সাদৃশ্য নাই। এনে ব্যৱসায়ী যে হুণ্ডি (Hundi), খত (Promissory Note), ৰচীদ, বিল (Bill) আদিৰদ্বাৰা অর্থৰ লেনদেন কৰে।

**(খ) সমবায় আৰু কৃষি বেংক্ ( Co-operative and Agricultural Bank ) ঃ** এনেবোৰ বেংকে সমবায় সমিতিৰ সদস্য বৃন্দক সমিতিৰ জৰিয়তে অর্থৰ যোগান ধৰে।

**(গ) বাণিজ্যিক বেংক ( Commercial Bank ) ঃ** ভাৰতীয় বেংকসমূহ পশ্চিমীয়া বেংকৰ আৰ্হিত সংগঠিত হৈছিল। এই বাণিজ্যিক বেংকসমূহে বিভিন্ন বেহা-বেপাৰ, আৰু উদ্যোগলৈ হ্ৰস্ব ম্যাদী ঋণৰ যোগান ধৰে। বাট্টা বা কমিছন লৈ বাণিজ্য বিলৰ ধন আদায় দিয়া বস্তু-বেহানি বন্ধক লৈ অর্থৰ যোগান ধৰা পদ্ধতিৰে ঋণ দান কৰে।

**(ঘ) ঔদ্যোগিক বেংক ( Industrial Bank ) ঃ** এই বেংক সমূহে হ্ৰস্ব আৰু দীর্ঘ ম্যাদী ঋণ উদ্যোক্তাসকললৈ আগ-বঢ়ায়।

**(ঙ) বিনিময় বেংক ( Exchange Bank ) ঃ** এনে বেংক সমূহে বৈদেশিক বাণিজ্যত বিত্তৰ লেন্‌দেন্ কৰে।

(চ) ব্যক্তিগত আৰু সার্বজনীন খণ্ডত সংগঠিত নানা বিধ বিত্তীয় সংস্থা।



**(ছ) ষ্টেট বেংক্ অব্ ইণ্ডিয়া ( State Bank of India ) আৰু ৰিজাৰ্ভ বেংক্ অব্ ইণ্ডিয়া ( Reserve Bank of India ) ঃ** আমদানি বাণিজ্যত সাধাৰণতে সদাগৰ বা ব্যৱসায়ীসকলৰ অর্থৰ উৎস হ'ল—কমিছন এজেণ্ট সমূহ, যিবিলাকে ক্ৰেতা আৰু বিক্ৰেতাৰ মাজত মধ্যস্থতাকাৰী হিচাপে কার্য্য পম্পাদন কৰে। কমিছন এজেণ্ট-বোৰৰ ঋণদানৰ উদ্দেশ্য হ'ল সিহঁতৰ নিজৰ ব্যৱসায় সম্প্ৰসাৰণ আৰু ঋণ দানৰ মাধ্যম হ'ল হুণ্ডি ( Hundi )। বাণিজ্যিক বেংকসমূহৰ উদ্যোগ বা বেহা-বেপাৰলৈ ঋণ দিয়াৰ পদ্ধতি প্ৰত্যেকৰে পৃথক। সর্ব-সাধাৰণ পদ্ধতি হ'ল বাট্টা লৈ হুণ্ডি, খত আৰু প্ৰত্যয় পত্ৰ গ্ৰহণ কৰা। অন্য বিশেষ পদ্ধতিবোৰ হ'ল বেংকাৰৰ বিনিময় পত্ৰ গ্ৰহণ ( Banker's Acceptance ), পণ্য সম্ভাৰ বন্ধক ৰাখি ঋণদান বিল অব্ লেডিং ( Bill of Lading ) বা বহন পত্ৰৰদ্বাৰা অতি কম সময়ৰ বাবে অভাৰ ড্ৰাফট্ ( Overdraft ) দিয়া, উপযোগী আমানতৰদ্বাৰা কেছ-ক্ৰেডিট একাউণ্ট ( Cash-credit Account ) খুলিবলৈ দিয়া, আৰু প্লেজিং ( Pledging as Hypothecating Account ) একাউণ্টৰদ্বাৰা ঋণ দান আদিয়েই প্ৰধান।

(২) **যাতায়ত ( Transport ) ঃ**—যিকোনো দেশৰ শিল্পায়ন আৰু বেহা-বেপাৰ উন্নয়ন, সম্প্ৰসাৰণ আদিত বেংক বা বিত্তীয় সংস্থাৰ দৰেই পৰিবহণ বা যাতায়াত সমানেই সহযোগী। পৰিবহণৰ সক্ৰিয় সহযোগ ব্যতিত কোনো শিল্প বাণিজ্যৰ উন্নয়ন হ'ব নোৱাৰে। সেয়ে যাতায়াত শিল্প-বাণিজ্যৰ বাবে এক অনিবার্য্য চৰ্ত। শিল্প-বাণিজ্যৰ সহায়কাৰী সংস্থা হিচাপে যাতায়াতক সর্বদায় গ্ৰহণ কৰা হয়। জল, স্থল আৰু আকাশ মার্গৰ পৰিবহণে দেশৰ বাণিজ্য উদ্যোগত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে। স্থানান্তৰত যাতায়তৰ পূর্ণ আলোচনা আগবঢ়োৱা হৈছে।

(৩) **পণ্যাগাৰ (Ware house)** ঃ—বেহা-বেপাৰৰ প্ৰধান সহায়ক সংস্থা সমূহৰ ভিতৰত পণ্যাগাৰ অন্যতম। বহু বস্তু পণ্য-দ্ৰব্য সমগ্ৰ বছৰতেই নিয়মিত ৰূপে উৎপাদিত নহয়। সকলো পণ্য সম্ভাৰ সকলো ঠাইতে উৎপাদন নহয়। গতিকে অনিয়মিত ভাবে উৎপন্ন হোৱা পণ্য সম্ভাৰ গোটেই বছৰৰ বাবে সকলো ঠাইতে সমভাৱে পাব পৰাকৈ সঞ্চয় কৰি ৰাখিব লগা হয়। পণ্য দ্ৰব্যৰ এই সঞ্চয় কৰিব পৰা ব্যৱস্থাক পণ্যাগাৰ বা সঞ্চয় ভঁড়াল নামে জনা যায়। দূৰত উৎপন্ন হোৱা পণ্য সম্ভাৰ গ্ৰাহকৰ ওচৰলৈ পৰিবহণ কৰি আনি গ্ৰাহকক সমভাৱে বিতৰণ কৰি দিবলৈ কিছু দিনৰ বাবে সঞ্চয় কৰি ৰাখিব লগা হয়। কাৰণ যাতায়তৰ অসুবিধাই লাগতিয়াল পণ্য সম্ভাৰ গ্ৰাহকে সময়মতে নাপাবও পাৰে। সাধাৰণতে কৃষিজাত বহু সামগ্ৰী গোটেই বছৰ উৎপন্ন নহয় আৰু সকলো ঠাইতে পোৱাও নাযায়। সেয়ে গ্ৰাহকৰ চাহিদা অনুযায়ী সকলো ঠাইতে সকলো সময়তে পোৱাৰ স্থায়ী ব্যৱস্থা হ'ল—পণ্যাগাৰ বা পণ্য ভঁড়াল।

পণ্যাগাৰত বহু দিনলৈকে পণ্য-দ্ৰব্য নোহোৱাকৈ ৰাখিব পাৰি। বৰফ পণ্যাগাৰত সহজে নষ্ট হোৱা বস্তুও সঞ্চয় কৰি চাহিদা অনুপাতে নিয়মিত ভাৱে যোগান ধৰিব পাৰি। বিশেষ উৎসৱাদিত ব্যৱহৃত বস্তুও সময়ত পাব পৰাকৈ সঞ্চয় কৰি ৰাখিব পাৰি। পৰ্যাপ্ত সঞ্চয় সুবিধাই বস্তু-বেহানিৰ বাণিজ্যিক কাৰ্য্যকাৰিতা আৰু অখণ্ডতা অটুত ৰখাত সহায় কৰে। পৰ্য্যাপ্ত ঠাই, প্ৰকৃত অৱস্থান, আৱশ্যকীয় সা-সৰঞ্জাম থকা পণ্যাগাৰে শীত, তাপ, সেমেকা, শুকান, জুই, চোৰ, পোক-পৰুৱা আদিৰ পৰা পণ্য বস্তুক নিৰ্বিঘ্নে ৰাখে।

সেয়ে পণ্যাগাৰ এনে ঠাইত নিৰ্মিত হ'ব লাগে য'ত সঞ্চয় কৰিবলৈ পণ্য-দ্ৰব্য পোৱা যায় আৰু সঞ্চিত পণ্য-দ্ৰব্যৰ বাবে ৰাখোঁতাই বেছি খৰচ ভৰিব নালাগে। উপযোগী স্থানত থকা পণ্যাগাৰে নিয়মিত সঞ্চয়ৰ



সুযোগ পায়, যিটোৱে পণ্যাগাৰৰ গৰাকী আৰু সঞ্চয়কাৰী ব্যৱসায়ী উভয়কে লাভৱান কৰে। পণ্য-বস্তু তোলা-মেলাৰ বাবে প্ৰয়োজনীয় ঠাই, যাতায়ত ব্যৱস্থা, পণ্যাগাৰত থাকিব লাগে। সেয়ে পণ্যাগাৰসমূহ ৰেল জংছনৰ ওচৰত মটৰ ষ্টেচনৰ কাষত, বন্দৰৰ সমীপত নিৰ্মাণ হোৱা বাঞ্ছনীয়। পণ্যাগাৰত পণ্য-দ্ৰব্যৰ জোখ-মাপ (Weights and measures), গণনা কৰা যন্ত্ৰ (Counting machines), পেকিং (Packing) সামগ্ৰী, বস্তু উঠোৱা নমোৱাৰ বাবে ক্ৰে'ন (Crane), লিফ্‌ট্ (Lift) আদি থকা নিতান্তই আৱশ্যক।

পণ্যাগাৰে ব্যৱসায়ৰ দিশত কিছুমান সুযোগ-সুবিধা আগবঢ়ায়, যথা—

পণ্যাগাৰত সঞ্চিত পণ্য দ্ৰব্যই বজাৰ দৰৰ উঠা নমা বা অস্থিৰতা কমায়, পণ্যাগাৰত থকা সঞ্চিত পণ্যক বন্ধকত ৰাখি ব্যৱসায়ীয়ে হ্ৰস্ব-ম্যাদী ঋণ লব পাৰে, ব্যৱসায়ীক ব্যৱসায় সম্প্ৰসাৰণ কৰিবলৈ পণ্যাগাৰে সুযোগ দিয়ে। কাৰণ পণ্যাগাৰৰ অভাৱে ব্যৱসায় সংকোচন কৰায় আৰু উদ্যোক্তাই পণ্যাগাৰৰ অসুবিধাত উৎপাদন কৰ্তন কৰে। আমদানি ব্যৱসায়ীয়ে আমদানি শুল্ক পৰিশোধ নকৰাকৈয়ে সঞ্চয়ৰ আৰু সময়ৰ সুবিধা পায়। যাতায়াত কৰিব পৰা ঠাইত ব্যৱসায়ীয়ে বস্তু ৰাখিবলৈ আৰু বজাৰ অনুপাতে পণ্য-বস্তু ভিন্ ভিন্ ঠাইত ৰখাৰ সুযোগ পণ্যাগাৰে দিয়ে, আৰু বস্তু-বেহানিৰ মালিকীস্বত্ব হস্তান্তৰ কৰিবলৈ পণ্যাগাৰে সুচল কৰি দিয়ে।

**প্ৰকাৰ (Kinds of ware house)** ঃ এনে পণ্যাগাৰক তিনি ভাগত বিভক্ত কৰিব পাৰি ঃ—(ক) নিজস্ব পণ্যাগাৰ (খ) সাৰ্বজনীন পণ্যাগাৰ আৰু (গ) ব'ণ্ডেড পণ্যাগাৰ।

**নিজস্ব পণ্যাগাৰ (Private ware house)** ঃ নামটোৱেই ইংগিত দিয়ে যে এনে পণ্যাগাৰ ব্যক্তিগতভাৱে নিৰ্মাণ কৰা হয়।

ব্যৱসায়ৰ বস্তু-বেহানি থবৰ বাবে পাইকাৰী ব্যৱসায়ী, এক স্বত্বাধিকাৰী ব্যৱসায়ী আৰু যুটীয়া ব্যৱসায়ীয়ে এনে পণ্যাগাৰ নিৰ্মাণ কৰে। পণ্যাগাৰৰ পৰিচালনাও পণ্যাগাৰৰ গৰাকীৰ নিজস্ব। নিজস্ব পণ্যাগাৰ সকলো ব্যৱসায়ীৰ ব্যৱহাৰত নাহে আৰু সা-সুবিধাও সীমিত।

(খ) ৰাজহুৱা পণ্যাগাৰ ( Public Ware house ) ঃ নাম-টোৱেই পণ্যাগাৰৰ স্বত্বৰ ইংগিত দিয়ে। স্বাভাৱিকতে বন্দৰ কৰ্তৃপক্ষ, পৰিবহণ কৰ্তৃপক্ষ আৰু অন্য সাৰ্বজনিক সংস্থাৰদ্বাৰা এনে পণ্যাগাৰ নিৰ্মাণ আৰু পৰিচালনা হয়। পণ্য-বস্তু ৰখাৰ ক্ষেত্ৰত এনে গণ্যাগাৰ আইন সংগতভাৱে নিয়ন্ত্ৰিত হয়। পণ্য-বস্তু ৰপ্তানি কৰা আৰু বিদেশৰ পৰা আমদানি কৰা বস্তু-বেহানি ৰখাৰ নিৰাপদ স্থান হ'ল সাৰ্বজনীন পণ্যাগাৰ। পণ্যাগাৰৰ গৰাকী আৰু পণ্য-দ্ৰব্যৰ ব্যৱসায়ীৰ মাজত গঢ়ি উঠা সম্পৰ্ক আইনত এজেন্ট আৰু গৰাকীৰ ( Principal ) সম্পৰ্ক বুলি ধৰা হয়। কাৰণ পণ্যাগাৰৰ গৰাকীয়ে পণ্য-বস্তুৰ জামিনদাৰৰ দায়িত্বত থাকে। গতিকে পণ্যাগাৰত ৰখা পণ্য-বস্তুৰ সম্পূৰ্ণ দায়িত্ব আৰু তাক ভালভাৱে ৰখাৰ ব্যৱস্থা পণ্যাগাৰ কৰ্তৃপক্ষৰ। ব্যৱসায় বাণিজ্যত পণ্যাগাৰে আগবঢ়োৱা সেৱা বা সুবিধাৰ বাহিৰেও নিজস্ব ভালেমান সুবিধা সাৰ্বজনীন পণ্যাগাৰে আগবঢ়ায়, যথা—

(১) সাৰ্বজনীন পণ্যাগাৰত পণ্য-দ্ৰব্য বা বস্তু-বেহানি ৰাখিলে খুব সহজেই বিত্তীয় সংস্থাৰপৰা ঋণ ল'ব পাৰি, কাৰণ পণ্যাগাৰত বস্তু থোৱাৰ ৰচিদ খনেই নিৰাপত্তা পত্ৰৰ দৰে ব্যৱহাৰ হয়। ব্যক্তিগত পণ্যাগাৰে এনে সুবিধা আগবঢ়াব নোৱাৰে বা সহজে আগনবঢ়ায়।

(২) এনে পণ্যাগাৰে অঞ্চল বিশেষে উৎপন্ন হোৱা পণ্য-বস্তুৰ অসমতা দূৰ কৰি আঞ্চলিক ভিত্তিত ভাৰসাম্য স্থাপন কৰে।

(৩) পণ্যাগাৰে ক্ষুদ্ৰ ক্ষুদ্ৰ ব্যৱসায়ীক পণ্য বস্তু সঞ্চয় কৰি ৰাখিবলৈ সুবিধা দি বাণিজ্যত প্ৰতিপক্ষৰপৰা নিজক নিৰাপদ দূৰত্বত ৰাখে।



(৪) উৎপাদকে উৎপাদিত সামগ্ৰী পণ্যাগাৰত ৰাখি তাৰদ্বাৰা ঋণ লৈ নিজৰ ব্যৱসায় সম্প্ৰসাৰণ কৰিব পাৰে। উৎপাদকক একে সময়তেই দুটা সুবিধা পণ্যাগাৰে দিয়ে, যেনে—নিজস্ব পণ্যাগাৰৰ অভাৱত উৎপাদিত সামগ্ৰী সাৰ্বজনীন পণ্যাগাৰত ৰাখিব পাৰে, আৰু উক্ত পণ্যাগাৰৰ ৰচিদৰ জৰিয়তে ঋণ সংগ্ৰহো কৰিব পাৰে।

(গ) ব'ণ্ডেড পণ্যাগাৰ ( Bonded ware house ) ঃ আমদানি শুল্ক নিদিয়াকৈ আমদানিকৃত বস্তু সঞ্চয় কৰি ৰাখিবৰ বাবে যি পণ্যাগাৰে চৰকাৰী সীমা শুল্ক বিভাগৰপৰা অনুজ্ঞা পত্ৰ ( License ) লয়, তেনে পণ্যাগাৰক ব'ণ্ডেড পণ্যাগাৰ নামে জনা যায়। উক্ত পণ্যাগাৰত সঞ্চয় কৰা আমদানিকৃত বস্তু-বেহানি, আমদানি শুল্ক নিদিয়াকৈ ব্যৱসায়ীক উলিয়াই নিবলৈ দিয়া নহয়; কিন্তু আমদানি শুল্ক দিয়াৰ পৰিমাণ অনুযায়ী পণ্য সম্ভাৰ উলিয়াই নিব পাৰে। দেখা যায় মুঠ আমদানিকৃত বস্তুৰ ওপৰত, একেলগে শুল্ক নিদিয়াকৈও আমদানি কৰোঁতাই অলপ অলপকৈ শুল্ক দি পণ্যাগাৰৰপৰা সম্ভাৰ উলিয়াই নি থাকিব পাৰে। সেয়ে ব'ণ্ডেড পণ্যাগাৰ সৰ্বদায় শুল্ক কৰ্তৃপক্ষৰ প্ৰত্যক্ষ পৰিচালনা আৰু নিয়ন্ত্ৰণত থাকে। অৱশ্যে ৰাজ্যিক চৰকাৰৰ নিয়ন্ত্ৰণ আৰু ব্যৱস্থাপনাটো এনে পণ্যাগাৰ থাকিব পাৰে। এনে পণ্যাগাৰে বিদেশী বাণিজ্যৰ ব্যৱসায়িক পণ্য-দ্ৰব্যৰ শ্ৰেণী বিভাগ, গুণ-মাণ ( Quality ) পেকিং ( Packing ), ব্লেন্দিং ( Blending ), বটলত ভৰোৱা ( Bottling ), আৰ্হি ( Sample ) ৰখাৰ ব্যৱস্থাও কৰি দিয়ে। এনে বিলাক বিশেষ ধৰণৰ সুবিধাই পণ্য বস্তুৰ বজাৰকৰণ কৰাত সুচল কৰে।

যদিও কোনো ব্যৱসায়ীয়ে এখন বিদেশী ৰাষ্ট্ৰৰপৰা অন্য এখন বিদেশী ৰাষ্ট্ৰলৈ ৰপ্তানি কৰা উদ্দেশ্যে পণ্য বস্তুৰ আমদানি কৰে, তেনে ব্যৱসায়ীয়ে এনে পণ্যাগাৰত শুল্ক নভৰাকৈয়ে বস্তু ৰাখিব পাৰে। যিবিলাক ৰপ্তানিকৃত বস্তুৰ কোনো আবকাৰী (Excise) কৰ ( Tax )

দিব নালাগে, তেনে বস্তু উদ্যোগৰ কাৰখানাৰপৰা পোনে পোনেই ব'ণ্ডেড পণ্যাগাৰলৈ পঠিয়াব পাৰি। অৱশ্যে অন্য আব্‌কাৰী শুল্ক দিব লগা পণ্য সম্ভাৰো সঞ্চয় কৰিবলৈ এনে পণ্যাগাৰে সুবিধা দিয়ে। প্ৰায় সকলো ক্ষেত্ৰতে শুল্ক আদায় দিয়াৰ নিয়ম হৈছে "স্থগিত ভিত্তিত শুল্ক পৰিশোধ" ( Deferred Payment )।

পণ্যাগাৰৰ গৰাকীয়ে শুল্ক বিভাগক এখন খত ( Bond ) লিখি দিব লাগে। উক্ত খতৰ প্ৰধান বিষয়-বস্তু হৈছে—শুল্ক বিভাগৰ বিনা অনুমতিত কোনো বস্তু পণ্যাগাৰৰপৰা স্থানান্তৰ কৰিব নোৱাৰিব। সেয়ে সকলোবোৰ ব'ণ্ডেড পণ্যাগাৰেই শুল্ক বিভাগৰ প্ৰত্যক্ষ তত্ত্বাৱধানত থাকে।

উল্লেখিত সুযোগ-সুবিধাৰ কাৰণে বণ্ডেড পণ্যাগাৰ বিদেশী বাণিজ্যৰ ক্ৰমোন্নতিৰ প্ৰধান সহায়ক সংস্থা।

ভাৰতীয় বাণিজ্যত পণ্যাগাৰৰ ভূমিকা বিশেষকৈ কৃষিজাত আৰু শিল্পজাত সামগ্ৰী সঞ্চয়ৰ ক্ষেত্ৰত উলাই কৰিব নোৱাৰা বিধৰ। কৃষিজাত সামগ্ৰী সঞ্চয় বিষয়ত পণ্যাগাৰৰ অসুবিধাই দেশৰ অৰ্থনৈতিক গাঁথনিত এক তীব্ৰ সংকটৰ সৃষ্টি কৰি আহিছে।

বৰ্তমানলৈকে ভাৰতীয় পণ্যাগাৰসমূহৰ শতকৰা আশি ভাগেই নিজস্ব খণ্ডত ব্যক্তিগত ব্যৱসায়ী, যুটীয়া সংস্থা, কোম্পানী আদিৰদ্বাৰা প্ৰতিষ্ঠিত আৰু পৰিচালিত। পণ্যাগাৰ গঠনৰ ক্ষেত্ৰত, ৰাষ্ট্ৰ যন্ত্ৰৰ পৰিকল্পিত উন্নয়নৰ দিশত তেনে কোনো চিন্তা চৰ্চা বা প্ৰচেষ্টা কৰা হোৱা নাছিল। আনফালে ব্যক্তিগত খণ্ডৰ ব্যৱসায়ী সকলৰ পক্ষেও বৃহৎ পৰিমাণৰ মূলধন আৱশ্যক হোৱাত পণ্যাগাৰ নিৰ্মাণ অসম্ভৱ হয়। কাৰণ মূলধনৰ বিনিয়োগ তেওঁলোকৰ ক্ষমতাৰ বাহিৰলৈ যায়। সেয়েহে কৃষিজ আৰু শিল্পজ সামগ্ৰীৰ বাবে পৰ্য্যাপ্ত পৰিমাণৰ সা-সুযোগ দিয়া কথাটো পৰিকল্পিত উন্নয়নৰ লগত সামঞ্জস্য থকা সাৰ্বজীনন খণ্ডৰ বিষয়।



কেন্দ্ৰীয় চৰকাৰে অৰ্থনৈতিক উন্নয়নলৈ লক্ষ্য ৰাখি পণ্যাগাৰৰ বিধাৰ্থে এক দীৰ্ঘ কালীন আঁচনি প্ৰস্তুত কৰিছে। বিশেষকৈ কৃষিজ সামগ্ৰীৰ বাবে "১৯৫২ চনৰ অল ইণ্ডিয়া ৰুৰেল ক্ৰেডিট ছাৰ্ভে কমিটী" (All India Rural Credit Survey Committee 1952 ) আৰু ১৯৫০ চনৰ ৰুৰেল বেংকিং এনকোৱাৰী কমিটী'ৰ ( Rural Banking Enquiry Committee 1950 ) পৰামৰ্শক্ৰমে পণ্যাগাৰৰ কাৰ্য্য-সূচী গৃহীত কৰা হয়। ছাৰ্ভে কমিটীৰ অনুমোদন সাপেক্ষে চৰকাৰৰ পণ্যাগাৰ অধ্যক্ষৰ আচৰণ বিধি সংগঠিত কৰা হৈছে। ছাৰ্ভে কমিটীয়ে কেন্দ্ৰীয় মন্ত্ৰণালয়, ষ্টেট বেংক আৰু ৰিজাৰ্ভ বেংকৰ প্ৰতিনিধিৰদ্বাৰা এখন 'পৰিষদ' গঠন কৰিবলৈ পৰামৰ্শ দিয়ে। উক্ত পৰিষদৰ তত্ত্বাৱধানত 'চেণ্ট্ৰেল ওৱেৰ হাউছিং ক'ৰপ'ৰেচন' ( Central Ware housing Corporation ) নামে এখন নিগম গঠন কৰিবলৈ কমিটীয়ে অনুমোদন জনায়। এই ক'ৰপ'ৰেচনৰ বিত্তীয় ব্যৱস্থা নেচনেল ওৱেৰ হাউছিং ডেভেলপমেণ্ট ফাণ্ড ( National Ware housing Development Fund), জীৱন-বীমা নিগম ( L. I. C. I ), ষ্টেট বেংক (State Bank of India ), অনুসূচীত বেংক ( Scleduled Banks ) আৰু অন্যান্য সমবায় সমিতিৰ অৰ্থেৰে সংগঠিত কৰাৰ কথা।

ঠিক তেনেদৰেই ৰাজ্য ভিত্তিত 'ৰাজ্যিক পণ্যাগাৰ নিগম' (State Ware housing Corporation ), নগৰ আৰু গাওঁ অঞ্চলৰ স্থান বিশেষে ( অৰ্থাৎ যোগাযোগ, বজাৰ আদিলৈ লক্ষ্য ৰাখি ) নিৰ্মাণ আৰু পৰিচালনা কৰিবলৈ চৰকাৰলৈ পৰামৰ্শ আগবঢ়ায়।

উল্লেখিত কমিটীৰ অনুমোদন সাপেক্ষে পূৰ্ব প্ৰস্তুত আঁচনিৰ বাবে কেন্দ্ৰীয় চৰকাৰে ১৯৫৬ চনত এগ্ৰিকালচাৰেল প্ৰডিউচ ডেভেলপমেণ্ট (এণ্ড ওৱেৰ হাউছিং ) ক'ৰপ'ৰেচন এক্ট' ( Agricultural Produce Development and Ware housing Corporation Act

1956) নামে এখন আইন গৃহীত কৰে। উক্ত আইনে এখন পণ্যাগাৰ পৰিষদ, নেচনেল ক'-অপাৰেটিভ ডেভেলপমেণ্ট এণ্ড ওৱেৰ হাউছিং ব'ৰ্ড (National Co-Operative Development and Ware housing Board) নাম দি, গঠন কৰিবলৈ চৰকাৰক ক্ষমতা দান কৰে আৰু সেই বছৰেই উক্ত পৰিষদ প্ৰতিষ্ঠা হয়। পিছৰ বছৰ ১৯৫৭ চনত ২০ কোটি টকাৰ অনুমোদিত মূলধনেৰে এখন 'কেন্দ্ৰীয় পণ্যাগাৰ নিগম' (Central ware housing Corporation) প্ৰতিষ্ঠা কৰা হয়।

পৰিষদে পণ্যাগাৰ নিগম আৰু সমবায় সমিতিৰদ্বাৰা কৃষিজ সামগ্ৰীৰ সংগ্ৰহ, সঞ্চয় আৰু বজাৰ কৰণ কৰাৰ পৰিকল্পিত আঁচনি যুগুত কৰে। ইয়াৰ উপৰি নিগমৰ কাৰ্য্যকাৰিতাৰ অৰ্থে কৰ্মসূচী আৰু আচৰণবিধি পৰিষদে প্ৰস্তুত কৰি দিয়ে।

নিগমৰ সাধাৰণ কাৰ্য্য-কলাপ সমূহ হ'ল—(ক) মাটি সংগ্ৰহ কৰি পণ্যাগাৰ নিৰ্মাণ (খ) পণ্যাগাৰলৈ সামগ্ৰী সঞ্চয় কৰিবলৈ আৰু বজাৰলৈ নিবলৈ পৰিবহণ ব্যৱস্থা (গ) কৃষিজাত সামগ্ৰী সঞ্চয়ৰ বাবে পণ্যাগাৰসমূহক ব্যৱহাৰ কৰা, (ঘ) ৰাজ্যিক পণ্যাগাৰ নিগমৰ পুঁজি অংশৰ (Share Capital) বাবে অৰিহণাৰ যোগান, (ঙ) কৃষিজাত সামগ্ৰী সঞ্চয় কৰোঁতা সকললৈ 'সঞ্চয় প্ৰমাণ পত্ৰ' প্ৰদান কৰা। (চ) জাতীয় সমবায় উন্নয়ন আৰু পণ্যাগাৰ পৰিষদৰ এজেণ্ট হিচাপে কৃষিজ সামগ্ৰী, বীজ, সাৰ, আহিলা-পাতি, সা-সৰঞ্জামৰ ক্ৰয়-বিক্ৰয় আৰু বণ্টনৰ ব্যৱস্থা কৰা।

নিগমৰ মূঠ অনুমোদিত বিশ কোটি টকাৰ মূলধনক প্ৰতিটো পুঁজি-অংশ হাজাৰ টকাৰ মুদ্ৰিত মূল্য হিচাপে দুই লাখ পুঁজি-অংশত ভাগ কৰা হয়। অনুমোদিত মূঠ মূলধনৰ প্ৰতিশ্ৰুতি মূলধন দহ কোটি টকা। উক্ত প্ৰতিশ্ৰুতি মূলধনৰ চাৰি কোটি টকাৰ পুঁজি-অংশ পৰিষদে আৰু অৱশিষ্টাংশ ষ্টেট বেংক, অনুসূচীত বেংক আৰু অন্যান্য বিত্ত-সংস্থাই ক্ৰয় কৰে। নিগমে ১৯৬১ চনলৈকে সৰ্বমুঠ চল্লিশটা পণ্যাগাৰ নিৰ্মাণ কৰে।



ইতিমধ্যে চৌধ খন ৰাজ্যিক পণ্যাগাৰ নিগম গঠিত হৈছে আৰু এই ৰাজ্যিক নিগমে ১৯৬১ চনলৈকে ২৬৬ টা পণ্যাগাৰ নিৰ্মাণ কৰে, যাৰ সঞ্চয় ক্ষমতা দহ লাখ টন।

ইয়াৰ বাহিৰেও সমবায় সমিতি সমূহে নিৰ্মাণ কৰা পণ্যাগাৰৰ সঞ্চয় ক্ষমতা ২'৮ নিযুত টন (১৯৭০-৭১)। ১৯৭১ চনৰ শেষৰ পিনে সমবায় সমিতিৰদ্বাৰা নিৰ্মিত শীতল পণ্যাগাৰ (Cold storage) সংখ্যা হৈছেগৈ ৬৯টা আৰু তাৰ ধাৰণ ক্ষমতা ৯৯ হাজাৰ টন। অন্য ছাব্বিশটা নতুন গোটৰ নিৰ্মাণ কাৰ্য্য চলি আছে।

কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰে পণ্যাগাৰ নিৰ্মাণৰ বাবে আগভাগ লোৱাৰ ফলত বিশেষকৈ কৃষিজাত পণ্য দ্ৰব্যৰ সঞ্চয় আৰু বিতৰণৰ পটভূমিত প্ৰকৃততে ব্যৱসায়-বাণিজ্যৰ উপযুক্ত লক্ষ্যকে পূৰণ কৰিছে; কিন্তু সাৰ্বজনীন খণ্ডত এতিয়ালৈকে প্ৰতিষ্ঠা হোৱা পণ্যাগাৰৰ সংখ্যা দেশৰ সামগ্ৰীৰ (কৃষিজাত আৰু শিল্পজাত) ফালৰপৰা নিচেই সামান্য। গতিকে সাৰ্বজনীন খণ্ডত পণ্যাগাৰৰ সংখ্যা বৃদ্ধি কৰাটো বাস্তৱিকতে বৈপ্লৱিক প্ৰচেষ্টা হ'ব।

ব্যৱসায় উদ্যোগৰ সহায়কাৰী সংস্থা হিচাপে পণ্যাগাৰক সৰ্বদায় গ্ৰহণ কৰিব লাগিব।

**(8) গুণ বা মান নিৰ্ধাৰণ (Standardisation)**ঃ (ক) মান নিৰ্ণয় আৰু প্ৰকাৰ ভেদ কৰণ (Standardising and Grading) কৃষিজাত বা শিল্পজাত সামগ্ৰীৰ গুণ বা মান নিৰ্ধাৰণ বাণিজ্যিক লেন্-দেনৰ বাবে নিতান্তই অপৰিহাৰ্য্য। আভ্যন্তৰীণ বা বৈদেশিক বাণিজ্যত বস্তুৰ গুণ, শ্ৰেণী, আকাৰ আৰু মূল্যৰ মান নিৰ্ণয় কৰাটো প্ৰয়োজনীয়

বিষয় কোনো পণ্য দ্ৰব্য বা শিল্প সম্ভাৰ সৰ্বদায় শ্ৰেণী, গুণ, মান হিচাপে উৎপন্ন নহয়। বিশেষকৈ কৃষিজ সামগ্ৰীক উৎপন্নৰ পিছত আকাৰ, প্ৰকাৰ গুণগত মান অনুযায়ী শ্ৰেণী ভেদ কৰিব লগা হয়। ইয়াৰ উপৰিয়ো ৰং, চেহেৰা, ৰাসায়নিক আৱক, শক্তি আয়তন, আৰ্হি, নিদৰ্শক, গন্ধৃৰতা, বিদেশী বস্তুৰ পৰিমাণ ( Foreign Element ), কোমলতা, সেমেকা গুণ, দৃঢ়তা, পুৰঠতা, দীৰ্ঘ আৰু হ্ৰস্ব, আদি মান নিৰ্ণয় কৰাটো দৰাচলতে স্তৰ ভেদ কৰা। এই স্তৰ ভেদে পণ্য দ্ৰব্য বা অন্য বস্তু-বেহানিৰ সাদৃশ্য আনে। এনে ধৰণৰ প্ৰকাৰ আৰু স্তৰভেদে বস্তুৰ প্ৰকৃত গুণ বা মান নিৰ্ণয় কৰাত সহায় কৰে।

ৰপ্তানি বাণিজ্যৰ বাবে গুণ বা মান নিৰ্ণয় কৰি পণ্য বস্তুৰ ব্যৱসায় কৰা অতি আৱশ্যক। ইউৰোপ আৰু আমেৰিকা আদি দেশ সমূহত বস্তুৰ মান নিৰ্ধাৰণ কৰি ব্যৱসায় কৰা নিয়মটোৱে কেতিয়াবাৰ পৰাই সমাদৰ লাভ কৰি আহিছে; কিন্তু ভাৰতবৰ্ষত, দ্বিতীয় মহাসমৰৰ পাছৰ পৰাহে এই বিষয়টি প্ৰকট হয়। কাৰণ গুণ বা মান নিৰ্ণয় নোহোৱা বস্তুৰ ব্যৱসায় কৰি সামাজিক দায়িত্বহীন ব্যৱসায়ীয়ে বহু অৰ্থ আত্মসাৎ কৰাৰ লগতে জনসাধাৰণৰ অমংগলৰ কাৰণ হৈ পৰে। বিশেষকৈ এইটো পৰিলক্ষিত হয়—ঔষধ আৰু ওষধি দ্ৰব্য জাতিৰ ক্ষেত্ৰত। সৰ্বশেষত ভাৰত চৰকাৰে ঔষধ পাতিকে আৰম্ভ কৰি বহু পণ্য দ্ৰব্যৰ বাবে উপযোগী আইন ৰচনা কৰিব লগা হয়। যাৰ ফলত জনসাধাৰণে ক্ৰমান্বয়ে মানবিশিষ্ট বস্তুৰ মূল্য উপলব্ধি কৰা হ'ল। এই উপলব্ধিয়ে ব্যৱসায়ীকো ব্যৱসায়ৰ কাৰণে, গ্ৰাহকৰ সন্তুষ্টিৰ অৰ্থে বিভিন্ন বস্তুৰ গুণ বা মান অনুসৰি স্তৰ ভেদ কৰিবলৈ বাধ্য হয়। ফল স্বৰূপে, বিবিধ মান নিৰ্ণয় কৰা পণ্য-বস্তুৱে ক্ৰমাগতভাবে বাণিজ্য ক্ষেত্ৰত সম্প্ৰসাৰণ লাভ কৰে। মান নিৰ্মিত কৰা বস্তুৰ ব্যৱসায় কৰি ব্যৱসায়ীও লাভজনক হোৱা দেখা যায়।



উপৰুক্ত মান নিৰ্ণয়ৰ উদ্দেশ্য আগত ৰাখি কেন্দ্ৰীয় চৰকাৰে ঔদ্যোগিক উন্নয়ন মন্ত্ৰণালয়ৰ অধীনত ১৯৪৭ চনত 'ইণ্ডিয়ান ষ্টেণ্ডাৰ্ড ইনষ্টিটিউট' ( Indian Standard Institute ) নামেৰে এটি মান নিৰ্ধাৰণ সংস্থা নতুন দিল্লীত গঠন কৰে।

এই মান নিৰ্ণয় সংস্থাৰদ্বাৰাই দেশৰ উৎপাদিত বিভিন্ন কৃষিজ, শিল্পজ খনিজ পদাৰ্থ আৰু ৰাসায়নিক দ্ৰব্য বস্তু, বিল্ডিং আৰু ইঞ্জিনীয়াৰিং সা-সামগ্ৰীৰ জাতীয় মান নিৰ্ণয় কৰা হয়। পণ্য দ্ৰব্য আৰু অন্যান্য শিল্প সামগ্ৰীৰ শুদ্ধতাই ব্যৱসায় উদ্যোগত ক্ষীপ্ৰ উন্নয়ন সম্ভৱপৰ কৰি তোলে। সংস্থাই বিবিধ কৃষিজাত আৰু শিল্পজাত সামগ্ৰীৰ উপৰিয়ো, যান্ত্ৰিক সামগ্ৰী, আৰু যন্ত্ৰ-পাতি, বিল্ডিং সামগ্ৰীৰ গঠন প্ৰণালী, যন্ত্ৰ পাতিৰ চালন ক্ৰিয়া আৰু অন্যান্য শিল্প প্ৰক্ৰিয়াৰ মান বিচাৰ বিশ্লেষণ কৰে। সংস্থাই বিচাৰ বিবেচনা আগবঢ়োৱা অন্যান্য প্ৰণালীবোৰ হৈছে—গুণ, মূল্য, দৈৰ্ঘ্য, ওজন, আকাৰ, আয়তন শক্তি, বিভাগ, বৰ্গী-কৰণ আৰু বিশেষীকৰণ আদি।

মান নিৰ্ণয় কৰি মান নিৰ্ণয়ৰ "প্ৰমাণ পত্ৰ" দিয়া সামগ্ৰীৰ পৰিমাণ সম্প্ৰতে ৭০০০ হাজাৰ। ইয়াৰে অন্যতম এহেজাৰ উপভোক্তাৰ পণ্য দ্ৰব্য। প্ৰমাণ পত্ৰই ( Certificate ) বাস্তৱিকতে দেশজ সম্ভাৰৰ মৌলিক "জাতীয় মান" ( National Standard ) ঘোষণা কৰে। প্ৰমাণ পত্ৰৰ উপৰিও সংস্থাই ট্ৰেডমাৰ্ক ( Trade mark ) পেটেণ্ট ( Patent ), ব্ৰেণ্ড ( Brand ) আদিও পঞ্জীয়ন ভুক্ত কৰে।

আপাততঃ সংস্থাই ভাৰতৰ বিভিন্ন অঞ্চলত ইয়াৰ কাৰ্যালয় খুলিছে। কাৰ্য্যালয় খোলা ঠাইত সমূহ বাণিজ্য প্ৰধান যথা—আহমেদাবাদ, বাংগালোৰ, বোম্বাই, কলিকতা, হায়দৰাবাদ, কানপুৰ আৰু মাদ্ৰাজ।

সংস্থাই বিবিধ কোম্পানী, নানান ব্যৱসায় সংস্থাৰ বিষয়া আৰু কাৰি-কৰী লোকক গুণ, মান, পদ্ধতি, শিল্প কৌশল, ভিন্ ভিন্ শিল্প প্ৰক্ৰিয়া

আদিৰ ওপৰত প্ৰশিক্ষণ দিয়ে। কেন্দ্ৰীয় প্ৰশিক্ষণ আঁচনি অনুসৰি ব্ৰহ্মদেশ, শ্ৰীলংকা, কেনিয়া মালয়ছিয়া, ফিলিপাইন, চিংগাপুৰ, য়েমেন, থাইলেণ্ড, ইজিপ্ত জাম্বিয়া আদি দেশৰ ইঞ্জিনীয়াৰ, শিল্পবিদ্ প্ৰযুক্তিবিদ্ সকলকো সংস্থাই প্ৰশিক্ষণ দিছে। সংস্থাই ভালেমান পৰিষদৰ জৰিয়তে প্ৰয়োজন অনুসাৰে গৱেষণা, অনুসন্ধান, পৰীক্ষা নিৰীক্ষা আদি কাৰ্য্যও সম্পন্ন কৰে।

ভাৰত চৰকাৰৰ অনুগ্ৰহত এই বিষয়ত এটি সংস্থা গঠিত হৈছে যাৰ নাম 'ডি ইণ্ডিয়ান ইনষ্টিটিউট অব্ পেকেজিং (The Indian Institute of Packaging) এই সংস্থাটি ১৯৬৬ চনৰ মে' মাহত প্ৰতিষ্ঠা কৰা হয়। প্ৰতিষ্ঠানৰ কৰ্ম ৰাশিৰ ভিতৰত প্ৰধান হৈছে টোপোলা বন্ধা সম্পৰ্কত প্ৰক্ষিশণ, কৰ্মীৰ সমাবেশ আৰু ছেমিনাৰৰ ব্যৱস্থা কৰা। দ্ৰব্য বা অন্য সম্ভাৰ বিশেষে টোপোলা কৰাৰ নিয়মৰ সাল-সলনি কৰা। বিভিন্ন সমলেৰে যেনে থৈলা ; পলিঠিলিন ( Polyethylene ), এলুমিনিয়াম (Aluminium), ক'ৰুগেটেড বৰ্ড ( Corrugated Board ), আদিৰ দ্বাৰা টোপোলা কৰা কাৰ্য্যৰ লগত বস্তুৰ দাম কম বেছি হোৱাৰ কথাও আছে। গতিকে কেনে সমলেৰে আৰু কেনে আকৃতিৰে টোপোলা কৰিলে খৰচৰ পৰিমাণ হ্ৰাস পায়, তেনে ধৰণৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা এই সংস্থাই কৰে।

**(৫) বীমা কোম্পানী ( Insurance Co.) ঃ** ব্যক্তিগত জীৱনলৈ বিভিন্ন সময়ত নানান দুঃখ দুৰ্যোগ অহা আৰু তাৰ দায়িত্ব বহন কৰাৰ দৰে ব্যৱসায় জীৱনলৈ বহু-দুৰ্যোগ বা বিপদ বিঘিনী আহে যাৰ দায়িত্ব সাধাৰণ হিচাপে বীমা কোম্পানীয়ে বহন কৰে। যেনেকৈ নিজৰ জীৱনলৈ অহা বিপদ-বিঘিনীৰ বাবে প্ৰত্যেকেই কম বেছি পৰিমাণে সম্মুখীন হৈ থাকে আৰু তাক আঁতৰ কৰিবলৈ বা হ্ৰাস কৰিবলৈ সকলোৰেই যত্নৱান হয়, ঠিক তেনেকৈ ব্যৱসায় বাণিজ্যতো বিপদৰপৰা হাত



সাৰিবলৈ, বিপদৰ গভীৰতা কমাবলৈ, ব্যৱসায়ীয়ে বীমা কোম্পানীৰ আশ্ৰয় লয়। বীমা কোম্পানীবিলাকে সেয়ে দেশৰ বেপাৰ-বাণিজ্য আৰু উদ্যোগৰ সম্ভাব্য আকস্মিক, অনিৰ্দিষ্ট বিপদৰ দায়িত্ব ( Risk ) বহন কৰে। অৰ্থাৎ ব্যৱসায়ী বা কৰ্তৃপক্ষৰ নিয়ন্ত্ৰণৰ বাহিৰলৈ যোৱা আকস্মিক ভাৱে হোৱা বিপদ বা লোকচানৰ দায়িত্ব বীমা কোম্পানীয়ে গ্ৰহণ কৰি বাণিজ্য আৰু উদ্যোগত সহায় কৰে। বীমা আচলতে লোকচানৰ এক পূৰ্বচৰ্তহে ( Prior Provison )। অৰ্থাৎ লোকচান হলেহে বীমা কোম্পানীয়ে লোকচানৰ দায়িত্ব লয়। গতিকে বীমা-কোম্পানীৰ সাধাৰণ নীতিসমূহ এনে ধৰণৰ বীমা কোম্পানীৰ আৰু বীমাকাৰী পক্ষৰ মাজত পূৰ্ব বিশ্বাস থাকিব লাগিব, বীমা কৰা বিষয়ৰ ওপৰত বীমাকাৰী পক্ষৰ স্বাৰ্থ নিহিত হ'ব লাগিব ; বীমাৰ চুক্তি আচলতে ক্ষতি পূৰণৰ চুক্তি ; চুক্তিৰ ম্যাদ অনুসৰিহে ক্ষতিপূৰণ কাৰ্য্য-কৰী হয় ; বীমাকৃত পক্ষই লোকচানৰপৰা হাত সাৰিবলৈ সকলো প্ৰচেষ্টা কৰিব লাগিব, আৰু বীমাকাৰী পক্ষই কোম্পানীৰ লগত হোৱা চুক্তি অনুযায়ীহে তৎকালীন লোকচানৰ ক্ষতিপূৰণ পাব ; সেই লোক-চানে পথ মুকলি কৰা ভৱিষ্যত লোকচানৰ দায়িত্ব বীমাকৃত পক্ষই দাবী কৰিব নোৱাৰে। বীমা কোম্পানী আৰু বীমা কৰা পক্ষৰ মাজত হোৱা চুক্তিখনক 'পলিচী' ( Policy ) বোলা হয়। পলিচী বা চুক্তি পত্ৰত বীমাকাৰীৰ নাম, ঠিকনা, চৰ্ত, অধিকাৰ, বীমাৰ সময়, কাল, দেয় কিস্তি, বীমা কৰা সম্পত্তিৰ বিৱৰণ, মূল্য, পৰিমাণ বা সংখ্যা, বীমা কোম্পানীয়ে লোৱা সম্পত্তিৰ দায়িত্ব আৰু অন্যান্য দায়িত্ব, চৰ্ত, অধিকাৰ সমূহৰ পূৰ্ণ বিৱৰণ চুক্তি পত্ৰত ( Policy ) লিপিবদ্ধ থাকে। বীমা কোম্পানীয়ে লোৱা এই দায়িত্বই যেন ব্যৱসায় বাণিজ্যৰ সম্ভাব্য বা আকস্মিক লোকচানৰ দায়িত্ব ভাৰ উমৈহতীয়া কৰে, যেন দেশৰ সকলো বেপাৰ বাণিজ্য উদ্যোগৰ দায়িত্ব ভাৰ সমবায় ভিত্তিত সকলোৰে মাজত

বিস্তাৰিত কৰে। কাৰণ বীমা কৰা সকলোলোকৰপৰা কিস্তিত ধন লৈ লোকচান হোৱা কোনোবা কেইজনমানক সেই সংগৃহীত কিস্তিৰ ধন আদায় দি ক্ষতিপূৰণ কৰে। কোনো কোনো বীমা কোম্পানীৰ বিশেষকৈ জীৱন বীমাৰ পলিচীখন বন্ধক ৰাখি, বীমা কোম্পানী বা আন বিত্তীয় সংস্থাৰপৰা ঋণ বা আগধন লোৱাৰ সুযোগ পায়। পলিচীখন বন্ধক ৰাখি ঋণ লোৱা কাৰ্য্য ব্যৱসায় জগতত প্ৰায়ে ঘটি থাকে; বিশেষকৈ এক স্বত্বাধিকাৰী, যুটীয়া ব্যৱসায় সংস্থাৰ ক্ষেত্ৰত এই চুক্তি পত্ৰই আকালন লোৱা বিষয়ত মকৰধ্বজৰ কাৰ্য্য কৰে। কাৰণ পলিচীখনে ঋণগ্ৰস্ত ব্যৱসায়ী বা যুটীয়া সংস্থাৰ অংশীদাৰৰ ঋণ পৰিশোধ কৰাত সহজ কৰি তোলে।

আপাততঃ ব্যৱসায় বাণিজ্যত বিভিন্ন উদ্দেশ্য লৈ নানান বীমা কোম্পানী সংগঠিত হৈছে, যেনে—(১) নৌ বীমা ( Marine Insurance )। (২) অগ্নি বীমা (Fire Insurance), (৩) আকস্মিক বীমা ( Accident ), (৪) মটৰকাৰ কম্প্ৰিহেঞ্চিভ বীমা কোং ( Motor car Comprehensive Insurance Co.) (৫) জীৱন বীমা (Life Insurance), (৬) বাৰ্গলাৰী বীমা কোং ( Barglary Insurance Co. )। (৭) জাতীয় স্বাস্থ্য বীমা কোং ( National Health Insurance ), (৮) জেনেৰেল ইন্স্যুৰেঞ্চ কোং ( General Insurance Co. ) (৯) নগদ ধন স্থানান্তৰ বীমা কোং ( Cash in Transit Insurance Co. ) (১০) প্লেট গ্লাছ ইন্ছিউৰেঞ্চ ( Plate Glass Insurance )।

ইয়াৰ উপৰিও ভালেমান বীমা কোম্পানী বাণিজ্য উদ্যোগৰ কৰ্মচাৰীৰ বিপদ বিঘিনি আৰু কৰ্ম সংস্থান লোকৰ সাহায্যৰ অৰ্থে সংগঠিত হৈছে, যেনে—এম্প্লয়াৰ্ছ লায়েবিলিটি ( Employer's Liability ), ফিডেলিটি ইন্স্যুৰেঞ্চ (Fidelity Insurance), ওৱাৰ্কমেন্ছ্ কম্পেন্সেছন



ইন্স্যুৰেঞ্চ ( Workmen's Compensation Insurance ), আন্এম্প্লয়দ ইন্স্যুৰেঞ্চ ( Udemployed Insurance), পাবলিক লায়েবিলিটি ইন্স্যুৰেঞ্চ ( Public liability Insurance ) ইত্যাদি।

উদ্যোগত নিয়োজিত সকলো কৰ্মীয়েই উদ্যোগৰ অংগ। এই অংগ নিৰাপত্তাৰ বাবে বহু ধৰণৰ বীমা কোম্পানী গঠিত হৈছে;—কিন্তু কৰ্মচাৰী সকলে মান বিশিষ্ট ভাৱে তেনে কোনো সুযোগ-সুবিধা, বিশেষকৈ ভাৰতবৰ্ষত ভোগ কৰিব পৰা নাছিল। গতিকে ভাৰতীয় ৰাষ্ট্ৰ যন্ত্ৰই ৰাষ্ট্ৰৰ বিভিন্ন উদ্যোগত স্থায়ী ভিত্তিত নিয়োজিত কৰ্মীবৃন্দৰ উদ্যোগ সংশ্লিষ্ট অসুবিধা সমূহে দূৰীভূত কৰাৰ অৰ্থে "এম্প্লয়িজ ষ্টেট ইন্স্যুৰেঞ্চ এক্ট" ( Employees State Insurance Act ) নামে এখন আইন পাছ কৰে। উচ্চতম চাৰিশ টকালৈকে বেতন পোৱা সকলো কৰ্মচাৰী এই আইনৰ আয়ত্তৰ অন্তৰ্ভুক্ত হয়। আইনখনে এম্প্লয়িজ ষ্টেট ইন্স্যুৰেঞ্চ স্কীম ( Employees State Insurance ) নামৰ এখন আঁচনিৰ খচৰা প্ৰস্তুত কৰে। উক্ত আঁচনিৰ খচৰা ভুক্ত বিষয়সমূহ হ'ল (ক) চিকিৎসাৰ সা-সুবিধা ( Medical Benifits ), (খ) সামৰ্থ্যহীনতাৰ সা-সুবিধা (Disablement benifit) (গ) নিৰ্ভৰশীলতাৰ সুবিধা ( Dependents Benifits ) (ঘ) অসুখৰ উপকাৰ সমূহ ( Illness Benifits ) (চ) মাতৃত্বৰ সুবিধাবোৰ ( Maternity Benifits ) আদিয়েই প্ৰধান।

কৰ্মচাৰীৰ ৰাষ্ট্ৰীয় বীমা আঁচনিৰ দায়িত্ব সাংবিধিক স্ব-শাসিত নিগমৰ ওপৰত ন্যস্ত কৰে—যাৰ নাম হৈছে এম'প্লয়িজ ষ্টেট ইন্স্যুৰেঞ্চ ক'ৰপ'ৰেচন ( Employees State Insurance Corporation )। নিগমৰ সদস্যবৃন্দ কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰসমূহৰ প্ৰতিনিধি, চিকিৎসাবিধি, লোকসভাৰ সদস্য, উদ্যোগৰ কৰ্তৃপক্ষ আৰু কৰ্মচাৰীৰ দ্বাৰা গঠিত হয়। নিগমৰ দৈনন্দিন পৰিচালনা সদস্যসকলৰ মাজৰ

পৰা নিৰ্বাচিত এখন ষ্টেণ্ডিং কমিটীয়ে ( Standing Committee ) কৰে। ইয়াৰ বাহিৰেও চিকিৎসাৰ সা-সুযোগ দিবৰ বাবে "মেডিকেল কাউন্সিল" ( Medical Council ) গঠন কৰা হৈছে।

উল্লেখিত সকলো বীমা কোম্পানীয়ে নানান দিশত ( যথা, জুই, পানী, জীৱন, আকস্মিক, দুৰ্য্যোগ, চোৰ-চাৰি, নগদ ধন, প্ৰদৰ্শনী কক্ষ, যান-বাহন আৰু নিৰাপত্তা ) হ'ব পৰা আকস্মিক বা অনিৰ্দিষ্ট লোক-চানৰ ক্ষতিপূৰণৰ দায়িত্ব বহন কৰে। অন্যহাতে এই বীমা কোম্পানী বিলাকে লাভ কৰা এক বৃহৎ উপাৰ্জনক বিবিধ উদ্যোগ আৰু বাণিজ্যত দীৰ্ঘম্যাদী ভিত্তিত বিনিয়োগ কৰিব পাৰে, যাৰ জৰিয়তে কোম্পানী বিলাকৰ উপাৰ্জনৰ পৰিসৰ বৃদ্ধি হয়। আনফালে ব্যৱসায় বাণিজ্যত বীমা কোম্পানীয়ে ৰক্ষণাবেক্ষণ দি ক্ৰমোন্নয়নৰ পথত অগ্ৰসৰ হবলৈ সুযোগ দিয়ে।

পৃথিৱীৰ বহু দেশত বীমা কোম্পানীয়ে অৰ্জন কৰা লাভ শিল্প উদ্যোগে আৰু বাণিজ্যত নিয়োগ কৰি কোম্পানী নিজেও লাভবান হৈছে আৰু দেশৰ শিল্প বাণিজ্যকো সহায় কৰিছে ; ইউৰোপ আৰু আমেৰিকা বহু বীমা কোম্পানীয়ে দেশৰ শিল্প-বাণিজ্যত প্ৰধান ভূমিকাত অৱতীৰ্ণ হোৱা দেখা যায়। ভাৰতবৰ্ষত ঠিক স্বাধীনতাৰ পিচলৈকে বীমা কোম্পানীৰ তেনে কোনো উল্লেখযোগ্য অৱদান চকুত নপৰে ; কিন্তু স্বাধীনোত্তৰ কালত জীৱন বীমাৰ জাতীয়কৰণে অৰ্থনৈতিক ক্ৰমোন্নতিৰ লক্ষণীয় সংকেট দিছে। বৰ্তমানে অন্যান্য বীমা কোম্পানী-বিলাকৰ জাতীয় কৰণে দেশৰ আভ্যন্তৰীণ বাণিজ্য উদ্যোগত পৰিকল্পনা বিষয়ত পৰ্য্যাপ্ত পৰিমাণৰ অৰ্থনৈতিক প্ৰভাৱ পেলাব বুলি আশান্বিত হোৱা যায়।

আলোচিত বিবিধ সহায়ক সংস্থাৰ উপৰিও ভালেমান বাণিজ্যিক অভিকৰ্তা ( More Commercial Agent ), দালাল ( Broker ), কমিছন এজেণ্ট ( Commission Agent), মেনেজিং এজেণ্ট ( Managing Agent ) আছে যিবিলাকে সিইতৰ নিজস্ব কাৰ্য্যকাৰিতাৰদ্বাৰা দেশৰ শিল্প বাণিজ্যলৈ সহায় সহযোগ আগবঢ়াই আহিছে।



## বণিক সংঘ আৰু উদ্যোগ সংস্থা

### ( Chambers of Commerce and Trade Association )

**(৬) বণিক সংঘ ( Chambers of Commerce ) ঃ**

**সূচনা ঃ** বণিকসকলৰ সন্মিলনক বা সংস্থাক বাণিজ্যিক সংঘ বা বণিক সংঘ বোলা হয়। বণিক বা মূদৈ সকলৰ উপকাৰৰ অৰ্থে এনে সংঘ গঠন কৰা হয়। এনে সংঘ মহকুমা, জিলা, ৰাজ্য আৰু আন্তঃৰাজ্য ভিত্তিত প্ৰতিষ্ঠা হয়। ব্যৱসায় বাণিজ্যত স্বতন্ত্ৰ বণিক অথবা বণিয়া জাতিৰ সামূহিক স্বাৰ্থ ৰক্ষাৰ্থে, ৰক্ষণা-বেক্ষণৰ কাৰণে আৰু নানান সুযোগ-সুবিধা গ্ৰহণৰ জৰিয়তে লাভবান হোৱাৰ উদ্দেশ্যে সংঘ স্থাপন কৰা হয়।

এনে সংঘবোৰ ব্যৱসায়ীসকলৰ স্বেচ্ছাধীন অনুষ্ঠান। সংঘৰ ৰাষ্ট্ৰৰ লগত তেনে কোনো সম্পৰ্ক নাথাকে। অৱশ্যে এই কথা ইংলণ্ড আৰু ভাৰতৰ বণিক সংঘৰ ক্ষেত্ৰতহে প্ৰযোজ্য হয়। কাৰণ ফ্ৰান্স দেশৰ বাণিজ্যিক সংঘবোৰ অৰ্ধ-চৰকাৰী সংস্থা। এনে সংস্থা চৰকাৰ আৰু বণিকসকলৰ মাজত সমানুপাত সদস্যেৰে গঠিত হয়। উক্ত সংস্থাৰ বাণিজ্য মন্ত্ৰণালয়ৰ লগত ঘনিষ্ঠ সম্পৰ্ক থাকে। কোনো কোনো বিষয়ত এই সংস্থাসমূহক সাৰ্বজনিক উদ্যোগ বা ব্যৱসায় পৰিচালনাৰ দায়িত্ব দিয়া হয়। যিবিলাক উদ্যোগত জনসাধাৰণৰ সম্পৰ্ক নিশ্চিত তেনে উদ্যোগৰ দায়িত্ব আৰু নিয়ন্ত্ৰণ এনে সংস্থাৰ ওপৰত ন্যস্ত কৰা হয়,

যথা বন্দৰ, পোতাশ্ৰয়, পৰিবহণ, পণ্যাগাৰ ইত্যাদি। সেয়ে এনে ধৰণৰ ব্যৱসায়ী সংস্থাই ব্যৱসায়ীসকলৰ ওপৰত কৰ-কাটল বহুৱাবৰ কাৰণে ক্ষমতাও পায়।

**ভাৰতীয় বণিক সংঘ ঃ** ভাৰতবৰ্ষত এনে বণিক সংঘৰ প্ৰতিষ্ঠা খুব প্ৰাচীন নহয়। কাৰণ ভাৰতবৰ্ষত যিসকল, উদ্যোগ-বাণিজ্যত উদ্যোক্তা বা অগ্ৰণী আছিল তেওঁলোক বৃটিছ। গতিকে, তেওঁলোকেই ভাৰতবৰ্ষত প্ৰথম এনে সংঘৰ প্ৰতিষ্ঠা কৰে আৰু প্ৰায় বহুকাল জুৰি এনে সংস্থাবোৰ বৃটিছৰ নিয়ন্ত্ৰণাধীন হৈ আছিল। বাণিজ্য সংঘ বা তংজাতীয় বহু প্ৰতিষ্ঠান বৃটিছে প্ৰতিষ্ঠা কৰিছিল—তেওঁলোকৰ বেপাৰ-বাণিজ্যৰ ৰক্ষণা-বেক্ষণৰ বাবে ; কিন্তু ক্ৰমান্বয়ে বেপাৰ বাণিজ্যত ভাৰতীয়ৰ অন্তৰ্ভুক্তিয়ে ভাৰতীয়কো এনে প্ৰতিষ্ঠান গঢ়ি তুলিবলৈ প্ৰেৰণা দিয়ে। প্ৰথম অৱস্থাত ব্যৱসায়ত ভাৰতীয়লোকৰ প্ৰবেশ কৰণ খুব সীমিত আছিল। স্বাভাৱিকতে অনুৰক্ত হোৱা লোক আৰু জাতিগত ব্যৱসায়ৰদ্বাৰাহে বাণিজ্যৰ দ্বাৰ উন্মোচন হৈছিল। ইয়াৰ উপৰি, বৃটিছসকলে যিবোৰ অঞ্চলত পূৰ্ণোদ্যমে ব্যৱসায় চলাইছিল, তেনে ঠাইৰেই ভাৰতীয় লোকে ব্যৱসায় আৰম্ভ কৰিছিল। ভাৰতৰ সেই অঞ্চলসমূহ, যেনে কলিকতা, মাদ্ৰাজ, বোম্বাই আদি ঠাইতেই ভাৰতীয়ৰদ্বাৰা প্ৰথম বণিক সংঘ বা তেনে জাতীয় প্ৰতিষ্ঠান গঢ়ি উঠিছিল। অৱশ্যে ভাৰতীয়লোকৰ ব্যৱসায় যোৱা শতিকাৰ দ্বিতীয়াৰ্ধতহে সম্যকৰূপে সংগঠিত হয়। সেয়ে ব্যৱসায় সংগঠিত হোৱাৰ পিছৰ পৰাহে অৰ্থাৎ এই শতিকাৰ পৰাহে বণিক সংঘ প্ৰবৰ্তিত হয়। ভাৰতবৰ্ষৰ স্বদেশী আন্দোলনে বাণিজ্য সংঘ বা তেনে প্ৰতিষ্ঠান গঢ়ি তোলাৰ বাবে আৱশ্যকীয় ইন্ধন যোগাইছিল।

ভাৰতবৰ্ষত বৃটিছৰদ্বাৰা বণিক সংঘ গঠিত হৈছিল ১৮৩৬ চনত। তাৰ নাম আছিল 'বোম্বে চেম্বাৰ্চ অব্ কমাৰ্চ (Bombay Cham-



ers of Commerce) ; কিন্তু ১৯০৭ চনতহে ভাৰতীয় ব্যৱসায়ীৰদ্বাৰা ...ম সংঘ প্ৰতিষ্ঠা হৈছিল, যাৰ নাম আছিল "ডি ইণ্ডিয়ান মাৰ্চেণ্টছ ...ম্বাৰ" (The Indian Merchant's Chamber)।

উক্ত বাণিজ্য সংঘ প্ৰতিষ্ঠা হোৱাৰ পিছত আৰু ভালেমান বণিক ...ঘ প্ৰতিষ্ঠা হয়, যিবোৰ ৰাজনৈতিক আন্দোলনৰদ্বাৰা প্ৰভাৱিত হৈছিল ...ৰু যাৰ জৰিয়তে ব্যৱসায়ী গোষ্ঠীয়ে তেওঁলোকৰ ৰাজনৈতিক মনো...ৱ বেকত কৰিছিল।

১৯৪৭ চনত ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছত ভাৰতৰ ইউৰোপীয় ...ণিজ্য সংঘসমূহৰ চৰকাৰৰ লগত থকা পূৰ্বৰ সম্পৰ্কৰ যতি পৰিল। ...ধীনতাৰ ঠিক পিছতেই ইউৰোপীয় ব্যৱসায় গোষ্ঠীয়ে ভাৰতত তেওঁ...লাকৰ স্থায়িত্ব সম্পৰ্কে কোনো ধৰণৰ অনুমান বা ধাৰণা কৰিব নোৱাৰা ...ল। ফলত এই পৰিবৰ্তিত অৱস্থাই তেওঁলোকক, তেওঁলোকৰ ভিতৰৰ ...বিধ বাণিজ্য সংঘৰ মাজত বেছি ঐকবদ্ধ আৰু নিকট সম্পৰ্ক গঢ়ি ...লাত সহায় কৰে। ভাৰতীয় ব্যৱসায়ৰ এই ৰূপান্তৰিত অৱস্থাত ...ণিজ্য সংঘসমূহে নিজকে খাপ-খুৱাই নিবলৈ সমৰ্থৱান হয়—যিটোৱে ...চলতে সংঘসমূহক সংহত আৰু প্ৰাপ্য স্থানত প্ৰতিষ্ঠিত কৰে।

আনহাতে ভাৰতীয় বাণিজ্য সংঘসমূহেও এই স্বাধীনোত্তৰ কালত ...ওঁলোকৰ নতুন স্থান সম্পৰ্কে সচেতন হৈ পৰে আৰু প্ৰাক্-স্বাধীন কালৰ ...জনৈতিক ভাবাদৰ্শৰ উৎস শেষ হৈ যায়। ৰাজনৈতিক মনোভংগীৰ ...ত দলীয় অথবা প্ৰাদেশিক মনোভংগীয়ে গঢ় লয়। উল্লেখিত উভয় ...ধ ব্যৱসায়ী সংঘই স্বাধীনতা লাভৰ সময়ৰপৰা এতিয়ালৈকে পৰি...তিত অৱস্থাৰ লগত সমন্বয় ৰাখি ক্ৰমান্বয়ে ৰূপান্তৰিত হৈ আহি আছে। ...বাচলতে সংঘসমূহৰ মাজত দেশৰ কল্যাণাৰ্থে কাম কৰাৰ মনোভাৱ ...তিয়াও গঢ় লোৱা নাই। বৰঞ্চ তাৰ ঠাইত প্ৰাদেশিকতাৰ মনোভাৱ ...কট হোৱাৰ বহু উদাহৰণ আছে।

স্বাধীনোত্তৰ কালত উভয় বিধ (ইউৰোপীয় আৰু ভাৰতীয়) বাণিজ্য সংঘৰ মাজত সংগঠন আৰু পৰিচালনাৰ ক্ষেত্ৰত ভালেমান মূলগত পাৰ্থক্য পৰিলক্ষিত হয়।

ইউৰোপীয় বাণিজ্য সংঘসমূহৰ সদস্য সংখ্যা কম, সংঘৰ অন্তৰ্ভুক্ত ব্যৱসায় সংস্থাবোৰৰ বিদেশৰ লগত পাৰস্পৰিক যোগাযোগ থকা আৰু সংস্থাসমূহৰ আকাৰ আৰু আয়তন বৃহৎ। বাণিজ্য সংঘবোৰ "পৰিচালনা সমিতি"ৰদ্বাৰা কাৰ্য্য নিয়ন্ত্ৰিত হয়। পৰিচালনা সমিতিৰ সদস্যবৃন্দ নিৰ্বাচিত সদস্য নহয়। এখন পৰিচালনা সমিতিয়ে সংঘৰ ভৱিষ্যৎ পৰিচালনাৰ কাৰণে, আন এখন পৰিচালনা সমিতি গঠন কৰিবলৈ সদস্যসকলক অনুমোদন কৰে। সাধাৰণতে সদস্যসকলৰ অনুমোদনত কোনো ধৰণৰ বিৰোধিতা নাথাকে।

ভাৰতীয় বণিক সংঘৰ সদস্য সংখ্যা অধিক। ক্ষুদ্ৰ ক্ষুদ্ৰ ব্যৱসায় সংস্থা, কোম্পানীৰ সদস্যও এই বণিক সংঘত অন্তৰ্ভুক্ত হয়। এখন 'পৰিষদ' ( Board ) বা "সমিতি"ৰদ্বাৰা ( Committee ) সংঘৰ কাৰ্য্যাৱলী পৰিচালনা কৰা হয়। উক্ত পৰিষদ বা সমিতিৰ সদস্য ভোটৰদ্বাৰা নিৰ্বাচিত হয়।

নিৰ্বাচনত দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক নীতি সংক্ৰান্ত বিষয়েও স্থান পায়। সংঘই কেন্দ্ৰীয়, ৰাজ্যিক আৰু স্থানীয় বিভিন্ন পৰিষদ, সমিতিলৈ প্ৰতিনিধি নিৰ্বাচিত কৰিব পাৰে। বণিক সংঘই অৰ্ধ-চৰকাৰী প্ৰতিষ্ঠান, যেনে—প'ৰ্ট ট্ৰাষ্ট ( Port Trust ), ইম্প্ৰুভমেণ্ট ট্ৰাষ্ট ( Improvement Trust ) আদিত প্ৰতিনিধিত্ব কৰে। ভাৰতীয় বণিক সংঘই দেশৰ বাণিজ্যিক আৰু ঔদ্যোগিক ক্ষেত্ৰত চৰকাৰক বিভিন্ন সমস্যাৰ ওপৰত নিজৰ বে-চৰকাৰী মতামত দি থাকে আৰু উল্লিখিত বিষয়ত যদি চৰকাৰী নীতিয়ে কিবা বিশেষ প্ৰভাৱ পেলায়, তেন্তে তাৰ প্ৰতি চৰকাৰক অৱগত কৰায়। সেয়ে চৰকাৰে চৰকাৰী



নীতিৰ ফলত বিভিন্ন উদ্যোগ আৰু বাণিজ্যত পৰিব পৰা সম্ভাব্য প্ৰভাৱ আৰু পৰিনতিৰ বাবে ভিন্ ভিন্ বাণিজ্য সংঘৰপৰা মতামত লয় আৰু সেই পৰিপ্ৰেক্ষিতত পোৱা মতামতৰ ওপৰত চৰকাৰে গভীৰ বিচাৰ-বিবেচনা কৰি চায়। সেয়ে দেখা যায়—এই বণিকসংঘবোৰে দেশৰ বেহা-বেপাৰ আৰু উদ্যোগৰ সম্প্ৰসাৰণত প্ৰধান ভূমিকা গ্ৰহণ কৰে।

ওপৰত উল্লেখ কৰি অহা হৈছে যে বণিকসংঘ সৰ্বভাৰতীয় আন্তঃৰাজ্যিক, ৰাজ্যিক, জিলা—মহকুমা আদিৰ ভিত্তিত গঠন কৰা হয়। গতিকে দেশৰ বাণিজ্য আৰু উদ্যোগৰ উন্নয়ন আৰু সম্প্ৰসাৰণ বাবে বণিক সংঘ বোৰ সংগঠিত হোৱা ভিত্তি অনুৰূপে সংশ্লিষ্ট বিষয়ৰ সংশ্ৰৱ ৰাখে।

বৰ্তমান দেশত ৰাজ্য ভিত্তিত থকা সংঘবোৰ হৈছে—অসম চেম্বাৰ্ছ অব্ ক'মাৰ্চ (Assam Chambers of Commerce), বেংগল চেম্বাৰ্ছ অব্ কমাৰ্চ (Bengal Chambers of Commerce), বেংগল নেচনেল চেম্বাৰ্ছ অব্ কমাৰ্চ ( Bengal National Chambers of Commerce), মাৰোৱাৰী চেম্বাৰ্ছ অব্ কমাৰ্চ ( Marowari Chambers of Commerce ), মহাৰাষ্ট্ৰ চেম্বাৰ্ছ অব্ কমাৰ্চ ( Maharastra Chambers of Commerce ), বোম্বে চেম্বাৰ্ছ অব্ কমাৰ্চ ( Bomcey Chambers of Commerce ) আদি।

সৰ্বভাৰতীয় ভিত্তিত গঠিত সংঘবোৰ—'অল ইণ্ডিয়া চেম্বাৰ্ছ অব্ কমাৰ্চ' ( All India Chambers of Commerce ), এছোচিয়েটেড চেম্বাৰ্ছ অব্ কমাৰ্চ ( Associathd chamber of Commerce of India ), ডি ফেদাৰেচন অব্ ইণ্ডিয়া চেম্বাৰ্ছ অব্ কমাৰ্চ ( The Federation of Indian Chambers of Commerce ) আদি।

উল্লেখিত বণিক সংঘৰ উপৰিও আৰু কিছুমান প্ৰায় একে জাতীয় সংঘ আছে যেনে 'ডি ইণ্ডিয়ান চেম্বাৰ অব্ কমাৰ্চ কলিকতা' ( The

Indian Chamber of Commerce Calcutta ), ইণ্ডিয়ান চেণ্টেল কটন কমিটী ( Indian Central Cotton Committee ), ইণ্ডিয়ান মাইনিং ফেদাৰেচন ( Indian Mining Federation ), অল ইণ্ডিয়া মেনুফেক্সাৰ্ছ অৰগেনাইজেছন ( All India Manufactures Organisation), মাইনিং এণ্ড জিওলোজিকেল ইন্‌ষ্টিটিউট অব্ ইণ্ডিয়া ( Mining and Geological Institute of India ) ইত্যাদি।

উপৰোক্ত দুবিধ বণিক সংঘৰ উপৰিও ভাৰতীয় আৰু ইউৰোপীয় লোকৰদ্বাৰা উমৈহতীয়া ভাবে গঠন হোৱা সংঘও ভাৰতবৰ্ষত আছে। যেনে ঃ—ইন্দো জাৰ্মান চেম্বাৰ অব্ কমাৰ্চ ( Indo-German Chamber of Commerce )।

**সংঘৰ সংগঠন ( Organisation ) ঃ** এনেবোৰ সংঘ গঠন কৰাৰ নিয়মবোৰ নিম্নোল্লিখিত ধৰণৰ—

(ক) এনে সংঘ বা সংস্থাবোৰ কোম্পানী বা ট্ৰেড ইউনিয়ন আইন অনুযায়ী পঞ্জীভূক্ত কৰা হয়।

(খ) পুঁজি অংশ ( Share Capital ) বিক্ৰী কৰি এনে সংঘ বা সংস্থা স্থাপন কৰিব পাৰি।

(গ) পুঁজি অংশ বিক্ৰী নকৰাকৈ স্থাপন কৰা সংঘৰ সদস্য হবলৈ আবেদন পত্ৰৰ লগত ভৰ্তি মাচুল আৰু অন্য যাবতীয় মাচুল বা বৰঙণি দিব লাগে।

(ঘ) সাধাৰণতে এনে সংঘ বা সংস্থাৰ দায়িত্ব প্ৰত্যাভূতিৰদ্বাৰা সীমাবদ্ধ ( Liability Limited by Guarantee )।

(ঙ) এনে সংঘ বা সংস্থাৰ কাৰ্য্য পৰিচালনা কৰিবৰ বাবে সদস্য-সকলে কোম্পানী গঠনৰ দৰে স্মাৰকলিপি আৰু অন্তৰ্নিয়ম বা উপৰিবিধি ( By Law ) ৰচনা কৰিব লাগে।

(চ) সংঘ বা সংস্থাৰ পৰিচালনাৰ বাবে বাৰ্ষিক অধিবেশন আহ্বান



কৰি, তাত সদস্যসকলৰ মাজৰ পৰা নিৰ্বাচিত সদস্যেৰে "সঞ্চালক পৰিষদ ( Board of Directors ) বা পৰিচালন সমিতি (Managing Committee) গঠন কৰিব লাগে।

(ছ) উক্ত 'সঞ্চালক পৰিষদ'ৰ বা 'পৰিচালনা সমিতি'ৰ অধ্যক্ষ বা সভাপতি আৰু উপাধ্যক্ষ বা উপসভাপতি বাৰ্ষিক অধিবেশনেই নিৰ্বাচিত কৰি দিব লাগে।

(জ) বছেৰেকীয়া কাৰ্য্য-কালৰ অন্তত অধ্যক্ষ বা উপাধ্যক্ষ, সভাপতি বা উপসভাপতি পদৰপৰা অৱসৰ লোৱাৰ পিছত পুনৰ সেই জন সদস্যই নিৰ্বাচিত হ'ব পাৰে।

(ঝ) সংঘ বা সংস্থাৰ স্থায়ী সচিব বা সম্পাদক আৰু অন্যান্য পদ সমূহ যেনে কোষাধ্যক্ষ, সহকাৰী সচিব বা সম্পাদকৰ পদ নিয়োগৰ জৰিয়তে পূৰণ কৰা হয়।

(ঞ) উক্ত বিষয়বৰীয়াসকলৰ কৰ্তব্য, আৰু ক্ষমতাসংক্ৰান্ত বিষয়-বোৰ সংঘৰ অন্তৰ্নিয়ম বা উপবিধিত পৰিষ্কাৰ ব্যাখ্যা থাকিব লাগে।

(ট) 'সঞ্চালক পৰিষদ' বা 'পৰিচালনা সমিতিয়ে' সচিব বা সম্পাদক আৰু কোষাধ্যক্ষৰ সৈতে সন্মিলিত হৈ, সংবিধান বা অন্তৰ্নিয়ম আৰু স্মাৰক লিপি অনুযায়ী সংঘ বা সংস্থা পৰিচালনা কৰিব লাগে।

(ঠ) এক স্বত্বাধিকাৰী ব্যৱসায়ী, যুটীয়া ব্যৱসায় সংস্থা, জইণ্ট ষ্টক কোম্পানী আৰু বিভিন্ন শিল্প উদ্যোক্তা ( সৰু বা ডাঙৰ ) সকলোৰেই এনে সংঘৰ সদস্য হোৱাৰ অৰ্হতা থাকে।

(ড) এনে সংঘ বা সংস্থাৰ পৰিসীমা বা সংবিধান বা স্মাৰক লিপিও লিপিবদ্ধ থাকে আৰু সেই পৰিসীমা অনুযায়ী যি কোনো ব্যৱসায়ী, উদ্যোক্তা সদস্য পদ প্ৰাৰ্থী হ'ব পাৰে।

(ঢ) সংঘ বা সংস্থাৰ কাৰ্য্য ক্ষেত্ৰ উক্ত সংঘৰ পৰিসীমাৰ অন্তৰ্ভুক্ত সকলোবোৰ বেপাৰ-বাণিজ্য আৰু উদ্যোগৰ ওপৰত প্ৰযোজ্য হ'ব। ই কোনো বিশেষ ব্যৱসায় বা উদ্যোগৰ ক্ষেত্ৰতেই সীমাবদ্ধ নাথাকে।

**সংঘৰ লক্ষ্য বা উদ্দেশ্য ( Aims and Objects ) :**—সাধাৰণতে এনে সংঘ গঠন কৰাৰ লক্ষ্য আৰু উদ্দেশ্য বহু প্ৰকাৰৰ। সংঘৰ গাঁঠনি অনুযায়ী লক্ষ্য আৰু উদ্দেশ্যৰ তাৰতম্য ঘটে ; কিন্তু প্ৰায় সকলো ধৰণৰ সংঘ বা সংস্থাৰ কিছুমান উমৈহতীয়া উদ্দেশ্য থাকে।

সেই উদ্দেশ্যসমূহ নিম্নোল্লিখিত ধৰণৰ—(১) বেপাৰ-বাণিজ্য আৰু উদ্যোগৰ উন্নয়ন কৰিবলৈ, (২) চৰকাৰ জনসাধাৰণ আৰু শ্ৰমিকৰ মাজত ভাল সম্পৰ্ক ৰক্ষা কৰিবলৈ, (৩) ব্যৱসায়ী আৰু উদ্যোক্তাৰ বাণিজ্যিক স্বাৰ্থ অক্ষুণ্ণ ৰাখিবলৈ, (৪) আইন সভাত বা অন্যান্য পৰিষদ সমিতিৰ ওচৰত বাণিজ্য আৰু উদ্যোগৰ অৰ্থে সামূহিক ভাৱে প্ৰতিনিধিত্ব কৰিবলৈ ;

(৫) চৰকাৰী সমিতি, সাৰ্বজনিক সমিতি অথবা আন্তৰ্জাতিক সমিতিলৈ সংঘৰ তৰফৰপৰা প্ৰতিনিধি নিয়োগ কৰিবলৈ,

(৬) জাতীয় বা আন্তৰ্জাতিক বাণিজ্য সন্মিলনত গৃহীত সিদ্ধান্তসমূহক নিজ ৰাষ্ট্ৰ বা ৰাজ্য ক্ষেত্ৰত প্ৰয়োগ কৰিবলৈ,

(৭) বাণিজ্য বা উদ্যোগ সংক্ৰান্তত চৰকাৰৰ আইনৰ সপক্ষে বা বিপক্ষে উমৈহতীয়া ভাৱে থিয় দিবলৈ, আৰু বাণিজ্য উদ্যোগৰ স্বাৰ্থৰ খাতিৰত নতুন আইন প্ৰণয়নৰ ক্ষেত্ৰত চৰকাৰক উদ্গণি জনাবলৈ,

(৮) কৰ্মচাৰী, শ্ৰমিকসকলৰ বিভিন্ন দাবীবোৰৰ প্ৰতি, আৰু চৰকাৰী আবদাৰৰ প্ৰতি সহজে সেও নামানিবলৈ,

(৯) ব্যৱসায় উদ্যোগৰ ক্ষেত্ৰত উত্থাপিত হোৱা বাদানুবাদ, মতানৈক্য, খাম-খেয়ালিসমূহৰ মীমাংসা বা নিষ্পত্তি কৰিবলৈ,

(১০) সদস্য সকললৈ বিভিন্ন প্ৰকাৰৰ সেৱা ( Service ) যেনে—ব্যৱসায়ৰ বা-বাতৰি, পৰিসংখ্যা, বৈদেশিক বাণিজ্যৰ যোগাযোগ, দেশৰ উৎপন্নৰ প্ৰমাণ পত্ৰ ( Certificate of origin ) বাণিজ্য দূতৰ



চালান ( Consular Service ) আদিৰ যোগান, প্ৰযুক্তিবিদ্ কাৰিকৰ বিশেষজ্ঞৰ সংগ্ৰহ, প্ৰশিক্ষণ ব্যৱস্থা, আৰ্হি, নমুনা নিদৰ্শনৰ আদান-প্ৰদান, কৰ্মকুশলতাৰ পৰামৰ্শ, সমতা স্থাপনৰ ব্যৱস্থা আদি আগবঢ়োৱাৰ উদ্দেশ্যে এনেবোৰ সংঘ বা সংস্থা স্থাপন কৰা হয়।

**সংঘৰ কাৰ্য্য-কলাপ ( Functions ) :** উপৰোক্ত উদ্দেশ্য সমূহলৈ লক্ষ্য ৰাখি এনে সংঘ বা সংস্থাৰ প্ৰাথমিক ( Primary ) কাৰ্য্য-কলাপবোৰ তলত উল্লেখ কৰা ধৰণৰ—

(১) সংঘৰ সকলো সদস্যকে একে ৰূপৰ হিচাপ পত্ৰ, উৎপাদন ব্যয় পদ্ধতি ৰাখিবলৈ সংঘই সহায় কৰে।

(২) ঔদ্যোগিক আৰু বজাৰ সংক্ৰান্ত গৱেষণা, বাণিজ্য আৰু উদ্যোগৰ পৰিসংখ্যা সংগ্ৰহ কৰা কাৰ্য্য পৰিচালনা কৰি সংঘৰ সদস্যসকলক সেই বিষয়ে অবগত কৰায়।

(৩) বিভিন্ন বাণিজ্য সন্মিলন সমাবেশ আদি আয়োজন কৰি ভিন ভিন বেপাৰৰ ব্যৱসায়ী, উদ্যোগী আৰু সদাগৰসকলৰ মাজত সম্বন্ধ স্থাপন কৰিবলৈ সংঘই সুযোগ দিয়ে। এনে সন্মিলন বা সমাবেশৰ জৰিয়তে বিবিধ ব্যৱসায়ী প্ৰতিনিধিয়ে তেওঁলোকৰ মাজত ভাৱৰ আদান প্ৰদান কৰিবলৈ, দেশৰ অৰ্থনৈতিক আৰু বাণিজ্যিক গতি স্ৰোতৰ বাস্তৱ মূল্যাংকণ কৰিবলৈ এক উমৈহতীয়া মঞ্চৰ সুযোগ কৰি দিয়ে।

(৪) সংঘই বিভিন্ন ব্যৱসায়ী সদস্যৰ মাজত বাণিজ্য উদ্যোগ পৰিচালনাৰ ক্ষেত্ৰত একে ধৰণৰ ব্যৱসায়ৰ নীতি-নিয়ম প্ৰচলন কৰা, সদস্যসকলৰ মাজত সামগ্ৰিক সত্যতাৰ নীতি অৱলম্বন কৰিবলৈ প্ৰেৰণা দিয়া, অসৎ উপায়েৰে পৰিচালিত ব্যৱসায়, উদ্যোগৰ বিলোপ সাধন কৰা, বিভিন্ন ব্যৱসায়ীৰ মাজত থকা ধ্বংসাত্মক প্ৰতিযোগিতাৰ অৱসান ঘটোৱা আদি কাৰ্য্যবোৰ সমাধান কৰে।

(৫) বস্তুৰ দাম নিৰ্ধাৰণ, চৰকাৰী আচৰণ-বিধি, বজাৰ সংক্ৰান্ত

বা-বাতৰি, কৰ-কাটল, শুল্ক আদিৰ যাবতীয় খবৰ-বাতৰি, পৰিসংখ্যা আদি সংগ্ৰহ কৰা আৰু তাক সদস্যসকলৰ মাজত বিতৰণ কৰা কৰ্মৰ সমাধান।

(৬) বাণিজ্যিক আলোচনী ( Trade Magazine ), উৎপাদক পুস্তিকা ( Manuals ), বিক্ৰী বিজ্ঞপ্তি ( Bulletin ), ইত্যাদিৰ প্ৰকাশ আৰু প্ৰচাৰ কৰা।

(৭) সংঘৰ সকলো সদস্যৰ হৈ সমবায় ভিত্তিত বিজ্ঞাপন আৰু প্ৰচাৰ, ক্ৰয়-বিক্ৰয়, বীমা ব্যৱস্থা, পৰিবহণৰ সা-সুবিধা কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ।

(৮) বৈদেশিক বাণিজ্যত আৱশ্যকীয় প্ৰমাণ পত্ৰৰ ব্যৱস্থা কৰা, সদস্যসকলক বিবিধ ব্যৱসায়ীৰ মাজত আকালন বা ঋণ ভিত্তিত ব্যৱসায় কৰিবৰ অৰ্থে প্ৰকৃত বা বাতৰিৰ সংগ্ৰহ আৰু যোগান ধৰা কাৰ্য্য।

(৯) বিভিন্ন ব্যৱসায়ী, উদ্যোগী, চৰকাৰ, আৰু জনসাধাৰণৰ মাজত হোৱা ব্যৱসায় সংক্ৰান্ত কোনো বিতৰ্কমূলক বিষয়, বাদানুবাদ, বিবাদ আদি নিষ্পত্তি কৰিবৰ কাৰণে মধ্যস্থতাকাৰী হিচাপে দায়িত্ব গ্ৰহণ কৰা কাৰ্য্য।

(১০) উৎপাদন, ব্যৱসায় বাণিজ্যৰ সম্প্ৰসাৰণৰ অৰ্থে অন্যান্য সকলো ধৰণৰ কাম কাজ, যেনে—উৎপাদিত দ্ৰব্যৰ প্ৰদৰ্শনী, মেলা আদিৰ আয়োজন, ট্ৰেড-মাৰ্কছ, পেটেণ্টছ, ব্ৰেণ্ড আদিৰ ৰক্ষণাবেক্ষণ, জোখ-মাখৰ মান নিৰ্ধাৰণ আদিৰ উপৰিও 'উদ্দেশ্য'ত সন্নিৱিষ্ট সকলো লক্ষ্য পূৰণাৰ্থে কাৰ্য্য ব্যৱস্থা সংঘই লয়।

বণিক সংঘৰ সংগঠন, উদ্দেশ্য আৰু কাৰ্য্য-কলাপৰ পৰিপ্ৰেক্ষিতত সম্প্ৰতি দেশত অৱস্থিত কাৰ্য্যকৰী দুটা সংঘৰ বিৱৰণ তলত দিয়া হ'ল।

**এছোচিয়েটেড চেম্বাৰ্ছ অৱ কমাৰ্চ ( Associated Chambers of Commerce ) ঃ** ই এক সৰ্বভাৰতীয় সংস্থা। ১৯২০ চনত এই সংঘ



কলিকতাত প্ৰতিষ্ঠা হয়। দেশৰ বিভিন্ন অঞ্চলৰ ভিন ভিন বণিক সংঘৰ অন্তৰ্ভুক্তিৰে এই সংঘ গঠিত হয়; অৰ্থাৎ পৃথক পৃথক বণিক সংঘৰ সদস্যৰে এই সংগঠন গঢ়ি উঠে। এই সংঘৰ সদস্য সংখ্যা পোন্ধৰখন। বেলেগ বেলেগ বণিক সংঘৰ বিবিধ সমস্যা সমাধানাৰ্থে ই এক সামূহিক প্ৰচেষ্টা।

ৰাষ্ট্ৰৰ বাণিজ্য-উদ্যোগ সম্বন্ধীয় আইন কানুন সমূহৰ সম্যক আলোচনাৰ্থে এই সংগঠনে বাৰ্ষিক সন্মিলন আকস্মিক সমাৱৰ্তনৰ আয়োজন কৰে। চৰকাৰৰ বিভিন্ন সমিতি, ব্যৱস্থাপক মণ্ডলী, পৰিষদ, যেনে—ইণ্ডিয়ান চেণ্ট্ৰেল টবাকো কমিটী (Indian Central Tobacco Committee ), ইণ্ডিয়ান চেণ্ট্ৰেল অইল ছিড্‌ছ্ কমিটী ( Indian Central Oil Seeds Committee), ইণ্ডিয়ান কাউন্সিল অব্ এগ্ৰিকালচাৰেল ৰিছাৰ্চ ( Indian Council of Agricultural Research ) আদিলৈ প্ৰতিনিধি নিৰ্বাচন কৰে। কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজিক চৰকাৰসমূহৰ লগত সংঘৰ সদস্যবৃন্দৰ উপকাৰৰ হকে ঘনিষ্ঠ সম্পৰ্ক ৰাখে। কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰসমূহলৈ সংঘৰ সদস্য বৃন্দৰ উন্নয়নমুখী কাৰ্য্য-সূচী ৰূপায়িত কৰিবৰ বাবে পৰামৰ্শ আগবঢ়ায়। বিত্ত পথ পৰিবহণ, সীমা শুল্ক সম্পৰ্কীয় বিষয়সমূহত উপদেশ-পৰামৰ্শ সংঘৰ সদস্য বৃন্দলৈ আগবঢ়ায়। চৰকাৰী আইন আৰু আচৰণ-বিধি সংক্ৰান্ত বিষয়সমূহ, যেনে, ৰপ্তানি-আমদানিৰ নীতি-নিয়ম, বাণিজ্য আৰু উদ্যোগৰ ওপৰত চৰকাৰী নিয়ন্ত্ৰণ আদিৰ প্ৰতি সংঘই মনোযোগ ৰাখি সময়ে সময়ে সদস্যবৃন্দক অৱহিত কৰায়।

সংঘৰ প্ৰধান কাৰ্য্য হ'ল ইউৰোপীয় বাণিজ্যিক স্বাৰ্থ সৰ্বভাৰতীয় ভিত্তিত বজাই ৰখাৰ অৰ্থে সংগঠন সবল কৰা।

**ডি ফেডাৰেচন অব্ ইণ্ডিয়ান চেম্বাৰ্ছ অব্ কমাৰ্চ এণ্ড ইণ্ডাষ্ট্ৰী ( The Federation of Indian Chambers of Commerce and Industry ) ঃ** সমগ্ৰ ভাৰতৰ বিভিন্ন বাণিজ্য সংঘবোৰৰ সন্মিলন

হিচাপে এই সংস্থা সৰ্ব ভাৰতীয় ভিত্তিত গঠন কৰা হয়। সংঘৰ জন্ম ১৯২৬ চনত। ই এটা বণিক সংঘৰ কেন্দ্ৰীয় সংগঠন। সেয়ে কেন্দ্ৰীয় চৰকাৰে ইয়াক এটা প্ৰধান বণিক সংঘ বুলি স্বীকৃতি দিয়ে। ভাৰতীয় বাণিজ্যিক আৰু ঔদ্যোগিক স্বাৰ্থ ৰক্ষাৰ বাবেই ই প্ৰতিনিধি স্থানীয় প্ৰতিষ্ঠান। অকল এয়ে নহয় সৰ্বভাৰতীয় ভিত্তিত বাণিজ্যিক আৰু ঔদ্যোগিক উন্নয়নৰ হকে কাৰ্য্য কৰা ই এক প্ৰধান সংগঠন। এই সংঘ বা সন্মিলনৰ প্ৰথম আৰু প্ৰধান উদ্দেশ্য হ'ল ভাৰতীয় বণিক আৰু উদ্যোগীসকলে বিদেশী বাণিজ্যত (ৰপ্তানি আৰু আমদানি) যাতে অগ্ৰণী হ'ব পাৰে তাৰ ব্যৱস্থা কৰা। ইয়াৰ উপৰি দেশৰ ভিতৰত উক্ত বণিকসকলে যাতে বিত্ত, পৰিবহণ আৰু শ্ৰেয় উৎপাদনৰ ক্ষেত্ৰত ৰক্ষণা-বেক্ষণ পায় আৰু যাতে ক্ৰমোন্নতি কৰিব পাৰে তাৰ সুবন্দবস্ত কৰা।

ভাৰতীয় লোকৰদ্বাৰা পৰিচালিত এই শীৰ্ষস্থানীয় সংঘৰ প্ৰধান কাৰ্য্যালয় আছে নতুন দিল্লীত। সংঘৰ সদস্যসমূহক চাৰি ভাগত বিভক্ত কৰিব পাৰি, যথা—সাধাৰণ, বিদেশী, সহযোগী আৰু অবৈতনিক।

সাধাৰণ সদস্যসমূহ পোনপটীয়া ভাৱে সংঘৰ অন্তৰ্ভুক্ত, ভাৰতৰ বাহিৰত কাৰ্য্যৰত সংঘসমূহ এই ফেডাৰেচন বিদেশী সদস্য। এই সংঘৰ অন্তৰ্ভুক্ত নোহোৱা কিছুমান সংস্থাক সদস্য হিচাপে ফেডাৰেচনে স্বীকৃতি দিয়ে যাক অবৈতনিক সদস্য বোলা হয়। ভালেমান স্বতন্ত্ৰ ব্যৱসায়ী, যুটীয়া সংস্থা, কোম্পানীক সংঘই সহযোগী সদস্য হিচাপে নিৰ্বাচন কৰে।

সম্প্ৰতি ফেডাৰেচন ১১৭টা উদ্যোগ আৰু বাণিজ্য সংস্থা আৰু ২১৪ টা বাণিজ্য সংগঠনৰ সহযোগী সদস্যৰে গঠিত।

ফেডাৰেচনৰ এই সদস্য সংস্থাসমূহ দেশৰ সৰ্বত্ৰ সিঁচৰতি হৈ আছে। অথবা সমগ্ৰ দেশৰ অঞ্চল বিশেষৰ সদস্যৰে ফেদাৰেছন গঠিত। মুঠতে ভাৰতবৰ্ষৰ ব্যৱসায় বাণিজ্য আৰু উদ্যোগক সামৰি ফেডাৰেচন সংগঠিত। দেশৰ ঔদ্যোগিক উন্নয়নাৰ্থে ১৯৪২ চনত "অল ইণ্ডিয়া



অৰ্গেনাইজেছন অব্ ইণ্ডাষ্ট্ৰীয়েল এমপ্লয়াৰ্ছ" (All India organisation of Industrial employers) নামৰ এটা সংস্থা প্ৰতিষ্ঠিত হৈছিল আৰু সেই সংস্থা এতিয়াও কাৰ্য্যকৰী। উক্ত ইণ্ডাষ্ট্ৰীয়েল এম্‌প্লয়াৰ্ছ'ৰ সংস্থাও এই ফেডাৰেচনৰ অন্তৰ্ভুক্ত। ফেডাৰেচনে কেন্দ্ৰীয় চৰকাৰৰ বহু সংস্থা, সমিতি, যথা—ইম্পৰ্ট, এক্সপ'ৰ্ট এডভাইছৰী কাউন্সিল (Import Export Advisary Council), চেন্ট্ৰেল এডভাইছৰী কাউন্সিল অব্ ইণ্ডাষ্ট্ৰীজ, (Central Advisory Council of Industries), কেপিটেল ইছু এডভাইছৰী কমিটী (Capital Issue Advisory Committee) আদিত প্ৰতিনিধিত্ব কৰে।

ফেডাৰেচনে দেশৰ আৰু বিদেশী ৰাষ্ট্ৰৰ বাণিজ্য উদ্যোগ আৰু অৰ্থনীতি সংক্ৰান্ত বিষয়ৰ ওপৰত আলোচনা সমালোচনা, সমীক্ষা, সত্যালোচনা আগবঢ়োৱাৰ উদ্দেশ্যে এখন পত্ৰিকীয়া বাৰ্তালোচনীৰ সম্পাদনা কৰি প্ৰকাশ আৰু প্ৰচাৰ কৰে।

**উদ্যোগ সংস্থা (Trade Association) ঃ** দেশৰ উদ্যোগীকৰণৰ লগে লগে বিভিন্ন ব্যৱসায়ৰ মাজত প্ৰতিযোগিতা বাঢ়ি আহিছে, উৎপাদনৰ মাত্ৰা সামূহিক হৈছে আৰু সেই উৎপাদিত বস্তুৰ বাবে বৃহৎ বজাৰৰ চাহিদা বৃদ্ধি পাইছে। বিবিধ বাণিজ্য—উদ্যোগত জড়িত হৈ থকা লোকসকলে এই পৰিপ্ৰেক্ষিতত তেওঁলোকৰ সামূহিক কল্যাণৰ বাবে সংহত হোৱাটো প্ৰয়োজনীয় বুলি ভাবিবলৈ ধৰিলে, যাৰ ফলত শিল্প উদ্যোগী, কৃষি উদ্যোগী আৰু সদাগৰসকলে এক প্ৰকাৰ সংঘ বা সংস্থা গঠন কৰে ; যাক উদ্যোগ সংঘ বা সংস্থা বুলি কোৱা হয়। নিৰ্দিষ্ট উদ্যোগ বা বেহা-বেপাৰ অথবা উৎপাদন আৰু বিতৰণ, ব্যৱসায়ৰ উন্নয়ন, সম্প্ৰসাৰণ আৰু দক্ষ পৰিচালনাৰ অৰ্থে এনে সংস্থা প্ৰতিষ্ঠা কৰা হয়। এনে সংগঠন অঞ্চল ভিত্তিত, একে ধৰণৰ উদ্যোগ বা একেজাতীয় বাণিজ্যৰ ভিত্তিত গঢ়িতোলা হয়। উদ্যোগ সংস্থাক সেয়ে প্ৰতিযোগী

ব্যৱসায়ীসকলৰ উমৈহতীয়া স্বাৰ্থৰ হকে শিল্পোদ্যোগ, কৃষি উদ্যোগ আৰু বেহা-বেপাৰৰ মাজত গঢ়ি উঠা এক অনুপাজিত ইচ্ছাধীন সংগঠন বোলে।

উদ্যোগ সংস্থাৰ সদস্যপদ একস্বত্বাধিকাৰী, যুটীয়া ব্যৱসায় সংস্থা, জইন্ট ষ্টক কোম্পানী আদি সকলো ধৰণৰ ব্যৱসায় সংগঠনেই পাব পাৰে ; কিন্তু উদ্যোগ বা বাণিজ্য অনুযায়ী গঠিত হোৱা হেতু একেজাতীয় ব্যৱসায়, উদ্যোগ বা তাৰ শাখাৰ বাহিৰে অন্য উদ্যোগ বা বাণিজ্যলৈ সদস্যপদ দিয়া নহয়। উদ্যোগ সংস্থাই নিৰ্দিষ্ট উদ্যোগ বা বাণিজ্যৰ ৰক্ষণাবেক্ষণ, প্ৰসাৰণ আৰু উন্নয়নৰ বাহিৰে আন উদ্যোগ বা বাণিজ্যৰ লগত সংশ্ৰৱ নাৰাখে। যি নিৰ্দিষ্ট বাণিজ্যৰ উন্নয়ন আৰু ৰক্ষণা-বেক্ষণৰ অৰ্থে উদ্যোগ সংস্থা স্থাপিত হয়—তাৰ কাৰ্য্য-কলাপ সেই উদ্যোগ বা বাণিজ্যৰ গণ্ডীৰ মাজত আৱদ্ধ থাকে। কোনো কোনো ক্ষেত্ৰত সেই উদ্যোগ বা বাণিজ্যৰ কাৰ্য্য-কলাপ অঞ্চল বিশেষৰ পৰিসীমাৰ ভিতৰতেই কাৰ্য্যকৰী হয়।

কোম্পানী আইন অথবা ট্ৰেড ইউনিয়ন আইনৰ অধীনত এনেবোৰ সংস্থা পঞ্জীয়নভুক্ত হয়। পুঁজি অংশ বিক্ৰী কৰি বা নকৰাকৈয়ো এনে সংস্থাৰ সংগঠন কৰিব পাৰি। সম্প্ৰতি এনে সংস্থা বা সংগঠনক বাণিজ্য বা উদ্যোগৰ স্বাৰ্থত প্ৰথম আৰু প্ৰধান আহিলাৰূপে লোৱা হৈছে। সেয়ে উদ্যোগ সংস্থাই সকলো ধৰণৰ বেহা-বেপাৰ আৰু উদ্যোগত প্ৰাধান্য লাভ কৰিছে।

বৰ্তমান ভাৰতবৰ্ষত থকা এনে সংস্থাসমূহ হৈছে—বোম্বে মিল অ'নাৰ্ছ এছোচিয়েচন (Bombay Mill Owners' Assciation), আহমেদাবাদ টেক্সটাইল মিল অ'নাৰ্ছ এছোচিয়েচন (Ahmedabad Textile Mill Owners' Association), ইউনাইটেড প্লেণ্টাৰ্ছ এছোচিয়েচন (United Planters' Association) কলিকতা,



বেংগল ছিল্ক এণ্ড আৰ্ট ছিল্ক মিল অ'নাৰ্ছ এছোচিয়েচন (Bengal Silk and Art Silk Mill Owner's Association), টাটা বাৰ ডিলাৰ্ছ এছোচিয়েচন (Tata Bar Dealers Association), ইণ্ডিয়ান জুট মিলছ্ এছোচিয়েচন (Indian Jute Mills Association) কলিকতা, ইণ্ডিয়ান টি এছোচিয়েচন (Indian Tea Association—Assam), ইষ্ট ইণ্ডিয়া কটন এছোচিয়েচন (East India Cotton Association), বেংগল গেলভানাইজড্ ছিট মাৰ্চেণ্টছ এছোচিয়েচন (Bengal Galvanised Sheet Marchents' Association), জুট বেলাৰ্ছ এছোচিয়েচন, কলিকতা, (Jute Balers' Association Calcutta) আদি।

আৰু বহুধৰণৰ উদ্যোগ সংস্থা সদৌ ভাৰতত গঢ়ি উঠিছে। ভৱিষ্যতে এনে সংস্থাৰ হাৰ উদ্যোগীকৰণৰ লগে লগে বৃদ্ধি পোৱাটো নিতান্তই স্বাভাৱিক।

বণিক সংঘৰ সংগঠন পদ্ধতিৰ যিখিনি নীতি-নিয়ম, আচৰণ বিধিৰ কথা উল্লেখ কৰি অহা হৈছে ঠিক একেখিনিয়েই উদ্যোগ সংস্থা প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো প্ৰযোজ্য হয়। সেয়ে পুনৰ উল্লেখ নিষ্প্ৰয়োজন ; কিন্তু সংস্থাৰ উদ্দেশ্য আৰু কাৰ্য্য-কলাপৰ ক্ষেত্ৰত কিছু গড় মিল পৰিলক্ষিত হয়।

**সংস্থাৰ উদ্দেশ্যসমূহ ( Objects ) ঃ**

(ক) সংস্থাই নিজৰ উদ্যোগ বা বাণিজ্যৰ সদস্যসকলক এনেভাৱে প্ৰশিক্ষণ দিয়ে, যাতে তেওঁলোকৰ মাজত হ'বপৰা ধ্বংসাত্মক প্ৰতিযোগিতাৰপৰা তেওঁলোক আঁতৰি থাকে।

(খ) সাংবিধানিক উপায়েৰে যাতে সংস্থাই প্ৰতিনিধিত্ব কৰা উদ্যোগ বা বাণিজ্যৰ স্বাৰ্থ অক্ষুণ্ণ থাকে।

(গ) পৰিবৰ্তনশীল প্ৰযুক্তি বিদ্যাৰ লগত ৰজিতা খুৱাই উদ্যোগৰ সদস্যসকলৰ প্ৰশিক্ষণ কাৰ্য্য-সূচীৰ ব্যৱস্থা কৰা হয়, যাতে তেওঁলোকৰ উদ্যোগৰ প্ৰকৃত উন্নয়ন হয়।

(ঘ) জাতীয় আৰু আন্তৰ্জাতিক ক্ষেত্ৰত আয়োজিত সন্মিলন, সমাবৰ্তন, সমাবেশ আদিলৈ সংস্থাৰ প্ৰতিনিধি প্ৰেৰণৰদ্বাৰা সংস্থাৰ গতিশীলতা ৰক্ষা কৰা।

(ঙ) চৰকাৰী, অৰ্ধচৰকাৰী, সাৰ্বজনিক সমিতি, পৰিষদ, ব্যৱস্থাপক মণ্ডলী আদিত সংস্থাৰ হৈ প্ৰতিনিধিত্ব কৰা।

(চ) সংস্থাৰ সদস্যসকলৰ সমস্যা আৰু দাবীসমূহৰ সমাধান কল্পে চৰকাৰক অৱগত কৰোৱা কাৰ্য্য।

(ছ) উদ্যোগৰ পৰিচালনা আৰু সংগঠন (সংস্থাৰ সদস্যসকলৰ) একে পৰ্যায়লৈ অনাত সহায় কৰা।

(জ) সংস্থাৰ সামঞ্জস্য থকা উদ্যোগ বা বাণিজ্যত লিপ্ত থকা ব্যৱসায়ীৰ মাজত সকলো প্ৰকাৰৰ, যথা—উৎপাদন, বস্তুৰ মূল্যমান, ওজন, পৰিমাণ, দামৰ হাৰ, বস্তু বিতৰণ আদিত সমতা স্থাপন কৰা।

(ঝ) বিভিন্ন আৱশ্যকীয়, ব্যৱসায়িক, ঔদ্যোগিক আৰু কাৰিকৰী বিষয়ৰ সেৱা আগবঢ়োৱাই সংস্থাৰ উদ্দেশ্য।

উল্লেখিত উদ্দেশ্যসমূহৰ সমাধানকল্পে কিছুমান কাৰ্য্যকৰী ব্যৱস্থা সংস্থাই গ্ৰহণ কৰে। তেনে কাৰ্য্যকাৰিতাসমূহ নিম্নোল্লিখিত ধৰণৰ—

(১) প্ৰতিনিধিৰদ্বাৰা চৰকাৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি উদ্যোগ বা বাণিজ্যিক স্বাৰ্থ ৰক্ষা কৰা।

(২) বস্তু বেহানিৰ উৎপাদন দাম নিৰ্ধাৰণ, ক্ৰয়-বিক্ৰয় সম্বন্ধীয় পৰিসংখ্যা আহৰণ কৰি সদস্যসকলৰ উপকাৰৰ অৰ্থে বিতৰণ কৰা।

(৩) উদ্যোগত উন্নত পদ্ধতিৰে উৎপাদন কৰি উৎপাদন ব্যয় পদ্ধতিৰ হিচাপ ( Cost accounting ) একে-আগী কৰা।

(৪) প্ৰতিযোগিতা আৰু অসৎ উপায় অৱলম্বন কৰা সদস্যসকলক নিৰুৎসাহ কৰা আৰু বাধা দিয়া।

(৫) উৎপাদনৰ ক্ষেত্ৰত বিশেষীকৰণ, সহজকৰণ আৰু মান বিশিষ্টি-



ৰণ আদি গুণগত শ্ৰেণী বিভাগ কৰিব পৰাকৈ বিভিন্ন গৱেষণা কাৰ্য্যচীৰ পৰিচালনা কৰা যাতে সদস্যসকলে উপকাৰ পায়।

(৬) সদস্যসকলক বিভিন্ন গ্ৰাহকৰ আৰ্থিক সুচলতা সম্পৰ্কে অৱগত কৰা যাতে সদস্যসকল 'নুশুজা ঋণ' বা 'বেয়া লেনদেন'ৰপৰা হাত সাৰে।

(৭) সংস্থাৰ নতুন সদস্যসকলৰ বাবে কেন্দ্ৰীয় বিক্ৰী কেন্দ্ৰৰ বন্দবস্ত কৰা।

(৮) সদস্যসকলৰ 'নুশুজা ঋণ' 'বেয়া লেন্‌দেন্‌' আৰু অমীমাংসিত হিচাপ-পত্ৰৰ নিষ্পত্তি কৰা।

(৯) উদ্যোগ আলোচনী, পাম্‌ফ্লেট ( Pamphlet ), বুলেটিন Bulletin ), মূল্য-পত্ৰ, আদি প্ৰকাশ আৰু প্ৰচাৰ কৰা।

(১০) কাৰিকৰী প্ৰশিক্ষণৰ ব্যৱস্থা কৰা আৰু ঔদ্যোগিক বিবাদৰ ক্ষেত্ৰত মধ্যস্থতাকাৰী হিচাপে কৰ্ম সম্পাদন কৰা।

**উদ্যোগ সংস্থা আৰু বণিক সংঘৰ পাৰ্থক্য ঃ** উদ্যোগ সংস্থা আৰু বণিক সংঘৰ মাজত পৰিলক্ষিত হোৱা পাৰ্থক্যসমূহ নিম্নোল্লিখিত ধৰণৰ ঃ একে জাতীয় ব্যৱসায় বা উদ্যোগত জড়িত ব্যৱসায়ীসকলে উদ্যোগ সংস্থা গঠন কৰে ; কিন্তু একে অঞ্চলতে বিবিধ বেহা-বেপাৰত জড়িত বণিকসকলে বণিক সংঘ গঠন কৰে।

উদ্যোগ সংস্থাৰ কাৰ্য্যক্ষেত্ৰ বিশেষ উদ্যোগ বা ব্যৱসায়ৰ মাজত আৱদ্ধ থাকে ; কিন্তু বণিক সংঘৰ কাৰ্য্য ক্ষেত্ৰৰ পৰিসৰ বিস্তৃত। কাৰণ, ই কোনো নিৰ্দিষ্ট ব্যৱসায়ত আৱদ্ধ নাথাকে। অথচ কোনো নিৰ্ধাৰিত অঞ্চলৰ সকলো ধৰণৰ ব্যৱসায়ীৰ কাৰণে কাৰ্য্য সম্পাদন কৰে।

একে জাতীয় বাণিজ্য বা উদ্যোগৰ ব্যৱসায়ীসকলৰ মাজত সাধাৰণতে প্ৰতিযোগিতা হয় আৰু সেয়ে উদ্যোগ সংস্থাৰ সংগঠনে তাক নিয়ন্ত্ৰণ কৰে ; কিন্তু বিবিধ ব্যৱসায়ীয়ে গঠন কৰা বণিক সংঘত তেনে প্ৰতিযোগিতামূলক সমস্যাৰ উদ্ভৱ নহয়।

উদ্যোগ সংস্থাই নিজস্ব উদ্যোগ বা বাণিজ্যৰ ৰক্ষণাবেক্ষণ উন্নয়ন, সম্প্ৰসাৰণ আদিৰ বাহিৰে অন্য উদ্যোগ বা ব্যৱসায় স্বাৰ্থৰ প্ৰতি কোনো ঔৎসুক্য নেদেখুৱায়। বণিক সংঘই সাদৃশ্যহীন বা সামঞ্জস্যহীন সকলো ব্যৱসায়ী সদস্যৰ হকে কাৰ্য্য সম্পন্ন কৰে।

ভাৰতত সংগঠিত হোৱা বিভিন্ন উদ্যোগ সংস্থাৰ ভালেমানৰ নাম উল্লেখ কৰি অহা হৈছে। সম্প্ৰতি উদ্যোগ সংস্থাৰ আৰ্হি হিচাপে যোৱা শতিকাৰ শেষৰ পিনে প্ৰতিষ্ঠিত বৰ্তমানেও কাৰ্য্যৰত এটি সংস্থাৰ বিৱৰণ আৰু এই শতিকাৰ প্ৰথম অৱস্থাত স্থাপিত আন এটি সংস্থাৰ সংক্ষিপ্ত বিৱৰণ, আগবঢ়োৱা হ'ল।

**(১) বম্বে মিল অ'নাৰ্ছ এছোচিয়েচন ( Bombay Mill Owners Association ) ঃ** একালৰ বোম্বাই প্ৰদেশৰ বৰ্তমান মহাৰাষ্ট্ৰৰ মিল মালিকসকলে ১৮৭৫ চনত উল্লেখিত নামৰ উদ্যোগ সংস্থাটি প্ৰতিষ্ঠা কৰিছিল। আমাৰ দেশৰ বিভিন্ন বাণিজ্যিক সংস্থাসমূহৰ অন্যতম প্ৰাচীন এই সংস্থাই বৰ্তমানলৈকে কৰি থকা কাৰ্য্য-কলাপসমূহ নিম্নোল্লিখিত প্ৰকাৰৰ—

(ক) সংস্থাই বিদ্যুৎ, পানী আৰু ষ্টীম ব্যৱহৃত সংঘসমূহলৈ সহায়-সহযোগে আগবঢ়ায়।

(খ) সংস্থাৰ সদস্যসকলে উৎপাদন কৰা মুঠ সূতা কটা আৰু কাপোৰৰ পৰিসংখ্যা সংগ্ৰহ কৰে আৰু তাৰ পষেকীয়া দৰ তালিকা ( Quotations ) বণ্টন কৰে।

(গ) সংস্থাৰ সদস্যসকলৰ ট্ৰেডমাৰ্ক ( Trade Mark ), ট্ৰেড নেম ( Trade Name ) আৰু ট্ৰেড নাম্বাৰৰ ( Trade Number ) পূৰ্ণ বিশ্লেষণ লিপিবদ্ধকৈ এখন পঞ্জীয়ন বহী ( Register book ) ৰাখে।

(ঘ) সংস্থাই এখন বাৰ্ষিক প্ৰতিবেদন প্ৰকাশ কৰে, য'ত ভাৰতবৰ্ষৰ মুঠ সূতা কটা আৰু কাপোৰ বোৱা কলৰ (Spinning and weaving



ils ) সংখ্যা, প্ৰতিষ্ঠাৰ তাৰিখ, পুঁজি অংশৰ বিনিয়োগ, তাঁতশাল ৰু মহুৰাৰ সংখ্যা, নিয়োজিত কৰ্মচাৰীৰ মুঠ সংখ্যা, উৎপাদনৰ ৰিমাণ উৎপাদিত সামগ্ৰীৰ মূল্য আদিৰ বা-বাতৰি সন্নিবিষ্ট কৰা হয়।

(ঙ) মিল মালিকসকলৰ মাজৰপৰা বিভিন্ন সংস্থা, সমিতি, পৰিষদ াদিলৈ, ( যথা—প'ৰ্ট ট্ৰাষ্ট ( Port Trust ), ইণ্ডিয়ান চেণ্ট্ৰেল কটন মিটী (Indian Central Cotton Committee), প্ৰতিনিধি নিৰ্বাচন ৰি পঠিয়ায়।

(চ) সংস্থাই সদস্যসকলৰ মাজৰ বিবাদ, মতানৈক্য মতদ্বৈধ্যতা াদিৰ মধ্যস্থতা কৰি সমাধান কৰে।

উক্ত কাৰ্য্যসমূহ পৰিচালনা কৰিবলৈ সংস্থাৰ এখন বিশজনীয়া ৰিচালনা সমিতি আছে। সংস্থাৰ সদস্য পদ উলেন মিল ( Woollen Iill ) ছিল্ক মিল ( Silk Mill ) আদিলৈও উন্মুক্ত, আনকি কাপোৰ লাই কৰা ( Bleach ) আৰু ৰং কৰা ( Dyeing ) ব্যৱসায়ীও এই ংস্থাৰ সদস্য হ'ব পাৰে।

**ইষ্ট ইণ্ডিয়া কটন এছ'চিয়েচন ( East India Cotton Association ) ঃ** এই উদ্যোগ সংস্থাটি ১৯৭১ চনত সংগঠিত হয়। সংস্থাৰ দ্দেশ্যসমূহ এনে ৰূপৰ—(ক) বৰ্তমান মহাৰাষ্ট্ৰৰ কপাহৰ চলিত বা বিষ্য বজাৰ নিৰূপণ কৰা। (খ) কপাহৰ বজাৰ দৰ নিয়ন্ত্ৰণৰদ্বাৰা য়মীয়া কৰা। (গ) সমগ্ৰ মহাৰাষ্ট্ৰৰ কপাহ ব্যৱসায়ক উন্নয়নমুখী ৰা। (ঘ) সমস্ত কপাহ ব্যৱসায় একে পৰ্য্যায়ভুক্ত কৰা।

সংস্থাৰ কাৰ্য্য-কলাপবোৰ হৈছে—(১) সংস্থাৰ সদস্যবৃন্দক ভঁড়ালৰ যোগ সুবিধা প্ৰদান কৰা ; (২) সমগ্ৰ ৰাজ্যৰ কপাহৰ মূল্য, হাৰ Rate ), গুণ মান, প্ৰকাৰ আদি প্ৰয়োজনীয় বিষয়বোৰ সন্নিবিষ্ট ৰি মাহেকীয়া ভিত্তিত একোখন বাৰ্তা পত্ৰ ( News letter ) প্ৰকাশ াৰু প্ৰচাৰ কৰা। (৩) এক নিৰ্দিষ্ট স্থানত চলিত বা স্থিত বজাৰৰ

ক্রয়-বিক্রয়ৰ অৰ্থে কাৰ্য্য ব্যৱস্থা হাতত লোৱা। (৪) অন্য কোনো নিৰ্দিষ্ট স্থানত ভৱিষ্য বজাৰৰ ( Future Market ) ক্রয়-বিক্রয় বা লেনদেনৰ কাৰণে সদস্যসকলক সুবিধা দান কৰা। (৫) সংস্থাৰ সকলো সদস্যকে একে পৰ্য্যায়ৰ বাণিজ্য-বিধি আচৰণ কৰিবলৈ বা অভ্যাস কৰিবলৈ ব্যৱস্থা কৰি দিয়া। (৬) সংস্থাৰ সদস্যসকলক দুয়োখন বজাৰতে ( Spot and Future Market ) ব্যৱসায়ত অংশ ভাগ লবলৈ সুবিধা দিয়া। (৭) কপাহৰ ব্যৱসায় কৰা সকলো ব্যৱসায়ীলৈ সংস্থাৰ দ্বাৰ উন্মুক্ত ৰখা। (৮) কপাহৰ গুণ, মান আদিৰ শ্ৰেণীবিভাগ কৰিবলৈ সুযোগ দিয়া।

এই সংস্থা এখন কেন্দ্ৰীয় কমিটীৰদ্বাৰা পৰিচালিত আৰু কাৰ্য্য নিয়ন্ত্ৰিত হয়। 'কটন এছোচিয়েচন', এই সংস্থাটি সংগঠিত হোৱাৰ আগতে বিভিন্ন ব্যৱসায় সংস্থাৰ হাতত কপাহৰ ব্যৱসায় পৰিচালিত হৈছিল। সম্প্ৰতি মহাৰাষ্ট্ৰৰ কপাহ ব্যৱসায় এই এছোচিয়েচনৰ তত্ত্বাৱধানত চালিত হয়।

**ভাৰতীয় আৰু বিদেশী বণিক সংঘ**ঃ ভাৰতীয় আৰু বিদেশী বণিক সংঘবোৰৰ মাজত বিশিষ্টতাৰ ক্ষেত্ৰত কিছুমান মৌলিক পাৰ্থক্য পৰিলক্ষিত হয়; কিন্তু সেই মূলগত পাৰ্থক্যখিনি ভাৰতীয় আৰু পশ্চিমীয়া দেশসমূহৰ সংঘৰ ভিতৰতহে বিশেষকৈ দেখা যায়। বিদেশী আৰু ভাৰতীয় বণিক সংঘৰ বৈশিষ্ট্যগত পাৰ্থক্যখিনি নিম্নোল্লিখিত প্ৰকাৰৰ ঃ—

বিদেশী বণিক সংঘবোৰ সিহঁতৰ নিজৰ সামৰ্থ্যৰ আত্মনিৰ্ভৰশীল হৈ প্ৰতিষ্ঠিত হয়। নিজস্ব অভিজ্ঞতা, ধ্যান-ধাৰণা আৰু গৱেষণাৰদ্বাৰা বেপাৰ-বাণিজ্য আৰু উদ্যোগত নিত্য নতুন উদ্ভাৱনাৰে নতুন দিশৰ সন্ধান দিয়ে। কাৰণ, পশ্চিমীয়া বাণিজ্য সংঘই স্বাধীনভাৱে বিভিন্ন গৱেষণা প্ৰকল্পৰ সংগঠন কৰে আৰু তাত ঔদ্যোগিক আৰু বাণিজ্যিক



বিষয়ৰ গৱেষণা হয়। এই গৱেষণাৰ ফলাফলসমূহ পুস্তিকা বা আলোচনী আকাৰে প্ৰকাশ কৰে। কোনো কোনো সংঘই বিত্ত সাহায্য দি বিশ্ববিদ্যালয়ৰদ্বাৰা স্বতন্ত্ৰভাৱে গৱেষণা চলায়। সাধাৰণতে এই সংঘসমূহে সদস্যসকলক ব্যৱসায়িক সম্ভাৱনীয়তা আৰু উন্নয়নমূলক কাৰ্য্যকাৰিতা আৰু তেনে জাতীয় বা বাতৰিৰ যোগান ধৰে। আইনগত আচৰণ-বিধি সংক্ৰান্তত সংঘবোৰে কেৱল তেনে কামহে কৰে, যিবোৰে সংঘৰ সদস্যসকলৰ ব্যৱসায়ত তৎকালিক প্ৰভাৱ পেলাব পাৰে। অন্য হিচাপ নিকাচ, আইন সংক্ৰান্ত আৰু সচিবীমূলক কাৰ্য্যসমূহৰ বাবে সংঘৰ সদস্যই স্বাধীনভাৱে বৃত্তিগত সংস্থাৰপৰা সেৱা গ্ৰহণ কৰে। তেনেবোৰ কাৰ্য্যৰ বাবে সংঘ জড়িত নহয়। এনে পশ্চিমীয়া সংঘই বাণিজ্য আৰু উদ্যোগৰ ক্ষেত্ৰত দেশৰ ভিতৰত আৰু বাহিৰত এক সুস্থ পৰিবেশ সৃষ্টি কৰে।

সংঘই নিজস্ব একাগ্ৰতা আৰু সংস্থানৰ ওপৰত বিশ্বাস ৰাখি উন্নয়নমুখী বাণিজ্যিক আৰু ঔদ্যোগিক প্ৰচেষ্টাৰ জৰিয়তে জনসাধাৰণৰ আস্থাভাজন হয়। সেয়ে চৰকাৰী আৰু সাৰ্বজনীন পৰ্য্যায়ত এনে এটা ধাৰণা সৰ্বদায় অনুভূত হয় যে উক্ত সংঘবোৰে বাণিজ্য বা উদ্যোগৰ নতুন ভাবাদৰ্শেৰে কৰ্ম সম্পাদন কৰি কিবা এক বৈপ্লৱিক পৰিবৰ্তনৰ সূচনা কৰিব পাৰে। টকা-কড়িৰ ক্ষেত্ৰটো বিদেশী বণিক সংঘবোৰৰ অৱস্থা অতিশয় উন্নত। বাণিজ্যিক সংঘবোৰে তেওঁলোকৰ চৰকাৰক শেষ আশ্ৰয় হিচাপেহে ব্যৱহাৰ কৰে।

আমাৰ দেশৰ বণিক সংঘবোৰৰ চৰিত্ৰ উল্লেখিত বিদেশী সংঘবোৰৰ চাৰিত্ৰিক লক্ষণৰ লগত সমূলি সাদৃশ্য নাই। আমাৰ ঐতিহাসিক ঐতিহ্যই হৈছে ৰাষ্ট্ৰৰ মূৰব্বীজনক সকলো বিষয়তে নেতৃস্থানীয় ব্যক্তি হিচাপে গণ্য কৰা। ৰাষ্ট্ৰৰ যন্ত্ৰই উক্ত ব্যক্তিৰ নিৰ্দেশনাত কৰ্তব্যৰত হয়। গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠা হোৱাৰ পিছতো ঠিক সেই চৰিত্ৰৰ

কোনো পৰিবৰ্তন সাধিত হোৱা নাই। আপাততঃ গণতান্ত্ৰিক চৰকাৰেই সকলো বিষয়তে নেতৃত্ব দিব পৰা প্ৰথম আৰু প্ৰধান আশ্ৰয় বুলি ভৰা হয়। সেয়ে বণিক সংঘসমূহে ব্যৱসায় আৰু উদ্যোগৰ সকলো বিষয়তে যেনে—(ক) অৰ্থসম্পদ, (খ) কাৰিকৰী, প্ৰযুক্তি বিদ্যা, (গ) বিদেশী বাণিজ্য, (ঘ) আইন সাংবিধানিক নীতি-নিয়ম, (ঙ) হিচাপ নিকাচ, (চ) বাণিজ্যিক আৰু ঔদ্যোগিক গৱেষণা আদিত, চৰকাৰী সহায় পাব খোজে। কাৰিকৰী, প্ৰযুক্তিবিদ্যা আৰু আভিযান্ত্ৰিক বিষয়ত এতিয়াও ফলপ্ৰসূ গৱেষণা হোৱা নাই। এই সন্দৰ্ভত বণিক সংঘবোৰ খুব বেছি আগ্ৰহশীল নহয়। বণিক সংস্থাবোৰৰ কাৰ্য্য-কলাপত ৰাইজ সুখী নহয়। বৰঞ্চ, তেওঁলোকৰ সামাজিক দায়িত্বহীন অৰ্থোপাৰ্জনৰ বণিয়া নীতিয়ে, সৰ্বদায় চৰকাৰ আৰু ৰাজনীতিকৰদ্বাৰা আইনসভাৰ বাহিৰে ভিতৰে সমালোচনাৰ সন্মুখীন কৰায়। অদ্যাপি, কোনো বাণিজ্য বা উদ্যোগ সংস্থাই বাণিজ্য অথবা উদ্যোগৰ ক্ষেত্ৰত কোনো যুগ-জীৰ্ণ স্থিতাৱস্থাৰ অৱসান ঘটাই সমাজত তাৰ নতুন স্থানেৰে আলোকপাত কৰিব পৰা নাই। বণিক সংঘবোৰ বৰ্তমানেও ক্ষেত্ৰ বিশেষে চৰকাৰৰ প্ৰতিপক্ষ, আৰু ক্ষেত্ৰ বিশেষে চৰকাৰৰ পদলেহনকাৰী হৈয়েই কাৰ্য্য পৰিচালনা কৰি আছে। দেশীয় বাণিজ্য বা উদ্যোগ সংঘৰ প্ৰকৃত মিত্ৰ হ'ল সংৰক্ষণশীল সমাজ-ব্যৱস্থা আৰু গোড়া সামাজিক দৃষ্টিভংগী। ভাৰতীয় সংঘ বা সংস্থাই বিভিন্ন ব্যৱসায়িক আৰু ঔদ্যোগিক ক্ষেত্ৰত, আপোন প্ৰচেষ্টাৰদ্বাৰা কোনো দুঃসাহসিক কাৰ্য্য সম্পাদনৰ চেষ্টা কৰা দেখা নাযায়।

সৰ্বশেষত ইয়াকে ক'ব পাৰি যে, এতিয়াও ভাৰতীয় উদ্যোগ আৰু বণিক সংঘবোৰৰ অৱস্থান ৰূপান্তৰৰ পথত। আশা কৰা মতে এই ৰূপান্তৰ আত্মনিৰ্ভৰশীলতাৰ পথলৈ বিৱৰ্তিত হ'ব।

—অন্ত—